**HITESH DEKA RACHANAWALI VOL. 1 :** Complete works of Hitesh Deka and Published by Sri Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Guwahati-1.
First Edition : December, 2005 Price : Rs. 550.00 only

**প্ৰকাশক ঃ**

শ্ৰী ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ-২৫১১৯৪৬

**প্ৰথম প্ৰকাশ ঃ** ডিচেম্বৰ, ২০০৫

**মূল্য ঃ** ৫৫০.০০ টকা

# এক

ৰিজাৰ্ভৰ খেতি-পথাৰ। চাহ হোৱা মাটি। ধান ছটিয়াবলৈ আহিছে পোহাৰাম। অতুলহঁতৰ গাৱঁৰে মানুহ। সি তাৰ হাল বাই চাহকৰা মাটিত ধান সিঁচি যায়। এনেতে পিছফালৰ পৰা মণ্ডলাই লৰি আহে। সি পোহাক ধান ছটিয়াবলৈ মানা কৰে; কাৰণ তাৰ আৰু পুহাৰ ভিতৰত মাটিৰ সীমালৈ গণ্ডগোল আছে। পুহা অকলশৰীয়া। মণ্ডলাইঁত তিনি ভাই- মণ্ডলা, ৰংনাথ আৰু প্ৰাণেশ্বৰ। পুহা দুখীয়া। তাৰ ঘৈণীয়েকজনী আৰু সৰু ল'ৰা জন। স্বাস্থ্য ভাল। বলী মানুহ। বয়স প্ৰায় চল্লিশ বছৰ। মণ্ডলা শকত কিন্তু দুৰ্বল। অলপ বেমাৰী ধৰণৰ। কফযুক্ত। মণ্ডলাই খণ্ড কৰি আহি কয় — "হেৰ ধান ছটিয়াবলৈ কালিয়েই মানা কৰিছিলো নে নাই হুঃ? মাটিৰ সীমা ঠিক নোহোৱাকৈ ধান ছটিয়াবলৈ বন্ধ কৰ। হাক্ দিয়া কথা নুশুনি মিছাকৈ কাজিয়াখন নলগাবি একা।"

পুহাই ধানৰ খৰাহিটো বাওঁহাতত লৈ থিয় হল আৰু মণ্ডলাৰ মুখা মুখি হৈ কলে- "তোৰ কথামতে মই কিয় বন্ধ কৰিম? মাটি কাৰ? তোৰ নে মোৰ? আজি পাচ-ছয় বছৰে মই এই মাটি দখল কৰি আছোঁ। আজি তহঁতৰ কথামতে মই কিয় এৰি দিম?"

মণ্ডলাই হালোৱা লৰু ডালেৰে মাটি জুখি কয় - "তোৰ সীমাৰ পৰা এই দুইটাঁৰ বাহিৰলৈ আহি তই আমাৰ মাটিত ধান সিঁচিছ। মই ভালে ভালে কৈছো- তই ইয়াত ধান নিৰ্সিঁচিবি। পিছে কথা বিষম হব একা।"

পুহা- "কি বিষম হব? মোৰ মাটিত মই ধান সিঁচিম; তাত কোনে মোক বাধা দিব?"

তাৰ মাটি বুলি কোৱাত মণ্ডলাৰ খং উঠিল। সি ক'লে —"মই বাধা দিম। মাটি কাৰ? তোৰ নে মোৰ? ভালে ভালে কৈছোঁ- আঁতৰি যা, নহলে দিম বাপেকে মজাপলি। মাটিৰ দাহ বৰ দাহ। মাটিৰ দাহত কাৰবাৰ মুৰ যাব।"

মণ্ডলাৰ কথাশুনি পুহাই ক'লে —"মই তহঁতৰ ধমকনিত ভয় খোৱা বিধৰ লোক নহয় জানিবি। লাগে যদি জান দিম; তথাপি কেতিয়াও মাটি এৰি নিদিম। যা দুৰ হ্ সোনকালে ইয়াৰ পৰা।" মণ্ডলাৰ বৰ খং উঠে। ক'কালত কাপোৰ বান্ধি আগুৱাই

গৈ পুহাক আগচি ধৰিলে — "বেটা তোৰ ইমান গৰম, আহ তেন্তে! মুখেৰে মাটি বাহিৰ কৰিম বাপেকে। বেটা কুকুৰৰ পো।" পুহাই খৰাহিটো পেলাই দি তৎক্ষণাৎ মণ্ডলাৰ গলত টিপি ধৰিলে — "বাৰু তেন্তে পুহাৰাম কোন তাৰ গম পাই যা আজি।" মণ্ডলাই ককালত ধৰি বগৰাব নোৱাৰি গালতে এটা চৰ বহুৱাই দিলে। পিচত দুয়োৰো ডবৰা-ডবৰি লাগিল। পুহাই মণ্ডলাক তল পেলাই বুকুত বহি এটা ভুকু সোধালে। মণ্ডলাই ধুৰঁলি-কুৰঁলি দেখি চিঞৰি উঠিল— "বোপাইঁত ঔ মৰিলো ঔ। মোক মাৰিলে ঔ ৰংনাথ। দৌৰি আহ ঔ প্ৰাণেশ্বৰ"! মণ্ডলাৰ চিঞঁৰ শুনি কিছুদূৰতে দলি ভাঙি থকা ৰংনাথ আৰু প্ৰাণেশ্বৰে দলিভাঙা হাততলৈ খেদি আহিল। ৰংনাথে একে কোবে পুহাক বগৰাই দিলে। তিনিও ভায়েকে ধৰি পুহাক উধাই মুধাই মাৰিব ধৰিলে। পুহাই আৰ্ত্তনাদত খলক লগালে— "মোক মাৰিলে ঐ বোপাইঁত, কোন ক'ত আছা ৰক্ষা কৰা।" তাৰ চিঞঁৰ বহুদূৰলৈ গ'ল। এই চিঞঁৰ গৈ অতুল কলিতাৰ কানত পৰিল। তেওঁ পথাৰত কিবা সাৰ দি আছিল। তেওঁ দৌৰি গৈ কাজিয়াস্থল পালে আৰু তৎক্ষণাত মণ্ডলাক টানি আনিলে। কিন্তু প্ৰাণেশ্বৰহঁত বিৰত নহল। এই কোৰোৱা-কুবিৰ মাজত হঠাৎ গৈ প্ৰণেশ্বৰৰ দলিভাঙাৰ কোব অতুলৰ মুৰত পৰিল। মুৰত জখম হৈ তেজ ববলৈ ধৰিলে। অতুলে মুৰত হাত দি বহি পৰিল। "উহ, তোমালোকে মোক মাৰিলা মণ্ডলা ককাই। উহ ৰাম!" অতুলৰ অবস্থা দেখি সিহঁত তিনিও ভায়েকৰ ভয় লাগিল। কাজিয়া এৰুৱাই দিব অহা মানুহক আঘাত কৰিলে, তাতে সিহঁতৰ ৰাইজৰে কৃষক সভাৰ চেক্ৰেটাৰী অতুল কলিতা। সিহঁত তিনিও পুহাক মাৰিব এৰি অতুলৰ ওচৰ চাপিল। মণ্ডলাই আথে-বেথে গৈ অতুলৰ তেজ ওলোৱা ঠাইত হাত দি টিপা মাৰি ধৰিলে— "হেৰ ৰংনাথ কি কৰিলি কণা। তই দেখোন অতুল বোপাকে কোবাই মুৰ ফালি পেলালি গাধা। ইচ্ ৰাম! ৰাম!! ছিঃ ছিঃ!"

ৰংনাথেও দলিভাঙা দলিয়াই দি অতুলৰ ওচৰত গৈ বহিল— "ছিঃ কি কৰিলোঁ। কাৰোবাক মাৰোতে কাৰোবাৰ গাত পৰিল।" প্ৰাণেশ্বৰেও দলিভাঙা দলিয়াই দি ওচৰ পালে। সি বকৰা। সিও দুখ কৰি ক'লে- "ব বৰ বেয়া হে হল"' এনেতে মণ্ডলাই ক'লে — "প্ৰাণেশ্বৰ দৌৰি গৈ পানী আন। বোপাৰ বেয়াকৈ খুন হ'ল। ধাৰাসাৰে তেজ ববলৈ ধৰিছে। যা সোনকালে পানী আন, মুৰত দিব লাগে।" প্ৰাণেশ্বৰ দৌৰি যায় পানী আনিবলৈ। ৰংনাথে তাৰ পিন্ধা গামোচাখন ফালি মণ্ডলাক দিয়ে। মণ্ডলাই অতুলৰ মুৰত বান্ধি দিয়ে। এনেতে প্ৰাণেশ্বৰ পানী লৈ আহে। অতুলৰ মুৰত পানী দি

তেজবোৰ ধুই দিয়ে। কিছু সময় পিচত অতুল সুস্থ হয়। অতুলে ক'লে— "মণ্ডলা কাই ! তোমালোকে মোক এৰি পুহা ককাইৰ ফালে চোৱা গৈ। তেওঁ অচেতন হৈ পৰি আছে বোধহয়। তেওঁক লৈ বলা। তোমালোক তিনিও ভায়েৰাই লগ হৈ এই অকলশৰীয়া মানুহজনক মাৰিব নালাগিছিল। মই বৰ বেয়া পালোঁ। আমি সকলোবিলাকে মিলিজুলি কাম নকৰি কাজিঁয়া কৰিলে কি হব ? আমি ৰাইজে মাটিৰ সীমা ঠিক কৰি দিম। এতিয়া পুহাককাইক লৈ বলা।" মণ্ডলা— "আমাক ক্ষমা কৰা বোপা। খণ্ডতে হিতাহিত জ্ঞান হেৰুৱাই যি কু-কাণ্ড কৰিলো, তাৰ বাবে মোৰ নাক - কান কটা গ'ল। আমাক ক্ষমা কৰা বোপা।"

অতুল— "ক্ষমা কৰিছোঁ, কেৱল পুহাককাইক লৈ গৈ সুস্থ কৰা। দুনাই যেন কাজিয়া নকৰা। বলা এতিয়া।" ৰংনাথ আৰু প্ৰাণেশ্বৰে পুহাৰ ওচৰলৈ যায় আৰু তেওঁক তুলি ধৰে। পুহাৰ বহুত ঠাইত জখম হয়। প্ৰায় অচেতন অৱস্থাত পৰি আছিল। সিহঁত দুয়োৰে মূৰত পানী দি ঘাবোৰত বান্ধি দি শুশ্ৰুষা কৰে। এনেতে পথাৰৰ মানুহ আহি ভৰি পৰে। নানা জনে নানা কথাৰ গালি-গালাজ কৰি তিনিও ভায়েককে ধমক দিয়ে। সকলোৱে পুহা আৰু অতুলৰ শুশ্ৰুষা কৰে আৰু সুস্থহোৱাত ঘৰলৈ লৈ যায়। মণ্ডলাই অতুলক আৰু প্ৰাণেশ্বৰ আৰু ৰংনাথে পুহাক গাত ধৰি ঘৰলৈ লৈ যায়। অইন মানুহবোৰ পিচে পিচে যায়।

এনেকৈ মাটিৰ সীমাৰ বাবে মুৰ ফালাফালি কুৰুক্ষেত্ৰ মহাসমৰ খেল হৈ গ'ল।

# দুই

পিচ দিনা। অতুল কলিতাৰ পঁজা। দুটা খেৰৰ ঘৰ। এটা পাক আৰু ভঁৰাল, আনটো থকা ঘৰ। থকা ঘৰৰ বাৰান্দাত মানুহ বহিবৰ বাবে চকী-মেজ আদি আছে। ইয়ে চ'ৰা ঘৰৰ কাম কৰিছে। থকা ঘৰটোৰ ভিতৰত দুখন বাহ'ৰ চাং। তাতে দুয়ো ভায়েক থাকে। চাফচিকণ পৰিপাটী। অতুলৰ মূৰত ব্যাণ্ডেজ কৰা। এখন আৰামী চকীত বহি আছে অতুল। সন্মুখত নাৰিকল গছ দুজোপা। তাৰে তলত জিৰাইছে অতুলে। আৰামী চকীৰ পৰা অতুলে মাত লগালে— "যতীন! অ- যতীন!" যতীনে

পাক ঘৰৰ পৰা মাত দিলে— "গৈছো ককাইদেউ।" যতীন অহাত তাক এক কাপ ভাল কৈ চাহ আনিবলৈ কয়। সি যায়। এনেতে মণ্ডলা আহি ওলায়। সন্মুখত থকা চকিখনত বহিবলৈ নিৰ্দেশ কৰে অতুলে। মণ্ডলা বহে। মণ্ডলাই অতুলক সোধে - "কেনে পাইছা বোপা?" অতুলে উত্তৰ দিয়ে — "অলপ ভাল পাইছোঁ।

মণ্ডলা —"বৰ বেয়া কাম কৰিলোঁ বোপা। আমাৰ দোষতে তোমাৰ এনে বিলৈ হল।

অতুল — (হাঁহি) একো বেয়া কৰোঁ বুলি কৰিব নোৱাৰি ককাই। ই ভগৱানৰ ইচ্ছা। বাৰু চাওক, মোৰ জখম নহ'লে যে পুহা ককাইৰ আধ্যাই পৰিলহেঁতেন। মোৰ জখম হোৱা বাবেহে এজন মানুহ বাচি গ'ল।"

মণ্ডলা - আৰু লাজ নিদিবা বোপা।

অতুল - এতিয়া বাৰু পুহা ককাইৰ কেনে কৰিছে?

মণ্ডলা - এতিয়া ভাল পাইছে।

অতুল - "ময়ো আজি যাওঁ বুলিছিলোঁ । অ'- যতীন চাহ দুকাপ আনিবি।" যতীনে দুকাপ চাহ দি যায়। দুয়ো চাহ খায়। এনেতে জলতি পাঠক আহি ওলায়। আদহীয়া বুঢ়া। কঠিন হাড়ৰ মানুহ। চুলি পকিছে। দাঁতো দুই এটা সৰিছে। মানুহজন বুধিয়ক আৰু মেলকি ধৰণৰ। লেখা পঢ়া অলপ জানে। শাস্ত্ৰ অধ্যয়ণ কৰে যেন আনুমান হয়। গহীন, ধীৰ আৰু শান্ত মানুহজন। কৃষক সভাৰ সভাপতি। এওঁৰ নিৰ্দেশ মতেই অতুলে কাম কৰে। মানুহজন সৱল। অৱস্থা ভাল। তেওঁক সকলোৱে মানি চলে। অতুলৰ নিৰ্দেশ মতে তেৰোঁ এখন চকীত বহে। বহি সোধে — "বোপা অতুল, গা ভাল পাইছানে?

"হয় আতৈ, অলপ ভাল পাইছোঁ!"

জলতি পাঠকে মণ্ডলাক দেখি তেওঁৰ ফালে চাই প্ৰশ্ন কৰে — "কিহে মণ্ডলা, কোন ফালে আহিলা ?"

মণ্ডলাৰ ভয় লাগিল। এই মানুহজনৰ কথাৰ পাক বুজা সহজ নহয়। কৰবাত আৰম্ভ কৰি কৰবাত শেষ কৰে। ভয়ে-ভয়ে ক'লে — "এই ফালে আহিলো খুৰা।"

জলতি — "কালি তোমালোকে কি খেলানো খেলিলা? মানুহো বোলে বহুত হৈছিল। খেলা ভাল হৈছিল নে? অতুল বোপা বোধ হয় ভাল খেলুৱৈ নহয়। বাৰু বিহুখন আহি নৌপাওঁতেই তোমালোকে খেল আৰম্ভ কৰা নে?" এই ব্যঙ্গোক্তিত

মণ্ডলাৰ মুখ কলা পৰি গ'ল। লাজে অপমানে তলমুৰা হৈ ক'লে — "কওঁক যি কয় খুৰা, দোষ কৰিছোঁ যেতিয়া সহ্য কৰিবই লাগিব।"

জলতি — "তোমালোক মূৰ্খ। মাটিৰ সীমাত যে কলি থাকে তাক নাজানা? এই মাটিৰ বাবেই কুৰুকুল মাটি হৈ গল। এই মাটিৰ বাবেই তোমালোকে অনৰ্থক কাঁজিয়া কৰা। এতিয়া বয়স হৈছে। অলপ চিন্তা কৰি চলাটোহে মই উচিত বুলি ভাবোঁ। তুমি কি কোৱা?" মণ্ডলাই একো উত্তৰ নিদি তলমুৰা হয়। পাঠকে আকৌ কবলৈ ধৰে -"মোৰ আজি ষাঠি বছৰ হ'ল। এই বয়সৰ অভিজ্ঞতাৰ পৰা যি জানিলোঁ - জীৱনত মাটি-বাৰী, ঘৰ-দুৱাৰ, ধন-সম্পত্তি আদি সকলো মিছা, ফাঁকি। আচল বস্তু এইবোৰ নহয়। কিছুদিন পিচত গম পাবা। যি মাটিৰ বাবে কাঁজিয়া কৰিছা, সেই মাটিতে এদিন লয় হবা; মাটি কিন্তুএকেদৰে ৰ'ব। যি দেহৰ বাবে ইমান যত্ন কৰিছা, সেই সুন্দৰ দেহৰ ঠাই হব - কদাকাৰ শ্মশানত। যি সম্পত্তিৰ বাবে মূৰ ফালাফালি কৰিছা, সিও ৰব ইয়াতে। গতিকে মিছা বুলি নুবুজি কিয় কাজিয়া কৰা। এইবোৰ অনিত্য বস্তুৰ ধান্দা এৰি নিত্য বস্তুৰ চিন্তা কৰা। যাক পাব লাগে তাক নাপাই বাকীবোৰ পালে কি হব?"

মণ্ডলা— আমি বৰ মূৰ্খ খুৰা। এনেখন হব বুলি জনাই নাছিলোঁ।

জলতি — সংসাৰত চলিব লাগিলে, ক্ৰোধক অলপ দমাব লাগে। আগলৈ সাৱধান হবা। পিচে বোপা অতুল; এটা ডাঙৰ সকামত হে মই আহিলোঁ। আজি বোলে আমাৰ বুঢ়া হাকিমে মাতি পঠাইছে। মই হাকিমৰ মতলব ভাল দেখা নাই। মই শুনিব পাইছোঁ, আমাৰ এই ৰিজাৰ্ভৰ সমস্ত মাটিকে বোলে বুঢ়া চবডেপুটিয়ে পট্টা কৰি লৈছে। কথাটো কিমান দূৰ সঁচা তাক মই নাজানোঁ। যদি কথাটো সঁচা হয়; তেন্তে আৰু হ'ল। আজি আমি ছয় বছৰে জঙ্গল কাটি পৰক হে দিব লগা হ'ল। যি মাটিৰ সীমাৰ বাবে কাঁজিয়া কৰি মূৰ ফালাফালি কৰিলা মণ্ডলা, সেই মাটি তোমালোকৰ নহব - হব হাকিম প্ৰকাশ হাজাৰিকাৰহে।"

কথা শুনি অতুল আৰু মণ্ডলা আচৰিত হৈ উঠে। অতুলে সোধে — "কথাটো সঁচানে আতৈ?"

মণ্ডলা — কি আচৰিত কথা খুৰা?

জলতি — একো আচৰিত নহয়। ই মানুহৰ স্বভাব। ডাঙৰ মানুহৰ লক্ষণে এনে। পৰক নঠগিলে ডাঙৰ হ'ব কেনেকৈ? মোক মাতি পঠাইছে — আধি ধানৰ বন্দোবস্ত কৰিবলৈ। গতিকে আধিকাৰ হ'ব বুজিছোঁ।

মঙলা— আমি জঙ্গল জুৰি খেতিকৰা মাটিত আধি ল'ব?

জলতি — এৰা । তোমালোকে জুৰিছাহে; কিন্তু পট্টা কৰিছে যে তেওঁ। গতিকে মাটি তেওঁৰ।

অতুল — কি আচৰিত কথা আতে! এই মানুহজনৰ বিষয়ে ইমান দিন যি শুনি আছিলোঁ, তেন্তে সেইবোৰ মিছা নহয়। উহ্ কি সাংঘাতিক লোক!

জলতি — কি বুজিবা বোপা কলিতা! তুমি ল'ৰা মানুহ। লেখা পঢ়া শিকিছা যদিও সংসাৰত মানুহ চিনিবলৈ বহুত বাকী। মই জানো তাৰ কথা । সৰুতে আমি একে পাঠশালাতে পঢ়িছিলোঁ, একে লগে ডাঙৰ হৈছোঁ। তেতিয়াৰ পৰা আজিলৈ সি যিবিলাক কৰিছে, মোৰ আঙুলিৰ মুৰত। পাছ কৰিলে নকল কৰি। চাকৰি পালে ভেটি দি। ইমান যে সম্পত্তি কৰিলে, কেনেকৈ জানা? মৈমনসিঙীয়াক ৰিজাৰ্ভত বহিব দি, সিহঁতৰ পৰা টকা লৈ হাজাৰ হাজাৰ টকাৰ মালিক হ'ল। শ-শ বিঘা মাটিৰ নামজাৰি কৰিলে। এতিয়া বুঢ়া হৈ পেন্সন পাই, আমাৰ লগত আহি আমাকো ঠগিবলৈ বুদ্ধি পাঙিছে। ঠগি সম্পতি কৰা যাৰ ব্যৱসায় তাক সি কেনেকৈ পৰিত্যাগ কৰিব?

অতুল — বদনামবোৰ তেনেহলে মিছা নহয়।

জলতি — মুঠেই নহয়। বৰং সঁচাতকৈও এখোপ চ'ৰাহে।

অতুল — তেন্তে কি কৰা যাব আতে ?

জলতি পাঠকে বক্ৰোক্তি কৰি হাঁহি মাৰি ক'লে — "ভয় কি; তেওঁৰ তলত ৰায়ত হৈ খাই থাকিম।" তেওঁ অতুল আৰু মঙলাই কেনেকৰে মন চালে। অতুলে খং কৰি কৈ উঠিল —"কেতিয়াও নহয়, কেতিয়াও নহয়।" মঙলাই ৰাগ কৰি ক'লে— "তেনে কথা নকৰা খুৰা। এই মাটিৰ বাবে জীৱন মাটি কৰিম; তথাপি তাক এৰি নিদিম। বেটা বুঢ়া শগুণৰ হুতাহুটো দেখিছে নে ? ইয়াৰ বাবে প্ৰাণ দিম খুৰা, তথাপি মাটি এৰি নিদিম।

জলতি — "সেইখিনি কলিজা আছে জানো মঙলা ?"

মঙলা — "আছে নে নাই সময়ত দেখিবা খুৰা। বেটাক টুকুৰা টুকুৰ কৰি কাটিম বাপেকে।

জলতি —"মনে মনে থাকা। সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব পাৰি। বেচিঁকৈ লম্ফ-জম্ফ নকৰিবা। গাৰ বলেৰে সংসাৰত একো কাম কৰিব নোৱাৰি। তুমি থাকা

অতুল বোপা। গা ভাল হলে তোমাক নিম। এতিয়া আমি সকলো বিলাক গৈ কথাৰ গমটো লৈ আহো। বলা মণ্ডলা, মানুহবোৰক মাতিবলৈ যাওঁ বলা।"

অতুল — "ময়ো যাম নেকি আতৈ?"

পাঠকে হাঁহি মাৰি ক'লে—"এতিয়া তোমাৰ দৰকাৰ নাই বাপু। এই বুঢ়াই নোৱাৰিলেহে তোমাৰ পাল। মহাভাৰত পঢ়িছা নহয়? কুৰুক্ষেত্ৰৰ ৰণত প্ৰথম সেনাপতি কোন জানা? বৃদ্ধ ভীষ্ম। এই বৃদ্ধ ভীষ্মই নোৱাৰিলেহে দ্ৰোণ আৰু দ্ৰোণৰ নিধনৰ পিছতহে ডেকা কৰ্ণৰ দৰকাৰ হ'ব। তেতিয়াহে কৰ্ণ পৰ্ব আৰম্ভ হ'ব; অৰ্থাৎ অতুল পৰ্ব পৰিব। পিচে তেওঁলোক আছিল অন্যায়কাৰী কৌৰৱৰ পক্ষৰ; আমি হ'লোঁ ন্যায় পন্থী পাণ্ডৱ পক্ষৰ হে। যুগ বদলিল নহয়, সেইবাবে পক্ষ দুটাও বদলিল বোপা, নহয় নে?" হাঁহি হাঁহি বুঢ়াই খলক লগাই দিলে।

অতুলে ক'লে— "কিন্তু আতৈ ময়ো যাব লাগিব। এই সমস্যাত মই বহি থাকিব নোৱাৰোঁ।

জলতি—"তোমাৰ যে মূৰৰ জখম ভাল হোৱা নাই।"

অতুল—"কিন্তু অন্তৰৰ জখম যে আৰম্ভ হ'ল আতৈ ?"

জলতি—"বাৰু তেন্তে কাইলৈয়ে সকলো যাম। আমি আহিলো, ৰাইজক এক গোট কৰোঁগে। কাইলৈ পুৱাতে যাত্ৰা কৰিম।"

তেওঁলোক দুয়ো উঠে। অতুলে আগবাঢ়ি আহি নমস্কাৰ কৰি দুয়োকো বিদায় দিয়ে। তেওঁলোক যায়।

অতুলে গৈ আৰামী চকীখনত বহি ভাবিব ধৰে। এনেতে লপাং কছাৰীক দেখা যায়। লপাং শকত বলী। হাতত টাঙোন এডাল, মূৰত পাগুৰি, গাত চ'লা নাই। আঠুৰ ওপৰত উঠা কলা গামোচা এখন। এৰিয়া চাদৰখন কান্ধত পেলাই গজং গজং কৈ আহি অতুলৰ আগত থিয় হৈ নমস্কাৰ কৰিলে। অতুলে আনন্দেৰে প্ৰতি নমস্কাৰ কৰি সুধিলে—"অ ককাই আহিলা? বহা।" চকীখন দেখুৱাই দিয়ে। লপাঙে চকীত নবহি, গছৰ মূঢ়াটোত বহিল। অতুলে সুধিলে—"ক'ৰপৰা ওলালা ককাই?"

লপাং—"ঘৰৰ পৰা ওলাই আহিলুং দে আৰু। তোৰে খবৰ নিব আহিলুং দে। কালি আমাৰ দাফা বৰ ডেকাই মানুহমখাৰ আগত মোক ক'লে, - বোলে তই যা লপাং কলিতা বাবুৰ খবৰ লৈ আহ। যোনে আমাৰ চেৰ্কেটেৰী বাবুক মাৰিছে তাক আৰু আমি নাৰাখং দে। আমি চব বড়ো মানুহে লগ লাগি তাক খতম্ কৰি দিম দে।

তাৰে লাগি আহিলুং দে বাবু। এতিয়া ক বাৰু কোনে মাৰিছে। ছালাক আমি কাটিম দে।

লপাঙৰ ভালপোৱা আৰু শ্ৰদ্ধা দেখি অতুল মুগ্ধ হ'ল। সৰল কছাৰী জাতিৰ ভালপোৱা আৰু মৰমে তেওঁক অভি ভূত কৰি তুলিলে। অতুলৰ প্ৰাণ আনন্দত নাচি উঠিল। সি যি কি নহওক তেওঁক ভালপোৱা মানুহ জগতত আছে। তেওঁ হাঁহি মাৰি ক'লে— "ইমান খং কৰিছ কিয় লপাং ককাই? বাৰু, যদি মোক কোনবাই মাৰে, তেন্তে তহঁতে ৰাখিব পাৰিবিনে?" তেওঁ তাৰ মন চায়। লপাঙে এৰিয়া চাদৰখন সামৰি লৈ কয় — "পাৰুং নাপাৰুং আমাৰ আছে। তই কেৱল নাম কৈ দে বাৰু পিচে আমাৰ বড়ো মানুহৰ তেজ দেখিবি।" সি চকু দুটা ডাঙৰকৈ মেলি দিয়ে। কথা কোৱাৰ লগে লগে যেন তাৰ গাৰ গৰম আহিছে। তাকে দেখি অতুল পৰম খুচি হৈ যায়, আৰু কয় — "তহঁতৰ ভাল পোৱাত মই মুগ্ধ হৈছো লপাংকাই। ধন্য তহঁতৰ ভাল পোৱা। পিচে তহঁতে ভুল শুনিছ। মোক কোনেও মৰা নাই। কাজিয়া এৰুৱাই দিব যাওঁতে কোব পৰি মুৰত অলপ জখম হৈছে। এতিয়া ভাল পাইছো। তহঁতে ৰাগ নকৰিবি।" অতুলৰ কথা লপাঙে বিশ্বাস কৰিবলৈ টান পালে। সি ভাবিলে জানোচা কিবা গণ্ডোগল হব বুলি ভাবি তেওঁ এনেকৈ মিছা মাতিলে। অতুলক সিহঁতে ভালকৈ জানে। নিজৰ লোকচান কৰিও পৰৰ উপকাৰ কৰে। পৰৰ দোষ হলেও একো নকয়। কিন্তু নিজৰ দোষ হলে স্বীকাৰ কৰি শাস্তি লবলৈ সদায় প্ৰস্তুত থাকে। এই নির্জু প্ৰকৃতিৰ মানুজনক সিহঁতে ভালকৈ চিনি পায়। লপাঙে কৈ উঠিল — "তই মিছা কৈছা নেকি ঐ বাবু? তহঁত দেহান মানুহে খুব মিছা কথা কব দে আৰো। তই আচল কথা ক বাবু। তোৰ বাবে আমি মৰিব পাৰুং দে; তই নাজানা নেকি?" সৰল মনৰ সহজ কথাই অতুলক মোহিত কৰে। তেওঁ কয় — "জানো বাবেইতো তহঁত সৰল বড়ো ভাই সকলক মই ইমান ভাল পাওঁ। পিচে খং নকৰিবি। মই মিছা কোৱা নাই। আমাৰ মাজৰে মঙলাকা আৰু পুহাকাৰ ভিতৰত মাটিৰ সীমাৰ কাজিয়া লাগে। শেষত কোবোৱা-কুবি হয়। মই এৰুৱাব যাওঁতে কব নোৱাৰাকৈয়ে আহি মোৰ মুৰত কোব পৰে আৰু জখম হয়। অৱশ্যে ভালেই হল। মোৰ জখম হোৱা দেখি সিহঁতে কাজিয়া এৰি মোৰ শুশ্ৰূষাত লাগিল। কাজিয়া আপুনি ভাঙি গ'ল। ইয়ো ঈশ্বৰৰে ইচ্ছা লপাং। তেওঁ যে কি কৌশলেৰে কি কাম সমাধা কৰে তাৰ ভু আমি নাপাওঁ। তই কথাবাৰ সিহঁতক বুজাই কবি। মোৰ কাজিয়া লগা নাই।" অতুলৰ কথা শুনি লপাঙে

কিছু নিস্তব্ধ হৈ তলমুৰ কৰি আছিল। সি কথাষাৰ বিশ্বাস কৰিলে। ক'লে — ওঁ কথা এনেহে? বাৰু হব দে।" অলপ তলকা মাৰি পুনৰ ক'লে অতুলে — "বাৰু ককাই তইঁতৰ স্কুলটো এতিয়া ভাল ৰকমে চলি আছেনে? "লপাংহ'ত ৰিজাৰ্ভৰ ওচৰৰ কছাৰী গাৱঁৰ। অতুলে তাত এখন প্ৰাইমাৰী স্কুল স্থাপন কৰিছে। মদ, গাহৰি আদি খোৱা আৰু পোহা নিষেধ কৰিছে। কছাৰী সকলৰ উপকাৰৰ বাবে কৃষক সভাতো সিইঁতক ভৰ্ত্তি কৰিছে। লপাঙে ক'লে — "খুব ভাল বাবু। বহুত ছলি হৈছে দে। আমাৰ গাঁৱৰ ছৱ ছলি ইচ্‌কুলক গৈছে দে।"

অতুল — বাৰু ককাই, মই কোৱামতে সকলোৱে মদ আৰু গাহৰি এৰিছে নে?

"লপাঙে টপৰাই কৈ উঠিল— "এৰিছে দে বাবু। তই যি দিনাই কমেতি কৰি মানুহমখাক বুজাই কলি সিদিন ধৰি মদ, গাহৰি সব এৰি দিলু দে। তোক আৰো আমাৰ কছাৰী মানুহে খুব মানিছে দে। তোক আমি দেৱতা হেন ভাবু দে আৰো।"

অতুল — বাৰু ককাই তই যা। পাৰিলে দুই এদিনতে তইঁতৰ স্কুল খন আৰু সংঘখন চাবলৈ যাম। তেওঁলোকক কবি।

লপাং — "হব দে। তেনে মই আৰো যাং দে বাবু, থাকিবি।" লপাঙে হাতযোৰ কৰি অতুলক নমস্কাৰ কৰে। অতুলেও প্ৰতি নমস্কাৰ কৰি বিদায় দিয়ে। লপাং যায়। অতুলে কিছু সময় চাই থাকি পুনৰ আৰামী চকীত বহে। তেওঁ এই সৰল বড়ো সকলৰ কথা ভাবিব ধৰে। কি সৰল এই প্ৰকৃতিৰ সন্তান বড়ো ভাইসকল!

## তিনি

মাটিৰ হাকিম প্ৰকাশ হাজৰিকাৰ প্ৰকাণ্ড অট্টালিকা। সমুখৰ চোতালখনত চকীত বহি আছে তেওঁ। টেবিলৰ ওপৰত গুৰ-গুৰিটো। নলীডাল মুখত ভৰাই চুহি আছে। লাঠিডাল টেবিলৰ কাণত। সময় আবেলি চাৰি মান বাজিছে। ভিতৰত ৰেডিও বাজি আছে। বাটৰ সন্মুখতে সৰল গছ দুজোপা, অতি বিতোপন। তলত দুবৰিৰ দলিছা। গছৰ ছাঁয়াত জিৰাই হাজৰিকাই আৰাম কৰিছে।

হেন সময়তে জলতি, মণ্ডলা, পুহা, প্ৰাণেশ্বৰ, অতুলকে আদি কৰি খেতিয়ক

সকল উপস্থিত হয়। অতুলৰ কপালত ব্যাণ্ডেজ কৰা। ৰাইজে হাজৰিকাক নমস্কাৰ কৰে। হাজৰিকাই মূৰ দুপিয়ায় আৰু বহিবলৈ ইঙ্গিত দিয়ে। মানুহবিলাক বহে! হাজৰিকাই মাত লগায়— "গছৰ ছাঁত জিৰাবলৈ ভাল; মই সেই দেখি ইয়াতে বহিছোঁ। তোমালোকে যদি অসুবিধা পোৱা তেন্তে ঘৰলৈকে যাওঁ বলা।

জলতি— একো বেয়া নাপাওঁ; বৰং ৰ'দে ৰ'দে আহিছোঁ; অলপ ছায়া পাই ভাল হে পাইছোঁ।"

হাজৰিকাই চাকৰজনক মাত দিলে— "এ যদু!" যদু বাৰ তেৰ বছৰৰ চাকৰ ল'ৰা। সি আহি তৎক্ষণাৎ হাজিৰ হ'ল। হাজৰিকাই পানী-দুনি আনি দিবলৈ হুকুম কৰিলে। যদুই পানী আনি দিলে। মানুহবোৰে ভৰি হাত ধুলে। কিছু সময় পিছত মানুহবোৰ সুস্থিৰ হোৱাত হাজৰিকাই চকীৰ পৰা নামি আহি ৰাইজৰ মাজতে দুবৰিৰ ওপৰত বহিল আৰু কবলৈ আৰম্ভ কৰিলে— "ময়ে মাতি পঠাইছিলোঁ। তোমালোকৰ ধান ছটিওৱা হ'ল নে?

জলতি—প্ৰায় শেষ হৈছে দেউতা। দুই এঘৰৰহে দুই এক বিঘা বাকী আছে। বোধহয় অহা সপ্তাহৰ ভিতৰত সিয়ো হব।

হাজৰিকা— তোমালোকে ধান সিঁচিলা সঁচা: কিন্তু তোমালোকে তাৰ আগতে মোক এবাৰ সোধা দৰ্কাৰ আছিল।

জলতি— কথাটো বুজিবলৈ টান পাইছোঁ দেউতা। ভালকৈ বুজাই কওঁক কিয় সুধিব লাগিছিল।

হাজৰিকা— তোমালোকে আবাদ কৰা মাটি মোৰ পট্টাৰ মাটি। সেই'বাবে মোৰ মাটিত মই কি বন্দবস্তত খেতি কৰিবলৈ দিওঁ তাক এবাৰ সোধা দৰ্কাৰ আছিল। আজিকালি সকলোৱে আধি লয়; কিছুমানেহে বেয়া মাটিত ঠিকা দিয়ে-বিঘাত দুই মোন হিচাবে। এতিয়া তোমালোকে আধি দিবা, নে ঠিকা দিবা- কি কৰা এটা বন্দবস্ত কৰা। সেই বাবেই মই সকলোকে মাতি পঠাইছোঁ।

জলতি — মই এটা কথা কব খোজোঁ যদি দোষ নধৰে।

হাজৰিকা — কোৱা! কি দোষ ধৰিম? কোৱা বাৰু।

জলতি — ৰিজাৰ্ভৰ মাটিত দেখো আজি আমি ছয় বছৰে জঙ্গল জুৰি খেতি কৰিলোঁ; আমাৰহে পট্টা হব লাগিছিল। তেনে স্থলত........... । মই কথাষাৰ বুজিবলৈ টান পাইছোঁ দেউতা।

অতুলে শুনি আছিল নীৰৱে। হাজৰিকাৰ কথা শুনি আৰু পাঠকৰ প্ৰশ্ন শুনি এটা কথা হাঁহি মাৰি ক'লে—কি টান পালে আতৈ? আপোনালোকে জঙ্গল জুৰি খেতি কৰিছে আৰু তেখেতে অফিচৰ ফাইল ঘুঁকুটি পট্টা কৰিছে।

তেওঁৰ এই শ্লেষপূৰ্ণ উক্তিত হাজৰিকাৰ সৰ্ব্বাঙ্গ জ্বলি উঠিল। তেওঁ খং কৰি কলে — চুপ্ অতুল। তুমি মনে মনে থাকা। যেই সেই কথা যাকে তাকে নকবা। তুমি কি যেন দেখিছা?

অতুল — আগতে মানুহ যেন দেখিছিলোঁ। বৰ্ত্তমান অৱশ্যে মোৰ ধাৰণা বদলিল।

হাজৰিকা — প্ৰকাশ হাজৰিকাক তুমি চিনা নাই?

অতুল — বাহিৰৰ ভূতপূৰ্ব মাটিৰ হাকিম চৰডেপুটি ডাঙৰীয়াক চিনিছিলোঁ, কিন্তু ভিতৰৰ প্ৰকাশ বাবুক চিনি পোৱা নাছিলো। আজি সৌভাগ্যবশত: প্ৰকাশ বাবুই স্বয়ং প্ৰকাশমান হ'ল। গতিকে চিনিবৰ আৰু বাকী নাই।

হাজৰিকা—চাট্ আপ। বন্ধ কৰ মুখ।

জলতি—তুমি নামাতিবা বোপা; দেউতাই তোমাৰ ওপৰত খং কৰিছে।

বাৰু দেউতা আপুনি গোটেই মাটি লৈছে নেকি?

হাজৰিকা—এৰা, গোটেই মাটিয়ে মোৰ। আজি খাটাং কথা কলো। হয় মোৰ ঠিকাৰ ধান দিবা নহয় খেতি বন্ধ কৰিবা। মই কোনো ওজৰ আপত্তি নুশুনোঁ।

হেন সময়তে সুসজ্জিত সাজেৰে অৰুণা ওলাই আহিল। তাইৰ গাত বাদামী ৰঙৰ শাৰী, নীলা ব্লাউজ, ভৰিত হাই হিল চু, ওঠত 'লিপষ্টিকৰ' দাগ, গালত পাউডাৰৰ লেপ, চকুত কাজল, যেন থিয়েটাৰৰ অভিনেত্ৰীহে। চুলিকোচা বেণী গুঠা, হাতত সোণৰ চুৰী, ডিঙিত মূল্যবান হাৰ, কপালত ফোট; এটা বহী এখন হাতত আৰু আনখনত ভেনিটি বেগটো। লয়লাস গতিৰে আঁহি হাজৰিকাৰ ওচৰত থিয় হ'ল। সমস্ত বাইজে একে ধ্যানে তাইৰ ফালে চাই ৰ'ল। তাই এবাৰ ৰাইজৰ ফালে কটাক্ষপাত কৰি পিতাকক সম্বোধন কৰি কলে— "পিতা! ইমান সময়ে আপুনি কি কৰিছে? মই মটৰলৈ চাই থাকোতেআমনি লাগিল।" তাই হাতৰ ঘড়ীটোলৈএবাৰ চায় আৰু কৈ উঠে—"এতিয়া প্ৰায় পাঁচটা বাজে। আৰু আধা ঘণ্টা মাত্ৰ বাকী। আজি বৰ ভাল নতুন ফিল্ম এখন আহিছে। বিভা, মনোৰমা, ৰমলা, সুলোচনা, কনিকাহঁত গৈছেই। আহক। উঠক এতিয়াই। পলম কৰিবৰ সময় নাই। কমলাই মটৰৰ ভিতৰত বহিছেই

আছে।" হাজৰিকাৰ গাত ধৰি মাতে। হাজৰিকাই কয়—"ৰবিচোন অলপমান আই! বাৰু পাঠক তোমালোকে কথাটোৰ সিদ্ধান্ত কৰা। মই কানি-কাপোৰ পিন্ধি আহো। মই চিনেমা চাবলৈ যাম।" হাজৰিকা উঠে। দুয়ো যাবলৈ উদ্যত হয়। অৰুণাক দেখি ৰাইজৰ মানুহে ফিচিঙা-ফিচিঙি কৰে। অৰুণাই কেৰাহিকৈ চাই বুজিবলৈ পাৰিলে। তাই এবাৰ ৰাইজৰ ফালে কৌতুহ'লপূৰ্ণ দৃষ্টিৰে চাই পঠিয়ালে। হঠাতে অতুলৰ মুৰৰ ব্যাণ্ডেজটোলৈ চকু পৰিল। তাই চালে। অতুলেও মুৰ তুলি চালে। অৰুণাক দেখি অতুলে এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। অৰুণাৰ খং উঠিল। তাইক ইতিকিং কৰে! তৎক্ষণাৎ তাই পিতাকৰ হাতত ধৰি তেওঁক টানি লৈ যায়। এনেতে জলতি পাঠকে মাত দিয়ে— "অলপ ৰব দেউতা। কথাটোৰ মীমাংসা হৈ যাওক।" অৰুণাই খং কৰি তপৰাই মাত লগালে—"আজি নহব। আজি সময় নাই।"

অতুলে সহ্য কৰিব নোৱাৰিলে ।ইয়াকে কয় বোলে—"কোনোৱে মৰে হাড়ে হাড়ে, কোনোৱে মৰে মঙহৰ ভৰে।" এওঁলোকে আহিছে ইমান কষ্ট কৰি আৰু তেওঁ আহিছে চিনেমাৰ সপোন দেখিবলৈ। তেওঁ কৈ উঠিল—"একো নিষ্পত্তি নোহোৱাকৈ আপুনি কলৈ যায়।" হাজৰিকাই খং কৰি কয়—"তুমি মনে মনে থাকা! মই তোমাৰ হুকুমৰ চাকৰ নহয়।"

জলতিয়ে হাত যোৰ কৰি ক'লে— "ক্ষমা কৰক দেউতা। তুমি মনে মনে থাকা বোপা। আপুনি খং নকৰিব দেউতা।"

হাজৰিকাই অতুলৰ ফালে এবাৰ অগ্নি দৃষ্টি নিক্ষেপ কৰি পুনৰ পাঠকৰ ফালে চাই ক'লে—"মই তৎক্ষণাৎ আহিম। তোমালোকে সিদ্ধান্ত কৰা।" অৰুণা আৰু পিতাক যায়; —ভিতৰ সোমায়। ৰাইজৰ মাজত কোৱা-কুই চলে। জলতি পাঠকে কলে—"শুনিলে ৰাইজ এওঁৰ কথা? এতিয়া কি কৰিব? কাজিয়া এখন হব জানিছোঁ।" অতুলে ক'লে— "কাজিয়া যে হব ই ধুৰূপ। পিচে আমাৰ এতিয়া কি কৰিব? মঙলাই মূৰে কপালে হাত দি দুখ কৰি ক'লে—"হৰি? হৰি? আজি ছয় বছৰে হাবি জুৰি শেষত খালত হাগি, চেঙৰ বুকু ভৰোৱা যেনহে হল। "

পুহাই লাঠি ডালৰ মুৰত টানকৈ ধৰি ক'লে—"আমি মিছাকৈয়ে সীমাৰ কাজিয়া কৰি মৰিলোঁ— মাটি নিলে লোকে।" প্ৰাণেশ্বৰে চকু ৰঙা কৰি কৈ উঠিল—ম— মই কি - কিন্তু একো নি- নিদিওঁ। ছা-ছালা হাকিমক শে-শেষ কৰিম-বা-পেকে।" জলতি পাঠকে তাক হাক দি ক'লে—মনে মনে থাকা প্ৰাণেশ্বৰ। তেন্তে ৰাইজ কি

কৰিব লাগিব।" তেওঁৰ কথাত সকলোবিলাকে হয়ভৰ দিলে। এনেতে হাজৰিকা আহি ওলালেই। তেওঁ চাহাবী পোচাক পিন্ধি আহিছে। সুধিলে— "কি ঠিক কৰিলা পাঠক?" জলতিয়ে এবাৰ ৰাইজৰ ফালে চাই মুৰ খোজোৰা খুজি কৰি ধীৰে ধীৰে ক'লে— "কিনো ঠিক কৰিম দেউতা! ৰাইজে কয় যে, তেওঁলোকে আবাদ কৰা মাটিৰ খাজানা চৰকাৰক দিব, কিন্তু আপোনাক ...........।" হাজৰিকাই চকু ৰঙা কৰি কৈ উঠিল— "তাৰ মানে একো নিদিয়ে? ইমান সাহস। বাৰু দেখিম তোমালোকক।" এনেতে প্ৰাণেশ্বৰে কৈ উঠিল— "আমি-এ-একো নি-নিদিওঁ। কি-কিয়-দিম? মা-মাটি-কা-কাৰ।" হাজৰিকাই ধমক দি কৈ উঠিল—মনে মনে থাক বক্‌ৰা। মাটি কাৰ। পট্টা যাৰ মাটি তাৰ। তাকো নাজানা নে?" তাকে শুনি অতুলে তপৰাই মাত লগালে— "কেতিয়াওঁ নহয়। খেতি যাৰ মাটি তাৰ" হাজৰিকাই চকু পকাই কৈ উঠিল— "খেতি যাৰ মাটি তাৰ? তুমি আইন জানা?" অতুলে ঘপৰাই ক'লে —"হয় জানো, নাঙল যাৰ মাটি তাৰ। খেতিয়কৰহে মাটি। তাহানিৰ জমিদাৰী প্ৰথা আৰু নচলে। তাহানিৰ সামন্ত যুগ গ'ল আৰু সামন্ত নীতিও বদলিল। মাটিৰ অধিকাৰী খেতিয়কহে।"

হাজৰিকাৰ খঙে চুলিৰ আগ পালে- খঙত শৰীৰ ঘৰ্ম্মাক্ত হ'ল। তেওঁ ক'লে— "নন্‌চেনচ্, পাগল কৰবাৰ। তুমি মোৰ ঘৰৰ পৰা বাহিৰ হৈ যোৱা।" হাজৰিকাৰ কথা শুনি ৰাইজৰ মাজত চাঞ্চল্যৰ সৃষ্টি হ'ল। পাঠকে ক'লে— "আপুনি তেনেকৈ গালি নাপাৰিব দেউতা। তেওঁৰ দৰে জনা বুজা শিক্ষিত ল'ৰা এজনক এনে কথা ক'লে আমি বৰ বেজাৰ পাওঁ। তেওঁ আমাৰ কৃষক সভাৰ চেক্ৰেটাৰী।"

হাজৰিকা— এওঁক লৈ তোমালোকে মোৰ ইয়ালৈ কিয় আহিছা? মই কৃষক সভা নাইবা তাৰ চেক্ৰেটাৰী-টেক্ৰেটাৰী একো নাজানোঁ। এই বিলাকক নেতা-ফেতা কৰিলে বিপদত পৰিবা।" এনেতে ৰাষ্টাত মটৰৰ হৰ্ণ শুনা যায়; অকণাই মটৰৰ ভিতৰত বহি ঘন ঘনকৈ হৰ্ণ বজাই দিয়ে। "পিতা সোনকালে আহক। সময় নাই।" —হাজৰিকাই ব্যস্তভাবে ক'লে— এয়া শুনিছাই নহয় ছোৱালীজনীৰ মাত। মই যাওঁ, কি কৰা ভাবিচিন্তি তোমালোকে পিচত জনাবা।

অতুলে তপৰাই মাত লগালে— পিচত আৰু কি জনাম? আজিয়ে জনাওঁ যে, ৰাইজে ঠিকা, আধি একো নিদিয়ে। খেতিয়কৰ মাটিত আপোনাৰ একো অধিকাৰ

নাই।" "হাজৰিকাই খঙতে দুখোজমান আগবাঢ়ি আহি, লাঠি ডাল জোকাৰি জোকাৰি অতুলক কয়—"অধিকাৰ! অধিকাৰ আছেনে নাই পিচত গম পাবি। বাৰু পাঠক তোমালোকৰো এয়ে মত নেকি?" তেওঁৰ প্ৰশ্নত পাঠকে নীৰৱে তলমুৰা হয়। ৰাইজৰ মানুহ নীৰৱ হৈ থাকে। হাজৰিকাৰ খং উঠে। তেওঁ কৈ যায়— "অ বুজিছোঁ তোমালোকে মতলব কৰি আহিছা। কিন্তু মনত ৰাখিবা — প্ৰকাশ হাজৰিকাৰ লগত কৌশল নাখাটিব। ঘোটে ঘোটে পানী খাব লাগিব। মই কৈ গলো মোৰ পট্টাৰ মাটিত ৰুৱা ধান তোমালোকে নাকাটিবা। মই পুলিচত দিম। দেখিম এবাৰ খেতি যাৰ মাটি তাৰ কেনেকৈ হয়। তোমালোক এতিয়া যোৱা। মই আহিলোঁ।" চকু ৰঙা কৰি অতুলৰ ফালে আৰু এবাৰ ৰাইজৰ ফালে চাই হাজৰিকা গোঁ গোঁ কৰি ওলাই গ'ল আৰু গিৰিপ কৰি মটৰত বহি 'ষ্টিয়াৰিং' ধৰি ভোঁ ভোঁ শব্দেৰে মটৰ চলাই দিলে। মানুহৰ খং যেন মটৰৰ ওপৰত জাৰিব। আনফালে তেওঁ যোৱাৰ পিনে চাই থাকি ৰাইজ লাহে লাহে উঠিল আৰু ৰাস্তালৈ ওলাই আহিল। অতুলে এবাৰ এটা কাঠ হাঁহি মাৰিলে আৰু ক'লে—"চকু ৰঙা কৰিয়ে কাম আদায় কৰিব খোজে। ওৰে জীৱনে তলতীয়া কৰ্মচাৰীক ৰঙা চকু দেখুৱাই কাম আদায় কৰি আহি ভাবিছে যে, সকলোতে তেনেদৰে কাম হব। কিন্তু ই অফিচৰ ভিতৰত হে খাটে' বাহিৰত যে তাৰ কোনো মূল্য নাই তাৰ ধাৰণা তেওঁৰ নাই।

জলতি পাঠকে চিন্তা মগ্ন হৈ ক'লে— "এতিয়া কি কৰিবা বোপা? তেওঁ যেনেকৈ কৈছে তেনেকৈ কৰিবও। ই বিষধৰ সৰ্প।" অতুলে এটা পাতল হাঁহি মাৰি ক'লে— "আমিও ধন্বন্তৰি বেজ আতৈ' দেখা যাওক বিষধৰৰ বিষ নাইকিয়া কৰিব পাৰি নে নাই।" প্ৰাণেশ্বৰে খঙতে হাত দাঙি ক'লে— "মইতো -তাক ঠিক-কৰিম। তা-তাৰ-একেচৰে দাঁত ভাঙিম বা-বাপেকে। সি-ক-কলিতাক গা-গালি পাৰে। মই তা-তাক ঠিক কৰিহে এ-এৰিম।"

তাৰ ৰাগ দেখি পাঠকে বুজাই বঢ়াই সকলোকে ফিৰি যাবলৈ হুকুম কৰিলে। "এতিযা বল সকলোৱে। গধুলি হল, বাট বহু দুৰ। এনে কথা নকবা প্ৰাণেশ্বৰ; সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব লাগে। বলাচোন ঘৰতগৈ কিবা দিহা কৰিব লাগিব।" পাঠকৰ কথা মতে সকালোটিয়ে মনে মনে ঘৰলৈ খোজ ললে। নানা চিন্তাই আগুৰি ধৰিলে তেওঁলোকৰ মন।

# চাৰি

ইয়াৰ কেইদিন মান পিচত অতুলে কৃষক সভা আহ্বান কৰিলে। অসমীয়া পামুৱৈ আৰু ওচৰৰ স্থায়ী বাসিন্দা কছাৰী সকলক লৈ এই কৃষক সভা। এইসভাৰ চেক্ৰেটাৰী অতুল কলিতা আৰু সভাপতি জ্বলতি পাঠক। মাটি বাৰী সংক্ৰান্ত এই গণ্ডগোল আৰম্ভ হোৱাত অতুলে কৃষক সভা আহ্বান কৰিলে। খেতিয়ক সকলে দলে দলে আহি যোগ দিলে। গোঁসাই ঘৰৰ চোতালত মিটিং বহিছে। বাটে বাটে আহোতে মঙলাই পুহাক লগ পাই মাত দিলে—“অ পুহাকাই ৰহচোন অলপ, ময়ো যাওঁ।” দুয়ো লগ লাগে আৰু সিদিনাৰ সেই কাজিয়া এৰি আগৰ দৰে আপোন ভাবে কয়— “সিদিনা বৰ বেয়া কাণ্ড হৈ গ'ল পুহাকাই। মিছাকৈ সীমাৰ কাজিয়া কৰি আমি দুয়োঘৰে মৰিলোঁ। কিন্তু মাটি নিলে হাকিমে। সিদিনাৰ সেই ঘটনাৰ পৰা মোৰ ভাল শিক্ষা হল যে, আগগুৰি নভবাকৈ কাম কৰা বৰ বেয়া ।তই মাফ কৰিবি ককাই। যি হবৰ হ'ল, এতিয়া সেইবোৰ এৰি দে। তই মোৰ শত্ৰু নহয় আৰু ময়ো তোৰ শত্ৰু নহওঁ' বৰং আমাৰ দুয়োৰো শত্ৰু হ'ল -ছালা সেই বুঢ়া শগুণ মাটিৰ হাকিমহে।”

পুহা— মইতো আগেয়ে জানো বোলোঁ এই মাটি আমাৰ নহব। এই বেটাই যেতিয়া আমাৰ লগত আহি মাটি চাই গৈ অফিচলৈ অহা যোৱা কৰিছে, তেতিযাই বুজিছো আমাৰ কপালত আৰু মাটি নাই। মাজতে আমি মৰিলোঁ তেজেমুতা দুখ কৰি। সি নিলে ওপৰে ওপৰে। আমাৰ কাজিয়া এৰি পেলা। সিহে আমাৰ আচল শত্ৰু।

মঙলা— এৰা ককাই। বল! যি হয় মিটিঙত আজি এটা ঠিক কৰিব লাগিব। প্ৰাণ দিম তেওঁ মাটি নাছাৰিম।

পুহা—“এৰা ময়ো তাকে কওঁ। বল বাৰু।” এনেদৰে দুয়ো আলোচনা কৰি আহি মিটিঙত বহে— জলতি পাঠকৰ কাষতে। পাঠকইতে আগতে আহি বহি আছিল। লাহে লাহে মানুহ ভৰি পৰিল। পাঠকে ক'লে—মানুহ প্ৰায় আহিছেই । এতিয়া আৰম্ভ কৰো বোপা কলিতা।” পাঠকৰ কথা শুনি অতুলে থিয় হৈ ক'লে—

"উপস্থিত ৰাইজ! এতিয়া আমাৰ সভাৰ কাম আৰম্ভ হওক। আজিৰ সভাৰ পৌৰোহিত্য কৰিব আমাৰ স্থায়ী সভাপতিয়ে।" প্ৰস্তাব কৰি তেওঁ বহিল। মণ্ডলাই সমৰ্থন কৰিলে। পাঠকে আসন গ্ৰহণ কৰি ক'লে—"সভাৰ উদ্দেশ্য চেক্ৰেটাৰীয়ে বুজাই কব।" অতুলে ততালিকে উঠি ক'লে— "সমবেত ৰাইজ! আজি আমি ইয়াত উপস্থিত হোৱাৰ কাৰণ বোধহয় সকলো ৰাইজে বুজিব পাৰিছে। আপোনালোকৰ ছয় বছৰ ধৰি জংগল জুৰি খেতি কৰা মাটিবোৰ পেনচন প্ৰাপ্ত মাটিৰ হাকিম প্ৰকাশ হাজৰিকাই তেওঁৰ নামে পট্টা কৰিছে। সেই মৰ্মে সিদিনা তেওঁ আমাক মাতি নি ঠিকা দিবলৈ হুকুম কৰিছে। যদি ঠিকা দিয়া নহয়, তেন্তে পকা ধান কটাত বাধা দিব। বাধা নামানিলে পুলিচ লগাব। সেই দেখি আজি কৃষক সভা আহ্বান কৰা হৈছে। ৰাইজে কথাটো গমি চাই কিবা এটা সিদ্ধান্ত কৰিব বুলি আশা কৰিলোঁ।" তেওঁ বহে। ৰাইজৰ মাজত গুণ গুণ শব্দ হয়। সভাপতিয়ে উঠি কয়— "এতিয়া ৰাইজৰ মত কওঁক।" তেওঁ বহে। মণ্ডলাই থিয় হৈ কয়— "মোৰ মতে আমি থিকা-আধি একো নিদিও, ধানো কাটি আনিম। পিচত যি হ য় হব" বহে। জগোই ৰাইজৰ মাজৰ পৰা উঠি কয়—"কি আৰ হব? গোঁসাই ঘৰ দেখিব লাগি ব, মাৰ-ভাত খাব লাগিব; পাৰিবা?"

ৰামো— তই ভয় কৰিছ নেকি? আজিৰ এই স্বাধীন গণতন্ত্ৰৰ যুগতো তই জেলক ভয় কৰনে? অসহযোগ আন্দোলনতে দহমাহ জেল খাটি আহিছো। কিমান মাৰ-পিট গৈছে আমাৰ পিঠিৰ ওপৰত ; তথাপি আমি কেৰেপ নকৰিলোঁ। তোৰ দৰে ভীৰু হলেহে জেলক ভয় কৰে। ইমান এটা অন্যায় কৰিছে, তাতো তই নীৰৱে থাকিবি? আমি থাকিব নোৱাৰো। "কৰেঙ্গে নেই মৰেঙ্গে" গান্ধীজীৰ এই বাণী সাৰোগত কৰি কাম হাতত লম। একো ভয় নকৰোঁ। সভাপতি মহাশয় মই প্ৰস্তাব কৰো যে, আমি ঠিকা আধি একো নিদিওঁ আৰু মাটিও এৰি নিদিওঁ। আমাক আনকি মাটিৰ পট্টাহে দিব লাগিব।

তেওঁৰ কথাত ৰাইজে হাত তালি দি সমৰ্থন কৰিলে। পৰনে ৰাইজৰ মাজৰ পৰা উঠি ক'লে— এই প্ৰস্তাবটো আনন্দেৰে সমৰ্থন কৰিলোঁ।

লপাং কছাৰীয়ে উঠি ক'লে— আমিয়ো আচং দে আৰো। মাৰামাৰি কৰিব পাৰং তেওঁ মাটি এৰি নেদংদে ভাইহত। (বহে) দফা কছাৰীয়ে উঠি কয়—মোৰো একে কথাদে ৰাইজ। আমি সব্ বড়ো মান্‌হে খুব ঠিক আছংদে। আমাক হুকুম কৰিবি

সভাপতি, আমি সব যাবো দে।" ৰাইজে কৰ তালি দিয়ে। গুণ গুণ শব্দ হয়। নানা কথা কয়। অতুলে থিয় হৈ কথা কলে— "আমি বুজিব পাৰিছো যে, ৰাইজে ঠিকা আধি নিদিয়ে বৰং মাটিৰ পট্টাহে বিচাৰে। কিন্তু ইয়াত আমাৰ কজিয়া হব। হাজৰিকাৰ লগত কাজিয়া কৰিব পাৰিবনে?"

ৰামোই থিয় হৈ ঘপকৈ উঠিল—নোৱাৰিম কিয়? জান দিম তথাপিও মাটি এৰি নিদিম। আইন আদালত জানো অকল হাকিম উকীল আদি ডাঙৰ মানুহৰ বাবেহেনে?

অতুল—ডাঙৰ মানুহৰ বাবে অকল নহয় সঁচা; কিন্তু ডাঙৰ মানুহ জগৰীয়া হ'লে, আইনৰ ফুটা বাহিৰ হয়, আৰু সেই ফুটাৰে তপং কৰি সৰি পৰে। নেদেখিছে কত কিমান ভেটি খোৱা অফিচাৰৰ কেচবোৰ নষ্ট হৈ গ'ল; বৰং প্ৰমোচনহে পালে। সাধাৰণ মানুহ জগৰীয়া হলে আইনৰ গাঠিটো টানকৈহে লাগে। সেয়েহে কৈছোঁ, আগেয়ে ভাবি চিন্তি চাবলৈ। তেওঁ ভূতপূৰ্ব ডেপুটি কলেক্টৰ। আইন জানে, আদালতৰ সকলোকে চিনে। তাৰ উপৰি ধনী মানুহ। মুখৰ খাতিৰত নহলেও টকাৰ জোৰত মোকৰ্দ্দমা জয়ী হব পাৰিব। মোকাৰ্দ্দমা মানে টকাৰ্দ্দমা। আমাৰ দৰে নিঃকিন মানুহক অলপ টকা দিও হাত কৰিব পাৰিব। তেতিয়া কি কৰিব?

পৱণ— "আমি দুখীয়া হলেও নীচ নহয়। তাৰ টকা লৈ তাৰ ফলীয়া হম? পূবৰ সূৰ্য্য পছিমে উঠিব; তথাপি সেইটো ..........।" ৰাইজৰ মাজত "নিশ্চয় নিশ্চয়" ধ্বনি উঠিল। সভাপতিয়ে উঠি ক'লে— ভাবি চিন্তি চালোঁ। কাজিয়া এখন নোহোৱাকৈ নাথাকে। সেই বুলি ভয় কৰি আমি আমাৰ ন্যায্য প্ৰাপ্য এৰিব নোৱাৰোঁ। সেইবাবে ৰাইজ, আমাৰ একগোট হওঁক। আমিধান কাটিমেই। আমাৰ কাৰণে আমাৰ কছাৰী ভাই সকলো আহিব। আমি সকলোৱে মিলি হাকিমৰহাতৰ পৰা মাটি উদ্ধাৰ কৰিব লাগিবই। সাজু হওঁক। ৰাইজৰ মাজৰ পৰা "আমি সাজু আছো। একদম্ ঠিক" আদি শব্দ উঠিল। তেতিয়া অতুলে উঠি ক'লে— বাৰু সেয়ে হব। আজি আমি সমাজ বিদ্যামানে শপত গ্ৰহণ কৰিব লাগিব। মই শপত দিম, আপোনালোক সকলোৱে থিয় হৈ গ্ৰহণ কৰক।" অতুলে শপত দিয়ে। পূৱমূৱা হৈ সেৱা কৰি সকলোৱে থিয় হয় আৰু শপত গ্ৰহণ কৰে। তাৰ পিচত সভাপতিয়ে সভা ভঙ্গ দিলত ৰাইজে জয়ধ্বনি দিলে— "জয় কৃষক শক্তিৰ জয়।" "খেতি যাৰ মাটি তাৰ" জয়ধ্বনিৰে খলক লাগি গল সমস্ত ৰিজাৰ্ভ।

# পাঁচ

প্ৰকাশ হাজৰিকাৰ ঘৰৰ আগ চোতাল। অৰুণাই চাকৰ যদুক মাৰিছে। পুৱাতেই অৰুণাই তাক কৈ গৈছিল, ধোবাৰ পৰা তাইৰ নতুন মেখেলা চাদৰ যোৰ আনিবলৈ। কাৰণ তাই আবেলি মিটিঙলৈ যাব লাগিব। যদুই দুপৰীয়া যাওঁ বুলি ভাবিছিল, কিন্তু প্ৰায় দহমান বজাৰ পৰা তাৰ পালাজ্বৰ উঠাত সি যাব নোৱাৰিলে। এতিয়া মিটিঙক যাওঁ বুলি অৰুণাই কাপোৰ যোৰ বিচৰাত অনা নাই বুলি কোৱাত তাইৰ বৰ খং উঠিল; আৰু তাৰ বাবে তাক মাৰি গতিয়াই বাহিৰ কৰি দিলে— "ওলাই যা তই আমাৰ ঘৰৰ পৰা। অবাধ্য দুষ্ট ল'ৰা কৰবাৰ! একো কথাকে নুশুন তই। যা, এই মুহুৰ্ত্তে আমাৰ ঘৰৰ পৰা।" তাক বাহিৰ কৰি দিয়ে। সি কয় "মোৰ জ্বৰ উঠিছে বাইদেউ। সেইবাবে যাব নোৱাৰিলো। মোৰ এতিয়াও জ্বৰ আছে। উহ্ বৰ ঠাণ্ডা লাগিছে।" সি ক'পে জ্বৰত, অৰুণা ক'পে খঙত। তাই বৰ আশা কৰিছিল যে, নতুন পোচাক যোৰ পিন্ধি আজি মিটিঙলৈ যাব। তাইৰ আশা নিৰ্মূল হোৱাত তাইৰ বৰ খং উঠিছে।খঙতে তাই তাক খেদি দিলে। সি কান্দি কান্দি আলিলৈ ওলাই গ'ল। কিছুদুৰ গৈ সি বাটৰ কাষতে পৰি গ'ল। বাটৰ দাঁতিত একাষৰীয়া হৈ সি ক'পি ক'পি পৰি থাকিল। অতি আচৰিত কথা হেন সময়তে অতুল কলিতা আহি ওলাল। তেওঁ গুৱাহাটীত থকা তেওঁৰ বন্ধু কণক সেনৰ তালৈকে আহিছিল— তেওঁলোকৰ মাটিৰ কাজিয়া সম্পৰ্কে আলোচনা কৰিবলৈ। কণক সেনৰ ঘৰ ৰিহাবাৰীত। হঠাতে ল'ৰা এজন ৰাস্তাৰ দাঁতিত পৰি থকা দেখি অতুলে তাৰ ওচৰলৈ গৈ সুধিলে—"হেৰ ল'ৰা, তই কোন? তোৰ কিহৈছে?" যদুই মুৰ তুলি অতুলৰ ফালে চালে আৰু কান্দি কান্দি কলে— "মোৰ জ্বৰ উঠিছে দেউতা। মই হাকিমৰ চাকৰ আছিলোঁ।মোক হাকিমৰ জীয়েকে মাৰি ধৰি খেদি দিছে দেউতা। উহ্ বৰ জাৰ ধৰিছে দেউতা।" সি জাৰত ক'পে। অতুলে তাক হাতত ধৰি তুলি আনে আৰু নিজৰ গাৰ এৰিয়া চাদৰখন উৰিবলৈ দিয়ে। সি উৰে। কাপোৰ উৰাৰ পিচত অতুলে কলে— "বল তোক ঘৰত নি থৈ আহোঁ।" — "মই আৰু সিহঁতৰ তালৈ নাযাওঁ দেউতা। মোক নিনিব। মোক লৈ বলক দেউতা। মই আপোনাৰ লগত যাম।" সি কান্দি কান্দি কয়। অতুলে ক'লে— "মাৰিছে যদিও ৰাখিব বল। মই থৈ আহোঁ, তই নাকান্দিবি।"

যদু—(হাত যোৰকৈ) মই নাযাওঁ দেউতা। মোক আপুনি লৈ বলক দেউতা; জীউ বধ পাপ লাগিব দেউতা; মোক লৈ বলক। মই কাবৌ কৰিছোঁ; সেৱা কৰিছোঁ।” সি ভৰিত দীঘল দি পৰে। কাকুতি-মিনতি অতুলে এৰাব নোৱাৰি “বাৰু বল, কিন্তু লোকৰ চাকৰ মই নিলে ফুচলাই নিয়া বুলি বদনাম কৰিব। গতিকে দুই চাৰি দিন পিচত তোৰ জ্বৰ এৰিলে মই লৈ যাম বল। তোক নামাৰে।” এই বুলি কৈ অতুলে তাক নিবৰ বাবে যো-জা কৰিছে মাত্ৰ; এনেতে অৰুণাই দেখা পালে। যদুক মাৰি ধৰি খেদি দি তাইৰ বেয়া লাগিছিল। তাই মনৰ দুখতে মিটিঙলৈও নগল। কিছু সময় দোতলাৰ ওপৰতে ভাবি থাকি তাই তাক ফিৰাই নিম বুলি নামি আহিল। কিন্তু ইতিমধ্যে অতুলে এখন ৰিক্সা মাতি আনি যদুক তাত তুলি ললে আৰু নিজেও উঠি গুচি গ'ল। অৰুণাই বেগা বেগিকৈ আহি ৰিক্সাৰ কাষ চাপি যদুক মাতিম বুলি ভাবিছিল; কিন্তু অতুলক দেখা পাই তাইৰ মুখৰ মাত আৰু নোলাল কেৱল ৰিক্সাত উঠি যোৱা অতুল আৰু যদুৰ ফালে নিৰ্নিমেয় নয়নে চাই ৰল। অতুলহঁত ইতিমধ্যে বহুদুৰ পালেগৈ। সন্ধ্যা নামি আহিছে। গাৰ নোম দেখা নেদেখা সময়। অৰুণাই খং আৰু বিৰক্তিত গৈ নিজৰ কোঠালিত সোমাল আৰু চুইচটো টিপি দি ইলেক্‌ট্ৰিক লাইট জ্বলাই বিছনাতদীঘল দি পৰি ভাবিব ধৰিলে— কি কৰোতে কি হ'ল। তাই মনস্থ কৰিলে— পিতাকৰ আগত তাই নিশ্চয় কৈ দিব অতুলে যদুক ফুচুলাই নিয়া বুলি।

ৰাতি আঠ মান বজাত হাজৰিকা তেতিয়া ক'ৰবাৰ পৰা আহি মটৰখন গেৰেজৰ ভিতৰত ৰাখিবলৈ ড্ৰাইভাৰক হুকুম দি ঘৰ সোমাই যদুক মাতিলে পানী দিবলৈ; তেতিয়া অৰুণা ওলাই আহি যদু নাই বুলি কৈ নিজে পানী-দুনী দি পিতাকক পৰিচৰ্য্যা কৰিলে। মুখ হাত ধুই উঠি হাজৰিকা ড্ৰইং ৰুমত গৈ বহিল। অৰুণাই পিতাকক চাহ-তাহ আনি দিলে। চাহৰ কাপ হাতত লৈ হাজৰিকাই যদুৰ খবৰ কৰি অৰুণাক সুধিলে “সি কলৈ গ'ল?” অৰুণাই লাহেকৈ পিতাকৰ চিয়াৰৰ ওচৰত থিয়হৈ কলে— “আজি আবেলি সিদিনা যে আহিছিল, সেই ডেকা জনে অতুল নে কি নাম যে - যদুক ফুচুলাই ৰিক্সাত তুলি লৈ গৈছে। মই দেখা পালো; কিন্তু মই গৈ নৌপাওতেই দুৱো গুচি গ'ল।” হাজৰিকাই অতুলৰ নাম শুনি খঙত অগ্নিশৰ্মা হৈ উঠিল। খঙৰ বেগতে তেওঁ বকিব ধৰিলে “সেই অতুল! তাক মই জানো। সি এক নম্বৰ বদমাইচ। অতি উদ্ধত। সি কছাৰী মহলত কিবা এখন সেৱাসংঘ খুলি অজলা কছাৰীসকলক ঠগি খাব ধৰিছে। তাৰ উপৰি সি বোলে কিবা এখন কৃষক সভাও গঠন কৰিছে

আমাৰ ৰিজাৰ্ভত থকা খেতিয়ক সকলক লৈ। সি এই অশিক্ষিত মানুহবোৰৰ মাজত নেতা হৈ পৰিছে। ‘ষ্টুপিদ’ক মই ভাল শিক্ষা দিম। তাৰ নেতাগিৰি মই মুখেৰে বাহিৰ কৰিম। সি মোৰ চাকৰক ফুচলাই নিয়ে। তাৰ ইমান সাহস। সি বাঘৰ নেগুৰেৰে কাণ খুজাইছে। এইবাৰ গম পাই যাব। সিদিনা তাৰ বাবেই মোৰ ঠিকাৰ ধানৰ বন্দবস্ত নহ’ল। যা আই, মটৰখন সাজু কৰগৈ। এতিয়া দুয়ো গৈ তাক এটা ভাল শিকনি দি যদুক লৈ আহিম।”

অৰুণা— মটৰ যাব জানো? তেওঁ বোলে ৰিজাৰ্ভতহে থাকে? বাটত পানী পেক আছে বোধহয়।

হাজৰিকা— যাব। আজি কেইদিনমান আগতে কৃষি মন্ত্ৰীয়ে ৰিজাৰ্ভ চাবলৈ যোৱা উপলক্ষে তেওঁৰ মটৰ নিব পৰাকৈ ৰাস্তাটো ভাল কৰিছিল। তই যা সোনকালে ওলা।

অৰুণা— “আজি থাওক পিতা। এই ৰাতিখন তেওঁলোকে কলৈ যায় ক’ত থাকে একো থিক নাই। কাইলৈ যোৱাই ভাল হব।”

জীয়েকৰ কথাতে পিতাকেও মত দিলে আৰু সিদিনা নগৈ তাৰ পিচ দিনামানে যোৱাকে ঠিক কৰিলে।

ৰিজাৰ্ভৰ মাজত অতুলৰ পঁজা। এখন বিছনাত যদু শুই আছে। অতুলে ওচৰত বাহি আছে। সিদিনা তাক অতুলে ৰাতাৰাতিয়েই ডাক্তৰৰ ওচৰলৈ লৈ যায়। তেওঁৰ আৰু কণক সেনৰ ঘৰলৈ যোৱা নহ’ল। তেওঁৰে বন্ধু ৰমেশ ডাক্তৰৰ তালৈ গ’ল আৰু যদুৰ চিকিৎসাৰ কাৰণে সেই ৰাতি তাতেই থাকিল। পিচ দিনা যদুৰ জ্বৰ এৰাত ডাক্তৰৰ পৰামৰ্শমতে নিজৰ পঁজালৈ ফিৰি আহিল ৰমেশৰ মটৰেৰেই। সেই দিনা যদুৰ জ্বৰ নাই। পালাজ্বৰ পালা হিচাবে অলপ উঠিছে যদিও জ্বৰৰ বল কম। বিছনাখনত শুই ঔষধ পথ্য সি খাই আছে। যতীনে আলপৈচান ধৰি আছে। যদুই ভোক লগা বুলি কোৱাত অতুলে ক’লে— “আজি পথ্য খাই থাক। কালি পুৱাতে তোক সৰু মাছৰ জোল আৰু ভাত দিম।”

যদুই বাৰ্লি খায়। লাহে লাহে তাৰ ভোক কমি আহিছে। অতুলে সোধে— “যদু! তোৰ কোন আছে? তোৰ ঘৰ ক’ত?” যদুই এটা হুমুনিয়াহ কাঢ়ি কয়—“সেইবোৰ কথা ক’লে মোৰ চকুলো ওলায়। আমাৰ ঘৰ সদিয়াৰ ওচৰত আছিল। যোৱা বেলি ১৯৫০ চনৰ ভুঁইকপৰ পাচত যি বানপানী হ’ল, সেই বানপানীত আমাৰ ঘৰ-দুৱাৰ

সকলো উটি গ'ল। মোৰ আই পিতা, দুজন ভাই আৰু ভণীজনী উটি গৈ কৰবাত মৰিল! মই এডাল কাঠত উঠি ভাহি আহিলোঁ। বহুদূৰ উটি অহাত নাৱেৰে যোৱা এজন মানুহে মোক ধৰি লৈ যায়। তেওঁ চৰকাৰৰ চাকৰি কৰা মানুহ। মোক নি এটা কেম্পত থলে। তাত মোৰ দৰে পানীত উটি অহা বহুত মানুহ আছিল। আমি প্ৰায় এমাহমান তাতে খাই বৈ আছিলো। মই এজন ভদ্ৰলোকৰ লগত আহিলোঁ। তেওঁ মোক তিনিমাহ মান ৰাখিলে। তেৱো চৰকাৰী মানুহ। গুৱাহাটীলৈ বদলি হলত মোক লৈ আহিল। তাত কিছুদিন থকাৰ পিচত তেওঁ চিলেটলৈ বদলি হ'ল। মই লগত নাযাও বোলাত তেওঁ মোক হাকিমৰ তাত থৈ গ'ল। আজি ছয় মাহে মই তাতে আছোঁ।"

অতুল— "বাৰু তোৰ কাহিনী শুনিলোঁ। পিচে এতিয়া তোক হাকিমৰ তাত থৈ আহিলে থাকিবি নে নাথাক?"

যদু— (কান্দি) মোক আৰু তালৈ নপঠাব দেউতা। মই তালৈ নাযাওঁ।

অতুল— মই ৰাখিলে বেয়া বুলিব যদু। তই ভয় কৰিব নালাগে। মই গৈ তোক থৈ আহিম। ভাল নোহোৱা মানে মই চিকিৎসা কৰিম আৰু ভাল হলে তই তালৈ যাবি। এদিন দন্দ লাগিল বুলিনো নাযাব নে?

যদু— মোক নপঠাব দেউতা। মই কাবৌ কৰিছোঁ; আৰু মই তালৈ নাযাওঁ।

এনেতে বাহিৰত মটৰৰ শব্দ শুনা গ'ল। অতুলে ক'লে—"ৰবি মনে মনে থাক। ডাক্তৰ বোধহয় আহি পালেই। মই চাই আহোঁ।" অতুল ঘৰৰ ভিতৰৰ পৰা ওলাই আহে। দেখে যে মটৰ ডাক্তৰৰ নহয়—হাজৰিকাৰ হে। মটৰৰ পৰা হাজৰিকা আৰু অৰুণা নামি আহিল। অতুলে হাঁহি মাৰি গৈ নমস্কাৰ কৰি ক'লে—"আহক, ভিতৰলৈ আহক।" অতুলক দেখি হাজৰিকাই এবাৰ চকুলৈ চালে, আৰু মটৰৰ ভিতৰৰ পৰা লাঠি ডাল আনি হাতত লৈ ক'লে—'বল আই।" অৰুণাই এবাৰ কেৰাহিকৈ অতুলৰ ফালে চাই আনমুখ দিলে। তাৰ পিচত পিতাকৰ পিচ ললে। আগে আগে অতুল, পিচত হাজৰিকা আৰু তেওঁৰ পিচত অৰুণা। তিনিওঁ অতুলৰ পঁজাৰ মানুহ বহা বাৰান্দাৰ ভিতৰত সোমাই গ'ল। অতুলে ভায়েক যতীনক চকী-মেজবোৰ পৰি-পাটিকৈ দিবলৈ আদেশ কৰিলে। সি সেইবোৰ জাৰি-জোকাৰি তেওঁলোকক বহিব দিলে। অতুলে হাঁহি মাৰি কলে—"দুখীয়াৰ ভঙা পঁজাত পদাৰ্পণ কৰিলে যেতিয়া ঘিণ নকৰি বহক ইয়াতে। অনুগ্ৰহ কৰি বহক।" অৰুণাকো ইঙ্গিত কৰে। হাকিমে

কঠোৰ ভাৱে ক'লে—"আমি বহিবলৈ অহা নাই। আহিছোঁ এটা ডাঙৰ জগৰৰ বাবেহে।" অতুলে হাঁহিমাৰি ক'লে—"ডাঙৰ জগৰ লগাইছোঁ ডাঙৰ শাস্তি দিব; কিন্তু মোৰ পঁজালৈ আহি নবহিব কিয় ? দায় দণ্ড পিচৰ কথা। বৰ্ত্তমান আপোনালোক মোৰ অতিথি। নবহিলে মই বৰ দুখ পাম। বহক অনুগ্ৰহ কৰি।" তেওঁ সকাতৰে অনুৰোধ কৰে। হাজৰিকাই কিছুপৰ তলকা মাৰি অতুলৰ ফালে চাই ললে আৰু অৰুণাক কলে—"বহ আই।" দুয়ো বহে। অতুলে যতীনলৈ চাই কয় — "অ' যতীন, যা দুকাপ কাজিটেঙাৰ চৰবৎ লৈ আহ্ গৈ। তেখেতসকল ৰ'দত বৰ কষ্ট পাই আহিছে। চৰবৎ খালে আৰাম পাব।" যতীন যায়। অৰুণাই কৈ উঠে—"আপোনাৰ ইয়ালৈ আমি চৰবৎ খাবলৈ অহা নাই। আমি চৰবৎ নাখাওঁ।" অতুলে হাঁহিমাৰি কয় "কিয় ? নিমখহাৰামী হ'ব বুলি ভয় কৰিছা নেকি ? ভয় নাই, চৰবতত নিমখ নাথাকে-চেনিহে থাকিব। চৰবৎ খাই উঠি মোক শাস্তি দিলেও নিমখহাৰামী হ'বৰ ভয় নাই।

হাজৰিকাই মাত লগালে কঠোৰ ভাবে — "খোৱা বাদ দিয়া। পিচে তোমাৰ ওপৰত এটা অভিযোগ আছে। তুমি আমাৰ চাকৰ ল'ৰা যদুক কিয় ফুচুলাই আনিছা ?"

অতুল— "ফুচুলাই আনিছোঁ ? হঁহুৱালে আপুনি।" এই বুলি কৈয়ে খোলা হাঁহিৰে গোটেই ঘৰটো মুখৰিত কৰি তুলিলে। হাজৰিকাই ৰূঢ়স্বৰে ক'লে "হাঁহিলে নহ'ব। তুমি ইয়াৰ কৈফিয়ৎ দিব লাগিব। তুমি মোৰ চাকৰক ফুচুলাই আনা; তোমাৰ ইমান সাহস!" হাজৰিকাৰ খং উঠা দেখি অতুলে নৰম সুৰত ক'লে— "মিছা কথা। আপোনাক ভুলকৈ কৈছে কোনোবাই।"

হাজৰিকা—"তেন্তে সি তোমাৰ ঘৰত কিয় ?"

অতুল—"বাটৰ দাঁতিত সি পৰি আছিল জ্বৰ উঠি। মই দেখা পাই তাক ডাক্তৰৰ ওচৰলৈ লৈ যাওঁ। এতিয়া ডাক্তৰৰ নিদেৰ্শমতেই শুশ্ৰূষা কৰিছোঁ। ভাল হলে থৈ আহিম বুলি তাৰ আগত মই নিজেই কৈছোঁ। আপুনি মিছাকৈ মোক ফুচুলাই অনা বুলি ধৰিছে।" ভাল হলে পুনৰ থৈ আহিম বুলি কোৱাত অৰুণাই পিচ মুখ দি এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। তাইৰ ধাৰণা হ'ল যে, পিতাকৰ ধমকনি পাই অতুলে ভয়তে থৈ আহিম বুলি আগতে স্বীকাৰ কৰিছে যাতে পিতাকে তেওঁক ক্ষমা কৰে। তাই তেওঁৰ ফালে তাচ্ছিল্যৰ ভাবত চালে। হাজৰিকায়ো একে অনুমান কৰিলে। তেওঁ ঢিলা পাই খুটি টানকৈ মাৰিলে— "তোমাৰ সম্পূৰ্ণ দোষ হৈছে। কিয় তুমি পৰৰ

চাকৰক আনিবা?" তেওঁ কঠোৰভাৱে প্ৰশ্ন কৰে যাতে ভয়তে অতুলে তেওঁৰ সেও মানে। কিন্তু অতুলে নিৰ্ভীক চিত্তে উত্তৰ দিয়ে— "মোৰ দোষ হৈছে? আতুৰক ৰক্ষা কৰা জানো দোষ?"

হাজৰিকা—"অইনৰ চাকৰক ৰক্ষা কৰিবলৈ তোমাৰ কি অধিকাৰ আছে?"

অতুল—"স্বাধীন দেশ এখনৰ ভবিষ্যত নাগৰিক এজনক ৰক্ষা কৰিবলৈ মোৰ অধিকাৰ নাই ? অত্যাচাৰ কৰি তাক মাৰি পেলাবলৈয়েই বা আপোনালোকৰ কি অধিকাৰ আছে ? তাৰ পৰিশ্ৰমৰ অধিকাৰী আপোনালোক; কিন্তু তাৰ দেহটোৰ অধিকাৰী ভাৰত চৰকাৰ আৰু তাৰ আত্মাটোৰ অধিকাৰী স্বয়ং সৰ্ব নিয়ন্তা ভগবান। সি নাবালক ল'ৰা; তাতে বেমাৰী, তেনেস্থলত তাক ইমান অত্যাচাৰ কৰিছে যে সি আহি ৰাজ আলিৰ দাঁতিত দীঘল দি পৰি আছে। মোৰ চকুত পৰিল; গতিকে তাক শুশ্ৰূষা কৰিবলৈ বাধ্য! ই মানবতাৰ দাবী। আতুৰক ৰক্ষা কৰাই যদি দোষ, তাৰ বাবে দণ্ড লবলৈ মই সাজু। তথাপি তাক মই অৱজ্ঞা কৰিব নোৱাৰো?"

হাজৰিকা—"তুমি জানো তাক ৰক্ষা কৰিব পাৰিবা?"

অতুল— "ৰক্ষা কৰিব নোৱাৰিব পাৰোঁ, কিন্তু চেষ্টা কৰিব পাৰিম।"

হাজৰিকা—"মোৰ লগত কাজিয়া কৰিব পাৰিবা?"

অতুল— "আৱশ্যক হলে আপুনি কিয় -পৃথিবীৰ বিৰুদ্ধেও যুঁজিব পাৰিম। অন্যায়ৰ বিৰুদ্ধে আৱশ্যক হ'লে জগতৰ লগত কাজিয়া কৰিবলৈও মই প্ৰস্তুত।"

হাজৰিকা—"তোমাৰ উদ্ধতালি মই ঠাণ্ডা কৰি দিম। তুমি যুঁজ কৰিবা?"

অতুল— "আগেয়ে মই নুযুঁজো। কিন্তু অন্যায কৰিলে তাৰ বিৰুদ্ধে যুদ্ধ কৰাত মোৰ কোনো ভয় নাই।"

অৰুণা— "আপোনাৰ নিজ ঘৰ বাবেহে ইমান গৰম কথা সহ্য কৰিছোঁ; নহলে দেখিলোহেঁতেন আপোনাৰ কিমান তেজ!"

অতুল— "মোৰ নিজা ঘৰ বুলিয়েতো ময়ো ইমান নৰম ভাৱে কথা কৈছোঁ; বাহিৰত হোৱা হ'লে মযো দুআষাৰ শুনালোহেঁতেন।"

অৰুণা—"আপুনি মোৰ পিতাক অপমান কৰিছে। জানে আপুনি কাৰ আগত ইমান উদ্ধতালি কৰিছে?"

অতুল—"(হাঁহি হাঁহি) ক্ষমা কৰিব। মই তেখেতক একো অপমান কৰা নাই। যদি মোৰ আচৰণ কিবা বেয়া হোৱা বুলি বিবেচনা কৰিছে, তেন্তে মোক মাফ্ কৰিব; কিয়নো ই মোৰ সম্পূৰ্ণ অজ্ঞাতে।"

অৰুণা— "অজ্ঞাতে জুইত আঙুলি দিলে জুয়ে পোৰে। এই কথা জানে নে নেজানে?"

অতুলে কথাটো পাতলাবৰ বাবে হাঁহি মাৰি কৈ উঠিল "..... আৰু জানি শুনি হিৰণ্য-কশিপুয়ে টানি নি জুইত জাপি দিয়া স্বত্বেও যে প্ৰহ্লাদ নমৰিল, তাকেইবা জানে নে নাজানে?"

অৰুণাই মুখ বিকতাই কৈ উঠিল— "ইমান সাধু প্ৰহ্লাদ নোলাব। আমি আপোনাৰ দৰে বিৰাল তপস্বী বহুত দেখিছোঁ। ইমান সাধু পুৰুষজন হোৱা হ'লে, এই ৰিজাৰ্ভত আহি এনেকৈ কছাৰী, মিকিৰ, চাওঁতাল আদিৰ লগত থাকিব নালাগিলহেঁতেন।"

অতুল— "সাধু হব পৰা নাই, কিন্তু হবৰ বাবে চেষ্টা কৰিয়েই এই অশিক্ষিত হোজা গাঁৱলীয়া খেতিয়ক ভাই সকলৰ লগত আহি লগ হৈছোঁ—যাতে-শিক্ষিত চহৰীয়া চয়তান সকলৰ দৰে পৰৰ মূৰত কঠাল ভাঙি খোৱা বিধৰ হব নালাগে, পৰক ঠগাই নিজৰ পেট পূৰণ কৰিব নালাগে।"

হাজৰিকা— তুমি ঔদ্ধত্যৰ সীমা চেৰাই গৈছা। বাৰু দেখিম কিমান আদৰ্শবাদী মহাপুৰুষ তুমি। ৰাখা বাৰু মোৰ চাকৰক।" হাজৰিকাই ৰঙা চকুৰে অতুলৰ ফালে চায়। অৰুণায়ো তীব্ৰ চাৱনি নিক্ষেপ কৰে। অতুলে ধীৰ ভাৱে থিয় হৈ তেওঁলোকৰ ফালে চাই থাকে । কিছু সময় কাৰো মুখত মাত নাই। এনেতে যতীনে দুগিলাচ চৰবৎ আনি টেবিলৰ ওপৰত থৈ যায়। অতুলে গম্ভীৰ ভাৱে কয়— "অনুগ্ৰহ কৰি চৰবৎ খিনি খাওঁক।" তেওঁ দুয়োৰো আগত গিলাচ দুটা ৰাখে। হাজৰিকাই কয় — "আমি একো নাখাওঁ! লৈ যোৱা।"

অতুলে হাত যোৰ কৰি কয় — ক্ষমা কৰিব। পানীখিনি নাখালে মই বৰ দুখ পাম। দুপৰীয়াৰ অতিথি সাক্ষাৎ নাৰায়ণ। মোৰ অনুৰোধ, অনুগ্ৰহ কৰি চৰবৎ খিনি খাওঁক। মোক পিচত যি কৰে কৰিব।

অৰুণা— "দুপৰীয়াৰ অতিথি সাক্ষাৎ নাৰায়ণৰ মজা পালি দিছে ভালকৈ। এতিয়া চৰবৎৰ লগত বিষ দি নাৰায়ণৰ সমাধি নকৰিলেই ৰক্ষা।"

অতুল—"ছিঃ ছিঃ!' তেনে কথা কিয় কয়? বাৰু ৰব। যদি সন্দেহ হৈছে তেন্তে ময়ে আগে খাওঁ।" অতুল তৎক্ষণাৎ ঘৰৰ ভিতৰলৈ যায় আৰু এটা কাঁহৰ বাটি আনি দুয়োটা গিলাচৰ পৰা অলপ অলপ চৰবৎ বাকে আৰু খায়। তাৰ পিচত কয়— "হ'ল এতিয়া ? বিষৰ প্ৰমাণ হলনে এতিয়া?"

হাজৰিকা— "থোৱা থোৱা তোমাৰ দাতাকৰ্ণৰ অতিথি সেৱা। তুমিযে কিমান সাধু পুৰুষ মোৰ জনা আছে। যদি চৰবৎ খাব লাগে তেন্তে মোৰ চাকৰক নিজে লৈ গৈ থৈ আহিম বুলি সন্মত হ'ব লাগিব আৰু দোষ হৈছে বুলি স্বীকাৰ কৰিব লাগিব। পাৰিবা?"

অতুল— "দোষ হৈছেনে নাই কব নোৱাৰোঁ; কিন্তু সি গলে তাক থৈ অহাত মোৰ কোনো আপত্তি নাই। বাৰু সেইবোৰ পিচৰ কথা! আগেয়ে চৰবৎ দুগিলাচ খাওঁক। মই কাবৌ কৰিছোঁ। তেওঁ সকতাৰে অনুৰোধ কৰে। হাজৰিকা আৰু অৰুণাই শেষত চৰবৎ দুগিলাচ খায়। চৰবৎ খাই উঠি সুস্থিৰ হৈ হাজৰিকাই কয়—"তেন্তে তুমি আজি গধুলিয়েই থৈ আহিবা। প্ৰথম দোষ মই ক্ষমা কৰিলোঁ।"

অৰুণা— "নহয় পিতা, তেখেতে কিহেৰে নিব? আমি মটৰত লৈ যোৱাই ভাল।"

হাজৰিকা—"এৰা। বাৰু তাক আনাচোন এইফালে। অতুলে যদুক মাতে। যদুই ভয়তে কঁপি কঁপি আহে। অতুলে কয়—"তোক নিব আহিছে যদু। যা মটৰত উঠ।" যদুই মাটিতে বহি পৰিল আৰু কান্দি কান্দি ক'লে "মই আৰু তালৈ নাযাওঁ দেউতা। মোক নেখেদিব। মই ইয়াতেই মৰিম লাগে?" হাজৰিকাই বৰ ধমক্ এটা দি সুধিলে— "হেৰ দুষ্ট। তই কিয় আহিছ হঃ? বল ঘৰলৈ।"

যদু— "মই আৰু আপোনালোকৰ তালৈ নাযাওঁ দেউতা।"

অতুল— "শুনিলে তাৰ উত্তৰ? চাওক সি কি কয়?"

অৰুণা—"এইবোৰ ষড়যন্ত্ৰ । বাৰু মই তাক কাণত ধৰি লৈ যাম।" তাই আগবাঢ়ি আহি যদুৰ কাণত ধৰি কয়—"উঠ গাধা। বল মটৰলৈ।" যদুই চিঞৰি উঠে—"মোক খালে ঔ! মোক ৰাখক দেউতা মোক ৰাখক।"

অৰুণা— "চুপ ষ্টুপিড্। বল।" অৰুণাই কাণত ধৰি টানে। সি চিঞৰি দিয়ে .....! অতুলে ওচৰ চাপি আহি কয়— "এৰি পেলাওক। মিছামিছি বেমাৰী ল'ৰাজনক ভয় নেদেখুৱাব।" তেওঁ বাধা দিয়ে। অৰুণাই পিতাকক কয় — "দেখিলে পিতা ষড়যন্ত্ৰ? তাক নিবলৈ নিদিয়ে।" হাজৰিকাই এটা নিষ্ঠুৰ হাঁহি মাৰি ক'লে— "মই বুজিছোঁ তোমাৰ চালাকি। হাঃ হাঃ কি চালাকি কৰিবা অতুল? মই সকলো চালকৰ ওপৰত। আজি তিনিকুৰি বছৰে অনেক চালাকি কৰিলো, দেখিলো শিকিলোঁ। তুমি মোৰ আগত কি চালাকি কৰিবা? মনত ৰাখিবা, তুমি জুইৰ ওপৰত নাচিছা, কেটি

সাপৰ লগত ধেমালি কৰিছা। তাৰ পৰিণাম কি হব ভাবি চাবা। এতিয়াও কোৱা যদুক দিবা নে নিদিবা?

অতুল— সি গলে যাওঁক নগলে থাওঁক; মোৰ কোনো কথা নাই। সেই বুলি সি নগলে মই তাক আপোনাৰ ভয়তে পঠাই নিদিওঁ। মই আপোনাক শ্ৰদ্ধাহে কৰোঁ ভয় নকৰোঁ।

হাকিমে চকু ৰঙা কৰি কৈ উঠিল—"অতুল কলিতা!" অতুল অটল ভাৱে থিয় হৈ ৰয় আৰু গম্ভীৰ ভাৱে আদেশ দিয়ে—"সসম্মানে ওলাই যাওক। মই আপোনাৰ অধীনস্থ কৰ্মচাৰী নহওঁ।" তেওঁলোকক ওলাই যাবৰ কাৰণে তেওঁ আঙুলিৰে সঙ্কেত দিয়ে—"গুচি যাওঁক। মোৰ ওচৰত ৰঙা চকুৰ একো দাম নাই।" হাকিমে লাঠিডাল হাতত লৈ জোকাৰি জোকাৰি 'বাৰু দেখিম মই, তুমি কিমান পানীৰ মাছ! বল আই।" হাৰ্জাৰিকাই খঙতে আগ হৈ ওলাই আহে। অৰুণাইয়ো উঠে। তাই পিচমুখ দি অতুলক কয় —"পৰক বচাব নালাগে, এতিয়াৰ পৰা নিজক বচাবৰহে দি হা কৰক। পৰোপকাৰী মহাপুৰুষৰ এইবাৰ চিন দেখিম।" হাজৰিকাৰ পিচে পিচে তায়ো ভোৰ-ভোৰাই গুচি যায়। হাজৰিকাই মটৰত উঠি মটৰ ষ্টাৰ্ট দিয়ে। জীয়েকে কাষত বহে। অতুলে দুয়োকো শুনাকৈ কয়—"কাকো কোনেও বচাই ৰাখিব নোৱাৰে। বচাই ৰখাৰ কৰ্ত্তা স্বয়ং ভগবানহে।" হাকিমে কয়—"বুজিছোঁ তোমাৰ মতলব্। তুমি তাক হাল বাবৰ বাবে আনিছা। বাৰু দেখিম।"

অতুলে কয়—"একেবাৰে মিছা কথা।"

মটৰ বেগাই চলে। দুয়ো কোপ দৃষ্টিৰে অতুলৰ ফালে চাই যায়। অতুলে কিছু সময় মটৰ যোৱাৰ ফালে চাই থাকি এটা কটাক্ষৰ হাঁহি মাৰে—হাঃ হাঃ দুটা নিৰ্বিষ ভুজঙ্গ।

## ছয়

উজান বজাৰ। স্বৰ্গীয় দীনেশ বৰুৱাৰ ঘৰ। সম্মুখত ধুনীয়া ফুলনিখন। ৰমক্জমক্ বিতোপন ফুলবোৰ। পৰ্টিকৰ সম্মুখতে ফুলি আছে, গোলাপ ফুল জোপা। বৰুৱা এজন ভাল কাৰবাৰী আছিল। মৰিবৰ দুবছৰ হল। পুতেক অজিত বৰুৱাই পিতাকৰ

ব্যৱসায়কে কৰে। জীয়েক কমলাই কলেজত পঢ়ে— ৪ৰ্থ বাৰ্ষিক আৰ্ট্চ। অৱস্থা স্বচ্ছল। কমলাৰ মাক বৰ ভদ্ৰ আৰু বুদ্ধিমতী। কমলা ধুনীয়া। মুখখন গোলাকাৰ ; গাল দুখন ভৰা; চুলিটাৰী টপিনাত পৰা। গাৰ বৰণ ঈষৎ ক'লা। চুটি চাপৰ, গা গাৰী থকা; স্বাস্থ্য সুন্দৰ আনন্দমনা। ব্যৱহাৰ অমায়িক। বয়স প্ৰায় কুৰিৰ ওচৰা-ওচৰি। অৰুণাৰ বান্ধৱী। দুয়োৰো বৰ মিল। সদায় দুয়ো একেলগে ফুৰে। মাকে অৰুণাক বৰ মৰম কৰে: কাৰণ অৰুণাৰ মাক নাই। তাৰ উপৰি পিতাকৰ বাহিৰে কোনো নোহোৱা দেখি স্বাভাৱিকে তিৰোতা মানুহৰ মৰম বাঢ়ি আহে।

কমলাই তাইৰ সুসজ্জিত কোঠাত ডাঙৰ আয়নাখনৰ সন্মুখত থিয় হৈ প্ৰসাধন কৰি থাকে। মুখত মিচিকিয়া হাঁহি। কণ্ঠত মধুৰ সঙ্গীতৰ ধ্বনি। গুণ গুণ শব্দ হয়। এনেতে মনে মনে কনক সেনে আহি কমলাৰ গাতে গা লগাকৈ থিয়হৈ মিচিকিয়া হাঁহি মাৰি আৰ্চিৰ ফালে চাই ৰয়। আৰ্চিত দুয়োৰো প্ৰতিবিম্ব ভাহি উঠে। কমলাই আৰ্চিত তাইৰ মুখ আৰু তাইৰ ঠিক পিচফালে থিয় হৈ থকা কনকৰ প্ৰতিবিম্ব দেখি মিচিকিয়াই হাঁহি আতৰি যাব ধৰোতেই কনকে থাপ মাৰি ধৰি লাহেকৈ হাঁহি মাৰি নাটকীয় ভঙ্গীৰে কয়—"আঁতৰি নাযাবা। বাঃ কি চমৎকাৰ দেখা হৈছে কমলা? বেছ ধুনীয়া দেখা গৈছে তোমাক। কমলা সঁচাকৈয়ে শ্বিলঙৰ পকা কমলা যেন হৈ উঠিছে।" এনেকৈ কৈ তেওঁ খিল্ খিল্ কৰি হাঁহি দিয়ে। কমলাই হাঁহি বন্ধ কৰি ভেম্‌কৰা চুতা কৰি কয়—"এৰি দিয়ক। কি চোৰ আপুনি। মনে মনে চোৰৰ দৰে আহি মোৰ কোঠাত প্ৰবেশ কৰিছ।" কনকে হাঁহি মাৰি পুনৰ কয—"আৰু কি চোৰ কৰিছোঁ জানা ? চোৰ কৰিছোঁ তোমাৰ মন—ধন সম্পদ নহয়।"

কমলা—চোৰৰ শাস্তি আছে।

কনক—এৰা চোৰৰ শাস্তি আছে। ধন সম্পত্তি চোৰৰ শাস্তি ৰজাৰ কাৰাগাৰ; কিন্তু মন চোৰৰ শাস্তি? মন চোৰৰ শাস্তি হ'ল—হৃদয় কাৰাগাৰ। নহয় নে?

কমলাই চোফাখনত বহি পৰে। কনকে কাষতেবহে। কমলাই কয়— "হৃদয়খন কাৰাগাৰ নেকি?" কনকে কমলাৰ বেণীত ধৰি পিহি পিহি কয়— "এৰা, হৃদয়খন হ'ল এটা বিৰাট কাৰাগাৰ। ৰজাৰ কাৰাগাৰৰ পৰা মুক্তি পাব পাৰি. পলাই সাৰিব পাৰি; কিন্তু এই হৃদয় কাৰাগাৰৰ পৰা পলাবৰ উপায় নাই; মুক্তিৰ কোনো উপায় নাই। এবাৰ এই কাৰাগাৰত সোমালে ওলাবৰ আৰু বাট নাথাকে কমলা। ইয়াৰ ম্যাদ দুই চাৰি বছৰ নহয়—যাৱজ্জীৱন।

কমলা—এই হৃদয় কাৰাগাৰখনত কয়েদীবোৰক কিহেৰেনো বান্ধে যে তাক ছিঙি পেলাব নোৱাৰে?

কনক — প্ৰেমেৰে। এই প্ৰেমৰ শিকলি ডাল ছিঙিবলৈ কাৰো গাত বল নাই কমলা। লোৰ শিকলি মানুহে সহজে চিঙিব পাৰে; কিন্তু প্ৰেমৰশিকলি ডাল কেৱে ছিঙিব নোৱাৰে। "কমলাৰ হাঁহি উঠে। হাঁহি ৰাখিব নোৱাৰি, ওঠত কামোৰ মাৰি ধৰি কয়—"ইয়াৰ চৰকাৰ কোন?

কনকে গালখনত টুকুৰীয়াই দি কলে—"তোমালোক -নাৰী জাতি।" কমলাই মুখখন বিকটাই ক'লে— ইহ, সকল কথাতে কেৱল নাৰী জাতিৰ ওপৰত জগৰটো।

কনক—এৰা। সমস্ত জগৰৰ মূল কাৰণ নাৰী।

কমলা—আপুনি ইমান নাৰী বিদ্বেষী হ'ল কিয়?

কনক—মইতো নাৰী বিদ্বেষী নহয়, বৰং নাৰী অন্বেষী। বিদ্বেষী হলো হয় যদিও তাৰ মুদা মাৰিছা তুমিয়েই। তুমিয়েই কঠিন কনকক কোমল কৰিলা, পাষাণ কনকক বৰফৰ দৰে গালালা।" তাৰ পিচত কনক সেনে ঘৰত কমলাৰ মাক আৰু ককায়েক কোনো নোহোৱা জানিব পাৰি সুধিলে—"পিচে ঘৰ যে শূন্য যেন অনুমান হয়?

কমলাই কলে—ককাই দেউ গোৱাপাৰালৈ গৈছে। মা অৰুণাহঁতৰ তালৈ গৈছে।

কনকে হাঁহি মাৰি—"তেন্তে এটা গানকে গোৱা যাওঁক" বুলি কৈ স্বৰচিত কবিতা এটা গান কৰি গুণ গুণাই গালে—

তুমি কঠিন হৃদয় কোমল কৰিলা
হে মোৰ চিত্ত বিনোদনী,
তুমি পাষাণ প্ৰাণক বৰফ কৰিলা
হে মোৰ প্ৰিয়াবিমোহিনী।
হৃদত তন্ত্ৰীত পুলক জগাই
প্ৰেমৰ ৰাগিনী ধীৰে বই যায়
প্ৰেম সলিলত অৱগাহি মোৰ প্ৰাণ সুমধুৰ।
জীৱন বীণাৰতাৰঁত আজি বাজিল প্ৰেমৰ বাণী।
তুমি কঠিন হৃদয় কোমল কৰিলা
হেমোৰ চিত্ত বিনোদনী।

কনকে গান গাই গাই কমলাৰ থুতুৰীটোত ধৰি জোকাৰি দিয়ে। কমলাই হাঁহি মাৰি কয়—"আপোনাৰ নাটকীয় ভঙ্গী এৰক। মই আপোনাৰ থিয়েটাৰৰ নায়িকা নহয়।"

কনকে ঠাট্টা কৰি ক'লে—"তেন্তে মোৰ প্ৰেম-নাটকৰ নায়িকা নেকি?"

"সদায় পেংলাইখন কৰি নাথাকিব। মোৰ খং উঠিব।" কনকে ঠাট্টাকৰি নাটকীয় ভঙ্গীৰে বচন মাতিব ধৰে—

সম্বৰা সম্বৰা দেবী ক্ৰোধ ;
নহলে যে তব ক্ৰোধনলে
ভষ্মীভূত হৈ যাব কনক বেচেৰা।
চতুৰ্দ্দিশ দেখি অন্ধকাৰ
হাহাঁকাৰ কৰিব ধৰাত;
লুপ্ত হব নাম তাৰ,
লুপ্ত হৈ যাব এই প্ৰেমৰ মহিমা
চিৰ দিন বিশ্ব জগতত।

তেওঁৰ ব্যঙ্গ ৰচনাত কমলাৰ বৰ হাঁহি উঠি যায়। তাই হাঁহি ৰাখিব নোৱাৰি, ওঠত কামোৰ মাৰি ধৰি কয়—"মা-আহি দেখা পালে কবিত্বৰ মজা পালি পাব পিচে।"

কনকে হাঁহি মাৰি ক'লে—মজাপালি? এৰা মজা পালিয়ে ঠিক। চাহে. মিঠাই, তামোল-পানে সোপাকে আনি নাখাওঁ" "নাখাওঁ" বুলিলেও "খোৱা বোপা" বুলি জোৰ কৰি খুৱাই দি ঘৰত ভাত খোৱাৰ খতম্ কৰি মজা পালি দিব, নহয় নে? বাৰু সেইবোৰ এৰা। পিচে আজি যে, ইমান সাজি কাচি ওলাইছা কলৈনো বাৰু?

শূন্য কৰি বৰুৱাৰ ঘৰ,
শূন্য কৰি সেনৰ অন্তৰ,
হে দেবী মানস মোহিনী!
যাবা কোন বান্ধবী আলয়ে?
নতু কোন চিনেমা "হল'ত
প্ৰবেশিবা আজি গৈ বিয়লি বেলাতে?"

কমলাই হাঁহি ৰাখিব নোৱাৰা হ'ল। তাই আঙুলি ডাঙি ক'লে—"চুপ! মনে মনে থাকক। সৌ অৰুণা আহিব ধৰিছে। অভিনয় কৰাৰ মজা পালি পাব নহয়। তাই

যিহে ছোবালী।" এনেতে অৰুণাক ফুলনিৰ কাষেৰে গোলাপ জোপাৰ আৰেৰে ভিতৰ সোমাই অহা দেখা পালে। অৰুণা একেবাৰে ভিতৰ নোসোমাই দুৱাৰ মুখত থিয় হৈ ৰয়। তাকে দেখি কমলাই বাহিৰলৈ ওলাই আহি সুধিলে—"অৰু, আহিছা। ভিতৰলৈ নাহা কিয়?" অৰুণাই হাঁহি মাৰি ক'লে—"ভিতৰত কিবা গণ্ডগোল যেন শুনিছিলোঁ দেখো? কোন আহিছে?

কমলাই অলপ লাজ কৰি ক'লে— "তেখেত আহিছে।"

অৰুণা— কোন তেখেত?

কমলা— সেন।

অৰুণা— অ' বুজিছোঁ। তোৰ মনচোৰ? আজি এই দিনদুপৰতে ঊষাৰ কক্ষত অনিৰুদ্ধৰ প্ৰবেশ? আশ্চৰ্য্য এই কলিকাল। পিচে ৰাজকোঁৱৰৰ অনুমতি আছে জানো?

কনক সেনে চোফাত বহি শুনি আছিল। অৰুণাৰ প্ৰশ্নৰ উত্তৰ দিলে হাঁহি মাৰি– "চিত্ৰলেখাৰ বাবে বোধ হয় ঊষাৰ দুৱাৰ বন্ধ নহয়। আপোনাৰ বাবে অবাৰিত দ্বাৰ। স্বচ্ছন্দে সোমাই আহক।"

অৰুণা সোমাই যায়; পিচে পিচে কমলা। অৰুণাই টুল এখনত বহে-। কমলাই কয়—' বহ অৰু। মই চাহ লৈ আহোঁ" বুলি কৈ পলাব খোজে। তাকে দেখি অৰুণাই পিচ মুখ দি সোধে—"মোৰ বাবে নে তোৰ মন চোৰৰ বাবে?"

কমলাই লাজতে কয়—"ধেৎ পাগলী। যি পায় তাকে কয়।" অৰুণাই এবাৰ কনক সেনৰ ফালে চাই হাঁহি মাৰি কমলাক কয়— "ইমান লাজ দেখুবাব নালাগে দে, এই কলেজত পঢ়া ছোবালী। তোৰ লাজৰ সিপিঠিত কি আছে মই ভালকৈ জানোঁ। আমাৰ কুৰিশতিকাৰ অনিৰুদ্ধই আধুনিকা ঊষাৰ মনৰ উন্টা পিঠিত কি আছে তাক নজনাকৈ থকা নাই। নহয়নে "মদাৰ্ণ" অনিৰুদ্ধ?" কথাষাৰ কৈ অৰুণাই খিলখিল কৈ হাঁহি দিয়ে। তেওঁলোক দুয়োৰো হাঁহি উঠে। কনক সেনে হাঁহি মাৰি ক'লে— "আপোনাক আজি বেচ ৰাংঢালী যেন দেখা গৈছে। ইয়ালৈ চাই মোৰ অনুমান হয়, কোনোবা আধুনিক শ্ৰীকৃষ্ণৰ ভূবন ভূলোৱা কটাক্ষত শিলাময়ী অৰুণা দেৱী, প্ৰেম উন্মাদিনী ৰুক্মিনীৰ দৰে. আকুল হৈ উঠিছে। ধন্য! ধন্য হে তুমি অপৰিচিত যদুকুলমণি! ধন্য! ধন্য তব নয়ন চকোৰ— যাৰ বলেৰে শিলকো গলালা তুমি ৰৰফৰ দৰে।"

অৰুণা—বাঃ থিয়েটাৰ কৰি কৰি সদায় নাটকীয় ভঙ্গীৰেহে কথাবোৰ কয়। কিন্তু নিশ্চয়কৈ জানিব, মোৰ দুৰ্ভাগ্য যে, আজিলৈ কোনো শ্ৰীকৃষ্ণই আহি নয়ন কটাক্ষ নেপালালে। মোৰ শূন্য কুঞ্জিল নগৰত যদুপতিৰ পদধূলি নপৰিল।

কনক— (হাঁহি) কোনোবা দ্বাৰকালৈ জানো প্ৰেমপত্ৰ প্ৰেৰণ কৰিছিল?

কমলা— ইছ্ দেখিছে পেংলাইখন। তই মনে মনে থাক আৰু, ইজনৰ মুখত যি আহে তাকে কয়। তই মুঠেই নামাতিবি।

অৰুণা— (হাঁহি) তোৰ মনচোৰক অইনত পাৰিলেও কথাত নোৱাৰি কমলা। বাস্তবিকতে তই বৰ ভাগ্যবতী। বাৰু সেন, আমিনো আপোনৰ ৰঙানীলা খামৰ চিঠিখন পাবৰ কিমান দিন বাকী?

কমলা—"ধেৎ পাগলী।" কমলাই লাজতে বাহিৰলৈ গুচি যায়।

অৰুণা—মুখত লাজ দেখুবাব নালাগে দে। ভিতৰে ভিতৰে তইবা কিমান খুচি হৈ গৈছ, তাক মই হে জানোঁ। বাৰু সেন, কেতিয়া লৈ এই লেঠাটো মাৰিব কওঁকচোন। মই সঁচাকৈ সুধিছোঁ।

কনকে অলপ গম্ভীৰ হৈ ক'লে—"অহা মাঘলৈ হবৰ কথা আছে। আয়ে কিন্তু এই মাহতে কৰিবলৈ কয়। মোৰ মত নাই। মাঘতে ভাল হব।"

অৰুণা— এইবোৰ কাম সোনকালে কৰাই ভাল সেন। আপুনি বেয়া নাপাব সেন, এই ভালপোবাৰ বেপাৰখনত অনেক জঞ্জাল। "লাভ"ৰ কাৰবাৰত বেচিভাগ লোকচান হোৱাহে দেখা যায়।

এনেতে দুকাপ চাহ লৈ কমলা সোমাই আহিল। দুয়োৰো আগত নি চাহ দুকাপ থৈ কয়—"তোৰ লাভ লোকচানৰ হিচাপ পিচত হব। এতিয়া খাই ল সোনকালে।

চাহ কাপ হাতত লৈ অৰুণাই হাঁহি মাৰি কয়—"মই তোৰ বিয়াৰ বন্দোবস্ত কৰিলোঁ, আৰু তই আনি দিলি একাপ সুদাচাহ?"

কমলা— মোৰ লক্ষ্মীটি ভালে ভালে খাই যা। এনেকৈ ঠাট্টা কৰিলে মই গুচি যাম।

অৰুণা—বাৰু বাৰু। খাওক সেন। পিচে সেন, এতিয়া আপুনি কলৈ যাব?

কনকে গম্ভীৰ হৈ ক'লে —"বৰ্তমান মোৰ এটা ডাঙৰ দায়িত্ব আছে। এখন মিটিং পাতিব লাগে—দেশৰ বৰ্তমান পৰিস্থিতি সম্পৰ্কে আলোচনা কৰিবলৈ। অহা

কালি ভাটীবেলা মোৰ বন্ধু কৃষক সভাৰ চেক্রেটাৰী কলিতাও আহিব। অ'—কমলা, তুমি কালি ভাটীবেলা মোৰ তালৈ যাবাচোন। তুমি যে চাওঁ বুলিছিলা মোৰ বন্ধু কলিতাক, তেওঁ কাইলৈ মোৰ তালৈ আহিব; যাবা। আপুনিও যাবচোন হাজৰিকা। দুয়োকে আজিয়ে মই নিমন্ত্রণ কৰিলোঁ। কলিতা বৰ ভাল মানুহ। এজন আদর্শ ব্যক্তি। তেওঁৰ লগত কথা হ'লে বৰ ভাল পাব; মই নিমন্ত্রণ কৰিলোঁ।"

কমলা—আপুনি যে মোক আপোনাৰ বন্ধু জনৰ কথা কৈ থাকে তেখেত নেকি?

কনক— হয়। কালি দুটা মান বজাত যাবা।

কমলা— তেখেতৰ গুণৰ কথা বহুত শুনিছোঁ, এবাৰ মানুহজন চাবৰ মন আছিল। যি জন মানুহক অনেক মানুহে ভাল পায়, তেওঁৰ নিশ্চয় কিবা ভাল গুণ থাকে। যাবি নে অৰু'?

অৰুণাই ধৰিব পাৰিলে কোন কলিতা। তাইৰ মন আছিল তেওঁৰ বিষয়ে দুআষাৰ মান কবৰ। পিচে কনক সেনে বেয়া পাব বুলি একো নকলে। তাইৰ গা পিৰ পিৰাই গৈছিল; তথাপি নিজক সংযত কৰি কলে—"আপোনালোকে যিমান গুণ বখানিছে, মোৰ সন্দেহ হৈছে। তেওঁ বোধ হয় আপোনাক ভেলেকি বাজি মাৰিছে। বাৰু, যোৱাত মোৰ আপত্তি নাই।" তাৰ পিচত চাহ খোৱা হলত কণক সেন যাবলৈ ওলাল। অৰুণা আৰু কমলাই বাটলৈ গৈ আগ বঢ়াই থৈ আহিল। তেওঁ গ'ল । ইতিমধ্যে কমলাৰ মাক অহাত দুয়ো ফুৰিবলৈ ওলাই গল।

# সাত

কনক সেনৰ ঘৰ ৰিহাবাৰীত। এওঁৰ বাপেক ৰমেশ সেন বঙালী মানুহ আছিল। এওঁ ওকালতি কৰিছিল। ৰোজগাৰ বৰ ভাল। তেওঁৰ ল'ৰা কনক সেন আৰু ছোৱালী চাৰিজনী। কনক সেনৰ বয়স ওঠৰ বছৰ হওঁতেই বাপেক ঢুকায়। বাপেক থাকোতেই বায়েক চাৰিজনী বাপেকে বিয়া দি যায়। কনক ল পৰীক্ষা দিছে। তেওঁৰ বাপেক যদিও বঙালী আছিল; তথাপি অসমীয়া ভাষা শিকাইছিল। কনক সেন বর্ত্তমান হাড়ে

হিমজুৰে অসমীয়া হৈ গৈছে। বাপেক থাকোতেই বৰুৱাৰ লগত কথা হৈছিল যে, কনকৰ কাৰণে কমলাক বিয়া কৰাব। এতিয়া মৃতকৰ কথা ৰাখি কনকৰ মাক আৰু কমলাৰ মাকে দুয়োৰো বিয়াৰ মন কৰিছে। কনক আৰু কমলাৰো মিল আছে। গতিকে বিয়াখন সোনকালেই হব যেন অনুমান হয়। ইফালে সুৰেন্দ্ৰ বেনাৰ্জী বঙালী উকিল। তেওঁ গুৱাহাটীতে ওকালতি কৰে। অসমক বৃহত্তৰ বাংলাত পৰিণত কৰাৰ দলৰ তেওঁ এজন মুখপাত্ৰ। নানা কূট কৌশল কৰি বঙালী পমুৱা বোৰক লৈ অসমত ৰাজনৈতিক বিশৃংখলাৰ সৃষ্টিকৰ্ত্তাসকলৰ ভিতৰত তেৰোঁ এজন। গুৱাহাটীত ডেকাদলৰ ভিতৰতে ৰাজনৈতিক ক্ষেত্ৰত কনক সেন লেখত লবলগীয়া। বেনাৰ্জীয়ে চেষ্টা কৰিছে, যাতে কনকে তেওঁলোকৰ দলত ভুক্ত হয়। নানা ছল ছাতুৰি কৰি বলে নোৱাৰি বেনাৰ্জী এদিন নিজেই ওলাল কনকৰ ঘৰলৈ।

তেতিয়া ৰাতি আঠটা। কনকে নিজৰ পঢ়া কোঠাত থিয়েটাৰৰ পাৰ্ট লুটিয়াইছে। থিয়েটাৰ গান-বাজানাত তেওঁৰ বৰ ৰাপ। ভাল অভিনেতা। কনকৰ নামো আছে। এনে সময়তে সুৰেন্দ্ৰ বেনাৰ্জী আহি মাত দিলে। তেওঁক দেখি কনকে ভিতৰলৈ মাতি লৈ গল আৰু বহিব দি অহাৰ কাৰণ সুধিলে। অইন কিছুমান কাৰণ দৰ্শাই ঘৰুৱা খবৰ বাতৰি লবৰ বাবে অহা বুলি কৈ লাহে -ধীৰে আচল কথালৈ আহিল আৰু বৃহত্তৰ বাংলা যে অসমত গঠন হব পাৰে, তাৰে কিছুমান যুক্তি দেখুৱালে। কনক সেনে কিন্তু ক'লে যে এইটো তেওঁলোকৰ গছত গৰু উঠা কথাহে কৈছে। তেতিয়া সুৰেন বেনাৰ্জীয়ে জোৰ কৰি ক'লে—"না না সেন মশায় সেটা নয়। কখনো নয়। বৃহত্তৰ বাংলা আমৰা তৈৰী কৰ:বই কৰ:ব। এই দেখেননা মশায় কাছাৰ জেলা প্ৰায় অন্তৰ্ভুক্ত হয়েগেছে। গোৱালপাৰা আৰ গাৰো 'হিলৰ' অৱস্থাও তদ্ৰূপ। আসামকে আমি বৃহত্তৰ বাংলা য় পৰিণত কৰ্ব। এখন আমাৰ কাজ হয়েছে—"হিল ট্ৰাইব্‌চকে আলাদা কৰে আসাম থেকে বেৰ কৰা। 'হিল-ট্ৰাইব্ '"কে বেৰ কৰলে আসাম দুৰ্বল হয়ে পৰবে আৰ পৰে আমি বৃহত্তৰ বাংলা গঠনে সমৰ্থ হব। ঐ সঙ্গে একটা কাজ কৰতে হবে। বাঙালীদেৰ ডেকে এনে আসামে বসালে, পৰে বাঙালীৰা সংখ্যা গৰিষ্ঠ হবে। আৰ গণতন্ত্ৰৰ ধাৰানুযায়ী আসামে বাঙালীৰ 'ইলেক্‌চনে ষ্ট্যাণ্ড" কৰতে পাৰবে। যখন কোনো বাঙালী এম্, এল, এ হবে; তখন আৰ্ কি! আমাদেৰ এতদিনেৰ বৃহত্তৰ বাংলাৰ স্বপ্ন সফল হবে। আপনি কী বলেন সেন মশায়?"

কনক— মই কি কম। আপোনাৰ কল্পনাটো সচা; কিন্তু তাক দিঠকত পৰিণত কৰিব পাৰিবনে? ই যে অসম্ভৱ।

বেনাৰ্জী—Why not ? It is quite possible, কিয় নহব ? ই যে সম্পূৰ্ণ সম্ভৱ ।

কনক—যদি এইটো সম্ভৱ হয়, তেন্তে কব লাগিব যে বঙালী বিলাক বিশ্বাসঘাতক আৰু আক্ৰমণাত্মক মনোবৃত্তিৰ লোক।

উকিল—কেন ?

কনক—নিজেই ভাবি নাচায় কিয় ? বঙ্গদেশৰ পৰা ৰিফিউজিবোৰৰ অহাৰ কাৰণ কি ? মাটিৰ অভাৱ নহয় জানোঁ ? মাটিৰ অভাৱত বাচি থকাৰ উপায় হেৰুৱাই আমি বঙালীসকলে নিজ ৰাজ্যত্যাগ কৰি আহিব লগা নহল জানো ? বঙ্গই আমাক খেদি দিলে; অসমে সাৱটি ললে; তেনেস্থলত আমি বিশ্বাসঘাতকতা কৰি আশ্ৰয় দাতা অসমক বৃহত্তৰ বাংলাত পৰিণত কৰা মতলব সম্পূৰ্ণ অন্যায়। অসমক আমাৰ বঙালীবিলাকে হত্যা কৰিবলৈ কৰা মতলব মানৱতাৰ পৰিপন্থী। যি ৰাজ্যৰ মাটিপানী, বায়ু ভক্ষণ কৰিছোঁ ; সেই অসমক বিলুপ্ত কৰিবলৈ কৰা মত্লবত মই নাই উকিল ডাঙৰীয়া। মই ইয়াৰ সম্পূৰ্ণ বিৰোধী।

উকিল— না না ৰাগ কৰবেননা সেন মশায়। কথাটা আপনি চিন্তা কৰে দেখুন।" ধৰুন, (চিগাৰেট দিয়ে আৰু নিজেও জ্বলায়।)

কনকে বিৰক্তিৰে কয়—"মই চিন্তা কৰিবলগীয়া একো নাই। অসমলৈ আহিবৰ আমাৰ বহু বছৰ হ'ল। ইমান বছৰে আমি অসমীয়া মানুহৰ পৰা যি আদৰ মৰম পাই আহিছো তাক পাহৰিব নোৱাৰোঁ। ইয়াতে মোৰ পিতাই ওকালতি কৰি জীৱন বচাইছিল আৰু ইয়াতেই মই শিক্ষা দীক্ষা লাভ কৰিছোঁ। গতিকে মই অসমক অতি আপোন যেন দেখোঁ। আপোনালোক পিচত অহা বঙালীসকলে অসমৰ ঘোৰ সৰ্বনাশ কৰিব বিচাৰিছে।" কনকে চিগাৰেট জ্বলাই হুপে।

উকিল—শুনুন। আপনি যা শিক্ষা দীক্ষাৰ কথা বলছেন সে তো ইংৰেজী শিক্ষা। কলেজে কি আপনি ইংৰাজী আৰ বাংলা ভিন্ন অন্য কিছু শিখেচেন ?" ছিগাৰেট হুপি হুপি বেনাৰ্জীয়ে সোধে।

কনক —হয়, মই অসমীয়া শিকিছোঁ।

অসমীয়া ভাষাৰ নাম কোৱাত বেনাৰ্জীয়ে হাঃ হাঃ কৈ হাঁহি দিলে। হাঁহি মাৰি তাচ্ছিল্যৰ সুৰত তেওঁ ক'লে—"হাঃ হাঃ অসমীয়াটা কি একটা ভাষা ? ওটা বাঙালী ভাষাৰই অপভ্ৰংশ। ওটা একটা নিজস্ব ভাষাই নয়।" চিগাৰেটৰ ধোঁৱাবোৰ ওপৰলৈ

উৰাই দিয়ে। তেওঁৰ তাচ্ছিল্যত কনকৰ খং উঠিল। তেওঁ বেনাৰ্জীৰ মুখলৈ পোনে পোনে চাই কৈ উঠিল—"নাজানি নুবুজি; নাইবা নপঢ়ি-নুশুনি যেই সেই এটা কথা নকব বেনাৰ্জী বাবু। ক'ত পালে আপুনি অসমীয়া ভাষা বঙালীৰ অপভ্ৰংশ বুলি? যেই সেই ভুল মন্তব্য এটা নকৰিব। এবাৰ ভালকৈ অসমীয়া ভাষা, সাহিত্য সম্পৰ্কে পঢ়ি চাব। এই ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ ইতিহাস" বাণীকান্ত কাকতিৰ "থেচিচ" খনত ভালকৈ পঢ়ি চাব। তেতিয়াহে বুজিব পাৰিব আপোনালোকে তথা কথিত শিক্ষিত অভিমানী বঙালীসকলে এই বিষয়ে কি ভুল ধাৰণা পোষণ কৰি আহিছে। মই জানো যে, ই এটা সম্পূৰ্ণ স্বতন্ত্ৰ ভাষা আৰু অতীতৰ কুটিল লিপিয়ে ইয়াৰ লিপিৰ আদি। পূৰ্ব মাগধীৰ পৰা ৰাঢ়, বাৰেন্দ্ৰ, বঙ্গ, আৰু কামৰূপ জন্ম আৰু সেই কামৰূপী অসমীয়া ভাষা। এই ভাষাৰ ইতিহাস বঙালী ভাষাৰ ইতিহাসতকৈ অনেক পুৰণি। ভাৰতৰ প্ৰথম গদ্য সাহিত্য কথা ভাগৱত ৰচনা কালত অসমীয়া সাহিত্যই চৰাই হৈ যেতিয়া আকাশত উৰি ফুৰিছিল, বঙালী সাহিত্য সেই কালত কণীৰ ভিতৰত পোৱালী হৈয়ে আছিল।" কনকে চিগাৰেটৰ ধোঁৱাবোৰ বেনাৰ্জীৰ ফাললৈ দিয়ে।

উকিল—"পুৰাণো হতে পাৰে, আমি জানি না। তবে আমি জানি এই অসমীয়া ভাষাতে লালিত্য নাই। ইহা একটা জঙ্গলী ভাষা। এটাও কি আবাৰ সাহিত্য?" আধাপোৰা চিগাৰেটটো মাটিত পেলাই দিয়ে।

কনক — অসমীয়া ভাষাৰ ভিতৰত সোমালেহে বুজিব পাৰিব যে এই ভাষাৰ লালিত্য আৰু অসমীয়া সাহিত্যৰ মাধুৰ্য্য কেনে। নাখালে বস্তুৰ সোৱাদ পাব নোৱাৰি। অকল বঙালী সাহিত্যৰ গণ্ডীৰ ভিতৰতে আবদ্ধ থাকি অইন সাহিত্যৰ সোৱাদ বুজিব নোৱাৰি। এই মনোবৃত্তি আপোনালোকে পৰিত্যাগ কৰিব লাগিব। অকল যে বঙালীৰহে সাহিত্য আছে অইনৰ নাই, এনে ধাৰণা ভ্ৰমাত্মক।"

উকিল—আপনি কি আমাদেৰ বাংলা ভাষা সাহিত্যকে ছেৰে দিতে চান? ৰবীন্দ্ৰ নাথ এবং শৰৎ চেটাৰ্জ্জীকে ভুলে গেলেন? এদেৰ আপনি অৱমাননা কৰতে চান?

কনক —"কেতিয়াও নহয়। বঙালী সাহিত্য মই কিয় এৰি দিম? ৰবীন্দ্ৰ নাথ নাইবা শৰৎ চেটাৰ্জ্জীক বা মই পাহৰিম কেনেকৈ। তেওঁলোকক অৱমাননা কৰিবলৈ মোৰ কি শক্তি আছে? ৰবীন্দ্ৰ নাথ, শৰৎ চেটাৰ্জ্জীক মই চিৰ দিন পূজা কৰি আহিছোঁ। কবি, সাহিত্যিকসকল জগতৰ বৰেণ্য, আমাৰ নমস্য। তেওঁলোক জগতৰ

মঙ্গল কামী—পথ প্ৰদৰ্শক মহান পুৰুষ। তেওঁলোক সমস্ত জগতৰে সম্পদ। তেওঁলোকক মই অবমাননা নকৰোঁ; বৰং পূজা কৰোঁ।" চিগাৰেট চিঙা টেবিলত থয়।

উকিল—তবে আপ্নি আমাদেৰ ৰবীন্দ্ৰ নাথ এবং শৰৎ চাটাৰ্জ্জীকে পৰিত্যাগ কৰে কেন অসমীয়া শিখলেন?

কনক— অসমীয়া শিকা বাবে তেওঁলোকক পৰিত্যাগ কৰা নহয়। কবি সাহিত্যিক সকল ভাষাৰ সম্পদ, জাতিৰ গৌৰৱ তাত সন্দেহ নাই। কিন্তু সেই বুলি তেওঁলোক একেখন ক্ষুদ্ৰ দেশ বা এটা তুচ্ছ জাতিৰ নাইবা এটা সামান্য ভাষাৰ গণ্ডীতে সীমাবদ্ধ নহয়। তেওঁলোক জগতৰ সকলো মানুহৰ কাৰণেই, সকলো দেশৰ কাৰণেই। কালিদাস নাইবা চেক্সপিয়াৰক লৈ ভাৰতবৰ্ষ বা ইংলেণ্ডে গৌৰৱ অনুভৱ কৰিব পাৰে; কিন্তু ক্ষুদ্ৰ দেশ দুখনৰ ভিতৰতে আবদ্ধ কৰি তেওঁলোকৰ প্ৰতিভাক খৰ্ব কৰিব নোৱাৰে আৰু কৰাৰ একো অধিকাৰো নাই। প্ৰতিভাৱান ব্যক্তি এখন দেশত জন্মি, এখন সমাজৰ মাজেদি কাম কৰি যাব পাৰে; কিন্তু তেওঁ তাতে আবদ্ধ নহয়। ৰবীন্দ্ৰ নাথ বা শৰৎ চেটাৰ্জ্জীও বঙ্গত জন্মি, বঙালী ভাষাৰ ভিতৰেদি জগতৰ সকলো দেশ, সকলো মানুহৰ অন্তৰতে প্ৰবেশ কৰিছে। তেওঁলোক জগতৰ প্ৰিয়, মোৰ নমস্য।

কনক উঠি যায় আৰু দুকাপ চাহ লৈ আহি টেবিলৰ ওপৰত থৈ, বেনাৰ্জীলৈ এটাচাহৰ কাপ আগবঢ়াই দিয়ে। দুয়ো চাহ খায়। চাহৰ কাপত মুখ দি বেনাৰ্জীয়ে —হাঁহি হাঁহি কয় "তবে আপনি আমাৰ সোণাৰ বাংলাকে ভুল গেলেন দেখ্‌ছি।" কনকে এটা কাঠ হাঁহি মাৰি কলে—"সোণাৰ বাংলা? যি বঙ্গদেশৰ নেতা কিছুমানৰ খাম-খিয়ালিৰ বাবে নিৰীহ হতভাগ্য খেতিয়ক সকলৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে, যি বঙ্গ দেশৰ ধনীসকলে সিহঁতক বলীয়া কুকুৰ খেদাৰ দৰে খেদি দিছে, সেই বঙ্গদেশ আপোনাৰ দৰে নেতা কিছুমানৰ বা বে সোণৰ বাংলা হব পাৰে; কিন্তু এওঁলোকৰ বাবে, পমুৱা সকলৰ বাবে সোণাৰ বাংলা ন হয়; বৰং কব লাগিব ৰাক্ষসী বাংলাহে। যিসকলে লাখ লাখ মানুহক অন্ন মুঠিৰ পৰা বঞ্চিত কৰি খেদি দিছে; সেই সকলৰ বাবে সোণাৰ বাংলা হব পাৰে। কিন্তু যিয়ে ঘৰবাৰী পৰিত্যাগ কৰি আহিব লগা হৈছে, যিয়ে সমস্ত সম্পত্তিৰ পৰা বঞ্চিত হব লগা হৈছে, আনকি যিয়ে নিজৰ ল'ৰা ছোৱালীৰ মুখত এমুঠি অন্ন দিব নোৱাৰি চকুৰ আগতে শুকাই শুকাই মৰি যোৱা দেখিছে আৰু শেষত চকুলো টুকি টুকি ভিখাৰীৰ বেশে দেশে দেশে অনাই

বনাই ঘুৰি ফুৰিবলগীয়া হৈছে; সেই হতভাগ্য ৰিফিউজিসকলৰ বাবে . "সোণাৰ বাংলা" কেতিয়াও সোণাৰ হব নোৱাৰে। এইবোৰ উত্তেজনা মূলক কথা কৈ সাধাৰণ মানুহক ভুলাই আপোনালোকৰ দৰে এক শ্ৰেণীৰ বুদ্ধিজীৱিয়ে সুবিধা কৰাৰ ফন্দি পাতিছে। বৃহত্তৰ বাংলা গঠন, আপোনালোকৰে এখন ফন্দিৰ জাল। আপুনি মনত ৰাখিব মই আপোনালোকৰ দলৰ বাহিৰ ।"

কনকক অলপ উত্তেজিত দেখা যায়। উকিলে চাহৰ কাপটো একাষৰীয়া কৰি থৈ কয়—"ৰাগ কৰবেন্না কনক বাবু। আমি আপনাৰ ভালেৰ জন্যই বলেছি। তবে মনে ৰাখবেন এখানে আপনাৰ কিছু সুবিধা হবে না, শুধু অসুবিধাটাই হবে অনেক।"

কনক — মোৰ বাবে আপুনি মূৰ ঘমায় কিয় ?

উকিল—তবে আমি চললাম; কিন্তু মনেৰাখবেন আমি এই আসামকে বৃহত্তৰ বঙ্গে পৰিণত কৰবই কৰব। আমাৰ এই বৃহৎ আয়োজনকে ব্যৰ্থ কৰতে আপনি পাৰবেন না। আমাৰ পিছনে ৰয়েছে বঙ্গদেশেৰ নেতাৰা, ৰয়েছে সৰকাৰী কৰ্মচাৰীৰা আৰ ৰয়েছে আসামেৰ প্ৰতিপত্তিসম্পন্ন বাঙালী ভদ্ৰলোক গুলো। আসাম সৰকাৰকে আমি হাতেৰ মুঠোয় ৰাখবো। যা জাল আমৰা বুনেছি, তা ছিন্ন কৰবে এমন শক্তি আসামেৰ হবেনা। এখন আমি চললাম। আচ্ছা। আপনি একবাৰ আপনাৰ ভবিষ্যতটা চিন্তা কৰে দেখবেন্ তাই আমি আশা কৰছি।

কনক উত্তেজিতভাৱে কলে—"এই আত্মঘাতী কল্পনা পৰিত্যাগ কৰক সুৰেন বাবু। আপোনালোক উকিল কিছুমান আৰু শিক্ষিত নিবনুৱা কিছুমানে লগ হৈ নিৰীহ হোজা ভগনীয়াসকলক লৈ যি খেলাখেলিছে, সি খেলা-ধূলাৰ খেলা নহয়—ই জীৱন মৰণৰ খেল। মই ইয়াৰ সম্পূৰ্ণ বিৰুদ্ধে। অসমৰ অন্যায় মই কেতিয়াও হব নিদিম। আপোনালোক নতুনকৈ অহা বঙালী শিক্ষিত কিছুমানে ভগনীয়াসকলক লৈ এই গণ্ডগোল কৰি অসমীয়া ভাইসকলৰ বুকুৰ পৰা আমাক আঁতৰাব খুজিছে। তেওলোকৰ আমাৰ ওপৰত থকা বিশ্বাস ভাঙিব খুজিছে। আপোনালোক আমাৰ পৰম শত্ৰু।

উকিল—কনক বাবু। বাঙালী হয়ে বাঙালীৰ বিৰুদ্ধাচৰণ কৰবেন ? দেশদ্ৰোহী, জাতিদ্ৰোহী হবেন না কনক বাবু। আপনি জেনে ৰাখবেন আমাদেৰ অভিযান ব্যৰ্থ হবে না। একদিন না একদিন আমৰা আমাদেৰ উদ্দেশ্য সাধন কৰবই কৰব। তখন অসুবিধা হবে সবচেয়ে আপনাৰই বেশী।

উকিল ঘপহ কৰে উঠিল; আৰু চচ্‌মা জোৰ ভালকৈ পিন্ধি লাঠিডাল লৈ ওলাই গল। কনকেও পিচে পিচে আহিল। কনক ক'লে—"আপুনিও মনত ৰাখিব— যাৰ নিমখ খাইছে তাৰ গুণ নাগাই, নিমখহাৰামীৰ কাম কৰিবলৈ নাযাব। অসমৰে খাই অসমতে থাকি অসমৰে ঘোৰ অন্যায় কৰিবলৈ যি ফন্দি পাতিছে সেই ফন্দি ফলৱতী হোৱা সহজ সাধ্য নহয়। মই বঙালী আৰু অসমীয়াৰ ভবিষ্যত চিন্তা কৰিয়েই কৈছো যে, আপোনালোকে এই চুকত থাকি বুকুত খোৱা কৃতঘ্ন পৰিকল্পনা ত্যাগ কৰক। বেচেৰা সৰ্বহাৰা ভগনীয়াবোৰৰ সৰ্বনাশ নকৰিব। সিহঁতক অসমীয়াৰ শত্ৰু কৰি নুতুলিব। মহাপাপ হব বেনাৰ্জ্জী, মহাপাপ হব।" উকিলে পিচ মুখ দি নমস্কাৰ কৰি ক'লে—"এখন চল্‌লাম সেন মশায়। নমস্কাৰ।"

—"বাৰু যাওক। নমস্কাৰ" বুলি কৈ হাতযোৰ কৰি বিদায় দিলে কনক।

তেতিয়া ৰাতি দহ বাজিছে। বাহিৰত কৃষ্ণা চতুৰ্দ্দশীৰ অন্ধকাৰ। আকাশ মেঘে আন্দোলাই পেলাইছে। চিকিমিকি আৰু ঢেৰেকনিৰ শব্দ হয়। এই দুৰ্য্যোগৰ ৰাতি আন্ধাৰৰ বুকুত লুকাই পৰিল সুৰেন বেনাৰ্জ্জী।

## আঠ

কনক সেনৰ ঘৰ। সুসজ্জিত কোঠা। মেজৰ দুকাষে দুখন চকী। সমুখৰ ফালে এখন আৰামী বেঞ্চ। মেজৰ এফালে এখন টুল পাৰি থোৱা আছে। বেৰত গান্ধী, জৱহৰলাল, ৰাজেন্দ্ৰপ্ৰসাদ, সুভাস, কাৰ্লমাৰ্কস, তৰুণ ফুকন, নবীন বৰদলৈ আদিৰ ফটো আৰি থোৱা আছে। বেৰৰ একাষত কনক সেনৰ বিছনা। বিছনাৰ মুৰ শিতানত ডাঙৰ আলমাৰী দুটা,—কিতাপেৰে ঠাহ খাই আছে। এখন চকীত বহিছে কনক সেন আৰু আনখনত বহিছে অতুল কলিতা। দুয়ো গপ কৰিছে। সময় আবেলি। তেওঁলোকৰ ভিতৰত আলোচনা চলিছে—বৰ্ত্তমান অসমৰ সমস্যালৈ। কনক সেনে কলে—"বুজিছে কলিতা! এই অসমীয়া আৰু বঙালীৰ মাজত হোৱা অপ্ৰীতিকৰ ঘটনাৰ সৃষ্টি কৰিছে—একমাত্ৰ স্বাৰ্থপৰ কিছুমানে আৰু নতুনকৈ অহা ভগনীয়াৰ মাজৰ শিক্ষিত নিবনুৱা কিছুমানে। সিহঁতে নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে এটা অমূলক

দাবী কৰি বঙালীবিলাকক উদগাই দিছে। "বৃহত্তৰ বাংলা" গঠন বুলি যি.আন্দোলন চলাইছে তাৰ গুৰিত ইহঁত। তাৰ উপৰি বঙ্গদেশৰ কিছুমান বুদ্ধিজীৱীয়ে ইহঁতৰ পৃষ্ঠপোষকতা কৰিছে। কলিকতীয়া বাতৰি কাকত কিছুমানে তাকে আকৌ তিলকে তাল কৰি অপপ্ৰচাৰ কৰিব ধৰিছে।

অতুল—অইন যি কি নহওঁক সেন, এটা কথাত কিন্তু মোৰ বৰ বেয়া লাগে। তেওঁলোকে ৰাজনৈতিক ব্যাপাৰ এটাক সাংস্কৃতিক সমস্যাৰ অন্তৰ্ভুক্ত কৰি অসমীয়া সংস্কৃতিৰ ওপৰত অবৈধ আক্ৰমণ চলাইছে। অসমীয়া ভাষা-সাহিত্যকো অযথা গালিশপনি পাৰিছে। বঙালী আৰু অসমীয়াৰ মাজত অমিলৰ সৃষ্টি কৰিছে—এদল আক্ৰমণাত্মক মনোবৃত্তিৰ বঙালীয়েহে, —সকল বঙালীয়ে নহয়। এই দলত আপুনি কোৱাৰ দৰে কিছুমান বুদ্ধিজীৱী বঙালী নিবনুৱা শিক্ষিত ভগনীয়া আৰু অসমত চাকৰি কৰা কিছুমান বঙালী মানুহ আছে।

**কনক**— আমাৰ ইয়াতো তেনে মানুহ আছে কলিতা। সুৰেন্দ্ৰ বেনাৰ্জ্জী বি-এল, এই দলৰে এজন গুৰি ধৰোঁতা। তেওঁৰ লগত বহুতো মানুহ সংশ্লিষ্ট আছে। তেওঁ মুখত অসমীয়াৰ লগত বৰ ভাল; কিন্তু ভিতৰে; ভিতৰে তলে পুতল। তেওঁ এই আন্দোলনৰ কৰ্ণধাৰ। মোৰো মন টিপি চাইছিল। পিচে ভাল মজা পালি দিছোঁ বাপেকে। তেওঁ কিন্তু কম বদ্মাইচ নহয়। তেওঁ নতুনকৈ অহা "ৰিফিউজি'ৰ দল এটাত সোমাই পৰিছে। এইবোৰক নি ক'ৰবাত বহুৱাই বঙালী স্কুল পাতি, বঙালী শিকাই "বৃহত্তৰ বাংলা" গঠন কৰা মতলবত আছে। "ইলেক্‌চন"'ত উঠিবলৈও তেওঁ তলে তলে যো-জা কৰিছে। এতিয়া তেওঁ ৰিফিউজিৰ দালাল হৈছে। "ৰিফিউজি লোন" "এগ্ৰিকালচাৰ লোন" "ফিচাৰী লোন" আদি কৰি চৰকাৰৰ সমস্ত ধাৰৰে ভাগ লৈ ৰিফিউজিৰ নামে কিছু দৰ্খাস্ত কৰি টকা আনে। আধা ৰিফিউজিয়ে পায়, আধা তেওঁ লয়। বৰ্ত্তমান তেওঁৰ অৱস্থা অত্যন্ত টনকিয়াল।

অতুল— কি কৰিব সেন, আমাৰে দোষ। আমাৰ যিবিলাক প্ৰতিনিধি "চেণ্ট্ৰেল'লৈ পঠাও তেওঁলোকেও ভালকৈ বোলাবলৈ গৈ, তেওঁলোকৰ কথাতে হয়ভৰ দিয়ে। প্ৰতিবাদ কৰিব দূৰৈত থাওঁক তেওঁলোকে ওলোটাই আকৌ আমাকহে গালি পাৰে।

এনেতে অৰুণা আৰু কমলা আহে। অৰুণাৰ গাত মিহি চাদৰ বেঙেনা বুলীয়া। মেখেলা পাটৰ। কমলাৰ মেখেলাও পাটৰ। চাদৰখন নিজে বই লোৱা মিহি সূতাৰ।

পৰি-পাতিৰে দুয়ো লাহে লাহে বাহিৰৰ পৰাই মাত লগায়—'সেন আছেনে? অ' সেন" বুলি কৈ অৰুণাই ঘপহকৈ সোমাই যায় আৰু হঠাতে অতুলৰ আগত থিয় হয় গৈ। অতুলৰ চকুই চকুই পৰাত অপ্ৰস্তুত হয় আৰু পিচুৱাই আহে। তাই লাজত পৰে। কনকে মাত দিয়ে—"আহ'ক আহ'ক হাজৰিকা। আহা কমলা, বহাহি।" তেওঁ উঠিগৈ দুয়োকে আগবঢ়াই আনি আৰামী বেঞ্চখনত বহিব দিয়ে। দুয়ো বহে। কনকে পুনৰ কয়—"মই বৰ সুখ পালোঁ। মোৰ নিমন্ত্ৰণ যে নেওচা নিদিলে; তাৰ বাবে ধন্যবাদ।" কমলালৈ চাই ক'লে— এখেতেই মোৰ বন্ধু কলিতা, কমলা।" কমলাই হাতযোৰ কৰি অতুলক নমস্কাৰ কৰে। অতুলেও হাঁহি মাৰি হাতযোৰ কৰি প্ৰতি নমস্কাৰ জনায়। তাৰ পিচত কনকে অতুলক কয়—"এইজনীয়ে কমলা বৰুৱা, কলিতা যাৰ কথা মই আপোনাক আগতে কৈছিলোঁ; আৰু এইজনী হল অৰুণা হাজৰিকা। পেঞ্চসনপ্ৰাপ্ত চবডেপুটি কলেক্টৰ প্ৰকাশ হাজৰিকাৰ একমাত্ৰ জীয়েক।" অতুলে হাঁহি হাঁহি কয়—"এখেতক মই আগতেই চিনিছোঁ। নমস্কাৰ অৰুণা দেৱী।" অৰুণাৰ ফালে চাই হাতযোৰ কৰি নমস্কাৰ কৰে। অৰুণাই হাতযোৰ কৰি লাজতে তলমুৰ হয়। তাইৰ লাজ আৰু বিৰক্তিত গাল মুখ ৰঙা পৰি উঠে। কি মস্কিলত পৰিল ইয়ালৈ আহি! যাক ঘৃণা কৰে তাৰ লগত আলাপ কৰিবলগা হ'ল। এনেতে কমলাই মিচিকিয়া হাঁহি মাৰি ক'লে—"তেখেতৰ মুখে মই আপোনাৰ নাম শুনি আছোঁ। চাবলৈ বৰ হে'পাহ আছিল; আজি দেখা পালোঁ।"

অতুলে হাঁহি মুখে ক'লে— "দেখাযে পালে তাক বুজিলো; কিন্তু হে'পাহ পলাল নে নাই তাকতো বুজা নগল।" কনক আৰু কমলাই হাঁহি দিলে। অৰুণাৰো হাঁহি উঠিল; কিন্তু হাঁহি বন্ধ কৰি তলমুৱা হৈয়ে ৰল। কমলাই এবাৰ অৰুণাৰ ফালে কেৰাহীকৈ চালে আৰু হাঁহি হাঁহি অতুলক কলে—"তাক জানি আপোনাৰ লাভ নাই।

কনক — বাৰু আপোনালোক বহক। মই ভিতৰৰ পৰা আহোঁ।

কমলা— কিয়?

কনক —নিমন্ত্ৰিত অতিথিক শুশ্ৰুষা নকৰিলে হব জানো?

কমলা—আমি আপোনাক অতিথি সেৱাৰ পুণ্য দিবলৈ অহা নাই। আহিছোঁ এখেতক চাবলৈহে।

অতুলে হাঁহি প্ৰশ্ন কৰিলে—"মোক চাবলৈ?"

কমলা— হয়, আপোনাক চাবৰ বাবে আহিছো।

অতুলে হাঁহি হাঁহি ঘৰ ভৰাই পেলালে। ক'লে— "বেছ হঁহুৱালে আপুনি। ময়ো এটা চাবলগীয়া বস্তু নে? পৃথিবীৰ আচৰিত বস্তুৰ তালিকাত মোৰ নামটোও ভৰ্ত্তি হল নেকি? অৱশ্যে হবৰে কথা; কাৰণ মোৰ গাৰ বৰণ যেনে ঢোৰাকাউৰীৰ দৰে, মুখৰ গঢ় যেনে চিম্পাজীৰ দৰে আৰু শৰীৰৰ গঠন যেনে ভেকুলীৰ দৰে পেটে-মুৰে ককালে সমান, তাৰ্তে চাই অনুমান কৰিব পাৰি বোধ হয় ময়ে, পৃথিবীৰ সৌন্দৰ্য্য প্ৰতিযোগিতাত প্ৰথম হম। বাৰু সঁচাকৈয়ে কওকচোন, পৃথিবীৰ এই আচৰিত জীৱটিক দেখি আপোনাৰ কেনে লাগিল?

কমলা—আপুনিতো চেলেকি চাব পৰা বস্তু নহয় যে তিতা, কেহা জ্বলা, লুণীয়া, টেঙা নাই বা মিঠা আদি ষড় ৰসৰ কিবা এবিধ বুলি কব পাৰিম।

অতুল—"ধন্যবাদ। বাস্তৱিক মই আপোনাৰ উপস্থিত বুদ্ধিক নশলাগি নোৱাৰিলোঁ। তৰ্ক যুদ্ধত মোৰ পৰাজয়, মই স্বীকাৰ কৰিছোঁ। অৱশ্যে মই আগতেই অনুমান কৰিছোঁ যে, যি-ঠাইত মোৰ বন্ধু মহাধনুৰ্দ্ধৰ সেন মহাশয়ে পৰাজিত হৈ বন্দীত্ব স্বীকাৰ কৰিবলৈ মনস্থ কৰিছে; তাত মোৰ দৰে টিপচি চৰাইৰ আৰু কিমান সময়? মই সসন্মানে আত্ম-সমৰ্পণ কৰিলোঁ। অনুগ্ৰহ কৰি যুদ্ধৰ সামৰণি মাৰি সেনক যাবলৈ অনুমতি দিয়ক নহ'লে, পিয়াহত প্ৰাণ যায় বুলি যাত্ৰাপাৰ্টিত চিঞৰি দিয়াৰ দৰে চিঞৰি দিম— পানী — পানী।" কথা শুনি সকলোটিৰে হাঁহি উঠিল। কমলাই ব্যঙ্গ কৰি কলে—"তেন্তে যাওঁক সেন মই দিছোঁ অনুমতি।" কনকে নাটকীয় ভঙ্গী কৰি কবলৈ ধৰিলে—

শিৰোধাৰ্য্য দেৱীৰ আদেশ।
যাওঁ মই—
তুৰন্তে আহিম ঘুৰি
শত্ৰুকুল কৰি মষিমুৰ ;
বন্দী কৰি আনি আজি "চাহ সম্ৰাটক"
নিবেদিম তব চৰণত।

কনক থিয়েটাৰতযোৱাৰ দৰে দৌৰি প্ৰস্থান কৰিলে। আটাইয়ে হাঁহিত খুন্দ পৰিল। হাঁহি হাঁহি অতুলে কৈ গ'ল—"চমৎকাৰ অভিনয়। বন্ধু সেন অভিনয়ত বেছ পাকৈত হৈ পৰিছে। তেখেতৰ ব্যঙ্গ ৰচনা বাস্তৱিক সুন্দৰ। তেখেতে সুবিধা

পালে ফিল্মজগতত খ্যাতি অৰ্জন কৰিব পাৰিলেহেঁতেন; কিন্তু দুৰ্ভাগ্য আমাৰ অসমত তাৰ ভাল ব্যৱস্থা নাই; আনকি "ষ্টুডিও" এটাকে আজিলৈ অসমত পাতিব নোৱাৰিলে। এইবোৰ সুবিধাৰ অভাৱত কিমান অভিনেতাৰ যে নেপথ্যত জীৱন অতিবাহিত হৈছে তাৰ লেখ-জোখ নাই। দেশৰ এইবোৰ অভাৱৰ কথা ভাবিলে সঁচাকৈয়ে দুখ লাগে। আমাৰ মানুহৰ উচ্চ চিন্তা, উচ্চ আদৰ্শ একো নাই। কেতিয়ানো এই নিদ্ৰামগ্ন জাতিটো জাগি উঠিব, কেতিয়ানো আমাৰ মানুহৰ চকু মেল খাব মই ভাবি পোৱা নাই।"

কমলা—কি কৰিব কলিতা। আমাৰ দেশখন তেনেকুৱাই। আমি আমাৰ মাজত কাজিয়া কৰিব পাৰোঁ; কিন্তু কোনো ডাঙৰ কাম কৰিব নোৱাৰোঁ।

এনেতে কনক সেনে এজন ল'ৰাৰ হাতত চাহৰ "ট্ৰে"খন দি সোমাই আহিল। ল'ৰাজনে সকলোৰে আগে আগে চাহৰ কাপ দি যায়। কনক সেনে নিজৰ বিছনাখনতে বহে। চাহ লৈ অহা দেখি হাঁহি মাৰি অতুল কলিতাই ক'লে—"অ' চাহ সম্ৰাটক বন্দী কৰি লৈ মিষ্টাৰ সেন সশৰীৰে উপস্থিত। ধন্য বীৰ আপুনি সেন। ইমান কম সময়ৰ ভিতৰতে যে শত্ৰুকুল নিৰ্ম্মুল কৰি চাহ সম্ৰাটক বন্দী কৰি কাপত ভৰাই আনি আমাৰ আগত হাজিৰকৰিলে, তাৰ বাবে নথৈ ধন্যবাদ।"

কনক—পিচত কথা হব, আগতে সোনকালে গৰ্বিত গৰম চাহক আপোনাৰ উদৰ কাৰাগাৰত সোমাই থওক।

অতুল—(গম্ভীৰ স্বৰে) "তেন্তে সেয়ে হওক। ধৰক আপোনালোকেও আক্ৰমণ কৰক।" বুলি কৈ চাহত হোপা মাৰিলে। তেওঁৰ কথাত বাকীবোৰে হাঁহি দিলে। পিচত গোটেই কেইজনে চাহ খালে।

কমলা—চাহ কিন্তু বেছ বঢ়িয়া হৈছে।

কনক—তুমিতো কবাই।

অতুল— "সেইবোৰ যিকি নহওঁক, আমি সকলোৱে কেৱল বক্তা হৈ বকি আছোঁ; কিন্তু আমাৰ মাজৰে এজনে দেখো নীৰৱ শ্ৰোতা হৈহে বহি আছে। ইয়াৰ কাৰণ বোধ হয় আমাৰ কথাবোৰ নিশ্চয় মনঃপুত হোৱা নাই।" কথাষাৰ কৈয়ে অতুলে কেৰাহীকৈ এবাৰ অৰুণাৰ ফালে চায়। অৰুণায়ো এবাৰ কেৰাহীকৈ চায়। তাকে দেখি কমলাই মিচিকিয়া হাঁহি মাৰি ক'লে—"আমাৰ 'অৰু' বাস্তৱিক ৰাণীৰদৰে গম্ভীৰ। সকলো সময়তে যেই সেই কথা নকয়; কিয়নো হঠাতে কেতিয়াবা স্ব-শাসিত হৃদয় ৰাজ্যখন কোনোবাই আক্ৰমণ কৰি কাঢ়ি নিব পাৰে। এই ভয়তে তাই য'তে ত'তে যেনে তেনেকৈ কথা নকয়।"

অৰুণাই শাসনৰ সুৰত ক'লে—"তই বৰ দুষ্ট। মই তোৰ লগত কলৈকো নাযাওঁ।"

কনকে হাঁহি মাৰি কয়—"এওঁৰ হৃদয় চাহাৰা মৰুভূমি । তাত প্ৰেমৰ শীতল বাৰিধাৰা নবয়।"

অতুল—আপুনি তেনে মন্তব্য নকৰিব সেন। আপোনাৰ সম্পূৰ্ণ অন্যায় হৈছে। মৰুভূমিৰ মাজতো যে শান্তিদায়িনী মৰুদ্যান থাকে ; তাক আপুনি নাজানে নেকি? তিৰোতাৰ অন্তৰ যিমানেই কঠিন নহওঁক , যিমানেই মৰুভূমিৰ দৰে নীৰস নহওক, তাৰ ভিতৰত কোনো ঠাইত নিশ্চয় প্ৰেমময়ী , স্নেহময়ী মৰুদ্যান থাকিবই। আপুনি আবিস্কাৰ কৰিব পৰা নাই। চাহাৰাত যে কিমান সুন্দৰ মৰুদ্যান আছে, সৰুতে ভূগোলত পঢ়া নাছিল জানো?

কনক— অৱশ্যে মই আবিষ্কাৰ কৰিব পৰা নাই; সঁচা কথা।

কমলা—আপুনিয়ে বাৰু এবাৰ চেষ্টা কৰি নাচায় কিয় কলিতা; কিজানি এখন ধুনীয়া মৰুদ্যান আবিষ্কাৰ কৰিব পাৰেই।

অৰুণাই চকু থিয় কৰি কৈ উঠিল "তই বৰ দুষ্ট কমলা, মই আৰু নাথাকো।" তাই থিয় হৈ যাবলৈ উদ্যত হয়।

কনকে ক'লে—"কলৈ যায় আপুনি? বহক?" অৰুণাক বহুৱাই থৈ ব্যঙ্গ কৰি কমলাক কয়—"তুমি মোৰ নিমন্ত্ৰিতা অতিথিক অপমান কৰিছা তাৰবাবে তুমি দণ্ডনীয় হবা।" কমলাই ভেম কৰা চুতা কৰি কয় "তেন্তে ময়ে বাহিৰ হওঁ । মই কিবা অনিমন্ত্ৰিতা নেকি?" এই বুলি কৈয়ে কমলাই বাহিৰ ওলাই যায়। কনক পিচে পিচে উঠি গৈ কৈ যায়— "তুমি কলৈ যাবা কমলা; যোৱাৰ আগতে তোমাক মই আইৰ কোঠাত বন্দী কৰি থৈ আহিম।" তেওঁ নাটকীয় বচন মাতি নাটকীয় ধৰণে ওলাই যায়। তাকে দেখি অতুলে হাঁহি মাৰি কয়—"বেছ আমোদ-প্ৰিয় মিষ্টাৰ সেন আৰু কমলা দেৱী, নহনে হাজৰিকা?" অতুলে অৰুণাক প্ৰশ্ন কৰে। অৰুণাই মুখখন এপাচিমান কৰি তলমুৱা হৈ নমতাকৈ বহি থাকে। কামটো নীৰৱ। মাত্ৰ অৰুণা অতুল। কৌশল কৰি কমলা আৰু কনক দুয়োকো অকলে এৰি বাহিৰ হৈ গ'ল। অৰুণাই বহুত সময় নীৰৱে বহি থকা দেখি অতুলে পুনৰ ক'লে—"আপুনি নামাতে কিয় হাজৰিকা।"

অৰুণা— মই আপোনাক ঘৃণা কৰো।

অতুলে হাঁহিৰে ঘৰ মুখৰিত কৰি দিয়ে। তাৰ পাচত কয়— "সেইটো মই জানো? মই আপোনাক শ্ৰদ্ধা কৰোঁ অৰুণা দেৱী। মই আপোনাক ভাল পাওঁ।

অৰুণাই অতুলৰ চকুৰ ফালে চাই উত্তৰ দিয়ে— "মোক আপুনি শ্ৰদ্ধা কৰাৰ কোনো প্ৰয়োজন নাই আৰু ভাল পাবলৈ কোনো অধিকাৰো নাই।

অতুলে ক'লে গম্ভীৰ ভাৱে— প্ৰয়োজনৰ তাগিদাত কোনেও কাকো শ্ৰদ্ধা নকৰে আৰু অধিকাৰৰ দাবী লৈয়ো কোনেও ভাল নাপায়। শ্ৰদ্ধা ভক্তি প্ৰয়োজনৰ বাহিৰত। তাৰ উপৰি ভাল পোৱাত কাৰো অধিকাৰ অনাধিকাৰ প্ৰশ্ন নাহে অৰুণা দেৱী। মহম্মদক মই ভাল পাওঁ। হিন্দু হৈ মহম্মদক ভাল পাবলৈ মোৰ কোনো অধিকাৰ নাই; তথাপি মোৰ অন্তৰে ভাল পায়। ভালপোৱা অন্তৰৰ নিজস্ব বৃত্তি। ই কাৰো অধিকাৰ অনাধিকাৰলৈ বাট নাচায়। প্ৰেম হৃদয়ৰ ধৰ্ম্ম। ই যুক্তি তৰ্কৰ বাহিৰ। মানুহে মানুহক ভাল পায়।"

অৰুণা— যদি ভালপায়; তেন্তে কিয় সিদিনা আমাক অপমান কৰিলে?

অতুল— মইটো একো অপমান কৰা নাই। যদি কিবা কৈছোঁ, তেন্তে সি একমাত্ৰ কৰ্ত্তব্যৰ অনুৰোধত পৰি।

অৰুণা— পৰৰ চাকৰ এজনক ফুচুলাই নি লোকৰ অসুবিধা কৰাটোও কি আপোনাৰ কৰ্ত্তব্যৰ অনুৰোধ।

অতুল — বাৰে বাৰে এই ফুচুলাই নিয়া অপবাদটো নিদিব অৰুণা দেৱী। চাকৰৰ বাৰু কি প্ৰয়োজন মোৰ ? যদি তেনেই বিশ্বাস কৰিছে, তেন্তে আপুনি নিজে গৈ লৈ আহিব। কিন্তু মনত ৰাখিব — যদুৰ সন্মতিতহে এই কাম হব পাৰিব; নহ'লে মই ধনী ক্ষমতাশালী হাজৰিকা বুলি পৰোৱা নকৰোঁ। তাৰ অসন্মতিত মই তাক নিবলৈ নিদিওঁ। মই আপোনালোকক ভালহে পাওঁ - ভয় নকৰোঁ এই কথাও মনত ৰাখিব।

অৰুণা— "বাৰু দেখা যাব আপোনাৰ পৌৰুষ। আমিও চাম আপোনাৰ বীৰত্ব কিমান।"

এনেতে কমলা সোমাই আহে। তাইৰ মুখত হাঁহি। হাঁহি হাঁহি কয় — "ইতিমধ্যে তোৰ মুলাকাত হৈ গ'ল নেকি আৰু?" অৰুণাই খং কৰি কয় — "তয়ে মুলাকাত কৰি থাক, কাৰ লগত কিমান পাৰ; মোক নকবি" — বুলি কৈ উচাৎ মাৰি গুচি গ'ল; কমলাই হতভম্বৰ দৰে ভেবা লাগি চাই ৰ'ল। তাই ক'লে "কি হ'ল এই আঁকৰী জনীৰ? কিবা খং তুলিছিল নেকি কলিতা?"

অতুল — "মই খং তুলোৱা নাই। নিজে নিজে খং খাইছে।

কমলা— তাই বৰ অভিমানী ছোৱালী। তাইৰ চৰিত্ৰ বৰ জটিল। এতিয়াই

হাঁহি মাৰি স্ফুৰ্ত্তি কৰিব, যেন তাইৰ দৰে ৰাংঢালী ছোৱালী কোনো নাই — যেন চিত্ৰলেখীজনীহে, পিচ মুহূৰ্ত্ততে আকৌ এনে মূৰ্ত্তি ধাৰণ কৰিব যেন মহিষমৰ্দ্দিনী ভগৱতীহে — সকলোকে মৰ্দ্দিত কৰি, মথিত কৰি চুৰমাৰ কৰি দিব। বৰ আচৰিত চৰিত্ৰৰ ছোৱালী তাই। কিয় তাই এনে চৰিত্ৰৰ ক'ব পাৰেনে আপুনি ?"

অতুল — স্বাভাৱিক। আপুনি নিশ্চয় বায়ুৰ কথা জানে। যি মৃদু মন্দ সমীৰণে পুৱা-গধূলি ৰিব ৰিব কৈ বলি মানুহৰ দেহ মন জুৰ কৰে সেই মলয় হিল্লোলেই সময়ত আকৌ প্ৰচণ্ড ধুমুহাত পৰিণত হৈ গছ-গছনি, ঘৰ-দুৱাৰ উচ্ছন্ন কৰি সকলোৰে অন্তৰত মহাভীতিৰ সঞ্চাৰ কৰে। কোমলতাৰ অন্তৰত কাঠিন্য আৰু কাঠিন্যৰ বুকুতে কোমলতা নিহিত আছে, ই সৃষ্টিৰ বিধান।

কমলা— অনুগ্ৰহ কৰি আপুনি অলপ বহিব। মই পাৰোঁ যদি তাইক ফিৰাই আনো।

অতুল — যাওঁক। ময়ো ভিতৰৰ ফালে গৈ মিষ্টাৰ সেনক লগ ধৰোঁ আৰু খুৰীদেউকো মাত লগাওঁ।

কমলাই অৰুণাক বিচাৰি ৰাস্তাৰ ফালে যায়। অতুলে কনক সেনৰ মাকৰ কোঠাত প্ৰবেশ কৰে।

## ন

সুৰেন্দ্ৰ বেনাৰ্জী উকিলৰ ঘৰ। উকিলে তেওঁৰ ড্ৰইং ৰুমত বহি কিবা নথি-পত্ৰ চাই আছে। এনেতে প্ৰকাশ হাজৰিকা সোমাই আহে। উকিলে হাজৰিকাক দেখি মুৰ তুলি চায়। হাজৰিকাই চালাম দিয়ে– "গুড্ ইভিনিং বেনাৰ্জী মশায়।" বেনাৰ্জীয়ে থিয় হৈ চালাম কৰি মিচিকীয়া হাঁহিৰে "আসুন আসুন হাজৰিকা! বসুন বসুন।" বুলি চকী এখন আঙুলিয়াই দিয়ে। হাজৰিকা বহে। উকিলো বহে মুখা - মুখিকৈ। উকিলে হাজৰিকাক চিগাৰেটৰ বাহটো আগবঢ়াই খাবলৈ কয়– " চিগাৰেট খান। কথেকে এলেন ?"

হাজৰিকাই চিগাৰেট এটা জ্বলাই মুখত ভৰাই ক'লে– "বাড়ী থেকে এলুম-- একটা জৰুৰী কাজ নিয়ে।"

উকিল– আচ্ছা! কি কাজ বলুন ত'?

হাজৰিকা— আমাৰ একটা জমিৰ মামলা লেগেছে।

উকিল— খুলে বলুন।

হাজৰিকা— আমাৰ প্রায় দুশ বিঘে জমিতে ৰায়ত ছিল। ওদেৰ সঙ্গে আমাৰ ঠিকাৰ ধানেৰ বন্দোৱস্ত ছিল। তবে এখন ওৰা আমাকে ধান দিবে না বলে জানিয়েছে, আৰ জোৰ কৰে ধান কেটে নিয়ে চেয়েছে। তাই আমি কেচ কৰতে বাধ্য হলুম।

উকিল— তবে পুলিচ লাগিয়ে ওদেৰ গ্রেপ্তাৰ কৰা ভাল হবে।

হাজৰিকা — আপনি আমাৰ পুৰানো বন্ধু। এখন আপনাকে সমস্ত কথা বললুম। আপনি যা কৰতে হয় কৰুন। আপনাৰ ওপৰই আমাৰ ভৰষা। টাকাৰ জন্যে ভাববেন্ না।

উকিল— না, না, টাকা নিয়ে কী হবে? বন্ধুত্ব জিনিষটা টাকা পয়সাৰ চেয়ে অনেক উৰ্দ্ধে। আচ্ছা, আমি চেষ্টা কৰে দেখবো। আপনি একটা কাজ কৰবেন। পুলিশ অফিচাৰেৰ সঙ্গে আলাপ কৰবেন। না হয় দু চাৰ্ শ দেবেন, তাতে আপনাৰ লোকসান হবে না।

হাজৰিকা— আমিও তাই ভাবছি। আচ্ছা, আমি এখন থানায় যাব। আপুনি কেসটা "টেক্আপ" কৰবেন।

"আমি সৰ্বক্ষণ আপনাৰ জন্যে আছি। কিছু ভাবনেন না।" উকিলে চিগাৰেটটো হোপা মাৰি ক'লে। হাজৰিকাইয়ো চিগাৰেট হুপে। দুয়োৰো ভিতৰত ক্যাচ সম্বন্ধে বহুত আলোচনা চলে। বুদ্ধি কৌশলৰ নানা ফন্দি পাঙি দুয়ো মেল কৰে। ৰাতি প্রায় ন মান বজাত হাজৰিকা উঠে। উকিলে দেখে "বৃহত্তৰ বাংলা" গঠনৰ সপোন, আৰু হাজৰিকাই কল্পনা কৰে— মাটিবাৰী আত্মসাৎৰ কল্পনা।

সেই ৰাতিয়ে হাজৰিকা গৈ পুলিচ অফিচাৰৰ ঘৰ পালে। দাৰোগা জন তেতিয়া ক'ৰবাৰ পৰা আহি পোছাক খহাব ধৰিছিল। হাজৰিকাক দেখি বহিব দি অহাৰ কাৰণ সুধিলে। হাজৰিকাই ঘটনাটো সংক্ষেপে ক'লে। কথাটো কি দাৰোগাই জানিব খুজিলে। হাজৰিকাই ক'লে— "হয় কথাটো তেনেই। মই যি কলোঁ তাৰ এক আখৰো মিছা নহয়।"

দাৰোগা জনে মূৰ খজুৱাই ক'লে— "হলেও কথাটো জটিল। চিন্তা কৰি চাব লাগিব।"

হাজৰিকা— ইয়াৰ বাবে মই যি হয় পাঁচ, দহ শ টকা খৰচ কৰিবলৈও সাজু আছোঁ। আপুনি একো কৰিব নালাগে; কেৱল সিহঁতক গ্রেপ্তাৰ কৰি থানাত হাজিৰ

কৰিব মাত্ৰ। পিচৰ খিনি মই কৰিম।" এই বুলি কৈ টকা পাঁচশ উলিয়াই দাৰোগাক দিয়ে।

দাৰোগা-- হলেও কথাঁটো "ইল্‌লিগেল।" আমাৰ পক্ষে দিগদাৰ আছে।

হাজৰিকাই চালাম কৰি ওলাই আহে। দাৰোগাই চালাম দি বিদায় দিয়ে। হাজৰিকা জীপখনত উঠি গুচি যায়। দাৰোগাই মিচিকিয়াই হাঁহি হাঁহি টকা পাঁচশ গণি লৈ ভিতৰ সোমায়।

## দহ

ৰিজাৰ্ভৰ মাটিত পামধৰা খেতিয়ক সকলৰ অৱস্থা ভাল নহয়। আগেয়েও তেওঁলোকৰ পুৰণি বস্তিত মাটি-বাৰী নাছিল। অৱস্থা টনকিয়াল হব কেনেকৈ? ঘৰ-দুৱাৰ সজাত, গৰু কিনাত অৱস্থা পৰিহে গৈছে। দুই এঘৰত বাহিৰে বেচি ভাগৰেই অৱস্থা শোচনীয়। তেওঁলোকে অৱশ্যে এখন সৰু গাওঁৰ দৰে হৈবাস কৰিছে। কল, বাঁহো দুই-এচোপ উঠিব ধৰিছে।

পুহা আৰু অনেকৰে অৱস্থা বৰ দুখ-লগা। পুহা অকলশৰীয়া মানুহ। মণ্ডলাইঁতৰ লগত লগা কাজিয়াৰ অন্ত পৰিছে। দুয়ো ঘৰে এতিয়া আগৰ দৰে মিলা-প্ৰীতিৰে চলিছে। তেওঁলোকে যি মাটিৰ বাবে কাজিয়া কৰিছিল, সেই মাটি হাজৰিকাই আত্মসাৎ কৰাত দুয়োঘৰ একগোট হ'ল। কাৰণ বশতঃ শত্ৰুতা হয়, কাৰণ আতৰিলে শত্ৰুই মিত্ৰ হয়।

পুহাৰ ঘৰৰ পৰিয়াল তিনিজন। পুহা, ঘৈণীয়েক পাৰ্বতী আৰু পুতেক নবীন। নবীন সৰু লৰা। জাৰকালিৰ ৰাতিপুৱাৰ ৰ'দ কেৰা বৰ মিঠা। পুহাৰ ঘৈণীয়েকে আগ চোতালত ৰ'দ লগাই লগাই পুতেকক ভাত খুৱাব ধৰিছে। বাহিভাত, তাতে আঞ্জা নাই। সি নাখায়।। কান্দে। মাকে পুতৌ কৰি গা পিহি পিহি খুৱাবলৈ যত্ন কৰে।

পাৰ্বতী--- হুঁক দে বোপা খা. এই আলুপোৰাৰে দুগৰাহ মান খাই উঠ।

নবীন--- নাখাওঁ যা। মোক গাখীৰ দে । উ উ । (কান্দে)

পাৰ্বতী--- মই গাখীৰ ক'ত পাম বাছা? গাই এজনী আনিব ধন থাকিলেহে। পিতেৰাই কোনোমতে বুঢ়া হালোৱা হালকে যোগাৰ কৰিব নোৱাৰে। তোক কোনেকৈ

গাই আনি দিব? খা বাছা, খাই উঠ। মোক দিগ্‌দাৰ নিদিবি।

নবীন— উহু মই নাখাওঁ । মোক গাখীৰ দে।

সি কান্দি কান্দি ভাতৰ কাঁহী দূৰলৈ ঠেলি দিয়ে। এনেতে পুহা আহি ওলায়। সি পুতেকৰ ওচৰত বহি কয়— "হ' কদে বাছা খা। মই কালি তোক এটা গাই আনি দিম। কালিৰ পৰা গাখীৰ খাবলৈ পাবি। আজি খা মইনা।"

সি সান্ত্বনা দিবলৈ তাক কয়। নবীনে বিশ্বাস কৰি শোধে– "কালি মোক গাই দিবি? গাখীৰো দিবি?"

পুহা— "দিম দে। আজি খা বাছা। নাকান্দিবি। উহ্ ৰাম্!" পাৰ্বতীয়ে হুমুনিয়াহ কাঢ়ে। পুহাই মূৰে কপালে হাত দি বহে--এডাল টাঙোনৰ ওপৰত।

পুহা— ই ফালে ঘৰত এটা পইচা নাই; সিফালে তাক লাগে গাই। ভৰাঁলত এটা ধান নাই। আনফালে হাকিমে নিদিয়ে ধান কাটিবলৈ।' কেতিয়াবা নিজেও মৰিম আনকো মাৰিম বাপেকে। জ্বালা-যন্ত্ৰণা আৰু সহিব নোৱাৰা হৈছোঁ।

হেন সময়তে প্ৰাণেশ্বৰ আহি ওলায়। সি বকৰা মানুহ. দুৰৰ পৰাই কৈ আহে -- "অ--অ পুহা কাই। ঘৰত--আ— আছানে?"

পুহা– কোন? প্ৰাণেশ্বৰ বাপু নেকি? আহ আছোঁ আহ,। পুহাৰ কথা শুনি প্ৰাণেশ্বৰ সোমাই আহে।

প্ৰাণেশ্বৰ— "ত-তই দেখোন ওলোৱা না-নাই। ৰাই--জৰ--মা--মানুহে গোসাই ঘৰৰ চো--চোতালত লগ হৈ, চা--চাই আছে। ও--ওলা--সোনকালে। তোক--নি--নিবলৈ মো--মোক--প--পঠাইছে।" --বৌৱেকলৈ চাই সোধে-- "তু-তুমি দে-দেখো ৰ'দত বে-বেছ আ--আৰাম ক-কৰি পুতেৰাক ভা--ভাত খুৱাইছা।"

পাৰ্বতী— হয় বাপু। ই বোলে ৰ'দত হে ভাত খায়। বহা বাপু। পাৰ্বতীয়ে পীৰাখন আগবঢ়াই দিয়ে। প্ৰাণেশ্বৰ চোতালত বহে। পাৰ্বতীয়ে সোধে– "হাকিমে বোলে ধান কাটিবলৈ নিদিয়ে কি কৰিবা?"

প্ৰাণেশ্বৰ--- নি--নিদিয়া কথা সঁ--, সঁচা। পিচে তা--তাৰ কথা আ--আমি কি--কিয় শু--শুনিম? আমাৰ জঙ্গল জুৰা মা-মাটিত সি প--পট্টা ক--কৰে? ম--মই সিদিনাতে তা--তাৰ মূৰটো গু-গুড়া কৰিলোঁহেঁতেন। পিচে পা-পাঠক আতৈ আৰু ক--কলিতাই হে বা--বাধা দিলে। আজি আ--মি ৰাই--জে ও--ওলাইছোঁ ধা-ধান কাটিবলৈ। ক--কছাৰী বি--লাকো স--সহায় কৰিবলৈ আ--আহি--আহি--ছে নহয়।

পাৰ্বতী— সিহঁত হাকিম চাহাব মানুহ বাপু; যদি জেলত দিয়ে তেন্তে?

প্ৰাণেশ্বৰ— আ—আমাৰো অতুল ক—লিতা আ—আছে নহয়। বে—বেটা হাকি- -মক তেওঁ ঢোকে—ঢো-কে পানী খুৱা—ব। লগতে তেওঁৰ—ব -বন্ধু কনক সে—নো- -আহিছে ন—হয়—চ—চহৰৰ পৰা। আ—আজি কিন্তু কথা স— সৰু ন—নহব দে বউ। কি—কিবা টো হ—হব আজি।

পাৰ্বতী— একো গণ্ডগোল নকৰিবা বাপু। সিদিনা তোমালোকৰ আৰু আমাৰ কাজিয়া লাগিছিল; আজি ভাঙিছে; কিন্তু সিহঁত ডাঙৰ মানুহৰ লগত কাজিয়া লাগিলে সহজে নাভাঙে—জেলত দিহে এৰিব। চাই-চিন্তি কাম কৰিবা বাপু।

প্ৰাণেশ্বৰ— এ— একো ভ—ভয় নাই—ব—বউ। অ' অ' ককাই। ওলালি নে?

পুহা— মোৰ নো ওলোৱা নোলোৱা কি ? কাচিখন লৈ গলেই হল আৰু। বল বাৰু।

পাৰ্বতী — তুমি অলপ আগবাঢ়া বাপু। ককায়েৰাই দুটি কিবা খাই যাওক।

প্ৰাণেশ্বৰ — তে-তেন্তে খোৱা ককাই। কি-কিন্তু-সোন-কা-কালে আ-আহিবা। ৰা-ৰাইজে চা-চাই আছে। ম-মই আহিলোঁ।

প্ৰাণেশ্বৰ গ'ল। পুহাই ঘৈণীয়েকক সুধিলে —"কিনো খাবলৈ দিবি ? আজি দেখো ভাত ৰান্ধিবলৈ চাউল এটাও নাই ! খুৱাবি কি ?"

পাৰ্বতী — কালি ৰাতিৰ পঁইতা ভাত কেইটামান আছে। চাৰিটামান আলু পুৰি থৈছোঁ। তাকে খাই যা।

পুহা — কালি ৰাতি দেখোন আধা সেৰ মানহে চাউল আছিল। দুজনে খাইছোঁ; আৰু ৰ'ল নে ?

পাৰ্বতী — দুজনে খোৱা নাই ; এজনেহে খাইছে। মই খোৱা নাই।

পুহা — কিয় ?

পাৰ্বতী — আৰু বোলে কিয়। আজি যে ধান কাটিবলৈ যাবা। কি খাই গ'লাহেঁতেন?

পুহা — তই লঘোণে থাকি মোলৈ থৈছ ? কালি ৰাতিও খোৱা নাই আৰু আজিও খাবলৈ একো নাই ; তেনে স্থলত মই ভাত কেইটা খাই যাম? নাই, মই নাখাওঁ। তয়ে খাবি। মই আহিলোঁ।

পাৰ্বতী — নহয় নাযাবা। খাই যোৱা। নহলে মই বৰ দুখ পাম।

পুহা — তই কি খাবি ?

পাৰ্বতী — মই ঘৰত থকা তিৰোতা মানুহ ; লঘোণে থাকিলেও চলিব পাৰিম। কিন্তু তুমি পথাৰত কাম কৰা মানুহ ; এই ৰ'দে-বতাহে কাম কৰি নোখোৱাকৈ কেনেকৈ থাকিবা ? মোৰে শপত, খাই যোৱাহি ।

তাইৰ করুণ মিনতি আৰু সজল চকু জুৰিয়ে পুহাৰ অন্তৰত আৱেগৰ বান তুলিলে। সি একেথৰে পাৰ্বতীৰ ফালে চাই ৰ'ল। এই জনীয়ে তাৰ তিৰোতা — যি জনীক অলপ কথাতে সি চৰ, লাঠি, ভুকু সততে মাৰি থাকে। উহ্ কি মৰম — কি চেনেহ আছে এইৰ অন্তৰত। সি আজি উপলব্ধি কৰিলে। আৱেগত সি পাৰ্বতীৰ ওচৰ চাপি গ'ল। লাহেকৈ তাইৰ পিঠিত হাত দি ক'লে — "নবীনৰ মাক !"

— "কি ?"

—"মই মৰি নগলোঁ কিয় নবীনৰ মাক।" তাৰ বেদনাতুৰ অন্তৰত দৰিদ্ৰতাৰ কৰাল মূৰ্ত্তিটোৱে আহি বাৰে বাৰে নিৰ্ম্মম আঘাত কৰে। তাৰ চকু চল্‌চলীয়া হয়। নিজৰ ল'ৰা তিৰোতাক আজি সি নিজ চকুৰে অনাহাৰে থকা দেখিব লগা হৈছে। ইয়াতকৈ জানো কিবা বেচি দুখ সংসাৰত থাকিব পাৰে? যিয়ে লঘোণ পৰিছে তেওঁহে বুজিব পাৰিছে — ইয়াৰ জ্বালা কেনে যন্ত্ৰনাদায়ক, কেনে বেদনাদায়ক।

পাৰ্বতী — তুমি অসন্তোষ নকৰিবা।

তাই আৰু কব নোৱাৰা হয়। ৰিহাৰ আঁচলেৰে চকুলো মচি নবীনক কোলাত তুলি এহাতেৰে সাবট মাৰি ধৰি আৰু আন হাতেৰে ভাতৰ কাঁহীখন লৈ ভিতৰলৈ যায়। মজিয়াত কাঁহীখন থৈ, পুতেককো নমাই থয়। তাৰ পিচত পীৰা-পানী যোগাঁৰ কৰি দি গিৰীয়েকক ভাত দিয়ে। পুহাই বিষন্ন বদনে ভাত খাবলৈ বহে।

## এঘাৰ

খেতি পথাৰ। হাতত কাঁচি লৈ পুহা, মণ্ডলা, জলতি, প্ৰাণেশ্বৰ, ৰংনাথ, ৰামকে ধৰি খেতিয়কৰ দলটো আগবাঢ়ি যায়। পিচে পিচে দাফা, লপাং আদি কছাৰীসকল যায়। সকলোবিলাকে গৈ পথাৰত বহে আৰু ধঁপাত খায়। ধানবোৰ পকিছে। দেখিবলৈ ধুনীয়া হৈছে। ধঁপাত খাই উঠি সকলো বিলাকে ধান কাটিবলৈ ধৰে। অলপ সময়ৰ

ভিতৰতে বহুত ধান কটা হয়। ধানৰ মুঠিটো বান্ধি বান্ধি জলতি পাঠকে কয় — "কাট বোপাইহঁত, সোনকালে কাট। তিনি চাৰি দিনৰ ভিতৰতে ধান কটা শেষ হ'ব লাগিব।"

পুহা — হ'ব খুৰা, হৈ যাব।

মণ্ডলা — চালা হাকিমে মানুহ দুনুহ যোগাৰ কৰি অনাৰ আগতে আমি ধান কাটি লৈ যাব লাগিব। নহ'লে সি মৈমনসিঙীয়াক লগাই কাটি নিব।

এনেতে কথা কৈ কৈ কনক আৰু অতুল পথাৰত উপস্থিত হয়। ধানবোৰ দেখুৱাই দি অতুলে কয় — "এয়ে আমাৰ খেতি পথাৰ সেন। এই ধানবোৰকে ৰাইজে কাটিব ধৰিছে।"

কনক — সুন্দৰ খেতি কলিতা। বৰ বঢ়িয়া মাটি।

অতুল — নতুনকৈ ভঙা খিল মাটিত ভাল খেতি হয় সেন। আপুনি দেখোন জানেই যে খিল মাটিৰ উৰ্বৰা শক্তি বেছি।

কনক — হয়।

তেওঁলোক দুয়ো গৈ ধান কাটি থকা ৰাইজৰ ওচৰ চাপে। তেওঁলোকক দেখি মানুহবিলাকে তেওঁলোকৰ ফালে চায়। জলতি পাঠকে ধান কাটিব এৰি তেওঁলোকৰ কাষ চাপে। মানুহবিলাকে তেওঁলোক দুয়োৰে বিষয়ে কোৱা-কুই কৰে। কনক আৰু অতুলে ৰাইজক নমস্কাৰ জনায়। জলতি পাঠকে নমস্কাৰ কৰি কয় — "আপুনিও আহিছে সেন ডাঙৰীয়া? নমস্কাৰ। অতুল বোপা আহা; দুয়োজন আহিলা যেতিয়া ভালেই হ'ল। আপোনালোকে ধান কাটি যাওক ৰাইজ।"

ইতিমধ্যে দুই-চাৰিজন মানুহ আহি তেওঁলোকৰ ওচৰ চাপে। পাঠকে ধান কটা নৰাৰ ওপৰত গামোচা খন পাৰি দি ক'লে—

"বহা বোপা।"

কনক আৰু অতুলে তৎক্ষণাত কৈ উঠে — "নালাগে আতৈ। আমি শুদা নৰাৰ ওপৰতে বহিব পাৰিম।" দুয়ো শুদা নৰাৰ ওপৰতে বহিল।

জলতি — যা, প্ৰাণেশ্বৰ, বোপাইঁতলৈ দুগিলাচ চাহ লৈ আহগৈ। আমি পিচতো খাম।

অতুল — নালাগে আতৈ।

জলতি — নহয় বোপা। ৰাইজৰ বাবে এক থালী চাহ কৰিব ধৰিছে। তই যা প্ৰাণেশ্বৰ।

পাঠকৰ আদেশ পাই প্ৰাণেশ্বৰ দৌৰি গ'ল। হেন সময়তে দাৰোগা পুলিচ সমন্বিতে হাজৰিকা উপস্থিত। দাৰোগাজনে পুলিচ কেইজনক আদেশ দিয়ে খেতিয়ক সকলক গ্ৰেপ্তাৰ কৰিবলৈ। পুলিচসকলে খেতিয়ক সকলৰ হাতত 'হেণ্ডকাফ' দিয়ে। দাৰোগাই কৈ যায়— "আটাই কেইজনকে বান্ধ। পলাব খুজিলে নাইবা কিবা গোলমাল কৰিলে ভৰিত গুলী কৰিবি।"

মণ্ডলাক বান্ধিব যোৱা পুলিচ জনক সি দাবী দিয়ে— "চালা গোলামৰ পো, কাক বান্ধিব আহিছা ? একেচৰে তোৰ.....।" সি পুলিচ জনলৈ চোচা লয়।

দাৰোগাই ধমক দি কয়— 'চুপ কুকুৰ। টেপ টেপ কৰিলে গুলী খাবি।" তেতিয়া লপাঙেও কাচিখন দাঙি খেদি যায়—, 'দাৰ্‌কা চাৰ্‌কা আৰো নাচাং দে আজি।"

দাৰোগাজনে তাকো ধমক দিয়ে— "চুপ ননচেনচ্‌। চোৰৰ।"

লপাঙে খঙতে জ্বলি উঠে— "চোৰৰ বুলিছ? তোক...।"

মণ্ডলা— মাৰা চালাহঁতক। হেৰ ৰামো, হেৰ ৰংনাথ, ধৰ চালা কুকুৰক।

সিহঁতে দাৰোগাক খেদি যায়। দাৰোগা আৰু পুলিচে ৰাইফল দাঙি সঙ্গীনেৰে খুচিবলৈ উদ্যত হয়। মহা হুলুস্থূল লাগে। এনেতে অতুলে আগবাঢ়ি আহি কয়— 'মনে মনে থাকা লপাং। মনে মনে থাকা মঙ্গলা ককাই। চৰকাৰৰ লগত কাজিয়া কৰি লাভ নাই। তেওঁলোকৰ যি খুচি তাকে কৰিবলৈ দিয়া। আইন মুখে যি হয় হব।

তেওঁৰ কথা শুনি লপাং আৰু মঙ্গলা নীৰৱ হয়। এই ছেগতে পুলিচে দুয়োকো গ্ৰেপ্তাৰ কৰে। খেতিয়ক সকলক গ্ৰেপ্তাৰ কৰাৰ পিচত দাৰোগা, পুলিচ আৰু হাজৰিকা অতুলহঁতৰ ওচৰলৈ আহে। দাৰোগাজনে কয়— "মাফ কৰিব কলিতা বাবু; আপোনাকো 'এৰেষ্ট' কৰা হৈছে।"

অতুলে হাত দুখন আগবঢ়াই দিয়ে— "আৱশ্যক বোধ কৰিলে গ্ৰেপ্তাৰ কৰিব পাৰে।"

হাজৰিকাই পিচৰ পৰা দাৰোগাই শুনাকৈ সৰু কৈ কয়— 'গ্ৰেপ্তাৰ কৰক মেধি ডাঙৰীয়া।"

দাৰোগা— আৱশ্যক নকৰে হাজৰিকা।

কনক কাষতে ঠিয় হৈ আছিল। তাচ্ছিল্য কৰি ক'লে— "মোকো গ্ৰেপ্তাৰ কৰাৰ আৱশ্যক আছে নেকি? যদি আছে কৰক।" তেৱোঁ হাত দুখন আগবঢ়াই দিয়ে।

দাৰোগাই হাঁহি মাৰি নমস্কাৰ কৰি কয়— "নমস্কাৰ সেন বাবু। আপোনাৰ লগত আমাৰ একো লেঠা নাই।"

অতুল— তেন্তে এতিয়া বলক কলৈ যাব লাগে।

হাজৰিকাই বিজয়ী গৌৰবেৰে ক'লে— "কলৈ কব নোৱাৰা নেকি?

অতুল— আপোনাক মই সোধা নাই আৰু সোধাৰ দৰ্কাৰো নাই। ওপৰে ওপৰে টেপ টেপাই মাত দি উঠে কিয়?

দাৰোগা— খং নকৰিব কলিতা। আপুনি মনে মনে থাকক হাজৰিকা। মাফ্ কৰিব কলিতা বাবু। এতিয়া আপোনালোক থানালৈ যাব লাগে।

অতুল— ধন্যবাদ। মই প্ৰস্তুত। বলক মেধি। বলক ৰাইজ।"

ৰাইজৰ মাজত চিঞৰ বাখৰ লাগে— "বোপা কলিতা আমাক হুকুম কৰা, এখন ৰাম ৰাৱণৰ যুদ্ধ হৈ যাওক। আমি এনেয়ে যামনে?"

অতুলে ৰাইজক হাতযোৰ কৰি কয়— "আমাৰ কাজিয়া আইনৰ লগতহে ৰাইজ,-এওঁলোকৰ লগত নহয়। মনে মনে বলক তেখেতৰ পিচে পিচে। মই অনুৰোধ কৰিছোঁ—যাতে কোনেও এষাৰো অবাচ্য বাক্য নকয়। বলক মেধি ডাঙৰীয়া।"

"দাৰোগাই পুলিচক ইঙ্গিত দিয়ে আৰু অতুলক কয়— "বলক ৰাৰু। আহক হাজৰিকা। নমস্কাৰ সেনবাবু।"

আগে আগে দাৰোগা, পিচত অতুল, কনক আৰু হাজৰিকা। সৰ্ব্বশেষত খেতিয়ক সকলক বান্ধি লৈ পুলিচসকল যায়।

# বাৰ

খেতিয়কসকলক বান্ধি নি পুলিচসকল থানা পালে। নানা কৌশল কৰি তেওঁলোকক জেলত দিলে। ইয়াৰ গুৰিতে হ'ল সুৰেন্দ্ৰ বেনাৰ্জী উকিল। তেওঁৰ বুদ্ধি-কৌশলত আৰু হাজৰিকাৰ টকাৰ বলত খেতিয়কসকল জেল খাটিবলগীয়া হ'ল। সেইবাবে হাজৰিকাই আজি বেনাৰ্জীক নিমন্ত্ৰণ কৰিছিল। খাই বই উঠি দুয়ো চ'ৰাঘৰত বহিল আৰু কেচ সম্পৰ্কে নানা আলোচনা কৰিব ধৰিলে। হাজৰিকাই ইতিমধ্যে মৈমনসিঙীয়া লগাই ধানবোৰ কাটালে। কেচৰ খৰচখিনি ধানতে ওলাব। বহু ধান পালে। লৰিয়ে লৰি ধান আহিয়েই আছে। দুয়ো চিগাৰেট হুপি থাকে। আলোচনাৰ মাজতে উকিলে ক'লে— "আমি আপনাকে বলেছিলুন না যে, আমি সব ঠিক করে দেবো? মজাৰ কেস বানিয়ে দিলুম। ডাকাতি কেস। বেটাদেৰ ছয় মাস

কৰে জেল হল। আৰ আপনাৰ কিছুই ভয় নাই। Now you are free to do anything you like. তবে একটা কাজ কৰতে হবে। আপনাৰ এই জমিতে কাউকে বসায়ে দিন; নইলে অনাবাদী জমিতে কেউ যদি বসে, তবে উচ্ছেদ কৰা ভাৰী শক্ত হবে।"

হাজৰিকা— হাঁ আমিও তাই ভাবছি। জমি গুলো অনাবাদী কৰে ৰাখলে ভালো হবেনা। এখন আমি কাউকে বসাতে চাই। আচ্ছা বানাৰ্জী মশায়? আপনাৰ হাতে কি কোন লোক নেই যাকে আমি আমাৰ জমিতে বসাতে পাৰি?

উকিল— আছে বই কি! আমাৰ হাতে অনেক ৰিফিউজি ৰয়েছে। আপুনি যদি কিছু মনে না কৰেন; তবে আমি ওদেৰ বসাতে পাৰি। ওৰা গৰীব; কিন্তু খুব ভাল কৃষক।

হাজৰিকা— যদি পাৰেন তো ভালই। ঐ কেসেৰ মতন একটা কিছু কৰে দিন। I shall be obliiigd to you for ever. মই চিৰদিনৰ বাবে কৃতজ্ঞ থাকিম।

উকিল— আচ্ছা। আমি ৰিফিউজিদেৰ আনতে চেষ্টা কৰবো।

হাজৰিকা— খুবই আনন্দ পেলুম বানাৰ্জী। Very nice. আপনাৰ অনুগ্ৰহে আমি মামলাতে জিতেছি, এখন আপনাৰ অনুগ্ৰহে আমি কৃষক পাব বলে আশা কৰি।

উকিল— তাই হবে। কিছু মনে কৰেবেন না। অপনিতো আমাৰ পুৰানো বন্ধু।

হাজৰিকাই হাঁহি ক'লে— বন্ধুৰ জন্যে যদি বন্ধু না কৰে তবে কৰ্বে আৰ কে?"

উকিল— 'আচ্ছা এখন আমি চললুম। পৰে আমি জানিয়ে দেবো। নমস্কাৰ।" বেনাৰ্জীয়ে চালাম দি যাব ওলায়। হাজৰিকাই উঠি চালাম কৰে "নমস্কাৰ। আমি আশায় ৰইলুম কিন্তু। "উকিলে মূৰ দুপিয়ায় ওলাই যায়।" হাজৰিকাই আগবঢ়াই থয়। উকিল যোৱাৰ পিছতে অৰুণা পিতাকৰ ওচৰলৈ আহে।

অৰুণা— পিতা।

হাজৰিকা— কি আই?

অৰুণা— কেচটোৰ কি হ'ল পিতা?

হাজৰিকা— ভাল হৈছে। সিহঁতৰ ছয় মাহ কৈ জেল হৈছে।

অৰুণা— কিন্তু পিতা....

হাজৰিকা— কিন্তু কি আই?

অৰুণা— তেওঁ জানো খেতিয়ক পিতা?

হাজৰিকা— সি খেতিয়কতকৈও মাৰাত্মক আই। সিহে এই কাৰ্য্যৰ গুৰি। সি ইহঁতৰ নেতা।

অৰুণাই তলমুৰা হৈ চিন্তান্বিত হয়। তাইৰ মুখৰ বৰণ মলিন পৰে। কিছু সময় নীৰৱে থাকি শেষত কয়—"আহক পিতা, ফুৰিবলৈ যাওঁ, মোৰ মনটো আজি ভাল লগা নাই।" হাজৰিকাই অৰুণালৈ লক্ষ্য নকৰি এনেয়ে কৈ যায়— "বল বাৰু,— আজি চিনেমাকে চাবি বল।"

অৰুণা তলমুৰা হৈ ওলাই যায়। পিতাকে পিচে পিচে যায়। দুয়ো গৈ মটৰত উঠে। হাজৰিকাৰ মন আনন্দত অধীৰ কিন্তু অৰুণাৰ মন বেদনাত কাতৰ।

# তেৰ

ৰিফিউইজি কেম্প। 'চৰুৱা পমুৱা কিছুমানে ফটা-ছিঁটা কানি-কাথাৰ টোপোলাৰ কাষত বহি হোকা চিলিম যোবা লৈ কথা পাতি আছে। তিৰোতা কিছুমানে বাহিৰতে ভাত ৰান্ধিছে। কিছুমানে ছলিক পিয়াহ খুৱাই আছে। চাৰিওফালে সিঁচৰিত হৈ পৰি আছে বহুত বস্তু। নগ্ন দাৰিদ্ৰৰ শোক লগা ছবি। এটা আৱৰ্জনা আৰু দুৰ্গন্ধময় নিশ্বাসে ঠাই ডোখৰ দুৰ্গন্ধময় কৰি তুলিছে। এই কেম্পলৈকে আহিছে— উকিল। উকিলক কিছুমান ৰিফিউজিয়ে বেঢ়ি ধৰি নানা কথা সুধিব ধৰিছে। শেষত উকিলে ক'লে— "তোমৰা দেখছ তো জমি গুলি, গত কাল? ঐ সব প্ৰকাশ হাজৰিকা হাকিমেৰ জমি। তোমাৰা আবাদ কৰতে বসে যাও। পৰে যা কৰবাৰ আমি কৰবো?

মাতবৰ— আমিতো আইলাম হুজুৰ। তবে আপনাৰ কথাটাৰ ঠাহৰ পাইলাম না।

উকিল— টেৰ না পাবাৰ কথা কি মাতবৰ? আমি কি তোমাদেৰ কখানো অমঙ্গল চিন্তা কৰি?

মাতবৰ— বিছ মিল্লা! এটা কি কইছেন হুজুৰ। আমি ভাবছি যদি আসামীদেৰ মত আমাদেৰো শেষে উঠতে হয়?

উকিল — না না কিছু ভেবো না। যতক্ষণ আমি আছি, ততক্ষণ তোমাদেৰ চিন্তা কৰাৰ দৰকাৰ হবে না। তোমৰা কি দেখনি — কী কৰে আমি তোমাদেৰ "ৰিফিউজি লোন" এনে দিয়েছি ? এখন আমি তোমাদেৰ "এগ্রিকালচাৰ লোন" এনে দেবো। আৰু একটা কথা। তোমৰা বিঘেতে দুমোন কৰিয়া ধান হাকিম বাবুকে দেবে। তিন বছৰ পৰে আমি কৌশল কৰে জমি গুলি তোমাদেৰ নামে পট্টা কৰে দেবো। তোমৰা বাংলা শিখবে আৰ পৰে আমি সমস্ত আসামকে বৃহত্তৰ বাংলায় পৰিণত কৰবো। আমাৰ কথা যদি তোমৰা শুন তবে শিঘ্ৰে কাজ সুৰু কৰে দিও। আমি এখন চললাম। দৰকাৰ হইলে খবৰ পাঠাইও।

উকিলে সিহঁতক ৰিজাৰ্ভত বহিবলৈ দিহা পৰামৰ্শ দি গুচি গ'ল। সিহঁতৰ ভিতৰত আলোচনা চলিল। মাতব্বৰৰ উপদেশ মতে সিহঁতে গৈ ৰিজাৰ্ভত বহিবলৈ স্থিৰ কৰিলে।

# চৈধ্য

গুৱাহাটী জেল। অতুলহঁত জেলৰ ভিতৰত। তেওঁলোকক দেখা কৰিবৰ বাবে প্ৰাণেশ্বৰ, যদু, যতীন আৰু নবীনক কোলাত লৈ পাৰ্বতী গুৱাহাটীলৈ আহে। গুৱাহাটীত কনক সেনক লগত লৈ সিহঁতে জেললৈকে যায়। কনক সেনে জেইলৰৰ পৰা অনুমতি লৈ সিহঁতক জেলৰ ভিতৰলৈ লৈ যায়। সিহঁতে তেওঁলোকক দেখা কৰে। গোটেই বিলাকৰ দেখা-দেখি হোৱাত সকলোৰে চকুলো ওলায়। প্ৰাণেশ্বৰ, যতীন, যদু, পাৰ্ব্বতী, পুহা, মঙলা আদিয়ে চকুলো টুকে। আনকি বুঢ়া জলতিৰো চকুৰ পানী পৰে। অতুলে গহীন আৰু সজলভাবে কনক সেনক দেখা কৰে। কনকৰ চকু খং আৰু দুখত তীব্ৰ আৰু কৰুণ হৈ উঠে। তেওঁ অতুলক কয়, বৰ হতাশৰ সুৰত — "নোৱাৰিলোঁ কলিতা, আপোনাক ৰক্ষা কৰিব নোৱাৰিলোঁ! অনেক চেষ্টা কৰিলোঁ, কিন্তু সকলো মিছা হ'ল। ধনৰ বশ সকলো। সমস্ত আইন আদালত কিনি পেলাইছে। বিচাৰৰ নামত অভিনয়। ভেটিৰ বলত মিছাও সঁচা হৈ পৰিছে। ডকাইতি কেচ যে কি আইনৰ কি ধাৰাত পেলালে মই ভাবিয়ে অবাক।"

অতুল —"কি কৰিব মিষ্টাৰ সেন! দুৰ্ভাগ্যবশতঃ জেলত পৰিবলগা হ'ল। মোৰ কথা ভবা নাই। ভাবিছোঁ এই হতভগা খেতিয়কসকলৰ কথাহে। তেওঁলোকৰ ঘৰত খাবলৈ এটা চাউল নাই, পিন্ধিবলৈ এটুকুৰা কাপোৰ নাই আৰু তেওঁলোকক সোমাই থলে জেলত। এতিয়া তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰ বা কি দশা হয় ভাবিলে বুকু ফাটি যাব খোজে। উহু কি কৰিম!" তেওঁ এটা দীঘল হুমুনিয়া কাঢ়ে। কনকৰ দুখ লাগে। তেওঁ কয় — " দুখ কৰিলে কি হ'ব কলিতা ! যি হ'বৰ হৈছে তাক আৰু নুই কৰিব নোৱাৰি।"

যতীন — আমাৰ কি হ'ব ককাইদেউ ? আমি কেনেকৈ থাকিম ? (কান্দে)

যদু — বাবু ........... (কান্দে)।

অতুল — নাকান্দিবি তহঁতে। তহঁতৰ চিন্তা কৰিবলগীয়া একো নাই। মই যি কৰিব লাগে জেলৰ ভিতৰৰ পৰাই কৰি থাকিম।

কনক — একো ভয় নকৰিবি যতীন। তহঁতক মই লৈ যাম। ককায়েৰা নহ'লেও মইতো আছোঁ।

এনেতে মাকৰ কোলাৰ পৰা নবীনে চিঞঁৰি উঠিল — "পিতা, পিতা, তই ইয়ালৈ কিয় আহিছ পিতা ? মোক যে গাই দিওঁ বুলি কৈছিলি ক'ত দিলি? আহ, মোক গাই দে আহি।" তাৰ থুনুক-থানাক মাতত পিতাকৰ অন্তৰ গলি গ'ল। পুহাই চকুলো মচি মচি ক'লে— "যা বাছা ঘৰলৈ যা।" সি আৰু ক'ব নোৱাৰা হয়— ফেকুৰি উঠে। পাৰ্বতীয়ে ৰিহাৰ আচলেৰে চকুলো মচি কয় — "তুমি মোক কি দিহা দিয়া এতিয়া ? মই কেনেকৈ এই নাবালকক লৈ থাকোঁ? ঘৰত এটা খুদ কণ নাই; তাতে তুমি পৰিলা জেলত। আই ভাই নাই — কোনো বন্ধু-বান্ধব নাই ; কাৰ ওচৰত হাত পাতিম? উহ্ মই কি দিহা কৰোঁ।" তাই উচুপি-উচুপি কান্দে।

অতুল —"নাকান্দিব খুৰীদেউ। ভগবানে দিহা দিব। সংসাৰত মানুহে যেতিয়া হিংসা কৰে, তেতিয়া ভগৱানৰ বাহিৰে কোন সহায় আছে? আপুনি ধৈৰ্য্য ধৰক।"

পাৰ্বতী — "মই কেনেকৈ ধৈৰ্য্য ধৰিম বোপা? মই কি কৰি পেটৰ ভাত মুঠি উলিয়াম?"

জলতি — "কপালত দুখ থাকিলে, দুখ নাযায়!"

মণ্ডলা — "তুমি নাকান্দিবা বৌ। ঈশ্বৰে এটা উপায় দিব। অ'-প্ৰাণেশ্বৰ!"

প্ৰাণেশ্বৰে কান্দি কান্দি কয় — "ককাই দে-দেউ !"

মঙলা — "তই মোৰ কাষলৈ আহ প্ৰাণেশ্বৰ।"

প্ৰাণেশ্বৰ ওচৰ চাপি যায়। মঙলাই গহীনভাৱে কয় — "তই নাকান্দিবি বাপু।"

প্ৰাণেশ্বৰ —"মই এতিয়া কি ক-কৰিম ককাইদেউ ? স-সৰুৰে পৰা তো-তোমাৰ তল-তে চ-চলিছোঁ। ম-মই এতিয়া নিজে কে-কেনেকৈ চ-চলিম ককাইদেউ? ম-মই একো না-নাজানোঁ।"

অতুল —"একো ভয় নাই প্ৰাণেশ্বৰ ককাই। সময় আৰু অৱস্থাই মানুহক পাৰিপাৰ্শ্বিকতাৰ লগত খাপ খুৱাই লয়। আৱশ্যক বা দৰ্কাৰে মানুহক উপযুক্ত কৰি তোলে। এই জ্ঞান-বুদ্ধি মানুহৰ আপোনা-আপুনিয়েই আহে। ভাবিবৰ দৰ্কাৰ নাই।"

মঙলা—"মোৰ এটা অনুৰোধ তই পালন কৰিবি বাপু?"

প্ৰাণেশ্বৰ — "নি-নিশ্চয় ককাইদেউ। কওঁক।"

মঙলা— "শুন প্ৰাণেশ্বৰ, পুহা ককাইদেউৰ বৌ যাতে লোকৰ ঘৰলৈ কটনা কাটিবলৈ যাব নালাগে। আমি জীয়াই থাকোঁতে বৌক তেনে কাম কৰিবলৈ নিদিবি প্ৰাণেশ্বৰ। আমাৰ ভঁৰালৰ পৰা যি ধান লাগে উলিয়াই দিবি। যদি খাবলৈ নাপাই তহঁত মৰ তেতিয়া তেৰোঁ মৰিব— কথা নাই ; কিন্তু তহঁত বাচি থাকোতে তেওঁৰ তেনে বিলৈ হ'বলৈ নিদিবি। আমাৰ ঘৰৰ এজন পৰিয়াল বড়া বুলি ধৰি লবি আজিৰ পৰা। পাৰিবি ?"

প্ৰাণেশ্বৰ —"কি-কিয় নোৱাৰিম ককাইদেউ। নি-নিশ্চয় পাৰিম।"

মঙলা — "আৰু শুন, যতীন আৰু বাপুকো আমাৰ তালৈ লৈ যাবি। সিহঁত দুয়োকো আলাই-আথানি হ'বলৈ নিদিবি। সকলো সম্পত্তি বিক্ৰী গ'লেও এই তিনিটা প্ৰাণীক পুহিবি।"

জলতি — "মানুহ হে আচল সম্পত্তি, প্ৰাণেশ্বৰ। সম্পত্তি মানুহে কৰি লয়। যি মানুহে সম্পত্তিকে তৈয়াৰ কৰে, সেই মানুহ আৰু ডাঙৰ সম্পত্তি। মানুহৰ ওপৰত আৰু একো ডাঙৰ সম্পত্তি নাই। মই জেলত পৰিহে এই ডাঙৰ সত্যটো চিনি পালোঁ!"

ৰংনাথ— "ডাঙৰ ককাইদেৱে কোৱা কথাবোৰ পালন কৰিবা, সৰু ককাইদেউ। ইয়াৰ যেন এক বিন্দু বিসৰ্গও হেৰফেৰ নহয়।"

প্ৰাণেশ্বৰ — "ভয় ন-নকৰিবি ৰংনাথ। তহঁতৰ প্ৰাণেশ্বৰ অ-অশিক্ষিত হ'ব পাৰে কি-কিন্তু সি মানু-হৰ মায়া বুজে।" পাৰ্বতীলৈ চাই সি কয়—"আ-আহা বৌ। আজিৰ প-ৰা-তো তোমালোকৰ ভ-ভৰণ পোষণৰ ভাৰ ম-মোৰ ওপৰত। মই খা-

খালে তু-তুমিও খাবা। মই না-নাপালেহে তুমি-ও না-নাপাবা।"

পাৰ্বতীয়ে চকুলো মচি মচি কয়— "বাপু প্ৰাণেশ্বৰ!"

প্ৰণেশ্বৰ— "উ-উঠা বৌ। না-নাকান্দিবা। আ-আহ যতীন।" সি যতীনহঁতক ওচৰলৈ নিয়ে আৰু পাৰ্বতীৰ কাষ চাপে।

পুহা— "প্ৰাণেশ্বৰ বাপু ! মোৰ নবীনক চাবি।" তেওঁৰ চকু চলচলীয়া হয়।

প্ৰাণেশ্বৰ — "এ-কো চিন্তা ন-নকৰিবা ক-ককাইদেউ।"

এনেতে দাৰোগাই আহি কয় —"সময় পাৰ হৈ গৈছে। আলাপ বন্ধ কৰি বাহিৰ হৈ আহা।" তেওঁৰ আদেশ শুনি সকলোটিয়ে এক কৰুণ দৃশ্যৰ অৱতাৰণা কৰি জেলৰ ভিতৰৰ পৰা ওলায়। কনকৰ তীব্ৰ চকুৰ পৰা যেন জুইৰ ফিৰিঙতিহে ছিটিকি পৰে। অতুলক আৰু জলতি পাঠকহঁতক নমস্কাৰ কৰি তেওঁ প্ৰাণেশ্বৰহঁতক লৈ বিদায় লয়। তেওঁৰ অন্তৰত প্ৰতিশোধৰ ভাবে গজালি মেলে। প্ৰকাশ হাজৰিকা আৰু সুৰেণ বেণাৰ্জীৰ ওপৰত প্ৰতিশোধ লোৱাৰ তীব্ৰ সংকল্প লৈ তেওঁ ওলাই যায়।

## পোন্ধৰ

কমলাই নিজৰ লিখা মেজৰ ওপৰত বহি গান এটা ৰচনা কৰি গুণ গুণকৈ গাই আছিল। তাই এইদৰে গানটোৰ নিজেই সুৰ দিবৰ চেষ্টা কৰিছিল।

তুমি মোৰ জীৱনৰ জেউতীৰে ৰেখা!
তুমি মোৰ পৰাণত জগালা আজি
ৰঙীণ মধুৰ আশা।
তুমি কিয় জগালা আজি
মোৰ হৃদয়ৰ সুপ্ত ৰাগিনী ?
মোৰ হিয়াৰ মাজত
তুমিনো কিয় —
ঢালি দিলা অমিয়া ধাৰা
হে মোৰ প্ৰিয়, হে মোৰ সখা।

এনেতে লাহে লাহে কনক সেন সোমাই আহে। তেওঁ গৈ কমলা বুলি মাত দিয়াত কমলাই গানটো সামৰি থৈ ঘূৰি চাই কয় —"আহক ভিতৰলৈ। বহক।" তাই চকীখন আগবঢ়াই দিয়ে। কনক বহে। কনকৰ কপালত চিন্তাৰ ৰেখা।

কমলাই এবাৰ তেওঁৰ মুখৰ ফালে চাই প্ৰশ্ন কৰে — "কি ভাবিছে ইমানকৈ?"

কনকে হাঁহি মাৰি কয় — "তোমাৰ কথাকে ভাবিছো কমলা।"

কমলা — "মোৰ কথা ভাবিছে।"

কনক— "এৰা, তোমাৰ কথাকে ভাবিছোঁ।

কমলা — "ৰগৰ এৰক। সদায় নাটকীয় ভঙ্গীৰে কথাবোৰ কয় কিয় ? ৰগৰবো এটা সময় আছে।"

কনক — "ৰগৰ নহয় কমলা। এটা বৰ জটিল সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছে।

কমলা — "কি জটিল সমস্যা ?"

কনক — "বোধহয় তুমি শুনিছা যে মোৰ বন্ধু অতুল কলিতাৰ খেতিয়ক বন্ধু সকলৰ সৈতে জেল হৈছে।"

কমলা — "অৰুণাই মোক কৈছেতো ! মোৰ বিশ্বাস হোৱা নাছিল। — তেন্তে কথাটো সঁচা ?"

কনক — "অবিকল সঁচা।"

কমলা — " উহ্ কি আচৰিত । কলিতাৰ জেল। তেন্তে এতিয়া কি কৰিব ?"

কনক — "তাকেইতো ভাবিছো কমলা, কি উপায় কৰা যায়।"

কমলা — "ইমান অন্যায় ভগবানে কেতিয়াও সহ্য নকৰে।"

কনক— থৈ দিয়া তোমাৰ দুৰ্ব্বলৰ ভগবান। ভগবান সবলৰ নহয়। ই মাত্ৰ দুৰ্ব্বলৰ শান্ত্বনাৰ থল। সকলো মিছা—ভুৱা। বাৰু তুমি অৰুণাক লগ পাইছানে?

কমলা— হয়, ৰাতি পুৱাতে তাই আহিছিল।

কনক — বাৰু, তেওঁ কিবা কলে নেকি? কলিতাৰ জেল হোৱাত তেওঁ কেনে পাইছে?

কমলা— ভাল পাইছে।

কনক— কিয়?

কমলা— তাইৰ চাকৰজনক বোলে কলিতাই ফুচুলাই নিছিল। তাৰ উপৰি

সিদিনা হেনো তাইক অপমানো কৰিছিল। সেইবাবে তাই তেখেতৰ জেল হোৱাত ভাল পাইছে। বাৰু, এতিয়া কি উপায় কৰিব?

কনক — মই গম পাইছো যে, প্ৰকাশ হাজৰিকাই সুবেন্দ্ৰ বেনাৰ্জীৰ লগ হৈ ৰিজাৰ্ভৰ খেতিয়ক সকলৰ মাটিত বিফিউজি পমুৱা বহুৱাবলৈ মতলব কৰিছে। যদি পমুৱা বহুৱায়, তেন্তে সৰ্ব্বনাশ হব। তেতিয়া আৰু এই মাটি কোনো কালে অসমীয়া খেতিয়কে নাপাব। সিহঁতৰ অত দিনৰ হাড়-ভঙা পৰিশ্ৰম অথলে যাব। ইয়াৰ উপৰি এই পমুৱাসকলক লৈ সুৰেন উকিলে ৰাজনীতিৰ খেলা খেলিব। এইবাৰ অসমৰ ভবিষ্যৎ আৰু অন্ধকাৰ। দেশ যাব, জাতি যাব, ভাষা বিলুপ্ত হব। অসমক বৃহত্তৰ বাংলাত পৰিণত কৰিব। ইতিমধ্যে পৰ্বতীয়া জাতি আৰু ভৈয়ামৰ অধিবাসীৰ মাজত বিভেদৰ সৃষ্টি কৰিছেই। এতিয়া পমুৱা আনি বহুৱাই সংখ্যাগৰিষ্ঠ কৰিব পাৰিলেই গণতন্ত্ৰৰ নিয়ম অনুসৰি অসমৰ বুকুত বঙালীৰ আধিপত্য আৰু ৰাজত্ব চলিব। এইবাৰ অসম ৰাজ্য যাব কমলা।

কমলা— তেন্তে কি প্ৰতিকাৰ কৰিব?

কনক — প্ৰতিকাৰ আৰু কি? কাবৌ কৰি হলেও হাজৰিকাক বিৰত কৰিব লাগিব; নহলে উপায় নাই। মই তেওঁৰ ওচৰলৈকে যাম। তেওঁ কিন্তু বেনাৰ্জীৰ লগত পৰি, একেবাৰে অমানুহ হৈ গৈছে কমলা। তেওঁ আৰু তোমাৰ বান্ধৱী অৰুণাৰ পিতা হৈ থকা নাই।

কমলা — পিতাকৰ লগত তায়ো বদলি গ'ল। কি যে হ'ল মানুহ দুজনৰ।

কনক – দুখ কৰি বহি থাকিলে আৰু নহব কমলা। এটা কথা কমলা। আমাৰ বিয়াখন এই মাহৰ ভিতৰতে সমাধা কৰিব লাগিব; নহলে বিপদ আছে। মই যি কামত নামিছোঁ তাৰ শেষ ক'ত নাজানোঁ হয়তো সি এটা শোকাবহ, — ভয়াবহ পৰিস্থিতিত পৰিণত হবগৈ পাৰে। মই তাকেই চিন্তা কৰিছোঁ। তুমি কি কোৱাঁ।

কমলা— "নিজৰ বিয়াৰ কথা কবলৈ মোৰ লাজ লাগে।" লাজতে তাই তলমুৱা হয়। কনকে ওচৰ চাপি আহি লাহেকৈ গালত এটা চৰ মাৰি দিয়ে। কমলাৰ গাল-মুখ ৰঙা পৰি উঠে লাজ আৰু আনন্দত। কনকে কয়—'আজলী, লাজ কৰিছা? অৱশ্যে লাজ ভয়, ভক্তি তিৰোতাৰ অঙ্গৰ ভূষণ। কিন্তু, নিজৰ বেদনা নিজে নুবুজিলে আইনে কেনেকৈ বুজিব? লাজত কাজ হেৰায়, টোপনিত ভাত হেৰায় বুলি নাজানানে?" তাইৰ থুতুৰিটোত ধৰি জোকাৰি দিয়ে কনকে। তাই তেওঁৰ চকুলৈ চাই হাঁহি কয়—উ—উ।"

কনক — আইক মই তোমাৰ হাতত গোটাব পাৰিলেই নিশ্চিন্ত হওঁ। মই যিহত নামিছোঁ; তাৰ শেষ নাপাওঁ মানে নেৰোঁ। তুমি মোৰ সহায় হোৱা কমলা। বাৰু তোমাৰ কি মত কোৱাচোন?

কমলা — চকক সুধিহে চাউল বহাব নেকি?

কনক — "এনেকৈয়ে দুৰন্ত কনকক তুমি বশ কৰি লৈছাঁ।" কনকে হাঁহে। কমলায়ো হাঁহে। আবেগত দুয়োৰে অন্তৰ উঠলি উঠে : লাহে লাহে কনক আঁতৰি যায়। কমলাই অনিমেষ নয়নে তেওঁৰ ফালে চাই ৰয়। কনক ৰাস্তাৰ ভাঁজত নেদেখা হৈ পৰে।

## যোল্ল

প্ৰকাশ হাজৰিকাৰ ঘৰ। হাজৰিকা আৰু সুৰেন বেনাৰ্জী "ড্ৰইং ৰুমত" কথা পাতি আছে।

হাজৰিকা— ঠিক হয়েছে বানাৰ্জী। তবে এখন আপনি শীগগিৰ ৰিফিউজিদেৰ বসায়ে দিন; নইলে অনেক বিপদ।

উকিল — হ্যা, হ্যা তা ঠিক। আমি ৰিফিউজিদেৰ ডেকে এনে জমিটা দেখিয়ে দিয়েছি। ওৰা দু একদিন পৰেই বসে যাবে।" এনেতে বাহিৰত কনকৰ মাত শুনা যায়— "আপুনি ঘৰত আছেনে?"

হাজৰিকা—- হয়। কোন আহিছে ভিতৰলৈ আহক।

কনক সোমাই আহে। কনকক দেখি হাজৰিকাই হাঁহিমাৰি চকীখন আঙুলিয়াই দি কয়— 'এস, এস বাবা কনক! এখানে বস।" কনকে চকীত বহে। বেনাৰ্জীক দেখি নমস্কাৰ কৰে।

— "নমস্কাৰ বানাৰ্জী মহাশয়।"

উকিল— "নমস্কাৰ।"

হাজৰিকা— বলুনত কেন এসেছ তুমি?

কণক — অনুগ্ৰহ কৰি অসমীয়াতে কওক। মই অসমীয়া জানোঁ।

হাজৰিকাই হাঁহিমাৰি কয় — "তুমি অসমীয়া জনা বুলি মই শুনিছোঁ। পিচে বঙালী মানুহ দেখি বাংলাতে কব খুজিছিলো।

কনক — মই বঙালী হলোঁ বুলি আপুনি বাংলা কব লাগিল নে? বিশেষকৈ মোৰ তাগিদাতহে মই আপোনাৰ ইয়ালৈ আহিছোঁ। মইহে আপোনাৰ ভাষা কব লাগে। আপুনি আপোনাৰ তাগিদাত মোৰ তালৈ গলে হয়তো, বঙালী মানুহ বুলি জানি বাংলা কব পাৰে; কিন্তু মোৰ তাগিদাত মই আপোনাৰ ওচৰলৈ অহাত আপুনি কিয় নিজৰ ভাষা পৰিত্যাগ কৰি অন্য ভাষা কয়?

হাজৰিকা— তুমি শুনাত ভাল শুনিবা বুলিয়ে মই কৈছোঁ।

কনক — ভঙা, ভঙা বাংলাত কোৱাতকৈ নিজৰ অসমীয়াতে ক'লে বহুত ভাল শুনা গ'লহে'তেন। অসমীয়াৰ মুখত বাংলা একো ভাল শুনা নাযায়; উচ্চাৰণবোৰ বৰ আপচু শুনা যায়।

উকিল— না সেন মশায় সেটা নয়। আপনি কি জানেন্ না বাংলা ভাষাৰ অপৰূপ মাধুৰ্য্যেৰ কথা? বাংলা ভাষাটা এত সুন্দৰ, এত মধুৰ যে তা শুনতেই বৰ মিষ্টি। মিষ্টি ভাষা ভাঙ্গা হলেও মিষ্টি শুনায়।

কনক — বঙালীৰ বাবে বাংলা ভাষা শুনিবলৈ যেনে মধুৰ অসমীয়াৰ বাবে অসমীয়া ভাষা শুনিবলৈও তেনে মধুৰ। নিজৰ মনত নিজৰ ভাষা সুন্দৰ; যেনেকৈ সন্তানৰ মনত নিজৰ মাক সুন্দৰ।

হাজৰিকাই খং কৰি কৈ উঠে— "বাৰু, বাৰু এতিয়া তোমাৰ অহাৰ কাৰণ কোৱা, ভাষাৰ বিচাৰ কৰি লাভ নাই।"

কনক — মই এটা গুৰুতৰ কথাৰ বাবে আহিছোঁ। মই শুনিবলৈ পাইছোঁ, আপুনি হেনো ৰিজাৰ্ভৰ মাটিত ৰিফিউজি বহিবলৈ দিছে, হয় নে?

হাজৰিকা— হয়। কিয়? মোৰ মাটিত মই যাকে তাকে নবহুৱালোঁ, তোমাৰ কি অন্যায় হ'ল?

কনক – হওঁতে মোৰ একো অন্যায় নহয় সঁচা; কিন্তু দেশৰ ঘোৰ অন্যায় হয়।

উকিল — দেশেৰ কী ভাৰী অন্যায় হ'ল বলুনত শুনি?

কনক — আপোনাক কব লগা একো নাই; কাৰণ আপোনাৰ বৃহত্তৰ বাংলা

গঠনৰ সুবিধাৰ বাবেই এইবোৰ ফন্দি পাতিছে। কিন্তু এখেতে অসমীয়া মানুহ হৈ, কিয় নিজৰ ৰাজ্যৰ অমঙ্গল নিজে মাতি আনে?

হাজৰিকা— তুমি বৰ দেশ প্ৰেমিক নোলাবাহে। তুমি বঙালী হৈ অসমৰ কথা ভাবিব লাগিছা কিয় বাপু? অসমৰ ভৱিষ্যত ভাবি তোমাৰ এনে মূৰৰ বিষ কিয়?

কনক — মূৰৰ বিষ নহব কিয়? যি দেশে আশ্ৰয় দিছে, সেই দেশৰ বাবে চিন্তা কৰাটো কৰ্তব্য।

হাজৰিকা— এইবোৰ কথা তোমাৰলোকৰ কৃষক সভা, যুবক সভা, যুৱতী সভা ইত্যাদিৰ আগত কৈ ফুৰাগৈ, মোৰ ইয়াত নহয়।

কনক — আপুনি কিয় অসমীয়া মানুহ উচ্ছেদ কৰি পমুৱা বহুৱায়? ইয়াৰ দ্বাৰা ভৱিষ্যত আপোনাৰহে অন্যায় হব বেচি। মই আজি অসম ৰাজ্যৰ দোহাই দি কওঁ— আপুনি এই বেনাৰ্জীৰ কু-পৰামৰ্শ লৈ হাতৰ কুঠাৰ ভৰিত নামাৰিব। ৰাজ্যৰ ভৱিষ্যত অন্ধকাৰ নকৰিব।

হাজৰিকা— এইবোৰ সংকীৰ্ণ প্ৰাদেশিকতাৰ কথা। দেখা নাই— আজি জগতৰ গতি কোন ফালে ঢাল লৈছে। আজিৰ এই "ইন্টাৰনেচনেলিজিমৰ" যুগত তোমাৰ "প্ৰভিন্সিয়েলিজিম" মাত্ৰ সংকীৰ্ণ— তাৰহে পৰিচায়ক। তোমাৰ মনটো বৰ ঠেক। বহল দৃষ্টিভংগীত তুমি কথাবোৰ ভাবিব নোৱাৰা। কি বঙালী, কি অসমীয়া আমি এক ভাৰতমাতাৰ সন্তান। আমি ইয়াকো ভাবিব লাগিব যে, সমগ্ৰ পৃথিৱীয়ে আমাৰ দেশ আৰু সমস্ত মানুহেই আমাৰ ভাই। ইমান ঠেক মনোবৃত্তি লৈ কি উন্নতি কৰিবা? কি ডাঙৰ মানুহ হবা?

কনক — ডাঙৰ মানুহ মই নহওঁ। ইন্টাৰ-নেচনেলিজিমৰ দোহাই দি ডাঙৰ ডাঙৰ বক্তৃতা কৰি তলে তলে আপোন মানুহকে ঠগি ডাঙৰ মানুহ বলোৱা আৰু মুখৰে বিশ্বভাতৃত্বৰ আদৰ্শ দাঙি ধৰি গোপনে নিজৰ ভাইকে বঞ্চিত কৰি উন্নতি কৰা আদৰ্শ মই পছন্দ নকৰোঁ।

উকিল— আপ্নাৰ ভাবটা বড্ড খাৰাপ সেন মশায়। আমি ভাবতেও পাৰিনি যে আপ্নাৰ মনোবৃত্তি এত নীচ — এত হীন।

কনক — "আৰু আপুনি কিমান উচ্চ মনোবৃত্তিৰ লোক, তাক বহুত দিন পূৰ্বে বাইজে প্ৰমাণ পাইছে — বেনাৰ্জী মহাশয়; আজি আৰু কৈ লাভ নাই। অসমৰ বুকুত "বৃহত্তৰ বাংলা" গঠন বোধহয় উচ্চ মনোবৃত্তিৰে পৰিচয়? আপোনাক চিনিবৰ মোৰ

বাকী নাই। কিন্তু হাজৰিকা মই আপোনাক শেষ বাৰৰ বাবে মিনতি কৰিছোঁ আপুনি এই সৰ্বনাশী কামৰ পৰা বিৰত হওক। দেশৰ সৰ্বনাশ, নিজৰ সৰ্বনাশ, লগতে আপোনাৰ একমাত্ৰ কন্যা অৰুণাৰ সৰ্বনাশ নকৰিব।" অৰুণাৰ নাম লোৱাত হাজৰিকা জ্বলি উঠিল- -চকুৰঙা কৰি কলে— "মোৰ অৰুণাৰ বাবে তোমাৰ কিয় মূৰৰ কামোৰণি উঠিছে?

কনক — তেওঁ মোৰ বান্ধৱী; গতিকে....

হাজৰিকা — থৈ দিয়া তোমাৰ বান্ধৱী-চান্ধৱী। আজি-কালি স্কুল-কলেজত পঢ়া ডেকা ল'ৰা-ছোৱালী বিলাকৰ ভিতৰত এই যে বান্ধৱ-বান্ধৱীৰ দলটো আছে, ইহঁতক মই ঘৃণা কৰোঁ। ইহঁত চৰিত্ৰ-হীন।

কনক অলপ ক্ষিপ্ত হয়। পাচত কঠোৰ স্বৰত কয়— "অলপ সংযত হৈ কথা কোৱাৰ দৰ্কাৰ হাজৰিকা। আপোনাৰ ঘৰ হল বুলি, আপুনি যেই সেই ক'থা কব নোৱাৰে; অন্ততঃ মোক অপমান কৰা উচিত নহয় আৰু সেই অধিকাৰো আপোনাৰ নাই।"

উকিলে টপৰাই মাত লগালে— "সত্য কথা বলতে কি অপমান হবে।"

কনকৰ খং উঠে; ধমক দি কয়— মনে মনে থাকক আপোনাৰ মুখৰ পৰা মই কোনো কথাকে শুনিব নোখোজো।"

হাজৰিকাই খঙেৰে শাসনৰ সুৰত কয়— "খবৰদাৰ, তোমাৰ বৰ বাঢ়া-বাঢ়ি হৈছে বাপু। মোৰ ঘৰলৈ আহি মোৰে অতিথিক অপমান কৰিছা? জানা তুমি কাক কথা কৈছা"?

কনক — জানোঁ! জানোঁ বাবেইতো তেনেকৈ কৈছোঁ।

হাজৰিকা — "প্ৰকাশ হাজৰিকাক তুমি চিনা নাই?" চকু ৰঙা কৰি কয়।

কনক — বহুদিন আগতে চিনিছোঁ। যিদিনা খেতিয়ক সকলক "গ্ৰেপ্তাৰ" কৰি নিছিল সিদিনাতে আপোনাক মই চিনিছোঁ।

হাজৰিকা — চুপ। বাহিৰ হৈ যা এতিয়াই; নহলে মই পুলিচ লগাই বাহিৰ কৰি দিম। পাগল কৰবাৰ। চাকৰি-বাকৰি নকৰি গুণ্ডামি কৰি চহৰে চহৰে মিটিং পাতি ফুৰিব আৰু যাকে তাকে অপমান কৰিব। আঁতৰি যা এই মুহূৰ্ত্তে।

কনকে উচ্চ হাঁহিমাৰি কয় "হাঃ হাঃ। ইমান খং কৰিছে কিয় হাজৰিকা। কাৰ আগত ইমান খং দেখুৱাইছে? পুলিচৰ ভয় দেখুৱাইছে কাক? কনক সেনক? হাঃ হাঃ আপোনাৰ ধনৰ বল আৰু আৰু এই বেলোৰ্জীৰ বুদ্ধিৰ বল কনক সেনৰ ওচৰত কাৰ্য্যকৰী নহব হাজৰিকা। বাৰু এবাৰ "ফোন" কৰি চাওকচোন থানালৈ কেনে ফল হয়?"

কনকে চকীখনত দৃঢ়ভাবে বহে। হাজৰিকাৰ অসম্ভৱ খং উঠে। কিন্তু বেচেৰা নিৰুপায় হৈ যায়। খঙৰ বেগত থিয় হৈ হাজৰিকাই বকিব ধৰে— "জানো তোমাৰ যে সামাজিক প্ৰতিপত্তি আছে আৰু ইয়াকো জানো যে, ৰাজনৈতিক প্ৰভাৱো তোমাৰ যথেষ্ঠ আছে। কিন্তু তুমি ঘৰতে মোক অপমান কৰি যাবা ? দেশত কি আদালত নাই, চৰকাৰ নাই ?

কনক — হাঃ হাঃ খুব আছে হাজৰিকা খুব আছে। নহেলেনো আজি পাঁচ ছয় বছৰে জংগল জুৰি মাটি ভাঙি খেতি কৰা নিচলা খেতিয়ক সকলে ডকাইতি কেচত পৰি জেল খাটেনে ? আইন আদালত আছে; আপোনাৰ দৰে হাকিম উকিলো আছে। তাৰ লগে লগে হাবি কাটি ৰিজাৰ্ভত খেতি কৰা হত ভাগ্য খেতিয়ক সকলো আছে। সকলো আছে হাজৰিকা, সকলো আছে— দেশত কাৰো অভাৱ হোৱা নাই।

কনকৰ উপহাস আৰু তাচ্ছিল্যৰ বাণীয়ে হাজৰিকাক অতিষ্ঠ কৰি তুলিলে। উকিলৰো খং উঠিছিল কিন্তু মনতে দমাই ৰাখিলে। হাজৰিকাই দাঁত-মুখ কামুৰি আগবাঢ়ি গৈ ডাঠকৈ ক'লে "কনক —"

উকিলে হাজৰিকাক গাত ধৰি আনি চকীত বহুৱাই দি ক'লে— "না, ধৈৰ্য্য হাৰাবেন না হাজৰিকা বাবু। ধৈৰ্য্য ধৰুন।"

কনকে নিৰ্ভয়ে নিশঙ্ক হৃদয়ে থিয় হৈ গম্ভীৰ ভাবে কৈ যায়— উতলা নহব হাজৰিকা। আপুনি মোক একো কৰিব নোৱাৰে, আনকি ইচ্ছা কৰা হলে— ময়ে আপোনাক খুন কৰি গুচি যাব পাৰোঁ। কিন্তু কনক সেনৰ আগৰ সেই স্বভাব নাই। আপুনি মোৰ পিতৃ বয়সীয়া মানুহ। অপ্ৰিয় সত্য কোৱা বাবে বেজাৰ নাপাব। কিন্তু ভৱিষ্যতলৈ সাবধান হব। ইমান সময়ে অৰুণাৰ পিতাক বুলি সহ্য কৰি আছোঁ; নহলে গুৱাহাটীৰ এই কনক সেনক ইমান শান্ত দেখা নাপালেহেঁতেন। ভাবি-চিন্তি কাম কৰিব। মনত ৰাখিব এই বেনাৰ্জীৰ পালত পৰিছে যেতিয়া আপোনাৰ আৰু নিস্তাৰ নাই। এতিয়াৰ পৰা দুয়োজনেই গা চম্ভালি ফুৰিব। নমস্কাৰ বেনাৰ্জী মহাশয়।"

কনকে নমস্কাৰ কৰি ওলাই যায়। তেওঁলোক দুয়ো ভেবা লাগি চাই থাকে। অতীতৰ দুৰ্দান্ত কনক সেনৰ চৰিত্ৰ তেওঁলোকে জানে। বৰ্ত্তমান বহুত নম্ৰ আৰু বিনয়ী হৈছে যদিও আগৰ তেজ তেওঁৰ গাত আছে। এই কথাও তেওঁলোকে ভালকৈ বুজে। অন্তৰে অন্তৰে ভয় হয়— কাৰণ তাৰ হাতত গুণ্ডাৰ দল আছিল। কোনে জানে কিজানি এতিয়াও আছে ?

# সোতৰ

বৰ খৰখেদাকৈ কনক সেনে কমলাৰ লগত বিয়াখন পাতিলে। অৰুণাই বন্ধুত্বৰ খাতিৰত বিয়াত উপস্থিত আছে যদিও মনত তিমান স্ফূৰ্ত্তি নাই। নিতান্ত নিৰুপায় হৈহে তাই উৎসৱত যোগ দিছিল। বাপেকৰ লগত হোৱা কনক সেনৰ মনোমালিন্যৰ কথাৰ তাই গম পাইছিল। তাই মনে মনে কনক সেনক বেয়া পাইছিল; লগতে কমলাৰ প্ৰতিও অমনোযোগী হৈ পৰিছিল।

বিয়া হৈ গ'ল। নব-দম্পতিয়ে ফুলশয্যা গ্ৰহণ কৰিলে। কিন্তু কেইদিনমানৰ পিচৰ পৰাই কনক অন্যমনস্ক হৈ পৰিল। তেওঁ ৰাতিপুৱাতে কৰবালৈ ওলাই যায় আৰু ৰাতি বাৰ মান বজাতহে ঘৰলৈ ফিৰে। ইয়াৰ আচল কাৰণ বিচাৰি নাপাই, কমলা মহা চিন্তাত পৰিল। কি হ'ল মানুহজনৰ! মনৰ ভাবো প্ৰকাশ নকৰে; বেচি কথাও নকয়। মেচিনৰ দৰে খায়, যায় আৰু আছে। নিতৌ একে ধৰণ। কমলাই কিমান মধুৰ আলাপেৰে কনকক মুগ্ধ কৰি ৰাখিবৰ চেষ্টা কৰে; কিন্তু সকলো ব্যৰ্থ হয়। নোপোৱাত আসক্তি আৰু পোৱাত বিৰক্তি—ই মানৱ মনৰ ধৰ্ম। এই সত্যকে কমলাই খামোচ মাৰি ধৰিলে। বিয়াৰ আগতে সেয়েহে ইমান হেপাহ আছিল— বিয়া কৰাবলৈ আৰু বিয়াৰ পিচত তাৰবাবেই ইমান অৱহেলা। তাই হতাশ হৈ যায়। কিন্তু তাই তেওঁক সন্দেহ কৰিব নোৱাৰে। বিয়াৰ আগৰেপৰাই তাই তেওঁৰ চৰিত্ৰ জানে। তাই গান ৰচনা কৰে আৰু গাই শুনায় যাতে আগৰদৰে মন ঘূৰে। আজিও তাই কবিতা এটা ৰচনা কৰিছে। কবিতাটোৰ গান আকাৰে সুৰ দিবলৈ তেওঁক আজি তাই অনুৰোধ কৰিব।

মোৰ গানৰ শেষত আছিবা তুমি
গোপন কোণত নীৰৱে;
মোৰ হিয়াৰ মাজত লুকাবা তুমি
ফুলিব হৃদয় গ'ৰৱে।
তোমাক পোৱাৰ আনন্দ -মাজে মোৰ
নোপোৱাৰ যত বেদনা,

পোৱা নোপোৱাৰ মাজতে মাথো আছে
জগত-ৰহস্য ৰচনা।
মোৰ হৃদয় বীণাৰ সুপ্ত ৰাগিণী
বাজিল যিদিনা পৰাণে;
উথলি উঠিল যত অমৃত- প্ৰেম
কঁপাই চিত্ত ঘনে-ঘনে।
সেই কঁপনিৰ মধু-মুৰ্চ্চনামোৰ
জীৱন বিয়পি বাজিছে
জীৱন বীণাৰ তাঁৰত প্ৰতিক্ষণে
মধুৰ ঝঙ্কাৰ তুলিছে।

কমলাই মুৰত ওৰণিখন লৈ মনে মনে পঢ়ি আছিল; এনেতে কনকে ব্যস্তভাৱে সোমাই আহি মাত দিলে 'কমলা! কমলা" হম্‌ঠেকতে উচপখাই উঠি ক'লে "কি কয়?"

কনক— মোৰ ধুতিখন আৰু পাঞ্জাবীটো দিয়া।

কমলা— কৰবালৈ যায় নেকি?

কনক — এৰা, ৰিভাৰ্জলৈ যাওঁ। প্ৰকাশ হাজৰিকাৰ সৈতে যুক্তি কৰি সুৰেন্দ্ৰ বেনাৰ্জীয়ে ৰিজাৰ্ভত ৰিফিউজিবোৰক বহুৱাইছে। যদি ৰিফিউজিবোৰ কলিতাহঁত অহাৰ আগতে নিগাজীকৈ বহি যায়, তেন্তে পিচত আৰু উঠাই দিয়া টান হৈ পৰিব। লগতে কলিতাহঁতৰ মাটি উদ্ধাৰ কৰাও অসম্ভৱ হৈ পৰিব। মই দেখি আহিছোঁ — অসমীয়া খেতিসকলৰ বস্তিৰ চাৰিওফালে ৰিফিউজি পমুৱাবোৰৰ কুঁজা কুঁজা ঘৰবোৰ উঠিছে। শাৰী শাৰী ঘৰ। গুৰি পৰুৱাৰ দৰে শ শ পমুৱা আহি ভৰি পৰিছে।

কমলা— তেন্তে এতিয়া কি কৰিব?

কনক— সিহঁতক উচ্ছেদ কৰিব লাগিব।

কমলা— আপুনি অকলে কৰিব পাৰিব?

কনক— মই অকলে? অসমৰ হাজাৰ হাজাৰ ডেকা ল'ৰা মৰি শেষ হ'ল নেকি যে, মই অকলে হ'ম? দেশখন কি অকল মোৰে?

কমলা— প্ৰায় তেনেই দেখা যায়। দেশত ইমান হাজাৰ হাজাৰ মানুহ থাকে; কিন্তু দেশৰ কামৰ বাবে কেইজনে গুলায়? কেইজনে চিন্তা কৰে?

কনক— চিন্তা কৰিব! মগজু থাকিলেহে চিন্তা কৰিব? সকলোৰে মগজু একে

নহয় কমলা। তাৰ উপৰি দেশ-প্ৰেম সকলোৰে নাজাগে। মুষ্টিমেয় মানুহৰ অন্তৰত হে এই বস্তু লন্তে। হাজাৰ হাজাৰ জনসাধাৰণৰ মাজত দুটা বা এটাহে প্ৰতিভাৱান ব্যক্তি থাকে কমলা। লাখ লাখ মানুহ থাকিলেও সকলোৱে এই বোৰ কথা ভাৱিব নোৱাৰে আৰু ভাৱিবলৈ অৱসৰো নাপায়। জনতাই প্ৰতিভাৱান লোকৰ লগত যোগ হৈ, তেওঁলোকক সহায়হে কৰিব পাৰে। ভাৰতবৰ্ষৰ স্বাধীনতাৰ কথাকে নোচোৱা কিয় ? প্ৰতিভাৱান গান্ধী, জৱহাৰলাল, সুভাষৰ কাৰ্যাত জনগণে সহায় কৰিলে আৰু শেষত তেওঁলোকৰ মতবাদক জয়যুক্ত কৰিলে। প্ৰতিভাৱানবিলাক দেশৰ মগজু আৰু জনসাধাৰণ হাত। মগজুৱে চিন্তা কৰি পথ উদ্ভাৱন কৰে আৰু হাতে তাৰ কৰ্মৰ জৰিয়তে সমাধা কৰে। চিন্তা কৰি উপায় উলিয়াব পাৰিলে, কামত পৰিণত কৰাৰ বাবে মানুহৰ অভাৱ নহব কমলা। দেশত এতিয়াও দেশপ্ৰেমিক ডেকাৰ অভাৱ হোৱা নাই।

কমলা — বাৰু আপুনি কি চিন্তা কৰিছে ? কি বুদ্ধিনো পাঙিছে?

কনক — (হাঁহি মাৰি) তোমাক কব নোৱাৰি কমলা; কাৰণ তুমি জাতিত তিৰোতা।

কমলা—তাৰমানে আপুনি মোক বিশ্বাস নকৰে?

কনক—প্ৰায় তেনেই।

কমলা কিয়?

কনক—ই শাস্ত্ৰৰ বিধান কমলা। "নখিনাং, শৃঙ্গীনাং পস্ত্ৰপাণিনাং
বিশ্বাসং নৈব কৰ্ত্তব্যং
স্ত্ৰীষু, ৰাজকলেষু চ"।

কমলা— যদি দেশৰে কাম হয় তেন্তে কিয় তিৰোতাই তাৰ অংশ গ্ৰহণ কৰিব নোৱাৰিব? তিৰোতাৰ জানো দেশৰ কামত অধিকাৰ নাই।

কনক— নিশ্চয় আছে। পিচে এটা কথাকমলা; কাম নকৰাৰ আগতে কাৰো আগত একো কব নাপায়।

"অ বুজিছোঁ !" তাই অভিমানৰ সুৰত কৈ পিচমুখ দিয়ে।

কনকে তাইৰ মুৰ পিহি দি কয় "অভিমান নকৰিবা কমলা, তুমি সহধৰ্ম্মিণী।"

কমলা— সেইবাবেটো অভিমান কৰিছোঁ। সহধৰ্ম্মিণী হৈ স্বামীৰ কামত সহায় কৰিব নোৱাৰিলে কিহৰ সহধৰ্ম্মিণী হলোঁ?

কনক— তুমি মোক সহায় কৰিবা ? অসৎ কামতো সহায় কৰিবা ?”

“নিশ্চয়।স্বামী যদি অসৎ কামত লিপ্ত হয়—তাৰ পৰা ফিৰাই আনি সৎকামত নিযুক্ত কৰা স্ত্ৰীৰ কৰ্ত্তব্য আৰু যদি স্বামী সৎ কামত আগবাঢ়ে তাত সহায় কৰা স্ত্ৰীৰ ধৰ্ম। বাৰু দেশৰ কাম জানো অসৎ ?”

কনক—উদ্দেশ্য সৎ হব পাৰে; কিন্তু তাৰ কৰাৰ প্ৰণালী সৎ নহবও পাৰে।

কমলা—যদি উদ্দেশ্য সৎ তেন্তে তাত সহায় কৰিম; আৰু যদি পদ্ধতি অসৎ তেন্তে তাৰ পৰা ফিৰাই আনি সৎ পদ্ধতি দিবলৈ যত্নকৰিম।

কনক— মই বঙালী ল'ৰা হৈ বিয়া কৰালোঁ অসমীয়া ছোৱালীক আৰু বঙালী মানুহ হৈ খেদিম বঙালীক। ই জানো সৎ ?

কমলা— প্ৰেমৰ ক্ষেত্ৰত বিদেশী বুলি কথা নাই আৰু আততায়ীৰ ক্ষেত্ৰত স্বদেশী বুলিও অৰ্থ নাই।

কনক— ধন্য কমলা। ধন্য তোমাৰ বিচাৰ বুদ্ধি। বাৰু শুনা তেন্তে—বৰ্ত্তমান মই চাওতাল, নেপালী, কছাৰী আদিক লৈ এটা সংগঠন কৰিছোঁ আৰু সিহঁতৰ দ্বাৰাই বিদেশী পমুৱাক খেদিবলৈ স্থিৰ কৰিছোঁ।

কিহেৰে ?

ধনুকাৰেৰে ।

কমলা (হাঁহি) এই কুৰি শতিকাত বিজ্ঞানৰ এটম্ বোমৰ লগত আপুনি যুদ্ধকৰিব ? হাঁহি উঠে আপোনাৰ কথা শুনি। এক জাই বন্দুক দিলেই যে, আপোনাৰ বিৰাট ফৌজ পলাই পত্ৰং দিব, সেই কথা চিন্তা কৰি চাইছে নে নাই ?

কনক— বিপক্ষৰ হাতত বন্দুক-বাৰুদ একো নাই কমলা। সিহঁতে গুলি মাৰিব কেনেকৈ ?

কমলা— চৰকাৰৰ জানো বন্দুক নাই ?

কনক— চৰকাৰৰ বন্দুক গৈ পোৱাৰআগতে আমাৰ কাৰ্য্য শেষ কৰিম। অতি কম সময়ৰ ভিতৰতে সিহঁতক আমি খেদি দি আহিম।

কমলা—মোৰ কিন্তু ভয় হৈছে, জানোচা............।

কনক— (হাঁহি) বিধবাহবৰ ভয় কমলা ! ইমান সোনকালে কনকসেনৰ নিপাত নহয়। চিত্ৰগুপ্তৰ খাটাত তাৰ আয়ুসৰ অংকটো গোটেই সৰু নহয়।

কমলা— সদায় অমঙ্গলীয়া কথাবোৰ কয় আপুনি ? ইমান সাংঘাটিক কামলৈ

যাব ওলাই মুখখনত আনিছে অমঙ্গলীয়া কথাবোৰ হে।

কনক—তাৰ বাবে তুমি গোসাঁই ঘৰত শৰাই দিয়া গৈ। (হাঁহি)

কমলা—মনে মনে থাকক (ধমক দিয়ে)

কনক—যো হুকুম মহাৰাণী!

কমলা—গুৰুতৰ কথাবোৰকো পেংলাই কৰি উৰাই দিয়ে। ই কিবা তাম্‌চাৰ কথা নেকি?

কনক—কথা তাম্‌চাৰ নহয় দেখিয়েতো তাম্‌চা কৰিছোঁ। পিচে এতিয়া তুমি সহধৰ্ম্মিণীৰ "সহ"টো ৰাখি "ধৰ্ম্ম"টো বাদ দিবা, নে "ধৰ্ম্ম"টো ৰাখি "সহ"টো বাদ দিবা?

কমলা—(হাঁহি) যদি এটাও বাদ নিদিওঁ?

কনক—বাপৰে বাপ কি সাহস! স্বয়ং মূলা গাভৰুৰ পুনৰ মুদ্ৰন নেকি? কুৰি শতিকাত মূলা গাভৰুৰ বীৰত্ব অচল্‌তি। আজি কালিৰ তিৰোতাৰ মহিলা-সভাতহে বীৰত্বৰ প্ৰকাশ দেখা যায়;—ৰণ ক্ষেত্ৰত নহয়।

কমলা—কুৰি শতিকাত যদি আপুনি ধেনুকাঁড়ধাৰী লাচিত বৰফুকন হব পাৰে; তেন্তে মইনো মূলা-গাভৰু হৈ কিয় সমৰ ক্ষেত্ৰলৈ যাব নোৱাৰিম? (হাঁহি)

কনকে ব্যঙ্গ কৰি নাটকীয় ভংগীৰে কয়—

ধন্য তব সাহস কমলা!
ধন্য তব বীৰত্ব বচন।
কিন্তু এবে শুনা বীৰাঙ্গনা-
প্ৰয়োজন নাই তব সমৰ ক্ষেত্ৰত;
থাকা তুমি ৰান্ধনি ঘৰত
আইৰ বাঢ়নী হই-
নৱবধু আলাসৰ লাৰু।

কমলা— মনে মনে থাকক। সকলো সময়তে ব্যঙ্গ-বচন।

কনক— বাৰু বাৰু। পিচে মই এতিয়া যাওঁ কমলা। মোক ধুতি চোলাজোৰ দিয়া।

কমলা— ময়ো কিন্তু যাম। মোকো নিব লাগিব।

কনক— সেইবোৰ পিচৰ কথা। বৰ্ত্তমান মোক পোচাকজোৰ দিয়া।"

কমলাই কাপোৰ আনি দিয়ে। কনকে পিন্ধি উৰি ওলাব ধৰে।

কমলা— মই সহধৰ্ম্মিণী হিচাবে কৈছো যে আপুনি হিংসাৰ পথ পৰিহাৰ কৰি মহাত্মাগান্ধীৰ অহিংসাৰ পথ লওঁক। হিংসাৰে সমস্যা সমাধান নহয়। অহিংসাৰ নিস্ক্ৰীয় প্ৰতিৰোধৰ দ্বাৰাহে সবলকো জয় কৰিব পাৰি। বলেৰে নোৱাৰাজনক প্ৰেমেৰেহে জয় কৰিব পাৰি। আপুনি অহিংসাৰ পথ লওঁক।

কনক চিন্তিত হৈ ওলায় যায়। মনৰ মাজত ভীষণ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়।

## ওঠৰ

পৰ্ব্বতৰ মাজৰ গুহা। হাতত ধনুকাঁড় লৈ এদল চাওঁতাল। পিচে পিচে কছাৰী, নেপালী, মিচিং কাৰ্বি আদি এমখা মানুহ শাৰী পাতি ধনুকাঁড় শিক্ষা কৰিছে। কনক সেনে দূৰৈৰ পৰা লক্ষ্য কৰি আছে। তেওঁৰ আদেশ মতে চাওঁতাল সকলে এওঁলোকক শিক্ষা দিছে। কলাচোলা, কলা পায়জামা, মুৰত ৰঙা ফিতা বন্ধা, মূৰৰ আগফালে চৰাইৰ পাখি গুজি লোৱা। মুখবোৰ কলা ৰঙেৰে কলা কৰি লোৱা। মুঠৰ ওপৰত আটাইৰে ছদ্মবেশ। চিনিবৰ উপায় নাই। তেওলোকৰ ৰচদ-পাতি ওচৰৰ গঞাঁই যোগাইছে। সকলোৰে মত বিদেশী পমুৱা উচ্ছেদ কৰা। কনক সেন হ'ল নেতা। তেওঁৰো চৰ্দ্দাৰ বেশ। মানুহবিলাকক যুজাৰ কাৰণে উত্তেজিত কৰিবলৈ তেওঁ এটা গান ৰচনা কৰিছে। প্ৰতিদিন শিক্ষা আৰম্ভ হোৱাৰ আগে আগে সকলোৱে একেলগে ধনুকাঁড় লৈ সুৰ লগাই এই গানটো গায়।—

বিদেশীক খেদা ভাই, বিদেশীক খেদা
অসম দেশৰ পৰা বিদেশীক খেদা।।
বিদেশীয়ে আমাৰ দেশ লুটিলে
ধন সম্পদ সকলো হৰিলে,
দেশতে আমাক কৰি বিদেশী
বিদেশীয়ে আমাৰ অসম খালে।

মাটি-বাৰী চাকৰি সকলো নিলে
বেপাৰ বণিজ সকলো খালে,
সোণৰ অসম হ'ল আলৈ বিলৈ
ভাষা-কৃষ্টি-ধন-সব নাশিলে।
উঠা, জাগা হে অসমীয়া!
চেতনা কিয় নাইকিয়া!
বিদেশীৰ বৈৰী লাচিত হৈ
কৰাহি শত্ৰুক বুন্দামাৰ।
আহা ভাই চাওঁতাল, মেচ, মিছিং,
আহা ভাই, খাচিয়া, কোচ,কছাৰী,
আগবাঢ়ি আহা—গাৰো মণিপুৰী,
আহোম চুতীয়া, ৰাভা, নগা, মিলি
গাওঁ আহা সমস্বৰে "অসম আমাৰ"
বিদেশীৰ লাগি য'ক, মহা হাঁহাকাৰ।

আটায়ে শাৰী পাতি বীৰ দৰ্পে—গানটো গোৱাৰ পিচত কনকে সৈন্যবোৰৰ মাজত সোমাই বক্তৃতা আৰম্ভ কৰিলে—"চোৰা ভাইহঁত; আজি তোমালোকৰ অসমত বিদেশীৰ কি উৎপাত চলিছে। তোমালোকৰ মাটি বাৰীত জোৰ কৰি সিহঁত আহি বহিছে আৰু তোমালোকক গৃহ-হাৰা কৰি খেদিছে। তোমালোকে দেখিছা যে, বিদেশী পমুৱাৰ গুড়ি পৰুৱাৰ দৰে অবিৰাম যি লানি লাগিছে, সেই লানি যদি বন্ধ নহয়; তেন্তে নিশ্চয় কৈ জানিবা, তোমালোকৰ অসম অসমীয়াৰ হৈ নাথাকে। অসম অসমীয়াৰ নহৈ হবগৈ বিদেশীৰ। তাহানি মুছলমানবিলাকে ভাৰতৰ ঐশ্বৰ্য্য দেখি ভাৰত আক্ৰমণ কৰাৰ দৰে ৰত্নগৰ্ভা অসমৰ প্ৰাকৃতিক ঐশ্বৰ্য্যত মুগ্ধ হৈ বিদেশীয়ে আহি অসম আগুৰি পেলাইছে। তোমালোক চাওঁতাল, মিচিং, কাৰ্বি,. গাৰো, খাচিয়া, কছাৰী, নগা, মণিপুৰী সকলোৱে মিলি এক অসমীয়া বুলি পৰিচয় দি মিলাপ্ৰীতিৰে থাকি এক ভাইৰ দৰে একেলগে বাস কৰিছা—এক অসম মাতৃৰ কোলাত। এই মাতৃক শত্ৰুৱে আক্ৰমণ কৰিছে। তোমালোক মাতৃৰ সন্তান হৈ মাতৃৰ অপমান নীৰৱে সহ্য কৰি থাকিবা? কেতিয়াও নহয়: তোমালোকে শত্ৰুক খেদি লাচিতৰ দৰে দেশৰক্ষা কৰিব লাগিব। জাতি ৰক্ষা কৰিব লাগিব। ভৱিষ্যতে বংশধৰ সকলৰ মঙ্গলৰ বাবে তোমালোকে দেশৰক্ষা কৰিব লাগিব।" কিন্তু.......... । সকলোৱে একেলগে সুধিলে

"কিন্তু কি ?"

কনক— আমাৰ এই পদ্ধতি শুদ্ধ নহয় — ই হিংসাৰ পথ। এই পথ আমি ত্যাগ কৰি অহিংসাৰ পথ লব লাগিব। মহামানব মহাত্মাগান্ধীৰ পথহে শুদ্ধ। আমি জনমত গঠন কৰি বিদেশী বিতাৰণ আন্দোলন সৃষ্টি কৰিব লাগিব। সিহঁতক খেদি দিয়াহে আমাৰ উদ্দেশ্য, বধ কৰা নহয়।

সকলোৱে—আমি নেখেদিলে কোনে খেদিব ?

কনক—চৰকাৰে খেদিব লাগিব। চৰকাৰৰহে খেদা অধিকাৰ। গতিকে চৰকাৰক খেদিবলৈ বাধ্য কৰাব লাগিব।

সকলোৱে— চৰকাৰক কেনেকৈ বাধ্য কৰিব ?

কনক—আন্দোলন কৰি জনমত গঠন কৰি চৰকাৰক বাধ্য কৰিব লাগিব। মেল মিটিং কৰি সমগ্ৰ অসম জাগ্ৰত কৰিব লাগিব আৰু ভাৰত চৰকাৰক বাধ্য কৰাব লাগিব। অসম তথা ভাৰতৰ মাটিৰ পৰা বিদেশীক বহিস্কাৰ কৰিব লাগিব। আমি অতি কম দিনৰ ভিতৰতে আন্দোলন আৰম্ভ কৰিব লাগিব। আজি তোমালোক যোৱা; কাইলৈ আমি পুনৰ আলোচনা কৰিম।

চাওঁতাল চৰ্দ্দাৰ— হামিলোক থিক আছে হজুৰ।

কনক— অহা মঙ্গলবাৰে অমাবস্যা ৰাতি ঘোৰ অন্ধকাৰতে আমি গৈ আলোচনা কৰিব লাগিব। তোমালোক সাজু হৈ থাকা।

কনক— যাবলৈ ওলায়। সৈন্য সকলে জয়ধ্বনি দিয়ে—"বিদেশীক বহিস্কাৰ কৰা।" তিনিবাৰ জয়ধ্বনি কৰি কনকক তেওঁলোকে আগবঢ়াই থয়। কনকে চাওঁতালৰ সাজ পৰিত্যাগ কৰি পুনৰ নিজৰ ধুতি-পাঞ্জাবী পিন্ধি ঘৰলৈ ৰাওনা হয়। তেতিয়া ৰাতি প্ৰায় দোভাগ। কৃষ্ণ পক্ষৰ অন্ধকাৰ ৰাতি। কনকে লগত দুজন সঙ্গী লৈ আন্ধাৰৰ মাজত মিলি যায়।

## উনৈশ

অৰুণাৰ মনটো বৰ বেয়া লাগি থাকে। তাইৰ মনৰ গতি বৰ বেয়া। কলেজলৈও যাবলৈ এৰি দিছে। কনক সেনৰ তালৈতো নাযায়েই; আনকি কমলাৰো এবাৰ খবৰ নলয়। অৰুণাৰ জীৱন নাটৰ পৰা যেন কমলাৰ যৱনিকা পতনহে হ'ল। ঘৰতে তাই

থাকে আৰু পিতাকক ৰান্ধি বাঢ়ি খুৱায়। কাৰো লগত বেচি কথা-বতৰা নকয়। যন্ত্ৰৰ দৰে জীৱন চলাইছে। ৰেডিঅ নবজায়, চিনেমালৈ নাযায়। কিবা কিবি কিতাপ পঢ়ি থাকে মাত্ৰ। দেহৰ ওপৰত নজৰ নাই। সদায় চিন্তামগ্ন। উদ্বিগ্ন মেজাজ। একোবাৰ অতুলহঁতৰ কথা ভাবে। অতুলৰ জেল হোৱাত তাই বৰ খুচি হোৱা নাই। তাই তেওঁক বেয়া পাবপাৰে; কিন্তু জেল দিয়া ভাল নাপায়। দুখ পায় তেওঁৰ কথা ভাবি। বিনয়ী কিন্তু নিৰ্ভীক, বুদ্ধিমান, কিন্তু নিৰহঙ্কাৰ, বিদ্বান. কিন্তু পৰিশ্ৰমী, বলী কিন্তু স ৰল—এনেজন মানুহৰ জেল হোৱাটো তাই বাঞ্ছা নকৰে। একোবাৰ ভাবে যে, পিতাকক কৈ কিবা উপায় কৰি তেওঁক মুকলি কৰি আনিব। কিন্তু পিচ মুহূৰ্ত্ততে মনত পৰে, তাইৰ চাকৰ যদুক লৈ যোৱাৰ কথা। যদু যোৱাৰ পৰা যে কিমান কষ্ট হৈছে তাইৰ। তাইৰ খং উঠে অ তুলৰ ওপৰত। বৰ গৰ্ব কৰি কৈছিল তেওঁ, বৰ দম্ভ কৰিছিল। শিক্ষা পাওঁক। হঠাৎ তাইৰ নাক কোচ খাই আহিছে। পিতাকৰ তাই বেচিকৈ আলপৈচান ধৰে। তাৰ মাজতে মনত পৰে — সেই কথা ফাঁকি-"মই কি কৰোঁ জানে অৰুণা দেৱী? মই আপোনাক ভাল পাওঁ, — শ্ৰদ্ধা কৰোঁ ।" অতুলৰ এই একেষাৰ কথাই তাইৰ হিয়াৰ তন্ত্ৰীত আঘাত কৰে। যদি সচাঁকৈ মোক ভাল পায়,— যদি সঁচাকৈয়ে মোক শ্ৰদ্ধা কৰে? তাই নিজে নিজে প্ৰশ্ন কৰে? সিদিনাৰ তেওঁৰ ব্যৱহাৰ ! —যদুক আনিব যোৱাৰ দিনা কেনে আদৰ সম্ভাষণ —দুপৰীয়াৰ অতিথি সাক্ষাৎ নাৰায়ণ। কি চৰিত্ৰৰ লোক। তাৰ পিচত মনত পৰে — "মই আপোনালোকক ভালহে পাওঁ— ভয় নকৰোঁ।" কি নিৰ্ভীক বাণী। তাইৰ অন্তৰ ভৰি উঠে। অতুলৰ কথা ভাবি ভাবি তাই কাৰো কথা ভাবিবৰ অৱসৰ নাপায়। তাইক যেন অতুলৰ ভূতে পালে।

ইফালে জেলৰ ভিতৰত অতুলহঁতে নানা জীয়াতু ভুগিব ধৰিছে। নিকাৰৰ মাজতো অতুলে ভৱিষ্যতৰ সপোন দেখে। তেওঁ চিন্তা কৰি স্থিৰ কৰে যে, — জেলৰ পৰা ওলাই গলেই সমস্ত খেতিয়কক লৈ সমবায় ফাৰ্ম এখন পাতিব আৰু বিজাৰ্ভৰ সমস্ত মাটি সমবায়ৰ নামত নামজাৰি কৰি লব। তেনে কৰিলে হাজৰিকাই আৰু মাটি নাপায়। খেতিয়কৰ খেতিৰ মাটিবোৰ সমবায়ৰ হব আৰু হাজৰিকাৰ পট্টাৰ মাটিগৱৰ্ণমেণ্টৰদ্বাৰা পেলাই দি "কেন্সেল" কৰাই দিব। তেওঁ চিন্তা কৰে আৰু আলোচনা কৰি এখন "স্কীম কৰে। সেই স্কীম মতে তেওঁলোকে সমবায় "ফাৰ্ম্ম" খুলিবলৈ সন্মত হৈ জেলৰ ভিতৰতে সকলো প্ৰস্তুত কৰে। এইবাৰ হাজৰিকাৰ

শক্তিৰ পৰীক্ষা চাব। তেওঁতো কাৰো অন্যায় নকৰেই আৰু তেওঁৰো অন্যায় কৰিবলৈ কাকো পুনৰ সুবিধা নিদিব। এই সম্পৰ্কে গবৰ্ণমেণ্ট অফিচাৰ কিছুমানৰ পৰাও তেওঁ তলে তলে সহায় ললে; বিশেষকৈ এগ্ৰিকালচাৰ ইনচ্‌পেক্টৰ এজনে তেওঁক ভাল দিহা দিলে। সমস্ত ঠিক-ঠাক কৰি তলে তলে শক্তি বঢ়াই, তেওঁ খালাচৰ দিনলৈ বাট চাই থাকিল। তেওঁলোক খালাচ হবৰো বেচি দিন নাই,আৰু এসপ্তাহ মাথোন বাকী— ছয়মাহ অতীত হ'ল।

# বিশ

বিদেশী পমুৱা বস্তি। সুৰেন উকীল; প্ৰকাশ হাজৰিকা আৰু পমুৱা বিলাকৰ মাজত আলোচনা হৈছে। হাজৰিকা আৰু বেনাৰ্জীক মাজত বহুৱাই পমুৱা বিলাকে চাৰিওফালে আগুৰি বহিছে। হাজৰিকাই সিহঁতক ক'লে—"কিছু ভাবনা নেই মাতবৰ। আমি তোমাদেৰ বড্ড ভালবাসি। তোমৰা এখানে বসবাস কৰো; তোম্‌ৰা যা চাইবে আমি তা দেবো। তোমাদেৰ উকিল বাবু আৰ আমি তোমাদেৰ সহায়। আসামীৰা আৰ কিছু কৰতে পাৰবে না। ভাবনাৰ দৰকাৰ নেই।"

মাতবৰ— আমৰাতো আপনাৰ পৰজা হুজুৰ। আপনি যা কইবেন আমৰা তাই কৰমু।

উকিল—হা মাতবৰ তোমৰা কাজ কৰে যাও। আমি আছি আৰ ওই মালিক ৰয়েছে তোমাদেৰ পিছনে। আসামীৰা তোমাদেৰ সীমানায় পা দিতে পাৰবে না।

মাতবৰ— ওই ভৰসায়তো ৰয়েছি হুজুৰ; নইলে আমাদেৰ কি সাধ্যি আমৰা আসামে থাকতে পাৰি?

হাজৰিকা— এখন আমি যাই। আসুন বানাৰ্জ্জী।

উকিল— তবে আমি; এখন আসি মাতবৰ।

বিদেশী পমুৱাবোৰক দিহা পৰামৰ্শ দি দুয়ো ঘৰলৈ যায়। পমুৱাবোৰে দুয়োকো চালাম কৰি বিদায় দিয়ে।

# এঘাৰ

আজি ছয়মাহৰ ভিতৰত কনক সেন দৰং, নগাওঁ, কামৰূপ আৰু গোৱালপাৰা, এই চাৰিওখন জিলাতে তেওঁৰ দলৰ মানুহ পঠাই বিৰাট আন্দোলনৰ সৃষ্টি কৰিছে। একে লগে চাৰিওখন জিলাতে আন্দোলন চলাব। সকলো ফালে ঠিক-ঠাক। ৰাতি বাৰ বজাৰ পৰা আৰম্ভ কৰিছে। পিচদিনা চাৰিওখন জিলাত বিৰাট মিটিং চলি গৈছে। এনেতে সেই বিদেশী পমুৱা বস্তিত গৈ এটা ভীষণ কাণ্ড কৰিলে। তেওঁ পমুৱা সকলৰ ঘৰত জুই দিবৰ বাবে আদেশ দিলে। ৰাতি প্ৰায় বাৰবজাত কনক সেনে আদেশ দিলে। আদেশৰ হুইচেল বজাৰ লগে লগেই শই শই অগ্নি প্ৰজ্জ্বলিত শৰ তৰা বাজিৰ দৰে গৈ পমুৱাৰ ঘৰৰ ওপৰত পৰিব ধৰিলে। নিমিষৰ ভিতৰতে তৃণ নির্মিত পঁজা হুতাশনৰ কৱলত পৰিল। ক্ষন্তেকৰ ভিতৰতে ভয়ঙ্কৰ অগ্নিকাণ্ডৰ সৃষ্টি হ'ল। পমুৱাবোৰ টোপনিৰ পৰা উঠি "আগুন, আগুন, লেগেছে" বুলি চিঞৰি চিঞৰি, দৌৰী-দৌৰী কান্দি ঘূৰি ফুৰিব ধৰিলে। চাৰিওফালে হাঁহাকাৰ লাগি পৰিল। "নিবাও আগুন নিবাও, জল আনো" ধ্বনিত কাণ তাল মাৰি ধৰিলে। কিন্তু জুই কোনে নুমাব? কোনে পানী দিব? নিৰুপায়। ঘৰবোৰ ভষ্ম হৈ গ'ল। বিদেশীইতে কান্দি কান্দি মুৰত ভুকুৱাই কপালত চপৰিয়াই চিঞৰিব ধৰিলে। ল'ৰা-তিৰোতাৰ আৰ্তনাদ, ডেকা-বুঢ়াৰ চিঞৰ —যেন মহাপ্ৰলয় হে আৰম্ভ হ'ল।

কনকৰ দলে আতৰৰ পৰা অগ্নি নিক্ষেপ কৰিছিল। কনকে দূৰৈৰ জঙ্গলৰ মাজৰ পৰা গতিবিধি লক্ষ্য কৰি আছিল। কোনেও তেওঁলোকক দেখা পোৱা নাছিল। ঘৰবোৰ ছাই হৈ যোৱাৰ পিচত মানুহবোৰ থুপ হোৱা দেখি কনক গুচাই আহিল। বিদেশী বহিষ্কাৰ আন্দোলন সৃষ্টি কৰিবলে এই অগ্নি কাণ্ডৰ সৃষ্টি কৰিলে। অগ্নিকাণ্ডত কাৰ ক'ত কিমান যে জখম হল — তাৰ লেখ জোখ নাই। হাঁহাকাৰ কৰি চিঞৰি-বাখৰি, কোন ক'ত পলাল, তাৰ থান-থিত নাই। ল'ৰা-তিৰোতা ক'ত ৰ'ল, মাক বাপেক কাৰ ক'ত গ'ল খবৰ নাই। নাভূত-নাশ্ৰুত এনে আচৰিত ঘটনা দেখি সকলো বিদেশী পমুৱা বিচুৰ্ত্তি খালে। ৰাতিৰ পৰা যি আক্ৰমণ চলিল সি আৰু বন্ধ নহল। অবিৰাম চলিল। ল'ৰা তিৰোতা এৰি প্ৰাণ লৈ কত জনে পলাল, কিমান খুন হৈ বাগৰি চিঞৰি থাকিল তাৰ ইয়ত্তা নাই।

আক্ৰমণ চাৰি পাঁচদিন চলিল। ক্ৰমে ক্ৰমে বিদেশী পমুৱা লানি লাগি পলাব ধৰিলে। অকল কামৰূপত নহয়—দৰং নগাওঁৰ পৰা ; উত্তৰ ট্ৰাংকৰোড, গোসাঁই কমল আলিয়েদি কেৱল বিদেশী পমুৱাৰ ঢল—মুৰত চিৰা কাথাঁৰ টোপোলা আৰু হাতত হোকা লৈ মতাবিলাক আৰু কাষত কেচুৱা লৈ তিৰোতবিলাক। হাজাৰ হাজাৰ পমুৱা ভটীয়াই যাব ধৰিলে। বাটত বেমাৰতপৰি কত জন মৰিল, খাবলৈ নাপাই কতজনে প্ৰাণ এৰিলে তাৰ আদি অন্ত নাই। কোলাৰ কেচুৱা এৰি মাক গ'ল। ঘৈনীয়েকক এৰি গিৰিয়েক গ'ল। বৃদ্ধামাক-পিতাকক মৰণৰ কৱলত এৰি পুতেক প্ৰাণ লৈ পলাল। এটা ভয়াবহ আৰু শোকাবহ দৃশ্য ! দেখিলে চকুলো ওলায়। মানুহৰ কষ্টৰ সীমা নাই।

চাৰিদিনমান পিচত হাজৰিকাই এই খবৰ পাই অস্থিৰ লৈ পৰিল। "উহ্ ! এই কাণ্ড কাৰ ? কোনে এই কাম কৰিলে ? অতুলহঁত দেখোন জেলত আছে ? কি কথা ?" এনেবোৰ প্ৰশ্নৰ একো উৱাদি হ নাপাই মটৰেৰে ঘটনা স্থলীলৈ গৈ অবস্থা বুজি আহিবৰ বাবে ঠিক কৰিলে। লগতে উকিলকো ললে। উকিলে হাজৰিকাক কথা নকলে। হাজৰিকাই বন্দুকটো কাষতে থৈ মটৰ "ষ্টাৰ্ট"দিছে মাত্ৰ; এনেতে অৰুণা কৰবাৰ পৰা আহি "ময়ো যাওঁ পিতা" বুলি মাত লগালে। অৰুণাও মটৰত উঠিল। মটৰ চলাই দিলে। তেওঁলোক গৈ একেবাৰে ৰিভাৰ্জ পালে। ৰিজাৰ্ভ আৰু আগৰ ৰিজাৰ্ভ নাই। শ্মশানত পৰিণত হৈছে। ঘৰ-দুৱাৰ গছ-বাঁহ সকলো পুৰি ছাই হৈ গৈছে। আধাপোৰা বস্তুৰ গোন্ধে গোটেই ৰিজাৰ্ভ খন দুৰ্গন্ধময় কৰি তুলিছে। মানুহ-দুনুহ নাই। কেৱল দুই চাৰিটা গৰু, পোৱা ঠাইৰ মাজে মাজে ঘাঁহ খাই ফুৰিছে। পমুৱা বস্তি এৰি তেওঁলোক অতুলহঁতৰ গাওঁৰ ফালে গল। গাওঁখন যেন সুদা-সুদা। দুই চাৰিটা ল'ৰা ছোৱালী আৰু তিৰোতাই গল মেলি মেলি মটৰখন চালে; কিন্তু ওলাই নাহিল। ভয়তে তেওঁলোকৰ অঠ-কণ্ঠ শুকাই গৈছে। কোনে এনে কাণ্ড কৰিলে, কোনেও কব নোৱাৰে। এফালে ঘৰৰ মতাবোৰ জেলত ; আনফালে দেশত অগ্নি কাণ্ড। ভয়তে কোনেও বাহিৰ ওলাব নোখোজে। হাজৰিকায়ো কাকো নমতাকৈ গাৱঁৰ অৱস্থা বুজি বাজি ললে। পুনৰ মটৰ ৰিজাৰ্ভলৈ ঘুৰালে। পমুৱা বস্তিত মটৰখন এৰি ইফালে-সিফালে চাই ফুৰিলে। কাৰো মুখত মাত বোল নাই। দুখ আৰু আক্ৰোশত মৰ্ম্মাহত তেওঁলোক। হঠাতে তেওঁলোকে হুইচেলৰ শব্দ শুনিলে। ক্ষন্তেকৰ ভিতৰতে এদল চাওঁতালে আহি তেওঁলোকক বেঢ়ি ধৰিলে। হাজৰিকাই তৎক্ষণাৎ গুলি কৰি চাৰি পাঁচটা চাওঁতাল ধৰাশায়ী কৰি পেলালে। খণ্ডতে জ্বলি উঠি চাওঁতালহঁতে

কাঁড় প্ৰয়োগ কৰিলে। কনক সেনৰ বাধা আছিল কাৰণেহে ইমান পৰে তেওঁলোকে কাঁড় মৰা নাছিল। কিন্তু হাজৰিকাই বন্দুক প্ৰয়োগ কৰাত তেওঁলোক আৰু সেনৰ অনুমতিলৈ অপেক্ষা নকৰিলে। মুহূৰ্ত্তৰ ভিতৰতএখন খণ্ড যুদ্ধ হৈ গ'ল — বন্দুক আৰু ধনুকাঁড়। বহুত চাওঁতাল খুনি হল। কিন্তু বন্দুকৰ গুলি শেষ হলত চাওঁতালহতে হাজৰিকা, উকিল আৰু অৰুণাক ধৰি পেলালে। খণ্ডতে সিহঁতে চকু এটা উলিয়াই পেলালে, ভৰি এখন ভাঙি দিলে। উকিলৰ সোঁহাতখন কাটি পেলালে। অৰুণাকো লাথি, চৰ ভুকু আদি সোধাই অচেতন কৰি পেলালে। হাজৰিকা আৰু উকিল মাৰৰ তাপত মূৰ্চ্চা গ'ল। সিহঁতে তিনিওকো মৰিয়াই শেষ কৰিবৰে দিহা কৰিছিল এনেতে দূৰৈত হুইচেলৰ শব্দ শুনিলে। তৎক্ষণাৎ চাওঁতালহঁত পলাই পত্ৰং দিলে। নিমিষৰ ভিতৰতে সিহঁত নাইকীয়া হৈ পৰিল। 'হাজৰিকাহ'ত তাতে পৰি থাকিল। জঙ্ঘলৰ মাজত গৈ সিহঁতে কনকক সকলো ঘটনা কলে। তেওঁ তৎক্ষণাৎ চাৰিটা চাওঁতাল লগত লৈ হাজৰিকাহঁতৰ ওচৰলৈ বেগে খোজ ললে। হাজৰিকা আৰু উকিলক মাটিত বাগৰি থকা দেখি বৰ দুখ পালে। তেওঁ দুয়োকো মটৰত তুলিলে। লগতে হাজৰিকাৰ বন্দুকটোও ললে; কিন্তু অৰুণাক দেখা নাপালে। তেওঁ আচৰিত হ'ল। কলৈ গল আৰুণা? অৰুণাক যে ইতিমধ্যে তিনিজন চাওঁতালে মনে মনে কৰবালৈ লৈ গল তাৰ গম তেওঁ নাপালে। কিছু সময় বিচাৰি চাই নাপাই আৰু পলম নকৰি মটৰত উঠিল; কাৰণ এনে ভয়াবহ ঘটনাত খৰখেদাকৈ কাম নকৰিলে বিপদ আছে। মটৰত উঠি তেওঁ চাওঁতালৰ সাজ পেলাই দি কোট-পেণ্ট পিন্ধি এজন ভদ্ৰলোক সাজি ড্ৰাইভাৰৰ 'চিট'ত বহি বায়ুবেগে মটৰ চলাই দিলে। তেতিয়া কাণি সন্ধ্যা।

ৰাতি ন টা মানৰ ভিতৰতে আহি মটৰ গুৱাহাটী পালে । মটৰ হাজৰিকাৰ ঘৰলৈ নিনি নিলে— "চিভিল হস্পিটললৈ। "চিভিল হস্পিটেলৰ" গেটৰ মাজেৰে সোমাই নি একেবাৰে চিভিল চাৰ্জ্জনৰ কামৰ সন্মুখত মটৰ ৰাখিলে। মটৰখনৰ সৈতে হাজৰিকা আৰু উকিলক এৰি মটৰৰ পৰা নামিয়েই তেওঁ কাকো দেখা নকৰাকৈ তৎক্ষণাৎ বাহিৰ হৈ গ'ল। তেওঁ জানে যে কোনোবাই যেনে তেনে তেওঁলোকৰ ব্যৱস্থা কৰিব। ইমান ডাক্তৰ, কোম্পাউণ্ডাৰ, নাৰ্চ বেমাৰী আছে কাৰবাৰ নহয় কাৰবাৰ চকুত পৰিব আৰু চিকিৎসাও কৰিব নিশ্চয়। আপাততঃ তেওঁ নিজক বচোৱাহে উচিত। সকলোৰে চকুত ধূলি মাৰি বহুৰূপী কনক সেন তাৰ পৰা নোহোৱা হল।

ইফালে অৰুণাক তিনিজন চাওঁতালে জঙ্ঘলৰ মাজৰ এটা ঘৰলৈ নি শুশ্ৰুষা কৰিলে। চেতনা অহাত তাই জানিব পাৰিলে যে, তাই চাওঁতালৰ হাতত বন্দী হৈছে। নিজৰ অদৃষ্টৰ কথা ভাবি তাই নিজে নিজে শিহৰি উঠিল। সিহঁত যে দুবৃত্ত নহয়, তাৰ কি বিশ্বাস আছে? ভয়ত তাইৰ অন্তৰাত্মা কঁপিব ধৰিলে। ৰাজ্যজুৰি হোৱা এই বিৰাট আন্দোলন, হাঁহাকাৰ—হুলস্থুলবোৰ দমন কৰিবলৈ অসম গবৰ্ণমেণ্টে পুলিচ, চি, আৰ, পি বাহিনী পঠাইছে ঘটনা-সংশ্লিষ্ট স্থানবোৰলৈ। পুলিচ, চি, আৰ, পি, বাহিনীয়ে নিৰ্ম্মম ভাৱে আন্দোলন দমনকৰি ফুৰিছে। কিমানক যে খুন কৰিছে তাৰ লেখ জোখ নাই। চাওঁতাল, কছাৰী যাকে যতে পাইছে বন্দী কৰিছে আৰু থানালৈ চালান দিছে। কত জনক নিষ্ঠুৰভাৱে গুলী কৰি বধ কৰিছে ; তথাপি আন্দোলন থমাব পৰা নাই । দেশ জুৰি আন্দোলন। জুইৰ ফিৰিঙতিৰ দৰে চাৰিওফালে বিয়পি পৰিছে। বিদেশী পমুৱাবোৰক চৰকাৰে বাধা কৰিছে যাবলৈ; তথাপি প্ৰাণৰ ভয়ত সিহঁত গৈয়ে আছে দলে দলে।

এই দেশ জুৰি হোৱা গণ্ডগোলৰমাজতে খালাচ পালে অতুল কলিতাহঁত জেলৰ প ৰা। আজি ছয়মাহৰ মুৰত খালাচ হৈ গোটেই কেইজনে মুক্তিৰ নিশ্বাস এৰিলে। ঘৰৰ কথা মনত পৰি গোটেই কেইজনে কেতিয়া ঘৰ পাওঁ কেতিয়া ঘৰ পাওঁ লগাইছে। তেওঁলোকৰ স্বাস্থ্য বেয়া হৈ গৈছে। আগৰ মানুহজন আৰু এতিয়াৰ মানুহজনৰ ভিতৰত স্বৰ্গমৰ্ত্ত্য তফাৎ। কিছুমানৰ পেটৰ অসুখ , কিছুমানৰ ঘুহঘুহীয়াজ্বৰ আৰু কিছুমানৰ কাহ হৈছে। অতুলৰ চেহেৰা একেবাৰে চিনিব নোৱাৰা হৈছে। ডাড়ি গোফে ভোবকাৰ। চকু গাতলৈ বহিছে, মুখ টেমিংযেন হৈছে । চুলিৰ ৰং বদলি লৈছে। সকলো কেইজনে ঘৰলৈ বুলি খোজ ললে। কিছু দুৰ আহি অতুলে কলে "আপোনালোক যাওঁক পাঠক আতৈ। মই মিষ্টাৰ সেনৰ তাত সোমাই যাওঁ।" জলতি পাঠকে ক'লে "যোৱা বোপা। আমিও যাব লাগিছিল; কিন্তু আজি নোৱাৰিলোঁ। পৰহিলৈ আহিব লাগিব। তেওঁ আমাৰ পৰম বন্ধু। তেওঁ আমাক ৰাজদ্বাৰত আহি সহায় কৰিছিল। শাস্ত্ৰেও কৈছে —

'উৎসৱে ব্যসনে চৈব,
দুৰ্ভিক্ষে ৰাষ্ট্ৰবিপ্লৱে।
ৰাজদ্বাৰে শ্মশানে চ
য:তিষ্ঠতি স বান্ধব: ।।"

তেওঁ আমাৰ পৰম বান্ধৱ। তুমি গৈ আমাৰ খবৰটো দিবা। আমি লাহে লাহে আগবাঢ়োঁ।”

অতুল— ভাল বাৰু।

তেওঁলোক ঘৰলৈ ওভোতে। অতুলে কনক সেনৰ তাঁলৈ খোজ লয়।

## বাইশ

কনক সেনৰ ঘৰৰ আগ চোতালত থিয় হৈ অতুলে মাত দিয়ে—“সেন,—অ সেন, —সেন ঘৰত আছেনে?” ভিতৰৰ পৰা কমলাই কয় ”নাই। বহক কোন আহিছে।” কমলা ওলাই আহি পৰ্টিকৰ দৰ্জা মেলি দি বহিবলৈ চকীখন আগবঢাই দিলে। অতুল বহে। তেওঁৰ বৰকৈ পানী লাগিছে। মাতটো ভাঙিছে। ঘেৰ ঘেৰীয়া মাতেৰে সুধিলে—“সেন নাই নেকি?

কমলাই ক'লে—“নাই”। কমলাৰ মুখৰ ফালে একেথৰে কিছুপৰ অতুলে চাই থাকে। গালমুখ ভৰি উঠিছে। আগতকৈ বগা হৈছে। মুৰত ওৰণি দেখিলে আগৰ কমলা বুলি কবলৈ টান লাগে। অতুলে ভালকৈ চাই লৈ সুধিলে—“মাফ কৰিব মই এটা কথা সুধিব খোজোঁ। বাৰু আপুনি কমলা বৰুৱা হয়নে।”

কমলা— হয়। পিচে আজি কালি মোৰ উপাধি বৰুৱা নহয়, সেনহে।

অতুল— কমলা সেন?

কমলা— হয়-। আপুনি কোন? মই চিনিব পৰা নাই।”

অতুলে হাঁহি মাৰি ক'লে— “মই জেলৰ কয়দী।”

কমলা শিয়ৰি উঠে। দেশত এই গণ্ডগোল। সেন ঘৰত নাই তাতে আহিল— অচিনাকী এজন কায়েদী। তাইৰ বুকুখন কঁপি উঠিল। সুধিলে—“তেন্তে ইয়াত কিয়?”

অতুলে আগৰ দৰে ডাড়ি-গোঁফৰ মাজেৰে সুন্দৰ হাঁহি বিৰিঙাই ক'লে “সেনক মোৰ দৰ্কাৰ আছে।”

কমলা— সেন আপোনাৰ কি হয়?

অতুল— ভাই হয়।

কমলা—তেখেতৰতো ভায়েক নাই।

অতুল—স্বদেশী ভায়েক নাই; কিন্তু বিদেশী ভায়েক আছে।

কমলা—আপুনি কোন, সঁচাকৈ কওঁক। মাতটো মই কৰবাত শুনা যেন পাওঁ।

অতুল—(হাঁহি হাঁহি) "কম কি একেলগে দেখুৱাই দিওঁ। অনুগ্ৰহ কৰি খুৰখন আনক। ইয়াৰ ব্যৱস্থা কৰোঁ।" বুলি ডাড়িগোঁফবোৰ পিহি দেখুৱাই দিয়ে—। কমলা ওচৰলৈ আহি ভালকৈ চাই চিনিব পাৰি কৈ উঠে—ইছ ৰাম! কলিতা নেকি?"

অতুল—"আগেয়ে আছিলোঁ অৱশ্যে; কিন্তু এতিয়াঅতুল কলিতা মৰি অতুল কয়েদী হৈছে। হাঃ হাঃ।" তেওঁ হাঁহিৰে ঘৰটো ভৰাই দিয়ে।

কমলা— ঐ আই! আপুনি কলিতা ডাঙৰীযা? আহক ভিতৰলৈ আহক ।

অতুল— নাই, মই নবহোঁ— বাহিৰে বাহিৰে আহিছোঁ। তেখেত নাই যদি বহি লাভ নাই।

"তাৰ মানে আপুনি আমাক মানুহ যেন নেদেখে? তেখেতৰ লগতহে বন্ধুত্ব আমাৰ লগতনো কি? আমিতো আপোনাৰ আপোন নহয়।" অভিমানৰ সুৰত কয় কমলাই।

অতুল—বেজাৰ দিবলৈ মন নাছিল। কিন্তু স্বেচ্ছাই যিহেতু আপদ চপাই লবলৈ মন কৰিছে, তাতে মোৰ নো কি লোকচান? ব'লক ভালেই হ'ল। বৰ ভাগৰ লাগি আহিছোঁ, কিজানি অলপ কিবা......

কমলা—আহক। কিবাটোহে দিম আহক।

অতুলক বৰ আদৰ সাদৰ কৰি কমলাই ভিতৰ সোমাই লৈ গ'ল। ভিতৰৰ ৰূমত বহিব দি হাত ভৰি ধুবৰ বাবে পানী আনি দিলে। অতুলে মুখ হাত ভৰি ভালকৈ ধুই ললে আৰু চকীত আহি আৰামকৈ বহিল। কমলাৰ শাহুৱেক তেতিয়া ঘৰত নাছিল। সকলো কাম কমলাই কৰিলে। তাই তৎক্ষণাৎ চাহ তপতাই, চুজি তৈয়াৰ কৰি অতুলক খাব দিলে। মজিয়াত বহি অতুলে চাহ খাইছে । কমলাই আগত বহি চাহ খোৱা চাই আছে আৰু কিবা কিবি কথা সুধি আছে। অতুলেও বহুত খবৰ ললে আৰু বহুতো খবৰ ক'লে। এমোকোৰা চুজি মুখত ভৰাই এবাৰ অতুলে সুধিলে—"বাৰু আপোনালোকৰ এই কাণ্ডখন কেতিয়া হৈ গ'ল?

কমলা— কাণ্ডমানে?

অতুল— কাণ্ডমানে এই উপাধি সলনিৰ কাৰবাৰখন?

কমলাই হাঁহিমাৰি ক'লে—"অ' সেই খন? সেইখন হৈ যাবৰ আজি প্ৰায় তিনি মাহৰ ওপৰ হ'ল।"

অতুল— বাৰু! সেন কলৈ গল?

কমলা— "আজি কেইবাদিন ধৰি কৰবালৈ গৈছে। একো খবৰ পোৱা নাই।" এবাৰ অতুলৰ চেহেৰাটোলৈ চাই হুমুনিয়াহ কাঢ়ি ক'লে— "কি মানুহ জন কেনে হৈ গল! উহ্; হৰি!! হৰি!!"

অতুল—দুখ নকৰিব। জেল বুলিলে এনে দশাই হয়। দুখ কৰি লাভ নাই।

কমলা— কেতিয়া আহিল।

অতুল— আজি খালাচ হৈছোঁ। বাহিৰে বাহিৰে আহিছোঁ। সোন কালে যাব লাগে।

কমলা— আজি আপুনি যাব নোৱাৰে।

অতুল— তাৰ মানে আপুনিও এদিন জেল দিব খোজে নেকি? মোৰ বহুত কাম।

কমলা— নিশ্চয়। চৰকাৰে জেল দি ছয়মাহ বন্ধ কৰি ৰাখিব পাৰে, মইনো এদিনো ৰাখিব নোৱাৰোঁ নে? আজি মোৰ জেলত বন্দী হব লাগিব।

অতুল— আপোনাৰ জেলক বৰ ভয় লাগে। কাৰণ চৰকাৰী জেলত কৈ তিৰোতাৰ জেল আৰু মাৰাত্মক। চৰকাৰী জেলত খাবলৈ নাপাই শুকাব লাগে; কিন্তু এই তিৰোতাৰ মৰম-জেলত পৰিব লাগিলে, খোৱাৰ অত্যাচাৰত পেটৰ অসুখ হৈ ক্ষীণাব লাগে। ই বৰ ভয়ানক।

কমলা— ভয়নাক হলেও নিস্তাৰ নাই।

অনেক কথাবতৰা হৈ চাহ খাই উঠে অতুলে। এনেতে কনক সেনৰ মাক কৰবাৰ পৰা ফুৰি আহি অতুলৰ লগত দেখা হয়। আদৰ কৰি তেওঁ অতুলক সবিশেষ সোধে। নানা আলোচনা চলে তেওঁলোকৰ মাজত।

## তেইশ

জেলৰ পৰা ওলাই আহি অতুলে বুজিব পাৰিলে যে, দেশত বৰ বিপ্লব হৈছে। পমুৱা-উচ্ছেদ আন্দোলন চলিছে। গৰ্ণমেণ্টে বৰ যত্ন কৰিও আন্দোলনৰ শাম কটাব

পৰা নাই। এনেবোৰ হুলস্থুলৰ মাজত যতীন আৰু যদুই বা কি কৰিছে— তেওঁ ভাবি পোৱা নাই। ইমান দিনৰ মুৰত আহি দেশৰ ইমান বিসঙ্গতি দেখি তেওঁৰ মনত বৰ দুখ লাগিল আৰু ভয়ো হ'ল। তেওঁ সেনহঁতৰ তাৰ পৰা পোনে পোনে ৰিজাৰ্ভৰ পাম বুলি খোজ ললে।

ঘৰ পাই দেখিলে যে, যতীন আৰু যদু ভয়ত পেপুৱা লাগি কোনো ৰকমে বাচি আছে। কাষতে পমুৱা বস্তিৰ ভগ্নাৱশেষ দেখি আৰু গাওঁখনৰ নিৰ্জ্জনতা লক্ষ্য কৰি তেওঁৰ বৰ বেয়া লাগিল। কিযে ভয়াবহ শোচনীয় অৱস্থা। গাৱঁৰ মানুহবোৰ কোনেও কলৈ ওলোৱা নাই। জেলৰ পৰা এওঁলোক অহাত হে যেন গাওঁখনৰ প্ৰাণ আহিল। মানুহৰ মনত সাহ জন্মিল। ইঘৰে সিঘৰে মানুহ অহা যোৱা কৰিব ধৰিলে। অতুলে ঘটনাৰ সবিশেষ ললে। কিন্তু আচল কাৰণ ক'ত একো নুবুজিলে। তেওঁ যতীনহঁতক দিহা পৰামৰ্শ দিলে। সিহঁতেও যেন নতুন প্ৰাণ পালে। অতুলক কিমান কি কৰিলে, কত কথা সুধিলে সিহঁতে। আজি সিহঁতৰ আনন্দ চায় কোনে। গাৱঁৰ মানুহেও আহি বেড়ি ধৰিলে আৰু জেলৰ কথা, দেশৰ কথা সুধি সুধি তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। সকলোৰে লগত দেখা শুনা হৈ তেওঁ আলাপ আলোচনা কৰিলে।

পিচ দিনা তেওঁ কছাৰী গাওঁলৈ গ'ল। এখন হাবিৰ মাজেৰে যাব লাগে। হাবিখন পাৰ হলেই কছাৰী গাওঁখন। এই হাবিৰ মাজ পোৱা মাত্ৰে তেওঁ তিৰোতাৰ চিঞৰ শুনিবলৈ পালে। চিঞৰ শুনি তেওঁ ভিতৰলৈ গৈ থাকিল। শব্দ অনুশৰণ কৰি গৈ গৈ তেওঁ এটা জুপুৰি দেখা পালে। জুপুৰিটোৰ ভিতৰত মানুহ থকা যেন গম পালে আৰু তিৰোতাৰ কাতৰ কণ্ঠস্বৰ যেন অনুমান কৰিলে। তেওঁৰ হাতত একো নাছিল মাত্ৰ লাঠি ডাল টানকৈ ধৰি চুপি গৈ বেৰৰ জোলোঙাৰে ভিতৰলৈ চালে। দেখি বৰ আচৰিত হৈ গল। ভিতৰত তিনিজন মতা আৰু দুজনী তিৰোতা। সিহঁতৰ ভিতৰত কাজিয়া লাগিছে।

এই মতা তিনিজন আন নহয়—সেই চাওঁতাল তিনিজন আৰু মাইকী দুজনী অৰুণা আৰু চাওঁতালনী এজনী। আগদিনা সিহঁতে তাইক চুৰি কৰি আনি এই হাবিৰ মাজেৰে কৰবালৈ নিও বুলি পাওঁতেই দূৰৈত কনক সেনৰ হুইচেলৰ শব্দ শুনি ভয়তে তাইক তাতে এৰি গুচি যায়। সিহঁত যোৱাৰ পিচত অৰুণাৰ চেতনা আহিলত, দেখে যে, তাই এখন হাবিৰ মাজত সোমাইছে। তেতিয়া গধুলি হৈছে। তাই একো উপায় নাপাই হাবিৰ মাজৰ চাওঁতাল এঘৰৰ তাত আশ্ৰয় ললে। সেই চাওঁতাল ঘৰত

তিনিটা প্ৰাণী। চাওঁতালনী, পুতেকজন, আৰু জীয়েকজনী। ল'ৰা-ছোৱালী হাল সৰু। চাওঁতালজনী তৰুণী। গিৰিয়েক আন্দোলনত যোগ দি কৰবালৈ গৈছে। অৰুণাই কাতৰ ভাৱে আশ্ৰয় প্ৰাৰ্থনা কৰাত চাওঁতালনীয়ে তাইক আশ্ৰয় দিয়ে। অৰুণাৰ এনে বিলৈ দেখি চাওঁতালনীয়ে দয়া পৰবশ হৈ আদৰ কৰি ৰাখে। অৰুণাই ৰাতিটো তাতে কটালে। ভয়, দুখ চিন্তাত তাইৰ শৰীৰ অৱশ হৈ গৈছে।

ৰাতিপুৱাতে তাই তাৰ পৰা যাওঁ বুলি ওলোৱাৰ লগে লগেই সিহঁত তিনিও কৰবাৰ পৰা আহি তাতে ওলায় আৰু তাইক ঘৰৰ ভিতৰতে আটক কৰে। সিহঁতে তাইক বলাৎকাৰ কৰিবলৈ উদ্যত হয় আৰু তাই পাৰ্য্যমানে নিজক ৰক্ষা কৰি শেষত চিঞৰি দিয়ে। নিজৰ ঘৰতে এনে নাৰী নিৰ্য্যাতন দেখি চাওঁতালনীৰ বৰ খং উঠে আৰু দীঘল দা এখন আনি তাই সিহঁতলৈ চোচা লয়। তেতিয়া দুৰ্বৃত্তহঁতে তাইকো আক্ৰমণ কৰে। তিৰোতা দুজনী কোন অতুলে বেৰৰ জোলোঙাৰে চিনিব নোৱাৰিলে। তথাপিও এই পাশৱিক অত্যাচাৰ তেওঁৰ সহ্য নহ'ল। তৎক্ষণাৎ লাঠি ডালেৰে বেৰত এটা ডাঙৰকৈ কোব মাৰি ধমক দিলে— "ওলা কুকুৰহঁত।" হঠাতে বাহিৰত এনে শব্দ শুনি সিহঁতে লৰ দিলে। কাৰণ সিহঁত কনক সেনৰ সৈন্য দলৰ মানুহ। তেওঁৰ অজ্ঞাতে এই কাম কৰিবলৈ আহিছিল। ভয়তে সিহঁতে পলাই যোৱাত, অতুলে বাহিৰৰ পৰা মাত লগালে, — "কোন আছে বাহিৰলৈ আহক।"

অৰুণা বাহিৰলৈ আহিল। দুৰ্বৃত্তহঁত পলোৱা দেখি তাইৰ অলপ সাহ আহিল। তাই ধৰ্ফৰ্ কৰি আহি অতুলৰ ভৰিত দীঘল দি পৰি গ'ল। "মোক ৰক্ষা কৰক।" তাই চিঞৰি উঠিল। তেওঁ দুহাতেৰে তুলি ধৰি ক'লে—"উঠা, কোন তুমি?" তাই উঠি থিয় হ'ল। অতুলৰ চকুৱে চকুৱে পৰিল। অতুলে আচৰিত হৈ তৎক্ষণাৎ ক'লে "অ আপুনি? আপুনি ইয়াত কিয়?" অৰুণাই অতুলক দেখি অবাক হৈ গ'ল। তাই একো কব নোৱাৰা হৈ পৰিল। কেৱল ক'লে—মোৰ অদৃষ্ট।" বেচি কথা নকৈ অতুলে ক'লে—"বলক এতিয়া। সেইবোৰ পিচত শুনিম বাৰু।" তাই প্ৰশ্ন কৰিলে—"ক'লৈ?"

—"মোৰ পঁজালৈ, —নিৰাপদ ঠাইলৈ।"

—"কিন্তু ....... ।"

—"কিন্তু কি?"

—"জীৱনত যি ভুল কৰিলোঁ তাৰ জানো শুধৰণি আছে?"

— "ভুল যিয়ে কৰে ভালো তেওঁ কৰিব পাৰে। ভুল কৰা আৰু ভাল কৰা

মানৱৰ প্ৰকৃতি। ভাল কৰাৰ ক্ষমতা যাৰ আছে, ভুল কৰাৰো তাৰ অধিকাৰ আছে।"

— "তেন্তে কওক মোক ক্ষমা কৰিছেনে?"

"ক্ৰোধৰ বশবৰ্ত্তী হৈ কিবা অন্যায় কৰিলেও তাক ক্ষমা নকৰাকৈ থকাতো অতুলৰ চৰিত্ৰৰ বাহিৰত। মই মানুহক ভাল পাওঁ। বুজাত ভুল কৰি মোৰ কিবা অন্যায় কৰিলেও মই খং নকৰোঁ।

অৰুণা— "আপুনি মানুহ নহয়— অতি মানৱ। আজিহে মই চিনিলোঁ। ইমান দিনৰভুল ধাৰণা আজি মোৰ নাইকীয়া হ'ল। মোৰ প্ৰণাম গ্ৰহণ কৰক।" তাই তেওঁৰ ভৰিত পৰি যায়। অতুলে তৎক্ষণাৎ তুলি ধৰি কয়—"ছিঃ ই মাথোঁ দুৰ্বলতা। উঠক। স্তুতি বাক্য মই ভাল নাপাওঁ। নাটকীয় ধৰণ এৰক। বলক সোনকালে। চাওঁতালহঁত পুনৰ আহি পালে সৰ্বনাশ হব।"

—"বলক তেন্তে।"

দুয়ো দুয়োকো এবাৰ চাই লয়। তাৰ পাচত চাওঁতালনীক ধন্যবাদ দি তাইৰ পৰা বিদায় লৈ দুয়ো বেগাবেগীকৈ হাবিৰ মাজৰ পৰা ওলাই আহে। দুয়ো গৈ অতুলহঁতৰ পঁজা পায়।

ঘৰলৈ আহি অতুলে অৰুণাক এখন আৰামী চকীত বহিব দিয়ে। তাই বহে। তাৰ পিচত অতুলে যতীন আৰু যদুক মাত দিয়ে। সিহঁত আহে। অৰুণাক দেখি দুয়ো আচৰিত হয আৰু সপ্ৰশ্ন দৃষ্টিৰে অতুলৰ ফালে চায়। অতুলে সিহঁতৰ মনৰ কথা বুজিব পাৰে । কয়—"ভেবা লাগি চালে কি হব। যা যদু! হাত ভৰি ধুবৰ বাবে পানী আনি দে তেখেতক। আৰু যতীন তই 'তৎক্ষণাৎ খোৱাৰ যোগাৰ কৰ। মই বিছনা যোগাৰ কৰোঁ।" আদেশ দি উঠি অতুলে অৰুণাক ক'লে—"আপুনি অলপ বহক। মই আহোঁ।" আদেশ দি ভিতৰলৈ গৈ বিছনা এখন তৈয়াৰ কৰিলে—অৰুণাৰ বাবে। ইফালে যদুই পানী আনিদিয়াত অৰুণাই হাত, ভৰি, মুখ, চকু আদি ধুই ললে। অলপ শাঁত পালে। ওৰে ৰাতি উজাগৰে আছে। কষ্টত, ভয়ত, মুখ শুকাই গৈছে বেচেৰীৰ। বিছনা যোগাৰ কৰি আহি অতুলে ক'লে — "উঠক। বিছনাত অলপ শোৱক।" অৰুণাই আৰু একো প্ৰতিবাদ নকৰিলে। যন্ত্ৰ চালিতৰ দৰে আদেশ পালন কৰি গ'ল। বিছনাত বহিল অৰুণা, চকীত বহিল অতুল। কিছু কথা হোৱাৰ পিচতে যতীনে ভাত বাঢ়ি দিলে। অৰুণাই ভাত খালে। খাই বই উঠি পুনৰ বিছনাত বহিল। এই সুস্থিৰ সময়তে অতুলে অৰুণাৰ ঘটনা শুনি ললে। অৰুণাই এমূৰৰ পৰা

কৈ গ'ল। পিতাকৰ দুৰ্গতিৰ কথা, নিজৰ এনে সাংঘাতিক বিপদৰ কথা কৈ কৈ তাই কান্দি পেলালে। এওঁলোকৰো দুখ লাগিল। অতুলে শান্ত্বনা দি ক'লে — "আপুনি নিশ্চিন্তে শুই থাকক। মই গৈ পিতাকৰ খবৰ লৈ আহিম ক'ত আছে।" অৰুণাই মাত্ৰ পিতাকক আঘাত কৰালৈকে ক'ব পাৰে, তাৰ পিচত কি হ'ল একো নাজানে। অতুলে যদুক আৰু যতীনক ক'লে — "যদু, যতীন তহঁতে কলৈকো নাযাবি। এখেতক যি লাগে তাকে দিবি। মই যাওঁ। অহাত পলমো হ'ব পাৰে। মই নাহোঁ মানে তহঁতে কলৈকো নাযাবি। ইফালে অৰুণাক কয় — আপুনি শুই থাকক। মই পিতাকৰ খবৰ কৰি চাও ক'ত আছে।" দিহা ভৰসা দি তেওঁ বাহিৰ ওলাই গ'ল। অৰুণাই দুখে ভাগৰে আছিল, বাগৰ দিলে। যতীন আৰু যদু ভয় আৰু ভালপোৱাত বন্দী হৈ ঘৰতে থাকিল। অৰুণাক ঘৰত এৰি থৈ অতুলে হাজৰিকাৰ খবৰ কৰিলে। শেষত শুনিবলৈ পালে যে, হাজৰিকা আৰু তেওঁৰ বন্ধু সুৰেন্দ্ৰ বেনাৰ্জী গুৱাহাটীৰ "চিভিল হস্পিটেলত" পৰি আছে। তেওঁলোকক কোনোবাই বেয়া ৰকমে খুন কৰি মটৰেৰে সৈতে " 'হস্পিটেলৰ" দুৱাৰ মুখত এৰি যায় আৰু নাৰ্চ এজনীয়ে দেখি ডাক্তৰক কৈ তেওঁলোকৰ চিকিৎসাৰ বন্দোবস্ত কৰে। এই খবৰ পাই অতুলে অৰুণাক জনালে গৈ। তাৰ পিচত তেওঁ পমুৱাবোৰৰ বিলৈ-বিপত্তি দেখিলে। শেষৰ এনে হুলস্থুল কাণ্ড দেখি তেওঁৰ মনত বৰ দুখ লাগিল। দলে দলে পমুৱা গৈয়ে আছে। তেওঁ সিহঁতক যাবলৈ মানা কৰিলে আৰু বাধিবলৈ চেষ্টা কৰিলে। কেইবাটা দলকো তেওঁ ফিৰাই পঠালে। হঠাতে দূৰৈত তেওঁ দেখিলে সেই মাতবৰহঁতৰ দলটো। ঘৰ-দুৱাৰ পুৰি সিহঁতক খেদি দিয়াত পলাই গৈ জঙ্গলৰ মাজত আছিল। আজি দুদিন পিচত সিহঁতে এই দেশৰ মায়া এৰি পুনৰ পূব পাকিস্থান দেশলৈ ঘূৰি যাবলৈ আহিছে। সিহঁতৰ দলটো আহি গোসাঁই কমলাৰ আলি উঠিছে মাত্ৰ এনেতে অতুলহঁতৰ আগত পৰিলহি। অতুলে লগত কিছুমান মানুহ লৈ পমুৱাবিলাকক ফিৰাই আনিব ধৰিছিল — তেওঁলোকৰ গাওঁলৈ। অলপ আগবাঢ়ি গৈ অতুলে সিহঁতকো কাবৌ ককালি কৰি, যাবলৈ হাক দিলে। সিহঁতে কিন্তু, কাচি, হোকা, কানিকাঁথাৰ টোপোলাবোৰ মাটিত পেলাই থৈ পলাবৰ বাবেহে চেষ্টা কৰিলে; কাৰণ সিহঁতে পুনৰ চাওঁতালৰ হাতত পৰা বুলি ভাবিলে।

সিহঁতে চিঞৰি দিলে — "আৰে পালাও, পালাও। আসামী আইছে, চাওঁতাল আইছে। পালা মাতব্বৰ, পালাও সবে।

মাতবৰ — "হু কী বলছো ? চাওঁতাল ? ওৰে বাবা মইল্লাম ৰে—"।

সিহঁতে পলাবৰ চেষ্টা কৰে। অতুলে বাধা দিয়ে। কয় —"মই চাওঁতাল নহয়, ভাই। তোমালোক নপলাবা। মই তোমালোকক ৰাখিম।

মাতবৰ — না। আসামীকে বিশ্বাস হয়না। এক আসামী আমাদেৰ ঠকাইছে; আৰ আবাৰ আসামী.....।

অতুল — অসমীয়া মানুহ ঠগ নহয়, সহজ সৰল। তোমালোক নাযাবা।

মাতবৰে নিঃসহায় ভাবে ক'লে— "আপনি আমায় কোথায় ৰাখবেন বাবু ? আমাদেৰতো আৰ জাইগা নেই।"

অতুল — তোমালোকে আগৰ বস্তি ফিৰাই পাবা। চাওঁতালৰ হাতৰ পৰা তোমালোকক মই ৰক্ষা কৰিম ভাই।

মাতবৰ — আমাদেৰ জন্যে আপনাৰ এতদয়া হইল কি কইৰ্যা বাবু ? আমাৰাতো আপনাৰ কিচছু কইৰ্যা দিন নাই। তবে .....।

অতুল— মানুহৰ এনে অসহনীয় দুখ-ব্যথা দেখি মোৰ বৰ দুখ লাগিছে। নিজৰ জ্ঞাতি বঙালীয়ে খেদি দিলে বঙ্গদেশৰ পৰা, অসমলৈ আহিলা ; অসমৰ পৰা খেদিলে কলৈ যাবা ? তোমালোক অশিক্ষিত হোজা খেতিয়ক। তোমালোক হৈছা শিক্ষিত বুদ্ধিজীৱিহঁতৰ বন্দুকৰ গুলীৰ দৰে। তোমালোকক গুলী স্বৰূপে ৰাজনীতিৰূপ বন্দুকৰ ভিতৰত ভৰাই কূটনৈতিক বুদ্ধিজীৱিহঁতে সিহঁতৰ চিকাৰত ব্যৱহাৰ কৰিব ধৰিছে। তোমালোকক লৈ সিহঁতে পাশা খেল খেলিছে। তোমালোক পাশাৰ গুটি আৰু সিহঁত খেলুৱৈ। দেশখন পাশাৰ ঢাল আৰু ৰাজনীতি হৈছে পাশাৰ দান। সিহঁতে পাশাৰ ঢাল — এই দেশখনত ৰাজনীতিৰ দান মাৰি, তোমালোকক গুটি বলাইছে। তোমালোকৰ লগতে তোমালোককে গুটি কটাক টি কৰাইছে। তোমালোকে কটাকটি কৰি মৰিছা; কিন্তু জয় পৰাজয় হৈছে খেলুৱৈহঁতৰ অৰ্থাৎ ৰাজনীতিবিদহঁতৰ। এইকথা যিয়ে বুজিছে, সিয়ে গণ্ডগোল দমাবৰ চেষ্টা কৰিছে। যিয়ে মানৱতাৰ উপাসক তেৱেঁ এই মনুষ্যত্বহীন কামক ঘৃণা কৰিব। তাত সন্দেহ নাই। তোমালোক নাযাবা। মই তোমালোকক আশ্রয় দিম।

বহু যুক্তি দেখুৱাৰ পিছত সিহঁত পতিয়ন গ'ল আৰু অতুলৰ পিছ ললে। তেওঁ সিহঁতক গাৱলৈ লৈ আহিল।

# চব্বিশ

কণক সেনে খবৰ পালে যে, অতুল খালাছ হৈ আহিছে। তেওঁ আহিয়ে পমুৱাসকলক ফিৰাই আনি পুনৰ ৰিজাৰ্ভত বহিবলৈ দিছে। এই কথা শুনি আৰু তেওঁৰ কাণ্ড ভাবি কনক আচৰিত হ'ল। মনে মনে কনকৰ খং উঠিল। তেওঁ চাওঁতালৰ সাজ এৰি ধুতি-পাঞ্জাবী পিন্ধি অতুলক দেখা কৰিবলৈ গ'ল। ইতিমধ্যে অতুলেও জানিছে যে, এই আন্দোলনৰ গুৰি কনক সেন। তেৰোঁ কনকক লগ পাবলৈ বিচাৰি ফুৰিছে। কিন্তু বহুৰূপী কনকক লগ পাব ক'ত ? যদি নিজে তেওঁ ধৰা নিদিয়ে ?

ইফালে অতুলে জলতি, মঙলা আদি খেতিয়কসকলক লৈ সমবায় ফাৰ্মৰ বাবে এটা ঘৰ সাজিব ধৰিছে। তাত পমুৱাবিলাকেও সহায় কৰিছে। কনক তালৈ গ'ল। কিন্তু তাত উপস্থিত নহৈ অতুলক এজন মানুহৰ হতুৱাই আঁতৰৰ ৰাস্তালৈ মতাই আনিলে। ৰাস্তাৰ ভাঁজ এটাত কনক থিয় হৈ আছিল। অতুল অহাত দুয়ো হাঁহি মাৰি নমস্কাৰ, প্ৰতি নমস্কাৰ কৰিলে আৰু ওচৰ চাপি ৰাস্তাৰ দাঁতিৰ দুবৰি-দলিচাৰ ওপৰত বহিল। ইমান দিনৰ মূৰত দুই বন্ধু লগ হোৱাত বৰ আনন্দ পালে। ঘৰুৱা বা বাতৰিৰ পিছত তেওঁলোকৰ সবিশেষ ইজনে সিজনৰ আগত কোৱা-কুই কৰিলে। কনকে বিদেশী বহিস্কাৰ আন্দোলনৰ মূল বুলি স্বীকাৰ কৰাত অতুলে ক'লে—" নহয়; এই কাণ্ড বন্ধ হব লাগে। মানৱতাৰ ফালৰ পৰা ই বৰ অসহনীয়।

কনক — "আৰু দেশ-প্ৰেমৰ ফালৰ পৰা ই জানো উত্তম নহয় কলিতা ? দেশ-প্ৰেমিকে নিশ্চয় ইয়াক সমৰ্থন কৰিবই লাগিব।"

অতুল — "দেশ-প্ৰেমতকৈ মানৱপ্ৰেম বহু উচ্চ সেন। ক্ষুদ্ৰ জাতীয়তা আৰু মহান মানৱতাৰ স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ। আপোনাৰ দৰে মানুহক মোৰ বুজাবৰ ক্ষমতা নাই। তথাপি মই ক্ষুদ্ৰ বুদ্ধিৰে চুকি যি পাইছোঁ তাৰ দ্বাৰা কব পাৰোঁ যে, আপোনাৰ কাৰ্য বন্ধ কৰাটো সমিচীন হব।

কনক — "এই বিদেশী খেদা আন্দোলন বন্ধ কৰিলে যে, আপোনাৰ জাতি ভাই অসমীয়া খেতিয়ক সকলৰে ক্ষতি হব অধিক । মাটিবাৰী সমস্তকে যে, সিহঁতে অধিকাৰ কৰিব ?"

অতুল— "বঙালে অধিকাৰ কৰিলে মাটি আমি নাপাওঁ। মাটি যেনে তেনে হাজৰিকাৰে বৰ। গতিকে কি লাভ ?"

কনক — "লাভৰ কথা পিছত। বৰ্ত্তমান মোৰ উদ্দেশ্য বিদেশী খেদা। শুনিছোঁ আপুনি বোলে বিদেশী পমুৱা কিছুমানক ফিৰাই আনিছে হয় নে?"

অতুল — "চিনাক্তকৰণ নকৰাকৈ সকলোকে বিদেশী বুলি ধৰিছে কিয়?"

কনক — "কিয় আকৌ বিহ গছৰ সঁচ ৰাখিলে।"

অতুলে হাঁহি মাৰি ক'লে — "ঔষধৰ কাৰণে। বিষ খালে মানুহ মৰে; কিন্তু মুমূৰ্ষ ৰোগীক বচাবৰ বাবে বিষকে ঔষধ ৰূপে ব্যৱহাৰ কৰা হয়।

কনক — "আপোনাৰ উদ্দেশ্য মই নুবুজিলোঁ। ইহঁতক আপুনি সকলোকে আনিলে কিয়?

অতুল— "ঔষধ নিচিনি হনুমানৰ দৰে গন্ধমাদন পৰ্বতকে অনা হৈছে। সকলো খেতিয়ক শ্ৰেণী মানুহ আৰু সকলো উৎপন্নকাৰী লোক। তেওঁলোক সৰল আৰু পৰিশ্ৰমী। তেওঁলোকেই আনৰ মুখত অন্ন দিয়ে অথচ তেওঁলোকৰ অন্নৰ অভাৱ বেছি। কিহৰ বাবে জানে? বুদ্ধিজীৱিসকলৰ কুট-কৌশলৰ বাবে। সিহঁতে তেওঁলোকক ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত কৰে। মোৰ উদ্দেশ্য হৈছে — এওঁলোকক বচাই ৰখা; ভাত কাপোৰৰ ব্যৱস্থা দিয়া। বিদেশী চিনাক্তকৰণৰ সময়ত ব্যৱস্থা লব পৰা হব।"

কনক — "আপোনাৰ পদ্ধতি কি?"

অতুল — "মোৰ পদ্ধতি এই বঙালী আৰু অসমীয়া খেতিয়ক সকলক একেলগ কৰি বঙালীবিলাককো অসমীয়া শিকাই অসমীয়া কৰি লোৱা আৰু খেতিয়ক শ্ৰেণীৰ সা-সুবিধা কৰি দিয়া। আচলতে সেন, যদি বঙালীক খেদিব খোজে, তেন্তে খেদক শিক্ষিত বুদ্ধিজীৱি লম্পটহঁতক । কৃষক সকলক নহয়। এই বেচেৰাহঁত হতভাগ্য প্ৰাণী। ইহঁতৰ নিজৰ একো দোষ নাই। শিক্ষিত কিছুমানৰ প্ৰৰোচনাতহে ইহতে এনে কৰিছে।"

কনক — "ইহঁতে জানো অসমীয়া শিকিব?"

"আপুনিয়ে দেখো তাৰ জ্বলন্ত পটন্তৰ। আপুনি জানো বঙালী নহয়?"

কনক এইবাৰ জব্দ হৈ গ'ল। তললমুৱা হৈ কিছু সময় চিন্তা কৰি ক'লে— 'অৱশ্যে।"

অতুল— "তেন্তে এই আন্দোলন বন্ধ কৰক। বেচেৰাহঁতৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে আৰু সহ্য কৰিব নোৱাৰি সেন। হাজাৰ হলেও আমি মানুহ; আমাৰো একোখনি অন্তৰ আছে। হৃদয়ৰ দাবীক অস্বীকাৰ কৰিব নোৱাৰি সেন।"

কনক —কিন্তু কলিতা, আপুনি জানো ৰোমৰ বুৰঞ্জী পঢ়া নাই? খেতিয়কসকলৰ হকে কাম কৰিব গলে কি দশা হয় তাক নাজানে? "টাইবেৰিয়াচ গ্ৰেক্কাচ" আৰু কেআচ গ্ৰেক্কাচ" দুই ভাইৰ কথা ভাবি নাচায় কিয়? তেওঁলোকে দুয়োজনে ৰোমৰ "কনচাল" হৈ বুদ্ধিজীৱিসকলৰ বিৰুদ্ধে থিয় দি খেতিয়কৰ হকে কাম কৰিব ধৰোতে, এজন এজনকৈ কেনেকৈ বুদ্ধিজীৱিৰ কূট-কৌশলত পৰি মৃত্যুবৰণ কৰিবলগীয়া হল তাৰ কথা জানো আপোনাৰ মনত নাই। আপোনাৰ জয়তকৈ পৰাজয়ৰ সম্ভাৱনাহে বেচি যেন অনুমান হৈছে।"

অতুল— "পৰাজয় কিয়-মৃত্যু হলেও মই ভয় নকৰোঁ সেন।"

কনক — বাৰু! হাজৰিকাৰ কবলৰপৰা মাটি-বাৰী কেনেকৈ উদ্ধাৰ কৰিব?

অতুল— সমবায় ফাৰ্মৰ অফিচ ঘৰটো যে বান্ধিব ধৰিছোঁ - (ঘৰটোৰ ফালে আঙুলিয়াই) এয়ে তৈয়াৰ হব ধৰিছে- হাজৰিকাৰ নামৰ পট্টাৰ মাৰণাস্ত্ৰ।"

কনক – কিহেৰে?

অতুল— সমবায় ফাৰ্মৰ নামেৰে।

কনক – পাৰিব?

অতুল— কিয় নোৱাৰিম? মাটি কাৰ?

কনক— পট্টা যাৰ মাটি তাৰ। ই চৰকাৰৰ আইন। গতিকে মাটি হাজৰিকাৰ।

অতুল — মাটি ক'ত থাকে জানে সেন?

কনক — জানো। মাটি থাকে অফিচৰ ফাইলত, মণ্ডলৰ চিঠাত, দিচপুৰৰ ৰাজহ মন্ত্ৰীৰ খাতাত-দেশত বা শস্য ক্ষেত্ৰত নহয়। সেই বাবে এই মাটি লাভ কৰিব লাগিলে খাতা বদলাব লাগিব। পট্টা যাৰ মাটি তাৰ সঁচা; কিন্তু হব লাগে খেতি যাৰ মাটি তাৰ। হাজৰিকাই আজি মাটি কৰিছে কলমৰ দ্বাৰা; কিন্তু মাটি হব লাগিব নাঙলৰ দ্বাৰাহে। নাঙালেৰে মাটি চাহ কৰি ফচল উৎপন্ন কৰিলেহে মাটি পাব, কলমেৰে চিঠাত খোচ মাৰি পট্টা কৰিলেই নহয়।

অতুল — "তাৰেই ব্যৱস্থা কৰিম।"

কনক— বাৰু, বৰ্ত্তমান হাজৰিকাৰ হাতৰপৰা কেনেকৈ মাটি উদ্ধাৰ কৰিব?

অতুল— জেলত মই এনেয়ে থকা নাই। এটা বুদ্ধি পাঙিছোঁ "সমবায় ফাৰ্ম" এখন খুলি আমি সকলোৱে তাৰ মেম্বাৰ হৈ আমাৰ মাটিবোৰ "ৰেজেষ্ট্ৰী" কৰি দিম। আমি খেতি কৰা অথচ হাজৰিকাৰ নামে পট্টা হোৱা প্ৰায় পাচশ বিঘা মাটিকে আমি

ফাৰ্মৰ নামত দিছোঁ। এই ফাৰ্মৰ মেম্বাৰ বঙালী, অসমীয়া, উৰিয়া, নেপালী, কছাৰী, চাওঁতাল যিয়ে ইচ্ছা কৰে সেয়ে হব পাৰিব। অলপতে "কো-অপাৰেটিভ্ ইনচপেক্টৰো" আহিব।

কনক— হাজৰিকাৰ পট্টাৰ মাটি কলৈ যাব?

অতুল— আমাৰ ফাৰ্মৰ মাটিৰ পশ্চিমে ৰিজাৰ্ভত চম্‌জি লব। আমাৰ পট্টাৰ পশ্চিমে তেওঁৰ পট্টাৰ মাটি বুলি প্ৰমাণ কৰিম।

কনক— ৰিজাৰ্ভত পৰিলে দেখো তেওঁৰ মাটি এনেয়ে "কেঞ্চেল" হব?

অতুল— তাৰে দিহাকেই কৰা হৈছে। তেওঁতো আৰু নিজে খেতি নকৰে আৰু নিজৰ মাটিও নহয়।

কনক— বেছ বুদ্ধি সাজিছে। পট্টাও থাকিল, মাটিও গ'ল। মই প্ৰসংশা কৰিছোঁ আপোনাৰ বুদ্ধিক।

অতুল— নাজানো কিমানদুৰ কৃতকাৰ্য্য হওঁ; চেষ্টা হলে নেৰিম।

কনক— এইবাৰ বেছ্ ফান্দত পৰিব। মোৰ মত আছে। বাৰু আজিৰ পৰা মই এইবোৰ এৰি দিলোঁ। মই মোৰ দায়িত্বৰপৰা খালাচ। মই আপোনাক সমস্ত ভাৰ অৰ্পণ কৰি মোৰ সঙ্গীসকলক আজিৰ পৰা বন্ধ কৰি দিম।

অতুল— আপুনি খং কৰিলে নেকি সেন?

কনক— মুঠেই নহয়। সেনাপতিয়ে ৰাজ্য জয় কৰে; কিন্তু অক শাসন কৰিব নোৱাৰে। শাসনৰ ভাৰ ৰজাৰ হাতত। আজি বুজিলো মই সেনাপতিহে-আপুনিহে আচল ৰজা। গতিকে শাসনৰ ভাৰ আপোনাৰ। মই খং কৰা নাই।

অতুল— শুনি সুখী হলোঁ। পিচে আপুনি মোক সহায় কৰিবনে নকৰে?

কনক— নিশ্চয় কৰিম। এই মহান উদ্দেশ্যত মোৰ সহায় আৰু সহানুভূতি সদায় পাব।

অতুল— আপোনাৰ ভাল পোৱা মই জীৱনত নাপাহৰোঁ সেন। জীৱনত মোৰ মহা অহংকাৰ এই লৈয়ে যে, মই আপোনাৰ দৰে প্ৰকৃত বন্ধু লাভ কৰিছোঁ। নিঃকিন দৰিদ্ৰ হলেও মই মহা ভাগ্যবান।

দুই বন্ধুৰ ভিতৰত অতীতৰ সৌহাৰ্দ ফিৰি আহে। এনেকৈ এই বিষয়ে নানা আলোচনা কৰি দুয়ো লাহে লাহে ফাৰ্মৰ ঘৰলৈ আগবাঢ়ে।

# পাঁচিশ

ইফালে হাজৰিকা আৰু বেনাৰ্জ্জী ডাক্তৰখানাতে আছে। তেওঁলোকৰ ঘাবোৰত ব্যাণ্ডেজ কৰা আছে। দুয়ো মুখামুখিকৈ দুখন বিছনাত থাকে। বৰ্ত্তমান দুয়ো অলপ ভাল পাইছে। আজি দুয়ো দুয়োৰো বিছনাত বহি কথা পাতিছে। উকিলে বৰ আক্ষেপ কৰি ক'লে—"না, আৰ পাৰা গেল না হাজৰিকা বাবু। আমাদেৰ কল্পনা বাস্তৱে পৰিণত কৰতে পাৰা গেলনা। সব পণ্ড হয়ে গেল। ঐ কাজ নিশ্চয় কনক সেনেৰ। ওৰ পিচনে গুণ্ডা কনক সেন ৰয়েছে। পাষণ্ড সেনেৰ জন্যে আমি আমাৰ "প্লেন"কে সম্পূৰ্ণ কৰতে পাৰলুম না। সে পাষণ্ডেৰ জন্যে আমি আৰ আপনি চিৰজীৱনেৰ মত পঙ্গু হয়ে গেলুম। আমাৰ পা দুটো আৰ কখনো ভালো হ বেনা। ডাক্তাৰ বলেছে আমি আৰ কোন দিন সোজা হাট্তে পাৰবনা। তাৰ পৰ আমাৰ ডান হাতটা অকেজো হয়ে গেছে। উঃ আমাৰ কি সৰ্ব্বনাশ কৰলো! আমাৰ ইচ্ছে হয় আমি তাকে জ্যান্ত পুতে ফেলি। But what shall I do? I have no power to do anything. What a pity!"

হাজৰিকা— Yes sir, But the same is the case with me. I am also injured badly. It is very difficult for me to take revenge upon that bloody Atul kalita. আমাৰ মাথায় যা জখম হয়েছে, সে আৰ কখনো ভালো হবেনা। ইহা ছাড়া আমাৰ বুকেৰ আঘাঁতটাও কম নয়। তবে চবচেয়ে আমাৰ দুঃখ হল— আমাৰ ডান চোখটা নিয়ে। এই চোখটা চিৰজীৱনেৰ মতো চলে গেল। আঃ আমি আৰ কি কৰবো বানাৰ্জ্জী মশায়?

খণ্ডত হাজৰিকাৰ মুখমণ্ডল ৰক্তাভ হৈ উঠে! বেনাৰ্জীৰো খং, বিৰক্তি আৰু আপচোচ। পাচত হাজৰিকাই পুনৰ কয়—"এখন আমি শুনছি, অতুল আৰ কৃষক দেৰ দল নাকি খালাস হয়ে এসেছে। তাৰা আগেকাৰ জমিতে আবাৰ আবাদ কৰছে। আমাৰ ইচ্ছা হয়— আমি সেই ধূৰ্ত্ত অতুলকে গুলী কৰে মেৰে ফেলি। যদি কখনো আমি ভালো হয়ে ফিৰতে পাৰি; তবে তাকে আমি দেখবো। তাকে শেষ না কৰে আমি শান্তি পাব না।

এইদৰে কথা বতৰা হৈ থাকোঁতে ডাক্তৰে আহি মানা কৰে— বেচি কথা নকবলৈ; কাৰণ কলিজা দুৰ্ব্বল হৈ আছে। তেওঁলোক বিছনাত বাগৰ দিয়ে। কথা বন্ধ হয়।

## আঠাইশ

অৰুণাই শৰীৰ ভাল পাই আহিছে। তাইৰ এই দুৰ্ঘটনা এটা সাথৰ যেন লাগিল। উহ্! কি বিপদৰ সন্মুখীন হৈছিল তাই। ভগবানে ভাল ৰক্ষা কৰিলে। তাইৰ চিন্তা হ'ল-অতুলৰ প্ৰতি। কি মানুহ অতুল— কাৰো লগত তুলনা নহয় যাৰ! সঁচাকৈ অতুল নাম সাৰ্থক! অৰুণা লাহে লাহে অতুলৰ চিন্তাত নিমগ্ন হয়।

যতীন আৰু যদুৰ হাতত অৰুণাৰ শুশ্ৰুষাৰ ভাৰ দি অতুলে সমবায়ৰ কামত নিযুক্ত হৈছে। অৰুণাৰ খবৰ লবৰ সময় পোৱা নাই। যতীন আৰু যদুই বৰ যত্নেৰে অৰুণাৰ শুশ্ৰুষা কৰি আছে।

ৰাতিপুৱা অৰুণাৰ গা ভাল লগাৰ লগে লগে মনো ভাল লাগিছে। তাই আজি নিজে চাহ কৰিছে। ঘৰ দুৱাৰবোৰ পৰিস্কাৰ কৰি, চাহ চেকি দুয়োকো দুটা বাটিত দি নিজেও এটা মুঢ়াত বহি চাহ খাব ধৰিছে। দুয়োকো ওচৰলৈ মাতি নি মৰম কৰি মুৰ পিহি পিহি ক'লে—"তোমালোকে কালিৰ পৰা মোৰ যিমান যত্ন লৈছা, তাৰবাবে তোমালোকক মই ধন্যবাদ দিছোঁ। বাৰু যদু তই মোক জানো ক্ষমা কৰিছ? তোৰ মনত আকৌ আগৰদৰে মোক ভাল পোৱা ভাব আহিছে জানোঁ?" যদুই তলমুৱা হৈ চাহ খাই থাকে। একো নকয়। যতীনে তৎক্ষণাৎ কৈ উঠে — "ক্ষমা কৰিব লাগে ? ইমান অত্যাচাৰ ক্ষমা কৰিব লাগে? এনে অত্যাচাৰ জানো কোনোৱাই ক্ষমা কৰিব পাৰে?"

অৰুণাই যতীনৰ মুৰটো পিহি দি কলে—"বাৰু যতীন, তাৰ নিজা বাইদেৱেকে যদি তেনে কৰিলেহেতেন, তেন্তে জানো ক্ষমা নকৰিলেহেতেন নে?"

যতীন— আপুনি জানো তাৰ নিজা বায়েক? পৰেও আপোন হব পাৰে? পৰক কিয় ক্ষমা কৰিব?

অৰুণা— বাৰু যতীন, তোমাৰ ককাইদেৱে যেতিয়া বিয়া কৰাব তেতিয়া তোমাৰ ন বৌৱেৰা আপোন হবনে নহয়?

যতীন— হব।

অৰুণা— তেন্তে? চোৱাচোন কেনেকৈ লোকৰ ছোৱালী এজনী আহি আপোন হৈ পৰে। গতিকে পৰেও আপোন হব পাৰে ভাইটি। যদু তই মোক ভাল পাব পাৰিবি নে ?

যদু— মোক মৰম কৰিলে মযো ভাল পাম।

অৰুণা— আজিৰ পৰা তোক মই আৰু নামাৰো। যতীনৰ ফালে চাই ক'লে — যতীন ভাইটি, তোমাৰ ককাইদেৱে ৰাতিতে উঠি কলৈ গৈছে?

যতীন— সমবায়ৰ ঘৰ বান্ধিবলৈ।

অৰুণা— কেতিয়া আহিব ?

যতীন— ককাইদেউৰ একো ঠিক নাই। আহিবও পাৰে নাহিবও পাৰে।

অৰুণা— চিন্তিত হৈ পৰে। চাহ খাই উঠি তিনিয়ো বাহিৰলৈ আহে। যতীনহঁতৰ ঘৰটো গাৱঁৰ পূব মুৰত। অইন মানুহৰ পৰা অলপ নিলগত। তাৰে পশ্চিমে বাঁহ। গাৱঁৰ হাই উৰুমিৰপৰা আঁতৰত। এই নির্জন ঠাইখিনিতে থাকে অতুল। অৰুণাই চাৰিওফালে চাই আনন্দ পায়। দক্ষিণত ফুলনিখন. পূবত পুখুৰীটো, পশ্চিমত বাঁহ, উত্তৰত তামোল- পাণৰ বাৰীখন। এখন আদর্শ ঘৰৰ নমুনা । সন্মুখত ধাননি পথাৰ। মুকলি বায়ু আৰুপোহৰত মন নাচি উঠে। খেৰৰ পঁজা হলেও খুব শান্তি বিৰাজ কৰিছে। অৰুণাৰ বৰ ভাল লাগিল; কিন্তু পিতাকৰ কথা মনত পৰি তাইৰ বৰ দুখ লাগে। তাইৰ ইচ্ছা হয়- যেন একে বাৰে গৈ "হস্পিটেল" উঠিব। তাইৰ মনটো উচ্পিচ্ কৰে। কেতিয়া অতুল আহে , কেতিয়া অতুল আহে- তাইৰ মনত ধান বন্ধা দিয়ে। এনেতে অতুল আহি পায়। অতুলক দেখি অৰুণাৰ বৰ আনন্দ লাগে। এবাৰ ভালকৈ চাই লৈ তাই লাহেকৈ ভিতৰ সোমায়। অতুলেও পিচে পিচে আহি ভিতৰ সোমায় আৰু মাত দিয়ে-"অ' আপুনি উঠিছে?"

— "হয়"

—"চাহ খালেনে?"

— "খালো"

হাঁহি মাৰি ক'লে— "মোৰ ভাগ্যত মিলিব?"

অৰুণাই এবাৰ চকুলৈ চাই মিচিক্‌কৈ হাঁহি ক'লে— নিমিলিলে জানো হব?"

—"ডাঙৰে কথা; বাৰু দিয়কচোন অনুগ্ৰহ কৰি।

অৰুণাই এখন টুল আনি মাজিয়াত বহিব দিয়ে আৰু পাক্ঘৰৰ পৰা চাহ একাপ আনি অতুলক খাবলৈ দিয়ে। অতুলে টুলত বহি চাহ খায় আৰু হাঁহি হাঁহি কয়— "একে দিনাই ঘৰখন যেন নিজৰ কৰি ল'লে। ধন্যবাদ আপোনাক।"

—"এইটো একো কথা নহয়।"

অতুলে হাঁহি হাঁহি চাহ খায়। অৰুণাই ওচৰতে থিয় হৈ লাহেকৈ কয়—"মই যাওঁ। পিতাৰ অৱস্থা বা কি হ'ল কব নোৱাৰিছোঁ। তাৰ উপৰি ঘৰত দ্ৰাইভাৰ জন আৰু গাৰোবান জনৰ বাহিৰে কোনো নাই। কি যে হ'ল ঘৰৰ ফালে.....। মই আজিয়ে যাওঁ।

— "কেনেকৈ?"

---"খোজ কাঢ়ি হলেও যাব লাগিব।"

— "বাট বহুদূৰ। খোজ কাঢ়ি কেনেকৈ যাব? বাৰু, গা ভাল পালে নে?

— "পাইছোঁ'

"— ৰব তেন্তে, গৰুৰ গাড়ী এখনকে বন্দোবস্ত কৰি দিওঁ। অৱশ্যে লগত মানুহো যাব লাগিব; কাৰণ দেশৰ হুলস্থুলবোৰ মৰা নাই। যদু! তই এখেতৰ লগত যাব লাগিব, পাৰিবি?

—"পাৰিম বাবু!"

—"তই এখেতৰ তাত থকিবি; ভয় নাই?'

— "ৰাখিলে থাকিম বাবু।"

— "আপুনি কি কয়?

— "মই কি কম? যদুক মোক লাগে। আপুনি দিলে মই লৈ যাম।"

-- "বাৰু সেয়ে হ'ব। যদু তই আজিৰ পৰা পুনৰ এখেতৰ তালৈ যা।"

চাহ খোৱা শেষ কৰি অতুল উঠে। —"মই গৰুৰ গাড়ী এখন পঠাই দিওঁ। লগত যদু যাব। জঙ্গলৰ সিফাললৈকে ময়ো যাম। একো ভয় নাই।"নিজে আগবঢ়াই থওঁ বোলাত অৰুণাৰ বৰ ভাল লাগিল। তাই তেওঁক অনুৰোধকে কৰো বুলি ভাবিছিল। অতুল ওলাই গ'ল। অৰুণা আৰু যদু যাবলৈ সাজু হ'ল। ইতিমধ্যে গৰুৰ গাড়ী এখন আহি পালে; পিচতে অতুল। অতুলে খৰ-খেদা কৈ যোগাৰ কৰি দিলে; কাৰণ তেওঁৰ সময়ৰ বৰ নাটনি। অৰুণা যাব ওলাল। যতীনৰ বৰ মায়া লাগি গৈছিল এই দুদিনৰ ভিতৰতে অৰুণাৰ প্ৰতি। যাবলৈ ওলোৱাত তাৰ চকু সজল হৈ উঠিল। অৰুণাৰো বৰ মৰম উপজিছিল। তাই যতীনক ওচৰলৈ টানি আনি মুখ পিহি গালত এটা চুমা

খাই ক'লে— "যাওঁ দে ভাইটি। বেজাৰ নকৰিবা। কেতিয়াবা সুযোগ পালে আকৌ আহিম। আমাৰ তালৈ এদিন যাবা দে, মই পাৰিলে নিবলৈ আহিম বাৰু। এতিয়া যাওঁ দে।"

যতীনৰ চকু চলচলীয়া হ'ল। যদুয়ো যতীনৰ পৰা বিদায় ললে। যতীনৰ চকুলো ওলাল। যদুয়ো কান্দি পেলালে। অতুলৰো বৰ বেয়া লাগিল। দুয়োকো সান্ত্বনা দি ক'লে— "মাজে সময়ে আহি থাকিবি যদু। তোক মোৰ বৰ ভাল লাগিছিল।"

— "আহিম পাৰিলে।" যদুৱে ফেকুৰি ক'লে। অৰুণাৰো চকুলো ওলাল। তাই চকুলো মচি ক'লে— "আহ যদু।" যদু আৰু অৰুণা গাড়ীত উঠিল। গাড়ী এৰিলে। অতুলে খোজ ললে পিচে পিচে। যতীনে বহুদূৰলৈ গাড়ীৰ ফালে চাই থাকিল। অৰুণায়ো দেখা পোৱালৈ যতীনৰ ফালে চাই গ'ল।

গাড়ী গৈ গৈ বিজার্ভ পাৰ হল। গুৱাহাটীৰ ৰাস্তা পালে। অতুলে তাৰে পৰা ফিৰিবৰ মন কৰি ক'লে— "আৰু একো ভয় নাই। আপুনি যাওক,ময়ো যাওঁ।"

বৰ কৰুণ আৰু মৰ্ম্মস্পশী ভাবে অতুলৰ ফালে চাই অৰুণাই ক'লে— "মোক ক্ষমাকৰিব। জীৱনত মই আপোনাক পাহৰিব নোৱাৰোঁ। মোক যেন নাপাহৰে।" আৰু একো কব নোৱাৰিলে। তাইৰ আৱেগত বাক্‌ৰুদ্ধ হৈ গল। দুয়ো দুয়োকো এবাৰ চাই ললে। গাড়ী চলিল। অতুলো উদাস ভাৱে ঘৰ মুৱা হ'ল।

অৰুণাই ঘৰ পাই তাৰাতাৰি গাৰোৱানক বিদায় দি ভিতৰ সোমাল।

তাইৰ অন্তৰত অতুলৰ ছবি আঁকা হৈ ৰ'ল। তাই তেওঁক পাহৰিব নোৱাৰে কাৰণ তেওঁ তাইৰ মান আৰু প্ৰাণ ৰক্ষা কৰিলে। আনফালে পিতাকে তেওঁক নাপাহৰে, কাৰণ তেওঁ ধন আৰু প্ৰাণ নষ্ট কৰিলে। কি ৰহস্য! কি কৌতুক!! কি অদ্ভুত সমন্বয়।

## ঊনত্ৰিশ

ঘৰত আহি অৰুণাই বস্ত্ৰ বাহানিবোৰ পৰিপাটিকৈ থৈ, বন্ধা-বঢ়া কৰি, ভাত খাই উঠিল। তাৰ পিচত যদুক লৈ ডাক্তৰখানালৈ যাবলৈ থিৰ কৰিলে। তাইৰ মন ব্যাকুল হৈ উঠিছে।

ইফালে ডাক্তৰখানাত হাজৰিকাৰ মন বৰ অস্থিৰ হৈ পৰিছে। তেওঁৰ আশা ভৰষাৰ স্থল এক মাত্ৰ সন্তান-অৰুণাৰ একো খবৰ নাপাই তেওঁ পাগল যেন হৈছে।

তেওঁ দেখিলে মটৰখন আছে. বন্দুকটোও আছে। কিন্তু অৰুণা নাই। ঘৰত থকা বুলি খবৰ কৰিলে — নাই। অইন ফালে খবৰ পঠালে — কতো একো শুং-সূত্ৰ নাই। কৰবাত চাওঁতালে মাৰি পেলালে বুলি তেওঁৰ ধাৰণা হ'ল। যিমানে এই ধাৰণা বদ্ধমূল হ'ল; তিমানে তেওঁ উন্মাদ যেন হ'ল। শেষত তেওঁ অৰুণা অৰুণা বুলি মূৰ্চ্চা যাব ধৰিলে। ঘনে উঠে ঘনে পৰে। ভুল বকে। একো নাখায়। কেৱল চকুলোৰে দুগাল তিয়াই দিয়ে। উকিলে কিমান বুজালে — একো নুশুনে। ডাক্তৰে কিমান বাধা দিলে তাকো নামানে। ঘনে ঘনে বিছনাৰ পৰা উঠি যাব খোজে। বৰ্ত্তমান তেওঁ পাগলৰ দৰে।

এনে বলিয়ালি কৰি থাকোঁতেই হঠাৎ যদুৰে সৈতে অৰুণা গৈ উপস্থিত হ'ল। পিতাকৰ এনে অৱস্থা দেখি তাই দৌৰি গৈ পিতাকক সাৱতি ধৰিলে। 'পিতা, পিতা,' পিতাকে এবাৰ অৰুণাৰ ফালে চাই চিনিব পাৰি আনন্দত অধীৰ হৈ — "আইটি আহিছা।" বুলি মূৰটো বুকুৰ মাজত সুমুৱাই ললে। আনন্দতে হাজৰিকাৰ চকুলো ওলাল। অৰুণাৰো চকুলো ওলাল। যদুই দূৰতে দেখি কান্দি পেলালে। উকিলে এই ঘটনা সপোন যেন দেখিলে। কি আচৰিত! ক'ৰ পৰা আহিল অৰুণা? ক'ত আছিল, কি হৈছিল? ইত্যাদি প্ৰশ্ন তেওঁ অৰুণাক কৰিলে। অৰুণাই সকলো প্ৰশ্নৰ উত্তৰ দিলে। তাই আচল কথা গোপন কৰি মিছাকৈয়ে কৈ গ'ল যে তাইক যেতিয়া আক্ৰমণ কৰিছিল, তেতিয়া তাই মৰাৰ ভাও ধৰি পৰি আছিল। চাওতালহঁতে মৰা বুলি ভাবি এৰি যোৱাত, এজন মানুহৰ সৈতে তাই পলাই আহিছিল। সেই মানুহজন সন্ন্যাসী ধৰণৰ মানুহ। তেওঁৰ আশ্ৰমত থকাৰ পিছত আজি তেওঁক গৰুৰ গাড়ীৰে পঠিয়াই দিছে। অৰুণাই বাহিৰলৈ আহি যদুক মাতি নিলে আৰু তাকো মিছা মাতিবলৈ ক'লে — সি যেন কলিতাৰ ঘৰৰ পৰা পলাই অহা বুলি কয় আৰু তাইৰ কথা একো নাজানো বুলি কয়। যদুই সেই মতে ক'লে। কথাবোৰ শুনি হাজৰিকা আৰু উকিলৰ মনত উপন্যাসৰ কাহিনী যেন লাগিল। সকলোবোৰ যেন ৰহস্যময়।

বাপেক, জীয়েক, চাকৰ তিনিওৰো পুনৰ মিলন, যেন এটা মধুৰ সপোন হে। নানা কথা-বতৰাৰে সবিশেষ কোৱা মেলা কৰি গোটেই কেইজনে অপাৰ আনন্দ পালে। ইতিমধ্যে অৰুণাই ডাক্তৰৰ পৰা অনুমতি লৈ পিতাক আৰু উকিলক ঘৰলৈ নিবলৈ ঠিক কৰিলে। যদুৰ হতুৱাই ড্ৰাইভাৰক মতাই আনি তাইহঁতৰ মটৰতে পিতাকক

ভৰাই লৈ ঘৰলৈ আহিল। বাটত উকিলক তেওঁৰ ঘৰত নমাই থৈ গ'ল। তেওঁলোকৰ জীৱন মহাকাব্যৰ বিৰাট পৰ্ব এটা যেন সমাপ্ত হৈ গ'ল।

ইফালে অতুলে সমবায় ফাৰ্মৰ ঘৰবাৰী তৈয়াৰ কৰিলে। ইতিমধ্যে আন্দোলনবো শাম কাটি আহিল। গৱৰ্ণমেণ্টৰ আৰ্ম পুলিচে নিৰ্ম্মম ভাবে এই আন্দোলন দমন কৰিলে; আৰু ভগনীয়াবোৰক পুনৰ সংস্থাপন কৰিব ধৰিলে। কনকেও তেওঁৰ দলৰ মানুহবোৰক ঘৰাঘৰি যাবলৈ হুকুম দি নিজে ঘৰলৈ নাহি গভৰ্ণমেণ্টৰ লগ হৈ ভগনীয়া সংস্থাপন কৰাত লাগি গল আৰু চৰকাৰৰ প্ৰিয় পাত্ৰ হৈ উঠিল। চৰকাৰে নাজানিলে যে, তেৱেঁ আন্দোলনৰ আচল গুৰি। এনেকৈয়ে সুচতুৰ কনক সেনে তেওঁৰ ভবিষ্যৎ ৰাজনৈতিক জীৱন অকলঙ্কিত কৰি ৰাখিলে।

দেশত শান্তি স্থাপন হ'ল। লাহে লাহে দিন পাৰ হব ধৰিলে। অতুলে ভগনীয়া পমুৱাবোৰকো আনি ৰিজাৰ্ভত বহিব দিলে। তেওঁলোককো সমবায় ফাৰ্মৰ অন্তৰ্ভুক্ত কৰি লৈ তেওঁ এখন বিৰাট আঁচনি তৈয়াৰ কৰিলে। তেওঁ দুটা "স্কীম" হাতত ললে। প্ৰথমটো হৈছে হাজৰিকাৰ বিৰুদ্ধে আৰু দ্বিতীয়টো হৈছে বেনাৰ্জীৰ বিৰুদ্ধে। সমবায় ফাৰ্ম খুলি হাজৰিকাৰ নামৰ মাটিবাৰী ফাৰ্মৰ নামে পট্টা কৰিব আৰু ভগনীয়া সংস্থাপন কৰি সিহঁতৰ মাজত অসমীয়া স্কুল পাতি দি অসমীয়া শিকাই লৈ বেনাৰ্জীৰ 'বৃহত্তৰ বাংলা'ৰ কল্পনা চুৰমাৰ কৰিব। বিদেশীবোৰক অসমীয়া শিকাই লৈ অসমীয়া কৰিব পাৰিলে আপোনা-আপুনি বেনাৰ্জীৰ কল্পনা নষ্ট হৈ যাব। এই কামত তেওঁ কনক সেনক নিযুক্ত কৰিলে। তেওঁৰ পৰামৰ্শ মতে কনক সেনে পমুৱাৰ মাজত স্কুল স্থাপন কৰিবলৈ দেহে কেহে লাগি গ'ল।

কেই মাহমানৰ ভিতৰতে বহুত কাম আগবাঢ়িল। অতুলৰ নেতৃত্বত দেশী-বিদেশী সকলোৰে একগোট হৈ কামত লাগি গ'ল। 'মিলন সংঘ' বুলি তেওঁ এখন নতুন সভা গঠন কৰিলে। এই সভাত অসমীয়া, বঙালী, উৰিয়া, নেপালী, চাওঁতাল, কছাৰী ইত্যাদি সকলোকে সভ্য কৰি ললে। বাইজৰ সহযোগত আৰু অতুল-কনকৰ উদ্যোগত "সমবায় ফাৰ্ম"ৰ অফিচ ঘৰ আৰু পমুৱা বস্তিত স্কুল ঘৰ স্থাপন হ'ল।

তাৰ পিচত কণক ঘৰলৈ ফিৰিল। কনকৰ এই অদ্ভুত ব্যাপাৰৰ কথা কমলা নাইবা অৰুণাই একো ভুকে নাপালে। তেওঁ মহা কৌশলী।

# ত্ৰিশ

কেইমাহমানৰ পিচৰ কথা। মিলন সঙ্ঘৰ এখন ৰাজহুৱা সভা আহ্বান কৰিছে অতুলে। তালৈ কণক সেনকো নিমন্ত্ৰণ কৰিছে।

আজিকালি অৰুণা কনক সেনহঁতৰ তালৈ যায় আৰু আগৰ দৰে তামচা স্ফুৰ্ত্তি কৰে। আগৰ সৌহাৰ্দ্দ্য ফিৰি আহে। কমলা আৰু অৰুণা দুয়ো কনকৰ কাৰ্য্যকলাপৰ বিষয়ে একো নাজানি ৰংমনে আগৰ দৰে থাকে— ফুৰে। কনকেও কথাবোৰ গোপন কৰি তেওঁলোকৰ লগত আগৰ দৰে যোগ দিয়ে। কিন্তু তেওঁ সদায় সতৰ্ক,— জানোচা কেতিয়াবা কথাৰ চলতে ওলাই পৰে? এই ভয় সদায় তেওঁৰ অন্তৰত বিৰাজমান।

আগৰ দৰে অৰুণাহঁতৰ ঘৰ চলে। কনকহঁতৰ ঘৰো চলে। ভাটীবেলা অৰুণা, কমলাহঁতৰ তালৈ ফুৰিব আহিল। নানা কথা বতৰা হৈ থাকোতে হঠাতে কমলাই ক'লে যে, তাই আৰু গিৰিয়েক কাইলৈ বিজাৰ্ভলৈ যাব; কাৰণ মিলন সঙ্ঘলৈ অতুলে তেওঁলোককো নিমন্ত্ৰণ কৰিছে। চিঠিখন অৰুণাক দেখুৱাই কমলাই অৰুণাক লগ ধৰিলে যাবলৈ। অৰুণাৰ ভিতৰি ভিতৰ অভিমান জাগিল অতুলৰ ওপৰত। তাইক তেওঁ নিমন্ত্ৰণ নকৰে। তাইৰ বেয়া লাগে। পিচ মুহূৰ্ত্ততে তাই পিতাকৰ কথা ভাবে। অ তুলে নিমন্ত্ৰণী চিঠি দিলেও পিতাকে কিয় তাইক যাবলৈ দিব? বৰং কামটো নষ্ট কৰিবলৈহে চাব। তাৰ উপৰি অতুলৰ কিবা সম্পৰ্ক থকা বুলি জানিলে পিতাকে তাইক...। আৰু ভাবিব নোৱাৰে। তেওঁ ঠিকেই কৰিছে। তাইৰ খং অভিমান ক্ষন্তেকৰ ভিতৰতে নাইকিয়া হয়। তাইৰ অতুলৰ লগত একো ঘনিষ্ঠতা নোহোৱা ভাব দেখুৱাবলৈ বুলি কমলাৰ লগত যাবলৈ অস্বীকাৰ কৰে আৰু আগৰ দৰে অতুলৰ ওপৰত তাচ্চিল্যৰ ভাব প্ৰকাশ কৰে। তাইৰ তাচ্চিল্যৰ আৰু অবজ্ঞাৰ ভাব বুজিব পাৰি, কমলাই আৰু বেচি জোৰ নকৰিলে। তাৰ পাচত আইন কথা আলোচনা কৰি অৰুণা ঘৰলৈ ফিৰিল।

ঘৰত আহি ভাবিলে তাই যাবনে নাযায়। শেষত যোৱাটোকে থিৰ কৰিলে। কিন্তু পিতাকে কব নোৱাৰাকৈহে যাব লাগিব। তাই বুদ্ধি সাজে। পিতাকৰ ওচৰলৈ গৈ কয় যে, অহাকালি তাই কমলাহঁতৰ লগত নলবাৰীলৈ যাব। তাত মহিলা সভাৰ এখন অধিবেশন বহিব। মটৰখন দিব লাগে। কন্যা-প্ৰাণ পিতাকে তাইৰ এই সামান্য অনুৰোধটি নাৰাখিব কিয়। যাবলৈ অনুমতি দিলে।

## একত্ৰিশ

পিচদিনা কনক সেন আৰু কমলা মিটিঙৰ ঠাইত উপস্থিত হয়। তাত দুয়োজনে মিটিঙৰ যোগাৰত লাগি যায়। মানুহবিলাকৰওপৰত কনকৰ প্ৰভাৱ দেখি, কমলাই মনে মনে গৰ্ব্ব অনুভব কৰে। কনক সেনে যাক যি কৰিবলৈ কয়, তেওঁ তাকে কৰে তৎক্ষণাৎ। মানুহবোৰে তেওঁক বৰকৈ মানে।

ইফালে অলপ বেলি হোৱাত অৰুণাই যদুক আৰু ড্ৰাইভাৰক লগত লৈ মটৰেৰে অতুলৰ পঁজালৈকে গ'ল। মটৰখন দুৱাৰ মুখত ৰাখি তিনিও নামিল। মটৰৰ শব্দ শুনি যতীন দৌৰি বাহিৰলৈ আহিল। অৰুণা আৰু যদুক দেখি হাঁহি মাৰি তিনিওকো আগবঢ়াই ঘৰলৈ লৈ গ'ল। অতুল ঘৰতে আছিল। হাঁহি মাৰি অৰুণাক নমস্কাৰ কৰি তিনিয়োকো বহিবলৈ আসন আগবঢ়াই দিলে। তিনিও বহিল। যতীনে তৎক্ষণাৎ চাহ কৰি আনিলে। চাহ-তাহ খোৱা হোৱাত অতুলে তেওঁলোকক অহাৰ কাৰণ সুধিলে। অৰুণাই ড্ৰাইভাৰক আৰু যদুক মটৰলৈ যাবলৈ কৈ অতুলক ভিতৰ কামলৈ মাতি নিলে। যদুহঁত মটৰত বহিল গৈ। যতীন ভিতৰলৈ গল আৰু খবৰ বাতৰি সুধিব ধৰিলে। অৰুণাই অতুলক ক'লে, — আজি বোলে মিলন সঙ্ঘৰ মিটিং হয় নে?" তাই টুলখনত বহে।

অতুল — হয়। কিয়?

অৰুণা — ময়ো যাম। মোকো লৈ যাবনে?

অতুলে হাঁহি মাৰি আৰামী চকীখনত বহি ক'লে — "আপোনাক মই কান্ধত তুলি নিব লাগে নেকি?"

অৰুণাই ভেম কৰি ক'লে — "কাৰবাৰ লগত গলে কান্ধত তুলি নিয়া হয় নেকি?"

অতুলে এটা পাতল হাঁহি মাৰি ক'লে — "কান্ধত তুলি নিনিলে কেনেকৈ যাব? মটৰতো নাযায়।"

অৰুণা — মটৰ নগলে খোজ কাঢ়িয়ে যাম;

অতুল — খোজ কাঢ়িও যাব নোৱাৰে।

অৰুণা — কিয়?

অতুল — বোকা পানী আছে।

অৰুণা — আপুনি তেন্তে কেনেকৈ যাব?

অতুল — বোকা পানী ভাঙি। আমাৰ জন্মই হৈছে বোকা পানীত লুতুৰি-পুতুৰি হ'বলৈ। বোকা পানীলৈ আমাৰ ভয় নাই।

অৰুণা — আৰু আমাৰ জন্ম?

অতুলে খোচামাৰা সুৰত ক'লে — "স্নো, পাউদাৰ আৰু সুগন্ধি তেলত লুতুৰি-পুতুৰি হ'বলৈ।"

অৰুণাই স্নো, পাউদাৰ আৰু সুগন্ধি তেলেৰে প্ৰসাধন কৰি মলমলীয়া গন্ধ উলিয়াই আহিছিল। অতুলৰ এনে হানমৰা কথা শুনি অভিমান কৰি প্ৰশ্ন কৰিলে "আপুনি মোক ইমান ঠাট্টা কৰে কিয়?

অতুল — মই কি ঠাট্টা কৰিলোঁ? বৰং আপুনিহে ঠাট্টা কৰিছে। প্ৰকাশ হাজৰিকাৰ জীয়েক যাব — মিলন সঙ্ঘৰ মিটিঙলৈ? ই জানো উপহাস নহয়?

অৰুণা — তাৰ মানে আপুনি কব খোজে যে মানুহৰ পৰিবৰ্ত্তন নাই। বেয়াই কেতিয়াও ভাল হ'ব নোৱাৰে?

অতুল — পাৰে কিন্তু ইমান সোনকালে নহয়। ইমান শীঘ্ৰে কোনো বস্তু ৰে পৰিবৰ্ত্তন নহয়।

অৰুণা — তেন্তে চুম্বক লোৰ ৰাসায়ণিক ক্ৰিয়াত পৰি লো কেনেকৈ তৎক্ষণাৎ চুম্বকত্ব প্ৰাপ্ত হয়?

অতুলে অৰুণাৰ চকুলৈ চাই হাঁহি মাৰি ক'লে — "আপুনি নো কোন চুম্বকলোৰ ৰাসায়ণিক প্ৰক্ৰিয়াত পৰি চুম্বকত্ব প্ৰাপ্ত হ'ল।

অৰুণাই লাজ আৰু অপমানত জৰ্জৰিত হ'ল। ইমান তাচ্ছিল্য তাইক? ইমান উপহাস? তাই আৰু সহ্য কৰিব নোৱাৰা হ'ল। তাই খং কৰি ক'লে— "বাৰু। নমস্কাৰ মই আহিলোঁ।"

নমস্কাৰ কৰি তাই টুলৰ পৰা উঠি আহিল। অতুলে হাঁহি মাৰি বাট আগছি ধৰি ক'লে — "ক্ষমা কৰিব, মই স্ফুৰ্ত্তিহে কৰিছিলোঁ। খং নকৰিব। বহক অনুগ্ৰহ কৰি। সঁচাকৈ কৈছো বোকাপানী আছে। ইয়াৰ পৰা মিটিঙলৈ প্ৰায় তিনি মাইল হ'ব। মাজতে এখন হাবি। হাবিৰ মাজৰ বাট, তাতে পানী - পেক। আপুনি কেনেকৈ যাব?"

অৰুণা — আপুনি কেনেকৈ যাব?

অতুল — মই খোজ কাঢ়ি যাম। আপুনি জানো ইমান বোকা -পানী গচকি যাব পাৰিব?

অৰুণা — আপুনি কেনেকৈ পাৰে?

অতুল — মোৰ অভ্যাস আছে।

অৰুণা — ময়ো অভ্যাস কৰিম।

অতুল — আপুনি বৰ কষ্ট পাব। আপুনি এতিয়া যাব নালাগে। যেতিয়া বাট ভাল হ'ব, তেতিয়া মই জনাম। তেতিয়া যাব। এতিয়া গলে বৰ দুখ কষ্ট পাব।

অৰুণা — মই যে দুখ কষ্ট খাবলৈকেই বাঞ্ছা কৰিছোঁ। ভাল হব খুজিলে দুখ কষ্ট খাবই লাগিব।

অতুল — দুষ্টালিৰ হাঁহি মাৰি ক'লে — "এই সুমতিনো কোন দিনৰ পৰা হ'ল?"

অৰুণাই অভিমান কৰিমুখখনিএপাচিমান কৰি ক'লে — "আপুনি মোক বাৰে বাৰে ঠাট্টা কৰি থাকে। এবাৰ পাপ কৰিলে জানো তাৰ প্ৰায়শ্চিত্ত নাই?" খং অভিমানত জ্বলা কলা হৈ অই কান্দি পেলালে। তাইৰ জীৱনত পুৰুষৰ আগত কন্দা এয়ে প্ৰথম আৰু অতুলৰ জীৱনতো কথাৰ খোচাত তিৰোতা মানুহ কন্দোৱা এয়ে প্ৰথম। তেওঁৰ বৰ দুখ লাগিল। ৰং কৰোতে খং কৰিলে। তেওঁ আচৰিত হৈ অৰুণাৰ ওচৰ চাপি ক'লে — "ইকি? আপুনি কান্দিছে কিয়? মই ধেমালিহে কৰিছিলোঁ। খং নকৰিব। ইচ্ছা কৰিছে যদি যাব। এতিয়াই ওলাওক। বেচি সময় নাই। এঘণ্টামান আগতে যাব লাগিব। আমি খাই বৈ উঠোঁ আহক।" অৰুণাই কিছু সময় তলমুৰা হৈ ফেকুৰি আছিল। নিমাতে থকা দেখি অতুলে পুনৰ মাতিলে — "আহক ভাত খাওঁ।" তাই চকুলোবোৰ মচি লাহেকৈ ক'লে — "মই ভাত খাই আহিছোঁ। নাখাওঁ।"

অতুল — যদুহঁত?

অৰুণা — সিহঁতেও।

অতুল নীৰৱ হ'ল। অতুলৰ বেয়া লাগিল, নিজকে দোষী যেন বিবেচনা কৰিলে। একো কথা বিচৰি নাপাই ক'লে — "মোৰ বন্ধু কনক সেন আৰু কমলা দেৱীও যাব। তেওঁলোক কিন্তু অন্য বাটেৰে যাব। বাৰু যদুয়ো যাব নেকি?" এইবাৰ অৰুণাই উত্তৰ দিবলৈ বাধ্য হ'ল। তাই ক'লে — "তাক নিনিওঁ।"

অতুল — তেন্তে আমি দুয়োহে। হব বাৰু। মই ওলাওঁ।"

অতুলে ভিতৰলৈ গৈ, ভাত-পানী খাই কানি-কাপোৰ পিন্ধি ললে। অৰুণা ধীৰে ধীৰে বাহিৰ ওলাই আহি মটৰলৈ গ'ল! যদু আৰু ড্ৰাইভাৰক তাই নহা পৰ্য্যন্ত মটৰতে থাকিবলৈ হুকুম দিলে। তাইৰ হুকুম মতে দুয়ো মটৰতে থাকিল।

অৰুণা আৰু অতুল দুয়ো মিটিঙলৈ খোজ ললে:

## বত্ৰিশ

বিজাৰ্ডৰ মাজৰ বাট। পানী পেকে ভৰা। অতুল আৰু অৰুণাই খুপি খুপি খোজ দিয়ে। অতুলে আগে আগে ধুতি কোচাই লৈ বোকা পানী ভাঙি যায় আৰু পিচে পিচে অৰুণাই মেখেলাখন কোচাই লৈ বোকা খচি আগবাঢ়ে। পিচল বাট। অৰুণাই মাজে মাজে পিচলি পৰিব খোজে। তাকে দেখি অতুলে কয় — "বাট বৰ পিচল, চাব — পিচলি পৰিব আকৌ।

অৰুণা — উহ্ কি পিচল বাট। যদি কেনেবাকৈ পিচল খাই পৰি যাওঁ; তেন্তে কানি-কাপোৰ নষ্ট হৈ যাব।

অতুল — জীৱনৰ বাট যে ইয়াতকৈ বেচি পিচল। তাত এবাৰ ভৰি পিচল খালে অকল কানি-কাপোৰেই নষ্ট নহয় — জীৱনটোৱে ব্যৰ্থ হৈ যায়।

অৰুণা — এৰক আপোনাৰ দৰ্শন। মই তাক বুজি-সুজি নাপাওঁ।

অতুল — "বুজি নাপালে বুলিয়েই যে, সত্যটোও নাইকিয়া হ'ব; এনে কোনো অৰ্থ নাই। সাধাৰণ মানুহে নাজানিলেও পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তি নোহোৱা নহয়। সৰু ল'ৰাই নাজানিলেও জুইৰ দাহিকা শক্তি আছে।" অৰুণাই হঠাতে এটা পিচল খালে। অতুলৰ কাপোৰত গৈ বোকা ছিটিকি পৰিল। তাই বৰ আপ্‌চোচ কৰি ক'লে — "উহ্ এতিয়াই পৰি গলোহেঁতেন। ইছ্, আপোনাৰ কানি-কাপোৰবোৰ নষ্ট কৰি পেলালোঁ। ছিঃ ছিঃ ছেক লাগি বৰ বেয়া দেখা হ'ল।" অতুলে এটা হাঁহি মাৰি ক'লে -- "হ'ক বাৰু একো কথা নাই। আজি কাপোৰহে নষ্ট হৈছে, কাপোৰতহে ডাগ লাগিছে; কিন্তু মনততো একো ডাগ বা ছেক লগা নাই। মনত ছেক লাগিলেহে সৰ্বনাশ।"

অৰুণাই বুজি পালে কিহৰ ইঙ্গিত দিলে। তাই অভিমান কৰি ক'লে — "আই ঔ! মই লগত আহিলোঁ বুলি আপোনাৰ মনত ছেক লাগে নেকি?"

অতুল — এজন অসম্বন্ধীয় ডেকাৰ লগত, এজন অসম্বন্ধীয়া গাভৰু নিৰ্জন বননিৰ মাজেৰে অকলে অকলে গলে মন নষ্ট হয় নে নহয় কব নোৱাৰোঁ; কিন্তু লোকে যে বদনামৰ দাগটো দিব ই ধ্ৰুৱাপ।

অৰুণাই খং কৰি ক'লে— "অ'— সেই বাবেই লগত আনিবলৈ অমত আছিল? বাৰু যাওক আপুনি; মই ঘৰলৈ ফিৰি যাওঁ।"

তাই থিয় হয় আৰু ফিৰি যাবৰ বাবে সাজু হয়। অতুলে পিচ মুখ দি তাইৰ এনে অৱস্থা দেখি হাঁহি হাঁহি কয়— "ক্ষমা কৰিব। মোৰ মুখখন বৰ বেয়া। দিনটোৰ ভিতৰত কাৰবাক অলপ ঠাট্টা কৰিব নোৱাৰিলে, মোৰ জিভাৰ জুতিয়ে নপলায়। মাফ কৰিব, মই স্ফুৰ্ত্তিহে কৰিছোঁ। খং নকৰিব। মই আৰু একো নকওঁ। আহক।"

অৰুণা— স্ফূৰ্ত্তি কৰিছেনে, ঠাট্টা কৰিছে মই বুজিছোঁ। মৰম কৰাৰ ছলেৰে চুমা খাই গালৰ মঙহ এবেৰাই নিয়াৰ দৰে স্ফূৰ্ত্তিৰ ছলেৰে দেখোন আপুনি বেজ বেজাই যোৱাকৈ কাটিং মাৰে।

অতুলে খোলা হাঁহিটো মাৰি ক'লে—"হা: হা: মই "কাটিং" মাৰোঁ। ইয়ৰাৰেলে আপুনি। "কাটিং" মাৰিব পৰা বিদ্যা-বুদ্ধি এই অতুল কলিতাৰ বাপেকৰো নাই অৰুণা দেৱী। আপুনি ভুল বুজিছে।"

অৰুণা— বাপেকৰ নাই; কিন্তু পুতেকৰ হলে আছে। এতিয়া মনে মনে বলক।

অতুল— আচ্ছা, মই মুখ বন্ধ কৰিলোঁ।

দুয়ো নমতাকৈ খোজ কাঢ়ে। কিছু বাট যোৱাৰ পিচত অৰুণাৰ মাতিবলৈ ইচ্ছা হয়। কিন্তু লাজতে নামাতে। দুই এবাৰ পিচলি পৰাৰ ভাও কৰি কয়—"উহ। পৰিলোঁহে'তেন।" তাই নিজকে নিজে কয়, কিন্তু অতুলক শুনাকৈ কয়, কাৰণ কিবা কওঁক তেওঁ। অতুলে কিন্তু একো নামাতে। তাই কৈ উঠে— "কেনে বেয়া ৰাস্তা, খোজ দিবকে নোৱাৰি।" তাই কেৰাহিকৈ অতুলৰ ফালে চায়—জানোচা মাতে; কিন্তু কতা— একো নকয়। অতুলে আগৰ ফালে চাই গৈ থাকে। তাইৰ কৌশলবোৰ বুজি আৰু মনৰ ভাব ধৰিব পাৰি মনে মনে মিচিক্ মিচিক্ কৈ হাঁহে। শেষত বাধ্য হৈ তাই কয়— "আৰুনো কিমান দূৰ আছে? এইবাৰো অতুলে নীৰৱে ৰয়। অৰুণাই আৰু মাতিলে—"আগলৈ বাট-এনেকুৱাইনে, কিছুভাল?" অতুল আকৌ নীৰৱ। অৰুণাই শেষত স্পষ্টকৈ সুধিবলৈ বাধ্য হয়। —"আপুনি উত্তৰ নিদিয়ে কিয়?

অতুলে কলে— হঠাতে যদি উত্তৰটো "কাটিং" হৈ পৰে তেন্তে? সেই ভয়ত উত্তৰ দিয়া নাই।

অৰুণা — কি যে দুষ্ট আপুনি। যাওক তেন্তে মযোনামাতোঁ। এনেকুৱা লোকৰ লগতো জানো মানুহ থাকিব পাৰি?

অতুলে হাঁহি মাৰি ক'লে— "নোৱাৰি কাৰণেইতো কোনেও নাথাকে।"

অৰুণা— মোক নামাতিব আপুনি।

অতুল — বা—ক।

দুয়ো আগবাঢ়ে। অৰুণা হঠাতে এবাৰ পিচলি পৰে; দেখা পাই অতুলে তৎক্ষণাৎ থাপ মাৰি ধৰে। অৰুণাই এই ছেগতে অতুলৰ গাতে গা লগাকৈ থিয় হৈ মিচিক্ মিচিক্‌কৈ হাঁহিব ধৰে। তাই অতুলৰ চকুলৈ চায়। দুয়োৰো চকুৰে চকুৰে পৰে...। অৰুণাই অতুলৰ গাত লেউ সেউ হৈ ঢলি পৰে। অতুলে মিচিকিয়া হাঁহি মাৰি কয়— "এতিয়াই পৰি গ'লহে'তেন। পালেহে'তেন মজা পালি।" অৰুণায়ো মিচিকিয়া হাঁহি মাৰি তাইৰ ধুনীয়া দাঁতপাৰি উলিয়াই লাহেকৈ কয়— "পাৰিলেও তৃপ্তি আছে। ধৰোঁতা থাকিলে, পৰাতো তৃপ্তি আছে।"

অতুলে সেই একে সুৰতে হাঁহি মাৰি ক'লে— "তেন্তে কান্দোঁতা থাকিলে, মৰাতো তৃপ্তি আছে বোধ হয়?

অৰুণা — "চুপতি মাৰিব নালাগে আহক। বেচি পলম হলে কমলাই সুদাই নেৰিব। তাই তেওঁৰ বাহু মুক্ত হৈ ওলাই আহে। অতুলে ব্যঙ্গ অভিবাদন কৰি কয় — "যো হুকুম মহাৰাণী" অৰুণাই মুখখন বিকটাই ধমক দিয়া সুৰত কয় — "ইছ্ নেদেখিছে পেংলাইখন।"

হাঁহি হাঁহি দুয়ো আগবাঢ়ে।

## তেত্ৰিশ

পমুৱা বস্তি। বিৰাট ৰাজহুৱা সভা। চাওঁতাল, কছাৰী, অসমীয়া, বঙালী, উৰীয়া, নেপালী আদি সকলো মানুহেৰে সভা-মণ্ডপ ভৰি পৰিছে। কনক আৰু কমলা দুয়ো একেলগে সভাপতিৰ আসনৰ কাষত বহি আছে। সভাপতিৰ আসনখন এখন ডাঙৰ পীড়া। ফুলদানি আদিৰে সুশোভিত। পীড়াখন মাটিত আছে। মানুহবোৰে দুবৰিৰ ওপৰত বহিছে। মানুহৰ মাজত এটা উৎকণ্ঠাৰ ভাব পৰিলক্ষিত হৈছে। কনক আৰু কমলাকো ব্যগ্ৰ দেখা গৈছে। সকলোৱে অতুলক অপেক্ষা কৰি আছে। কমলাই কনকক সুধিলে — "এতিয়াও দেখো কলিতা আহি নাপালে কাৰণ কি?"

কনক — তেখেতৰ লেঠা অনেক হলেও কথাৰ হেৰ ফেৰ নাই। আহিব যে ই ধুৰূপ। মোৰ অনুমান তেখেতৰ, কিবা বিপদ হৈছে। নহলে ইমান পলম নকৰিলেহেঁতেন।

কমলা — তেন্তে মানুহ পঠাই দিয়ক।

কনক — ৰবাচোন; কিজানি আহিয়ে পায়। আৰু দহ মিনিটমান অপেক্ষা কৰি পাছতো মানুহ পঠিয়াই দিম।" হঠাৎ ৰাইজৰ মাজত গণ্ডগোলৰ সৃষ্টি হয় "সৌ কলিতা আহিছে। পালেহিয়েই" ইত্যাদি শব্দ হয় ৰাইজৰ মাজত। এনেতে অতুল আৰু অৰুণা ৰাইজৰ মাজলৈ সোমাই আহে। কনক আৰু কমলাই আগবঢ়াই লৈ যায়।

কনক — "আপোনাক চাওঁতে চাওঁতে আমনি লাগিল।" কণকে অতুলক সাবতি ধৰে। অতুলেও হাঁহি হাঁহি আকোৱালি ধৰে। দুয়ো গৈ বহে। ইফালে কমলাই অৰুণাক সাবতি ধৰি আথে বেথেঁকৈ কয় — "তই আহিছ অৰু? তই আহিবি বুলি মই ভবাই নাছিলোঁ। আহ্ বহহি"

অৰুণা আৰু কমলাই হাতত ধৰাধৰি কৰি গৈ অতুলহঁতৰ পিচতে বহে। অৰুণাক দেখি ৰাইজৰ মাজত উত্তেজনাৰ সৃষ্টি হয়। নানা জনে নানা প্ৰশ্ন কৰে।

জলতি — কিয় আহিছে হাকিমৰ স্ত্ৰীয়েক?

মণ্ডলা — কলিতাই আনিলে দেখো।

পুহা — কব নোৱাৰোঁ বোপা কৰ পানী কলৈ যায়।

প্ৰাণেশ্বৰ-দে-দেখা-যা-ও-ক-কি-কি-হয়।

অতুল আৰু কনকৰ মাজত ফুচফুচীয়া মেল। ইফালে কমলা আৰু অৰুণায়ো ফিচিঙা-ফিচিঙি কৰি হাঁহে। কিছু সময় পিচত ৰাইজৰ মাজত আপোনা-আপুনি নিস্তব্ধতা বিৰাজ কৰে। তেতিয়া কনকে উঠি কয়—"শ্ৰদ্ধেয় ৰাইজ! এতিয়া আমাৰ আহিবলগীয়াজন আহিছে। গতিকে সভাৰ কাম আৰম্ভ কৰা যাওঁক।

"হওক হওক, আৰু পলম কৰি লাভ নাই। সোনকালে আৰম্ভ কৰিব লাগে।" ৰাইজৰ মাজৰ পৰা পাঠকে কয়। তেতিয়া কনকে থিয় হৈ প্ৰস্তাৱ কৰে —"মই প্ৰস্তাব কৰোঁ, আজি এই সভাত আমাৰ পৰম হিতাকাঙ্খী শ্ৰদ্ধেয় কলিতা ডাঙৰীয়াই পৌৰহিত্য কৰি আমাৰ মনত সন্তোষ দিব।"

জলতি—এই প্ৰস্তাবটো মই অতি সাদৰে সমৰ্থন কৰিলোঁ।

ৰাইজে অনুমোদনৰ কৰতালি দিয়ে। অতুলে থিয় হৈ ৰাইজক নমস্কাৰ কৰি কয়—"সমবেত ৰাইজ, এই কামৰ বাবে মই প্ৰস্তুত নাছিলোঁ আৰু যোগ্যতা নাই। এই কামৰ যোগ্য আছিল আমাৰ শ্ৰেষ্ঠ শিল্পী, অভিনেতা মাননীয় সেন ডাঙৰীয়াহে। কিন্তু তেখেতক প্ৰস্তাৱ কৰাৰ আগতে তেখেতে নিজে এই গুৰু দায়িত্ব মোৰ মুৰতে দিলে। আকৌ আপোনালোকেও তাকেই সমৰ্থন কৰিলে। গতিকে মই বাধ্য হৈ সভাপতিৰ আসন গ্ৰহণ কৰিলোঁ।"

অতুলে সভাপতিৰ আসনত বহিল। ৰাইজে কৰতালি দিলে।

তেওঁ কাৰ্য্যসূচী চাই ক'লে— "এতিয়া সভাৰ উদ্দেশ্য ব্যাখ্যা।

জলতি—"আজিৰ সভাৰ উদ্দেশ্য বোধ কৰো সকলোৱে জানে। আমি সকলোৱে যাতে একেলগে মিলা-প্ৰীতিৰে বাস কৰিব পাৰো, তাৰ বাবেই আমাৰ মাজত আলোচনা কৰাৰ আজিৰ সভাৰ উদ্দেশ্য। কি কৰিলে আমি সকলোৱে পূৰ্ব্বৰ শত্ৰুতা পাহৰি গৈ, চাওঁতাল, কছাৰী, নেপালী, মিৰি, উৰীয়া, অসমীয়া আৰু বঙালী ভগনীয়াই মিলেৰে থাকি উন্নতিৰ পথত আগবাঢ়িব পাৰোঁ তাৰে এটা যুক্তি কৰা আজিৰ সভাৰ উদ্দেশ্য।" পাঠকে কৈয়ে বহিল। অতুলে উঠি ক'লে— "ৰাইজ! এতিয়া সভাৰ উদ্দেশ্য শুনিলে। গতিকে পলম নকৰি কিবা এটা যুক্তি পৰামৰ্শ কৰক। বেলি বেচি নাই। সকলো দূৰৰ মানুহ। সোনকালে যাব লাগিব। গতিকে বাহিৰা কথা বাদ দি আচল আলোচনাত প্ৰবৃত্ত হোৱাহে যুক্তিযুক্ত। যদি ৰাইজে বেয়া নাপায়, তেন্তে সভাখন চমু কৰিবৰ বাবে মই প্ৰথমে সমজুৱাৰ মতামত লব খোজোঁ। এতিয়া কওক আপোনালোকে কি কৰিলে আমাৰ ভাল হব।

কনকে উঠি ৰাইজক নমস্কাৰ কৰি ক'লে— "পুজনীয় ৰাইজ আৰু শ্ৰদ্ধেয় সভাপতি। প্ৰথমে ময়ে দুআধাৰমান কওঁ বুলি উঠিলোঁ। আশা কৰো আপোনালোকে নিজৰ ল'ৰা বুলি দায় দোষ মাৰ্জনা কৰিব।" তাৰ পিচত গলাটো পৰিস্কাৰ কৰি লৈ কবলৈ ধৰিলে—"মোৰ মতে আমি সকলোৱে আগৰ শত্ৰুতা পাহৰি যোৱা উচিত। তাৰ উপৰি আমাৰ মাজৰ ভুলবোৰ সংশোধন কৰিবলৈ এখন সমিতি গঠন কৰাৰ দৰ্কাৰ। আমাৰ মাজত সম্প্ৰীতি যাতে স্থায়ী ভাবে ৰব: তাৰ বাবে এই সমিতিৰ নাম হওক "মিলন সঙ্ঘ"। তাত প্ৰত্যেক সম্প্ৰদায়ৰে দুজনকৈ মেম্বাৰ থাকিব। এই সঙ্ঘৰ উদ্দেশ্য হব আমাৰ মাজত মিলাপ্ৰীতিৰ বান্ধ দৃঢ় কৰি ৰখা আৰু আমাৰ মাজত হোৱা কাজিয়া পেচালৰ নিষ্পত্তি কৰি দিয়া। আমাৰ অভাৱ-অভিযোগ,

সুখ-সুবিধা আদিৰ ব্যৱস্থা আৰু মাটি বাৰী আদিৰ ব্যৱস্থাও এই সমিতিয়ে কৰিব। নিৰ্বাচিত সদস্যসকলৰ এজন সভাপতি, এজন চেক্ৰেটাৰী, এজন সহকাৰী চেক্ৰেটাৰী, এজন ধন-ভঁৰালী, আৰু এজন হিচাব পৰীক্ষক থাকিব। এই সংঙ্ঘই বছৰেকীয়া বৰঙণি বাবদ প্ৰতি ঘৰ মানুহৰ পৰা এমোণকৈ ধান লব আৰু ধনীসকলে অতিৰিক্ত হিচাবে এমোণ দিব লাগিব। এতিয়া আপোনালোকে যদি মোৰ কথামতে কাম কৰে, তেন্তে নিজৰ নিজৰ সম্প্ৰদায়ৰ মাজৰ পৰা দুজনকৈ সদস্য বাচি দিয়ক। যদি ইয়াত কিবা আপত্তি আছে, তেন্তে প্ৰকাশ কৰক।;

কনক বহে। জলতি পাঠকে উঠি কয়— "এই প্ৰস্তাৱত মোৰো একো আপত্তি নাই। যদি ৰাইজৰো মত আছে, তেন্তে হাত চাপৰি দি সমৰ্থন কৰক; নহলে কাৰবাৰ কিবা আপত্তি থাকিলে কওঁক।" পাঠকে কোৱাৰ লগে লগে হাত চাপৰি দি ৰাইজে সমৰ্থন কৰিলেই। তাৰ পিচত চৰুৱা বঙালীৰ মাজৰ পৰা সিহঁতৰ মাতব্বৰে উঠি কয়—"আমাদেৰ কাচথেকে কিছু আপত্তি নেই। আমি সমৰ্থন কৰলাম।" বঙালীবিলাকে কৰতালি দি সমৰ্থন কৰে। তাৰ পিচত কছাৰীবিলাকৰ মাজৰ পৰা লপাঙে উঠি কয়—"আমিও আছং দে আৰো।" কছাৰীসকলে কৰতালি দি সমৰ্থন কৰে। চাওঁতালহ'তৰো মাজৰ পৰা সিহঁতৰ চৰ্দ্দাৰে উঠি আদমিহলি ভাষাৰে কয়— "হামাৰ মত আছেক দে।" চাওতাল সকলে কৰতালি দি সমৰ্থন কৰে।

শেষত অতুলে উঠি কয়—"তেন্তে প্ৰস্তাৱটো গৃহীত বুলি ধৰা হ'ল। এতিয়া ৰাইজ, আপোনালোকৰ মাজৰ পৰা সদস্য নিৰ্বাচন কৰি দিয়ক।" তেওঁ বহে। ৰাইজৰ মাজত কোঁৱা কুই চলে। গুণ গুণ শব্দ হয়। তাৰ পিচত সৰ্বসম্মতিক্ৰমে সমাজ অনুপাতে যথাক্ৰমে তলত নাম লিখা সদস্যসকল নিৰ্বাচিত হয়।

১। অসমীয়াৰ মাজৰ পৰা— (ক) শ্ৰী জলতি ৰাম পাঠক
(খ) শ্ৰী মঙলা ৰাম কলিতা

২। ৰিফিউজিৰ মাজৰ পৰা— (ক) মঃ মাতবৰ মঃ তৈবুল্লা
(খ) মঃ কেৰামৎ আলি

৩। চাওঁতালৰ মাজৰ পৰা — (ক) চৰ্দাৰ চালাবৎ জং
(খ) শ্ৰী বিচুৰা সিং

৪। কছাৰীৰ মাজৰ পৰা— (ক) লপাং ৰামচিয়াৰী
(খ) শ্ৰী দাফা কছাৰী

সদস্য সকলৰ মাজৰ পৰা শ্ৰী জলতি পাঠক সভাপতি, মাতবৰ মঃ তৈবুল্লা চেক্ৰেটাৰী; শ্ৰী বিচুৰা সিং সহকাৰী চেক্ৰেটাৰী, শ্ৰী লপাং ৰামাচিয়াৰী ধন-ভঁৰালী আৰু মণ্ডলা কলিতা হিচাব পৰীক্ষক নিৰ্বাচিত হয়। অতুলে লিখি লয়। তাৰ পিচত থিয় হৈ কয়—"তেন্তে আমাৰ কাম প্ৰায় শেষ। এতিয়া আমি সৰ্ব্ব প্ৰথম কি কাম হাতত লম? আপোনালোকে জনে যে, সকলোৰে মূল হ'ল শিক্ষা। শিক্ষিত নহলে একো কাম কৰিব নোৱাৰি। সেইবাবে প্ৰথমতে আমাৰ উন্নয়ন মূলক কামৰ ভিতৰত হ'ব— এখন স্কুল স্থাপন; কাৰণ অসমীয়া ভাষাৰ জৰীয়তেহে আমি নানা ভাষা-ভাষী মানুহে মনৰ ভাব প্ৰকাশ কৰাৰ সুবিধা পাম আৰু মিলেৰে থাকিব পাৰিম। অসমীয়া ভাষা হওক-আমাৰ উমৈহতীয়া ভাষা আৰু অসম দেশ হওক আমাৰ মাতৃভূমি। সকলো জাতিয়ে মিলি আজিৰ পৰা আমি এটা বিৰাট অসমীয়া জাতিত পৰিণত হ'ম। অসম শব্দৰ অৰ্থ-অসমান। আমাৰ অসমীয়া জাতিৰ নানা জাতিৰ সংমিশ্ৰণৰ ফল। কোচ, কছাৰী, আহোম, মিচিং, লালুং, কাৰ্বি, গাৰো, ৰাভা, নগা, চুটীয়া, মণিপুৰী, ব্ৰাহ্মণ, কলিতা কেওঁত, চৰাল ইত্যাদি নানা জাতিয়ে মিলি অসমীয়া জাতি গঠিত হৈছে। এইবোৰ বেলেগ বেলেগ জাতি লগ লাগি আমাৰ বুকুত সাম্য সৃষ্টি কৰি অসমীয়া জাতি গঠিত হৈছে। আজিও বেলেগ বেলেগ অসমান জাতিবোৰক লৈ সৃজন হওঁক বিৰাট অসমীয়া জাতি। অসমীয়া নাম সাৰ্থক হওক। অসমতাৰ বুকুত সমতাৰ সৃষ্টি কৰিব পৰা বাবেই এই দেশৰ নাম অসম হৈছিল। আজি এই নামৰ মৰ্য্যদা ৰওঁক। আপোনালোকৰ ওচৰত এয়ে মোৰ সৰল নিবেদন।" অতুল ৰহিল। তাৰ পিচত উঠিল কনক— "সভাপতি মহাশয়ে যি ক'লে সি অতি উত্তম কথা। শিক্ষা অবিহনে কোনো কাম শৃঙ্খলাৰূপে সমাধা নহয়। এতিয়াৰ পৰা আমাৰ ল'ৰা-ছোৱালী বিলাকক যাতে শিক্ষিত কৰিব পাৰোঁ, তাৰ বাবে এখন স্কুল স্থাপন কৰা নিতান্ত দৰ্কাৰ। তাৰ উপৰি দিনত সেই স্কুলত ল'ৰা-ছোৱালীক শিক্ষা দিয়া হ'ব আৰু ৰাতি তাত শিকোৱা হ'ব বয়স্ক সকলক। এই শিক্ষা দানৰ ভাৰ আমাৰ কৃতবিদ্য সভাপতি কলিতা ডাঙৰীয়াৰ গাত ৰ'ল। তেখেতক মই সহায় কৰিম। বিনা দৰমহাতে আমি শিকাম; কিন্তু স্কুল ঘৰ সজা খৰচ আপোনালোকে বহন কৰিব লাগিব।" তেওঁ বহাত পাঠকে উঠি ক'লে— কথাবোৰ বৰ দৰ্কাৰী আৰু উপদেশবোৰো বৰ সাৰুৱা। আমি সেন বোপাৰ কথা শুনি বৰ সুখ পালোঁ। বাইজ! এওঁলোক দুজনেই আমাৰ চালক। পিচে স্কুলৰ খৰচৰ কথা যে কৈছে সি বৰ ভাবিবলগীয়া কথা। আমি সকলো দুখীয়া মানুহ। কোনো মতে পেটে-ভাতে খাই প্ৰবৰ্ত্তি আছিলোঁ; এনে স্কুলত আমি কি উপায়েৰে

স্কুল বান্ধিম তাৰ এটা দিহা কৰক।” তেওঁ বহে। ৰাইজৰ মাত শব্দ হয়— “হয় ঠিক কথা। সঁচা কথা।” এনেতে সকলোকে স্তম্ভিত কৰি অৰুণাই থিয় হৈ কবলৈ ধৰিলে—“আপুনি একো চিন্তা নকৰিব বুঢ়া মানুহ; ৰাইজ আপোনালোকেও ভাবিব নালাগে। স্কুলৰ খৰচ মই বহন কৰিম।” তেওঁ বহে। ৰাইজৰ মাজত গুণ গুণ শব্দ হয়। জলতি পাঠকে কয়—“ধইন। ধইন”

চৰ্দাৰ—চাব্বাচ। চা ব্বাচ।

লপাং— আমাক ৰইখা কল্লি দে-।

“সেই বাবেই আহিছিল হবলা” মণ্ডলাই বহি বহি কয়। পুহাই হুকাৰ ধৰে “হব পায়। ধন্য বুদ্ধি কলিতাৰ। কৌশল কৰি আনিছে।” খৰচ বহন কৰিলে, এটা মহৎ উপকাৰ কৰা হয় আইটি। হাজাৰ হাজাৰ গৰীবক তুমি চকু দানৰ সুবিধা দিয়াৰ বাবে মহা পুণ্য হব। ভগবানে তোমাক সুখী কৰক। ৰাইজ! আপোনালোকে হৰিধ্বনি কৰক, আইটীৰ মঙ্গল হওঁক।'

কনকে ক'লে—“ধন্য অৰুণা দেৱী। প্ৰকাশ হাজৰিকা চব-ডেপুটিৰ জীয়েকৰ এনে মহৎ অন্তঃকৰণ থকা বুলি মই ধাৰণাই কৰা নাছিলোঁ। মোৰ হৃদয়-ভৰা শ্ৰদ্ধা নিবেদন কৰিলোঁ। আপোনাৰ এই মহৎ দানে আপোনাৰ নাম চিৰস্মৰণীয় কৰি ৰাখিব। ৰাইজ! হৰিধ্বনি কৰক।” তেওঁ বহে। ৰাইজে হৰিধ্বনি কৰিবলৈ সাজু হয়। এনেতে অতুলে তৎক্ষণাৎ উঠি কয়— “ৰব ৰাইজ হৰিধ্বনি নকৰিব।”

জলতি— কিয় বোপা?

অতুল—“ৰাইজে এই দান গ্ৰহণ কৰিব নোৱাৰে। প্ৰকাশ হাজৰিকাৰ ধন আমি সৎ কামত লগাব নোৱাৰোঁ। অন্যায়ৰ ধন আমাক নালাগে। ৰাইজৰ অভাৱ হলে ভিক্ষা কৰিব; তথাপি প্ৰকাশ হাজৰিকাৰ ধন নুচুব। আপুনি আমাক একো দান দিব নালাগে-অৰুণা দেৱী। প্ৰকাশ হাজৰিকাৰ ধন ৰাইজে কেতিয়াও গ্ৰহণ নকৰে।” গুৰু গম্ভীৰ ভাৱে অতুলে কয়। সমাজে নিতাল মাৰি শুনে। কনক সেনৰ খং উঠে; কাৰণ পোৱা সুবিধা এটাও হেৰুৱায়-স্বইচ্ছাই। কমলা অবাক হয়। অৰুণা লাজে, অপমানে ম্ৰিয়মান হয়। তেন্তে অতুলে কি তাইক দেখিব নোৱাৰে? তাইৰ প্ৰতি পূৰ্ব্বৰ ভাব জানো আতৰাই নাই? তাইৰ ভাল পোৱা তেন্তে ব্যৰ্থ? নানা প্ৰকাৰ প্ৰশ্নই তাইক জুমুৰি দি ধৰে। তাইৰ অসহ্য হয়। লাজত, ক্ষোভত অন্তৰ জৰ্জ্জৰিত হয়। চকু চলচলীয়া কৰি তাই কয়—“আপুনি মোক অপমান কৰিলে কিয়?”

অতুল— মই আপোনাক একো অপমান কৰা নাই। কেৱল আপোনাৰ দান গ্ৰহণ নকৰো বুলিহে কৈছোঁ।

অৰুণা— কিয় মোৰ দান গ্ৰহণ নকৰে?

অতুল— আপোনাৰ দান প্ৰকাশ হাজৰিকাৰ ধন।

অৰুণা— যদি পিতাৰ নহৈ মোৰ হয়; তেন্তে?

অতুল — তেনেহলে গ্ৰহণ কৰাত একো আপত্তি নাই। কিন্তু আপুনি টকা পাব ক'ত, যদি পিতাকৰ পৰাই নানে?

অৰুণা — মোৰ গাৰ অলঙ্কাৰ পাতিতো জানো পিতাৰ অধিকাৰ?

অতুল — অলঙ্কাৰত অৱশ্যে তিৰোতাৰ নিজা অধিকাৰ। তাত কাৰো অধিকাৰ নাই।

অৰুণা — তেন্তে মোৰ গাৰ সমস্ত অলঙ্কাৰ দান কৰিলো।" অৰুণাই তাইৰ সমস্ত অলঙ্কাৰ খহাই সভাপতিৰ আগত দি ক'লে — "মোৰ এই ক্ষুদ্ৰ অলঙ্কাৰখিনি বেচিলে অন্ততঃ কেবা হাজাৰ টকা পাব। তাৰ দ্বাৰায় স্কুলৰ কাম আৰম্ভ কৰক"

অতুল — "এই দান আগ্ৰহেৰে গ্ৰহণ কৰা হ'ল। ৰাইজ আপোনালোকে কৰতালি দি সমৰ্থন কৰক।"

ৰাইজে কৰতালি দি সমৰ্থন কৰে। তেতিয়া পাঠকে উঠি কয় — "অকল হাত চাপৰি বজালেই নহব ৰাইজ — হৰিধ্বনি কৰি আশীৰ্ব্বাদ দিব লাগিব। আইটি, তুমি সেৱা কৰা। ৰাইজ, হৰিধ্বনি কৰক।"

অৰুণাই সেৱা কৰে, ৰাইজে হৰিধ্বনি দিয়ে। পাঠকে উঠি কয়— "ৰাইজ! আজি আমাৰ পৰম সৌভাগ্য। আমাৰ মাজত দুইজন বিদ্যাবন্ত আৰু জ্ঞানী লোক পাইছোঁ। তাৰ উপৰি দুগৰাকী মহিয়ষী বিদুষী মহিলাকো আমাৰ মাজত উপস্থিত হোৱা দেখিছোঁ। আজি মহা পুণ্যৰ দিন। মিলন সঙ্ঘৰ প্ৰথম দিনতে এনে হেন মিলনদেখি মোৰ মনত হৈছে যেন, আমাৰ উদ্দেশ্য পৰম পুৰুষে ফলৱতী কৰিব। ৰাইজৰ কামনা পূৰণ হ'ব।"

মাতবৰ — আমাৰ মনেও তাই ভাবছি। আজকেৰ দিনটা মহা পুণ্যেৰ দিন।

অতুল— তেন্তে ৰাইজ, আমাৰ কাম শেষ হৈছে। আমি মিলন সঙ্ঘ স্থাপন কৰিলোঁ। তাৰ উদ্দেশ্য আৰু কাৰ্য্যক্ৰম ব্যাখ্যা কৰিলোঁ। তাৰ উপৰি তাক কাৰ্য্যত পৰিণত কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলোঁ। এতিয়া বেচি কথা কোৱাৰ আৱশ্যক নাই। সভাপতিৰ মন্তব্য হিচাপে মই কি কম? কথাতকৈ কামৰ হে দাম বেচি বুলি মই

ভাবোঁ। গতিকে ৰাইজক ধন্যবাদ দি ইমানতে সামৰণি মাৰিব খোজোঁ। ভৱিষ্যত কৰ্ম্মপন্থা সম্বন্ধে আলোচনা কৰিবলৈ কাইলৈ কৰ্ম্মীসকলৰ সভা এখন আহ্বান কৰি থলোঁ।

শেষত সেন মহাশয়, কমলা দেৱী আৰু অৰুণা দেৱীয়ে আজি আমাৰ মাজত উপস্থিত হৈ আমাৰ যি মহৎ উপকাৰ সাধন কৰিলে আৰু সভাৰ যি বিপুল সৌন্দৰ্য্য বৰ্দ্ধন কৰিলে তাৰ বাবে তেখেত সকললৈ সমস্ত ৰাইজৰ হকে সৰ্বান্তঃকৰণে মোৰ হিয়া ভৰা শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। ইয়াৰ উপৰি আমাৰ নানা জাতি, নানা ভাষা-ভাষী ৰাইজে এক গোট হৈ আজি যি মহা-মিলনৰ যোগ - সূত্ৰ ৰচনা কৰিলে, তাৰ বাবে সমবেত ৰাইজক মই ভক্তি ভৰা শ্ৰদ্ধাঞ্জলি আৰু কৃতজ্ঞতা নিবেদন কৰিলো। সৰ্বশেষত মোৰ দোষ ত্ৰুটি ক্ষমা কৰিব বুলি ৰাইজক পুনঃ প্ৰাৰ্থনা জনাই আজিলৈ সভা ভঙ্গ কৰিলোঁ।”

সভা ভঙ্গ দিয়াত ৰাইজ উঠে আৰু নানা কল্পনা-জল্পনা, কথোপোকথন কৰি যাবলৈ ধৰে। অতুল, কনক, কমলা, অৰুণা চাৰিও জনকে ৰাইজে বেঢ়ি ধৰি আগবঢ়াই নিয়ে। লাহে লাহে মানুহ পাতল পৰে। অতুল আগে আগে আৰু অৰুণা পিচে পিচে যায়। কনক আৰু কমলা কিছু পিচ পৰে। দুয়ো ফিচিঙা-ফিচিঙিকৈ হাঁহে আৰু কণকে সোধে — “ঘটনা কি?”

কমলা— ঘটনা আৰু কি হ’ব - যুদ্ধৰ পিচত সন্ধি।

কনক — এৰা। তোমালোকৰ জাতিগত স্বভাৱ। তোমালোক তিৰোতা জাতিটো বৰ চিকাৰী। সদায় পুৰুষ চিকাৰতে ব্যস্ত।

কমলা — সকলো দোষ কেৱল তিৰোতাৰে নেকি?

কনক — নিশ্চয়।

কমলা — আপোনাৰ কথাবোৰ সদায় আক্ৰমণ মূলক।

কনক — আঃ। সেইবোৰ এৰা। পিচে এটা কথা কমলা; মই অনুমান কৰিছোঁ, বোধহয় শিল গলিল।

কমলা — আহক এতিয়া। শিলে গলক বা পৰ্বতে লৰক, আমাৰ একো হানি নহয়।

কনক — এৰা।

লাহে লাহে তেওঁলোক যায়।

# চৌত্রিশ

চাৰি মান মাহ পিচৰ কথা। সুৰেন্দ্ৰ বেনাৰ্জী তেওঁৰ বৈঠক খানাত বহি আছে। তেওঁ এতিয়া খোৰা, লাখুটিৰওপৰত ভৰ দিহে বুলিব পাৰে। ইতিমধ্যে প্রকাশ হাজৰিকা ৰিজার্ভৰপৰা বাহিৰে বাহিৰে আহি উপস্থিত হয়। আগদিনা দুয়ো কৰা আলোচনা মতে হাজৰিকা ৰিজার্ভলৈ গৈছিল—অতুলহঁতৰ কাৰ্য্য চাই আহিবলৈ। উলতি আহি উকিলৰ নঙলা মুখত মটৰখন ৰাখি হাজৰিকা একে কোবে ভিতৰ সোমাই যায়। উকিলে তেওঁক বহিবলৈ কৈ চকী এখন আঙুলিয়াই দিয়ে। হাজৰিকা বহে। উকিলে সোধে—"কি দেখলেন হাজৰিকা বাবু।"

হাজৰিকা—সর্বনাশ হয়েছে বেনাৰ্জী। ৰিফিউজি বঙালী, চাওঁতাল, অসমীয়া, কছাৰী সবাই মিলি একটা মস্তবৰ কাণ্ড কৰে ফেলেছে। সবাই মিলে একটা কো-অপাৰেটিভ ফাৰ্ম খুলে গৱৰ্ণমেণ্টেৰ কাছ থেক "ৰেজেষ্টী" কৰে এনেছে। ফাৰ্মেৰ নামে আমাৰ সমস্ত জমি পাট্টা হৈয়ে গেছে। আমি বুজিছি ঐ সব অতুল কলিতাৰ কাজ। আমাৰ সর্বনাশ হৈয়েছে বেনাৰ্জী বাবু। আমাৰ সমস্ত কৌশল ব্যৰ্থ কৰে দিলে ঐ অতুল কলিতা। আৰ আমাৰ কোন পথ নেই।

উকিল—কি বলছেন হাজৰিকা বাবু? কো-অপাৰেটিভ্ ফাৰ্ম খুলে তাৰা জমিগলো নাম জাৰি কৰেছে? আশ্চৰ্য্য। তবে এখন আমি কি কৰি? ৰিজাৰ্ভেৰ জমি কো-অপাৰেটিভৰ নামে নামজাৰি হয়েছে। গৱৰ্ণমেণ্টৰ "ৰেজেষ্ট্ৰী" আৰ আমি কিছু কৰতে পাৰবা না। আঃ শেষে কি যে না হলো। আমি আমাৰ শৰীৰটা নষ্ট কৰলুম চিৰ জীৱনেৰ মতো; তবু আমি জমি গুলিকে আপনাকে দিতে পাৰলুম না। আমাৰ সমস্ত কল্পনা চুৰ্ণ হয়ে গেছে হাজৰিকা, আমাৰ আৰ কোনো শক্তি নেই। আঃ কি যে হয়ে গেল!

হাজৰিকা— আৰ কি কৰেছে জানেন মশায়? তাৰা সব মিলে ৰিফিউজি বস্তিত এটা মস্তবড় স্কুল নির্মাণ কৰেছে। তাদেৰ কাণ্ড দেখে আমি অবাক হয়েছি। কোথা থেকে পেলো এত টাকা। ওৰা সর্বহাৰা ৰিফিউজি, আৰ বন মানুষেৰ মতন চাওঁতাল, কছাৰী তাৰাও একেবাৰে সম্পত্তিহীন; কি কৰে সংগ্ৰহ কৰলো এত টাকা

তা ভেবে আমি তাজ্জব মানছি। আমি জানি এৰ পিছনে ৰয়েছে গুণ্ডা কনক সেন, আৰ ৰাচকেল অতুল কলিতা।

উকিল— ওৰাতো ডাকাতেৰ দল। কোথায় যে ডাকাতি কৰেছে কে জানে?

হাজৰিকা— ওৰা বেচে থাক্‌লে আমাৰ ৰক্ষে হবে না।

উকিল— হ্যাঁ। ওদেৰ তাৰাতে নাপাৰলে আপনাৰ জমি দখল কৰ্‌তে পাৰবেন না। সৰ্ব প্ৰথম এদেৰ স্কুলটাকে ভেঙ্গে দিতে হবে। নইলে তাৰা শক্ত হয়ে বসে গেলে আৰ অপনি তাড়াতে পাৰবেন না কখনো।

স্কুল স্থাপন হোৱা শুনি উকিলৰ চুলিৰ আগ পৰ্য্যন্ত গৰম হৈ উঠিল। সৰ্বনাশ! অসমীয়া স্কুল বহুৱাই ৰিফিউজিক অসমীয়া শিকাই, অসমীয়া কৰি লৈ বেনাৰ্জীৰ "বৃহত্তৰ বাংলা" গঠনৰ সপোন চুৰমাৰ কৰি দিয়ে এতিয়া। এই ভয়তে বেনাৰ্জী বৰ উদ্বিগ্ন হৈ উঠিল— কেনেকৈনো স্কুলটো ভাঙি দিব পাৰে। নিজে নুবুজি হাজৰিকাৰ দ্বাৰা কৰিব পাৰিলে ৰক্ষা। হাতীৰেহে হাতী ধৰা যায়। স্কুলটোৰ ওপৰতে তেওঁৰ নজৰ বেচি আৰু প্ৰথমে সেইটো ভাঙিবলৈ বুদ্ধি পাঙিলে। হাজৰিকাই উকিলৰ ভিতৰুৱা কথা বুজিব নোৱাৰিলে। তেওঁ ক'লে—"তবে' আমি এখন কি কৰি?"

উকিল—"গত বছৰেৰ মত এইবাৰ কাজ হবেনা। "ৰেজেষ্ট্ৰী" কৰা "কো-অপাৰেটিভ্" ফাৰ্মকে এম্‌নি ধ্বংস কৰতে পাৰবেন না। তবে একটা কাজ কৰুণ। ঐ বদ্মাইছ অতুল কলিতাকে ডেকে এনে স্কুলটা ভেঙ্গে দিতে আদেশ কৰুণ। আমি শুনতে পেয়েছি অতুল কলিতা নাকি এই স্কুলেৰ বিনে মাইনে শিক্ষক হয়েছে। ওকে তাড়াতে পাৰলে স্কুল ভাঙ্গবে, আৰ স্কুল ভাঙ্গলে জমি গুলি এম্‌নি ফিৰে আসবে। অতুল হলো ওদেৰ চাবি কাঠি।

হাজৰিকা— আমিও তাই ভাবছি। কাল আমি তাকে ডাকিয়ে পাঠাব। দেখি কী ৰকম দাড়ায়; না হয় আমি তাকে ঘুচটুস দেবো। নতুবা চাকৰি বাকৰি দেবো বলে বলবো। আৰ কিছুতেই সম্মতি না দিলে, তাকে আমি গুলী কৰবো' ওৰ জন্যে আমাৰ সমস্ত সম্পত্তি নষ্ট হয়ে গেল, আৰ আমাৰ লজ্জাৰ অবধি ৰহিল না। সে আমাৰ পৰম শত্ৰু।

উকিল— তাই কৰুণ। ওকে নিকাল কৰতে পাৰলে সব ঝঞ্ঝাট মিটে যাব। ওৰ সঙ্গে ঐ গুণ্ডা কনক সেনকেও নিকাল কৰ্‌তে হবে। ও আমাৰ পৰম শত্ৰু। এই দুই পাৰণ্ডকে তাড়াতে নাপাৰলে কো-অপাৰেটিভ সোসাইটি ভাঙ্গবেনা আৰ জমিও আপনাৰ হবেনা।

হাজৰিকা— আমি স্থিৰ সিদ্ধান্তে পৌছে গেছি। হয় তাদেৰ আমি শান্ত কৰবো, না হয় আমি প্ৰাণ লবো। এৰ চেয়ে আমাৰ আৰ অন্য কোন পথ নেই বেনাৰ্জী বাবু।

উকিল— দৰকাৰ হইলে সব কৰতে হয়।

হাজৰিকা— আচ্ছা এখন আমি চললুম। নমস্কাৰ।

উকিল— নমস্কাৰ। চেষ্টা কৰে দেখুন।

হাজৰিকা উঠে। কণা চকুতো পিহি পিহি লাহে লাহে বাহিৰ ওলায়। উকিলে লাখুটিৰ ওপৰত ভৰ দি থিয় দিয়ে। দুয়োজনৰ বৰ বেয়া ৰকমে খুন হৈছে। হাজৰিকাই মটৰত উঠি ভাবি ভাবি মটৰ চলায়।

## পয়ত্ৰিশ

অৰুণাৰ চিন্তা জগতত ধুমুহা বলিছে। অতুলৰ ছবিখনি যে তাইৰ হৃদয়-পটত আঁকা হৈ গৈছে-তাক আৰু তাই মচিব নোৱাৰে। কিন্তু তাই জানো তেওঁক লাভ কৰিব পাৰিব? তাই আৰু অতুলৰ মাজত অলঙঘ্য প্ৰাচীৰ-তাইৰ দেউতাক। তাৰ উপৰি অতুলৰ এই মন নোপোৱা চৰিত্ৰৰ জটিলতাও অন্য এটা অন্তৰায়। ইমানবোৰ বাধা অতিক্ৰম কৰি তাই জানো কিবা প্ৰকাৰে তাইৰ কাম্য ধন লাভ কৰিব পাৰিব? তাই চিন্তামগ্ন হৈ নানা কথা ভাবে; কিন্তু কাকো একো নকয়।

ইফালে বেনাৰ্জীৰ লগত আলোচনা কৰাৰ কেইদিনমান পিচত হাজৰিকাই অতুলক মাতি পঠায়। তেওঁ ভাবিছিল যে, অতুল নিশ্চয় তেওঁৰ ঘৰলৈ নাহিব। কিন্তু নিৰ্ভীক অতুলে নিশংক হৃদয়ে আহি হঠাতে হাজৰিকাৰ ঘৰত উপস্থিত হল। অতুলক দেখি হাজৰিকাই বাটলৈ ওলাই আহি আগবঢ়াই নিলে আৰু চ'ৰাঘৰৰ ভিতৰত নি বহুৱালে। অতুল বহিল এখন চকীত আৰু তেওঁৰ সন্মুখৰ চকীখনত বহিল হাজৰিকা। হাজৰিকাই লাহে লাহে কথা উলিয়ালে। "তোমাৰ লগত মোৰ বহুত কথা আছে অতুল। বাৰু এতিয়া তুমি কি কৰিছা?"

অতুল— মই মিলন সংঘৰ স্কুলখনত শিক্ষকতা কৰিছোঁ।

হাজৰিকা— দৰমহা কিমান দিছে?

অতুলে হাঁহি মাৰি ক'লে—"দৰমহা নাই। এক পইচাও নাপাওঁ"

হাজৰিকা— বিনা দৰমহাৰ চাকৰি? যদি তুমি চাকৰি কৰা; তেন্তে মোক নকলা কিয় ? মই তোমাক এটা ভাল চাকৰি দিলোহেঁতেন। এতিয়াওঁ তুমি এইবোৰ এৰি দিয়া। সিহঁত ইতৰৰ লগত থাকি তোমাৰ দৰে শিক্ষিত লৰা এজনক নষ্টহ্বলৈ দিব নোৱাৰি। সিহঁত বদমাইচ্। তোমাক নেতা সজাই সিহঁতৰ লগত ৰাখি, নিবনুৱা কৰি তোমাক নষ্ট কৰিবলৈ মতলব কৰিছে। তুমি ওলাই আহা, মই তোমাক এটা ভাল চাকৰি যোগাৰ কৰি দিম।

অতুল— মই এতিয়া একো বেয়া চাকৰি কৰা নাই। অশিক্ষিতক শিক্ষিত কৰা, একো বেয়া চাকৰি নহয়, বৰং মহৎ চাকৰি।

হাজৰিকা— বিনা দৰমহাৰ চাকৰি কৰিলে, কোনে তোমাৰ খোৰাকী দিব ?

অতুল— ইমান দিনে কোনে দিছিল ?

হাজৰিকা— কব নোৱাৰোঁ।

অতুল— তেন্তে এতিয়াও কব নোৱাৰাকৈ থাকক। মোৰ বাবে আপুনি চিন্তা কৰাৰ দৰ্কাৰ নাই। কেৱল কওঁক কিয় মাতিছিল।" হাজৰিকাৰ পেটে-পেটে বৰ খং উঠিল, কিন্তু মুখেৰে একো ফুটাই নকলে। অলপ পাচত গম্ভীৰ হৈ কলে—"তোমাক মই মাতিছিলোঁ-তোমাৰ মঙ্গলৰ বাবেই। বাপমৰীয়া ল'ৰা, এনে ভাবে নষ্ট হলে বেয়া লাগে; কিন্তু অগত্যা তুমি মৰিবলৈয়ে সাজু হৈছা যেতিয়া তাত মোৰ কবলগীয়া একো নাই।"

অতুল — "তেন্তে মই উঠিব পাৰোঁ ?"

হাজৰিকা— ৰবাঁ। ইমান সহজে তুমি যাব নোৱাৰা। তোমাৰ অত্যাচাৰ আৰু মই সহ্য নকৰোঁ। তুমি আকৌ মোৰ মাটিত কি "সমবায় ফাৰ্ম" পাতিছা? মোৰ বিনানুমতিত মোৰ মাটিত তুমি কিয় "কো-অপাৰেটিভ্ ফাৰ্ম" খুলিছা ? এই "ফাৰ্ম" তুমি ভাঙি দিব লাগিব।

অতুল— গৱৰ্ণমেণ্টৰ ৰেজেষ্ট্ৰী "কো-অপাৰেটিভ্ ফাৰ্ম" এখন ভাঙি দিবলৈ মোৰ কি শক্তি আছে?

হাজৰিকা— কি সাহেৰে তুমি এইখন তৈয়াৰ কৰিছা ?

অতুল— মই অকলে কেনেকৈ তৈয়াৰ কৰিম? চৰকাৰ আৰু ৰাইজৰ সহযোগত ইয়াৰ জন্ম।

হাজৰিকা — ৰাইজৰ বাপেকৰো ক্ষমতা নাই এনে কাম কৰিবলৈ। তুমিহে

তাৰ উদ্যোক্তা। তোমাৰ বুদ্ধিত হে এনে হৈছে। এতিয়া তুমি তাক ভাঙিব লাগিব। তুমি যেনেকৈ পাতিব পাৰা , তেনেকৈ ভাঙিব পাৰা।

অতুল— আপুনি ৰাইজৰ শক্তিৰ পৰিচয় পোৱা নাই বাবেহে তেনে কথা কৈছে। পাতিবৰ অধিকাৰ বাৰু মোৰ আছে ; কিন্তু ভাঙিবৰ অধিকাৰ জানো মোৰ আছে? ৰাইজৰ অনুষ্ঠান পাতিব পাৰি, ভাঙিব নোৱাৰি। আইন মতে কাম কৰিবৰ অধিকাৰ আছে; কিন্তু আইন ভঙ্গ কৰিবৰ যে অধিকাৰ নাই এই কথা আপুনি স্বীকাৰ কৰে নে নকৰে?

হাজৰিকা— আৰু পৰৰ মাটিত জোৰ কৰি মানুহ বহুৱাই দি "ফাৰ্ম" খোলাৰ অজুহাত দেখুৱাই মাটি দখল কৰাৰ অধিকাৰো যে নাই এই কথা তুমি মানা নে নামানা?

অতুল— পৰৰ মাটি? আজি ছয় বছৰে জঙ্গল জুৰি, মাটি ভাঙি খেতি কৰিছে যেয়ে, তাৰে যদি মাটি নহয়; তেন্তে কাৰ হব? মাটি কাৰ?

হাজৰিকা— তুমিনো কাৰ বুলি ভাবা?

অতুল— মই ভাবোঁ-খেতি যাৰ মাটি তাৰ।

হাজৰিকা— আৰু মই যদি কওঁ কাচি যাৰ ধান তাৰ তেতিয়া?

অতুল— খেতি নকৰাকৈ ধান কাটিব যোৱাতো ডকাইতি।

হাজৰিকা— পট্টা নোহোৱাকৈ খেতি কৰিবলৈ যোৱাটোও ডকাইতি। তেন্তে?

অতুল— মই স্বীকাৰ কৰোঁ যে, পট্টা যাৰ মাটি তাৰ হব লাগে; কিন্তু লগতে এইটোও ঠিক যে, খেতি যাৰ পট্টাও তাৰ হে হব লাগে।

হাজৰিকা— তেনে কাম গৱৰ্ণমেণ্টে কৰিব নোৱাৰে অতুল। তুমি ভাবি চাইছা নে তেতিয়া কি ফল হব? তোমাৰ মতে পট্টা যাৰ মাটি তাৰ আৰু খেতি যাৰ পট্টা তাৰ হলে পট্টাধাৰী ধনীসকল বিৰোধ হব; কাৰণ তেওঁলোকে মাটি আধি-ঠিকা দি ৰায়তৰ যি সুবিধা ভোগ কৰি আহিছে, তাৰ পৰা বঞ্চিত হব-আনকি নিজৰ মাটি-বাৰীও যাব। এই ধনীসকলৰ ভিতৰত গৱৰ্ণমেণ্ট কৰ্মচাৰীয়েই বেচি। তুমি ব্যৱহাৰিক জগতৰ কথা নাজানা। আজি সমস্ত দেশ জুৰি গৱৰ্ণমেণ্টৰ ডাঙৰ ডাঙৰ কৰ্মচাৰী সকলৰ হাজাৰ হাজাৰ বিঘা মাটিৰ পট্টা আছে।তেনেস্থলত তেওঁলোক সন্মত হব কিয়? গৱৰ্ণমেণ্টৰ কৰ্মচাৰী সকলৰ স্বাৰ্থ আৰু ধনী জমিদাৰ সকলৰ স্বাৰ্থত আঘাত কৰি গৱৰ্ণমেণ্টে একো কাম কৰিব নোৱাৰে আৰু নকৰেও। দেশ জুৰি এই নিয়ম চলি আছে। তুমি তাৰ ওলোটা ফালে যোৱা মানে মৰণ মতাহে হব।

অতুল—দেশ জুৰি যে চৰকাৰৰ ডাঙৰ ডাঙৰ কৰ্মচাৰী সকলে আৰু ধনী জমিদাৰ সকলে মাটি পট্টা কৰি ৰাখিছে-ই ঠিক; কিন্তু চৰকাৰে যে, জমিদাৰী উচ্ছেদ কৰিব ধৰিছে, এইটোও বেঠিক নহয়।

হাজৰিকা—জমিদাৰী উচ্ছেদ হলেও চৰকাৰৰ উচ্চ-পদস্থ কৰ্মচাৰীৰ শ, শ বিঘা মাটিৰ পট্টা উচ্ছেদ নহয়; কিয়নো চৰকাৰে তেওঁলোকক অসন্তুষ্ট নকৰে। চৰকাৰ মানেতো কৰ্মচাৰী বোৰেই। গতিকে নিজৰ হাতৰ কুঠাৰ ভৰিত মাৰিব কিয়?

অতুল— আজিৰ চৰকাৰ মানেতো ৰাইজৰ চৰকাৰ। গণতন্ত্ৰ মানেতো, ৰাইজৰ মাজৰ পৰা ৰাইজৰ দ্বাৰাই নিৰ্বাচিত হোৱা প্ৰতিনিধিৰে গঠিত আৰু ৰাইজৰ হকে কাম কৰা চৰকাৰ। Democracy is the government of the people, by the people, for the peple. গতিকে ৰাইজৰ মত হলে এই কাম নোহোৱাকৈ নাথাকে। এদিন নহয় এদিন হবই।

হাজৰিকা—তাৰ মানে তুমি সমবায় ফাৰ্ম ভাঙি নিদিয়া।

অতুল— মোৰ শক্তি থাকিলেহে ভাঙিম।

হাজৰিকা— বাৰু, পিচে মোৰ বিনানুমতিত যি স্কুলঘৰ বান্ধিছা, সেই স্কুলটো অন্ততঃ উঠাই দিয়া।

অতুল— ৰাইজৰ স্কুল উঠাই দিবলৈ মোৰ কি সাধ্য আছে।

হাজৰিকা— তোমাৰ সাধ্য আছে। বিনা দৰমহাত তোমাৰ সলনি কোনেও শিক্ষক নহয়। হব নাহে। গতিকে তুমি শিক্ষকতা এৰি দিলে স্কুল আপুনি ভাঙি যাব। তুমি শিক্ষকতা এৰি দিয়া; মই তোমাক চাকৰি এটা যোগাৰ কৰি দিম। আৰু চাকৰি পোৱাৰ আগলৈকে তোমাৰ হাত খৰছৰ বাবে মই দুহাজাৰ টকা দিওঁ। লৈ যাবা। কোৱা, তোমাৰ মত আছে?

অতুল—মুঠেই নাই। দুই হাজাৰ কিয় দহ হাজাৰৰ বিনিময়তো মই মোৰ ব্যক্তিত্ব বিক্ৰী কৰিব নোৱাৰোঁ। মোৰ অবিহনে যদি স্কুল নচলে বুলি আপোনাৰ দৃঢ় বিশ্বাস হৈছে; তেন্তে নিশ্চয় কৈ জানিব মই স্কুল পৰিত্যাগ নকৰোঁ।

হাজৰিকাৰ খং উঠে, কয়—"মই শেষ বাৰৰ বাবে অনুৰোধ কৰিছোঁ, তুমি মোৰ কথা ৰাখা। স্কুলটো উঠাই দিয়া। মিছাকৈ তুমি ফেটি সাপৰ লগত খেল নেখেলিবা। তাৰ বিষৰ প্ৰমাণ এবাৰ পাইছা। পুনৰ নোজোকাবা। এইবাৰ খুটিলে নিস্তাৰ নাপাবা।

অতুল— (হাঁহিমাৰি) এইবাৰ আৰু ভয় নাই; কাৰণ এইবাৰ মন্ত্ৰ শিকি বেজ হৈ আহিছোঁ।

হাজৰিকা— তেন্তে তুমি স্কুলঘৰ ভাঙি নিদিয়া ?·

অতুল— নিদিওঁ। আপোনাৰ যি শক্তি আছে তাকে প্ৰযোগ কৰক। মই আহিলোঁ।" অতুলে ঘপহকৈ থিয় হৈ যাবলৈ ওলায়। হাজৰিকাই বাট আগুৰি ধৰে।

হাজৰিকা— ৰবা। যাব নোৱাৰা। স্কুল পৰিত্যাগ কৰোঁ বুলি নকলে, মই তোমাক যাবলৈ নিদিম।

অতুলে খুব হাঁহি দিলে! ক'লে—"মোক বান্ধি ৰাখিব ?"

হাজৰিকা—এৰা।

অতুলে পুনৰ হাঁহি মাৰি ক'লে—"আপুনি ভুল কৰিছে। মানুহৰ শৰীৰটো বান্ধি কি হব, যদি তাৰ মনটো বান্ধি ৰাখিব নোৱাৰে ? গান্ধিজীক ইংৰাজে জেলত বন্ধ কৰি ৰাখি কি কৰিছিল ?

হাজৰিকা—এইবাৰ তোমাৰ মনৰ তেজো পৰীক্ষা কৰা হব। হয় তুমি স্কুল ত্যাগ কৰিব লাগিব; নহয় প্ৰাণ বায়ু পৰিত্যাগ কৰিব লাগিব।

হাঃ হাঃ কৈ প্ৰাণ খোলা হাঁহি মাৰি অতুলে কৈ উঠিল— সংসাৰত কাক কোনে কিহেৰে মাৰিব পাৰে হাজৰিকা, যদি ভগবানৰ অভিপ্ৰায় নাথাকে ?"

হাজৰিকা— কাক কোনে কিহেৰে মাৰিব পাৰে? তোমাক মই বন্দুকেৰে মাৰিব পাৰোঁ। কোৱা মোৰ কথাত সন্মত আছা ?

অতুল— এতিয়া ভয়তে সন্মতি দি, সাৰি গৈ পিচত যদি ৰক্ষা নকৰোঁ ?

হাজৰিকা— সেইটো বিশ্বাস মোৰ আছে। তুমি মোৰ যিমানেই শত্ৰু নোহোৱা, যিমানেই দুষ্ট বিশ্বাসঘাতক নোহোৱা, তোমাৰ মুখেৰে এবাৰ যি বাহিৰ হয়, তাক তুমি আখৰে আখৰে পালন কৰা।

অতুল— যদি তেনে বিশ্বাস আছে তেন্তে নিশ্চয়কৈ জানিব মই স্কুল পৰিত্যাগ নকৰোঁ।

হাজৰিকাৰ খণ্ডতে চকু ৰঙা হৈ পৰে। গাৰ শিৰযোৰ টনটনীয়া হৈ উঠে। ৰুক্ষস্বৰে কয—"অতুল"-

নিৰ্ভয় চিত্তে অতুলে উত্তৰ দিয়ে—"কওক।"

হাজৰিকা— ইয়াৰ পৰিণাম কি জানা অতুল ? ইয়াৰ পৰিণাম মৃত্যু ? আজি

ইমান দিনে তুমি মোক জজ্জাত কৰিছা মোৰ মাটি-বাৰী, সা-সম্পত্তি ধ্বংস কৰিছা; শৰীৰ ঘুণীয়া কৰিছা। মান সম্ভ্ৰম নাইকিয়া কৰিছা। তোমাক মই ক্ষমা নকৰিম। তোমাক মাৰাৰ বাবে মোৰ যদি ফাঁচি হয়; তথাপি মই নাভাবোঁ। সাজু হোৱা।

অতুল— দহ জনৰ হিতৰ কাৰণে কাম কৰোতে যদি এই তুচ্ছ নশ্বৰ দেহৰ অৱসানো হয় তথাপি মোৰ অকণো আপত্তি নাই। মই মৰণৰ ভয়ত, তুচ্ছ দেহৰ মমতাত ভোল গৈ, উদ্দেশ্য পথৰ পৰা কেতিয়াও বিৰত নহম। মোক আপুনি মাৰিব পাৰিব; কিন্তু মোৰ দৰে হাজাৰ হাজাৰ অতুল কলিতাৰ জন্ম হব। ৰক্তবীজৰ প্ৰতিটোপা ৰক্তৰপৰা একোটা দৈত্য সৃষ্টি হোৱাৰ দৰে, এজনৰ মৃত্যুৰ পৰা সহস্ৰ জনৰ জন্ম হব। মানুহ জন্মিব ধৰিছে হাজৰিকা,— যিয়ে আপোনালোকৰ কুট কৌশলৰ জাল ছিন্ন কৰি জনসাধাৰণক মুক্ত কৰিব পাৰিব।

হাজৰিকাই খঙতে কঁপিব ধৰিলে। খঙৰ কোবত চট্‌ফটাই থাকি বেগে ঘৰৰ ভিতৰলৈ সোমাই গল আৰু মুৰ শিতানত থকা বন্দুকটো হাতত লৈ তৎক্ষণাৎ বাহিৰ ওলাই আহিল। ভিতৰৰ কামত অৰুণাই বহি তেওঁলোকৰ তৰ্ক শুনি আছিল। পিতাকে বন্দুকটো লৈ যোৱা দেখি তাই পিচে পিচে লৰি আহিল। হাজৰিকাই বন্দুকটো প্ৰস্তুত কৰিব ধৰোতেই অৰুণাই আহি হাতত থাপ মাৰি ধৰি কলে—"কাক গুলী কৰিব পিতা?"

হাজৰিকা — মোৰ পৰম শত্ৰুক।

অৰুণা— নহয় আপোনাৰ পৰম মিত্ৰকহে।

হাজৰিকা—মোৰ মিত্ৰ? অতুল কলিতা মোৰ মিত্ৰ। সি মোৰ সম্পত্তি, শৰীৰ, মান, সন্মান সকলো লোপ কৰিলে। সি মোৰ মিত্ৰ?

অৰুণা—যি জনে আপোনাৰ এই বৃদ্ধ বয়সৰ-বিষয় জঞ্জালৰ গুৰু ভাৰখন পাতলাবলৈ চেষ্টা কৰিছে, তেওঁ যদি মিত্ৰ নহয়-তেন্তে মিত্ৰ কোন? এই বুঢ়া বয়সত আৰু বিষয় সম্পত্তিৰ লেঠা বঢ়াই জঞ্জাল নচপাব। এতিয়া আপোনাৰ ঈশ্বৰ চিন্তা কৰা বয়স হৈছে।

হাজৰিকা—মুৰ্খ ছোৱালী, আঁতৰি যা। তোৰ ভবিষ্যৎ যে নষ্ট কৰি পেলালে, জীৱন অন্ধকাৰ কৰি পেলালে তাক জানো নাজান?

অৰুণা—মোৰ ভবিষ্যৎ নষ্ট কৰা নাই, জীৱন অন্ধকাৰ কৰা নাই, বৰং সুন্দৰ কৰিছে, উজ্জল কৰিছে। মই কাবৌ কৰিছোঁ পিতা এখেতক যাবলৈ দিয়ক। চিনিব নোৱাৰি পিতল বুলি সোণ নষ্ট নকৰিব।

হাজৰিকা—"এই পাষণ্ড জানো মানুহ? আঁতৰ, ইয়াক মই গুলী কৰিম।" হাজৰিকাই অৰুণাক ঠেলি দিয়ে। অৰুণাই চিঞৰি কয়— "মোক মাৰক পিতা। আপুনি ওলাই যাওঁক কলিতা, মই কাবৌ কৰিছোঁ।"

অৰুণাই বন্দুকত ধৰে। পিতাক আৰু জীয়েকৰ টনা-আজোৰা লাগে। অতুলে নিশঙ্কভাৱে, স্থিৰ-চিত্তে থিয় হৈ চাই থাকে। ক্ষন্তেক পিচত কয়—"আপুনি আতৰি যাওঁক অৰুণা দেৱী। মই মৰণৰ ভয়ত কাবো অনুগ্ৰহ ভিক্ষা নকৰোঁ।

অৰুণাই টনা-আঁজোৰা কৰি কান্দি কান্দি কয় —"আপুনি কাক গুলী কৰিব ওলাইছে জানে পিতা?"

হাজৰিকাই ৰক্ত-চক্ষু বিস্ফাৰিত কৰি উত্তৰ দিয়ে— "জানো, মোৰ আৰু তোৰ পৰম শত্ৰু অতুল কলিতাক।

অৰুণা— নহয় পিতা। আপুনি গুলী কৰিব ওলাইছে আপোনাৰ ভাৱী জোঁৱায়েকক।

অৰুণাই কৰুণভাৱে পিতাকৰ মুখলৈ চায়। পিতাকে আচৰিত হৈ অৰুণাৰ চকুলৈ চায়। অতি বিস্ময় হৈ হাজৰিকাই সোধে—"ই জানো সঁচা আই?"

অৰুণাই তলমুৰা হৈ লাহেকৈ কয়— সঁচা পিতা। এখেত মোৰ ভাবী স্বামী।

হাজৰিকা অবাক হৈ কিছুসময় অৰুণাৰ ফালে চাই থাকে। লাহে লাহে হাত শিথিল হৈ আহে। অৰুণাই বন্দুকটো খামুচি ধৰিয়ে আছিল। পিতাকৰ হাত শিথিল হোৱাত বন্দুকটো হাত কৰিলে। পিতাকে এবাৰ অতুলৰ ফালে চালে। নিৰ্ভয়, নিশঙ্ক ভাবে থিয় হৈ আছে অতুল। স্ফিত বুকু, স্থিৰ চিত্ত, অকম্পিত শৰীৰ। হাজৰিকাই দুই এখোজ কৈ অতুলৰ কাষলৈ আগবাঢ়ি যায়। সকলো যেন ৰহস্য। অৰুণাই বন্দুকটো লৈ ভিতৰ সোমায়। অতুল অবাক হৈ পৰে। কি আচৰিত অভাবনীয় ঘটনা। বিস্ময়াভিভূত হৈ অতুল থিয় হৈ ৰয়। তেওঁ এবাৰো ভবাই নাছিল। হতভম্ভ হৈ কাঠৰ পুতলাৰ দৰে মাত্ৰ থিয় হৈ থাকিল।

অতুলৰ মুখত শান্ত মধুৰ হাঁহি। হাজৰিকাৰ চকুত পৰিতৃপ্তিৰ স্নিগ্ধ চাৱনি। নিস্তব্ধ প্ৰকৃতিৰ বুকুত তেতিয়া বাজি উঠিছে মৃদুমন্দমলয়াৰ সুৰৰ কঁপনি। এছাটি শীতল সমীৰণে খিৰিকিৰে সোমাই আহি প্ৰাণ মন জুৰ কৰি গল।

—:: সমাপ্ত ::—



# গাঁৱৰ মানুহ

## (এক)

জালুকবাৰী যৌৱন নগৰী। যৌৱনৰ উচ্ছল তৰঙ্গ চিৰপ্ৰৱাহমান এই নগৰীত। যৌৱনপ্ৰাপ্ত ডেকা-গাভৰুৱে জালুকবাৰীত অৱস্থিত গুৱাহাটী বিশ্ববিদ্যালয়ত প্ৰতি বছৰে আহি নাম ভৰ্ত্তি কৰি হোষ্টেলবোৰত বাস কৰে। তাৰোপৰি এই অঞ্চলৰ শদিলাপুৰ, গাড়ীগাঁও, ধাৰাপুৰ, সুন্দৰবড়ী, মালিগাঁও, আদাবাৰী, উত্তৰ জালুকবাৰী, লক্ষেশ্বৰ, খানামুখ আদি গাঁৱত ঘৰ ভাৰা কৰি ছাত্ৰ-ছাত্ৰীসকল থাকে। সেইসকল ডেকাবয়সৰ ছাত্ৰ-ছাত্ৰীৰে সমগ্ৰ জালুকবাৰী অঞ্চল যৌৱন মুখৰ হৈ থাকে। ডেকা-ডেকেৰী য'ত যৌৱন ত'ত। যৌৱনৰ উত্তাল তৰঙ্গত মুখৰিত হৈ থাকে জালুকবাৰীৰ বাট-ঘাট, দোকান-পোহাৰ। সেইকাৰণে জালুকবাৰীক চিৰযৌৱনা বুলি কোৱা হৈছে। এই চিৰযৌৱনা জালুকবাৰী যৌৱনমত্ত ডেকা-গাভৰুৰ হাঁহি-আনন্দৰ, নৃত্য-গীত-বাদ্যৰ প্ৰাণচঞ্চল কৰা আবেগ অনুভূতিয়ে দিনে ৰাতি মুখৰিত কৰি থকাৰ উপৰিও অধ্যয়ন আৰু অধ্যাপনাৰে মগজু কৰ্ষণৰ কৰ্ম্মই জালুকবাৰীক এক সাধন ভূমিত পৰিণত কৰিছে। ইয়ালৈ ছাত্ৰ-ছাত্ৰী আহে পঢ়িবলৈ— বিদ্যা অৰ্জ্জন কৰি জ্ঞান-বিজ্ঞানৰ অধিকাৰী হ'বলৈ। জীৱনৰ পৰম ধন বিদ্যা আৰু চৰমলাভ জ্ঞান। এই জ্ঞানবিদ্যাৰ অধিকাৰী হৈ নিজৰ আৰু দহৰ কল্যাণৰ বাবে প্ৰস্তুতি চলাবলৈ তেওঁলোকৰ আগমন। চামে চামে ডেকা ল'ৰা-ছোৱালী আহি আছে আৰু চামে চামে বিদ্বান হৈ দেশত বিয়পি পৰিছে। বিশ্ববিদ্যালয়ৰ দৰে এনেহেন মহৎ অনুষ্ঠান জালুকবাৰীত থকা বাবেহে এই চিৰযৌৱনৰ সমাগম হৈছে। মানুহৰ অন্তৰত যেনেকৈ আবেগ অনুভূতি থাকে, তেনেকৈ মগজুত বুদ্ধি, চিন্তা, ভাৱনা আৰু উদ্‌ভাৱনী শক্তিও থাকে। এই শক্তিৰ বলতে আজি পৃথিৱীত অগম্য গমনৰ সম্ভৱ হৈছে, অজেয়ক জয় কৰিবলৈ সক্ষম হৈছে আৰু নিত্য-নতুন আৱিষ্কাৰেৰে জগতৰ চমক্‌প্ৰদ কৰ্মবোৰ সমাধা কৰিবলৈ সক্ষম হৈছে।

ছাত্ৰ-ছাত্ৰীসকলে অকল শৰীৰটোক লৈ নাহে— মন আৰু মগজ লগত লৈ আহে। এই মনক ৰিপু ছয়খনৰ মোনাত বান্ধি আনে। কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎচৰ্য্য, এই ছয় ৰিপুৰ আৱেষ্টনীৰ ভিতৰত মন বন্দী। সেই মোনাকেইখনৰ যিখনৰ মুখ খোলা হয়, সেই ফালেই মন ধাৱিত হয়। ইয়াৰে ভিতৰত কাম ৰিপুৰ মোনাখনেই অধিক শক্তিশালী। ই এবাৰ খোলা খালে আৰু বন্ধ কৰা দুৰুহ হৈ উঠে। এই মোনাখন বৰ বিপদজনক, কিন্তু ইয়ে সৃষ্টিৰো কাৰণ। ই অগ্নিৰ দৰে। ব্যৱহাৰৰ ওপৰত তাৰ ফলাফল নিৰ্ণীত হয়। উপযুক্ত ব্যৱহাৰত ই সংসাৰ সৃষ্টি কৰে আৰু

অনুপযুক্ত ব্যৱহাৰত ই সংহাৰ মূৰ্ত্তি ধাৰণ কৰে। ৰিপু মানুহৰ শত্ৰু যদিও প্ৰয়োগ কৰিব জানিলে বা তাক বশ কৰিব পাৰিলে মহৎ কৰ্ম সম্পাদন হয়। যদি তাক দমন কৰিব নোৱাৰে তেনেহ'লে জীৱনদুৰ্বিসহ হৈ উঠে। ৰিপুৰ উন্নীতকৰণ (চাবলিমেচন) কৰিব পাৰিলে জীৱন মহৎ হয়।

ৰূপৱতী জালুকবাৰীৰ উত্তৰেৰে বৈ গৈছে মহাবাহু ব্ৰহ্মপুত্ৰ। দক্ষিণত কালেশ্বৰ পাহাৰ। এই পাহাৰৰে উত্তৰফালত গুৱাহাটী বিশ্ববিদ্যালয় আৰু দক্ষিণফালত অসম ইঞ্জিনিয়াৰিং কলেজ। পূৱত অৱস্থিত আদাবাৰী বাছষ্টেণ্ড, নিকটতে মালিগাঁও, অনতি দূৰত কামাখ্যা পাহাৰত মা-কামাখ্যাৰ মন্দিৰ। পশ্চিমত লঙ্কেশ্বৰ পাহাৰ। খানানদী আৰু খানামুখ গাঁও। অসম ইঞ্জিনিয়াৰিং কলেজৰ দক্ষিণত তেতেলীয়া গাঁও, ওচৰতে বৰহোলা আৰু কালশিলা বিল, অনতি দূৰত অৱস্থিত বিখ্যাত দীপৰ বিল। ইয়াতে হাতী চিকাৰৰ ঠাই চক্‌বড়। ঐতিহাসিক দীপৰ বিলৰ কিং-বদন্তি মনোৰম। ইয়াতে হেনো কোনো এক ৰজাৰ ৰাজধানী আছিল। এই জনা ৰজাৰ দুগৰাকী মাদৈ। দুয়োগৰাকীৰ বাবে দুটি ৰাস্তা বান্ধি দিলে ৰজাই যাতে প্ৰতিদিনে উত্তৰত অৱস্থিত বিশাল ব্ৰহ্মপুত্ৰ নদীৰ পূত সলিতত স্নান কৰি পূণ্য অৰ্জন কৰিব পাৰে। দুয়োগৰাকী ৰাণীয়ে প্ৰতিদিনে বিহানে এই গড় ৰাস্তাৰ ওপৰেৰে পাল্কীত উঠি গা ধুবলৈ ব্ৰহ্মপুত্ৰলৈ আহে আৰু গা-পা ধুই ৰাইজৰ কল্যাণৰ কাৰণে বাবা ব্ৰহ্মপুত্ৰক সেৱা কৰে। এই দুই গড় আলিৰ মাজৰ গাঁওখনৰ নাম হ'ল গড়গাঁও। গড়ৰ পশ্চাৎ ভাগৰ নাম গাড়ী। কালক্ৰমত ই গাড়ীগাঁও নামে অভিহিত হ'ল। সেইকাৰণে আজিও গাড়ীগাঁওখন দুটি গড় আলিৰ মাজত। দৈৱ দুৰ্বিপাকত এদিন দুপৰীয়া হঠাতে এটি প্ৰবল ভূমিকম্প আৰম্ভ হ'ল। ভূমিকম্পত কেতিয়াবা কেতিয়াবা বহু ঠাই তললৈ বহি যায়। এই ৰজাৰ ৰাজধানীখনো লাহে লাহে তললৈ বহি যাব ধৰিলে। মানুহৰ মাজত হাঁহাকাৰ লাগিল। প্ৰাণৰ আৰ্তনাদ বাঢ়িব ধৰিলে। বহুজন মৰিল। ৰজা বৰ নিৰুপায়, মন্ত্ৰীসকল বিবুধি হ'ল। চাৰিওফালে হাঁহাকাৰ, আৰ্তনাদ। নিৰুপায় ৰজাই ৰাজপুৰোহিতৰ আশ্ৰয় মাগিলে। পুৰোহিত ভেকোবামুণ। ভেকোবামুণে ৰজাক সম্বোধি ক'লে— "মহাৰাজ। আপুনি সমস্ত প্ৰজাসমন্বিতে এই নগৰ পৰিত্যাগ কৰক। আই বসুমতীৰ কোপ হৈছে, সেইবাবে নগৰ পাতাললৈ যাব। আপুনি বস্ত্ৰ-বস্তু যি পাৰে সকলোখিনি লৈ এই ঠাই পৰিত্যাগ কৰক। আপুনি পূৱলৈ যাওক পাহাৰৰ ওচৰলৈ; মই পশ্চিমলৈ যাম শিষ্য প্ৰশিষ্যলৈ। পলম নকৰিব, নহ'লে সকলো ভূ-গৰ্ভত লীন যাব লাগিব!"

কুল গুৰুৰ উপদেশমতে ৰজাই পূৱত অৱস্থিত পাহাৰৰ ওচৰলৈ প্ৰজাসকলৰ সৈতে উঠি আহিল। সমস্ত নগৰখনেই উঠি আহি পাহাৰৰ ওচৰ পালে আৰু তাতে জিৰণি ল'লে। পিছত তাতে বসতি কৰিলে। এই ঠাইখনৰ নামে হ'ল গোটানগৰ। গোটেই নগৰখনে উঠি আহিল কাৰণে ইয়াৰ নাম গোটেই নগৰ; কালক্ৰমত গোটেই নগৰৰ সলনি গোটানগৰ নামে প্ৰখ্যাত হ'ল। আজিও দীপৰ বিলৰ পূৱফালে তেতেলীয়া গাঁওৰ পূৱত পাহাৰৰ দাঁতিত গোটানগৰ গাঁওখন আছে। ৩৭ নং ৰাষ্ট্ৰীয় পথৰ পূৱফালে

এই গাঁও, ওচৰতে পদুমবড়ী গাঁও। পদুমফুল আছিল কাৰণে পদুমণি, আৰু সিয়ে শেষত পদুমবড়ী নাম পালে।

আনফালে ভেকোবামুণে পশ্চিমলৈ যাত্ৰা কৰিলে। কিছুদূৰ যোৱাৰ পিছত তেওঁৰ মনত পৰিল যে তেওঁ ভৰিৰ খৰমযোৰ এৰি আহিল। এতিয়া কি কৰে? খৰম এৰি গ'লে ব্ৰাহ্মণৰ সাধনত ব্যাঘাত জন্মিব আৰু খৰম আনিব গ'লে ব্ৰাহ্মণ মাটিৰ তলত পোত যাব। মহা সমস্যা, মহা সঙ্কট হ'ল। এটা যেন মহা জঙ্কট লাগিল। সেই কাৰণে যিখিনি ঠাইত এই সঙ্কট আৰম্ভ হৈছিল, সেই ঠাইৰ নাম হ'ল- জঙ্কটৰবড়ী— জঙ্কটবড়ী। বড়ী মানে ওখ ঠাই। সেইখিনি বৰ ওখ ঠাই আছিল। শেষত শিষ্যসকলৰ হাক-বচন নুশুনি ব্ৰাহ্মণে খৰমযোৰ আনিবলৈ গ'ল। গুৰুৰ মৃত্যু অনিবাৰ্য্য জানি শিষ্যসকলে উলটি গ'ল। ধাৰ্মিক সাধক ব্ৰাহ্মণ তেওঁ। নিজ সাধন বলত ভূ-গৰ্ভলৈ ক্ৰমে ক্ৰমে বহি যাব ধৰা নগৰখনলৈ ঈশ্বৰক স্মৰণ কৰি গমন কৰিলে। সকলো শিষ্যই হায় হায়কৈ মূৰ-কপালত চপৰিয়াই ক্ৰন্দন জুৰিলে। কিন্তু কি আচৰিত কথা। ব্ৰাহ্মণে য'ত য'ত খোজ দি গ'ল সেই সেই ঠাই তললৈ নবহাকৈ ৰ'ল। বামুণে গৈ নিজ ঘৰ পালে আৰু তাৰ পৰা নিজৰ খৰমযোৰ লৈ অহা বাটেৰে আকৌ খোজ কাঢ়ি যাব ধৰিলে। তেওঁ পিচ দিয়াৰ লগে লগে সেই ঠাই মাটিৰ তললৈ বহি যাব ধৰিলে। বামুণে আহি শিষ্যসকলৰ ওচৰ পালে। সকলোৱে হৰিধ্বনি কৰিলে আৰু জয়ধ্বনি কৰিলে— 'জয় ভেকোবামুণৰ জয়।'

শেষত তেওঁলোক আহি বৰ্তমান বৰঝাৰ বিমান বন্দৰৰ ওচৰৰ আজাৰা গাঁও পালে। এই গাঁও দ্বীপৰ বিলৰ পশ্চিমফালে। সেই বজাৰ ৰাজধানীযে আজি দ্বীপৰ বিল। দুপৰীয়াতে আৰম্ভ হৈছিল বাবে তাৰ নাম ৰাখিলে দ্বীপৰ বিল। আজিও দ্বীপৰ বিলে এই কাহিনীকে যেন ঘোষণা কৰে। এই বিলত পৃথিৱীৰ নানা দেশৰ চৰায়ে আহি বিচৰণ কৰে। ই যেন পক্ষীসৰোবৰ। শুনিছো চৰকাৰৰ ফালৰপৰা পক্ষীসৰোবৰৰূপে ঘোষণা কৰি ৰক্ষণা-বেক্ষণ কৰিব আৰু বিদেশী পৰ্যটকৰ বাবে পৰ্যটন নিবাস সজাব। ইয়াৰ দ্বাৰা আমাৰ দেশে বৈদেশীক মুদ্ৰা অৰ্জন কৰিবলৈ সক্ষম হ'ব।

এনেহেন বিচিত্ৰ কিংবদন্তি ৰঞ্জিত দ্বীপৰ বিল, পাহাৰ পৰ্বতৰ সেউজীয়া গছ গছনিৰে পৰিবেষ্টিত প্ৰাকৃতিক সৌন্দৰ্যৰে ৰঞ্জিত জালুকবাৰী নগৰী। মানৱ যৌৱনৰ উচ্ছল তৰঙ্গেৰে তৰঙ্গায়িত জালুকবাৰী সঁচাকৈ চিৰ যৌৱনা নগৰী। নিৰবচ্ছিন্ন ডেকা-গাভৰুৰ সোঁতেৰে ভাৰমান জালুকবাৰী গুৱাহাটী বিশ্ববিদ্যালয়খনেৰে সুশোভিত জালুকবাৰী। কিন্তু আজিৰ জালুকহীন জালুকবাৰী এদিন সঁচাকৈয়ে জালুকখেতিৰ কেন্দ্ৰস্থান আছিল। জালুকৰ বাবে বিখ্যাত জালুকবাৰী গাঁওখন এসময়ত পাহাৰৰ ওচৰতে আছিল। আজি য'ত বিশ্ববিদ্যালয়ৰ ডাক্তৰখানা আৰু হোষ্টেলবোৰ অট্টালিকা হৈ জিলিকি আছে এইখিনি ঠাইয়ে আছিল জালুকবাৰী। এই সৌন্দৰ্যময়ী জালুকবাৰীৰ বিশ্ববিদ্যালয়ৰ হোষ্টেল দুখনৰ কথাকে আমাৰ দৃষ্টিলৈ আহিছে। ইয়াতে অনেকজনে ১৯৫৫ চনৰ পৰা আজিলৈ আহিছে, পঢ়িছে, পাছ কৰিছে আৰু বিদায় মাগিছে। কিন্তু

কোনোজনৰ মনৰ মাজৰপৰা ইয়াৰ স্মৃতি মাৰ যাব পৰা নাই। শৰীৰ আঁতৰিলেও মন নাতৰে। স্মৃতিয়ে বিস্মৃতিৰ গৰ্ভত লয় নাপায় মানে একোখন ঠাইৰ নাইবা কোনো এটা ঘৰৰ মায়া চাৰিব নোৱাৰে কোনোৱে।

এই স্মৃতি বিস্মৃত হ'ব পৰা নাই বঞ্জুৰে, মায়া এৰিব পৰা নাই মঞ্জুৰে। বিশ্ববিদ্যালয়ৰ নিকটবৰ্তী ব্ৰহ্মপুত্ৰ দলংখনৰ কথা আৰু তাৰে ওপৰত বহি কথা-বতৰা হোৱা কথা পাহৰিব পৰা নাই বঞ্জু আৰু মঞ্জুৰে।

ব্ৰহ্মপুত্ৰৰ ওপৰত হোৱা প্ৰথম দলং। ১৯৫৮ চনত আৰম্ভ কৰি ১৯৬২ চনত সম্পূৰ্ণ কৰা আধুনিক ইঞ্জিনিয়াৰিং কৌশলৰ চৰম নিদৰ্শন স্বৰূপ এই দলংখনে অকল বিজ্ঞানৰ বিস্ময়কৰ কৌশলকে বহন কৰা নাই বৰং বহন কৰিছে মানুহৰ অপৰিসীম চেষ্টা আৰু প্ৰকৃতিক জয় কৰিবলৈ কৰা দুৰ্ব্বাৰ আকাঙ্খাৰ দুৰ্নিবাৰ গতি। এই দুখলপীয়া দলংখনৰ ওপৰ খলপেৰে মটৰগাড়ী চলে আৰু তলৰ খলপেৰে চলে ৰেলগাড়ী। ইয়াত এঘাৰযোৰ খুঁটা আছে। এই দলঙৰো কিংবদন্তিৰ দৰে কাহিনী আছে। বিশ্ববিদ্যালয়ৰ পশ্চিমত অৱস্থিত বজাৰখন— ইয়াৰ নাম হৈছে সাত মাইলৰ বজাৰ। কাৰণ গুৱাহাটীৰ কাছাৰী ঘৰৰ পৰা ইয়ালৈ সাতমাইল দূৰ হয়। কিলোমিটাৰ হিচাবে আজি কালি দহ কিলোমিটাৰমান হ'ব। আগৰ হিচাব— ফুট, গজ, টাৰ, ফালং, মাইল আদি। বজাৰৰ নাম অঙ্কশাস্ত্ৰৰ সংখ্যাৰে দিয়া হৈছিল ১৯৬০ চনত। আজিও ধাৰাপাত এৰি সাহিত্যৰ শব্দৰে তাক লিখিব পৰা নাই। এই বজাৰত এজোপা ডাঙৰ কঠাল গছ আছে। এইজোপা ৰুইছিল চিক্‌দানী নামে এজন কাঠ মিস্ত্ৰিয়ে। তেওঁ তাতে ঘৰ বান্ধি কাঠৰ কাম কৰিছিল। তেওঁৰ ঘৰ উত্তৰ প্ৰদেশত আছিল। জীৱনৰ বাল্যকালতে তেওঁ নিজৰ ৰাজ্য এৰি আসাম উঠিছিল আৰু বহু ঠাই ঘুৰি ঘুৰি শেষত সাতমাইল বজাৰতে বসতি কৰিছিল। সেয়া ১৯৫৮ চনৰ কথা। ব্ৰহ্মপুত্ৰৰ দলং আৰম্ভ হৈছে মাত্ৰ। ভাৰতৰ নানা ঠাইৰ ইঞ্জিনিয়াৰ, ওভাৰচিয়াৰ, কাঠমিস্ত্ৰি, ৰাজমিস্ত্ৰি, যোগালি, বনুৱা আদি লানি নিচিগাকৈ আহি আছে। তেতিয়াৰ দিনত এঘাৰ কৌটি টকা ব্যয়ত এই দলং নিৰ্মাণ হৈছিল। টকাৰ নদী। সকলো ধৰণৰ কৰ্ম্মীয়ে বজাৰ দৰতকৈ দুগুণ টকা পায়। ডাঙৰ ডাঙৰ অনাঅসমীয়া ঠিকাদাৰসকলে দলঙৰ ঠিকা লৈছিল। চিক্‌দানীয়েও দুজন যোগালি অসমীয়া ল'ৰা লৈ কামত যোগ দিলে। ডবল হাজিৰা। কেইদিনমান কাম কৰি আছে। হঠাৎ এদিন শুনিলে যে তেওঁৰ লগত কাম কৰা মিস্ত্ৰি দুজন দলঙৰ কাম কৰি থাকোঁতে পৰি মৰিল; লগতে হাজিৰা কৰা যোগালি পাঁচজনো দলঙৰ খুটাৰ মাজেৰে গৈ মচলা (শিল, বালি, চিমেণ্ট) লৈ যাওঁতে পৰি মৰিল। দুদিনমান পিচত আৰু শুনিলে যে দুজন ইঞ্জিনিয়াৰ দলঙৰ খুঁটা খান্দোতে মৰি থাকিল। দলঙৰ খুঁটাবোৰ লোৰ। ভিতৰখন ফোপোলা। বেৰটো বৰ ডাঙৰ। ব্যাস দহ্ বাৰ ফুটমান হ'ব। একোটা চুঙাহেন। তাৰে ভিতৰেদি ইঞ্জিনিয়াৰ, ওভাৰচিয়াৰ, মিস্ত্ৰি, যোগালি আদি সোমাই গৈ তলত কাম কৰি থাকে। হঠাৎ কিবা বিজুতি ঘটিলে তলত পৰি যায় আৰু উঠিব নোৱাৰে, মৰি থাকে। এই কথা কোনোৱে বাহিৰত প্ৰকাশ নকৰে। কাৰণ জানিলে এনে ভয়াবহ প্ৰাণান্তক

কৰ্ম কৰিবলৈ কোনেও আগবাঢ়ি নাহিব। তাকে ভাবি অতি গোপনে কথাবোৰ লুকাই ৰাখে। সেইবাবে তেওঁলোকে কৰ্মীসকলক একোটা নতুন নাম দিছে। সেই নামেৰেহে তেওঁলোকক চিনাক্ত কৰে। উদাহৰণস্বৰূপে— ইঞ্জিনিয়াৰৰ নাম দিছে বেঞ্চ। বেঞ্চ হ'ল মিস্ত্ৰিসকলৰ এবিধ অস্ত্ৰ। ওভাৰচিয়াৰক ক্ৰাম্বোৰা বোলে। মহৰিক হাম্বাৰ। ৰাজমিস্ত্ৰিক কৰ্ণি, যোগালিক মচলা নিয়া তাগাৰা। কাঠমিস্ত্ৰিক হাতুৰি, যোগালিক বাটালি। কামকৰা বনুৱাক গজাল বা তাৰকাটা। দুজন ইঞ্জিনিয়াৰ মৰাত ক'লে যে আজি দুপাত বেঞ্চ পৰিল। ওভাৰচিয়াৰ এজন মৰিলে কয় আজি জাম্বোৰা এপাত পৰিল। মহৰি তিনিজন মৰিলে ক'ব হাম্বাৰ তিনিটা পৰিল। ৰাজমিস্ত্ৰি চাৰিজন মৰিলে ক'ব আজি কৰ্ণি চাৰিখন হেৰাল। যোগালি পাঁচজন মৰিলে জনাব আজি তাগাৰা পাঁচটা ভাঙিল। কাঠমিস্ত্ৰি চাৰিজন মৰিলে জনাব আজি হাতুৰি চাৰিটা খহিল। যোগালি দুটা মৰিলে ক'ব বটালি দুটা ভাঙিল। কাম কৰা বনুৱা দহজন মৰিলে ক'ব গজাল দহটা হেৰাল। এনেৰকমে গোমৰ ফাক নোহোৱাকৈ কাম কৰাই থাকে। পিছে চিক্‌দানীয়ে যেতিয়া আচল কথা জানিব পাৰিলে তেতিয়া তেওঁ ডবল দৰমহা দিয়া অৰ্থ বুজিলে আৰু সিদিনাই কাম ইস্তাফা দি সাতমাইল বজাৰলৈ ফিৰি আহিল। তেওঁ কৈছিল যে ঠিকাদাৰসকলে গোসাঁনী পূজা কৰি তাত নৰবলি দিয়ে। সঁচা-মিছা নাজানো; কিন্তু সেই সময়ত চলিধৰা (সোপাধৰা) লোকৰ সংখ্যা কিন্তু বাঢ়িছিল। তেনেৰকমে দলং নিৰ্মাণ হৈছিল। আমি সঁচা-মিছা নাজানো। কিন্তু মানুহৰ মুখে মুখে এইবোৰ কথাৰ বুবু বাবা শুনা গৈছিল।

সেই দলঙৰ ওপৰত দুয়ো কাষেৰে যোৱা ৰাস্তা আছে। সেই ৰাস্তাৰে ৰেলিঙত থিয় হৈ পশ্চিমমুৱা ৰঞ্জু আৰু মঞ্জুৱে বহু কথা পাতিছিল।

গধূলিৰ নিবন্ধ্ৰ অন্ধকাৰেও দুয়োকো কথোপোকথনৰ পৰা নিবৃত্ত কৰিব পৰা নাই। প্ৰেমৰ কথাৰ জানো কিবা আগগুৰি থাকে? প্ৰণয়ৰ মধুৰ আলাপনৰ জানো কিবা আদি অন্ত আছে? এই দুই প্ৰেমিক-প্ৰেমিকাৰো কথাৰ কোনো আগগুৰি নাই, আদি অন্ত নাই, — আছে মাথো মাদকতা ভৰা লেনিয়া সুৰৰ অবিচ্ছেদ্য বাক্য বাজি।

গধূলিৰ বেল নগৰী পাণ্ডু, মালিগাঁও বিজুলী বাতিৰে আকাশৰ তৰাৰ লগত যেন যেৰ মাৰি জিলিকি থাকে। প্ৰতিযোগিতা আকাশৰ তৰাৰ লগত পৃথিৱীৰ বিজুলী বাতিৰ। দেৱতাৰ লগত মানুহৰ প্ৰতিযোগিতা। আলোকৰ সতে আলোকৰ যেন মৰামৰি। আকাশত নিচিদ্ৰ আলোক তৰাৰ, মৰতত নিবন্ধ আলোক বিজুলী বাতিৰ। সমস্বৰে দুয়ো যেন ঘোষে আলোক সমৰ। এই আলোকত অপৰূপ দেখি পাণ্ডু, মালিগাওঁ, জালুকবাৰী। দলঙৰ ওপৰৰ ৰেলিঙত থিয় হৈ গধূলি বেলিকা যেতিয়া এই আলোকৰ সমাৰোহ চকুত পৰে তেতিয়া মহা নিষ্ঠুৰেও হৃদয়ৰ বাবে কোমল নোহোৱাকৈ থাকিব নোৱাৰে। মটৰেৰে গধূলি বেলিকা এবাৰ উত্তৰপাৰৰ পৰা দক্ষিণপাৰলৈ দলং পাৰ হ'লে চকু কৰিবচোন, কি অপৰূপ এই দৃশ্য। এবাৰ যিয়ে এই দৃশ্য উপভোগ কৰিছে তেওঁ জীৱনত আৰু পাহৰিব নোৱাৰিব। এনেহেন সুন্দৰ সন্ধিয়া পৰত, ব্ৰহ্মপুত্ৰৰ দলঙৰ ওপৰৰ

ৰেলিঙত থিয় হৈ যি নয়নাভিৰাম দৃশ্য অৱলোকন কৰিলে ৰঞ্জুই তাৰ অংশ লবলৈ যেন আহ্বান কৰিলে মঞ্জুক।

ৰঞ্জু— মঞ্জু! চোৱাচোন আলোকৰ খেলা? কি অপৰূপ দৃশ্য সৌ জিলিকি উঠিছে পাণ্ডুত-জালুকবাৰীত! তুমি জানো এই মনোমহা দৃশ্য লক্ষ্য কৰা নাই?

মঞ্জু— সৌন্দৰ্য প্ৰয়াসী মনে কেৱল সকলোতে সৌন্দৰ্যকে দেখে, কিন্তু বেদনাহত মনে জানো তাত কিবা সৌন্দৰ্য দেখিবলৈ পাব? সৌন্দৰ্য আৰু ৰূপচৰ্চা মনৰ এক অভিব্যঞ্জনা মাত্ৰ।

ৰঞ্জু— বাঃ কি চমৎকাৰ উক্তি। তুমি দেখিছো দিনে দিনে তাত্বিক দিশতহে মনক ধাবিত কৰিছা। মানুহ কেৱল তত্ব আৰু দৰ্শন লৈ ব্যস্ত থাকিব নোৱাৰে। সৌন্দৰ্য উপলব্ধি কৰা মন যাৰ নাথাকে তেওঁ জীৱনৰ আনন্দ উপভোগৰ পৰা বঞ্চিত হয়। মনত ৰাখিবা জীৱন এটা তত্ব আৰু গভীৰ দুখৰ সমষ্টিয়ে নহয়— বৰং জীৱন হ'ল এটা চলন্ত-স্ৰোত বিশাল ব্ৰহ্মপুত্ৰৰ তীব্ৰবেগী সলিল ৰাশিৰ দৰে। সুখ-দুখ তাত ভাষমান, কাঠ-বাঁহ মৰাশ আদিৰ দৰে উটি আহিছে উটি যাব। জীৱন স্ৰোতত আমি ভাষমান যন্ত্ৰ মাথোন। তুমি জীৱনক অস্বীকাৰ নকৰিবা।

মঞ্জু— এতিয়া কওক মই দাৰ্শনিক চিন্তাত মগ্ন নে আপুনি মগ্ন? তত্বগধুৰ কথাবোৰ দেখো আপোনাৰ মুখৰ পৰাহে ওলাব ধৰিছে। আপোনাৰ কথাবোৰহে তত্বগধুৰ আৰু সৌন্দৰ্যহীন।

ৰঞ্জু— তুমি ভুল বুজিছা মঞ্জু। মই দাৰ্শনিকো নহওঁ আৰু তাত্বিকো নহওঁ— মই এজন কেঁচা মানুহ—জীয়া মানুহ হে। মোৰ চিন্তাত সৌন্দৰ্যবোধ আছে—আছে আবেগ অনুৰাগৰ কম্পিত বচন।

মঞ্জু— এইবোৰ ভাব আপুনি কাৰ পৰা পালে?

ৰঞ্জু— তোমাৰ পৰা। তুমিয়ে মোৰ সৌন্দৰ্য পিপাসাৰ উন্মেষ কৰিছা। তোমাৰ সৌন্দৰ্যই মোক মন বিশাল বিশ্বসৌন্দৰ্যৰ ফালে ধাবিত কৰিছে।

মঞ্জু— নাৰীৰ ৰূপেই বোলে বিশ্বজগতৰ ৰূপৰ ফালে মন ধাবিত কৰে; কবিসকলে কয়। কথাষাৰ সঁচানে?

ৰঞ্জু— কথাষাৰ বহুখিনি সঁচা। মই কবি নহয়, কিন্তু সৌন্দৰ্যানুভূতি মোৰ আছে। তোমাৰ ৰূপৰ মাজেৰেই মই বিশ্বসৌন্দৰ্য উপলব্ধিৰ ফালে আগবাঢ়িছো। নাৰী পুৰুষৰ সৌন্দৰ্যবোধৰ উদ্দীপনা দায়িনী।

মঞ্জু— নাৰীৰ আগত নাৰীৰ প্ৰশংসা কৰে নাৰীসেৰুৱা পুৰুষেহে।

ৰঞ্জু— পুৰুষ মাত্ৰেই নাৰীৰ সেৱক; নাৰী সৌন্দৰ্যৰ সেৱক।

মঞ্জু— আপুনি নাৰীক বহুত ওপৰত তুলি দিছে। অলপ নমাই আনক নহ'লে বৰ অপৰাধ হ'ব।

ৰঞ্জু— (হাঁহি মাৰি) "তোমাক ভালপোৱাটো মোৰ অপৰাধ হৈছে নেকি?"

মঞ্জু— নিশ্চয় অপৰাধ হৈছে। আপুনি মোক পাগলী কৰিছে। নাৰীৰ দুৰ্বলতা

তাতে—নাৰীক প্ৰশংসা কৰিলে নাৰীয়ে নিজকে পাহৰি যায়। আপোনাৰ ভালপোৱাই মোক নিজৰ অস্তিত্ব পাহৰাই দিছে। ই জানো অপৰাধ নহয়?

ৰঞ্জু— (হাঁহি মাৰি) "অৱশ্যে ই এটা অপৰাধ। কিন্তু মই তোমাৰ সৌন্দৰ্যত মুগ্ধ হৈ বিশ্বসৌন্দৰ্যত লীন যাবলৈ বিচাৰো।"

এনেতে জালুকবাৰীৰ ফালৰপৰা খোজ কাঢ়ি ফুৰি ফুৰি অহা প্ৰবীণ হাজৰিকাই ৰঞ্জুৰ পিছফালে থিয় হৈ কান্ধত এটা চাপৰ মাৰি কৈ উঠিল— "আস্তে আস্তে দাৰ্শনিক কবি। তোমাৰ সৌন্দৰ্য প্ৰয়াস ইমানতে অন্ত পৰক। আৰু আগনাবাঢ়িবা। তোমাৰ এই প্ৰেমৰ পেনপেনীয়া কথাই বাস্তৱত একো কাম নিদিযে। এইবোৰ ডেকা ল'ৰাৰ সাময়িক উত্তেজনা মাত্ৰ—অবাস্তৱ।"

প্ৰবীণৰ হঠাৎ উপস্থিতিয়ে দুয়োকো সন্ত্ৰস্ত কৰি তুলিলে। প্ৰবীণ হাজৰিকা ৰঞ্জু বৰুৱাৰ 'ৰুমমেত'। দুযোৰো ভিতৰত গভীৰ বন্ধুত্ব হৈছে। দুযো দুয়োকো বৰ ভাল পায। মঞ্জু হ'ল ছোৱালী হোষ্টেলৰ ছোৱালী। ৰঞ্জু বৰুৱা আৰু মঞ্জুমালা বৰাৰ যে প্ৰণয় আৰম্ভ হৈছে তাৰে সম্ভেদ পায় হাজৰিকাই। সেইবাবে গধূলি হ'লে ব্ৰহ্মপুত্ৰৰ দলঙলৈ দুয়ো ফুৰিবলৈ আহিলে হাজৰিকাই দুয়োৰো নিৰাপত্তাৰ বাবে সতৰ্ক দৃষ্টি ৰাখে। ধুনীয়া ছোৱালীৰ লগত খোজ কঢ়া যে বিপদজনক এই কথা হাজৰিকাই ভালদৰে জানে কাৰণ হাজৰিকা এজন বাস্তৱধৰ্মী ল'ৰা। বাস্তৱ জগতৰ লীলা-খেলা তেওঁ ভালকৈ জানে? আজিৰ পৃথিৱীত দুৰ্বৃত্তৰ অভাৱ নাই বৰং দুৰ্বৃত্তৰ সংখ্যাই অধিক। গতিকে কি অঘটন ঘটে তাৰ কোনো ঠিকনা নাই। সেইবাবে তেওঁ সদায় নজৰ ৰাখে। তাৰ উপৰি বিশ্ববিদ্যালয়ৰ ল'ৰাৰ ভিতৰতে বহুতৰ ঈৰ্ষা হৈছে ৰঞ্জুৰ ওপৰত। ৰঞ্জু বৰুৱাৰ নিচিনা এজন নিঃকিন ঘৰৰ ল'ৰাই মঞ্জু বৰাৰ দৰে এগৰাকী দীপলিপ গাভৰুৰ ভালপোৱা আদায় কৰিব, এই কথা তেওঁলোকে কেতিয়াও সহ্য কৰিব নোৱাৰে। সেইবাবে মাজে মাজে চেষ্টা কৰে যাতে দুয়োৰো মাজত এখন বদনামৰ কেলেঙ্কাৰী আৰম্ভ হয়। তেওঁলোকৰ ঈৰ্ষাৰ অগ্নিত কেতিয়া ৰঞ্জু বৰুৱা যাহ যায় তাৰ ঠিকনা নাই। এই দুৰভিসন্ধিৰ সম্ভেদ পায় হাজৰিকাই। সেইকাৰণেই বন্ধুক ৰক্ষা কৰিবলৈ সদায় সতৰ্ক দৃষ্টি ৰাখে। এই কথা ৰঞ্জু-মঞ্জুয়ো বুজে আৰু সেইবাবেই হাজৰিকাক নিজৰ দদায়েকৰ দৰে মানে। হাজৰিকাই শাসনৰ সুৰত ক'লে— "এতিয়া গধূলি সাত বাজিল; ৰাতি হ'ল। এই অন্ধকাৰ ৰাতিখন দুয়ো প্ৰেমৰ আখৰা কৰি থাকিলে নচলে। ৱাৰ্ডেনে হোষ্টেলত সোমাবলৈ নিদিব। তোমাৰ কথা সুকীয়া; ল'ৰা মানুহে কিবা কিবি ফাঁকি মাৰি সাৰিব পাৰিবা; কিন্তু মঞ্জুৰ কি গতি কৰে ঠিক নাই। আহা এতিয়া; কবিতাৰ কথা এৰা, প্ৰেমৰ কথা বাদ দিয়া— বাস্তৱলৈ মন কৰা। বলা হোষ্টেললৈ।"

হাজৰিকাৰ সক্ৰিয়নিত্ত দুয়ো সচকিত হ'ল আৰু ঘূৰিবলৈ মন কৰি জালুকবাৰীলৈ খোজ ল'লে। তিনিও খোজ কাঢ়ি আহি থাকিল। অলপ দূৰ আহিয়ে ছোৱালী হোষ্টেল পাই মঞ্জু সোমাই গ'ল। ৰঞ্জু আৰু প্ৰবীণে ল'ৰাৰ হোষ্টেলৰ ফালে ৰাওনা হ'ল।

## (দুই)

কালেশ্বৰ ধাম। শিৱৰ মূৰ্ত্তি প্ৰস্তৰ খোদিত হৈ আছে। শিৱৰে আন এটি নাম কালেশ্বৰ। শান্ত-সৌম্য শিৱ যেতিয়া উগ্ৰমূৰ্ত্তি ধৰি সংহৰণ কৰিবলৈ উদ্যত হয় তেতিয়াই শিৱ হৈ পৰে মহাকাল কালেশ্বৰ। এই কালেশ্বৰৰ মূৰ্ত্তি কোন যুগত খোদিত হৈছিল আৰু কোন ভাস্কৰে তাক খোদিত কৰিছিল কোনেও ক'ব নোৱাৰে। বোধহয় প্ৰস্তৰ যুগতে তাক খোদিত কৰা হৈছিল। সেই সময়ত সমগ্ৰ পূৰ্বাঞ্চলতে দেৱাদিদেৱ মহাদেৱ শিৱৰ প্ৰচাৰ আৰু শৈৱ ধৰ্মৰ প্ৰসাৰ হৈছিল। বোধহয় সেই যুগতে কোনো অৰ্বাচিন ভাস্কৰে এই পথাৰৰ সুন্দৰ শিলত সুন্দৰ শিৱৰ মনোমোহা মূৰ্ত্তি খোদিত কৰিছিল, অন্তৰৰ সমস্ত সুকুমাৰ ভাব-আবেগৰ বন্যা ঢালি ঢালি। আজিও এই শিৱমূৰ্ত্তিয়ে সেই অজ্ঞাত ভাস্কৰৰ আঙুলিৰ মৃদু পৰশণ বহন কৰি আছে। এই কালেশ্বৰ পাহাৰৰ দাঁতিতে গুৱাহাটী বিশ্ববিদ্যালয় আৰু ইয়াৰ হোষ্টেলবোৰ অৱস্থিত। ইয়াৰেই অতি নিকটতে তিনি নম্বৰ, চাৰি নম্বৰ, পাঁচ নম্বৰ দুমহলিয়া হোষ্টেলবোৰ। কাষত অসম আৰ্হিৰ হোষ্টেলবোৰ। সকলোবোৰ ল'ৰাৰ হোষ্টেল। তিনি নম্বৰ বানীকান্ত কাকতি হোষ্টেলত প্ৰবীণ হাজৰিকা আৰু বন্ধু বৰুৱা থাকে। লগত থাকে হেমধৰ দাস আৰু জগদীশ শইকীয়া। জগদীশ ছাত্ৰৰ নেতা; হোষ্টেলবো প্ৰিফেক্ট। বন্ধু বৰুৱা তেওঁৰ নজৰত পৰিছে। শনিৰ দৃষ্টি। মুণ্ডছেদন। শনিৰ দৃষ্টিত হেনো মহাদেৱ-পাৰ্বতীৰ ল'ৰা গণেশৰো মুণ্ডপাত হৈছিল। নাজানো এই হোষ্টেলৰ শনি দেৱতাস্বৰূপ জগদীশৰ দৃষ্টিত কোন দিনা বন্ধুৰ মুণ্ডপাত অৰ্থাৎ প্ৰণয় নিপাত ঘটে তাৰ ঠিক নাই। তেওঁ ৰাজনীতি কৰা ল'ৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ মাজত ৰাজনীতিৰ পয়োভৰ অধিক। ৰাজনীতি বিজ্ঞান বিষয় বিশ্ববিদ্যালয়ত আছে; ছাত্ৰই পঢ়ে কিন্তু আচল ৰাজনীতিও যে কৰে তাৰ উদাহৰণ অনেক আছে। এই ৰাজনৈতিক তীব্ৰ চেতনাত মত্ত হৈয়ে বহু ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়নক পিঠি দি হুলস্থূলীয়া পৰিবেশ সৃষ্টি কৰা বহুতবে চকুত পৰিছে। এওঁলোকৰ মতে 'ছাত্ৰানাং অধ্যয়নং তপঃ' নহে ৰাজনীতিহে তপঃ হৈ পৰা দেখা গৈছে। সেইবাবেই একোটা হোষ্টেলত কেইবা বছৰো একোজন ল'ৰাই আবাসীহে 'চিট' আগুৰি আছিল। আনকি দুবছৰীয়া এম-এ কোৰ্চ শেষ কৰোঁতে তেওঁলোকে চাৰি বছৰ কৰে আৰু পাছ কৰি উঠিও 'ল' পঢ়া অজুহাতত আৰু চাৰি বছৰ থাকি যায় বুলি শুনা যায়। নানা কৌশল কৰি ছয়-সাত বছৰ হোষ্টেলত বাস কৰা নজীৰ আছে। অৱশ্যে আজি-কালি জনমতৰ হেঁচাত এই পদ্ধতি নাইকিয়া হ'ব ধৰিছে। এই শ্ৰেণীৰ ৰাজনীতি কৰা ল'ৰা জগদীশ শইকীয়া। তেওঁ বন্ধু আৰু মঞ্জুৰ মাজত গঢ়ি উঠা প্ৰীতি সহ্য কৰিব পৰা নাই। সেই বাবে মাজে সময়ে দুই চাৰিজনক লগত লৈ বন্ধুক অপদস্ত কৰে।

এই কালেশ্বৰ বাবাৰ এটা কাহিনী আজিও ওচৰৰ গাঁৱত প্ৰচলিত আছে। তেতিয়া বিশ্ববিদ্যালয় ইয়াত হোৱা নাই; কালেশ্বৰ পাহাৰ গছ-গছনি, বাঘ-ভালুক, শিয়াল-পহু, আদি জন্তুৰে ভৰা। দূৰৈত পূবৰ ফালে জালুকবাৰী গাঁও। জালুকৰ খেতি। তামোলৰ গছবিলাকত জালুক, পাণ লগাইছে। জনসংখ্যা কম কিন্তু গাঁওবাসী বৰ সুখী আৰু সাহসী।

এই কালেশ্বৰ পাহাৰৰ দাঁতিতে গৰখীয়াই গৰু চৰায়। ওচৰৰ গাঁও গাড়ীগাঁৱৰ হিন্দু-মুছলমান ল'ৰাবিলাকে একেলগে তাত আম, জাম, লেতুক, কঠাল আদি খাই ঘূৰি ফুৰে। গৰখীয়া ল'ৰাবিলাকে জাকে জাকে লগলাগি গৰু চৰায়। ইয়াৰ মাজতে বাঘে মাজে সময়ে দুই এটা গৰু, পালৰ মাজৰ পৰা মাৰি নি পাহাৰৰ জংঘলৰ মাজত খায়। ল'ৰাবিলাক সাহসী আৰু চতুৰ। বাঘৰ মাজৰ পৰা গৰুবোৰ খেদি লৈ আহে। বাঘো দুই-এটা নহয়— পালে পালে ঘূৰি ফুৰে। সেই সময়ত জীৱ-জন্তু, গছ-গছনি অনেক আছিল। আজিৰ দৰে ব্যাঘ্ৰ প্ৰকল্প কৰি বাঘ ৰক্ষা কৰা, নাইবা বৃক্ষ ৰোপণ কৰি বনানিকৰণ কৰা পদ্ধতিৰ কোনো প্ৰয়োজন নাছিল। বৰং তাক নিধন কৰা প্ৰকল্পহে ল'ব লগা আছিল।

প্ৰবাদ আছে যে — এদিন কালেশ্বৰ বাবাৰ ধামত গৰু চৰায় থাকোঁতে গাড়ীগাঁৱৰ মুছলমান চুপাৰ কোনো এক অঘাইত ল'ৰাই খৰি কাটি আছিল। তাৰ লগৰ হিন্দু ল'ৰা এজনে কালেশ্বৰৰ মূৰ্ত্তিৰ ওচৰত গছ কাটিবলৈ মানা কৰিলে, কাৰণ কালেশ্বৰ বাবাৰ খং উঠিব পাৰে। মুছলমান ল'ৰাজনে হিন্দুৰ দেৱ-দেৱতা নামানে। সি ভেকাহি মাৰি ক'লে— "তোৰ কালেশ্বৰে মোক কি কৰিব পাৰে। ইচ্ছা কৰিলে ময়ে কালেশ্বৰৰ নাক কাটি দিব পাৰো।"

ল'ৰাজনৰ ময়মতালিপূৰ্ণ কথাত হিন্দু ল'ৰাজনৰ খং উঠিল আৰু ফেৰ পাতি উঠি ক'লে— "দেচোন চাওঁ তোৰ কিমান সাহ, কালেশ্বৰ বাবাক আঘাত ক'ৰ।" তাৰ কথা শুনি সি অঘাইতে কৈ উঠিল— "চা তেন্তে মই তোৰ কালেশ্বৰৰ নাক কাটি দিলো।" — এই বুলি কৈ সি দাৰে কালেশ্বৰৰ মূৰ্ত্তিৰ নাকটো ঘাপ মাৰি কাটি দিলে, আৰু ক'লে— "দেখিম তোৰ কালেশ্বৰে কি কৰে।" তাৰ এনে দুঃসাহসিক কাণ্ড দেখি ল'ৰাবোৰ ভয়তে পলাল। কালেশ্বৰৰ নাক কাটি সেই ল'ৰাজনে বিজয় গৌৰৱে ঘৰলৈ ফিৰিল আৰু নিজৰ বীৰত্বৰ কথা ঘোষণা কৰিলে— "মই আজি কালেশ্বৰৰ নাক কাটি আহিলো।" তেতিয়াৰে পৰা আজিও কালেশ্বৰ মূৰ্ত্তিৰ নাকটো কটা আছে।

ঘৰত খবৰ পোৱাত মাকে বৰকৈ গালি পাৰিলে আৰু কিবা অমঙ্গল হ'ব বুলি ভাবি বৰ ভয় পালে।

এনেতে গধূলি গৰু-বাচুৰ বন্ধাৰ পিছত ল'ৰাজনৰ শৌচ-বমি আৰম্ভ হ'ল। সেই সময়ত আজি কালিৰ দৰে ডাক্তৰ কবিৰাজ নাছিল। ওজাক মতা হ'ল। ওজা আহিল, ঔষধৰ ব্যৱস্থা কৰিলে; কিন্তু ল'ৰাজনক ৰাখিব নোৱাৰিলে। ৰাতি দহোটামান বজাত ল'ৰাজন মৰি থাকিল।

এই ঘটনাই সকলো দিশে ৰুজনজনাই গ'ল। পিছদিনা ৰাতিপুৱা ওচৰৰ গাঁৱৰ মানুহ আহি মৃতকৰ চোতাল ভৰি পৰিল। সকলোৱে দুখ কৰি গুচি গ'ল। মানুহে তেতিয়াৰে পৰা কালেশ্বৰ সাক্ষাৎ কাল-মহাকাল বুলি সকলোৱে ভয় পাই সেই ঠাইলৈ যাবলৈ এৰিলে। কালক্ৰমত এই ঠাই ভয়াল, জয়াল হৈ উঠিল আৰু হাবি জংঘলে আবৃত হৈ লোকচক্ষুৰ আঁতৰত থাকিল। তেতিয়াৰে পৰা কালেশ্বৰলৈ মানুহ অহা-যোৱা কৰা নাছিল। ১৯৬০ চন মানৰ শেষত গাড়ীগাঁৱৰ ৰাইজে পুনৰ কালেশ্বৰক প্ৰতিষ্ঠা কৰিলে। অহা-যোৱা কৰি এখন থানৰ ৰূপ পুনৰ দিলে। এতিয়া কালেশ্বৰ ধামত লোক সমাগম হয়। শিৱৰাত্ৰিৰ দিনা বিভিন্ন ঠাইৰ পৰা লোক আহে আৰু বাবা কালেশ্বৰক পূজা অৰ্চনা কৰে। তাত বৰ্তমান এজন সেৱক আছে।

এই কালেশ্বৰ ধামলৈ বিশ্ববিদ্যালয়ৰ ল'ৰাবিলাকো যায়। পূজা অৰ্চনা কৰে; মনৰ অভিষ্ট সিদ্ধিৰ বাবে কালেশ্বৰ বাবাক ভোগ দিয়ে। বাবাই কাৰ কামনা কেনেভাবে পূৰণ কৰে তাক ভক্ত সকলেহে জানে। হিন্দুৰ বিশ্বাসমতে শিৱক পূজা কৰিলে 'দৰা' পোৱা যায়। সেইকাৰণে ছোৱালীসকলৰ আগমন অধিক হয় শিৱৰ থানত আৰু ল'ৰাসকলৰ ভিৰ হয় ভাগৱতীৰ থানত। পিছে কালেশ্বৰ ধামৰ ওচৰতে ল'ৰাৰ হোষ্টেল থকাত ছোৱালীসকলে যাবলৈ সংকোচ কৰে। তথাপি দুই চাৰিগৰাকী ছোৱালী গৈ পূজা-পাতল দি আহে। মনৰ অভিষ্ট সিদ্ধিৰ বাবে সিদ্ধিদাতা কালেশ্বৰক প্ৰণিপাত জনায়। ছোৱালীসকল বৰ সচেতন হয়, কাৰণ দুই মহলাৰ বাৰাণ্ডাৰ পৰা জগদীশহঁতৰ দলে সুহুৰি বজাই ছোৱালীসকলক ঠাট্টা কৰে, সেইকাৰণে মঞ্জুহঁত কালেশ্বৰলৈ নাযায়। মঞ্জুহঁতৰ হোষ্টেলৰ ছোৱালীসকলে লক্ষেশ্বৰ ধামলৈহে যায়। লক্ষেশ্বৰ ধামো শিৱৰে থান। সেইকাৰণেই সেই পাহাৰখনৰ নাম লক্ষেশ্বৰ পাহাৰ ৰাখিছে। বাবা লক্ষেশ্বৰৰ অপাৰ ক্ষমতা। নানাজনে অভিষ্ট সিদ্ধিৰ বাবে এই থানলৈ আহে। লোক-বিশ্বাসমতে গৰু হেৰালে বাবা লক্ষেশ্বৰৰ উদ্দেশ্যে থানত ভোগ দিলে নাইবা গাখীৰ দিলে হেৰুৱা গৰু ঘৰ চাপে নাইবা বিচাৰি পোৱা যায়। ওচৰৰ গাঁওবোৰৰ মানুহে গৰু হেৰালে প্ৰায়ে এই থানত আহি ভোগ বা গাখীৰ দিয়া দেখা যায়। লক্ষেশ্বৰ ধামতো শিৱৰাত্ৰিৰ দিনা অনেক লোকৰ সমাগম হয়। অৱশ্যে প্ৰতিদিনে পূজা-অৰ্চনা চলে আৰু নাম-প্ৰসঙ্গ হয় বৰ্তমান লক্ষেশ্বৰ ধামলৈ যোৱা ৰাস্তাত খট-খটি হৈছে। পাহাৰৰ ওপৰলৈ উঠাত সুবিধা হৈছে। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলেও মাজে-মাজে তালৈ গৈ পূজা অৰ্চনা দিয়ে। লক্ষেশ্বৰ ধামৰ পৰা উত্তৰে ব্ৰহ্মপুত্ৰ নদী অতি ওচৰত। পাহাৰৰ ওপৰৰ পৰা ব্ৰহ্মপুত্ৰ নদীটো ইমান ধুনীয়া দেখি যে কবি হ'লে কবিতাকে ওলাই আহিব। নদীৰ ওচৰৎ থকা ধাৰাপুৰ, জঙৰাবড়ী আদি গাঁওবোৰ দেখিলে এনেহে লাগে যেন সেইবোৰ গাঁও নদীখনৰ ওচৰত ফুলনিহে। বিস্তীৰ্ণ ধাননি আৰু সেউজীয়া ঘাঁহনি পথাৰবোৰ কি সুন্দৰ মসৃণ দেখি! ব্ৰহ্মপুত্ৰৰ মাজৰ চৰটি সেউজীয়া বননিৰে আবৃত; ওচৰতে বগাবালিৰ যেন ৰূপালী পৰ্দা। সিপাৰত গুৱালকুছি চহৰ দেখা যায়। অতি মনোৰম। এনেহেন সুন্দৰ দৃশ্য চাবলৈ অনেক ল'ৰা-ছোৱালী লক্ষেশ্বৰলৈ আহে। লক্ষেশ্বৰ বাবাৰ মহিমা অপাৰ।

মনৰ অভিষ্ট সিদ্ধি কৰি লক্কেশ্বৰে সংসাৰ সমুদ্ৰত নিমজ্জিত ক'তজনক পাৰ চপাইছে তাৰ লেখ-জোখ নাই।

কিংবদন্তী মতে লঙ্কাৰ ৰজা ৰাৱণ বৰ শিৱভক্ত আছিল। তেওঁ ৰাতিপুৱাতে উঠি গা-পা ধুই শিৱক সেৱা কৰিবলৈ প্ৰতিদিনে কৈলাশলৈ যায়। লঙ্কাৰ পৰা কৈলাশলৈ যোৱা কিমান কষ্টকৰ। সেইবাবে এদিন সদাশিৱক লঙ্কালৈ লৈ আনিব বুলি মনতে গুণি শিৱক ক'লে, "প্ৰভু মোৰ অহা-যোৱাত বৰ কষ্ট হয়, সেইবাবে মই আপোনাক মোৰ দেশলৈ লৈ যাম। আপুনি মান্তি হ'ব লাগে।" পৰমভক্ত লক্কেশ্বৰৰ কথা পেলাব নোৱাৰি শিৱই সুধিলে, "মোক কেনেকৈ নিবা?" ৰাৱণে ক'লে, "মই মোৰ কান্ধত তুলি আপোনাক লৈ যাম।" শিৱই ক'লে — কিন্তু এটা চৰ্ত থাকিব যে তুমি মোক একেৰাহে ক'তো নোথোৱাকৈ লৈ যাব লাগিব! তুমি মোক য'ত নমাই থবা মই তাতেই থাকিম।" ৰাৱণ মান্তি হ'ল। শিৱক কান্ধত তুলি লৈ আহিল। আহোঁতে বাটত ৰাৱণৰ পেচাব কৰা লাগিল। শিৱক কান্ধতলৈ পেচাব কৰিব কেনেকৈ? বাধ্য হৈ শিৱক নমাই থৈ পেচাব কৰিলে। পেচাব কৰি আহি শিৱক দাঙি কান্ধত তুলিব নোৱাৰিলে। বহুত কাকুতি কৰাৰ পিছত শিৱই ক'লে— "তুমি চুক্তি ৰক্ষা কৰিব নোৱাৰিলা; গতিকে মই নাযাওঁ।" ৰাৱণে কান্দি-কাটি ক'ব ধৰাত শিৱই ক'লে— "তুমি দুখ নকৰিবা। মই ইয়াতে থাকিম। এইখন থানত পৰিণত হ'ব আৰু মানুহে মোক ইয়াতে পূজা অৰ্চনা কৰিব। মানুহে পূজা কৰোঁতে তোমাৰ নামো যাতে লয় তাৰ ব্যৱস্থা কৰা হ'ব। এই থানৰ নাম লঙ্কেশ্বৰ ৰাখিলো। ইয়াত মোক দিয়া পূজাৰ ভাগ তুমিও পাবা। তোমাৰ নাম চিৰস্মৰণীয় হৈ ৰ'ব।"

এই থানৰ নামে হ'ল লক্কেশ্বৰ ধাম। ওপৰত প্ৰকাণ্ড শিৱলিঙ্গ আছে। তাতে পূজা অৰ্চনা চলে।

লঙ্কেশ্বৰলৈ বিশ্ববিদ্যালয়ৰ এচাম ছাত্ৰ প্ৰায় সদায়ে যোৱা দেখা যায়। তেওঁলোক নিচাপ্ৰিয় ছাত্ৰ। শিৱৰ থানবোৰত ভাং চলে। ভাং খোৱা নিচাধাৰী ছাত্ৰসকলে তালৈ গৈ ভাং খায় আৰু হাঁহি আনন্দ কৰি হোষ্টেললৈ ফিৰে। ভাং খালে হাঁহি বেছিকৈ উঠে। ভাঙে হাঁহিৰ নিজৰা বোৱায়। লঙ্কেশ্বৰত এই হাঁহিৰ উদ্ৰেক কৰা ভাঙৰ নিচাত মত্ত হৈ তেওঁলোকে নাচি-বাগি থাকে। এই নিচাত পৰিয়ে জগদীশহঁতৰ দলে সদায় লঙ্কেশ্বৰলৈ যায়।

সিদিনা তেওঁলোকে আবেলি সোনকালে লঙ্কেশ্বৰলৈ গৈছে। সিদিনা আছিল ৰবিবাৰ; বিশ্ববিদ্যালয় বন্ধ। তেওঁলোকে তাত গৈ ভাং খাই হাঁহি হাঁহি নাম গাই আছে। নাম গাই-গাই ওপৰৰ টিলালৈ উঠি গৈ আছে। টিলাৰ ওপৰৰ পৰা ব্ৰহ্মপুত্ৰৰ ফালে চাওঁতে দেখিবলৈ পালে যে কিছুদূৰৰ এটা প্ৰকাণ্ড শিলৰ ওপৰত বহি আছে দুজন ল'ৰা আৰু এজনী ছোৱালী। অলপ নিৰিখি চাই দেখিলে যে ছোৱালীজনী বিশ্ববিদ্যালয়ৰে ছাত্ৰী মঞ্জু বৰা আৰু ল'ৰা দুজন বিশ্ববিদ্যালয়ৰে ছাত্ৰ ৰঞ্জু বৰুৱা আৰু প্ৰবীণ হাজৰিকা। এওঁ ব্ৰহ্মপুত্ৰৰ ফালে চাই আঙুলিৰে কিবা দেখুৱাই আছে। বোধহয়

প্ৰবীন হাজৰিকাই ওচৰৰ গাঁওকেইখন আৰু নদীৰ মাজৰ চৰ অঞ্চলটো দেখুৱাই দিছে আৰু ইহঁত দুয়োৱে মূৰ দুপিয়াই সমৰ্থন কৰি আছে। এক শান্ত সৌম্য পৰিবেশত তিনিওজনে প্ৰকৃতিৰ শোভাৰাশি চাই চাই ভাবত মগ্ন যেন হৈ আছে। এওঁলোকক দেখি জগদীশহঁতৰ পিৰ্-পিৰণি উঠিল। হাঁহিত মত্ত আনকেইজনক জগদীশে ক'লে— "সৌ চাচোন, কোন সেই তিনি লম্পট। পাহাৰৰ মাজত আহি প্ৰেমৰ আখৰা কৰিছে। বল এবাৰ আমিও ভাগ লওঁ।" তেওঁৰ কথা শুনি লোহিত শইকীয়াই ক'লে—"আৰে ৰ'হ ৰ'হ; এবাৰ ভালকৈ চাই লওঁ এই ৰোমিও জুলিয়েটহঁতক। আধুনিক চেক্সপীয়েৰে সিহঁতৰ প্ৰেমৰ ব্যৰ্থ কাহিনী লিখি জগত বিখ্যাত লেখক হ'ব পাৰিব।" ৰাজেন গগৈয়েও হাঁহি হাঁহি থৰ পৰি গ'ল — "আধুনিক ৰোমিও জুলিয়েট! এৰা আধুনিক ৰোমিও জুলিয়েট। ইহঁতৰ ট্ৰেজেদিখন আজিয়ে আৰম্ভ কৰি দিয়া ভাল হ'ব; কি কোৱা শইকীয়া?" লোহিত শইকীয়াই ক'লে— "এটা ঠেলা মাৰি তলত পেলাই দিব পাৰিলে কোনোবা এজনৰ জীৱন শেষ হৈ যাব আৰু তাতে ট্ৰেজেদি আৰম্ভ হ'ব। ব'ল তালৈ যাওঁ।" সি যাবলৈ উদ্যত হয়। জগদীশে ক'লে— "খবৰদাৰ। এখোজো আগনাবাঢ়িবি। দেখিছ সেইজন কোন?" সি আঙুলিয়াই দি কয়— "মই চিনি পাইছো সেইজন প্ৰবীণ হাজৰিকা। বিশ্ববিদ্যালয়ৰ উত্তম কেৰেটিয়ান। এটা কেৰেটৰ লাঠি মাৰি তোকহে ট্ৰেজেদিৰ নায়ক বনাব।" সিহঁতে জুমি জুমি চায়। ইহঁত তিনিওকো চিনিব পাৰিলে। "হয়, হয় এই তিনিও হয়। এই ত্ৰিভুজটো সমদ্বিবাহু ত্ৰিভুজ। দুই বাহু দুই ছাত্ৰ আৰু ভূমি হ'ল এগৰাকী ছাত্ৰী। ইহঁতক আজিৰ পৰা ত্ৰিভুজ আখ্যা দিলো; ত্ৰিভুজ বুলিয়ে ছদ্ম নামত আমি মাতিম।"

"— এৰা জোকাব লাগিব ত্ৰিভুজ বুলিয়ে। আমি দূৰৰ পৰাই মাতিব লাগিব! —ত্ৰিভুজ।" এইবুলি কৈ গোটেই কেইজনে খিল-খিলাই হাঁহিব ধৰিলে। ভাং খোৱা হাঁহি; এবাৰ উঠিলে বহু সময় হাঁহিয়ে থাকে। সিহঁতৰো হাঁহিৰ খলকনি উঠিল। ইফালে বহু সময় তিনিও নীৰৱে থাকি হঠাৎ মঞ্জুৱে মাত লগালে, "ইমান সময়ে কি ভাবিছা কবি? নিৰ্জনতাৰ বুকুত কবিতাৰ কম্পন উঠিছে নেকি? কবিতা লিখিবা, আজি ৰাতি হোষ্টেলত মই আঠুৱা তৰি দিম ম'হে যাতে নাখায়।" হাঁহি মাৰি প্ৰবীণে ক'লে, "মোৰ বুকুত কুঠাৰ মাৰিলেও কবিতা নোলায়, ওলালে তোমাৰহে ওলাব পাৰে; কাৰণ কবি, পাগল, প্ৰেমিক সমান। তুমি তাৰে এটাত পৰিছা যেতিয়া বাকীটো অতি সহজে হ'ব। প্ৰেমিক হৈছা যেতিয়া কবি হোৱাত বেছি দেৰি নাই।"

হাঁহি মাৰি মঞ্জুৱে ক'লে, "আপোনাকহে কবি কবি যেন লাগে।"

"কিয়?"

"আপোনাৰ চকু দুটাই বহুত কথা কয়।"

"বাঃ, চমৎকাৰ মন্তব্য। এনে বক্ৰোক্তি কৰাৰ যাৰ ক্ষমতা আছে, তেওঁহে আচল কবি। অৱশ্যে স্ত্ৰীলিঙ্গত কবি নহৈ কবিনী হ'ব পাৰে।"

"ব্যাকৰণমতে কিন্তু কবি উভয়লিঙ্গহে।" মঞ্জুৱে হাঁহি হাঁহি কয়।

"মোৰ মতে কবিসকল্প ক্লীবলিঙ্গহে।" হাঁহে তিনিও।

"ক্লীবলিঙ্গ কিয় হ'ল?" মঞ্জুই সোধে।

"কবিসকল কথাৰ মানুহ— কামৰ মানুহ নহয়; গতিকে ক্লীৱ।" আকৌ তিনিও হাঁহে।

এওঁলোকৰ হাঁহি শুনি ওপৰৰ শিলত থকা জগদীশহঁতে খিলখিলকৈ হাঁহিব ধৰিলে। এইবেলি এওঁলোক তিনিও নীৰৱ হ'ল। বুজিব পাৰিলে যে এওঁলোকৰ কথাবোৰ কোনোবাই শুনি আছে। ওপৰলৈ চাই বুজিব পাৰিলে যে ওপৰৰ শিলত বিশ্ববিদ্যালয়ৰ কোনোবা ল'ৰা বহি হাঁহি আছে। এওঁলোক তিনিও নীৰৱ হ'ল। মঞ্জুই ক'লে— "বলক ইয়াৰ পৰা নামি যাওঁ। গধূলি হ'ব, সোনকালে হোষ্টেল পাব লাগিব নহলে মোক ৱাৰ্ডেন বাইদেৱে ধৰিব।

"ধৰিব নহয়—মাৰিব। দৰ্কাৰ হ'লে হোষ্টেলৰ পৰা বাহিৰ কৰি দিব।" মঞ্জুই ক'লে।

"এৰা, ছোৱালী হোষ্টেলৰ ৱাৰ্ডেন বাইদেউগৰাকী বৰ কাড়া; সোনকালে যোৱাই ভাল।"

তিনিও নামি আহিল। তিনিও নামি অহাত ওপৰৰ শিলত হাঁহিৰ খলকনি উঠিল। হাঁহি হাঁহি এওঁলোক থৰ পৰি গ'ল। জগদীশে এওঁলোকক লক্ষ্য কৰি চিঞৰি উঠিল— "ত্ৰিভুজ! ত্ৰিভুজ!" আনকেইজনে হাঁহি হাঁহি চিঞৰিব ধৰিলে— "ত্ৰিভুজ! ৰঙা-ক'লা-বগা ত্ৰিভুজ! চৰকাৰী-বেচৰকাৰী ত্ৰিভুজ।"

এওঁলোকৰ অট্টহাস্য শুনি তিনিও বেগাই বেগাই খোজ ল'লে আৰু খট-খটিৰে নামি আহিল। এওঁলোক ৩৭নং ৰাষ্ট্ৰীয় পথ নাপালে মানে সিহঁতে চিঞৰি থাকিল। এওঁলোকে খট-খটিৰ পৰা নামি আহি ৰাষ্ট্ৰীয় পথ পালে আৰু মিনি টিটিবাছত উঠি হোষ্টেল মুখে ৰাওনা হ'ল। আহি আহি তেওঁলোকে বিশ্ববিদ্যালয়ৰ বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰেক্ষাগৃহৰ সন্মুখৰ গেটত নামিল। হাজৰিকাই ক'লে— "ভাগৰ লাগিছে, আহা, কেণ্টিনত একোকাপ চাহকে খাই লওঁ।"

"গধূলি হ'ল; আজি থাওক।"

"নহয়, তৎক্ষণাৎ খাই ল'ম; আহা।"

বাধ্য হৈ তিনিও চাহ দোকানত সোমাল। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ পৰম — প্ৰিয় জনপ্ৰিয় সৰবৰহী শ্ৰীবৰদা শৰ্মাৰ কেণ্টিনতে সোমাই তিনিও মুখ-হাত ধুই ল'লে। ক্ষন্তেক পিছতে চাহ দিয়া ল'ৰাজন আহি কি খাব সুধিলে। প্ৰবীণে ক'লে— 'এটা গেষ্ট্ৰিক দুটা 'ডাইবেটিছ' দে। 'গেষ্ট্ৰিক' আৰু 'ডাইবেটিছ' নামৰ মিঠাই থকা কথা চাহ দিয়া ল'ৰাজনে নাজানে। গতিকে সি পুনৰ সুধিলে— "খাবৰ বাবে আপোনালোকক কি মিঠাই দিম?" প্ৰবীণে পুনৰ ক'লে— "এটা গেষ্ট্ৰিক, ‐ 'ডাইবেটিছ'।"

"গেষ্ট্ৰিক' আৰু 'ডাইবেটিছ' মিঠাই আমাৰ দোকানত নাই বাবু। অন্য মিঠাই

খাওঁক।" ল'ৰাজনে ক'লে। তাৰ কথা শুনি চাহৰ দোকানত চাহ খাই থকা ল'ৰা-ছোৱালীবিলাকে হাঁহিব ধৰিলে। সকলোৰে আচৰিত হৈ তেওঁলৈ চাই থাকিল। ল'ৰাজনে কি কৰিব কি নকৰিব একো থিৰ কৰিব নোৱাৰি মেনেজাৰলৈ চাই থাকিল। মেনেজাৰে সুধিলে— "কি হৈছে বাবু?"

"আপোনাৰ দোকানত বোলে 'গেষ্ট্ৰিক' আৰু 'ডাইবেটিছ' মিঠাই নাই আপোনাৰ ল'ৰাজনে কৈছে। হয়নে?"

হাজৰিকাৰ কথা শুনি মেনেজাৰো থতমত খালে। কি মিঠাই এই দুবিধ! তেওঁতো কোনো দিন দেখা নাই। তেওঁ অলপ চিন্তিত হৈ ক'লে— "সেই মিঠাই আমি তৈয়াৰ কৰা নাই। আমাৰ কাৰিকৰে নেজানে?"

হাঁহি মাৰি প্ৰবীণে মিঠাইৰ আলমাৰিলৈ আঙুলিয়াই দি ক'লে— "কিয় নাই বুলি কৈছে? সেইবোৰ দেখোন আছে?"

"কোনবোৰ?" মেনেজাৰে সোধে।

"সেই যে শিংৰা আৰু ৰসগোল্লা। শিংৰাৰ নাম 'গেষ্ট্ৰিক' আৰু ৰসগোল্লাৰ নাম 'ডাইবেটিছ' বুলি নামকৰণ কৰা হৈছে।"

তেওঁৰ কথা শুনি সকলোৰে মুখ তুলি চালে। প্ৰবীণে ক'লে— "যি মিঠাই খালে গেষ্ট্ৰীক হয় তাৰ নাম গেষ্ট্ৰীক মিঠাই আৰু যি মিঠাই খালে ডাইবেটিছ হয় অৰ্থাৎ বহুমূত্ৰ ৰোগ হয় তাৰ নাম ডাইবেটিছ। গতিকে শিংৰাৰ নাম গেষ্ট্ৰিক আৰু ৰসগোল্লাৰ নাম ডাইবেটিছ থোৱা হৈছে। আপোনাৰ দুয়োটাই আছে, গতিকে নোহোৱা বুলি কৈছে কিয়?"

তেওঁৰ কথাত মেনেজাৰ কৰ্মচাৰী সমন্বিতে চাহ খোৱা ল'ৰা-ছোৱালীবিলাকে গিৰ্জনি মাৰি হাঁহি দিলে। ৰঞ্জু আৰু মঞ্জুৱো হাঁহি উঠিল; কিন্তু প্ৰবীণে ইমান গহীন সুৰত ক'লে যেন তেওঁ এটা নতুন 'থিয়ৰিহে' আৱিষ্কাৰ কৰিছে। তেওঁৰ ফালে চাই সকলোৱে হাঁহি থাকিল। তেওঁ চাহ দিয়া ল'ৰাজনক ক'লে— "হেৰ আপা কি চাই আছ, মিঠাই দে।" সিও হাঁহি মাৰি ক'লে— "এতিয়া বুজিলো বাবু। এতিয়াই আনি দিম।" এইবুলি কৈ সি শিংৰা আৰু ৰসগোল্লা আনি তেওঁলোকৰ সন্মুখত থলে, তাৰ পিছত চাহ আনি দিলে। তিনিওজনে চাহ খালে। চাহ খাই তিনিও উঠি আহিল। মঞ্জুক আগবঢ়াই থৈ এওঁলোক দুয়ো নিজ হোষ্টেললৈ গ'ল।

# (তিনি)

বন্ধত ৰঞ্জু ৰৰুৱা ঘৰলৈ গ'ল। এখন সৰু গাঁৱত তেওঁলোকৰ ঘৰ। ঘৰত আছে দেউতাক ভোলানাথ, মাক পাৰ্বতী। ভনীয়েক মায়া আৰু ভায়েক ভূপেনৰ সৈতে পাঁচজনীয়া পৰিয়ালৰ ঘৰ এইখন। দেউতাক এজন উপান্ত খেতিয়ক। অশিক্ষিত লোক। কোনোমতে লোকৰ মাটি আধিয়া খাই ঘৰখন পুহি আছে। নিজৰ মাটি চাৰিবিঘা মাত্ৰ, তাতে খেতি কৰি দুপইচা উপাৰ্জন কৰি ল'ৰা দুজন আৰু ছোৱালীজনীক পঢ়াই আছে। নিজে অশিক্ষিত হলেও শিক্ষাৰ প্ৰতি মাক-দেউতাকৰ ধাউতি আছে। এসাজ খাই এসাজ নাখাই কোনোমতে চলি আছে। ডাঙৰ পুতেক ৰঞ্জুৰ বুদ্ধি বৰ ভাল। তেওঁৰ কাৰণে দেউতাকে যিমান পাৰে সিমান চেষ্টা কৰে। বাকী দুজন হাইস্কুলত পঢ়ি আছে। ৰঞ্জুই মেজৰ লৈ ভালদৰে বি, এ, পাছ কৰাত মাক-দেউতাকৰ আনন্দৰ সীমা নাই। সেইকাৰণেই বিশ্ববিদ্যালয়ত পঢ়িবলৈ পঠাইছে। মাকৰ হাতৰ, কাণৰ অলঙ্কাৰ বিক্ৰী কৰি নাম লিখাই দিছে। বাপেকৰ কৰি খেতিৰ পইচাখিনিৰে কিতাপ-পত্ৰ কিনি দি আগৰ জমা বাৰশ টকা দি পঠাইছে। ৰঞ্জু বৰ মিতব্যয়ী ল'ৰা। এপইচাও অবাবত খৰচ নকৰে। কিন্তু হোষ্টেল ফিজ মাহে চাৰিশ টকা দিব লগা হোৱাত তিনিমাহ পিছতে ৰঞ্জুই টকাৰ অভাৱত ঘৰলৈ উভতিলে। তাৰ মুখত সবিশেষ শুনি ৰাতি মাক-দেউতাকে আলোচনা কৰিলে।

মাকে সুধিলে— "বোপাক টকা ক'ৰ পৰা দিব? টকা দিব নোৱাৰিলে হোষ্টেলত ৰাখিব কিয়? কিবা উপায়ে টকা নিশ্চয় দিবই লাগিব।"

"টকানো দিওঁ ক'ৰ পৰা? মোৰ হাতত যি সোপা আছিল বাচাক দি দিছো। বৰ্তমান মোৰ হাতত এটা পইচাও নাই।"

বাপেকে বৰ চিন্তিত হৈ কয়। মাকে সোধে— "বোপাই পুনৰ কেইদিনমান পিছতে বন্ধ শেষ হ'লে জালুকবাৰীলৈ যাব লাগিব। কি উপায় কৰিব? কিবা ভাবিছেনে?"

"মই একো দিহা পোৱা নাই। কি দিহা দিয়?"

"কিনো দিহা দিম। মাটি-বাৰী নাই, থাকিলে তাকেই বেছি দিলোহেঁতেন। বোপাই পঢ়ি শুনি আহিলে চাকৰি পাব আৰু তেতিয়া আমাৰ চিন্তা দূৰ হ'ব। পিছে......।"

"মই ভাবিছো আমাৰ কৰি তুলি মাটিখিনি বিক্ৰী কৰি দিম। শৰৎ মহাজনে ৰাখিব। তেওঁৰ সীমা মোৰ সীমা একে। গতিকে তেওঁৰে ওচৰ চাপিব লাগিব।"

"এই মাটি বিঘাৰ কাৰণেই ইহঁতক পঢ়াব পাৰিছো। যদি বিক্ৰী কৰি দিয়া হয় বাহিৰা পইচা ক'ৰ পৰা পাম? সিহঁত দুটাক পঢ়াম কি কৰি? মই কি সতেৰেনো

বিক্ৰী কৰিবলৈ ক'ম।"

"নহয় ৰঞ্জুৰ মাক। তাক এম, এ, পাছ কৰাই আনিব পাৰিলে কোনোবা কলেজ এখনত প্ৰফেচাৰ হ'ব। সি বুদ্ধি থকা ল'ৰা। তেতিয়া আমাৰ ধনো হ'ব, মানো হ'ব। গতিকে মাটি বিঘা বিক্ৰী কৰাই ভাল হ'ব।"

"বিক্ৰী কৰিলেও তাৰ আগত নকব, কাৰণ মাটি বিক্ৰী কৰা বুলি জানিলে সি পঢ়িবই নাযাব।"

"তাক কিয় কম? তয়ো নকবি। কোনেও যেন নাজানে।"

কথামতে কাম হ'ল। মাটি বিঘা দোকানী শৰৎ মহাজনৰ ওচৰত চাৰি হেজাৰ টকাত বিক্ৰী কৰি ৰঞ্জুক এক হাজাৰ টকা দি বাকী তিনি হেজাৰ টকা বেঙ্কত জমা থলে। যেতিয়াই দৰ্কাৰ হ'ব, তেতিয়াই বেঙ্কৰ পৰা টকা উলিয়াই দি থাকিব। এটা ডাঙৰ চিন্তাৰ পৰা যেন তেওঁ হাত সাৰিল।

বন্ধ খোলাৰ পিছত টকা এহেজাৰ মাকৰ পৰা লৈ ৰঞ্জু ঘৰৰ পৰা জালুকবাৰীলৈ আহিল। বাপেক-মাকে কি কৰি টকা দিলে তেওঁ গম নাপালে। তেওঁ ভাবিলে যে বাপেকে কবি বেচা পইচাকে দিছে।

কেইমাহমান পিছত বিশ্ববিদ্যালয়ত বাৰ্ষিক উৎসব আৰম্ভ হ'ল। স্কুল, কলেজ, বিশ্ববিদ্যালয়ত বাৰ্ষিক উৎসব পতা হয় ছাত্ৰ-ছাত্ৰীৰ প্ৰতিভা বিকাশত সুবিধা দিয়াৰ বাবেহে। কোনজন ল'ৰা বা ছোৱালীয়ে কি বিষয়ত পাৰদৰ্শিতা লাভ কৰি জীৱনত ব্যক্তিত্ব বিকাশ কৰিবলৈ সক্ষম হয় তাক কোনেও ক'ব নোৱাৰে। সেইবাবে বিভিন্ন বিষয়ত ছাত্ৰ-ছাত্ৰীসকলক পাৰদৰ্শী হ'বলৈ উৎসাহ যোগোৱা হয়। ই যেন জীৱন নাটকৰ তালিম ঘৰহে।

এইবেলিও আনবাৰৰ দ.ৰে বিশ্ববিদ্যালয়ত বাৰ্ষিক উৎসৱ আৰম্ভ হৈছে। ছাত্ৰ-ছাত্ৰীসকলে খেলা-ধূলা, গান-বাজনা, কুষ্টি, তৰ্ক প্ৰতিযোগিতা, আবৃত্তি আদি বিভি বিষয়ত যোগদান কৰিছে। সিদিনা ৰাতি বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰেক্ষাগৃহত গানৰ প্ৰতিযোগিতা চলিছে। এই প্ৰতিযোগিতাত মঞ্জুমালা বৰুৱায়ো যোগদান কৰিছে। আজি এসপ্তাহ মান আগতে ৰঞ্জু বৰুৱাই ৰচনা কৰা গান এটি নিজে সুৰ ।ি আখৰা কৰি আছিল। আজি ৰাতি প্ৰতিযোগিতাত তাকেই পৰিবেশন কৰিব। গানটো আছিল—

মোৰ মনৰ মাজত তুমি আহি
কিনো মাধুৰিমা ঢালিলা,
মোৰ প্ৰাণৰ চঞ্চল পখীটিক (তুমি)
কিহেৰেণো আজি মুহিলা?
মোৰ জন্মান্তৰৰ চিন্তা ভাৱনা
পুনৰ জগাই তুলিলা
মনৰ গহন বনৰ মাজত
্গ পথ হৈ ওলালা।

তুমি মোৰ হৃদয়ৰ
তুমি মোৰ কামনাৰ
পাৰ ভাঙি দি আজি কৰিলা উন্মনা,
আহা মোৰ জীৱনৰ মধু মূৰ্চ্ছনা'
তোমাৰ চকুত দেখো মই
মহাসাগৰৰ গভীৰতা
তোমাৰ মুখত দেখো মই
নীল আকাশৰ বিশালতা;
তোমাৰ ভৰিত দেখো মই
পাহাৰী জুৰিৰ চঞ্চলতা।
তুমি মোৰ জীৱনৰ উদ্দীপনা
তুমি মোৰ বিজয়ৰ উন্মাদনা
মোৰ মনৰ মাজত তুমি আহি........।

প্ৰেক্ষাগৃহ ছাত্ৰ-ছাত্ৰীৰে ঠাহ খাই পৰিছে। নানাজনৰ হাঁহি খিকিন্দালি হাই-উৰুমিয়ে বিচাৰক সকলক অতিষ্ঠ কৰি তুলিছে। শিক্ষকসকলে বৰ বিৰক্তি পাইছে। এনেতে ঘোষণা কৰা শুনা গ'ল—

"এতিয়া মঞ্জুমালা বৰাৰ আধুনিক গীত।"

আধুনিক গীতৰ নাম কোৱাত সকলো যেন নিতাল মাৰিলে। সকলোৰে কৌতূহল হ'ল—আধুনিক গীত! মঞ্জুমালা বৰা!! কোন এওঁ? সকলোৰে মনৰ মাজত উত্তৰহীন প্ৰশ্ন।

লাহে লাহে মঞ্চত লাইটৰ আলোকৰ খেলা চলিল। পৰ্দা আঁতৰি গ'ল। মঞ্চ মুকলি হ'ল। দৰ্শক নিস্তব্ধ। ধীৰে ধীৰে মঞ্চত প্ৰৱেশ কৰিলে মঞ্জুমালা বৰা। সম্মুখত বাদ্যযন্ত্ৰৰ সমাহাৰ। বিভিন্ন বাদ্যযন্ত্ৰৰ সুৰ সমলয়। এইবিলাকৰ মাজত বহি মঞ্জুমালাই ধুনীয়া হাঁহি মাৰি নমস্কাৰ কৰিলে দৰ্শকসকললৈ। দৰ্শকৰ ফালৰ পৰা হাত চাপৰিৰ জাউৰি পৰিল। দৰ্শকৰ সঁহাৰি পাই মঞ্জুৰ মনত আনন্দ লাগিল আৰু সাহস আহিল। ধীৰে ধীৰে অপৰূপা মঞ্জুই মনোমোহা মাতেৰে, সুমধুৰ সুৰেৰে তেওঁৰ প্ৰণয়ীৰ অন্তৰ উজাৰি লিখা গান আৰম্ভ কৰি দিলে। প্ৰেক্ষাগৃহ নিতাল নিস্তব্ধ হ'ল। সুৰ, তাল, মান, লয়েৰে সুমধুৰ ঝঙ্কাৰ তুলি দীপলিপ্সা গাভৰু মঞ্জুমালাই দৰ্শকৰ মন মুহি পেলালে। গান শেষ হ'ল। হাত চাপৰিৰ জাউৰি উঠিল। সকলো মুগ্ধ, স্তব্ধ আৰু সুৰত বিভোৰ। লাহে লাহে মঞ্চ এন্ধাৰ হ'ল। মঞ্জুমালা নেদেখা হ'ল। পট পৰিল। প্ৰেক্ষাগৃহ পুনৰ আলোকিত হ'ল। এক মুহূৰ্ত্ত আগত যেন সকলো সপোন ৰাজ্যত বিভোৰ হৈ আছিল; এতিয়া যেন স্বপ্ন ভাগিল। সকলোৰে অন্তৰত এটি আনন্দ আৰু স্বস্তিৰ ভাব আহি পৰিল। বিচাৰকসকল আনন্দিত হ'ল। তাৰপিছত বহুজনৰ নানা ধৰণৰ গীত বাদ্য চলিল। ৰাতি প্ৰায় তিনিটামান বজাতহে প্ৰতিযোগিতা শেষ হ'ল। ৰাতিপুৱা খেল-ধেমালি আৰম্ভ

হ'ল। ফিল্ডত বেডমিণ্টন, ভলী, কেৰেটে ইত্যাদি প্ৰতিযোগিতা ছাত্ৰ-ছাত্ৰীৰ ভিতৰত চলিল। ইয়াত অংশগ্ৰহণ কৰিলে — প্ৰবীণ হাজৰিকাই। বেডমিণ্টন আৰু কেৰেটেত প্ৰবীণৰ কৌশল আৰু অঙ্গচালনা দেখি বিচাৰকসকল বৰ সন্তুষ্ট হ'ল। মঞ্জু আৰু ৰঞ্জুই অতি আনন্দিত হ'ল বন্ধুৰ এনে পাৰদৰ্শিতাত। বিজয়ী হৈ উভতি অহাৰ পিছত কমলাটেঙা আৰু লজেঞ্চ হাতত লৈ মঞ্জু আৰু ৰঞ্জুই হাঁহি হাঁহি আহি তেওঁক উপহাৰ যাচিলে। তিনিওজনে হাঁহি হাঁহি কমলা খালে। আন আন ছাত্ৰ-ছাত্ৰী কিছুমানেও আহি তেওঁক অভিনন্দন জনালে। সকলোৱে আজিহে বুজি পালে যে প্ৰবীণ হাজৰিকা এজন খুব ভাল কেৰেটিয়ান আৰু খেলুৱৈ। তেওঁৰ এনে কৃতকাৰ্য্যতাত জগদীশৰ দলটো অতি ম্ৰিয়মান হ'ল। আজিহে তেওঁলোকে জানিলে যে তেওঁলোকৰ প্ৰতিদ্বন্দ্বী প্ৰবীণ হাজৰিকা এজন অসীম প্ৰতিভাবান ছাত্ৰ। এনেয়ে যোৱাৰাতি মঞ্জুমালাৰ গানত তেওঁলোক ঘাইল হৈ আছিল, আজি আকৌ প্ৰবীণৰ খেলত বিজয়ী হোৱা বাতৰিয়ে তেওঁলোকক বৰ হতাশ কৰি তুলিলে; তথাপি জগদীশে ক'লে — "হতাশ নহবি, মই ইয়াৰ ব্যৱস্থা কৰিম। ৰাজনৈতিক চালেৰে।" নানা চিঞঁৰ-বাখৰ কৰি ক'লা, বগা, ৰঙা ত্ৰিভুজ বুলি তিনিওকো ঠাট্টা কৰি তেওঁলোক তাৰ পৰা আঁতৰি আহি হোষ্টেল পালে।

ইফালে পিছদিনা ৰাতিপুৱা কবিতা আবৃত্তি আৰম্ভ হ'ল। ৰঞ্জু বৰুৱায়ো তাত অংশ ললে। তেওঁ স্বৰচিত কবিতা এটি আবৃত্তি কৰিলে। তেওঁৰ ৰচনা আৰু আবৃত্তিত সন্তুষ্ট হ'ল শ্ৰোতাসকল, কিন্তু জগদীশৰ দলে 'ত্ৰিভুজ' 'ত্ৰিভুজ' বুলি কৈ হাল্লা লগাই দিলে। প্ৰেক্ষাগৃহত হুলস্থূল লাগিল। হেঁচা-ঠেলাত মঞ্জুমালাই ভৰিত আঘাত পালে। প্ৰবীণে তেওঁক নি বিশ্ববিদ্যালয়ৰ ডাক্তৰখানাত হাজিৰ কৰালে। তাত ডাক্তৰে তেওঁৰ ভৰিত বেণ্ডেজ কৰিলে আৰু এখন বিছনাত শুৱাই দিলে। তেওঁ তাতেই থাকিল। আবৃত্তিৰ শেষত খবৰ পাই ৰঞ্জুয়ো ডাক্তৰখানালৈ আহিল। মঞ্জু থকা কোঠাত সোমাই ৰঞ্জুই মঞ্জুৰ ওচৰতে থকা চকীত বহি সুধিলে কেনেকৈনো আঘাত পালে। মঞ্জুই সকলো কথা কৈ দিলে আৰু গণ্ডগোলৰ কাৰণ যে জগদীশৰ দলটোহে আছিল এই কথাও জনালে। ৰঞ্জু ম্ৰিয়মান হ'ল। দুখ মনেৰে মঞ্জুৰ ওচৰত বহি লৈ তেওঁ সান্ত্বনা দিলে। কিন্তু জগদীশহঁতৰ পৰা যে ভৱিষ্যতে বিপদ আহিব এই কথা উপলব্ধি কৰিলে।

ৰাজনীতি কৰা মানুহে সাঁপ হৈ খোঁটে আৰু বেজহৈ জাৰে। জগদীশো সেই শ্ৰেণীৰ ল'ৰা। মঞ্জুমালাই ভৰিত আঘাত পাই ডাক্তৰখানাত পৰি থকা গম পাই তেওঁ সঙ্গীবৃন্দৰ সৈতে আহি খবৰ কৰিলে আৰু বৰ দুখিত যেন দেখুৱাই সহানুভূতি দেখুৱালে। তেওঁৰ কপট আচৰণ বুজিব নোৱাৰি মঞ্জুই সহজ সৰল ভাৱে তেওঁলোকক সম্ভাষণ জনালে। জগদীশহঁতে সৌহাৰ্দ্যমূলক আলোচনা কৰি মঞ্জুৰ মনৰ গতি সলনি কৰিলে। জগদীশৰ কথা আৰু ব্যৱহাৰত মঞ্জু মুগ্ধ হ'ল। তেওঁ বিশ্বাস কৰিবলৈ টান পালে যে তেওঁৰ এই আঘাতৰ প্ৰধান কাৰণ জগদীশৰ দল। অজ্ঞানতাবশতঃ জগতত মানুহে বহুত মিছা কথাকে সঁচা জ্ঞান কৰে। মঞ্জুৰ ক্ষেত্ৰতো তেনেই হ'ল। নানা সান্ত্বনা

দি জগদীশৰ দল ডাক্তৰখানাৰ পৰা ওলাই গ'ল। মঞ্জুৰ মন আজি পাতল পাতল যেন লাগিল। জগদীশৰ ওপৰত তেওঁৰ ধাৰণা বদলিল।

প্ৰতিযোগিতাৰ খবৰ ওলাল। কেৰেটত প্ৰবীণ হাজৰিকাই প্ৰথম স্থান অধিকাৰ কৰিছে। ৰঞ্জু বিফল হৈছে। আধুনিক গীতত মঞ্জুই দ্বিতীয় স্থান পাইছে। খবৰ পাই মঞ্জুৰ বৰ বেয়া লাগিল। ৰঞ্জুই নিজৰ কথা নাভাবি মঞ্জুৰ বাবেহে দুখ কৰিলে। প্ৰবীণে নিজৰ কৃতকাৰ্য্যতাত যিমান আনন্দ লাভ কৰিলে, মঞ্জুই দ্বিতীয় স্থান পোৱাত সিমান আঘাত পালে। তাৰ উপৰি ৰঞ্জুই অকৃতকাৰ্য্য হোৱাত পৰম দুখিত হ'ল। ৰঞ্জু কিন্তু উদাসীন। তেওঁ বন্ধু প্ৰবীণৰ কৃতকাৰ্যতাত পৰম আনন্দিত। এনেভাৱেই আনন্দ নিৰানন্দৰ মাজেৰেই বিশ্ববিদ্যালয়ৰ প্ৰতিযোগিতা শেষ হ'ল।

জগদীশৰ কৌশলতে ৰঞ্জুই পুৰস্কাৰ নাপালে আৰু মঞ্জুই ২য় স্থান পালে। এইবাৰ জগদীশে সদলবলে ছোৱালী হোষ্টেললৈ গৈ মঞ্জুমালাক লগ ধৰি বৰ আপচোচ কৰি সহানুভূতি জনালে। তেওঁ দ্বিতীয় স্থান পোৱাটো যে দুৰ্ঘোৰ অন্যায় হৈছে এই কথা জনাই বৰ দুখ কৰি দেখুৱালে মঞ্জুমালাক। ইয়াৰ প্ৰতিশোধ লব বুলি কৈ জগদীশে জনালে যে এইবাৰ বিশ্ববিদ্যালয়ৰ নিৰ্বাচনত ইয়াৰ হোৰ তুলিব। তেওঁ ইয়াকো জনাই গ'ল যে মঞ্জুমালা বৰাই এইবাৰ নিৰ্বাচনত অংশগ্ৰহণ কৰিবই লাগিব। জগদীশৰ দলে প্ৰাণ-পণে খাটিব। এই অন্যায়ৰ প্ৰতিশোধ লব তেওঁ। জগদীশৰ সহানুভূতিত মঞ্জুমালা সঁচাকৈ মুগ্ধ হ'ল। তেওঁৰ মনৰ গতি বদলি গ'ল। যি জগদীশক তেওঁ নিচাখোৰ, ভাঙুৰি আৰু ছোৱালী জোকোৱা অসৎ ল'ৰা বুলি ঘৃণা কৰিছিল, সেই ল'ৰাৰ মন যে কেনে ন্যায়পৰায়ণ এই কথা উপলব্ধি কৰি মঞ্জুমালাই ক্ৰমে জগদীশৰ প্ৰতি আকৰ্ষিত হৈ পৰিল। কোনো মানুহৰ গাত কিবা এটা দোষ থাকিলে বুলিয়ে যে আনবোৰ গুণ নাথাকিব তাৰ কোনো মানে নাই। জগদীশৰ ক্ষেত্ৰতো মঞ্জুই তাকে ধৰি ল'লে।।

দিন, মাহ পাৰ হ'ল। বিশ্ববিদ্যালয়ৰ নিৰ্বাচন সমাগত। প্ৰায় ল'ৰা-ছোৱালীবোৰৰ মাজত নিৰ্বাচনৰ বতাহ বলিল। বিশ্ববিদ্যালয় চৌহদ মুখৰিত হ'ল নিৰ্বাচনৰ হুলস্থুলেৰে। জগদীশ শইকীয়া প্ৰধান সম্পাদক পদৰ বাবে উঠিছে। তেওঁ তলে তলে শাসকদলৰ সমৰ্থিত ছাত্ৰদলৰ। অন্যজন উঠিছে ছাত্ৰদলৰ পৰা মঃ হুছেন আলি। তেওঁক সমৰ্থন কৰিলে প্ৰবীণ হাজৰিকাই। প্ৰবীণক খেল সম্পাদক হিচাপে মনোনীত কৰিছে হুছেন আলিয়ে। লগতে ৰঞ্জু বৰুৱাক আলোচনীৰ সম্পাদক হিচাপে উঠাইছে। মঞ্জুমালাক যে তলে তলে জগদীশে সাংস্কৃতিক সম্পাদিকা হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ আগবঢ়াই দিছে, এই খবৰ তেওঁলোকে পোৱা নাই। এওঁলোকে ভবাই নাই যে মঞ্জুমালাইয়ো নিৰ্বাচনত অংশগ্ৰহণ কৰিব। মঞ্জুয়ো ভয়তে কোৱা নাই। প্ৰবীণৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰিব জগদীশৰ দলৰ ৰাজেন গগৈয়ে। আনফালে হুছেন আলিয়ে সাংস্কৃতিক সম্পাদিকাৰ বাবে চালিমা বেগমক উঠাই দিছে।

নিৰ্বাচনৰ সময় আগবাঢ়ি আহিছে। প্ৰাৰ্থীসকলৰ খদম্‌দম্‌ লাগি পৰিছে। নিৰ্বাচন মাত্ৰেই ব্যয় সাপেক্ষ। ছাত্ৰৰ নিৰ্বাচন হলেও নাই নাই বুলিও কেইহেজাৰমান

টকা খৰচ হয়। সেই খৰচৰ বাবে বাধ্য হৈ ৰঞ্জুই ঘৰলৈ যাবলৈ ওলাল। কিন্তু টকাৰ কথা পিতাকৰ আগত কি বুলি ক'ব ভাবি পোৱা নাই। ঘৰলৈ আহি পোৱাত মাকে সুধিলে— "সোনকালে যে আহিলি বোপা, বিশ্ববিদ্যালয় বন্ধ হ'ল নেকি?"

"বিশ্ববিদ্যালয় বন্ধ হোৱা নাই আই, অন্য কাৰণতহে আহিলো!"

"কি কাৰণে?......."

"মোক হঠাতে কিছু টকা লগা হ'ল। বিশ্ববিদ্যালয়ত নিৰ্বাচন হ'ব। তাত মোক এটা পদত প্ৰাৰ্থী হিচাবে মনোনীত কৰিছে ছাত্ৰদলে, তাৰ কাৰণে টকাৰ দৰ্কাৰ হৈছে।"

"কিমান টকা?"

"বহুত টকা, দুই তিনি হেজাৰৰ ক'ম নহ'ব।"

"আই ঔ। দুই তিনি হেজাৰ! ক'ত পাম ইমান টকা? এই কাম নকৰিলে নহয়নে, বোপা?"

"হয়, কিন্তু .....?"

"কিন্তু কি?"

"নিৰ্বাচনত জিকিব পাৰিলে ভৱিষ্যতে চাকৰি-বাকৰিত সুবিধা হ'ব!"

"তেনেহ'লেতো ভালে আছিল, পিছে ইমান টকা একেলগে পাম ক'ত। পিতাৰাক সুধি চাব লাগিব।"

দুপৰীয়া ভাত খাবৰ সময়ত মাকে পিতাকৰ আগত কথাষাৰ ক'লে। টকাৰ কথা কোৱাত পিতাকে একো নামাতিলে। মাকে সুধিলে — "টকা আছে যদি দিব নোৱাৰিনে? ইয়াৰ বাবে বোলে ভৱিষ্যতে চাকৰি-বাকৰিত সুবিধা হ'ব।"

"টকা অলপ আছে। মাটি বেচা টকা তিনি হেজাৰ আছে। তাক দিম বুলিয়ে ৰাখিছিলো। এই টকাৰে তাক পঢ়াই আনিব পাৰিম বুলি ভাবিছিলো। এতিযাই দিব লাগিলে পিছত কি কৰিম?"

"পিছত যি হয় হ'ব। চাকৰিৰ বাবে সুবিধা হ'লে টকা দিয়া ভাল।"

বাপেক তলমূৰা হ'ল। ভাত খাই উঠি ৰঞ্জুক মাতি আনি ক'লে —

"দুই হেজাৰ দিলে হ'বনে বোপা?"

"তিনি হেজাৰ দিলে ভাল; তথাপি দুই হেজাৰকে দিয়ক।"

পিছদিনা টকা দুই হেজাৰ লৈ ৰঞ্জু জালুকবাৰী উঠিল। ৰাজনীতি মদৰ ৰাগীৰ দৰে। ৰাজনৈতিক দলত যোগ দি নিৰ্বাচন খেলা মানুহ মদপীৰ দৰে হয়। মনত হুচ নাথাকে। ৰাজনৈতিক উত্তেজনাত টকা-পইচা খৰচ কৰি হুলস্থূল লগাই দিয়ে। ছাত্ৰসকলৰ নিৰ্বাচনবোৰতো তাৰ ক্ষুদ্ৰ সংস্কৰণ চলে। বিশ্ববিদ্যালয়তো তাৰে আখৰা আৰম্ভ হৈছে। এটা উত্তপ্ত বাতাবৰণ সৃষ্টি হৈছে। কেনভাচ চলিছে; দেৱাল লিখনী চলিছে। প্ৰচাৰ-পত্ৰ বিতৰণ হৈছে। হোষ্টেলে হোষ্টেলে জুম জুম ল'ৰা ঘূৰিছে।

— মঞ্জুমালাই নিৰ্বাচনত প্ৰাৰ্থী হোৱাত প্ৰবীণ আৰু ৰঞ্জু আচৰিত হ'ল।

দুয়োৰে অ-সাক্ষাতে তেওঁ এই সিদ্ধান্ত লোৱাত দুয়ো অবাক হ'ল। উচ্চাকাংক্ষা কেতিয়াবা কেতিয়াবা দুৰাকাংক্ষাত পৰিণত হয়। মঞ্জুৰ ক্ষেত্ৰতো তেনে হৈছে যেন অনুমান কৰি প্ৰবীণ বৰ চিন্তিত হ'ল। নাৰীৰ মনৰ গতি ধৰা বৰ টান। নাৰীৰ মনত এবাৰ উচ্চাকাংক্ষা জাগিলে তাক সহজে নিবাৰণ কৰা কঠিন। এই কথা ভাবি মঞ্জুৰ ৰুমত গৈ দুয়ো উপস্থিত হৈ কথাবাৰৰ আতিগুৰি ল'লে।

প্ৰবীণে সুধিলে — "বৰা, তুমিও নিৰ্বাচনত প্ৰাৰ্থী হিচাবে নামিলা! আমাক আগতে কিয় নজনালা? কিজানি আমি প্ৰতিদ্বন্দ্বিতা নকৰাকৈয়ে সাংস্কৃতিক সম্পাদিকা পাতিব পাৰিলোহেঁতেন। তুমি উঠা হলে চেলিমাক আমি কেতিয়াও নিদিলোহেঁতেন।"

মঞ্জুই লাজতে ৰঙা-চিঙা পৰি গ'ল। তলমুৰা হৈ ৰ'ল। ৰঞ্জুই ক'লে — "তুমি উঠা হলে মই কেতিয়াও নুঠিলোহেঁতেন। তুমি ছোৱালী হোষ্টেলবোৰত আমাৰ বাবে কেনভাচ কৰিব পাৰিবা বুলি ভাবিহে আমি দুয়ো প্ৰতিদ্বন্দ্বিতাত নামিলো। এতিয়া কি পয়মালখন হ'ল। মই বৰ আচৰিত হৈছো। মই আজি নমিনেচন পেপাৰ উইদ্ৰ কৰিম।"

মঞ্জুই ৰঞ্জুৰ মুখলৈ চাই আচৰিত হৈ গ'ল যে ৰঞ্জুৰ মুখ ক'লা পৰি গৈছে। বিষাদৰ ছাঁ পৰিছে। ৰঞ্জুৰ মনৰ খেদ বুজিব পাৰি মঞ্জু ম্ৰিয়মান হৈ গ'ল। তেওঁ আবেগেৰে ক'লে — "আপুনি উইদ্ৰ কৰিব নালাগে মইহে উইদ্ৰ কৰিম। মই কথাষাৰ সহজ ভাৱেই লৈছিলো, ইমান গুৰুতৰ কথা বুলি মই ভবা নাছিলো।" তেওঁৰ কথা শুনি প্ৰবীণে ক'লে — "নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা কথা গুৰুতৰ কথা নহয়? আচৰিত। তুমি এতিয়াও সৰু ছোৱালী হৈয়েই আছা। তুমি কাৰ কথামতে উঠিলা?" মঞ্জুই সেমেনা-সেমেনি কৰি ক'লে — "জগদীশৰ কথামতে উঠিছিলো, তেওঁহে মোক নমিনেচন পেপাৰ দিবলৈ কৈছিল। সঁচাকৈ মই গুৰুতৰ ভাৱে লোৱা নাছিলো। মই আজি উঠাই লম।"

"অদ্ভুত! তুমি জগদীশৰ কথামতে উঠিছিলা? তুমি জগদীশক বিশ্বাস কৰিলা? গতিকে মই তোমাৰ নিমিত্তে উইদ্ৰ কৰিম।"

"কেতিয়াও নহয়; মইহে উইদ্ৰ কৰিম। আপোনালোকৰ বাবে মই সকলো কৰিব পাৰো। মই আজিয়েই উইদ্ৰ কৰি আহিম।" মঞ্জুৰ কথাত আপ্যায়িত হৈ ৰঞ্জু আৰু প্ৰবীণে পৰম হৰষিত হৈ গ'ল। কিছুপৰ পাছত প্ৰবীণে ক'লে — "ঠিক আছে, কিন্তু এটা কথা।"

"কি কথা?"

"এতিয়া আমি এই কথা লৈয়ে এটা ৰাজনৈতিক কৌশল কৰিব লাগিব। তুমি উইদ্ৰ কৰিলে চেলিমা বিনাপ্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হ'ব। আমাৰ এগৰাকী প্ৰাৰ্থী বিজয়ী হ'বই। তেতিয়া তুমি আৰু চেলিমাই ছোৱালী হোষ্টেলবোৰত আমাৰ দুয়োৰে বাবে 'কেনভাচ' কৰিব পাৰিবা। তেতিয়া আমাৰ জয় সুনিশ্চিত হ'ব। আনফালে আমি জগদীশৰ বিৰুদ্ধে লাগিব পাৰিম। জগদীশ বিশ্ববিদ্যালয়ৰ ছাত্ৰ সভাৰ চেক্ৰেটাৰী হলে

বিশ্ববিদ্যালয়ত চৰকাৰৰ মতেহে ছাত্ৰসকল চলিব লাগিব; কাৰণ জগদীশ তলে তলে শাসক দলৰ ছাত্ৰ। সেইকাৰণেই শাসক দলৰ লোক আৰু চৰকাৰী পক্ষৰ প্ৰফেচাৰসকলে তলে তলে কেনভাচত নামিছে। তুমি দেখা নাই সিদিনা মন্ত্ৰীৰ গাড়ীত আহি বিশ্ববিদ্যালয়ৰ চৌহদৰ ভিতৰতে কেনভাচ কৰি গৈছে? বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ নিৰ্বাচনত শাসক দলৰ মন্ত্ৰীসকলে পৰোক্ষভাৱে অংশ লয়। কাৰণ ছাত্ৰসকলৰ ন্যায্য আন্দোলনত যাতে ব্যাঘাত ঘটাই ৰাজ্যখনত শাসক দলে স্বেচ্ছাচাৰ কৰিব পাৰে। গতিকে আমি জগদীশৰ দলক পৰাস্ত কৰিবই লাগিব। তুমি তাৰ কাৰণে চেষ্টা কৰা।"

প্ৰবীণৰ কথা শুনি মঞ্জু চিন্তিত হৈ পৰিল। যি জগদীশে হাস্পাতালত গৈ খবৰ কৰিছিল আৰু সুন্দৰ ব্যৱহাৰ কৰিছিল, যি জগদীশে উপযাচি নিৰ্বাচনৰ টিকট দিছিল, সেই জগদীশৰ বিৰুদ্ধে তেওঁ যায় কেনেকৈ। মঞ্জু মহা চিন্তাত পৰিল। তেওঁ নীৰৱে শুনি গ'ল। ৰঞ্জু আৰু প্ৰবীণে নিজৰ নিজৰ বক্তব্য কৈ বিদায় ললে। নিৰ্বাচনৰ সময়। এক মিনিট সময়ো অপব্যয় কৰিব নোৱাৰি। দুয়ো তাৰাতাৰি বিদায় ললে।

কথামতে কাম হ'ল। মঞ্জুই নমিনেচন উইদ্ৰ কৰিলে। খবৰ পাই জগদীশ বিমোৰত পৰিল। তেওঁৰ ৰাজনৈতিক কৌশল যেন ব্যৰ্থ হ'ল। মুখত সুন্দৰ হাঁহি মাৰি পেটত বিষ ৰাখি জগদীশে মঞ্জুমালাক লগ ধৰি ক'লে — "আপুনি উইদ্ৰ কৰি ভালেই কৰিলে। মিছামিছি কষ্ট কৰি লাভ নহ'লহেঁতেন কাৰণ আপোনাক আমাৰ দলৰ মানুহে বিশ্বাস নকৰে; আপোনাক টিকট দিয়াত মোকহে বেয়া পাইছিল। আপুনি আমাৰ বিৰোধী শিবিৰৰ ছাত্ৰী বুলি সকলোৱে জানিছিল। সেইবাবে বোধহয় ভোটও নিদিলেহেঁতেন, তেতিয়া আপুনি নিশ্চয় হাৰিলেহেঁতেন। যি কৰিলে ভালেই কৰিলে।"

মঞ্জুই ক'লে — "আপুনি মোক বেয়া নাপাব। মই এইবোৰ কৰিব নোৱাৰিম বুলিয়ে উইদ্ৰ কৰিছো।"

"মই একো বেয়া নাপাওঁ, কেৱল আপুনি মোক বেয়া নাপাই যেন। আপোনাৰ অপ্ৰত্যাশিত দানৰ বাবে মই আপোনাৰ ওচৰত কৃতজ্ঞ।"

"ধন্যবাদ। আপোনাৰ সৌজন্যবোধত মই পৰম সন্তোষিত। এতিয়া বিদায়হে। অৱশ্যে যাবৰ সময়ত এটি অনুৰোধ জনাই যাওঁ — আপুনি মোৰ প্ৰতি সদয় থাকে যেন।"

এনেকৈ সৌহাৰ্দসূচক মন্তব্য কৰি জগদীশে বিদায় ললে। জগদীশৰ এনে ব্যৱহাৰে মঞ্জুৰ মনৰ গতি বহুখিনি বদলাই দিলে। মঞ্জুই জগদীশৰ দলৰ বিৰুদ্ধে যাবলৈ নৈতিক বল হেৰুৱালে। তেওঁ যেন নিষ্ক্ৰিয় হৈ গ'ল। এই নিষ্ক্ৰিয়তাই যে প্ৰবীণ আৰু ৰঞ্জুৰ ভীষণ অন্যায় কৰিব এই কথা তেওঁ উপলব্ধি কৰিব নোৱাৰিলে।

বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ নিৰ্বাচনত ৰাজধানী দিশপুৰ তলবল কৰে। মুখ্যমন্ত্ৰীকে ধৰি মন্ত্ৰী, বিধায়ক সকলৰ চকুত টোপনি নোহোৱা হয়। কবলৈ গ'লে শাসক দল আৰু বিৰোধী দলবিলাকৰ কাৰো চকুত টোপনি নোহোৱা হয়। কাৰণ অসমৰ ৰাজনীতি ছাত্ৰসকলৰ ওপৰতহে নিৰ্ভৰ কৰে। ১৯৬০ চনৰ ৰাজ্যভাষা আন্দোলনৰ দিনৰে পৰা

অসমৰ ৰাজনীতি ছাত্ৰসকলৰ দ্বাৰাহে পৰিচালিত হৈ আহিছে। অসমৰ মানুহে ছাত্ৰসকলৰ কথাহে বিশ্বাস কৰে। কোনো ৰাজনৈতিক দলৰ লোককে বিশ্বাস নকৰে, কাৰণ ৰাজনৈতিক দলবোৰে কেৱল নিজৰ নিজৰ দলৰ মঙ্গলৰ বাবে আৰু ক্ষমতা লাভৰ বাবেহে চেষ্টা কৰে। অসম ৰাজ্য বা অসমীয়া জাতিৰ কাৰণে কোনো ৰাজনৈতিক দলে প্ৰকৃততে যত্ন নকৰে। সেইবাবেই ১৯৬০ চনৰ ৰাজ্যভাষা আন্দোলন ১৯৭২ চনৰ শিক্ষাৰ মাধ্যম আন্দোলন আৰু ১৯৭৯ চনৰ বিদেশী বিতাৰণ আন্দোলন আদি আন্দোলনত ছাত্ৰসকলেই অসমীয়া ৰাইজৰ পৰা পূৰ্ণ সমৰ্থন পাইছিল। তেতিয়াৰে পৰা ছাত্ৰসকল ৰাজনীতিক সকলৰ চকুৰ কুটা, দাঁতৰ শূল হৈ আহিছে। সেইবাবেই ছাত্ৰসকলৰ নিৰ্বাচনত দিশপুৰৰ চকুত টোপনি নাহে। তাৰ কাৰণেই তেওঁলোকে ছাত্ৰসকলৰ মাজত বিভেদৰ ৰাজনীতি কৰি বিভিন্ন ছাত্ৰ সংগঠনৰ জন্ম দি আহিছে।

নিৰ্বাচন হৈ গ'ল। প্ৰাৰ্থীসকলৰ হাতৰ বহু টকা খৰচ হ'ল। মন্ত্ৰী এম. এল. এৰ গাড়ী বিশ্ববিদ্যালয়ৰ চৌহদত ৰাতি মনে মনে ঘূৰিল। খবৰ ওলাল। জগদীশৰ দল পৰাজিত হ'ল। মঃ হুছেন আলিৰ দল বিজয়ী হৈছে। প্ৰবীণ হাজৰিকা জিকিছে, ৰঞ্জু বৰুৱা হাৰিছে।

ৰঞ্জুৰ হাতৰ পৰা প্ৰায় তিনি হেজাৰ টকা খৰচ হৈছে, কিন্তু জিকিব নোৱাৰিলে।

খবৰ শুনি ৰঞ্জু, মঞ্জু, প্ৰবীণ তিনিও ম্ৰিয়মান। মঃ হুছেনে তিনিওকো সান্ত্বনা দিছে; কিন্তু কোনেও আশ্বস্ত হোৱা নাই।

সততাই যে ৰাজনৈতিক জয়লাভৰ কাৰণ নহয় বৰং ঠগ, প্ৰবঞ্চনা আৰু বুদ্ধি কৌশলহে জয়লাভৰ কাৰণ এই কথা এওঁলোকে মৰ্মে মৰ্মে আজিহে উপলব্ধি কৰিলে।

মনে মনে কিন্তু মঞ্জুৰ অনুশোচনা আহিছে। তেওঁ নিষ্ক্ৰিয় ভূমিকা লোৱা বাবেহে ৰঞ্জুৰ পৰাজয় হ'ল বুলি ধৰি ল'লে। তেওঁ ছোৱালী হোষ্টেলবোৰত ঘূৰি ঘূৰি কেনভাচ কৰা নাই আনকি নিজৰ হোষ্টেলৰে কোনো ছোৱালীকে একো কোৱা নাই। দুটা কাৰণত তেওঁ নিষ্ক্ৰিয় ভূমিকা গ্ৰহণ কৰিলে। প্ৰথমতে তেওঁ নিজে উঠি শেষত উইদ্ৰ কৰিলে। ইয়াতে এটা ক্ষোভ থাকি গ'ল। দ্বিতীয়তে ৰঞ্জুৰ কাৰণে কেনভাচ কৰিলে ছোৱালীবিলাকে জোকাব কাৰণ প্ৰায় ছোৱালীয়ে জানে যে ৰঞ্জু বৰুৱাৰ লগত তেওঁৰ প্ৰণয় চলিছে। ক্ষোভ আৰু লজ্জাত তেওঁ বিৰত থাকিবলৈ বাধ্য হয়। এই নিষ্ক্ৰিয়তাই ৰঞ্জুৰ পৰাজয়ৰ অন্যতম কাৰণ বুলি তেওঁ বুজি পালে। ইফালে জগদীশৰ দলৰ শত্ৰুতা ৰঞ্জুৰ পৰাজয়ৰ প্ৰধান কাৰণ। ত্ৰিভুজ! ত্ৰিভুজ! বুলি ব্যঙ্গ আবৃত্তি কৰাও এটা অন্যতম কাৰণ। ছাত্ৰসকলৰ মনত ৰঞ্জু সদায় হাঁহিয়াতৰ পাত্ৰ হৈ পৰিছে। এইবোৰ কাৰণত ৰঞ্জুৰ পৰাজয় হোৱাত মঞ্জুৰ মনত মিশ্ৰিত প্ৰতিক্ৰিয়া আৰম্ভ হৈছে।

## (চাৰি)

হেমন্তকালৰ দোকমোকালি। কুঁৱলিৰে আবৃত দিক্‌বলয়। দুবৰিবনৰ ওপৰত নিযৰৰ কণা বিৰাজমান। মসৃণ ঘাঁহনিৰ ওপৰত নিযৰৰ মুকুতা সদৃশ কণিকাবোৰ জিলিকি উঠিছে। বালাৰ্ক সূৰ্য্যৰ হেঙুলী কিৰণত তিৰ্‌বিৰ্ কৰি নাচিব ধৰিছে সেউজী সৰিয়হ ডৰা। কুঁবলিবোৰ লাহে লাহে ৰবিৰ কিৰণত বাষ্প হৈ যোৱাৰ উপক্ৰম হৈছে। আকাশেৰে পানীহাঁহ, ৰাজহাঁহ, শৰালি চৰায়ে জাকপাতি শাৰী শাৰী হৈ উৰি যাব ধৰিছে। ধেনুভিৰীয়া আৰু বৃত্তাকাৰ আকৃতিৰে উৰি উৰি যোৱা নানা পখীৰ নানা কণ্ঠৰ মধুৰ সংগীতে মানুহৰ মন প্ৰফুল্লিত কৰি তুলিছে। ৰাতিপুৱাৰ প্ৰাৰ্থনা গীত গাই গাই পখীসবে সুদূৰ হিমালয়ৰ পৰা আহি অসমৰ নানা বিল, নদীত বিচৰণ কৰিছে। এটা শান্ত, সৌম্য পৰিবেশ। মনৰ মাজত শাৰদীয় শান্ত সমাহিত অনাবিল আনন্দৰ ভাব খেলি যায় প্ৰাতঃ ভ্ৰমণৰত নৰ-নাৰীৰ মনত। প্ৰকৃতিৰ বুকুত যেন বিৰাজ কৰিছে সৌন্দৰ্য্য আৰু আনন্দৰ এক অজান অব্যক্ত কবিতা। প্ৰভাতৰ মৃদুমধু মলয়া পবনে শৰীৰ শাত পেলায়, মনত তোলে পুলকৰ নতুন তৰঙ্গ।

এনেহেন এক শান্ত আৰু সৌন্দৰ্য্যময় মুহূৰ্ত্তত কবিতলিত প্ৰবেশ কৰিলে ভূপেন আৰু মায়া দুই ককাই-ভনীয়ে। উদ্দেশ্য শাক-পাচলি আৰু কবি পুলিবোৰৰ গুৰিত পানী দিয়া। ৰাতিপুৱাৰ কুঁৱলি ভৰা কবি ডৰাত প্ৰবেশ কৰিয়ে দুয়ো যেন মুগ্ধ হৈ গ'ল। কি সুন্দৰ হৈ লহপহকৈ বাঢ়ি আহিছে কবিৰ পুলিবোৰ। পাতৰ ওপৰত নিযৰৰ টোপাল মুকুতা জ্বলা দি জ্বলি আছে। তাতে ৰ'দৰ ৰশ্মি পৰি তিৰ্‌বিৰ্ কৰিছে। মায়াই কবি ডৰাত সোমাই থিয় হৈ এই সৌন্দৰ্য্য দেখি বৰ আনন্দ লাভ কৰিলে। নাৰীসকল স্বভাৱসুলভ কবি। সৌন্দৰ্য্যই সেইবাবেই নাৰীমনৰ গুপুত তন্ত্ৰীত অতি সোনকালে ঝঙ্কাৰ তোলে। মায়াৰ কুমাৰী মনত এই সৌন্দৰ্য্যই আলোড়ন তুলিলে। তাই একেথৰে কবি ডৰালৈ চাই থাকিল। হাতৰ কলহ হাততে ৰ'ল। পানী আনি কবিবোৰৰ ওপৰত চতিয়াবলৈ পাহৰি গ'ল। তাই সেই সুন্দৰ নয়নাভিৰাম দৃশ্য চাই চাই কোনোবা এখন কল্পলোকতহে যেন প্ৰবেশ কৰিলে। যৌৱনৰ প্ৰথম ঢাপত প্ৰবেশ কৰিয়ে ডেকা-গাভৰুৱে প্ৰকৃতিৰ সৌন্দৰ্য্যত মোহিত হৈ পৰে। সৌন্দৰ্য্য প্ৰয়াসী মানৱ মনক প্ৰকৃতিৰ বিপুল সৌন্দৰ্য্যই বিমোহিত কৰি তোলে। যৌৱনৰ প্ৰথম পুৱাত বিশ্ব প্ৰকৃতিৰ সমস্ত দিশতে সৌন্দৰ্য্যৰ মহামেলা দেখে। সেয়েহে মায়াৰ মন বিমুগ্ধ আৰু বিস্মিত হৈ পৰিছে। তাইৰ এই একান্ত বিস্মিত অৱস্থা লক্ষ্য কৰি ককায়েক ভূপেনে ঈষৎ হাঁহিলে। সি কোৰখন হাতত লৈ কবিতলিৰ মাজলৈ সোমাই গৈ কবিৰ গুৰিত মাটি দিব ধৰিলে। তাই তথা লাগি ওপৰলৈ চাই আছিল গগন বিহাৰী সৰোবৰ প্ৰয়াসী 'ৰাজহাঁহ' জাকলৈ। ওপৰত 'কে', 'কে' হাঁহৰ মাত, তলত কবিৰ মাজত কোৰৰ খচ্ খচ্ শব্দ। কবিৰ পাতত নিয়ৰৰ

কণিকা তলবল। অপূৰ্ব সমন্বয়। তাইৰ মুগ্ধ, মগ্ন মনত আনন্দৰ হেন্দোলনি। তাই কবই পৰা নাই যে তাইৰ ককায়েকে কোৰ মাৰি মাৰি কবিৰ গুৰিত মাটি দিব ধৰিছে। তাইৰ আত্মবিস্মৃত অৱস্থা দেখি ভূপেনে মাত লগালে— "মায়া কি চাই আছ? কবিৰ গুৰিত পানী নিদিয় কিয়? ৰাতিপুৱাৰ নিয়ৰত তিতি থকা কবিবোৰত পানী দিলেহে কবিবোৰ বাঢ়িব। কৃষি বিজ্ঞানীসকলে কোৱামতে ৰাতিপুৱাৰ নিয়ৰবোৰ হেনো উত্তম সাৰ। এইবোৰত পানী পৰি কবিবোৰৰ গুৰিত পৰিলে কোনো জৈৱিকসাৰ নিদিলেও হয়। নিয়ৰবোৰ শুকাই নেযাওতেই পানী দে, কি চাই আছ?"

ককায়েকৰ কথাত মায়াৰ যেন স্বপ্ন ভংগ হ'ল। তাই টোপনিৰ পৰা ধহমহ কৰি সাৰ পোৱাৰ দৰে সম্বিত ঘূৰাই পালে। ককায়েকৰ ফালে এবাৰ লাহেকৈ চকু ফুৰাই চাই ওচৰতে থকা পুখুৰীটোলৈ খোজ ল'লে। পুখুৰীত নামি কলহ ভৰাই পানী আনিলে। কাযত কলহ লৈ লয়লাস গতিৰে আহি লাহে লাহে কবিবোৰৰ ওপৰত পানী ঢালিলে। লাহে লাহে, অতি লাহে লাহে পানী চতিয়ালে তাই, জানোচা কোনোটো কবিয়ে দুখ পায়। মৃদু ললনাৰ মৃদু পৰশত কবি পুলিবোৰ যেন নাচি উঠিছে! কবিৰ মসৃণ পাতত শীতল পানী পৰি যেন কবি পুলিবোৰৰ গা শাত পৰি গ'ল। লাহি গাভৰুৰ শীতল পৰশত শাক-পাচলি আৰু কবিবোৰৰ প্ৰাণত যেন হিল্লোল উঠিল। বতাহত পাতবোৰে জোঁকাৰণি খালে। কোমলাঙ্গী ললনাৰ মৃদু পৰশনত উদ্ভিদৰ প্ৰাণতো যেন পুলক জাগিল। সকলোতে সজীৱ সজীৱ ভাব বিৰাজমান। মায়াৰ মাযাময় স্পৰ্শত উদ্ভিদ জগতো যেন মায়াময় হৈ উঠিল।

মায়াই পানী দি যাব ধৰিলে, ভূপেনে কোৰ মাৰি মাৰি কবিৰ গুৰিত মাটি দি গ'ল। লাহে লাহে বেলি ওপৰলৈ উঠিল। বেলি হ'ল। ৰ'দৰ তাপ বাঢ়িল।

দুঘণ্টামান কবিতলিত পানী দিয়া আৰু কোৰমৰা কাম কৰি দুয়ো জিৰণি ল'লে গছৰ ছাঁত। কিছুসময জিৰণি লৈ মায়াই ক'লে,— "সৰু দাদা তুমি অলপ বহা, মই ঘৰৰ পৰা চাহ তৈয়াৰ কৰি লৈ আহোঁ।"

ভূপেনে উত্তৰ দিলে— 'যদি চাহ আনিব খুজিছ, তেনেহ'লে তৎক্ষণাৎ যাগৈ, নহ'লে আকৌ মোৰ কলেজলৈ যোৱাত পলম হ'ব'।

"অকল তোমাৰে নহয় মোৰো পলম হ'ব কলেজলৈ যোৱাত। আমাৰ ডেকা চাৰ যে ইমান কাঢ়া, পাঁচ মিনিট পলম হ'লেই কোঠাত সোমাব নিদিয়ে, তাতে আজি প্ৰথম ঘণ্টাতে তেখেতৰ ক্লাচ আছে।"

এনেকৈ কৈ মায়াই ঘৰলৈ গ'ল। ভূপেনে কিছুসময জিৰণি লৈ আকৌ কোৰখন লৈ কবিতলিত সোমাল। সি কবিৰ মাজেৰে কোৰ মাৰি কবিৰ গুৰিত মাটি দিব ধৰিলে।

কিছুসময় পিছত মায়াই চাহ তৈয়াৰ কৰি, মাকক এবাতি দি, নিজেও চিৰাৰ সৈতে এবাতি খাই বাকীখিনি কেট্‌লিটোত ভৰাই, এবাতি চিৰাৰ সৈতে কাপোৰেৰে বান্ধি লৈ কবিতলিলৈ আহিল আৰু ভূপেনক মাতিলে,—

"চাহ আনিছো সৰু দাদা, খোৱাহি।"

তাইৰ মাত শুনি সি মূৰ তুলি চালে আৰু কোৰখন কবিতলিত এৰি তাইৰ ওচৰলৈ আহিল। সি অহাত মায়াই চিৰাৰ বাতিটো আগবঢ়াই দি গুৰ আৰু কল এটা বাতিত থ'লে। তাৰপিছত কেট্‌লিৰ পৰা চাহ ঢালি তাক খাবলৈ ক'লে।

ভূপেনে চাহ খাই থাকোতে মায়াই কবিৰ মাজলৈ সোমাই গৈ এবাৰ চাৰিওফালে চাই ল'লে আৰু শেষত পুখুৰীৰ পাৰত গৈ বহিল। আজি কেইদিনমানৰ আগৰ কথা এটা তাইৰ মনত পৰিল। হঠাৎ তাইৰ আনন্দময় মন বিষাদিত হৈ পৰিল। তাই বৰ দুখমনে বহি গালত হাত এখন দি কবিতলিৰ ফালে একান্তমনে চাই থাকিল। চাহ খাই উঠি ভূপেনে তাইৰ ফালে চালে। সি দেখিলে মায়াই বৰ বেজাৰ মনেৰে একান্ত দৃষ্টিৰে কবিতলিলৈ চাই আছে। সি ভাবিলে যে মাকে হয়তো তাইক কিবা কথাত  বকিছে, সেয়েহে তাই দুখ কৰি গালত হাত দি কিবা ভাবি আছে। তাকে ভাবি সি তাইক প্ৰশ্ন কৰিলে— "তোৰ কি হৈছে মায়া? কিয় গালে-মুখে হাত দি বেজাৰ কৰি আছ?"

'একো হোৱা নাই, সৰু দাদা। এনেয়ে কিবা ভাবি আছো।'

'কি ভাবিছ?'

'ওহ, কিনো ভাবিম! এনেকৈ কৈ এটা হুমুনিয়াহ কাঢ়ি তাই তাৰ ফালে চালে আৰু চকুলো টুকিলে। তাইৰ চকুত চকুলো দেখি তাৰ বৰ বেয়া লাগিল। অনুমান কৰিলে যে মাকে নিশ্চয় তাইক বকিছে। সি অলপ কঠোৰ ভাবেৰে সুধিলে,— 'তোৰ কি হৈছে, মায়া? কিয় কান্দিছ?'

'একো হোৱা নাই, সৰু দাদা।'

'তেন্তে কান্দিছ কিয়?'

'এটা কথা ভাবি মোৰ চকুলো ওলাইছে, সৰু দাদা?'

'কি কথা?'

'আমাৰ এই কবিডৰা কিমান সুন্দৰ হৈছে! প্ৰতিবছৰে এইডৰা কবিৰ পৰাই আমি পঢ়া-শুনাকে আদি কৰি ঘৰৰ যাৱতীয় খৰচ পাই আহিছো।'

'এৰা এই কবিডৰায়ে আমাক পঢ়াইছে। সেইবাবেই ইমান পৰিশ্ৰম কৰি আহিছো। পিছে কি হ'ল?'

এইবাৰৰ পৰা আমি আৰু এইডৰা মাটিত খেতি কৰিবলৈ নেপাম।' এনেকৈ কৈ মায়াই হুকহুকাই কান্দি পেলালে। ভূপেনে তাইৰ কাষলৈ আহি ওচৰতে থিয় হৈ বৰ ব্যগ্ৰতাৰে সুধিলে, — 'কিয় নাপাম মায়া?'

'তুমি জানো শুনা নাই সৰু দাদা?'

'নাই শুনা, কি হৈছে?'

'এই কবিতলিৰ মাটিডৰা পিতায়ে মনে মনে দোকানী মহাজনক বিক্ৰী কৰি দিছে।'

'বিক্ৰী কৰি দিছে? কিয়?'

'ডাঙৰ দাদাক বিশ্ববিদ্যালয়ৰ খৰচ দিবলগা হোৱাত বিক্ৰী কৰি দিব লগা হৈছে। মহাজনে এই বেলিহে আমাক খেতি কৰি খাবলৈ অনুগ্ৰহ দেখুৱাইছে। এইবাৰৰ পিছত তেওঁলোকে নিজে খেতি কৰিব। এনেহেন সুন্দৰ কবিডৰা আমি আৰু নেপাম।'

তাইৰ চকুৰে দুধাৰী চকুলো বৈ আহিল। তাই ৰিহাৰ আচলেৰে মচি লৈ তাৰফালে চাই পুনৰ ক'লে, - 'আমাৰ আয়ৰ পথ নষ্ট হৈ গ'ল, সৰু দাদা; আমি আৰু পঢ়া-শুনা কৰাৰ বাবে খৰচ নেপাম।'

ভনীয়েকৰ মুখে মাটিডৰা বিক্ৰী কৰা বুলি শুনি ভূপেনে শিল পৰা কপৌৰ দৰে নিশ্চল হৈ বহি পৰিল। তাৰ মূৰত যেন কোনোবাই দুহাতেৰে টাঙোনেৰেহে কোবাই দিলে। সি বৰ বিষণ্ণ মনেৰে কৈ উঠিল,— 'তেন্তে আমাৰ পঢ়াৰ অন্ত পৰিব মায়া, আমি আৰু কলেজত পঢ়িব নোৱাৰিম। মই আৰু একো কাম কৰিব নোৱাৰিম মায়া। মই বৰ হতাশ হৈ গলো। মোৰ পঢ়াৰ অন্ত পৰিল।

'এনেয়ে পিতা বেমাৰী হৈ গৈছে; লোকৰ মাটিত আধিয়া কৰি হাল বাই বাই। ইয়াতে কবি খেতিখন কৰি দুপইচা উপাৰ্জন কৰি ঘৰখন কোনোৰকমে চলাই আছিল। এইবাৰ তাৰো মূধা মৰিল।'

'আমাৰ কি অৱস্থা হ'ব মায়া?'

'ঈশ্বৰে যি কৰে, যেনেকৈ চলাই নিয়ে তেনেকৈ চলি যাব লাগিব। ঈশ্বৰৰ বাহিৰে আমাৰ আৰু কোনো পথ নাই।'

'দাদাক পঢ়া খৰচ দিবৰ বাবে উপাৰ্জনৰ মাটিডৰাও শেষত বেচিব লগা হ'ল। তাতকৈ দাদাক...... .... .

'নহয় সৰু দাদা, ডাঙৰ দাদাৰ পঢ়া বন্ধ কৰিব নালাগে। গাঁৱৰ ভিতৰতে তেওঁৰ দৰে বুদ্ধিমান ল'ৰা নাই। তেওঁক বিশ্ববিদ্যালয়ত পঢ়াব নোৱাৰিলে আই-পিতাই কিয় গাঁৱৰ মানুহেও বৰ দুখ পাব। তেওঁক পঢ়াওক; লাগে মযে পঢ়া বাদ দিম।'

'তই নহয়, ময়ে পঢ়া বাদ দিম।'

'দৰ্কাৰ হ'লে আমি দুয়ো পঢ়া বাদ দিম, তথাপি ডাঙৰ দাদাই পঢ়ক।'

'এৰা, আজিৰ পৰা আমি পঢ়া বাদ দিম। মোৰ পঢ়াত আৰু মন নবহে।'

ভূপেনে কোৰখন কান্ধত তুলি ল'লে আৰু লাহে লাহে ঘৰলৈ খোজ ল'লে বিষণ্ণ মনেৰে। মায়াই এবাৰ কবিডৰালৈ একান্ত মনেৰে চাই ল'লে। তাইৰ দুচকুৰে গিৰ্ গিৰ্ কৰি চকুপানী সৰিল। হাতত খালী কলহটো আৰু চাহৰ পাত্ৰকেইটি লৈ ককায়েকৰ পিছে পিছে লাহে লাহে খোজ ল'লে। আজি যেন দুই ভাই-ভনীৰ ভৱিষ্যৎ জীৱনৰ ৰঙীন সপোন শূন্যত বিলীন হৈ গ'ল।

প্ৰথম যৌৱনতে হতাশাৰ ধোঁৱাই জীৱন আচ্ছন্ন কৰি পেলালে। সেইদিনা দুয়োৰো কলেজলৈ যোৱা নহ'ল। মনৰ দুখত দুয়ো ঘৰতে থাকিল। তাকে দেখি মাকে সুধিলে,— 'মায়া, আজি দেখো কলেজলৈ নগলি?' তাই উত্তৰ দিলে, 'মোৰ গা ভাল

নহয়, সেইবাবে নগ'লো।'

'তেনেহ'লে ঘৰত আছ কিয়? ডাক্তৰৰ ওচৰলৈ যাগৈ। বেমাৰ-আজাৰ আৰম্ভ হোৱাৰ লগে লগে চিকিৎসা কৰিব লাগে। তই ডাক্তৰৰ ওচৰলৈ যা।'

'আবেলি যাম।'

এনেতে ভূপেন আহি ওলাল। মাকে সুধিলে,— 'তয়ো দেখো কলেজলৈ যোৱা নাই ভূপেন?'

'মোৰ আজি মনটো ভাল লগা নাই বাবে যোৱা নহ'ল।'

'কি কাৰণে তোৰ মনটো ভাল নহয়?'

'সকলো কথা সকলোকে খুলি ক'ব নোৱাৰি। বিভিন্ন কাৰণত মানুহৰ মন বেয়া হয়।'

'তোৰ মনৰ বেমাৰটো জানিলেহে চিকিৎসা কৰিব পাৰিম। খুলি নকৱ কিয়?'

'কিছুমান কথা আছে আই, যিবিলাক কথা খুলি ক'লে উপকাৰতকৈ অপকাৰহে বেছি হয়। গতিকে খুলি ক'ব নোৱাৰি।'

ভূপেনৰ কথা শুনি মাকৰ বৰ ভয় লাগিল। দুয়ো ককায়েক-ভনীয়েকৰ মাজত কিবা কাজিয়া লাগিল নেকি যে দুয়োৱে কলেজলৈ যোৱা বন্ধ কৰিলে। তাকে ভাবি মাকে বৰ মৰমেৰে সুধিলে,— 'কবিতলিত কিবা কাজিয়া লাগিল নেকি দুয়োৰো মাজত? মায়া আৰু তই দুয়ো যে কলেজলৈ নগলি?'

'একো কাজিয়া লগা নাই। মন ভাল নহয় বাবে নগ'লো।'

'তায়ো ক'লে বোলে তাইৰ গা ভাল নহয় আৰু তয়ো কলি তোৰ মন ভাল নহয়। কথা কি মই বুজিবই পৰা নাই।'

'একো বুজাৰ দৰ্কাৰ নাই আই। মোক ভাত দে, মই খাই বৈ বজাৰলৈ যাব লাগে।'

মাকে বৰ চিন্তিত হৈ ক'লে,— 'ভাত হৈছেই। পাকঘৰত সাজি থোৱা আছে, খাগৈ। পিছে কথাটোনো কি খুলি নকৱ কিয়?'

'খুলি কবৰ কি আছে। বাৰু হয়নে আমাৰ কবিতলিৰ মাটিখিনি বোলে পিতায়ে বিক্ৰী কৰিছে।'

মাকে আচৰিত হোৱা যেন দেখুৱাই ক'লে,— 'কোনে ক'লে তোক?'

'মায়াই কৈছে।'

মাকে মায়াৰ ওচৰলৈ গৈ তাইৰ বিছনাৰ কাষত থিয় হৈ সুধিলে,— 'হয়নে মায়া, আমাৰ কবিতলিৰ মাটিডৰা বোলে বিক্ৰী কৰিছে? তই ক'ত শুনিলি?'

'সিদিনা ভাত খাই থাকোতে পিতায়ে তোৰ আগত নকৈছিল জানো? সিদিনাই মই জানিলো।'

তেনেহ'লে তহঁতে ঘৰৰ বহুত কথাতে কাণ কৰা হৈছ দেখিছো। ল'ৰা-ছোৱালীয়ে ঘৰৰ কথাত মূৰ ঘমাব নেপায়। ঘৰৰ বিষয়ে পিতাৰাই যি কৰে কৰক

তইঁতে চিন্তা কৰিব লাগে কিয়?'

'আমি এতিয়া আৰু সৰু হৈ থকা নাই। কলেজ পাইছো। ঘৰৰ বিষয়ে ভাবিবই লাগিব। আয় উপাৰ্জন নাথাকিলে আমি পঢ়িম কেনেকৈ? গতিকে চিন্তা কৰিবই লাগিব।'

'তইনো এইবোৰ কথা ভুপেনক কলি কিয়? সি কিমান বেজাৰ পাইছে। ছিঃ তই বৰ বেয়া কাম কৰিছ।'

'ভাল বেয়া যি হয় হ'ব। আমাৰ ভৱিষ্যতৰ কথা আমি চিন্তা কৰিবই লাগিব।'

'তইঁতে একো নাভাবিবি। পিতাৰাই কিবা কৰিব নহয়।'

'এতিয়া সকলো কথা পিতাৰ ওপৰত এৰি দিলেই নহয়; তুমি, মই আৰু দাদাইঁতেও জানিব লাগিব।'

এটা হুমুনিয়াহ কাঢ়ি মাকে ক'লে— 'কি কৰিবি বাচা, আমাৰ আৰু অন্য উপায় নাছিল বাবেই মাটিডৰা বেচিব লগা হ'লো। পিছে একো ভয় নকৰিবি। কথাতে কয় বোলে সুপুত্ৰ হলে কি কৰিব ঋণে-আৰু কুপুত্ৰ হলে কি কৰিব ধনে। যদি মোৰ পুত্ৰ সুপুত্ৰ হয় তেন্তে এনেকুৱা বহুত মাটি কিনিব পাৰিব। বাচা ভালে ভালে পাছ কৰি আহি চাকৰি কৰিলে আমাৰ দুখ মোচন হ'ব। তইঁতে চিন্তা নকৰিবি।' মাকে এনেভাবে কৈ সান্ত্বনা দিলেও নিজৰ মনক কিন্তু শান্ত্বনা দিব নোৱাৰিলে। মায়াৰ অজ্ঞাতে মাকে চকুলো টুকি ৰান্ধনি ঘৰত সোমাল। আজি তেওঁ বিষম আঘাত পালে, কাৰণ ঘৰৰ এটি অতি গোপনীয় কথা ল'ৰা-ছোৱালীয়ে জানিব পাৰিলে। ঘৰৰ সা-সম্পত্তি নাইকিয়া হলে ল'ৰা-ছোৱালীবিলাকৰ মনতো দুখ লাগে। এই কথা মাকে ভালকৈ বুজে। নীৰৱভাবে মাকে পাকঘৰত সোমাল ভুপেনক ভাত দিবলৈ, আৰু নীৰৱভাবে বিছনাত বাগৰ দিলে মায়াই, নিজৰ মনৰ বেজাৰ মনতে মাৰ নিয়াবলৈ। তাই জানে যে সময়ে বহুত কথা পাহৰাই দি মানুহক শেষত শান্ত কৰে।

পাহৰণি সদায় বেয়া নহয়। ভাল কথা বা দৰকাৰী কথা পাহৰা বেয়া, কিন্তু বেয়া কথা বা অদৰকাৰী কথা পাহৰা ভাল। পাহৰণি নেথাকিলে মানুহে জীৱনত কোনোদিনে শান্তি বা আনন্দ নাপাব। আত্মীয় বিয়োগৰ কথা সময়ৰ সোঁতত পাহৰি নগলে মানুহৰ জীৱন বৰ দুখময় আৰু অসহনীয় হ'লহেঁতেন। বোধহয় এই কাৰণেই ভগৱানে আমাক পাহৰণি দিছে। বিস্মৃতিয়ে জীৱনৰ শোকাকুল পৰিস্থিতিক বিস্মিত কৰি মন শান্ত কৰে।

দুপৰীয়া ভোলানাথ পথাৰৰ পৰা ধানৰ ভাৰ লৈ ঘৰলৈ আহিল আৰু ধানভাৰ চোতালত থৈ হাত ভৰি ধুবলৈ কুঁৱাৰ পাৰলৈ গ'ল। কুঁৱাৰ পাৰতে গোহালিটো। তেওঁৰ চকুত পৰিল যে গোহালিত গৰুৰ গোবৰবোৰ আছে। কোনেও পেলোৱা নাই। আনদিনা কলেজলৈ যোৱাৰ আগতে, গা ধোৱাৰ সময়ত মায়াই গোবৰবোৰ পেলায়, আজি পেলোৱা নাই। আজি মায়াই পাহৰিলে নেকি? এইবুলি ভাবি ভোলানাথে ঘৈণীয়েকক সুধিলে।

'তাই কলেজলৈ গ'ল হ'ব পায়?'

পাৰ্বতীয়ে পাকঘৰৰ পৰা মাত লগালে,— 'আজি তাইৰ গা বেয়া। ঘৰতে শুই আছে, কলেজলৈ যোৱা নাই।'

ভোলানাথে ক'লে,— ' আজি দেখো গোবৰবোৰ পেলোৱা নাই?' পাৰ্বতীয়ে ভিতৰৰ পৰাই উত্তৰ দিলে, 'অলপ পিছত ময়ে পেলাম। পাচলিখিনি কুটা হলে গোহালিলৈ যাম।'

'ইমান দুপৰীয়ালৈ গোহালিত গোবৰ ৰাখিব নেপায়। গোহালিত গোবৰ থাকিলে বোলে গৰুৰ পেট নভৰে। গতিকে পুৱাতে গোবৰ পেলাব লাগে।' এনেকৈ কৈ তেওঁ বাৰাণ্ডালৈ আহিল। ঘৈণীয়েকে বাৰাণ্ডাতে চাহ পিঠা দি গ'ল। তেওঁ পীৰা এখনত বহি খাবলৈ ধৰিলে। খেৰৰ ঘৰ, খেৰৰ বাৰাণ্ডা। ঘৰতো উৰখিছে, বাৰাণ্ডাখনো উৰখিছে। এযোৰ পাৰ চৰায়ে বাৰাণ্ডাৰ চালৰ ওপৰত ঠোঁটেৰে খুচৰি কিবা খাওঁতে খেৰৰ গুদাবোৰ তললৈ সৰি পৰিল। তেওঁ পিঠা চোবাই থাকোতে চাহখিনি নষ্ট হৈ গ'ল। তেওঁ খঙতে কৈ উঠিল— 'ওহ, কটা, ইহঁতক মাৰি খাই পেলাব লাগিব। পাৰ আৰু নুপুহো।'

তেওঁৰ খঙৰ ভমক দেখি পাকঘৰৰ পৰা ঘৈণীয়েকে মাত লগালে,— 'কিনো হ'ল? ইমান যে খং কৰিছে?'

'তোৰ পাৰৰ উৎপাত চাচোন! মোৰ চাহবাতি নষ্ট কৰি দিলে।'

পাৰ্বতীয়ে বাৰাণ্ডালৈ আহি চাহৰ বাতিত চালৰ গুদা পৰি নষ্ট হোৱা দেখি ক'লে,— 'এবাতি চাহ নষ্ট হওঁতে ইমান খং কৰিব লাগেনে? মই আৰু এবাতি চাহ আনি দিম নহয়। তাৰ কাৰণে পাৰ মাৰিব লগা হ'লনে?'

'তোৰ পাৰৰ উৎপাত মই সহ্য কৰিব নোৱাৰা হৈছো। ঘৰখন খিচিৰ-মিচিৰ কৰি খায়। পাৰবোৰ পুহিব নালাগে।'

'মই পুহা নাই, তোমাৰ মৰমৰ জীয়েৰাই পুহিছে। পাৰ চাৰিযোৰ পুহিয়ে মাহত চাৰিযোৰ পোৱালি বেচি এশ টকা তাই পায় আৰু তাৰে কিতাপ পত্ৰ, কানি-কাপোৰ কিনে। এইখিনি উৎপাতকে সহ্য কৰিব নোৱাৰিলে হবনে? তাইক টকা কোনে দিব? পাৰইহে তাইক টকা দি থাকে মাহে মাহে।'

মায়াৰ কথা কোৱাত ভোলানাথৰ খং নাইকিয়া হ'ল। তেওঁ লাহেকৈ ক'লে— 'ছোৱালীজনীৰ বুদ্ধি বৰ ভাল। পাৰ পুহিযে নিজৰ খৰচ বাহিৰ কৰিছে। তাইৰ বস্তু কোনে নষ্ট কৰিব, মই এনেয়ে কৈছো।' এনেকৈ কৈ তেওঁ শেষৰ পিঠাখন খাই শেষ কৰিলে। এনেতে ঘৈণীয়েকে এবাতি চাহ আনি আগত দিলে। ভোলানাথে চাহ খাব ধৰিলে। ঘৈণীয়েকে কাষতে এখন পীৰা পাৰি বহি লৈ সৰু সৰুকৈ কব ধৰিলে,—

'মায়াক একো নক'ব। আজি এটা বৰ ডাঙৰ কথা হৈছে।'

বৰ উৎসুকতাৰে গিৰিয়েকে সুধিলে,— 'কি ডাঙৰ কথা?'

'আমাৰ কবিতলিৰ মাটিডৰা বেচা বুলি মায়াই ভুপেনৰ আগত কৈছে। দুয়ো

ককাই-ভনীৰ মন ভাল নহয় আজি।

ভোলানাথে সুধিলে,— 'তাইক এই কথা কোনে ক'লে?'

'সিদিনা আমি দুয়ো মেল কৰোঁতে তাই শুনিবলৈ পাইছিল বেৰৰ সিফালৰ পৰা।'

গাঁৱৰ মানুহে চালে বেৰেও যে কাণ থকা বুলি কয় মিছা নহয়। আজি বা কি শুনে। তই একো নকবি। কি কৰিম! মোৰ ল'ৰা-ছোৱালীহালৰ পৰকাল খালো। এটা হুমুনিয়াহ কাঢ়িলে ভোলানাথে। পাৰ্ব্বতীয়ে কাষৰ পৰা উঠি আহিল। নিমিষৰ ভিতৰতে ভোলানাথৰ মনৰ গতি ঘূৰি গ'ল। তেওঁ অনুশোচনা কৰিব ধৰিলে— এনেহেন মাটিডৰা বিক্ৰী কৰি কি যে অবিবেচকৰ কাম কৰিলে।

ইফালে পাৰ্ব্বতীয়ে গোহালিলৈ গৈ গোবৰখিনি পেলাব ধৰিলে। এনে ভাবেই দুখীয়া ভোলানাথৰ আনন্দৰ ঘৰখনত নিৰানন্দৰ এচাতি বতাহ বলিবলৈ আৰম্ভ কৰিলে।



## (পাঁচ)

ভোগালী বিহু অসমীয়া সংস্কৃতিৰ এটি ওখ ঢাপ। অসমীয়াৰ বাপতি সাহন জাতীয় উৎসৱ বিহুই অসমীয়া জাতীয় জীৱনৰ প্ৰাণ-প্ৰাচুৰ্য্য প্ৰকাশ কৰে। আনন্দ-উলাহ, গীত-বাদ্যই জাতীয় জীৱনৰ জীৱিত লক্ষণ। বিহুৱে আনন্দ-উলাহ আনি দিয়ে প্ৰত্যেক অসমীয়াৰ প্ৰাণে-প্ৰাণে। সেয়েহে বিহু বলিয়া হৈ পৰে অসমীয়া ডেকা-গাভৰু দল। নাচ-গানত মত্ত হৈ অসমীয়া ডেকা-গাভৰুৱে নিজকে পাহৰি যায়। ৰঙালী, কঙালী আৰু ভোগালী এই তিনি বিহুই অসমীয়া মানুহক জাতীয় ভাৱত উদ্‌বুদ্ধ কৰি তোলে। প্ৰাণে-প্ৰাণে মিলনৰ বাণী প্ৰেৰণ কৰে।

ভোগালী বিহুৱে যেন ভোগৰ পাত্ৰ লৈ আমাৰ মাজলৈ আহে। এইবেলি ভোগালী বিহুৰেও সেই বতৰাকে আনি দিলে। এমাহ আগৰে পৰা গাঁৱৰ ল'ৰাবিলাকে পথাৰৰ পৰা ধানৰ নৰাবোৰ যোগাৰ কৰি ভেলাপুজি বা মেজি সাজিছে। ভূপেনহঁতৰ গাঁৱৰ ল'ৰাবিলাকেও মেজি সাজিছে ধানৰ নৰাৰে। বিহুৰ আগদিনা অৰ্থাৎ উৰুকাৰ দিনা ৰাতি ল'ৰাবিলাকে পথাৰৰ ভেলা ঘৰত ভাত খাবৰ বাবেই এই আয়োজন।

ভূপেনহঁতেও উৰুকাৰ লগভাত খাবৰ বাবে বয়বস্তু যোগাৰ কৰি আনিছে। গধূলি বস্তুবোৰ যোগাৰ কৰি বাচন-বৰ্তনবোৰ ধুই মেলি চাফা কৰি ৰন্ধা-বঢ়াৰ বাবে সাজু হৈছে। ভূপেনৰ লগৰ নগেন, বলেন, প্ৰফুল্ল, গিৰীণ, উপেনহঁতে ততা-তয়াকৈ কামত লাগিছে। কেইজনমানে পঠা ছাগলী এটা কিনি আনি মাংসৰ ব্যৱস্থা কৰিছে। আনকেইজনমানে বিলৰ পৰা ডাঙৰ ডাঙৰ দুটা মাছ কিনি আনি বাছিব ধৰিছে। আজি সিহঁতে মাছে-মঙহে এসাজ লগে-ভাগে খাব। ক'ত কিমান আনন্দ, হাঁহি-খিকিন্দালি আৰু গান-নাচেৰে যে পথাৰখন উখল-মাখল হৈ পৰিছে। গাঁৱৰ সকলো মানুহেই এই আনন্দৰ অংশীদাৰ। গাভৰু ছোৱালীহঁতে লাৰু-পিঠা তৈয়াৰ কৰি সিহঁতলৈ দি পঠিয়াইছে। মায়ায়ো ভূপেনৰ হাতত এটোপোলা পিঠা দি পঠিয়াইছে। সকলোৱে আনন্দ মনেৰে চাহ তৈয়াৰ কৰি পিঠাৰে সৈতে খাই খাই মায়াই তৈয়াৰ কৰা পিঠাৰ প্ৰশংসা কৰিব ধৰিছে। চাহ খাই থাকোতে ভূপেনে সুধিলে,— "নগেন, লগভাতৰ খৰিৰ ব্যৱস্থা কি কৰিছ। খৰি যে কম হ'ব?"

'খৰিৰ ব্যৱস্থা আমি কৰিম, তই ভাবিব নেলাগে।' নগেনে উত্তৰ দিলে।

ভূপেনে পুনৰ প্ৰফুল্লক সুধিলে, 'তৰকাৰি কম হ'ব যেন পাওঁ। কবি আৰু আনিব লাগিছিল।'

প্ৰফুল্লই উত্তৰ দিলে,— 'কবিৰ ব্যৱস্থা মই কৰিম চিন্তা নকৰিবি। তই কেৱল ৰন্ধা-বঢ়াৰহে ব্যৱস্থা কৰ।'

এইবাৰ ভূপেনে বলেনক ক'লে।— 'বলেন, তই ভাত ৰান্ধিবলৈ আৰম্ভ কৰ।

পলম হ'লে ৰাতি বহুত হ'ব।'

বলেনে ক'লে— 'অলপ পলম কৰিব লাগিব। কাৰণ আমাৰ ভঁৰা কিমান হ'ব এতিয়াও ঠিক হোৱা নাই। ল'ৰাৰ সংখ্যা আৰু বাঢ়িব যেন পাওঁ। অলপ পৰ বাট চাই ভাতত জাল মাৰিম। চৌকাবোৰ খন্দা হ'ল।'

ভাত ৰন্ধা কাম আৰম্ভ হ'ল। ৰাতি প্ৰায় নটা মান বাজিল। এনেতে নগেন আৰু প্ৰফুল্লই সিহঁতৰ দুষ্ট ল'ৰাৰ দলটো লগত লৈ বাহিৰলৈ ওলাই গ'ল। সিহঁতে গৈ ভূপেনহঁতৰ কবিতলিত সোমাল আৰু দুই বস্তামান কবি লৈ আহিল, লগতে কবিতলিৰ বাঁহৰ কামিৰ বেৰবোৰ ভাঙি বোজা কৰি কেইজনমানে কান্ধত লৈ ভেলাঘৰলৈ আহিল। সিহঁতে মনে মনে চুৰ কৰি কবি আৰু বেৰ অনা কথা যেন কোনেও নজনায় এই কথা সোঁৱৰাই নগেনে সকলোকে সাৱধান কৰি দিলে। সকলোৱে চুপে-চাপে আহি ৰন্ধা ঠাইত সেইবোৰ থৈ দি ক'লে,— "এইবোৰ কবি আৰু খৰিৰে নহবনে ভূপেন?"

ভূপেনে এবাৰ কবি আৰু বেৰভঙা কামিবোৰলৈ চাই ক'লে,— "হ'ব লাগে।"

"নহ'লে আৰু আনিম; লাগিলে কৈ দিবি।" এনেকৈ কৈ নগেনে বাহিৰলৈ আহিল।

ভূপেনে কবিবোৰ কুটিবলৈ লৈ এবাৰ লাৰি-চাৰি চাই সুন্দৰ সুন্দৰ ডাঙৰ কবিবোৰ দেখি ক'লে,— "বৰ বঢ়িয়া কবি আনিছে ইহঁতে, বেছ মজাৰ বস্তু। তৰকাৰি বেছ সোৱাদ হ'ব।"

তাৰ কথা শুনি কবিবোৰৰ ফালে চকু ফুৰাই প্ৰফুল্লই মাত লগালে,— "কবি ভাল হলেই তৰকাৰি সোৱাদ নহয়। খৰি ভাল হলেহে তৰকাৰি সোৱাদ হয়। জুই ভাল নহ'লে আঞ্জাৰ যুতি নুঠে। আমি অনা এই বাঁহৰ কামিবোৰৰ জুই ভাল হ'লেহে আঞ্জাৰ জুতি হ'ব।"

"এৰা জুইৰ জুতিহে আঞ্জাৰ জুতি। ডাকৰ বচন মতে—

"কাণ ওপৰ কৰি দিবা জাল।
তেবেসে বুলিবা ব্যঞ্জন ভাল।।"

এইবোৰ বৰ বঢ়িয়া কামি আনিছ ভাই। আজি খুব জুতি কৰি ৰান্ধিব পাৰিব। নেজানো তহঁতে আজি কাক ভিকহ বনালি? কাৰোবাৰ কবিতলি তহঁতে তহিলং কৰিলি যেন পাওঁ?" এনেকৈ কৈ ভূপেনে হাঁহিলে। তাৰ হাঁহিৰ ৰোল শুনি ইহঁতেও হাঁহিব ধৰিলে। ভেলাঘৰৰ ভিতৰত হাঁহিৰ ৰোল উঠিল। ভূপেনে হাঁহিলে এনে ভাল কবি আৰু খৰি চুৰ কৰি আনি যুতি কৰি খাব পাৰিব বুলি ভাবি আৰু নগেনহঁতে হাঁহিলে এই জুতিৰ আঞ্জা খাই ভূপেনে ৰাতিপুৱা নিজৰে কবিতলি দেখি বিচুৰ্তি খাব বুলি নিশ্চিত হৈ। ভূপেনে মিচিক-মাচাক হাঁহে আৰু নগেন, প্ৰফুল্লহঁতে খলখলকৈ হাঁহে। একে বস্তুকে দেখি দুই ৰকমৰ হাঁহি। বাহিৰলৈ ওলাই আহি চুৰৰ দলটোৱে ইজনে-

সিজনৰ গাত ঠেলা-ঠেলি কৰি হাঁহি হাঁহি পেটৰ নাৰী যেন ডাল ডাল কৰিলে। ইমান অট্টহাঁহিৰ অন্তৰালত কি আছে তাক ভূপেনে ধৰিব পৰা নাই। তাকে লৈয়ো সিহঁতে বাহিৰত হাঁহি থাকিল।

উৰুকাৰ লগভাত বৰ সোৱাদেৰে সকলোটিয়ে হাঁহি-ধেমালি কৰি খালে। ৰাতি নৌপুৱাওঁতে সিহঁতে গা-পা ধুই ল'লে। ইতিমধ্যে ৰাতি পুৱাল। সিহঁতে মেজিত জুই দিবলৈ সাজু হ'ল। এনে সময়তে গাঁৱৰ ডেকা-বুঢ়া সকলো আহিল। হাতত একোখন শৰাই। প্ৰসাদৰ খৰাহি থৈ, লাৰু-পিঠা, মাহকৰাই আদি মেজিৰ কাষত থলে। নাম-প্ৰসঙ্গ আৰম্ভ কৰিলে। তাৰপিছত মেজিত জুই দিলে। ধানৰ নৰাৰে সজা মেজিৰ জুই বহু ওপৰলৈ উঠিল। মাজে মাজে মেজিৰ ভিতৰৰ কেঁচা বাঁহত জুইৰ তাপ লাগি হিলৈ ফুটিবলৈ ধৰিলে। সৰু ল'ৰা-ছোৱালীবোৰে আনন্দতে কিৰিলি পাৰি হাত চাপৰি বজালে। সকলোৱে আনন্দত মেজিৰ জুইত হাত সেকিলে। এনেতে লাৰু-পিঠা মাহকৰাই আদিৰ অলপ মেজিলৈ অৰ্পণ কৰি অগ্নি পূজা কৰি হৰি ধ্বনি কৰিলে।

তাৰপিছত মেজিৰ ওচৰত প্ৰসাদৰ শৰাইবোৰ থৈ সকলোৱে নাম-প্ৰসংগ আৰম্ভ কৰিলে। এনেভাবে নাম-প্ৰসংগ আৰম্ভ কৰি উঠি ভেলাপুজিৰ ছাইৰ ফোঁট একোটা কপালত লৈ আৰু আধা পোৰা বাঁহৰ চুঙা একোটাত কিছু ছাই লৈ সকলোৱে ঘৰলৈ ৰাওনা হ'ল। এই ছাইবোৰেৰে গৰুৰ গাত ফোঁট দিব। গৰুৰ শিঙত তেল ঘঁহি দি ভেলাঘৰৰ ছাই মিঠাতেলত সানি ফোঁট দিব আৰু সিদিনাৰ পৰা অৰ্থাৎ মাঘৰ প্ৰথম তাৰিখৰ পৰাই গৰুবোৰক উদং কৰি দিব। মাঘৰ বিহুৰ পৰা গৰু উদং কৰি দিয়া হয়। তেতিয়া গৰুবোৰে মুক্তভাৱে বিচৰণ কৰে। কোনো দৰখ বা এৰাল দিয়া নহয়।

ঘৰলৈ গৈ মাঘী পানী পন্তা খাই ডেকা ল'ৰাহঁতে জাল, প'ল লৈ বিল বা নদীলৈ মাছ মাৰিবলৈ যায়। ই আমাৰ অসমীয়াৰ পৰম্পৰাগত নিয়ম। তাৰপিছত দুপৰীয়া মাছৰ পৰা আহি চিৰা, দৈ, গুৰা-সান্দহ আৰু লাৰু-পিঠা খাই উঠি আবেলি খেল খেলিবলৈ যায়।

সেইদিনা ভূপেনেও ৰাতিপুৱা মেজিৰ জুই পুৱাই প্ৰসাদ লৈ ঘৰলৈ আহিল। পিতাকে প্ৰসাদ আৰু মাহকৰাই লৈ ভেলাঘৰলৈ নোযোৱাত সি পেটে-পেটে বৰ বেজাৰ পাইছে। বছৰৰ ভোগালী বিহুৰ দিনটোত ভেলাঘৰ বা মেজি সেৱা নকৰাটো অসমীয়া মানুহৰ ঘৰৰ কাৰণে বৰ বেয়া বুলি অসমীয়াই অনুভৱ কৰে।

ভূপেনেও মনে মনে ভাবি আহিছে। তাৰ আকৌ ভাব হৈছে কিজানি ঘৰত অমংগল হ'ল। সি খোৱা বাচন-বৰ্ত্তনবোৰ ঠিক কৰি থৈ আহি ঘৰ পাইছে। বাৰাণ্ডাত মাকে এখন পীৰাত বহি গালে-মুখে হাত দি দুখ কৰি আছে আৰু মায়াই উদাস দৃষ্টিৰে কবিতলিৰ ফালে চাই আছে। বাপেকে কবিতলিৰ ভিতৰৰ পৰা গালি পাৰি আছে,— "কুকুৰৰ পুতেকহঁতে মোৰ ল'ৰা-ছোৱালীৰ মূৰতে টাঙোন মাৰিলে। কবিডৰা কৰি কোনোমতে পঢ়া খৰচখিনি উলিয়াইছিলো আৰু ঘৰৰ তেল নিমখখিনিও পাইছিলো। চালা, গাহৰিৰ পোৱালিহঁতে ৰাতিৰ ভিতৰতে কবিবোৰ চুৰ কৰিতো নিলেই আনকি

বেৰবিলাকো লৈ গ'ল। এতিয়া উদণ্ডীয়া গৰুই চব সোপাকে খাই খাওঁক কৰিলে। মোৰ মূৰত কোবাই মাৰিলে।"

পিতাকৰ গালি শুনি আৰু মাক-ভনীয়েকৰ অৱস্থালৈ চাই সি ভালকৈ বুজি উঠিল যে ঘৰত বিষম কাণ্ড হ'ল! সি চোতালত থিয় হৈয়ে মাস্থাক সুধিলে—"কি হৈছে মায়া? কিয় এনেভাবে আছ? পিতাই গালি পাৰিব ধৰিছে কিয়?"

মায়াই কান্দোনমুৱা হৈ উত্তৰ দিলে,— "যোৱাৰাতি আমাৰ কবিবোৰো চুৰ কৰি নিলে আৰু বেৰবোৰো ভাঙি লৈ গৈছে। যিবিলাক বাকী আছিল সেইবোৰ উদণ্ডীয়া গৰুই আহি এইমাত্ৰ খাই উভালি নষ্ট কৰি থৈ গ'ল। আমাৰ কবি খেতি শেষ হৈ গ'ল সৰু দাদা।" তাই হুক্‌হুকাই কান্দি উঠিল। মাকৰো চকুৰে গিৰ্‌গিৰকৈ চকুপানী বৈ আহিল। ভূপেনে বাহিৰে বাহিৰে কবিতলিলৈ গৈ দেখিলে যে ডাঙৰ ডাঙৰ ধুনীয়া কবিবোৰ লৈ গৈছে। সৰুবোৰ গৰুই খাই ভাঙি উভালি নষ্ট কৰি গৈছে। সুন্দৰ ধুনীয়া কবিডৰা বিশ্ৰী হৈ পৰিছে। গৰুই খোৱা কবিবোৰ আৰু হোৱাৰ আশা নাই। বেৰবোৰ নাই— উভালি লৈ গৈছে। তাৰ ভয়ানক খং উঠিল। পিতাকে বেৰ দিবলৈ যত্ন কৰা দেখি সি খঙতে কৈ উঠিল— "বেৰ দিয়াৰ দৰ্কাৰ নাই। আমি আৰু খেতি নাখাওঁ— কাৰোবাৰ মূৰহে খাম। এইবোৰ নগেনহঁতৰ কাম। মই ইহঁতক ভাল শিক্ষা দিম।"

এনেকৈ কৈ সি খঙৰ ভমকত বাটলৈ ওলাই গ'ল। তাকে দেখি মাকে বাটলৈ ওলাই গৈ তাক বাৰণ কৰিলে। মাকে তাক পিছফালৰপৰা হকা-বধা কৰিলে। মাকে ক'লে,— "বোপা, তই কলৈকো নাযাবি; ঘৰলৈ ঘূৰি আহ। আজি বিহুৰ দিনা কাকো গালি পাৰিব নাপায়— কাৰো লগত কাজিয়া কৰিব নাপায়, তই ঘূৰি আহ, মই কাবৌ কৰিছো বোপা। দুখীয়াৰ মঙহ খাওক আহ। ঈশ্বৰ আছে — এদিন নিশ্চয় ইয়াৰ বিচাৰ কৰিব। তই উলটি আহ বোপা,— মই কাবৌ কৰিছো— তই ঘূৰি আহ। এনেয়ে আমি মৰা মানুহ, তাতে আৰু মৰিব লাগিব কিবা গণ্ডগোল হলে।" মাকে দৌৰি গৈ তাৰ হাতত ধৰিলে। সি মাকক ক'লে— "কোনে কবি নিছে মই জানো। আজি তাক এপালি দিম।"

মাকে সুধিলে— "কোনে নিছে জান?'

সি ক'লে— "জানো"

"কোনে?"

"মহৰিৰ পুতেক নগেন আৰু দোকানীৰ পুতেক প্ৰফুল্লই।"

"কেনেকৈ জানিলি?"

"যোৱাৰাতি ভেলাঘৰৰ লগভাত খাওঁতে তৰকাৰি কম হ'ব বুলি কোৱাত সিহঁতে আমাৰ কবিতলিৰ কবি লৈ গৈছে।"

"তয়োতো সেই লগভাতত কবি খাইছ?"

"খাইছো। তাতে কি হ'ল?"

"তই যেতিয়া নিজেও খাইছ, তেনেস্থলত তয়ো দোষী। ৰাইজৰ বিচাৰত

তয়ো দোষী হবি। তাতে মহৰিৰ পুতেক ধনী মানুহ, দোকানী মহাজনকতো জানই। তেওঁলোক গাঁৱৰ ডাঙৰ মানুহ। কথা বিষম হ'ব। তই মনে মনে গুচি আহ বোপা। কাজিয়া নকৰিবি।" মাকে ভূপেনৰ হাতত ধৰি টানি লৈ আহে। চোতালত থিয় হৈ সি কিবা এটা ভাবি ঘৰৰ ভিতৰ সোমায়। মাকে সান্ত্বনা দিয়ে— "কি কৰিবি বাচা, এইবোৰ ঈশ্বৰৰে ইচ্ছা। আমাৰ ভাগ্যত আৰু সেইডৰা মাটি নাই। লোকৰ মাটিত খেতি কৰিছিলো বাবে ঈশ্বৰে আমাক বাধা কৰিছে। আমি বেলেগ কথা ভাবিব লাগিব এতিয়া। তই খং নকৰিবি। ভাগ্যত যি আছে সেয়ে হব।"

মায়াই ৰিহাৰ আচলেৰে চকু দুটা মচি লৈ ক'লে— "খং কৰি লাভ নাই সৰু দাদা, ঈশ্বৰে আমাক কিবা নতুন পথ দিব। তুমি পইতাভাতকেইটা খাই মাছলৈ যোৱা। গাঁৱৰ সকলো ল'ৰাই মাছলৈ ওলাইছে।"

ভূপেনে কৈ উঠিল— "তহঁত দুটাই কেৱল ঈশ্বৰৰ ওপৰতে সকলোবোৰ এৰি দি সান্ত্বনা লভিলেও মই ক্ষান্ত নহওঁ। অন্যায়ৰ প্ৰতিবাদ নকৰাটোও অন্যায়ে। ঈশ্বৰে আমাক নিষ্ক্ৰিয় হৈ সকলোবোৰ তেওঁৰ মূৰতে জাপিবলৈ কোৱা নাই। ইয়াত মোৰ বিশ্বাস নাই। মানুহে নিজেহে নিজৰ ভাগ্য ৰচনা কৰে। অন্যায়ৰ প্ৰতিবাদ নকৰি বহি থাকিলে অন্যায়কাৰীয়ে অন্যায় কৰিয়ে থাকিব। মই ইয়াৰ প্ৰতিবাদ কৰিমেই।"

"যি কৰা পিছত কৰিবা, এতিয়া মাছলৈ যোৱা।" মায়াই কয়।

"মই মাছলৈ নাযাওঁ।" কাপোৰ সলাই সি দৃঢ়তাৰে ক'লে।

"মাছলৈ নাযাব নাই, তথাপি তই যুঁজ কৰিবলৈ নাযাবি বোপা, আজি এই বিহুৰ দিনা। বিহুৰ পিছত যি ক'ৰ কৰিবি।" মাকে কয় সান্ত্বনাৰ সুৰত।

এনেতে পিতাক ঘৰলৈ আহিল। তেওঁ সকলো জানিলে। লগভাত খোৱাত পুতেকো আছিল বাবে মনৰ খং মনতে মাৰি তেওঁ মায়াক ক'লে— "মায়া, যাচোন মোক দাখন দে মই বেৰখন ভাল কৰি দিওঁ, যিখিনি নিলে বাৰু নিছে, বাকী থকাখিনি কিজানি কিছু হয়েই। গতিকে বেৰখন মেৰামতি কৰি দিবই লাগিব। আজি ভোগালী বিহুৰ দিনাই মোক দুৰ্ভোগ ভোগালে।"

"কপালত ভোগ নাথাকিলে কোনে কৰিব পাৰে। সকলো ভাগ্যৰ ফেৰ।" মাকে মাত দি উঠে। মাকৰ কথা শুনি ভূপেনে কৈ উঠে— "তহঁতে কেৱল ঈশ্বৰ আৰু ভাগ্যকে ধিয়াই থাক। মই এনেবোৰ কথা বিশ্বাস নকৰো। ঈশ্বৰ, ভাগ্য আদি দুখীয়াৰ সান্ত্বনাৰহে বস্তু।"

পুতেকৰ কথা শুনি বাপেকে ক'লে,— "ঈশ্বৰ, ভাগ্য আদিক বিশ্বাস নকৰিলে নচলে বোপা। ঈশ্বৰৰ ইচ্ছাতে আমি গৰীব হৈছো, তেওঁৰ দয়া হলে এদিন আমাৰ নিবাৰণ হ'ব। খং নকৰিবি।"

মাক-বাপেক, ভনীয়েকৰ ঈশ্বৰ বিশ্বাস দেখি ভূপেনে বৰ বিৰক্ত হ'ল। সি কৈ উঠিল— "ঈশ্বৰ মানুহৰ দুখবোৰ মচি থোৱা পাণদোকানৰ চুণ মচা খুঁটা নহয়। নিজৰ ওপৰত বিশ্বাস নাথাকিলে আৰু নিজৰ শক্তি, বুদ্ধি নখটুৱালে জীৱনত একো

কাম নহ'ব। ঈশ্বৰে আমাক বহি থাকিবলৈ কোৱা নাই।"

"নিজেটো কৰিবই লাগিব, কিন্তু সকলো কাম নিজে কৰিব নোৱাৰি। অকস্মাতে একোটা অঘটন ঘটে, সেই অঘটনবোৰত ধৈৰ্য্য ধৰিব পাৰিলেহে জীৱনত উন্নতি হয়। তই অধৈৰ্য্য নহবি। ধৈৰ্য্য ধৰি ভাবি-চিন্তি কাম কৰিবি। তল-ওপৰ নেচাই কাম কৰিলে লাভতকৈ ক্ষতি অধিক হয়। যা, এতিয়া মাঘী পন্তাভাতকেইটা খাই মাছলৈ যা।' মাকে অনুৰোধৰ সুৰত ক'লে। ভূপেন মৌন হৈ ৰয়। মায়াই ভাতৰ কাঁহীখন আৰু পানী এঘটি আনি মজিয়াত থয় আৰু পীৰা এখন পাৰি দিয়ে। মাকে কয়— "খা বাচা, খং নকৰি ভাতকেইটা খাই মাছলৈ যাগৈ।" মাঘী পানীপন্তা খালে বাঘৰ দৰে বল হোৱা বুলি অসমীয়া মানুহে কয়। ই এটা পৰম্পৰা।

ভূপেনে নীৰৱ হৈ কিছুসময় থিয় হৈ থাকি বাহিৰলৈ ওলাই আহিল। সি দেখিলে সিহঁতৰ নঙলাৰ আগেৰে ল'ৰাবিলাকে জাল, প'ল আদি লৈ ওচৰৰ বিললৈ মাছ মাৰিবলৈ যাব ধৰিছে। সি চোতালত থিয় হৈ থাকোতে প'ল কান্ধত লৈ অহা নগেন, প্ৰফুল্ল, বলেন, গিৰীণ, উপেনকে আদি কৰি গাঁৱৰ এদল ল'ৰাই আহি তাক মাতিব ধৰিছে— "ভূপেন, ঐ ভূপেন ওলা, মাছলৈ ওলা। আমি আটায়ে আহিছো। গাঁৱৰ সকলো গলেই, আমিহে পিছ পৰিছো।"

সিহঁতে ভূপেনহঁতৰ নঙলামুখত থিয় হৈ চিঞৰি চিঞৰি মাতিব ধৰিলে। ভূপেনে চোতালত থিয় হৈ থকা দেখি উপেনে চোতাললৈ সোমাই আহি মাতিলে,— "ভূপেনদা, মাছলৈ নোযোৱা? আমি সকলোবিলাক ওলাই আহিছো। ওলোৱা।" উপেন, ভূপেনতকৈ কলেজৰ এক শ্ৰেণী তলত পঢ়ে।

"মই মাছলৈ নাযাওঁ উপেন, তহঁত যাগৈ।"

"কিয় নোযোৱা?"

"মই আৰু তহঁতৰ লগ নালাগো। চাচোন, ৰাতি আমাৰ কবিতলিখন কি কৰিছে।" সি কবিতলিলৈ আঙুলিয়াই দেখুৱায়। উপেনে কবিতলিৰ অৱস্থা দেখি আচৰিত হৈ যায়। সি কৈ উঠে—

"কোনে এনে কাণ্ড কৰিলে?"

"তহঁতে"

"আমি?"

"হয়, তহঁতে। ৰাতি নগেনহঁতে আমাৰ কবিবোৰতো নিছিলেই লগতে বেৰবোৰো নিছিল। ৰাতিপুৱা উদণ্ডীয়া গৰুই কবিবোৰ খাই খান্তাং কৰিছে।"

"ওহ্! কি আচৰিত। সিহঁতে বাৰু কবি নিছে, কিন্তু বেৰখন নিলে কিয়! কি অসভ্য দুষ্কৃতিকাৰী ইহঁত। আমি তাৰ বিচাৰ কৰিম। তুমি এতিয়া মাছলৈ বলা।

"মই নাযাওঁ, মোৰ মন ভাল নাই।"

এনেতে নগেন, প্ৰফুল্ল আৰু গিৰীণ সোমাই আহিল আৰু মাত লগালে— 'ভূপেন, মাছলৈ নাযাা? থিয় হৈ আছ যে?'

"থিয় হৈ নাথাকি কি কৰিব? এবাৰ কবিতলিৰ ফালে চাচোন কি কৰিছ।" উপেনে মাত লগালে। নগেনহঁতে পাতল হাঁহি এটা মাৰি কৈ উঠিল— "ভোগালী বিহুত লগভাত খোৱাৰ বাবে এইবোৰ হৈয়েই।"

"এঘৰ দুখীয়া মানুহৰ অৱস্থা এনেহ'লে, তেওঁলোক জীয়াই থাকিব কেনেকৈ?"

"এহ্ এহ্ দৰদী বন্ধু! পিছে তুমিয়োতো সেই কবি খাইছা, তুমি জানো দোষী নহয়? পাপৰ বস্তু লোৱা আৰু খোৱাজনো পাপী।"

"এৰা আমি সকলো পাপী। অকল এজনহে?" প্ৰফুল্লই কৈ উঠে।

"তই ধনী দোকানী মহাজনৰ ল'ৰা, তইতো এই কথাক একো কথা বুলি নাভাব। দুখীয়া মানুয়েহে বুজে তেওঁলোকৰ কি অৱস্থা।" উপেনে কয়।

"তেনে মৰমিয়াল হলে লগভাত খাবই নালাগিছিল।" বলেনে কৈ উঠে।

"ই তহঁতৰ অন্যায়।" উপেনে কয়।

"কিবা ক'লে গৃহস্থই ক'ব, তোক ওকালতি কৰিবলৈ কোনে মাতিছে।" নগেনে খং কৰি উপেনক কৈ উঠিল।

"দুখতো কৰিবই ভাই, লোকৰ বেজবেজাই গৈছে। কিয় ওকালতি কৰিছে জানিছনে?"

"জানিছো। দিনে দিনে অহা ঘৰখনৰ দুখ দেখিব নোৱাৰে নহয়। কিয় আহে জানিছই নহয়।" গিৰীণে কৈ উঠিল।

একাষাৰ বাক্যত যি শ্লেষ নিহিত আছিল তাক সকলো কেইজনে বুজি পালে। তাৰ এনে বক্ৰোক্তিপূৰ্ণ কথাত সকলোটিয়ে হাঁহি দিলে। তাৰ ওপৰত এনে দুষ্ট ইংগিত থকা কথা শুনি উপেনৰ বৰ খং উঠিল। সি চকু ৰঙা কৰি ক'লে,—'চুপ! তেনে কথা ক'লে মই একচৰত দাঁত ভাঙি দিম।'

তাৰ খং দেখি নগেনে ক'লে,— 'গুপুত কথা সদৰী কৰিলে কেনে খং উঠে তাৰ প্ৰমাণ এয়ে। আজিহে আচল কথা ওলাই পৰিল।'

নগেনৰ কথা শুনি উপেনে ৰ'ব নোৱাৰিলে। সি তৎক্ষণাত নগেনলৈ খেদা মাৰি গ'ল। তাকে দেখি ভূপেনে তাৰ হাতখনত ধৰি টানি আনিলে।

'আমাৰ চোতালত কাজিয়া নকৰিবা।' কাণ্ড দেখি ভূপেনৰ মাকে আহি বৰ অনুৰোধ কৰি ক'ব ধৰিলে,— 'বোপা উপেন, আমাৰ চোতালত আহি কাজিয়া নকৰিবা। আমি কাকো একো কোৱা নাই। তুমিও খং নকৰিবা বোপা নগেন, তোমালোক সকলোটি ল'ৰাই মোৰ নিজৰ ল'ৰাৰ দৰে। লগভাত খোৱাৰ বাবে কাজিয়া হ'ব নালাগে। হৰিষত বিষাদ হ'ব নাপায়। তোমালোক সকলোটি লগ সমনীয়া বন্ধু। গতিকে কাজিয়া নকৰিবা বোপা। মোৰ মুখলৈ চাই ক্ষমা কৰা বোপা। এতিয়া মাছলৈ যোৱাগৈ, বাইজৰ মানুহ বিলত নামিলেই।' তেওঁৰ মৰমসনা কথাত অলপ শান্ত হৈ নগেনে ক'লে— 'চাওকচোন খুড়ী, সি কেনেকৈ খেদা মাৰি আহিছে। আজি তাক চাবৰ ল'ৰা বাবেহে মই একো

নামাতিলো। কলিতা চাৰৰ ল'ৰা নোহোৱা হ'লে আজি তাক মই ভাল শিক্ষা দিলো হয়।'

'যোৱা বোপা, মাছলৈ যোৱা। কাজিয়া নকৰিবা। তোমালোক আটায়ে সমনীয়া ল'ৰা, কিবা দোষ হলেও ক্ষমা কৰিব লাগে।' পাৰ্ব্বতীয়ে কয়।

উপেনে খং কৰি গুচি গ'ল। সি মাছলৈ নগৈ ঘৰলৈ গ'ল। কোনেও তাক নামাতিলে। আজি ভোগালী বিহুৰ দিনাই কিবা যেন অঘটন হৈ গ'ল। ভোগালীৰ ভোগ দুৰ্ভোগত পৰিণত হ'ল।

এই ঘটনাই গাওঁখনত কি ৰূপ লয় জনা নাযায়। উপেনে উগ্ৰমূৰ্ত্তি ধৰি ঘূৰি যোৱাত সকলোৰে মনত এটা বিপদৰ সংকেট অনুমান হ'ল।

সকলোটিয়ে মাছলৈ গ'ল। উপেন গ'ল ঘৰলৈ, ভূপেন গ'ল বজাৰলৈ।



## (ছয়)

মানুহৰ জীৱনত যেতিয়া প্ৰথম যৌৱনৰ উন্মেষ হয় তেতিয়া মনত হিলদল ভঙা আবেগ উত্তেজনাই এনেকৈ উদ্‌বাউল কৰি তোলে যে ন্যায়-অন্যায়, উচিত অনুচিতৰ প্ৰশ্ন যেন তেতিয়া মনলৈ নাহে আৰু তাৰ কাৰণেই আবেগ উত্তেজনাৰ বশৱৰ্ত্তী হৈ কিছুমান অযুগুত কাম কৰিবলৈ পৰাঙ্মুখ নহয়। বিবেচনা বোলা কথা যেন তেতিয়া মনলৈ নাহে। তৰুণৰ তাৰুণ্যই মনৰ চঞ্চলতা বঢ়োৱাৰ পিছত যৌৱনত ভৰি দিয়াৰ লগে লগে কিবা যেন পোৱা নোপোৱাৰ ভাৱে আহি জুমুৰি দি ধৰে আৰু আবেগ চঞ্চল হৈ জগতৰ সৌন্দৰ্য্যময় বস্তুবোৰ দেখি চিত্ত চাঞ্চল্য ঘটে। যোল্ল বছৰ বয়সৰ পৰা বিশ বছৰ বয়সলৈ এই সময়খিনিত সকলো ডেকা-গাভৰুৱে চঞ্চল হৈ পৰে। প্ৰকৃতিৰ নিয়ম অনুসৰিয়ে যেন তেনে অৱস্থা প্ৰাপ্ত হয়। প্ৰাণত সৌন্দৰ্য্য স্পৃহা জন্মে, সৌন্দৰ্য্যময় বস্তুবোৰ পাবলৈ হেঁপাহ জন্মে আৰু এটা অনুসন্ধিৎসু মন তৈয়াৰ হৈ উঠে। বিশাল বিশ্বৰ গছ, মাটি, পশু, পক্ষী, নৈ, বিল, জান, জুৰিত দেখে এক মাদকতা; পোহৰ আৰু আন্ধাৰেও প্ৰতিক্ৰিয়া কৰে আৰু শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবোৰ সুঠাম আৰু স্পৰ্শকাতৰ হৈ পৰে। শৰীৰৰ চালৰ ৰং বদলি যায় আৰু ছালত স্পৰ্শ কৰিলেই সুখানুভূতি জাগে। এই অনুভূতি ইন্দ্ৰিয়গ্ৰাহ্য। কাম ৰিপুৰ প্ৰথম উন্মাদনা পৰিলক্ষিত হয়। বিপৰীত লিঙ্গৰ প্ৰতি প্ৰবল ভাৱে আকৰ্ষিত হয়। মনত লজ্জাবোধ থকা বাবে আৰু সামাজিক বাধা নিষেধ থকা বাবে যদিও স্পৰ্শ সুখ শাৰীৰিক ভাৱে লব নোৱাৰে তথাপি মননশীলতাৰে ৰোমন্থন কৰি স্পৰ্শানুভূতি অনুভৱ কৰে। ইয়ে শেষত স্বপ্নলোকত ক্ৰিয়া কৰে। মন বৰ ভাবুক হৈ উঠে আৰু কল্পনা অতি প্ৰখৰ হয়। এই বয়সতে অন্তৰত কবিতাৰ লহৰ উঠে! সেইবাবে এই বয়সটোতে ডেকা-গাভৰুৱে কবিতা লিখিবলৈ আৰম্ভ কৰে। ই যেন মানৱ জীৱনৰ কবিতাৰ বয়স।

এই বয়সতে অশৰীৰী প্ৰেয়সীয়ে মনৰ মাজত ভুমুকি মাৰে। চঞ্চলমনা গাভৰুৱে পৰম প্ৰিয়জনৰ সঙ্গ কামনা কৰে। এই প্ৰকৃতি জীৱকুলৰ নৈসৰ্গিক চেতনা আৰু আদিৰিপু কামৰ খেলা। এই খেলাত কোনো নিচেষ্ট হৈ থাকিব নোৱাৰে।

উপেন, নগেন, বলেন, গিৰীণ প্ৰফুল্ল, ভুপেন আৰু মায়াইতো এই জীৱন খেলাৰ পৰা বিৰতহৈ থাকিব নোৱাৰে। সেয়েহে উপেন আৰু মায়াৰ মনৰ মাজত কিহবাৰ দুৰ্ব্বাৰ আকৰ্ষণ চলি আহিছে। আনপিনে বন্ধুবৰ্গৰ মনত এটা ঈৰ্ষাৰ ভাব সৃষ্টি হৈছে। এই ঈৰ্ষাৰ কাৰণেই সময় আৰু সুযোগ পালে তেওঁলোকে ইহঁতক ঠাট্টা মস্কৰা কৰে। এই ঠাট্টা মস্কৰাই শেষত জেদত পৰিণত হৈ হিংসাৰ উদ্ৰেক কৰে। কৈশোৰ অতিক্ৰমি যৌৱনত ভৰি দিয়া নগেন, বলেন, গিৰীণহঁতেও আজি সেই অৱস্থা প্ৰাপ্ত হৈছে। উপেন আৰু মায়াৰ মনোমিলনে তেওঁলোকক বাৰুকৈয়ে উত্তেজিত কৰিছে। যৌৱনত মিলনৰ

পাত্ৰ-পাত্ৰী লাভ কৰা সৌভাগ্যৰ কথা। যিয়ে জীৱনত কাৰো ভাল পোৱা লাভ কৰিব পৰা নাই তেওঁ কাকো ভাল পাবও নোৱাৰে আৰু ক্ৰমে-ক্ৰমে সেইলোক নৰবিদ্বেষী হৈ উঠে। তেওঁলোক কঠোৰ হয় আৰু আনৰ সুখ দেখিব নোৱাৰা হয়। জীৱনত সেইজনেই হতভাগ্য যিয়ে কাৰো অন্তৰ জয় কৰিব পৰা নাই, যিয়ে বিপৰীত লিঙ্গৰ আকৰ্ষণৰ যোগ্য হোৱাও নাই। এই হতভাগ্য নৰবিদ্বেষী সকলেই জগতত শেষৰ জীৱনত বহুত দুষ্কাৰ্য্য কৰা দেখা যায়।

আজি নগেনহঁতৰো তেনে ঈৰ্ষাকাতৰ এটা অৱস্থা আহি পৰিছে। সেইবাবে উপেনৰ ওপৰত প্ৰতিশোধৰ মনোবৃত্তি তীক্ষ্ণ হৈ উঠিছে।

সিদিনা বিহুৰ দিনা তেনে এটা কাণ্ড ঘটি যোৱাৰ পিছত সিহঁতে উপেন আৰু মায়াৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে বদ্ধপৰিকৰ হৈ পৰিল। কলেজলৈ গৈ গোটেই কেইজনে আলোচনা কৰিলে যে তেওঁলোকে দুয়োকো জোকাব আৰু তাৰ প্ৰতিবাদ কৰিলে দুয়োকো অপমান কৰি পোঁতক তুলিব।

কলেজলৈ দুমাইলমানৰ বাট হব। আগতে প্ৰফুল্লৰ চাইকেলৰ পিছত বহি ভূপেন আৰু নগেনৰ চাইকেলৰ পিছত বহি উপেনে কলেজলৈ গৈছিল। সিদিনাৰ পৰা এওঁলোকৰ মাতবোল নোহোৱা হৈছে আৰু লগত নিয়াও বন্ধ হৈছে। সেই দেখি ভূপেন আৰু মায়াই খোজ কাঢ়িয়ে কলেজলৈ যায়। উপেনেও খোজ কাঢি যায়। উপেন এজন প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ ল'ৰা। অৱস্থা বেয়া। গতিকে চাইকেল কিনিব নোৱাৰে। ভূপেনৰ কথাতো কবই নালাগে। এজন উপান্ত খেতিয়কে ঘৰখনৰ পোহপালকে দিব নোৱাৰে, যান-বাহন কেনেকৈ দিব? গতিকে পদব্ৰজেই এওঁলোক কলেজলৈ যায়।

সিদিনা কলেজ ছুটীৰ পিছত গোটেই ছাত্ৰ-ছাত্ৰী কলেজৰ বাহিৰ হৈ কলেজৰ সন্মুখৰ পথাৰখনত ওলাইছে, ছাত্ৰ-ছাত্ৰীৰ মাজেৰে উপেন আগে আগে গৈছে আৰু মায়া কিছু পিছত গৈ আছে। তাকে দেখি নগেনৰ দলটোৱে ইহঁতক আঙুলিয়াই দি ঠাট্টা কৰি সিহঁতক শুনাকৈ ক'লে— "ঐ বলেন! ৰোমিও জুলিয়েট দেখিছ?" বলেন, প্ৰফুল্ল, গিৰীশহঁতে খিল্‌খিল্‌কৈ হাঁহি দিলে। তাৰপিছত বলেনে ক'লে— "তই ভাই, ইংলণ্ড, ইউৰোপ আদি ইমান দূৰলৈ যাবই নালাগে; আমাৰ ভাৰতত আছে দেখো দুষ্মন্ত-শকুন্তলা?" এইবাৰ গিৰ্জ্জনি মাৰি হাঁহিলে সকলোটিয়ে। আন আন ছাত্ৰ-ছাত্ৰীসকলেও সিহঁতৰ ফালে চাই হাঁহিলে। অৱশ্যে তেওঁলোকে বুজি নাপালে কাক এনেকৈ ঠাট্টা কৰিছে। তেওঁলোকে কেৱল এওঁলোকৰ ফালেহে চাই থাকিল। এনেতে প্ৰফুল্লই মাত লগালে— "তয়ো বহুত যুগ পিচুৱাই গলি। আহ, কেইটামান প্ৰজন্ম আগবাঢ়ি আহি অৰ্জুন-সুভদ্ৰা বুলি কোৱাহে যুগুত। কাৰণ শ্ৰীকৃষ্ণ বলোৰামৰ ভনীয়েক সুভদ্ৰা আৰু অৰ্জুনৰ লগতহে ইহঁতৰ ৰিজনি হব।"

আকৌ হাঁহিৰ ৰোল। এইবাৰ উপেনে এবাৰ মূৰ তুলি ইহঁতৰ ফালে চালে। মায়াই তলমূৰা হৈ বেগাই খোজ ল'লে। এনেতে গিৰীশে ক'লে—"তয়ো দেখো ভাৰতলৈ গলি? অসমলৈ নাহ কিয়। ঊষা-অনিৰুদ্ধ।"

এইবাৰ আন ল'ৰা-ছোৱালীবিলাকেও হাঁহিলে। তেওঁলোকে বুজিলে যে আজি কলেজৰ কোনোবা এহালক মাৰিলে পিষ্টল। বেচেৰাহঁতে নিশ্চয় ঘাইল হ'ল। আনে কিবা বুজিব বুলি ভাবি একো নুশুনা বা একো মন নকৰা যেন দেখুৱাই মায়া আগবাঢ়ি গ'ল। উপেনেও এটা কটাক্ষপাত কৰি বেগাই খোজ ল'লে।

এনেবোৰ বাক্যবানেও উত্তেজিত কৰিব নোৱাৰা দেখি তেওঁলোকে পিছে পিছে খোজ ল'লে। চাইকেলবিলাক ঠেলিয়াই লৈ গৈ থাকিল। বাটত আহোঁতে প্ৰফুল্লই উপেনৰ কাষেৰে আহি চাইকেলেৰে খুন্দা মাৰিলে। উপেন আলিৰ দাঁতিত বাগৰি পৰিব ধৰিছিল। কোনোৰকমে ৰক্ষা পৰিল। চকু ৰঙা কৰি গালি পাৰি উঠিল— "ষ্টুপিড! দেখা নাপাৱ নেকি? চাইকেলেৰে খুন্দিয়াই মাৰিব খুজিছ নেকি?"

চাইকেলখন এহাতেৰে ধৰি আনহাতেৰে আঙুলি জোকাৰি প্ৰফুল্লই কৈ উঠিল— "ননচেঞ্চ। ৰাস্তাৰে চলা ফিৰা কৰিবও নাজানা নেকি? যান-বাহন আহিলে যে ৰাস্তাৰ দাঁতিৰে যাব লাগে তাকো নাজানা নেকি? চিভিক চেঞ্চ নাই।"

"মইতো চিভিক চেঞ্চ থকা বাবে আইন মতেই ৰাস্তাৰ বাওঁফালে খোজ কাঢ়ি আহিছো, তই কিয় মোক খুন্দিয়ালি?"

এনেতে নগেনে মাত লগালে— "এৰাতো, সি ৰাস্তাৰ বাওঁফালেৰে গৈছে আৰু তই তাৰ প্ৰেয়সীৰ আগতে তাক খুন্দিয়াই দিছ।

ভাৰতীয় দণ্ডবিধিৰ ১৪৩ ধাৰামতে তই এনেয়ে দণ্ডনীয়; তাতে তাৰ প্ৰেয়সীৰ সমুখতে। অসহ্য অপমান! কি কোৱাহে গিৰীণ?" এনেকৈ কৈ সি হাঁহে। তাকে দেখি গিৰীণে ক'লে— "এৰা! এনে অপমান অসহ্য। আমি হ'লে গলত চিপজৰি লগাই আত্মহত্যা কৰিলোহেঁতেন।" সিও হাঁহে। সিহঁতৰ উপহাস শুনি উপেনৰ ভয়ানক খং উঠিল। সি খং কৰি কৈ উঠিল— "কুকুৰৰ পোৱালিহঁত! কিয় মোক ঠাট্টা কৰিবি?"

"তোক ঠাট্টা নকৰি পূজা কৰিব লাগে বেটা পদুলি গুণ্ডা।" চকু ৰঙা কৰি নগেনে কয়।

"তই কিয় আমাক কুকুৰৰ পোৱালি বুলিবি গুণ্ডা!" এই বুলি কৈয়ে প্ৰফুল্লই উপেনক এটা চৰ মাৰি দিলে। উপেনে তাক খেদি যোৱাত সিহঁত আটাইকেইটাই উপেনক বগৰাই ধৰি চৰ, কিল, ভুকু সোধাব ধৰিলে। এই দৃশ্য দেখি মায়াই পিছলৈ আহি ভূপেনক খবৰ দিলে। ভূপেনে ল'ৰা কিছুমানৰ লগত খেল সম্পৰ্কে কিবা আলোচনা কৰি কলেজৰ বাৰাণ্ডাতে থিয় হৈ আছিল। কথা শুনি ভূপেন ল'ৰা দুজন লৈ ঘটনাস্থলীলৈ দৌৰি আহিল। দেখিলে যে নগেনহঁতে উপেনক বগৰাই লৈ খুউব মাৰিব ধৰিছে। ভূপেন বলবান ল'ৰা। একেজাপে গৈ নগেনৰ ওপৰত পৰিল। আৰু এটা ভুকু মাৰি তাক বগৰাই দি চাইকেলখন প্ৰফুল্ল আৰু গিৰীণৰ মূৰত মাৰি দিলে। গিৰীণ আৰু প্ৰফুল্লই বিষম আঘাত পালে। এনেতে বলেনক চুলিত ধৰি কেইটামান চৰ মাৰি এটা ঠেলা মাৰি নৰ্দমাত পেলাই দিলে। তাৰ উগ্ৰমূৰ্ত্তি দেখি লগৰ ল'ৰাদুজনে তাক ধৰি ৰাখিলে। এনেতে কলেজৰ কেইজনমান ল'ৰা দৌৰি আহি কাজিয়াখন ভাঙি

দিলে। মায়াই কেইজনীমান ছোৱালীৰ লগত খোজ কাঢ়ি ঘৰলৈ আহিল।

উপেনক থিয কৰাই গাৰ ধূলিবোৰ জোকাৰি দি ভূপেনে তাক প্ৰকৃতিস্থ কৰিলে। ইফালে কলেজৰ ল'ৰাবিলাকে নগেন, বলেন, প্ৰফুল্ল, গিৰীণহঁতক আঁতৰাই আনিলে। নগেনে হাতত বৰ দুখ পাইছে। বলেন আৰু প্ৰফুল্লই মূৰত আঘাত পাইছে আৰু গিৰীণৰ ভৰি এখন ভাগিছে। ল'ৰাবিলাকে ধৰাধৰি কৰি ইহঁতক ডাক্তৰখানালৈ লৈ গ'ল। ভূপেনে উপেনক গাত ধৰি খোজ কঢ়াই আনিলে।

ক্ষন্তেকতে এখন কুৰুক্ষেত্ৰ হৈ গ'ল। ক্ষন্তেকৰ ভোজ খাওঁতা নাই। এই ক্ষন্তেক সময়তে ঘটা দুৰ্ঘটনাই যে কিমান দিনলৈ ক্ৰিয়া প্ৰতিক্ৰিয়া কৰে তাৰ কোনো ঠিক নাই। একোটা সংঘৰ্ষই তাৰ জেৰ বহুদিনলৈ টানে। নাজানো এই সংঘৰ্ষৰ পিছত কি হয়। সৰুই পানী পেলায়, কিন্তু ডাঙৰে পিছলি পৰে। ক'ব পৰা নাই এই কাজিয়া কিমান দূৰলৈ শিপায়। ডাঙৰ সকলো পিছলি নপৰিলেই ৰক্ষা।



# (সাত)

গোসাঁইঘৰত ভকতনি সকলৰ নাম। গাঁৱৰ প্ৰায় বুঢ়ী আৰু আদবয়সীয়া তিৰোতাসকলে নিকা কাপোৰ-কানি পিন্ধি আহি গোসাঁই ঘৰৰ ভিতৰত বহিছে। কেইগৰাকীমানে তামোলৰ হাঁচতি উলিয়াই তামোল খাইছে আৰু আনকো যাচিছে। মণ্ডলৰ ঘৈণীয়েক সৰস্বতীয়ে হাঁচতি মেলি তামোলখন যাচিছে পুলিচৰ ঘৈণীয়েক ভবানীলৈ—"হে ভবানী বাই! ধৰচোন, তোৰ তামোল.......।" ভবানীয়ে তামোলখন হাত পাতি লয়। এনেতে মেম্বৰৰ ঘৈণীয়েক উৰ্বশীয়ে হাত পাতে—"আমাৰ ফালেও বিয়নী।" সৰস্বতীক উৰ্বশীয়ে বিয়নী বুলি ধেমালিতে মাতে। হাঁহি মাৰি সৰস্বতীয়ে কয় "তোমাক নিদিয়াকৈ মই খামনে বিয়নী। ধৰা লোৱা।" এই বুলি কৈ তেওঁকো এখন যাচে। ভবানীয়ে ঠাট্টা কৰে, "দুয়ো বিয়নীয়েকে তামোল খাই বিয়নী মেল কৰক আৰু আমি দুয়ো মহাভাৰত শুনি থাকো। বোলো ল'ৰা ডাঙৰ নৌহওঁতেই বিয়নী বান্ধিলে কি হ'ব? আজিকালিৰ যিহে ল'ৰা-ছোৱালী! মাক-বাপেকে ঠিক কৰা বিয়াত জানো বহিব? আমাৰ দিন গ'ল। আই-বোপায়ে য'তে ঠিক কৰিছে তাতে আমি বিয়া সোমাইছো; কিন্তু আজিকালিৰ ছোৱালীয়ে নিজেহে দৰা ঠিক কৰে। যাৰ লগত পিৰীতি কৰে তাকেহে বিয়াও কৰে। আমাৰ দিনত আছিল আগে বিয়া পাছত পিৰীতি, আজিকালি আগতে পিৰীতি পিছতহে বিয়া। কি দিন পৰিল মোৰ আই।"

"নহয়নো কি? সেই নেদেখিছনে ৰামমোহনৰ বোৱাৰীয়েকক; তাই হেনো আগতে এটা বগুহ খেদাইছে; পিছতহে বিয়া খেদাইছে। আই চিকৌ, চিকৌ! কি দিন পৰিল।" গেন্ধেলীয়ে তামোল পাগুলি পাগুলি কয়।

"তয়ো বৰ ভাল কথা কলি ফেদেলীৰ মাক। তাহাঁতৰ কাণ্ড কাৰখানা দেখিলে গা পিত্‌পিতাই যায়। বেটীহঁতৰ লাজ চৰম একো নাই।" সৰস্বতীয়ে কয়। এনেতে দোকানীৰ ঘৈণীয়েক লখিমীয়ে কৈ উঠে— "এতিয়া দেখো বোৱাৰীয়েকৰ উৎপাতত শাহুৱেক ৰ'বকে নোৱাৰা হৈছে। দিনে দন্দ হাই-কাজিয়া ঘৰখনত নুগুছেই। সেইকাৰণে আজিকালি ৰামেশ্বৰৰ মাকে গোসাঁই ঘৰৰ নামলৈও আহিব নোৱাৰা হৈছে। হৰি! হৰি। কালো কাল বিপৰীত কাল, হঁৰিণাই চেলেকে বাঘৰ গাল। আমাৰ দিনত শাহুৰ অত্যাচাৰত আমি ৰ'ব নোৱাৰা হৈছিলো। এতিয়া বোৱাৰীৰ অত্যাচাৰত শাহু ৰ'ব নোৱাৰা হৈছে। শাহু আৰু দেৱৰে আমাক কিমান মাৰধৰ কৰিছিল। আজিও গাৰ বিষ উঠে মাজে মাজে। আগতে মাৰিধৰি বোৱাৰী বাইছিল, আজিকালি ওলোটাই গালি-শপনি পাৰি শাহুৱেককহে বায়।" ভবানীয়ে কয়, "দিন-কাল বদলিল। ঘোৰ কলি কাল। এই কালত শাহু-শহুৰ নমনা হ'ল। আমাৰ বোৱাৰীৰ কথাকে নোচোৱা কিয়! তাইৰ লচ্‌পচ্ দেখিলে চুপাৰ মানুহৰে মূৰৰ বিষ উঠে। মই ভাত ৰান্ধি বাঢ়ি, ভাত সাজি দি মাতিব

লাগে আৰু তেতিয়াহে বেঁটী মহাৰাণীয়ে তাইৰ শেতেলিৰ পৰা উঠি আহি ভাত খায়। গধূলি হোৱাৰ লগে লগে বেঁটীয়ে কানি-কাপোৰ চিজিল কৰি থোৱাৰ চুতা কৰি নিজৰ কোঠাত সোমাই ইবিধ কৰিব, সিবিধ কৰিব। পাকঘৰলৈ নাযায়। বেঁটীৰ মূৰৰ বিষ উঠা বুলি কৈ শেতেলিত পৰিব।"

"আমাৰ জনীৰ কথা আকৌ কি কবা। দিনৰ দিনটো আইনাখনৰ কাষতে যেন তাইৰ কাম। কেইবিধ পিন্ধিব, কেইবিধ সলাব তাৰ হিচাব নাই— যেন যাত্ৰাপাৰ্টিৰ ৰাণীহে। বেঁটী নিলাজীৰ লাজো নাই; ভাইশহুৰেকৰ আগত মূৰত ওৰণি নলয়। মুখ চাই কথা কয়। মোকটো মানুহ বুলিয়ে জ্ঞান নকৰে।" লখিমীয়ে কয়। এনেতে গেন্ধেলীয়ে কয় "তোমাৰ ল'ৰা ভাল হ'লে তেনে কৰিব পাৰিলে হয়নে? তোমাৰ ল'ৰা বেয়া।" "ল'ৰাক বশ কৰিছে; ঔষধ খুৱাই বেঁটীয়ে তাক হাতলেৰীয়া মেকুৰী কৰিছে। মাকজনী যিহে ওজেনী! কিমান মাদলি, আলইনা আনি দিছে, কিমান জাৰণি ঔষধ চাহৰ লগত খুৱায়, তাৰ ঠিকনা নাই। তাইৰ হাতৰ পুতলা মোৰ বেটা। মোৰ কপাল বেয়া। মোৰ এনেহেন সোণ যেন বেটাই আজি মোৰ এষাৰ কথা নামানে; তাই বেঁটী যখিনীৰ কথাহে মানে। কিবা ক'লে মোক ভেকাহি মাৰি উঠে। মোৰ এইখন কপাল আনিছিলো।" এইবুলি কৈ কপালত এটা চাপৰ মাৰে। তাকে দেখি সৰস্বতীয়ে কয— "তাইক বেঁটীক এখুন্দা নিদিয় কিয়? তাইৰ ভটাৰ ভুলোৱা কাৰবাৰখন দেখিলে গা বেজবেজাই যায়। যেতিয়া আহে ভটাৰটো তেতিয়াহে লয় যতৰটো। মৰদটো আহি ঘৰ পালে কি চাবা তাইৰ লচ্‌পচ। বেঁটীৰ লচ্‌পচ দেখি বেটাটোৱে ভাৱে যে কইনাটোৱে খুব কাম বন কৰি আছে। হাঁহি মাৰি ইবিধ দিব সিবিধ দিব। মোক আহি মাত দিব "কি আঞ্জা কুটিম আই? লাউ আৰু কবি বাৰীৰ পৰা আনিম নেকি?" ইত্যাদি কথাৰে ভটাৰটোৰ মন ভুলাব আৰু ওলাই গ'লেই তাই বেঁটীয়ে কোঠাত সোমাই মূৰৰ বিষ উঠা চুতা কৰি আহ্ উহ্ কৰি বিছনাখনত বাগৰি থাকিব। পাকঘৰলৈও নাহে আৰু গোহালি ঘৰলৈ গোবৰ পেলাবলৈও নাযায়। মইহে চুৱাধুৱা, গোবৰ পেলোৱা, আঞ্জা কুটা, মাছ বছা কামবোৰ কৰিব লাগে। বেঁটী কিমান ফাকিবাজ তিৰি। মোৰ গাৰ পিৰপিৰণি উঠি যায়। পিছে একো নামাতো; মাতিলে কাজিয়া লাগিব। শেষত বেটাটোৱে মোক গালি পাৰিব লোকৰ ছোৱালী বাব নাজানো বুলি কৈ। মোৰ কপালখন আই কি দুখৰ কপাল।" গেন্ধেলীয়ে কয়—"তাইক গালত খুন্দিয়াই খুন্দিযাই মুখেৰে ৰঙাপানী বাহিৰ কৰি নিদিয়া কিয়? মোৰ বোৱাৰী হ'লে ভাগৰ পালি দিলোহে, বেঁটীক খুন্দিয়াই দাঁত ভাঙি দিলোহে।" তেতিয়া ভেকাহি মাৰি সৰস্বতীয়ে কয় "যাৰ গৰু নাই নন্দন বনত চাৰে; যাৰ তিৰি নাই একেকোবে মাৰে: বুলি ফকৰা এটা আছে। নিজৰ ল'ৰা থাকিলে এনে কথা কবৰ সাহস পালিহেঁনে?" এই কথা শুনি গেন্ধেলীয়ে কৈ উঠে — "অ' মোৰ ল'ৰা নথকা দেখি তুমি মোক হাঁহিলা? মোক এনেকৈ সমাজৰ মাজতে হাঁহিব নালাগিছিল মণ্ডলৰ ঘৈণী। মোৰতো নায়ে, পিছে কোনে জানে থাকিও কাৰ কেতিয়া নাইকিয়া হয়। ঈশ্বৰেহে জানে।" এই কথা শুনি সৰস্বতীৰ গা জ্বলি

গ'ল। তেওঁ খং কৰি ক'লে— 'অ তই মোৰ ল'ৰাক শাও দিলি। ই ভাল কথা নহয়। গোসাঁইঘৰত গোসাঁইৰ আগতে তই মোৰ ল'ৰাক শাও দিলি বেটী মৰদৰ এৰা ভাত খাইটী? ভালেহে তোক মৰদে এৰি খেদি দিছেনে? এই মুখখনৰ বাবেই তোৰ এনে গতি।"

"হেৰ এনে কথা নকবি সৰস্বতী। তোৰ কথানো কোনে নাজানে? তই যে কেইটা ভটাৰ ধৰিছ তাক আমিহে জানো। মণ্ডল বুলিহে তোক আজিলৈ ৰাখিছে; ভাল মানুহ হোৱা হ'লে কেতিয়াবাই খেদিলে হয়।"

"তোৰ মুখখন বন্ধ কৰ গেন্ধেলী। গোসাঁইঘৰত কাজিয়া কৰিব নালগে। বোৱাৰীৰ কথা কওঁতে কাজিয়া লাগিল। মানুহে কথাতে কয় যে কথাত কটা যায়, কথাত বঁটা পায়। বঁটা পোৱা কথাহে মানুহে কব লাগে, কটা যোৱা কথা ক'ব নালাগে। তই মনে মনে থাক"। ধমকৰ সুৰত কয় সাবিত্ৰীয়ে। বৌৱেকৰ ধমকনিত গেন্ধেলী মনে মনে থাকিল। এনেভাবেই গোসাঁইঘৰৰ নামত ভকতনী সকলৰ মাজত বোৱাৰী পুৰাণ মেল খায়। ঘৰৰ বোৱাৰী সকলৰ নানা কথা নানা বদনামৰ আলোচনা চলে গাঁৱলীয়া ভকতনী আই সকলৰ মাজত। বোৱাৰীৰ কথাৰ পিচতহে যেন ঈশ্বৰৰ কথা। এনে আলোচনা প্ৰায়ে শুনা যায়। ইতিমধ্যে পাঠকনীয়ে প্ৰসাদ পাতি উঠি পুথি পঢ়িবলৈ আগবাঢ়ে। তেওঁ কীৰ্ত্তণ ঘোষাখন আগত লৈ ভালকৈ বহি ল'লে আৰু পঢ়িবলৈ আৰম্ভ কৰিলে। এনেতে গেন্ধেলীয়ে মুখত এখন তামোল পাগুলি পাগুলি ক'লে— "হে আই পাঠকনী! বহুচোন বহু অলপ সময়। আচল ভকতনীসকল এতিয়াও আহি পোৱা নাই।" এনেকৈ কৈ ফিচ কৰি পিক পেলায়। তাকে দেখি দোকানীৰ ঘৈণীয়েক লখিমীয়ে মাত লগালে "হে ফেদেলীৰ মাক, তুমিনো পুথিখন মেলোতেই বাধা কৰিলা কিয়? অলপ পঢ়া ভাল" তাকে শুনি গেন্ধেলীয়ে মুখখন ফুলাই কৈ উঠিল—

"তাৰ কাৰণেই তোমাৰ পুতেৰাই কালি মাৰ খাই আজি হস্পিতালত পৰি থাকিব লগা হৈছে। বোলে খৰখেদাকৈ নকৰিবা কাম, লাহে ধীৰেহে সকলো পাম। অলপ বাট চাই লাহে ধীৰে কৰিলেনো কি মহাভাৰতখন অশুদ্ধ হ'ব?"

"হেৰা ফেদেলীৰ মাক তুমিনো গোসাঁই ঘৰলৈ মোৰ ল'ৰাৰ কথা আনিলা কিয়?"

এনেতে পুলিচৰ ঘৈণীয়েক ভৱানীয়ে কৈ উঠিল— "নানিবনো কিয়? ভতিজা পুতেকক মাৰোতে গা বেজবেজাই গৈছে নহয়। ভতিজা পুতেকক মৰাত গা সহ্য হোৱা নাই। বোলো লোকৰ ল'ৰাৰ কথা কব নালগে, নিজৰ মৰমৰ ভতিজাৰ কথাকে নোকোৱা কিয়?"

"হেৰ ভবানী! বেটী ওপৰমাতি তই ওপৰতে মাত দিলি কিয়? মই গাঁৱৰ ভকতনীসকল আহি নোপোৱা বাবে অলপ অপেক্ষা কৰিবলৈহে কৈছিলো, তাতে ইমান যোজনা দিব লগা হ'ল নে? আই চিকৌ, চিকৌ এনে তিৰিও থাকেনে। গিৰিয়েৰা পুলিচ মানুহ কাৰণে তোৰ ইমান অহংকাৰ? বেটী বৰ মানুহৰ ঘৈণী। ওপৰমাতিৰ

বাটত ঘৰ, আহোঁতে এক লাঠি, যাওঁতে একচৰ।"

"এ ফেদেলীৰ মাক! তোৰ ইমান কথা নে? তইনো লোকৰ ল'ৰাৰ কথা কৰ কিয়? নিজৰ ল'ৰা নাই দেখি লোকৰ ল'ৰা দেখি চকু ফুটে?" মেম্বৰৰ ঘৈণীয়েক উৰ্বশীয়ে কয়। "তোৰ গুণৱান ল'ৰাও হস্পিতালত আছে নহয়, সেই দেখি গা চেংচেঙাইছে। বেটীহঁত, ল'ৰা তুলিছ মাৰা-মাৰি কৰিবলৈহে। মোৰ ল'ৰা নাই ভালে হৈছে। তাকে দেখি মোক হাঁহিব নালাগে মোৰ আই। তোমাৰ গুণৰ মাণিক পুতেৰকে ভালে ৰাখা। ঘৰৰ কথা পৰত, ধান ভাখৰী সাং হ'ল কুহকুহীয়া জ্বৰত।" গেন্ধেলীয়ে হাত দাঙি কয়।

"বৰ কথা নকবি গেন্ধেলী! তোৰ মৰমৰ ভতিজাৰ কথা কোনে নাজানে? সেই ভোলাৰ জীয়েকৰ লগত লেটিপেটিখনৰ কথা গাঁৱৰ কোন মানুহে নাজানে? কোনোবা দিনা ৰাইজে বাদৰ মেল কৰিব লগাহে হ'ব, তই চাবি, মই কৈছো।" মণ্ডলৰ ঘৈণীয়েক সৰস্বতীয়ে হাত জোকাৰি জোকাৰি কয়। এনেতে পণ্ডিতৰ ঘৈণীয়েক সাবিত্ৰীয়ে মাত দি উঠে— "মোৰ ল'ৰাৰ বাদৰ মেল কৰক, পিচে তোমাৰ ল'ৰাক ভালে ৰাখা। কলেজলৈ গ'লে ছোৱালীক জোকাব আৰু মাৰা-মাৰি কৰিব, ইনো কিমান গৌৰৱৰ কথা মোৰ আই?"

"নিজৰ কটিত গু গু, লোকক কৰে ধু ধু। বেটীহঁতে ল'ৰা তুলিছে ছোৱালী জোকাবলৈহে। নাক কাটি কলাখাৰ ঘঁহিব লাগে বেটা তুলাইটিহঁতক। আই চিকৌ, চিকৌ। গলত কলহ বান্ধি মৰি নোযোৱা কিয়?" গেন্ধেলীয়ে হাত দাঙি দাঙি কয়।

এনেতে দোকানীৰ ঘৈণীয়েক লখিমীয়ে কৈ উঠে— "বৰভাল কাৰণেই এটা চলি হওঁতেই শুদা কথাত এৰি দিছেনে? এই লাউপাত কচুপাত মুখখনৰ কাৰণেই মৰদে বাঁহৰ গছৰ ভোল কৰি খেদি দিছে। এতিয়া গাওঁখন জ্বলাই খাব ধৰিছে। টুটকীয়া কথাবোৰ কৈ কাৰ কিমান কাজিয়া লগাইছ সকলোৱে জানে? গাওঁখন জ্বলাকলা কৰি খালি। এতিয়া গোসাঁই ঘৰতো কাজিয়া পাতিছ বেটী দন্দুৰী।"

এইবাৰ গেন্ধেলীয়ে কঁকালত কাপোৰখন বান্ধি থিয় হৈ হাত দাঙি লখিমীক মাৰিবলৈ উঠি যায়— "বেটী নাক কাটি। মোৰ কথা এনেকৈ কৈছ, আজি তোৰ একেচৰে গাল ফালি পেলাম।" এনেতে পাঁচজনীমান ভকতনী গোসাঁইঘৰলৈ আহিল আৰু এই কাণ্ড দেখি দুগৰাকীয়ে গেন্ধেলীক ধৰি ৰাখি বহুৱাই দিলে— "হাঃ হাঃ কি কৰা গেন্ধেলী, কি কৰা? গোসাঁইঘৰত কাজিয়া কৰা নে? পাপ হ'ব, মহাপাপ হ'ব। বহা বহা।" এনেকৈ কৈ বহুৱাই দিয়ে। গেন্ধেলী বহে; ইফালে তেওঁৰ বিৰুদ্ধে সৰস্বতী, লখিমী, ভবানী, উৰ্বশী আদিয়ে থিয় হৈ হুলস্থুল লগাই দিয়ে। গোসাঁইঘৰত মহা হুলস্থুল লাগি পৰে। গণ্ডগোল কিছু শাম কটাই ভকতনীসকল বহিল। ইতিমধ্যে ভকতনীসকলেৰে গোসাঁইঘৰ ভৰি পৰিল। তাৰে মাজৰ পৰা মেনকাই সুধিলে— "কিনো হৈছিল আইহঁত, কি কথাতনো ইমান কাজিয়া কৰিছে।" সাবিত্ৰীয়ে ক'লে— "একো হোৱা নাছিল। আপোনালোকলৈ বাট চাবৰ কাৰণে গেন্ধেলীয়ে পুথি পঢ়িবলৈ

মানা কৰাত কথাৰ কথাত কাজিয়া বাঢ়ি গৈ শেষত এনেকুৱা হ'ল।"

"এহ্ আই। ভকতনী আহি নৌপাওঁতেই পাঠকনীয়ে পুথি পঢ়িলে হয়নে? গেন্ধেলীয়েতো একো বেয়া কোৱা নাছিল।" বুঢ়ী ভকতনী মেনকা আবুই ক'লে। মেনকাৰ কথাত সকলোৱে সমৰ্থন জনালে। তাৰে মাজৰ পৰা ৰূপেশ্বৰীয়ে সুধিলে— "কিহৰ বাবে ইমানখিনি পালে?"

দোকানীৰ ঘৈণীয়েক লখিমীয়ে ক'লে— "মই ক'লো যে পুথিখন মেলোতেই বাধা কৰিলা কিয়। এনেতে মোৰ ল'ৰাক কালি ডাক্তৰখানাত যে থৈছে তাকে যোজনা দিলে। গোসাঁইঘৰত মোৰ ল'ৰাৰ যোজনা দিয়াত মই প্ৰতিবাদ কৰিলো। তাতে কাজিয়াখন হ'ল।"

ৰূপেশ্বৰীয়ে ক'লে— "কলেজৰ পৰা আহোঁতে ভোলাৰ জীয়েকক জোকোৱাত ল'ৰাৰ ভিতৰত কাজিয়া লাগি ডাক্তৰখানাত থব লগা হৈছে বুলি আমি শুনিছো। শুনি বেয়া লাগিছে। আজিকালি ল'ৰাবোৰ শিক্ষিত হ'ল নে অসৎ হ'ল? কলেজত পঢ়ি বিদ্বান হ'ব চাবি অসৎহে হ'ল।" গেন্ধেলীয়ে মাত লগালে— "ছোৱালী জোকোৱা বিদ্যা লাভ কৰিছে কলেজত। আই চিকৌ, চিকৌ, এই বিদ্যাৰ মূৰত গোবৰ সপ।" মেনকা বুঢ়ীয়ে ক'লে— "সেইকাৰণেই আমাৰ সময়ত ছোৱালীক ল'ৰাৰ লগত পঢ়িব নিদিছিল। আমি প্ৰাইমাৰী পাছ কৰাৰ পিচত হাইস্কুলত পঢ়িব নিদিলে, কাৰণ ল'ৰাৰ লগত পঢ়িব লাগিব। ল'ৰা-ছোৱালী একেলগ হ'লে নানাৰকম বদ্‌নাম হ'ব বুলি ভাবিয়ে পিতাইঁতে হাইস্কুলত নপঢ়ালে; নহ'লে আমিও বি,এ, এম,এ পাছ কৰিব পাৰিলোহেঁতেন। এতিয়া ল'ৰা-ছোৱালীক একেলগে পঢ়িব দিয়া বাবে নানা ঘটনা ঘটিব ধৰিছে। দিন কাল বদলি গ'ল।"

"হয় আই, দিন কাল বদলি গ'ল। কালওকাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল। আজিকালি ছোৱালীবিলাকো হৈছে কি চাবা। তাহাঁতৰ সাজ-পাৰ, ধৰণ-কৰণ, ব্যৱহাৰ পাতি দেখিলে গা পিত্‌পিতাই যায়। বেটীহঁতে ভটাৰ ধৰিবৰ কাৰণেহে যে স্কুল কলেজলৈকে যায়। ভটাৰ ভুলোৱা কানি-কাপোৰ পিন্ধি সাতোটা লচ্‌পচ্ মাৰি যেনেকৈহে যাব, ল'ৰাইনো সহ্য কৰিব কিয়? গতিকে জোকায়। লাজ-কাজ একো নোহোৱা হ'ল আজিকালি। যিহে কাপোৰ পিন্ধে। গাটো গোটেই দেখা পায়। যদি গাটো দেখাই যায় তেন্তে কাপোৰ পিন্ধ কিয়? আজিকালি কাপোৰ পিন্ধিও নাঙঠ। বেটীহঁতৰ লাজ চৰম অলপো নাই।

"এ তুমিও কিবা কৈছা। তাৰ কাৰণে নহয়—কিবা বোলে 'লাভ' না লোকচান কিবাৰ বাবেহে ঘটনাটো ঘটিছে। পণ্ডিতৰ ল'ৰাৰ লগত বোলে ভোলাৰ জীয়েকৰ কিবা 'লাভ' হৈছে, তাৰ বাবেহে কাজিয়াখন লাগিছে।" ভবানীয়ে ঠাট্টাৰ সুৰত কয়। "ইংৰাজী শিকি ইংৰাজীৰ 'লাভ' কৰোঁতে অসমীয়াত লোকচান হ'ল হবলা। সেয়েহে মাৰামাৰি লাগিল।" উৰ্বশীয়ে কৈ উঠিল। সাবিত্ৰীয়ে পুতেকৰ কথা কোৱাত বৰ লাজ পালে। তলমুৰাহৈ ৰ'ল। তেওঁ বৰ শান্ত আৰু ভদ্ৰ। নিজৰ সন্মান হানি হ'ব বুলি ভাবি একো

নামাতিলে। তেওঁৰ ভদ্ৰতাক দুৰ্ব্বলতা ভাবি মণ্ডলৰ ঘৈণীয়েক সৰস্বতীয়ে ইতি কিং কৰি ক'লে— "জাত চাই পাত, বিধান চাই ভাত। বিধান ভাল হ'লেহে ফল ভাল হয়।" এই কথাষাৰে সাবিত্ৰীৰ অন্তৰ ভেদি গ'ল। তেওঁ মাত মাতিব বুলি ভাবোতেই গেন্ধেলীয়ে মাত দি উঠিল— "অ' সেইকাৰণেইতো বাটে-পথে ছোৱালী জোকাই ফুৰে। সাহাৰ পৰাৰ বিধান বাবেহে মান-সন্মান নাচাই বাটে-পথে যাকে তাকে জোকাই ফুৰে। কল চাই পুলি, মাক চাই চলি। বেটীহঁত দাংকাটি আছিল বাবে চলিও দাংকাটা হৈছে।" গেন্ধেলীৰ কথাত সকলোৱে হাঁহি দিলে। কিন্তু সৰস্বতী, লখিমী, ভবানীৰ গা বেজবেজাই গ'ল। ভবানীয়ে খঙতে কৈ উঠিল— "গাঁওখন নষ্ট কৰিলে। মেল নষ্ট কৰে হোকা, গাঁও নষ্ট কৰে ঢ'কা। বেটী ঢ'কাৰ ঘৈণীয়েকে গাঁওখন খালে।" কথাষাৰে গেন্ধেলীৰ কলিজাত বিন্ধিলে। তেওঁৰ বাবে উত্তমক ঢ'কা হিচাপে ৰাখিছিল। পিছে ফেদেলী বোলা ছোৱালীটি হোৱাৰ পিছত তেওঁক গিৰিয়েকে এৰি দি গুচি যায়। গেন্ধেলীয়ে কৈ উঠিল— "বেটীহঁতৰ ডেকাকালৰ কথা ক'লে লাজ পাব। গিৰিয়েকহঁত চাকৰিত গৈ ৰাতি নাহে আৰু বেটীহঁতৰ ঘৰৰ দুৱাৰত দাং নাথাকে।"

কথা গৈ কিমান পালে তাৰ উমান পাই মেনকা বুঢ়ীয়ে হাত দাঙি কৈ দিলে— "এতিয়া কোনেও কথা নকবি। আমি এইবোৰ গেলা-পচা কথা শুনিবলৈ গোসাঁইঘৰলৈ অহা নাই। গোসাঁইঘৰত এনে কথা কোৱা পাপ। ঈশ্বৰৰ কথা শ্ৰৱনকীৰ্ত্তন কৰিব এৰি গ্ৰাম্য কথা ক'লে পাপ হয়। গ্ৰাম্য কথা এৰি ভগৱানৰ কথা কব লাগে। এতিয়া পুথি পঢ়িব লাগে।"

এইবাৰ ডেকা পাঠকনীয়ে ক'লে— "আজি মই পাঠ কৰিব নোৱাৰিম। অন্য এগৰাকী আহিব লাগে।"

"তেনেহ'লে ৰূপেশ্বৰীয়ে পঢ়িব লাগে। হেৰ ৰূপেশ্বৰী! আহচোন পাঠৰ আগলৈ।" মেনকা বুঢ়ীৰ আদেশ শুনি ৰূপেশ্বৰী পাঠৰ আগলৈ গ'ল। এনেভাৱেই নাম-প্ৰসঙ্গৰ আগে আগে গোসাঁইঘৰত নানাৰকম গ্ৰাম্য কথা আলোচনা বিলোচনা হয় আৰু সিয়ে কেতিয়াবা কেতিয়াবা বিষম ৰূপ ধাৰণ কৰে; আনকি নামৰ পৰা বহুতে তৰ্ক-বিতৰ্ক কৰি ঘৰলৈ গুচি আহে।

শেষত ৰূপেশ্বৰীয়ে কীৰ্ত্তণ-ঘোষা পুথিখন মেলি পঢ়িব আৰম্ভ কৰিলে। তেওঁ ঘোষা গাই নাম লগাই দিয়ে আৰু ভকতনীসকলে হাত চাপৰি বজাই পদ গায়। তেওঁ এই ঘোষাটো লগাই দিলে—

গোপাল গোবিন্দ যদু নন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ।।

এই ঘোষাটো তেওঁ এনেভাৱে গালে—

গোপাল আমাৰ তেওঁ যদু নন্দন।
শহুৰৰ চৰণে লৈলো শৰণ।।

তেওঁৰ পদ শুনি সকলো ভকতনীয়ে গিৰ্জ্জনি মাৰি হাঁহি দিলে। তাকে দেখি

মেনকা বুঢ়ীয়ে হাঁহি মাৰি ক'লে— "আইসকল। আমাৰ পাঠকনী আইদেৱে গিৰিয়েক গোবিন্দ আৰু শহুৰেক কৃষ্ণৰ নাম কাঢ়িব নোৱাৰাত "আমাৰ তেওঁ" আৰু শহুৰ বুলি গালে। আপোনালোকে আমাৰ তেওঁৰ ঠাইত গোবিন্দ আৰু শহুৰৰ ঠাইত কৃষ্ণ বুলি গাব।" এনেতে গেন্ধেলীয়ে ক'লে— "আমি তেনেকৈ গাব নোৱাৰিম। কেতিয়াবা ভুল হৈ যাব। গতিকে আন এগৰাকীক দিয়া।" তেওঁৰ কথাত আনবিলাকেও হয় হয় বুলি সম্মতি জনালে। তেতিয়া মেনকা বুঢ়ীয়ে সাবিত্রীক হুকুম কৰিলে। তেওঁৰ আদেশ পালন কৰি সাবিত্রীয়ে পাঠৰ আগলৈ যোৱাত সৰস্বতী, লখিমী, ভবানী, উৰ্বশী আদি ভকতনীয়ে থিয় হৈ ক'লে—"সাবিত্রীয়ে নাম দিলে আমি নাগাম। আমি উঠিলো। এইবুলি কৈ তেওঁলোক উঠিল। তাকে দেখি মেনকা বুঢ়ীয়ে ক'লে— " তোমালোকে যদি আপত্তি কৰিছা তেন্তে তেওঁ গাব নালাগে। তেওঁৰ সলনি উৰ্বশীয়ে গাওক। তেতিয়া তেওঁলোক বহিল আৰু উৰ্বশী উঠি গৈ পাঠৰ আগ পালে। সাবিত্রী সেমেনা-সেমেনি কৰি ফিৰি আহিল। তাকে দেখি গেন্ধেলীয়ে থিয় হৈ উঠি ক'লে— "তেনেহ'লে আমিও নাথাকো। উৰ্বশীয়ে পদ দিলে। আমি উঠিলো।" এইবুলি কৈ গেন্ধেলী উঠি গুচি গ'ল। সাবিত্রীয়ে লাজে অপমানে বহি পৰিল। কথা বিষম দেখি মেনকা বুঢ়ীয়ে ক'লে— "তহঁতৰ মাজৰ কাজিয়াখনত আমি সোমাব লগাত পৰিলো। ই বৰ বেয়া কথা। আজিৰ পৰা আমাৰ গাঁওখনত কলি লম্ভিল। কলিৰ কবলত গাঁওখন উছন যাব যেন পাইছো। তোমালোকে সাৱধানে থাকিবা। ঈশ্বৰৰ ঘৰত কাজিয়া কৰিছা, মহাপাপে লম্ভিব।"

অলপ আগতে হাঁহি আনন্দত উৎফুল্লিত হোৱা সমাজখন খন্তেক পিছতে নিৰানন্দত জয় পৰি গ'ল। সকলোৱে বেয়া লাগিল। এনে অৱস্থা দেখি সাবিত্রীৰ বৰ বেয়া লাগিল। তেওঁ অনুমান কৰিলে যে তেওঁক কেন্দ্র কৰিয়ে যেন কাজিয়াৰ সূত্র-পাত হ'ল। সেইদেখি তেওঁ শান্তভাৱে হাতযোৰ কৰি ক'লে—

"আইসকল! মোৰ দায় দোষ মাৰ্জনা কৰিব। আগতে যিবিলাক কথা কটা-কটি হৈ গ'ল সেইবোৰ বৰ বেয়া হৈছে। ঈশ্বৰৰ সন্মুখত অবাচ্যভাষা প্রয়োগ কৰা অপৰাধৰ কাম। আমি অপৰাধ কৰিছো। এতিয়া ভগৱানক প্রার্থনা জনাই ৰাইজৰ কুশলৰ বাবে আৰু গাঁওখনৰ মঙ্গলৰ বাবে এটি হৰিধ্বনি দি নাম গাবলৈ আৰম্ভ কৰক। কোনেও যাব নালাগে।"

তেওঁৰ কথাত সকলোৱে প্রশংসা কৰিলে 'ধন্য ধন্য পণ্ডিতৰ পৰিবাৰ'। মেনকা বুঢ়ীয়ে আশৰ্বাদ কৰি ক'লে— "তোমাৰ মন পবিত্র। তুমি ঈশ্বৰৰ ওচৰত অপৰাধী নহয়। তুমি পুণ্যৱতী আই। তোমাৰ মঙ্গল হওক। তুমি সমাজখন ৰওক বুলি ভাবিয়ে এনেহেন মিনতিসূচক কথা কৈছা। আমি বৰ আনন্দ পালো। এতিয়া আইসকল, হৰিধ্বনি দিওঁ— সকলোৱে ধৰিবা হ'ক। এইবুলি কৈ তেওঁ হৰিধ্বনি লগাই দিলে— "জয় কৃষ্ণক চিন্তি— হৰিবোল হৰিবোল।" সকলোৱে ধৰিলে। তাৰপিছত দিলে — "অ' ৰাম! অ' হৰি।" সকলোৱে ধৰিলে। শেষত লগাই দিলে— "সমাজৰ কুশলার্থে হৰিবোল হৰি।" সকলোৱে ধৰিলে।

হৰিধ্বনি দিয়াৰ পিচত সকলোৰে মনৰ মলি আঁতৰ হ'ল। সকলোৱে শান্ত ভাৱে বহি ৰ'ল। উৰ্বশীয়ে পদ আৰম্ভ কৰিলে, ভকতনীসকলে গাই গ'ল।

এনভাৱে সেইদিনা গোসাঁইঘৰৰ নাম সমাপ্ত হ'ল। কথমপি গাঁওখনৰ ভকতনীৰ ভিতৰত দুফাল হোৱাৰ পৰা ৰক্ষা পৰিল। সাবিত্ৰীক সকলোৱে আশীৰ্বাদ কৰিলে এই সংঘাত পূৰ্ণ মুহূৰ্ত্তত সমাজৰ হিতৰ কাৰণে নিজৰ ভেদ ভাব পৰিহাৰ কৰা বাবে।



## (আঠ)

গোসাঁইঘৰৰ চোতালত ৰাইজৰ মেল বহিছে। মেলত মানুহবিলাক দুশাৰী হৈ বহিছে। মাজতে বহিছে চন্দ্র কলিতা পণ্ডিত। পণ্ডিতক সকলোৱে সন্মান কৰে আৰু মেলৰ ৰায় দিয়ে সদায় পণ্ডিতেই। গাঁৱত পণ্ডিতৰ সন্মান অধিক, কিন্তু আজিকালি পণ্ডিত সকলক অৱহেলা কৰিবলৈ মানুহে আৰম্ভ কৰিছে। গাঁৱত ধনীসকলেই মানী হ'ব ধৰিছে। যুগৰ পৰিবৰ্ত্তনত ধনেই অকল ধৰ্মৰ মূল নহয় — সমাজৰো মূল হ'ব ধৰিছে। গতিশীল সমাজত পৰিবৰ্ত্তন আৱশ্যম্ভাৱী; তথাপি পৰিবৰ্ত্তনৰ সোঁত ধনৰ ফালে গতি কৰাত সমাজৰ মেৰুদণ্ডত ভাঁজ লাগিব ধৰিছে। ডেকাদলে সেইবাবেই বিদ্রোহী হৈ উঠিছে। সামাজিক চেতনাবোধ সম্পন্ন ডেকা-গাভৰুৱে ক্ষুণ্ণ হৈ আহি আছে; হয়তো কেতিয়াবা ইয়াৰ পৰিণাম বিষম হ'ব পাৰে। সমাজ সচেতন নহলে ভৱিষ্যৎ উত্তৰ পুৰুষ বিদ্রোহী হৈ উঠি সমাজৰ পুৰণি গাঁথনি সোলোক-ঢোলোক কৰি সমাজৰ সৌধ ভূলুণ্ঠিত কৰিবৰ যথেষ্টে সম্ভৱনা আছে। তাকে লক্ষ্য কৰি এই সৰু গাঁওবোৰতো বয়সীয়াল চাম সচকিত হৈ পৰিছে। সেইবাবে আজিও পণ্ডিতকে মেলৰ বিচাৰকৰ আসনত বহুৱাইছে। আজিৰ মেলৰ আচামী উপেনৰ বাপেক হিচাবে চন্দ্র কলিতা পণ্ডিতৰ সমাজৰ মূল আসনত বহিবৰ অধিকাৰ নাই। মেলৰ ৰায় একপক্ষীয় হ'ব বুলি সন্দেহ কৰি মেলৰ মাজৰ পৰা মেম্বৰে মাত লগালে— "প্ৰভুসকল! আজিৰ মেলৰ ৰায় দিব কোনে? পণ্ডিত মহাশয় আজি আচামী উপেন কলিতাৰ বাপেক। সেইকাৰণে ভাবি চাব লাগে।"

মেম্বৰৰ কথাত বহুত লোকে হয়ভৰ দিলে। এনেতে পুলিচে মাত দি উঠিল— "আচামীৰ বাপেক ৰায় দানৰ যোগ্য নহয়। ৰায় একপক্ষীয় হ'ব পাৰে। গতিকে অন্য এজনক সেই আসনত বহুৱাওক।" তেওঁৰ কথা দোকানীয়ে সমৰ্থন কৰিলে। ৰাইজৰ মাজতে প্ৰথম অৱস্থাতে এটা অপমানজনক পৰিস্থিতিত পৰি পণ্ডিত লজ্জিত হ'ল। তেওঁ থিয় হৈ উঠি ক'লে— "প্ৰভুসকল! মই আন দিনৰ দৰে এই আসনত বহিছিলো; কিন্তু মই এতিয়া মোৰ ভুল ধৰিব পাৰিছো। মই আসন পৰিত্যাগ কৰিলো। মোৰ অজানিত দোষৰ বাবে বাপসকলে মাৰ্জনা কৰে যেন।"

এনেভাৱে শান্ত সৌম্যভাৱে পণ্ডিতে আসন ত্যাগ কৰি অন্য শাৰীত বহিলগৈ। পণ্ডিতৰ সৌজন্যতাবোধত সমাজৰ সকলোৱে ধন্যবাদ দিলে। তাৰপিছত সেই আসনত বহিবলৈ অন্য এজনক মনোনীত কৰিবৰ বাবে বিশ্ব ওজাই প্ৰস্তাৱ আগবঢ়ালে। তেওঁৰ প্ৰস্তাৱ মৰ্মে পঞ্চায়তৰ মেম্বৰে ক'লে— "আজিৰ মেলত মণ্ডলবাবুই সেই আসনত বহক।" এইবাৰ গোবিন্দই মাত লগালে— " মণ্ডলে কেনেকৈ বহিব? তেওঁৰ পুতেক নগেনে মেল দিছে। তেওঁ ফৰিয়াদীৰ বাপেক। পণ্ডিত যদি আচামীৰ (বিবাদী) বাপেক

হোৱা বাবে বহিব নোৱাৰে তেন্তে ফৰিয়াদীৰ (বাদী) বাপেকে কি যুক্তিত বিচাৰকৰ আসনত বহিব? গতিকে অন্য এজনক পাতক।" এইবাৰ ৰাইজৰ মাজত গুণগুণনি শব্দ উঠিল। গোবিন্দৰ কথা সকলোৱে সমৰ্থন কৰিলে। মণ্ডলে বৰ অপমানবোধ কৰি খঙেৰে ঘপহকৰে থিয় হৈ উঠি আহিল আৰু আগৰ ঠাইত বহিল। তেওঁৰ দলৰ লোকসকল বৰ ক্ষুণ্ণ হ'ল। গুমগুমনি উঠিল মেলৰ মাজত। পুলিচে কৈ উঠিল— 'ই বৰ অপমানৰ কথা। এই মেল নষ্ট হ'ব। আজি সমাজৰ ফাট মেলিল। গাঁও ফালিব।"

বিশ্ব ওজাই তপৰাই মাত লগালে— "তুমি তেনে কথা নক'বা সৰ্বেশ্বৰ। মেলত বাদী-বিবাদী দুই পক্ষ থাকিবই। সেইবুলি মেল নষ্ট হ'ব নেকি? গাঁও ফালিব নেকি? গাঁও যাতে নাফালে তাৰ কাৰণেই নিৰপেক্ষ লোক বিচাৰকৰ আসনত বহিব লাগিব। তাৰ কাৰণে বিভেদৰ বাণী দিব নালাগে। এজন নিৰপেক্ষ লোকৰ নাম কোৱা।'

এইবাৰ ইতিকিঙৰ সুৰত কৈ উঠিল পুলিচে— "অন্য কাৰ নাম ক'ম— আপোনাৰ নামকে কোনোবাই কওক— তেহে নিৰপেক্ষ হ'ব।"

"তেনে কথা নকবাহে সৰ্বেশ্বৰ। মই বিচাৰক হবলৈ অহা নাই।" বুঢাৰ খং উঠা দেখি মেলৰ মাজত থকা মানুহবিলাকে বৰ বেজাৰ পালে। বিশ্ব ওজা গাঁওখনৰে উপকাৰী লোক। তেওঁক তাচ্ছিল্যভাৱে কথা কোৱাত সকলোৰে খং উঠিল পুলিচৰ ওপৰত। ডেকা মানুহ কিছুমানে গজ্‌গজাই উঠিল— "ওজাক এনে তাচ্ছিল্য কৰিব কিয়? পুলিচক দণ্ড কৰিব লাগিব, মেলৰ মাজত অপমান কৰিছে। দণ্ড দিবই লাগিব।" ডেকাদলৰ দপ্‌দপনি শুনি ভয়তে পুলিচে ক'লে— "মই ঠাট্টা কৰা নাই তেওঁৰ নামটো ক'বহে কৈছো। যদি শুনোতে কিবা বেয়া যেন শুনিছে তেওঁ মোক মাফ কৰিব ৰাইজসকল।"

"তুমি মাফ খুজিব নালাগে। কোনো দোষ কৰা নাই কেৱল জিভাৰ পিছল খাইছা। ভৰিত পিছল খালে নিজে দুখ পায, জিভাৰ পিছলে কিন্তু আনৰ দুখ বঢ়ায। তোমাৰ জিভাৰ পিছলে ওজাৰ মনত দুখ বঢ়ালে। সেইবাবে সমাজত কথা ক'লে ভাবি চিন্তি ক'ব লাগে যাতে কোনেও অন্তৰত আঘাত নাপায। যাব যি হ'ল হৈ গ'ল, এতিয়া বিচাৰকৰ ব্যৱস্থা কৰক ৰাইজ।" এইবুলি কৈ বহিল ধনেশ্বৰ ডেকাই। তেওঁৰ কথাৰ পিছত লক্ষণ দত্তই প্ৰস্তাৱ কৰিলে— "দহো আঙুলিয়ে খায, বুঢাই হেচুকি লোহে গায। আমাৰ মাজত বুঢা হিচাবে বিশ্ব ওজা ডাঙৰীযাই আছে। মই তেখেতকে এই বিচাৰকৰ আসনত বহিবলৈ অনুৰোধ কৰিলো।" ৰাইজে গিৰ্জ্জনি মাৰি হাতচাপৰি বজালে। তাকে দেখি বিশ্ব ওজাই থিয হৈ হাতযোৰ কৰি ক'লে - "প্ৰভুসকল। এইখন মেলত মই সেই আসনত বহিব নোৱাৰিম, কাৰণ মোৰ ওপৰত কোনো কোনো লোকৰ সন্দেহ উপজিছে। গতিকে মযে প্ৰস্তাৱ দিওঁ যে আজি আমাৰ মেলৰ বিচাৰকৰ আসনত যতীন বায়ন বহিব লাগে।" বুঢাৰ কথা সমৰ্থন কৰি সকলোৱে হাত চাপৰি বজাই দিলে। যতীন বায়নে থিয হৈ নমস্কাৰ কৰি ক'লে— "এনে গুৰুদায়িত্ব পালন কৰিবৰ মই যোগ্য নহয়, তথাপি ৰাইজৰ আদেশ পালন কৰিব লাগিব।" তেওঁ আগবাঢ়ি গৈ আসনত

বহিল। মানুহৰ মাজত গুণগুণনি শুনা গ'ল। তেওঁ ডেকা মানুহ কিন্তু নিৰ্ভীক লোক। বিচাৰৰ ক্ষেত্ৰত কোনো পক্ষপাতিত্ব নকৰে বুলি সকলোৰে বিশ্বাস আছে। তাতে বিশ্ব ওজাই প্ৰস্তাৱ কৰিছে। সন্মান সহকাৰে তেওঁ কাম চলাই যাবলৈ স্থিৰচিত্ত হ'ল।

মেল আৰম্ভ হ'ল। বিচাৰকৰ সোঁফালে শাৰী পাতি বহিছে ক্ৰমে মণ্ডল, পুলিচ, দোকানী, পঞ্চায়তৰ মেম্বৰ আদি বাদীপক্ষ আৰু বাওঁফালে বহিছে ক্ৰমে পণ্ডিত, ভোলানাথ আৰু অন্যান্য অঙহী-বঙহীসকল। সন্মুখৰফালে বহিছে ক্ৰমে ৰাইজৰ মানুহ গোবিন্দ, বিশ্ব ওজা, ধৰ্মেশ্বৰ ডেকা আদি সমজুৱা লোকসকল। গোসাঁইঘৰৰ চোতাল মানুহেৰে ভৰি পৰিছে। সমজুৱা সকলৰ পিছফালে থিয় হৈ আছে ডেকা ল'ৰাসকল।

ৰাইজৰ বিচাৰ; গহীন সমাজ। আজি গাঁৱৰ এখন অতি জৰুৰী বিচাৰ বহিছে। সকলোৰে মুখত এটা উৎকণ্ঠাৰ ভাব। আজিৰ বিচাৰে গাঁৱৰ ওলট-পালট ঘটাব পাৰে। গাঁৱৰ সমাজ বিভক্ত হ'ব পাৰে। প্ৰায়ভাগ মানুহেই এটা নহয় এটা পক্ষ লৈছে। মধ্যস্থতাকাৰী লোক নিচেই কম। বিচাৰৰ শেষত কি হয় তাক ভগৱানেহে জানে। সকলো নিতাল নিস্তব্ধ হৈছে।

বিচাৰ আৰম্ভ হ'ল। বিচাৰকে বাদীপক্ষৰ অভিযোগ কি সুধিলে। বাদীপক্ষৰ মণ্ডলে থিয় হৈ ক'লে— "মোৰ ল'ৰা নগেনক ভোলানাথৰ ল'ৰা ভূপেনে মাৰি ডাক্তৰখানালৈ নিবলগীয়া কৰিছিল। আজিও তাৰ চিকিৎসা চলিয়ে আছে। সেইবাবে মই বিচাৰ প্ৰাৰ্থনা কৰিছো।"

তাৰপিছত পুলিচে কৈ উঠিল— "মোৰ ল'ৰা বলেনক পণ্ডিতৰ ল'ৰা উপেনে মাৰি ডাক্তৰখানালৈ নিবলগীয়া কৰিছে। মই ইয়াৰ বিচাৰ চাইছো।"

এইবাৰ বায়নে ভোলানাথক সুধিলে— "আপুনি শুনিছে নহয়, আপোনাৰ ল'ৰাই এওঁৰ ল'ৰাক মাৰিছে। এতিয়া আপুনি কওক কথাষাৰ সত্যনে?" ভোলাই থিয় হৈ ৰাইজলৈ হাতযোৰ কৰি কঁপা কঁপা মাতেৰে ক'লে— "বাপসকল! মাৰামাৰি লগা কথা সঁচা। মই দেখা নাই; কিন্তু মোৰ ল'ৰাই কৈছে যে কলেজৰ পৰা আহোঁতে বাটত মোৰ ছোৱালীক জোকাইছিল নগেন আৰু বলেনে। একেলগে অহা উপেনে প্ৰতিবাদ কৰাত তাক সিহঁত দুটাই খুব মাৰধৰ কৰিছিল। তাকে দেখি কলেজৰ দুটামান ল'ৰাৰ লগত আহি মোৰ ল'ৰা ভূপেনে সিহঁতক আঁতৰ কৰিবলৈ খেদি যোৱাত সিহঁতে ভূপেনহঁতকো মাৰধৰ কৰে। তেতিয়া ইহঁতেও মাৰে। মাৰামাৰিত খুন হৈ ডাক্তৰখানালৈ যাব লগা হয়।" তেওঁৰ জবানবন্দীৰ পিছত বায়নে পণ্ডিতক সুধিলে — "এতিয়া আমাৰ পণ্ডিত মহাশয়ে ক'ব লাগে, কাৰণ মাৰামাৰিত তেখেতৰ ল'ৰা উপেন জড়িত আছে।" বিচাৰকৰ কথা শুনি পণ্ডিতে থিয় হৈ ৰাইজক নমস্কাৰ কৰি ক'বলৈ ধৰিলে— "প্ৰভুসকল! মোৰ ল'ৰাই মাৰ খাই ডাক্তৰখানালৈ যাব লগা হৈছিল। মাৰামাৰি মই দেখা নাই। মোৰ ল'ৰাই কোৱামতে, ভোলানাথৰ জীয়েকক তাৰ সন্মুখতে সিহঁতে জোকোৱাত তাৰ খং উঠি বাধা কৰাত তাকে আকৌ মাৰপিট কৰে। সি কোৱা কথা, মই দেখা নাই: সঁচা-মিছা ক'ব নোৱাৰো, কিন্তু সি বেয়াকৈ খুন হৈ ডাক্তৰখানাত পৰি

থকা কথা জানি মই নিজে গৈ ডাক্তৰখানা উঠিলো আৰু তাৰ জখমবোৰ দেখি অনুমান কৰিলো যে তাক দুই-তিনিজনমানে ধৰি মাৰিছে। মই চিকিৎসাত বহুখিনি টকা খৰচ কৰিব লগা হৈছে। এতিয়াও ল'ৰাজন ভালকৈ উঠিব পৰা হোৱা নাই। মইহে বিচাৰ দিবলৈ মন কৰিছিলো, কিন্তু ওলোটাই আমাৰ ওপৰতহে বিচাৰ দিলে। এতিয়া ৰাইজে সত্যাসত্য বিচাৰ কৰি যি ব্যৱস্থা কৰে কৰক।" তেনেকৈ কৈ তেওঁ বহিল।

এইবাৰ বায়নে দোকানীক সুধিলে— "এতিয়া দোকানী মহাজনে ক'ব লাগে কি অভিযোগ আছে।" দোকানীয়ে উঠি হাতযোৰ কৰি ক'লে— "প্ৰভুসকল! মোৰ ল'ৰা প্ৰফুল্লক বিনাদোষত ভোলানাথৰ ল'ৰা ভুপেনে মাৰিলে আৰু ভৰি এখন ভাঙি দিলে। ভুপেন মহা বলৱান, কুস্তি শিকা ল'ৰা। মোৰ ল'ৰা দুৰ্বল, গতিকে তাক খুব মাৰিলে। আজিও ভৰিখন ভাল হোৱা নাই। ইয়াৰ বিচাৰ কৰক।" এইবাৰ বায়নে মেম্বৰক সুধিলে। মেম্বৰে থিয় হৈ ৰাইজক নমস্কাৰ কৰি ক'লে— " ৰাইজসকল! মোৰ ল'ৰা গিৰীণক ভোলানাথৰ ল'ৰা সেই ভুপেনে মাৰি লেবেজান কৰি দিছে। তাক কোনোমতেহে ডাক্তৰখানালৈ নিছে। মই নাছিলো, কলেজৰ পৰা আহোঁতে তাক বাটতে মাৰিছে। সি একেলগে আহিলেও কাকো একো কোৱা নাছিল। ইয়াৰ বিচাৰ লাগে। বিনাদোষত কিয় মাৰিলে ইয়াৰ বিচাৰ ৰাইজে কৰক। নহলে মই পঞ্চায়তত বিচাৰ দিম।"

তেওঁৰ কথা শুনি গোবিন্দই মাত দি উঠিল— "আমাৰ গাঁওৰ ৰাইজক অপমান কৰা যেন হ'ল। পঞ্চায়তৰ ভয় দেখুৱাই মেম্বৰে আমাক অপমান কৰিছে। আমাৰ ৰাইজক উলাই কৰিছে। ৰাইজতকৈ তেওঁ মেম্বৰ হোৱা পঞ্চায়তখন ডাঙৰ হ'ল নেকি? পঞ্চায়তৰ ভয় আমাক দেখুৱাব নালাগে। তেওঁ পঞ্চায়তৰ ওচৰ চাপিলে আন পক্ষই আদালতৰ ওচৰ চাপিব। কেচ ডাঙৰ হব। বান্দৰৰ ঘাৰ দৰে খজুৱাই খজুৱাই বহলহে কৰিব পাৰিব; আমাক পঞ্চায়তৰ কথা ক'ব নালাগে।" এনেতে পুলিচে মাত দি উঠিল— পঞ্চায়তৰ কথা মেম্বৰে কৈছে, মই কিন্তু থানাত কেচ দিম যদি সঠিক বিচাৰ নকৰে। তেওঁৰ কথা শুনি বুঢ়া বেজ বিশ্ব ওজাই মাত দিলে— "তোমালোকে মিছাকৈ উত্তেজিত হৈছা, বিচাৰ আৰম্ভ নৌহওঁতে তোমালোকে মামলা মোকৰ্দ্দমাৰ নাম লৈছা। গাঁৱৰ বিচাৰ গাঁৱতে হ'ব লাগে। তাৰ বাবে আইন-আদালত, পঞ্চায়ত আদিলৈ যাব লাগে কিয়? আমাৰ বিচাৰ আমিয়ে কৰি শান্তি সম্প্ৰীতি ৰক্ষা কৰিব লাগিব। মিছামিছি তৰ্কবাদ নকৰিবা। কাজিয়া বাঢ়িবহে— নকমে। আমিয়ে মীমাংসা কৰি সমিলমিল কৰি দিব লাগিব।"

"এৰা বিচাৰ আৰম্ভ হোৱাই নাই, তাতে ইমান তৰ্কাতৰ্কি কিয়? আমি জবানবন্দীহে শুনিছো। দুয়োপক্ষৰ কথা শুনাৰ পিছত ৰাইজে বিচাৰ কৰিব। ৰাইজৰ বিচাৰ সিদ্ধান্ত হোৱাৰ পিছত মই মাত্ৰ ঘোষণাহে কৰিম। আপোনালোক উত্তেজিত নহ'ব। ধৈৰ্য্য ধৰি বিচাৰ কৰক। জবানবন্দী শুনিলেই, ৰাইজে বিচাৰ কৰক এতিয়া।" বায়নে থিয় হৈ ৰাইজলৈ অনুৰোধ জনালে। ৰাইজৰ মাজত নানা কাৰণত নানা কথাত

গুণগুণনি উঠিল।

এইবাৰ ধৰ্মেশ্বৰ ডেকাই উঠি ক'লে— প্ৰভুসকল! আমি আচামী ফৈৰাদীৰ বাপেক সকলৰ কথাহে শুনিলো, কাজিয়া কৰা ল'ৰাহঁতৰ কথাতো শুনা নাই। আচামী, ফৈৰাদী হাজিৰ কৰিব লাগে। আমি তেওঁলোকৰ জবানবন্দী লৈহে বিচাৰ নিষ্পত্তি কৰিব পাৰিম। তেওঁলোকক মাতি আনক। "হয়, হয়, আচল আচামী-ফৈৰাদীৰ জবানবন্দী লব লাগিব। ডেকাই উচিত কথাকে কৈছে। তেওঁলোক হাজিৰ হ'ব লাগে।" ৰাইজৰ মাজৰপৰা সকলোৱে কৈ উঠিল। এইবাৰ বিচাৰক বায়নে কৈ দিলে — "ৰাইজৰ কথা উত্তম। গতিকে তেওঁলোকক মাতি অনা হওক। ৰাইজৰ কেইজনমান মানুহ গৈ তেওঁলোকক মাতি আনক। আপোনালোক কেইজনমানে যাওকগৈ।"

বিচাৰক বায়নৰ কথামতে দহজন ডেকা মানুহ মেলৰপৰা উঠি তেওঁলোকক আনিবলৈ গ'ল। এই সময়খিনিত নানাজনে নানা ঠাট্টা মস্কাৰ কৰি বাক্যবান হানিব ধৰিলে। এজনে কাট মাৰিলে— "মেলৰ বৰ বৰ মেলকিৰ ল'ৰাহঁতেই গাঁওখনৰ দুনাম আনিলে। বাটত ছোৱালী জোকোৱা ল'ৰাৰ বাপেকহঁতে নাক কটা যেন নাপায়নে?" আন এজনে কৈ উঠিল— "বাপ চাইহে বেটা বুলি এটা কথা আছে। বাপেকহঁত যেনে পুতেকহঁতো তেনেই হয়। ডেকাকালত বাপেকহঁতেও গাঁৱৰ গাভৰু ছোৱালীসকলক কম জুলুম কৰা নাছিল। এতিয়া বাপেকহঁতৰ চৰিত্ৰৰহে আখৰা কৰিছে বাপ চাই বেটাসকলে।"

এনেধৰণৰ কটু আৰু তাচ্ছিল্যৰ কথা শুনি বহুজনৰ গাত কাঁইটে বিন্ধা দিলে। তেওঁলোকৰ অতিপাত খং উঠিল। সৰ্বেশ্বৰে কৈ উঠিল— "বাপেকহঁতক ধৰি কথা ক'লে বিষম হ'ব। আমি সহ্য নকৰিম। আমাৰ চৰিত্ৰক ধৰি যোজনা দিয়া হৈছে। আমি সহ্য নকৰিম। এনে অপমানজনক কথা মেলত চলিলে মেল নহ'ব। বিচাৰকে এইবোৰ বন্ধ কৰিব লাগে।" তেওঁৰ কথাত বাদীপক্ষৰ সকলো কেইজনে সমৰ্থন কৰি কৈ উঠিল— "এনে গালি শুনিব লাগিলে মেলত নাথাকিম।"

কথা বিষম দেখি বিচাৰক বায়নে থিয় হৈ ক'লে— "প্ৰভুসকল। মই হাতযোৰ কৰি অনুৰোধ কৰিছো যাতে কোনেও এনেকুৱা কটু আৰু অশালীন মন্তব্য কাকো নকৰে। আমাৰ গাঁৱৰ পৰম্পৰা নষ্ট হ'ব। মই হাতযোৰ কৰিছো, কোনেও যেন একো বেয়া মন্তব্য নিদিয়ে আৰু কোনেও যেন মেলৰ সৌষ্ঠৱ নষ্ট নকৰে।" এইবাৰ মেলত হাই-উৰুমি বন্ধ হ'ল। নিটাল মাৰিলে। কিছুসময়ৰ পিছত ল'ৰাহঁতক লগত লৈ ৰাইজৰ লোক মেললৈ সোমাই আহিল। তেওঁলোকে ল'ৰাহঁতক ৰাইজৰ মাজত থিয় কৰাই ক'লে— "ৰাইজসকল। এওঁলোকক অনা হৈছে। আপোনালোকৰ আগত হাজিৰ কৰিলো। যি সুধিব লাগে সোধক।" এনেকৈ কৈ তেওঁলোক বহিল। ল'ৰাহঁত থিয় হৈ ৰ'ল। ৰাইজ নিস্তব্ধ। বিচাৰক বায়নে থিয় হৈ ক'লে— "প্ৰভুসকল! ল'ৰাহঁত আহিছে। আপোনালোকে জবানবন্দী লওক।"

নিশ্চয়, নিশ্চয়। আপুনিয়ে সোধক। ৰাইজৰ মাজৰ পৰা কৈ উঠিল। ওজাই

সুধিলে— "বোপাহঁত! তোমালোকক আজি আমি ৰাইজে বৰ দুখেৰে সুধিব লগা হৈছে যে সিদিনা হেনো তোমালোকৰ ভিতৰত কাজিয়া লাগিছিল। এইলৈ মেল বহিছে। তোমালোকৰ কাজিয়াৰ বিচাৰ হ'ব যাতে ভৱিষ্যতে কাজিয়া নালাগৈ আৰু আগৰদৰে মিলাপ্ৰীতিৰে বাস কৰিব পাৰা। নিজৰ দাঁতে ওঁঠেও কামোৰ খায়। তথাপি দাঁত ওঁঠ নাইকিয়া নহয়। তোমালোকে এই ধৰ্মস্থান গোসাঁইঘৰৰ সন্মুখত থিয় হৈ ভগৱানক সাক্ষী ৰাখি যি কোৱা সঁচা কথাকে কবা। তোমালোক প্ৰত্যেকে যি কোৱা সঁচা কবা বুলি ঈশ্বৰৰ ওচৰত শপত খোৱা।" বুঢ়াৰ কথা শুনি সকলোটিয়ে শপত খালে। তেওঁলোকে শপত খোৱাৰ পিছত বুঢ়াই ক'লে— "বায়ন বোপা! এতিয়া তুমি জবানবন্দী লব পাৰা।"

মেল নিটাল মাৰিলে। বায়নে থিয় হৈ ক'লে— প্ৰভুসকলক নমস্কাৰ জনাই মই ভূপেনক সুধিব খুজিছো। তুমি কোৱাচোন ভূপেন! তুমি বোলে সিদিনা কলেজ ছুটীৰ পিছত বাটত বলেনহঁতক মাৰধৰ কৰিলা, মাৰধৰ কৰা কথা সঁচানে? যদি সঁচা হয় তেন্তে কি দোষত মাৰিলা, এই কথা ৰাইজৰ আগত ক'ব লাগে। যি কোৱা সঁচা কথা কবা, আত্মপক্ষ সমৰ্থন কৰিব লাগিলেও মিছা কথা নকবা। ঘটনা কি? ভূপেন— "বিচাৰক মহাশয় আৰু মোৰ পুজনীয় ৰাইজসকল! মই মাৰধৰ কৰা কথা সঁচা। ইয়াৰ কাৰণ, আমাৰ কলেজ ছুটীৰ পিছত মই কলেজৰ ছাত্ৰ এজনৰ কামত পিছ পৰি ৰ'লো। এওঁলোক আগবাঢ়ি আহিল। কিছুসময় পিছত মোৰ ভনীজনীয়ে বৰ বেগাই কলেজলৈ ফিৰি আহি মোক বিচাৰিলে। মই দুজন ল'ৰাৰ লগত কলেজৰ ছাত্ৰ একতা সভাৰ এটা জৰুৰী কামৰ বিষয়ে আলোচনা কৰি আছিলো। তাই হেঁপাই-ফোঁপাই আহি ক'লে যে বাটত তাইক নগেন, গিৰীণ, প্ৰফুল্লহঁতে জোকাইছে আৰু তাৰ প্ৰতিবাদ কৰাত উপেনক সিহঁতে ধৰি মাৰিব ধৰিছে। কথাবাৰ শুনি আমি তিনিওজন ল'ৰাই দৌৰি গ'লো আৰু সেই ঘটনা দেখা পালো। সিহঁতে উপেনক তলত পেলাই লৈ কিল, ভুকু, চৰ আদি মাৰি আছে। এনেতে আমি তিনিও গৈ সিহঁতক টানি আনিলো কাজিয়াখন ভাঙি দিবলৈ। তেনেকৈ টানি আনোতে সিহঁতে আমাক তিনিওকে মাৰিলে। তেতিয়া মই সিহঁতকো মাৰিলো। মোৰ লগৰ ল'ৰা দুজনে মোক আৰু তেওঁলোকক আঁতৰাই দিলে। সেই সময়ত মোৰ বৰ খং উঠিছিল কাৰণে দুটা এটা লাঠি, ভুকু আৰু ঘোচা মাৰিছিলো। সিহঁতৰ অলপ-চলপ খুন হৈছে। শেষত মই উপেনক বাটৰ দাঁতিত পৰি থকা অৱস্থাৰ পৰা তুলি আনিলো। এনেতে কলেজৰ পৰা কিছুমান ল'ৰা আহিল আৰু সকলোৱে এওঁলোকক ডাক্তৰখানালৈ লৈ গ'ল। উপেনকো ডাক্তৰখানালৈ লৈ যোৱা হ'ল।" ভূপেনৰ কথা শুনি সকলোৱে নীৰৱ হৈ গ'ল। ভূপেনে কোনো কথা লুক-ঢাক কৰা নাই। আত্মপক্ষ সমৰ্থনৰ বাবে কোনো মেৰপেচ লগা কথাও কোৱা নাই। নিৰ্মোহ সত্য আৰু নিৰ্ভেজাল ঘটনা বিন্যাস কৰিছে। বিপক্ষৰ ল'ৰাহঁতেও তবধ মানিলে যে ভূপেনে কোনো মিছা কথা কোৱা নাই। কিন্তু ইয়াৰ মাজতে কি কৌশল উলিয়াব পাৰে তাৰে চিন্তা কৰিলে। যুদ্ধত কুট-কৌশল যেনে অপৰিহাৰ্য্য মেলতো পাক লগা

কথা কোৱাতো তেনে অপৰিহাৰ্য্য নহ'লে মেলত জয়লাভ কৰা কঠিন। তাকে চিন্তা কৰি বলেন, নগেনহঁতে নতুন কৌশল উদ্ভাৱনা কৰিবলৈ আলচ কৰিলে। ৰাইজৰ মানুহে কিন্তু ভূপেনক সাহসেৰে সঁচা কথা কোৱা বাবে প্ৰশংসা কৰিলে। সত্য প্ৰকাশৰ বাবে সাহসৰ প্ৰয়োজন। ভূপেনৰ সেই সৎ-সাহস আছে। তেওঁৰ কথা শুনাৰ পিছত বিচাৰক বায়নে নগেনক প্ৰশ্ন কৰিলে—

"নগেন। তুমি তোমাৰ বক্তব্য কোৱাচোন। ভূপেনৰ কথা সঁচানে?" নগেনহঁতে থিয় হৈয়ে আছিল। নগেনে উত্তৰ দিলে "ভূপেনৰ কিছু কথা সঁচা, কিন্তু সকলো কথা সঁচা নহয়।"

"কি কথা সঁচা নহয়?"

"সিয়ে আমাক কেৰেট মাৰি আঘাত কৰিছে সেই কথা কোৱা নাই।"

সমাজৰ মানুহে হাঁহি দিলে।

এনেতে সমজুৱাৰ পৰা কোনোবাই মাত মতা শুনা গ'ল— "কেৰেট মাৰি লেবেজান কৰি দিয়া কথা কোৱা নাই। বেটাহঁতৰ লাজ নালাগে চাৰিজনে এজনক বলে নোৱাৰে।" আনজনে মাত লগালে—"বীৰ পুৰুষসকলে চাৰিজনে ধৰি এজনক বগৰাই লৈ যে পিটিছিল, সেই কথা ভূপেনে নকলেনে? দুৰ্বল এজনক চাৰিজনে ধৰি মাৰিলে আৰু বলৱান এজনে চাৰিজনক মাৰিলে। বেটাহঁতৰ ক'বলৈ লাজ নালাগে।" ৰাইজৰ মাজৰ পৰা এনে ধিক্কাৰ লগা কথা শুনি নগেনৰ মাত বন্ধ হৈ গ'ল। এইবাৰ বিচাৰকে বলেনক সুধিলে। বলেনে সেমেনা-সেমেনি কৰি ক'লে— "আমি কাকো জোকোৱা নাই, অথচ উপেনে আমাক ছোৱালী জোকোৱা বুলি কৈছিল। আমি মায়াক জোকোৱা নাই। মায়াই আহি কওক তেওঁৰ নাম আমি লৈছোনে?"

এনেতে উপেনে কৈ উঠিল— "নাম কাঢ়িলেহে হয়নে? নাম নকঢ়াকৈ অশ্লীল ইংগিত কৰিব পাৰি। কাক ইংগিত কৰি কাক জড়িত কৰি জোকাইছিল তাক বুজোতাই বুজে।"

"তোমাক কোনে মাতিছে উপেন? তোমাৰ পাল পৰা নাই। তোমাক মই সুধিলেহে ক'বা।" বিচাৰকে ক'লে। উপেন মনে মনে থাকিল। এইবাৰ বিচাৰকে প্ৰফুল্লক সুধিলে, "তুমি কি কৰিছিলা প্ৰফুল্ল?"

"মই একো কোৱা নাই আৰু একো কৰা নাছিলো, বিনা কাৰণে মোক ভূপেনে মাৰিছে।" তেওঁৰ কথা শুনি সমাজৰ মাজৰ পৰা কোনোজনে ইতিকিঙৰ সুৰত কৈ উঠিল— 'ওহ! একো নাজানে, একো কৰা নাই মোৰ বাচাই। ইচ্ ইচ্ দৈৱকীৰ আভুৱা সন্তান। বাচা গুণৰ মাণিক! বিনাদোষত বাচাক মাৰিলে, হায়! হায়!" তেওঁৰ কথা শুনি সমাজৰ মাজত হাঁহিৰ ৰোল উঠিল। প্ৰফুল্লই লাজতে তলমুৱা হৈ ৰ'ল। বায়নে সুধিলে— "কলেজৰ পৰা আহোঁতে মায়া আৰু কোন আহিছিল তেওঁৰ লগত?"

"মায়াৰ লগত উপেন গৈছিল। মায়া আগে আগে আৰু উপেন পিছে পিছে।"

"তেতিয়া তোমালোক ক'ত আছিলা?"

"আমি পিছে পিছে আহি আছিলো।"

"তোমালোকৰ মাজৰ পৰা তেতিয়া কোনে মায়াক ঠাট্টা কৰিছিল?"

"কোনেও ঠাট্টা কৰা নাছিল।"

"তেনেহ'লে উপেনে কিয় প্ৰতিবাদ কৰিব লগা হ'ল?"

"তেওঁ প্ৰতিবাদ কৰা নাছিল।"

"তেন্তে তেওঁক কিয় মাৰা হ'ল।"

"তেওঁক কোনেও মাৰা নাই?"

"তেন্তে এনেয়ে নৰ্দ্দমাত বাগৰি গ'ল?"

প্ৰফুল্ল নীৰৱ। বিচাৰক বায়নে ক'লে— "তুমি ধৰ্মস্থানত শপত খায়ো মিছা কথা কৈছা। তোমাৰ পাপ হৈছে। তুমি মিছলীয়া।" তাৰপিছত অলপ পৰ থাকি নগেনক প্ৰশ্ন কৰিলে— "নগেন, তুমি সঁচা কথা কোৱা, কোনে মায়াক জোকাইছিল?"

"আমি মায়াক নাম ধৰি মতা নাই; কেৱল ৰোমিও জুলিয়েট বুলিহে কৈছিলো।" হাঁহি মাৰি ধৰ্মেশ্বৰ ডেকাই ক'লে— "চেক্সপিয়াৰৰ নাটকখনৰ বাটতে আখৰা কৰিব বিচাৰিছিলা বোধ হয়?" তেওঁৰ কথাত সমাজৰ মাজত হাঁহিৰ ৰোল উঠিল। এইবাৰ বিচাৰকে গহীন হৈ ক'লে— "কথা আৰু নবঢ়াবা। সঁচা কথা কোৱা। তোমালোক একে কলেজৰ, একে গাঁৱৰ ল'ৰা-ছোৱালী, তাতে সকলোটি বন্ধু-বান্ধৱ। গতিকে মিছা কথাৰ জাল তৰি নিজে নিজে জালত নপৰিবা। সত্য কথা কোৱা। তোমালোকে জোকাইছিলা; আৰু তাৰ কাৰণেই এইবোৰ দুৰ্ঘটনা হ'ল। এতিয়াও সঁচা কথা কৈ উচিত কাম কৰা! আকৌ মিল হোৱা।"

তেওঁৰ কথা শুনি সি তলমুৱা হৈ ৰ'ল। এইবাৰ বিচাৰক বায়নে ৰাইজক ক'লে— "প্ৰভুসকল! আপোনালোকে নিশ্চয় বুজিছে ঘটনাটোনো কি। এওঁলোকৰ কথা শুনিলে। এতিয়া আপোনালোকৰ মতামত প্ৰকাশ কৰক।"

তেওঁৰ কথা শুনি ৰাইজৰ মাজত গুণগুণনি উঠিল। নানাজনে নানা কথা ক'ব ধৰিলে। সকলোৱে নিজৰ পক্ষ টানি টানি কথা কবলৈ ধৰিলে। নগেন, বলেন, প্ৰফুল্লহঁতৰ ফলীয়া মানুহে ভূপেন, উপেন আৰু মায়াক দোষী সাব্যস্ত কৰিবলৈ নানা যুক্তি দাঙি ধৰিলে। মায়া বেয়া ছোৱালী আৰু উপেনৰ চৰিত্ৰৰ দোষ আছে বুলি নানা মিছা কথা আৰোপ কৰি ক'ব ধৰিলে। ভূপেনহঁতৰ পক্ষৰ লোকে নগেন, বলেনহঁতক দোষী সাব্যস্ত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিলে। এওঁলোক যে উদণ্ড আৰু দুষ্কৃতিকাৰী এই কথা প্ৰতিপন্ন কৰিবলৈ অতীতৰ বহু কথাৰ উল্লেখ কৰিলে। ভোগালী বিহুৰ সময়ত বেৰভঙা, কবি, আলু চুৰ কৰা কথা ক'ব ধৰিলে। তাৰ উপৰিও কলেজতো ছাত্ৰৰ মাজত দলাদলি কৰি শিক্ষকক নমনা আৰু পৰীক্ষাত নকল কৰা কাৰ্য্যক গৰ্হিত বুলি ঘোষণা কৰি নানা ধৰণৰ মুখৰোচক কাহিনী প্ৰকাশ কৰিলে। ৰাইজৰ মাজত তুমুল বাক-বিতণ্ডা হ'ব ধৰিলে। কোনো দলেই কাৰো কথা নমনা হ'ল। আনকি ছাত্ৰসকলৰ ভিতৰতো দুদল হ'ল। মহা হুলস্থুলৰ সৃষ্টি হ'ল। শেষত ধৰ্মেশ্বৰ ডেকাই উঠি ক'লে —

"ৰাইজসকল! ইমান হুলস্থুল কৰিলে বিচাৰ কেনেকৈ কৰিব? বিচাৰ কৰিবৰ বাবে এটা শান্ত পৰিবেশ আৰু নিকা মন লাগে। পক্ষপাতহীন যুক্তিয়েহে সুবিচাৰ আনিব পাৰে। আপোনালোক শান্ত হওক। কেইজনমান ল'ৰাৰ স্বাৰ্থৰ কাৰণে মেলখন নষ্ট নকৰিব। ৰাইজৰ মাজত দলাদলি হ'লে গাঁওখন ফালিব— দুভাগ হ'ব। কেইজনমান ল'ৰাৰ কাৰণে গাঁওখন ফালিবনে? আপোনালোক শান্ত হওক।"

তেওঁৰ কথা শুনি মণ্ডল, পুলিচ, দোকানী আদি ফৰিয়াদী পক্ষৰ লোকে দুৰ্ঘোৰ আপত্তি কৰি কৈ উঠিল— "গাঁওফালে ফালক, তথাপি আমি স্বাৰ্থপৰ বিচাৰকৰ বিচাৰ নামানো।"

এইবাৰ ভূপেনহঁতৰ পক্ষৰ মানুহে তাৰ প্ৰতিবাদ কৰিলে। "বিচাৰকৰ গাত কি দোষ? বিচাৰকে একো কোৱা নাই আৰু ৰায়ো দিয়া নাই। সমাজৰ মাজৰ পৰাহে যুক্তি বিচাৰিছে। কিয় বিচাৰকক দোষ দিব? এওঁলোকৰ মতলব গাঁওখন দুফাল কৰাহে যেন পাইছো।"

এইবাৰ বিশ্ব ওজা বুঢ়াই উঠি ক'লে—"সৰুৱে পানী পেলায়, ডাঙৰে পিছলি পৰে। আজি আমাৰ গাঁৱৰ মানুহবো তেনে অৱস্থাই হৈছে। ল'ৰা কিছুমানৰ ভুলৰ কাৰণে, দোষৰ কাৰণে গাঁওখনৰ বিভেদ আহিব— গাঁওখন দুফাল হ'ব। ই বৰ দুখৰ কথা। ৰাইজ! এতিয়াও সময় আছে। আপোনালোকে সুস্থিৰ হৈ এটা সুমীমাংসা কৰক। আমাৰ পূৰ্বপুৰুষসকলেও এই গোসাঁই ঘৰৰ চোতালত বহিয়ে গাঁৱৰ কাজিয়া মিতমাত কৰিছিল, আমিও তাকে কৰিব লাগিব। ক্ষুদ্ৰ ফিৰিঙতিৰ পৰা খাণ্ডৱদাহ হয় বুলি এটা কথা আছে। আপোনালোকে পক্ষ লৈছে কিয়? নিৰপেক্ষ আলোচনা কৰক।

এইবাৰ পুলিচে মাত দিলে— "লোকক নিৰপেক্ষ হ'বলৈ কোৱাৰ আগতে নিজেহে নিৰপেক্ষ হওক। আপুনিহে পক্ষপাতিতা কৰি কথা কৈছে।"

"মইনো কি পক্ষপাতমূলক কথা ক'লো সৰ্বেশ্বৰ? বাৰু, মই নামাতো তোমালোকেই বিচাৰ কৰা।" এইবুলি কৈ বুঢ়াই বহি পৰিল। তাকে দেখি বহুতো ডেকা মানুহে গজ-গজাই উঠিল— "কি পক্ষপাতিতা কৰিছে পুলিচে ক'ব লাগিব নহ'লে আমি তেওঁক নেৰিছো। বিনাদোষী মানুহৰ পিঠিত চাৰি কোব মাৰি চাৰিশ টকা লোৱা এই পুলিচক আজি সুদাই নেৰো।"

এনেতে মণ্ডলে উঠি ৰাগ কৰি কৈ উঠিল— "বিনাদোষত মানুহক কোবাই টকা লোৱা বুলি পুলিচক কিয় দোষাৰোপ কৰিব; ইয়াৰ বিচাৰ আমাক লাগে। ই মানহানিকৰ কথা। এটা মানহানিকৰ কেচ হ'ব। সমাজৰ মাজতে এনে অপমানজনক কথা ক'লে আমি সহ্য নকৰো। আমাক ইয়াৰ বিচাৰ লাগে।"

এইবাৰ ধৰ্মেশ্বৰ ডেকাই হাঁহি মাৰি ক'লে— "পুলিচ আৰু মণ্ডল, এই দুই গাঁৱৰ কন্দল। পুলিচে মাৰামাৰি, ফৌজদাৰী আৰু মণ্ডলে মাটি-বাৰীৰ দেৱানী কেচত [illegible] খণ্ডল-মণ্ডল [illegible] সেইবাবেই কাজিয়া হয় আৰু গাঁৱৰ মানুহ জলৌ-পলৌ হৈ যায়। আমাৰো আজি সেই দশা হৈছে। [illegible] গাঁৱৰ মানুহ সাৱধান হওক।

মেলখন নষ্ট নকৰিব।" এইবাৰ মণ্ডলে উত্তেজিত হৈ কৈ উঠিল— "মণ্ডলে কন্দল বুলি কিয় ক'ব? ই ঘোৰ অপমান। মণ্ডলে কি কন্দল লগালো, তাৰ প্ৰমাণ দিব লাগিব নহ'লে আমি মেলত নাথাকো আৰু আমাৰ অভিযোগ থানাত জনাই কাছাৰিত কেচ দিম।"

"আজিকালি কোনে গাঁৱলীয়া মানুহৰ ৰায় মানে? আজিকালি কাছাৰিমুখে যাব লাগে।" এজন ছাত্ৰই কৈ উঠে।

"এৰা, এইবোৰ গাঁৱৰ মেল কলাৰ ভেল কৰি একো লাভ নাই। সেই মান্ধাতাৰ দিনৰ গাঁৱৰ বিচাৰ আজি শিক্ষিত মানুহে নামানে। এই মেলৰ দৰ্কাৰ নাই।" অন্য ছাত্ৰ এজনে সমৰ্থন কৰে।

মেলৰ ৰায় নৌহওঁতেই ইমানবোৰ অভিযোগ কিয়? ইয়াৰ অৰ্থ যিয়ে মেল দিছে তেওঁলোকেই দোষী। এইবাবে যাতে মেল নহয় তাৰ কাৰণে এইবোৰ বাক-বিতণ্ডা আৰম্ভ কৰিছে। সমাজৰ মাজৰ পৰা আদহীয়া বয়সৰ গাওঁবুঢ়াই ক'লে। এইবাৰ যেন জুইতহে ঘিউ পৰিল। তেওঁৰ কথা শুনি পুলিচ, মণ্ডল, দোকানী সমন্বিতে সকলোৱে থিয় হৈ হাত দাঙি ক'বলৈ ধৰিলে— "এই মেল ফুটুকাৰ ফেন যেন হ'ব। সকলো পক্ষপাতিত্বত বুৰ গৈছে। গাঁৱৰ স্বয়ং গাওঁবুঢ়াই যেতিয়া পক্ষ লৈছে, তেতিয়া আৰু গাঁও নাথাকে। আজিৰ পৰা গাঁও দুফাল হ'ল। আমি আৰু একেলগে নাখাও, নাথাকো। আজিৰ পৰা আমি বেলেগ খেল কৰিলো। আহক, আমাৰ পক্ষৰ মানুহসকল উঠি আহক।"

এইবুলি কৈ তেওঁলোক যাবলৈ উঠিল। মেলৰ মাজত হুলস্থুল লাগি পৰিল। তাকে দেখি চন্দ্ৰ কলিতা পণ্ডিতে হাতযোৰ কৰি ক'লে— "ৰাইজসকল! গোলমাল নকৰিব। আপোনালোক নাযাব। বিচাৰ কৰিলে কৰিব, নকৰিলে নকৰিব; কিন্তু গাঁও নেফালিব। যদি আপোনালোকে বিচাৰত পক্ষপাতিত্ব কৰিব বুলি সন্দেহ কৰিছে তেন্তে তাৰ ব্যৱস্থা মই কৰিম। মোৰ ল'ৰাই মাৰ খাই চিকিৎসালয়ত ভৰ্তি হ'ব লগা হোৱাতো মই বিচাৰ দিয়া নাই। আজি মই গাওঁত ৰাইজ বেলেগ নহ'বৰ বাবেই স্বইচ্ছাই কৈছো মোৰ ল'ৰাক দোষী বুলি কৈ দণ্ড কৰক, মই দণ্ড দিবৰ বাবে সাজু আছো। সিনো কিয় ছোৱালীৰ পিছত আহিছিল, সেইবাবেই সি দোষী, তাক দণ্ড দিয়া উচিত। সি পিছে পিছে নাহিলেতো জোকাবৰ সুবিধা নাপালেহেঁতেন। গতিকে তাক দণ্ড কৰক।"

পণ্ডিতৰ কথা শুনি এওঁলোক শান্ত হ'ল যদিও ভুপেনৰ পক্ষৰ মানুহবিলাকে উত্তেজিত হৈ ক'ব ধৰিলে— "সমাজৰ হিতকাৰী মানুহে নিজৰ গাত দোষ জাপি লৈ হ'লেও সমাজ ৰক্ষা কৰে কিন্তু সমাজে জানো এনে অন্যায়ক প্ৰশ্ৰয় দিয়া উচিত? তেতিয়া সমগ্ৰ উত্তৰ পুৰুষ কলুষিত হ'ব। সমাজত সুবিচাৰ নাথাকিব।" এইবাৰ মণ্ডল, পুলিচৰ মানুহবিলাকে ঘপহ কৰি থিয় হৈ কৈ উঠিল— "এনে পেটে সিয়ান মানুহৰ কথা শুনি থাকিলে সমাজৰ মংগলৰ সলনি অমংগলহে বেছি হ'ব। গতিকে আহক, আমি যাওঁ। ইয়াত সঠিক বিচাৰ নহয়।"

তেওঁলোক যাবলৈ ওলোৱা দেখি বিচাৰকে ক'লে— "বিচাৰ আৰম্ভ কৰি থাকোঁতেই আপোনালোক যাবলৈ ওলাল কিয়? মইতো কোনো ৰায়দান কৰা নাই, আপোনালোকৰ অভিমতহে বিচাৰিছো। তাতে ইমান খং খাইছে কিয়? আপোনালোকে সুস্থিৰ হৈ বিচাৰ কৰক আৰু মোক সহায় কৰক, তেহে সমাজ ৰ'ব।"

"আপোনাৰ ওপৰত বিশ্বাস নাই। আপোনাৰ বাবেই আমাৰ গাঁও দুফাল হ'ল।"

"মইনো কি দোষ কৰিলো প্ৰভুসকল! মইতো মোৰ মতামত একো প্ৰকাশ কৰা নাই। আপোনালোকে ভালকৈ বিচাৰ কৰক। যদি মোৰ ওপৰত সন্দেহ আছে তেন্তে মই এই আসন এৰি দিলো। আপোনালোকে..... এজনক বিচাৰক পাতক। মই অপমানিত হ'লেও ক্ষতি নাই— তথাপি গাঁওখন ৰওক।" এইবুলি কৈ তেওঁ সেই আসনৰ পৰা উঠি আহি সমাজৰ মাজত শাৰীত বহিল।

এইবাৰ খুব হুলস্থুল লাগি পৰিল। এনে কাণ্ড দেখি ভোলানাথৰ বৰ ভয় লাগিল। তেওঁৰ ল'ৰা-ছোৱালী হালৰ কাৰণেই যেন আজি গাঁওখন দুফাল হব। তাকে ভাবি দুখ-বেজাৰ আৰু ভয়ত ভোলানাথ ভয়াতুৰ হৈ পৰিল। তেওঁৰ চকুৰে দুধাৰী চকুলো হৈ আহিল। গাঁওখন তেওঁৰ অতি মৰমৰ! নিজৰ ল'ৰা তিৰোতাতকৈও এই অন্ন বস্ত্ৰহীন নিছলা খেতিয়কজনে নিজৰ গাঁওখন বেছি ভাল পায়। এই গাঁওৰ বিচ্ছেদে তেওঁৰ মনত বিষম আঘাত দিব। থৰক বৰককৈ কঁপি কঁপি তেওঁ থিয় হৈ নমস্কাৰ কৰি ক'ব ধৰিলে,— "পূজনীয় ৰাইজ! মোৰ দোষ মাৰ্জ্জনা কৰিব। মোৰ ল'ৰা-ছোৱালী হালেই দোষী। সিহঁতে সিহঁতৰ বন্ধুসকলৰ লগত কাজিয়া কৰিছে। ই বৰ দোষৰ কথা। মোৰ ল'ৰা-ছোৱালীক শাস্তি দিয়ক। তথাপিও মোৰ গাঁওখন ৰাখক প্ৰভুসকল!" এনেকৈ কৈ দণ্ডৱত হৈ তেওঁ ৰাইজক সেৱা কৰিলে। ভোলানাথৰ আপোন ভোলা স্বভাৱৰ কথা সকলোৱে জানে। তেওঁৰ ভক্তিত সন্তুষ্ট হৈ ৰাইজে হৰিধ্বনি কৰি আশীৰ্ব্বাদ দিলে। ভক্তিত গদ্‌গদ্ হৈ তেওঁ থিয় হ'ল। দুচকুত দুধাৰী চকুলো।

এনেতে মণ্ডলে মাত দিলে— "ভোলানাথে দুশ টকা দণ্ড দিলেহে আমি মান্তি হ'ম। তাৰ জীয়েক পুতেক হালৰ বাবে দুশ টকা দণ্ড দিব লাগিব।" লগে লগে পুলিচে উঠি ক'লে— "পণ্ডিতেও তেওঁৰ পুতেকৰ দোষৰ বাবে এশ টকা দণ্ড দিব লাগিব।"

এই কথা শুনি ধৰ্মেশ্বৰ ডেকাই মাত লগালে— "ফৰিয়াদীয়ে আচামীক দণ্ড কৰিব নোৱাৰে— ৰাইজেহে কাক দণ্ড কৰিব লাগে নিৰ্দ্ধাৰণ কৰিব পাৰে।"

তেওঁৰ কথাত সকলোৱে হয়ভৰ দিলে। ৰাইজৰ অধিক সংখ্যকে মত দিয়া দেখি পুলিচৰ দলটোৱে ইতস্ততঃ কৰিলে। তাৰ মাজৰ পৰা এজনে মাত দিলে— "তাৰমানে পণ্ডিত আৰু ভোলানাথৰ দণ্ড হ'ব নালাগে। ঠিক আছে, আপোনালোক থাকক, আমি উঠিলো।" তাকে দেখি খণ্ডৰ ভাৰত পণ্ডিতৰ পক্ষৰ মানুহ এজনে কৈ উঠিল— "যায় যদি যাওক, গাঁও ফালিলেও ফালক, আমি তেওঁলোকৰ অন্যায় আবদাৰ

সহ্য নকৰো।”

“এৰা। এনে দাবি হুমকিক ভয় কৰিলে সমাজ নচলে। তেওঁলোক কম সংখ্যাকে যদি এখন খেল হৈ চলিব পাৰে তেন্তে আমি অধিক সংখ্যাকে চলিব নোবাৰিম কিয়?” ধৰ্মেশ্বৰে মাত দিলে। তেওঁৰ কথা শুনি পুলিচ, মণ্ডল, দোকানী সমন্বিতে তেওঁলোকৰ দলটো উঠি গুচি গ'ল।

ওজা বুঢ়াই বৰ দুখ ভাবে ক'লে— “গাঁৱত কলি প্ৰৱেশ কৰিছে। হাই-কাজিয়া, দলাদলি, মাৰামাৰি আৰম্ভ হৈছে। গাঁও উচন যাব। ঘোৰ কলিৰ প্ৰৱেশ। ৰাইজৰ আৰু ৰক্ষা নাই। পাপে আহি সকলোকে চুইছে। দয়া মায়া, সহানুভূতি, ন্যায়, বদান্যতা নাইকিয়া হৈছে। ৰাইজ সাৱধান হওক।” এনেকৈ কৈ বুঢ়া বহিল। বিচাৰক বায়নে ক'লে— “বিচাৰ নহ'ল। তেওঁলোকে বিচাৰ দিছিল মীমাংসাৰ বাবে নহয়, গাঁও ফালিবৰ বাবেহে। তেওঁলোকৰ ইচ্ছাই পূৰণ হ'ল। বিচাৰৰ নামত গাঁওফলা মতলব। আমাৰ ৰাইজ এক হওক। তাৰপিছত পণ্ডিত আৰু ভোলানাথৰ ফালে চাই ক'লে— পণ্ডিত মহাশয়ে কিমান যত্ন কৰিলে,..... নিজৰ ল'ৰাকো দোষী বুলি দণ্ড দিব ওলাল। ভোলানাথে কিমান কাকুতি-মিনতি কৰিলে,.... তথাপি তেওঁলোকৰ অন্তৰ নগলিল, ই এক ষড়যন্ত্ৰ, চাল। ৰাজনীতি কৰা লোকৰ দলীয় ষড়যন্ত্ৰত গাঁও থান-বান হব। নাজানো ইয়াৰ পিছত গাঁৱৰ ভাগ্যত কি আছে। আজিৰ পৰা এই গাঁৱত ৰাজনীতি প্ৰৱেশ কৰিলে। আজিৰ পৰা এই গাঁৱত সমাজ ভাঙি ৰাজনীতিক সকলৰ কবলত পৰি গাঁও থান বান হ'ব। সৰুবে পানী পেলালে, ডাঙৰে পিছলি পৰিল। হায়! হায়! আমাৰ দেশৰ গাঁও!” এনেকৈ খেদ ভাবেৰে, কৈ বায়নে মেল ভংগ হ'ল বুলি কৈ বিষণ্নমনে ঘৰলৈ খোজ ল'লে। ৰাইজৰ মাজত কোলাহল লাগিল, নানাজনে নানা মন্তব্য কৰি ঘৰাঘৰি গ'ল।

আজিৰ পৰাই গাঁৱৰ সমাজ বিভক্ত হ'ল।

## (ন)

শাওণৰ সেউজীয়া বিস্তীৰ্ণ পথাৰ। নকৈ ৰোৱা ধানবোৰ ঠন ধৰি উঠি সেউজীয়া হৈ উঠিছে। পথাৰবোৰলৈ চালে মনত আনন্দ লাগে। সেউজীয়া ধাননি পথাৰে পৃথিৱীখন যেন সেউজীয়া কৰি তুলিছে। কিন্তু এতিয়াও খেতিয়কে কঠিয়া ৰুইয়ে আছে। ভোলানাথৰো ৰোৱা কাম চলি আছে।

ভোলানাথে পথাৰত হাল বাই মাটি পেক দিছে। সৰু পুতেক ভূপেনে কঠিয়া তুলি আনি পেক দিয়া ডবলাবোৰত কঠিয়াৰ আখি (পাল্লা বুলি যাক কোৱা হয়) থৈ গৈ আছে। ঘৈণীয়েক পাৰ্বতীয়ে ভোলানাথক ক'লে— "মই ভাত ৰান্ধিবৰ বাবে ঘৰলৈ যাওঁ, তুমি এই ডবলা পেক দি গৰু দুটাক ধুৱাই দিবা আৰু সোনকালে ঘৰলৈ যাবা। আজি গৰুহালেও বৰ কষ্ট পালে আৰু তুমিও বৰ কষ্ট পালা। ইমান কষ্ট কৰিলে গা-মূৰ বেয়া হব, এনেয়ে তুমি দুৰ্ব্বল মানুহ। সেইবাবে ঘৰলৈ যাবা; আৰু হাল বাব নালাগে।"

ঘৈণীয়েকৰ মৰমসনা সহানুভূতিশীল কথা শুনি ভোলানাথৰ মনত আনন্দ লাগে। ঘৈণীয়েকে যে তাক কিমান মৰম কৰে। তেওঁ যেন ঘৈণীয়েক নহয় - মাকহে। ঘৈণীয়েকৰ পৰা মাকৰ মৰম পাই সৰুতে মাতৃহাৰা ভোলানাথে মাকৰ মৰম উপলব্ধি কৰিলে। দুখীয়া খেতিয়ক পৰিয়ালৰ লোকৰ মৰম-চেনেহ বেছি। ইজনে সিজনৰ দুখ পতিয়ায়। ভোলানাথৰ বুকুখন ভৰি উঠে। মাক আৰু স্ত্ৰীৰ মৰম-চেনেহ যেন সি অকল স্ত্ৰীৰ পৰাই পাইছে। তাতে কাৰ্ত্তিক-গণেশ যেন দুজন বুদ্ধিমান আৰু বলবান পুতেক লাভ কৰিছে। লগতে মনসাৰ দৰে দীপলিপ সুন্দৰী জীয়ৰী মায়াক পাই ভোলানাথ যেন আপোন ভোলা ভোলানাথ হৈ পৰিছে। খেতিৰ ক্ষেত্ৰতো মহাদেৱৰ খেতি। খেতি প্ৰচুৰ কৰিলেও ফল পায় তাকৰ। সি বহু দুখ কৰিলেও শুভ ফল নাপায়। তথাপি তেওঁ কাম কৰি যায়। তেওঁ যেন গীতাৰ পৰম বাণী পালন কৰিছে— "কৰ্ম্মণ্যে বাধিকাৰস্তে মা ফলেচু কদাচন।" কাম কৰি যোৱা, ফলৰ আশা নকৰিবা; কাৰণ কৰ্মৰ ফলদাতা বিভূহে।

গীতাৰ স্থিত প্ৰজ্ঞ পুৰুষৰ দৰে তেওঁ কাম কৰি গৈ আছে। কৰ্ত্তব্যৰ ত্ৰুটী কৰা নাই। ঘৈণীয়েকৰ কথা শুনি তেওঁ লাহেকৈ ক'লে— "আজি গৰুহালে বৰ কষ্ট পালে। আজি সোনকালে হাল মেলিম। মোৰ ভাগৰৰ কথা মই ভবা নাই, গৰুহালৰ কথাহে ভাবিছো। গা-পা ধুৱাই নি খেৰৰ পুঁজিত বান্ধি থব লাগিব। তই পাৰিলে অলপ দানা পগাবি। অৱশ্যে তোৰো কম কষ্ট হোৱা নাই; ইমানবোৰ ডবলা অকলে ৰুলি। তয়ো সোনকালে যাগৈ। ছোৱালীজনীয়ে বা কি কৰিছে। আজি দেখো চাহ আনোতেও পলম কৰিলে।"

এনেতে হাতত চাহৰ কেটলি আৰু বাতি গিলাচ আদি লৈ আহি থকা মায়াক দেখা পাই ভোলানাথে কৈ উঠিল— "অ' মায়া চাহ লৈ আহি পালেহি; নাম লওঁতেই আহি ওলাল। বাচাৰ বৰ আয়ুস; বহুদিন জীয়াই থাকিব।"

এওঁৰ কথা শুনি ঘৈণীয়েক আৰু পুতেকে মায়াৰ ফালে চালে। মায়াই আহি কেটলি আৰু গিলাচ বাতিবোৰ থৈ ক'লে—

"আজি অলপ পলম হ'ল। ভাতকেইটা ৰান্ধি চাহ কৰোঁতে পলম হৈ গ'ল পিতা।"

মাকে মাত লগালে— "তই ভাত ৰান্ধিছ নেকি?"

"হয়। ভাত ৰান্ধি থৈছো কাৰণ তোৰ কঠিয়া ৰুই ইমান কষ্ট হৈছে; তাতে যদি পথাৰৰ পৰা ঘৰলৈ গৈ ৰান্ধনি ঘৰত ভাত ৰান্ধিব লাগে আৰু কিমান কষ্ট হ'ব। ইযাত শাওণৰ মাহৰ ৰ'দত পিঠি দেই পুৰি যোৱা যেন হৈছে তাতে আকৌ ৰান্ধনি ঘৰত জুইৰ তাপত বুকু-পেট পুৰি যোৱা যেন হ'ব। ইমান কষ্ট কৰিলে বেমাৰ হৈ যাব পাৰে। সেইকাৰণে ৰন্ধা-বঢ়া কামখিনি মই কৰি থৈ আহিছো।"

"মাক চাই বেটী। কল চাই পুলি, মাক চাই চলি। তই ঠিক মায়েৰৰ বেটী আই। তোৰ বিবেচনা বৰ ভাল। মই বৰ সুখ পালো।" বাপেকে কৈ উঠিল মৰমেৰে।

"তাইক ভাল বুলি কৈ বাব ধৰিছে। তাই ছোৱালী মানুহ, কিমান কষ্ট পাইছে। তুমিতো নুবুজা। ৰান্ধনিক উচটাই জোল খোৱা লোক তুমি।" পাৰ্বতীয়ে কৈ উঠে। ভোলানাথে হাঁহি মাৰি কয়— "অলপ সহানুভূতি দেখুৱালেও মোক বেয়া পাৱ। তোৰ ছোৱালীয়েহে কষ্ট কৰিছে? মোৰ ল'ৰাই জানো কষ্ট কৰা নাই? বাচাই কঠিয়া তুলি ভাৰ থৈ আলি দিব ধৰিছে, তাৰ কিমান কষ্ট হৈছে তইতো তাৰ দুখ পতিওৱা নাই।"

এইবাৰ হাঁহি মাৰি পাৰ্বতীয়ে ক'লে— "জীয়েকৰ দুখ মাকে পতিয়ায়, পুতেকৰ দুখ বাপেকে পতিয়ায়। ই জগতৰ নিয়ম।"

মাক-বাপেকৰ এনে ৰং ধেমালিৰ কথা শুনি জীয়েক পুতেক দুয়ো বৰ লাজ পালে আৰু মায়াই ক'লে—

"তহঁতৰ কথাবোৰ এৰ; চাহ দিছো। খাই যা।" জীয়েকৰ নিৰ্দ্দেশ পাই দুয়ো কাম এৰি চাহ খাবলৈ আহিল।

চাহ খাই উঠি পাৰ্বতীয়ে ক'লে— "মোৰ ৰন্ধা-বঢ়া কামখিনি মায়াই কৰিলে যেতিয়া মই কঠিয়াখিনি ৰুই ডবলা তিনিটা শেষ কৰি যোৱাই ভাল হ'ব; আবেলি আৰু আহিব নালাগিব। তুমি গৰুহাল ধুৱাই ঘৰলৈ লৈ গৈ খেৰৰ পুঁজিত খেৰ খাবলৈ দিযাগৈ। বাচাইতে আজি বৰ কষ্ট পাইছে।

"তইনো এই ৰ'দখনত কিয় ৰুব লাগে। আবেলি ৰ'দ পৰিলে ৰুলেই হ'ব।"

"আবেলি মোৰ কাম আছে। তাত শালখন মেলিব লাগিব। চাদৰ দুখন ওলাবলৈ বাকী আছে। ইমানদিন পথাৰলৈ আহিব লগা হোৱা বাবে বব পৰা নাই। আজি তাকে কৰিব লাগিব। তুমি গৈ ভাত খাবা। মায়াই দিব। ভূপেনো যাওক। গা-

পা ধুই ভাত পানী খাওকগৈ।"

পাৰ্বতীৰ নিৰ্দেশ পাই ভোলানাথে গৰুহালৰ ওচৰলৈ গ'ল। ভুপেনে চাহ খাই উঠি ঘৰলৈ গ'ল! মায়াই চাহ খোৱা বাচনবোৰ লৈ বেগাই খোজ ল'লে। পাৰ্বতীয়ে আকৌ পেকত নামিল আৰু কঠিয়া ৰুব ধৰিলে। ভোলানাথে গৰুহালৰ ওচৰলৈ গৈ গৰুৰ কান্ধৰ পৰা বান্ধ দুটা খহাই কান্ধৰ পৰা যুৱলিখন নমাই থলে। মৈখন আঁতৰাই থৈ গৰু হাল আঁতৰাই দিলে। বহু বেলি হাল বোৱাত গৰুহালৰ বৰ ভোক লাগিছিল। ওচৰত থকা মাহবোৰ কামুৰিব ধৰিলে। ভোলানাথে নাঙলখন কান্ধত লৈ মৈখন নাঙলৰ ডিলাত ভৰাই দিলে। কান্ধত্ নাঙল আৰু মৈ লৈ গৰুহাল খেদি নদীলৈ গ'ল আৰু নদীত গৰুক গা ধোৱাই ঘৰলৈ গৈ খেৰৰ পুঁজিত বান্ধি থলে। ধানখেৰ পাই ভোকত গৰুহালে ধুমাধুম খাব ধৰিলে। গৰুহাল বান্ধি ভোলানাথে আকৌ পথাৰলৈ গ'ল। এই আদবয়সীয়া বয়সত ঘৈণীয়েক পাৰ্বতীয়ে টিকাফটা ৰ'দত অকলে কঠিয়া ৰোৱা কথাত তেওঁৰ বৰ বেয়া লাগিল। জীৱনজুৰি কষ্ট কৰি ল'ৰা-ছোৱালীক পোহপাল দি পঢ়াই-শুনাই মানুহ কৰিবলৈ যি কষ্ট স্বীকাৰ কৰিলে তাৰ যেন তুলনা নাই। আজি পঞ্চাছ বছৰ বয়সতো এই উপান্ত খেতিয়ক দম্পতিয়ে একে ৰকম কষ্টকে কৰি আহিছে। বিয়া হবৰ দিনৰ পৰাই দুয়োৰো কষ্টৰ ওৰ নপৰিল। কিন্তু মানসিক আনন্দ লাঘৱ হোৱা নাই। দুয়োৰো দাম্পত্য প্ৰীতিয়ে মনৰ আনন্দ বৰ্দ্ধন কৰি আহিছে আৰু শাৰীৰিক কষ্টক কোনো গুৰুত্ব দিয়া নাই। তেওঁলোক ধনৰ দুখী কিন্তু মনৰ সুখী। আন্তৰিক সহানুভূতিযে পৰস্পৰৰ মনৰ দিগন্ত প্ৰসাৰিত কৰিছে। ভোলানাথে আহি ভুঁইতলি পালে। তেওঁ দেখিলে ঘৈণীয়েকে কঠিয়াবোৰৰ আখি (পাল্লা) ভাঙি আছে আৰু ডবলাত সিঁচৰতি কৰি ৰাখিব ধৰিছে। তাকে দেখি ভোলানাথে পেকত নামি গ'ল আৰু ক'লে— "তই ৰুই যা, মই কঠিয়া ভাঙি ডবলাত দি যাম।" তেওঁৰ মাত শুনি পাৰ্বতীয়ে ক'লে— "তুমি আকৌ কিয় আহিলা?"

"কঠিয়াবোৰৰ পাল্লা ভঙা কামখিনি কৰি দিব লাগিব কাৰণে আহিলোঁ।"

"এইখিনি কামৰ কাৰণেও এই ৰ'দখনত হাল বোৱা মানুহজন আহিব লগা হ'ল নে? এই ফেৰা কাম মইয়ে কৰিব পাৰো।"

"ৰ'দখনত মইহে অকল হাল বাইছো নে? আন মানুহে জানো বোৱা নাই।"

এইবুলি কৈ তেওঁ কঠিয়াবোৰ ভাঙি ভাঙি ডবলাত দিব ধৰিলে। গিৰিয়েকে কঠিয়া ভাঙি দি আছে আৰু ঘৈণীয়েকে ৰুই গৈ আছে।

কঠিয়া ভাঙি দি থাকোঁতে ভোলানাথৰ চকুত পৰিল পাৰ্বতীয়ে কঁকালৰ বিষ অনুভৱ কৰিছে আৰু থিয় হৈ কঁকালখন পিহিব ধৰিছে। বহু সময় একেৰাহে তলমুৰা হৈ হালি কঠিয়া ৰুওঁতে ককালৰ বিষ ধৰিছে। শ্ৰান্ত-ক্লান্ত পাৰ্বতীৰ কঁকালৰ ফালে লক্ষ্য কৰি ভোলানাথৰ বৰ দুখ লাগিল। বেচেৰীয়ে এই আদবয়সত গাভৰু কালৰ দৰে পৰিশ্ৰম কৰিব লগা হৈছে পেটৰ তাড়নাত। তেওঁ এবাৰ পাৰ্বতীৰ ফালে চাই ক'লে— "তোক মই আবেলি আহিবলৈ কৈছিলো, কথা নুশুনিলি। একেৰাহে ৰাতিপুৱাৰ

পৰা এই বাৰটা ৰুজালে তলমুৱা হৈ কঠিয়া ৰুলে কঁকালৰ বিষ নুঠি কি হ'ব?এতিয়াও কৈছো, ঘৰলৈ যা, আবেলি আহিবি। তোৰ কাম ডাঙৰ নে দেহা ডাঙৰ?"

"তুমিতো কৈছাই, কিন্তু মোৰ কামবোৰ হ'ব কেনেকৈ? দুখে কষ্টে কামখিনি কৰি যাবই লাগিব। তিৰোতা মানুহৰ হাতৰো ছেদ নাই, বনৰো নাম নাই। ইয়াৰ মাজেৰেই কাম কৰি যাব লাগিব।"

"তইতো তোৰ দেহাটোৰ ফালে কোনোদিন নজৰ নকৰ— কেৱল কাম কাম। শৰীৰটো নষ্ট হ'লে কাম কৰি কি হ'ব?"

"লোকৰ কথা ক'ব নালাগে, নিজৰ ফালে নোচোৱা কিয়? বোৱাৰী পুৱাতে হাল লৈ আহি দুপৰীয়ালৈ হাল বাই, গৰু ধোৱাই আকৌ পথাৰলৈ কিয় আহিছা?"

"তইতো নাজান, মই কিয় আহো। মইনো তোক এই ভৰ দুপৰীয়াখন মাজ পথাৰত এৰি থৈ বহি থাকিব পাৰোনে?"

"কিনো ভয়? মইতো অপেচ্ছৰী নহয় যে কোনো দৈত্যই আহি হৰি নিব।"

এইবাৰ ভোলানাথে ফেক্ ফেক্কৈ হাঁহি ক'লে— "আজিকালি যিহে দিনকাল পৰিছে, কোনো ঠিকনা নাই। মিলিটাৰী, চি আৰ, পি, আদিয়ে কি কৰে ঠিক নাই। সিহঁতৰ ডেকা-বুঢ়াৰ একো চিন নাই।"

"এই বুঢ়ীক নিলে বাপেকৰ বিয়া দেখুৱাম মাকে। পাৰ্ব্বতী কি বস্তু চিনি পাব।" তেওঁ হাঁহে। দুয়ো হাঁহে।

তাৰপিছত আকৌ কঠিয়া ৰোৱে। ভোলানাথে পাৰ্বতীৰ ফালে একেবাহে চাই থাকে। তেওঁৰ মনত পৰে অতীতৰ কথা।

বিয়াৰ এমাহ পিছতে পাৰ্বতীয়ে ভুঁই ৰুবলৈ আহিছিল। সিদিনাও এনে এটি শাওণৰে টিকাফটা ৰ'দত কঠিয়া ৰুইছিল। ভোলানাথে হাল বাইছিল। হঠাৎ এছাটি বতাহে পাৰ্বতীৰ ৰিহাৰ আঁচল উৰুৱাই নিলে। গাৰ ব্লাউজটো উদং কৰি ৰিহাখন উৰিল। তেওঁ কোনোমতে বাওঁহাতেৰে ৰিহাখনৰ এটা মূৰ বুকুত খামুচি ধৰি অনাবৃত হোৱাৰ পৰা ৰক্ষা পৰিল। ভোলানাথৰ চকুত পৰিল। তাইৰ বতাহৰ লগত হোৱা যুঁজখন চাই তেওঁ আমোদ পালে।

হাঁহি মাৰি ক'লে— "বৰ নিলাজ বতাহ; গাভৰু ছোৱালীৰ গাৰ কাপোৰ উৰুৱাই উদং কৰিবলৈ চেষ্ট কৰে। মানুহ হোৱা হ'লে আজি তাৰ গতি কি কৰিলোহেঁতেন তাক ঈশ্বৰেহে জানে।" তেওঁৰ কথা শুনি পাৰ্বতীয়ে মুখত মিচিকিয়া হাঁহি লৈ ভোলানাথৰ ফালে চাই ক'লে— "হাগোতাৰ লাজ নে চাওঁতাৰ লাজ? বাটৰ কাষত হাগিব ধৰা মানুহজনে টানত পৰিহে হাগে, তাকে আকৌ লাজ থকা মানুহে নাচায়। মোৰ ফালে কিয় চাইছে?" পাৰ্বতীৰ কথাত ভোলানাথে হাঁহি হাঁহি ক'লে— "ভাবিছিলো বোলো নিমাতী কন্যা; পিচে দেখিলো মইনামতী কন্যা।" তাৰপিছৰ বহুৰৰ কথা। সেই ভুঁইতলিতে এনেকুৱা দিনতে ভুঁই ৰুই আছিল পাৰ্বতী; হালবাই আছিল ভোলানাথে। পাৰ্বতীৰ গা বন্ধ। তিনিমাহমান হৈছে। বমি বমি ভাব। খাবলৈ নোৱাৰে।

প্ৰায় খোৱা বস্তুতে গোন্ধ পায়। গা দুৰ্বল, মূৰ ঘূৰায়। গৰ্ভৱতীৰ সকলো লক্ষণ বিৰাজ কৰিছে। ৰুই থাকোঁতে এবাৰ বমি হ'ল। ভোলানাথে আহি কুমত টিপি ধৰিলে যাতে আৰু বমি নহয়। পাৰ্বতীয়ে বৰ ভয় খালে। ভয়তে তেওঁ কৈ উঠিল— "মোৰ কি হ'ল? কিয় মোৰ গাটো আৰু পেটটো কেনেবা কেনেবা কৰিছে? মোৰ বৰ ভয় লাগিছে।" ভোলানাথে দুই কান্ধত ধৰি থিয় কৰাই লৈ ক'লে— "এনে অৱস্থাত তেনেকুৱা হয়েই। ভয় কৰাৰ কাৰণ নাই।"

"এনে অবস্থা মানে কেনে অৱস্থাত?"

"তোমাৰ দৰে অবস্থাত অৰ্থাৎ গা বন্ধ অবস্থাত। বিশ্ব ওজাই আমাক কৈছে। ভয়ৰ কাৰণ নাই?"

"গা বন্ধ অৱস্থা হ'লে কি হয়?"

"আমাৰ দুয়োৰো মাজলৈ কোনো এজন আহিব। সি বা তাইৰ জন্ম নহয় মানে এনেকুৱা নানা অসুখ-বিসুখ কৰিবই।"

"উ উ" বুলি প্লুতস্বৰেৰে লেনিযা সুৰেৰে পাৰ্বতীয়ে ভোলানাথৰ চকুলৈ চাই কয়। তেওঁ হাঁহি মাৰি দিয়ে।

তাৰপিছত এদিন পাৰ্বতীৰ প্ৰসব হ'ল। ৰঞ্জুৰ জন্ম হ'ল। সিদিনা ৰাতি ভোলানাথে পাৰ্বতীৰ ওচৰলৈ গ'ল। পাৰ্বতীয়ে কেঁচুবাটিক বুকুৰ মাজত লৈ আছিল পুতেকৰ ফালে চাই লৈ পাৰ্বতীক ভোলানাথে ক'লে— "আজিৰপৰা তোৰ অসুখ শেষ আৰু কোনো আগৰ অসুখ নহয়।" এইবোৰ কথা ভোলানাথৰ মনত পৰিল। অতীতৰ স্মৃতিয়ে তেওঁক উন্মনা কৰি তুলিলে। সেই গাভৰু কালৰ ন-কইনা পাৰ্বতী আজি আদহীয়া কালত বুঢ়ী যেন হ'ল। চেনেহ আৰু প্ৰেমে ভোলানাথক আকুল কৰি তুলিলে। কঠিয়াখিনি ৰুই উঠি দুয়ো ঘৰলৈ খোজ ল'লে। তেতিয়া বেলি লহিয়াইছে। শ্ৰান্ত ক্লান্ত পৰিশ্ৰান্ত কৃষক দম্পতিহালে যেতিয়া ঘৰ পায় তেতিয়া জীয়েক মাযাই উৎকণ্ঠাৰে নঙলামুখত ৰৈ আছিল মাক-বাপেকৰ কাৰণে।

## (দহ)

বন্ধত ৰঞ্জু বিশ্ববিদ্যালয়ৰ পৰা ঘৰলৈ আহিল। আনবেলি ঘৰলৈ আহিলে ঘৰখনত শান্ত পৰিবেশ পায় আৰু আনন্দময় পৰিবেশত ঘৰৰ আকৰ্ষণীয় ৰূপটো পৰিস্ফুট হৈ থাকে। কিন্তু এইবেলি সেই শান্ত শীতল পৰিবেশ যেন নাইকিয়া হৈ পৰিছে। এটা গোমোঠা গোমোঠা ভাব বিৰাজমান। গাঁওখনৰ ফালে লক্ষ্য কৰিও অনুভৱ কৰিলে যেন এটা উদাসভাৱে সমস্ত গাঁও চানি ধৰিছে। ৰঞ্জুই ঘৰলৈ আহি মাকক মাত লগাই মায়াক বিচাৰিলে! মায়াই নাদৰ পাৰত কাপোৰ ধুই আছিল। দদায়েকৰ মাত শুনি চোতাললৈ ওলাই আহিল। তাই গহীন ভাৱে মাত লগালে— "ডাঙৰ দাদা আহিছা. আহা, আই গৰুহাল চাবলৈ গৈছে।" দদায়েকৰ হাতৰপৰা বেগটো লৈ ভিতৰত নি সোমাই থলে আৰু হাত ভৰি ধুবলৈ এলোটা পানী আনি দিলে।

ৰঞ্জুই চোতালৰ আগতে হাত ভৰি ধুলে আৰু মায়াই এখন গামোচা আনি দিলে. ৰঞ্জুই হাত মচিলে। ইতিমধ্যে মাক আহি ওলাল। "বোপা আহিছা? কিমান সময় হ'ল?"

"এই মাত্ৰ আহি পাইছো।" গহীনভাৱে ৰঞ্জুই কয়। বাৰাণ্ডাত থকা চিয়াৰখনত বহি সি জিৰণি ললে। মাকে পাকঘৰৰ ভিতৰ সোমাই দেখে যে মায়াই চাহ পগাব ধৰিছে। মাকে মাত লগালে 'মায়া, চাউলৰ গুৰা খুন্দা আছে দদায়েৰাক পিঠা বনাই দে।"

মায়াই চাহ কৰি পিঠা তৈয়াৰ কৰি ৰঞ্জুক খাবলৈ দিয়ে। মাককো দিয়ে। ভূপেন আৰু পিতাক ঘৰত নাই, ওলাই গৈছে।

চাহ পিঠা খাই ৰঞ্জুই কানি-কাপোৰ সলাই ঘৰৰ আৰু বাৰীৰ ফালে চকু ঘূৰাই চাই লয়। ঘৰৰ পিছৰ চানিখনত বগালাও লাগিছে। জিকা, তিয়ঁহবোৰ লাগি আছে আন চানি দুখনত। গলিঘৰৰ চালত কোমোৰা লাগিছে' বাঁহৰ আগ, জেং পুতি দিযাত কেৰেলাবোৰ লাগি আছে। এইবোৰ মায়া আৰু ভূপেনৰ খেতি। মায়াৰ পাৰচৰাই কেইযোৰৰ বাহবোৰত তিনিযোৰমান পোৱালি হৈছে। গলিঘৰৰ বাৰাণ্ডাত বাহ দিছে। হাঁহ কেইটাই চোতালৰ আগত খেদেলি খেদেলি কিবা খাই আছে। ৰঞ্জুই সকলোবোৰলৈ চকু কৰিলে। এইবোৰৰ পৰাই ভূপেন আৰু মায়াই পঢ়াৰ খৰচ বাহিৰ কৰে। দুয়োৰো যুটীয়া প্ৰচেষ্টাই ঘৰখনৰ আৰ্থিক দিশত প্ৰভূত অৰিহণা যোগাইছে।

কিছুপৰ পিছত ৰঞ্জুই ক'লে— "মই এপাক আমাৰ গাঁওৰ ফালে ওলাই যাওঁ আই, পলম হব পাৰে। মোৰ কানি-কাপোৰবোৰ মায়াক ধুব কবি। মাকে ক'লে— "সোনকালে আহিবি বোপা, মোৰ ভাত আঞ্জা হ'বই। পলম নকৰিবি।"

"হ'ব বাৰু।"

ৰঞ্জু ওলাই গ'ল।

গাঁৱৰ মাজৰ ৰাস্তাৰে সি খোজ কাঢ়ি গৈ আছে। আগে পিছে এনে ভাবে বিশ্ববিদ্যালয়ৰ পৰা আহিলে গাঁওৰ মানুহে তাক হাঁহি মাৰি ঘৰলৈ নিমন্ত্রণ কৰি নিছিল। পঢ়াত নাম কৰা ল'ৰা হিচাবে গাঁওৰ মানুহে তাক বৰ আদৰ কৰে আৰু ভৱিষ্যতে গাঁওৰ কিবাকিবি কামত সাহায্য কৰিবলৈ অনুৰোধ জনায়। তাৰপৰা গাঁওৰ মানুহে বহু আশা কৰে। গাঁওখনৰ উন্নতিৰ কাৰণে গাঁওৰ মানুহে শিক্ষিত ল'ৰাৰ পৰা বহু আশা কৰে। ৰঞ্জুৰ ক্ষেত্রতো একে। আগে-পিছে মাতি নি ঘৰত বহুৱাই চাহ-পানী খুৱাই তাক আদৰ-সাদৰ কৰি গুৱাহাটী আৰু দেশৰ বহু খবৰ সোধে। এইবেলি কিন্তু কোনেও তাক মতা নাই। সি বাটে বাটে বাট বুলি গৈ আছে, ঘৰৰ চোতালৰপৰা অনেকজনে তাৰ ফালে চাইছে। কিন্তু মাত লগোৱা নাই। কেৱল চকুৰে কেৰাহিকৈ চাই একোবাৰ দুৱাৰমুখত ভুমুকিহে মাৰিছে। মাত লগোৱা নাই। সি বৰ আচৰিত হৈ যায় গাঁওৰ মানুহবিলাকৰ আচৰণ দেখি। কিয় তেনেকুৱাখন কৰিছে সি বুজিব পৰা নাই।

আহি আহি পুলিচৰ দুৱাৰ মুখ পালে। পুলিচে আগে-পিছে তাক বৰ আদৰেৰে মাতি নি চাহ-জলপান খুৱাইছিল। তাক ডি, এচ, পি, হবলৈ কৈ থাকে। আজি তাক দেখিও এষাৰ মাত নিদিলে। সি এবাৰ তেওঁৰ ফালে চালে, জানোচা মাতেই। ক'তা। নামাতিলেতো তাক। সি তলমুৰা হৈ খোজ ললে। এইবাৰ দোকানীৰ নঙলা পালে। দোকানীয়ে আগতে তাক কিমান মৰম কৰিছিল। তাক চাপ্লাই ইন্‌চপেক্টৰ হবলৈ খাটিছিল। মাতি নি দোকান ঘৰৰ ভিতৰত বহুৱাই চাহ-মিঠাই খুৱাই গুৱাহাটী জালুকবাৰীৰ কিমান যে খবৰ সুধিছিল। কিন্তু আজি তাক দেখা পাই মাত এষাৰকো নিদিলে। নেদেখাৰ ভাওঁ ধৰি মাল জুখি থাকিল গ্রাহকৰ বাবে। সি দোকান পাৰ হৈ আগুৱাই গ'ল। গাঁওবুঢ়াৰ ঘৰ পালে। গাঁওবুঢ়াই দুজনমান মানুহৰ লগত কথাপাতি আছিল চোতালতে। নঙলাৰে পাৰ হৈ যোৱা ৰঞ্জুক দেখিলে আটায়ে। কিন্তু কোনেও নামাতিলে। গাঁওবুঢ়াই এবাৰ ভুমুকি মাৰি চাই তাক দেখিলে যদিও নামাতিলে। সি বৰ আচৰিত হ'ল। গাওঁবুঢ়াই তাক হাকিম হ'ব লাগে বুলি কৈ আছিল। কিন্তু আজি মাতে নলগালে। সি মনে মনে ভাবে গাঁওখনত কি হৈছে। কোনেও যে তাক নামাতে। তাৰ মনত বৰ দুখ লাগিল। গাঁওখনৰ মানুহে আগতে তাক ইমান মৰম কৰি আজি মাত আষাৰে নিদিলে। সি বৰ চিন্তিত হ'ল। সি গৈ কবিৰাজৰ নঙলা পালে। কবিৰাজে আশা কৰি আছে ৰঞ্জু এম এল এ হ'ব। ৰঞ্জুক দেখি মাত লগালে—

"বোপা ৰঞ্জু আহিছা? কেতিয়া আহিলা? আহা ভিতৰলৈ।" কবিৰাজৰ মৰমসনা মাতত ৰঞ্জুই ভিতৰলৈ সোমাই গ'ল। কবিৰাজে চোতালতে চিয়াৰ এখনত বহিব দি ক'লে "ৰ'বা বোপা মই বেমাৰীজনক ঔষধখিনি দি লওঁ।" এইবুলি কৈ তেওঁ বেমাৰীজনক ঔষধ বুজাই দি বিদায় দিলে। বেমাৰীজন যোৱাৰ পিছত তেওঁ ৰঞ্জুৰ কাষৰ চিয়াৰখনতে বহি সুধিলে, "জালুকবাৰীৰ খবৰ কি ৰঞ্জু? গৰমৰ বন্ধ হ'ল নেকি?"

"হয় জেঠা। গৰমৰ বন্ধ হ'ল। সেয়েহে মই ঘৰলৈ অলপ আগতে আহিছো।"

"তোমাৰ পৰীক্ষালৈ কিমান দিন আছে?"

"এমাহমান আছে। আগষ্টত পৰীক্ষা হ'ব।"

"তুমি এইবাৰ ফাইনেল পৰীক্ষা দিবা নেকি?"

"হয়। মই এইবাৰ ফাইনেল দিম।"

"তোমাৰ প্ৰিভিয়াচত কেনে হৈছিল?"

"নৰ্মচ্ নৰল। ৫৪% — নম্বৰহে হৈছিল।"

"এইবাৰ ভালকৈ দিয়া যাতে "নৰ্মচ্ ৰয়।"

"যত্ন কৰি আছো।"

এনেতে তেওঁলোক দুয়োকো চাহ-বিস্কুট আনি দিলে। দুয়ো চাহ খালে।

"এতিয়া মই উঠোহে জেঠা" ৰঞ্জু যাব ওলাল।

"যোৱা বোপা; কথা আছিল, আজি নকওঁ অহাকালি মোৰ ইয়ালৈ আহিবা। কিবাকিবি কথা আছে, ক'ম।"

"হ'ব জেঠা।" এইবুলি কৈ ৰঞ্জু উঠিল। এইবাৰ সি পণ্ডিতৰ ঘৰলৈ খোজ ললে। পণ্ডিতৰ ঘৰ পাই চোতালত উপস্থিত হৈ মাত লগালে— "চাৰ ঘৰত আছেনে?" ঘৰৰ ভিতৰৰ পৰা উত্তৰ আহিল— "তেখেত বজাৰলৈ গৈছে।" বাহিৰলৈ ওলাই আহি ৰঞ্জুক দেখি পণ্ডিতৰ ঘৈণীয়েক সাবিত্ৰীয়ে সুধিলে— "তুমি কেতিয়া আহিলা বোপা?"

"আজি আহিছো।"

"কেইদিনমান থাকিবা হবলা?"

"অহাকালি যাব লাগিব। মোৰ পৰীক্ষাৰ ফিজ দিব লাগিব পৰহি। গতিকে ফিজখিনি দি ফৰ্ম ফিলাপ কৰি আকৌ ঘৰলৈ আহিম। সেইবাবে সোনকালে যাব লগা হৈছে। চাৰক এবাৰ লগ ধৰি দেখা কৰি এটা সেৱা জনাই যাব পাৰিলে ভাল আছিল।"

"তুমি তেখেতৰ প্ৰিয় ছাত্ৰ আছিলা, আজিও তোমাৰ কথা কৈ থাকে। তোমাৰ গুৰু-ভক্তিত তেখেত বৰ আনন্দিত। গাঁওৰ কোনোজন ল'ৰা তোমাৰ দৰে গুৰুভক্তিপৰায়ণ নহয়। আজিৰ দিনৰ ছাত্ৰৰ এনে গুৰুভক্তি মানুহে নেদেখিলে বিশ্বাসে নকৰিব। তুমি ভিতৰত বহা বোপা।"

এনেকৈ কৈ সাবিত্ৰীয়ে ভিতৰলৈ মাতি নি বহুৱায়। ৰঞ্জু বহে। এনেতে পণ্ডিত বজাৰৰ পৰা আহি পায়। মোনাখনত বহু খাদ্য বস্তু আনিছে। বজাৰৰ পৰা কল আৰু আনাৰসো আনিছে। ভিতৰত মোনাখন থৈ দেখে যে ৰঞ্জু বহি আছে। ৰঞ্জুক দেখি পণ্ডিতে হাঁহি মাৰি মাত দিলে— "ৰঞ্জু দেখো, কেতিয়া আহিলা?" ৰঞ্জুই পণ্ডিতক ভৰিত ধৰি এটা সেৱা কৰি ক'লে— "অলপ আগতে আহিছো চাৰ। আহিয়ে আপোনাৰ ঘৰলৈ আহিলো।"

"ইমান তাৰাতাৰি লাগিল কিয়? পিছতো আহিব পাৰিলাহেঁতেন।"

"মই কালি যাব লাগিব। ফৰ্ম ফিলাপ কৰিব লাগিব চাৰ। ফাইনেল পৰীক্ষা আহিল।"

"তোমাৰ ফাইনেল পৰীক্ষা আহিলেই। চকুপচাৰতে দুটা বছৰ পাৰ হৈ গ'ল। এতিয়া তুমি এম, এ পাছ কৰি আহিবাই। তুমি প্ৰফেচাৰ হ'ব লাগিব। বৰ সুখ পাম বোপা। ভগৱানে তোমাৰ মনৰ বাঞ্চা পূৰণ কৰক।" শিক্ষক-ছাত্ৰৰ মাজৰ ভক্তি আৰু স্নেহৰ মনোভাৱ দেখি পণ্ডিতৰ ঘৈণীয়েকৰ বৰ আনন্দ লাগিল। পণ্ডিতে কাপোৰ-কানি সলাব ধৰিলে। সাবিত্ৰীয়ে চিৰা, দৈ আৰু কল বাতিত আনি ৰঞ্জুক খাবলৈ দিলে। তাৰপিচত আনাৰস এটা কাটি পণ্ডিত আৰু ৰঞ্জুক খাবলৈ দিলে। শিক্ষক-ছাত্ৰই আনন্দমনে খালে। পণ্ডিতে ক'লে— "গাখীৰ বৰ কম ওলায় গাইজনীৰ। ঘাঁহ খাবলৈ নাপায়। ঘাঁহ নাই। তোমাক গাখীৰখিনিও কমকৈ দিবলগা হৈছে। খোৱা বোপা, তোমাৰ দুখীয়া শিক্ষকৰ ঘৰত কি পাবা, কি খাবা। আজিকালি বস্তু-বাহানিৰ দাম যি উৰ্দ্ধত উঠিছে, আমাৰ দৰে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ কম দৰমহাৰ চাকৰিৰে ঘৰপোহা দুৰুহ হৈ পৰিছে। বাৰীৰ বস্তু-বাহানি নহ'লে এই দৰমহাৰে নোজোৰে।" এনেভাবে খাই বৈ উঠি দুয়ো আহি বাহিৰৰ বাৰাণ্ডাত বহিল। ৰঞ্জুই পণ্ডিতক সুধিলে— "চাৰ আজি মই গাঁওখন বেলেগ বেলেগ যেন পাইছো। মানুহবিলাকে কাকো যেন নামাতেই। এটা শঙ্কা আৰু সন্দেহৰ ভাব যেন বিৰাজ কৰিছে। গাওঁখন উদাস আৰু নিজান যেন হৈছে। গাঁওখনত কি হৈছে চাৰ? মই বুজিবপৰা নাই! যিসকলে মোক মৰম কৰি নি ঘৰত বহুৱাই খুৱাইছিল সেইসকলে দেখিলেও নেদেখাৰ ভাও ধৰিছে। কি হৈছে মানুহবিলাকৰ মাজত চাৰ?"

"তুমি বোধহয় শুনা নাই। গাঁও দুফাল হৈ গ'ল। কাকো কোনেও বিশ্বাস নকৰা হ'ল। গাঁৱত এখন ডাঙৰ মেল হৈ গ'ল। ঘৰত পিতাৰাই ক'ব। পিছত তুমি জানিব পাৰিবা। বৰ বেয়া হ'ল ৰঞ্জু। গাঁৱৰ মানুহৰ মাজত বিভেদৰ ভাব সোমাল। এটা সাধাৰণ কথাৰ কাৰণেই এনেখন হ'ল।"

ৰঞ্জুই বৰ ব্যগ্ৰ হৈ শুধিলে— "কি হৈছিল চাৰ?"

"মই নকওঁ,— তোমাৰ পিতাৰাই ক'ব পাৰিব। তুমি জালুকবাৰীৰ পৰা ঘূৰি আহিলে ভালকৈ শুনিবা। এতিয়া এইবোৰ কথাত মন নিদিবা। ভালে ভালে পৰীক্ষাটো দি আহাগৈ।" ৰঞ্জুই বৰ চিন্তিত হোৱা দেখি পণ্ডিতে ক'লে— "বৰ চিন্তা নকৰিবা। গাঁৱৰ কাজিয়া এনে সৰু কথাৰ পৰাই হয় আৰু শেষত মিলো হয়। আমি মিল কৰি দিবৰ চেষ্টাত আছো।"

"আমাৰ পৰা কিবা হৈছে নেকি চাৰ?"

"তোমালোকৰ পৰা বুলি ক'ব নোৱাৰো। বহুতৰ পৰা হৈছে। তুমি একো চিন্তা নকৰিবা।" কথাযাৰ ইমানতে এৰি পণ্ডিতে অন্য কথালৈ আহিল। তাৰপিছত ৰঞ্জুই বিদায় লৈ ঘৰলৈ উভতিল।

বাটত আহোঁতে লক্ষ্য কৰিলে দূৰত ৰমেন, নগেনহঁতে কিবা-কিবি কথা হৈ আছিল। ৰঞ্জু অহাত সিহঁত আঁতৰি দূৰলৈ গ'ল। আনদিনা সিহঁতে ৰঞ্জুক দেখিলে 'ৰঞ্জু দা' বুলি হাঁহি মাৰি কাষলৈ আহি কিমান কথা সুধিছিল, কিমান মৰম-চেনেহ আৰু

শ্ৰদ্ধা জনাইছিল তাৰ তুলনা নাছিল। ৰঞ্জু যেন সিহঁতৰ নিজৰ দাদা, মৰমৰ দাদা, প্ৰিয় নেতা। কিন্তু আজি কথা বিপৰীত। সিহঁতে আজি ৰঞ্জুক দেখি আঁতৰি গৈছে। কি হৈছে এওঁলোকৰ? ৰঞ্জুই মনতে প্ৰশ্ন কৰে। কি দোষ কৰিলে যে তাক সিহঁতে মাতিব এৰিলে। মনত বহুত প্ৰশ্ন জাগিল ৰঞ্জুৰ। সি ভাবি ভাবি ঘৰ পালে। ঘৰত মাকে ভাত ৰান্ধি চাই আছে। সি ঘৰ পোৱাত ক'লে— "ইমান পলম কৰিলি কিয় ৰঞ্জু? ভাত হৈ চাই আছো। সোনকালে গাটো ধুই ভাতকেইটা খাই ল।" মাকৰ কথা শুনি ৰঞ্জুই গা ধুবলৈ গ'ল। মায়াই পানী আৰু গামোচা যোগাৰ কৰি দিলে। সি গা ধুলে। গা ধুই আহি ভাত খাবলৈ বহিল। ইতিমধ্যে পিতাকো আহি ভাতৰ পাতত বহিল। ভাত খাই থাকোঁতে পিতাকে সুধিলে— "বন্ধত ঘৰলৈ আহিলি নেকি ৰঞ্জু? কানি-কাপোৰ নানিলি কিয়?"

"মই অহাকালি ফিজ দিবৰ বাবে যাব লাগিব। ফাইনেল পৰীক্ষাৰ বাবে ফিজ পাঁচশ টকা দিব লাগিব। সেইবাবেহে ঘৰলৈ আহিলো।"

"কিমান টকা?'

"পাঁচশ।"

"পাঁচশ টকা আজিয়ে মই ক'ৰ পৰা দিম? হাতত পইচা এটাও নাই। মই এতিয়া কি কৰিম ৰঞ্জুৰ মাক?" ভোলানাথে পাৰ্বতীক সোধে। "মইনো কি ক'ম? টকা নাই, কিন্তু পৰীক্ষাৰ ফিজ নিদিলেতো নহ'ব। ভাত খাই উঠক, পিছত চিন্তা কৰিম।" চিন্তান্বিত হৈ দুয়ো ভাত খাই উঠিল। মজিয়াৰ কাষৰ কমৰপৰা মায়াই শুনি আছিল। তাই মহা চিন্তাত পৰিল। ককায়েকে শেষ পৰীক্ষা টকাৰ অভাৱত দিব নোৱাৰিলে সকলো পণ্ড হৈ যাব। কি কৰিব ভাবি পোৱা নাই।

খাই বৈ উঠি পিতাকে ক'লে -- "ইমান টকা একেদিনাই মই ক'ৰপৰা দিম। মই নিৰুপায়।" ওচৰেৰে যোৱা ভূপেনে বাপেক-মাক আৰু ককায়েকৰ ফালে লক্ষ্য কৰি আছে। সিয়ো নিৰুপায়। কোনোৰকমে বাৰীৰ লাও-কোমোৰা বেচি তেল নিমখৰ খৰচ যোগাৰ কৰি আছে। পাঁচশ টকা ক'ত পাব। সকলোটিয়ে ম্ৰিয়মান। ৰঞ্জুই গালে-মুখে হাত দি টেবুলত মূৰ থৈ চিন্তাত মগ্ন। মাকে বাৰাণ্ডাত বহি গালে-মুখে হাত দি আছে— "মোৰ হাতৰ কাণৰখিনি যোৱাবেলিয়ে শেষ কৰিলো। এইবাৰ মোৰ একো নাই, মই কি কৰিম।" পিতাকে ক'লে— "মাটি-বাৰী আগতে শেষ কৰিলো। এতিয়া আৰু বেচিবলৈ একো নাই। কিছুদিন আগতে কোৱা হ'লেও অ'ৰ-ত'ৰ পৰা যোগাৰ কৰিব পাৰিলোহেঁতেন। আজি হঠাতে কেনেকৈ যোগাৰ কৰিম! মই নিৰুপায়।" তেওঁ তলমুৰা হৈ চিন্তা কৰে। মাক-বাপেক, ককায়েক আদিৰ নিৰুপায় অৱস্থা দেখি মায়াৰ অন্তৰ দহি গ'ল। তাই ঘৰৰ ভিতৰৰ পৰা চুৰা-বাচনবোৰ হাতত লৈ কুঁৱাৰ পাৰলৈ আহিল আৰু চুৰা বাচন মাজি মাজি চিন্তা কৰিব ধৰিলে। তাই আজি দুবছৰে পাৰ বেচি আৰু হাঁহকণী বেচি কিছু টকা সংগ্ৰহ কৰি মনে মনে সোণৰ কাণফুলযোৰা তৈয়াৰ কৰি লৈছিল। তাই ভাবিলে এই সোণৰ ফুলযোৰ বিক্ৰী কৰি টকা পাঁচশ আনি

ককায়েকক দিব আৰু বজাৰৰ কাণফুল এযোৰ পিন্ধিব। তাকে ভাবি তাই বাচন-বৰ্তনবোৰ ধুই আনি ঘৰত থৈ চোতালত থিয় দিলে আৰু মাকক ঘৰৰ ভিতৰলৈ মাতি নি সুধিলে— "কিমান টকা লাগে?"

"মাকে উত্তৰ দিলে— "পাঁচশ টকা।"

"ময়ে পাঁচশ টকা দিব পাৰিম। চিন্তা নকৰিবি।" তাইৰ কথাত মাকে মুৰ দাঙি তাইৰ ফালে চালে। তাই ক'লে— "মই এঠাইত টকাখিনি ৰাখিছো। এতিয়া আনি দিম। তই কাকো নকবি— ডাঙৰ দাদাকো নকবি।"

"যা তেন্তে সোনকালে।" মাকৰ আদেশ পাই তাই সোণাৰিৰ ওচৰলৈ গ'ল। ঘৰৰ ওচৰতে সোণাৰিৰ ঘৰ। তাই কাণফুলযোৰ খুলি হাতত লৈ সোণাৰিক ক'লে— "দাদা, মোৰ টকাৰ বৰ দৰ্কাৰ হৈছে পৰীক্ষাৰ বাবে।, গতিকে কাণফুলযোৰ বন্ধকি ৰাখি মোক পাঁচশ টকা দিয়ক।" ফুলযোৰ হাতত লৈ সোণাৰিয়ে ক'লে— "ময়ে গঢ়োৱা কাণফুল। ওজন অনুযায়ী তুমি পাঁচশ টকা নাপাবা। তিনিশ টকাতহে বন্ধক ৰাখিব পাৰিম।" "নহয় দাদা, মোক পাঁচশ টকা লাগে।" তেনেহ'লে মই বেচিমেই। বেচিলে কিমান দিব? ছয়শমান পামনে?"

"ওজন কৰি চালেহে কব পাৰিম।"

"তেনেহ'লে ওজন কৰক।"

সোণাৰিয়ে তৰ্জুত জুখিলে। হিচাব কৰি পাঁচশ ত্ৰিশ টকা দিলে। তাই টকাখিনি হাতত লৈ গুচি আহিল। নতুন কাণফুলযোৰ ভঙা সোনৰ দামত বিক্ৰী কৰি তাইৰ দুখ লাগিল; কিন্তু তথাপি এটা আনন্দ লাগিল যে মহা সংকট কালত দদায়েকক তাই সাঁচতীয়া ধনেৰে সহায় কৰিব পাৰিলে। বিষাদ-আনন্দ মিহলি অন্তৰেৰে তাই আহি ঘৰ উঠিল আৰু মনে মনে পাঁচশ টকা মাকৰ হাতত দি তাই বাকী ত্ৰিশ টকাৰে এযোৰ মণিহাৰী মালৰ দোকানৰ কাণফুল কাণত পিন্ধিবলৈ ওলাই গ'ল।

সেই সময়ত পিতাক আৰু বঞ্জু ওলাই গৈছিল। বঞ্জু অহাত মাকে ক'লে— "বোপা ধৰচোন টকা।" সি মাকৰ কাষলৈ গৈ সুধিলে— "কিমান টকা?"

"মাকে ক'লে — "পাঁচশ।"

সি প্ৰশ্ন কৰিলে— "ক'ত পালি?"

মাকে উত্তৰ দিলে— "মোৰ সাঁচতীয়া ধন।" সি সংকোচ ভাবে টকা পাঁচশ হাতত ল'লে। ভাবিলে আজিনো আকৌ কি বেচিলে আয়ে। টকাখিনি পোৱাৰ পিছত বঞ্জুৰ মনত নতুন বল আহিল। আনন্দত মন প্ৰফুল্লিত হৈ উঠিল। মাকৰ মনত বিষাদ আনন্দৰ ঢৌ।

গধূলি বাহিৰৰ পৰা ঘুৰি ঘুৰি অহা ভোলানাথৰ আগত পাৰ্বতীয়ে টকা পাঁচশ দিয়া কথা কোৱাত ভোলানাথৰ মুৰৰ ওপৰৰ পৰা যেন এটা অতি গধুৰ বোজা নামি পৰিল! এটা হুমুনিয়াহ কাঢ়ি ক'লে— "বঞ্জুৰ মাক তই মোক উদ্ধাৰ কৰিলি। তোৰ দৰে তিৰোতা পাইহে মই ভাঁতমুঠি খাবলৈ পাইছো।"

"এৰা, এৰা তোমাৰ কথা। মোক ভাল বুলিব নালাগে। তোমাৰ ল'ৰা-ছোৱালীৰ ওপৰতহে তুমি খাইছা।" ৰাতিৰ ভাতসাজ বৰ আনন্দেৰে খালে তেওঁলোকে। আজি যেন তেওঁলোকৰ বৰ আনন্দৰহে দিন। ল'ৰা-ছোৱালীৰ পঢ়া-শুনা ভাল হ'লে মাক-বাপেকে কিমান আনন্দ পায় তাক ভুক্তভোগীজনেহে বুজে।

ৰাতিপুৱা এঘাৰটা বজাত জালুকবাৰীলৈ যাব। মাকে ভাত ৰান্ধিছে। মায়াই গেঞ্জিটো আৰু কমালখন ধুই দিছে। ভূপেনে বেগটো বান্ধি দিছে। ৰঞ্জুই এপাক গাঁৱৰপৰা ফুৰি অহাৰ বাবে ওলাই গ'ল।

সি গৈ বাটতে গেন্ধেলীক লগ পালে। তাইক দেখি ৰঞ্জুই মাত লগালে— "অ' পেহী! তুমি দেখো আমাৰ তাত নোসোমালা? যোৱাকালি মই তোমালোকৰ ঘৰলৈ গৈছিলো, তোমাক লগ নাপালো। আমাৰ ঘৰলৈ গৈছিলানে?

"অ' ৰঞ্জু বোপা নেকি? তোমাক হঠাতে লগ পালো। তোমালোকৰ ঘৰলৈনো আজিকালি যাম কেনেকৈ? যোৱাৰ বাট মাৰিছা নহয়।"

"কি বাট মাৰিলো?"

"তোমালোকৰ ঘৰলৈ যোৱা বাট মাৰিছে তোমাৰ অঘাইত ভায়েৰা আৰু দাংকাটি ভনীয়েৰাই।"

"মোৰ ভাই-ভনীয়ে তোমাৰ বাট মাৰিলে?" বৰ আচৰিত হৈ ৰঞ্জুৱে তাইক সোধে।

"হয়, তোমাৰ ভায়েৰা-ভনীয়েৰাৰ বাবে যাব নোৱাৰা হ'লো। গাঁওখনো দুফাল হ'ল। তোমাক ঘৰত কোৱা নাইনে?"

"মোক কোনেও একো জনোৱা নাই পেহী।"

"বাচা একোকে নাজানে? দৈৱকীৰ আভুৱা সন্তান। সিদিনা যে কলেজৰ পৰা আহোঁতে ভনীয়েৰাক জোকোৱা বুলি ভায়েৰাই বলেনহঁতক মাৰিলে আৰু শেষত ৰাইজৰ মেল বহি ৰাইজ দুফাল হ'ল এইকথা তোমাক ঘৰত কোৱা নাই?"

"মোক কোনেও কোৱা নাই পেহী। মই একো জনা নাই। কোৱাচোন কি হৈছিল।"

"নিজৰ ছাগল ভাল হ'লে লোকৰ বাৰীত যাব কিয়; আৰু যাবতো যাব জালুক পাণ খাব কিয়? তেনেৰকম কথা। তোমাৰ ভনীয়েৰাক জোকোৱা বুলি কৈ ভায়েৰৰ হতুৱাই লগৰ ল'ৰাক মাৰ খুৱালে আৰু তাৰে বিচাৰ হ'ল। বিচাৰত ৰাইজ দুইপক্ষ হৈ সমাজ দুফাল হ'ল। এতিয়া কাৰ খেলত কোনে যোগ দিছে তাৰ ঠিকনা নাই। গাঁও ফালি চিৰাচিৰ হ'ল। তোমাৰ ভনীয়েৰা যদি ভাল হয় জোকাব কিয়? আৰু জোকাইছে কাৰ লগত যোৰ লগাই; আমাৰ ভতিজাৰ লগত....। আমাৰ এনে নিৰীহ আৰু সাধু ল'ৰাজনৰো বদনাম হ'ল ছোৱালীৰ পিছত ফুৰা ল'ৰা বুলি। আই চিকো। এনেখন হ'ব বুলি জানিলে তোমালোকৰ লগত লেটি-পেটিশন নকৰিলোহেঁতেন।" তাই বেগাই খোজ ল'লে। গেন্ধেলীৰ কথা শুনি ৰঞ্জু অবাক হৈ ৰ'ল। তাৰ বৰ খং উঠিল

ভায়েক-ভনীয়েকহালৰ ওপৰত। কিছুদূৰ গৈ ৰঞ্জুই লগ পালে দোকানৰ আগৰ চ'কটোত নগেন, বলেনহঁতক। ৰঞ্জুই হাঁহি মাৰি বলেনক ক'লে— "বলেন কেনে আছা?"

গোটেই কেইজনে ইমুখ-সিমুখ কৰিলে। বলেনে নম্রভাৱে ক'লে— "একৰকম আছো দাদা, কেতিয়া আহিল?"

"যোৱাকালিয়ে আহিলো। আজি যাম। বলা আমাৰ ফালে যাওঁ। গোটেইকেইজনক দেখি ভাল লাগিল।"

বলেনে গহীনাই ক'লে— "কিনো যাম-দাদা। আজিকালি আপোনালোকৰ তালৈ যোৱা বাট মৰিছে। আপুনি জানো শুনা নাই আমাৰ কাজিয়াৰ কথা?"

ৰঞ্জুই ক'লে— "মই একো শুনা নাই। ঘৰত মোক কোনেও একো কোৱা নাই। বাৰু কোৱাচোন কি ঘটনা ঘটিছিল?"

"ঘটনা সাধাৰণ দাদা। কিন্তু ভূপেনে ডাঙৰ কৰি পেলালে।

"সি আমাক মাৰিলে।"

"কি হৈছিল?"

"কলেজৰ পৰা আহোঁতে বাটত মায়াক জোকোৱা বুলি আমাক বেয়াকৈ মাৰিলে। আজিও মোৰ হাতখন ভালকৈ ভাল হৈ উঠা নাই।"

নগেনে ক'লে— "মিছা কথাত আমাক মাৰিলে। তাৰ কাৰণে গোসাঁইঘৰত মেলো বহিছিল। বৰ্ত্তমান গাঁও দুফাল হ'ল। গতিকে আপোনালোকৰ ঘৰলৈ যাবলৈ মানা কৰিছে আমাৰ খেলৰ মানুহে। বহুত কথা দাদা, আপুনি ঘৰতে শুনিব।"

"ঘৰত নুশুনো, তোমালোকেই কোৱা কি হৈছিল। মই তাৰ ব্যবস্থা কৰিম।"

তেতিয়া গোটেই কেইজনে তেওঁক আগুৰি ধৰি কবলৈ ধৰিলে আৰু এনেদৰে কথাবোৰ ক'লে যে ভূপেন আৰু মায়াহে দোষী, তেওঁলোকৰ গাত কোনো দোষেই নাই। সিহঁতৰ কথাত ৰঞ্জু পতিয়ন গ'ল আৰু মায়াৰ ওপৰত বৰ খং উঠিল, কিয় তাই ভূপেনক মাতি আনি ইহঁতক মৰালে। ভূপেনৰ ওপৰতো অতিপাত খং উঠিল। খণ্ডতে সি সিহঁতক এৰি ঘৰলৈ গুচি আহিল। ঘৰ আহি পোৱাত মাকে ভাত খাবলৈ মাতিলে। সি খণ্ডতে কৈ উঠিল— "মই ভাত নাখাওঁ। তহঁতে মোক একো কথাকে নকলি। গাঁও দুফাল কৰিলি তহঁতে। ক'লৈ গ'ল ভূপেন?"

ভূপেনে বাৰীৰ ফালে আছিল। ওলাই আহি দদায়েকক মাত লগালে— "কিয় মাতিছা দাদা।" ৰঞ্জুই খং ভাৱে সুধিলে— "তই কিয় কাজিয়া কৰিছিলি বলেনহঁতৰ লগত?"

"মই কাজিয়া কৰা নাছিলো দাদা; সিহঁতে মায়াক....।

"সিহঁতে কিয় জোকাব? দোষ তোৰ। তই গাঁওখন খালি কুকুৰ।" এইবুলি কৈ সি ভূপেনক এটা চৰ মাৰি দিলে। চৰ খাই ভূপেন তলমুৱা হৈ খণ্ডতে বাৰীলৈ গুচি গ'ল। ৰঞ্জুই ঘৰৰ ভিতৰলৈ আহি মায়াক এটা চৰ মাৰি কৈ উঠিল— "তোৰ দৰে ছোৱালী মোৰ ভনীৰ যোগ্য নহয়।" এনেতে মাকে আহি বাধা দিলে— "কি কৰ

ৰঞ্জু? তই কিয় মায়াক মাৰিলি? কাৰ কথা শুনি তই মায়াক মাৰিলি? ছিঃ ছিঃ তোৰ দৰে শিক্ষিত ল'ৰা এজনে গাভৰু ভনীয়েৰৰ গালত হাত দিলি? উহ— মোৰ কপাল।"

মাকে মূৰে কপালে হাত দি বহি গ'ল। মায়াই গৈ বিছনাত বহি কান্দিব ধৰিলে। ক্ষন্তেকতে আনন্দমুখৰ ঘৰখন নিৰানন্দৰ থলি হৈ পৰিল। ৰন্ধা ভাত পৰি ৰ'ল। ৰঞ্জুই খণ্ডতে বেগটো লৈ ওলাই আহিল আৰু কৈ গ'ল —

"মই আৰু এই ঘৰলৈকে নাহো।" সি গো-গোৱাই বাটলৈ ওলাই গ'ল। মায়াই কান্দি কান্দি দৌৰি আহি মাতিলে— "ডাঙৰ দাদা! ডাঙৰ দাদা! ভাতকেইটা খাই যোৱা ডাঙৰ দাদা।" সি খণ্ডতে কৈ উঠিল— "তই আৰু মোক দাদা বুলি নামাতিবি। দাদা বোলা অধিকাৰ তই হেৰুৱাই পেলাইছ। মই তোৰ দাদা নহয়।" এইবুলি কৈ খং কৰি সি বেগাই খোজ ললে। বাহুত উঠি সি জালুকবাৰীলৈ গুচি গ'ল।

মায়াই হুকহুকাই কান্দি থাকিল। মাকে চকুলো মচি মূৰে কপালে হাত দি বহি থাকিল। ভূপেনে চকুলো মচি বাৰীৰপৰা জিকাকেইটামান আনি মজিয়াত থ'লে। এনেতে পিতাক আহিল। সুধিলে কি ঘটনা হ'ল। পাৰ্বতীয়ে কান্দি কান্দি ভোলানাথক ক'লে সকলো কথা। মায়াই ফেকুৰী থাকিল। ভোলানাথে ক'লে— "ই আমাৰ অদৃষ্ট পাৰ্বতী। বিধিৰ লিখন খণ্ডন কৰিব নোৱাৰি। মই তাৰবাবে কি কৰা নাছিলো। সি আজি মোক কিমান আঘাত দিলে। খণ্ডৰ ভমকত কি কাণ্ড কৰি থৈ গ'ল। সি টকা নিব আহিছিল নে কাজিয়া কৰিব আহিছিল? শত্ৰুৰ কথা শুনি মোৰ নিমাসিত ল'ৰা-ছোৱালীহালক মাৰিলে। লোকৰ কথা শুনিলে তেনে গতি হয়ে। মনত দুখ পাব বুলি ভাবি মই কালি ঘটনাবোৰ নক'লো; হয়তো ফিজ দি আহিলে ক'ম, এইবুলি ভাবিছিলো। পিছে বিধাতাই মোৰ প্ৰতি অসন্তুষ্ট হ'ল। যি হবৰ হ'ল, এতিয়া সকলো কথা পাহৰি সকলোৱে শান্ত হ। কপালত দুখ থাকিলে এৰাবি কেনেকৈ? সকলো ঈশ্বৰৰ ইচ্ছা বুলিয়ে ধৰি লৈ কাম কৰি যা।" মায়াৰ ওচৰলৈ আহি মূৰ পিহি ক'লে, নাকান্দিবি বাচা। তোৰ বিষয়ে সি একো বুজা নাই। কোনোবা শত্ৰুৰ লগনীয়া কথাত ভোল গৈ তোক মাৰিলে। মাৰক বাচা। তোৰ ডাঙৰ দদায়েৰাইহে মাৰিছে. আনেতো মৰা নাই। দুখ নকৰিবি। এই কাম কৰি সিও অনুতাপ কৰিব এতিয়া।" পাৰ্বতীয়ে ক'লে— "সি বাঢ়া ভাত নাখাই এৰি গ'ল। ইয়াতকৈ আৰু কিবা দুখৰ কথা আছেনে? মই ৰাতিপুৱাতে কিমান যত্ন কৰি তালৈ ভাত ৰান্ধিলো। সি এৰি গুচি গ'ল। হায় মোৰ কপাল।"

"দুখ নকৰিবি পাৰ্বতী, আজি তাৰ লঘোন পৰা বাসনা আছিল বাবে নাখালে। জালুকবাৰীত হোষ্টেলত খাব পাৰিব। তইনো পাঁচশ টকা ক'ৰ পৰা আনিলি?"

"তোমাৰ সন্দেহ হৈছে নেকি? টকা নিদিয়া বুলি ভাবিছা নেকি?"— ঘৈণীয়েকে ক'লে।

"সন্দেহ হ'বৰ কথাই। কিজানি টকা নাপাই উৰহৰ খং ভণ্ডাধাৰিত জাৰিলে। তইনো পাঁচশ টকা ক'ত পালি?"

"মায়াই দিলে।"

"মায়াই ইমান টকা কেনেকৈ যোগাৰ কৰিলে?"

"মায়াই তাইৰ পাৰ, হাঁহকণী বেচা টকা দিছে।"

"তাইৰ পাঁচশ টকা আছিল নে?"

"আজি দুবছৰে গোটাই ৰখা টকা।"

"মোৰ লক্ষ্মী ছোৱালী। বাচাৰ ভৱিষ্যৎ জীৱন সুখময় হ'ব। যা নাকান্দিবি। মোৰ ঘৰত মায়াৰ দৰে লক্ষ্মী ছোৱালী থকাত মই আৰু একো চিন্তা নকৰো। যা বাচা, তই মোৰ দুচিন্তা আঁতৰ কৰি দিলি। তোৰ মঙ্গল হবই। এতিয়া একো দুখ নকৰিবি।" এইবুলি কৈ পিতাকে তাইক মূৰ পিহি মৰম কৰি সান্ত্বনা দিয়ে।

পাৰ্বতীয়ে উঠি গৈ পাকঘৰ পায়। ভাত-আঞ্জা ঢাকনি দি থয়।

এনেভাবে ঘৰখনলৈ এটা নতুন অশান্তি আহি পৰিল।

ট্ৰেজেদীৰ নায়কে নিজে ভুল কৰি জীৱনত ট্ৰেজেদী মাতি অনাৰ দৰে বঞ্জুয়ো যেন নিজে দুখ মাতি আনিলে।



## (এঘাৰ)

কমল বৰা নগাওঁ জিলাৰ এখন চাহ বাগিচাৰ মেনেজাৰ। অতি দুখীয়া অৱস্থাৰ ল'ৰা হিচাবে তেওঁ মেট্রিক পাছ ক'ৰাৰ পিছতে চাহ বাগিচাত মাইকী মহৰী হিচাবে কামত সোমায়। মাইকী মহৰী মানে চাহপাত তোলা মাইকী মানুহৰ ওপৰত নজৰ ৰখা মহৰী। নিজৰ কাৰ্য্যদক্ষতাৰ গুণত দোপতদোপে উন্নতি কৰি সময়ত অফিচৰ সহকাৰী মেনেজাৰ আৰু শেষত মেনেজাৰ পদত অধিষ্ঠিত হয়। তেওঁৰ ল'ৰা দুজন আৰু ছোৱালী এজনী— মঞ্জুমালা বৰা। ডাঙৰ ল'ৰা ধনমণি বৰাই চাহ বাগিচাতে সহকাৰী হিচাবে কাম কৰে আৰু সৰু ল'ৰা সোণমণিয়ে ডাক্তৰী পাছ কৰাৰ পিছত বাগিচাতে ডাক্তৰ হিচাবে চাকৰি কৰে। বৰাৰ আৰ্থিক অৱস্থা স্বচ্ছল। ধনে ধানে উভৈনদী। ল'ৰা-ছোৱালী তিনিওজনেই বুদ্ধিমান আৰু কৰ্মতৎপৰ।

মঞ্জুমালাই মেজৰ লৈ বি, এ, পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়িছে। প্ৰিভিয়াছত ভাল নম্বৰ পাইছে— শতকৰা ৫৮ ভাগ। এইবাৰ ফাইনেল দিব। বন্ধত তেওঁ ঘৰলৈ যোৱা নাই, পঢ়ি আছে যাতে ফাৰ্ষ্টক্লাছ ৰাখিব পাৰে।

বন্ধত জগদীশ ঘৰলৈ গৈছে। তেওঁ মঞ্জুমালাহঁতৰ বাগিচাৰ ঘৰ চিনি পায় আৰু এবাৰ মঞ্জুৰ লগত মঞ্জুহঁতৰ ঘৰলৈয়ো গৈছিল। ঘৰৰ আটায়ে জগদীশক চিনি পায়। মঞ্জুমালা ঘৰলৈ নহা কথা তেওঁ জানে। তেওঁ মঞ্জুহঁতৰ ঘৰলৈ খবৰ লোৱাৰ চলেৰে ফুৰিবলৈ গ'ল। জগদীশ গৈ পোৱাত মঞ্জুৰ মাক-দেউতাকে বৰ আদৰ কৰিলে আৰু মঞ্জুৰ কথা সুধিলে। চাহ-জলপান খাই থাকোঁতে মঞ্জুৰ বাপেকে তেওঁক সুধিলে—

"মঞ্জু কিয় নাহিল বোপা?"

"তেওঁ ফিজ দিছেই। গতিকে অহাৰ প্ৰশ্নই নাই। পঢ়িব ধৰিছে।"

"পঢ়াত কেনে?"

"পঢ়াতো ভাল কৰিছে। কোনোৰকমে প্ৰথম শ্ৰেণী পালে কলেজত সুবিধা পাব। মই নগাওঁ কলেজতে সুমুৱাই দিব পাৰিম। ফাৰ্ষ্টক্লাছ পালে ভাল হয়; কিন্তু.....।"

"কিন্তু কি?"

"মোৰ সন্দেহ হয়।"

"কিয়?"

"কবলৈ ভাল নালাগে।"

মঞ্জুৰ বাপেকে বৰ উদ্বিগ্নতাৰে সুধিলে— "কি হৈছে কোৱাচোন।"

কওঁ নকওঁকৈ জগদীশে ক'লে— "কথাষাৰ ক'বলৈ ভয়ো লাগে আৰু লাজো লাগে।"

"কি কথা কোৱাচোন বোপা।"

"আপুনি যদি মঞ্জুক নকয় তেনেহ'লে মই কব পাৰিম।"

"মই নিশ্চয় নকওঁ। কোৱাচোন বাৰু কি হৈছে।"

"পঢ়াতকৈ মঞ্জুৱে ফুৰাতহে অধিক মন দিছে।"

"কাৰ লগত ফুৰে?"

"বিশ্ববিদ্যালয়ৰে এজন ছাত্ৰৰ লগত ফুৰে।"

বাপেকে এবাৰ তেওঁৰ মুখলৈ চাই বৰ উৎসুক্যতাৰে সুধিলে— "ক'লৈ যায়?"

"গুৱাহাটী, জালুকবাৰীৰ বাদেও শ্বিলং, নলবাৰী আদিলৈকো যায়।"

"ল'ৰাজন ক'ৰ?"

"কামৰূপৰ কোনোবা এখন ভিতৰুৱা গাঁৱৰ ল'ৰা।"

"ল'ৰাৰ বাপেকে কি কৰে?"

"খেতি কৰে লোকৰ মাটিত। আধিয়া ঠিকা খাই কোনোমতে ঘৰখন পুহিছে। মাটি-বাৰীবিলাক ল'ৰা দুজন আৰু ছোৱালীজনীক পঢ়ুৱাওতে বেচি দিছে। আৰ্থিক অৱস্থা বৰ শোচনীয়।"

কমল বৰাৰ চকুহাল ৰক্তিম সূৰ্য্যটোৰ দৰে হৈ উঠে। তেওঁ খঙেৰে কৈ উঠিল— "তাইক ইমান মৰম কৰাৰ প্ৰতিদান মোক এনেভাৱেই দিলে নেকি। তাইক মই লৈ আহিম। তাই মোৰ মান-মৰ্য্যাদা নষ্ট কৰি পেলালে। তাই পঢ়িবই নালাগে।"

এনেতে পাকঘৰৰ পৰা মঞ্জুৰ মাক ওলাই আহি তেওঁৰ ওচৰত থিয় হৈ সুধিলে— "কি হৈছে? তাইক ইমান খং কৰিছে কিয়?"

"খং নকৰিম? তোমাৰ গুণৰ মাণিক ছোৱালীয়ে কোনোবা ডাল-দৰিদ্ৰ এটাৰ লগত ঘূৰি ফুৰিব ধৰিছে। ছিঃ ছিঃ তাই মোৰ নাক কাটিলে। তাইক মই পঢ়িবলৈ নিদিওঁ। জালুকবাৰীৰ পৰা লৈ আহিম। নালাগে তাই এম, এ, পাছ কৰিব। মোৰ মান মৰ্য্যাদা নষ্ট কৰিবলৈহে তাইক মই পঢ়িবলৈ পঠিয়াইছিলো নে?"

"কিনো হৈছে বোপা?"

গিৰিয়েকে কৈ উঠিল— "কোনোবা ডাল-দৰিদ্ৰ খেতিয়কৰ ল'ৰা এজনৰ লগত লেটিপেটিখন কৰিছে; সেইকাৰণেই বন্ধত ঘৰলৈ নাহিল। তাইক মই জালুকবাৰীলৈ ডিগ্ৰী আনিবলৈ পঠাইছিলো নে ল'ৰা ধৰিবলৈ পঠাইছিলো? তাইক মই কাটি টুকুৰা টুকুৰ কৰিম।"

গিৰিয়েকৰ খং দেখি ঘৈণীয়েকে বিচুৰ্তি খালে। তেওঁ কৈ উঠিল— "ছোৱালী মানুহে কিবা ভুল কৰিলেও এনে অবাইচ মাত মাতিব নাপায়। ধৈৰ্য্য ধৰি কথাটো নিৰীক্ষণ কৰকচোন।"

"কি নিৰীক্ষণ কৰিম? মই জানিছো, তোমাৰ ছোৱালী নষ্ট হোৱাৰ পথত নামিছে। মই তাইক ক্ষমা কৰিব নোৱাৰিম। কালিয়েই তাইক মই লৈ আহিম।"

ঘৈণীয়েকে ক'লে— "ল'ৰা-ছোৱালীৰ এই বয়সটো জুইৰ বাহৰ দৰে।

সাৱধানে ব্যৱহাৰ কৰিব লাগে, ন'হলে হঠাতে জুই জ্বলাদি জ্বলিব। জুইৰ লগত খেলা কৰিব লাগিলে কৌশল জানিব লাগিব। কৌশল কৰি তাইক মাতি আনিব— খং কৰি দাবি ধমকি দি নহয়। তাইক যদি বিপথে যোৱা বুলি অনুভৱ কৰিছে তেন্তে ঘৰলৈ কৌশল কৰি লৈ আহক। গোলমাল কৰিলে ক'ৰবালৈ পলাই যাব পাৰে। ঘৰলৈ আহিলে মই যি কৰিব লাগে কৰিম।"

"হয় খুৱাদেউ। কথাষাৰ জানিব পাৰিলে বিপদ হ'ব পাৰে। খুৰীদেউৰে ভাল কথাকে কৈছে। আপুনি মনে মনে মাতি আনি কৌশল কৰি আঁতৰ কৰক। তেওঁ যেন একো গম নাপায়, তালৈ লক্ষ্য ৰাখিব।"

"তাকেই কৰক। তাইক মোৰ অসুখ বুলি কৈ লৈ আহকগৈ।"

খাই বৈ উঠি জগদীশে বিদায় ললে আৰু নিজৰ কাৰ্য্য সিদ্ধি হোৱাৰ আগজাননী দেখি মনত আনন্দ পালে। কুটনৈতিক প্ৰকৃতিৰ মানুহে আনৰ মনত দ্বিধা ভাব সোমাই দি কাৰ্য্য সিদ্ধি কৰে। জগদীশৰ উদ্দেশ্যও সিদ্ধিৰ পথত।

পিছদিনা নিজৰ এম্বেচেদৰ গাড়ীখন লৈ ডাঙৰ পুতেকৰ সৈতে কমল বৰা বিশ্ববিদ্যালয়ৰ চৌহদ পালে। ছোৱালী হোষ্টেলৰ সন্মুখত গাড়ী ৰাখি ৱাৰ্ডেনৰ পৰা অনুমতি লৈ মঞ্জুক ঘৰলৈ নিবলৈ সাজু হ'ল। মাকৰ অসুখ বুলি শুনি মঞ্জুই খৰধৰ কৰি কানি-কাপোৰ পিন্ধি, কিতাপ-পত্ৰ কিছুমান বান্ধি লৈ গাড়ীত উঠি ঘৰলৈ ৰাওনা হ'ল। আহিবৰ সময়ত মঞ্জুই ৰঞ্জুক মাত দিবলৈ সুযোগ নাপালে। ৰঞ্জুৰ অসাক্ষাততেই মঞ্জু ঘৰলৈ গ'ল। নিয়তিয়ে যেন অলক্ষিতে এটি ক্ৰুৰ হাঁহি মাৰিলে। এয়ে কিজানি বিচ্ছেদৰ সূচনা কৰে কোনে জানে!



চাহ বাগিচাৰ কাষতে মঞ্জুহঁতৰ দুমহলীয়া ঘৰটো। মঞ্জুমালাহঁত আহি ঘৰ পালে। ককায়েকে কিতাপ-পত্ৰ আৰু কানি-কাপোৰ গাড়ীৰপৰা নি ঘৰত থ'লেগৈ। মঞ্জুই ঘৰত সোমায়ে আগতে থকা নিজৰ ৰুমলৈ গ'ল। তাৰপিছত কানি-কাপোৰ সলাই মাকৰ ৰুমত প্ৰৱেশ কৰিলে। তেওঁলোক আহি পোৱাৰ আগতে মঞ্জুৰ মাকে পেটৰ বিষ উঠা ভাও ধৰি বিছনাত বাগৰি উহ্ আহ্ কৰি আছে। তেওঁলোকৰ ঘৰত কাম কৰা ছোৱালীজনীয়ে কাষতে বহি ইবিধ-সিবিধ দি আছে। মঞ্জুই মাকৰ বিছনাৰ ওচৰলৈ গৈ মাত লগালে— "কি হৈছে মা?" মাকে কেঁকাই-গেঁথাই তাইৰ ফালে মুখ কৰি ক'লে— "মোৰ পেটৰ বিষ হৈছে। আজি এসপ্তাহ হ'ল, ভালেই পোৱা নাই।"

"চিকিৎসা কাৰ কৰি আছা?"

"সোণমণিয়ে ঔষধ দি আছে; কিন্তু ভাল পোৱা নাই— বেয়াৰ ফালেহে টাল লৈছে।"

"সৰু ককাইদেৱে কি কৈছে?"

"সি কোৱামতে গুৱাহাটী মেডিকেল কলেজলৈ নিব লাগিব। মোৰ হেনো পেটত পাথৰ (গল ব্লাডাৰ ষ্টোন) হোৱা বুলি সন্দেহ কৰে।"

"তেনেহ'লে সোনকালে নিয়াই ভাল।"

"দেউতাৰাই কৈছে, মোক হেনো ভেলোৰ বা মাদ্ৰাজলৈ নিব। তাতেহে ভাল চিকিৎসা হ'ব।"

"তেনেহ'লে মাদ্ৰাজলৈ নিয়াই ভাল হ'ব। খৰচ পৰিলেও চিকিৎসা ভাল হ'ব।"

"তাকেই ভাবিছো। উহ্ কি যন্ত্ৰণা। মোৰ পেটটো খালে ঔ?"

মাকে চিঞৰে। মঞ্জুই মাকৰ কাষত বহি পেটটো পিহি দিয়ে। মাকে কয়— "পেটত হাত নিদিবি, বিষ বেছি হয়। উহ্ কি বিষ!" মাকে কেঁকাই কেঁকাই কয়। তেওঁ যন্ত্ৰণা বেছি হোৱা দেখুৱাই চকুলো বোৱাই চট্-ফট্ কৰে যেন নাটকতহে অভিনয় কৰিছে। বুদ্ধিমতী মাকৰ মিছা অভিনয়তে ভোল গৈ জীয়েকেও চকুলো টোকে। মাকে জীয়েকৰ সহানুভূতি আদায় কৰিবলৈ সক্ষম হোৱাত নিজকে কৃতকাৰ্য্য হোৱা বুলি ধৰি ল'লে আৰু জীয়েকৰ খবৰ-বাতৰি সুধিবলৈ আৰম্ভ কৰিলে।

"তোৰ পৰীক্ষাৰ ফিজ দিছ নে মঞ্জু?"

"হয়! দিছো।"

"পৰীক্ষালৈ কিমান দিন আছে?"

"পোন্ধৰ দিন আছে।"

"মাদ্ৰাজলৈ যাব লাগিলে তোকো মোৰ লগত নিবৰ মন আছিল, কিন্তু তোৰ পৰীক্ষা থকা বাবে মস্কিল হ'ল।"

"মই পৰীক্ষা 'ড্ৰপ' দিম মা; মই তোমাৰ লগতে যাম।"

"তই যাব নালাগে। বৰ্ত্তমান মই গুৱাহাটী মেডিকেল কলেজতে প্ৰথমে চিকিৎসা কৰিম। অপাৰেচন কৰিব লাগিলেহে মাদ্ৰাজলৈ যাম। তই জালুকবাৰীত থাকিয়ে মোৰ খবৰ লব পাৰিবি। পৰীক্ষাৰ পিছত মোৰ লগত যাব পাৰিবি।"

"বেমাৰ গুৰুতৰ হ'লে তাৰাতাৰি মাদ্ৰাজলৈ যোৱা ভাল।"

"ডাক্তৰে ক'লেহে যাব পাৰিম। পিছত যি হয় হ'ব; এতিয়া তই যা। গা-পা ধুই ভাত খাই লৈ উঠগৈ।"

মঞ্জুই কিছুসময় মাকৰ কাষত থাকি শেষত মাকৰ অনুৰোধত তাৰ পৰা উঠি আহি গা-পা ধুই ভাত-পানী খাই উঠি তাই আকৌ মাকৰ ওচৰলৈ গ'ল। মাকৰ বিছনাত বহি মাকৰ মূৰ পিহি থাকিল। এনেহেন সৰল আৰু অমায়িক ছোৱালীক ফাঁকি দি বেমাৰ হোৱা ভাও ধৰাত মাকৰ বৰ বেয়া লাগিল। তেওঁ ক'লে— "আই মঞ্জু! তোক কাষত পাই মোৰ বেমাৰৰ বহুখিনি উপশম অনুভৱ কৰিছো আই। তই কাষত থাকিলে মোৰ বেমাৰ যেন আপোনা-আপুনি ভাল হৈ যাব, এনে ভাব হয়।"

মাকক সাৱটি ধৰি মঞ্জুই আৱেগেৰে কৈ উঠে— "মই সদায় তোমাৰ কাষতে থাকিম মা। মই তোমাক এৰি ক'লৈকো নাযাওঁ। মই তোমাক নেৰো মা।"

"তোৰ পৰীক্ষাৰ বাবে পঢ়িব লাগিব; গতিকে জালুকবাৰীলৈ যাব লাগিব।"

"মই ঘৰত থাকিয়ে পঢ়িম। কিতাপ-পত্ৰ লৈ আহিছো মা। মই ঘৰত পঢ়ি পৰীক্ষাৰ আগদিনা জালুকবাৰীলৈ যাম। মোৰ কোনো অসুবিধা নহয়। এই কেইদিন মই তোমাৰ লগতে থাকিম মা।"

মাকে তাইৰ মূৰত হাতখন দি গাল-মুখ পিহি পিহি ক'লে— "মোৰ অতি আদৰৰ আইজনী। তোক দেখিলেই মোৰ দুখ ভাগৰ সকলো নাইকিয়া হয়। মোৰ একেজনী ছোৱালী বাচা; মোৰ বুকুৰ কলিজা।"

মাকে মঞ্জুক মৰমতে এটা চুমা খায়। মাকৰ মৰম পাই মঞ্জুই সৰু ছোৱালীৰ দৰে লেউ-সেউ হৈ মাকৰ বুকুৰ মাজত সোমাই পৰে। মাকে মূৰ পিহি পিহি কয় — "তই থাকিলে মই ক'লৈকো নোযোৱাকৈ ভাল হৈ যাম আই, কোনো চিন্তা নকৰিবি।"

এনেভাবে মাকে কৌশলেৰে মন গলাই ললে আৰু মাকৰ কাষত থাকিবলৈ সন্মত কৰিলে। ই এক অভিনৱ কৌশল। ধন্য নাৰীৰ বুদ্ধি। পুৰুষতকৈ যে নাৰী বুদ্ধিমতী এয়ে তাৰ প্ৰমাণ। এনেভাবে মঞ্জুৰ মাক মৃদুলা বৰাই জীয়েকৰ মন ভুলাই পেলালে আৰু নিজৰ ওচৰত ঘৰতে ৰাখিবলৈ সক্ষম হ'ল। মঞ্জুৰ মনৰ পৰা জালুকবাৰীৰ চিন্তা যেন নাইকিয়া হৈ পৰিল। কেৱল মাকৰ সান্নিধ্যই তাইৰ কাম্য হৈ পৰিল।

ৰঞ্জুৰ চিন্তা লাহে লাহে মাৰ যাব ধৰিলে। পিতৃ-মাতৃৰ স্নেহে সাময়িকভাৱে হলেও প্ৰিয়জনৰ চিন্তা আঁতৰ কৰিব পাৰে।

মঞ্জুমালা ঘৰতে থাকি গ'ল। দুদিনমান পিছত মাকে বিছনাৰ পৰা উঠি দুই এখোজ কাঢ়ি চোতালত ফুৰিব ধৰিলে যেন ডাঙৰ বেমাৰৰ পৰাহে সকাহ পাইছে। মঞ্জুই সদায় আলপৈচান ধৰে। লগৰ পৰা প্ৰায়ে আঁতৰি নাযায়। মাকে ভালপোৱা বুলি কৈ পুতেকৰ ঔষধকে ব্যৱহাৰ কৰে। ডাক্তৰ পুতেকেও মাকক ভিটামিন জাতীয় পিল আৰু টনিক দি আছে। মঞ্জুই ধৰিব পৰা নাই। তাই সেইবোৰ পেটৰ বিষৰ ঔষধ বুলিয়ে ভাবি আছে।

এসপ্তাহমানৰ পিছত মাকে ভাল হোৱা যেন দেখুৱাই মঞ্জুক ক'লে— "মই বৰ্থখিনি ভাল পাইছো। কিজানি গুৱাহাটীলৈ যাব নালাগেই। তই জালুকবাৰীলৈ যাবি নেকি?"

"মই পৰীক্ষাৰ দুদিন আগতে যাম আৰু পৰীক্ষা দিয়ে পিছদিনা গুচি আহিম মা। তুমি একো চিন্তা নকৰিবা।" এনেকৈ কৈ মঞ্জুই নিজৰ কোঠাত আহি পঢ়িব ধৰিলে। তাইৰ পঢ়া-শুনাত মাকে আলপৈচান ধৰিব আৰম্ভ কৰিলে। ঘৰখনত এটি আনন্দৰ ভাব বিৰাজ কৰিলে।

মাকৰ বেমাৰ সকাহ পোৱাত, মাকৰ চিন্তা কিছু পৰিমাণে আঁতৰ হোৱাত মঞ্জুৰ মন আকৌ ৰঞ্জুৰ ফালে ধাবিত হ'ল। মৰমে প্ৰেমক বেছিদিন আঁতৰ কৰিব নোৱাৰে৷ লাহে লাহে ৰঞ্জুৰ চিন্তাই মঞ্জুৰ মনত ভুমুকি মাৰিলে।

# (বাৰ)

সেইদিনা ৰাতি মঞ্জুই বহি বহি চিঠি লিখিছে— ৰঞ্জুলৈ চিঠি লিখিছে। আবেগভৰা কলম হাতত লৈ বেদনাইত পক্ষীৰ দৰে যেন চিঞঁৰি দিব তাই। তাইৰ মনৰ মানুহজনৰ ওচৰত যেন দোষী দোষী অনুভৱ হৈছে। আজি ইমান দিনে তেওঁলৈ এখনো· চিঠি দিয়া নাই, সেইবাবে তাই ৰঞ্জুলৈ চিঠি লিখিছে। তাই লিখিলে—

প্ৰিয় বৰুৱা,

মোৰ শতদোষ মাৰ্জনা কৰিব। মোৰ মাৰ অসুখৰ কাৰণে হঠাতে মই ঘৰলৈ আহিবলৈ বাধ্য হলো। দেউতাই হঠাতে গৈ মোক লৈ আহিল। মই আপোনাক লগ ধৰিবৰ সময় নাপালো। আপুনি চাগে মোক খং কৰিছে। কিন্তু মই কি কৰিম। সময় আৰু সুযোগৰ অভাৱত আপোনাক লগ ধৰিব নোৱাৰি ইমান যে বেয়া লাগিছিল, কি কম। মোৰ মাৰ অসুখ টান, সেইবাবে তৎক্ষণাৎ আহিব লগা হ'ল। আপোনালৈ মনত পৰি বেয়া লাগি থাকে।

মই পৰীক্ষাৰ দুদিন আগতেহে যাব পাৰিম। বৰ্ত্তমান মাৰ অসুখ কিছু উপশম হৈছে, তথাপি সম্পূৰ্ণ আৰোগ্য হোৱা নাই। আপুনি খুব পঢ়িছে নহয়, পঢ়ক। ৰিজাল্ট যাতে ভাল হয় তাৰে চেষ্টা কৰক।

মোৰ গতানুগতিক চিঠিখন পাই নিশ্চয় খং কৰিব। মই বুজি পাইছো। তথাপি লিখোতে সাৱধান হব লগা হৈছে কাৰণ আমাৰ বিশ্ববিদ্যালয়ৰ বেৰ-চালৰো কাণ আছে; গতিকে সাৱধানে চলিব লাগিব।

আপোনাৰ খবৰ জনাব। হাজৰিকাৰ খবৰ জনাই সুখী কৰিব। মোৰ প্ৰতি অভিমান নাৰাখিব। চিঠিৰ উত্তৰ দিব। আপোনাৰ শুভ কামনা কৰিলো।

ইতি

আপোনাৰ মৰমৰ

শ্ৰীমতী মঞ্জুমালা বৰা

মাৰফৎ

শ্ৰীকমল বৰা

নগাঁও, বদালি চাহবাগান

— দুদিন পিছতে চিঠি খন পাই ৰঞ্জুই লিখিলে—

মৰমৰ

'মঞ্জু'

তোমাৰ তাৰিখ নোহোৱা চিঠিখন পালো। যাৰ চিঠিত তাৰিখ নাথাকে, তেওঁৰ কথাৰ কিবা ভৱিষ্যত থাকেনে? তাৰিখ নোহোৱা চিঠিৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ

একাকাৰ। তথাপি তোমাৰ চিঠিৰ উত্তৰ দিলো।

তুমি যে মোক কিমান ভালপোৱা তাৰ চিন মই পাইছো। মোক মাত এষাৰ নিদিয়াকৈ গুচি গ'লা আৰু আজি ইমান দিনে একো — খবৰো নিদিলা। আজি কিমান দিনৰ মূৰত এই চিঠি পালো। মই বৰ দুখিত। তোমাৰ চিন্তাই মোক মিছাতে বিকল কৰিছে — প্ৰকৃততে তুমি মোক ভালপোৱা নাই। খেল খেলোৱা ছোৱালীৰ দৰে তুমি মোক প্ৰতাৰণা কৰি আছা। তোমাৰ বিশ্বাস নাই। মোৰ লগত খেলহে খেলিছা। তোমাৰ আৰু মোৰ দেহৰ দূৰত্ব যিমান হৈছে মনৰ দূৰত্ব তাতোকৈ বহুগুণে অধিক হৈছে। মোৰ মন ভাঙি পৰিছে।

মৰমৰ মঞ্জু! তুমি মোৰ হৃদয়খন কাঢ়ি নি চূৰমাৰ কৰিলা কিয়? তুমি মোৰ সুকোমল অন্তৰখনি ভাঙি দিলা কিয়? এই হৃদয়হীনতাই তোমাৰ কঠোৰ হৃদয়ৰে পৰিচয় নিদিয়েনে? মোৰ ওপৰত চলোৱা মানসিক পাশবিকতাই তোমাৰ নাৰী জীৱনৰ ক্ৰূৰতাকে প্ৰকাশ কৰিছে। নাৰী ইমান পাষাণী নে? পুৰুষক প্ৰতাৰণা কৰি সঁচাকৈ নাৰীয়ে সুখী হয়নে?

তুমি মোক পাহৰি যোৱা। ই মোৰ অভিমান নহয় — নিজক বচাবলৈ মোৰ কাতৰ অনুৰোধ। এই চিঠি পোৱা মাত্ৰেই তুমি যদি তৎক্ষণাৎ আহি মোক দেখা নকৰা, তেন্তে পৰিস্থিতিয়ে বেলেগ ৰূপ লব। তোমাৰ মানসিকতাক মই ক্ষমা কৰিব পৰা নাই।

ইতি

তোমাৰ হতভাগ্য

শ্ৰীৰঞ্জু বৰুৱা

গুৱাহাটী বিশ্ববিদ্যালয় হোষ্টেল

পোঃ— গুৱাহাটী - ১৪

— দুদিন পাছতে এই চিঠি আহি কমল বৰাৰ হাতত পৰিল। তেওঁৰ মাৰফৎ দিয়া চিঠি তেওঁৰ হাতত পৰিবই। তেওঁ কৌতূহল বশতঃ চিঠিখন খুলিলে যিহেতু তেওঁৰ জীয়েকৰ নামত আহিছে। চিঠিখন খুলি পঢ়ি ললে। চিঠি পঢ়ি বৰাই জানিলে যে এই নৰপুঙ্গৱেই মঞ্জুৰ মূৰ নষ্ট কৰিছে। আজি চোৰ ধৰা পৰিল। তেওঁ নাম ঠিকনা লিখি ৰাখি চিঠিখন জব্দ কৰি থৈ ৰঞ্জুলৈ এখন চিঠি লিখিলে —

মৰমৰ

ৰঞ্জুবোপা,

তোমাৰ চিঠিখন পাই সুখী হলো। মই ইমান দিনে মোৰ ছোৱালীক আমনি কৰা ল'ৰাজনক — জনা নাছিলো, আজি তোমাৰ চিঠিখন পাই জানিব পাৰিলো সেই পাপীষ্ঠ ল'ৰাজন কোন।

মই জানিব পাৰিছো, তুমি হোনো কামৰূপৰ কোনো ভিতৰুৱা গাঁৱৰ নিঃকিন খেতিয়কৰ ল'ৰা। তোমাৰ পিতাৰাই কিমান কষ্ট কৰি মাটি-বাৰী বেচি তোমাক পঢ়াব খৰচ যোগাইছে। তুমি সেই চিন্তা নকৰি ছোৱালীৰ পিছে পিছে ফুৰি মিছাতে অবাবত

সময় নষ্ট কৰিছা আৰু পিতাৰাকো বিশ্বাসঘাতকতা কৰিছা। তোমাৰ পিতাৰাই জালুকবাৰীলৈ মাষ্টাৰ ডিগ্ৰী লবলৈ পঠাইছে নে ছোৱালীৰ মেখেলা শুঙিবলৈ পঠাইছে। তুমি ভবা উচিত যে নাৰীৰ পিছত ফুৰিলে পুৰুষৰ ব্যক্তিত্ব খৰ্ব্ব হয় আৰু বুদ্ধি বৃত্তি নষ্ট হয়। তুমি উচ্চ শিক্ষিত ল'ৰা হৈ কিয় এই জহান্নামৰ পথ লৈছা। তুমি নষ্ট হৈছা, কিন্তু মোৰ ছোৱালীক নষ্ট কৰিছা কিয়? কি অধিকাৰ আছে তোমাৰ এজনী লোকৰ ছোৱালীক নষ্ট কৰিবলৈ? কুপথে পৰিচালিত হৈ কামাতুৰ লোকৰ দৰে ছোৱালীৰ পিছ লৈছা কিয়? তুমি বাৰু মোৰ ছোৱালীৰ যোগ্যনে? মেকুৰী হৈ বাঘৰ ছোৱালী বাঞ্চা কৰা দুৰাকাঙ্খা কিয়? মই তোমাক সাৱধান কৰি দিলো, তোমাৰ দৰে দুচৰিত্ৰৰ ল'ৰাই মোৰ ছোৱালীৰ পিছ নলবা, অন্যথাই তোমাৰ জীৱনৰ নিৰাপত্তা নাইকিয়া হ'ব। তুমি কমল বৰাক চিনা নাই — এইবাৰ তুমি বাঘৰ হাতত হৰিণা পৰিছা। নিজক বচাবলৈ যত্ন কৰা। মই তোমাক ক্ষমা কৰা নাই। সাৱধান কৰি দিছো। তুমি যেন মোৰ ছোৱালীক কোনো দিন নামাতা আৰু কোনো সম্পৰ্ক নাৰাখা। ৰাখিলে তাৰ পৰিণতি অতি ভয়ঙ্কৰ হব। তুমি এবাৰ তোমাৰ জীৱনৰ কাৰণে ভাবি চাবা। মোৰ মৰ্য্যাদা আৰু বংশ পৰম্পৰাৰ ওপৰত আঘাত কৰিলে তোমাৰ ৰক্ষা নহব। সাৱধান। মোৰ চি, আই, ডি তোমাৰ পিছত লাগি আছে, নিশ্চয় জানিবা।

ইতি

তোমাৰ মঞ্জুৰ পিতা

শ্ৰীকমল বৰা।

মেনেজাৰ, ৰদালি চাহবাগান নগাঁও

— দুদিন পিছত ৰঞ্জুৰ হাতত চিঠিখন পৰিল। চিঠি পঢ়ি — ৰঞ্জু হতভম্ব হৈ গ'ল। সি বুজিলে যে মঞ্জুলৈ দিয়া চিঠি পিতাকৰ হাতত পৰিছে আৰু ঘটনা গুৰুতৰ হৈছে। চিঠিখন দুবাৰমান পঢ়ি লৈ তেওঁ গৈ প্ৰবীণ হাজৰিকাৰ ওচৰ পালে আৰু চিঠিখন দেখুৱালে। হাজৰিকাই চিঠিখন পঢ়ি বৰ চিন্তান্বিত হৈ বেজাৰ মনেৰে ক'লে — "বৰ বিপদৰ কথা হ'ল বন্ধুৱা। ঘটনা বিষম হব পাৰে। বাগানৰ মেনেজাৰ মানুহ। ঢং বেলেগ, হাতো বেলেগ। আজিকালি মেনেজাৰসকলে ভেকুলীয়া গুণ্ডা ৰাখে। সেই সকলৰ দ্বাৰা কেতিয়াবা কেতিয়াবা সৰ্ব্বনাশ কৰিব পাৰে। আপুনি সাৱধানে থাকিব লাগিব। কোনো চিঠিপত্ৰ নিদিব আৰু কোনো সাক্ষাৎ নকৰিব মঞ্জু বৰাৰ লগত। তেওঁলোকৰ বহু হাত। কোনখন হাত আহি কেতিয়া ডিঙিত চেপি ধৰে তাৰ পাট্টা নাই। মই বৰ চিন্তিত হৈ পৰিলো। এই পৰীক্ষাৰ সময়ত কিবা গণ্ডগোল হ'ব লাগিলে সৰ্ব্বনাশ। আপুনি নীৰৱে থাকক। মোৰ মতে এতিয়া একো নিলিখিব। কাকো অকলে দেখা নকৰিব। অচিন লোকৰ লগত কথা নাপাতিব। কথা গুৰুতৰ। পঢ়াত মগ্ন হওক আৰু পৰীক্ষাৰ পিছত তৎক্ষণাৎ ইয়াৰ পৰা আঁতৰি যাওক। আজিকালি বহু হত্যাকাণ্ড চলিব ধৰিছে। কিন্তু ভয় নকৰিব। আমি নজৰ কৰিম।"

এনেকৈ কৈ ৰঞ্জুক উপদেশ দি হাজৰিকাই পঠাই দিলে। লাজ, অপমান

হতাশা আৰু আশা ভঙ্গৰ বেদনাৰে ৰঞ্জুই নিজৰ কমলৈ আহি বিছনাত বাগৰ দিলে। শঙ্কা আৰু মানসিক আতঙ্কই তেওঁক বিহ্বল কৰি তুলিলে। তেওঁ পঢ়িব নোৱাৰা হ'ল। পৰীক্ষাৰ আগমুহূৰ্ত্তত কিতাপ আগত লবলৈ মন নোযোৱা হ'ল। মঞ্জুৰ বিচ্ছেদৰ চিন্তাতকৈ নিজৰ জীৱনৰ নিৰাপত্তাৰ চিন্তাই বেছিকৈ অস্থিৰ কৰি তুলিলে।

এনেভাৱে ম্রিয়মান হৈ সন্ত্রাসৰ মাজতে যেন ৰঞ্জুই জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। মানুহৰ জন্মৰ লগতে চাৰিটা বস্তু লগত আহে। আহাৰ নিদ্ৰা, মৈথুন আৰু ভয়। জন্মাৰ পিছতে কাকো আহাৰ খাবলৈ কব নালাগে, নিদ্ৰা যাবলৈ শিকাব নালাগে, যৌৱন আহিলে আপোনা-আপুনি মৈথুন বা ৰতিক্ৰিয়া স্পৃহা আহি পৰে আৰু সকলো সময়তে মনত ভয় লাগি থাকে। মৃত্যু ভয় জীৱমাত্ৰেই বিদ্যমান। গতিকে জীৱন ৰক্ষাৰ বাবেহে যত্নপৰ হয়। ৰঞ্জুৰো তেনে অৱস্থা আহি পৰিল। ভয় ভাব মনত সোমালে কোনো কামতে মনপুতি লাগিব নোৱাৰি। ৰঞ্জুয়ো পঢ়াত মনোনিবেশ কৰিব পৰা নাই।

প্ৰেমত ব্লিয়া হৈ সুদূৰ দ্বাৰকাৰ পৰা শোণিতপুৰলৈ আহি অনিৰুদ্ধই উষাক হৰণ বা পলুৱাই নিয়া কাৰ্য্য কৰিবলৈ সাহস কৰিছিল এটা কাৰণত — তেওঁৰ পিতাক প্ৰদ্যুম্ন মহাবীৰ আৰু পিতামহ স্বয়ং শ্ৰীকৃষ্ণ; নহলে দৈত্যৰাজ বাণৰ ৰাজ্যত প্ৰৱেশ কৰিবৰ সাহস নকৰিলেহেঁতেন। পিছফালে অগণন জনতাৰ শক্তি থকা বাবেহে নেতাসকলে জীৱন সংশয়পূৰ্ণ ৰাজদ্ৰোহ আচৰণ কৰি বিপ্লৱ কৰিবলৈ আগবাঢ়ে। কিন্তু ৰঞ্জুৰ কোন আছে এনেজনলোক যাৰ শক্তি বা ক্ষমতাক আশ্ৰয় কৰি এনে বিপদজনক কামত আগবাঢ়িব? ধন নাই, জন নাই — নাই কোনো ৰাজকীয় ক্ষমতা। উপাস্ত খেতিয়কৰ ল'ৰা তেওঁ, তেওঁৰ একেটি ভায়েক — সিয়ো সৰু। গতিকে কমল বৰাৰ দৰে ধনী ক্ষমতাশালী আৰু দুজনকৈ শক্তিশালী পুতেকৰ বিৰুদ্ধে যাবলৈ কি সাহস কৰিব? নাৰীৰত্ন লাভ কৰিবৰ বাবে শক্তি সামৰ্থ আৰু সাহস লাগিব। তেওঁৰ এটিও নাই। গতিকে বাওনা হৈ চন্দ্ৰ ঢুকিবলৈ হাবিলাস কৰাৰ দৰে হাস্যাস্পদ কথাহে হ'ব! তাকে ভাবি ৰঞ্জুই মঞ্জুৰ চিন্তা লাহে লাহে বাধ্য বৈ বিসৰ্জন দিবলৈ চেষ্টা কৰিলে।

পিছদিনা ৰঞ্জুই আকৌ এখন চিঠি পালে। মঞ্জুৰ চিঠি। তাই লিখিছে --

"মোৰ প্ৰিয় বৰুৱা—

আজি কেইদিনমান আগতে আপোনালৈ — এখন চিঠি দিছিলো, কিন্তু উত্তৰ নাপালো। বোধহয় আপুনি ঘৰলৈ গৈছিল। আজি আকৌ এই পত্ৰ প্ৰেৰণ কৰিলো। মই পৰহি জালুকবাৰীলৈ যাম। আপুনি মোক হোষ্টেলত আহি লগ ধৰিব। বহুত কথা আছে; ইয়াত নিলিখো। মোৰ লগত বোধহয়, দেউতা আৰু ককাইদেউ যাব। পিছদিনাই মোৰ পৰীক্ষা, গতিকে এওঁলোক অহাৰ পিছত আপুনি আমাৰ হোষ্টেলৰ আগলৈ আহিব আমাৰ ভিতৰৰ কথা দেউতাহঁতে কিবা প্ৰকাৰে গম পাইছে। সাৱধানে আহিব। বহুত কথা আছে। মোৰ অন্তৰৰ সকলো মৰম যাচি আজিলৈ সামৰিলো।

ইতি —

আপোনাৰ মৰমৰ

শ্ৰীমতী মঞ্জু বৰা, বদালি চাহবাগান, নগাঁও

মঞ্জুৰ চিঠিখন পাই ৰঞ্জুই বৰ চিন্তিত হৈ পৰিল। তেওঁ এবাৰ ভাবে তেওঁ মঞ্জুক লগ ধৰিব, আৰু এবাৰ ভাবে লগ ধৰিলে হঠাতে অঘটন ঘটি যাব পাৰে, তাতে সন্মুখত দুয়োৰে পৰীক্ষা। বহু ভাবি চিন্তি ৰঞ্জুই মঞ্জুক দেখা নকৰাটোকে স্থিৰ কৰিলে। চিঠিখন দেখুৱাই প্ৰবীণ হাজৰিকাৰ লগত আলোচনা কৰিলে। প্ৰবীণে বহু চিন্তা কৰি ক'লে — "পৰীক্ষাৰ ওচৰত কোনো অন্য কাম কৰিব নালগে। মঞ্জুক দেখা নকৰা ভাল। পৰীক্ষাৰ পিছত লগ ধৰিব। হাজৰিকাৰ কথামতে ৰঞ্জুই মঞ্জুক দেখা নকৰাটোকে স্থিৰ কৰিলে।

দেউতাক আৰু ককায়েকে মঞ্জুক হোষ্টেলত থৈ গ'ল। দেউতাক-ককায়েক যোৱাৰ পিছত মঞ্জুই ৰঞ্জুৰ বাবে বাট চাই ৰ'ল, কিন্তু গধূলিলৈ ৰঞ্জুৰ দেখা সাক্ষাৎ নাই। বাট চাই চাই আমনি লাগি তাই শুই থাকিল।

পিছদিনা বিশ্ববিদ্যালয়ৰ পৰীক্ষা। সকলোৱে পৰীক্ষা দিবলৈ গ'ল। ৰঞ্জু-মঞ্জুয়ো গ'ল।

এনেভাৱে পৰীক্ষা পাৰ হ'ল। ৰঞ্জুই দেখা নকৰিলে। পৰীক্ষা শেষ হবৰ দিনা গধূলি আহি দেউতাকে মঞ্জুক লৈ গ'ল। ৰঞ্জু-মঞ্জুৰ সাক্ষাৎ নহ'ল।

প্ৰবীণে মঞ্জুৰ খবৰ কৰি জানিব পাৰিলে যে মঞ্জু ঘৰলৈ গ'ল। প্ৰবীণে আহি ৰঞ্জুক ক'লে। ৰঞ্জুই ক'লে — "ভালে হৈছে। পৰীক্ষা কেনে হ'ল ক'ব নোৱাৰিলেও ভাল যে হোৱা নাই তাক বুজিব পাৰিছো। মোৰো পৰীক্ষা ভাল নহ'ল। মই কিন্তু ঘৰলৈ নাযাওঁ।

"কিয়" প্ৰবীণ হাজৰিকাই সুধিলে। ৰঞ্জুই ক'লে — "ঘৰত গৈ মই কি কৰিম? তাতকৈ গুৱাহাটীত থাকি দুটামান টিউচন কৰি খোৱাকীখিনি উলিয়াই অফিচত কিবা চাকৰি পায়নে তাৰ চেষ্টা কৰিব লাগিব।"

"এৰা, পঢ়া শেষ হ'ল, যেতিয়া চাকৰিৰ চিন্তা কৰিবই লাগিব। ময়ো — এ, পি, এচ, চি পৰীক্ষাটো দিম বুলি ভাবিছো। কম্পিটেটিভ পৰীক্ষাৰ কথা, পঢ়িব লাগিব। আপুনিও পৰীক্ষা দিয়ক। মই কিতাপ পত্ৰ কিনি আনিম আৰু জালুকবাৰীতে এটা কম দামী ঘৰ ভাৰা কৰি দুয়ো থাকিম। আপুনি কি কয়?"

"তেনে সুবিধা পালেটো ভালেই। বাৰু ঘৰ বন্দবস্ত কৰক। মই দুটামান টিউচনৰো বন্দবস্ত কৰিম বিশ্ববিদ্যালয়ৰ প্ৰফেচাৰৰ ল'ৰাৰ। দুয়ো গাড়ীগাঁৱতে থাকিম। কমদামত ভাৰাঘৰ পাম।"

"বাৰু সেয়ে হব। কল্পনা বাদ দি বাস্তৱমুখী হোৱাহে ভাল। আপুনি অন্য চিন্তা বাদ দিয়ক।"

এনেভাৱে আলোচনা কৰি দুয়ো ভাৰাঘৰ বিচাৰি গাড়ীগাঁৱলৈ গ'ল।

নিষ্ঠুৰ বাস্তৱে সকলো আলসুৱা কল্পনা চুৰমাৰ কৰি কঠোৰ হবলৈ বাধ্য কৰে।

## (তেৰ)

বঞ্জু আৰু প্ৰবীণ হাজৰিকাই গাড়ীগাঁৱতে ঘৰ ভাৰা কৰি ৰ'ল। বঞ্জুই দুইবেলা টিউচন কৰে আৰু ৰাতি হ'লে লিখা-পঢ়া কৰে। বঞ্জুই গান লিখে। গান আৰু কবিতা লিখে। জীৱনৰ ঘাত-প্ৰতিঘাত আৰু সংঘাতে বঞ্জুৰ মন কল্পনা বিহীন কৰি তুলিছে। বাস্তৱৰ কঠোৰ পাথৰত খুন্দা খাই আঘাতপ্ৰাপ্ত হব ধৰিছে। সেয়েহে তাৰ গানৰ কলিত ধ্বনিত হব ধৰিছে হৃদয়ৰ যাতনাৰ এক বেদনাময় আৰ্তনাদ। সি লাহে লাহে হতাশ, ম্ৰিয়মান আৰু ক্ষুব্ধ হ'ব ধৰিছে। তাৰ মনোবেদনা গম পাই সান্ত্বনা বাণী শুনায় তাৰ প্ৰাণৰ বন্ধু প্ৰবীণ হাজৰিকাই। কিন্তু অন্তৰৰ জ্বলন্ত আগ্নেয়গিৰিৰ উত্তপ্ত লাভাৰ নিৰ্গত অৱস্থাক বোধ কৰিবৰ শক্তি সামৰ্থ্য লাভ কৰিব পৰা নাই। জ্বালামুখ খোলা সক্ৰিয় আগ্নেয়গিৰিৰ দৰে বঞ্জুৰ মৌন মুখ যেন প্ৰগল্‌ভ হৈ উঠিব ধৰিছে।

প্ৰবীণ হাজৰিকাই প্ৰতিযোগিতামূলক পৰীক্ষাৰ বাবে অধ্যয়নত ৰত হৈছে সঁচা, কিন্তু তাৰ বন্ধুৰ জীৱনৰ বিপৰ্য্যয় দেখি উদ্বিগ্ন হৈ পৰিছে। কিহেৰে সান্ত্বনা দিব বন্ধুক, ভাবি একো পাৰ পোৱা নাই। খোৱা বোৱাৰ খৰচ পাতি তেওঁ অকলেই বহন কৰিছে। বঞ্জুৰ বাবে কিতাপ-পত্ৰ কিনাবো খৰচ তেওঁ নিজেই বহন কৰে। বন্ধুৰ এনে সহৃদয়তা আৰু স্নেহে বঞ্জুক অভিভূত কৰি ৰাখিছে। কেতিয়াবা কেতিয়াবা এই কথা ভাবি ভাবি বঞ্জুই প্ৰবীণৰ ওচৰত নিজকে ঋণী ঋণী যেন অনুভৱ কৰে। কেতিয়াবা তাৰ চকুলো ওলায়। তাৰ হৃদয়ৰ আবেগৰ উমান পায় প্ৰবীণে, সেইবাবে মাজে মাজে তেওঁ সকিয়াই দিয়ে — "বৰ আবেগ-বিহ্বল হব নালাগে বৰুৱা; জীৱনত এনেবোৰ ঘটনা ঘটিবই, তাক মানি নিয়াটোহে প্ৰকৃত বুদ্ধিমানৰ কাম। আপুনি শান্ত হৈ ধীৰে সুস্থিৰে কৰ্ত্তব্য পালন কৰি যাওক তেহে কৃতকাৰ্য্য হব পাৰিব। জীৱন সাৰ্থক হব।"

"কি সাৰ্থক হব হাজৰিকা! মোৰ জীৱন অসাৰ্থক। মই এটা অপদাৰ্থ।"

"নিজকে বৰ হেয়জ্ঞান নকৰিব। নিজৰ ওপৰত বিশ্বাস ৰাখক — সময়ত সকলো ঠিক হব।"

— "মিছা হাজৰিকা সকলো মিছা, মোৰ জীৱনত একো নহব।"

এনেভাৱে হতাশগ্ৰস্ত হৈ বঞ্জুই ম্ৰিয়মান হৈ পৰে। প্ৰবীণে বহুত বুজাই বঢ়াই উৎসাহিত কৰিবলৈ চেষ্টা কৰিও সফল হব পৰা নাই। গধূলি দুয়ো বন্ধুই ব্ৰহ্মপুত্ৰৰ দলঙৰ ওপৰত বহি অতীতৰ স্মৃতি ৰোমন্থন কৰে। মঞ্জুৰ অনুপস্থিতিয়ে দুয়োকো উদাস উদাস কৰি তোলে। আগৰদৰে দুয়ো মেল কৰে — ব্ৰহ্মপুত্ৰৰ বেহ-ৰূপ চায় কিন্তু অতীতৰ মধুৰ স্মৃতিয়ে দুয়োকো উন্মনা কৰি তোলে। মঞ্জুৰ বিৰহ বিচ্ছেদে দুয়োকো কৰি তোলে বিষাদিত। এটা হুমুনিয়াহ কাঢ়ি প্ৰবীণে কয় — "আজি যদি আমাৰ মাজত মঞ্জুমালা থাকিলহেঁতেন। আমাৰ যে কেনে লাগিলহেঁতেন।।"

"দূৰৈত থকা চৰাইটিলৈ চকুৰ দৃষ্টি নিক্ষেপ কৰি উদাস ভাৱেৰে ৰঞ্জুই উত্তৰ দিয়ে — "পপীয়াতৰাৰ উজ্জ্বল জেউতিয়ে ক্ষন্তেক সময়হে আনন্দ দিব পাৰে, কিন্তু স্থায়ী আনন্দ দান কৰিব নোৱাৰে। পপীয়াতৰা আঁতৰি গ'ল, এতিয়া তাৰ কথা মনৰপৰা আঁতৰ কৰিব লাগে। কবি যতীন্দ্ৰনাথ দুৱৰাই কোৱাৰ দৰে — "অতীতক যোৱাহে পাহৰি।" আমিও অতীতক পাহৰিব লাগিব নহলে জীৱনত দুৰ্ভোগ ভূগিব লাগিব।"

"বেদনাভৰা অতীতক পাহৰি যাবলৈ কলেও তেওঁ আকৌ কৈছে — "অতীতক নাযাবা পাহৰি" বুলিও। অতীতৰ ৰঙীণ স্মৃতি ৰোমন্থনৰ দ্বাৰা প্ৰতিভাত হৈ উঠে মানুহৰ মনৰ দাপোনত আৰু তাৰে গইনা লৈ মানুহে সুখ স্মৃতি অনুভৱ কৰি আনন্দ আৰু প্ৰেৰণা পাব পাৰে। সেইবাবে অতীতক নাযাবা পাহৰি বন্ধু।"

হাজৰিকাই অলপ ৰগৰ কৰি কয় যাতে ৰঞ্জুৰ মনৰ বিষাদ ভাব আঁতৰ হৈ মন ফৰকাল হয়। ৰঞ্জুই কিন্তু স্থিত প্ৰস্তৰ দৰে অচল অটল ভাৱে কথাবোৰ হজম কৰে। দুয়ো বন্ধুই অতীতৰ মধুৰ স্মৃতি আলাপন কৰি বিষাদ আনন্দ উপভোগ কৰে। প্ৰবীণে সোধে — "বৰুৱা মঞ্জুৰ কোনো চিঠি অহা নাইনে?"

"অহা নাই আৰু নাহেও। মঞ্জুই জানে যে তেওঁ মোলৈ চিঠিৰ আদান-প্ৰদান কৰিলে বাপেক-ভায়েকে সুদাই নেৰিব। তেওঁ মোৰ আৰু নিজৰ অমঙ্গল মাতি নানে।"

"আপোনাৰ বৰ্ত্তমানৰ ঠিকনা জানে নে?"

"নাজানে। কেনেকৈ জানিব? মইতো কোনো চিঠি-পত্ৰ দিয়া নাই।

"এৰা আপুনি চিঠি দিয়া নাই। মই বাৰু জনাম নে?"

"জনাই বিপদ মাতে কিয়? কিবা অঘটন ঘটিব পাৰে, নজনোৱাই ভাল।"

'অৱশ্যে দেখা যাওক কিছুদিন, তাৰপিছত কিবা এটা কৰিব লাগিব। পিছে আপুনি পৰীক্ষাৰ পাছত ঘৰলৈও ন'গল আৰু চিঠিও নিদিলে কিয়? ঘৰত জানো চিন্তা কৰি নাথাকিব?"

"চিন্তা নকৰিব কিয় বৰং দুশ্চিন্তাই কৰিব। পৰীক্ষা দি ঘৰৰ ল'ৰা ঘৰলৈ গ'ল। আমিহে মেচত বাজি ৰ'লো। আমাৰ খবৰ বিশেষকৈ মোৰ খবৰ গৃহস্থে পোৱা নাই, পালে নিশ্চয় কোনোবা এজন আহিলহেঁতেন মোৰ ওচৰলৈ।"

প্ৰবীণ চিন্তিত হয়। তাৰপিছত কয় — পৰীক্ষা ভাল নহ'ল বুলি ভাবি ঘৰলৈ নোযোৱা আৰু খবৰ বাতৰি নজনোৱা কোনো ভাল মানুহৰ কথা নহয়। আপুনি খবৰটো অন্ততঃ দিব লাগিছিল।"

ৰঞ্জুই তলমুৱা হৈ সজল নয়নে ক'লে — "আপুনি কি বুজিব বন্ধু মোৰ দুখৰ কথা। মই কিয় ঘৰলৈ যোৱা নাই আৰু কিয় এখন চিঠিও দিয়া নাই তাৰ ৰহস্য আপুনি কেনেকৈ ভেদ কৰিব। মোৰ জীৱনত মই বিৰাট ভুল কৰি আহিছো।" বৰ ব্যগ্ৰ হৈ প্ৰবীণে সোধে — "কি ভুল কৰি আহিছে বৰুৱা?"

"মই আই-পিতাৰ মনত বিষম আঘাত দিছো — যি আই-পিতাই নিজে

নাখায়ো মোক খুৱাই-বুৱাই ডাঙৰ দীঘল কৰিলে, যি আই-পিতাই মোক আ-অলঙ্কাৰ বেচি, মাটি-বাৰী বেচি পঢ়ালে সেই আই-পিতাৰ মনত মই বিষম দুখ দিছো বন্ধু।"

"কি দুখ দিছে বন্ধো?"

"মই মোৰ অতি মৰমৰ ভনী মায়াক চৰিয়াইছো আৰু মোৰ একমাত্ৰ মৰমৰ ভাইক আঘাত কৰিছো। মই পাষণ্ড মই মহামূৰ্খ, হাজৰিকা।" এনেকৈ কৈ প্ৰবীণৰ ফালে চাই বঞ্জুই হুকহুককৈ কান্দিব ধৰিলে। চকুলোৰে দুগাল তিতি গ'ল। বঞ্জুৰ এনে করুণ বিননিয়ে প্ৰবীণৰ মনত অসহ্য দুখ দিলে। অতি কাতৰ ভাৱে করুণ সুৰত প্ৰবীণে ক'লে — "আপুনি দোষ কৰিছে। কিন্তু কৰি অহা কামকতো আপুনি নাইকিয়া কৰিব নোৱাৰে। তাকে ভাবি দুখ কৰিলে কি হ'ব বন্ধু? আপুনি অনুশোচনা কৰিছে, গতিকে আপোনাৰ পাপ খণ্ডন হৈছে। পাপৰ প্ৰায়শ্চিত্ত হ'ল অনুশোচনা। আপোনাৰ অনুশোচনা আহিছে। আপোনাৰ অন্তৰ শুদ্ধি হৈছে। আপুনি পাপৰ পৰা মুক্তি পাইছে। এতিয়া আপুনি চিঠি দিয়ক নাইবা ঘৰলৈ গৈ খবৰ কৰক আৰু ক্ষমা খোজক গৈ। আপোনাৰ মা-দেউতা আৰু ভাই-ভনীয়ে যে কিমান আঘাত পাইছে তাক ভাবিব নোৱাৰি। আপুনি ঘৰলৈ যাওকগৈ।"

"কি মুখেৰে মই ঘৰলৈ যাম হাজৰিকা? মই প্ৰতিজ্ঞা কৰি ওলাই আহিছো, সেই ঘৰলৈ নাযাম বুলি আৰু তেওঁলোকৰ মুখ নাচাম বুলি কৈ আহিছো। এতিয়া কোনখন মুখেৰে মই ঘৰলৈ যাম হাজৰিকা? মই ঘৰলৈ নাযাওঁ।"

"আপুনি ঘৰলৈ যোৱা উচিত।"

"মোৰ ঘৰলৈ যোৱাৰ সাহস নাই। কোনখন মুখেৰে গৈ মই ঘৰ ওলাম আৰু কাক মাতিম? মোৰ হৃদয় দগ্ধ হৈ যাব ধৰিছে। দিনে দিনে তিল তিলকৈ মোৰ মন ধ্বংস হ'ব ধৰিছে। মই নিৰুপায় বন্ধু। মই ....... মই!" এনেভাৱে আবেগ আকুল হৈ বঞ্জুই হুকহুকাই কান্দি দিলে। প্ৰবীণে তেওঁক সাৱটি ধৰি সান্ত্বনা দি লাহে লাহে কথাৰে ফিৰিল। কান্দি কান্দি সক ল'বাৰ দৰে ডেকা বঞ্জুই প্ৰবীণৰ মাৰত মূৰ থৈ কিছুসময় নিশ্চল হৈ থাকিল। পিছত লাহে লাহে খোজ ল'লে।

সেই সন্ধিয়া যেন অনুশোচনাৰ সন্ধিয়া — এনে এটি সন্ধিয়াতে এদিন বঞ্জু মঞ্জুৰ মিলন ঘটিছিল এই শৰাইঘাট দলঙৰ ওপৰতে, সন্ধিয়া পৰতে আৰু আজি এই সন্ধিয়া পৰতে বিৰহ অনুশোচনাৰ জোৱাৰ আহিল বঞ্জুৰ বিৰহী আত্মা আৰু বিষাদিত মনৰ মাজত।

হে সময়! তুমি কি নিষ্ঠুৰ! তুমি কিমান পৰিবৰ্তনশীল!

## (চৈধ্য)

পৰীক্ষাৰ পিছত ঘৰলৈ নোযোৱা দেখি ভূপেনে ৰঞ্জুক বিচাৰি জালুকবাৰী উঠিল। বিশ্ববিদ্যালয়ৰ চৌহদত সোমাই ভূপেনে দেখিলে যে বহুত ল'ৰাই এটি বিল্ডিঙৰ আগত জমা হৈ আছে। সি আগবাঢ়ি আহি সেই বিল্ডিঙৰ ওচৰত থিয় হৈ থকা ল'ৰা এজনক সুধিলে — "সেই ঘৰটো কি বিষয়ৰ অফিচ?" ল'ৰাজনে ক'লে যে সেইটো 'এডমিনিষ্ট্ৰেটিভ' অফিচ। ইয়াৰ পৰাই বিশ্ববিদ্যালয়ৰ সমস্ত কাম-কাজ চলে। ইয়াতে 'ভাইচচেনচেলৰ', ৰেজিষ্টাৰ আদি মুৰব্বী বিষয়াসকল থাকে।

ভূপেনে সুধিলে — "ল'ৰাবিলাক ইমান জমা হৈছে কিয়?"

"আজি এম, এ পৰীক্ষাৰ ফলাফল ঘোষণা কৰিছে। সেইকাৰণে ল'ৰা-ছোৱালীবিলাক ৰিজাল্ট নিবৰ বাবে গোট খাইছে।" কথাষাৰ কৈয়ে ল'ৰজন ভিতৰলৈ সোমাই গ'ল। ভূপেনে গেটৰ মুখত থিয় হৈ ৰ'ল। সি ভাবিলে যে তাৰ ককায়েকেও নিশ্চয় আহিছে নাইবা আহিব। গতিকে গেটৰ মুখত বৈ থাকিলে নিশ্চয় লগ পাব। সি থিয় হৈ চাই থাকিল। ল'ৰাবিলাকৰ কিছুমানে সোমাইছে আৰু কিছুমানে ওলাই আহিছে। কাৰোবাৰ মুখত আনন্দ আৰু হাঁহি, কাৰোবাৰ মুখ কলা পৰি আহিছে — অতি ম্ৰিয়মান, বোধহয় ফেল কৰিছে। ভূপেনে সকলোকে লক্ষ্য কৰি আছে। বহুত সময় সি থিয় হৈ চাই আছে।

এবাৰ তাৰ চকুত পৰিল — এজন ল'ৰাই হাতত মাৰ্কচিত এখন লৈ ভালকৈ পঢ়ি চাই তলমুৱা হৈ আহিছে। সি ধৰিব পাৰিলে এইজনে তাৰ ককায়েক ৰঞ্জু বৰুৱা গেটৰ মুখ পোৱাৰ লগে লগে ভূপেনে মাত লগালে — "দাদা"। ল'ৰাজনে মুখ তুলি চাই দেখিলে সেইজন ভূপেন, তাৰ ভায়েক। ভূপেনে ওচৰ চাপি আহি বৰ আবেগ ভাৱে মাত লগালে — 'দাদা'। মই তোমাক বিচাৰি আহিছো।"

"ক'ৰ পৰা আহিছা?"

"ঘৰৰ পৰা।"

"ঘৰত ভালনে?"

"আটাইৰে ভাল। পিছে তুমি খং কৰি অহাৰ বাবে আটায়ে দুখ কৰি থাকে। আজি ইমান দিনে নোযোৱা দেখি মই বিচাৰি আহিছো। পৰীক্ষাৰ পিছতো যোৱা নাই কিয়?"

"ঘৰলৈ গৈ মই কি কৰিম? ইয়াত ক'ৰবাত কিবা কাম কৰিব পাৰিনে তাকে চেষ্টা কৰি আছো।

"ঘৰলৈ চিঠি-পত্ৰও দিয়া নাই।"

"চিঠি দিয়াৰ দৰ্কাৰ অনুভৱ কৰা নাই।" তাৰ কথাবোৰ শুনি ভূপেনৰ বৰ

বেয়া লাগিল। তাৰপিছত সি সুধিলে — "ৰিজাল্ট কেনে হ'ল?"

"পাছ কৰিছো।"

"পাছ যে কৰিছা সেয়ে আমাৰ ভাগ্য। ইমান কষ্ট কৰি এম, এ পাছ কৰা ল'ৰা আমাৰ গাঁৱৰ অঞ্চলতে নাই। আমাৰ পৰম গৌৰব। আই-পিতা আৰু মায়াই শুনিলে বৰ আনন্দ পাব। কিন্তু তুমি মন মাৰি আছা কিয়?"

"নৰমচ্' নৰ'ল। 'নৰমচ্' শতকৰা ৫৫% মোৰ ৫৪% নম্বৰহে ৰ'ল। কলেজত কাম কৰাৰ যোগ্যতা নৰ'ল।"

"কিবা ব্যৱস্থা আছে নেকি?"

"এখন পেপাৰ আকৌ দিব লাগিব।"

"তেতিয়াহ'লে একো ভয় নাই। এইবাৰ 'নৰমচ্' হব। এক নম্বৰহে লাগে।

"এৰা দেখা যাওক।"

এনেতে হাতত মাৰ্কচিতখন লৈ এজন ডাঙৰ-দীঘল দেখনিয়াৰ ল'ৰাই হাঁহি হাঁহি আহি গেটৰ কাষ পালে। বন্ধুক দেখি হাঁহি মাৰি সুধিলে —

"আপুনি কেতিয়া ওলাই আহিল?"

'অলপ আগতে।"

"ৰিজাল্ট আনিলে?"

"হয়।"

"কেনে হ'ল?"

"বেয়া।"

"বেয়া হ'ল? কিমান ৰ'ল?"

"চৌৱান নম্বৰ।"

"চাওঁ মাৰ্কচিত?"

"মাৰ্কচিতখন চাই কপালত এটা চাপৰ মাৰি ক'লে —

"মাত্ৰ এক নম্বৰৰ কাৰণে 'নৰমচ্' নৰ'ল। দুৰ্ভাগ্য।"

"মই কৈছো নহয় — মোৰ কপাল বেয়া — সকলোফালে বেয়া।"

"বাৰু দেখা যাব। ফাৰ্ষ্ট পেপাৰখন আকৌ দিলে সহজে এক নম্বৰ আহিব। চিন্তাৰ বিশেষ কাৰণ নাই বন্ধুৱা। দুখ নকৰিব।"

"দুখ কৰিলে কি হ'ব। হে যোৱা কাম ফিৰাব নোৱাৰি। পিছে আপোনাৰ?"

মাৰ্কচিতখন দিলে বন্ধুৰ হাতত। মাৰ্কচিত চাই বন্ধুই হাঁহি মাৰি ক'লে —

"মোৰ দুখ আঁতৰি গ'ল আপোনাৰ ৰিজাল্ট দেখি। বেছ হৈছে। ধন্যবাদ আপোনাৰ শতকৰা ৫৯ নম্বৰ

"কিন্তু মোৰ দুৰ্ভাগ্য যে এক নম্বৰৰ বাবে আপোনাৰ দৰে ফাৰ্ষ্টক্লাচ নাপালো'। তথাপি এখন 'পেপাৰ' দিম বুলি ভাবিছো।"

"মই এক নম্বৰৰ কাৰণে নৰমচ্ নাপালো আৰু আপুনি এক নম্বৰৰ বাবে

ফাৰ্ষ্টক্লাচ নাপালে। আমাৰ দুয়োৰে এক নম্বৰৰ দুৰ্ভাগ্য।"

মাৰ্কচিতখন হাতত লৈ মোনাত সোমাই থৈ ক'লে — "আপুনি শুনি সুখী হ'ব যে জগদীশ ৪৫% পাই কোনোমতে পাছ আৰু তাৰ দলটোৰ তিনিজনেই ফেল। আনফালে মঞ্জু বৰাই ৫৫% নম্বৰ পাই 'নৰমচ্' ৰাখিছে।"

কোনে ফেল কৰে কোনে পাছ কৰে তাত মোৰ কোনো সুখ-দুখ নাই, কিন্তু নিজে কম নম্বৰ পোৱাত দুখ পাইছো আৰু আপুনি বেছি নম্বৰ পোৱাত সুখ পাইছো। অ' এটা কথা মই কব পাহৰিছো। ই মোৰ ভাই ভূপেন। ঘৰৰ পৰা মোক বিচাৰি আহিছে। ভূপেনৰ ফালে চাই ক'লে, — "মোৰ বন্ধু প্ৰবীণ হাজৰিকা ভূপেন, নমস্কাৰ কৰ।" হাঁহি মাৰি নমস্কাৰ জনাই ভূপেনে ক'লে — "আজিহে আপোনাক চিনিলো হাজৰিকা দাদা। আপোনাৰ কথা শুনিহে আছিলো। আই-পিতা আৰু মায়াই আপোনাক চাবলৈ বৰ ইচ্ছা কৰি আছে। আপুনি আমাৰ ঘৰলৈ যাব লাগিব। মই লৈ যাম।" হাঁহি মাৰি প্ৰবীণে ক'লে — "আগতে আমাৰ বাহা (মেচ)লৈ বলাচোন পিছতো ঘৰলৈ নিবা। তোমাক দেখি বৰ ভাল লাগিল। মই তোমাৰ কথা শুনি আছিলো, আজি দেখি সুখী হলো।" প্ৰবীণে ভূপেনৰ গাত ধৰি মৰম কৰি ক'লে — "বলা এতিয়া আমাৰ ভাৰাঘৰলৈ। তাতে কথা-বতৰা হ'ম। অৱশ্যে তাৰ আগতে মই পাছ কৰা চাহ বিশ্ববিদ্যালয়ৰ কেণ্টিনতে খুৱাই লওঁ। আহক বৰুৱা।" এইবুলি কৈ প্ৰবীণে ভূপেনক হাতত ধৰি কেণ্টিনলৈ লৈ গ'ল। পিছে পিছে গ'ল বঞ্জু।

কেণ্টিনত চাহ-মিঠাই খুৱাই লৈ প্ৰবীণে সিহঁত দুয়ো ভায়েকক মেচলৈ লৈ আহিল।

মেচ পাই প্ৰবীণে হাত-ভৰি ধুবলৈ পানী আনি দিলে ভূপেনক। ভূপেনে হাত-ভৰি ধুই প্ৰবীণৰ বিছনাত বহিল। ইতিমধ্যে প্ৰবীণে ভূপেনৰ বাবে ভাত ৰান্ধিবলৈ যোগাৰ কৰিলে। বেছিভাগ দিনতে প্ৰবীণে ভাত ৰান্ধে।

বঞ্জুই কানি-কাপোৰ সলাই লৈ আঞ্জা কুটিব ধৰিলে। দুয়ো বন্ধুৰ যৌথ বন্ধন কাৰবাৰখন দেখি ভূপেনে মনে মনে হাঁহিলে। এওঁলোক দুয়ো যে অভিন্ন হৃদয় এই কথা আজি ভূপেনে বিশ্বাস কৰিলে।

ভাত ৰান্ধি থাকোঁতে ভূপেনে ক'লে — "আপোনাক চাবলৈ আই-পিতাই বৰ হেঁপাহ কৰি আছে দাদা। ভণ্টিজনীৰটো হেঁপাহৰ অন্তৰেই নাই। আজি যে এনেভাৱে আপোনাক লগ পাম ভাবি পোৱা নাছিলো। আপুনি আমাৰ ঘৰলৈ যাবই লাগিব। মই লৈ যাম। যাবনে নেযাই কওক?"

"যাম ভাইটি যাম। মোৰ বন্ধুৰ ঘৰলৈ নাযাম কিয়? আগতে খাই বৈ লোৱা আৰু এই ঠাইখনো চাই লোৱাচোন।"

দুপৰীয়া খাই বৈ উঠি তিনিও কিছুসময় জিৰাই ল'লে। তাৰপিছত আবেলি তিনিও বিশ্ববিদ্যালয়লৈ গ'ল। বাটত যাওঁতে ভূপেনৰ সুন্দৰ সুঠাম সুশ্ৰী দেহটোলৈ লক্ষ্য কৰি প্ৰবীণে হাঁহি মাৰি সুধিলে — "তুমি কুস্তি কৰা নেকি ভাইটি।" অলপ

হাঁহি মাৰি ভূপেনে ক'লে — "হয়। মই 'এক্চাৰচাইজ' কৰো। কিয় সুধিলে দাদা?"

"তোমাৰ দেহৰ গঠন চাই মই ধৰিব পাৰিছো। সময়ত তুমি এজন ব্যায়ামবীৰ (পালোৱান) হ'ব পাৰিবা। যদিহে তুমি নিয়মিত 'এক্চাৰচাইজ' কৰা।

এবাৰ ককায়েকৰ পিনে কেৰাহিকৈ চাই ভূপেনে ক'লে — "আমাৰ নিচিনা গৰীব মানুহৰ ল'ৰাই কুস্তি কৰি কি লাভ হ'ব দাদা। এইবোৰ মই নিচাত পৰিহে কৰি আছো।"

"কৰি থাকা নেৰিবা। পালোৱান হ'ব মই কোৱা নাই; নিজৰ স্বাস্থ্যৰ বাবেই কুস্তিৰ দৰ্কাৰ।" প্ৰবীণে গম্ভীৰভাৱে কয়। ৰঞ্জুই নীৰৱে আগবাঢ়ে। ভূপেনৰ দেহশ্ৰী দেখি তাৰ ভাল লাগি যায়। নিঃস্ব ঘৰৰ সন্তান হৈয়ো কি সুন্দৰ দেহৰ অধিকাৰী হ'ব পাৰিছে। নিজৰ ভায়েক বলৱান বা বুদ্ধিমান হ'লে ককায়েকসকলে পেটে পেটে বৰ আনন্দ অনুভৱ কৰে। ৰঞ্জুৰো মনত তেনে আনন্দ লাগিছে।

জালুকবাৰী অঞ্চলৰ নানা ঠাই দৰ্শন কৰাই আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগ দেখুৱাই যেতিয়া গধূলি বাহা পায় তেতিয়া সাতমান বাজিছে। আহোঁতে সাতমাইল বজাৰৰ পৰা ছাগলীৰ মাংস লৈ আহিছে প্ৰবীণে। ৰাতি খাই বৈ তিনিও শুই থাকিল। পিছদিনা পুৱা উঠি ভূপেনে ৰৰকৈ অনুৰোধ কৰিছে প্ৰবীণক যাতে ককায়েকক ঘৰলৈ নিব পাৰে। প্ৰবীণেও সুযোগ বুজি যো-জা কৰিলে। লাজ আৰু মনৰ দুৰ্ব্বলতা আঁতৰ কৰি ৰঞ্জুয়ো শেষত সন্মত হ'ল আৰু ঘৰলৈ যাবলৈ ঠিক কৰিলে। ৰাতিপুৱা চাহ-জলপান খাইয়ে তিনিও ৰাওনা হ'ল।

আবেলি আহি তিনিও ৰঞ্জুহঁতৰ ঘৰ উঠিল। ঘৰৰ নঙলাতে এওঁলোক দুয়োকে এৰি বেগা-বেগিকৈ গৈ ভূপেনে ঘৰত জনালে যে ৰঞ্জু আৰু তাৰ বন্ধু প্ৰবীণ হাজৰিকা তেওঁলোকৰ ঘৰলৈ আহিছে। খবৰটো শুনাৰ লগে লগে মাক আৰু মায়াই বাটলৈ দৌৰি আহিল আৰু হাঁহি মাৰি ওচৰ চাপি আথে-বেথে দুয়োকো আগবঢ়াই ঘৰলৈ লৈ গ'ল। ইতিমধ্যে বাৰীৰ পৰা হাত-ভৰি পখালি বাপেকেও আহি চোতাল পালে, পুতেক আৰু প্ৰবীণক দেখি হাঁহি মাৰি মাতিলে — "আহা বোপা, ঘৰলৈকে আহা! আজি যে আমাৰ কিমান ভাগ্য তোমাৰ দৰে গুণী ল'ৰা এজনক আমাৰ ঘৰলৈ আনিবলৈ পাই। আমাৰ আজি পৰম সৌভাগ্য।"

ৰঞ্জু আৰু প্ৰবীণ ঘৰৰ ভিতৰত প্ৰবেশ কৰিলে। মজিয়াত প্ৰবীণে পীৰাখন টানি আনি বহিল। ৰঞ্জুই ভূপেনৰ কোঠালিত সোমাই বেগ দুখন আৰু চুটকেছ দুটা থৈ দিলেগৈ।

ইতিমধ্যে মাকে এখন পীৰা আনি প্ৰবীণৰ কাষত বহি মূৰটো পিহি পিহি ক'লে — "বোপা! আজি যে আমাৰ কিমান ভাগ্য! তুমি আহিবা বুলি আমি ভবাই নাছিলো। কিমানদিন তোমালৈ অপেক্ষা কৰি আছিলো। আজি দূৰৰ গঙ্গা ওচৰতে পালো। মোৰ ইমান ভাল লাগিছে।"

এনেতে ওচৰতে থিয় হৈ মায়াই কৈ উঠিল — "মোৰ যে কেনে আনন্দ

লাগিছে। আজি নেদেখাজনক দেখিলো — বহুদিন আশা কৰি থকাৰ পিছত হঠাৎ আজি ঈশ্বৰে ঘৰতে মিলালে। আমাৰ দৰে দুখীয়া ঘৰত যে হাজৰিকা দাদাৰ দৰে এনে গুণৱান ল'ৰাই পদাৰ্পণ কৰিব তাক কল্পনাই কৰা নাছিলো। আজিযে আমাৰ কি ভাগ্য।" মাক-জীয়েকৰ এনে আদৰ-সাদৰৰ মাত শুনি প্ৰবীণৰ মনত বৰ আনন্দ লাগিল। তেওঁ বৰ অভিভূত হৈ পৰিল। তেওঁ ভবাই নাছিল যে এই অচিন মানুহ এঘৰৰ পৰা এনে আদৰ পাব। তেওঁ অনুভৱ কৰিলে যে এওঁলোক ধনৰহে দুখীয়া মনৰ দুখীয়া নহয়। মানুহৰ অন্তৰৰ মৰম-চেনেহ এবিধ বেলেগ বস্তু তাক ধন-দৌলতৰ প্ৰাচুৰ্য্যৰে তুলনা কৰা নাযায়। তেওঁলোকৰ আদৰ আপ্যায়নে প্ৰবীণৰ মন মোহিত কৰি পেলালে।

মায়াই মাকক কৈ উঠিল — "তই দাদাৰ কাষত বহি যে মেল মাৰি ৰ'লি নতুন দাদাক চাহ-জলপান কোনে দিব আই?"

"তই থাকোঁতে জানো মোৰ বোপাই সুদা পেটে থাকিব। দদায়েৰৰ কাষত বহাৰ সুযোগকণ মই এতিয়াই গ্ৰহণ নকৰিলে পিছত জানো তইঁতৰ উৎপাতত বহিব পাৰিম? যা তই চাহ তৈয়াৰ কৰগৈ। বোপাক মই ভৰি-হাত ধুবলৈ পানী আনি দিওঁ। বোপা, ৰবা, মই পানী আনি দিওঁ।"

'নালাগে বৰ মা, মই নিজেই ধুব পাৰিম। কুঁৱাটো মোক দেখুৱাই দিয়ক।"

এনেতে মায়াই মাত লগালে — "পানী আৰু গামোচা মই যোগাৰ কৰি দিম, তই পাকঘৰৰ ভিতৰলৈ যাগৈ আই।" জীয়েকৰ কথা এৰিব নোৱাৰি পাৰ্বতীয়ে উঠি পাকঘৰলৈ গ'ল। মায়াই প্ৰবীণক ক'লে — "উঠক দাদা, মই কুঁৱাৰ পাৰলৈ লৈ যাম।

প্ৰবীণ উঠিল। মায়াই কুঁৱাৰ পাৰত এবাল্টি পানী তুলি দি গামোচা এখন হাত-ভৰি মচিবৰ বাবে দি দিলে। প্ৰবীণে হাত-ভৰি মুখ ধুই গামোচাৰে মচি-কাচি চোতাললৈ আহিল। মায়াই আৰ্চি-ফণী আনি দিলে। প্ৰবীণে মূৰ ফণিয়াই ল'লে। এনেতে ৰঞ্জুই মাতিলে ভূপেনৰ কমলৈ "হাজৰিকা, ইয়ালৈ আহক। ইয়াতে বহকহি।"

মায়াই আগবঢ়াই আনিলে। কমৰ ভিতৰত চিয়াৰখনত বহিবলৈ দি মায়াই ক'লে — "ইয়াতে বহক দাদা, আমি দুখীয়া মানুহ, এই পুৰণি চিয়াৰখনতে বহিব লাগিব।"

চিয়াৰখনত বহি প্ৰবীণে ক'লে — "নতুনে হওক বা পুৰণিয়ে হওক এইবিধ কাঠহে। মিস্ত্ৰিয়ে কাঠৰ পৰা তৈয়াৰ কৰা মাল। কাঠৰ ওপৰতহে বহিছো।" প্ৰবীণৰ কথাৰ ঢং আৰু ব্যাখ্যা শুনি মায়াই হাঁহি মাৰি ক'লে — "নতুন দাদাজন দেখিছো বৰ ৰঙিয়াল। কথাবোৰ হাঁহি উঠাকৈ ক'ব জানে।"

এনেতে পাকঘৰৰ পৰা মাকে মাতিলে — "মায়া! চাহ হৈছে, লৈ যাহি।" মাকৰ আহ্বান পাই মায়া পাকঘৰলৈ যায়। খন্তেক পিছতে এখন কাঁহিত কল, পিঠা আৰু গৰম চাহ দুকাপ লৈ আহিল। চাহৰ কাঁহিখন থৈ দুয়ো ককায়েককে ভগাই দি পানী একো ঘটি দি গ'ল।

ৰঞ্জু আৰু প্ৰবীণে কল, পিঠা আৰু চাহ খাই উঠিল। ৰঞ্জুই ক'লে — "কানি-কাপোৰবোৰ সলাই লোৱা ভাল হ'ব হাজৰিকা।"

"কাপোৰ সলাই কি হ'ব, তাতকৈ এপাক গাঁৱৰ পিনে ফুৰি আহি গধূলি হাত ভৰি ধুই কাপোৰ-কানি সলোৱা ভাল হ'ব। আমি এপাক গাঁৱৰ পিনে পাক মাৰোঁগৈ বলক।

"বাৰু বলক।" দুয়ো উঠিল। মায়া, ভূপেন আৰু মাকক মাত দি প্ৰবীণে ৰঞ্জুৰ লগত গাঁৱৰ পিনে ওলাই গ'ল। মায়াই ৰঞ্জুক ক'লে —

"দাদা, তেখেতক সোনকালে লৈ আহিবা।'

"হব বাৰু।" মায়াৰ কথাত ৰঞ্জুৰ মনত তাইৰ প্ৰতি থকা লাজ আৰু শঙ্কাৰ ভাব আঁতৰি গ'ল। একান্ত সহজ সৰল ভাৱে তাই তাক গ্ৰহণ কৰাত বহুখিনি মনৰ মেঘ আঁতৰি গ'ল। মাক-বাপেকৰ কথাৰ সুৰত ধৰিব পাৰিলে যে তাৰ প্ৰতি থকা অসূয়া ভাব তেওঁলোকৰ মনৰ মাজৰ পৰা নাইকিয়া হৈছে। প্ৰবীণৰ উপস্থিতিয়ে যে সিহঁতৰ ঘৰৰ পৰিবেশ বদলাই দিলে এই কথা ৰঞ্জুই ভালকৈ অনুভৱ কৰিলে। কেতিয়াবা কেতিযাবা এনে একোজন মানুহৰ ঘৰত প্ৰবেশ হয যাৰ উপস্থিতিয়ে ঘৰখনৰ দুখৰ ভাব নাইকিয়া কৰি উজ্জ্বল কৰি তোলে। সেই মানুহ লক্ষীযুক্ত — ভগ্যৱান লোক। তেনে মানুহৰ পদাৰ্পণে একোখন ঘৰৰ পৰিবেশ সুমধুৰ কৰি তোলে। উজ্জ্বল হাস্যময় প্ৰবীণৰ উপস্থিতিয়ে ৰঞ্জুহঁতৰ গোমোঠা পৰিবেশ নাইকিয়া কৰি তুলিলে। সকলোৰে মনৰ মলি দূৰ কৰি যেন ঘৰখন উজ্জ্বল কৰি তুলিলে। ভাগ্যৱান প্ৰবীণ হাজৰিকা।

দুয়ো গৈ গাঁৱৰ ভিতৰ সোমাল আৰু চিৰাচৰিত প্ৰথাৰে চালিত হোৱা গাঁওখনৰ আলি পদুলি, গোসাঁইঘৰ, মন্দিৰ, জান-জুৰি আৰু গছ-গছনি দেখি গাঁৱৰ ল'ৰা প্ৰবীণৰো নিজ গাঁওখনৰ কথা মনত পৰিল। গাঁৱৰ মানুহৰ মাজত মৰম-স্নেহ, প্ৰেম-প্ৰীতি আছে; কিন্তু তাৰ অন্তৰালত যে হিংসা-বিদ্বেষ-কুচক্ৰ কপটতাও আছে এই কথা সহজে ধৰা নপৰে। স্ৰোতস্বিনী তটিনীৰ সলিল ধাৰাৰ ওপৰ ভাগত খৰস্ৰোত প্ৰবাহমান— তৰঙ্গায়িত তৰঙ্গৰ উপৰিভাগ সুন্দৰ-সুষম, কিন্তু তলদেশত নানা মাছ-কাছ কুম্ভীৰ, ঘঁৰিয়ালৰ ভয়াবহতা বিদ্যমান। চাক্ষুস দৃষ্টিৰ অন্তৰালত বিষমতাৰ পযোভৰ। আমাৰ গাঁৱৰ সমাজৰ তলভাগো বিষমতাৰে পৰিপূৰ্ণ। এই কথা জানো সৰল সহজ উচ্চাকাংক্ষী ডেকা ল'ৰা প্ৰবীণৰ চকুত পৰিব?

## (পোন্ধৰ)

ৰাতিপুৱা টোপনিৰ পৰা উঠি চাহ-তাহ খাই প্ৰবীণে ভূপেনক ক'লে — "ভূপেন আজি মই তোমাৰ কৰ্ম্ম আঁচনিখন চাম আৰু ক'ত কি কৰিছা তাক তুমি তন্ন-তন্নকৈ বুজাই দিব লাগিব। ভূপেনে হাঁহি মৰি ক'লে — "মোৰনো কি কৰ্ম্ম আঁচনি চাব দাদা? মই এজন সামান্য ল'ৰা। ঘৰৰ চৌহদৰ ভিতৰতে মোৰ কৰ্ম্ম আঁচনি সীমাবদ্ধ। এজন কলেজত পঢ়া ল'ৰাই কি কাম কৰিব পাৰে দাদা? মই মাত্ৰ সময়ৰ ফাকে ফাকে কিবাকিবি সৰু-সুৰা কাম কৰি থাকো।"

"তোমাৰ সৰু সৰু কামবোৰৰ কথাকে সুধিছো। সৰু সৰু কামবিলাকেই ডাঙৰ ডাঙৰ মানুহে সুচাৰুৰূপে কৰি শেষত ডাঙৰ মানুহ হয়। মই তোমাৰ সৰু কামবোৰকে চাম। ব'লাচোন মোক লৈ ব'লা।" এটা মিচিকিয়া হাঁহি মাৰি চোতালত চোতাল সাৰি থকা মায়াই লাহেকৈ মাত লগালে — "আজি আমাৰ কোম্পানীৰ ডিৰেক্টৰ চাহাব আহিছে আমাৰ কোম্পানী পৰিদৰ্শন কৰিবলৈ; বৰ ভয় লাগিছে পায়।"

তাইৰ ৰগৰ ভৰা কথা শুনি প্ৰবীণে মাত লগালে — "আজি সকলোবোৰ তন্ন তন্নকৈ 'চেক' কৰিব লাগিব। কোম্পানীৰ মেনেজিং ডাইৰেক্টৰ আহিছে। ব'লা দুয়োজনে তোমালোকৰ কামবোৰ মোক দেখুৱাই দিয়াগৈ।"

ভূপেনে হাঁহি মাৰি ক'লে — "ব'লক দাদা।"

মায়াই ধমক দি ক'লে — "দাদা নহয় — চাৰ বুলি কব লাগে। তাই বাঢ়নিপাট থৈ কাপোৰখন ভালকৈ লৈ ক'লে "বলক চাৰ" এবাৰ চাই আহকগৈ।" মায়াৰ কথাত এওঁলোক দুয়ো হাঁহি দিলে, পাকঘৰৰ ভিতৰৰ পৰা মাকেও কথাবোৰ শুনি আছিল। তেৰোঁ হাঁহি মাৰি ওলাই আহি ক'লে — "আজি বৰ ভাল অফিচাৰ আমাৰ ঘৰত উপস্থিত হ'ল। কথাবোৰ শুনি আনন্দ লাগিছে।"

"তোৰহে আনন্দ লাগিছে আই আমাৰ হ'লে ভয়হে লাগিছে অফিচাৰক দেখি। অফিচাৰক দেখিলে তলৰ কৰ্মচাৰীয়ে ভয়হে কৰে, আনন্দ নকৰে।" হাঁহি মাৰি মায়াই ক'লে। মায়াৰ কথাত হাঁহি উঠিল সকলোৰে। অলপপৰ পিচতে প্ৰবীণে ক'লে — "ব'লা এতিয়া ফিল্ডলৈ যাওঁ।"

তিনিও বাৰীৰ ভিতৰলৈ ওলাই গ'ল। ওলাই গৈ প্ৰথমে পালে গোহালি ঘৰটো। তাত হালোৱাহাল বন্ধা আছে। খেৰ খাই আছে। কাষতে তিনিজনী গাই গৰুই দানা খাই আছে। দামুৰি তিনিটাই শুই আছে। ভূপেনে ক'লে — "এই আমাৰ গোহালি। গৰুহাল নোদোকা কৰি ৰাখিবৰ চেষ্টা কৰা হৈছে। গাই তিনিজনীক দানা-পানী যোগান ধৰি গাখীৰখিনি ঠিকমতে পাই আছিছো। "গাখীৰ কিমান ওলায়?" প্ৰবীণে সুধিলে। ভূপেনে উত্তৰ দিলে — "ছয় লিটাৰ। আমাৰ অসমীয়া গায়ে কম গাখীৰ দিয়ে কিন্তু

গাখীৰখিনি বেছ ঘন। জাৰ্ৰ্চি গাইৰ আঠ ন লিটাৰৰ সমান। সেইবাবে গ্ৰাহকে কম ভাল পায় আৰু পইচাও দিয়ে ঠিকমতে।"

"দাম কিমানকৈ লোৱা?"

"লিটাৰত আঠ টকাকৈ লওঁ।"

"ইমান সস্তা? গুৱাহাটীত দহ টকাৰ কমত গাখীৰ পোৱা নাযায়।"

মায়াই হাঁহি মাৰি কয় — "গাঁৱত গাখীৰ সস্তা চাৰ। কাৰণ গাঁৱৰ গাখীৰত পানী দিয়া নাযায়।"

"টাউনৰ গাখীৰত পানী দিয়ে বাবে দাম বেছি হয় নেকি?" প্ৰবীণে সোধে।

"হয় চাৰ।"

"কাৰণ?"

টাউনৰ পানী বিশুদ্ধ পানী। পানী শোধন কৰোঁতে বহুত টকা খৰচ হয়। গুৱাহাটীৰ পানী যোগান ব্যৱস্থাত বছৰি কিমান লক্ষ টকা খৰচ হয়। গতিকে পানীৰ দাম বহুত বেছি হয়। বেছি দামৰ পানী মিহলাই দিয়ে বাবে গাখীৰৰ দাম বেছি হয়।" মায়াই গহীন হৈ কয়। তাইৰ শ্লেষপূৰ্ণ উক্তিত প্ৰবীণৰ বৰ হাঁহি উঠি যায়।

"তুমিতো বেছ শ্লেষোক্তি কৰিব পাৰা। কলেজত সাহিত্যৰ অলংকাৰ শাস্ত্ৰ ভালকৈ অধ্যয়ন কৰিছা নেকি?"

"নিজৰ গাৰ অলংকাৰ কিনিবলৈ পইচা নোপোৱা বাবে সাহিত্যৰ অলংকাৰকে পিন্ধিব ধৰিছো।"

হাঃ হাকৈ হাঁহি হাঁহি প্ৰবীণে কয় — "তোমাৰ মূৰত ইমান বুদ্ধি হ'ল কেনেকৈ মায়া?"

"পেটত ভোক বেছি হলে মূৰত বুদ্ধি বেছি হয়। দুখীয়া মানুহৰ পেটত ভোক বেছি হয় খাবলৈ নাপাই আৰু ভোক লাগিলে পেট পূৰণৰ বাবে নানা চিন্তা বাঢ়ে। ফলত বুদ্ধি বাঢ়ে।"

"চমৎকাৰ যুক্তি তোমাৰ। ধন্য তুমি। বাৰু ভূপেন। গাখীৰ কেইলিটাৰ বিক্ৰী কৰা?"

"ছয় লিটাৰ গাখীৰৰ দুই লিটাৰ ঘৰত খাবলৈ ৰাখি চাৰি লিটাৰ বত্ৰিশ টকাত বিক্ৰী কৰো। সেই বত্ৰিশ টকাৰ বাৰ টকাৰে চাৰি কিলো চাপৰ আনি খুৱাওঁ। বাকী বিশ টকা হাতত ৰাখো।"

"তেনেহলে মাহত ছয়শ টকা গাখীৰৰ পৰা পোৱা?"

"হয়।"

এবাৰ গোহালিৰ পিছফালে শাক-পাচলিৰ বাৰীখনত বিভিন্ন ৰকমৰ শাক-পাচলি, কবি, মূলা আৰু গোহালি ঘৰৰ চালত উৰহি, লাউ গছ দেখি সুধিলে — "এইখন পাচলি বাৰী নেকি?"

"হয়। অলপ মাটি কাৰণে ভাগে ভাগে বিধে বিধে শাক-পাচলি লগাইছো।

ইয়াৰ পৰা আমাৰ খোৱা তৰকাৰিখিনি হোৱাৰ উপৰিও কিছু টকাৰ পাচলি বিক্ৰী কৰি বছৰত দুই হাজাৰমান টকা পাওঁ। গোবৰ সাৰ দি খেতি কৰি সুফল পাইছো। "বেছ।" প্ৰবীণে মূৰ দুপিয়াই প্ৰশংসা কৰে।

তাৰপিছত পাচলি বাৰীৰ মাজেৰে সোমাই গৈ সৰু পুখুৰীটোৰ পাৰত থকা হাঁহৰ ঘৰটো দেখি সোধে — "এইটো কিহৰ ঘৰ?" হাঁহি মাৰি ভূপেনে ক'লে — "এইটো এলেকা মায়াৰ। এইটো হাঁহৰ ঘৰ। ইয়াত মায়াৰ দুকুৰি হাঁহ আছে। এই পুখুৰীটোত তাই মাছ পুহিছে। হাঁহো চৰে। পুখুৰীৰ চাৰিওফালে তাই নাৰিকলৰ পুলি পুতিছে, মাজে মাজে আনাৰস। এইবোৰ তাইৰ আঁচনি। তাইকে সোধক তাইৰ আঁচনিৰ কথা।"

হাঁহি মাৰি প্ৰবীণে মায়াক সুধিলে — "কিহে মহামায়া! তোমাৰ এইবোৰ কি মায়া? হাঁহ, মাছ, নাৰিকল আৰু আনাৰসৰ খেতি কৰিছা? হাঁহ কণীৰে আনাৰসৰ আঞ্জা ৰান্ধিবা নে পুখুৰীৰ মাছেৰে নাৰিকলৰ ব্যঞ্জন ৰান্ধিবা?"

হাঁহি মাৰি মায়াই ক'লে — "সকলোকে লগ লগাই টকাৰ তৰকাৰি বনাম। মানুহৰ আটাইতকৈ উত্তম বস্তু টকা। গতিকে খাদ্যৰ উত্তমো টকা।"

"টকাৰে জানো মানুহে আঞ্জা ৰান্ধে পাগলী?"

হাঁহি হাঁহি মায়াই কয় — "টকাৰে সকলো কিনিব পাৰি। বজাৰৰ উত্তম পাচলি আৰু মাছ টকাৰেই কিনি আনিব পাৰি। গতিকে টকাহে উত্তম ব্যঞ্জনৰ আহিলা। সেইবাবে টকা মানুহৰ উত্তম বস্তু। এই উত্তম বস্তু টকা লাভ কৰিবলৈ এইবোৰ কৰা হৈছে।"

"ব্যাখ্যাবোৰ দিব পাৰিছা বৰ বাৰুকৈ। ধন্য তোমাক। কথাবোৰ সোৱাদ লগাকৈ কব জানিছা। তুমি ৰস সাহিত্য ৰচনা কৰিব পাৰিবা। এতিয়াৰ পৰা তুমি লিখিবলৈ আৰম্ভ কৰা। সঁচাকৈ তুমি এদিন নিশ্চয় ভাল লিখিব পাৰিবা।"

"মুখখন চলিলেতো নহব — কলম চলোৱা বৰ টান কথা। মোৰ কলমৰ আগটো জোঙা নহয় — ভোটা। মোৰ কলমৰ পৰা ৰস ৰচনা নোলাব।"

"আইৰ লগত মুখ খুজাই একো লাভ নাই দাদা। এতিয়া আহক ঘৰলৈ যাওঁ। মোৰ গাই দুৱা কাম বৈ আছে।"

"বাৰু ব'লা।"

এইবুলি কৈ তিনিও ঘৰমুৱা হ'ল। আহোঁতে বাটতে সুধিলে — "তোমাৰ কিমান আয় হয় মায়া?"

অলপ গহীন হৈ অলপ ভাবি তাই ক'লে — "মই হাঁহ কণী বিকি দিনে ত্ৰিশ টকামান পাওঁ। তাৰে হাঁহৰ খাদ্যত দহ টকামান খৰচ হয়। মাছত বছৰত দুহাজাৰমান হয়।"

"তাৰ মানে কণীত দিনে বিশ টকা হিচাবে মাহত ছয়শ আৰু বছৰত দুই হাজাৰ। দুই ভাই-ভনীৰ সমান আয়। মজাৰ কথা। গাখীৰ, মাছ, কণী, শাক-পাচলি

ঘৰখনে ঠিকমতে খায়ো ইমান উপাৰ্জন। ধন্য তোমালোক দুয়ো। আমাৰ দেশৰ সকলো ল'ৰা-ছোৱালী যদি তোমালোক দুয়োৰে দৰে হ'লহেঁতেন তেন্তে আমাৰ দেশৰ অৱস্থা আজি এনে শোচনীয় নহলহেঁতেন। আত্মনিৰ্ভৰশীল হব লাগিলে স্বনিয়োজন নিতান্ত প্ৰয়োজন। তোমালোকে জানো চৰকাৰৰ আত্মনিয়োজনৰ আৰ্হি লৈ ঋণ লৈছা?

"লোৱা নাই দাদা। লম বুলি ভাবি আছো। পাৰিলে আপুনি সহায় কৰি দিব।

"নিশ্চয় দিম। মই তোমাক চৰকাৰৰ স্বনিয়োজনৰ আঁচনিবোৰ দি চৰকাৰৰ পৰা ধাৰ লোৱাৰ ব্যৱস্থা কৰি দিম। আজি মোৰ আনন্দ লাগিছে তোমালোকৰ দৰে এনে স্বাধীন চিন্তীয়া আৰু আত্মনিৰ্ভৰশীল ছাত্ৰ-ছাত্ৰী দেখি। মোৰ ভাব হৈছে যে এদিন অসম তথা ভাৰতবৰ্ষ এখন আত্মনিৰ্ভৰশীল ৰাজ্য তথা দেশ হব পাৰিব, তাত সন্দেহ নাই। তোমালোক দুয়োকো মই নথৈ ধন্যবাদ জ্ঞাপন কৰিছো।"

এনেকৈ প্ৰশংসা কৰি তেওঁ আগবাঢ়িল। পিছে পিছে ভূপেন আৰু মায়া আহি থাকিল। তিনিও ঘৰ পালে।



## (ষোল)

পিছদিনা ৰঞ্জুই তেওঁৰ শ্ৰদ্ধাৰ শিক্ষাগুৰু পণ্ডিতক লগ ধৰিবৰ বাবে ওলাই গ'ল, লগত নিলে হাজৰিকাক পৰিচয় কৰি দিয়াৰ বাবে। যি গৰাকী শিক্ষকৰ আশীৰ্বাদ আৰু চেনেহত তেওঁ পঢ়িবলৈ প্ৰেৰণা পাইছিল সেই শিক্ষাগুৰুজনা কেনে অমায়িক লোক তাকে দেখুৱাব। ৰঞ্জুৰ কথামতে হাজৰিকাই একেলগে শিক্ষকৰ ঘৰলৈ আহিল।

তেওঁলোক আহি আহি শৰৎ মজুমদাৰৰ দোকানৰ নঙলামুখ পালে। দোকানৰ আগত তাছ খেলা পাতিছে নগেন, বলেন, প্ৰফুল্ল আৰু গিৰীণহঁতে। চাৰিওফালে বেঢ়ি ধৰি চাই আছে গাঁৱৰ আন কেইজনমান ল'ৰাই।

এবাৰ এখন তাছপাত মাৰি গিৰীণে কৈছে — "মই এই ইস্কাপানৰ চৈধ্যখন মাৰিছো, দেখা যাব আজি কোনে কাটিব পাৰে।" বৰ গৰ্ব কৰি ক'লে সি। বিপক্ষ দলৰ প্ৰফুল্লই ইস্কাপানৰ কুৰিটো মাৰি ক'লে — "তোৰ চৈধ্যৰ আধ্যা পেলালো। চৈধ্য কাটিলো।" এনেতে গিৰীণৰ পক্ষৰ বলেনে ক'লে — "মোৰ টিক্কাটো আছিল মাত্ৰ, তাকে মাৰিব লগা হ'লো। মিছাতে ইয়াৰ মৰণ মিলিল।" বেচেৰাই বৰ হতাশাৰ সুৰত ক'লে। এইবাৰ গিৰীণৰ পক্ষৰ নগেনে হাঁহি হাঁহি ক'লে — "তোৰ টিক্কাটোৰ টিক্কা ফটালো ৰঙৰ সাতখনেৰেই।" এইবুলি কৈ হত্তনৰ সাতখন পেলাই দি পাতবোৰ কোচাই লৈ গ'ল আৰু কুৰিটো মাৰি দিলে। বিপক্ষৰ মুখ কলা পৰি গ'ল। এনেতে ৰঞ্জু আৰু প্ৰবীণ হাজৰিকা আহি সেইখিনি পালে। দোকানৰ আগ পোৱাৰ আগতে ইহঁতে এওঁলোকক দেখি খৰধৰ কৰি তাছপাতবোৰ কোচাই লৈ সেমেনা-সেমেনি কৰি দোকানৰ ভিতৰলৈ সোমাই গ'ল।

ৰঞ্জু আৰু প্ৰবীণে বুজিব পাৰিলে যে সিহঁতে ৰঞ্জুক দেখি লাজতে লুকাল। ৰঞ্জুই সিহঁতৰ ফালে চোৱাত তাছ খেল চাই থকা ল'ৰাবিলাকো দিহা-দিহি পলাল।

ৰঞ্জু আৰু প্ৰবীণে আগলৈ খোজ ল'লে, কাৰো মুখত মাত-বোল নাই। কিছুদুৰ গৈ পোৱাত গেন্ধেলী আহি তেওঁলোকৰ আগত্তে ওলাল। গেন্ধেলীয়ে এই দৃশ্য দেখি আছিল। তেওঁ আগলৈ আহি মাত লগালে —

"বোপা ৰঞ্জু নেকি এইজন?"

"হয় পেহী।"

"কেতিয়া আহিলা বোপা?"

"পৰহিদিনাই আহিলো পেহী"।

"ক'লৈ যোৱা?"

"আপোনালোকৰ ঘৰলৈকে যাবলৈ আহিছো।"

"ব'লা বোপা, ভালেই হ'ল। অলপ তলকা মাৰি সুধিলে —

"এওঁ কোন বোপা?"

"এওঁ মোৰ বন্ধু, জালুকবাৰীৰ পৰা আহিছে।"

"ভাল বোপা।"

"কলৈ গৈছিল।"

"ক'লৈনো যাম বোপা। গোসাঁইঘৰৰ পৰা আহিলো। গোসাঁইঘৰ সাৰি-মচি এতিয়াহে আহিলো।"

"গোসাঁইঘৰত নাম আছে নেকি পেহী?"

"গোসাঁইঘৰত আৰু নাম নহয় বোপা। দুই খেলৰ কাজিয়াত গোসাঁইঘৰলৈ কোনেও নাম গাবলৈ নাযায়। এতিয়া আকৌ কাজিয়া লাগিছে গোসাঁইঘৰটো বোলে ভাঙি টিনপাত আৰু কাঠবোৰ ভাগ কৰি দুই খেলে দুটা নিজা নিজাকৈ গোসাঁইঘৰ সাজিব। বোপা, গাঁওখন দুফাল হৈ ভীষণ কাজিয়া আৰু খিয়লা-খিয়লি হ'ল।"

"গাঁওখন কিয় এনে হ'ল?"

"কিনো কম বোপা, ক'বলৈ লাজ লাগে। তোমাৰ ভায়েৰা আৰু ল'ৰাহঁতৰ কাজিয়াৰ পিছত গাঁও দুফাল হ'ল আৰু আজি গোসাঁইঘৰটোও ভাঙি দুটা হ'ব। এটা ইমূৰে, আনটো সিমূৰে। কি কৰিম বোপা। বৰ দুখ লাগে। এই কন্ধপাত পৰা ল'ৰা-কেইটাৰ পৰাই গাঁওখন থান-বান হ'ল। এতিয়া সিহঁতে দোকানৰ আগত সদায় তাছ খেলি থাকে। বেটা ৰসাতলে যোৱাহঁতে ঘৰতো কাম-বন নকৰে আৰু স্কুল-কলেজলৈও নাযায় কেবল তাছ খেল, তাছ খেল দোকানৰ আগত, কঠিয়াতলীত, বাঁহৰ তলত কেবল তাছ তাছ। সৰু ল'ৰাহঁতকো নষ্ট কৰিলে।"

"কলেজলৈ যাব এৰিলে কিয়?"

"যাব কেনেকৈ বেটা কন্ধপাত পৰাহঁতে? কলেজৰ পৰা উলিয়াই দিছে নকল কৰাৰ বাবে। বেটাহঁতে কিতাপ-পত্ৰ নপঢ়ে কেবল নকল কৰে। যিহে সৰু সৰু আখৰ লিখি নকল নিয়ে, তাক মনিবই নোবাৰি। জোতাৰ ভিতৰত চোলাৰ মোনাত, নিজৰ হাতৰ তলুৱাত লিখি নিয়ে বেটা চোৰহঁতে। বেটীহঁতে চলি জন্ম দিছিল চোৰ, বজ্জাৎ কৰি গাঁও নষ্ট কৰিবলৈহে নে? আই চিকো চিকো। এতিয়া বোলে কলেজৰ পেন্‌চিপাল, পৰফেচৰ সকলোকে বাটত দলিয়ায়। বেটী নাক কাটিসকলে বেটা-বেটী তুলিছে দাংকাটা কৰিহে। গাঁওখন নষ্ট কৰিলে একেবাৰে। তোমালোকৰ লগত আমাৰ মিলা-প্ৰীতিও নষ্ট কৰিলে এই মৰণত মৰাহঁতে। এতিয়া সিহঁতৰ মাজতো মাৰা-মাৰি লাগি থাকে। বোলে-কুটৰ ঘৰৰ কুটি লোকলৈ হুল পুতি নিজে মৰে ফুটি। বেটাহঁতে আমাক হিংসা কৰোঁতে নিজেহে মৰিব। আমাৰ উপেনে সিহঁতৰ লগ এৰি ভালে হৈছে। বেটাহঁতে গোৰ মাৰি গঙ্গাতহে পেলাইছে। তোমাৰ ভায়েৰা, ভনীয়েৰাৰ ভালে হ'ল। এতিয়া সিহঁতে গৰু পুহি, মাছ পুহি, হাঁহ পুহি, তৰি-তৰকাৰিৰ খেতি কৰি কি সুন্দৰকৈ নিজৰ ঘৰতে ধন উপাৰ্জন কৰি ঘৰখন পুহি সুখেৰে খায়ো আছে আৰু পঢ়িও আছে। তাকে দেখিও দাহতে মৰে বেটাহঁতে। নিজে নকৰে, আনে কৰিলেও হিংসা কৰে।

হিংসুকৰ কল্যাণ নাই। বেটাহঁতে অধঃপাতে যাব।”

“গাঁওখনৰ অৱস্থা দেখিলে দুখ লাগে পেহী।” এটা হুমুনিয়াহ কাঢ়ি ৰঞ্জুই বৰ দুখেৰে কয়।

“কি কৰি বোপা! কি গাঁও কি হ’ল।” তিনিও খোজ কাঢ়ি পণ্ডিতৰ ঘৰলৈ আহি আছে। গেন্ধেলীয়ে ক’লে — “আহচোন বোপা, আমাৰ ঘৰলৈকো আহ।” এনেকৈ কৈ দুয়োকো আগবঢ়াই নিয়ে।

ঘৰ পাই গেন্ধেলীয়ে চোতালত থিয় হৈ ভতিজাকক মাতিলে “অ উপেন! ৰঞ্জু বোপাহঁত আহিছে; বহিবলৈ দে।”

এনেকৈ কৈ তেওঁ ভিতৰ সোমাই গৈ বোৱেকক ক’লে — “ৰঞ্জু বোপাহঁত আহিছে, বহিবলৈ দিয়া।”

ৰঞ্জু অহা বুলি শুনি উপেনৰ মাকে পাকঘৰৰ পৰা খৰখৰকৈ চোতাললৈ ওলাই আহি দেখে যে লগত এজন দেখনিয়াৰ ল’ৰাও আহিছে। তেওঁ অচিন ল’ৰাজনক দেখি লাজতে পিছুৱাই আহি ঘৰৰ ভিতৰ সোমাল আৰু ঘৰৰ ভিতৰৰ পৰাই ক’লে — “বোপা ৰঞ্জু। আহা ভিতৰলৈ।” ৰঞ্জুই ক’লে — “বাহিৰতে বহিম আমি বাইদেউ। চাৰ নাই নেকি?”

“বজাৰলৈ গৈছে; এতিয়াই আহি পাব। তোমালোক বহাচোন।” তাৰপিছত বাৰীত কাম কৰি থকা উপেনক মাতিলে—

“উপেন! এইফালে আহ। ৰঞ্জু দাদায়েৰা আহিছে।” উপেনে ৰঞ্জুৰ নাম শুনি বাৰীৰ পৰা ওলাই আহি হাত-ভৰি পখালি চোতাললৈ ওলাই আহিল। ৰঞ্জুক মাতিবলৈ লাজ কৰি সেমেনা-সেমেনি কৰি তলমুৰা হৈ ক’লে —

“ভিতৰলৈ আহক দাদা।”

“আমি ভিতৰলৈ নাযাওঁ — চোতালতে বহিম।” উপেনে বাৰাণ্ডাতে থকা চিয়াৰ দুখন আনি চোতালত দিলে আৰু তেওঁলোকক বহিবলৈ ক’লে — “বহক দাদা।”

তেওঁলোক দুয়ো বহিল আৰু ৰঞ্জুই উপেনক সুধিলে — “তুমি আজিকালি আমাৰ ঘৰলৈ নোযোৱা কিয় উপেন।”

উপেনে লাজ আৰু বিষাদত অভিভূত হৈ তললৈ মুখ কৰি থাকিল। তাকে দেখি ৰঞ্জুই ক’লে — “নিমাত হ’লা যে?”

“কিনো কম দাদা! মোৰ বৰ লাজ লাগিছে বাবে যাবলৈ এৰিছো।”

“কিয় ইমান লাজ কৰিব লাগে? কাজিয়া-পেচাল মানুহৰ হয়েই, পিছত মাতা-মাতিও হয়।”

“বিনাদোষত মোক বদনাম দিলে দাদা। মই মৰি যোৱা যেন পাইছো। মায়াক মই নিজৰ ভনীৰ দৰে মৰম কৰিছিলো। মোৰ ভনী নাই — তায়ে মোৰ ভনী আছিল, তেনেস্থলত সিহঁতে মোক বদনাম দিলে।” এনেকৈ কৈ সি হুকহুকাই কান্দি দিলে। তাৰ অন্তৰৰ বেদনা উপলব্ধি কৰি ৰঞ্জুই তাৰ মূৰত হাত বুলাই ক’লে — “দুখ নকৰিবা

উপেন। সুনাম, বদনাম মানুহবে হয়। সেই বদনাম অসত্য হ'লে আপোনা-আপুনি নাইকিয়া হয়। তোমাৰ বদনাম মিছা, পণ্ডিতে আপুনি নোহোৱা হ'ব। তুমি আমাৰ ঘৰলৈ যাবা।"

এনেতে মাকে পাকঘৰৰ পৰা মাত লগালে — "উপেন, টেবুল এখন দদায়েৰাহঁতৰ আগত দে; মোৰ চাহ হ'লেই।"

মাকৰ কথা শুনি উপেনে ঘৰৰ ভিতৰলৈ সোমাই গৈ টেবুল এখন আনি দিলে। এনেতে মাকে পাকঘৰৰ পৰা চাহ-জলপান লৈ ওলাই আহি এওঁলোক দুয়োজনৰ আগত থ'লে। ওৰণিখন অলপ কোচাই হাঁহি মাৰি ক'লে — "খোৱা বোপা। আমি দুখীয়া মানুহ কি খাবলৈ দিম; কেইখনমান হাজাৰমুখী পিঠা আৰু টেকেলি পিঠা তৈয়াৰ কৰিছো। গাখীৰ দিছো আৰু একো নাই।"

হাঁহি মাৰি, হাজৰিকাই টেকেলি পিঠা এটাত একামোৰ মাৰি কৈ উঠে — "মোৰ অতি প্ৰিয় পিঠা। ঘৰত এইবোৰ পিঠা খাইছিলো। জালুকবাৰীত খাবলৈ পোৱা নাছিলো। আজি ইমান মজা পাইছো।"

হাঁহি মাৰি উপেনৰ মাকে সোধে — "বোপাৰ ঘৰ ক'ত?"

"শিৱসাগৰৰ ওচৰত এখন গাঁৱত।"

"ঘৰত খেতি-বাতি আছে?"

"হয়। ময়ো খেতিয়কৰে ল'ৰা।" এনেতে পণ্ডিতে এখন মোনাত পাচলি লৈ আহি চোতালত থিয় দি এওঁলোকক চাহ খাই থকা দেখি হাঁহি মাৰি ক'লে — "কেতিয়া আহিলা বন্ধু?"

"অলপ পলম হ'ল চাৰ?" তেওঁ থিয় হ'ল, লগতে হাজৰিকায়ো। "তুমি পৰহি অহা গম পাইছো। বৰা মই বস্তুখিনি ঘৰত থৈ আহো।" এইবুলি কৈ পণ্ডিতে ঘৰৰ ভিতৰত সোমাই মোনাখন থৈ হাত ধুই আহি চোতাল উঠিল। এওঁলোক দুয়ো ঠিক হৈ ওচৰতে থকা বেঞ্চখনত বহিল। পণ্ডিতে চিয়াৰ এখনত বহি ক'লে — "বহা বোপা।" তাৰপিছত হাজৰিকাৰ ফালে আঙুলিয়াই সুধিলে — "এওঁ কোন?"

"মোৰ বন্ধু চাৰ। এইবাৰ এওঁ এম, এ ভালদৰে পাছ কৰিলে, নাম প্ৰবীণ হাজৰিকা। শিৱসাগৰত ঘৰ।"

"বৰ সৌভাগ্য আমাৰ। আমি দূৰণিবটীয়া ল'ৰা এজনক দেখা পালো আৰু তোমাক লগ পালো।

এনেতে বন্ধুই আহি পণ্ডিতক ভৰিত ধৰি সেৱা কৰিলে।

তাকে দেখি প্ৰবীণেও সেৱা জনালে। পণ্ডিতে বন্ধুৰ মূৰত ধৰি আশীৰ্বাদ কৰি তুলি দিলে। দুয়ো বেঞ্চখনতে বহিল।

পণ্ডিতে ক'লে — "তুমি আমাৰ গাঁৱৰ গৌৰৱ বন্ধু, আমাৰ এই সৰু গাঁওখনত তুমিয়ে প্ৰথম এম. এ হ'লা। আমাৰ যে কিমান আনন্দ লাগিছে। মই কালিয়ে অনুভৱ কৰিছো যে মোৰ শিক্ষক জীৱন সাৰ্থক হৈছে, মোৰ ছাত্ৰই আজি এম. এ পাছ কৰিলে।

ছাত্ৰ বিদ্যান হ'লে শিক্ষকৰ কিমান আনন্দ লাগে তাক শিক্ষকেহে জানে। তোমাৰ দৰে অমায়িক আৰু বুদ্ধিমান ছাত্ৰ এজনে মাষ্টাৰ ডিগ্ৰী লৈ অহাত আমাৰ মনত কিমান আনন্দ লাগিছে তাক কেনেকৈ প্ৰকাশ কৰিম। তোমাৰ জীৱন সুখময় হওক বোপা।" তেওঁ আশীৰ্বাদ কৰে।

বঞ্জুই সক ল'ৰাৰ দৰে আশীৰ্বাদ গ্ৰহণ কৰি তলমুৰাহে থাকে। তিনিও শেষত নীৰৱ। নীৰৱতা ভঙ্গ কৰি পণ্ডিতে সুধিলে — "এতিয়া আকৌ জালুকবাৰীলৈ যাবা নেকি?"

"হয় চাৰ। আজি গধূলি আমি জালুকবাৰীলৈ যাম।"

"ইমান সোনকালে যোৱা কিয়? দুদিনমান থাকা।"

"পৰহি হাজৰিকাৰ এ. পি. এচ. চি পৰীক্ষা আছে চাৰ। আমি যাবই লাগিব।"

"মই আপোনাক দেখা কৰিবহে আহিছিলো চাৰ। মই আজি জালুকবাৰী পাবই লাগিব চাৰ।" প্ৰবীণে কয়।

পণ্ডিতে কয় — "যোৱা বোপা' পৰীক্ষা আছে যেতিয়া থাকিবলৈ নকওঁ। পৰীক্ষা দি উঠি এপাক মাৰিবা।"

"চেষ্টা কৰি চাম চাৰ।" প্ৰবীণে উত্তৰ দিয়ে।

"তুমিনো কি ভাবিছা বঞ্জু?" পণ্ডিতে প্ৰশ্ন কৰে। বঞ্জুই উত্তৰ দিয়ে — "মই চাকৰি বিচাৰিব লাগিব চাৰ। ক'ৰবাত হাইস্কুলত বা হায়াৰ চেকেণ্ডাৰীত পাওঁনে চাওঁ।"

"এৰা তুমি চাকৰি পালে ভাল। পিতাৰাৰ অৱস্থা ভাল নহয়। মাটি-বাৰী কাঢ়ি নিয়াত তেওঁ নিৰুপায় যেন হৈছে। ভায়েৰা আৰু ভনীয়েৰাৰ যহত ভাতমুঠি খাই আছে। তোমাৰ ভাই-ভনীহাল গাঁৱৰ ভিতৰতে সোণ যেন ল'ৰা-ছোৱালী। সিহঁতৰ আত্মনিৰ্ভৰশীল চৰিত্ৰ দেখি গাঁৱৰ মানুহে অবাক মানে। ধন্য সিহঁত।"

"এতিয়া আমি উঠোহে চাৰ, বেলি পৰি আহিল।"

"যাবা যেতিয়া সোনকালে যোৱা বোপা। আকৌ আহিবা।"

তেওঁলোক দুয়োৰে উপেন, মাক আৰু গেজেলীক মাত দি পণ্ডিতক নমস্কাৰ জনাই বিদায় ললে। পণ্ডিতে বাটলৈ আগবঢ়াই থলে।

## (সোতৰ)

আবেলি চাৰিটামান বজাত প্ৰবীণ মেচলৈ আহিল; হাতত এটা বৌমাছ। এ. পি. এচ. চি পৰীক্ষাত ভালদৰে পাছ কৰা খবৰটো লৈ গুৱাহাটীৰ পৰা গাড়ীগাঁৱৰ ভাড়াঘৰলৈ আহিছে। হাঁহি মাৰি বাহাৰ দুৱাৰমুখৰ পৰা বঞ্জুক মাতিলে —

"বৰুৱা আপোনালৈ এটা বৌমাছ আনিছো।"

বঞ্জুই বিছনাত বাগৰি আছিল। মাত লগালে — "মোৰ কাৰণে বৌমাছ আনিছে? সোমাই আহক।"

হাঁহি মাৰি প্ৰবীণ সোমাই গ'ল। হাতৰ বৌমাছটো দেখি বঞ্জুই বিছনাতে বহি সুধিলে — "আজি কি সুমতি হ'ল?"

প্ৰবীণে হাঁহি মাৰি ক'লে — "সুমতি নহয় দুৰ্ম্মতি হ'ল। পৰীক্ষাৰ খবৰটো পায়েই এই অপকৰ্ম্মটো কৰা হ'ল।"

এনেকৈ কৈ প্ৰবীণে মাছটো বান্ধনি ঘৰটোৰ টেবুলৰ ওপৰত থ'লে। বঞ্জুই উঠি আহি মাছটো লাৰি চাৰি চাই সুধিলে — 'চালানী বৌ?'

"নহয় লোকেল বৌ। সেইবাবে দাম দহ টকা অধিক ল'লে। পঞ্চাছ টকা ল'লে এক কেজি মাছতে।"

"লোকেল মানে স্থানীয় মাছৰ দাম আজিকালি বেছি। অন্ধ্ৰপ্ৰদেশৰ পৰা অহা চালানীৰ দাম কম। পিছে স্থানীয় অৰ্থাৎ লোকেল ল'ৰাৰ দাম একেবাৰে কম। বাহিৰৰ পৰা অহা ল'ৰাকহে অৰ্হতাসম্পন্ন বুলি আমাৰ সমাজৰ মানুহৰ এটা ধাৰণা আছে।"

"এৰা লোকেল ল'ৰাত ছোৱালী বিয়া দিয়া ইচ্ছা মাক-বাপেকৰ নাই আৰু ছোৱালীবো যোৱাৰ ইচ্ছা নাই।" এনেকৈ কৈ তেওঁ হাঁহে আৰু গাৰ কাপোৰ খুলিব আৰম্ভ কৰে। এনেতে বঞ্জুই মাত লগালে — "খবৰ ভালনে বগৰ কৰিছে?"

"খবৰ গোবৰ হ'লে বৌমাছৰ মৰণ মিলেনে? ভাল উচ্চস্থান বখা হৈছে।" তেনেকৈ কৈ তেওঁ হাত ধুবলৈ গ'ল। বঞ্জুই মাছটো কাটিবলৈ আৰম্ভ কৰিলে। প্ৰবীণে হাত-মুখ ধুই আহি ক'লে — "বঢ়িয়া তাজা মাছ।"

"এৰা, তাজা কিন্তু ৰন্ধাত তাজা হ'লেহে খোৱাত মজা হ'ব।"

"পিছে ৰিজাল্ট ভাল হ'লে কি হ'ব বৰুৱা! টকাত ভাল নহ'লে চাকৰি নহয়। শুনিছো এতিয়া এ. পি. এচ. চি পৰীক্ষাত পাছ কৰি এক লাখ টকা নিদিলে চাকৰি নহয়। মই বাৰু এক লাখ টকা পাম ক'ত? মোৰ চিন্তা হৈছে। পৰীক্ষাত পাছ কৰা আনন্দ নাইকিয়া হৈছে বৰুৱা, ভেটি দিয়াৰ কথা ভাবিহে চিন্তিত হৈছো। ঘৰৰ কেইবা বিঘা ভাল মাটি বিক্ৰী কৰিব লাগিব।"

"এৰা হাজৰিকা, মোৰো সেই চিন্তা হৈছে, শিক্ষক বাছনি পৰীক্ষাৰ খবৰ

অহাকালি ওলাব। হয়তো পাছ কৰিম; কিন্তু পিছত যে হায়াৰ চেকেণ্ডাৰীৰ শিক্ষক এজন হ'বৰ বাবে টকা দিব লাগিব, তেতিয়া কি কৰিম? আপোনাৰ দৰে আমাৰ মাটিও নাই, টকাও নাই। মই পাছ কৰা নকৰা একেই কথা।"

এনেভাৱে দুয়ো আলোচনা কৰি থাকোঁতে শুচৰৰ মেচৰ ল'ৰা এজন আহিল। তেওঁ হাঁহি মাৰি ক'লে — "হাজৰিকা! আজি খানা খুৱাব লাগিব। এইবাৰ আপুনি ডি. এচ. পি হ'ব। পুলিচ চাহাব। আমি চালাম কৰিব লাগিব।"

"খানা খাবই লাগিব। তাৰ কাৰণেই মাছ আনিছো।" প্ৰবীণে কয়। এনেভাৱে নানা তামচা কৰি তেওঁলোক তিনিও চাহ খালে। ৰাতি প্ৰবীণহঁতৰ মেচতে আহি চাৰিজনমান ল'ৰাই খানা খালে।

পিছদিনা দহোটামান বজাত বন্ধু খাই বৈ ওলাই গ'ল। আবেলি ফিৰি আহি বাহা পোৱাত প্ৰবীণে সুধিলে — "ৰিজাল্ট কি বৰুৱা?"

"ৰিজাল্ট ভাল কিন্তু এতিয়া টকা ক'ৰপৰা যোগাৰ কৰিম হাজৰিকা? খবৰ ভাল হোৱাটো মোৰ বাবে বেজাৰৰহে কাৰণ হ'ল। মই মহা চিন্তাত পৰিছো হাজৰিকা।"

"চিন্তা হবই। এই যুগ ভেটিৰ যুগ। টকা ভেটি নিদিলে চাকৰি নহয়। এই কথা সকলোৱে জানে। কিন্তু কাইজে একো ব্যৱস্থা কৰিব নোৱাৰে। চৰকাৰখন দুৰ্নীতি পৰায়ণ হৈছে। আমাৰ দেশখন দুৰ্নীতিত নিমজ্জিত হ'ল। কেতিয়াবা ভাল দিন আহিলে নতুন প্ৰজন্মই এনে দুৰ্নীতিৰ কথা বিশ্বাসকে নকৰিব। মই যদি লিখক হ'লোহেঁতেন এইবোৰ কথা স্পষ্টকৈ লিখি থৈ গ'লোহেঁতেন। পিছে মই লিখক নহয়, লিখিব নেজানো। আপুনিয়ে এইবোৰ কথা লিখি কিতাপ লিখক বৰুৱা। দেশৰ মঙ্গল হ'ব। আমাৰ দেশৰ ভবিষ্যৎ বংশধৰসকলে জানিব পাৰিব যে কুৰি শতিকাৰ শেষ ভাগত ভাৰতৰ বা অসমৰ মানুহ কিমান হীন হৈছে।"

"লিখক হ'বলে হ'লে হাজাৰী বা বাজাৰী হ'ব লাগিব। অৰ্থাৎ লিখক হ'ব লাগিলে হয় হাজাৰ হাজাৰ টকাৰ মালিক হ'ব লাগিব, নহয় বজাৰে বজাৰে ঘুৰি ফুৰা খাবলৈ নোপোৱা লোক হ'ব লাগিব। আমাৰ দৰে লোক লিখক হ'ব নোৱাৰে।"

"কিয় নোৱাৰে? দেখি, শুনি, পঢ়িতো জ্ঞান হয় আৰু জ্ঞান হ'লে লিখিব পাৰে। আপুনি চিন্তাশীল ল'ৰা, আপুনি লিখক হব পাৰিব।"

"সেইবোৰ কথা পিছত হ'ব, বৰ্ত্তমান চাহ খাই লওক। আবেলি হ'ল।" দুয়ো চাহ খাই ল'লে।



কিছুদিন পাছত প্ৰবীণে ডি. এচ. পি পোষ্টত নগাঁও থানাত নিয়োগৰ কাকত পালে। তেওঁক নগাঁৱত মকৰল কৰিছে। এনে এটা সুখৰ খবৰ পায়ো প্ৰবীণে বৰ দুখ মনেৰে ক'লে — "বৰুৱা, মই চাকৰিত জইন কৰিবলৈ পাই যিমান আনন্দ পাম তাতকৈ আপোনাক এৰি যাব লগা হোৱাত সিমান নিৰানন্দ পাম। আপোনাক এৰি যাব লগা হোৱাত বৰ দুখ পাইছো। মই গ'লেও আপুনি ইয়াতে থাকিব যাতে মই চিঠি-পত্ৰ

দিব পাৰো। আপোনালৈ মই মাহে পাঁচশ টকা পঠাম বুলি ভাবিছো। আপুনি আপত্তি নকৰিব কিন্তু।"

"আপুনি গ'লে মই অকলশৰীয়া হ'ম। কিন্তু কি কৰিম। আপোনাৰ চাকৰি হোৱাত মোৰ যিমান আনন্দ লাগিছে আপুনি এৰি যাব লগা হোৱাত আৰু মই অকলশৰীয়া হোৱাত সিমান দুখ লাগিছে।"

যাবৰ দিনাই দুয়ো চকুলো টুকিলে আৰু বঞ্জুই বৰ আবেগেৰে প্ৰবীণক সাৱটি ধৰি হুক্‌হুকাই কান্দি পেলালে। প্ৰবীণৰো কান্দোন আহিল। বিদায় বেলাত দুই বন্ধুৰ দুখনি অন্তৰ যেন ভাগি পৰিল। বঞ্জুই প্ৰবীণক গুৱাহাটীলৈ আগবঢ়াই থ'লে।

প্ৰবীণক বিদায় দি আহি ৰাতি বঞ্জুৰ ভাত খোৱা নহ'ল। আজি তেওঁ অকলশৰীয়া। বন্ধু মানুহৰ মাজত থাকি অনুভৱ কৰিব নোৱাৰে যে বন্ধুহীন জীৱন কেনে নিস্ব অকলশৰীয়া। ৰাতি শুবৰ সময়ত চকুলো টুকি টুকি বঞ্জুই গাৰু তিয়াই পেলালে। তেওঁৰ মনত পৰিল মঞ্জুলৈ, মনত পৰিল মায়ালৈ আৰু মনত পৰিল পিতাকলৈ। কি কষ্ট কৰি সমস্ত মাটি-বাৰী বেচি পিতাকে তেওঁক পঢ়ালে কিন্তু এম, এ পাছ কৰিও তেওঁ একো সংস্থান কৰিব নোৱাৰিলে। ঘৰুৱা শিক্ষকতা কৰি পেটটো পুহি আছে। নিছলা বাপেকক একো দি সহায় কৰিব নোৱাৰিলে। এই দুখতে বঞ্জুৰ মন মৰি গৈছে। মায়াৰ কথা মনত পৰিছে। কেনেকৈ বেচেৰীয়ে কষ্ট কৰি টকা উপাৰ্জন কৰি পঢ়িছে আৰু ঘৰখনকো সহায় কৰিছে। মিছা লোক অপবাদ মূৰত লৈ তাই তেওঁৰ পৰাও এদিন মাৰ খাইছিল। অনুশোচনাত বঞ্জুৰ মন মৰহি গ'ল। আনকালে মঞ্জুমালাৰ কথা মনত পৰিছে। তাইকযে কিমান ভাল পাইছিল আৰু তায়ো তেওঁক প্ৰাণেৰে ভাল পাইছিল। কিন্তু বাপেক-ককায়েকৰ আভিজাত্যৰ অহংকাৰৰ বাবে ওচৰ চাপিব নোৱাৰা হ'ল। আজি ইমানদিনে কোনো খবৰ বাতৰি নেপালে। আনফালে ভূপেনৰ কথা মনত পৰি তেওঁ হুক্‌হুকাই কান্দিব ধৰিলে। এনেহেন সুন্দৰ ভায়েকজনকে এদিন দুষ্ট ল'ৰাৰ কথা শুনি চৰিয়াইছিল। আজি সেই সৰু ল'ৰাজনৰ আৰ্জনেৰে ঘৰ চলিছে। এইবোৰ কথা মনত পৰি তেওঁৰ নিজৰ ওপৰতে ঘৃণা উপজিল। ওৰে ৰাতি উজাগৰে থাকি তেওঁ দুৰ্বল হৈ পৰিল।

ৰাতিপুৱা উঠি কানি-কাপোৰবোৰ ঠিক-ঠাক কৰি লৈ ভাত ৰান্ধি খাই বৈ উঠি ইন্‌চপেক্টৰ অফিচলৈ গ'ল। কামৰূপ জিলাৰ স্কুল পৰিদৰ্শকক লগ ধৰি চিলেকচন পোৱা বুলি জানিলে আৰু উচ্চতৰ মাধ্যমিক স্কুল এখনত বিষয় শিক্ষক হিচাপে নিয়োগ কৰিবলৈ খাটনি ধৰিলে। দুষ্ট পৰিদৰ্শকে পেটৰ আচল কথা নকৈ গহীন ভাৱেই ক'লে — "আজিকালি চিলেকচন পালেই চাকৰি নহয়। এম.এল.এ শিক্ষামন্ত্ৰী আৰু মুখ্যমন্ত্ৰীৰ পৰা লেখা আনিব লাগিব।" বঞ্জুই ক'লে — "চাৰ, মই নৱম স্থান অধিকাৰ কৰিছো। লিষ্টমতে দিলে মই পাওঁ। মোৰ পিছৰ চাৰিজনৰো চাকৰি হ'ল, মইহে বৈ গ'লো।"

"তুমি জানো মন্ত্ৰীৰ পৰা লিখি আনিছা? আজিকালি মন্ত্ৰী বিশেষকৈ মুখ্যমন্ত্ৰীৰ লিখা নহ'লে চাকৰি নিমিলে। তুমি মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰীৰ পৰা লিখি আনা, মই

তৎক্ষণাৎ চাকৰি দিম।

"মই বৰ দুখীয়া মানুহৰ ল'ৰা চাৰ অলপ চকু মেলি চাব।"

"মই কোৱামতে কাম কৰা চাকৰি হ'ব।"

বঙ্কু ফিৰি আহিল। তেওঁৰ মনটো সেমেকি গ'ল। বাহালৈ আহি মলিন মুখে বিছনাত পৰিল।

পিছদিনা এম. এল. এক লগ ধৰি দৰ্খাস্তখন লিখাই ল'লে। জালুকবাৰী উচ্চতৰ মাধ্যমিক স্কুলৰ অধ্যক্ষৰ পৰাও লিখি আনিলে। তাৰ পিছদিনা দিছপুৰলৈ গ'ল। শিক্ষামন্ত্ৰীয়ে লিখি দিয়াত বঙ্কুৰ মন উৎফুল্লিত হ'ল। ধাৰণা কৰিলে এইবাৰ দিন মুকলি হ'ব। ঈশ্বৰে মুৰ দাঙি চাব। ৰাতি আঠমান বজাত তেওঁ বাহা পালে। মনৰ আনন্দত এসাজ ৰান্ধি-বাঢ়ি খালে।

ইয়াৰ পাছত এসপ্তাহমান মুখ্যমন্ত্ৰীক লগ ধৰিব পৰা নাছিল। মুখ্যমন্ত্ৰীৰ কোঠাত সোমাই নিজৰ দুখীয়া অৱস্থাৰ কথা কৈ চাকৰিটো প্ৰাৰ্থনা কৰিলে। মুখ্যমন্ত্ৰীয়ে একলম লিখি দিলে। দিছপুৰৰ পৰা ফিৰি আহি বঙ্কুই থিৰ কৰিলে যে তেওঁৰ চাকৰিটো নিশ্চয় হ'ব। মনৰ আনন্দত তেওঁ এটা ডাঙৰ মাছ আনি ওচৰৰ মেচৰ ল'ৰাক ভাত খাবলৈ মাতিলে। ভালকৈ খানা খাই বঙ্কুই হাঁহি তামছা কৰি কটালে। শেষত ৰাতি সুন্দৰ টোপনি মাৰিলে। আজি যেন গাটো বহু পাতল হ'ল। এই খবৰ প্ৰবীণলৈ পঠাব বুলি ভাবিছিল; কিন্তু কামটো নহয় মানে নোকোৱা ভাল বুলি ভাবি একো নিলিখিলে। ঘৰলৈ চিঠি দিব বুলি ভাবিও চিঠি নিদিলে। চাকৰিটো নহয় মানে ঘৰত একো নজনোৱাই ভাল।

দুদিনমানৰ পিছত দৰ্খাস্ত লৈ স্কুল পৰিদৰ্শকৰ ওচৰলৈ গ'ল। হাঁহি মাৰি অফিচৰ ভিতৰ সোমাই পৰিদৰ্শকক দৰ্খাস্ত আৰু কাগজ-পত্ৰবোৰ দেখুৱালে। পৰিদৰ্শকে দৰ্খাস্তৰ সৈতে কাগজ-পত্ৰবোৰ পঢ়ি চাই তেওঁক ক'লে —

"এনেকুৱা চহী সকলো দৰ্খাস্ততে দিয়ে। স্পেচিয়েল চহী নিদিলে নহব। সকলোকে সাধাৰণ চহী দি পঠায় সকলোৰে লগত ভালে থাকিবলৈ। স্পেচিয়েল চহীতহে চাকৰি হয়। মন্ত্ৰী, মুখ্যমন্ত্ৰীৰ চহী দুটা চিনো। তোমাক সাধাৰণ ভাবে কৰা চহীহে দিছে স্পেচিয়েল চহী দিয়া নাই। তোমাৰ চাকৰি নহব।"

এইবুলি কৈ দৰ্খাস্তখন ঘূৰাই দিলে আৰু বেলেগ কামত ওলাই গ'ল। এনেকৈয়ে অফিচাৰসকলে ভেটি খোৱাৰ ফান্দি পাতে। এই কথা এওঁ নুবুজিলে। বৰ দুখ আৰু হতাশাৰে তেওঁ কেৰাণী সকলৰ কামৰ ভিতৰ সোমাল। কেৰাণী এজনে চাই ক'লে — "স্পেচিয়েল চহী নহ'লে চাকৰি নিদিয়ে আৰু স্পেচিয়েল চহী মন্ত্ৰী বা মুখ্যমন্ত্ৰীয়ে যাকে তাকে নিদিয়ে। তেওঁলোকৰ নিজৰ মানুহ নাইবা দলৰ মানুহ হলেহে দিয়ে। আপুনি জানো তেওঁৰ দলৰ মানুহ হয়।

"মই কোনো ৰাজনৈতিক দলত নাই।"

"আপুনি জানো শিক্ষামন্ত্ৰী বা মুখ্যমন্ত্ৰীৰ কিবা আত্মীয়-স্বজন হয়?"

"মই কোনো লগা ভগা নহয়।"

"তেনেহলে আপুনি চাকৰি নেপায় — ই খাটাং কথা।"

"অন্য কিবা উপায় আছে নেকি?"

"অৱশ্যে এটা উপায় আছে। আপুনি যদি পঞ্চাশ হেজাৰ টকা দিব পাৰে তেন্তে উচ্চতৰ মাধ্যমিক স্কুলত শিক্ষক হব পাৰিব।"

এওঁ মুখখন বহল কৰি ক'লে —

"বাপৰে বাপ! পঞ্চাছ হেজাৰ!

"এৰা পঞ্চাছ হেজাৰ। মুখখন মেলি দিলে দেখো? আজিকালি প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ ক্ষেত্ৰত বিশ হেজাৰ, হাইস্কুলৰ শিক্ষকৰ বাবে ত্ৰিশ হেজাৰ, উচ্চতৰ মাধ্যমিক স্কুলৰ বাবে পঞ্চাছ হেজাৰ আৰু হাকিম পুলিচ অফিচাৰৰ বাবে এক লাখ। ডাক্তৰ, ইঞ্জিনিয়াৰৰ বাবে ডেৰ লাখ টকা ভেটি দিব নোৱাৰিলে চাকৰি নহয়।"

"ইমান টকা দিব পাৰিলে দেখোন এটা ব্যৱসায়কে কৰিব পাৰি?"

"ব্যৱসায় কৰিলে আমাৰ সমাজত বিদ্যাৰ মূল্য নাই বুলি ভাবে। গতিকে টকা দি হলেও চাকৰি লয়। এবাৰহে দিব তাৰপিছত তেওঁ আনৰ পৰা লৈ থাকিব। এবাৰ চাকৰি পালে ভেটি খাই থাকিলেও চাকৰি নেযায়। কাম নকৰিলেও দৰমহা লৈ থাকিব পাৰি। তাৰ উপৰি বাহিৰা পইচাও পাব। মানুহেও ডাঙৰ বুলি ভাবিব।"

"বৰ আচৰিত কথা। টকা দিহে চাকৰি কিনিব লাগে। ডিগ্ৰীৰ কোনো মূল্য নাই? অৰ্হতাৰ কোনো দৰকাৰ নাই।"

"আপুনি ক'ৰবাৰ গাঁৱৰ পৰা আহিছে যেন পাওঁ। এজন মাষ্টাৰ ডিগ্ৰীধাৰী লোকে এইখিনি কথাও নুবুজেনে? আপুনি কি শুনিছে, কি দেখিছে?"

ৰঞ্জুই তলমুৰা হৈ ভাবিব ধৰিলে।

এনেতে তেওঁ ক'লে — "আপুনি টকা নিদিলে আনে টকা দি চাকৰি লব আৰু কেইমাহমান পাছত এইখন লিষ্ট কেঞ্চেল হব তেতিয়া আপোনাৰ চিলেকচন নাকচ হব, গতিকে সকলো কথা বাদ দি টকা দিয়ক আৰু চাকৰি লওক।

তেওঁৰ কথা শুনি ৰঞ্জুই ক'লে — "মই কাক টকা দিব লাগিব? মন্ত্ৰীক নে স্কুল পৰিদৰ্শকক।"

"মন্ত্ৰীয়ে চিধাচিধি টকা নলয়। তেওঁলোকৰ দলৰ দালালৰ জৰিয়তেহে লয়। দালালসকলে ইন্সপেক্টৰ, ডি. পি আই আৰু মন্ত্ৰীক দিয়ে। আপুনি এজন দালাল ধৰক।"

"আমাৰ গণতন্ত্ৰৰ অৱস্থা এনেকুৱাহে হৈছে? বাৰু মই কোন দালালক ধৰিম?"

"যদি ইচ্ছা কৰে ময়ে এজন দালাল নিয়োগ কৰিব পাৰিম যদি আপুনি বিশ্বাস কৰে।"

"মইনো টকা নোহোৱাকৈ দালাল ধৰি লাভ কি হব?"

"আপোনাৰ ইচ্ছা। অৱশ্যে টকা দিলে আপুনি চাকৰিটো পাব কাৰণ আপোনাৰ

পজিচন ভাল। আপোনাৰ পিছৰ চাবিজনৰো চাকৰি হ'ল। আপুনিও পাব।

"বাক মই ঘৰলৈ গৈ টকাৰ ব্যৱস্থা কৰো আপুনি সহায় কৰিবনে?"

"নিশ্চয়। মই আপোনাক সহায় কৰিম। ইন্সপেক্টৰৰ লগত মোৰ ভাল।" বন্ধু ইন্সপেক্টৰ অফিচৰ পৰা বৰ হতাশ মনেৰে ওলাই আহিল। তেওঁ আজিহে বিশ্বাস কৰিলে যে মানুহে কোৱা কথাবোৰ মিছা নহয়। দেশখন আজি দুৰ্নীতিত লিপ্ত হৈছে। তলমুৰা হৈ দুখ মনেৰে তেওঁ বাহাৰলৈ আহিল।



# (ওঠৰ)

কেইদিনমান পিছত বঞ্জু ঘৰলৈ বিষণ্ণ মনেৰে আহিল। বঞ্জুৰ বিষণ্ণ মন দেখি মাকে সুধিলে — "তোৰ কি হৈছে বোপা। কিয় মন মাৰি আছ?" বঞ্জুই লাহেকৈ ক'লে — "একো হোৱা নাই আই। মোৰ গা ভাল নহয়।"

"কি বেমাৰ হৈছে তোৰ বাচা? কচোন মই কবিৰাজক কৈ ঔষধ আনো।" আথে বেথে মাকে তেওঁক সোধে। তেওঁ মাকক সান্ত্বনা দি কয় — "মোৰ একো বেমাৰ হোৱা নাই আই, এনেয়ে গা গধুৰ লাগিছে। মটৰত আহোঁতে বহুত ধূলি, নাকে-মুখে সোমাইছে।

মাকৰ আগত দুখৰ কথা লুকাবৰ বাবেই তেনেকৈ ফাঁকি দিলে। মাকে যেন অলপ সকাহ পালে আৰু ক'লে — 'বৰষুণ নাই বাবে ৰাস্তাত ধূলি হৈছে। মটৰত ধূলি খালে পানী লগা বেমাৰ হয়। আজি ৰাতি মই আঠিয়াকলৰ বাকলি পুৰি কলাখাৰৰ আঞ্জা ৰান্ধিম; তপত তেলত নহৰু ভাজি, সেই তেলেৰে হাত ভৰি মালিচ কৰি দিম। নাক আৰু কাণৰ ভিতৰত সেই তেল ঘহিলেও উপকাৰ পাবি। মই এতিয়া অলপ ভাত ৰান্ধি দিওঁ, নিমখ তেলেৰে তপতে তপতে খালে ভাল পাবি।' এইবুলি কৈ মাকে পাকঘৰলৈ গৈ ভাত ৰান্ধিবলৈ ধৰিলে। বঞ্জুই তপত পানীৰে হাত-ভৰি ধুই ললে। মাকে ভাত বাঢ়ি দিলে। তেওঁ ভাত খাই উঠি পণ্ডিতৰ ঘৰলৈ খোজ ললে। পণ্ডিতেই তেওঁৰ নমস্য আৰু হিতৈষী ব্যক্তি বুলি তেওঁ ধৰি লৈছে। তেওঁৰ ওচৰলৈ গলেই বঞ্জুই সান্ত্বনা পায় আৰু মনত বলো পায়। সেইদেখি গুৱাহাটীৰ পৰা আহিলেই এবাৰ পণ্ডিতৰ ওচৰলৈ যায়।

বঞ্জুই আহি পণ্ডিতৰ ঘৰ পালে। পণ্ডিতে চোতালত বহি এখন চালনী বুই আছে। বঞ্জুক দেখি হাঁহি মাৰি সুধিলে — 'কেতিয়া আহিলা বঞ্জু?'

'দুপৰীয়াতে আহি পালো, চাৰ।'

ময়ো এই ডাঙৰ চালনীখন পৰহি দিনাৰে পৰা বুই আছো। আজি শেষ কৰিম। সৰু মাছ মাৰিবৰ বাবে চালনীখনৰ বৰ দৰ্কাৰ, খালত মাছ আছে; কাৱৈ, মাগুৰ মাছ। মেটেকা আছে খালটোত। এই চালনীখনেৰে মাৰিব পৰা যাব।'

'কেনেকৈ মাৰিব চাৰ?'

'চালনীখন মেটেকাৰ তলেৰে সোমাই দি দুজনে দুইমুৰে ধৰি দাঙি দিলে মেটেকাবোৰ চালনীত উঠিব আৰু চালনীখনৰ ওপৰত মেটেকা জোকাৰি জোকাৰি চালনীখনৰ পৰা বাহিৰত পেলাই দিলে মাছবোৰ চালনীত থাকি যাব। বহুত মাছ উঠে। উপেন আৰু মই দুয়ো ৰাতিপুৱাতে এই মাছ মৰা কাম কৰি মাছবোৰ ঘৰত জীয়াই ৰাখো আৰু সাতদিনমান খাই থাকো। আমাৰ মাছৰ অভাব নহয়।'

'বৰ বুদ্ধি কৰিছে চাৰ। আমাৰ খালতো মেটেকা দি এই কাম কৰাব লাগিব। আমাৰ ঘৰতো এনে ৰকমে ডাঙৰ ফুটাৰ চালনী তৈয়াৰ কৰি মাছ মৰাৰ দিহা দিব লাগিব।'

'তোমাৰ ভায়েৰাই এইবোৰ বাঁহ-বনৰ কাম জানে। তাকে কৰিবলৈ দিবা।'

এনেকৈ কৈ চালনীখনৰ বাও বাদ্ধি তেওঁ চালনীখন তৈয়াৰ কৰি চোতালত শুকাবলৈ দিলে। তাৰপিছত ঘৈণীয়েকক মাতিলে 'হেৰা উপেনৰ মাক ৰঞ্জু বোপা আহিছে; চাহ-জলপানৰ দিহা কৰা।'

গিৰিয়েকৰ মাত শুনি ঘৈণীয়েক সাবিত্ৰীয়ে চোতাললৈ ওলাই আহি হাঁহি মাৰি ৰঞ্জুক মাতিলে —'বোপা, কেতিয়া আহিলা?'

'মই দুপৰীয়াতে আহিছো বাইদেউ।'

'বহা বোপা। মই অলপ চাহ দিওঁ।'

এনেকৈ কৈ তেওঁ পাকঘৰ সোমাল। পণ্ডিতেও চোতালতে ৰঞ্জুক বহিব দি নিজেও চিয়াৰ আনি ৰঞ্জুৰ সমুখত বহিল। ৰঞ্জুই পণ্ডিতক ভৰিত ধৰি সেৱা কৰিলে। পণ্ডিতে মূৰত ধৰি আৰ্শীবাদ কৰিলে। তাৰপিছত সুধিলে — 'এতিয়া কিবা কৰিছানে বোপা?'

'একো কৰা নাই চাৰ। শিক্ষকৰ চাকৰিটো পালোহেঁতেন; পৰীক্ষা ভালে হৈছিল, কিন্তু টকা দিব লাগে চাৰ।'

'কিমান টকা?'

'পঞ্চাছ হেজাৰ চাৰ। উচ্চতৰ মাধ্যমিকত বিষয় শিক্ষক হ'ব লাগিলে বোলে সিমান টকা দিব লাগে। মইতো টকা দিব নোৱাৰিম চাৰ; গতিকে চাকৰিটো-নহব।'

'এটা শিক্ষক চাকৰিতো পঞ্চাছ হেজাৰ ভেটি দিব লাগে? কি দেশ হ'ল এইখন! এই দেশ অধঃপাতে গ'ল। পঞ্চাছ হেজাৰ ভেটি দিব পাৰিলেতো চাকৰিযে কৰিব নালাগে; সেই টকাৰে ব্যৱসায় এটাকে কৰিব পাৰি। ধনীৰ ল'ৰাৰ বাবেহে যেন চাকৰি। আজিকালি চাকৰি নোপোৱা দিন হ'ল। আমাৰ দিনত তেনে নাছিল। আজিকালি দেশখন দুৰ্নীতিত লিপ্ত হ'ল। এই দেশত শান্তি নাথাকিব। হায়! হায়! মহাত্মা গান্ধীৰ দেশ। সেই দিনত এই কথা জনাহেঁতেন বাপুজীয়ে নিজে মৰি থাকিলহেঁতেন, নাথুৰামে গুলিয়াই মাৰিব নালাগিলেহেঁতেন। তেওঁক গুলিয়াই মাৰি ভালে কৰিলে; এনে দুৰ্নীতিৰ কাৰবাৰবোৰ দেখিব নলগা হ'ল। হায় গান্ধীজি! হায় ভাৰতবৰ্ষ।!'

পণ্ডিতে দুখতে চকুলো টুকিলে। তেওঁ গান্ধী ভক্ত। স্বাধীনতাৰ আন্দোলনত সকলতে হাতত ত্ৰিৰঙ্গ পতাকালৈ সমদলত জয়ধ্বনি দিছিল — "ভাৰত মাতা কি জয়। মহাত্মা গান্ধী কি জয়।" সেই ভাৰতবৰ্ষ আৰু গান্ধীজীৰ কথা মনত কৰি এই দেশপ্ৰেমিক পণ্ডিতজনে চকুলো টুকিলে। দেশত আজি চাৰিওফালে অশান্তি, অনাচাৰ, ব্যভিচাৰ চলিছে। দুৰ্নীতিয়ে যেন নীতি হৈ পৰিছে। এনে শোকলগা অৱস্থা হ'ব বুলি তেওঁ ভবাই নাছিল।

'ইয়াৰ কাৰণেই লাখ লাখ মানুহে স্বাধীনতাৰ কাৰণে জীৱন আহুতি দিছিলনে? ইয়াৰ কাৰণেই তেওঁলোকে বৃটিছ চৰকাৰৰ গুলী বুকু পাতি লৈছিল নে?' পণ্ডিতৰ মনত দেশৰ দুখ-শোকে খুন্দা মাৰি ধৰিলে। চকুলো মচি আকৌ ক'লে — "কি কৰিবা বোপা! আজি আৰু সেই গান্ধীজিও নাই আৰু সেই ভাবতো নাই। সেই অসমো নাই আজিৰ শাসকসকলৰ সেই ত্যাগৰ ভাবো নাই। আজিকালিৰ নেতাসকলৰ তেতিয়া জন্মই হোৱা নাছিল; দেশৰ কথা বুজিব কি? দেশত আগৰ আদৰ্শ নাই। এওঁলোক ত্যাগী নহয় ভোগীহে। এওঁলোকে দেশৰ বাবে একো ত্যাগ কৰা নাই। দেশৰ সম্পদ ভোগহে কৰিব ধৰিছে। দেশখনৰ সম্পদ ভোগ কৰাহে যেন এওঁলোকৰ আদৰ্শ। ছিঃ ছিঃ দেশৰ আজিৰ নেতা আৰু আগৰ নেতাৰ আদৰ্শ একেবাৰে ওলোটা হ'ল।'

পণ্ডিতৰ মনৰ বেদনা প্ৰকাশ হোৱাত বঞ্জুই বৰ সুখ পালে। সঁচাকৈ এইজনা শিক্ষক প্ৰকৃত দেশপ্ৰেমিক। তেওঁক দেখি বঞ্জুৰ মনৰ গতি বদলি গ'ল। সাধাৰণ প্ৰাইমাৰী স্কুলৰ শিক্ষক এজনৰ মনত কেনে দেশপ্ৰেম আছে আজিহে তেওঁৰ উপলব্ধি হ'ল। সামান্য দৰমহাৰে এখন গৃহস্থী চলায়ো তেওঁ মন পবিত্ৰ কৰি ৰাখি দেশসেৱা কৰি আছে। পিতৃ ঋণ, গুৰু ঋণ আৰু দেশ ঋণ এই তিনিটা ঋণ তেওঁ পৰিশোধ কৰি যাব ধৰিছে। ভাৰতীয় সংস্কৃতি আৰু পৰম্পৰা ৰক্ষা কৰি গ্ৰাহস্থ্য ধৰ্ম পালন কৰি সহজ সৰল জীৱন যাপন কৰিছে। উচ্চ ভাব পোষণ কৰি অন্তৰত প্ৰশান্ত শান্তি লাভ কৰি জীৱন সুখময় কৰিছে। আজি সেই স্থিতপ্ৰজ্ঞ মনতো যেন বেদনাৰ জোৱাৰ উঠিছে। বঞ্জুৰ বিষদিত মনৰ গতি আজি বদলি গ'ল। একেথৰে শিক্ষকৰ মুখৰফালে চাই থাকিল। কিবা তত্বময় বাণীহে যেন শিক্ষকে প্ৰকাশ কৰিব, এনেভাৱ মনত লৈ তেওঁ একেথৰে চাই থকা দেখি পণ্ডিতে কৈ উঠিল —

'তুমি কি চাইছা বঞ্জু?'

'মই আপোনাকে চাইছো চাৰ।'

'মোক চাইছা কিয়?'

'আপোনাৰ এই সাধাৰণ জীৱনটোৰ মাজত কি মহৎ আদৰ্শ বৈ আছে, তাকে চাইছো চাৰ।'

'মোৰ আদৰ্শ? মোৰ মহৎ আদৰ্শৰ কি উমান পালা বঞ্জু?'

'মই আজিহে বুজি পালো চাৰ; একোজন সাধাৰণ মানুহৰ মনৰ মাজতো মহৎ আদৰ্শ লুকাই থাকিব পাৰে। মই অভিভূত হৈ গৈছো চাৰ।'

'তোমাৰ মনটো বৰ কোমল আৰু সৰল বঞ্জু। তুমি বিদ্বান হলেও নম্ৰ আৰু গৰীবৰ সন্তান হলেও মহৎ। আজি মই কৈছো বাচা, তুমি এদিন দেশৰ সু-নাগৰিক হবা।'

'মই যে বৰ দুৰ্বল চাৰ। মই যে বৰ নিঃকিন!'

'তোমাৰ দুৰ্বলতা তুমি ত্যাগ কৰা বঞ্জু। তোমাৰ কাৰণে দেশমাতৃয়ে সকাতৰে চাই আছে। দেশমাতৃৰ এই দুৰ্দশা দূৰ কৰিবলৈ তুমি দৃঢ় প্ৰতিজ্ঞ হোৱা। তুমি বুদ্ধিমান,

ধীমান, বিনয়ী আৰু কৰ্ত্তব্যপৰায়ণ। এজন মহৎ মানুহৰ যিবোৰ গুণৰ দৰকাৰ সেই আটাইবোৰে তোমাৰ আছে। তুমি মানসিক দুৰ্বলতা ত্যাগ কৰি দৃঢ় প্ৰতিজ্ঞ হৈ আগবাঢ়া তোমাৰ জয় অনিবাৰ্য্য।' শিক্ষকৰ এনে উৎসাহ বাণী শুনি বন্ধুৰ মনত বল আহিল। তেওঁ প্ৰশ্ন কৰিলে — 'মই এতিয়া শিক্ষিত নিবনুৱা হৈ পৰিছো চাৰ। মোৰ আই, পিতা, ভাই-ভনীক আজিও এটি টকাৰেও সহায় কৰিব পৰা নাই চাৰ।'

'চিন্তা নকৰিবা বোপা। ঈশ্বৰে সকলো কৰে। ঈশ্বৰৰ ইচ্ছাত তোমাৰ সকলো হ'ব — সময় আহক। অপেক্ষা কৰা।'

'টকা পঞ্চাছ হেজাৰ নিদিলে মোৰ চাকৰি নহব, চাকৰি নহলে টকা নাপাম আৰু টকা দিব নোৱাৰিলে মোৰ ঘৰখনৰ অৱস্থা কি হব ভাবি চাওক চাৰ। সেয়েহে মই হতাশ হৈ পৰিছো। আজিৰ দিনত আমাৰ ঘৰ-মাটি, গৰু-গাই, হাঁহ, পাৰ আদি সকলোবোৰ বস্তু বেচিলেও দহ হেজাৰ টকা নহব, তেনেস্থলত পঞ্চাছ হেজাৰ টকা মই যোগাৰ কৰিম কেনেকৈ চাৰ? মই নিৰুপায়।'

'তুমি হতাশ নহবা। তোমালোকৰ সকলো সম্পত্তি বেচিলেও যে দহ হেজাৰ টকা নহয়, এই কথা ঠিক। গতিকে ঘৰৰ সম্পত্তি বিক্ৰী কৰাৰ কোনো যুক্তি নাই। মা-দেউতাৰাকো মনোকষ্ট নিদিবা। তুমি এই চাকৰিৰ কথা এৰি দিয়া। তুমি চাকৰি কৰিব নালাগে।'

'তেনেহলে মই কি কৰিম চাৰ? কেনেকৈ মই জীৱন চলাম?'

'অকল চাকৰি কৰিয়ে মানুহে জীৱন চলোৱা নাই। তুমি মাষ্টাৰ ডিগ্ৰী লাভ কৰিও মাষ্টাৰ নহ'লা? চাকৰি কৰি চাকৰ হবৰহে মন মেলিছা? চাকৰ নহবা। আমি চাকৰি কৰি গোলামি কৰিছো, তুমি চৰকাৰৰ গোলাম নহবা। তুমি চাকৰ নহৈ মালিক হোৱা।'

'মই কিহৰ মালিক হম চাৰ?'

'তুমি দেশৰ, সমাজৰ মালিক হোৱা, মই তাকে কামনা কৰিছো। তোমাৰ দৰে চৰিত্ৰবান শিক্ষিত ডেকাই দেশৰ, চহৰৰ মালিক হলে দেশ আৰু জনসাধাৰণৰ মঙ্গল হ'ব। তুমি মনৰ দুৰ্বলতা, সংকীৰ্ণতা বিসৰ্জন দি বীৰৰ দৰে উঠা, জাগি উঠা; দেখিবা তোমাৰ অন্তৰ আত্মাৰ পৰা ভগবানে শক্তি দিব। শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰ যুদ্ধত অৰ্জুনক কোৱাৰ দৰে মই আজি তোমাক কৈছো — তুমি হৃদয়ৰ দুৰ্বলতা ত্যাগ কৰা। বীৰৰ দৰে সংসাৰ যুদ্ধত ধনুশৰ তুলি লোৱা। তুমি সিংহ, শিয়ালৰ দৰে ভীত নহবা। এবাৰ অৰ্জুনৰ দৰে হৃদয় দৌৰ্বল্য ত্যাগ কৰি শৰ সন্ধান কৰা, দেখিবা লক্ষ্য-লক্ষ্য পাপী কৌৰৱৰ সৈন্য ধৰাশায়ী হব। তুমি উঠা, তুমি জাগা বন্ধু। তুমি তোমাৰ শক্তিৰ উমান পোৱা নাই। হাতীয়ে নিজে নাজানে তাৰ গাত কিমান শক্তি আছে। সেইবাবেই এজন সামান্য মানুহে তাক চলাই লৈ ফুৰে। তুমি হাতীৰ দৰে নহবা, বাঘৰ দৰে হোৱা, সিংহৰ দৰে হোৱা। — নিজৰ শক্তি প্ৰদৰ্শন কৰা, দেখিবা, সমস্ত জঞ্জাল আঁতৰি যাব — সংসাৰৰ দুখ-যাতনা আপোনা-আপুনি পলাব। তুমি তোমাক সাজু কৰি লোৱা বন্ধু।

দেশৰ এই দুৰ্নীতি, দুৰাচাৰ দুৰীভূত কৰি দেশৰ মানুহক উদ্ধাৰ কৰা।'

'মই কেনেকৈ কি কৰিম চাৰ?'

'তুমি চাকৰিৰ চিন্তা বাদ দিয়া। তোমাৰ ঘৰ পিতেৰা আৰু ভাই-ভনীয়েৰাই চলাব। তুমি ভাবি লোৱা তোমাৰ কোনো নাই। তুমি দেশৰ এজন বগুৰা। দেশৰ মানুহেই তোমাৰ আই, পিতা, ভাই, ভনী। এই সকলক উদ্ধাৰ কৰিবলৈ তুমি কঁকালত টঙালি বান্ধি উঠা। দেখিবা তোমাৰ হৃদয়ত হাজাৰ বাঘৰ বল, লক্ষ সিংহৰ সাহসে ঠাই লব। দেশমাতৃক সেৱা কৰি, ঈশ্বৰৰ নামত শপত খোৱা, দেখিবা ঈশ্বৰে তোমাক শক্তি বল, বুদ্ধি দিব। তুমি উঠা, তুমি জাগা বঞ্জু, তুমি দেশক চোৱা।'

শিক্ষকৰ এনে উদ্দীপনা বাণী শুনি বঞ্জুৰ হৃদয় দৌৰ্বল্য আঁতৰি গ'ল। তেওঁৰ অন্তৰত উত্তেজনা আৰু সাহসে ঠাই ল'লে। তেওঁৰ চকুত আনন্দৰ চকুলো ওলাল। দুগালেৰে দুধাৰী চকুলো বোৱাই তেওঁ শিক্ষকক আহি ভৰিত ধৰি সেৱা কৰি ক'লে—

"আজি মোৰ জীৱনৰ পৰিবৰ্ত্তনৰ এটা পবিত্ৰ দিন। মই আপোনাৰ চৰণ চুই প্ৰতিজ্ঞা কৰিলো চাৰ, মই আৰু চাকৰি নিবিচাৰো, মই মোৰ দেশৰ দুৰ্নীতি দূৰ কৰিবলৈ প্ৰাণ-পণে চেষ্টা কৰিম।

বঞ্জুৰ মূৰত ধৰি তুলি লৈ পণ্ডিতে ক'লে — "আজিহে মই অন্তৰত মহাসুখ লাভ কৰিছো। মোৰ প্ৰিয় ছাত্ৰ বঞ্জুই আজি নিজক চিনি পালে। মই আশীৰ্বাদ কৰিছো বাচা, তুমি বিজয়ী হোৱা।"

এনেতে পাকঘৰৰ পৰা চাহ-পিঠা লৈ সাবিত্ৰীয়ে দুয়োৰো মাজত দি গ'ল। দুয়ো মুখামুখিকৈ বহি চাহ খাব আৰম্ভ কৰিলে। নীৰৱে চাহ খাই কিছুসময় পিছত বঞ্জুই সুধিলে — 'মই এতিয়া কি কৰিম চাৰ?'

'তুমি এতিয়া কোনো বাতৰি কাকতৰ সংবাদদাতা হোৱা, দেশৰ বিভিন্ন ঠাইৰ সঁচা বাতৰিবোৰ পৰিবেশন কৰা, কোনো স্বাৰ্থৰ বশৱৰ্ত্তী হৈ সত্য গোপন নকৰিবা। টকাৰ লোভত মিছা বাতৰি নিদিবা। সত্য আৰু নিৰপেক্ষ বাতৰি দিবা। জনসাধাৰণে, যাতে দেশৰ আচল খবৰবোৰ জানে।'

'বাতৰি কাকতৰ সংবাদদাতা হলে কি হব চাৰ?'

আজিকালি গণতন্ত্ৰৰ যুগত বাতৰি কাকতবোৰ হ'ল ৰজা ভঙা পতা কৰা আচল যন্ত্ৰ। তুমি ৰজা নহলেও ৰজা পতা লোক হোৱা। বাতৰি কাকতেহে জনমত গঠন কৰে আৰু জনমত অধিক হলেহে ৰাজনৈতিক দলে চৰকাৰ গঠন কৰিব পাৰে। সেইবাবে সকলো দল আৰু চৰকাৰে বাতৰি কাকতক ভয় কৰে। তুমি চৰকাৰ ভঙা পতা কৰা লোক হোৱা দেখিবা তোমাক চৰকাৰে কিমান ভয় কৰিব। তাৰ উপৰি সত্য বাতৰি পৰিবেশন কৰিব পাৰিলে বাতৰি কাকতৰ মালিকেও তোমাক ভাল দৰমহা আৰু সা-সুবিধা দিব। ভেটি নিদিয়াকৈ চাকৰি বাতৰি কাকততহে হব। তুমি বাতৰি কাকতৰ সংবাদদাতা হোৱাগৈ।'

'আপোনাৰ কথা শিৰোধাৰ্য্য কৰি মই কাইলৈয়ে গুৱাহাটীলৈ যাম চাৰ। মোৰ

জীৱনৰ গতিপথ বদলি গ'ল চাৰ। আপোনাৰ উপদেশে মোৰ মনত অসীম বল দিলে। এতিয়া আৰু মই চৰকাৰী চাকৰিৰ কথা নেভাবো। স্বাধীন হ'বলৈ চেষ্টা কৰিম।' এনেভাৱে চাহ খাই উঠি শিক্ষকক নমস্কাৰ জনাই বঞ্জু ঘৰলৈ ফিৰিল।

সাবিত্ৰীয়ে গিৰিয়েকৰ ওচৰলৈ আহি ক'লে — 'আপুনি আজি বঞ্জুক বৰ ডাঙৰ কথা ক'লে। যদি চাকৰি নকৰে তেন্তে ইমান বিদ্যা-বুদ্ধি লাভ কৰি কি ফল হ'ব।'

'তুমি কি বুজিবা উপেনৰ মাক। বঞ্জু সামান্য ল'ৰা নহয়, তাৰ ভিতৰত বহুত সৎ গুণ আছে আৰু মগজুত অনেক বুদ্ধি আছে। কোনেও তাক সেই কথা আঙুলিয়াই দিয়া নাই বাবে চাকৰি চাকৰি কৰি হাহাকাৰ কৰি ফুৰিছে। এইবাৰ দেখিবা চাকৰি বিচাৰি হাবাথুৰি খোৱা বঞ্জুই কি ডাঙৰ কাম কৰে। মই তাৰ প্ৰতিভাৰ উমান পাওঁ। দেখিবা সি এদিন দেশৰ এজন বিখ্যাত ব্যক্তি হ'ব।' ৰাতি ভাত-খোৱা সময়ত মাকে সুধিলে — 'বোপা। তোৰ বোলে মাষ্টৰ চাকৰি হোৱা কথা আছিল, পিছে কি হ'ল?'

'মই মাষ্টৰ চাকৰি নকৰো আই, মই অন্য চাকৰিহে কৰিম?'

'মাষ্টৰ চাকৰিত ধনো আছে আৰু মানো আছে। কিয় নকৰা?'

'আজিকালি মাষ্টৰ হ'ব লাগিলে ত্ৰিশ-চল্লিছ আনকি পঞ্চাছ হেজাৰ টকা ভেটি দিব লাগে। মই ভেটি দি চাকৰি নলওঁ।' আঞ্জাৰ বাতিত অলপ আঞ্জা আৰু মাছ এডোখৰ দি মাকে সুধিলে — 'ভেটি নিদিলে আজিকালি কোনেও চাকৰি নাপায়। গতিকে ভেটি দিবই লাগিব। পিছে কিয়নো ইমান ভেটি লয়? কি হিচাবে লয়?'

'এবছৰৰ দৰমহা আগধৰি ভেটি দিব লাগে, অৰ্থাৎ মাহে তিনি হেজাৰ টকা দৰমহা পালে বাৰ মাহত একুৰি যোল্ল হেজাৰ টকা হয়। গতিকে চল্লিছ হেজাৰ টকা ভেটি দিব লাগে।'

'বাপৰে বাপ দুইকুৰি হাজাৰ টকা দিব লাগে। আমাৰ চৈধ্য পুৰুষৰ দিনতো ইমান টকা নাছিল। আমি ক'ৰপৰা দিম বোপা?'

'সেইবাবেই চৰকাৰী চাকৰি নকৰো। মই বাতৰি কাকতত কাম কৰিম, তাত বৰ্ত্তমানলৈ টকাৰ লেনদেন নাই।'

'দৰমহা কিমান দিব?'

'দৰমহা কম, কিন্তু স্বাধীনতা আছে। দেশৰো ভাল কৰিব পাৰি।'

'দেশৰ ভাল কৰিব পাৰিলে দৰমহা কম হ'লেও কথা নাই বোপা। আজিকালি দেশখন একেবাৰে বেয়া হৈছে। বস্তু-বাহানিৰ ইমান জুই চাই দাম। একিলো চাউলত দহ টকা, একিলো মাটিমাহৰ দালিত কুৰি টকা, একিলো নিমখত দুই টকা, একিলো চেনিত পোন্ধৰ টকা, ১ লিটাৰ তেলত দুইকুৰি টকা। দুখীয়া নিছলা মানুহ খবই নোৱাৰা হৈছে। যদি কিবা কৰি বস্তুৰ দৰ কমাব পাৰি তেনে চাকৰিহে কৰ বোপা; দৰমহা লাগে কমেই হ'ক।'

'তাকেই কৰিম আই, দৰমহা কম হ'লেও দেশৰ মানুহৰ উপকাৰ হোৱা

চাকৰিহে কৰিম।'

'তাকে কৰ বাচা, মাইজৰ আশীৰ্বাদ পাবি।'

মাকৰ মনৰ কথা বুজিব পাৰি বঙুৰ আনন্দ লাগিল। মাকৰ আশীৰ্বাদ পাই তেওঁৰ মনত হাতীৰ বল আহিল। শিক্ষকৰ উপদেশ আৰু মাকৰ আশীৰ্বাদ পাই বঙুৱে মন স্থিৰ কৰি ল'লে আৰু শিক্ষক চাকৰিৰ ধান্দা একেবাৰে বাদ দিলে।

পিছদিনা ৰাতিপুৱা খাই বৈ উঠি বঙুই জালুকবাৰীলৈ আহিল। আবেলি পৰত তেওঁ গুৱাহাটীলৈ গ'ল আৰু বাতৰি কাকতৰ অফিচ বিচাৰিলে।

সেইদিনৰ পৰাই তেওঁ বাতৰি কাকতৰ অফিচে অফিচে ঘূৰি ফুৰিব ধৰিছে।



## (উনৈছ)

গুৱাহাটীৰ এখন দৈনিক বাতৰি কাকতৰ অফিচত বঙ্কুই এটা চাকৰি পালে। দৰমহা কম যদিও দায়িত্বপূৰ্ণ। তেওঁৰ মনে কাম কৰি যাব ধৰিলে। প্ৰথমে কামৰ প্ৰশিক্ষণ লব লাগে। তেওঁ প্ৰশিক্ষণ ল'লে। এই খবৰ জনাই এখন চিঠি লিখিলে প্ৰবীণ হাজৰিকালৈ।

কেইদিনমান পিছত বঙ্কুই এখন চিঠি আৰু মণিঅৰ্ডাৰ এখন পালে। প্ৰবীণে পাঁচশ টকা বঙ্কুলৈ পঠাইছে। তেওঁ চিঠিত লিখিছে।

প্ৰিয় বৰুৱা; আপোনাৰ চিঠি পাই নথৈ আনন্দিত হ'লো। সি যি কি নহওক; আপুনি এটা ভাল চাকৰি পালে। মই সুখী হৈছো যে এইবাৰহে আপুনি আচল পথ পালে। নিজৰ আৰু দেশৰ কিছু উপকাৰ কৰিব পাৰিব। আপোনাৰ ঘৰৰ খবৰ জনাব। মই চাকৰি জীৱনৰ প্ৰথম দৰমহাৰ পৰা আপোনালৈ পাঁচশ টকা পঠালো। এইদৰেই মাহে মাহে পাঁচশ টকা পঠাম। আপোনাৰ কিবা অসুবিধা হ'লেই জনাব। মই এতিয়া বৰ ব্যস্ত হৈ আছো বৰুৱা। ইয়াত ছমাহমান শিকাৰ পিছত দেৰগাঁৱলৈ প্ৰশিক্ষণৰ বাবে যাব লাগিব। আপোনাৰ পৰা খবৰ বাতৰি পাই থাকিম বুলি আশা কৰিলো। মোৰ আৰু ঘৰৰ খবৰ ভাল। নমস্কাৰ।

ইতি

আপোনাৰ বন্ধু

শ্ৰীপ্ৰবীণ হাজৰিকা

ডি. এচ. পি. নগাঁও

নগাঁও জিলা পুলিচ অফিচ

চিঠিখন পাই বঙ্কুৰ বৰ আনন্দ লাগিল। সঁচাকৈ প্ৰবীণ হাজৰিকা প্ৰকৃত বন্ধু। তেওঁৰ কথা আৰু কামৰ মিল আছে। আনন্দমনে চিঠিখন আৰু টকাখিনি জেপত ভৰাই থৈ তেওঁ বিছনাত বাগৰ দিলে। মনত নানা চিন্তা ভাবনাই ঠাই পালে। তেওঁ টিউচন এৰি দিলে আৰু নতুন চাকৰিত সোমাল। এই দৰমহাৰে তেওঁ কোনোমতে খোৱা লোৱাখিনি কৰিব পাৰিব। গতিকে বন্ধুৰ টকাখিনি ঘৰলৈকে পঠোৱা ভাল হ'ব। তেওঁ সিদ্ধান্ত কৰিলে যে প্ৰতিমাহে প্ৰবীণৰ টকা পাঁচশ এনেদৰে ঘৰলৈ পঠাই দিব।

তেওঁ পোষ্ট অফিচলৈ গৈ টকা পাঁচশ ঘৰলৈ মণিঅৰ্ডাৰ কৰিলে মায়াৰ নামত। ৰাতি ভাত খাই উঠি বিছনাত বাগৰ দি ভাবি থাকিল — কি উপায়েনো তেওঁ নিজৰ চাকৰিটো বজাই ৰাখি ঘৰলৈ অধিক টকা পঠাব পাৰে আৰু তাৰ দ্বাৰা কেনেকৈ ভায়েক আৰু ভনীয়েকৰ কাৰবাৰখন বহল কৰি ঘৰখন চলাব পাৰে। এই চিন্তাই বহু ৰাতিলৈ তেওঁৰ টোপনিত ব্যাঘাত জন্মালে। পিছদিনা ৰাতিপুৱা উঠি দেখিলে যে আঠোটা

বাজিছে। খৰধৰকৈ তেওঁ ভাতকেইটামান খাই গুৱাহাটীলৈ যাবৰ বাবে সাতমাইল বজাৰৰ চকত কেণ্টাৰ এখনত উঠিল।

কেইদিনমান পাছৰ কথা। আবেলি পৰত পুখুৰীৰ পাৰত বহি মায়াই হাঁহবোৰ চাই আছে। পুখুৰীৰ পানীত হাঁহবোৰে তামাচা কৰি সাঁতুৰি-নাদুৰি আছে। মায়াৰ ভাল লাগি গ'ল। হাঁহবোৰ কি ৰঙিয়াল। ঘূৰি ঘূৰি ফুৰে আৰু ডুব মাৰি বহু সময় পানীৰ তলত থাকি হঠাতে দূৰৈত গৈ উঠে। এটাক দেখি গোটেইবোৰে পাখি কোবাই ডুব মাৰে আৰু ওলায়। দেখি মায়াৰ ভাল লাগি যায়। এনেভাৱে কিছুসময় হাঁহৰ সাঁতোৰ-নাদোৰ দেখি ৰংমনে থকাৰ পাছত হঠাতে মনত এটা খেদ ভাব আহিল। তাইৰ মনত দুখ ভাব আহিল। এনে ধুনীয়া হাঁহজাকৰ মাজৰ পৰা কেইবাটাও হাঁহ বিক্ৰী কৰি কলেজৰ পৰীক্ষাৰ ফিজ দিব লাগিব। কি সতেৰেনো এনে ধুনীয়া হাঁহ তাই বিক্ৰী কৰিব। তাইৰ বৰ দুখ লাগিল। দুখ মনে তাই গালত হাত দি পুখুৰীৰ ফালে চাই থাকিল। এনেতে গৰুক দানা খুৱাই আহি ভূপেনে তাইৰ পিছফালে থিয় হৈ মাত লগালে — "তোৰ কি হৈছে মায়া? কিয় গালে-মুখে হাত দি আছ?"

'একো হোৱা নাই সৰু দাদা। এনেয়ে আছো।'

'নহয়! তোৰ কিবা হৈছে। কচোন কি হৈছে?'

'এনে ধুনীয়া হাঁহ কিছুমান মই বিক্ৰী কৰিব লাগিব।'

'কিয়?'

'কলেজৰ পৰীক্ষাৰ ফিজ দিবলৈ।'

'তাৰ কাৰণে চিন্তা নকৰিবি। মই ডাঙৰ দমৰা এটা বিক্ৰী কৰিম বুলি ভাবিছো। তোৰ আৰু মোৰ দুয়োৰো ফিজ দিব পাৰিম।'

'কিমান টকাত?'

'এহেজাৰ টকাত। অহা বছৰলৈ ৰাখিলে অৱশ্যে দুই হেজাৰ টকা অনায়াসে পালোহেঁতেন; কিন্তু এইবাৰ বাধ্য হৈ বেচিব লাগিব। হওক তথাপি। ইংৰাজীত এটা কথা আছে নহয় —

"নেচেচিটি নোজ নো ৰাত।" আৱশ্যকতাই কিন্তু একো নেজানে।

'তোমাৰ দমৰাটো বেচিব নেলাগে সৰু দাদা, মোৰ হাঁহকে বেচি দিম আৰু দুয়োৰো ফিজ দিম। হাঁহবোৰে কণীও পাৰিব এৰিছে। গতিকে দমৰা নেবেচি হাঁহ বেচাহে ভাল হ'ব।'

'তোৰ হাঁহে কণী নিদিয়া হৈছে মোৰ দমৰাই জানো পোৱালি দিব? কণী নিদিয়া হাঁহ বেচাতকৈ গাৰীৰ নিদিয়া দমৰা বেচাই ভাল। দানা দি দি কিমান ৰাখিম? বেচি দিম।'

'হলেওতো তোমাক মই ধাৰ শুজিব লাগিব; গতিকে হাঁহ বেচিব লাগিবই।'

'ঘৰৰ বস্তু বা টকা ঘৰৰ মানুহে নিলে কি ধাৰ হয়?'

'মোৰ ব্যৱসায় হাঁহৰ আৰু তোমাৰ ব্যৱসায় গৰুৰ। ব্যৱসায়ৰ বস্তু ঘৰৰ বস্তু

নহয়। ব্যৱসায়ত হিচাপ ঠিক থাকিবই লাগিব। দেখা নাই মাৰোৱাৰী ব্যৱসায়ীসকলে ঘৰত গলে কিমান খুৱাইয় কিন্তু দোকানত একাপ চাহো নিদিয়ে? কিয় জানা? দোকান তেওঁৰ ব্যৱসায়ৰ ঘৰ, বাসগৃহ নহয়। আমিও সেই আদর্শ লব লাগিব। মই ধাৰ শুজিব লাগিবই।'

'তই মোক আজি ব্যৱসায়ৰ আচল নিয়ম শিকালি। সঁচাকৈ ব্যৱসায়ত এনে ৰকম লেনদেন হ'লে ঋণ বুলি ধৰি পৰিশোধ কৰিবই লাগে। বাৰু ধাৰ তই পিছত শুজিলেও হব। হাঁহে কণী পাৰিলে ধাৰ শুজি থাকিবি পৰ্য্যায় ক্রমে। বর্তমান মই দমৰাটো বেচিয়ে দুয়োৰো ফিজ দিম।'

'বাৰু ভাবি চাওঁ ধাৰ কৰো নে নকৰো।'

এনেকৈ কৈ তাই উঠিল। ভুপেনেও ফিৰি আহিল। দুয়ো আহি চোতাল পালে। হেন সময়তে পিয়নে এখন মণিঅর্ডাৰ আনি মায়াৰ হাতত দিলে আৰু ক'লে —"এই কাগজত চহী কৰি আপুনি টকা পাঁচশ লওক। আপোনাৰ দদায়েকে পঠাইছে।' পিয়নৰ বহীত চহী কৰি টকা পাঁচশ লৈ পিয়নক বিদায় দিলে। পিয়নজন যোৱাৰ পিছত ভুপেনক ক'লে — 'সৰু দাদা। আমাৰ ফিজৰ আধা টকা ডাঙৰ দাদাই পঠাই দিলেই, এতিয়া বাকী চাৰিশ টকা বেঙ্কৰ মোৰ পাছ বুকৰ পৰা উঠালেই হব; একো বেচিব নেলাগে। আজি যে কিমান আনন্দ লাগিছে। আমাৰ আচল দৰকাৰৰ সময়তে ডাঙৰ দাদাই টকা পঠাই দিলে। ডাঙৰ দাদাৰ এই পাঁচশ টকা হেজাৰতকৈও অধিক আজি আমাৰ মনত।'

'এৰা আৱশ্যকৰ সময়ত পালে কম টকাৰো অধিক মুল্য হয়। দাদাৰ এই টকা আমাৰ মনত লাখ টকাৰ সমান।'

'ডাঙৰ দাদাই বোধহয় প্রথম মাহৰ দৰমহাকে মোলৈ পঠাই দিলে। এই টকা পিতাৰ হাতত দিলে কিমান আনন্দ পাব। এই টকা পিতাৰ হাততহে দিম সৰু দাদা, পিছত ফিজ দিম বুলি কম।'

সাধাৰণতে জীয়েকে পিতাকৰ কথা আগে ভাবে আৰু পুতেকে মাকৰ কথা আগতে ভাবে। ই মানুহৰ স্বভাৱজাত মনোবৃত্তি।

'নহয়, এই টকা আইৰ হাততহে দিয়া ভাল। কাৰণ ডাঙৰ পুতেকৰ অৰ্জনৰ প্রথম ধন মাকে পোৱাহে উচিত। আইৰ হাততেই দেগৈ।'

'অবশ্যে! আয়ে কোনোদিন পাঁচশ টকা একেলগে পোৱা নাই।' 'এই পাঁচশ পালে অপাৰ আনন্দ পাব। তাতে ডাঙৰ পুতেকৰ অর্জন। মই এতিয়াই আইৰ হাতত দিমগৈ।' মায়া ঘৰৰ ভিতৰ সোমাই যোৱাত মাকে সুধিলে —

'পিয়ন কিয় আহিছিল মায়া?'

'ডাঙৰ দাদাৰ চিঠি আৰু টকা লৈ আহিছিল।'

'বোপা ভালে আছেনে? মাতচোন চিঠিখন।'

'আগতে টকাখিনি লা।'

'টকা পিছতো লম। চিঠিখন মাত। বোপাৰ খবৰ আগতে দে, পিছতো টকা দিবি।' মাকবিলাকে পুতেকবোৰৰ পৰা ধন নিবিচাৰে, পুতেকৰ মঙ্গলহে বিচাৰে, মায়াই মণিঅৰ্ডাৰখন পঢ়িলে — 'মৰমৰ মায়া, টকা পাঁচশ পঠালো, মই ভালে আছো।

'বোপা ভালে আছে, সেয়ে মোৰ আনন্দ। বাচাক ঈশ্বৰে ভালে ৰাখক। মোক টকা নেলাগে বোপাকহে লাগে। বোপা ভালে আছে যেতিয়া মোক আৰু একো নেলাগে।'

হাঁহি মাৰি মায়াই ক'লে — 'তোৰ ডাঙৰ পুতেৰে দৰমহাৰ টকা পঠাইছে।' কিমান আনন্দৰ কথা। তোৰ জানো ভাল লগা নাই আই?'

'ভাল লাগিছে। বোপাই টকা পঠাইছে, কিন্তু সি যে ভালে আছে সেই আনন্দ মোৰ বাবে বেছি আনন্দ।'

'টকাতকৈ পুতেৰকহে বেছি ভাল পাৱ?' হাঁহি মাৰি ঠাট্টা কৰে তাই।

'মাক হ'লেহে বুজিবি সন্তানৰ প্ৰতি মাকৰ কি মৰম।' মাকৰ কথা শুনি মায়া লাজত পৰে। টকাখিনি মাকলৈ আগবঢ়াই দি ক'লে — 'ধৰ আই দাদাৰ টকা পাঁচশ।'

মাকে ক'লে — 'টকা মই কি কৰিম, আগতে তইঁতে কি লাগে কিনি ল, পিছত ৰ'লে মোক দিবি।'

'তথাপি তই লচোন আই।' ভূপেনে কয়।'

'দে তেনেহ'লে।' মাকে হাত পাতে আৰু মায়াই টকা পাঁচশ মাকৰ হাতত দিয়ে। টকাখিনি লৈ মাকে হাঁহি মাৰি কয় — 'মোৰ বোপাই প্ৰথমে প্ৰথমে ঘৰলৈ টকা পঠাইছে। কিযে আনন্দৰ কথা। আজি ৰাতি পিতেৰা আহিলে টকাখিনি দিম আৰু কম আমাৰ বোপাই দৰমহাৰ টকা দিছে। পিতেৰাই কিমান যে ভাল পাব। পাঁচশ টকা। ইমান টকা। মিচিকিয়া হাঁহি মাৰি মাকে টকাখিনি লৈ ঘৰৰ ভিতৰলৈ গ'ল। ভূপেনে হাঁহি মাৰি ক'লে — 'ডাঙৰ পুতেৰাই টকা পঠাইছে বাবে সৰু পুতেৰাক পাহৰিয়ে গলি আই? আবেলিৰ চাহটোপাও মই নেপাওঁনে?' এনেতে মায়াই হাঁহি মাৰি ক'লে — 'ডাঙৰ পুতেকৰ টকা পায় আয়ে আমাক পাহৰিয়েই গ'ল।"

"নেপাহৰো ৰ'হ। চাহ হৈয়ে আছে — দুয়োকো দিওঁ বহি থাক।" হাঁহি মাৰি তেনেকৈ কৈ তেওঁ ভিতৰ সোমাই পাকঘৰলৈ গ'ল।

চাহ-জলপান খাই মায়া আৰু ভূপেনে যেতিয়া বাৰীলৈ ওলাই যায় তেতিয়া চাকা (সূৰ্য) পাতত বহিছে।

## (বিছ)

বিশ্ববিদ্যালয়ৰ পৰা ওলাই গৈয়ে জগদীশে শাসক দলত যোগ দিছে। ৰাজনৈতিক চিন্তা চৰ্চ্চাৰ জৰিয়তে জীৱনৰ ঐহিক দিশত স্বচ্ছলতা আনিবৰ বাবে এই যুগত ৰাজনীতিয়ে উত্তম উপায় হৈ উঠিছে। কুৰি শতিকাৰ শেষ ভাগত বিশেষভাৱে এই দিশত দেশৰ ডেকাসকলে মনোনিৱেশ কৰা দেখা গৈছে। ৰাজনীতি এটা ব্যবসায়ত পৰিণত হৈছে। এই যুগত ৰাজনীতিকো এটা ব্যৱসায় ৰূপে চৰকাৰে স্বীকৃতি দিছে। গতিকে জগদীশ্ শইকীয়াকে আদি কৰি ৰাজেন গঁগৈহঁতে সক্ৰিয় ৰাজনীতিত যোগ দি শাসক দলক শক্তিশালী ৰাজনৈতিক দল হিচাপে গঢ়ি তুলিবলৈ যত্ন কৰিছে। ইয়াৰ কাৰণে নানা কূট কৌশল কৰি মানুহক হাত কৰি দলক শক্তিশালী কৰি গঢ়ি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিব ধৰিছে। ঠিকাদাৰসকলক ঠিকা-ঠুকলি দি হাত কৰিছে আৰু লগতে মুনাফাও আদায় কৰিছে। চাকৰিয়ালসকলক ভেটি-ভুটা খোৱাত নানা ৰকমে কৌশল উলিয়াই দিছে আৰু নিজেও তাৰ অংশ লৈছে। চাকৰি বিচৰা লোকসকলৰ পৰা টকা-পইচা গ্ৰহণ কৰিছে। চাকৰি দিম বুলি প্ৰতিশ্ৰুতি দি চাকৰিৰ দালালী কৰিছে। নিৰ্বাচনৰ সময়ত প্ৰাৰ্থীৰ পৰা টকা লৈছে, আনফালে দলৰ পৰা প্ৰাৰ্থীক প্ৰভূত পৰিমাণে ধন আদায় কৰি দি নিৰ্বাচনত সহায় কৰিছে। প্ৰাৰ্থীৰ হৈ ভোটাৰসকলক টকা দি মন ঘূৰাই লৈ প্ৰাৰ্থীক জয়লাভ কৰাইছে। মন্ত্ৰীসকলৰ বাবে নানা মেল মিটিং কৰি মানুহ গোটাইছে। মন্ত্ৰীৰ পিছে পিছে লাগি থাকি জনসাধাৰণৰ মনত একোজন ৰাজনৈতিক নেতা হিচাপে পৰিগণিত হ'বলৈ চেষ্টা কৰি আছে। কুৰি শতিকাৰ শেষ দুই দশকত ভাৰতৰ বিশেষকৈ অসমৰ ৰাজনৈতিক আকাশত বহু গ্ৰহ-নক্ষত্ৰৰ উদয় হৈছে আৰু অনেক পপীয়া তৰাবো উজান উঠিছে। ৰাতিটোৰ ভিতৰতে ক'তজন পপীয়া তৰা সদৃশ পালী নেতাই ইদলৰ পৰা সিদললৈ বাগৰ সলাই ৰাজনৈতিক আকাশত বিশৃঙ্খলতাৰ সৃষ্টি কৰিছে তাৰ সীমা নাইকিয়া হৈছে। জনসাধাৰণৰ মনৰ স্থিৰতা নাইকিয়া হৈ পৰিছে। ৰাজনৈতিক নেতাৰ মনৰ সততা নাই, কেৱল ক্ষমতা আৰু ধন সংগ্ৰহ কৰাই যেন ৰাজনীতিৰ উদ্দেশ্য হৈ পৰিছে; জনসাধাৰণৰ কল্যাণ কামনা নাই কেৱল নিজৰ কল্যাণ কামনাৰহে অহৰহ চিন্তা। ৰাজভাণ্ডাৰ লুটাই যেন ৰাজনৈতিক নেতাৰ জীৱনৰ উদ্দেশ্য হৈ পৰিছে। নেতাসকল বেপাৰী হৈ পৰিছে, প্ৰকৃত শাসক হ'ব পৰা নাই। এই ধন লুটা কামত এক শ্ৰেণী দালালে সহায় কৰিছে। নানা অজুহাত উলিয়াই ৰাইজৰ ধন লুটিছে। আনকি এল. ও. চি নোহোৱাকৈ অনেক কোটি টকা লুট কৰা কাৰবাৰ চলিছে। 'চেয়াৰ' কেলেঙ্কাৰীত মন্ত্ৰীও জড়িত হৈ পৰিছে। কৌটি কৌটি ধন আত্মসাৎ কৰিছে। ৰাইজৰ মঙ্গলৰ অৰ্থে নিৰ্দ্ধাৰিত কৰা প্লেনৰ টকাও আত্মসাৎ কৰিছে। ৰাস্তা-ঘাট, শিক্ষা, পানী, লাইট আদিৰ বাবে নিৰ্দ্ধাৰিত ধন নিশেষ কৰিছে বাবে কোনো ৰাজহুৱা জনহিতকৰ

কাম কৰিব পৰা নাই। ধন লুটাই যেন আজিৰ ৰাজনীতি। ইফালে ৰাইজৰ মনতো অনীতিয়ে নীতি হৈ পৰিছে। বৰ্ত্তমান কাল যেন অনীতি অনাচাৰৰ কাল। উচিত বিচাৰ নাই। ন্যায় বিচাৰ নাই। আইন আদালতবোৰত ৰাজনৈতিক নেতাৰ ভ্ৰষ্টাচাৰৰ কোনো বিচাৰ কৰিবৰ সাহস নোহোৱা হৈছে।

দুৰ্নীতিয়ে দুষ্কাৰ্য্য মাতে। দুৰ্নীতিৰ ফলত দুষ্কাৰ্য্যবোৰ সংঘটিত হ'ব ধৰিলে। হত্যা, লুণ্ঠন, ধৰ্ষণৰ কাহিনী দৈনিক বাতৰি কাকতবোৰত প্ৰকাশ পাব ধৰিলে। মানুহৰ মানসিক চিন্তাৰ ভাৱসাম্য হেৰাই গ'ল। বিক্ষুব্ধ চিন্তা আৰু ক্ষোভে মানুহৰ মন ক্ষোভিত কৰি তুলিলে।

সৎ মানুহৰ আদৰ্শ হাঁহিয়াতৰ বস্তু হৈ পৰিল; অসৎ লোকৰ অসৎ চিন্তাই সমাজ জীৱনৰ চিন্তাৰ মাফকাঠি হ'ল। সজ্জনৰ স্থান সমাজত নাইকিয়া হ'ব ধৰিলে; দুৰ্জ্জনৰ ৰাজত্ব চলিল সমাজত। দুৰ্নীতি দুষ্কাৰ্য্যই চানি ধৰিলে সমাজ।

ধন আহৰণহে যেন জীৱনৰ উদ্দেশ্য হৈ পৰিল। ধনৰ বাবে নিৰীহ লোকক হত্যা কৰা হ'ল; ধনৰ বাবে নেতাই জনতাক ঠগিব ধৰিলে। চৰিত্ৰহীন দুৰ্নীতি পৰায়ণ লোক ধনৰ বাবে ৰাজনৈতিক নেতা হ'ব ধৰিলে। এই পাপাচাৰে দেশ, জাতি, সমাজ কলুষিত কৰিলে। এই দুৰ্নীতিৰ ফলস্বৰূপে সন্ত্ৰাসবাদৰ সৃষ্টি হ'ল। নিৰ্ব্বিচাৰে হত্যা, লুণ্ঠন, ধৰ্ষণ, অপহৰণ আৰু ঘৰত অগ্নিসংযোগ চলিল। সন্ত্ৰাসত মানুহ ভীত সংকুচিত হৈ ফুৰিব ধৰিলে। গুলী-বাৰুদ, বন্দুক, পিস্তল দুবৃত্তৰ হাতে হাতে হ'ল। ফলত চৰকাৰ অস্থিৰ হৈ পৰিল। এনেহেন নীতিহীন যুগত অসৎ মনোবৃত্তিৰ লোকে ৰাজপাত দখল কৰি ভোগ সুখত নিমগ্ন হৈ পৰিল।

ইয়াৰে সুযোগ ল'লে জগদীশ শইকীয়াইতে। ৰাজনৈতিক দলত যোগ দি বিনাশ্ৰমে ধন সংগ্ৰহৰ সুযোগ গ্ৰহণ কৰিলে। বৰ্ত্তমান জগদীশৰ দল চৰকাৰৰ সোঁহাত স্বৰূপ হৈ পৰিছে। চৰকাৰী পৃষ্ঠপোষকতা লাভ কৰি জগদীশহঁত যথেষ্ট ধনশালী হৈ উঠিছে অতি কম দিনৰ ভিতৰতে। জগদীশে অহা সাধাৰণ নিৰ্বাচনত শাসকীয়া দলৰ হৈ প্ৰতিদ্বন্দ্বিতা কৰিব বিধান সভাৰ আসনত। তাৰ বাবে যিকোনো প্ৰকাৰে ধন সংগ্ৰহ কৰাত লাগিল। আজিকালিৰ নিৰ্বাচনত ধনৰ শ্ৰাদ্ধ নকৰিলে বিজয়ী হ'ব নোৱাৰি। সেইবাবে তেওঁ তলে তলে এটা গুণ্ডা বাহিনী খুলিছে। ধনী লোকৰ ল'ৰা-ছোৱালী নাইবা ধনী লোকজনকে অপহৰণ কৰি নি অনেক লাখ টকা দাবী কৰে আৰু গৃহস্থও বাধ্য হৈ টকা দি উদ্ধাৰ কৰে। এই ব্যৱসায় বৰ সুন্দৰ হৈ পৰিছে। কেইবাজন চেমনীয়া ল'ৰাক অপহৰণ কৰি কেইবা লাখো টকা আদায় কৰিছে। বহু লাখ টকা জমা কৰিছে। তেওঁৰ সঙ্গীসকলেও পাইছে আৰু গুৱাহাটীতে মাটি-বাৰী কিনি বৃহৎ অট্টালিকা সজাব ধৰিছে। জগদীশে দুইতলা অট্টালিকা সাজি আছে। আগত নিৰ্বাচনৰ বাবে কেইলাখমান টকা তেওঁৰ নিতান্ত দৰ্কাৰ। সেইবাবে এটা মোটা অঙ্কৰ ধন লাভ কৰিবৰ বাবে এজন ধনী লোকক অপহৰণ কৰিবৰ বাবে চিন্তা কৰিছে।

এদিন নিশা জগদীশ আৰু ৰাজেনে আলোচনা কৰিলে। জগদীশে ক'লে —

'গঁগে, বিশ লাখ টকা আদায় কৰাৰ বাবে কাক অপহৰণ কৰা যায়?'

ৰাজেন গঁগেয়ে ক'লে — 'আপোনাৰ লগত পৰিচয় থকা লোক হ'লে ভাল হ'ব।'

'কিয় মোৰ পৰিচিত লোক হ'ব লাগে?'

'আপোনাৰ পৰিচিত হ'লে আপুনিয়ে মধ্যস্থতা কৰি টকা আদায় কৰিব পাৰিব। আমি অপহৰণ কৰাৰ পাছত আপুনি আমাৰ লগত যোগাযোগ কৰিব বুলি চেষ্টা কৰা দেখুৱাই টকা আদায় কৰাত সুবিধা পাব।'

'এৰা সুন্দৰ কথা গঁগে। তাকে কৰা হ'ব। পিছে কাক অপহৰণ কৰিম।' তেওঁ চিন্তাত মগ্ন হয়। গঁগেয়ে তেওঁৰ ফালে চাই থাকে। কিছুসময় পিচত তেওঁ কয় — 'হুঃ ঠিক মনে ধৰিছে।'

'কি মনে ধৰিছে শইকীয়া?'

'মঞ্জুৰ দেউতাকক মনত পৰিছে। মঞ্জুৰ দেউতাক মোৰ পৰিচিত ব্যক্তি আৰু ঘৰখনৰ লগতো মোৰ ভাল। তেওঁক তোমালোকে অপহৰণ কৰি নিবা আৰু মই মঞ্জুৰ মাকৰ লগত আলোচনা কৰি মধ্যস্থতা কাৰী ব্যক্তি হৈ কামটো কৰিব লাগিব।'

'বঢ়িয়া হ'ব। পিছে কিমান টকা দাবী কৰিব লাগিব।'

'বিশ লাখ।'

'বিশ লাখ জানো দিব পাৰিব?'

'নিশ্চয় পাৰিব। বাগানৰ মালিকেও দিব নহয়।

'বাৰু, তাকে কৰা হওক।'

'এৰা তাকে কৰিব লাগিব। পিছে বৰ সাৱধান হ'বা যাতে কোনেও ধৰিব নোৱাৰে।'

'নিশ্চয়। সেয়ে হ'ব।'

এনেভাৱে আলোচনা কৰি দুই বন্ধুই অপহৰণ দুষ্কাৰ্য্য কৰিবলৈ সাজু হ'ল। চুকত থাকি বুকত খোৱা বন্ধু এইবিলাকেই।

মঞ্জুৰ প্ৰতি অহেতুক মৰম দেখুৱাই, অতি নম্ৰ আৰু অমায়িক হৈ দেউতাকক ভক্তি দেখুৱাই, মাকৰ হিয়াভৰা মৰম আৰু পৰম বিশ্বাস আদায় কৰি ইমানদিনে যিখন ঘৰৰ লগত অহা-যোৱা; খোৱা-লোৱা কৰি আছে, সেইখন ঘৰৰে মূল মানুহগৰাকীক অপহৰণ কৰি ধন আদায় কৰিব। কি নিষ্ঠুৰ, কি দুৰ্বৃত্ত, কি পাষণ্ড লোক তেওঁ, আজিহে চিনি পালে ৰাজেন গঁগেয়ে। তেওঁ বৰ সতৰ্ক হ'ল কাৰণ এই কাৰ্য্যত অলপ খুঁত ওলালেই জগদীশে তেওঁকো নিঃশেষ কৰি পেলাব। এই ভয় মনত ৰাখি ৰাজেনে সমৰ্থন কৰি গুচি গ'ল আৰু কেনেকৈ এই অপহৰণ দুষ্কাৰ্য্য সংঘটিত কৰিব পাৰে তাৰে যুক্তি কৰিবলৈ দলৰ আনসকলৰ লগত আলোচনা কৰিবৰ বাবে আন্ধাৰৰ আঁৰে আঁৰে জগদীশৰ পৰা বিদায় লৈ বাহিৰ ওলাল।

আজি ৰাতি এই সময়তে অসমত এটা দুষ্কাৰ্য্যৰ অভিসন্ধি আৰম্ভ হ'ব।

কুৰি শতিকাৰ শেষ দশকত বিভিন্ন সন্ত্ৰাসবাদী দলৰ দ্বাৰা অসমত অপহৰণ, লুণ্ঠন আৰু হত্যা আদি কাৰ্য্য সংঘটিত হৈ আহিছে। এক শ্ৰেণীৰ দুষ্ট চক্ৰৰ ৰাজনৈতিক লোকেও এই অপহৰণ কাৰ্য্য কৰি ধন সংগ্ৰহ কৰি ৰাজনৈতিক ক্ষমতা লাভৰ মতলব কৰিব ধৰিছে। ইয়াৰ পৰিণতি যে অতি ভয়াবহ হ'ব এই কথা আজি ধৰিব নোৱাৰিলেও পিছৰ চাম লোকে দুৰ্ভোগ ভুগিবই।



## (এক্কৈছ)

অফিচৰ পৰা আহি বাগানৰ বাংলাত মঞ্জুৰ বাপেক কমল বৰাই হেলণীয়া চকীখনত বহি দীঘল হৈ শৰীৰটো পেলাই থলে। আজি তেওঁৰ বৰ ভাগৰ লাগিছে বাবে শোৱাৰ দৰে দীঘল হৈ পৰিছে। মঞ্জুৰ মাক মৃদুলা বৰাই এককাপ চাহ দি গৈছে। তেওঁ চাহ কাপ খোৱা নাই; ভাগৰহে জিৰাইছে। গধূলি হৈছে। ৰিব ৰিব মলয়া বতাহে গা জুৰ কৰিছে। সম্মুখত সুন্দৰ ফুলনি; বিবিধ ফুলৰ গোন্ধে ঠাইখনকে সুগন্ধময় কৰি তুলিছে। গধূলি ফুলা নানান ফুলে ঠাইখনকে সুগন্ধময় কৰি তুলিছে। চাহবাগানৰ মাজত ঘৰ। চাৰিওফালে শাৰী শাৰী চাহ গছ। সেউজীয়া চাহ গছে চকুৰ দৃষ্টি শক্তি উজ্বল কৰি তোলে। এটা শান্ত সৌম্য পৰিবেশ। বৰাই নিশ্চিন্তমনে দীঘল চকীখনত গা-পেলাই সুগন্ধময় পৰিবেশত সুন্দৰ মলয়া বতাহত গা জুৰ পেলাই পৰম শান্তি লাভ কৰিছে। ঘৰৰ ভিতৰত মঞ্জু আৰু মাকে ৰান্ধণিঘৰত প্ৰবেশ কৰি ৰাতিৰ আহাৰ ৰান্ধিবৰ যো-যা কৰিছে। দুয়ো ককায়েক ঘৰ আহি পোৱা নাই। চাকৰজনে বজাৰলৈ গৈছে। এই সময়খিনি নিৰিবিলি সময। এনে পৰিবেশকে ভাল পায় মঞ্জুৰ বাপেক মেনেজাৰ কমল বৰাই।

এনেতে চাৰিজন ডেকা ল'ৰাই এখন মাৰুতি ভানত আহি গেটৰ সম্মুখতে গাড়ীখন ৰাখি গেটৰ দৰ্জ্জাখন খুলি ভিতৰ সোমাই আহি তেওঁৰ সম্মুখত থিয় হ'ল। চাৰিওজনে তেওঁক আগুৰি ধৰি থিয় হৈয়ে সুধিলে —

১ম জন — "চাৰ এটা বৰ সাংঘাটিক কথা হৈছে!"

ডেকা চাৰিজনক দেখি তেওঁ চিনি নাপালে। সুন্দৰ সাজ-পাৰ পৰিহিত সুঠাম যুৱক। পোচাক পৰিচ্ছদ চাই তেওঁ ধৰিব পাৰিলে যে এই যুৱকসকল বাগানৰ নহয়; -- বাগানৰ কাষৰ গাঁৱৰ ল'ৰা হব পাৰে। তেওঁ কাকো চিনি নাপালে। সেইবাবে অলপ ইতস্ততঃ কৰি সুধিলে — "তোমালোক ক'ৰ পৰা আহিছা?"

২য় জনে উত্তৰ দিলে — "আমি বাগানৰ বাহিৰৰ গাৱঁৰ ল'ৰা।"

"তোমালোক কিয় আহিলা?"

৩য় জনে উত্তৰ দিলে — "আপোনাৰ বাগানত এটা সাংঘাটিক ঘটনা ঘটিছে চাৰ।"

"কি সাংঘাটিক ঘটনা?"

৪ৰ্থ জনে ক'লে — "বৰ বিপদজনক কথা?"

বিৰক্ত হৈ তেওঁ সুধিলে — "কি বিপদজনক কথা?"

১ম জন — "আমি এইমাত্ৰ দেখি আহিলো চাৰ; আপোনাৰ কলঘৰত এজন মানুহ মৰি আছে।

তেওঁ উচপখাই উঠি প্ৰশ্ন কৰিলে — "কলঘৰত মানুহ মৰি আছে? কেনেকৈ জানিলা?"

১ম জন — আমি আমাৰ বন্ধু এজনক লগ ধৰিবলৈ আহি কলঘৰৰ কাষত মানুহৰ জুম দেখি গাড়ীৰাখি চাই দেখিলো যে এজন মানুহ মৰি আছে। মানুহবিলাকে হুলস্থুল কৰি আছে; বাগানৰ মানুহ বিলাকে আপোনাক মাতিছে। আপুনি তালৈ যাব লাগে চাৰ। সোণকালে যাব লাগে চাৰ?"

"বৰ আচৰিত কথা। কেনেকৈ কি হ'ল; মই অলপ আগতে তাৰপৰা আহিছো; কাকো দেখা নাপালো। এতিয়াই কোনমানুহ আহিল?" বৰ আচৰিত হৈ সোধে তেওঁ। এওঁলোকে পৰম উদ্বিগ্নতা দেখুৱাই কয়, — "আপুনি তালৈ গলে দেখিব চাৰ। তৎক্ষণাৎ আহক চাৰ। বাগানৰ মানুহবিলাকে আপোনাক লৈ যাব কৈছে।"

বৰা উঠিল আৰু ক'লে — "ৰবা মই গাড়ীখন উলিয়াই লওঁ।"

"গাড়ী উলিয়াব নালাগে চাৰ; আমাৰ গাড়ীতে যাব পাৰিব। তৎক্ষণাৎ আহক চাৰ; আমাৰ গাড়ীতে উঠক। বণুৱাবিলাকে হুলস্থুল লগাই আছে।"

তেওঁলোকৰ কথা শুনি বৰাই এখোজ দুখোজ কৰি তেওঁলোকৰ গাড়ীতে উঠিলগৈ। যাওঁতে কৈ গ'ল — "মঞ্জু! মই কলঘৰৰ পৰা আহিম, ককায়েৰাক কলঘৰলৈ গাড়ীলৈ যাবলৈ কবি।"

এনেকৈ কৈ বৰা কলঘৰলৈ আহিল। বৰাক মাজতলৈ পাছফালে তিনিজন বহিল আৰু এজনে গাড়ী চলালে। কিছুদুৰ ৰাস্তা গৈয়ে কলঘৰৰ বিপৰীতফালে গাড়ী চলাই দিলে। তাকে দেখি বৰাই তৎক্ষণাৎ ক'লে — "ৰাস্তা ভুল কৰিলা। গাড়ী বিপৰীত পথেৰেহে চলালা। গাড়ী ঘূৰাই দিয়া, কলঘৰ সেই ফালেহে।" বৰাই পথ নিৰ্দেশনা দিলে। কিন্তু গাড়ী তীব্ৰ গতিত গৈয়ে থাকিল। বৰাই বাৰে বাৰে মানা কৰিলে। কিন্তু গাড়ীচালকে তেওঁৰ কথা নুশুনি কলঘৰৰ বিপৰীত ফালে তীব্ৰ গতিত গাড়ী চলাই দি বাগানৰ বাহিৰ ওলাই গ'ল। বৰাই ধমক দিলে — "তুমি কথা কিয় নামানা? গাড়ী ফিৰাই লোৱা।" কাষত থকা এজনে ক'লে, — গাড়ী ঠিক ৰাস্তাৰে চলাইছে। মিছামিছি গণ্ডগোল নকৰিব।"

"গাড়ী ৰাখা"। বৰাই চিঞঁৰিলে। গাড়ী কিন্তু তীব্ৰগতিত চলিয়েই থাকিল। তেওঁ বৰকৈ চিঞঁৰিব ধৰিলে। এনেতে কাষত থকা এজনে তেওঁৰ মুখত কাপোৰৰ সোপা দিলে আৰু আনদুজনে হাতদুখন পিচফাললৈ নি বান্ধি দিলে। আনজনে বৰ তৎপৰতাৰে চকুত এখন কলা কাপোৰ বান্ধি দি ক'লে —

"কোনো গণ্ডগোল নকৰিব। কথা বিষম হব।"

বৰাই খণ্ডতে চতপতাব ধৰিলে। কাষত থকা দুজনে পিস্তল দুটা তেওঁৰ কুম দুটাত লগাই দি ক'লে — "মনে মনে থাকক, নহলে মুৰৰ খোলা উৰি যাব।"

বৰাই বুজি পালে যে তেওঁলোক কোনোবা সন্ত্ৰাসবাদী। চল কৰি মাতি আনিছে। তেওঁৰ বৰ ভয় লাগিল। মনে মনে ৰ'ল।

ইতিমধ্যে গাড়ী গৈ বহুদূৰ পালে। ৰবাই চকুৰে একো নেদেখে, কোনফালে কলৈ আনিছে একো কব নোৱাৰে। বহুদূৰ বাট যোৱাৰ পাছত তেওঁ একৰকম ধৰিব পাৰিলে যে তেওঁক গুৱাহাটীলৈ অনা হৈছে; কাৰণ যোৰাবাটৰ পাহাৰৰ বাস্তাৰ ভাজবোৰৰ লগত তেওঁৰ চিনাকী আছে। তেওঁ বহুদিন নিজৰ গাড়ীৰে গুৱাহাটীলৈ অহাত এইবোৰৰ এটা ধাৰণা আছে।

এঠাইত গাড়ী ৰ'ল আৰু তেওঁক দুজনে ধৰি ঘৰ এটাৰ ভিতৰলৈ লৈ গ'ল। ঘৰটো পকীঘৰ; নতুন। ঘৰৰ ভিতৰলৈ নি এটা আহল বহল কোঠাত তেওঁক এখন ভাল চকিত বহুৱাই দিলে। তেওঁ নীৰবে বহিল। এজনে তেওঁক সাৱধান কৰি-ক'লে, — আপুনি কোনো কথা কবলৈ চেষ্টা নকৰিব। মাতিলেই মুখৰ খোলা উৰি যাব। আপোনাক আমি নামাৰো ভালদৰে ৰাখিম। আপোনাৰ কাৰণে বিচনা তৈয়াৰ কৰা আছে আৰু খোৱাৰ যোগাৰো কৰা হৈছে। আপুনি সুন্দৰকৈ খাই বৈ শুই থাকিব পাৰিব।"

এইবুলি কৈ তেওঁৰ চকুৰ বান্ধ খুলি দিলে। ৰবাই দেখে যে এটা আটকধুনীয়া অট্টালিকাৰ সুন্দৰ বিচনাযুক্ত এটা মনোৰম কোঠালীত তেওঁক ৰখা হৈছে আৰু তেওঁৰ আগত থকা ধুনীয়া টেবিলখনত বিবিধ মিঠাইৰ সৈতে মলমলীয়া গন্ধৰ চাহ একাপ দি থৈছে। তেওঁ দেখি অবাক মানিলে। কাষত থকা পিষ্টলধাৰী ডেকা দুজনে পিস্তল নমাই থলে। এজনে বিনীত ভাবে ক'লে — "চাৰ বৰ কষ্ট পালে। ক্ষমা কৰিব। আমি যিমান পাৰো সিমান সেৱা শুশ্ৰূষা কৰিম। আপুনি একো ভয় নকৰিব। আপোনাক আমি একো অন্যায় নকৰো, কেৱল টকা কেইটামানহে খুজিম। আপোনাৰ সামৰ্থ অনুযায়ীহে দাবী কৰিম। বাতিপুৱা আমাৰ নেতাই আপোনাক জনাব। আপুনি নিশ্চিন্তে থাকক আৰু চাহ-জলপানখিনি খাই লওক। ইয়াৰপিছত আনজনে ক'লে — "ইয়াৰ পিচত আপোনালৈ ভাত আনিব। আপুনি বাৰু কি খায় চাৰ? ভাত নে ৰুটি নে কিবা বেলেগ বস্তু? আপুনি যি ভাল পায় আমি তাকে আনি দিম। আপুনি কি খাব কওঁক চাৰ?"

"মই একো নাখাওঁ। মোক তোমালোকে এনেকৈ অপহৰণ কৰিলা কিয়?"

"কেইটামান টকাৰ কাৰণে চাৰ।"

"ঘৰত কলেও মই দিব পাৰিলোহেঁতেন; ঘৰত নকলা কিয়?"

"ঘৰত কলে আমাক মাৰিব আৰু নামাৰিলেও লগাখিনি নেপালোহেঁতেন। সেই বাবেই ইয়ালৈ অনা হৈছে। আনজনে ক'লে, — "সেইবোৰ কথা বাতিপুৱা হব। এতিয়া চাহখিনি খাওক চাৰ। বৰ শ্ৰান্ত হৈ আহিছে আপুনি। চাহ খাই বিচনাত অলপ শুৱক চাৰ। পিছে কি খাব কওঁক, তেহে আমি আনিব পাৰিম।"

এনেকৈ কৈ তেওঁৰ হাতৰ বান্ধ মোকলাই দিলে আৰু গা-মুখ জোকাৰি দি সৌজন্যবোধৰ পৰিচয় দিলে।

ৰবাই ক'লে — "মই একো নাখাওঁ। মোক ঘৰলৈ লৈ বলা, তোমালোকক কিমান টকা লাগে কোৱা; মই ঘৰত গৈ দিম।"

এজনে ক'লে — "নহয় চাৰ। আমাৰ নিয়ম নাই। ওপৰৱালাৰ আদেশতহে

আমি চলিব লাগে। আপোনাৰ বিষয়ে আমাৰ ওপৰৱালাই যি ব্যৱস্থা কৰে তাকে আমি পালন কৰিম চাৰ। আমাৰ ওপৰত খং নকৰিব। আপুনি চাহ খাওক চাৰ।"

বৰ বিনয়ীভাবে চাহ খাবলৈ অনুৰোধ কৰিলে। তেওঁলোকৰ বিনয়ীবচনত তেওঁ মুগ্ধ হৈ চাহকাপ তুলি ললে। চাহ মিঠাই খাই উঠি তেওঁ বিচনাত বাগৰ দিলে কাৰণ তেওঁ বৰ শ্ৰান্ত ক্লান্ত হৈ আহিছে। তেওঁলোক দুয়োজন দৰ্জাৰ মুখত ঠিয় হৈ পহৰা দি থাকিল। ভাগৱত বৰাৰ টিলমিলিয়া টোপনি আহিল। কিছুসময় পাছত টেবিলত ভাত আঞ্জা দি গ'ল এজন বগা কাপোৰ পিন্ধা ল'ৰাই। মাছ-মঙহৰ তৰকাৰী আৰু মদৰ বটলো টেবিলত থৈ দিলে। মিঃ বৰাক মাতিলে, — "ভাত দিছো চাৰ আপুনি উঠক।" তাৰ মাত শুনি তেওঁৰ টোপনি ভাঙিল। টেবিলৰ ফালে চকুপৰাত দেখিলে যে তেওঁৰ বাবে খাদ্য প্ৰস্তুত কৰিছে। এবাৰ ল'ৰাজনলৈ চালে। সুন্দৰ সুঠাম ধুনীয়া কিশোৰ। ল'ৰাজনলৈ চাই তেওঁৰ মৰম লাগিল। ল'ৰাজনে মিনতিৰ সুৰত সুধিলে —

"আৰু কিবা লাগে নেকি চাৰ? কি লাগে কওঁক, মই আনি দিম।"

বৰাই তাৰফালে চাই ক'লে — "একো নালাগে। তুমি যাব পাৰা।"

"ভাল চাৰ। মই আহিলো। কিবা লাগিলে কলিং বেলটো বজাই দিব।"

এইবুলি কৈ কলিং বেলটো দেখুৱাই দি সি ওলাই গ'ল।

বৰাই উঠি গৈ বাথৰুমলৈ গ'ল। সুন্দৰ গা-ধোৱা ঘৰ আৰু পায়খানা। তেওঁ প্ৰসাব কৰি আহি হাতমুখ ধুই ললে। গা-ধোৱা ঘৰৰ পৰা আহি তেওঁ ভাত খাবলৈ বহিল। ইহঁতৰ উদ্দেশ্য বুজিব পাৰি মনৰ উদ্বিগ্নতা কিছু শাম কাটিল। তেওঁ বুজিব পাৰিছে যে তেওঁক ইহঁতে নামাৰে; কেৱল টকা দাবী কৰিব। তথাপি মানসিক-উদ্বিগ্নতা কিছু পৰিমানে তেওঁৰ আছে।

তেওঁ লাহে লাহে ভাত খাবলৈ আৰম্ভ কৰিলে। ভাতখাই উঠি তেওঁ বেৰৰ ফালে থকা ঘড়ী চাই দেখিলে যে তেতিয়া ৰাতি বাৰটা বাজিছে। কমল বৰা বিচনাত পৰিল।

ৰাতিপুৱা বিচনাৰ পৰা উঠাৰ লগে লগে বৰাক "বেড টি" দি গ'ল। খালি চাহ খাই উঠি শৌচাচাৰ কৰি বৰা ডাঙৰীয়া যেতিয়া চিয়াৰত বহিল তেতিয়া "ব্ৰেকফাষ্ট" অৰ্থাৎ ৰাতিপুৱাৰ জলপান দি গ'ল। বৰাই জলপান খাই উঠাৰ পাছত এজন সুঠাম ডেকা আহি নমস্কাৰ জনাই তেওঁৰ কাষৰ চিয়াৰত বহিল। তেওঁ ৰাজেন গগৈ। গগৈয়ে সুধিলে — "ৰাতি শুৱাতকিবা অসুবিধা হ'ল নেকি চাৰ?"

"একো অসুবিধা হোৱা নাই। আপুনি কোন মই চিনি পোৱা নাই।" তেওঁ প্ৰশ্ন কৰিলে। গগৈয়ে উত্তৰ দিলে, — "মই সংগঠনৰে লোক।"

"আপুনি কিয় আহিছে?" বৰাই প্ৰশ্ন কৰিলে।

গগৈয়ে উত্তৰ দিলে — "আপোনাৰ লগত মই আলোচনা কৰিবলৈ আহিছো।"

"মোৰ লগত কি আলোচনা কৰিব?"

"আপোনাক এওঁলোকে কিয় আনিছে বোধহয় জানিব পাৰিছে।"

"পাৰিছো।"

"এতিয়া আমাৰ সংগঠনৰ উৰ্দ্ধতম বিষয়াই মোক পঠাই দিছে। আপোনাৰ লগত চুক্তি সম্পন্ন কৰিবলৈ।"

"মই কি চুক্তি কৰিব লাগে?" গহীনভাবে প্ৰশ্ন কৰে বৰাই।

"আপুনি আমাৰ সংগঠনৰ বাবে বিশ লাখ টকা দিব লাগিব।"

"বিশ লাখ? মই ইমান টকা ক'ত পাম?"

"আপুনি দিব নোৱাৰিলে আপোনাৰ বাগানৰ মালিকে দিব। আমি আচলতে আপোনাৰ নাম কৈ মালিকৰ পৰাহে আদায় কৰাৰ মতলবত আছো। গতিকে আপুনি দিম বুলি কলে আমি মালিকক হেঁচা দিব পাৰিম চাৰ।"

"যদি মালিকে নিদিয়ে?"

"আমি আপোনাক বন্দী কৰি ৰাখিম বুলি কম আৰু তেতিয়া বাগানৰ কামকাজ বন্ধ হৈ যাব বুলি ভাবি মালিকে নিশ্চয় দিব। তেনে ঘটনা আগতে বহুত কেইটা হৈ গৈছে, আৰু মালিকসকলে টকাও দিছে বিভিন্ন সংগঠনক।"

"মালিকসকলে ইমান টকা দিয়াতকৈ মোক এৰি আনক মেনেজাৰ পাতিব।"

"মালিকে খেদিম বুলিয়েই কৰ্মচাৰী খেদিব নোৱাৰে আৰু কৰ্মচাৰীৰ দায়িত্ব নলোৱাকৈ থাকিব নোৱাৰে। ই ভাৰতীয় আইনৰ কথা চাৰ। সেইবাবেই আমি আপোনাক আনিছো।"

"যদি নিদিয়ে কি কৰিব? মোৰ সম্পত্তি বিক্ৰী কৰিহে দিব লাগিব। তেতিয়াহ'লে মোৰ ইমান সম্পত্তিয়েই নাই।"

"আপুনিও বাগানৰ পৰা কিমান টকা লুটিছে, এই কথা আমি জানো চাৰ। তথাপি আমি আপোনাৰ পৰা বিচৰা নাই। মালিকক হে হেঁচা দিম। মালিকসকলে কৌটি কৌটি টকা আমাৰ পৰা লুটিছে। বিশ লাখ টকা কিয় দিব নোৱাৰে? বেচি কথা কব নেলাগে। এই বিষয়ে আপুনিও জানে আৰু আমিও জানো। সময়ত দৰকাৰ হলে আমি সকলো হিচাপ দাখিল কৰিম।"

"ব্যৱসায়ত লাভ কৰাক লুটা বুলি কয় নেকি?"

"অধিক লাভ কৰা মানে অন্যায়কৈ লোৱা। তাকে লুটা বুলি আমি কওঁ। অসমৰ মাটিত চাহৰ খেতি কৰি মালিকসকলে কৌটি কৌটি টকা লাভ কৰে আৰু অসমীয়া মানুহে অধিক দামতহে চাহপাত পায়। মালিকে অধিক দামত বেচে আৰু অসমীয়াই অধিক দামত কিনে। গতিকে অসমীয়া মানুহক ঠগায়। আমি সেই প্ৰৱঞ্চনাৰ দ্বাৰা পোৱা টকাৰ কিছু অংশ দাবী কৰিছো।"

"তেনেহলে আপোনালোকো লুটিয়াৰ?"

"হয় আমিও লুটিয়াৰ। পিছে আমি জনসাধাৰণক লুট নকৰো, কেৱল লুটিয়াৰকহে লুটো।"

"আপুনি উত্তৰ ভাল দিছে। পিচে এটা কথা। বহুত চাহবাগানৰ মালিক আৰু মেনেজাৰ অসমীয়া মানুহ। অসমীয়াক অসমীয়াই লুটিব নেকি?"

"লুটিয়াৰৰ কোনো জাত নাই। লুটিয়াৰসকলো একে জাতিৰ।"

"আপোনালোকৰ যুক্তি আছে, কিন্তু আপোনালোক অপৰাধী। মানুহক হত্যা, লুণ্ঠন, অপহৰণ কৰি ধন আদায় কৰা কাম মহাপাপ কাম। ধনৰ কাৰণে নৰহত্যা কৰে। নৰহত্যা মহাপাপ।"

"সেই পাপৰ ভয় আমাৰ নাই। আমি পাপীকহে বধ কৰো। সেইবাবে আমাৰ পুণ্য হোৱা বুলি ভাবো।"

"পাপীক মাৰিলে পাপীৰ পাপ আপোনাৰ গাতহে লাগিব। পাপী মুক্ত হ'ব। কিন্তু তাৰপাপে আপোনাক ধৰিব।"

"এইবোৰ ভাববাদী দৰ্শন। পাপ-পূণ্যৰ বিচাৰ সামন্তযুগত সামন্ততন্ত্ৰ বৰ্ত্তাই ৰাখিবলৈ সামন্তবাদী শাসকসকলৰ গুৰুসকলেহে উলিয়াইছিল। আজি গণতন্ত্ৰত সি অচল।"

"গণতন্ত্ৰ মানে পাপ-পূণ্য বিচাৰ বিহীন মতবাদ নেকি? মানবীয় ফালটোৰ বিষয়ে গণতন্ত্ৰই একো নাভাবে নেকি?"

"ভাবে, কিন্তু ৰক্ষণশীলতাক প্ৰশ্ৰয় নিদিয়ে।"

"এইবোৰ যুক্তি আপোনালোকৰ পাপ ঢাকি থবৰহে যুক্তি। প্ৰকৃত সত্য আৰু ন্যায়ৰ যুক্তি নহয়। আত্মপক্ষ সমৰ্থনৰ যুক্তি কেতিয়াও ন্যায় আৰু যুক্তিযুক্ত হ'ব নোৱাৰে।"

"আপোনাৰ লগত যুক্তি তৰ্কৰ আলোচনা নকৰো চাৰ। আমাৰ মতবাদমতে আমি কাম কৰিম। এতিয়া আপুনি কওক আমাক বিশলাখ টকা দিবনে নিদিয়ে?"

"টকা নহলে মই ক'ৰ পৰা দিম?"

"টকা দিব নোৱাৰিলেও সম্পত্তিতো দিব পাৰে। আমি পিচত বিকল্প পন্থাৰে আদায় কৰিব পাৰিম চাৰ।"

"আপোনালোকে যি ইচ্ছা তাকে কৰিব পাৰে, যিহেতু মোক অপহৰণ কৰি বন্দী কৰি ৰাখিছে।"

"তেনে কথা নকব চাৰ। আমি বৰ দুখ পাওঁ। আপোনাক আমি বন্দী কৰা নাই কেৱল এখন চুক্তিৰ বাবেহে অনা হৈছে।"

"আপোনালোকে যি ভালপায় তাকে কৰক। মই নিৰুপায়।"

"আমি আপোনাৰ ঘৰলৈকে খবৰ দিম আৰু মালিকলৈ জনাম। আপুনি নিশ্চিন্তে থাকক। আপোনাক আমি সেৱা-শুশ্ৰুষা কৰি ভালে ৰাখিবৰ বাবে দায়বদ্ধ। আপুনি নিৰাপদ চাৰ। পিচত আলোচনা হ'ব। বৰ্তমান বাগান আৰু আপোনাৰ ঘৰলৈ আমাৰ দাবী পঠোৱা হ'ব। এতিয়া মই যাওঁ; আপুনি পিচত ভাবি-চিন্তি সন্মতি জনাব চাৰ। আজিলৈ এৰিলো চাৰ।"

এনেকৈ কৈ বাজেন গগৈয়ে বৰাক নমস্কাৰ জনাই অতি ভদ্ৰভাৱে কামৰ পৰা বিদায় ললে।

এওঁলোকৰ ভদ্ৰোচিত ব্যৱহাৰত মুগ্ধ হ'ল বৰা ভাণ্ডৰীয়া আৰু প্ৰতি নমস্কাৰ জনাই বিদায় দিলে।

দুৱাৰমুখত থকা পিস্তলধাৰী পহৰাদাৰ দুগৰাকীয়ে নীৰবে কথপোকথন শুনি থাকিল; একো নামাতিলে। এইটো সংগঠনৰ নিয়ম। যাৰ যি কাম তাক ঠিকমতে পালন কৰাটোহে কৰ্তব্য বুলি ভাবে এই সংগঠনবিলাকৰ মানুহবিলাকে।

এনে কটকটীয়া অনুশাসন থকা বাবেই এইবোৰ সন্ত্ৰাসবাদী অনুষ্ঠান সুকলমে চলি আছে। এইটো কিন্তু ঠিক যে এডাল চুলিৰমান হেৰফেৰ হলেই এইবোৰ সংগঠনৰ লোকৰ নিস্তাৰ নাই। পিস্তলৰ গুলীয়ে তাৰ উত্তৰ দিয়ে। নিৰ্দেশ, আদেশ আৰু কৰ্তব্যই এইবোৰ সংগঠনৰ মূলভেটি। হয় কৰা, নহয় মৰা, কোনো কিন্তুৰ স্থান নাই ইয়াত।



(বাইছ)

ৰবাক বন্দী কৰি ৰখা ঘৰটো জগদীশ শইকীয়াৰ গুৱাহাটীৰ নিৰ্মীয়মান অট্টালিকাটোহে। জগদীশৰ নির্দেশমর্মে ৰাজেন গগৈয়ে সেই অট্টালিকাতে ৰবাক ৰাখিছে। নিচিদ্র পহৰা। এটা পিপৰায়ো যেন গম নাপায় এনেভাবে পহৰা দি ৰাখিছে। কোনেও জনা নাই যে সেই ঘৰৰ ভিতৰত মানুহ আছে। অতি সতর্কভাবে পহৰা দি ৰখা হৈছে। ৰবাক কামৰ ভিতৰৰ পৰা কলৈকো ওলাব দিয়া হোৱা নাই। এনেভাবে ৰবাৰ ওপৰত সতর্ক দৃষ্টি ৰাখিছে।

ইফালে গধুলি অলপ পলম হোৱাৰ পিচত ৰবাৰ সৰু পুতেক ডাক্তৰ সোনমণি আহি ঘৰ পোৱাত মাকে কলঘৰলৈ যাবলৈ ক'লে আৰু দেউতাক তালৈ যোৱা বুলি ক'লে। মাকৰ কথা শুনি ডাক্তৰে গাড়ীলৈ কলঘৰলৈ গৈ দেখে যে তাত কোনো মানুহ নাই। ইফাল সিফাল চাই আৰু ওচৰৰ কর্মচাৰীক সুধি গম পালে যে ৰবা ডাঙৰীয়া তালৈ যোৱা নাই। ডাক্তৰে ঘৰলৈ ফিৰি আহি ঘৰত জনালে। মাকে চিন্তা কৰি একো ধৰিব নোৱাৰিলে, ভাবিলে বোধহয় কলঘৰৰ পৰা ক্লাবলৈ গৈছে; পলমহলে আহিব, তাকে ভাবি ভাত ৰান্ধি থাকিল।

ইতিমধ্যে ভাত হ'ল। মঞ্জু আৰু কন্যায়েকহঁত ভাত খাবলৈ বহিল। মঞ্জুই দেউতাকৰ খবৰ লোৱাত মাকে ক'লে — "কলঘৰৰ পৰা বোধহয় ক্লাবলৈ গ'ল। ৰাতি হলে আহিব।" সকলোৱে ভাত-পানী খাই উঠিল। বহু ৰাতিলৈ গিৰিয়েক নহা দেখি ঘৈণীয়েক চিন্তিত হৈ পৰিল। লোকৰ মানুহৰ গাড়ীত গ'ল, অথচ ইমান ৰাতিলৈ ফিৰি নাহিল। তেওঁৰ মন ক্রমে ক্রমে চিন্তিত হৈ পৰিল। আজিকালিৰ দিনত বাহিৰত মানুহ ওলাই গলে ঘৰলৈ ফিৰি আহিবনে নাই সন্দেহ। কিমান মটৰ দুর্ঘটনা' তাৰ উপৰি সন্ত্রাসবাদীৰ কার্য্যকলাপ। মানুহৰ মনত সন্দেহ উপজি থাকে। তেওঁৰো মনত নানা চিন্তা। কি হ'ল মানুহ জনৰ? কিয় ইমান ৰাতিলৈ ফিৰি নাহিল? কোনো দুর্বৃত্তই অপহৰণ কৰি নিলে নেকি? চিন্তা-ভাবনাত তেওঁ চটফতাই থাকিল। দেশত অপহৰণ, হত্যা, লুণ্ঠন, চলি আছে। ভাবনাত তেওঁৰ টোপনি নাই। ৰাতি দুটা বজালৈ গিৰিয়েক নহা দেখি তেওঁ বৰ উদ্বিগ্ন হৈ পৰিল। মঞ্জুৰ ফালে চাই দেখে যে তাই টোপনিত লালকাল। মাকে এবাৰ মুৰ পিহি দিলে; তাইৰ সাৰসুৰ নাই। মাকে তাইক নজগালে। বাচাই গভীৰ টোপনিত লালকাল দিছে। এবাৰ ভাবিলে পুতেকহঁতক জগাব নেকি? পিচমুহূর্তত ভাবিলে দিনযোৱা পৰিশ্রমৰ পাচত ৰাতি সুখ নিদ্রাত নিমগ্ন হৈছে; বাচাহঁতক জগাই মিছাতে টোপনি নষ্ট নকৰো। এনেভাবে ভাবি ভাবি থাকোঁতে ৰাতিপুৱাল।

ৰাতিপুৱা উঠি মঞ্জুই দেউতাকক নেদেখি মাকক সুধিলে —

"দেউতা ৰাতি নাহিল নেকি মা?"

"নাহিল। ক'ত থাকিল ক'লৈ গ'ল একো কব নোৱাৰিলো।"

মঞ্জু বৰ বিচলিত হৈ পৰিল। ককায়েকহঁতৰ কমলৈ গৈ খবৰ কৰিলে। ককায়েকহঁতে কব নোৱাৰে। বাতি ঘৰলৈ অহা বুলি ভাবি আছিল তেওঁলোকে। পাকঘৰলৈ চাহ খাবলৈ আহি মাকৰ পৰা যেতিয়া জানিলে যে বাতি দেউতাক ঘৰলৈ অহা নাই, তেতিয়া সিহঁত বৰ উদ্বিগ্ন হৈ উঠিল আৰু খৰধৰ কৰি চাহ খাই অফিচলৈ গ'ল। ঘৰত যেন হুলুস্থুল লাগি পৰিল। বাগানৰ অফিচত একো খবৰ নাই, কলঘৰতো একো খবৰ নাই, লাইনটো একো খবৰ নাপালে, বাগানৰ সকলো মানুহ আঁচৰিত হ'ল। সকলোৱে বৰাক বিচাৰিব ধৰিলে, কিন্তু কোনো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। সমস্ত বাগানখনতে আতঙ্কৰ সৃষ্টি হ'ল। মেনেজাৰৰ কি হ'ল? এই প্ৰশ্ন সকলোৱে মুখে মুখে। বৰাৰ ল'ৰা দুজনে কতো একো শুংসূত্ৰ নাপাই পুলিচ থানালৈ গ'ল। পুলিচথানাৰ সন্মুখত গাড়ীখন ৰাখি অফিচলৈ সোমাই গৈ ডি, এচ, পিক লগ ধৰি জনালে যে কালি গধুলি কোনোবা মানুহে পিতাকক ঘৰৰ পৰা গাড়ীত তুলি লৈ গৈছে; আজিও একো খবৰ নাই। খবৰ শুনি থানাত সকলো অবাক হ'ল। ডি, এচ, পি হাজৰিকাই আচৰিত হৈ সুধিলে — "বৰা ডাঙৰীয়া গধুলি ঘৰত আছিল নে?"

"হয় আছিল। কোনোবা ল'ৰাই গাড়ীত আহি বোলে কলঘৰলৈ লৈ গৈছিল। তাৰপিছৰ পৰা একো খবৰ নাই। ৰাতি কলঘৰ আৰু অফিচত বিচাৰিছিলো, নাপালো। ৰাতিপুৱাৰ পৰা বাগানত বিচাৰিছিলো, কতো নাই। গতিকে আপোনালোকক থানাত জনালো। কিবা ব্যাৱস্থা কৰি দেউতাৰ শুংসূত্ৰ উলিয়াই দিয়ক চাৰ; নহলে আমি মৰিলো। মা আৰু ভণ্টিজনী একেবাৰে ভাঙি পৰিছে। উঃ ভগবান। কি হব উপায়!" বৰ হতাশ হৈ বৰাৰ সৰু পুতেক ডাক্তৰে কয়। বাগানৰ সহকাৰী মেনেজাৰ ডাঙৰ পুতেকে মূৰে কপালে হাত দি কান্দি কান্দি ক'লে —

"মই একো গমকে নাপালো, দেউতাক কোন দুৰ্বৃত্তই অপহৰণ কৰি নিলে। দেউতাক উলিয়াই দিয়ক চাৰ। যিমান টকা খৰচ হয় হব আমি দিম। দেউতাক উলিয়াই দিয়ক মাথো।"

"খৰচৰ কথা পিচত বৰা, বৰ্তমান অনুসন্ধান কৰিব লাগিব। এইটো আপোনাৰ বাবে নহয়, মোৰ বাবেও অতি দায়িত্বৰ কথা। মই মোৰ শক্তি থাকে মানে যুজিম। মই বৰা ডাঙৰীয়াক উলিয়াইহে এৰিম; আপোনালোক নিশ্চিন্ত থাকক।" এইবুলি কৈ হাজৰিকাই তেওঁৰ তলৰ পুলিচ অফিচাৰজনক ক'লে — "আহমেদ, তৎক্ষণাৎ আমাৰ পুলিচ দল প্ৰস্তুত কৰক; অনুসন্ধান আৰম্ভ কৰক। মই নিজে ইয়াৰ দায়িত্বত থাকিম।"

পুলিচ অফিচাৰৰ আশ্বাসবাণী পাই দুইভাই অশান্ত হ'ল আৰু এজাহাৰখন দাখিল কৰি ঘিৰি আহিল ঘৰলৈ। ঘৰত আহি দেখে যে এদললোকে আহি চোতালত বহি আছে আৰু মাক-ভনীয়েকক কিবা কিবি সুধি আছে। চোতাল পোৱাত দেখে যে মানুহ জুমৰ মাজত বহি আছে জগদীশ শইকীয়া। মাক আৰু ভনীয়েক মঞ্জুই ওচৰতে বহি কান্দি কান্দি চকুলো টুকি আছে। এওঁলোক দুয়ো ওচৰ পোৱাত জগদীশ শইকীয়াই

সুধিলে, — "আপোনালোকে থানাত এজাহাৰ দিলেনে?"

"হয়, থানাত এজাহাৰ দিয়া হ'ল।"

"ডি, এচ, পি, কোন আছে বৰ্তমান?"

"হাজৰিকা বোলা কোনোবা নতুন অফিচাৰ এজন আহিছে।"

"কি ক'লে?"

"তেওঁ বৰ সহানুভূতিৰে ক'লে যে পাৰ্য্যমানে চেষ্টা কৰিব আৰু অনুসন্ধানৰ কাৰণে পুলিচ বাহিনী লগাই দিলেই। তেওঁ বৰ সহানুভূতিশীল লোক। তেওঁৰ ব্যৱহাৰত আমি সুখী হৈছো। মানুহজন পুলিচ অফিচাৰ হলেও বেচ অমায়িক। বৰ ভাল লাগিল তেওঁৰ ব্যৱহাৰত। কিছু আশা কৰিব পাৰি।"

"বৰ ভাল কথা। পুলিচ অফিচাৰ ভদ্ৰহোৱা আমি বাঞ্ছা কৰো। কিন্তু এওঁলোকৰ বিশ্বাস নাই। আজিকালি পুলিচবিলাক আগৰ পুলিচৰ দৰে কৰ্তব্যপৰায়ন নহয়। এওঁলোকে টকা-পইচা নাপালে কাম নকৰে। গতিকে এওঁলোকৰ ওপৰত নজৰ ৰাখিব লাগিব।"

ৰবানীয়ে বৰ কাতৰভাবে ক'লে, — "তুমিয়ে কিবা কৰা বোপা শইকীয়া? আমাৰ ল'ৰাই এইবোৰ একো নাজানে। তুমি পুলিচৰ দ্বাৰা তেখেতৰ সন্ধান উলিয়াই দিয়া। কোনে বা কি কৰিলে? হায়! হায়! মোৰ কপাল।" এনেভাবে কপালত চপৰিয়াই মঞ্জুৰ মাকে কান্দি কান্দি ক'লে। তেওঁৰ কান্দোনত-আটাইৰে চকুলো ওলাল। মঞ্জুই হুক হুককৈ কান্দি পেলালে। ককায়েক দুজনৰো চকুপানী ওলাল। কাষত থকা মানুহ আৰু তিৰোতাসকলৰ চকুতো পানী দেখা গ'ল। এটা অতি করুণ পৰিবেশৰ সৃষ্টি হ'ল। জগদীশ শইকীয়াই সহানুভূতিৰে ক'লে —

"আপুনি একো চিন্তা নকৰিব। মই থকাত আপুনি একো চিন্তা কৰিব নালাগে। পুলিচক মই বাধ্য কৰাম। পুলিচৰ কাৰবাৰ মই জানো। সেই কাৰণে চৰকাৰৰ উচ্চপদস্থ বিষয়াৰ হতুৱাই মই তেওঁলোকক অনুসন্ধান কৰিবলৈ বাধ্য কৰাম। আপুনি দুখ নকৰিব। মই যেনে তেনে সন্ধান উলিয়াইহে এৰিম। মই আজিয়েই থানালৈ যাম। তাৰউপৰি পুলিচ চাহাবলৈ মই ফোন কৰিম। গৃহমন্ত্ৰীৰ দ্বাৰা মই অনুসন্ধান কৰাম। মই গৃহমন্ত্ৰী আৰু মুখ্যমন্ত্ৰীলৈ ফোন কৰিম। ওপৰমহলত মোৰ হাত আছে। পুলিচ বাধ্য হ'ব।"

তেওঁৰ তৎপৰতা আৰু আশ্বাসত মঞ্জুৰ মাক আৰু ককায়েকহঁত বৰ সন্তুষ্ট হ'ল আৰু পৰম আহ্লাদেৰে তেওঁক খুৱাই-বুৱাই আপ্যায়িত কৰিলে। তেওঁৰ পালি-পহৰীয়া সকলকো যথেষ্ট আদৰ যত্ন কৰিলে। জগদীশক নিজৰ পৰিয়ালৰ লোক যেন জ্ঞান কৰি মাকে অতি আদৰ-সাদৰ কৰিলে। মঞ্জুয়ো জগদীশক পৰম বিশ্বাসত ল'লে। জগদীশৰ ওপৰত থকা পুৰণি ভাবৰ সলনি হ'ল। জগদীশ যেন পৰিয়ালৰ ত্ৰানকৰ্তাত পৰিণত হ'ল। বিপদত পৰা লোকৰ যেন খেৰ-কুটাদালো পৰম সম্পদ জ্ঞান হয়।



তাৰপৰা ঘৰলৈ আহি জগদীশে গুৱাহাটীৰ পৰা অহাফোনত খবৰ পালে যে

তেওঁৰ আচনি কৃতকাৰ্য্য হৈছে। অপহৃত বৰা বৰ্তমান তেওঁবে বিশ্বিষ্ণুত আছে। এতিয়া কি কৰিব লাগিব তাকে প্ৰশ্ন কৰিছে। জগদীশে ক'লে যে বৰ্তমান তাতে থাকক, পিচত কি কৰা হব পিচেপৰেও জনোৱা হব। তাৰপাছত জগদীশে মুখ্যমন্ত্ৰী, গৃহমন্ত্ৰী, পুলিচ চাহাব (ডি, জি, পি) আদিক ফোন কৰি জনালে যে বাগানৰ মেনেজাৰ কমল বৰা ডাঙৰীয়া অপহৃত হৈছে।

এই খবৰ পাই পুলিচ বিষয়াবৰ্গ আৰু মন্ত্ৰী মণ্ডলী সচকিত হৈ পৰিল। বৰ দুৰ্ভাগ্যজনক খবৰ। মুখ্যমন্ত্ৰীৰ ফালৰ পৰা যোৰ তদন্ত চলাবলৈ পুলিচ বিষয়াবৰ্গক সতৰ্ক কৰি দিয়া হ'ল। ৰাজ্যজুৰি এই খবৰ বিয়পি গ'ল। বাতৰি কাকত, ৰেডিও আৰু টেলিভিশনত বাতৰি ওলাই গ'ল — "দুৰ্বৃত্তৰ দ্বাৰা বাগানৰ মেনেজাৰ অপহৃত"। খবৰ ওলোৱাৰ লগে লগে ৰাজ্যজুৰি অনুসন্ধান আৰম্ভ হ'ল।

নগাওঁ জিলাৰ এচ, পি চাহাবে হাজৰিকালৈ ফোন কৰি ক'লে যে এই বিষয়ত যোৰ তদন্ত চলাব লাগে। যেনেতেনে বৰাৰ সন্ধান উলিয়াব লাগিবই। হাজৰিকাই প্ৰাণপণে চেষ্টা কৰিছে।

পিছদিনা ৰাতিপুৱা এচ, পি চাহাবৰ লগত দুজন চি, আই, ডি বিভাগৰ অফিচাৰৰ সৈতে জগদীশ শইকীয়া হাজৰিকাৰ থানাত উপস্থিত হ'ল। হাজৰিকাই স-সম্ভ্ৰমে তেওঁলোকক আগবঢ়াই নি ভিতৰত বহিবলৈ দিলে। এচ, পিক পুলিচৰ নিয়মমতে চালাম কৰি নিজৰ চিয়াৰ এৰি বহিব দিলে আৰু জগদীশক সহপাঠী হিচাপে কৰমৰ্দন কৰি সম্মুখৰ চিয়াৰত বহিবলৈ অনুৰোধ জনালে। তেওঁলোক বহিল।

এচ, পিয়ে সুধিলে — "আপুনি কি ব্যৱস্থা গ্ৰহণ কৰিলে হাজৰিকা?"

হাজৰিকাই ক'লে — "মই পুলিচক ঘটনাৰ তদন্ত কৰিবলৈ দিছো চাৰ। পুলিচ চৰজমিন তদন্তত গৈছে। প্ৰতিবেদন পালে আপোনাক জনাম চাৰ। তাৰ উপৰি মই নিজেও চি, আই, ডি বিভাগৰ ডি, এচপি ডাঙৰীয়াৰ লগত আলোচনা কৰিছো চাৰ।"

"ঠিক আছে। ঘটনাটো গুৰুতৰ। বৰা চাহাবৰ দৰে এজন দায়িত্বপূৰ্ণ মানুহক অপহৰণ কৰা এলাপেচা কথা নহয়। ইয়াৰ অনুসন্ধান কৰি অপহৃত জনক উদ্ধাৰ কৰিব নোৱাৰিলে আমাৰ পুলিচ বিভাগৰ বদনাম হব। আপোনাৰ ওপৰত মোৰ যথেষ্ট আস্থা আছে হাজৰিকা। আপুনি বৰা ডাঙৰীয়াক উলিয়াব পাৰিব।"

"হব চাৰ। মই চেষ্টাৰ ক্ৰুটি নকৰো।"

শইকীয়াক আঙুলীয়াই দি এচ পিয়ে সুধিলে — "চাৰক আপুনি চিনি পায়নে? এখেত আমাৰ হিতাকাংক্ষী লোক। দিছপুৰত এখেতক নজনা কোনো লোক নাই। আমাৰ মন্ত্ৰীমহোদয় সকলে চাৰক বৰ খাতিৰ কৰে। চাৰ, চৰকাৰৰ সোঁহাত স্বৰূপ। শইকীয়া চাৰৰ ইংগিততে মন্ত্ৰী এম, এল, এ চলা বুলি কব পাৰি।"

এচ, পিৰ এনে প্ৰশংসা শুনি শইকীয়া গৰ্হীন হৈ চিয়াৰত বহি কোটচোলাৰ গলৰ বুটামটো ভালকৈ মাৰি পোনহৈ বহিল। ইপিনে আত্মগৌৰৱবোধে শইকীয়াক এখোপ যেন ওপৰলৈ তুলিলে। এবাৰ হাজৰিকালৈ কেৰাহিকৈ চাই মন্ত্ৰীৰ ভঙ্গীত বহি

ললে। চি, আই, ডিব মানুহ দুজনে এবাৰ শইকীয়াক কেৰাহিকৈ চাই ললে। তেওঁলোকে বোধহয় বুজি পালে যে এই নৰপুঙ্গৱ এলাপেচা ধৰণৰ লোক নহয়। খোদ দিহপুৰকে নাকত ধৰি চাকত ঘূৰাব পৰা লোক। এওঁৰ ওপৰত নজৰ ৰখা ভাল বুলি চকুৰ থাৰতে বুজা-বুজি হ'ল। হাজৰিকাই হাঁহি মাৰি ক'লে — "মই তেখেতক চিনি পাওঁ। বিশ্ববিদ্যালয়তে পৰিচিত।" তাৰপাছত হাঁহি মাৰি সুধিলে — "শইকীয়া আপোনাৰ ঘৰ ইয়াতে নেকি?" গহীনভাবে শইকীয়াই উত্তৰ দিলে "হয়।"

হাজৰিকাই সুধিলে — "আপুনি গুৱাহাটীৰ পৰা কেতিয়া আহিল।"

শইকীয়াই ওলোটাই সুধিলে — "আপুনি এই থানালৈ কেতিয়া আহিছে?"

"মোৰ বৰ বেছিদিন হোৱা নাই। সেই বাবেই আপানাক দেখাৰ সুযোগ পোৱা নাই।"

"পুলিচে চিনি পোৱাৰ সুযোগ নোপোৱাহে মঙ্গল।"

হাঁহি মাৰি হাজৰিকাই ক'লে, — "পুলিচৰ মানুহৰ বিশ্বাস নাই বুলি আপুনিও ভাবেনে?"

শইকীয়াই ক'লে, — "নদীনাং, নখীনাং শৃঙ্গীনাং, সস্ত্ৰপাণিনাং বিশ্বাসং নৈব কৰ্তব্যম্, স্ত্ৰীসু ৰাজকুলেষুচ। ই সংস্কৃত পণ্ডিতৰ উক্তি, অকল মোৰে কথা নহয়। আপুনি পুলিচ অফিচাৰ; ৰাজকুলৰ লোক। গতিকে ............।"

এনেতে হাঁহি মাৰি এচ, পিয়ে ক'লে — "তেনেহ'লে আমাকো বিশ্বাস নকৰে চাৰ।"

"এটা সীমালৈ বিশ্বাস কৰো, তাৰ উৰ্দ্ধত নহয়।"

"চাৰ বৰ স্পষ্টবাদী" — এচ পিয়ে হাঁহিমাৰি ক'লে।

বৰগহীন হৈ শইকীয়াই কয়, — "এইবোৰ পৰিচয়ৰ কথা এৰক। আপুনি এই কেচটো ধৰি দিব পাৰিলেহে বুজিম আপুনি কিমান বুদ্ধিমান। বিশ্ববিদ্যালয়ত আপুনি বেচ বুদ্ধিমান, বলবান আৰু খেলুৱৈ ছাত্ৰ আছিল। এতিয়া কাৰ্য্যক্ষেত্ৰত অৰ্থাৎ জীৱনযুদ্ধত কিমান বলবান আৰু বুদ্ধিমান তাৰ প্ৰমাণ হব এই কেচতে। গতিকে নিজৰ বুদ্ধিমত্তাৰ পৰিচয় দিব বুলি বাট চাই ৰলো হাজৰিকা। অপহৃত লোকজন মোৰ পৰম আত্মীয়লোক। গতিকে আপোনাক জনাই থলো। অতি সোনকালে মই ইয়াৰ ফলাফল জানিম বুলি কামনা কৰিলো।"

এনে নিৰস আৰু নিদাৰুণ বাণী শুনি হাজৰিকাৰ মন সেমেকি গ'ল। পূৰ্বৰ কথা মনত পৰি গ'ল। ফেটীসাপে ককালৰ কোব নাপাহৰে। গতিকে এইবেলি তেওঁ কিবা প্ৰতিশোধ লব বুলি হাজৰিকাৰ ভয় হ'ল। প্ৰথমৰে পৰা তেওঁৰ মতিগতি ভাল দেখা নাছিল। আহিয়েই মাত লগোৱা নাই। অতি গহীন হৈ বহিছে। পেটৰ মতলৱ ভাল নহয় যেন বোধ হয়। কিবা দোষ খুচুৰিবৰ বাবেহে যেন পাং পাতি আছে। সৌহাৰ্দ্য প্ৰদৰ্শন কৰা নাই, সৌজন্যবোধ নাই। অপৰিচিত ব্যক্তিৰ দৰে থমথমকৈ বহি আছে। তাৰউপৰি স্বয়ং এচ, পি চাহাবে যাক "চাৰ" বুলি সম্বোধন কৰে সেইজন এলাপেচা

লোক নহয়। ইমান কমদিনতে কম বয়সতে ৰাজনৈতিক নেতাৰ সন্মান লাভ কৰিছে। মন্ত্ৰী, এম, এল, এ নৌহোওতেই পুলিচৰ উৰ্দ্ধতম কৰ্মচাৰীয়ে "চাৰ" বোলা আৰম্ভ কৰিছে। নিশ্চয় ভৱিষ্যৎ বিধায়ক বা মন্ত্ৰী হব বুলি এওলোকে বিশ্বাস কৰিছে। ৰাজনৈতিক নেতাৰ প্ৰভাব বিস্তাৰ কৰিলে এতিয়াই। এওঁ কম কৌশলী নহয়। এনেবোৰ প্ৰশ্নই হাজৰিকাক জুমুৰি দি ধৰিলে। তেওঁ সাবধান হ'ল।

কিছুসময় পিছত পুলিচক চাহ আনিবলৈ কৈ হাজৰিকাই এচ, পি চাহাবক সুধিলে — "চাৰ, মই আপোনাৰ ওচৰলৈ ৰাতি যাম। কিছু কথা আলোচনা কৰিবলৈ আছে। আমাৰ থানাত পুলিচ কম আছে। মোক কেইজনমান ভাল পুলিচ লাগিব এই বিষয়ত তদন্ত কৰিবলৈ।"

এচ, পিয়ে ক'লে, — "পুলিচ দিয়াটো কঠিন হব। এই সময়ত আলফা আৰু বড়ো উগ্ৰপন্থীৰ কাম-কাজ গাৱেঁ-ভূঞে চলিছে। পুলিচ কম হোৱা বাবে বৰ অসুবিধা হৈছে। তথাপি আপুনি যাব।"

"ভাল চাৰ।"

এনেতে চাহ আনিলে। হাজৰিকাই চাহ মিঠাই আগবঢ়াই দি সকলোকে গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। সকলোটিয়ে চাহ-জলপান খালে।

এনেভাবে আলোচনা কৰি সকলোটি উঠিল। যাওঁতে জগদীশ শইকীয়াই প্ৰবীন হাজৰিকাক কৈ গ'ল — "আপোনাৰ কাৰ্য্য দক্ষতাৰ প্ৰমাণ এই কেচটোৱে দেখুৱাব। নোৱাৰিলে পৰিণাম বেয়া হব। মনত ৰাখিব হাজৰিকা।



## (তেইছ)

পিছদিনা ৰাতিপুৱা ফোন আহিল। মঞ্জুই ফোন ধৰিলে। গুৱাহাটীৰ পৰা কোনোবা অজ্ঞাত ব্যক্তিয়ে ফোনত কৈছে — "মঞ্জুমালা; তোমালোকে একো চিন্তা নকৰিবা। তোমাৰ দেউতাৰা ভালে কুশলে আছে। আমি অতি যত্ন সহকাৰে ৰাখিছো। তোমাৰ দেউতাৰাই তোমালোকক জনাবলৈ কৈছে যে টকা বিশ লাখ দি তেওঁক খালাচ কৰি নিব লাগে। তোমালোকে যেতিয়া টকা দিবা তেতিয়াই আমি নি তেখেতক ঘৰত থৈ আহিম। টকা বিশ লাখ কেতিয়া দিব পাৰিবা জনাবা।" ফোন পাই মঞ্জুই আনন্দতে মাকক মাতি আনি ক'লে — "দেউতাৰ ফোন আহিছে মা। দেউতা আছে।" তাই আনন্দতে মাকক হাতত ধৰি কয়। "দেউতাৰা আছে? ক'ত আছে মঞ্জু?" আনন্দত অধীৰ হৈ সোধে মাকে। "ক'ত আছে নাজানো। কিন্তু ফোনত কৈছে যে তেখেত ভালে আছে।"

"কেতিয়া আহিব?" বৰ উদ্বিগ্নতাৰে সোধে মাকে।

"আমি বিশ লাখ টকা দিব পাৰিলে ঘৰত আহি থৈ যাব।"

"বিশ লাখ টকা।" চকু দুটা বহল কৰি অবাক হৈ কৈ যায় মাকে। মঞ্জুই কয় ধীৰে ধীৰে —"বিশ লাখ টকা পণ হিচাবে ধৰিছে অপহৰণকাৰীয়ে। এতিয়া কি কৰিম মা?" "বিশ লাখ টকা কৰ পৰা দিম? পাঁচ লাখ মান টকাৰ সম্পত্তি বিক্ৰী কৰি দিব পাৰিম আৰু বেঙ্কৰ পৰা পাঁচ লাখ দিব পাৰিম, কিন্তু বিশ লাখ ক'ৰ পৰা দিম? দহ লাখ মান দিব পাৰিম। যথা সৰ্ব্বস্ব বিক্ৰী কৰিলে দহ লাখ হ'ব, কিন্তু কোনোপধ্যে বিশ লাখ নহব। কি কৰা যায় মঞ্জু?"

"ককাইদেউহঁতক ক'ব লাগিব। কি কৰি যোগাৰ কৰে কৰক। দেউতাক আনিবই লাগিব। দেউতাৰ যে হানি-বিঘিনি হোৱা নাই তাৰ কাৰণেই ঈশ্বৰক ধন্যবাদ মা।"

"এৰা। তেখেত যে জীয়াই আছে তাতে আমাৰ আনন্দ। সম্পত্তি যাওক — জীৱটোহে আমাক লাগে। আমি সকলো বেচিম তথাপি তেখেতক উদ্ধাৰ কৰি আনিম।"

"হয় মা আমাক ধন সম্পত্তি নালাগে — দেউতাকহে লাগে। ককাইদেউহঁতক মই কম।"

এনেভাবে ফোন পাই আলোচনা কৰি মাক-জীয়েকে বাহিৰ ওলাই আহে। বাহিৰত আহি মঞ্জুই ফোনৰ কথা ককায়েকহঁতক জনায়। ককায়েক দুয়োজনে আনন্দত কৈ উঠে — "সকলো বিক্ৰী কৰি হলেও দেউতাক উদ্ধাৰ কৰিম। ক'ত, কেতিয়া, কাক দিব লাগিব জনাইছেনে মঞ্জু?

সেইবোৰ একো জনোৱা নাই। বোধহয় পিছত জনাব।"

"বাক পিছত জনালেও হ'ব। এই খবৰ জগদীশ শইকীয়াক জনাব লাগিব।"

"এৰা ককাইদেউ। তেখেতক জনাব লাগে। তেখেতে আমাৰ বিপদৰ বন্ধু।"

"এৰা বোপা। তেৱেঁ আমাৰ বিপদৰ বন্ধু। তেওঁৰ পৰামৰ্শ মতেহে আমি কাম কৰিব লাগিব। মাকে কয়। মঞ্জুই লগে লগে জগদীশলৈ ফোন কৰিলে। জগদীশে ফোন পাই হাঁহি মাৰিলে আৰু মিছা উৎকণ্ঠা দেখুৱাই তৎক্ষণাৎ আহি মঞ্জুহঁতৰ ঘৰ উঠিল। মঞ্জুৰ মাকে দূৰৈত বাস কৰা পুতেকক দেখাৰ দৰে জগদীশক দেখি ওচৰত বহি মূৰ পিহি ক'লে — "বোপা শইকীয়া। তোমাৰ দিহামতে আমি কৰিম। তেখেতৰ খবৰ আহিছে। পিচে টকাৰ কথাতহে চিন্তিত হৈছো।"

"একো চিন্তা নাই। তেখেতক উদ্ধাৰ কৰাৰ বাবে টকাৰ যোগাৰ হ'ব। কিমান টকা লাগিব?"

"বিশ লাখ টকা বোপা।" মঞ্জুৰ মাকে কয়। জগদীশে মূৰ দুপিয়াই কয় — "বাৰু কিবা ব্যৱস্থা কৰিব লাগিব।"

"তুমি বহা বোপা। আমাৰ ল'ৰাৰ লগত আলোচনা কৰা।" এইবুলি কৈ উঠি গৈ জগদীশ অহা খবৰ পুতেক দুজনক জনালে। জগদীশ অহা বুলি জানি দুয়ো ওলাই আহি জগদীশৰ ওচৰত বহিল। মঞ্জু আৰু মাকো বহিল যেন ঘূৰণীয়া মেজমেলহে পাতিছে। মাকে ক'লে — "এতিয়া কি কৰিবা বোপাহঁত? বিশ লাখ টকা দিব লাগিব। ক'ৰ পৰা দিবা?"

আমি সমস্ত সম্পত্তি বিক্ৰী কৰি দহলাখমান টকা যোগাৰ কৰিব পাৰিম। বাকী দহলাখ যোগাৰ কৰিম কেনেকৈ? ভাবি পোৱা নাই।" ধনমণিয়ে ক'লে।

"ভাবি কিয় পোৱা নাই। বাগানৰ মালিকে দিব লাগিব। মালিকৰ জানো দায়িত্ব নাই? মালিকে দহলাখ দিবই লাগিব। যিজন মানুহে তেওঁৰ বাগানত কাম কৰি তেওঁক কৌটিপতি কৰিছে, সেইজন মানুহক দুৰ্বৃত্তৰ হাতৰ পৰা টকা দি উদ্ধাৰ কৰা জানো তেওঁৰ কৰ্ত্তব্য নহয়? নিশ্চয় দিব লাগিব। আমি কাগজে-পত্ৰই লিখিম। দেখোচোন দিয়েনে নিদিয়ে। আপোনালোকে দহলাখ যোগাৰ কৰক; আমি বাইজে বাগানৰ মালিকৰ পৰা দহ লাখ আদায় কৰি দিয়াম। এনেহেন সৎ আৰু কৰ্মী মানুহজনক অসৎ দুৰ্বৃত্তৰ দলে অপহৰণ কৰি বিশ লাখ টকা দাবী কৰাৰ নিশ্চয় মতলব হৈছে বাগানৰ মালিকৰ পৰা টকা আদায় কৰাহে। মোৰ বিবেচনাৰে দুৰ্বৃত্তসকলে সকলো বুজি পায়। সেইকাৰণেহে বিশ লাখ দাবী কৰিছে। মালিকে দিবই লাগিব। মোৰ থকা হলে বিনাদ্বিধাই দিলোহেঁতেন। কিন্তু মোৰ ইমান টকা নাই। তথাপি তেখেতক খালাচ কৰা কাৰণে মই একলাখ টকা দিম, সেই টকা মোক দিয়ে দিব নিদিয়ে নাই।" তেওঁৰ এনে উদাৰ দানৰ কথা চিন্তা কৰি ঘৰৰ সকলোটিয়ে অভিভূত হৈ গ'ল আৰু সকলোটিয়ে যেন কিনা গোলাম যেন হ'ল। মাকে অতি আহলাদেৰে কৈ উঠিল — "তোমাৰ দৰে ল'ৰা যদি আমাৰ দেশত এশজন থাকিলহেঁতেন তেন্তে আমাৰ দেশ কিমান উন্নত হ'লহেঁতেন!

ঈশ্বৰে তোমাৰ মঙ্গল কৰক বাচা। তুমি মোৰ কোনোবা জন্মত ল'ৰা আছিলা।" তেওঁৰ মূৰত ধৰি আশীৰ্বাদ কৰিলে। এওঁলোকেও কৃতজ্ঞ দৃষ্টিৰে তেওঁৰ ফালে চাই থাকিল।

ইয়াৰ পিছত মঞ্জুই ক'লে — 'আপুনিয়ে মালিকৰ লগত কথা হওক।"

"এৰা মালিকৰ লগত আপুনি কথা হওক। আমিও আমাৰখিনি যোগাৰ কৰো। দেউতাক সোনকালে খালাচ কৰিব নোৱাৰিলে, বেমাৰী মানুহ, কিবা অসুখ হৈ যাব পাৰে।" ডাক্তৰ পুতেকে কয়।

"তুমিয়ে মধ্যস্থতা কৰি কিবা প্ৰকাৰে খালাচ কৰি দিয়া বোপা।" মঞ্জুৰ মাকে কাতৰ অনুৰোধ কৰে।

"হয়। এই দুবৃৰ্ত্তইতৰ লগত আপুনিয়ে মধ্যস্থতা কৰি দেউতাক খালাচ কৰি আনক শইকীয়া।" সকজনে কয়।

"সেইবোৰ কথা পিছত হ'ব। বৰ্ত্তমান যি পাৰে টকা যোগাৰ কৰক যাতে দুবৃৰ্ত্তৰ হাতৰ পৰা তেখেতক অতি সোনকালে খালাচ কৰিব পাৰো।" জগদীশে কয়।

"এৰা বোপা, তাকেহে কৰিব লাগে।" মাকে সম্মতি জনায়।

এনেভাৱে আলোচনা হৈ চাহ্-জলপান খাই জগদীশ উঠিল। এওঁলোকে তেওঁৰ ফালে পৰম আশাৰে বাট চাই থাকিল।

ধন্য জগদীশ। এওঁ সাপ হৈ খোটে আৰু বেজ হৈ জাৰিব জানে। এওঁ ৰাজনীতি কৰিব পাৰিব নিশ্চয়।

ৰাজেনৰ অনুৰোধ এৰাব নোৱাৰি বৰা ডাঙৰীয়াই মঞ্জুলৈ ফোন কৰিবৰ বাবে ঘৰৰ ফোন নম্বৰটো কৈ দিয়ে। সেইমতে ৰাজেন গগৈয়ে ফোন কৰিছিল।

সেইদিনাই ৰাজেনে ফোন কৰি বৰা ডাঙৰীয়াৰ খবৰ জনায় জগদীশ শইকীয়াক। দুয়ো কথা হয়। জগদীশে ৰাজেনক জনায় যে আঁচনিমতে কাম হবৰ উপক্ৰম হৈছে। দহ লাখ গৃহস্থে দিব আৰু বাকী দহলাখ বাগানৰ মালিকৰ পৰা আদায় কৰিব লাগিব। তাৰ কাৰণে বাইজৰ মুখিয়াল মানুহকেইজনমানক লগত লৈ গৈ মালিকক হেঁচা দিব লাগিব। এইমতে জগদীশে তেওঁৰ ৰাজনৈতিক দলৰ লোক কেইজনমানক লগত লৈ গৈ বাগানৰ মালিকৰ ঘৰ উঠিল। সদলবলে জগদীশহঁত যোৱা দেখি বাগানৰ চিন্তাক্লিষ্ট মালিকে এওঁলোকক আথে-বেথে বহিব দিলে। চাহ্-জলপান দিয়াৰ পিছত মালিকে সুধিলে — 'আমাৰ মেনেজাৰ বৰা ডাঙৰীযাৰ বিষয়ে কি কৰা যাব শইকীয়া? মোক এটা উপায় দিব লাগে।' জগদীশে গম্ভীৰ ভাৱে ক'লে — "কথাযাৰ বৰ স্পৰ্শকাতৰ হৈ পৰিছে। বৰা ডাঙৰীয়াৰ দায়িত্ব আপোনাৰ ওপৰত থকা বুলি পৰিয়ালৰ লোকৰ বাহিৰে বাইজৰ মানুহেও দাবী কৰে। পিছে আপুনি জানো বৰাৰ খবৰ পোৱা নাই? বৰাৰ পৰিয়ালে জনোৱা নাই নেকি?"

"জনাইছে। মোক জনাইছে যে কোনোবা সন্ত্ৰাসবাদী দলে বৰাক অপহৰণ কৰি নি বিশ লাখ টকা দাবী কৰিছে। এতিয়া মোক টকাখিনি পঠিয়াবলৈ অনুৰোধ কৰিছে। মইনো বিশ লাখ টকা দিম কৰ পৰা? মোৰ বাগানখনকে বিক্ৰী কৰি দিব

লগা হ'ব। গতিকে মই নিৰুপায় হৈ পৰিছো। এখন বাগানৰ মালিকে ইমান টকা কেনেকৈ দিব?"

"অৱশ্যে আপুনি অকলে দিয়াতো সম্ভৱ নহ'ব। গৃহস্থেও কিছু দিব লাগিব।"

"কিছু নহয় — সকলোখিনিয়ে দিব লাগিব। কাৰণ তেওঁলোকৰ মানুহ নিছে।" বাগানৰ মালিকৰ কথা শুনি জগদীশে তেওঁৰ ফালে ক্ৰোধান্বিত দৃষ্টিৰে চাই কৈ উঠিল — "সেইবুলি আপোনাৰ কোনো দায়িত্ব নোহোৱা বুলি ভাবিছে নেকি?"

"মোৰ বাৰু কি দায়িত্ব আছে?" জগদীশৰ মুখলৈ চাই প্ৰশ্ন কৰে তেওঁ। জগদীশে কঠোৰভাৱে কয় — "আপোনাৰ দায়িত্ব নাই? আপোনাৰ কৰ্মচাৰী। আপোনাৰ কোনো দায়িত্ব নাই বুলি আপুনি ভাবিছে কিয়? কৰ্মচাৰীৰ দায়িত্ব মালিকৰ ওপৰত থাকেই। ই আইনৰ কথা। আপুনি মুৰ পোলোকা মাৰি দায়িত্ব এৰিব নোৱাৰে। আপুনি দায়িত্ব ল'ব লাগিবই।" লগৰ দুজনমান লোকেও একেমুখে মাত লগালে —

"আপুনি দায়িত্ব ল'ব লাগিবই। আপোনাৰ বাগানৰ সম্পত্তি আৰু কৰ্মচাৰীসকলৰ ওপৰত আপোনাৰ দায়িত্ব নাই বুলি কলেই নোহোৱা নহয়। আপুনি আপোনাৰ মেনেজাৰক খালাচ কৰি আনিবই লাগিব। এইকথা আইনেও ক'ব আৰু মানুহেও ক'ব। আপুনি টকা দি হ'লেও আপোনাৰ মানুহ খালাচ কৰি আনিবই লাগিব।"

"মই ইমান টকা ক'ৰ পৰা দিম? মই বাগানখন বিক্ৰী কৰি টকা দিম নেকি?'

"বিশ লাখ টকাৰ বাবে আপুনি বাগান বিক্ৰী কৰিব নালাগে। এই কথা আমি সকলোৱে জানো। কৌটি কৌটি টকা লাভ কৰা একোখন ডাঙৰ বাগানে বিশ লাখ টকা দিয়া একো টান কথা নহয়। আপুনি আপোনাৰ কৰ্মচাৰী খালাচ কৰি আনিবই লাগিব। যদি টকাৰ বিনিময়ত ৰবাক সন্ত্ৰাসবাদীয়ে মাৰি পেলায় তেন্তে ৰাইজে আপোনাক ক্ষমা কৰিবনে?"

"আচলতে মোৰ ইমান দায়িত্ব নাই আৰু টকাও নাই। মই কি কৰো আলোচনা কৰি চাব লাগিব আমাৰ পৰিয়ালৰ লগত।"

"আপুনি গোটেই দিব নোৱাৰিলেও অন্ততঃ গৃহস্থৰ পৰা আদায় কৰি পঠোৱাৰ ব্যৱস্থা কৰক।" জগদীশে কয়।

"এৰা আধা টকা আপুনি দি দিয়ক, পিছত যি হয় ব্যৱস্থা কৰা হ'ব। ৰাইজৰ পৰা দান-বৰঙণি তুলি হ'লেও আমাৰ মানুহজনক খালাচ কৰি আনিব লাগিব।" জগদীশৰ লগত যোৱা মানুহবিলাকে কৈ দিয়ে। মানুহবিলাকৰ কথা শুনি তেওঁ মহা চিন্তাত পৰে। বহুপৰ চিন্তা কৰি কয় — "মই মোৰ পৰিয়ালৰ লগত আলোচনা কৰি লওঁ। আপোনালোকে মোক সময় দিয়ক।"

"আপুনি অৱশ্যে আলোচনা কৰিব লাগিব কাৰণ ই এলাপেচা কথা নহয়। একেবাৰে বিশ লাখ টকাৰ কথা। গতিকে আপুনি আলোচনা কৰি জনাব। যিকোনো প্ৰকাৰে ৰবাক উদ্ধাৰ কৰিব লাগিবই।" শইকীয়াই কয় দৃঢ়ভাৱে।

মানুহবিলাকৰ মাজত আলোচনা চলে আৰু শেষত বাগানৰ মালিকৰ লগত

আলোচনা কৰি শইকীয়াহঁত ঘিৰি আহে। জগদীশে বাটত ক'লে — "আমাৰ অভিযান ব্যৰ্থ হোৱা নাই; অন্ততঃ মালিকে কিছু দায়িত্ব ল'ব।"

"এৰা আমাৰ অভিযান ব্যৰ্থ হোৱা নাই। বাগানৰ মালিকসকলে এইবিলাক কৰ্মচাৰীৰ দ্বাৰাই নানা কূট-কৌশল কৰি কৌটি কৌটি টকা লাভ কৰে। জনসাধাৰণৰ ওচৰত অধিক দামত চাহপাত বিক্ৰী কৰি মালিকক লাভবান কৰে অথচ বিপদৰ সময়ত এইসকল কৰ্মচাৰীকে উদ্ধাৰ নকৰে যদি কাক কৰিব — 'জনসাধাৰণক ঠগি কৌটি কৌটি ল'ব আৰু জনসাধাৰণক মহান, উদাৰ বুলি দেখুৱাবৰ বাবে দুই এক লাখ টকা কোনো সাহিত্যিকক পুৰস্কাৰ দি নাইবা কোনো বুদ্ধিজীৱীক কিছু সাহায্য দান কৰি দেশ-প্ৰেমিক হোৱা, দানবীৰ হোৱা মালিকসকলে তলে তলে চৰকাৰৰ লগত লগ লাগি ৰাইজৰ চকুত ধূলি মাৰি আজিও নিৰ্ব্বিবাদে জনসাধাৰণক লুটা কাৰবাৰ খন চলায়ে আহিছে। গতিকে সেই বাগানৰ মালিকসকলৰ পৰা সন্ত্ৰাসবাদী দলবিলাকে টকা আদায় কৰা ফান্দখন পাতিছে। এই ফান্দত এইবাৰ এইখন বাগান পৰিছে; হয়তো অহা মাহত অন্য এখন পৰিব পাৰে।" আনজনে কয় — "অসমত প্ৰায় এহেজাৰখন বাগান আছে; গতিকে সন্ত্ৰাসবাদীসকলৰ বেছ সুবিধা হৈছে। এই সন্ত্ৰাসবাদী দলটোৰ উদ্দেশ্য বা কি ক'ব নোৱাৰো, কিন্তু ধন হ'লে সিহঁতে আদায় কৰিব নিশ্চয়। মাজতে আমি সাধাৰণ মানুহবিলাকে হাৰাশাস্তি হ'লো আৰু হ'ম। কি দিন পৰিল— আজি কুৰি শতিকাৰ শেষ দশকত! আমাৰে মৰণ — নিমাখিত ৰাইজৰে মৰণ।" বৰ দুখ মনে কয় জগদীশে। তেওঁ যেন একো নাজানে আৰু জনতাৰ দুখতহে যেন এইবোৰ কৰিব ধৰিছে এনেভাব দেখুৱায়। লগত যোৱাসকলে জগদীশৰ কথাত পতিয়ন যায় আৰু কেইজনমানে কয় — "এনে মানুহহে আমাৰ দেশৰ নেতা হোৱা উচিত। এইবাৰ আমি শইকীয়াকহে নিৰ্ব্বচনত তুলিব লাগিব। "নিৰ্ব্বাচনৰ কথা মোক নকব। নিৰ্ব্বাচনৰ বাবে বৰ্ত্তমান ভাৰতত ধনৰহে দৰ্কাৰ। যাৰ হাতত ধন আছে, সিহে নিৰ্ব্বাচনত জিকিব পাৰে। মোৰ ধন নাই, মই নিৰ্ব্বাচনত জিকিব নোৱাৰিম।"

"আপোনাৰ দলে আপোনাক ধন দিব। আপোনাৰ শাসক দল বৰ ধনী দল। টকাৰ চিন্তা কিহৰ?" লগত থকা এজনে কৈ উঠে। কথা শুনি জগদীশে লাহে লাহে ক'লে — "নিৰ্ব্বাচনত অকল ধন বিলালেই জয়ী হ'ব নোৱাৰি, জয়ী হবৰ বাবে নানা কূট-কৌশলো লাগে। মোৰ কূটনীতি কৰা বুদ্ধি নাই। গতিকে কেনেকৈ জয়ী হম?" তেওঁৰ হতাশা দেখি দলৰ মাজৰ পৰা এগৰাকী দলীয় নেতৃস্থানীয় ডেকাই মাত লগায়—

"আমাৰ শাসক দলত অনেক কূটনীতি জনা নেতা আছে। নিৰ্ব্বাচনৰ আগৰ বছৰত মন্ত্ৰীৰ দ্বাৰা চাকৰি দিয়াই সেই চাকৰিয়ালসকলৰ হাজাৰ হাজাৰ টকা আদায় কৰে, বদলি সংক্ৰান্ততো হাজাৰ হাজাৰ টকা লয়। তাৰ আধামান মন্ত্ৰীসকলক দি বাকী আধা দলক দিয়ে। বন বিভাগৰ কিছুমান উচ্চ পদস্থ কৰ্মচাৰীয়ে লাখ লাখ টকাৰ গছ চোৰাং বেপাৰীক বিক্ৰী কৰি আদায় কৰে আৰু তাৰ কিছু অংশ দলতো দিয়ে। তাৰ

উপৰি এল, ও, চি নোহোৱাকৈ অবৈধ ভাবে বিভিন্ন বিভাগৰ টকা দুষ্ট কৰ্মচাৰীৰ লগ হৈ দলৰ দালালে বেঙ্কৰপৰা উলিয়াই আনে। শ শ কৌটি টকা আত্মসাৎ কৰে। আৰু একশ্ৰেণী উচ্চ পদস্থ ভেটিখোৰ কৰ্মচাৰীক হাত কৰি দলৰ নেতাসকলে বাইজৰ ভিতৰৰ কিছুমান দুষ্ট লোককো নিৰ্ব্বাচনত খটুৱায়। এনেভাৱে ৰাজহুৱা ধন ৰাজভাণ্ডাৰৰ পৰা সুট কৰি নিজৰ আৰু দলৰ কামত নিয়োগ কৰি নিৰ্ব্বাচনত বিজয়ী হয়। এনে কূটনীতি জনা নেতা আমাৰ দলত আছে কাৰনেই দল বিজয়ী হৈ চৰকাৰ গঠন কৰিব পাৰিছে। বৃটিছ শাসকৰ দৰে জনসাধৰণক ভাগ ভাগ কৰি শাসন কৰা কৌশল আমাৰ নেতাই আয়ত্ব কৰিছে। চোৰ, ডকাইত, লম্পট, গুণ্ডা, বদমাছ, হত্যাকাৰী, অপহৰণকাৰী, লুণ্ঠনকাৰী আৰু মাফিয়া সকলক দলত ভৰ্ত্তি কৰি দলটো ধনে জনে সবল কৰি ৰাখিছে। গতিকে আপোনাক জয়ী কৰিবলৈ নানা কৌশল অবলম্বন কৰিব। আপুনি কেৱল দলৰ টিকটটো যোগাৰ কৰক, প্ৰচাৰ অভিযানৰ কাম আমি চলাম। মদ, মাংস আৰু মাইকী ব্যৱহাৰ কৰি নিৰ্ব্বাচনত জয়লাভ কৰি আহিছো ইমান বছৰে, এতিয়াও তাকে কৰিম। এইবাৰ বহুত গুণ্ডা, বদমাইছ প্ৰকৃতিৰ লোকক মদৰ লাইচেঞ্চ দিছেই। গাঁৱে ভুঞে মদৰ দোকান আৰম্ভ হৈছেই; গতিকে আমাৰ জয় অৱশ্যম্ভাবী। যিবিলাকক বিভিন্ন পুৰস্কাৰ দিছে; পেঞ্চন দিছে; বিশেষকৈ ৰাজনৈতিক পেঞ্চন দিছে সেইবিলাকে আমাক ভোট দিবই; তাৰ উপৰি যিবিলাকক উচ্চ পদবীত মকৰল কৰিছে আৰু ঠিকাদাৰ সকলক ঠিকা-ঠুকলি দি ধন ঘটাৰ সুযোগ দিছে, সেইসকলে আমাক ভোট নিদি কাক ভোট দিব? আমাৰ দেশত এনে কিছুমান লোকে ৰাজনৈতিক পেঞ্চন পাইছে যি সকলে ভাৰতৰ স্বাধীনতাৰ আন্দোলনত মাকৰ কোলাত পিয়াহ খাই আছিল, নাইবা বৃটিছ সৈন্যক খাদ্য যোগান ধৰিছিল, সেই লোককো ৰাজনৈতিক পেঞ্চন দিয়া দেখা গৈছে। এই লোকসকলে আৰু তেওঁলোকৰ অণ্ডহী-বণ্ডহীসকলে আমাক ভোট নিদি কাক দিব? গতিকে আমাৰ প্ৰাৰ্থী বিজয়ী হ'বই। আপুনি টিকটটো আদায় কৰিব পাৰিলে নিশ্চয় উত্তীৰ্ণ হ'বই। আপোনাক সেইবাবে আমি যুৱকসকলৰ ফালৰ পৰা নেতা নিৰ্ব্বাচন কৰিমেই। আপুনি বিজয়ী হ'ব, তাত আমাৰ সকলোৰে বিশ্বাস আছে।"

"এইবোৰ কথা আজি নকৰা। দেখা যাওক কেতিয়া কি হয়।"

এনেভাৱে বাটত আলোচনা কৰি যেতিয়া ঘৰৰ ওচৰ পায় তেতিয়া দুপৰীয়া প্ৰায় বাৰটা বাজিছেই। শইকীয়াই এটা মিচিকিয়া হাঁহি মাৰি সকলোকে বিদায় দিয়ে আৰু ৰবাৰ মুক্তিৰ বাবে যাতে সকলোৱে সামূহিক ভাৱে চেষ্টা কৰে তাৰ বাবে অনুৰোধ জনায়। মানুহবিলাকে শইকীয়াক নমস্কাৰ জনাই বিদায় লয়।

মানুহবিলাক যোৱাৰ পিছত এটা ক্ৰুৰ হাঁহি মাৰি শইকীয়াই ভাৱে — মানুহৰ মনৰ ভাব বদলিছে। মোৰ পক্ষ লৈছে জনসাধৰণে। এইবাৰ মোৰ দুটা কাৰ্য্য সিদ্ধি হ'ব। প্ৰথমটো টকা আদায় হ'ব আৰু অহা নিৰ্ব্বাচনত মোৰ জয়লাভ হ'ব। দ্বিতীয়টো লাভ হ'ব — এনেভাৱে বাপেকক মুক্ত কৰি আনিব পাৰিলে ধনীৰ দুলালী ৰূপহী সুগায়িকা মঞ্জুমালা মোৰ অংকশায়িনী হ'ব। তাইৰ পৰাও অহা নিৰ্ব্বাচনৰ সময়ত গান

গোৱাই জনসাধাৰণক মুগ্ধ কৰি ভোট আদায় কৰিব পাৰিম। এই সুবিধা মই গ্ৰহণ কৰিবই লাগিব। দেখা যাওক, ভাগ্যত কি আছে। এম, এল, এ, নাইবা মন্ত্ৰী আৰু সুন্দৰী স্ত্ৰী লাভ এই দুয়োটাই এইবাৰ মোৰ ভাগ্যত ঘটিব যেন অনুমান হৈছে। এনেভাৱে ভৱিষ্যৎ সুখৰ কল্পনা কৰি জগদীশে ঘৰলৈ খোজ ল'লে।



## (চৌবিছ)

পিছদিনা ৰাতিপুৱা ৰাজেন গগৈয়ে জদগীশ শইকীয়ালৈ ফোন কৰিলে। ঘটনাটো কিমানদূৰ আগবাঢ়িছে সুধিলে। শইকীয়াই আগদিনা মালিকৰ লগত আলোচনা কৰা কথা জনালে। গগৈয়ে ক'লে যে পুলিচৰ জোৰ তদন্ত চলিছে, গতিকে বৰাক গুৱাহাটীৰ পৰা নলবাৰীলৈ নিব লাগিব। নলবাৰীতো বোলে এটা সন্ত্ৰাসবাদী দলৰ জন্ম হৈছে। গতিকে তেওঁলোক ক'ত থাকে তাকে অনুসন্ধান কৰি আলোচনাৰ জৰিয়তে দৰদাম নিৰূপণ কৰি তেওঁলোকৰ জিম্মাত বৰাক ৰখাৰ দিহা কৰিব পাৰিলে সুবিধা হয়। শইকীয়াই ফোনত ক'লে — "আলোচনা কৰক আৰু তৎক্ষণাৎ নলবাৰীলৈ স্থানাণ্ডৰ কৰক।"

গগৈয়ে ক'লে — নলবাৰীলৈ নিব লাগিলে যোগাযোগ কৰিব লাগিব। তাৰ বাবে টকাৰ দৰ্কাৰ হ'ব। এক লাখমান টকা যোগাৰ কৰিব পাৰিলে স্থানান্তৰ কৰিবৰ সুবিধা হ'ব। কিবা প্ৰকাৰে এক লাখমান টকা পঠাব, নহলে বিপদ হ'ব। ইয়াতো আমাক খৰচ লগা হৈছে।"

"অহাকালি গধূলি দুজনক মোৰ ওচৰলৈ পঠাই দিব।"

"ভাল বাৰু।"

এনেভাৱে ফোনত আলোচনা কৰি উঠি শইকীয়াই মঞ্জুহঁতৰ ঘৰ উঠিল। শইকীয়াক আথে-বেথে আগবঢ়াই নিলে মঞ্জুৱে আৰু দ্ৰইংৰুমত বহিব দি মাকক মাতিলে। জগদীশ অহা বুলি শুনি মাকে নধৰ-নপৰ কৰি লৰি আহি হাঁহি মাৰি জগদীশক দেখা দিলে আৰু কুশল বাৰ্ত্তা সুধিলে — "বোপা কেনে আছা? গা ভাল নে?"

"একপ্ৰকাৰ ভালে আছো।"

"ঘৰত কেনে?"

"ভালেই আছে।"

"তুমি কিবা খবৰ জনানে আমাৰ মঞ্জুৰ বাপেকৰ?" বৰ ম্ৰিয়মান হৈ গালত হাত দি টেবুলত মূৰ থৈ বৰ নিঃসহায় ভাব দেখুৱাই জগদীশে ক'লে — "হয়, মই আজি ৰাতিপুৱাতে ফোন পালো। সন্ত্ৰাসবাদী দলে ফোন কৰিছে।" বৰ উদ্বিগ্নতাৰে মৃদুলা বৰাই কান্দোনমুৱা হৈ সুধিলে — "কি ক'লে বোপা?"

"আজি সন্ধিয়া যদি টকা দিব নোৱাৰে তেন্তে বৰাক আৰু জীয়াই নাৰাখে।' শইকীয়াৰ কথা শুনি মৃদুলা বৰা কঁপি কঁপি মাটিত পৰি গ'ল। মঞ্জুৱে হুৰাদুৰা লগালে — "মা, মা। তোমাৰ কি হ'ল মা, তোমাৰ কি হ'ল?" তাই কান্দি কান্দি মাকৰ গাত ধৰি বহি পৰিল। তাইৰ কান্দোন শুনি ঘৰৰ ভিতৰৰ এটা কোঠালিত কিবা কাম কৰি থকা ডাক্তৰ সোণমণি দৌৰি আহি দেখিলে যে মাক মজিয়াত পৰিছে আৰু মঞ্জুৱে

কান্দি কান্দি মাকৰ মূৰটো কোলাত লৈ 'মা মা' বুলি চিঞৰি আছে। জগদীশেও কাষত বহি উদ্বিগ্নতাৰে গাত ধৰি মাত্তিব ধৰিলে — "আপোনাৰ কি হ'ল? কিয় আপুনি এনেখন কৰিছে?" তাকে দেখি সোণমণিয়ে সুধিলে — "কি হ'ল মাৰ?"

"তেখেতৰ মূৰ ঘূৰাইছে।" শইকীয়াই ক'লে। সোণমণিয়ে তৎক্ষণাৎ নিজৰ ৰূমলৈ গৈ ডাক্তৰী সৰঞ্জামখিনিৰ সৈতে ঔষধৰ বেগটো লৈ আহি মাকৰ চিকিৎসা আৰম্ভ কৰিলে। কিছুসময় পিছত মাকৰ চেতনা আহিল। লাহে লাহে উঠি বহিল। মঞ্জু আৰু জগদীশে গা-মূৰ পিহি পিহি সুস্থ কৰিবলৈ যত্ন কৰিলে। কিছুপৰ পিছত সুস্থ হোৱাত সকলোটিয়ে চোফাত বহিল। ডাক্তৰে সুধিলে —

"কি হৈছিল মা? কিয় অজ্ঞান হৈছিলা?"

"কি হ'ব বাচা, আমাৰ সকলো শেষ হৈ গ'ল।"

"কি হ'ল?"

"একো হোৱা নাই। আজি ৰাতিপুৱা অপহৰণকাৰীসকলে মোলৈ ফোন কৰি কৈছিল যে আজি গধূলি টকা দিব নোৱাৰিলে সিহঁতে কিবা অন্যায় কৰিব দেউতাৰ। এই কথাষাৰ কোৱাৰ লগে লগে এখেত মজিয়াত ঢলি পৰিল।"

"এনে কথানো আপুনি কিয় মাৰ আগত ক'লে? ককাইদেউৰ আগতো ক'ব পাৰিলেহেঁতেন?" মঞ্জুই অভিযোগৰ সুৰত ক'লে। সোণমণিয়ে ক'লে — "এই কথা মাৰ আগত কোৱা উচিত হোৱা নাই। কিবা গুৰুতৰ কথা হ'লে আমাৰ আগত ক'ব, মাৰ আগত একো নকব। তেওঁ বৰ বিহ্বল হৈ আছে।"

"অৱশ্যে।" জগদীশে স্বীকাৰ কৰে।

"এতিয়া আমি কি কৰিব লাগিব?' ডাক্তৰে সোধে।

"টকা কিছু আদায় দিব লাগিব।" শইকীয়াই কয়।

"কিমানখিনি দিলে সম্প্ৰতি হ'ব?"

"পাঁচ লাখমান দিলে হ'ব। আজি পাঁচ লাখ দিব পাৰিলে আৰু কিছুদিন অপেক্ষা কৰিব বুলি কৈছে।"

"কাৰ হাতত, কেনেকৈ, কাক দিব লাগিব?" মঞ্জুই সুধিলে।

"তেওঁলোকৰ মানুহ দুজন মোৰ ঘৰলৈ গধূলি আহিব। তাতে আপোনালোকে দিব অতি গোপনে। এই কথা যেন কোনেও নাজানে।"

"হ'ব বাৰু। পিছে টকা পাঁচ লাখ একেদিনাই উলিয়াম কেনেকৈ?"

মাকে ক'লে "ফিক্স ডিপোজিট থোৱা পাঁচ লাখ টকা বেংকৰ পৰা উলিয়াই আনা।"

"একেদিনাই বেংকে দিব নোৱাৰিব। অন্ততঃ এসপ্তাহ সময় লাগিব বেংকৰ নিয়মমতে।" ডাক্তৰে কয়।

"তেন্তে কি উপায় হ'ব?" মঞ্জুই বৰ ব্যগ্ৰ হৈ সোধে।

"আজি কি পাৰে সংগ্ৰহ কৰি দিয়ক। মই এসপ্তাহ সময় ল'ব পাৰিম।"

"তাকেই কৰো বোপা শইকীয়া। আজি কিবা কৰি এক লাখ টকা সংগ্ৰহ কৰি দিয়া। মোৰ হাতত পঁচিশ হাজাৰ আছেই, সেইখিনিও দিব পাৰিম।" মাকে কয়।

"বাৰু এক লাখ টকা আজি গধূলি দিম। মই আপোনাৰ ঘৰলৈ গৈ দিব নোৱাৰো। আপোনাৰ হাততে দিম; আপুনিয়ে দিব।" ডাক্তৰে কয়। তাকে শুনি জগদীশে ক'লে — "মোক কিয় বিশ্বাস কৰিছে বৰং নিজে দিয়াহে ভাল।"

"তোমাক আমি অবিশ্বাস কৰা বুলি ভবা নেকি বোপা?" মাকে কয়। জগদীশে উত্তৰ দিয়ে — "মোৰ ওপৰত আপোনালোকৰ বিশ্বাস থাকক নাথাকক কিন্তু অপহৰণকাৰীসকলক আপোনালোকে চিনি লোৱা উচিত।

"বাৰু ময়ে যাম। আপোনাক অবিশ্বাস কৰি নহয়; মই সিহঁতক চিনি ল'ব লাগিব।" ডাক্তৰে ক'লে।

"এৰা সিহঁতক চিনি লোৱা ভাল। প্ৰথমে আপোনালোকে সিহঁতৰ লগতে চিনাকি হোৱা ভাল। মোৰো আচলতে এই সন্ত্ৰাসবাদীসকলক বৰ ভয় লাগে। কেতিয়া কি কৰে একো ঠিক নাই। আমি একেলগে চিনি লোৱাহে ভাল।"

"সেয়ে হ'ব বোপা। তোমাক আমি অবিশ্বাস নকৰো কিন্তু সিহঁতক দেখা কৰা আৰু চিনি ৰখা আমাৰ কাৰণেও ভাল।"

"নিশ্চয়।"

"তেনেহ'লে দুপৰীয়া বেংকৰ পৰা কি পাৰা টকা আনাগৈ সোণমণি। গধূলি টকাখিনি লৈ গৈ শইকীয়া বোপাক দিবাগৈ।"

এনেভাবে আলোচনা কৰি শইকীয়া ঘৰলৈ উভতিল।



গধূলি শইকীয়াৰ ঘৰলৈ সোণমণি ডাক্তৰ আহিছে। জেপত আনিছে এক লাখ টকা। তেওঁলোক দুয়ো এটা আছুতীয়া কোঠাৰ ভিতৰত বহি আছে। এনেতে সন্মুখৰ গেটত এখন মটৰ চাইকেলৰ শব্দ শুনিলে। শইকীয়া ওলাই আহিল। দেখিলে এখন মটৰ চাইকেলত দুজন ডেকা ল'ৰা উঠি আহিছে। শইকীয়াই গেট খুলি দিলে। দুয়ো অভ্যাগত সোমাই আহিল। ড্ৰইংৰূমত দুয়োকো বহিব দি শইকীয়া ভিতৰ সোমাল আৰু সোণমণিক জনালে যে সিহঁত আহিছে। সোণমণিয়ে সুধিলে — "মই কি কৰিব লাগিব?" শইকীয়াই ক'লে — "অলপ সময় বহক, মই কথা হৈ লওঁ।" তেওঁ ওলাই আহি ড্ৰইংৰূমত বহিল। শইকীয়াই ক'লে — "আজি একলাখহে দিব পাৰিব, এসপ্তাহ পিছতহে বাকী চাৰি লাখ দিব পাৰিব। তোমালোকে তোমালোকৰ নেতাক ক'বা। এতিয়া তোমালোক ভিতৰলৈ আহা। তেওঁ ভিতৰত আছে।" শইকীয়াৰ কথামতে ডেকা ল'ৰা দুজন তেওঁৰ পিছে পিছে ভিতৰলৈ সোমাই আহিল। কোঠাটো সৰু আৰু আছুতীয়া। কোনেও একো গম নাপায়। এওঁলোক তিনিও তাত বহিল। শইকীয়াই এওঁলোক দুয়োকো চিনাকি কৰি দিলে সোণমণিক। সোণমণিয়ে নমস্কাৰ কৰিলে। এওঁলোকেও প্ৰতি নমস্কাৰ জনালে। তাৰপিছত ক'লে — "আমাৰ পলম হ'লে অসুবিধা আছে।

আপুনিয়ে ৰখাৰ ল'ৰা নেকি?"

"হয় ময়ে ৰখাৰ ল'ৰা।"

"আপোনাৰ দেউতাক কুশলে আছে। চিন্তাৰ কোনো কাৰণ নাই। আমি আমাৰ পিতৃৰ দৰে শুশ্রূষা কৰি ৰাখিছো। আপুনি নিশ্চিন্ত থাকিব পাৰে। এতিয়া আমাৰ প্ৰাপ্যখিনি দিয়ক।"

"আমি গোটেইখিনি যোগাৰ কৰিব পৰা নাই। চেষ্টা কৰি আছো। আজি মাত্র এক লাখহে যোগাৰ কৰিছো। অহা সপ্তাহত চাৰি লাখ দিম। তাৰপিছত কিস্তি কৰি উঠাই দিম।" সোণমণিয়ে কয়।

"পিছত মাত্র দুই কিস্তি মঞ্জুৰ কৰিব। গতিকে আজি কিছু অধিক দিয়ক।"

"আমি যোগাৰ কৰিব নোৱাৰিলো। আজি মাত্র একলাখহে যোগাৰ কৰিছো। তাকে লওক।" তেওঁ নোটৰ বাণ্ডিলটো তেওঁলোকলৈ আগবঢাই দিয়ে। এওঁলোকৰ এজনে ক'লে — "আমি ইমান কম টকা নিব নোৱাৰিম।"

"আমিযে যোগাৰ কৰিব নোৱাৰিলো। আমাক সময় দিয়ক।"

"টকা দিয়া মতলব আছে নে নাই?"

"নিশ্চয় দিম। কেৱল সময় দিয়ক।" সোণমণিয়ে উত্তৰ দিয়ে। "ইমান কম টকা আমি ল'ব নোৱাৰো। তেতিয়াহ'লে টকাখিনি শইকীয়াৰ হাততে দিয়ক। আমাক একেলগ কৰি প্ৰথম কিস্তিত পাঁচ লাখ দিব আৰু পিছত দুটা কিস্তিত দিব লাগিব।" এবাৰ শইকীয়াৰ ফালে চাই সন্ত্ৰাসবাদী এজনে ক'লে — "শইকীয়া, টকা লাখ আপুনিয়ে ৰাখক; পিছত আমাক দিব। এক লাখ টকা আমাৰ একো কামত নাহে। পিছত একেলগে পাঁচ লাখ দিব। অস্ত্ৰ-শস্ত্ৰ কিনিবৰ বাবে আমাক টকা বহুত লগা হৈছে।"

শইকীয়াই কয় — "লোকৰ টকা ৰাখি মই মাজতে বিপদত পৰিব লাগিব। মোৰ ভয় লাগে। যদি এওঁলোকে দিব নোৱাৰে তেন্তে মইহে মৰিব লাগিব?"

"আপোনাক আমি বিপদত নেপেলাও শইকীয়া। আপুনি টকাখিনি ৰাখি থওক; এসপ্তাহৰ ভিতৰত যেনে-তেনে বাকী চাৰি লাখ দিম?" শইকীয়াই ভয় কৰা যেন দেখুৱাই টকা লাখ লয়। ল'ৰা দুজনে নমস্কাৰ কৰি বাহিৰ ওলাই আহে। তেওঁ নমস্কাৰ জনায়। বাহিৰ ওলোৱাৰ লগে লগে শইকীয়াই ওলাই আহি সুইংৰুমত সিহঁতৰ হাতত পঞ্চাছ হেজাৰ দি মনে মনে কয়—

"এই পঞ্চাছ হেজাৰ গগৈক দিবা।" টকা পঞ্চাছ হেজাৰ লৈ দুয়ো গেট খুলি মটৰ চাইকেলত উঠি ভেন্‌ভেনাই গুচি গ'ল। শইকীয়াই দুয়োকো বিদায় দি ভিতৰলৈ আহি সোণমণিক ক'লে — "তেওঁলোক গ'লগৈ। দেখিলে নহয় সিহঁতৰ ধৰণ। ইহঁতে দেখিছো কথা কম কয়, কাম বেছি কৰে। বেছ দেখনিয়াৰ আৰু ক্ষীপ্ৰ। ইহঁত জীয়া যম। ইহঁতৰ লগত চলা-ফুৰা কৰিলে পদে পদে জীৱনৰ ভয় আছে। ক'ব নোৱাৰো কি বিপদত পৰো ভগৱানেহে জানে।"

"ইহঁতক দেখিলে বৰ ভয় লাগে। দুয়োৰো হাতত কেনে ভয়াবহ পিষ্টল

দুটা। কেতিয়া গুলী চুটে ক'ব নোৱাৰি। আপুনি মধ্যস্থতা নকৰিলে আমাৰ সাধ্য নাই। আপুনি ৰাজনীতি কৰা মানুহ কাৰণে আপোনাক খাতিৰ কৰে। আমাক কিয় খাতিৰ কৰিব? আপুনিয়ে আমাৰ মাজৰ মধ্যস্থতাকাৰী লোক। আপুনিয়ে আমাক বচাব লাগিব — আমাৰ দেউতাক বচাব লাগিব। এতিয়া ময়ো যাওঁ। টকা সংগ্ৰহত লাগিব লাগিল।" এইবুলি কৈ সোণমণি ডাক্তৰ উঠিল। শইকীয়াই আগবঢ়াই থলে। তেওঁ যোৱাৰ পিছত শইকীয়াই নিজে নিজে হাঁহিলে —

"চমৎকাৰ অভিনয় কৰা হ'ল। পাতো কাটিলো, নাকো বচালো। এতিয়া দালালৰ অভিনয় কৰিব লাগিব।"



চাহ শিল্প বৰ লাভজনক শিল্প। সেইবাবেই অসমৰ প্ৰায় এহেজাৰ চাহ বাগানৰ বৃহৎ চাহ কোম্পানীৰ মালিক সকলে বছৰি কোটি কোটি টকা লাভ কৰি চহকী হৈ গৈ আছে। উজনি অসমৰ অধিক মাটি বাগানৰ দ্বাৰা আবদ্ধ বুলি কব পাৰি। এইবোৰ মাটিৰ খাজনাও নামমাত্ৰ হে। সেইবাবেই উজনি অসমৰ প্ৰায়বোৰ নগৰ-চহৰৰ বিকাশ সাধন হৈছে চাহ বাগানৰ দান অনুদানৰ ওপৰত নিৰ্ভৰ কৰিয়ে। শিল্প উদ্যোগৰ সাধাৰণ নিয়ম অনুসৰি লাভাংশৰ কিছু অংশ স্থানীয় অনুষ্ঠান-প্ৰতিষ্ঠানক দান দি স্থানীয় লোকক উপকাৰ কৰা। উজনি অসমত তেল কোম্পানী, কয়লা খনি আৰু চাহ কোম্পানী বিলাকৰ অনুদানেৰে অধিক সংখ্যক অঞ্চলে বিকাশ লাভ কৰিবলৈ সক্ষম হৈছে। উজনি অসমৰ লোক এইবোৰ শিল্প আৰু কোম্পানীৰ বাবেই আধ্যবন্ত হৈ আছে। তাৰ তুলনাত নামনি অসমত তেনে উদ্যোগ নথকাত তুলনামূলকভাবে নামনি অসমৰ মানুহ দুখীয়া। কিন্তু বৰ্তমান সময়ত এই শিল্প আৰু কোম্পানীবিলাকৰ ওপৰত চৰকাৰী, বেচৰকাৰী অনুষ্ঠান বিলাকৰ ধন আদায়ৰ পৰিমান অধিক হোৱা বাবে সেইবোৰ শিল্পৰ মালিকসকল জুৰুলা হোৱা বুলি কোৱা শুনা যায়। এই চাহ শিল্পটোৰ ওপৰত কেউ দিশৰ পৰা যি ধাৰাবাহিক হেচা আৰু আক্ৰমণ চলিব ধৰিছে তাৰফলত ৰাজ্যখনৰ অৰ্থনীতিলৈ প্ৰভুত অৰিহনা যোগাই অহা লাভজনক এই শিল্পটোৰ ভৱিষ্যত অন্ধকাৰ বুলি অনুমান হয়।

অসমৰ চাহ বাগিচাৰ সকলো পঞ্জীভুক্ত মূখ্য কাৰ্য্যালয় কলিকতাত অৱস্থিত। তাৰ কাৰণে বিক্ৰিকৰবোৰ পশ্চিমবঙ্গৰ চৰকাৰে পায় — অসম চৰকাৰে নাপায়। গতিকে আজি বহু বছৰ ধৰি সেইবোৰ চাহ শিল্পৰ অফিচ অসমলৈ স্থানান্তৰ কৰিবলৈ বিভিন্ন অনুষ্ঠানৰ লগতে অসম চৰকাৰেও চেষ্টা কৰি আছে কিন্তু পশ্চিমবঙ্গ চৰকাৰৰ বিৰুদ্ধাচাৰণৰ বাবে আজিও অসমলৈ আনিবলৈ সক্ষম হোৱা নাই। অসমত উৎপন্ন চাহপাত, লাভ খায় পশ্চিমবঙ্গই। এই হ'ল কুৰিশতিকাৰ শেষ দশকৰ কথা।

সদৌ অসম ছাত্ৰসংস্থা, অসম চাহ জনজাতি ছাত্ৰ সন্থা, জাতীয়তাবাদী যুৱছাত্ৰ পৰিষদ আদি ছাত্ৰ সংগঠনৰ উপৰিও অসমৰ ৰাজনৈতিক দল বিলাকেও দাবী উত্থাপন কৰি আহিছে; কিন্তু কৃতকাৰ্য্য হ'ব পৰা নাই আজিলৈ। আজি দেৰশ বছৰ ধৰি কলিকতাত কাৰ্য্যনিৰ্বাহ কৰি থকা চাহ কোম্পানীৰ মূল কাৰ্য্যালয়বোৰ উঠাই আনিবলৈ চাহ

কোম্পানী বিলাকেও ইচ্ছা নকৰে, কাৰণ অসমত তেওঁলোক নিৰাপত্তাহীন হ'ব বুলি অনুভৱ কৰে। ৰাজ্যখনৰ আন্তঃগাথনি আৰু আভ্যন্তৰীণ আইন শৃঙ্খলাৰ বিষয়টো ইয়াৰ লগত জড়িত হৈ আছে।

চাহ বোৰ্ডৰ মুখ্য কাৰ্যালয়টো যিহেতু চৰকাৰী কাৰ্যালয়, সেই কাৰ্যালয় স্থানান্তৰ কৰাটো উজু অথচ তাকে কৰা হোৱা নাই। অসমৰ আৰু অসমীয়াৰ দুৰ্ভাগ্য। মঙহাল পহু দেখি বাঘৰ জিভা লকলকাই থকাৰ দৰে চাহ কোম্পানীবোৰৰ লাভৰ অঙ্ক মঙহাল দেখি চৰকাৰী, বেচৰকাৰী সংস্থা আৰু সন্ত্ৰাসবাদী দল বোৰেও চাহ বাগানলৈহে প্ৰথমে লক্ষ্য কৰে আৰু কম বেচি পৰিমানে কৰ বৰঙনি আদায় কৰে। সেই কাৰণেই চাহ বাগানৰ মেনেজাৰক অপহৰণ কৰে সন্ত্ৰাসবাদী দল বিলাকে আৰু পণবন্দী কৰি লক্ষ লক্ষ ধন দাবী কৰে। তাৰ মাজতে ৰাজনীতিৰ দালাল হঁতেও সুবিধা সুযোগ বুজি অপহৰণৰ নাটকখন আৰম্ভ কৰে। মঞ্জুৰ দেউতাক কমল বৰাৰ অপহৰণ এই লেখীয়া এটা ঘটনা।

কুৰি শতিকাৰ শেষ ভাগত ভাৰতৰ উত্তৰ-পূৱ অঞ্চলত কেইবাটাও সন্ত্ৰাসবাদী সংগঠনৰ জন্ম হয়। ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিচতে নগালেণ্ডত এন, এছ, চি, এন, মনিপুৰত পি, এল, এ, ত্ৰিপুৰাত টি, ভি, এফ, (ত্ৰিপুৰা ভলণ্টেয়াৰ্চ ফোৰ্চ), অসমত আলফা, আৰু অসমৰে কোকৰাঝাৰ জিলাত (বড়ো চিকিউৰিটি ফোৰ্চ) বি, এচ, এফ; বি, এল, টি, এফ; এন, টি, এফ, বি আদি কেইটামান বড়ো সন্ত্ৰাসবাদী দলৰ সৃষ্টি হৈ সমগ্ৰ উত্তৰপূব অঞ্চলকে ভয়াবহ অঞ্চল হিচাপে চিহ্নিত কৰে। ভাৰত চৰকাৰে সৈন্যবাহিনীৰ দ্বাৰা অসমকে ধৰি বিভিন্ন ৰাজ্য চৰকাৰক সন্ত্ৰাসবাদী দমনৰ বাবে সহায় কৰে। এই সন্ত্ৰাসবাদী দল বিলাকৰ গইনা লৈ ভুৱা সন্ত্ৰাসবাদী দল কিছুমানৰো জন্ম হয়। এই দল বিলাকৰ কিন্তু কোনো নিজা নাম নাই। সন্ত্ৰাসবাদী দলৰ নাম কৈ জনসাধাৰণৰ পৰা ধন আদায় কৰা কাৰবাৰ খনহে চলে। এই দল বিলাকৰ উৎপাতত জনসাধাৰণ জলাকলা হ'ব লগা হয়। মানৰ আক্ৰমনৰ সময়ত কিছুমান দুষ্ট অসমীয়া মানুহো মান সাজি অসমীয়াক অত্যাচাৰ কৰি ধন বস্ত্ৰ লুটিছিল। ঠিক সেইদৰে দুষ্ট ল'ৰাবিলাকেও সন্ত্ৰাসবাদী সাজি ধন আদায় কৰিছে। নলবাৰীৰ ওচৰৰ বঞ্জুহঁতৰ গাঁৱৰ দুষ্ট ল'ৰাবিলাকেও শেষত ধন অৰ্জনৰ এই উজু পথ ললে। দিনত পথাৰত, বাৰীত, বাহঁৰ তলত বহি তাচ খেলি থাকে আৰু ৰাতি কোনো ধনী মানুহৰ ঘৰত গৈ চাৰিজনমান হাজিৰ হৈ নকল পিষ্টল দেখুৱাই ধনীমানুহৰ পৰা টকা আদায় কৰে। কিছুদিন পাছত অধিক ধন হাতত পৰাত সঁচা পিষ্টলো সংগ্ৰহ কৰিব পৰা হ'ল। চাহবাগানকে আৰম্ভ কৰি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু আধ্যৱন্ত ব্যক্তিৰ শিশু অপহৰণ কৰি মাক-বাপেকৰ পৰা লক্ষ্য লক্ষ্য টকা দাবী কৰিব ধৰিলে। এই খবৰ আচল সন্ত্ৰাসবাদী দলে নাপালে। এই ভুৱা সন্ত্ৰাসবাদীদলৰ সদস্যই লাখ লাখ টকা বাপেকহঁতৰ হাতত দিব ধৰিলে। বাপেকহঁতেও সহজলভ্য ধন পাই সুন্দৰ সুন্দৰ ঘৰবাৰী, মটৰ গাড়ী কিনিব ধৰিলে। বহুদিন পিচতহে প্ৰকৃত সন্ত্ৰাসবাদীদলে গম পালে যে তেওঁলোকৰ নামত ধন

আদায় কৰা মিছা দল বাহিৰ হৈ মানুহক হাৰাশাস্তি কৰি মাৰিব ধৰিছে। বহুদিন পিচতহে তেওঁলোকে এই ভুৱা সন্ত্ৰাসবাদী দল বিলাকক বাধা দিব ধৰিলে। এই ভুৱা দল এটা হ'ল বঞ্জুহঁতৰ গাৱঁৰ দল।

নগেন, বলেন, গিৰিণহঁতৰ দলটোত প্ৰথমে ছয়জনমান ল'ৰা আছিল আৰু সিহঁতে গুৱাহাটীৰ কোনোবা সন্ত্ৰাসবাদী দলৰ ল'ৰাৰ লগ লাগি কাম শিকি ললে আৰু শেষত সন্ত্ৰাসবাদী কাৰ্য্যবোৰ কৰিব ধৰিলে। সিহঁতৰ মানসিক চিন্তাধাৰা ইমান নিম্নগামী হ'ল যে সিহঁতৰ মনত আপোন-পৰ, চিনাজনা, সম্মানী-অসম্মানী বুলি কোনো লোক নোহোৱা হ'ল। ধনৰ কাৰণে যাকে তাকে আঘাট কৰিব পৰা মানসিকতা সিহঁতৰ তৈয়াৰ হ'ল। আনকি প্ৰফুল্লৰ পিতাক শৰৎ মজুমদাৰৰ পৰাও পিষ্টল দেখুৱাই চল্লিচ হেজাৰ টকা আদায় কৰিলে। তেতিয়াৰ পৰা প্ৰফুল্ল সিহঁতৰ দলৰ পৰা আঁতৰ হৱলৈ বাধ্য হ'ল। সিহঁতে সিহঁতৰ আদি গুৰু পণ্ডিতৰ পৰাও টকা আদায় কৰিবলৈ চেষ্টা কৰিছিল। তাৰ উপৰি এওঁলোকে গুৱাহাটীৰ দলটোৰ লগত লগ লাগি অপহৃত ব্যক্তিক গাঁৱত পলুৱাই ৰাখি টকা আদায় কৰা হ'ল। জগদীশ শইকীয়া আৰু ৰাজেন গগৈৰ দলটোৱে এই দলটোকে কমল বৰাক চমজাই দিলে আৰু তেওঁক ৰখাৰ বাবদ ত্ৰিশ হেজাৰ টকা দিলে। সিহঁতে অতি সংগোপনে অতি কৌশল কৰি বৰাক সিহঁতৰ গাঁৱলৈ লৈ আহিল। সাধাৰণতঃ ভিতৰুৱা গাঁৱত এনেভাৱে অপহৰণ কৰি অনা ব্যক্তিক ৰাখিব বুলি কাৰো বিশ্বাস নহয়। মানুহৰ বিশ্বাসৰ দুৰ্বলতাকে সুযোগ হিচাপে সিহঁতে গ্ৰহণ কৰিলে। আগে পিচেও সিহঁতে কোনো অপহৃত ব্যক্তিক আনিলে কোনো এঘৰত মনে মনে ৰাখে। গৃহস্থই নাৰাখো বুলি ক'লে পিষ্টল উলিয়াই ধমক দিয়ে। সিহঁতে নিজৰ খৰচতে খুৱায় আৰু দুইদিনমান ঘৰত ৰাখি তাক এঘৰলৈ লৈ যায়। কোনেও সিহঁতৰ কথা ভয়তে নকয়। সিহঁতৰ এই কথা প্ৰকাশ্য গোপন। এই কাৰবাৰথন কৰি বৰ্ত্তমানে সিহঁতে বহু ধন লাভ কৰিছে। বাপেকহঁতে বুকুফিন্দাই পুতেকহঁতৰ এই কামৰ সমৰ্থন কৰে। সন্ত্ৰাসবাদীৰ বাপেক বুলি গৰ্ব্ববোধো কৰে আৰু মানুহক ভীতি প্ৰদৰ্শন কৰে। এনেভাৱেই সামাজিক অধঃপতন ঘটে কুৰি শতিকাৰ শেষ দশকত একাংশ লোকৰ।

আজিও অপহৃত বৰাক অতি তৎপৰতা আৰু গোপনীয়তাৰে আনিছে গুৱাহাটীৰ পৰা বলেনহঁতে। এতিয়া ৰাখিব ক'ত তাকে চিন্তা কৰিছে সিহঁতে। শেষ সিদ্ধান্ত কৰিলে যে বঞ্জুহঁতৰ ঘৰতে বৰাক ৰাখিব। বলেনে ক'লে — "বঞ্জু দাইতৰ ঘৰত থব গলে ভুপেনে জানো ৰাখিব? সি আমাৰ ঘোৰ শত্ৰু হৈছে। গতিকে তালৈ নিয়া জানো উচিত হ'ব?"

"উচিত অনুচিত বিচাৰ আমাৰ নাই, সুবিধা অসুবিধাহে আমাৰ বিচাৰ্য্য। তাত ৰাখিলে কোনেও সন্দেহ নকৰিব। পুলিচেও সন্দেহ নকৰে সিখন ঘৰক আৰু বাহিৰেও সন্দেহ নকৰে। এনে সুবিধা আনৰ তাত নাই। তাৰ উপৰি সিহঁতৰ ঘৰত মাছ, কণী আৰু গাখীৰ সুন্দৰ সুযোগত পোৱা যাব; কলৈকো বিচাৰি যাব নালাগে। পইচা আমি দিম। দৰকাৰ হলে দুগুণ দিম। এইখন ঘৰেই সুবিধাৰ ঘৰ। আমি এওঁক তাত ৰাখিম।"

গিৰিনে ক'লে। শেষত সিহঁতৰ ঘৰতে ৰখা ডাঙৰীয়াক ৰখাৰ সিদ্ধান্ত হ'ল। সেই মৰ্মে গিৰিণ আৰু বলেনে হঠাতে গৈ গধূলি বেলিকা মাৱাইঁতৰ ঘৰ উঠিল। ভূপেনে গধূলি গৰু বান্ধি আহি হাত ভৰি ধুব ধৰিছে কুঁৱাৰ পাৰত, এনেতে বলেন আৰু গিৰিণ গৈ তেওঁৰ আগতে ঠিয় হ'ল। সিহঁতক দেখি ভূপেনে ভূত দেখা দিলে। তথাপি পূৰ্ব্বতে সিয়ে যিহেতু ইহঁতৰ নেতা আছিল সেইবাবে নেতৃত্বৰ স্বাভাৱিক উচ্চ মানসিকতাৰে ইহঁত দুটাক সুধিলে — "হঠাৎ গধূলি কৰপৰা কেনেকৈ ওলালা আজি আমাৰ ঘৰত?"

স্বাভাৱিক নম্ৰতা দেখুৱাই বলেনে ক'লে — "ভূপেনদা, আজি এটা বৰ ডাঙৰ বিপদত পৰিহে তোমাৰ ওচৰলৈ আহিলো। আমাক ৰক্ষা কৰিব লাগে।"

"কি বিপদ?" — ভূপেনে সুধিলে।

"আমি গুৱাহাটীৰ পৰা আহোঁতে এজন অপহৃত লোকক উদ্ধাৰ কৰি আনিব লগা হয়। এটা সন্ত্ৰাসবাদী দলে তেওঁক অপহৰণ কৰিছিল; শেষত আমি জানিব পাৰি সিহঁতৰ হাতৰ পৰা কৌশল কৰি লৈ আহিলো। দুই চাৰিদিনৰ ভিতৰতে তেওঁক মুক্তি দিম। এই কেইদিন নিৰাপদে ভাল ঘৰ এখনত ৰাখিব পাৰিলে আমি তেওঁৰ সুবিধা কৰি দিব পাৰিম। তোমালোকৰ ঘৰ সকলোৰে আদৰৰ আৰু আদৰ্শৰ ঘৰ। ইয়াত থাকিলে তেওঁ কোনো অসুবিধা নাপাব। আমি লগতে থাকিম। তোমালোকক একো দিগদাৰ নিদিওঁ। তোমালোকৰ গোহালী ঘৰৰ কাষৰ সৰু ঘৰটিত তেওঁক আমি দুইদিন বা তিনিদিন ৰাখিম মাত্ৰ। আমাক অনুমতি দিয়া ভূপেন দা।"

বলেনৰ নম্ৰ সুৰৰ কথাই ভূপেনৰ মন পাতল কৰিলে। সি ক'লে — "পিচে যদি আমাৰ সৰ্ব্বনাশ হয় তেতিয়া?"

"তোমালোকৰ সৰ্ব্বনাশ কেতিয়াও নকৰো ভূপেনদা। আমি নিৰাশ্ৰয় হৈছো, আমাক আশ্ৰয় দিয়া ভূপেনদা।" তাৰ কাতৰ প্ৰাৰ্থনাত ভূপেনৰ মন গলি গ'ল। অলপ তলমূৱা হৈ ক'লে — "ঘৰটি সৰু আৰু লেতেৰা, ভদ্ৰলোক থকা ঘৰ নহয় বলেন, অন্যকাৰবাৰ তাতে থোৱা গৈ।"

"নহয় ভূপেনদা, অন্যৰ ঘৰত ৰাখিব নোৱাৰো। বয়সীয়াল লোক, কিবা অসুখ বিসুখ হলে বৰ বেয়া হ'ব। ঘৰটো আমি ঠিক কৰি লম, কেৱল তুমি থাকিবলৈ দিয়া। আশ্ৰিতক ৰক্ষা কৰা।"

"আশ্ৰিতক ৰক্ষা কৰিব লাগিলে যদি নিজৰে আশ্ৰয় নোহোৱা হয়?"
"তোমাৰ অপকাৰ হ'ব নিদিম; আমাক বিশ্বাস কৰা। আমি বেয়া হলেও তোমাৰ ওচৰত কেতিয়াও মিছা কথা নকওঁ। আমাক ৰক্ষা কৰা ভূপেনদা।"

ভূপেনে হাত-ভৰি ধুই আহি চোতালত ঠিয় হৈ সিহঁতক ক'লে — "নাজানো তোমালোকে আমাক আকৌ কি বিপদত পেলোৱা। তথাপি বিপদত পৰি আশ্ৰয় মাগিছা যেতিয়া থোৱা গৈ।" বলেনে ভূপেনৰ ভৰি চুই ক'লে — "তোমাৰ ভৰিত ধৰি কৈছো ভূপেনদা, আমি তোমালোকৰ কোনো ক্ষতি নকৰো।"

"এৰা ভূপেনদা; আমি আপোনাক সত্য কৰি কৈছো, আপোনাৰ একো

অপকাৰ হ'ব নিদিও। আপুনি নহৈ আন হ'লে আমি ইমান অনুনয় বিনয় নকৰিলোহেঁতেন। আমি দাবী কৰি কাম কৰা লোক, সেৱা কৰি কাম কৰা বিধৰ নহয়। কিন্তু আপোনাৰ ওচৰত দাবী কৰিবলৈ নৈতিক সাহস আমাৰ নাই। আপুনি অতি আদৰ্শবান যুৱক।" নগনে কয় দৃঢ়ভাৱে। ভূপেনৰ অনুমতি পাই বৰাক অনাৰ আগতে ঘৰটি উপযুক্ত কৰি তুলিবৰ বাবে কৰ্ম্মী কেইজনমান আনিবলৈ সিহঁত গ'ল গৈ।

ঘৰৰ ভিতৰৰ পৰা এওঁলোকৰ কথাবোৰ শুনি আছিল মায়াই। সিহঁত যোৱাৰ পিছত মায়াই চোতাললৈ ওলাই আহি ভূপেনক সুধিলে — "কথাবোৰ মই ঘৰৰ ভিতৰৰ পৰা শুনি আছো সৰু দাদা, ইহঁতক কিয় প্ৰশ্ৰয় দিলা? আমাৰ যে কি দশা হয় ভগৱানেহে জানে। তুমি কিয় সন্মত হ'লা?"

"বিপদ সম্পদ কেতিয়া কেনেকৈ আহে মানুহে কোনেও কব নোৱাৰে। সেইবাবেই মানুহে বিপদ আহিলে দুৰ্ভাগ্য বা সম্পদ আহিলে সৌভাগ্য বুলি কয়। আমাৰ ভাগ্যতো কি আছে নাজানো।"

"নাৰাখো বুলি ক'লে হ'ল হৈ।"

"যোৰ কৰি ৰাখিলে বাধা দিব পাৰিবি নে? গতিকে সন্মত হোৱাহে ভাল। তাৰ উপৰি সিহঁতে একেবাৰে সেও হৈ পৰিছে। আমাৰ কথাতে আছে যে 'কাতি হৈ পৰিলে বঙালেও নাকাটে।' সিহঁত কাতি হৈ পৰিছে।"

"আই-পিতাক নোসোধাকৈ তুমি এই ভীষণ জঞ্জাল এটা চপাই লব নালাগিছিল। মোৰ বৰ ভয় হৈছে।"

"যি আছে কপালত সেয়ে হ'ব মায়া।"

এনেকৈ কৈ ভূপেন ভিতৰ সোমাল কাপোৰ সলাবৰ বাবে। মায়াই বেজাৰ মনেৰে পাকঘৰলৈ গ'ল ভূপেনক চাহ দিবৰ বাবে।

আজি সিহঁতৰ জীৱনৰ এটা চৰম পৰীক্ষাহে যেন আৰম্ভ হ'ল। ৰাখি ধৰা পৰিলে চৰকাৰে মাৰিব আৰু নাৰাখিলে ইহঁতে মাৰিব। কি অপ্ৰত্যাশিত সমস্যা আহি লগ দিলে ইহঁতক!

## (পাঁচিছ)

কমল বৰাৰ অপহৰণৰ খবৰ যেতিয়া বাতৰি কাকতত ওলাল তেতিয়া ৰঞ্জু বৰুৱা সচকিত হৈ উঠে। সি জানে যে কমল বৰা মঞ্জুমালা বৰাৰ বাপেক আৰু চাহ বাগানৰ মেনেজাৰ। ধনী লোক। সন্ত্ৰাসবাদীসকলে তেওঁক অপহৰণ কৰিলে মোটা ধনৰ অংক পাব। সুবিধা বুজিয়ে সিহঁতে থল চাই কঠিয়া পাৰিছে। ৰঞ্জু বৰ চিন্তিত হৈ পৰে। এইজন মঞ্জুৰ বাপেক। তেওঁৰ অপহৰণত মঞ্জুমালা নিশ্চয় বিহ্বল হৈ পৰিছে। মঞ্জুৰ মনৰ অৱস্থা কল্পনা কৰি ৰঞ্জু বৰ ব্যথিত হৈ পৰিল। এই বিপদ কালত এবাৰ সান্ত্বনা বাণী শুনাব পাৰিলেও মনত শান্তি পোৱা গ'লহেঁতেন। কিন্তু সি যাব নোৱাৰে। যায় কেনেকৈ? যিখন ঘৰৰ মানুহে তাক বিশ্ববিদ্যালয়তে অপমান কৰি থৈ গ'ল, যিজন লোকে তাক সাৱধান বাণী শুনাই দি গৈছে যাতে মঞ্জুৰ লগত কোনো সম্পৰ্ক নাৰাখে; ৰাখিলে প্ৰাণৰ সংশয় হব, সেইজন মানুহৰ ঘৰলৈ গৈ কেনেকৈ সি মঞ্জুৰ খবৰ কৰিব? যি দুজন ককায়েকে তাক ধমকি দি গৈছে, সেই দুজনৰে বা খবৰ লয় কি সাহসেৰে? ৰঞ্জু নিৰুপায়। ভাবি গুণি একো উৱাদিহ নাপাই তেওঁৰ বন্ধু হাজৰিকালৈ চিঠি লিখিলে। হাজৰিকাই চিঠিৰ উত্তৰত সবিশেষ জনাই ৰঞ্জুক ক'লে যে যিহেতু তেওঁ বাতৰি কাকতত কাম কৰে সেই হেতুকে এবাৰ খবৰ লব আহিব পাৰে। হাজৰিকাই নিজৰ ঠিকনা জনালে আৰু থানাতে আহি হাজৰিকাৰ লগত থাকিব পাৰিব বুলি জনালে। হাজৰিকাৰ চিঠি পাই ৰঞ্জুই যাবলৈ মন কৰিছিল, কিন্তু তাৰ আগতে এবাৰ ঘৰৰ পৰা খবৰ বাতৰি লৈ আহি পিছত যাবলৈ থিৰ কৰিলে।

ইফালে বহুদিন ককায়েক ঘৰলৈ নহা দেখি ভূপেনে জালুকবাৰীলৈ আহিল ৰঞ্জুৰ খবৰ লবলৈ। ভূপেন অহাৰ উদ্দেশ্য কিন্তু অতি গধুৰ। সন্ত্ৰাসবাদীৰ দ্বাৰা অপহৃত ব্যক্তি এজনক আশ্ৰয় দি সি বৰ বিপাঙত পৰিছে। এতিয়া তাৰ মনত নানা ভয়ৰ ভাব আহিছে। যদি পুলিচে খবৰ পায় তেন্তে সিহঁতকে দোষী সাব্যস্ত কৰি সন্ত্ৰাসবাদী বুলি বৰ অত্যাচাৰ কৰিব। বৰ্ত্তমান সন্ত্ৰাসবাদ দমনৰ নামত জধে-মধে গাঁৱৰ মানুহক অত্যাচাৰ কৰিব ধৰিছে পুলিচ, মিলিটাৰীয়ে। ভয়ত ঘৰৰ সকলো পেপুৱা লাগিছে। একো উপায় নাপাই ককায়েকৰ ওচৰলৈ বাধ্য হৈ ভূপেন আহিছে। ভূপেনে ৰাতিপুৱাৰ গাড়ীতে আহিল আৰু ন মান বজাতে আহি গাড়ীগাঁৱৰ ককায়েকৰ ভাৰা ঘৰ পালে। ৰঞ্জুই বাতৰি কাকতৰ অফিচলৈ যাবৰ বাবে খাই বৈ উঠিছিল মাত্ৰ, এনেতে ভায়েক আহি বাহাত উপস্থিত হ'ল। ভূপেনক দেখি ৰঞ্জুই তাক বহিবলৈ কৈ কাপোৰ পিন্ধিব ধৰিলে। কাপোৰ পিন্ধি থাকোঁতেই ৰঞ্জুই ভূপেনক ঘৰৰ কথা সুধিলে। ভূপেনে ক'লে যে ঘৰত সকলোটিয়ে ভালে আছে কিন্তু অন্য এটা লেঠাহে লাগিছে। 'কি লেঠা' বুলি প্ৰশ্ন কৰিলে ৰঞ্জুই। ভূপেনে বৰাৰ ঘটনাটো ক'লে কিন্তু বৰা মানুহজন কোন কব নোৱাৰিলে।

নামহে নালাগে উপাধিটোকে নাজানে। সন্ত্ৰাসবাদীহঁতে নাম কৰলৈ ববাক মানা কৰিছে। সিহঁতেও নকম আৰু কৰাকো কবলৈ মানা কৰিছে। গতিকে নাম-ধাম একো নাজানে। তাৰ কথা শুনি বন্ধুৰ মহা চিন্তা হ'ল। কোন এইজন লোক। আজিকালি অপহৰণ কৰি লুকাই ৰখা ধনী মানুহৰ ল'ৰা-ছোৱালী আৰু ডাঙৰ ডাঙৰ মানুহৰ সংখ্যা গণিব নোৱাৰা হৈছে। দেশত অপহৰণ, লুটপাত, হত্যা, ধৰ্ষণ আৰু গুলীয়া-গুলী ঠায়ে ঠায়ে চলি আছে; আৰু পুলিচ, মিলিটাৰীৰ অত্যাচাৰ চলি আছে গাওঁবোৰৰ মাজত। নিৰীহ জনসাধাৰণৰ ওপৰত নানা ৰকম নিৰ্যাতন চলি আছে। এনে অৱস্থাত নিজৰ ঘৰতে এজন অপহৃত ব্যক্তি লুকাই ৰখাৰ পৰিণাম যে কেনে ভয়াবহ হব পাৰে তাকে কল্পনা কৰি বন্ধু বিচলিত হৈ পৰিল। সি ভায়েকক বকিলে,— "কিয় এনে লোক ঘৰত ৰাখিলা? দুষ্ট ল'ৰাহি ক'লে বুলিয়ে ৰাখিব লাগেনে?' এনেধৰণৰ নানা প্ৰশ্ন কৰি ভূপেনক ধমকি দিলে। তলমুৰা হৈ ভূপেনে সকলো গঞ্জনা সহ্য কৰি গ'ল। সহ্য কৰাৰ বাহিৰে তাৰ উপায়ো একো নাছিল। বন্ধুৱে কানি-কাপোৰ সলাই ক'লে — "মই মোৰ অফিচলৈ যাওঁ। তই ভাত-পানী ৰান্ধি খাবি। সকলো যোগাৰ আছে। গধূলি মই আহিম; তই আজি ৰাতি থাকি যাবি।"

"মই ঘৰ এৰি থাকিব নোৱাৰিম দাদা মায়াই ভয় কৰিব। কবতো নোৱাৰি আজিকালি কেতিয়া কি হয়। মই সেইবাবে গধূলি যাব লাগিবই।"

"বাৰু হব। মই অলপ সোনকালে অফিচৰ পৰা আহিম। এতিয়া মই যাওঁ; তই থাক; ভাত ৰান্ধি খা।"

এইবুলি কৈ বন্ধু গ'ল। ভূপেনে ভাত ৰান্ধিবৰ যো-জা কৰিলে। আবেলি অফিচৰ পৰা বন্ধু আহিল। ভূপেনে ককায়েকলৈও ভাত ৰান্ধিছিল। বন্ধুৱে ভাত খাই উঠি বিছনাত বহি ভূপেনক সুধিলে —

"মানুহজন কিমান বয়সৰ?"

"আদহীয়া বয়সৰ হব।"

"অসমীয়া নে?"

"হয়।"

"তেওঁক কোনে আনি থলে?"

"বলেন আৰু নগেনে?"

"ইহঁতে কেনেকৈ আনিলে?"

"গুৱাহাটীৰ পৰা নিছে বোলে। কোনোবা সন্ত্ৰাসবাদীয়ে আনিছিল, কিন্তু ৰাখিব নোৱাৰিলে। বোধহয় টকা-পইচা দি ইহঁতক দিছে।"

"ইহঁতেও এই কামত নামিছে নেকি?"

"নামিছে। সেইকাৰণেই সিহঁতৰ ঘৰ-দুৱাৰবোৰ নগৰৰ দৰে ধুনীয়া কৰি সাজিব পাৰিছে। আজিকালি সিহঁতৰ হাতত বহুত টকা-পইচা।"

"হ। বুজিছো।"

"সন্ত্ৰাসবাদী নহয় দাদা; নকল সন্ত্ৰাসবাদীহে।"

"ইহঁত সন্ত্ৰাসবাদীনে। ধন সংগ্ৰহকাৰী দুষ্ট ল'ৰা। মই ইহঁতক চিনিছো। তই সাৱধানে থাকিবি। পুলিচে আহি তোকহে পিটিব।"

"মই কি কৰিম দাদা?"

"তই গোপনে সকলো সন্তেদ ৰাখিবি। তেখেতক খুব ভালকৈ শুশ্ৰূষা কৰিবি যাতে আমাৰ ঘৰৰ বদ্‌নাম আৰু গাঁৱৰ বদ্‌নাম কৰিব নোৱাৰে। তই তেনেহ'লে যাগৈ' টকা লাগিব নেকি? পাঁচশমান লৈ যা যাতে খৰচৰ অভাৱ নহয়।"

"টকা নালাগে দাদা। টকা আমাৰ আছে। নগেনহঁতে খোৱা-বোৱা বস্তু আনি দিয়ে; আয়ে ৰান্ধি দিয়ে। আয়ে তেখেতক বৰ সমীহ কৰে। তুমি এবাৰ ঘৰলৈ যাব লাগে। আয়ে মাতি আছে।" গহীন হৈ ৰঞ্জুই কয় — "মই বৰ্ত্তমান ঘৰলৈ নোযোৱাই ভাল; প্ৰেছত বহুত কাম আছে। মই কেইদিনমান পিছত যাম। তেখেতক আমাৰ ঘৰৰ পৰাও খোৱা বস্তু দিবি। বয়সীয়াল মানুহ; গা অসুখ কৰিব পাৰে। তেখেতক নিৰ্ভয় দি ৰাখিবি যাতে মানসিক কোনো আঘাত নাপায়। তই আৰু মায়াই তেখেতৰ শুশ্ৰূষাত লাগি থাকিবি।"

"আমি পাৰ্য্যমানে চেষ্টা কৰি আছো দাদা। মানুহজন ভদ্ৰলোক কিন্তু বৰ বিমৰ্ষ হৈ পৰিছে। মায়াই সদায় ওচৰত থাকি কথা-বতৰা হৈ থাকে। মানুহজনৰ অৱস্থা দেখিলে বৰ পুতৌ জন্মে দাদা। বেচেৰাই জীৱনৰ আশা ত্যাগ কৰিছে। কেৱল ঘৰৰ কথা ভাবি থাকে। সুধিলে একো নকয়। বৰ বেয়া লাগে।"

"বেয়া লাগিলে নহ'ব। তেখেতক আনন্দত ৰাখিবলৈ যত্ন কৰিবি। ইয়াৰ পৰা গৈ কবি যে দাদাক আমি জনাইছো আৰু তেওঁ আপোনাক মুক্ত কৰি দিব। নিৰ্ভয় দিবি। বেচেৰা কোনোবা দায়িত্বশীল পিতৃ। সন্তানৰ কথা ভাবি অস্থিৰ হৈ পৰিছে। হায়! হায়! আমাৰ দেশৰ মানুহৰ অৱস্থা!"

বৰ দুখ মনে কয় ৰঞ্জুই। মলিন বদনে শুনি যায় ভূপেনে। ৰঞ্জুই ক'লে — "মই তেওঁৰ ব্যৱস্থা কৰিম। বলেনক মোৰ ওচৰলৈ পঠাই দিবি।" ভূপেনে সম্মতিসূচক ইঙ্গিত দিলে — "হ'ব বাৰু।"

গধূলি ভূপেন ঘৰলৈ উভতিল। ৰঞ্জুই আগবঢ়াই থ'লে। উভতি আহি ৰঞ্জুই বিছনাত পৰি ভাবিব ধৰিলে। কি উপায় কৰা যায় এতিয়া। কোন এই হতভাগা ধনৱান লোক। ধনেই তেওঁৰ কাল হ'ল। ধনে বিপদৰ পৰা ৰক্ষা কৰে আৰু কেতিয়াবা কিন্তু ভয়ানক বিপদতো পেলায়। এই ভদ্ৰলোকৰ অৱস্থা আজি অতি দুখময়। ধনেই তেওঁৰ বিপদ আনিলে। এই ধনৰ কাৰণেই মানুহে নানা অপকৰ্ম্ম কৰে। কি মূৰ্খ এই ধনী মানুহবিলাক। ৰঞ্জুই বিছনাত পেট পেলাই ভাবি থাকে। শেষত চিন্তা কৰে কেনেকৈ তেওঁক মুক্ত কৰিব। সি ভাবে যে এই খবৰ তাৰ বন্ধু হাজৰিকাক দিব আৰু ঘটনাটোৰ গুংসূত্ৰ বাহিৰ কৰি মানুহজনক মুক্ত কৰিব। তেওঁ পুলিচ অফিচাৰ মানুহ; নিশ্চয় এই ঘটনাৰ পম খেদি অপহৃতজনক উদ্ধাৰ কৰিব পাৰিব। তাকে ভাবি সি এখন চিঠি লিখিলে

তাৰ বন্ধু হাজৰিকালৈ।

প্ৰিয় হাজৰিকা,

আজি এটা বিশেষ কাৰণত আপোনালৈ লিখিব লগা হ'লো। আপোনাৰ এলেকাৰ পৰা অপহৃত ব্যক্তি গৰাকীৰ কিবা সন্ধান পাইছে নেকি? বাতৰি কাকতৰ জৰিয়তে জানিছিলো অপহৰণৰ কথাহে, সন্ধানৰ কথা পোৱা নাই। যদি কিবা সন্ধান পাইছে তেন্তে মোক জনাব। মই বাতৰিটো সজাই পৰাই কাকতত পৰিবেশন কৰিম। আপোনাৰ ঠিকনা মই পাইছো। যদি পাৰো খবৰ কৰিম।

ইতি

আপোনাৰ

বঞ্জু বৰুৱা

বৰুৱাৰ চিঠি পাই হাজৰিকাই উত্তৰ পঠালে।

প্ৰিয় বৰুৱা,

বহুদিনৰ অন্তত আপোনাৰ খবৰবিহীন চিঠিখন পাই আনন্দ লাগিল যিমান বেদনাও অনুভৱ কৰিলো সিমান। নিজৰ আৰু ঘৰৰ কোনো খবৰ নিদি কেৱল লোকৰ খবৰ পাবৰ বাবেহে যেন ব্যস্ত হৈছে। মই জোৰ তদন্ত চলাইছো। কিন্তু একো অনুসন্ধান পোৱা নাই। এটা মজাৰ কথা কওঁ যে ইয়াতে মোৰ এলেকাতে আপোনাৰ তেওঁৰ ঘৰ আৰু শ্ৰীজগদীশ শইকীয়াৰো ঘৰ। মঞ্জুমালাৰ পিতৃ কমল বৰাৰ অপহৰণৰ পিছত শইকীয়া তেওঁলোকৰ বুকুৰ কুটুম হৈ পৰিছে। নাজানো ইয়াৰ অন্তৰালত কি লুকাই আছে। আপুনি এদিন ৰাতি থকাকৈ মোৰ থানালৈ আহক; মোৰ লগতে থাকিব পাৰিব। তেতিয়া দুয়ো আলোচনা কৰিব পাৰিম। আজিকালি আপুনি বাতৰি কাকতৰ মানুহ হ'ল যেতিয়া আপোনাকো আমি খাতিৰ কৰিব লগা হ'ল। শইকীয়াই ৰাজনীতি কৰি মোকে ধমকি দিব পৰা হ'ল, আৰু দিছেও। আপুনিও কেতিয়া ধমকি দিয়ে ক'ব নোৱাৰিছো। বাতৰি কাকতৰ মানুহৰো বিশ্বাস নাই। আমি পুলিচ মানুহ — 'ফুলিচ' (বুৰ্বক) মানুহ। ধমকি চমকি খাই থাকিব লাগিবই। আমি হয় টকা খাব লাগিব নহয় ধমকি খাব লাগিব। এবিধ খাবই লাগিব।

আপুনি আহক, সকলো আলোচনা হ'ব। মোৰ ডঙুৰা জীৱন চলি আছে। আপোনাৰ আৰু কিমানদিন ডঙুৰা জীৱন চলিব? জনাবনে? মোৰ অনুৰোধ ৰক্ষা কৰিব বুলি আশাৰে বাট চাই ৰ'লো।

ইতি

আপোনাৰ

প্ৰবীণ হাজৰিকা

নগাঁও আৰক্ষী থানা

"পিছদিনা আবেলি বৰুৱা আহিল বঞ্জুৰ ঘৰলৈ। বঞ্জুই তাক বহিব দিলে। সি বহিল। বঞ্জুই বিছনাত বহি তাক সুধিলে — "মই তোমাক কিয় মাতিছো জানানে

বলেন?”

“অনুমান কৰিছো দাদা।”

“তোমালোকে বাৰু যিয়ে নকৰা কিয় আমাৰ তাত ক'বলগীয়া একো নাই; কিন্তু তোমালোকৰ কামত আমাক জড়িত কৰি আমাক বিপদত পেলালা কিয়?”

“আমি একো বিপদত নেপেলাও দাদা। আৱশ্যক হ'লে আমি তাৰপৰা আঁতৰাই নিম। মাত্র দুদিন বাট চালেই হ'ব।”

“বাৰু তোমালোকে মানুহজন ক'ৰ পৰা আনিলা?”

“গুৱাহাটীৰ পৰাই নিছো।”

“টকা পাইছানে?”

“অলপমান পাইছো।”

“যি পাৰা সোনকালে আদায় কৰা; পিছত নাপাবও পাৰা।”

“আজি সেইকাৰণেই যাম বুলি আহিছো।”

“কিমান টকা দাবী কৰিছা?”

“এক লাখ।”

“বুৰ্বক। এক লাখ নহয় — পাঁচ লাখ দাবী কৰিবা নহ'লে, খালাচ নিদিওঁ বুলি ক'বা।”

“পাঁচ লাখ দিলেহে ........।”

“দাবী কৰা মাত্র; মই ইয়াৰ ব্যৱস্থা কৰি দিম।”

সি চকু দুটা মেলি দিলে — কি অদ্ভুত কথা। ৰঞ্জু বৰুৱা এইবিলাকত জড়িত আছে? তেন্তে আমাৰ কথা তেওঁ সকলো জানে? বাতৰি কাকতৰ মানুহ; জানিবও পাৰে। কথা বিষম হ'ল। ৰঞ্জুদা যি বুদ্ধিমান। কিবা সাংঘাতিক ঘটনা কৰিব পাৰে। সি ভাবি অবাক হয়। তাৰপিছত লাহেকৈ ক'লে — “বাৰু তাকেই কম দাদা। পিছৰখিনি আপুনি কৰিব। আমি এক লাখ পালেই হ'ব; বাকী চাৰি লাখ আপুনি ৰাখিব।”

“মোক টকা নালাগে। তোমালোকেই ৰাখিবা। কিন্তু মোৰ কথা মতে চলিব লাগিব নহ'লে তোমালোকৰ বিপদ আছে। আমাক জড়িত কৰিছা যেতিয়া কথাটো জটিল হোৱা বুলি জানি লবা। মই ইতিমধ্যে বাতৰি কাকতৰ লগত যোগাযোগ কৰিছো। এতিয়া তুমি গৈ দাবী কৰাগৈ আৰু খবৰ কি হয় ৰাতি আহি মোক কৈ যাবা।”

“বাৰু হ'ব দাদা। পিছে মোক মাতিছিল কিয়?”

“এই কথাবাৰৰ বাবেই মাতিছিলো। ভাল বাৰু; এতিয়া সোনকালে যোৱা।”

এইবুলি কৈ তেওঁ তাক বিদায় দিলে। সন্ত্রাসবাদী ল'ৰা। খোৱা-লোৱা কাম ক'তো নকৰে বুলি ৰঞ্জুই জানে। বলেন উঠিল। ৰঞ্জুই আগবঢ়াই থৈ আহি বিছনাত শুই শুই ভাবিব ধৰিলে কি বুদ্ধি কৰা যায়।

বলেন দিশপুৰলৈ গৈ ৰাজেন গগৈক লগ ধৰি পাঁচ লাখ টকাৰ দাবী কৰিলে। ৰাজেন সন্মত নহয় আৰু বলেনেও কম নকৰে। তৰ্কাতৰ্কি হ'ল। ৰাজেনে এ, কে ৪৭

উলিয়াই বলেনক গুলিয়াম বুলি ধমকি দিলে; বলেনেও এ, কে, ৫৬ উলিয়াই দেখুৱাই দিলে। কথা বিষম দেখি হাঁহি মাৰি গগৈয়ে ক'লে — "চাব্বাচ। আচল সন্ত্ৰাসবাদী হয়নে নহয় তাৰ প্ৰমাণহে চালো। সাহস ঠিক আছে আৰু অস্ত্ৰও আছে। অস্ত্ৰ নমাওক বন্ধু, আমি পাঁচ লাখকে দিম; কিন্তু কেইদিনমান অপেক্ষা কৰিব লাগিব। আপুনি চাৰিদিন পিছত আহক।"

"বাৰু।" বুলি কৈ পিষ্টল নমাই থলে বলেনে। তাৰপিছত অলপ কথা হৈ বলেন গুচি আহিল।

ৰাতি বাৰটা বজাত ৰঞ্জুক জগাই কথাবাৰ কৈ বলেন উভতি গ'ল। ৰঞ্জুই বুজিলে গাঁৱৰ সেই অপদাৰ্থ ল'ৰাকেইজন অতি কম দিনৰ ভিতৰতে সন্ত্ৰাসবাদী কামত পাৰ্গত হৈ উঠিছে। সি ভাবিলে সংসাৰত কোন লোক কিহত পাৰ্গত হয় তাক কোনেও নাজানে। গতিকে বিদ্যা নহলেই যে এজন লোক বুদ্ধিহীন হ'ব তেনে কথা কেতিয়াও হ'ব নোৱাৰে। বিভিন্ন লোক বিভিন্ন কামত পাৰ্গত হ'ব পাৰে। অকল বিদ্যাৰ দ্বাৰাই বুদ্ধিৰ দৌৰ ধৰিব নোৱাৰি। ব্যক্তি বিশেষৰ প্ৰতিভা ভিন্ন ভিন্ন কামত বিকশিত হ'ব পাৰে। এই সত্য আজি ৰঞ্জুই উদঘাটন কৰিলে।

ৰাতিপুৱা উঠি ৰঞ্জু নগাঁৱলৈ ৰাওনা হ'ল। সি হাজৰিকাৰ ওচৰলৈ যাব। চাৰি ঘণ্টামান পিছত সি হাজৰিকাৰ থানা পালে। তাক দেখিয়ে হাজৰিকাই হাঁহি মাৰি সাবটি ধৰি ক'লে — "আজি হঠাৎ এনেভাৱে আপুনি আহিব বুলি ভবাই নাছিলো। আহক, আহক বৰুৱা ইয়াতে বহক।" এইবুলি কৈ থানাৰ ভিতৰতে বহুৱালে। পুলিচৰ হতুৱাই চাহ-মিঠাই আনি খুৱালে। তেওঁ ৰঞ্জুক নিজৰ কোৱাৰ্টাৰলৈ লৈ গ'ল। দুপৰীয়া দুই বন্ধুই ভাত-পানী খাই আলোচনা আৰম্ভ কৰিলে। ৰঞ্জুই ক'লে — "অপহৰণৰ কেচৰ শুংসূত্ৰ পালেনে?"

"একো পোৱা নাই বৰুৱা। ইমান অনুসন্ধান চলায়ো মই একো খবৰ উলিয়াব পৰা নাই। মই বৰ চিন্তিত। চৰকাৰ মোৰ ওপৰত বিতুষ্ট। তাতে জগদীশ শইকীয়াৰ দ্বাৰা মানসিক অত্যাচাৰ চলিছে — মোৰ ওপৰত। পূৰ্বৰ প্ৰতিশোধ লবৰ বাবে চল চাই আছে। মই মহা সঙ্কটত পৰিছো বৰুৱা। কমল বৰাই মোৰ কাল হ'ব যেন পাওঁ।"

"কাল নহৈ ভালো হ'ব পাৰে। কোনে জানে কাৰ কেতিয়া কি হয়।" অলপ তলকা মাৰি পুনৰ ক'লে — "আপুনি মঞ্জুইতৰ ঘৰলৈ যাওক আৰু কওক গৈ যে তেওঁলোকে যেন এক টকাও কাকো নিদিয়ে। মই সন্ত্ৰাসবাদী ধৰিছো আৰু কেইদিনমান পিছতে মই বৰা ডাঙৰীয়াক খালাচ কৰি দিম। তেওঁলোক নিশ্চন্ত থাকক। কিন্তু টকা যেন কাকো নিদিয়ে।" বৰুৱাৰ কথা শুনি হাজৰিকাই ওচৰলৈ আহি মনে মনে সুধিলে —"আপুনি বৰা ডাঙৰীয়াক দেখিছে?"

"দেখা নাই; কিন্তু মই জানিব পাৰিছো। আপুনি আজি আবেলিয়ে গৈ তেওঁলোকক জনাই আহকগৈ। এইবাৰ আমাৰ বুদ্ধিৰ খেলা চলিব।"

ৰঞ্জু ৰুমতে শুই থাকিল। প্ৰবীণ হাজৰিকাই চাৰিজন অস্ত্ৰধাৰী জগত লৈ

পুলিচ ভানত উঠি মঞ্জুইঁতৰ ঘৰ পালে। ঘৰৰ ওচৰত গাড়ী ৰাখি পুলিচসহ ভিতৰ সোমাই গ'ল। ঘৰৰ ভিতৰৰ পৰা ডাক্তৰে দেখিবলৈ পাই বাহিৰলৈ ওলায় আহি এওঁলোকক নমস্কাৰ জনাই ড্ৰইংৰূমত বহিব ক'লে। পুলিচকেইজন বাহিৰত থাকিল। হাজৰিকা ভিতৰত বহিল। ডাক্তৰে হাজৰিকাৰ আগমনৰ কাৰণ সুধিলে —

"কিয় আহিল চাৰ?"

"বিশেষ এটা কথাৰ বাবে আহিলো।"

"কি কথা চাৰ।"

"আপোনালোকৰ ঘৰলৈ কোনোবা টকা সানিবলৈ আহিছে নেকি?"

"আহিব বুলি জনাইছে চাৰ।"

"আহিলে এক টকাও নিদিব। আমি আপোনাৰ দেউতাকক বিনা পইচাই খালাচ কৰি আনিব পাৰিম; মাত্ৰ সপ্তাহমান অপেক্ষা কৰক।"

ডাক্তৰৰ মুখত হাঁহি বিৰিঙি ওলাল বাপেকৰ মুক্তিৰ খবৰ শুনি। তেওঁ ভিতৰলৈ মাকক মাতিবলৈ ওলাই যাব ধৰোতে হাজৰিকাই ক'লে —

"আপুনি এই কথা কাকো নক'ব। ঘৰৰ মানুহকো নক'ব। টকা দিম বুলিহে ক'ব। সন্ত্ৰাসবাদী দলৰ লোক আহিলেও দুদিনমান বাট চাবলৈ অনুৰোধহে কৰিব। কোনো মাজৰ মানুহকো টকা নিদিব। মুঠতে টকা দিয়া বন্ধ।"

"মই মাইঁতক আপুনি অহা খবৰটো দিওঁ চাৰ।"

"বাৰু।"

ডাক্তৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। মাক, ভনীয়েক আৰু ককায়েক তিনিও তেওঁৰ লগত ড্ৰইংৰূমলৈ সোমাই আহিল। মাক আৰু ককায়েকে হাজৰিকাক নমস্কাৰ কৰিলে। হাজৰিকাইয়ো প্ৰতি নমস্কাৰ জনালে। মঞ্জুই সোমাই আহি হাজৰিকাক দেখি হাঁহি নমস্কাৰ জনালে — 'আজি আমাৰ কি ভাগ্য — আমাৰ ঘৰত আজি হাজৰিকা চাৰ আহিল।"

"চাৰ? হাজৰিকা চাৰ নেকি তোমাৰ?" হাঁহি মাৰি হাজৰিকাই প্ৰশ্ন কৰে। মঞ্জুই মিচিকিয়া হাঁহি মাৰি ক'লে — "থানাৰ মালিক চাৰ নহে কি হ'ব?"

হাজৰিকা আৰু মঞ্জুই দুয়ো চকুই চকুই চালে। দুয়োৰো অন্তৰত দুখৰ গধুৰ বোজা যেন হঠাতে পৰিল। দুয়ো তলমুৰা হৈ নীৰৱ হ'ল।

মাকে ক'লে — "আপুনি একো দোষ নধৰিব চাৰ। মোৰ ছোৱালীজনী পিতাক নাইকিয়া হোৱা দিন ধৰি কাক কি কয় একো ঠিক নাই। তাই পাগলী যেন হৈছে।" এনেকৈ কৈ তেওঁ চকুলো টুকিলে। ককায়েক দুগৰাকীয়েও ক'লে — "হয় চাৰ, তাইৰ মগজুৰ ঠিক নোহোৱা হৈছে। কিবা কওঁতে কিবা কয়।"

"একো দোষ হোৱা নাই আৰু মগজুৰো কোনো বিকৃতি ঘটা নাই। তেওঁ ঠিকেই আছে। চাৰ বোলাৰ বাবে মইহে বেয়া পাইছো। কাৰণ এম, এ পাছ ছোৱালী এগৰাকীয়ে অন্ততঃ মোক চাৰ নুবুলিলেও হ'লহেঁতেন। তেওঁৰ নম্ৰতাক মই প্ৰশংসাহে

কৰিছো।"

হাজৰিকাই নিজৰ পৰিচয় লুকাই ৰাখিবলৈ চেষ্টা কৰিলে। অতীতৰ স্মৃতিবোৰে তেওঁক উন্মনা কৰি তুলিলে। তথাপি চিনাকি নিদি মাক, ককায়েকহঁতক তেনেদৰে ক'লে। মঞ্জুই বুজি পালে। এবাৰ তেওঁৰ ফালে চাই ক'লে — "আপুনি আমাৰ থানাৰ মালিক হেতুকে ......। বাৰু আপুনি কেতিয়া আহিল?"

"দুমাহমান হ'ল। বেছিদিন হোৱা নাই। তোমাৰ কিবা দৰ্কাৰ হ'লে মোক কবা, মই সহায় কৰিম। দেউতাৰাৰ বিষয়ে মই জোৰ তদন্ত চলাইছো, বোধহয় অলপতে কৃতকাৰ্য্য হম। এই খবৰকে মই জনাবলৈ আহিছিলো। কিন্তু মই এটা কথা কৈ যাওঁ যেন আপোনালোকে কাকো এক পইচাও নিদিয়া। টকা দিলে দেউতাকক মোকলাব নোৱাৰিম।"

"দেউতা জীয়াই আছেনে?"

"সুন্দৰ স্বাস্থ্যৰ সৈতে আছে। অলপতে আহিলে দেখিবা। ঈশ্বৰক খাটা যাতে মই কৃতকাৰ্য্য হ'ব পাৰো।"

"আমি ভগৱানক সদায় খাটি আছো চাৰ, তেখেতক যেন কুশলে ৰাখে।" মাকে কান্দি কান্দি কয়।

এইখিনি কৈ হাজৰিকা উঠিল। পুলিচ মানুহ, এক মিনিট সময়ো অবাবত নষ্ট কৰিব নোৱাৰে। মঞ্জুহঁতে নমস্কাৰ জনাই ক'লে — "চাহ একাপ খাই যাব লাগিব চাৰ।" এইবুলি কৈ বহিব ক'লে আৰু মঞ্জুৰ মাক পাকঘৰলৈ গ'ল। ক্ষন্তেকৰ ভিতৰতে চাহ লৈ তেওঁৰ ওচৰ পালে। হাজৰিকাই চাহ খাই উঠি গ'ল।

গধূলি কোঠালৈ ফিৰি আহি হাজৰিকাই ৰঞ্জুৰ আগত মঞ্জুহঁতৰ সকলো কথা জনালে। আৰু জনালে যে ৰঞ্জু অহা কথা ঘুণাক্ষৰেও তেওঁলোকক একো নজনালে। ৰঞ্জুই হাজৰিকাক ধন্যবাদ দিলে।

ৰাতি দুই বন্ধুই একে বিছনাতে শুই থাকিল। আজি যেন জালুকবাৰীৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ হোষ্টেল জীৱনলৈ দুয়ো প্ৰত্যাবৰ্ত্তন কৰিলে। অতীতৰ স্মৃতি ৰোমন্থনে দুয়োৰো মন ৰোমাঞ্চিত কৰি তুলিলে।



বলেনৰ টকাৰ তাগিদা পাই গুৱাহাটীৰ পৰা ৰাজেন গৈ জগদীশৰ ঘৰ উঠিল। ৰাজেন গগৈ টকাৰ কাৰণে যোৱা বুলি জানি জগদীশে ক'লে — "কি কৈছে? পাঁচ লাখ সিহঁতক দিব লাগে? আচৰিত কথা। সিহঁতক কিয় বিশ্বাস কৰিলে?"

"আগেও দুটা কেচ কৰা হৈছিল, কিন্তু এনে কৰা নাছিল। এইবাৰ বৰ বিশ্বাসঘাতকতা কৰিলে। এতিয়া আমি নিৰুপায় হৈছো। কি কৰা হ'ব? অপহৃতজনক সিহঁতে ঘূৰাই নিদিব — এনেয়ে খালাচ দিব বুলি কৈছে।"

"খালাচ দিয়াৰ পিছত আমাৰ কথা কৈ দিব পাৰে। সিহঁতেই পুলিচক জনাব পাৰে। গতিকে মীমাংসা কৰিবই লাগিব।"

"টকা পাঁচ লাখ দিবই লাগিব।"

"দিওঁ ক'ৰপৰা?"

"গৃহস্থে টকা দিয়া নাই। বাৰু আজি মই যাম। আপুনি গধূলি আহক।" এনেভাৱে ৰাজেনক বিদায় দি জগদীশে বৰাহঁতৰ ঘৰলৈ গ'ল।

ঘৰত গৈ গোটেইকেইজনকে লগ পালে। জগদীশক বহিবলৈ দি মাকে সুধিলে — "কিয় আহিলা বোপা?"

"বৰ ডাঙৰ কথা এটা হ'ল। দুৰ্বৃত্তহঁতক পাঁচ লাখ একেলগে আজি বা কালিৰ ভিতৰতে লাগে। আপোনালোকৰ টকা যোগাৰ হ'লনে?"

ডাক্তৰে নৰম সুৰত ক'লে — "টকা যোগাৰ হোৱা নাই — চেষ্টা কৰি আছো।"

মঞ্জুই মাত দিলে — "আপুনিয়ে কিবা কৰি দি দিয়ক; আমি ধাৰ খুজিম।"

"মইনো পাঁচ লাখ কেনেকৈ ক'ৰপৰা দিম?"

"তেনেহ'লে আমি কি কৰিম? আমি টকা যোগাৰ কৰিব পৰা নাই।"

বৰ চিন্তান্বিত হোৱা দেখুৱাই মঞ্জুৱে। শেষত ক'লে — "আপুনি যে এক লাখ দিম বুলি কৈছিল, সেই লাখকে আজি দিয়কগৈ। পিছত আমি দিম।"

"বাৰু আজি মই সিহঁতক এক লাখ দিম। অহাকালি আপোনালোকে বাকীখিনি দিব।"

"আমি চেষ্টা কৰি চাম।" ডাক্তৰে কয়।

"আজি আপোনালোকৰ ঘৰলৈ কোনোবা পুলিচ আহিছিল বোলে।"

"হয়।" মাকে কয়।

"কোন আহিছিল?"

"থানাৰ নতুন দাৰোগাজন আহিছিল।"

"কি ক'লে?"

"তদন্ত চলাই থকা বুলি কৈছে?"

"কিবা শুংসূত্ৰ পালেনে?"

"একো পোৱা নাই বুলি কৈছে।"

"এওঁ নতুন মানুহ; কি কৰিব। বেলেগ পুৰণি মানুহ হ'লে তৎক্ষণাৎ ধৰিব পাৰিলেহেঁতেন।"

"লোকক দোষ দিলে কি হ'ব! আমাৰ কপালৰে দোষ।"

"বাৰু দেখা যাব কি কৰে। এতিয়া মই যাওঁ, টকাখিনি দিয়াৰ চেষ্টা কৰক। বাগানৰ মালিকক নকয় কিয়?" আমি কৈছো, আপোনালোকেও কওকচোন।"

"আমাৰ কথা কাণ নকৰে।" ডাক্তৰে কয়।

"সম্পদৰ সময়ত লাগে কিন্তু বিপদৰ সময়ত কোনো নাই।" জগদীশে কয়। এনেভাৱে জগদীশ উভতি আহিল। আজি তেওঁ বুজিব পাৰিলে যে আগৰ

দৰে আজি সৌহাৰ্দ্য নাই আৰু মনৰ ভয়ো বহু পাতলিছে। বোধহয় হাজৰিকাই কিবা ইঙ্গিত দিছে। বাৰু দেখা যাব। জগদীশে ভাবে।

'ঘৰলৈ আহি ৰাজেন গগৈক টকা পঞ্চাছ হেজাৰ দি কয় জগদীশে — সিদিনাৰ পঞ্চাছ হেজাৰকে লৈ যাওক, সিহঁতক দিব। কিবা বুদ্ধি কৰি পঞ্চাছ হেজাৰতে মঞ্জুৰ কৰিবৰ চেষ্টা কৰিব। গৃহস্থে দিয়া এক লাখ টকা সিহঁতকে দিয়া হ'ল, আমাৰ এক টকাও নৰ'ল। বৰং আমাৰ টকা আৰু শ্ৰমহে ক্ষয় হ'ল।" ৰাজেনে ক'লে — "কি কৰিব শইকীয়া; এইবোৰ জুৱা খেলৰ দৰে। হঠাতে বহু লাভ আৰু হঠাতে বহু লোকচান হয়। বাৰু কি হয় পিছত দেখা যাব?"

পিছদিনা ৰাতিৰ গাড়ীত ৰাজেন আহি গুৱাহাটী পালে আৰু টকা পঞ্চাছ হেজাৰ বলেনক দি দিলে। বলেনে টকাখিনি লৈ সৌজন্যবোধৰ চিনস্বৰূপে এটা নমস্কাৰো নকৰিলে। টকা পঞ্চাছ হেজাৰ পোৱা বুলি বন্ধু বৰুৱাক জনাই বলেন ঘৰলৈ উভতিল।

পিছদিনা জগদীশ দিছপুৰলৈ আহিল আৰু তেওঁৰ নিজৰ ঘৰত ৰাজেন গগৈৰ লগত আলোচনা কৰিলে। জগদীশে ক'লে — "প্ৰবীণ হাজৰিকা নগাঁও থানাত থাকিলে বৰাহঁতৰ বহু সুবিধা হ'ব আৰু আমাৰ সকলো আঁচনি ব্যৰ্থ হৈ যাব পাৰে। কোনো অসৰ্তক মুহূৰ্ত্তত কিবা কথা ওলাই গ'লে সৰ্ব্বনাশ। গতিকে হাজৰিকাক বদলি কৰিবই লাগিব।"

"এৰা, হাজৰিকা মঞ্জুৰ পুৰণি বন্ধু। ক'ব গ'লে বিশ্ববিদ্যালয়ত অভিভাৱক যেন আছিল। তেওঁ বুদ্ধিমান মানুহ। নিশ্চয় আমাক বিপদত পেলাব। গতিকে বদলি কৰি একেবাৰে নলবাৰীত দিব লাগে। তাতে সন্ত্ৰাসবাদীসকল আৰু আমাৰ মক্কেলো নলবাৰীতে আছে। পাৰিলে এওঁৰ দ্বাৰা পুলিচ-মিলিটাৰী লগাই নলবাৰীৰ ওচৰে-পাঁজৰে চৰকাৰী সন্ত্ৰাস সৃষ্টি কৰিব পাৰিলে বাধ্য হৈ সিহঁতে আমাৰ মক্কেল আমাক উভতাই দিব; নহ'লে বৰা উদ্ধাৰ হ'ব আৰু সিহঁতকো পিটিব। আমিও সিহঁতক টকা দিব নলগা হ'ব আৰু বাকী চাৰি লাখ টকা আদায় কৰিব পাৰিলে আমাৰ হাতত থাকি যাব। আমাৰ অন্ততঃ সেইখিনিয়ে লাভ, হ'ব, নহ'লে বৰ্ত্তমান আমাৰ এক পইচাও লাভ নাই।"

"এৰা, তাকে কৰিব লাগিব। আপুনি সতৰ্ক হৈ থাকক। মই মুখ্যমন্ত্ৰীক কৈ তেওঁক বদলি কৰি লওঁ।" জগদীশে কয়। গগৈয়ে সমৰ্থন কৰে — "হয়, আপুনি সোনকালে তেওঁক বদলি কৰক।"

দুয়ো আলোচনা কৰি পিছদিনা জগদীশে মুখ্যমন্ত্ৰীক লগ ধৰি ক'লে যে বৰ্তমানৰ নগাঁও থানাৰ ডি, এচ, পি, জন চৰকাৰ বিৰোধী লোক আৰু আন্দোলনকাৰী লোকৰ বন্ধু হৈ পৰিছে। সন্ত্ৰাসবাদী দলৰ লগতো তেওঁৰ যোগাযোগ আছে। সেইকাৰণেই কমল বৰাৰ আজিও একো গুংসূত্ৰ উলিয়াব পৰা নাই। তেওঁক তৎক্ষণাৎ তাৰ পৰা বদলি নকৰিলে কমল বৰাক পোৱা আশা নাই। চাহ কোম্পানীৰ লগতে আমাৰ দলৰ কিমান ক্ষতি হৈছে বৰাৰ অপহৰণৰ পৰা এই কথা আপুনি উপলব্ধি

কৰিছেনে চাৰ।"

"মই জনা নাছিলো এই লোকজন যে সন্ত্ৰাসবাদী দলৰ সমৰ্থক লোক। কথাষাৰ মোৰ মনে ধৰিছে। মই বাৰু তৎক্ষণাৎ কাৰ্য্যকৰী হোৱাকৈ বদলিৰ আদেশ দিবলৈ ব্যৱস্থা কৰিম।"

মুখ্যমন্ত্ৰীৰ সন্মতি পাই জগদীশ উৎফুল্লিত হৈ উভতি আহিল।





## (ছাব্বিছ)

দুদিন পিছতে প্ৰবীণ হাজৰিকাৰ বদলিৰ আদেশ আহিল। সাধাৰণতে কোনো অফিচাৰৰ বদলি তিনিবছৰ আগতে নহয়; কিন্তু হাজৰিকাৰ ক্ষেত্ৰত তিনিবছৰৰ ঠাইত তিনি মাহতে হ'ল। চৰকাৰখন কেনেভাবে চলিছে তাৰ নজৰ কৰিলে থানাৰ পুলিচসকলে। হাজৰিকাৰ ব্যৱহাৰত পুলিচবিলাক বৰ মুগ্ধ হৈছিল। তেওঁলোক খ্ৰিয়মান হ'ল। এনে আচৰিত বদলিৰ হুকুম শুনি প্ৰবীণ হাজৰিকা হতাশ হৈ গ'ল। তেওঁ গালত হাত দুখন থৈ টেবুলত কিলাকুটি দুটা দি বিষণ্ন মনে চিন্তা কৰি আছে। তেওঁ চিন্তা কৰিছে যে তেওঁৰ অবিহনে নতুন ডি, এচ, পিয়ে কমল বৰাৰ অনুসন্ধান লেহেম কৰিব আৰু মূৰকত বৰাৰ অসুখ হৈ মৃত্যুও হব পাৰে। নিজৰ লোকচান আৰু অপমানতকৈও বৰাৰ চিন্তাই হাজৰিকাক বেছি আঘাত দিছে। তেওঁ এনেভাবে চিন্তা কৰি থকা অৱস্থাতে হঠাতে জগদীশ শইকীয়া থানালৈ আহি হাজৰিকাৰ আগত থিয় হৈ মাত লগালে — "কি হ'ল হাজৰিকা চাহাব? বৰ চিন্তান্বিত যেন দেখিছো। কি হ'ল?"

শইকীয়াক দেখি হাজৰিকাই বহিবলৈ অনুৰোধ কৰে আৰু কয় — "একো হোৱা নাই। কেৱল এটা কথা চিন্তা কৰিছো শইকীয়া।"

কি কথা?"

আমাৰ ৰাজ্যত আইনৰ শাসন নোহোৱা হ'ল। মন্ত্ৰীৰ ইচ্ছাই আইন হ'ল যেতিয়া গণতন্ত্ৰৰ অকাল মৰণ মিলিব।"

"বৰ ডাঙৰ কথা ক'লে হাজৰিকা। আপুনি বিৰোধী দলৰ নেতাই কোৱাৰ দৰে কথা কৈছে। এনে কথা অফিচাৰে ক'লে চাকৰি নাথাকে। বদলি কিয় চাকৰিয়ে যাব যেন পাইছো।"

"চৰকাৰৰ ৰাজনৈতিকভাৱে নিয়োগ কৰা পুলিচ অফিচাৰকেইজনৰ বাদে আনবোৰৰ চাকৰিৰ দশা মোৰ দৰেই বুলি মই জানিছো। আপুনি চাকৰি কৰিলে বুজিলেহেঁতেন।"

"মই চাকৰি কৰিলে চৰকাৰৰ মতে কাম কৰিলোহেঁতেন। চাকৰি যিয়ে কৰে সি চাকৰ; সি চৰকাৰৰে হওক বা ব্যক্তিগত মালিকৰে হওক। চাকৰে প্ৰভুৰ আদেশ মানিবই লাগিব। মালিকে জানে কাক ক'ত ৰাখিলে কাম আদায় হয়। আপোনাৰ দ্বাৰা ইয়াত কাম আদায় নহয় — নলবাৰীতহে হব, গতিকে তালৈ বদলি কৰিছে; তাৰ কাৰণে আপুনি চিন্তা কৰে কিয়? সৎ কৰ্ম্মচাৰীৰ দৰে চৰকাৰৰ আদেশ পালন কৰক।"

"চৰকাৰৰ আদেশ মই পালন কৰিমেই, তাত কোনো দ্বিমত নাই; কিন্তু তিনিমাহৰ ভিতৰতে বদলিৰ হুকুম কিয় দিলে?"

"আপোনাৰ যোগ্যতাৰ ওপৰত চৰকাৰৰ সন্দেহ হৈছে।"

"মোৰ যোগ্যতাৰ অভাৱ কিহত হ'ল?"

"এই ধৰক কমল বৰাৰ অপহৰণ কেচটোৰ বিষয়ে চাওক, আজি এসপ্তাহেও একো শুংসূত্ৰ উলিয়াব নোৱাৰিলে আপুনি। বোধহয় সেইবাবেই আপোনাক বদলাই তৎকালেই যোগ্য ডি, এচ, পি, পঠাই দিব।"

"কোনে বাৰু ইমান সোনকালে সন্ত্ৰাসবাদী ধৰিছে আপুনিয়ে বাৰু মোক দেখুৱাই দিয়কচোন?"

"তৰ্কৰ কোনো দৰ্কাৰ নাই হাজৰিকা, কামেহে মানুহৰ যোগ্যতা প্ৰমাণ কৰায়। মোৰ কব লগা নাই। পিছে এতিয়া ইমান সোনকালেই আপুনি যাবনে?"

"হয়। মই অহাকালিয়ে গৈ নলবাৰীত 'জইন' কৰিম।"

"ইমান সোনকালে অসুবিধা নহব জানো?"

"কি অসুবিধা হব? মই অবিবাহিত মানুহ; কোনো জঞ্জাল নাই। গতিকে কালিয়ে যামগৈ।"

"আপুনি অহাত ময়ে বৰ সুখ পাইছিলো। বিশ্ববিদ্যালয়ত একেলগে পঢ়া বন্ধু এজন আমাৰ থানাত থকা হ'লে মোৰে কিছু উপকাৰ হ'লহেঁতেন। মই সেই সুযোগ হেৰুৱাব লগা হ'লো। সেইবাবে মোৰ বেয়া লাগিছে হাজৰিকা। আপোনাৰ লগত কিবা কথাত লাগি দোষ কৰিলে ক্ষমা কৰিব।"

"আপুনি কি দোষ কৰিব শইকীয়া। দোষ চৰকাৰৰ অবিবেচক উচ্চ পদস্থ কৰ্ম্মচাৰী কিছুমানৰহে। মযো কিবা অপৰাধ কৰিলে মাফ কৰিব শইকীয়া।

এনেভাৱে দুয়ো আলাপ-আলোচনা কৰি চাহ-মিঠাই খাই জগদীশ যেতিয়া উভতে তেতিয়া দুপৰীয়া হৈছে। জগদীশৰ কৌশল প্ৰবীণে ধৰিব নোৱাৰিলে। নিজে বলি কটা ব্যৱস্থা কৰি বলিৰ পাঠাক প্ৰাণ উজাৰি দিয়া সহানুভূতিয়ে বাৰু বলিৰ পাঠাক সহায় কৰেনে? জগদীশৰ ক্ষেত্ৰতো তাকেই ঘটিছে।

ৰাজনীতিৰ ইয়েতো আচল কৌশল। পিছদিনা প্ৰবীণ হাজৰিকাই নলবাৰী থানাত জইন কৰিলেগৈ।



বয়সীয়াল মানুহৰ বাবে পৰিবেশ বদলিলে শৰীৰত বহু পৰিবৰ্ত্তন ঘটে। নানাৰকম বিষ-বেদনা, পেটৰ অসুখ, মূৰৰ বিষ আনকি জ্বৰ আদি নানা বেমাৰে আক্ৰমণ কৰে। আজি এসপ্তাহে বাগানৰ পৰিবেশৰ পৰা গুৱাহাটীত আটক বন্দী হিচাবে দুদিন কটোৱাৰ পিছত নলবাৰীৰ ওচৰৰ এখন ভিতৰুৱা গাঁৱত গাঁৱলীয়া পৰিবেশত পাঁচদিন ধৰি থকাৰ পিছত কমল বৰাৰ শৰীৰৰ বহু অৱনতি ঘটিল। মানসিক ভাৱেও তেওঁ বহু আঘাত পালে। জীৱনৰ নিৰাপত্তাহীনতাত যিসকলে ভোগে তেওঁলোকেহে জানে এটা দিন বা এটা ৰাতি তেওঁলোকৰ বাবে এবছৰ যেন দীঘলীয়া হৈ পৰে। এই সাত দিনে যেন সাতবছৰ অজ্ঞাত বাস কৰাৰ দৰে। এনে মানসিক উত্তেজনাত আৰু জীৱনৰ নিৰাপত্তাহীনতাত ভুগি কমল বৰা অতি কাতৰ হৈ পৰিছে। তেওঁৰ গাৰ বিষ, মূৰৰ

বিষ আৰু জ্বৰো হৈছে। এনে অসুস্থ অৱস্থাত তেওঁ অস্বাভাৱিকভাৱে ক্ষীণ হৈ পৰিছে। মাজে মাজে ডাক্তৰ আহি শৰীৰ পৰীক্ষা কৰি ঔষধ পথ্যৰ ব্যৱস্থা দিছে যদিও ঔষধে খুব ভাল কাম কৰা নাই। গাঁৱত থকা চিকিৎসকসকলে চিকিৎসাৰ সা-সজুলি; ঔষধ পাতিও ঠিকমতে নাপায় আৰু জটিল অৱস্থাৰ ৰোগ নিৰ্দ্ধাৰিনো কৰিব নোৱাৰে। এনে জটিল ৰোগৰ ৰোগীক চিকিৎসকসকলে এনেবোৰ ৰোগৰ বাবে চহৰলৈ পঠাই দিয়ে। কিন্তু বৰা যিহেতু সন্ত্ৰাসবাদীৰ দ্বাৰা অপহৃত ব্যক্তি সেইবাবে তেওঁক গুৱাহাটীৰ মেডিকেল কলেজ বা অন্য চিকিৎসালয়তো ভৰ্ত্তি কৰিব নোৱাৰে। আনকি বাহিৰ উলিয়াব নোৱাৰে। এনে আবদ্ধ পৰিস্থিতিত চিকিৎসকে বিশেষ ধৰণে চিকিৎসাও কৰিব নোৱাৰে। বৰ্ত্তমান অৱশ্যে বৰা ডাঙৰীয়াৰ শৰীৰৰ অৱস্থা সিমান বেয়া নহয়। ভূপেন আৰু মায়াই নিজৰ ল'ৰা-ছোৱালীৰ দৰে শুশ্ৰূষা কৰিছে; কিন্তু কৃতকাৰ্য্য হ'বপৰা নাই। সিহঁতে নিজৰ ৰুটিন অনুযায়ী কামত ব্যস্ত ল'ৰা-ছোৱালী; তথাপি নিজৰ কাম এৰিও বৰাৰ শুশ্ৰূষাত দিন ৰাতি লাগি আছে। এই ল'ৰা-ছোৱালীহালৰ শুশ্ৰূষা আৰু সিহঁতৰ মাক-বাপেকৰ বিশেষকৈ মাকৰ যত্নত বৰা ডাঙৰীয়া বৰ্ত্তমানে আৰামত আছে।

মায়াই তাইৰ নিজৰ কাম-কাজ সকলোবোৰ এৰি বৰাৰ লগতে লাগি আছে। অনবৰত। গাখীৰ তপত কৰি এটা কাপত আনি বৰাক দি ক'লে — "দেউতা অলপ গাখীৰ খাওক।" তাই গাখীৰৰ কাপটো বৰাৰ সমুখত দাঙি লৈ থাকে। বৰা বিছনাত শুই আছে। বৰাই ক্ষীণ মাতেৰে ক'লে — "মোৰ খাবৰ ইচ্ছা নাই মা। গাটো বেয়া লাগি আছে। ভৰি দুখন চেচা পৰিছে আৰু মূৰটো বিষাইছে।"

"নহয় দেউতা আপুনি গাখীৰখিনি খালে মূৰটো ভাল পাব। গাখীৰখিনি খাওক। মায়ে নহৰুৰ সৈতে তেল তপত কৰি আনিব এতিয়াই। মই ভৰি মালিচ কৰি দিম দেউতা। মালিচ কৰিলে ভৰি গৰম হ'ব আৰু মূৰৰো বিষ কমিব। আপুনি গাখীৰখিনি খাওক দেউতা।" তাই বৰাৰ বিছনাত বহি গাখীৰৰ কাপটো বৰাৰ মুখৰ আগত দাঙি ধৰি অনুৰোধ কৰি আছে। বৰাই মৰমতে এবাৰ তাইৰ মুখলৈ চাই হাতখন আগবঢ়াই গাখীৰৰ কাপটো ধৰিলে — "দিয়া মা, তোমাৰ অনুৰোধ মই এৰাব নোৱাৰিম। এই কেইদিনে তুমি মোক যেনেভাৱে শুশ্ৰূষা কৰি আছা, এনে শুশ্ৰূষা মোৰ নিজৰ ছোৱালীয়েও কৰিব নোৱাৰে। তুমি মোৰ কোনোবা জন্মত ছোৱালী আছিলা আই। তুমি লক্ষ্মী ছোৱালী। এনে সাদৰী ছোৱালী মই কতো দেখা নাই।" এনেকৈ কৈ বৰাই গাখীৰৰ কাপটো হাতত লৈ পি খালে। খোৱাৰ পিছত মায়াই কাপটো মাটিত নমাই থলে আৰু গামোচা এখনেৰে বৰাৰ মুখখন মচি দিলে। তাৰপিছত বৰাৰ নিচেই ওচৰতে বহি কপালখন পিহি দিব ধৰিলে। কপাল-মূৰ পিহি তাই বৰাক কিছু সুস্থ কৰিলে। বৰাই তাইৰ কোমল মসৃণ হাতৰ পিহি পৰশ পাই গা মূৰ শাঁত পৰা যেন অনুভৱ কৰিলে। এনেহেন ধুনীয়া আৰু সাদৰী ছোৱালী মায়াৰ মায়াময় মায়াজালতহে যেন তেওঁ বন্দী হ'ল। মায়াৰ মৰমে বৰাক বহুখিনি সুস্থ কৰিলে। এনেতে মাকে নহৰু ভজা সৰিয়হৰ তেল তপত কৰি এটা কাপত লৈ আহিল আৰু মায়াৰ ওচৰত থিয় হৈ মায়াক ক'লে

— "মায়া। দেউতাৰাক ভৰিত তপত তেল মালিচ কৰি দে। দেউতাৰ আজি গা বেয়া। মই ভৰি-হাত এবাৰ চাই গৈছো টেঁচা পৰি আছে। তই দেউতাক মালিচ কৰি দে, মই ভাতকেইটামান ভালকৈ সিজাই মানিমুনি পাতৰ জোল কৰি দিওঁ, তাকে খালে বহু ভাল পাব।

"নালাগে আই, তুমি ইমান কষ্ট কৰিব নালাগে। মই তোমালোকক বহুত কষ্ট দিছো; মোৰ নিজৰে বেয়া লাগিছে। আজি একো নাখাওঁ বুলি ভাবিছো।" ববাই কয় অতি স্নেহেৰে। মায়াৰ মাকে তেনে কথা শুনি কয় — "কি কষ্ট দিছে দেউতা? মোৰ দেউতা থাকিলে জানো বেমাৰত এনেভাৱে শুশ্ৰূষা কৰিব নালাগিলহেঁতেন। আপোনাক আমি শুশ্ৰূষা কৰিব নাজানো। ডাঙৰ মানুহক কেনেকৈ শুশ্ৰূষা কৰিব লাগে আমি গাঁৱলীয়া মানুহে নাজানো দেউতা; কিন্তু আমাৰ গাঁৱলীয়া নিয়মখিনিহে পালন কৰিছো। আমি অন্তৰৰ পৰা ভাল পাই এইবোৰ কৰিছো দেউতা, আমাৰ দায়-দোষ নধৰিব।"

"তোমাৰ দৰে এগৰাকী লক্ষ্মী সদৃশ নাৰীক মই কি দায়-দোষ ধৰিম মা; তুমি সাক্ষাৎ লক্ষ্মী। সেইবাবেই তোমাৰ ল'ৰা-ছোৱালীও ইমান সুন্দৰ হব পাৰিছে। তোমাৰ শুশ্ৰূষাৰ ঋণ মই সুজিব নোৱাৰিম। আজি পাঁচ দিনে নেৰানেপেৰাকৈ মোৰ যেনেকৈ আলপৈচান ধৰি আছা, তেনে আলপৈচান মোৰ পৰিয়ালেও ধৰিব নোৱাৰে। তোমাক মই আশীৰ্ব্বাদ কৰিছো মা, ঈশ্বৰে তোমালোকক কুশলে ৰাখক; এনেহেন সুখৰ ঘৰখন যেন ভগৱানে ইয়াতকৈ সুখৰ কৰে তাকে মিনতি কৰিছো।"

এনেতে তেলৰ কাপটো হাতত লৈ মায়াই ববাৰ ভৰি পচানত বহি ভৰি দুখন মালিচ কৰিব আৰম্ভ কৰে। মাকে উঠি গৈ পাকঘৰ পালে আৰু জহা চাউলৰ ভাতকেইটামান ৰান্ধিব ধৰিলে।

কিছুসময় মালিচ কৰাৰ পিছত ববাৰ ভৰিৰ গৰম আহিল। ববাই কিছুখিনি সুস্থ অনুভৱ কৰিলে। ঔষধৰ উপৰি পৰিচৰ্য্যাইহে বেমাৰীৰ ৰোগ নিৰাময় হোৱাত সহায় কৰে। মায়া আৰু মাকৰ পৰিচৰ্য্যাত কমল ববা সুস্থ হ'ব ধৰিলে।

মায়াই এইবাৰ ববাৰ হাত দুখনত তেল মালিচ কৰিব ধৰিলে। ববাই আৰাম পাই সোঁহাতখন উলিয়াই দিলে। মায়াই মালিচ কৰি থাকিল। কিছুসময় পিছত ববাই মায়াক সুধিলে — "আই মায়া; তোমাৰ ভাগৰ লাগিছে বাচা, এতিয়া এৰা, মই ভাল পাইছো।"

"নহ'ব দেউতা, সোঁহাতখন হোৱাৰ পিছত বাওঁহাতখন মালিচ কৰা হ'লেহে এৰিব পাৰিম। আপুনি মনে মনে টোপনি যাওক।"

"মোৰ টোপনি নাহিব, তোমাৰ ব্যৱহাৰত মই অতি মুগ্ধ হৈ গৈছো মা। বাৰু মায়া, তুমি স্কুলত পঢ়িছিলা নে?"

"হয় দেউতা।"

"কিমানলৈ পঢ়িছিলা?"

"মই বি, এ পাছ কৰিছো?"

"বি, এ পাছ কৰিছা? কোনখন কলেজৰ পৰা?"

"আমাৰ গাঁৱৰ কলেজৰ পৰা।"

"তুমি বি, এ পাছ কৰিছা মা, বাঃ কি চমৎকাৰ ছোৱালী। তুমি বি, এ পাছ কৰিও এইবোৰ কাম কৰিবলৈ লাজ নকৰা, কি লক্ষ্মী ছোৱালী তুমি! ইমান সুন্দৰ মোৰ মাজনী।" তাৰপিছত ৰবাই বাওঁহাতখন উলিয়াই দিয়ে। মায়াই মালিচ আৰম্ভ কৰে বাওঁহাতত। ৰবাই সোধে — "তুমি চাকৰি কৰা নেকি?"

"মই চাকৰি নকৰো দেউতা। চাকৰি কৰিব লাগিলে আজিকালি চল্লিছ হেজাৰ, পঞ্চাছ হেজাৰ টকা ভেটি দিব লাগে। আমি ক'ত পাম ইমান টকা। গতিকে সৰু-সুৰা কামকে কৰিছো।"

"কি কাম কৰিছা?"

"মই মাছ পুহিছো আৰু হাঁহ পুহিছো। আপোনাক দিয়া কণী মোৰ ফাৰ্মৰে আৰু মাছো মোৰ পুখুৰীৰে।"

"তোমাৰ কিমান উপাৰ্জন হয়?"

"বছৰত ত্ৰিশ হেজাৰমান হয়।"

"চাব্বাচ মাজনী। তোমাৰ বুদ্ধি আৰু আদৰ্শক ধন্যবাদ দিছো।" তাৰপিছত অলপ তলকা মাৰি সোধে — "তোমাৰ সৰু দাদাই কি পঢ়িছিল?"

"সৰু দাদাও বি, এ পাছ।"

"তেওঁ কি কৰে?"

"সৰু দাদাই গৰু আৰু ছাগলী পুহিছে।"

"তেৰোঁ তোমাৰ দৰে স্বাধীন কাম কৰিছে। ধন্যবাদ। পিছে কিমানখিনি আয় কৰে?"

"বছৰত ত্ৰিশ হাজাৰ মান আয় হয়। তাৰ উপৰিও আমাৰ ঘৰত গাখীৰ আৰু মাছ-মাংসৰ অভাৱ নহয়।"

"এনে সুন্দৰ কাম কৰিছা দুয়ো ভাই-ভনীয়েৰাই। আমাৰ দেশৰ ল'ৰা-ছোৱালীবিলাক যদি তোমালোক দুজনৰ দৰে হ'লহেঁতেন। তেন্তে আমাৰ দেশ কিমান উন্নত হ'লহেঁতেন। আত্মনিৰ্ভৰশীল তোমালোক দুয়ো। বৰ আদৰ্শৰ কাম কৰিছা বাচাইত।"

এনেকৈ কৈ হাতখন জোকাই আনি কয় — "হ'ব মা। মোৰ গা ভাল হৈ গ'ল। তোমাৰ লখিমী হাতৰ পৰশত মোৰ বেমাৰ-আজাৰ ভাল হৈ যাব। পিছে এটা কথা সোধো মা। তোমালোকক এই আদৰ্শ কোনে দিলে?"

"আমাৰ ডাঙৰ দাদাই।"

"তোমালোকৰ ডাঙৰ দাদাই কি কাম কৰে?"

"বাতৰি কাকতত কাম কৰে। সংবাদদাতা।"

"কিমানলৈ পঢ়িছিল?"

"ডাঙৰ দাদা এম, এ পাছ।"

বৰাই চকু দুটা বহল কৰি মেলি দি কয় — "এম, এ পাছ? ইমান বিদ্যান হৈয়ো চৰকাৰী চাকৰি নকৰি বাতৰি কাকতত কাম কৰে? কিয়?"

"ডাঙৰ দাদাই চাকৰি বিচাৰিছিল, বাছনি পৰীক্ষাতো খুব ভাল ভাবে পাছ কৰিছিল কিন্তু টকা পঞ্চাছ হেজাৰ ভেটি দিব নোৱাৰা বাবে মাষ্টৰী চাকৰিটো নহ'ল। সেইবাবে খণ্ডতে বাতৰি কাকতত কাম কৰিছে।"

"উহ্। আমাৰ দেশখন কি হ'ল। কি কৰিবা মা, আমাৰ দেশৰ নেতা আৰু কৰ্মচাৰীসকলৰ দুৰ্নীতিৰ কুফল আমি ভুগিব ধৰিছো। মোক অপহৰণ কৰা ডেকাসকলৰ ডাকটোৱেও বোধহয় এনেভাৱে হতাশগ্ৰস্থ হৈয়ে কলম এৰি পিষ্টল ল'লে। হায়। হায়। আমাৰ নেতা। আমাৰ কৰ্মচাৰী।

বৰাৰ যেন আজি চকু মুকলি হ'ল, মুখ খোলা হ'ল। নিষ্ঠুৰ বাস্তৱৰ কঠিন স্পৰ্শত জীৱনৰ আদৰ্শৰ সলনি হয়। জীৱন আৰু জগতৰ উপলব্ধিয়ে মানুহৰ জীৱন পদ্ধতি ওলোটাই দিব পাৰে। আজিৰ কুৰি শতিকাৰ সন্ত্ৰাসবাদ তাৰে পৰিণতি। বৰাৰ যেন আজি জীৱনত চিন্তাৰ নতুন দিশ উন্মোচন হ'ল। বৰাই মনতে কথাবোৰ পাগুলি থাকিল নীৰৱ ভাৱে। বহুসময় একো নমতা দেখি মায়াই ভাবিলে যে বৰাৰ টোপনিৰ ভাব হৈছে। তাই বৰাৰ গাত কাপোৰখন জাপি দি বিছনাখন পৰিপাটি কৰি দিলে। এনেতে মায়াৰ মাকে ভাতৰ কাঁহিখন আৰু আঞ্জাৰ বাতিটো এখন থালত লৈ আহি বৰাৰ ওচৰত থকা টেবুলখনত থলে আৰু বৰাক মাত লগালে — "দেউতা। ভাতকেইটা খাওক। মই মানিমুনি পাতৰ লগত সৰু মাছৰ জোল কৰি আনিছো। লগতে ভাত কেৰেলা ভজা আৰু জিকা ভজা আনিছো, গাখীৰো দিছো। অনুগ্ৰহ কৰি ভাতমুঠি খাওক দেউতা।"

তেওঁৰ মাত শুনি বৰাই চকু মেলি চাই মায়াৰ মাকক দেখি ক'লে — "কিয় ইমান কষ্ট কৰিছা মা; মোৰ বাবে ইমান কষ্ট কৰিব নালাগে নহয়। এবিধ হ'লেই হ'লহেঁতেন!"

"আমি দুখীয়া মানুহ দেউতা, তাতে অজলা, অশিক্ষিতা গাঁৱলীয়া তিৰোতা; আপোনাৰ দৰে ডাঙৰ মানুহসকলে কি খায় আৰু কেনেকৈ খায় আমি নাজানো দেউতা। আমাৰ গাঁৱলীয়া ধৰণে বান্ধিছো। গাঁৱলীয়া আঞ্জা; আপুনি ভাল নাপাব, তথাপি একো নজনা গাঁৱলীয়া তিৰোতা বুলি ভাবি এইখিনি গ্ৰহণ কৰক দেউতা।"

তেওঁ ভাতৰ কাঁহিৰে সৈতে টেবুলখন বৰাৰ ওচৰলৈ টানি আনে। বৰাই লাহেকৈ বহে। মায়াৰ মাকে ভাত-আঞ্জা ভালকৈ সজাই দিয়ে। মায়াই দুই হাতেৰে বৰাক ধৰি থাকে যাতে পৰি নাযায়। বৰাই এটি ক্ষীণ হাঁহি মাৰি দুয়োৰো ফালে চাই কয় — "কোনোবা জন্মত তোমালোক মোৰ মা আৰু জী আছিলা। সেয়েহে এই জনমত এনে মাতৃৰ স্নেহ আৰু জীয়ৰীৰ মৰম পাইছো, মোৰ মহা ভাগ্য মা। মোৰ আজি মনত নতুন চিন্তা আহিছে। মই বহুত ভুল কৰিছো জীৱনত। যদি সময় পাওঁ

তেন্তে সেইবোৰৰ শুধৰণী কৰিম।" বৰা অতি আবেগ বিহ্বল হৈ পৰিছে আজি। যেমানত মানুহৰ আবেগ অনুভূতি প্ৰবল হয়। তাকে দেখি মায়াৰ মাকে কয় — "সেইবোৰ পিছৰ কথা দেউতা। এতিয়া অন্নমুঠি লওক।"

মায়াৰ মাকে বিনম্ৰ অনুৰোধ জনায়। মায়াই পিঠিখন পিহি দি কয় — "আমাৰ দুখীয়াৰ ঘৰত কি বস্তু পাব দেউতা? শাকে পাতে ভাতমুঠি খাওক। আপুনি বা কিমান বস্তু খায়, কিমান ভিটামিনযুক্ত সুস্বাদু খাদ্য খায় তাৰ লেখ নাই, কিন্তু আমাৰ দুখীয়াৰ ঘৰত সেইবোৰ কেনেকৈ পাব? শাকে-ভাতে দিছো তাকে খাওক দেউতা!" তাই অতি আদৰেৰে অনুৰোধ কৰে। তাইৰ অনুৰোধ বাক্য শুনি বৰাই তাইৰ মূৰটো পিহি পিহি কয় — "বস্তুৰ সোৱাদতকৈ মাতৰ সোৱাদেহে মানুহক বেছিকৈ মিঠা লগাব পাৰে মা। তোমালোকৰ মিঠা মাতে মোৰ মন আৰু পেট দুয়োটা ভৰাইছে। এনে ঘৰ এখনি মই ক'ত পাম! সন্ত্ৰাসবাদীইঁতে গোৰ মাৰি মোক গঙ্গাতহে পেলালে। মোৰ মুক্তি হ'ল। আজি মই পৰম সত্য চিনিলো। মানুহৰ তফাৎ ধনত নহয়— মনতহে। ধনৰ দ্বাৰা মানুহক বাহ্যিক ভাবেহে বশ কৰিব পাৰি, কিন্তু মনৰ দ্বাৰা মানুহক আন্তৰিক ভাবে বশ কৰি চিৰদিনৰ বাবে কিনা গোলাম কৰি ৰাখিব পাৰি। মই তোমালোকৰ কিনা গোলাম হ'লো আজিৰপৰা। তাৰ উপৰিও আজিহে উপলব্ধি কৰিলো প্ৰকৃত নিস্বাৰ্থ মৰম গাঁৱতহে পোৱা যায়।"

পিছতো কথা কব দেউতা, এতিয়া মনে মনে ভাতকেইটা খাওক। মায়াই অতি আদৰেৰে কয় — মাক-জীয়েকৰ অন্তৰভৰা স্নেহ আৰু আতিথ্যত বিগলিত হৈ বৰাই ভাতৰ গৰাহ মাৰিলে। আজি যেন এয়া ভাত নহয় — অমৃতহে ভক্ষণ কৰিছে কমল বৰাই; এনে ভাব হ'ল তেওঁৰ মনত।

খাদ্যৰ স্বাদ জিভাত নে মনত?

## (সাতাইছ)

জগদীশে ফোনত মঞ্জুক কৈছে যে তেওঁ অলপ পিছতে মঞ্জুহঁতৰ ঘৰলৈ আহিব। মঞ্জুৰ মনত এটা নতুন বুদ্ধি খেলালে। তেওঁ ধুনীয়া সাজপাৰ পিন্ধি ওপৰত কোট চোলাটো পিন্ধি ল'লে আৰু পকেটত 'টেপ ৰেকৰ্ডাৰ'টো ভৰাই ল'লে।

আজি দুয়োৰো কথোপকথন 'টেপ' কৰি ৰাখিব।

কিছুসময় পিছত জগদীশ আহি মঞ্জুহঁতৰ ঘৰ ওলাল। মঞ্জুই বাহিৰৰ বাৰাণ্ডাতে টহল দি আছিল। জগদীশ আহি সমুখত থিয় দি হাঁহি মাৰি ক'লে — "সুপ্ৰভাত বৰা।" হাঁহি মাৰি মঞ্জুই ক'লে — "সুপ্ৰভাত শইকীয়া। আহক ভিতৰলৈ।" তাই বৰ আদৰ কৰি জগদীশক আগবঢ়াই নি ড্ৰইংৰূমত বহুৱাই ক'লে — "এক মিনিট বহক শইকীয়া, মই তৎক্ষণাৎ ভিতৰৰ পৰা আহিছোঁ।" তাই পাকঘৰৰ ভিতৰলৈ গৈ মাকক পুৱাৰ চাহ-জলপান আনিবলৈ কৈ ড্ৰইংৰূমলৈ উভতি আহিল। ড্ৰইংৰূমত কোমল চোফাত বহি মিচিকিয়া হাঁহি মাৰি ক'লে — "ৰ'ব শইকীয়া, পুৱাৰ চাহ-জলপান খাই লওঁ। আপুনি আহিব বুলি মই মাক কৈছিলো। মায়ে চাহ-জলপানৰ যোগাৰ কৰিছে। মায়ে যে আপোনাক ইমান ভাল পায় — যেন নিজৰ জোঁৱায়েকহে, অ' নহয় পুতেক যেন দেখে। মোৰ বৰ হাঁহি উঠে।" তাই মিচিকিয়া হাঁহি মাৰি জগদীশৰ চকুলৈ চাই যেন কামদেৱৰ কামবানহে প্ৰয়োগ কৰিলে। বেচেৰা জগদীশ ঘাইল হৈ গ'ল। তেওঁ হাঁহি মাৰি মঞ্জুৰ চকুলৈ তধা লাগি চাই ৰ'ল, যেন বানবিদ্ধ বিহঙ্গহে। মঞ্জুই বুজিলে যে একে বানতে আকাশত পখী আহত হৈছে, দ্বিতীয় বানত নিশ্চয় ভূপতিত হ'ব। নাৰীৰ চকুৰ তীব্ৰ বানত কোনো পুৰুষ স্থিৰে থাকিব নোৱাৰে।

অলপ পিছতে মাকে চাহ-জলপান লৈ আহিল আৰু দুয়োৰো আগত দি হাঁহি মাৰি ক'লে — "খোৱা বোপা। তুমি আহিবা বুলি মঞ্জুৰ মুখত শুনি মই বৰ আনন্দ পাইছো। এতিয়া চাহখিনি খোৱা বোপা।"

মঞ্জুৰ মাকৰ এনে সাদৰ সম্ভাষণ পাই জগদীশৰ মন বৰ আনন্দিত হ'ল আৰু মঞ্জুৰ মাকে যে তেওঁক অতিকৈ ভাল পায় তাকে জানিব পাৰিলে। মানুহৰ মুখৰ একেষাৰ মিঠা মাতে চিৰদিনলৈ মানুহক বন্দী কৰি ৰাখিব পাৰে। তেওঁ বুজিলে যে মঞ্জুৰ কথা সঁচা। বাস্তৱিকতে মাকে জগদীশক বৰ আদৰ কৰে — জোঁৱাই আদৰা দিয়ে।

মাক গ'ল। মঞ্জু আৰু জগদীশে চাহ খাবলৈ আৰম্ভ কৰিলে। চাহ খাই থাকোঁতে মঞ্জুই কোটৰ বুটাম খুলি হেলনীয়াকৈ চোফাত আঁউজি ল'লে যাতে তাইৰ উঠন বুকুৰ সৌন্দৰ্য্য জগদীশৰ চকুত পৰে। ইফালে খিৰিকিৰে বাতিপুৱাৰ ব'দৰ ৰশ্মি মঞ্জুৰ গালে-মুখে পৰি ধুনীয়া মঞ্জুজনী সাইলাখ স্বৰ্গৰ অপেশ্বৰী যেন দেখা গৈছে।

এনেহেন মোহময়ী লাৱণ্যময় মঞ্জুৰ কাষত যৌৱনপ্ৰাপ্ত জগদীশৰ মন উত্ৰাৱল

হৈ উঠিল। ভোলানাথৰ মন শ্ৰীকৃষ্ণৰ মোহিনী ৰূপত ভোল যোৱাৰ দৰে অৱস্থা হ'ল জগদীশৰ। তেওঁ যেন একেপাত বানতে ধৰাশায়ী হ'ল।

অতি কোমল আৰু মৃদু সুৰত জগদীশে মাত লগালে — "তোমাক আজি ইমান ধুনীয়া দেখা হৈছে! সঁচাকৈ তুমি ধুনীয়া।"

"ইমান প্ৰশংসা মোক কৰিব নালাগে। ধুনীয়া হ'লে মই কাৰো চকুত নপৰাকৈ থাকিব নালাগিলহেঁতেন। ছোৱালীৰ বিদ্যা থাকিলে কি হ'ব? ৰূপ নহ'লে নাৰী জীৱন ব্যৰ্থ, অসাৰ্থক। সেইবাবেই মই কাৰো সমাদৃত নহয়।"

মঞ্জুই এটা কুটিল হাঁহি মাৰি জগদীশৰ মুখলৈ চাই থাকে। জগদীশে চাহখিনি এঢোক খাই লুচি এখনত কামোৰ মাৰি কয় — "তুমি আচৰিত কথা ক'লা মঞ্জু। তোমাৰ ৰূপ নাই? তেন্তে কোন ছোৱালীক ধুনীয়া বুলি কয়? কলেজ, বিশ্ববিদ্যালয়ত তোমাৰ ৰূপৰ প্ৰশংসা নকৰা কোন আছিল? তোমাৰ ৰূপত মুগ্ধ হৈয়ে ৰঞ্জু বৰুৱাই পঢ়া-শুনা এৰি পিছে পিছে ঘূৰি পৰীক্ষাত সিমান ভাল ফল দেখুৱাব নোৱাৰিলে। ফাৰ্ষ্টক্লাছ পাব লগা ল'ৰাই চেকেণ্ড ক্লাছ পালে। সঁচাকৈ সেই বুদ্ধিমান ল'ৰাজনলৈ মোৰ বৰ বেয়া লাগে।"

"থওক সেই স্তাবক, অপদাৰ্থদালৰ কথা। বাওনা হৈ সৰগ চুকিবলৈ চায়। সামান্য দৰিদ্ৰ খেতিয়কৰ ল'ৰা এজনৰ বুৰ্বকামী দেখি মাজে মাজে মোৰ হাঁহি উঠে।"

"তেন্তে কিয় তুমি শৰাইঘাট দলঙত গৈ সান্ধ্য ভ্ৰমণত নানা আলাপ কৰিছিলা?"

"ই এক নাৰী মনৰ জটিল প্ৰক্ৰিয়া শইকীয়া। কোমল মনৰ ভাব বিলাসিতাই মোক স্তাবক আৰু ৰূপমগ্ধজনৰ মনৰ ৰং চাবলৈহে মই অভিসাৰিকা সাজিছিলো — আত্ম দান কাহানিও কৰা নাছিলো। সেইবিলাক দিন মোৰ জীৱনৰ বাবে একোটা সপোন আছিল। সেই কথা ভাবিলে এতিয়া মোৰ হাঁহি উঠে।"

"সঁচাকৈ তুমি ৰঞ্জু বৰুৱাক ভালপোৱা নাছিলা?"

"মই জানো ভাল পাব পাৰো? এক নিস্ব খেতিয়কৰ বুৰ্বক ল'ৰাক ভাল পাব পাৰো? ই মোৰ অভিনয়হে আছিল।

মঞ্জুৰ কথা শুনি জগদীশ অবাক হৈ গ'ল। আজিহে তেওঁ বুজি পালে যে মঞ্জুই ৰঞ্জুৰ লগত অভিনয়হে কৰি আছিল। এই কথা শুনাৰ পিছত জগদীশৰ মনৰ গতি বদলি গ'ল। ইমান দিনে মঞ্জুৰ ওপৰত থকা ক্ষোভ তেওঁৰ আঁতৰি গ'ল। তেওঁ মিহি মাতেৰে ক'লে — "মোৰ ভুল ধাৰণা আজিহে নাইকিয়া হ'ল। ধন্যবাদ বৰা।"

"মোক আপুনি ধন্যবাদ নিদিব।"

"কিয়?"

"ধন্যবাদ আপোনজনক নিদিয়ে।"

"মই তোমাৰ আপোন নেকি?"

"আপুনি মোৰ আপোন নহ'লে মোৰ কোন আপোন আছে?"

এইবাৰ জগদীশ একেবাৰে যেন ঘাইল হৈ গ'ল। মঞ্জুৰ প্ৰতি আকৰ্ষণ অধিক তীব্ৰ হ'ল। আশা হ'ল যে মঞ্জু তেওঁৰ হাতৰ মুঠিলৈ আহিব ধৰিছে। পৰিস্থিতিয়ে মানুহৰ ভালপোৱা বেয়াপোৱাৰ আচল কাৰণ। জালুকবাৰীৰ পৰিস্থিতিয়ে মঞ্জুক ৰঞ্জুৰ লগত ভাল হ'বলৈ বাধ্য কৰিছিল আৰু আজিৰ পৰিস্থিতিয়ে জগদীশৰ লগত ভাল হ'বলৈ বাধ্য কৰিছে। মানুহ পৰিস্থিতিৰ দাস।

এনেতে মঞ্জুই ক'লে — "আপুনি অলপ বহক, মই ভিতৰৰ পৰা আহোঁ। তাই ভিতৰলৈ সোমাই গ'ল আৰু 'টেপ'টো খুলি দি জেপত ভৰাই পুনৰ প্ৰৱেশ কৰি জগদীশৰ সমুখা-সমুখিকৈ বহি লৈ হাঁহি মাৰি সুধিলে — "মই সুধিবলৈকে পাহৰিছোঁ, আপুনি কি কাৰণে ৰাতিপুৱাতে ওলাল?" জগদীশে পোণহে বহি হাঁহি মাৰি ক'লে — "মই বিশেষ কাৰণত তোমাক লগ ধৰিব আহিছোঁ। সন্ত্ৰাসবাদীহঁত আজি ৰাতি মোৰ ঘৰত উপস্থিত হ'ব আৰু টকা চাৰি লাখ বিচাৰিব, দিব নোৱাৰিলে দেউতাৰাক নিশ্চয় বেয়া কৰিব। কোনো যত্ন নলব বৰং দৰ্কাৰ হ'লে মাৰি পেলাবও পাৰে, গতিকে আজিৰ ভিতৰতে টকা চাৰি লাখ বিচাৰিছে। এতিয়া কি কৰিবা?"

বৰ চিন্তিত আৰু নিৰুপায় অৱস্থা এটাত পতিত হোৱা দেখুৱাই তাই ক'লে -- "মই কি কৰিম শইকীয়া। মা আৰু ককাইদেউহঁতে কোনোমতে টকা যোগাৰ কৰিব পৰা নাই। মালিককো কৈছে, কিন্তু কোনো সঁহাৰি দিয়া নাই। আমি নিৰুপায় হৈছোঁ। মালিকক বৰ হেঁচা দিছো, তেওঁ কেইদিনমান পিছতহে জনাব। চাহ কোম্পানীৰ মেনেজাৰসকলৰ লগত আলোচনাৰ পিছত কি সিদ্ধান্ত লয় জনাব। গতিকে আৰু এসপ্তাহমান চাব লাগিব। আপুনি সিহঁতক বুজাই বঢ়াই ৰাখক, পাৰিলে আপুনিয়ে অলপ-অচৰপ দিয়ক, পিছত আমি ধাৰ পৰিশোধ কৰিম।"

"মোৰ হাতত থাকিলে ক'বই নালাগে। তোমাৰ বাবে মই সকলো কৰিলোহঁতেন। মোৰ গুৱাহাটীৰ বিল্ডিঙৰ কামে আধৰুৱা হৈ আছে টকাৰ অভাৱত। ঘৰটিৰ বাবে আৰৌ তিনি লাখমান টকাৰ দৰকাৰ। মই কামটো পেলাই থৈছো, তেনেস্থলত দিম কেনেকৈ? ময়ো নিৰুপায় হৈ পৰিছো।" তেওঁ চিন্তিত হোৱা দেখুৱায়। মঞ্জুই কান্দি কান্দি কয় — "আপোনাৰ বাহিৰে মোৰ কোন আছে। মই আপোনাকে ভাবি আছো; আপোনাৰ বাহিৰে এই বিপদৰ পৰা আমাক উদ্ধাৰ কৰা লোক কোনো নাই।" তাই হুকহুকাই কান্দে। নাৰীৰ চাতুৰি। তাৰপিছত কয় — "আপুনি মাৰিলেও মাৰক, ৰাখিলেও ৰাখক।"

"মহা চিন্তাত পৰিছো মই। এফালে তোমালোকৰ ফালে চাই মই দেউতাৰাক উদ্ধাৰ কৰিবলৈ চাওঁ আৰু আনফালে সন্ত্ৰাসবাদীৰ ফালে মনত পৰিলে গা শিঁয়ৰি উঠে। মই মহা বিপদত পৰিছো।"

"আপুনি সন্ত্ৰাসবাদীহঁতক পুলিচত ধৰাই নিদিয়ে কিয়?"

"সিহঁতক চিনাক্ত কৰি দিলে সিহঁতে মোক গুলিয়াই মাৰিব। দুজনমান ধৰাই দিব পাৰিলেও বাকীবোৰক ধৰাই দিব নোৱাৰিম। সিহঁতে মোক গুলিয়াই মাৰিব। মই

বাৰু সিহঁতক পুলিচত গটাই দিওঁ কেনেকৈ তুমিয়ে কোৱাচোন?"

"আপোনাক মই মৰিবলৈ দিব নোৱাৰো। আপোনাৰ অবিহনে মোৰ কি গতি হ'ব?"

তাইৰ ইঙ্গিতপূৰ্ণ কথাই জগদীশক অবাক কৰি পেলালে। তাৰমানে মঞ্জুই তেওঁক ভালপাই পেলাইছে? এই কথা ভাবি জগদীশ অতি সন্তোষিত হৈ গ'ল। তেওঁৰ জীৱনৰ আকাংক্ষা পূৰণ হোৱা পথত জানি মনে মনে পৰম আনন্দিত হ'ল। তেওঁ নিশ্চিত হ'ল যে তেওঁৰ মনৰ আকাংক্ষা পূৰণ হ'ব। তাকে ভাবি মঞ্জুক মৰম জনোৱাৰ চলেৰে ওচৰলৈ গৈ তাইৰ মূৰ পিহি সান্ত্বনা দি ক'লে — "তুমি নাকান্দিবা সোণজনী। মই যিকোনো প্ৰকাৰে তোমাৰ দেউতাৰাক উদ্ধাৰ কৰি আনিম। দৰ্কাৰ হ'লে মোৰ গুৱাহাটীৰ বিল্ডিং বিক্ৰী কৰি দিম। সন্ত্ৰাসবাদীসকলক সন্তুষ্ট কৰিবলৈ মই মোৰ সম্পত্তি বিক্ৰী কৰিম।"

মঞ্জুই চকুলো মচি ক'লে — "মোৰ বাবে আপোনাৰ সম্পত্তি বিক্ৰী কৰিব কিয়?

"মোৰ সম্পত্তিটো তোমাৰ বাবেই, গতিকে ........।" তেওঁ হাঁহি মাৰি তাইৰ ঠুৰিটোত ধৰি জোকাৰি দিয়ে। মঞ্জুই এটি অৰ্থপূৰ্ণ মিচিকিয়া হাঁহি মাৰি তেওঁৰ চকুলৈ চাই ৰয়। জগদীশে নিযুত আশা বুকুত বান্ধি হাঁহি মাৰি ওলায়— আৰু কয় — "দেখা যাওক বাৰু কি হয়। ময়োতো জগদীশ শইকীয়াহে। তুমি নিশ্চিত থাকা। এতিয়া মই সিহঁতক লগ ধৰোগৈ।"

"আৰু কেতিয়া আহিব?"

"তুমি যেতিয়াই মাতিবা।"

"উ উ বুলি লেনিয়াই মৰম লগাকৈ কৈ তাই তেওঁৰ মুখলৈ চাই থাকে। জগদীশে হাত এখনেৰে 'বাই বাই' বুলি কৈ বাহিৰ ওলাই আহে। মঞ্জুই তেওঁলৈ চাই থাকে। তেওঁ নেদেখা হোৱাৰ পিছত, উভতি আহি নিজে নিজে হাঁহি হাঁহি ঘৰৰ ভিতৰ সোমায়। তাই নিজে নিজে কয় — "ঢেকীয়াপতীয়া বাঘ জালত পৰিল। দেখা যাওক বাঘ ধৰা পৰেনে নপৰে।"

ভিতৰলৈ আহি তাই 'টেপ'টো বজাই চায়। জগদীশৰ সৈতে হোৱা কথোপকথনখিনি সুন্দৰ ভাবে ফুটি উঠিছে। শেষত জগদীশে আত্মবিশ্বাসেৰে কোৱা কথাষাৰ সুন্দৰ স্পষ্ট ভাবে উঠিছে — "ময়োতো জগদীশ শইকীয়াহে।" হাঁহি মাৰি টেপ'টো বন্ধ কৰি থলে মঞ্জুই।

## (আঠাইছ)

ৰঞ্জুহঁতৰ ঘৰত থকা কমল বৰাৰ ঘৰটো সাৰি-পুচি পৰিষ্কাৰ কৰিব ধৰিছে বলেন আৰু নগেনে। দুয়ো ভূৱা সন্ত্ৰাসবাদী দলৰ নেতাই আজি বৰ যত্ন সহকাৰে ঘৰ পৰিষ্কাৰ কৰা দেখি কমল বৰাই আচৰিত হৈ গৈছে। তেওঁ গা কিছু ভাল পাইছে। বিছনাত বহি তেওঁ বলেনক সুধিলে — "তোমালোকে আজি কিয় ঘৰ পৰিষ্কাৰ কৰাত লাগিছা? কোনোবা আহিব নেকি?"

বলেনে ক'লে — "হয় দেউতা, আজি আমাৰ ৰঞ্জুদা আহিব। ৰঞ্জুদা বৰ একাচেকা লোক। অলপ লেতেৰা দেখিলেই আমাক ধমকি দি গালি পাৰিব। সেইবাবে তেওঁ অহাৰ আগতে ঘৰ পৰিষ্কাৰ কৰিব লাগিব।"

"তেওঁ তোমালোকৰ নেতা নেকি?"

নগেনে উত্তৰ দিলে — "আমাৰ কিয়, আমাৰ গাঁৱৰ আনকি আমাৰ মৌজা আৰু অঞ্চলটিৰে বৰ আদৰৰ ল'ৰা। সকলো ৰাইজে তেওঁক আদৰ-মৰম কৰে, মানি চলে। আমাৰ অঞ্চলৰ কিবা সমস্যা হ'লে ৰঞ্জুদাইহে সমাধান কৰিব পাৰে। তেওঁক সকলোৰে মানে। বয়সীয়াল লোকসকলে ৰঞ্জুদাক বৰ আদৰ কৰে আৰু ডেকা দলে তেওঁৰ কথা মানি চলে।"

বৰ উৎসুক হৈ বৰাই সোধে — "কিয় ৰাইজে তেওঁক আদৰ কৰে?" ঘৰ সাৰি সাৰি নগেনে উত্তৰ দিয়ে— "ৰঞ্জুদা বৰ চৰিত্ৰবান ল'ৰা। তাৰ উপৰি তেওঁ জনহিতকৰ কামত বৰ আগবঢ়া ল'ৰা। আমাৰ অঞ্চলত ক্লাবঘৰ আৰু লাইব্ৰেৰীবোৰ তেওঁৰ উদ্যমতে গঢ়ি উঠিছে।"

"তাৰ উপৰি তেওঁ বৰ চোকা বুদ্ধিৰ ল'ৰা আছিল। মেট্ৰিকত ষ্টেণ্ড কৰিছিল, বি, এত ফাৰ্ষ্টক্লাছ পাইছিল। কিন্তু আৰ্থিক আনাটনৰ বাবে এম, এত চেকেণ্ডক্লাছ পাব লগা হৈছিল।"

বলেনে বৰাৰ আগত কয়।

"তেওঁ বৰ নীতিবান আৰু দুৰ্দান্ত সৎসাহসী। তেওঁ কৰিম বুলি এটা কামত ধৰিলে যিমান বিপৰ্য্যয়ে নাহক, কৰিহে চাৰিব। তেওঁ বৰ পৰোপকাৰীও। সেইবাবে সকলোৱে তেওঁক বৰ ভাল পায় আৰু মানি চলে।"

"অকল সেয়ে নহয়; ৰঞ্জুদা অতি অমায়িক আৰু মৰমিয়াল; গুৰুভক্তি পৰায়ণ ল'ৰা। আমাৰ শিক্ষকসকলে ৰঞ্জুদাক নিজৰ ল'ৰাতকৈও বেছি মৰম কৰে। মুঠতে আমাৰ অঞ্চলৰ ভিতৰতে ৰঞ্জুদা এগৰাকী অবিসম্বাদী নেতা বুলিয়ে ক'ব পাৰি। অহা নিৰ্বাচনত ৰাইজে ৰঞ্জুদাক আমাৰ অঞ্চলৰ পৰা বিধান সভাত পঠাব বুলি পাঙি আছে।"

"নিৰ্বাচনত তোমালোকে তেওঁক সহায় কৰিবানে?"

"নিশ্চয়। বঞ্জুদাই নির্বাচনত অংশ ল'লে আমি প্ৰাণ দি হ'লেও জিকাই আনিম।" বলেনে দৃঢ়তাৰে কয়।

'বঞ্জুদাৰ নিৰ্বাচন খেলিবৰ ইচ্ছা নাই, নহ'লে আমি জীৱন মাৰি হলেও জিকাই আনিম।" নগেনে কয়।

সন্ত্রাসবাদীসকলৰ মনতো ইমান উচ্চ ধাৰণা এইজন ল'ৰাৰ প্ৰতি, তাকে ভাবি বৰাই সুধিলে — "এওঁনো এতিয়া কি কাম কৰে?"

"এওঁ এতিয়া বাতৰি কাকতৰ সংবাদদাতা হৈ আছে।" নগেনে সৰল উত্তৰ দিয়ে। বঞ্জু বৰুৱাৰ কথা ভাবি বৰাৰ বৰ ভাল লাগিল। এনেহেন একোজন সৎ ল'ৰাই সমাজক বান্ধি ৰাখিছে। ধন্য তেওঁৰ মাক-দেউতাক। তেওঁ বঞ্জু বৰুৱাৰ বিষয়ে চিন্তা কৰি থাকে। নিজৰ গাত কিছু বল পাইছে তেওঁ, সেইবাবে লাহেকৈ বিছনাৰ পৰা উঠি বাৰাণ্ডাত বহিলগৈ।

ইফালে বলেন আৰু নগেনে ঘৰটি পৰিষ্কাৰ কৰি পেলালে। আগফালটো চাচি ধুনীয়া কৰিলে। এনেতে চাহ-জলপান লৈ মায়া আহি বৰাৰ আগত হাজিৰ হ'ল। চাহ-জলপান টেবুলৰ ওপৰত থৈ মায়াই সবিনয়ে ক'লে — "দেউতা! আপুনি ভিতৰলৈ আহক, মই জলপান আনিছো।"

বৰাই বৰ মৰম লগা মাতেৰে ক'লে — "বাহিৰতে দিয়া আইটি, ইয়াত ৰ'দ পৰিছে। ৰাতিপুৱাৰ ৰ'দত থাকিবলৈ ভাল লাগে।"

মায়াই এটা মৰমলগা হাঁহি মাৰি চাহ-জলপানৰ বাতিবোৰ বৰাৰ আগত থকা টেবুলখনতে ৰাখিলে। তাৰপিছত নগেন আৰু বলেনহঁতলৈও চাহ-জলপান সাজি আনি মাতিলে — "বলেন দা! তোমালোকো আহা, চাহ-জলপান দিছো খোৱাহি।"

মায়াৰ আহ্বান পাই দুয়ো কোৰ এৰি হাত ধুই চাহ খাবৰ বাবে বাৰাণ্ডালৈ আহিল। মায়াই চাহ-জলপান দি গুচি গ'ল। দুয়ো বন্ধুই চাহ খাবলৈ আৰম্ভ কৰিলে। বলেনে ক'লে — "এইজনী সাক্ষাৎ লক্ষ্মী ভাই। কি সুন্দৰ ব্যৱহাৰ। আমাৰ বৰ অপৰাধ হৈছে ভাই। এনে এগৰাকী গুণৱতী ছোৱালীক আমি মিছাতে বদনাম দি বৰ পাপ কাম কৰিছো।"

"এৰা। বৰ বেয়া কাম কৰিছিলো। উপেনৰ লগত অপবাদ দি অতি জঘন্য কাম কৰিছিলো। এওঁৰ তুলনাত উপেন কোন কুটা। একেবাৰে মিছা কথা কৈছিলো। আমাৰ বৰ পাপ হৈছে।"

"এই পাপ আমি খণ্ডন কৰিবই লাগিব। আমি নিশ্চয় কিবা উপকাৰ কৰিব লাগিব।"

"এৰা।"

চাহ-জলপান খাই দুয়ো আকৌ কামত ধৰে।

আনফালে কমল বৰাই চাহ-জলপান খাই উঠি বিছনাত বহি ভাবি আছে বঞ্জু বৰুৱাৰ কথা। পাৰগুৰ মুখতো যাৰ প্ৰশংসা শুনা যায় সেই বঞ্জু বৰুৱানো কোন।

মঞ্জুৰ লগত চিঠি-পত্ৰ বিনিময় কৰা বঞ্জু বৰুৱা নহয়তো। তেওঁ মহা চিন্তিত হৈ পৰে জানোচা সেই বঞ্জুই এই বঞ্জু হয়? ঈশ্বৰে কৰক, সেই বঞ্জু বৰুৱা যেন এই বঞ্জু বৰুৱা নহয় তেওঁ ভাবে। সেই বঞ্জু বৰুৱা যদি এই বঞ্জু বৰুৱা হয় তেন্তে মোৰ মূৰত বজ্ৰপাত হ'ব।" মহা উদ্বিগ্নতাৰে সময় অতিবাহিত কৰিব ধৰিছে কমল বৰাই। বঞ্জু বৰুৱাৰ উপস্থিতিৰ সময়খিনি যেন নাহে হে নাহে এনে লাগিছে তেওঁৰ মনত। পৰম উদ্বিগ্নতাৰে বৈ থাকিল কমল বৰা।

আধাঘণ্টামান পাছত হাতত এটা বেগ লৈ বঞ্জু বৰুৱা আহি ঘৰৰ চোতালত থিয় হৈ মাত লগালে — "মায়া! অ' মায়া!"

"কোন" বুলি মাত দি মায়াই চোতাললৈ ওলাই আহি বঞ্জুক দেখি আনন্দৰ হাঁহি মাৰি কৈ উঠিল — "মা ডাঙৰ দাদা আহিছে; সৰু দাদাক খবৰ দে। ডাঙৰ দাদা তুমি আহিবা আহিবা বুলি ৰাতিপুৱাৰ পৰাই বাট চাই আছিলো। যোৱাকালিয়ে তুমি আহিবা বুলি আমাক খবৰ দিছিল। ডাঙৰ দাদা? সেই বেগটো মোক দিয়া; তুমি চেণ্ডেল খুলি হাত-ভৰি ধুই ভিতৰলৈ আহা। মায়ে পাকঘৰত তোমাৰ বাবে কিবা-কিবি ৰান্ধিয়েই আছে।"

বেগটো মাযাৰ হাতত দি চেণ্ডেলযোৰ খুলি ভৰি-হাত ধুবলৈ বঞ্জু কুঁৱাৰ পাৰলৈ গ'ল। যাওঁতে মায়াক সুধিলে — "ভূপেন নাই নেকি?"

"আছে। গাই খিৰাবলৈ গৈছে। এতিয়াই আহি পাব। পিতা নাই, পথাৰলৈ গৈছে, মই খবৰ পঠাম। তুমি পাকঘৰলৈ আহা।" এনেকৈ কৈ মায়া ঘৰৰ ভিতৰলৈ সোমাল। বঞ্জুই ভৰি-হাত ধুই পাকঘৰত সোমাল। তেওঁক দেখি মাকে মৰমেৰে ক'লে — "তই আহিবি বুলি শুনি মই পায়স অলপ ৰান্ধিছো। জহা চাউলকেইটামান আছিল, তাৰে ৰান্ধিছো। পিতেৰাই পথাৰলৈ গৈছে; অলপ পিছতে আহিব। তই আগতে চাহখিনি খাই ল'চোন।" এইবুলি কৈ তেওঁ চাহ-জলপান দিয়ে। চাহ-জলপান খাই বঞ্জু বাহিৰ ওলাল। বাহিৰত ভূপেনক দেখি সুধিলে — "ভূপেন! বৰাক ক'ত ৰাখিছে?"

"পিছফালৰ ঘৰটোতে আছে দাদা। চাবলৈ যাব নেকি?"

"বলাচোন।"

বঞ্জু আৰু ভূপেন বৰা থকা ঘৰটিলৈ গ'ল। তাকে দেখি মায়াও গ'ল। তিনিও বৰা থকা ঘৰটো পোৱাত আগখিনিৰ ফুলনিখনত কাম কৰি থকা নগেন আৰু বলেনক দেখি বঞ্জুই মাত লগালে —

"তোমালোকে বাগিচাৰ কাম কৰি আছা নেকি বলেন?" বঞ্জুৰ মাত শুনি বলেনে ফুলৰ মাজৰ বন উঘালিব এৰি থিয় হৈ মাত লগালে — "বঞ্জুদা আহিছে? আপোনাৰ কাৰণেহে বৈ আছো দাদা।"

"এৰা আমি ৰাতিপুৱাৰ পৰা তোমাৰ অপেক্ষাতে আছো বঞ্জুদা।"

"ৰ'ব, আমি হাত ধুই লওঁ। আমিও বৰা দেউতাৰ খবৰ লব একেলগে যাম।"

এইবুলি কৈ দুয়ো কুঁৱাত হাত ধুই বঞ্জুহঁতৰ ওচৰত থিয় হৈ ক'লে —

"বলক দাদা, বৰা ডাঙৰীয়া বোধহয় শুই আছে। আজি এসপ্তাহে জ্বৰত ভুগি দুৰ্বল হৈ পৰিছে।"

গোটেইকেইজনে কমল বৰা থকা ঘৰলৈ খোজ ল'লে। কমল বৰাই বিছনাত শুই আছিল। এনেতে ঘৰৰ ভিতৰলৈ গোটেইকেইজন সোমাই গ'ল। বলেনে লাহেকৈ মাতিলে —

"দেউতা উঠক, আমাৰ বঞ্জুদা আহিছে।"

বঞ্জু অহা বুলি জানিব পাৰি বৰাই ধহমহকৈ উঠি বহিল। তেওঁ সুধিলে—

"ক'ত বঞ্জু বৰুৱা?"

বঞ্জুই তেওঁৰ ভৰিত ধৰি সেৱা কৰি ক'লে — "ময়ে বঞ্জু বৰুৱা দেউতা।" বঞ্জুৰ মুখৰ ফালে চাই তেওঁ হতভম্ব হৈ গ'ল। এয়ে বঞ্জু বৰুৱা। এওঁৰে ইমান প্ৰশংসা কৰে সকলোৱে? এইটোৱে এওঁৰ ঘৰ। তেওঁ অবাক হৈ যায়। তাৰপিছত কঁপা কঁপা মাতেৰে সোধে — "তোমাৰ নাম বঞ্জু বৰুৱা? এইটো তোমাৰ ঘৰ?" তেওঁৰ চকু-মুখৰ ভাব বদলি যায়। ক্ৰমে ক্ৰমে চকু ৰঙা পৰি উঠে আৰু কঁপিব ধৰে। লাহে লাহে বঞ্জু বৰুৱা; 'বঞ্জু বৰুৱা' বুলি বিছনাত ঢলি পৰে আৰু মুখেৰে বকিব ধৰে — "তোমালোকে মোক ক'লৈ আনিলা! হে ভগৱান মোৰ কি দশা কৰিলা? মোৰ কি গতি হ'ল? মোক তোমালোকে এই মুহূৰ্ত্তে ক'ৰবালৈ লৈ বলা, মই ইয়াত নাথাকো, মই ইয়াত নাথাকো। মোক লৈ বলা; মোক অতি সোনকালে লৈ বলা।"

এনেকৈ কৈ তেওঁ বিছনাত হাত-ভৰি মাৰিব ধৰে। তেওঁৰ এনে আকস্মিক উত্তেজনা দেখি সকলোটি পেঁপুৱা লাগিল। মায়াই আহি হাত এখনত ধৰি কান্দি কান্দি ক'লে — "দেউতা! দেউতা! আপোনাৰ কি হ'ল দেউতা? কিয় আপুনি এনেখন কৰিব ধৰিছে? আপুনি শান্ত হওক দেউতা। মই কাবৌ কৰিছো, ভৰিত ধৰিছো দেউতা, আপুনি শান্ত হওক দেউতা।"

ভূপেনে আনখন হাতত ধৰি কাকুতি কৰি ক'ব ধৰিলে — "দেউতা! আপুনি শান্ত হওক দেউতা। আপুনি এনেখন কৰিলে আমাৰ কি গতি হ'ব দেউতা? আপোনাৰ কি হৈছে কওক দেউতা?"

বলেনে এখন ভৰিত ধৰি ক'ব ধৰিলে — "আপুনি শান্ত হওক দেউতা, আমি এতিয়াই আপোনাক ইয়াৰ পৰা লৈ যাম দেউতা।"

নগেনে আনখন ভৰিত ধৰি ক'ব ধৰিলে — "আপুনি এনে কিয় কৰিছে দেউতা; আপুনি আমাক কওক দেউতা। আমি আপোনাৰ ব্যৱস্থা কৰিম। আপুনি বেমাৰী মানুহ। এনে কৰিলে আপোনাৰ দেহ দুৰ্বল হৈ যাব দেউতা, আপুনি শান্ত হওক।"

বঞ্জুই ভৰিত ধৰি সেৱা কৰি বৰ কাতৰভাৱে কয় — "দেউতা। মোৰ যদি কিবা অপৰাধ হৈছে মোক শাস্তি দিয়ক দেউতা। আপুনি এনেখন কৰিলে আমাৰ ঘৰখনেই নিঃশেষ হৈ যাব দেউতা। এতিয়াই পুলিচ মিলিটাৰীয়ে আমাক সন্ত্ৰাসবাদীৰ আশ্ৰয়দাতা হিচাবে গুলীয়াই শেষ কৰি দিব দেউতা। আমাক নামাৰিব দেউতা।

ইতিমধ্যে মাক-পিতাকেও কান্দি-কাত্তি ভৰিত ধৰি সেৱা কৰি ক'লে — 'আমাক নামাৰিব দেউতা। কাতৰ কৰি কৈছো। দেউতা আমাক নিৰ্ব্বংশ কৰি নিদিব দেউতা।"

বঞ্জুৰ মাক-দেউতাকে কান্দি কান্দি ভৰিত ধৰি কাকুতি কৰিয়ে থাকিল। মায়াই কান্দি কান্দি ক'লে — "আপোনাৰ কি হ'ল দেউতা? আমাৰ কি দোষ হৈছে দেউতা বুজাই কওক; যি কয় আমি তাকে কৰিম দেউতা। আপোনাৰ কি হৈছে কওক দেউতা?"

ৰবাই কান্দি কান্দি ক'লে — "তোমালোকৰ কোনো দোষ নাই আইটি; দোষ মোৰ। মই মহাপাপী; তোমালোকৰ এই পুণ্যময় ঘৰত থকাৰ যোগ্যতা মোৰ নাই মা। মই অপৰাধী। মই মহা অপৰাধ কৰিছো। তোমালোকে হয়তো নাজানা; তোমাৰ দাদাই জানে। মোৰ দৰে মহাপাপী এই জগতত কোনো নাই। সোণক মই কাঁচ বুলি দলিয়াই দিছিলো। মোৰ মহা ভুলৰ শুধৰণি নহ'ব মা। মোৰ পাপৰ প্ৰায়শ্চিত্ত মোক লাগে মা। মোক শাস্তি দিয়া, মোক শাস্তি দিয়া বঞ্জু!

তুমি মোক ক্ষমা নকৰিলে ঈশ্বৰেও মোক ক্ষমা নকৰিব। আহা! আহা বঞ্জু, আহা বোপা, তোমাৰ প্ৰতি কৰা অন্যায়ৰ শাস্তি মোক দিয়া বোপা, নহ'লে মোৰ পাপৰ প্ৰায়শ্চিত্ত নহ'ব। আহা বঞ্জু! আহা আহা, তুমি মোক শাস্তি দিয়া।" আবেগত অধীৰ হৈ ৰবাই বঞ্জুৰ হাতত ধৰি জোকাৰি দিয়ে। তাকে দেখি সকলোটিয়ে অবাক হয়। ৰবাৰ কি হ'ল? কি ৰহস্য লুকাই আছে এওঁলোকৰ মাজত? ইজনে সিজনৰ মুখৰ ফালে চাব ধৰিলে। মায়াই শান্ত হৈ কৈ উঠিল — " কি কথা আছিল দেউতা? দাদাৰ লগত কি ঘটনা আপোনাৰ হৈছিল?"

"তুমি নুবুজিবা মা। জীৱনত মই যি ভুল কৰিছো তাৰ শুধৰণি নাই। বঞ্জুই মোক ক্ষমা নকৰিলে মই এই জীৱন ৰক্ষা কৰিব নোৱাৰো।"

বঞ্জুই ভৰিত ধৰি সেৱা কৰি কান্দি কান্দি ক'লে — "দেউতা মোক অপৰাধী নকৰিব। মোৰহে দোষ হৈছিল; মোকহে আপুনি ক্ষমা কৰক দেউতা। অতীতবোৰ পাহৰি যাওক দেউতা; বৰ্ত্তমান আমাক আপুনি ক্ষমা কৰক।"

"তুমি ঘৰত একো কথা কোৱা নাই?"

"মই একো কথা কোৱা নাই দেউতা।"

"তুমি ইমান মহৎ! ইমান জ্ঞানী। মই অভিভূত হৈ পৰিছো বঞ্জু? ভগৱানে তোমাক কুশলে ৰাখক।"

এনেকৈ কৈ বঞ্জুৰ মূৰটো টানি আনি বুকুৰ মাজত সোমাই লৈ মূৰত চুমা খাই ক'লে — "আজিও আমাৰ দেশত এনে মহৎ ডেকা ল'ৰা আছে কাৰণেই আজিও দেশ চলি আছে, সমাজ চলি আছে আৰু আমি জীয়াই আছো।"

এই আবেগৰ কাৰণ কোনেও নেজানিলে। সকলোৱে অবাক হৈ কেৱল নীৰৱ দৰ্শক হৈ ৰ'ল। বঞ্জুক এৰি দি ৰবাই বঞ্জুৰ মাক-পিতাকক ক'লে — "ধন্য জীৱন আপোনালোকৰ। শামুকৰ পেটত মানিকৰ জন্ম হোৱাৰ দৰে এনেহেন প্ৰতিভাবান মহৎ সন্তান জন্ম দিব পাৰিছে। এইখন দৰিদ্ৰ খেতিয়কৰ ঘৰ নহয় ঐশ্বৰ্য্যশালী খেতিয়কৰ

ঘৰ। ইয়াত জন্ম হৈছে মহৎ সন্তানৰ। আজি মোৰ জীৱন ধন্য হ'ল বন্ধু। মোৰ সোণ। তোমাৰ পবিত্ৰ হাতেৰে মোক দাণ্ডি ধৰা। মই গৈ তোমাৰ মা-দেউতাক এটা সেৱা জনাও।"

তেওঁ হাত দুখন মেলি দিয়ে। বন্ধুই কাতৰ সুৰত কয় — "মোক পুনৰ অপৰাধী কাম কৰিবলৈ আগ নবঢ়াব দেউতা। মোৰ আই-পিতা আপোনাৰ সেৱা লোৱাৰ পাত্ৰ নহয়।"

বন্ধুৰ মাক-পিতাকেও হাতযোৰ কৰি তেওঁৰ ভৰিত ধৰি ক'লে — "আপোনাৰ সেৱাৰ যোগ্য আমি নহয় দেউতা। আমিহে আপোনাক সেৱা জনাইছো। কিবা দায়-দোষ হ'লে ক্ষমা কৰিব দেউতা।"

এনেভাৱে সেৱা জনালে তেওঁলোকে। এনেতে বন্ধুই ক'লে — "মায়া! যাচোন একাপ তপত গাখীৰ লৈ আহগৈ; দেউতা বৰ দুৰ্বল হৈ পৰিছে।"

দদায়েকৰ আদেশ পাই মায়াই আবেগতে ক'লে — "গৈছো ডাঙৰ দাদা! মই এতিয়াই গাখীৰ আনি দিম।"

মায়া যোৱাৰ পিছত এটা শান্তিৰ পৰিবেশ সৃষ্টি হ'ল। আটায়ে আনন্দলাভ কৰিলে।

লাহে লাহে সকলোৰে উদ্বিগ্নতা আঁতৰি গ'ল। মায়াই তপত গাখীৰ এগিলাচ আনি বৰাৰ কাষত বহি খুৱাব ধৰিলে। বৰাই গাখীৰ খাই খাই ক'লে — "মায়া! মোৰ মৰমৰ মাজনী। তুমি মোৰ মা। তোমাৰ অমৃত হাতৰ পৰশত মোৰ জীৱন ধন্য হ'ল। ভগবানে তোমালোককহে আচল বস্তু দিছে। মানুহৰ অন্তৰত যিবোৰ সংগুণ থাকিব লাগে সেইবোৰ তোমালোকৰ অন্তৰত আছে। তোমালোক মহা ভাগ্যৱান।"

তেতিয়া মায়াৰ বাহিৰে আনবিলাক তাৰপৰা আঁতৰি গৈছে।



প্ৰবীণ হাজৰিকা নলবাৰী থানলৈ বদলি হৈ আহিয়েই সন্ত্ৰাসবাদী ধৰা কামত পুলিচ আৰু সৈন্যবাহিনী নিয়োগ কৰিলে। যি কি প্ৰকাৰে হ'লেও কমল বৰাৰ অনুসন্ধান কৰি সন্ত্ৰাসবাদীহঁতৰ হাতৰ পৰা তেওঁক উদ্ধাৰ কৰিবই। জোৰ তদন্ত চলাইছে। নলবাৰীৰ ওচৰৰ গাঁওবোৰত যেন পুলিচ-মিলিটাৰীৰ সন্ত্ৰাসহে চলিছে। দিন ৰাতি গাঁওবোৰত ঘৰে ঘৰে পুলিচ আৰু সৈন্যবাহিনীৰ লোকে তালাচী চলাইছে। ডেকা ল'ৰা পালেই টানি আনি মাৰধৰ কৰিছে, বয়সীয়াল লোকক জেৰা কৰিছে, তিৰোতা সকলকো দাবী ধমকি দি সন্ত্ৰাসবাদীৰ কথা সুধিছে আৰু সন্তোষজনক উত্তৰ দিব নোৱাৰিলে কোবাইছে। গাভৰু ছোৱালী আৰু বোৱাৰীবিলাকক সৈন্যবাহিনীৰ লোকে অশালীন ব্যৱহাৰ কৰিছে। কোনো লোক শান্তিৰে বাস কৰিব পৰা নাই। গাঁওবোৰত আতঙ্কৰ সৃষ্টি হৈছে। মানুহ ভয়ত পেঁপুৱা লাগিছে। কাম-কাজ বন্ধ হৈছে, খেতি পথাৰলৈ মানুহ যাব নোৱাৰা হৈছে।

ৰাতিৰ ভাগত গাঁৱৰ ডেকা ল'ৰাই পুলিচ মিলিটাৰীৰ মাৰৰ ভয়ত বাৰীৰ চুকত নাইবা বাঁহনি-বেতনিত লুকাই থাকে আৰু দিনৰ ভাগত বাৰীৰ পাছত থাকে।

গাওঁবোৰত ডেকা ল'ৰাবোৰ যেন নাইকিয়া হৈছে, মতা মানুহে ঘৰ এৰি পলায়ন কৰিব ধৰিছে। নিঃসহায় তিৰোতাসকলৰ ওপৰত পুলিচ-মিলিটাৰীৰ অবাধ ৰাজত্ব চলিছে। ৰাতি হ'লে গাঁৱৰ মাজত মিলিটাৰী সোমাই প্ৰত্যেক ঘৰতে অত্যাচাৰ চলায়। গাভৰু ছোৱালী, বোৱাৰী আনকি আদহীয়া তিৰোতাৰ ওপৰতো অশালীন ব্যৱহাৰ চলিছে। কিছুমান অসৎ প্ৰবৃত্তিৰ সৈন্যই তিৰোতাৰ সতীত্ব নষ্ট কৰিছে। তাৰ উপৰিও সমূহীয়া ধৰ্ষণ আৰম্ভ হৈছে। এক অৱৰ্ণনীয় অত্যাচাৰ চলিছে। দেশত যেন আইন-কানুন নাই, পুলিচ-মিলিটাৰীৰ ইচ্ছাই আইন হৈ পৰিছে। এনে অৱৰ্ণনীয় অত্যাচাৰত অতীষ্ট হৈ অনেক মতা-তিৰোতাই ঘৰ এৰি পলাই মিতিৰৰ ঘৰলৈ গৈছে। মানুহৰ কাম-কাজ বন্ধ হৈ গৈছে।

চৰকাৰৰ পৰা আদেশ আহিছে পুলিচ থানাবিলাকলৈ, যি কি প্ৰকাৰে হ'লেও সন্ত্ৰাসবাদীক ধৰিবই লাগিব। বাধ্য হৈ থানাৰ পুলিচ কৰ্মচাৰীয়ে স-শস্ত্ৰ পুলিচ-মিলিটাৰী গাঁৱলৈ পঠিয়াবলৈ বাধ্য হৈছে। এই সুযোগতে অনেক পুলিচ-মিলিটাৰীয়ে ডকাইতৰ দৰে গাঁৱৰ মানুহৰ ঘৰৰ সম্পত্তি, টকা-পইচা, গহনা-পাতি বল কৰি কাঢ়ি লৈছে। কোনোজনে প্ৰতিবাদ কৰিলে তেওঁলোকক নিৰ্মমভাবে মাৰপিট কৰে। কৰবলৈ গলে সন্ত্ৰাসবাদী ধৰাৰ নামত ধন-সোণ লুট কৰা আৰু নাৰী ধৰ্ষণ কৰা কাৰ্য্যহে যেন চলিছে। এনে অত্যাচাৰ, অবিচাৰৰ আৰু নিৰ্য্যাতিনৰ বলি হৈছে নিৰীহ জনসাধাৰণ। বিভিন্ন ৰাজনৈতিক দলৰ লোকে আৰু অৰাজনৈতিক সংগঠনৰ লোকে চৰকাৰৰ ওচৰত প্ৰতিবাদ জনাইছে। বাতৰি কাকতবোৰে সজোৰে প্ৰতিবাদ কৰিছে। সদৌ অসম ছাত্ৰ সন্থা, যুৱ ছাত্ৰ পৰিষদ আদি ছাত্ৰ সংগঠনবোৰে দুৰ্ঘোৰ প্ৰতিবাদ আৰম্ভ কৰিছে। আই, এম, ডি, টি আইন উঠাবলৈ দাবী কৰিছে। টাডা আইন প্ৰত্যাহাৰ কৰিবলৈ দাবী তুলিছে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ তৰফৰ পৰা দলে দলে মানুহ গৈ দিল্লীত স্মাৰক-পত্ৰ প্ৰদান কৰিছে ভাৰত চৰকাৰ বিভিন্ন বিভাগৰ মন্ত্ৰীৰ ওচৰত। আনকি প্ৰধানমন্ত্ৰী, ৰাষ্ট্ৰপতিকো স্মাৰক-পত্ৰ প্ৰদান কৰি সজোৰে দাবী উত্থাপন কৰা হৈছে। কিন্তু অদ্যাপি ভাৰত চৰকাৰে অসম চৰকাৰক কোনো নিষেধ আজ্ঞা দিয়া নাই। ভাৰত চৰকাৰৰ মতে অসম, পঞ্জাব, কাশ্মীৰ আদিত সন্ত্ৰাসবাদ নিৰ্মূল কৰাৰ বাবে সেই চৰকাৰে লোৱা ব্যৱস্থাক বাতিল কৰিলে ভাৰতৰ আন আন ৰাজ্যত একেইৰকমে সন্ত্ৰাসবাদ চলিব। গতিকে ৰাজ্য চৰকাৰবোৰৰ কোনো কামতে হকা-বধা কৰা নহয়। তাৰ ফলস্বৰূপে ৰাজ্য চৰকাৰৰ অবাধ অত্যাচাৰ চলিব ধৰিলে প্ৰজাৰ ওপৰত। উগ্ৰবাদী আন্দোলন কিয় হ'ল তাৰ কাৰণ উদ্‌ঘাটন নকৰি দমন-পীড়নৰ দ্বাৰা সন্ত্ৰাসবাদ দূৰ কৰিবলৈ চেষ্টা কৰিলে। কাৰণ ব্যতিৰেকে যে কাৰ্য্য হব নোৱাৰে এই ন্যায় শাস্ত্ৰৰ কথাষাৰ চৰকাৰে উপলব্ধি কৰিব নোৱাৰিলে। দেশৰ সমস্ত সম্পদ একশ্ৰেণীৰ দালাল, উচ্চ মহলৰ কৰ্মচাৰী আৰু মন্ত্ৰী বিধায়ক আৰু সাংসদসকলে আত্মসাৎ কৰাৰ কাৰণে দেশত কোনো কাম-কাজ নহ'ল, ৰাস্তা-ঘাট, দলং, মথাউৰি নহ'ল, কোনো শিল্প-উদ্যোগ আদি গঢ়ি নুঠিল। দেশৰ দৰিদ্ৰ জনসাধাৰণৰ বাবে কোনো কল্যাণমূলক কাম-কাজ নহ'ল, তাৰ কাৰণে কোনো অনুনয়-বিনয় কৰিও

যেতিয়া একো সুবিচাৰ নেপালে, বৰং ৰাজভাণ্ডাৰ লুটাহে মন্ত্ৰী, বিধায়কসকলৰ আৰু চৰকাৰী দালাল শ্ৰেণীৰ অবৈধ ধন আহৰণ আৰু দুষ্কৃতিকাৰী ভেটিখোৰ কৰ্মচাৰীৰ অবাধ দৌৰাত্ম্যহে চলিল। ডেকাসকলৰ, ডেকা তেজ উঠলি উঠিল, এই কথা চৰকাৰে উপলব্ধি নকৰিলে। তাৰ কাৰণেই যে এইবোৰ সন্ত্ৰাসবাদী কাৰ্য্যকলাপ চলিল এই কথাৰ উপলব্ধি নোহোৱাৰ ফলতে যে এইবোৰ সন্ত্ৰাসবাদী দল সৃষ্টি কৰিছে তাৰ প্ৰতি চৰকাৰে ভ্ৰূক্ষেপ নকৰি দমন-পীড়নৰ দ্বাৰা শাসন কৰিবলৈ যোৱাৰ ফলতে দেশত আজি এই নিৰাপত্তাহীন পৰিস্থিতিৰ সৃষ্টি হ'ল। ১৯৯১ চনৰ পিচৰ এই অৱস্থা অসমৰ।

দুৰ্নীতিৰ কাৰণেই সন্ত্ৰাসবাদৰ জন্ম হ'ল। তেতিয়াৰ চৰকাৰে চাকৰি বিক্ৰী আৰম্ভ কৰিছে। সাধাৰণ একোজন শিক্ষকৰ চাকৰি ত্ৰিশ-চল্লিছ হেজাৰ টকাত বিক্ৰী হৈছে। ইঞ্জিনিয়াৰ, ডাক্তৰ আদি চাকৰিৰ বাবে ডেৰৰ পৰা দুই লাখ টকা ভেটি দিব লগা হৈছে। প্ৰশাসনীয় সেৱাৰ চাকৰিৰ বাবে দুই-তিনি লাখ টকা ভেটি দিব নোৱাৰিলে চাকৰি নিমিলে। আনকি ইঞ্জিনিয়াৰিং কলেজ বা মেডিকেল কলেজত নাম ভৰ্ত্তি কৰিব লগা হ'লেও পঞ্চাছ-ষাঠি হেজাৰ টকা ভেটি দিব লগা হৈছে। বুদ্ধি বা প্ৰতিভাৰ কোনো দৰকাৰ নাই — টকা দিলেহে নামভৰ্ত্তি কৰিব পাৰিব। গতিকে বুদ্ধিমান ছাত্ৰসকল ৰৈ গৈছে আৰু কম বুদ্ধিৰ ছাত্ৰই ধনৰ বলত পঢ়িব পাৰিছে। এনেবোৰ দুষ্কাৰ্য্যৰ কথা চিন্তা নকৰি, দেশৰ ভৱিষ্যতৰ চিন্তা বাদ দি অপৰিণামদৰ্শী একশ্ৰেণী দলীয় শাসকৰ দুষ্কাৰ্য্যৰ বাবেই এই সন্ত্ৰাসবাদৰ সৃষ্টি হৈছে তাক শাসকবৰ্গই স্বীকাৰ নকৰি দমন-পীড়নৰ দ্বাৰা দেশ শাসন কৰিবলৈ চেষ্টা কৰাৰ ফলতে আজিৰ এনে শাসনহীন অৱস্থাৰ সৃষ্টি হৈছে। দুৰ্নীতিগ্ৰস্ত শাসন ব্যৱস্থাৰ প্ৰতিবাদকল্পে জনসাধাৰণে দিয়া স্মাৰক-পত্ৰবোৰেও একো কাম নিদিয়াৰ ফলশ্ৰুতিতে এই অৱস্থাৰ সৃষ্টি হ'ল। এই পৰিবেশত দেশত কাৰো নিৰাপত্তা নাইকিয়া হ'ল। জনসাধাৰণৰ নিৰাপত্তা নাইকিয়া কৰিলে শাসকবৰ্গই। জনসাধাৰণৰ জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা দিব নোৱাৰিলে কোনো চৰকাৰৰে গাদিত থকাৰ অধিকাৰ নাই — তেহেলৈ তেওঁ ৰাজতন্ত্ৰৰ শাসকেই হওক কিম্বা গণতন্ত্ৰৰ শাসকেই হওক। দেশত এনে এটা নিৰাপত্তাহীনতাৰ সৃষ্টি হৈছে যে জনসাধাৰণৰ নিৰাপত্তা দুয়োপিনৰ পৰাই নাইকিয়া হৈছে। চৰকাৰৰ পুলিচ-মিলিটাৰীৰ পৰাও নিৰাপত্তা নোহোৱা হৈছে, আনফালে সন্ত্ৰাসবাদীসকলৰ দ্বাৰাও নিৰাপত্তাহীনতাৰ সৃষ্টি হৈছে। আনকি সন্ত্ৰাসবাদী দলৰ লোকে ধনী আৰু দুৰ্নীতি পৰায়ণ লোকৰ পৰা ধন দাবী কৰিছে আৰু ধন নিদিলে প্ৰাণকে লৈছে। আনফালে ভুৱা সন্ত্ৰাসবাদীসকলে সৰ্ব্বসাধাৰণ গাঁৱলীয়া সাধাৰণ মানুহৰ পৰাও ধন দাবী কৰি ধন নাপালে প্ৰাণ লৈছে। আধুনিক মাৰণাস্ত্ৰ হাতত হৈ মটৰ চাইকেলেৰে দুজন আহি দুটা পিষ্টল দেখুৱাই পাঁচ লাখ, দহ লাখ টকা দাবী কৰি আদায় কৰিছে। এই যুগটোত জনসাধাৰণে চৰকাৰৰ পৰা নিৰাপত্তা নাপায় আৰু সন্ত্ৰাসবাদীৰ পৰাও নিৰাপত্তা নাপায়। ৰাইজ উপায়হীন, ভীতিগ্ৰস্ত আৰু নিৰাপত্তাহীন।

আজি সন্ত্ৰাসবাদী, ভুৱা সন্ত্ৰাসবাদীসকল ৰাইজৰ যেনে শত্ৰু চৰকাৰ পক্ষৰ

সৈন্য সকলো তেনে বাইজৰ শত্ৰু বুলি ধাৰণা হৈছে। সন্ত্ৰাসবাদীৰ ভয়ত আজি বাইজৰ প্ৰতিনিধি মন্ত্ৰী, বিধায়কসকলৰ বাইজৰ ওচৰ চাপিবৰ সাহস নাই। লগত সমস্ত পুলিচ-মিলিটাৰী লৈ ৰাজহুৱা মিটিঙত আহিব লাগে। ইয়াতকৈ কিবা লাজৰ কথা আছেনে? ৰাইজৰ প্ৰতিনিধিয়ে ৰাইজৰ ওচৰ চাপিবৰ সাহস নাই, ইয়াতকৈ কি দুৰ্ভাগ্যৰ কথা থাকিব পাৰে? হায় আজিৰ গণতন্ত্ৰ! দুৰ্নীতিগ্ৰস্ত শাসকে কি সাহসত ৰাইজৰ ওচৰ চাপিব? আনফালে সন্ত্ৰাসবাদীসকলৰ ৰাইজৰ ওচৰ চাপিবৰ সাহস নাই। চৰকাৰৰ ভয়ত লুকাই লুকাই নিৰাপদ দূৰত্বত থাকি কাকতত বিবৃতি দি থাকিয়ে ডাঙৰ সন্ত্ৰাসবাদী নেতা হৈ আছে। জনসাধাৰণৰ ওচৰ চাপিব পৰা নাই।

এই অৱস্থাত ৰাইজৰ মৰণ। সমস্ত অসম কিয় সমগ্ৰ ভাৰততে এই অৱস্থা চলিছে। এই মৰণৰ জালখন আহি পৰিছে ৰঞ্জুহঁতৰ গাঁৱলৈয়ো।

দিনৰ ভাগত মানুহবিলাক ঘৰৰ ভিতৰতে থাকে, গধূলিৰ লগে লগে দিহা-দিহি যায। ডেকা ল'ৰাবিলাক যায় বাৰীলৈ আৰু মতা মানুহবিলাক যায় প্ৰত্যেক চকলৈ পহৰা দিবৰ বাবে। পিছে পহৰা দিলে কি হ'ব? পুলিচ-মিলিটাৰীয়ে চকবোৰত বৈ মাৰধৰ কৰে আৰু ঘৰবোৰত সোমাই ধন-সোণ লুট কৰে, লগতে তিৰোতাৰ ওপৰত অপৰিসীম অত্যাচাৰ আৰম্ভ কৰে।

সিদিনা ৰাতি 'অপাৰেচন' আৰম্ভ হৈছে ৰঞ্জুহঁতৰ গাঁৱত। পুলিচ-মিলিটাৰীয়ে গাঁওখন ঘেৰাও কৰিছে। ডেকা ল'ৰাহঁত ভয়তে বাৰীলৈ, বাঁহৰ মাজ, জংঘলৰ মাজলৈ গৈ আশ্ৰয় লৈছে। মতা মানুহবিলাক ঘৰতে আছে। তিৰোতা মানুহবিলাকৰ যেন জীৱ নোহোৱা হৈছে পুলিচ-মিলিটাৰীৰ ভয়ত। ইমান দিনে আন আন গাঁওবোৰৰ অৱস্থাৰ কথা শুনি ভয়ত বিহ্বল হৈ আছিল। আজি নিজৰ গাঁৱলৈ পুলিচ-মিলিটাৰী অহা গম পাই ভয়ত কঁপিবলৈ ধৰিছে। বুঢ়ীবিলাকে সাহস দিছে, কিন্তু বোৱাৰী, জীয়াৰীসকলে সেই সান্ত্বনাৰ কথা মনা নাই। আগত জীয়া যম ওলালে লোকৰ সান্ত্বনাই কি কাম দিয়ে? তেওঁলোক ভয়ত কঁপি আছে। চোৰাংচোৱা বাহিনীৰ তথ্যমতে কমল বৰা এই গাঁৱতে আছে। গতিকে থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই পুলিচ-মিলিটাৰী পঠাই দিছে। পুলিচ-মিলিটাৰী এদল গৈছে মণ্ডলৰ ঘৰলৈ, আন এটা দল দোকানীৰ ঘৰলৈ, আৰু এটা দল গৈছে পুলিচৰ ঘৰলৈ। অন্য একোটা দল গৈছে পণ্ডিতৰ ঘৰলৈ। গধূলিৰে পৰা অপাৰেচন আৰম্ভ হৈছে।

পুলিচ-মিলিটাৰীৰ এটা দল গৈ পুলিচৰ চোতাল পালে আৰু ঘৰৰ চাৰিওফালে মিলিটাৰী ৰাখি পুলিচক চোতাললৈ মাতি আনিলে। ইতিমধ্যে পুলিচৰ দল আৰু সৈন্যবাহিনীৰ লোক অহাৰ আগতে পুলিচৰ পুতেক বলেন গৈ বাৰীত সোমাইছে। পুলিচক চৰকাৰী পুলিচে সুধিলে — "আপুনি আমাৰ পুলিচৰ মানুহ আছিল, গতিকে আপুনি নিশ্চয় আমাক সঁচা কথা ক'ব। বাৰু কওকছোন আপোনাৰ গাঁৱত সন্ত্ৰাসবাদী আছেনে নাই?"

"আমাৰ গাঁৱত কোনো সন্ত্ৰাসবাদী নাই।" — বলেনৰ বাপেকে উত্তৰ দিলে।

"তেন্তে আমাৰ চি, আই, ডিয়ে কিয় ৰিপ'ৰ্ট দিছে।"

"নাজানি এনেয়ে দিছে। আন গাঁৱৰ কথা কৈছে হ'বলা।"

এনেতে আনজন পুলিচে ক'লে — "যোৱাবেলি আমি আপোনাৰ ঘৰলৈ আহোঁতে ঘৰটি টিনৰ, সৰু ঘৰ আছিল। এতিয়া দেখিছো আপোনাৰ ঘৰটি বিৰাট ঘৰ হ'ল — বোধে পেটাৰ্ণৰ। আপুনি অৱসৰপ্ৰাপ্ত সাধাৰণ পুলিচ এজন হৈ ইমান ডাঙৰ ঘৰ বান্ধিবলৈ টকা ক'ত পালেহে?"

"মোৰ পিতাৰ মাটি বিক্ৰী কৰি ঘৰ সজাইছো।"

"আপোনাৰ বোলে ঘৰৰ মাটি-বাৰী নাছিল; ক'ৰপৰা বিক্ৰী কৰিলে?"

"মই মোৰ স্থাৱৰ সম্পত্তি মাটি বিক্ৰী কৰি অস্থাৱৰ সম্পত্তি ঘৰ বান্ধিছো। তাত আপুনি মাত মাতিবৰ কোন?"

গালত টানকৈ চৰ এটা মাৰি পুলিচজনে কৈ উঠিল —

"মই কোন চিনি পোৱা নাই? মই তোৰ ওপৰত এদিন ওপৰৱালা পুলিচ হাবিলদাৰ আছিলো। তোৰ কথা মই সকলো জানো। তোৰ পুতেৰে ক'লৈ গ'ল ক?" এইবুলি কৈ আকৌ এটা চৰ মাৰি লাঠিৰে কোৰ মাৰিলে। পুলিচে চিনিৰ পাৰি ক'লে— "নামাৰিব চাৰ, মোক নামাৰিব। মই এতিয়াহে চিনিব পাৰিছো চাৰ।"

"ক তোৰ সন্ত্ৰাসবাদী পুতেৰ ক'ত আছে।"

"সি ঘৰত নাই চাৰ। সি ক'ৰবালৈ গৈছে।"

"পিষ্টল দেখুৱাই ধন লুট কৰিবলৈ গৈছে?"

"নহয় চাৰ। মানে .....।"

"মানে কি? হয় চাৰ বুলি ক। পুতেৰক মানুহ মাৰি ধন লুট কৰিবলৈ পঠাইছ?' আকৌ দুই কোৰ মাৰে। মাৰ খাই বৰ দুখ পাই ৰমেনৰ বাপেকে কৈ উঠে— "বৰ দুখ পাইছো চাৰ আৰু নামাৰিব চাৰ।"

"মিছা অভিযোগত লোকক কোবাই টকা খোৱা কথা মনত কৰ এতিয়া। তোৰ ল'ৰাক আনি দিব নোৱাৰ মানে তোৰ নিস্তাৰ নাই বেটা নিমখ হাৰাম।" এইবুলি কৈ তেওঁ কোবাব ধৰিলে। মাৰৰ কোবত পুলিচে ৰ'ব নোৱাৰি ক'লে — "সি বাৰীৰ ফালে গৈছে চাৰ; মোক নামাৰিব।"

"কুকুৰ পুতেৰাক পলাই ৰাখিছ। ব'ল বাৰীলৈ, দেখুৱাই দেগে।" এইবুলি কৈ আৰু কেইটামান কোৰ ভৰিত মাৰিলে যাতে তেওঁ দৌৰি পলাব নোৱাৰে। ভৰিত বিষম আঘাত পাই কান্দি কান্দি ক'ব ধৰিলে — "মই মৰিলো চাৰ। মোৰ আঁঠু ভাঙি গ'ল, মই খোজ কাঢ়িব নোৱাৰো চাৰ।"

"নোৱাৰিলে হবনে? তোৰ আজি মই ভৰি দুখন ভাঙি পেলাম। মনত কৰ চাকৰি কালত তই ধনৰ কাৰণে নিৰ্দোষী মানুহক কোবাই কোবাই কেনেকৈ টকা আদায় কৰিছিলি। আহ কুকুৰ, বাৰীলৈ আহ।"

এনেভাৱে ৰমেনৰ বাপেকক বাৰীলৈ লৈ গ'ল — ৰমেনক ধৰিবলৈ। তেওঁ

কান্দি কান্দি উহ্ আহ্ কৰি আগে আগে গৈ থাকিল, পিছত চাৰিজন সশস্ত্ৰ সৈনিক লৈ হাবিলদাৰ গৈ থাকিল।

ইফালে ঘৰৰ ভিতৰ সোমাই পুলিচৰ ঘৈণীয়েকক সশস্ত্ৰ সৈনিককেইজনে গৈ হাতত থাপ মাৰি ধৰি সুধিলে — "তোৰ টকা-পইচা, আ-অলংকাৰবোৰ আমাক দে নহলে তোৰ জীৱ মাৰিম।"

ভয়তে পুলিচৰ ঘৈণীয়েক ভবানীয়ে হাতৰ-কাণৰ অলংকাৰবোৰ সোলোকাই সৈনিকৰ হাতত দিলে আৰু বাকচত থকা টকা ছয় হেজাৰো দি দিলে। তাকে দেখি সৈনিকজনে ক'লে —

"এয়ে নহয় তোৰ গডৰেজ আলমাৰি খুলি দে?"

ভবানীয়ে ইতস্তত কৰাত গালত এটা টানকৈ চৰ মাৰি কৈ উঠিল — "সোনকালে দে, গডৰেজ খুলি দে নহলে আজি জীৱন মাৰিম।" মাৰ খাই দুখ পাই গডৰেজ আলমাৰি খুলি দিলে। আলমাৰিত পোন্ধৰ তোলা সোণ আৰু দুই লাখ টকা পালে। সৈনিক তিনিজনে সোণ আৰু টকাখিনি লৈ ওলাই আহিল।

তাৰপাছত চাৰিজন সৈনিক সোমাই গল ঘৰৰ ভিতৰলৈ। এওঁলোক গৈয়ে ভবানীক হাতত ধৰি টানি লৈ গ'ল। ভবানীয়ে ভয়ত থৰথৰকৈ কঁপিবলৈ ধৰিলে। এই অসৎ প্ৰকৃতিৰ সৈনিক চাৰিজনে আদহীয়া বয়সৰ ভবানীৰ সতীত্ব নষ্ট কৰিলে। নিঃসহায় ভবানীয়ে পাৰগুইঁতৰ হাতত ধৰ্ষিতা হৈ মুচকচ গ'ল। আদহীয়া নাৰীও ৰক্ষা নপৰিল এই অসৎ কামুকহঁতৰ হাতৰপৰা। স্বাস্থ্যৱতী ভবানী নিশকতীয়া হৈ বিছনাত পৰি থাকিল।

বাৰীত গৈ বলেনক বিচাৰি নেপাই পুলিচক মাৰি-ধৰি আনি যেতিয়া চোতালত থলে তেতিয়া ৰাতি দোভাগ গৈছে। হাবিলদাৰে ক'লে — "ৰাতিপুৱা দহ বজাৰ আগতে পুতেৰক থানাত হাজিৰ কৰাব নোৱাৰিলে তোৰ পিঠিৰ ছাল চিঙিম। ৰাতিপুৱা লৈ যাবি। এইবুলি কৈ পুলিচ-মিলিটাৰী লৈ তেওঁ ওলাই গ'ল।

আনটি দল গৈ মণ্ডলৰ ঘৰ উঠিছে। মণ্ডলৰ পুতেক নগেন গধূলিতে বাৰীত সোমাই গৈ বাঁহৰ তলৰ গড়খাৱৈত পৰি আছে। সাপ, বেং, শিয়াল আৰু নানা বিষাক্ত পোক-পৰুবাকো নেওচি জীৱনৰ ভয়ত তাতে সোমাই আছেগৈ। সশস্ত্ৰ দলে মণ্ডলৰ ঘৰৰ চোতালত সোমাই গৈ মণ্ডলক বাৰাণ্ডাত বহি থকা দেখা পালে আৰু গুচৰলৈ গৈ তাচ্ছিল্যৰ ভঙ্গীত ক'লে —

"মহাশয়, চিয়াৰৰ পৰা নামি আহক, দুটামান কথা নিবেদন কৰিম।" পুলিচৰ উপস্থিতি দেখি মণ্ডলৰ ধাতু উৰি গ'ল। ভয়তে বাৰাণ্ডাৰ চিয়াৰৰ পৰা নামি আহি নমস্কাৰ জনাই ক'লে —

"আপোনালোক কোন মই ধৰিব পৰা নাই। কওকচোন কিয় আহিল এই ৰাতিখন?

"এনেয়ে এই ৰাতিখন অহা নাই। পিছে মহাশয়, আপোনাৰ সুপুত্ৰ নগেনৰ

ওপৰত চৰকাৰৰ চি, আই ডিব ৰিপ'ৰ্ট আছে। এতিয়া আপোনাৰ গুণৱান ল'ৰাক আমাক গতাই দিয়ক।"

"মোৰ ল'ৰাৰ ওপৰত চৰকাৰৰ নজৰ পৰিছে! কিন্তু সিতো বৰ্ত্তমান ঘৰত নাই। সি যোৱাকালি গুৱাহাটীলৈ গৈছে।"

"গুৱাহাটীৰ পৰা কাইলৈ গৈ লৈ আহক আৰু আমাক গতাই দিয়ক।" ৰাস্তিপুৰা দহ বজাৰ আগতে।"

"সি কেতিয়া আহে নেজানো, গতিকে কাইলৈ কেনেকৈ চমজাই দিম চাৰ? সি আহিলে নিশ্চয় নিম চাৰ।"

"গুৱাহাটীলৈ সি কিয় গৈছে? মটৰ চাইকেল আৰু পিষ্টল ঘৰত আছে নে নাই মহাশয়।"

"সি মটৰ চাইকেলেৰে গৈছে নে নাই মই নেজানো, পিষ্টল-চিষ্টল তাৰ নাই।"

"মহাশয়, আপুনি বাৰু কিমান মিছা কথা ক'ব পাৰে?"

"মই মিছা কথা কোৱা নাই, নকওঁ।"

পুলিচ অফিচাৰজনে মণ্ডলৰ গাত লাঠিৰে এটা কোব মাৰি কৈ উঠিল — "ৰাস্কেল, মিছা কথা ক'বলৈ লাজ নালাগিল।"

"পুতেৰক ক'ত লুকাই ৰাখিছ উলিয়াই দে এই মুহূৰ্ত্ততে, নহলে তোৰ আজি পিঠি ফালিম।" এনেকৈ কৈয়ে মণ্ডলক কেইকোবমান মাৰিলে। কোব খাই দুখ পাই মণ্ডলে হাতযোৰ কৰি ক'বলৈ ধৰিলে — "মোক নামাৰিব চাৰ। আহক ঘৰখন খানাতালাচ কৰক। তাক যদি পায় উলিয়াই নিয়ক।"

"তোৰ সন্ত্ৰাসবাদী পুতেৰক তই পলাবলৈ কৈ এতিয়া ঘৰ খানাতালাচ কৰিবলৈ কৈছ বদমাছ? তই কম লোক নহয়। মণ্ডল হৈ থাকোঁতে চৰকাৰী মাটি নিজৰ নামত নামজাৰি কৰি অজস্ৰ মাটি-বাৰীৰ মালিক হৈছ, আৰু এতিয়া পুতেৰৰ দ্বাৰা ৰাইজৰ ধন লুটি লৈ ধনকুবেৰ হৈছ! বেটা মহাপাপী। আজি তোৰ মই কঁকাল ভাঙিম।"

"এইবুলি কৈ কঁকালতে কোব মাৰি মাটিত বগৰাই দিলে। মণ্ডলে "আই ঔ মৰিলো" বুলি মাটিত বাগৰি পৰি ছটফটাব ধৰিছে। তাকে দেখি মিলিটাৰী দুজনে আহি মণ্ডলক আকৌ কোবাবলৈ আৰম্ভ কৰিলে। মাৰৰ কোবত মণ্ডল অস্থিৰ হৈ পৰিল। কান্দি কান্দি ভৰিত ধৰি ক'ব ধৰিলে —

"মোক মাৰি নেপেলাব চাৰ, মই মৰি গ'লো চাৰ।" তেওঁৰ অনুনয়-বিনয় শুনি পুলিচ অফিচাৰজনে মুখত এটা গোৰ মাৰি ক'লে —

"তোৰ সন্ত্ৰাসবাদী পুতেৰে মানুহ মাৰি, বলাৎকাৰ কৰি, পণবন্দী কৰি, বেংক লুট কৰি আৰু নিৰীহ লোকক পিষ্টল দেখুৱাই বিবোৰ টকা লুটি আনিছে সেইবোৰ ক'ত ৰাখিছ দেখুৱাই দে, নহ'লে আজি তোক মাৰি থৈ যাম। লোকক লুটি অনা ধন তোক ভোগ কৰিব নিদিওঁ। ক' ক'ত ৰাখিছ সেই ধনবোৰ?"

"মই ৰখা নাই চাৰ, মই ক'ব নোৱাৰো চাৰ।"

"ক'ব নোৱাৰ কুকুৰ। ৰ' তেন্তে।" পুলিচ অফিচাৰজনে মিলিটাৰী অফিচাৰজনক ক'লে — "আপোনালোকে ইয়াৰ ব্যৱস্থা কৰক।" এইবাৰ মিলিটাৰী চাৰিজনে ৰাইফলৰ আগেৰে খুচিলে আৰু কুণ্ডাৰে খুন্দিয়াব ধৰিলে। যন্ত্ৰণাত ছট্‌ফটাই মণ্ডলে ৰ'ব নোৱাৰি কৰৰকাই ক'লে —

"মোৰ জীৱটো নামাৰিবা বোপাইহঁত। মোৰ ল'ৰাই ক'ত ধন লুকাই ৰাখিছে কওঁ শুনা — এই যে আমাৰ ঘৰৰ পানীপচাত ইটা, শিল আছে তাৰ তলত সি ধনবোৰ মাটিৰ তলত পুতি থৈছে। তোমালোকে খান্দি চালে পাবা।"

তেওঁৰ কথা শুনি মিলিটাৰী অফিচাৰজনে সৈন্যসকলক শিলটো গুচাই মাটি খান্দিবলৈ ক'লে। মিলিটাৰী চাৰিজনে দুহাতমান খান্দি এটা লোৰ বাকচ পালে। বাকচটো উলিয়াই আনি তলা ভাঙি দেখে যে প্লাষ্টিকৰ মোনাত টকাৰ বাণ্ডিল বন্ধা আছে। বাণ্ডিলবোৰ গণি দেখিলে যে তাত দহ লাখমান টকা আছে। টকাখিনি উলিয়াই তেওঁলোকে ভগাই ল'লে। পুলিচেও ভাগ পালে। এনেভাৱে বিভিন্ন উগ্ৰবাদী সংগঠনৰ হাতৰ পৰা অসমৰ গাওঁ-ভূঁইৰ পৰা মিলিটাৰীয়ে কৌটি কৌটি টকা নিয়া বুলি বাতৰি কাকতত ওলায়েই আছিল। আজি এই ভুৱা উগ্ৰবাদীৰ পৰা দহ লাখ টকাই মিলিটাৰীসকলৰ মন লুভীয়া কৰি তুলিলে। তেওঁলোকে বাৰী-ঘৰ কুৰি খান্দি উৎখাৎ কৰিলে।

ইয়াৰ পাছত টকা-পইচা লৈ তেওঁলোক তাৰ পৰা আঁতৰি গ'ল। এই টকা ৰাইজৰ আছিল। ৰাইজক লুটিলে সন্ত্ৰাসবাদীয়ে আৰু সন্ত্ৰাসবাদীক লুটিলে মিলিটাৰীয়ে। মূলত দুয়ো লুটিয়াৰ। লুটিয়াৰক লুটিয়াৰেই লুটিলে। অসমৰ গাঁৱে-ভূঁয়ে আজি একে দশা। বাতৰি কাকতত ডাঙৰ ডাঙৰ হৰফেৰে এইবোৰ কাহিনী প্ৰকাশ পাব ধৰিলে।

## (ঊনত্ৰিছ)

ইফালে এটা দল গৈ পণ্ডিতৰ ঘৰ ওলাল ৰাতি বাৰটামান বজাত। পুলিচ অফিচাৰজনে মাত লগালে —

"চাৰ ঘৰত আছেনে?" এনেভাৱে তিনিবাৰমান মতাৰ পাছত পুলিচ অহা গম পাই পণ্ডিতে বিছনাৰ পৰাই মাত লগালে —

"কোন আহিছে?"

"আমি পুলিচ আহিছো চাৰ। এটা জৰুৰী কথাৰ কাৰণে আপোনাক এই ৰাতিখন আমনি কৰিব আহিলো চাৰ।"

পণ্ডিতে লেম্পটো জ্বলাই ওলাই আহিল। দৰ্জা খুলি চোতালত দেখিলে যে এপাল পুলিচ-মিলিটাৰী। তেওঁ একো ভয় কৰা নাই, কাৰণ নিৰ্দোষী মানুহে পুলিচ মিলিটাৰীক ভয় নকৰে। চোৰ-ডকাইতেহে পুলিচক ভয় কৰে। শিক্ষকসকল চোৰ-ডকাইত নহয়, গতিকে ভয়ো নকৰে। তেওঁ চোতাললৈ আহি সুধিলে — "আপোনালোক কিয় মোৰ ঘৰলৈ আহিল মই একো বুজা নাই।"

"আপুনি বেজাৰ নেপাব চাৰ। আপুনি নিশ্চয় জানিছে যে আপোনাৰ গাঁৱতো সন্ত্ৰাসবাদী আছে আৰু সিহঁতক ধৰিবলৈ চৰকাৰে আদেশ দিছে আমাক। গতিকে আজিৰ পৰাই আপোনাৰ গাঁও আৰু নলবাৰীৰ ওচৰ-চুবুৰীয়া এলেকাত অপাৰেচন আৰম্ভ হৈছে। সেইবাবে আমি অপোনাৰ ঘৰলৈ আহিলো।"

"এতিয়া মই কি কৰিব লাগিব ডেস্তে।"

"আপুনি একো কৰিব নেলাগে চাৰ, কেৱল আমি আপোনাক খবৰটো দিলো। আৰু এটা কথা চাৰ। আপোনাৰ ল'ৰাজনক আমি এটা কথা সুধি যাম। তেওঁক মাতক চাৰ।" পুলিচ অফিচাৰৰ এনে ভদ্ৰ ব্যৱহাৰ শুনি আৰু মিঠা মাতত পণ্ডিত বৰ আপ্যায়িত হ'ল আৰু পৰম বিশ্বাসেৰে পুতেকক মাতিলে। "উপেন বোপা, তই উঠি আহচোন। তোক বোলে কিবা কথা সুধি যাব এওঁলোকে। তই ওলাই আহ।"

বাপেকৰ কথা শুনি উপেন উঠি আহিল। তাক অহা দেখি মাক আৰু পেহীয়েকো ওলাই আহিল। চোতালত সকলোটি থিয় হ'ল। এনেতে পুলিচ অফিচাৰজনে মৰম লগাকৈ উপেনক মাতিলে —

"তোমাৰ নাম উপেন নেকি?"

"হয় চাৰ।" সি উত্তৰ দিলে।

"তুমি নগেন, ৰজেন, গিৰীণহঁতক নিশ্চয় চিনি পোৱা?"

"হয় চাৰ।"

"সিহঁত আজি ক'লৈ গৈছে।"

“মই নেজানো চাৰ।”

“তুমি কিয় নেজানা?”

“সিহঁতৰ লগত আজি কেইবা বছৰেও মই নুবুৰো।”

“কিয় নুবুৰা।”

“সিহঁতৰ লগত মোৰ কাজিয়া আছে চাৰ?”

“সিহঁতে ক'ত কি কৰে তুমি নিশ্চয় গম পোৱা?”

“মই গম নেপাওঁ চাৰ।”

“শিকৰৰ ল'ৰা হৈ তুমি মিছা কথা কৈছা কিয়?”

“মই মিছা কথা কোৱা নাই চাৰ। মই সঁচা কথা কৈছো, সিহঁতৰ বিষয়ে একো নেজানো।”

“তুমি সঁচা কোৱা। কোৱা সিহঁতে আজি ক'ত লুকাইছে?”

“মই নেজানো চাৰ।”

“এতিয়াই জানিবি বাক। ঐ কনিষ্টবল, ইয়াক ধৰ।”

এজন পুলিচে আহি উপেনক হাতত হেণ্ডকাফ লগাই দিয়ে। এনেতে পুলিচ অফিচাৰজনে ক'লে — “ইয়াক সঁচা ক'বলৈ বাধ্য কৰা।” এজন পুলিচে উপেনৰ গালত এটা কাণতলীয়া চৰ মাৰি ক'লে —

“ক তোৰ সঙ্গীসকল ক'ত আছে।”

চৰ খাই উপেনৰ মূৰ আচন্দ্ৰাই হৈ গ'ল। সি বহি পৰিল। এনেতে আনজন পুলিচে তাক কাণত ধৰি দাঙি ক'লে — ‘উঠ বেটা বদমাইছ, ক'চোন তোৰ বন্ধুসকল ক'ত আছে।”

“মই ক'ব নোৱাৰো চাৰ ......।”

“নকলে তোৰ আজি নিস্তাৰ নাই। কোবাই কোবাই হাত-ভৰি ভাঙি দিম।”

সি কান্দি কান্দি ক'লে — “নেজানিলে মই কেনেকৈ কম?”

“তই নেজান? এতিয়াই জানিবি।” এইবুলি কৈ লাঠিৰে কোবাব ধৰিলে। তাকে দেখি পণ্ডিতে দৌৰি আহি পুলিচজনক হাতত ধৰি কাতৰে ক'ব ধৰিলে — “আহঃ নামাৰিবা, নামাৰিবা। সি নেজানিলে ক'ব কেনেকৈ। এৰি দিয়া বোপাইত। মোৰ বাচাক বিনাদোষত নামাৰিবা।”

“আপুনি আঁতৰি যাওক।” এইবুলি কৈ পণ্ডিতক এটা ঠেলা মাৰি দিলে। পণ্ডিতে চোতালত হামখুৰি খাই পৰিল। তাকে দেখি মৈনীয়েকে চিএৰ মাৰি উঠিল — “মৰিল, মৰিল ঐ বোপাইত। পণ্ডিত মৰিল ঐ।” পণ্ডিতৰ মৈনীয়েক সাবিত্ৰীয়ে গিৰিয়েকক সাৱটি ধৰি কান্দি কান্দি কাতৰভাৱে ক'লে — “বোপাইত মই কাবৌ কৰিছো, সেৱা কৰিছো, ভৰিত ধৰিছো। মোৰ মানুহজনক আৰু নামাৰিবা। তেওঁ বেমাৰী আৰু দুৰ্বল মানুহ, মৰি যাব বোপাইত; মোক বিধৱা নকৰিবা বোপাইত।” এইবুলি কৈ গিৰিয়েকক সাৱটিধৰি নন্দেকক ক'লে — “বাচোন এলোটা পানী আন, মূৰত

পানী দিব লাগিব।" নন্দেক গেন্ধেলীয়ে দৌৰি গৈ এলোটা পানী আনি পণ্ডিতৰ মূৰত দি কোনোৰকমে চেতনা আনিলে। পণ্ডিতে ক্ষীণ মাতেৰে ধীৰে ধীৰে ক'লে — "তোমালোকে মোক মাৰি পেলোৱা কিন্তু মোৰ এক্কেটি ল'ৰা, তাক বিনাদোষত নামাৰিবা পুলিচ বোপাহঁত তোমালোকৰ মহাপাপ হ'ব।"

সাবিত্ৰীয়ে কান্দি কান্দি হাতযোৰ কৰি ক'ব ধৰিলে — "তোমালোকে মোক মাৰা, তথাপি মোৰ স্বামীক আৰু ল'ৰাটিক নামাৰিবা পুলিচ ভাইসকল। এই দুজনৰ বাহিৰে মোৰ সংসাৰত কোনো নাই। ভাইসকল তোমালোক ইমান নিষ্ঠুৰ নহ'বা। মোক মাৰা তেওঁলোক দুয়োকো এৰি দিয়া।"

এজন মিলিটাৰীয়ে তেওঁক টানি আঁতৰাই দিলে আৰু দুটা গোৰ মাৰি বগৰাই দিলে। ইফালে উপেনক কোবাই কোবাই পুলিচ দুজনে আধামৰা কৰিছে। "ক বেটা ক'ত আছে তোৰ সংগীসকল খুলি ক"। মাৰৰ কোবত সি চিঞৰি থাকিল। তাকে দেখি পেহীয়েক গেন্ধেলীয়ে জুই যেন হৈ গালি পাৰিব ধৰিলে — "খালে ঐ খালে আমাৰ আপাটোক। বেটা পাপীহঁতে বাচাক মাৰি খালে। হেৰৌ জহনীত যোৱাহঁত তহঁতৰ সাতপুৰুষ নৰকত পৰক। তহঁতৰ বংশত চাকি দিবলৈ কোনো নোহোৱা হওক। তহঁতৰ ভেটিত তিতা লাউ গজক, ভিঠি মূৰা হক, নিৰ্ব্বংশ হোৱাহঁত তহঁতৰ ভিঠা ছন হক, বংশ নাশ হক। আমাৰ এনে শান্ত-শিষ্ট আপাটোক এনেভাবে মাৰিলি বেটা কুকুৰৰ পোৱালীহঁত। এৰি দে, এৰি দে আমাৰ বংশৰ মানিকক, বেটা মহাপাপীহঁত। মই তহঁতক শাও দিছো — অকালতে মৰিবি, তিৰি বাৰী হ'ব। মায়েৰে-বাপেৰেৰ বুকু শুদা হ'ব।" গেন্ধেলীৰ এনে অভিশাপ শুনি পুলিচ দুজনে উপেনক এৰি তাইৰ ফালে চোঁচা ল'লে। তাই ফেৰপাতি আহি ক'লে — "আহ চোন আহ। তহঁতৰ গলত আজি মই মোৰ চুৰা মেখেলা দিম কুকুৰৰ পোৱালিহঁত।" এনেকৈ কৈয়ে চোতালৰ আগতে থকা তাঁত-শালৰ পৰা এখন পুৰণা মেখেলা আনি পুলিচজনৰ মূৰেৰে সোমাই গলত আৰি দিলে। লাজ-অপমানত ক্ৰুদ্ধ হৈ পুলিচজনে তাইক এককোব মাৰি দিলে। কোব খাই তাই ঘৰৰ ভিতৰ সোমাল আৰু ঘৰৰ দৰ্জাখন বন্ধ কৰি দি পিছ দুৱাৰেদি গৈ বাৰীৰ বাঁহনিৰ মাজত লুকাল। পুলিচজনে দুৱাৰ খুলিব নোৱাৰি উভতি আহিল। সি মৰ্মান্তিক লাজ পালে। এনেতে পুলিচ অফিচাৰজনে পণ্ডিত, খৈণীয়েক আৰু ল'ৰাজনক গাড়ীত তুলি নলবাৰী থানালৈ লৈ যাবলৈ আদেশ কৰিলে। আদেশ অনুযায়ী কাম। তেওঁলোকক থানালৈ নিয়া হ'ল। এনেকৈ সন্ত্ৰাসবাদী ধৰাৰ নামত লোকৰ ওপৰত অবাধ অত্যাচাৰ চলিল। দেশত নীতিহীনৰ নীতি যেন চলিছে।

অন্য এটা দলে দোকানী শৰৎ মজুমদাৰৰ ঘৰলৈ গৈছে। পুলিচ-মিলিটাৰীৰ দলটোৱে দোকানীৰ দোকানৰ দুৱাৰত ধম ধম শব্দ কৰা শুনি শৰৎ মজুমদাৰে দোকানৰ দুৱাৰৰ ওচৰত কাণ থিয় কৰি ৰ'ল। আজি বা আকৌ কোন সন্ত্ৰাসবাদী দল ওলাল। ভয়ত লৈপুৰা লাগিল শৰৎ মজুমদাৰ। এনেতে পুলিচ অফিচাৰজনে কৈ উঠিল — "দুৱাৰ খোলা মজুমদাৰ।"

"আপোনালোক কোন।"

"আমি পুলিচ।"

পুলিচ বুলি কোৱাত মজুমদাৰৰ জিভাত পানী আহিল। সি যি কি নহওঁক এওঁলোক সন্ত্রাসবাদী নহয়। পুলিচ আহিছে ভালেই হ'ল। এই ভাবি তেওঁ দুৱাৰ খুলি দিলে। পুলিচ অফিচাৰজন আৰু দুজন বন্দুকধাৰী পুলিচ দোকানৰ ভিতৰ সোমাল। দোকানীজনে গাদীখন জোকাৰি বহিব দিলে আৰু ক'লে — "মই কোনোবা সন্ত্রাসবাদী দল অহা বুলি ভাবি বৰ ভয় খাইছিলো চাৰ। পিছে আপোনালোক পুলিচ দল অহা বুলি জানিহে দুৱাৰ খুলিবলৈ সাহস কৰিলো চাৰ।"

অফিচাৰে সুধিলে — "কিয় সাহস পালা?"

"চৰকাৰৰ লোক অহা বুলি জানি সাহস পালো।"

"কাৰণ?"

"আমাৰ ৰক্ষক আহিল। চৰকাৰ আমাৰ ৰক্ষক, গতিকে সন্ত্রাসবাদীৰ পৰা পোৱা ভয় আঁতৰিল চাৰ।"

"বাৰু চৰকাৰে যদি অত্যাচাৰ কৰে?"

"চৰকাৰে প্রজাক অত্যাচাৰ নকৰে চাৰ, প্রজাক পালনহে কৰে। নহ'লে আমাৰ দৰে ব্যৱসায়ী লোক টিকি থাকিব নোৱাৰিলেহেঁতেন।"

"চৰকাৰৰ ওপৰত তোমাৰ বিশ্বাস আছেতো?"

"সম্পূর্ণ বিশ্বাস আছে চাৰ।"

"বৰ ভাল পালো।"

"পিছে ইমান ৰাতি কিয় আহিল চাৰ?"

"তাকেইতো। ইমান ৰাতি আহিলো কিয়? কওঁ শুনা — আমি সন্ত্রাসবাদীৰ সন্ধানত আহিছো — "যিসকল তোমালোকৰ ধনৰ আৰু জীৱনৰ নিৰাপত্তাৰ ভাবুকিস্বৰূপ হৈ পৰিছে, সেইসকলক ধৰিবলৈ আমি আহিছো। চৰকাৰে অপাৰেচন আৰম্ভ কৰিছে সন্ত্রাসবাদী কৰায়ত্ব কৰাৰ বাবে। সেইকাৰণেই তোমালোকৰ নিৰাপত্তাৰ বাবদ আমি আহিছো। এতিয়া তোমালোকে আমাক সহায় কৰিব লাগে।"

"নিশ্চয় সহায় কৰিম চাৰ। কি সহায় কৰিব লাগে কওক চাৰ।"

আমাৰ চি, আই, ডি, ৰিপ'ৰ্টমতে এই গাঁৱৰ সন্ত্রাসবাদীয়ে কমল বৰাক অপহৰণ কৰি ক'ৰবাত ৰাখিছে। সিহঁতে বৰাক ক'ত ৰাখিছে তাৰ সন্ধেদ আমাক দিব লাগে।"

দোকানীয়ে মুৰ খজুৱাই চিন্তা কৰি থাকিল। তেওঁ ভাবিলে যদি আচল কথা কৈ দিয়া যায় তেন্তে পিছত আহি সিহঁতে মোৰ বংশ ধ্বংস কৰি পেলাব চৰকাৰক সহায় কৰা বুলি জানি। আৰু যদি মিছা কোৱা হয়, চৰকাৰক ফাঁকি দি সন্ত্রাসবাদীক লাই দিয়া হ'ব। দুই নাৱত দুই ভৰি। তেওঁ তলমুৱা হৈ ভাবি থকা দেখি পুলিচ অফিচাৰজনে ক'লে — "কি ভাবিছা দোকানী বাবু? সন্ত্রাসবাদীৰ ভয়ত মুচকুহ গৈছা

নেকি? কোৱা ভয় নাই। আমি তোমাৰ কথা নকও বৰং তোমাক ৰক্ষাহে কৰিম আৰু পুৰস্কাৰহে দিম। তুমি আচল কথা কোৱা। সন্ত্ৰাসবাদীৰ সন্ধান দিয়া, কমল বৰাক কাৰ ঘৰত ৰাখিছে আমাক মনে মনে কোৱা।"

এইবাৰ শৰৎ মজুমদাৰ মহা বিপাণ্ডত পৰিল। সঁচা কথা ক'লে ৰঞ্জুইঁতৰ ঘৰখন উছন উঠি যাব, মিছা কথা ক'লে নিজৰ ঘৰখনকে পুলিচে শেষ কৰি দিব। এই অৱস্থাত দোকানীয়ে কোন পন্থা লয়? মহা সমস্যাত পৰিল শৰৎ মজুমদাৰ। কিছুসময় চিন্তা কৰি থকা দেখি অফিচাৰে আকৌ সুধিলে —

"ক'বলৈ কিয় টান পাইছা? চৰকাৰক যদি ভালপোৱা দেশৰ শান্তি যদি কামনা কৰা তেন্তে সঁচা কথা কোৱা, তোমাৰ কোনো ভয় নাই। চৰকাৰে তোমাক ৰক্ষা কৰিব।"

দোকানী মানুহ বৰ বুদ্ধিমান। দুয়োফালে কাণ থাকে কাৰণেই দোকানী। তেওঁ এটি বুদ্ধি উলিয়ালে। তেওঁ ক'লে — "মই অন্য ভবা নাই চাৰ। ভাবিছো সন্ত্ৰাসবাদীসকলৰ কথাহে। সিহঁতে অপহৰণ কৰা লোকক এঘৰৰ তাত এদিনহে ৰাখে। গতিকে কাইলৈ বা কাৰ ঘৰত ৰাখে একো ঠিক নাই। দিনটো ৰাখি ৰাতিহে সিহঁতে আন ঘৰলৈ নিয়ে বুলি শুনিছো। গতিকে কাইলৈ ৰাতি সাত, আঠমান বজাত আপোনালোক আহক। মই দিনটোত গম লওঁ মানুহ পঠিয়াই। তাৰপিছত কোন ঘৰত ৰাখিব তাকে জানি লওঁ। সেইবাবে আজি যাওক আৰু কাইলৈ ৰাতি আহক। মই যেনেতেনে হ'লেও, হাতৰ পইচা খৰচ কৰি হ'লেও মানুহ লগাই অনুসন্ধান কৰিম। মই পৰ্য্যমানে চেষ্টা কৰিম বৰা চাহাবৰ সন্ধান উলিয়াবলৈ।"

"বৰা চাহাবক উলিয়াই দিব পাৰিলে চৰকাৰে পঞ্চাছ হেজাৰ টকা পুৰস্কাৰ দিব। এই কথা তুমি জানা নে নাজানা।"

· "জানো চাৰ। পিছে মই টকাৰ কথা ভবা নাই — দেশৰ কথাহে ভাবিছো। এনেভাৱে হত্যা, লুণ্ঠন, অপহৰণ, ধৰ্ষণ চলি থাকিলে আমাৰ অসম মৰুভূমিত পৰিণত হ'ব।"

"তুমিও তেনেহ'লে দেশক ভালপোৱা?"

"নিশ্চয় চাৰ। দেশ নাথাকিলে আমি ক'ত থাকিম? সেইবাবে দেশৰ মঙ্গলৰ বাবে সন্ত্ৰাসবাদীক কবায়ত্ব কৰিবলৈ চৰকাৰ আৰু ৰাইজৰ সমানে চেষ্টা লাগিব। ৰাইজৰ সহায় নহ'লে চৰকাৰ চলিব কেনেকৈ? এই কথা চাৰ মই ভালকৈ বুজো। আমি অল্প শিক্ষিত দোকানী মানুহ কাৰণে আমাক কোনেও খাতিৰ নকৰে, কিন্তু কম শিক্ষিত হ'লেও এইবিলি কথা বুজা শক্তি আমাৰো আছে চাৰ।

"ধন্যবাদ মজুমদাৰ। তোমাৰ দৰে এশজন দোকানী আমাৰ ৰাজ্যত থকা হ'লে সোণৰ অসম হ'লহেঁতেন।"

"ইমান ডাঙৰ কথা মই নুবুজো চাৰ। মই সামান্য দোকানী।"

"তেনেহ'লে আমি এতিয়া উঠো। কাইলৈ ৰাতি আঠটাৰ আগতে সশস্ত্ৰবাহিনী লৈ আহিম।"

"মোক কিন্তু বচাব চাব .......।"

"নিশ্চয়। নিশ্চয়!!"

এনেভাৱে আলোচনা কৰি পুলিচ আৰু মিলিটাৰীবাহিনী ৰাতি নলবাৰী থানালৈ গ'লগৈ। তেতিয়া ৰাতি দুই বাজিছে।

পুলিচবাহিনী যোৱাৰ পিছত শৰৎ মজুমদাৰৰ টোপনি নাহিল। কাইলৈ ৰাতিপুৱা তেওঁ কি কৰিব একো থিৰ কৰিব পৰা নাই। সঁচা কথা ক'লে ৰঞ্জুহঁতে মৰিব আৰু মিছা ক'লে নিজে মৰিব লাগিব। কি কৰা যায় এতিয়া? চিন্তাত তেওঁৰ টোপনি নাই। আজিৰ কাৰণে বুদ্ধি কৰি পুলিচক খেদিলে, কিন্তু কাইলৈ কি কৰিব? ৰাতিপুৱা ৰঞ্জুহঁতক খবৰ দিলেও বিপদ কাৰণ এই অসৎ, দুষ্ট ল'ৰাহঁতে তেওঁকে ধৰিব পুলিচক খবৰ দিয়া বুলি। দোকানীয়েও নাজানে কাইলৈ কি কৰিব আৰু আমিও নাজানো তেওঁ কি কৰা উচিত।

এটা মহা সমস্যা উপস্থিত হৈছে আজি।

এনেভাৱেই অসমৰ গাঁৱত চলিছে সমস্যা। এনেধৰণে কুৰি শতিকাৰ শেষ দশকত চলিছে অসমৰ গাঁৱৰ মানুহৰ দুৰ্দশা।

কাইলৈ ৰাতিপুৱা শৰৎ মজুমদাৰে কি খেলা খেলে তালৈ আমি বৰ আগ্ৰহেৰে বাট চাই ৰ'লো।



## (ত্ৰিছ)

ৰাতিপুৱা ৰঞ্জুহঁত টোপনিৰ পৰা উঠিছে। ৰঞ্জুই মুখ-হাত ধুই চোতালত বহিছে। মায়াই চাহ কৰিবলৈ গৈছে। এনেতে শৰৎ মজুমদাৰ আহি ওলাল। দোকানীক দেখি ৰঞ্জুই তৎক্ষণাৎ মাত লগালে — "আহক খুড়া, আজি ৰাতিপুৱাতে ওলাল? চকীখনৰ পৰা উঠি তেওঁক বহিব দিলে। শৰৎ মজুমদাৰ বহিল। মায়াই পাকঘৰৰ পৰা দেখি অবাক হ'ল। আজি ইমান দিনৰ মূৰত দোকানী খুড়া এই ৰাতিপুৱাতে ওলাল কিয়? কি ঘটনা ঘটিল? এনেবোৰ প্ৰশ্ন জাগিল তাইৰ মনত। আনহাতে ভূপেনে দমকলৰ পাৰত মুখ ধুই থকা অৱস্থাতে দেখা পাই হতবাক হ'ল। আজি কেইবছৰৰ মূৰত দোকানী খুড়া আহি আমাৰ ঘৰত ওলাল এই ৰাতিপুৱাতে। খৰধৰকৈ মুখ ধুই আহি চোতাল পালে আৰু দোকানীক মাত লগালে — "আজি ইমান দিনৰ মূৰত আহিল আপুনি আমাৰ ঘৰলৈ খুড়া। ইমান ৰাতিপুৱাতে ওলাল যে?"

"বিশেষ এটা কাৰণত ৰাতিপুৱাই আহিব লগা হ'ল। ৰঞ্জুবোপাৰ লগত অলপ কথা আছে।"

"বহক খুড়া।" এইবুলি কৈ ভূপেন পাকঘৰৰ পিনে গ'ল। ইতিমধ্যে মায়াই চাহ আৰু পিঠা লৈ আহি ৰঞ্জু আৰু মজুমদাৰক ভিতৰলৈ মাতিলে। ৰঞ্জুই দোকানীক কলে — "আহক খুড়া, চাহ দিছে; ভিতৰলৈ বলক।"

"চাহ খায়েই আহিছো; খাবৰ মন নাই।" অলপ নৰম সুৰত ক'লে মজুমদাৰে।

"আহকচোন। ৰাতিপুৱাতে আহিছে, চাহ কাপো নাখাবনে?"

"বলা বাৰু।" দুয়ো উঠি ভিতৰলৈ গ'ল আৰু চাহ খাব ধৰিলে। ইতিমধ্যে ৰঞ্জুৰ মাক আৰু পিতাক দুয়ো উঠিছে আৰু দোকানীক মাত লগাই চাহ খাবলৈ অনুৰোধ কৰিছে। মাকে ক'লে — "আজি কিমান দিনৰ মূৰত আমাৰ ঘৰলৈ আহিল। আমাৰ কি ভাগ্য আজি। আমি দুখীয়া মানুহ কাৰণে কোনো দিন আমাৰ ঘৰলৈ ভুমুকি নামাৰে। আজিযে কি ভাগ্য আমাৰ।"

বাপেকেও হাঁহি মাৰি ক'লে — "মই ভবাই নাছিলো আমাৰ মহাজনে যে আমাৰ ঘৰত পদ ধূলা দিব।"

"মোক ইমান ডাঙৰ মানুহ বুলি ধৰিছে কিয়? মই এজন দোকানীহে।" মজুমদাৰে ক'লে। এনেতে মায়াই আহি মাত লগালে — "চাহখিনি খাওক খুড়া। আজি মোৰ পিঠা ভাল নহ'ল।"

"হ'ব মা হ'ব। মই পিঠা ভালেই পাওঁ।"

এনেকৈ কৈ ৰঞ্জু আৰু শৰৎ মজুমদাৰে চাহ খাব ধৰিলে। চাহ খাই থাকোঁতে ৰঞ্জুই সুধিলে — "কওক খুড়া, ইমান ৰাতিপুৱাতে কিয় আহিল?"

"তোমাৰ লগত এটা বৰ জৰুৰী কথা আছে বোপা। কথাবাৰ বৰ গোপনীয়, কাকো নক'বা। মই মনে মনে কওঁ।" এইবুলি কৈ মনে মনে কাণৰ কাষত ক'লে — "যোৱা ৰাতি মোৰ দোকানলৈ পুলিচ আহিছিল। সিহঁতে বৰাক বিচাৰি আছে আৰু চোৰাংচোৱাৰ পৰা সম্ভেদ পাইছে যে বৰা ডাঙৰীয়া তোমালোকৰ ঘৰত আছে। আজি ৰাতি আঠ, ন বজাৰ লগে লগে সিহঁত তোমালোকৰ ঘৰলৈ আহিব আৰু বৰাক লৈ যাব। লগতে তোমালোককো লৈ যাব। বোধহয় মাৰ-ধৰ কৰিব আৰু টাডা নে আডা আইনত পেলাই জেলত ভৰাব। গতিকে দিনৰ ভিতৰতে কিবা ব্যৱস্থা কৰা। এইবাৰ কথাকে ক'বলৈ মই ৰাতিপুৱাতে ওলালো। হাজাৰ কাজিয়া-পেচাল লাগিলেও তোমালৈ মোৰ মৰম আছে। মই তোমালোকৰ বিপদ সহ্য কৰিব নোৱাৰিম। আৰু সেইবাবেই আহিলো বোপা।"

"আপোনাক ধন্যবাদ দিছো খুড়া, আপোনাৰ মৰমৰ কথা মই পাহৰিব নোৱাৰিম। এতিয়া মোক উপায় দিয়ক খুড়া।"

"মইনো কি উপায় দিম বোপা। তুমি তৎক্ষণাৎ গাড়ীৰে বৰাক নলবাৰী পুলিচ থানালৈ পঠাই দিয়া যাতে পুলিচ ৰাতি আহিব লগা নহয়।"

"কেনেকৈ, কিহেৰে নিম খুড়া।"

"মোৰ গাড়ীখনেৰে লৈ যোৱা; কিন্তু গাড়ীখন থানালৈ নিনিবা, থানা পোৱাৰ আগতে ৰিক্সাত তুলি পঠাই দিবা আৰু গাড়ীখন লৈ তুমি ওচি আহিবা।"

"বৰ ডাঙৰ উপকাৰ কৰিলে খুড়া, মই মহা সংকটত পৰিছো।"

"মই বুজো, সেইবাবেই তোমাৰ ওচৰলৈ আহিছো। এতিয়া মই যাওঁ; তুমি বেগতে আহি গাড়ীখন লৈ যোৱা, মই ড্ৰাইভাৰক বুজাই দিম।"

এনেকৈ চাহ খাই উঠি মজুমদাৰ যাবলৈ ওলাল। দুয়ো চোতাললৈ ওলাই আহিল। ওলাই আহিয়ে দেখিলে যে নগেন আৰু বলেন আহি চোতালত থিয় দিছে। ইহঁত দুটাক দেখি দোকানীৰ জীৱ যেন উৰি গ'ল। তেওঁ বৰ ভয় খালে। মানুহজন শেঁতাপৰি গ'ল। তেওঁৰ অৱস্থা দেখি বন্ধুই সিহঁতক ক'লে —

"ৰাতিপুৱাতে যে তোমালোক ওলালা আজি? খবৰ কি?"

বলেন আৰু নগেনে বৰ ক্ষিপ্ত হৈ ক'লে — "বৰ সৰ্বনাশ হৈ গ'ল বন্ধুদা, যোৱা ৰাতি আমাৰ সকলো শেষ হৈ গ'ল।"

"কি হ'ল খুলি কোৱাচোন?"

"যোৱা ৰাতি পুলিচ-মিলিটাৰীয়ে আমাৰ পিতাক মাৰি-ধৰি টকা-পইচা, গহনা-পাতি লৈ গ'ল। মাটিৰ তলত পুতি থোৱা টকাৰ বাকচো লৈ গ'ল। এই টকাৰ বাকচ আমাৰ সংগঠনৰ আছিল। এতিয়া মোৰ গতি লাগিল। মোক শেষ কৰি দিব সংগঠনৰ লোকে। মই এতিয়া কি কৰিম বন্ধুদা? মোক উপায় দিয়ক।" নগেনে কান্দোনমুৱা হৈ বন্ধুৰ আগত ক'লে। তাৰ মনৰ অৱস্থা বুজি বন্ধুই সান্ত্বনা দি ক'লে—

'একো চিন্তা নকৰিবা নগেন। মই চিন্তা কৰি চাওঁ। নিশ্চয় কিবা উপায় কৰিম।

তুমি চিন্তা নকৰিবা।" এনেতে অতি উগ্ৰমূৰ্ত্তি ধৰি বলেনে ক'লে —

"মোৰো সৰ্ব্বনাশ কৰি গ'ল বজুদা। পুলিচ-মিলিটাৰীয়ে আমাৰ পিতাক মাৰি-ধৰি টকা-পইচা নিয়াৰ উপৰিও মোৰ আইৰ সিহঁতে সতীত্ব হৰণ কৰিলে। মই আৰু কাকো সহ্য নকৰিম বজুদা। হয় মই মাৰিম, নহয় মৰিম। মোৰ মাক ধৰ্ষণ কৰাইতক মই নিৰ্মমভাবে বধ কৰিম।" সি উগ্ৰমূৰ্ত্তি ধৰি এ, কে ৪৭টো উলিয়াই ক'লে — "মই গুলি কৰিম বজুদা, মই সিহঁতক শেষ কৰি দিম।"

"ধৈৰ্য্য ধৰা বলেন, এই অপকৰ্মৰ মই প্ৰতিফল দিম সিহঁতক। তুমি অধৈৰ্য্য নহ'বা। তোমাৰ মা মোৰো সম্পৰ্কীয় মাহী। মোৰ মাৰ তুল্য। এই অপমানৰ মই পোতক তুলিম। তুমি তোমাৰ মাৰণাস্ত্ৰ সামৰি থোৱা। কোনে এই অপকৰ্ম কৰিছে তুমি তাক চিনিব নোৱাৰিবা, তুমি কোনো নিৰ্দোষী পুলিচ বা মিলিটাৰীকহে মাৰিব পাৰিবা। মই সিহঁতক থানাৰ জৰিয়তে চিনাক্ত কৰি আইনৰ দ্বাৰা ব্যৱস্থা কৰিম। তুমি দেখিবা মই কি কৰো। এই সৈন্যবাহিনীকে মই ৰাজ্যৰ পৰা খেদি পঠিয়াম। সন্ধিৰ বাহ বুদ্ধিৰেহে কাটিব পাৰি। বুদ্ধি কৰিব লাগিব। তুমি অধীৰ নহ'বা বলেন।"

"নহয় বজুদা, মই নিৰ্মম প্ৰতিশোধ লম। মই পুলিচ-মিলিটাৰীক গুলিয়াম। মোৰ আইৰ ওপৰত কৰা পাশৱিক অত্যাচাৰৰ প্ৰতিশোধ লম।"

"তুমি অকলে কি কৰিবা পুলিচ-মিলিটাৰীৰ বিশাল বাহিনীক?"

"মই অকলে নহয় বজুদা, মোৰো সংগঠন আছে।"

"তোমাৰ সংগঠনৰ কি শক্তি আছে পুলিচ-মিলিটাৰীৰ বিশাল বাহিনীৰ লগত যুঁজিবলৈ?"

"মটৰ, ৰকেট লাঞ্চাৰ, ৰিমোৰ্ট কণ্ট্ৰোল, ৰাইফল, বন্দুক, পিষ্টল, এ, কে, ৪৭, এ, কে, ৫৬ বোমা-বাৰুদ আৰু অট'মেটিক মেচিনগান আদি আধুনিক মাৰণাস্ত্ৰ আমাৰো আছে বজুদা, আমিও যুদ্ধ কৰিব পাৰিম। আমি গেৰিলা যুদ্ধ কৰিম।"

"এইবোৰ এৰা বলেন; হাতীক হাতেৰে ঠেলিব নোৱাৰিবা। ভাৰতৰ বিশাল সৈন্যবাহিনীৰ লগত যুদ্ধ কৰিব পৰা শক্তি একোখন ৰাষ্ট্ৰৰে নাই। — তোমালোক এমুঠিমান সন্ত্ৰাসবাদীৰ কি শক্তি আছে বাধা দিবলৈ? ই অবাস্তৱ। তুমি জনসাধাৰণৰ সমৰ্থন লাভ কৰি কুখ্যাত আইনবোৰ আঁতৰ কৰিবলৈ চেষ্টা কৰা, তেহে কৃতকাৰ্য্য হ'বা। আইনখন নিজে হাতত তুলি ল'বলৈ নাযাবা, বৰং জনমত গঠন কৰি আইন বাতিল কৰি দিয়া, তেহে কৃতকাৰ্য্য হ'বা। তোমাৰ অবাস্তৱ কল্পনা বাদ দি বাস্তৱ ব্যৱস্থা হাতত লোৱা। তুমি কেৱল শান্ত হোৱা।"

"মই একো নুশুনো বজুদা, মই কেৱল আপোনাক জনাবলৈহে আহিছো, মই আজি ৰাতি সিহঁতক গুলিয়াম।"

"তুমি সিহঁতক লগ পাবা কেনেকৈ?"

"যোৱা ৰাতি টকা লুটি নিছে; আজি ৰাতিও টকাৰ লোভত সিহঁত আহিব। মই নিশ্চয়কৈ জানো। গতিকে আজি ৰাতি মই যুঁজিম। মই মৰিম; কিন্তু মই কেইজনমান

দুৰ্বৃত্ত সৈনিকৰ প্ৰাণ লম।" সি দৃঢ়স্বৰে কৈ উঠে। তাৰ ৰৌদ্ৰমূৰ্ত্তি দেখি এওঁলোকে বিচুৰ্ত্তি খালে। শৰৎ মজুমদাৰে ভয়তে থৰ্ থৰ্ কৰি কঁপিব ধৰিলে। ক'বতো নোৱাৰি এই দুৰ্বৃত্তই কেতিয়া কাৰ প্ৰাণ লয়। কোনেও ক'ব নোৱাৰে। কিজানি সিহঁতৰ লগতে পুলিচৰ সঙ্গী বুলি ভাবি তেওঁৰো প্ৰাণ লয়? কিজানি সিহঁতৰ সমস্ত পৰিয়ালটোকে নিশ্চিহ্ন কৰি পেলায়? মজুমদাৰে ভয়তে থৰ্ থৰ্ কৰি কঁপি থাকিল, মুখেৰে মাতিব নোৱাৰিলে।

এনেতে বন্ধুই কঠোৰভাৱে ক'লে — "ৰ'বা বলেন। মোৰ ঘৰত যে তোমালোকে এটা মহা বিপদ চপাই দিছা, এই বিপদ তুমি আঁতৰ কৰি আমাক ৰক্ষা কৰা তোমালোকৰ কৰ্ত্তব্য হয়নে নহয়?"

"হয়। মই স্বীকাৰ কৰো।"

"তেন্তে বৰা ডাঙৰীয়াৰ ব্যৱস্থা কি কৰিবা? আমাৰ পৰিয়ালক ৰক্ষা নকৰা নেকি? মানৱতাৰ খাতিৰত আমি আশ্ৰয় দি সবংশে নিধন হ'ব লাগিব নেকি?"

"কেতিয়াও আপোনালোকৰ অন্যায় হ'ব নিদিম।"

"তেন্তে কি কৰা এতিয়াই কৰি পেলোৱা।"

"এতিয়াই আমি বৰা চাহাবক মুক্তি দিম আৰু নলবাৰীত থৈ আহিম। আমাক টকা নালাগে, টকা আৰু কাৰ বাবে আদায় কৰিম? আমাৰ সংগঠনৰ কাৰণে আদায় কৰা টকা মিলিটাৰীয়ে নিলে আৰু ভবিষ্যতেও নিব গতিকে কাৰো টকা নলওঁ। তেওঁক আমি বিনা টকাই আজি মুক্তি দিম। এতিয়াই তেওঁক থৈ আহিম আৰু আপোনালোকক বিপদমুক্ত কৰিম।"

"কিহেৰে নিবা?"

"মটৰেৰে নিম।"

"কাৰ মটৰ?"

"দোকানী মহাজনৰ মটৰেৰে নিম।" মজুমদাৰক আঙুলিয়াই দি কয় আৰু দোকানীক কয় —

"আপোনাৰ এম্বেচেদৰ গাড়ীখন এতিয়াই লৈ আহক, আমি বৰা চাহাবক থৈ আহিব লাগে।"

ভয়ে ভয়ে মজুমদাৰে কয় — " মোৰ গাড়ী নিলে মোক নধৰিবনে?"

"আমি তাৰ ব্যৱস্থা কৰিম। আপুনি একো ভাবিব নালাগে। গাড়ী লৈ আহকগৈ। আমি প্ৰস্তুত হৈ আছো।" এনেভাৱে দোকানীক আদেশ কৰি বন্ধুৰ ভৰিত ধৰি সেৱা কৰি বলেনে কান্দি কান্দি ক'লে — 'মই আপোনাৰ ভৰিত ধৰি আমাৰ দোষৰ বাবে ক্ষমা খুজিছো বন্ধুদা। আমাক ক্ষমা কৰক, আপোনালোকক কষ্ট দিয়া বাবে; আৰু আজিয়ে মোৰ শেষ দেখা বন্ধুদা আপোনালোকৰ লগত। মই আপোনাৰ পৰা শেষ বিদায় ল'লো বন্ধুদা, মৰাৰ পিছত মোৰ নামত আপুনি এটা কুকুৰ পুহিব যাতে বলেনে আপোনাৰ আদেশ পালন কৰিব পাৰে আৰু আপোনাৰ গা ৰক্ষক হৈ

থাকিব পাৰে।"

এইবুলি কৈ হুকহুকাই কান্দি দুৰ্দান্ত বলেনে আজি শান্ত-শিষ্ট সৰু ল'ৰাৰ দৰে কান্দি কান্দি উঠি চকু মোহাৰিলে। বঞ্জুৰ চকুলো ওলাই আছিল। বলেনৰ মূৰত ধৰি মূৰ পিহি তাৰ চকুলো মচি দি বঞ্জুই থোকা-থুকি মাতেৰে ক'লে — "বলেন, নাকান্দিবা ভাই, তোমাৰ আজিৰ এই বিদায় বাণীয়ে মোৰ বুকুৰ অন্তঃস্থলত আঘাত কৰিছে। মই আজি তোমাৰ সকলো দোষ ক্ষমা কৰিলো ভাই। কিন্তু তুমি তোমাৰ ভীষণ প্ৰতিজ্ঞা ভংগ কৰা। তোমাৰ হৈ মই সিহঁতৰ ওপৰত প্ৰতিশোধ লম। মাহীৰ অপমানৰ ভীষণ প্ৰতিশোধ লম মই। দেশৰ পৰা মই এই কুখ্যাত আইন বাতিল কৰি দিম। যি কলা আইনৰ দ্বাৰা দেশ ৰক্ষাকাৰী সৈন্যবাহিনীক দেশৰ মানুহৰ ওপৰত অত্যাচাৰ কৰিবলৈ চৰকাৰে নিয়োগ কৰিছে, সেই আইন মই বাতিল কৰিহে চাৰিম। ব্যক্তিৰ লগত মই নুযুঁজো, আইনৰ লগতহে মই যুঁজিম। আজি মই তোমাক শেষবাৰৰ বাবে অনুৰোধ কৰিছো বলেন, তুমি তোমাৰ ভীষণ প্ৰতিজ্ঞা ত্যাগ কৰা।" বঞ্জুই চকুলো মচি তাক অনুৰোধ কৰে। বলেনে বঞ্জুৰ হাত দুখনত ধৰি চকুলৈ চাই কয় — "মই দুৰ্বৃত্ত হ'ব পাৰো বঞ্জুদা, মই কিন্তু অমানুহ নহয় বঞ্জুদা, মই মোৰ মাতৃৰ অপমানৰ পোতক তুলিম; নোৱাৰিলে এই দেহ ৰখাৰ কোনো সাৰ্থকতা নাই বঞ্জুদা। মোক ক্ষমা কৰিব — মই প্ৰতিজ্ঞা পালন কৰিমেই কিন্তু তাৰ আগতে মই বৰা ডাঙৰীয়াক আঁতৰ কৰি আপোনালোকক বিপদমুক্ত কৰিহে মৰিম।"

তাৰপিছত দোকানীক আদেশ কৰে — "আপুনি যাওক, আপোনাৰ এম্বেচেডৰ আৰু ড্ৰাইভাৰক তৎক্ষণাৎ ইয়ালৈ পঠাই দিয়ক।"

ইমান সময়ে এই দুৰ্দান্তৰ অন্তৰৰ দুৰ্বলতা আৰু মহত্বৰ কথা ভাবি তধা লাগি আছিল দোকানীয়ে। এতিয়া এনে আদেশ পাই তেওঁৰ যেন স্বপ্ন ভঙ্গ হ'ল আৰু সম্বিত ফিৰিল। তেওঁৰ চকু-মুখ সচেতন হৈ উঠিল আৰু মূৰ জোকাৰি ক'লে — "যাওঁ, মই এতিয়াই পঠাই দিম। এই কথা ক'বলৈহে মই ইয়ালৈ আহিছিলো। মোৰ কথা যেন কাকো নোকোৱা আৰু মোক যেন ৰক্ষা কৰা বোপাহঁত। মই এটা কথা কৈ যাওঁ, কামটো এতিয়াই কৰা নহ'লে আজি ৰাতি সিহঁত আকৌ আহিব।"

এইবুলি কৈ তৎক্ষণাৎ গুচি গ'ল দোকানী। আজি তেওঁৰ মনত এটা নতুন চিন্তাৰ উন্মেষ হ'ল — দুৰ্বৃত্তৰ অন্তৰতো সুকোমল ভাব আছে। দোকানী যোৱাৰ পিছত নগেনে ক'লে — "এতিয়া আজি খৰখৰকৈ কামটো কৰি ল'ব লাগে বঞ্জুদা। আহক আমি বৰা চাহাবক কথাবাৰ জনাই সাজু কৰি লওঁ। বলেন, আহ। গাড়ী আহে মানে যোৱাৰ যোগাৰ কৰো।"

এনেকৈ কৈ নগেন, বলেন আৰু বঞ্জুই বৰা ডাঙৰীয়াৰ ঘৰটিলৈ গ'ল।

চোতালতে এওঁলোকৰ এনে কাণ্ড-কাৰখানা দেখি মায়া, ভূপেন, মাক-বাপেক সকলোৱে স্তম্ভিত হৈ গ'ল। আজি যে কি কাণ্ড হয় ক'ব নোৱাৰি। যোৱা ৰাতি মিলিটাৰী অপাৰেচন' হৈ গাওঁখনত কি অপকাণ্ডবোৰ হৈ গ'ল। আজি আকৌ কি ঘটনা ঘটে

তাক কোনেও ক'ব নোৱাৰে। ভয়ত ইহঁত সকলোৱে কঁপিব ধৰিলে। কাৰো মুখত মাতবোল নাই। বজ্ৰুইঁত বৰাৰ কোঠালৈ যোৱাত এওঁলোকো পিচে পিচে গ'ল। বৰাই বিছনাৰ পৰা উঠি চিয়াৰত বহি চাহ খাই আছিল। ইতিমধ্যে মায়াই চাহ-জলপান দি গৈছিল। এওঁলোক আটায়ে সোমাই যোৱাত বৰা শঙ্কিত হ'ল — "আজি বা আকৌ কি নাটক আৰম্ভ হয়। কমত সোমায়েই ক'লে — "দেউতা, আপোনাক আজি এটা সুখবৰ দিবলৈ আমি আহিছো।"

"কি সুখবৰ বোপা?"

"আজি ইহঁতে আপোনাক মুক্তি দিব। আপোনাৰ ধনৰ দাবীও উঠাই লৈছে।"

"হয়নে বোপাইঁত?" বৰাই চাহকাপ আধা খোৱাকৈ থৈ থিয় হৈ সুধিলে। নগেনে ক'লে — "হয় দেউতা! আজি আমি আপোনাক মুক্তি দিম।" বলেনে ক'লে — "আপোনাক কৰা ধনৰ দাবীও উঠাই লৈছো।"

"হয়নে বোপা? কিয় এই কাম কৰিলা?"

বলেন— বজ্ৰুদাৰ আৰু এওঁলোকৰ পৰিয়ালৰ মঙ্গলৰ বাবে।"

"বৰ সুখী হ'লো বোপাইঁত। তোমালোকৰ এই সুমতি হ'ল ঈশ্বৰৰ ইচ্ছাত। এতিয়া মই কি কৰিব লাগিব।"

নগেন — "এতিয়া আপুনি কাপোৰ পিন্ধি সাজু হ'ব লাগে। আমি গাড়ী আনিবলৈ পঠাইছো। এতিয়াই গাড়ী আহি পাব আৰু আপুনি তৎক্ষণাৎ গাড়ীত উঠি আমাৰ লগত নলবাৰী থানালৈ যাব লাগিব। তাত গৈ আপোনাক পুলিচক চমজাই দিম।"

বলেন — "কিন্তু এটা অনুৰোধ দেউতা। আপুনি যেন পুলিচৰ আগত ক'ত, কেনেকৈ কাৰ ঘৰত আছিল এই কথা ঘুণাক্ষৰে একো নকয়, যাতে বজ্ৰুদাইঁতৰ ঘৰৰ ওপৰত পুলিচৰ কোনো অত্যাচাৰ নচলে।"

"নিশ্চয়! নিশ্চয়! মই কোনো কথা পুলিচক নকওঁ।"

বলেন — "আৰু এটি অনুৰোধ দেউতা, আমাৰ বিষয়ে যেন একো বেয়া মন্তব্য নিদিয়ে।"

"নিশ্চয়! তোমালোকৰ এনে ভদ্ৰ ব্যৱহাৰৰ পিচতো মই কিবা বেয়া মন্তব্য দিলে মোৰ মানৱতাবোধ থাকিবনে?"

নগেন — "তাকে আশা কৰিছো দেউতা। আপোনাক আৰু আপোনাৰ পৰিয়ালক কষ্ট দিয়াৰ বাবে আমি আপোনাৰ ওচৰত ক্ষমা ভিক্ষা বিচাৰিছো দেউতা।"

এইবুলি কৈ নগেন আৰু বলেনে তেওঁৰ ভৰিত ধৰি সেৱা জনায়। তেওঁলোকৰ মূৰত ধৰি ক্ষমা কৰি দিয়ে তেওঁ।

এওঁলোকৰ এনে আচৰিত সিদ্ধান্তৰ কথা শুনি মায়াইঁতৰ ঘৰখন যেন আচৰিত হৈ গ'ল। হঠাতে আজি এনে সিদ্ধান্ত ল'লে কিয় সন্ত্ৰাসবাদীইঁতে। তেওঁলোকেও বজ্ৰুৰ বাহিৰে সকলোটিয়ে বৰাৰ ওচৰত ক্ষমা খুজিলে আৰু সেৱা জনালে। বজ্ৰুই ক'লে — "আমাৰ দায়-দোষ ক্ষমা কৰিব দেউতা।" বৰাই হুকহুকৈ কান্দি পেলালে আৰু

আনন্দৰ চকুলোৰে গাল-মুখ তিয়াই ক'লে — "মই আজিলৈ স্বৰ্গত আছিলো, আজিহে মৰ্ত্তলৈ যাওঁ।"

বগুৱে ক'লে — "আপুনি তৎক্ষণাৎ সাজু হওক দেউতা। মাযা, যোৰাচোন দেউতালৈ খোৱাৰ যোগাৰ কৰাগৈ।"

তাৰপিছত নগেনহঁতক ক'লে — "নগেন, বলেন। তোমালোকক মই এটা কথা কওঁ শুনা। তোমালোকেও আজি আত্মসমৰ্পণ কৰিব লাগিব। চৰকাৰে ঘোষণা কৰিছে সন্ত্ৰাসবাদীয়ে আত্মসমৰ্পণ কৰি মূলসুতিলৈ আহিলে সকলোকে ক্ষমা কৰিব আৰু দুই লাখ টকা স্বনিয়োজনৰ বাবে দিব। তোমালোকে অস্ত্ৰ-শস্ত্ৰ লগত লৈ গৈ থানাত আত্মসমৰ্পণ কৰাগৈ। মই তাৰ আগতে গৈ থানাৰ ডি, এচ, পিৰ লগত আলোচনা কৰোগৈ। তেওঁ মোৰ বন্ধু। গতিকে তেওঁৰ ওচৰত আত্মসমৰ্পণ কৰি নিজৰ আৰু দেশৰ মঙ্গল সাধন কৰাগৈ। মই থানাতে থাকিম। তোমালোক নলবাৰীৰ ওচৰৰ খাৰজুৱা থানত দেউতাৰ সৈতে বৈ থাকিবা। মই ডি, এচ, পিক পঠাই দিম। ডি, এচ, পিৰ গাড়ীত তোমালোক অস্ত্ৰ-শস্ত্ৰৰ সৈতে দেউতাক লগত লৈ থানালৈ আহিবা। মই কোৱামতে হেৰফেৰ নোহোৱাকৈ কাম কৰি যাবা। গাড়ী বোধহয় আহিলেই। তোমালোক আটাইকেইজন সন্তম হৈ আহাগৈ। তোমালোকৰ লগৰীয়াসকলক কৈ বুজাই আনাগৈ। আজিয়ে সোণালী সুযোগ। এই সুযোগ হেৰুৱালে নাপাবা। পিচত মোক নুদুষিবা।"

বলেন — "আমি আত্মসমৰ্পণ কৰিব লাগিব বগুদা?"

বগু — "হয় তোমালোকে আত্মসমৰ্পণ কৰিব লাগিব নহ'লে কাৰো ৰক্ষা নহ'ব। ভুৱা সন্ত্ৰাসবাদী হৈ জনসাধাৰণৰ ধন আত্মসাৎ কৰি বৰ অপৰাধ কৰিছা। এই পাপৰ পৰিণাম ভয়াবহ। অতি সোনকালে আচল সন্ত্ৰাসবাদীসকলে তোমালোকক বধ কৰিব।

বলেন — আমাক বধ নকৰে বগুদা। আমি ইতিমধ্যে আচল সন্ত্ৰাসবাদী দলৰ লগত লগ লাগিছো।

নগেন — "সেইবাবেই আমাৰ ঘৰত দহ লাখ টকা জমা ৰাখিছিলো। আমি পঞ্চাছ লাখ টকা অস্ত্ৰ-শস্ত্ৰ কিনিবৰ বাবে তেওঁলোকক দিম বুলি কৈছিলো আৰু তাৰ বাবে তেওঁলোকৰ দুগৰাকী বিদেশত প্ৰশিক্ষণপ্ৰাপ্ত সন্ত্ৰাসবাদীক আমাক প্ৰশিক্ষণ দিবৰ বাবে পঠাই দিছিল। আমি প্ৰশিক্ষণ লৈ আছো, আমি এতিয়া মিলিটাৰী কণভয় নিমিষৰ ভিতৰতে উৰাই দিব পাৰো। অস্ত্ৰ-শস্ত্ৰ আৰু প্ৰশিক্ষণ আমাৰ আছে। আমি একো ভয় কৰা নাই। এইবাৰ আমি ৰাজ্যৰ কাৰণে যুঁজিম।"

বগু — "যিখন ৰাজ্যৰ কাৰণে যুঁজিব খুজিছা, সেইখন ৰাজ্য আৰু আছেনে? নামত ৰাজ্য আছে কিন্তু আচলতে এখন ৰাজ্য হৈ থকা নাই। দুষ্ট ৰাজনীতিকৰ জালত পৰি ৰাজ্যখন নানা জাত-পাত, গোষ্ঠীৰ নামত ভাগ ভাগ হৈ গৈছে। এতিয়া সেই ভাগবোৰ জোৰা লগাই কেনেকৈ একগোট কৰিব পাৰা তাৰে চেষ্টা কৰা। তাৰপিচতো

ৰাজ্যখন স্বতন্ত্ৰীয়া কৰিব পাৰিবা। এতিয়া জাতিটো থান-বান হৈছে, আগতে সংগঠিত কৰা। তাৰ কাৰণে মই কোৱামতে কাম কৰা।"

বলেন — "ভৱিষ্যত সম্পৰ্কে আমাতকৈ আপুনি বেছি চিন্তা কৰিব পাৰে। আপোনাৰ কথা আমি মানিম। আপোনাৰ কথামতে সঙ্গীসকলে কাম কৰিব, কিন্তু মই আত্মসমৰ্পণ নকৰো। মোৰ আইৰ ওপৰত কৰা পাশবিক অত্যাচাৰৰ প্ৰতিশোধ লব নোৱাৰো মানে মই একো কথা মানিব নোখোজো। কোনোপধ্যে মই আত্মসমৰ্পণ নকৰো। বৰং সিহঁতক বধ কৰিম নহয় সিহঁতৰ হাতত প্ৰাণ দিব। ই মোৰ সত্য প্ৰতিজ্ঞা। মোক প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ নকব ৰঞ্জুদা। অৱশ্যে আপোনাৰ আদেশমতে মই সঙ্গীসকলক সাজু কৰি আনি ইয়াত চমজাই দিম। এতিয়া মই আহিলো।" এইবুলি কৈ বলেনে বায়ুবেগে ওলাই গ'ল। সকলোৱে হতবাক হৈ চাই ৰ'ল। বৰাই নিস্তব্ধ হৈ থাকি বলেন যোৱাৰ পিছত, কৈ উঠিল — "কি আশ্চৰ্য্য ল'ৰা। কি প্ৰতিজ্ঞা। হায় হায় আমাৰ দেশৰ এই দুৰ্দ্দান্ত সাহসী ডেকাসকলক যদি সৎপথে পৰিচালিত কৰিলেহেঁতেন তেন্তে দেশৰ কিমান উন্নতি হ'লহেঁতেন!"

ৰঞ্জু — "ইয়াতেইতো আমাৰ নেতাসকলৰ অক্ষমতাৰ পৰিচয় ফুটি উঠে। হায় আমাৰ দেশৰ ৰাজনৈতিক নেতা!" কিছু সময়ৰ পিচত আকৌ ৰঞ্জুই ক'লে — "আপুনি ওলাওক দেউতা, গাড়ী আহি পাব। বোধহয় সিহঁতো আহিব। তুমি যোৱা নগেন, অস্ত্ৰ-শস্ত্ৰবোৰ লগত লৈ তোমালোকৰ সঙ্গীসকলৰ সৈতে দেউতাৰ লগত যাবা। সকলোকে সাজু কৰি আনাগৈ। পলম নকৰিবা। মই এতিয়া আগেয়ে নলবাৰীলৈ যাওঁ।" কথাষাৰ কৈ ৰঞ্জু পাকঘৰলৈ আহিল আৰু নগেনে চিন্তামগ্ন হৈ বাহিৰ ওলাই ঘৰলৈ গ'লগৈ।

আজি যেন জীৱন নাটৰ এটি অঙ্ক শেষ হ'ল আৰু অন্য অঙ্কলৈ জীৱনে গতি কৰিব। ই যেন হঠাৎ পট পৰিৱৰ্ত্তন।

ভাতকেইটামান খায়ে ৰঞ্জুই নলবাৰী থানা উঠিল। থানাৰ ডি, এচ, পি, প্ৰবীণ হাজৰিকাই পৰম ব্যস্ততাৰে কিবা লিখি আছে। পুলিচবিলাকে খৰখৰ কৰি বয়-বস্তুবোৰ ট্ৰাকত ভৰাব ধৰিছে। এনেতে ৰঞ্জুই প্ৰবীণ হাজৰিকাৰ টেবুলৰ আগত থিয় হৈ মাত লগালে "মিঃ হাজৰিকা।"

হাজৰিকাই মুৰ তুলি চাই ৰঞ্জুক দেখি বিস্ময় মানিলে আৰু হাঁহি মাৰি ক'লে — "বাঃ বৰুৱা দেখোন। আহক, আহক, বহক বহক।" বুলি কৈ চিয়াৰখনত বহিব দি হাত দুখনত ধৰি জোকাৰি দি ক'লে — "ক'ৰপৰা আহিল আজি হঠাৎ?"

"ঘৰৰ পৰা।"

খৰখৰকৈ পুলিচ এজনক ক'লে — "কলিতা, দুকাপ চাহ লৈ আহক, ভাল মিঠাই আনিব।"

পুলিচজন চাহ-মিঠাই আনিবলৈ দোকানলৈ গ'ল। বৰ আগ্ৰহেৰে হাজৰিকাই সুধিলে — "খবৰ কেনে।"

"খবৰ গোবৰ।" হাঁহি মাৰি কয় বন্ধুৱে — এনেদৰে হাঁহি মাৰি হাজৰিকাই কয় — "গোবৰ হ'ল কেনেকৈ।"

"আপোনাৰ অনুগ্ৰহত।"

"মোৰ অনুগ্ৰহত?"

"হয়।"

"কেনেকৈ?"

"আমাৰ গাওঁখনত আপুনি অপাৰেচন চলাই খবৰ-গোবৰ কৰি পেলাইছে। পিচে মই সেই গোবৰ সাৰ কৰিবৰ বাবে চেষ্টা কৰিছো।"

"খুলি কওক।"

"খুলি কব লাগিলে আপোনাৰ পুলিচ-মিলিটাৰীয়ে আমাৰ গাঁও "অপাৰেচন" কৰি অতি ভয়ানক কামবোৰ কৰিছে। অৱেশ্য তাৰ প্ৰতিকাৰৰ বাবে চেষ্টা কৰা হৈছে।"

"আপুনি গুৱাহাটীৰ পৰা অহা কেইদিন হ'ল?"

"দুদিনমান হৈছে।"

এনেতে চাহ আনিলে। দুয়ো বন্ধুই চাহ খালে। চাহ খাই উঠি বৰুৱাই হাজৰিকাক ক'লে — "মোৰ বৰ গোপনীয় কথা এটা আছে। আপোনাৰ কমত গৈ মনে মনেহে কব পাৰিম।"

"বাৰু বলক।" এইবুলি কৈ দুয়ো হাজৰিকাৰ শোৱা কমলৈ খোজ ল'লে। কমৰ ভিতৰত দুয়ো বহিল।

বৰুৱাই মনে মনে ক'লে — "বৰ জৰুৰী খবৰ এটা আছে।"

"কি খবৰ কওক।" বৰ আগ্ৰহেৰে সোধে —

"কমল বৰাক অপহৰণকাৰীসকলৰ লগত লৈ অহা হৈছে।"

আচৰিত হৈ হাজৰিকাই সুধিলে।

"কমল বৰাক বিচাৰি চলাথ কৰিলো; ক'তো উলিয়াব পৰা নাই, আপুনি কেনেকৈ পালে?"

"সেইবোৰ পাছত কম। অলপ পাছতে নলবাৰীৰ পশ্চিমত থকা "খাৰজৰা" আশ্ৰমৰ কাষলৈ তেওঁক আনিব। লগত ছয়জন নকল সন্ত্ৰাসবাদী অস্ত্ৰ-শস্ত্ৰৰে সৈতে আহিব।"

"অস্ত্ৰ-শস্ত্ৰ কিয় আকৌ।"

"কমল বৰাক বিনাচৰ্ত্তে মুক্তি দি আপোনাৰ ওচৰত সিহঁতক আত্মসমৰ্পণ কৰিবলৈ কোৱা হৈছে।"

"এই অভাৱনীয় কাৰ্য্য কাৰ দ্বাৰা সম্ভৱ হৈছে?"

"কাৰ দ্বাৰানো সম্ভৱ হ'ব — এই মূৰ্খৰ দ্বাৰাই হৈছে।" বন্ধুই নিজক দেখুৱাই দিয়ে আঙুলিৰে। হাজৰিকাই আচৰিত হৈ সোধে — "কথাৰাৰ বিশ্বাস কৰিবলৈও টান পাইছো। সঁচানে?"

"মিছা হ'লে মই আহিম কিয়? এইবাৰ কমল বৰাও মুক্ত হ'ব আৰু আপোনাৰো নাম হ'ব লগতে প্ৰমোচনো হ'ব। গতিকে অতি সোনকালে এখন ভান লৈ আপুনি পুলিচসহ তেওঁলোকক লৈ আহকগৈ। পলম নকৰিব। বোধহয় সিহঁত এতিয়া মানে আহি পালেহি। মই থানাতে থাকিম। আপুনি যাওকগৈ। পিছত কথা হ'ম।"

বন্ধুৰ কথামতে প্ৰবীণে তৎক্ষণাৎ সাজ-পোছাক পিন্ধি অস্ত্ৰ-শস্ত্ৰ লৈ পুলিচসহ তালৈকে যাবলৈ ওলাই আহিল। পুলিচক সন্ত্ৰম কৰি লৈ অস্ত্ৰ-শস্ত্ৰ লৈ 'লবীত' উঠি গুচি গ'ল। বন্ধু থানাতে থাকিল।

হাজৰিকাই পুলিচসহ গৈ সেই স্থানত উপস্থিত হ'ল।

ইতিমধ্যে আনন্দ-নিবানন্দৰ মাজেৰে বিদায় লৈ কমল বৰা নগেনহঁতৰ লগত আহি সেই স্থানত উপস্থিত হৈছিল। নগেনে এম্বেচেডৰ গাড়ীখন বিদায় দি বৰাক লগত লৈ অস্ত্ৰ-শস্ত্ৰসহ ৰখি আছিল। হাজৰিকা অহাত পুলিচৰ গাড়ীৰ ওচৰত থিয় হ'ল আৰু শ্লোগান দিলে — "শান্তি শৃংখলা ৰক্ষা হওক, আমি আত্মসমৰ্পণ কৰিলো।"

হাজৰিকা নামি অহাত অস্ত্ৰ-শস্ত্ৰবোৰ আগত থৈ বৰা ডাঙৰীয়াক আগলৈ নি তেওঁৰ হাতত চমজাই দিলে। হাজৰিকাই বৰাক নমস্কাৰ কৰি ক'লে — "দেউতা, আপুনি মোৰ গাড়ীত উঠক।"

তাৰপাছত সশস্ত্ৰ পুলিচ বাহিনীক ক'লে — "তোমালোকে, এওঁলোকক একেলগে পিছফালে ৰাখা।"

কথামতে কাম হ'ল। সকলোটিয়ে গাড়ীত উঠি থানা পালেগৈ। থানাৰ আগত সকলোকে ৰাখি ডি, চিৰ বাবে অপেক্ষা কৰি থাকিল। খবৰটো জুইৰ দৰে নলবাৰীত বিয়পি পৰিল। শ শ মানুহ আহি থানা ভৰি পৰিল। সাংবাদিকসকলে ধুম-ধাম কেমেৰা লৈ ফটো তুলিব ধৰিলে। ইতিমধ্যে টি, ভিকো খবৰ দিয়া হ'ল।

"নলবাৰী থানাৰ ডি, এচ, পি, শ্ৰীপ্ৰবীণ হাজৰিকাৰ ওচৰত দুৰ্ধৰ্ষ সন্ত্ৰাসবাদীৰ আত্মসমৰ্পণ আৰু চাহ বাগানৰ অপহৃত মেনেজাৰ শ্ৰীকমল বৰা উদ্ধাৰ" বাতৰিয়ে নলবাৰী নগৰৰ মানুহৰ মাজত উখল-মাখল লগাই দিলে। ওচৰৰ গাঁৱৰ মানুহেও বাতৰি শুনি লানি নিছিগা সোঁতেৰে নলবাৰী থানালৈ লৰ ধৰিলে।

আবেলি তিনিমান বজাত টি. ভিৰ মানুহো আহি পালে। ইফালে নলবাৰী জিলাৰ ডেপুটি কমিচনাৰো আহি হাজিৰ হ'ল। ডি, চিৰ সন্মুখত প্ৰবীণ হাজৰিকাই অস্ত্ৰ-শস্ত্ৰসহ সন্ত্ৰাসবাদীক সমৰ্পণ কৰালে। হাজাৰ হাজাৰ জনতাৰ সমাবেশত সাংবাদিসকলৰ ফটোৰ 'ক্লিক, ক্লিক' শব্দই জনজনাই থাকিল। ই যেন এটা ডাঙৰ উৎসৱহে হৈছে, তেনে দেখা গ'ল।

গধূলি এই আত্মসমৰ্পণ কাৰ্য্যৰ সামৰণি পৰিল। নলবাৰী জিলাৰ ডি, চিয়ে বিদায় ল'লে। হাজৰিকাই সন্ত্ৰাসবাদী ছয়জনক থানাৰ ভিতৰত ৰাখিলে। কমল বৰাক তেওঁ নিজৰ কামত গুৰলৈ দি পুলিচ পহৰাৰ ব্যৱস্থা ৰাখিলে। লগত থাকিল বন্ধু বৰুৱা।

ইতিমধ্যে তেওঁলোকৰ খোৱা-বোৱা ব্যৱস্থা কৰি দিলে প্ৰবীণ হাজৰিকাই।

ৰাতি সাত বজাত টি, ভিত এই ঘটনা দেখুৱালে। "প্ৰবীণ হাজৰিকাৰ তত্ত্বাৱধানত দুৰ্ধৰ্ষ সন্ত্ৰাসবাদী ছয়জনৰ আত্মসমৰ্পণ আৰু চাহ বাগানৰ মেনেজাৰ অপহৃত কমল বৰাৰ মুক্তি" বুলি টি, ভিত ছবি সহকাৰে ঘোষিত হোৱাত সকলোৰে মুখত আনন্দ বিৰিঙিল। বৰাৰ ঘৰৰ লোকৰ কেনে আনন্দ লাগিছে তাক কোৱাৰ দৰকাৰ নাই আনকি সমস্ত বাগানখনৰ মানুহৰে মনত আনন্দৰ সোঁত বৈ গ'ল। চৰকাৰৰ ফালৰ পৰা প্ৰবীণ হাজৰিকাৰ প্ৰমোচনৰ ব্যৱস্থা কৰিলে। তেওঁ এচ, পিঁলৈ প্ৰমোচন পাব আৰু পুৰস্কাৰো পাব। হাজৰিকাৰ আজি মহা আনন্দৰ দিন। তেওঁ যে নিজে কষ্ট নকৰাকৈ বন্ধু ৰঞ্জু বৰুৱাৰ কৌশলতহে এই সন্মান আৰু সুবিধা পালে তাৰবাবে বন্ধুক বুকুত সাৱটি ল'লে। ৰঞ্জুৰো আনন্দৰ সীমা নোহোৱা হ'ল। হাজৰিকাই বৰুৱাক সাৱটি ধৰি ক'লে — "এই সন্মান, প্ৰমোচন আৰু পুৰস্কাৰ মই আপোনাৰ কৌশলত পালো বৰুৱা। এই ঋণ মই জীৱনত সুজিব নোৱাৰিম।"

"নহয় হাজৰিকা, ই আপোনাৰ প্ৰাপ্য। মোৰ নিঃসহায় জীৱনত আপুনি যি সহায় কৰি এইখিনিলৈ আগবঢ়ালে তাৰ ঋণ মই সুজিব নোৱাৰিম। এইখিনি তাৰ তুলনাত অতি সামান্যহে। আকালৰ ভাত, নিদানৰ মাত এই দুটাৰ ঋণ মানুহে সুজিব নোৱাৰে। মোৰ আকালৰ সময়ত আপুনি ভাত দিছিল, টকা দিছিল আৰু মোৰ নিৰুপায় অৱস্থাত মোক উৎসাহ দিছিল, তাৰবাবেহে আজি এইখিনি অৱস্থা পালো। আপোনাৰ অনুগ্ৰহতহে আজি মই এই অৱস্থা পালো। মোৰ বিদ্যাও হ'ল আৰু ভাতৰো আকাল মৰিল।"

এনেভাৱে ৰাতি দুই বন্ধুই খাই-বৈ আনন্দ মনেৰে শুই থাকিল। আনন্দৰ অতিশয্যত মানুহে ভৱিতব্য পাহৰি যায়। হাজৰিকাৰ ক্ষেত্ৰতো তেনে হ'ল। তেওঁ "অপাৰেচন" বন্ধ কৰা আদেশ শুনাবলৈ পাহৰিলে। ফলত সেই ৰাতিও ৰঞ্জুহঁতৰ গাঁৱত চলি গ'ল মিলিটাৰী অপাৰেচন!



যোৱা ৰাতি টকা লুটি নি মিলিটাৰীহঁতে আজি ৰাতিও আহিল আৰু দোকানী মজুমদাৰৰ দোকান উঠিলগৈ। তেতিয়া ৰাতি ন মান বাজিছে। দোকানীক ক'লে — "আমি যে আজি আহিম বুলি কৈছিলো মনত আছে নহয়!"

"আছে চাৰ।"

"এতিয়া বৰা ক'ত আছিল আমাক দেখুৱাই দিয়া।"

"বৰাক আজি লৈ গৈছে নলবাৰী থানালৈ আৰু সন্ত্ৰাসবাদীসকলেও আত্মসমৰ্পণ কৰিছে। এই দৃশ্য জানো গধূলি টি, ভিত দেখা নাই।"

"দেখিছো কিন্তু কাৰ ঘৰত ৰাখিছিল, সেই ঘৰ আমাক দেখুৱাই দিব লাগিব। তুমি আহা দেখুৱাই দিয়াহি, নহ'লে পিঠি ফালিম।" এইবুলি কৈ দোকানীক হাতত ধৰি টানি আনি গাড়ীত তুলি ল'লে। তেওঁ দেখুৱাই দি তাৰপৰা মনে মনে গুচি আহিল।

তেওঁ ভাবিলে যে ৰবাক নিছে যেতিয়া আৰু কোনো বিপদ নহয় ৰঞ্জুহঁতৰ। কিন্তু দুষ্টমতি সৈনিককেইজনৰ মূৰত নতুন বুদ্ধি ওলাল। সন্ত্ৰাসবাদীক প্ৰশ্ৰয় দিয়াটো একে সন্ত্ৰাসবাদীৰ লিষ্টতে পৰে। গতিকে টকা দাবী কৰিব পাৰিব। সেই বুদ্ধি কৰিয়ে হাবিলদাৰজনে চোতালৰ পৰা সোমাই গৈ মাত লগালে — "হেই ঘৰত কোন আছ? দৰজা খোল।" আন কেইজনেও বুটজোতাৰ গিৰিপ্ গিৰিপ্ শব্দ কৰি চোতাল উঠিল। জোতাৰ শব্দ শুনি মায়াহঁত সচকিত হৈ পৰিল। এনেতে দৰজা খোল বুলি কোৱাত বৰ ভয় পালে। ঘৰৰ ভিতৰৰ পৰা বাপেকে মাত লগালে — "কোনে মাতিছে?"

"হামি মাতিছে।" ভঙা ভঙা অসমীয়াত ক'লে হাবিলদাৰে। ভয়ে ভয়ে উঠি আহি ৰঞ্জুৰ বাপেকে সুধিলে — "কিয় মাতিছে?"

"ৰবা চাহাবকো কোন ঘৰত ৰাখিছিলে?"

"ঘৰটো দেখুৱাই দি ক'লে — "সৌ ঘৰটোত ৰাখিছিল সিহঁতে"

"কিয় থাকিব দিছিলে?"

"আমাক নোসোধাকৈ বল কৰি ৰাখিছিল।"

"পুলিচক কিয় জনোৱা নাছিল?" পুলিচ এজনক হুকুম কৰিলে — "ইয়াক পাকৰাও।"

পুলিচে ৰঞ্জুৰ বাপেকক হাতকেৰেয়া লগাই দিলে। এনেতে ভূপেন উঠি আহিল আৰু বাপেকক হাতকেৰেয়া লগোৱাত আপত্তি জনালে — "কোনো ৱাৰেণ্ট নোহোৱাকৈ কেনেকৈ আপোনালোকে নাগৰিকক গ্ৰেপ্তাৰ কৰিব?" ভূপেনক টানকৈ এটা চৰ মাৰি দি ক'লে — "বেটা সন্ত্ৰাসবাদী তই আমাক আইন শিকাব আহিছ? উচকো পাকৰাও।"ভূপেনকো হাতকেৰেয়া লগালে। ভূপেনে কিবা ক'বলৈ ধৰাত লাঠিৰে কোবাই ক'লে — ই সন্ত্ৰাসবাদী জৰুৰ। ইয়াৰ চেহেৰা পালোৱানৰ দৰে। বেটা সন্ত্ৰাসবাদী, লোকৰ ধন লুট কৰি খাই খাই তাগৰা হৈছ? মাৰ বেটাক।" তেওঁৰ আদেশ শুনি লগৰ সৈনিক তিনিজনে ৰাইফলৰ কুন্দাৰে খুন্দিয়াব ধৰিলে। বাপেকে "নামাৰিবি নামাৰিবি" বুলি চিঞৰি উঠিল। এনেতে হাতকেৰেয়া লগোৱা লোৰ জিঞ্জিৰিৰে ভূপেনে হাত দুখন ওপৰলৈ তুলি সৈনিকজনৰ মুখতে মাৰিলে। সৈনিকজনৰ মুখত জখম হ'ল। তাকে দেখি হাবিলদাৰে বন্দুকৰ কুন্দাৰে খুন্দিয়াই ভূপেনৰ মুখেৰে তেজ উলিয়াই দিলে। সৈনিকসকলে এনেয়ে স্বাস্থ্যবান অসমীয়া যুৱক পালেই সন্ত্ৰাসবাদী বুলি ভাবে আৰু ইচ্ছামত মাৰে। আনকি মাৰি মাৰি একোজনক শেষ কৰি দিয়ে। দোষী-নিৰ্দোষী বিচাৰ নকৰে স্বাস্থ্যবান হ'লেই মাৰিবই। ভূপেনৰো পালোৱান চেহেৰা দেখি মাৰি মাৰি তেওঁক চোতালত বগৰাই দিলে। বাপেক-পুতেক, মাক-জীয়েক, চাৰিওজনৰ কান্দোনৰ ৰোল গাঁৱৰ সকলোৱে শুনিলে কিন্তু ভয়তে কোনেও আগবাঢ়ি নাহিল। গাঁৱৰ ডেকা ল'ৰাবিলাকতো পলাই গৈছে; বুঢ়াসকলেও ভয়তে কাৰো খবৰ ল'বলৈ নাযায় কাৰণ সৈনিকসকলে ডেকা-বুঢ়া কাকো নাচায়। মাৰি মাৰি হাবিলদাৰে ক'লে — "বেটা সন্ত্ৰাসবাদী। ক'ত ৰাখিছ ৰবাৰ পৰা লোৱা পাঁচ লাখ টকা? আমাক দে নহ'লে আজি

তোৰ জীৱন মাৰিম।"

তেওঁৰ কথা শুনি ভূপেনে ক'লে — "মই সন্ত্ৰাসবাদী নহয়। আমাৰ ঘৰত বলপূৰ্ব্বক বৰাক ৰাখিছিল। তেওঁৰ পৰা সিহঁতে টকা লৈছে যদি ক'ব নোৱাৰো। আমাক একো টকা দিয়া নাই বৰং ভাত-চাহৰ ধনো সিহঁতে দিয়া নাই। মই সঁচা কথা কৈছো। আমাক এৰি দিয়ক।"

"এৰি দিম? টকা পাঁচ লাখ ক'ত ৰাখিছ উলিয়াই নিদিয় মানে পিটিম। ক' ক'ত ৰাখিছ?"

"আমি টকা ৰখা নাই, দিম ক'ৰপৰা।"

"দিবি ক'ৰপৰা। ৰ'হচোন এতিয়াই টকা উলিয়াই দিয়নে নিদিয় দেখিম।" এইবুলি কৈ বাপেক-পুতেক দুয়োকো চোতালৰ আগত থকা ডালিম গছজোপাত বান্ধি থৈ দিলে। তাৰপিছত সিহঁতে ঘৰৰ ভিতৰ সোমাই বণ্ডুৰ মাকক বন্দুক দেখুৱাই ক'লে — "হাতৰ-কাণৰ গহনা খহাই দিয়া।"

"তেওঁ গহনা খহাই দিলে। তোমাৰ টকা-পইচা আৰু অলংকাৰবোৰ দিয়া।" বাকচ খুলি টকা চাৰি হেজাৰ আৰু পুতেকৰ বিয়াৰ বাবে কিনা দুই তোলা সোণ উলিয়াই দিলে। এইখিনি লৈ সিহঁতে মায়াৰ ওচৰলৈ আহিল। তাইক মাকৰ কাষৰ পৰা টানি আনি তাইৰ কামলৈ আনি ক'লে — "টকা-পইচা, আ-অলংকাৰবোৰ দিয়া।"

তাই ভয়তে কঁপি কঁপি হাতৰ-কাণৰ অলংকাৰবোৰ দি দিলে। তাৰপিছত তাইৰ বাকচ খুলি তাই নিজৰ বিয়াৰ বাবে কিনি থোৱা সোণ তিনি তোলা আৰু তাইৰ জমা টকা মুৰ্গী, হাঁহ আৰু মাছৰ পোনা কিনিবৰ বাবে ৰখা টকা ছয় হেজাৰ উলিয়াই দিলে। সিহঁতে এইখিনি লৈ ল'লে। তাৰপিছত এজনে ক'লে — "আৰু একো নাই?"

"আৰু একো নাই।" তাই ভয়তে কঁপি কঁপি উত্তৰ দিলে। এনেতে আন এজনে ক'লে — "এইজনী অতি ধুনীয়া ছোৱালী। তাইৰ যৌৱন আমাক দিয়ক।" আনজনে ক'লে — "এৰা তাইৰ যৌৱন আমাক লাগে। আহা সোণজনী।" তাইক হাতত ধৰি টানি আনি বিছনাত পেলাই ল'লে।

তাৰপিছত উপৰ্যুপৰি ধৰ্ষণ তিনিজন জোৱানৰ। আনফালে চোতাললৈ ওলাই আহি হাবিলদাৰে ভূপেনক সুধিলে — "তোমাৰ টকা-পইচা আমাক দিয়া।"

"তেতিয়াহ'লে মোৰ আৰু পিতাৰ হাতৰ বান্ধ খুলি দিয়ক। আমাৰ সকলো ধন-সোণ তোমালোকক তেহে দিব পাৰিম।"

"বাৰু।" বুলি কৈ তাৰ হাতৰ বান্ধ খুলি কঁকালত জৰি লগাই ক'লে — "ব'লা ঘৰলৈ, তোমাৰ কামলৈ।"

"মোৰ পিতাৰ বান্ধ খুলি দিয়া, তেওঁ বুঢ়া মানুহ বৰ কষ্ট পাইছে।"

"তেওঁলোক ঘৰৰ ভিতৰৰ পৰা আহিলে বান্ধ খুলি দিব, চিন্তা নকৰিবা। ব'লা এতিয়া।"

মাৰত ভূপেন বৰ দুৰ্ব্বল হৈ পৰিছে। পুতেকৰ ওপৰত কৰা অত্যাচাৰ দেখি

বাপেক মূৰ্চ্ছা গৈছে।

ভূপেনে লাহে লাহে নিজৰ কামলৈ আহিল। মায়াৰ কমৰ পৰা উহ্ আহ্ শব্দ আৰু কান্দোন শুনি থমকি ৰ'ল। তাকে দেখি হাবিলদাৰে ক'লে — "একো হোৱা নাই। ছোৱালীজনীয়ে ভয়তে কান্দিছে। ভাল হৈ যাব। ব'লা সোনকালে।"

দুয়ো ভূপেনৰ কমৰ ভিতৰ সোমাল। ভূপেনে তাৰ টকাৰ বাকচটো খুলি গৰু কিনিবলৈ থোৱা টকা আঠ হেজাৰ হাবিলদাৰক দি ক'লে — "আৰু একো নাই, চাই লওক।" হাবিলদাৰে বাকচটো দাঙি লৈ চাব ধৰিলে। এনেতে বাহিৰৰ পৰা পিষ্টল আৰু মাৰণাস্ত্র বোমা হাতত লৈ বলেন সেই কমৰ ভিতৰ সোমাল। এওঁলোকৰ কান্দোন তাৰ কাণত পাৰিছিল। সি বাৰীৰ জোপোহাৰ মাজত লুকাই আছিল। মিলিটাৰী অহা গম সি পাইছিল দোকানীৰ পৰা। সি বাৰীৰ পৰা ওলাই আহি কমৰ ভিতৰ সোমাল। আৰু পিচফালৰ পৰা মনে মনে আহি অতি ওচৰৰ পৰা হাবিলদাৰৰ মূৰত কেইজাইমান গুলি এৰি দিলে। হাবিলদাৰৰ লগে লগে খোলা উৰি গ'ল। সি ঢলি পৰিল। তাৰ হাতৰ আৰু মোনাৰ পৰা পিষ্টল আৰু গুলিবোৰ উলিয়াই আনি নিজৰ পকেটত ভৰাই ক'লে —

"ভূপেন দা, আপুনি দোকানী মজুমদাৰৰ পৰা নলবাৰী থানালৈ ফোন কৰকগৈ। ইয়াৰ শেষ হৈছে। মোৰ প্ৰতিজ্ঞা পূৰণ হ'ল।"

এইবুলি কৈ ভূপেনক বাৰীৰ মাজেৰে যাবলৈ ইঙ্গিত দি নিজে আহি মায়াৰ কমৰ দৰ্জাৰ মুখত ৰৈ থাকিল। ভূপেনে গৈ নলবাৰী থানালৈ ফোন কৰিলে। ঘৰৰ সকলো কথা অ' চিক জনাই সহায় বিচাৰিলে।

ইফালে কাষৰ কমত বন্দুকৰ গুলিৰ শব্দ শুনি সন্ত্রাসিত হৈ সৈনিক তিনিজনে মায়াক ধৰ্ষণ কৰি ওলাই আহিল। বলেনে এজন এজনকৈ দৰ্জাৰ মুখতে গুলি কৰি তিনিওকে বগৰাই দিলে। তিনিও চোতালত বাগৰি তেজেৰে লুতুৰি-পুতুৰি হ'ল আৰু ধৰ্ফৰ্-ছট্‌ফট্ কৰিব ধৰিলে। বলেনে সিহঁতৰ গুপ্তাঙ্গত বুট জোতাৰে গচকি গচকি গুপ্তাঙ্গ চূৰমাৰ কৰি দিলে। অসহ্য বেদনাত তিনিও চিঞৰিব ধৰিলে।

সন্ত্রাসবাদীৰ গুলি অব্যৰ্থ। তেওঁলোকৰ প্ৰশিক্ষণত এনে শিক্ষা দিয়ে যে যাতে এটা গুলিও নষ্ট নহয়। এনে অব্যৰ্থ গুলি সন্ধানেৰে তিনিওকে ধাৰাশায়ী কৰি সি অট্টহাস্য কৰি ক'ব ধৰিলে — "মৰ, মৰ পাৰগুহঁত। তহঁতৰ ওপৰত মই নিৰ্মম প্ৰতিশোধ ল'লো। মোৰ মাতৃক ধৰ্ষণ কৰাৰ, মোৰ ভগ্নীসদৃশ মায়াক ধৰ্ষণ কৰাৰ নিৰ্মম প্ৰতিশোধ গ্ৰহণ কৰ। কুকুৰ-মেকুৰীৰ দৰে আজি গচকি গচকি মাৰিম।"

সিহঁতে যেতিয়া উহ্ আহ্ কৰে তেতিয়া মুখত লাঠিয়াই লাঠিয়াই গচকে। এনেভাৱে কিছুসময় অত্যাচাৰ কৰি বলেনে সিহঁতৰ অস্ত্র-শস্ত্রবোৰ কব্জায়ত্ত কৰি বাৰীৰ পিচফালে বাঁহৰ তলত থৈ আহিল। তাৰপিছত ভূপেনৰ কমত সোমাই দেখে যে হাবিলদাৰ তেজেৰে লুতুৰি-পুতুৰি হৈ মৰি আছে। তাৰ মোনাৰ পৰা টকা কেইহাজাৰ উলিয়াই আনি বাকচত সোমাই থৈ চাবি মাৰি থ'লে। তাৰপিছত চোতাললৈ ওলাই

আহি ইহঁতৰ জেপৰ পৰা টকা-পইচা আৰু গহনাপাতিবোৰ উলিয়াই লৈ ভূপেনৰ মাকক দিবলৈ বুলি ঘৰৰ ভিতৰ সোমাল। ঘৰৰ ভিতৰত দেখে যে ভূপেনৰ মাক অচেতন হৈ আছে। সি টকা-পইচা গহনাবোৰ বাকচত সোমাই থৈ চাবি বন্ধ কৰি মায়াৰ কামলৈ আহিল। তেতিয়া মায়া অচেতন হৈ বিছনাত পৰি আছে। সি এলোটা পানী আনি মায়াৰ মূৰত ঢালিলে আৰু কিছু সংজ্ঞা অহা যেন পাই মূৰত গোন্ধ তেল দিলে। হাত-ভৰিবোৰ মালিচ কৰিলে। মায়াৰ চেতনা উভতি আহিল। সি তৎক্ষণাৎ মায়াৰ মাকৰ ওচৰলৈ গৈ মূৰত তেল-পানী দিলে। কিছু চেতন পোৱাত বাহিৰ হৈ ওলাই আহি ভূপেনৰ পিতাকৰ মূৰত তেল পানী দিলে। বহুসময় পিছত তেৰোঁ চেতনা লভিলে। সি তেওঁৰ কাষত নাথাকিল। চেতন পালে মানুহ দেখিলে মিলিটাৰী বুলি ভাবি আকৌ ভয়তে অচেতন হ'ব বুলি ভাবি তিনিওজনৰ ওচৰৰ পৰা আঁতৰি আহিছিল।

কিছুসময় পিছত সি সিদ্ধান্ত কৰিলে, যদি সৈনিক তিনিজনক মাৰি পেলোৱা নাযায় তেন্তে হাস্পাতালত সিহঁত ভাল হৈ যাব পাৰে। সেইকাৰণে সি তিনিওকো গুলি কৰি মাৰিব বুলি ভাবিলে। পিছমুহূৰ্ত্ততে ভাবিলে — গুলিৰ শব্দতে মায়াহঁত ভয় খাই আকৌ অচেতন হ'ব পাৰে। সেইকাৰণে সিহঁতক গলত টিপি ধৰি মৰাই ভাল হ'ব। তাকে ভাবি সি এজন এজনকৈ তিনিওকে গলত টিপি মাৰি থলে। ইতিমধ্যে গুলিৰ আঘাতত সিহঁতৰ তেজেৰে চোতালত ডোঙা বান্ধিছে। তেজেৰে লুতুৰি-পুতুৰি হৈ এক বিভৎস ভাবে সিহঁতৰ জীৱন অৱসান হ'ল। আজিহে বলেনে পৈশাসিক আনন্দ লাভ কৰিছে। নৰহত্যাৰ পৈশাসিক আনন্দ। সি অট্টহাস্য কৰি হাঁহি থাকিল।

আনফালে ভূপেনে দোকানীৰ ফোনেৰে থানালৈ ফোন কৰি হাজৰিকাক জনাই দিলে। ভূপেনৰ ফোন পাই হাজৰিকাই তৎক্ষণাৎ সশস্ত্র পুলিচ বাহিনী লৈ ভূপেনহঁতৰ গাঁৱলৈ ওলাল। তাকে দেখি অতি উদ্বিগ্নভাবে বঞ্জুয়ো আহিবলৈ ওলাল। হাজৰিকাই বৰুৱাক লগত লৈ ৰাওনা হ'ল।

প্ৰবীণ হাজৰিকাৰ সশস্ত্র পুলিচ বাহিনী যেতিয়া বঞ্জুহঁতৰ ঘৰ পায় তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজিছে। নঙলামুখত গাড়ী ৰাখি গাড়ীৰ পৰা সকলোটিয়ে নামি আহিল। বঞ্জু বেগাই আহিছে। আন্ধাৰ ৰাতি। ঘৰ-চোতালত পোহৰ নাই। কোনে লেম্প চাকি জ্বলাব? সকলোটিয়ে প্ৰায় অচেতন। চোতালত থিয় হৈ দেখিলে যে মৰাশ তিনিটা চোতালত পৰি আছে। তেওঁ ঘৰৰ ভিতৰলৈ গৈ লেম্প-চাকি আৰু কেণ্ডেল জ্বলালে। চোতালত হাজৰিকা আৰু পুলিচ বাহিনী থিয় হৈ আছে। দূৰৈত চোতালৰ দাঁতিত বেৰত আঁউজি একাষে এখন চকী পাৰি বহি আছে বলেন। তাৰ মুখত মাত নাই। নিস্তব্দভাৱে বহি আছে, হাতত এ, কে, ৪৭টো লৈ।

বঞ্জুই লেম্প এটা জ্বলাই চোতালত থ'লে। ঘৰৰ ভিতৰতো থলে। এডাল কেণ্ডেল লৈ যেতিয়া ভূপেনৰ কামত সোমায় তেতিয়া চক্ খাই উঠিল — এটা সৈনিকৰ মৰাশ আৰু তেজৰ ডোঙা। সিয়ো কেণ্ডেলডাল জ্বলাই থৈ ওলাই আহিল। চোতালত ওলাই আহি হাজৰিকাক ক'লে — "হাজৰিকা, এবাৰ ঘৰ-চোতাল চাই লওক। মোৰ

কি সৰ্ব্বনাশ হৈছে ভগবানেহে জানে।"

হাজৰিকাই লেম্পটো লৈ চোতালৰ মধ্যাশ তিনিটা চাই ক'লে — "এই তিনিজন সৈনিক গুলীবিদ্ধ হৈ পৰি মৰি আছে। ই কাৰ কাম?"

"চোতালৰ কোণৰ পৰা উঠি আহি বলেনে ক'লে — "ই মোৰ কাম চাৰ।"

"তুমি কোন?"

"মই সন্ত্ৰাসবাদী চাৰ।"

"তোমাৰ নাম কি?"

"মোৰ নাম বলেন।" বলেনৰ মাত শুনি বঞ্জুই ওচৰ চাপি আহি মাত লগালে— "তুমি এই কাম কৰিছা বলেন?"

"হয় বঞ্জুদা। মই অকল তিনিজনেই নহয় — ভূপেনৰ ৰুমত হাবিলদাৰজনকো ধৰাশায়ী কৰি থৈছো।"

"তুমি অকলে মাৰিলা কেনেকৈ?" হাজৰিকাই সুধিলে।

"পিছত কম চাৰ। আগতে বঞ্জুদাৰ বাপেকৰ হাত মুক্ত কৰি দিয়ক।"

বঞ্জুই আগবাঢ়ি আহি ডালিমৰ গছত বান্ধি থোৱা বাপেকক মুক্ত কৰিবলৈ হাজৰিকাক বৰ উদ্বিগ্নভাবে ক'লে। হাজৰিকাই তৎক্ষণাৎ পুলিচৰ দ্বাৰা মুক্ত কৰি দিয়ালে। বঞ্জুই দুৰ্বল পিতাকৰ অৱস্থা দেখি কান্দি কান্দি ক'লে — "পিতা, তোমাৰ এনে অৱস্থা কৰিলে পাষণ্ডইঁতে?"

বলেনে ক'লে — "তাৰ প্ৰতিশোধ লৈছো বঞ্জুদা।"

বঞ্জুই ঘৰৰ ভিতৰলৈ পিতাকক নি বিছনাত শুৱাই থৈ মাকক পৰি থকা দেখি আথে-বেথে কোলা কৰি বিছনাত আনি থলে। বঞ্জুৰ পিছে পিছে প্ৰবীণ হাজৰিকা আৰু বলেন গৈছিল। বলেনে ক'লে — "আটাইকেইজন অচেতন হৈ পৰিছিল। মই তেল-পানী দি চেতনা আনিছো। চন্দুকৰ টকা-পইচা, গহনা-পাতি কুকুৰহঁতে নিছিল, মই সিহঁতক মাৰি চন্দুকত থৈছো। মায়াৰ আৰু ভূপেনৰ টকা-পইচাও নিছিল, মই চন্দুকতে থৈছো, খুলিলে পাবা। কুকুৰহঁতে একো নিব নোৱাৰিলে। সিহঁতৰ প্ৰাণহে ল'লো মই। এতিয়া ব'লা ভূপেনৰ ৰুমলৈ। তাক মাৰি মাৰি লেৰেজান কৰি দিছিল, মই দোকানীৰ ঘৰলৈ পঠাই দিছো। বোধহয় তাৰে পৰা সি ফোন কৰিছে।"

"হয় তাৰ পৰাই মোলৈ ফোন কৰিছে।" হাজৰিকাই ক'লে— 'ব'লাচোন তাৰ ৰুমলৈ।"

"তাৰ দুচুনমনক মই খতম কৰি থৈছো।"

তিনিও ভূপেনৰ ৰুমলৈ সোমাই গৈ দেখিলে যে হাবিলদাৰ গুলীবিদ্ধ হৈ মৃবৰ খোলা উৰি গৈছে। "এই পাষণ্ডৰ গতি ময়েই কৰিছো বঞ্জুদা। এতিয়া মায়াৰ ৰুমলৈ ব'লা।" বলেনে ক'লে আৰু আগবাঢ়ি গ'ল। তিনিও ৰুমত প্ৰৱেশ কৰাত সচেতনতা লাভ কৰা মায়াই চিনিব নোৱাৰি মিলিটাৰী বুলি ভাবি "আই ঔ খালে" বুলি চিঞঁৰ মাৰি আকৌ চকু মুদি দিলে। বঞ্জুই হুকহুককৈ কান্দি ক'লে — "মই

আহিছো মায়া; মই তোমাৰ ডাঙৰ দাদা ৰঞ্জু। এবাৰ চকু মেলি চোৱা মায়া।"

ৰঞ্জুৰ মাত বুজিব পাৰি মায়াই চকু মেলি চাই সুধিলে — "ডাঙৰ দাদা আহিছা?"

"হয় মায়া, মই আহিছো।"

ৰঞ্জুই মায়াক গলত সাৱটি ধৰি কান্দিব ধৰিলে। মায়াই ৰঞ্জুৰ গলত ধৰি কান্দি কান্দি ক'লে — "ডাঙৰ দাদা, এওঁলোক কোন?"

এওঁ বলেন। এবেঁ আমাক ৰক্ষা কৰিছে মিলিটাৰী গুলিয়াই মাৰি। এওঁ প্ৰবীণ হাজৰিকা। মোৰ বন্ধু, নলবাৰী থানাৰ ভাৰপ্ৰাপ্ত পুলিচ বিষয়া। তুমি আগতে চিনিছা।"

হাজৰিকাৰ নাম শুনি মায়াই হুকহুককৈ কান্দি ক'ব ধৰিলে — "কি চাবলৈ আহিল দাদা? মোৰ সকলো শেষ হৈ গ'ল। পাষণ্ডইতে মোৰ সকলো হৰণ কৰিলে। উহ্ ভগৱান, মোৰ মৃত্যু নহ'ল কিয়? মই জীয়াই নাথাকিম, মই এই কলংকিত জীৱন নাৰাখো।"

"এতিয়া সেইবোৰ এৰা মায়া। তুমি সুস্থ হোৱা। মই তোমাক নলবাৰী হাস্পাতাললৈ লৈ গৈ চিকিৎসা কৰিম। তোমালোক যে সকলোটিয়ে জীয়াই আছা তাৰবাবে ঈশ্বৰক ধন্যবাদ দিয়া মায়া।"

তেনেকৈ কৈ শোকাভিভূত হৈ প্ৰবীণ হাজৰিকা ওলাই আহিল আৰু বলেনক ক'লে — "তুমি পুলিচৰ লগত গৈ ভূপেনক লৈ আহাঁগৈ।" আদেশ মতে পুলিচৰ লগত গৈ বলেনে ভূপেনক ঘৰলৈ লৈ আহিল।

ঘটনাৰ প্ৰথম খণ্ড ভূপেনৰ মুখে শুনিলে আৰু পিছৰ খণ্ড বলেনৰ মুখে শুনি পুলিচ সমন্বিতে প্ৰবীণে বলেনৰ বুদ্ধিক প্ৰশংসা কৰিলে। শেষত মৰাশ চাৰিটা গাড়ীত তুলিবলৈ আদেশ দিলে। মৃতদেহকেইটা গাড়ীত তুলি দি হাজৰিকা পুনৰ ঘৰৰ ভিতৰ সোমাল আৰু ৰঞ্জুৰ বাপেক-মাকৰ ওচৰলৈ গ'ল। ইতিমধ্যে ৰঞ্জুই মাক-পিতাকক কিছু সুস্থ কৰিছে। হাজৰিকাই ৰঞ্জুৰ মাক-বাপেকক সেৱা কৰি ভৰিত ধৰি ক্ষমা খুজিলে — "মোৰ দোষতে আপোনালোকৰ এই দশা হ'ল। মই দোষী। মোক ক্ষমা কৰক নিজৰ ল'ৰাৰ দৰে মা।

"তোমাৰ দোষ।"

হাজৰিকাই কাতৰ ভাবে ক'লে — "মই আনন্দত আত্মহাৰা হৈ অপাৰেচন বন্ধৰ অৰ্ডাৰ দিবলৈ পাহৰিছিলো। এতিয়াহে অৰ্ডাৰ দি আহিছো। এই দোষৰ বাবে ময়ে দোষী মোক ক্ষমা কৰক দেউতা।"

বাপেকে ক'লে — "গাঁওখনৰে ভাগ্যৰ দোষ। যোৱা ৰাতি গাঁৱত অঘটন ঘটিছিল, আজি আমাৰ ঘৰতো অঘটন ঘটিল। কপালত দুখ থাকিলে কেনেকৈ এৰিম বোপা?" তেওঁ কঁপালত চপৰিয়াই ক'লে।

"মই ইয়াৰ ব্যৱস্থা কৰিম মা, আপোনালোক সুস্থ হওক। এতিয়া আমি যাওঁ।" হাজৰিকাই চকুলো মচি ক'লে। ৰঞ্জুৰ মাক-দেউতাকক এটা সেৱা জনাই তভাতৈয়াকৈ

হাজৰিকা বাহিৰ ওলাল। যাওঁতে ৰঞ্জুক ক'লে — "আপুনি মায়াক গাড়ীলৈ লৈ আহক আৰু ভূপেনকো উঠিবলৈ কওক। ঘৰৰ বাহিৰত পুলিচ পহৰা থাকিব।"

এনেতে বলেনে ক'লে — "মোৰ ব্যৱস্থা কি কৰিব চাৰ?"

"তোমাৰ ব্যৱস্থা কৰিম। তুমি দুৰ্বৃত্ত হৈয়ো যি মহৎ কাম কৰিলা তাৰ তুলনা নাই। তথাপি আইনৰ চকুত তুমি দোষী, নৰহত্যাকাৰী। তোমাক মই গ্ৰেপ্তাৰ কৰিব লাগিব। তুমিও গাড়ীত উঠা।"

"মিলিটাৰীৰ অস্ত্ৰ-শস্ত্ৰবোৰ আৰু মোৰ অস্ত্ৰ-শস্ত্ৰবোৰ কি কৰিম?"

"এইবোৰ লগতে লোৱা।"

"মোৰবিলাক লগত আছে; মিলিটাৰীৰবিলাক বাৰীত থৈছো।"

"তেনেহ'লে লৈ আহাগৈ। তোমাৰ বুদ্ধি, সাহস আৰু সততাৰ বাবে মই ধন্যবাদ দিছো। দুৰ্বৃত্তৰ অন্তৰতো যে মহত্ত্ব থাকিব পাৰে তুমিয়েই তাৰ প্ৰমাণ।"

সকলোটিয়ে যেতিয়া গাড়ীত উঠে তেতিয়া ৰাতি প্ৰায় একমান বাজিছে।



সকলোটিকে নলবাৰী থানালৈ অনা হ'ল। থানাত অস্ত্ৰ-শস্ত্ৰসহ বলেন আৰু মৰাশ চাৰিটা নমাই থৈ প্ৰবীণ হাজৰিকা, ৰঞ্জু বৰুৱা, ভূপেন আৰু মায়াক নলবাৰী ডাক্তৰখানালৈ অনা হ'ল। ডাক্তৰখানাত ভূপেন আৰু মায়াৰ ভাল চিকিৎসাৰ বাবে ডাক্তৰক প্ৰবীণ হাজৰিকাই জনালে। থানাৰ মালিকৰ অনুৰোধ একপ্ৰকাৰ আদেশৰ দৰেই। গতিকে ডাক্তৰসকলে বেগাবেগিকৈ তৎপৰতাৰে চীটত নি থলে আৰু তৎক্ষণাৎ চিকিৎসাৰ ব্যৱস্থা কৰিলে। হাজৰিকাৰ তৎপৰতা আৰু ৰঞ্জুৰ কাতৰ প্ৰাৰ্থনাত ডাক্তৰ, নাৰ্চসকল বৰ ব্যস্ত হৈ পৰিছিল। ভূপেনৰ জখম বহুত হৈছে। ডেকা ল'ৰা তাতে ব্যায়াম কৰা ল'ৰা বাবেহে কিছু স্থিৰে থাকিব পাৰিছে, কিন্তু ৰাতি বেছি হোৱা বাবে ক্ৰমে দুৰ্বল হৈ আহিছিল। ডাক্তৰে 'ইন্‌জেকচন' দিলে আৰু 'পিল' খুৱালে। আঘাত হোৱা ঠাইবোৰত 'বেণ্ডেজ' কৰি এখন বিছনাত শুৱাই দিলে। কাষত থাকিল ৰঞ্জু। তেওঁ ভায়েকক পাৰেমানে আলপৈচান ধৰিলে।

আনফালে মহিলা 'ৱাৰ্ডত' মায়াক হাজৰিকাই আলপৈচান ধৰিলে। তাইক বিছনাত শুৱাই থৈ ডাক্তৰ দুজনে পৰীক্ষা কৰিলে। তাইকো ইন্‌জেকচন দিলে। বৰ বেছি ভয় পাই অৱশ হৈছে, তাতে তিনিজনকৈ জোৰানে উপৰ্যুপৰি ধৰ্ষণ কৰাত গুপ্তাংগত ক্ষত হৈছে। ডাক্তৰ আৰু নাৰ্চে সেইবোৰ চাফা কৰি খুব ভালকৈ পৰিষ্কাৰ কৰিলে। দুজন ডাক্তৰে তাইৰ গুপ্তাংগৰে নলি ভৰাই শুক্ৰ নিষ্কাষণ কৰিলে আৰু বিধৌত কৰি ভ্ৰূণৰ ভিতৰত প্ৰৱেশ কৰা শুক্ৰবোৰ উলিয়াই পেলালে। পিছত পৰিষ্কাৰ কৰি সেইবোৰত ঔষধ লগাই শুৱাই থলে।

এইবোৰ কাম কৰোঁতে ৰাতি তিনিটামান বাজিল। হাজৰিকাই ৰঞ্জুক ক'লে — "আমি এতিয়া যাব পাৰো। ডাক্তৰে যাবলৈ কৈছে। ইয়াত আৰু আমাৰ কাম নাই। নাৰ্চে কৰিব। গতিকে অলপ টোপনি মাৰিব পাৰিব আপুনি; মোৰ থানাত কাম আছে;

গতিকে যাওঁ বলক বৰুৱা?"

বৰুৱাই উত্তৰ দিলে — "মোৰ আৰু টোপনি নাহে। ভাই আৰু ভনীৰ এনে বিলৈ দেখি জানো কোনোবা ককায়েকৰ টোপনি আহিব পাৰে? আপুনি যাওক হাজৰিকা, মই ইয়াত থাকিম।"

বৰুৱাৰ মানসিক অৱস্থা অনুমান কৰি হাজৰিকাই বেছি জোৰ নকৰিলে, তেওঁ বৰুৱাক এৰি থানালৈ যাবলৈ ওলাল। থানাত মৰাশ আৰু হত্যাকাৰীজনৰ ব্যৱস্থা কৰিব লাগিব। আইন আৰু কৰ্ত্তব্যৰ ক্ষেত্ৰত আবেগৰ স্থান নাই। তেওঁ পুলিচক লগত লৈ থানালৈ গাড়ীৰে আহিল।

থানালৈ আহি ডি, চি আৰু এচ, পিলৈ ফোন কৰি সকলো কথা জনালে। অতি তৎপৰতাৰে সৈনিকৰ মৰাশকেইটা কামৰ ভিতৰত ৰাখিলে আৰু আত্মসমৰ্পণকাৰী বলেনক লক্ আপৰ ভিতৰত ৰাখি থলে।

এইবোৰ খবৰ বৰাক নজনালে। জানোচা টোপনিত ব্যাঘাত জন্মে। ওৰে ৰাতি উজাগৰে থাকি হাজৰিকাই কাম কৰি থাকিল। লিখা-পঢ়া কৰি কাক ক'ত জনাব লাগে জনালে; ফোন কৰি জনালে আৰু অফিচাৰ, পুলিচ আদিৰ লগত ব্যস্ত হৈ থাকিল। পুলিচৰ চাকৰি বৰ দায়িত্বপূৰ্ণ। বলেনৰ জবানবন্দী লিখি থলে। সমস্ত ঘটনা বলেনে বিৱৰি ক'লে।

পিছদিনা ৰাতিপুৱা মানুহেৰে থানা ভৰি পৰিল। বিভিন্ন বাতৰি কাকতৰ সাংবাদিকে আৰু ভিৰ কৰিলে। ঘটনাৰ বিৱৰণী লিখি লৈ মৰাশ আৰু অস্ত্ৰ-শস্ত্ৰসহ বলেনৰ ফটো তুলি লৈ গুচি গ'ল। কিছুমানে জবানবন্দীও ল'লে। টি, ভিৰ ফালৰ পৰা মানুহ আহিল, ফটোসহ জবানবন্দী লৈ গ'ল। ডি, চি আৰু এচ, পিয়ে পুলিচ পহৰাসহ থানালৈ আহি হাজৰিকাৰ লগত কথা-বতৰা হ'ল। দুৰ্ধৰ্ষ সন্ত্ৰাসবাদী ধৰায়ত্ব কৰা বাবে হাজৰিকাক ধন্যবাদ জনালে। জীৱনত কেতিয়াবা নিজে কাম নকৰাকৈও আনৰ দ্বাৰা হোৱা কামৰ বাবেও মানুহে প্ৰশংসা বা পুৰস্কাৰ পায়। ইয়াকে ভাগ্য বোলে। প্ৰবীণৰো বোধহয় ভাগ্য ভাল আছিল বাবে এনে প্ৰশংসা পালে। মানুহে প্ৰবীণ হাজৰিকাক ধন্যবাদ জনালে।

"এই হাজৰিকা বোলা ডি, এচ, পিজন আহিয়ে নলবাৰী থানাৰ নাম কৰি দিলে। এনেকুৱা ডি, এচ, পি, থাকিলেহে দেশত শান্তি হ'ব। বৰ দক্ষ লোক।"

"দুদিনমানৰ ভিতৰতে কি আশ্চৰ্য্য কামবোৰ কৰি পেলালে। দুৰ্ধৰ্ষ সন্ত্ৰাসবাদী ধৰিলে। আত্মসমৰ্পণ কৰালে; অপহৃত ব্যক্তিক সন্ত্ৰাসবাদীৰ কবলৰ পৰা মুক্ত কৰিলে। এনে ডি, এচ, পি, আমাৰ ৰাজ্যত কুৰিজনমান থকা হ'লে ৰাজ্যত অচিৰে শান্তি স্থাপন হ'লহেঁতেন।"

মানুহবিলাকৰ এনে মন্তব্য হাজৰিকাৰ কাণত পৰিল। আনকি ডি, চি আৰু এচ, পিৰো কাণত পৰিল। বাইজে হাজৰিকাক ধন্যবাদ দিলে; বয়সীয়াল লোকসকলে আশীৰ্ব্বাদ দিলে। কিন্তু সমানবজনে ঈৰ্ষাত জ্বলি পুৰি মৰিল।

এনেভাৱে সিদিনাৰ দিনটো হাজৰিকাৰ প্ৰশংসবাদৰ মাজেৰে পাৰ হ'ল। আবেলি সকলোবিলাক কাম সামৰি-সুতৰি হাজৰিকাই ডাক্তৰখানালৈ গ'ল। ডাক্তৰখানাত গৈ প্ৰথমে ভূপেনৰ খবৰ কৰিলে। ভূপেনে বহুখিনি ভাল পাইছে। তাৰ লগত কথা-বতৰা হৈ 'মহিলা ৱাৰ্ডত' আহিল আৰু মায়াৰ খবৰ কৰিলে। মায়া সুস্থ হৈছে। কাষত বহি আছে ৰঞ্জু। হাজৰিকাই সুধিলে —

"আপুনি চাহ খাইচেনে বৰুৱা?"

"হয়, মই চাহ খালো আৰু মায়াইও খালে।"

"আপুনি ওৰে ৰাতি উজাগৰে কটালে। গা নিশ্চয় বেয়া লাগিছে?"

"গাতকৈয়ো মোৰ মনহে বেছি বেয়া লাগিছে হাজৰিকা।"

"সেইটোনো আৰু ক'ব লাগেনে। বাৰু মায়া, তোমাৰ গা কেনে আছে? মায়াৰ মুখলৈ চাই প্ৰশ্ন কৰে। মায়াই লাজতে তলমুৰা হৈ চকুলো টোকে।

হাজৰিকাই সুধিলে — "তুমি নামাতা যে মায়া?" তাইৰ চকুত চকুলো দেখি ৰঞ্জু আঁতৰি বাহিৰলৈ গ'ল। প্ৰবীণে ওচৰলৈ গৈ চকুলো মচি দিলে। মাযাই কান্দি কান্দি কৈ উঠিল — "মোক মৰিবলৈ দিয়ক, মই কলংকিত জীৱন ধাৰণ নকৰো। মোৰ জীৱনত চৰম দুৰ্ভাগ্যই লগ দিলে।" তাই চকুলো মচি মচি কয়। প্ৰবীণে অতি ওচৰতে থিয় হৈ কয় — "কি কৰিবা মায়া। জীৱনত কেতিয়াবা কেতিযাবা অপ্ৰত্যাশিত ঘটনা ঘটে। ইয়াকে দুৰ্ভাগ্য বুলি কয়। কিন্তু কেতিয়াবা সেই দুৰ্ভাগ্যই সৌভাগ্যলৈও পৰিবৰ্ত্তিত হ'ব পাৰে। গতিকে জীৱনত ধৈৰ্য্য ধৰিব লাগে। ভৱিষ্যত সদায় অজ্ঞেয়।"

"মই আৰু জীয়াই নাথাকো — মই কিবা খাই আত্মহত্যা কৰিম।"

"লোকৰ দোষৰ বাবে নিজে আত্মহত্যা কৰিবা কিয়? ছিঃ তেনে কথা নক'বা। তুমিতো তোমাৰ ইচ্ছাত এই কৰ্ম কৰা নাই। লোকৰ আক্ৰমণত দুৰ্ভাগ্য নামিছে, তাৰো প্ৰতিকাৰৰ ব্যৱস্থা আছে। তুমি দোষী নহয়।"

"সমাজে দোষী বুলি ঘিণ কৰিব। এই কলুষিত জীৱন ধাৰণ কৰাতকৈ মোৰ বাবে মৰণেই শ্ৰেয়।"

"তেনে কথা নক'বা— আত্মহত্যা মহাপাপ। এইবোৰ দুশ্চিন্তা এৰা। এতিয়া সোনকালে ভাল হোৱাৰহে ব্যৱস্থা কৰা। মনৰ স্থিৰতা নাইকিয়া নকৰিবা। মই এতিয়া যাওঁ। ডাক্তৰক মই লগ ধৰি কৈ যাম যাতে চিকিৎসাৰ ভাল ব্যৱস্থা কৰে। কাইলৈ তোমালোকক ঘৰলৈ নিব পাৰিলে ভাল। মা-দেউতাই বৰ উদ্বিগ্ন হৈ আছে নিশ্চয়। মই আজি এতিয়াই গৈ ঘৰৰ খবৰ লৈ আহিম।" এনেকৈ কৈ প্ৰবীণ ওলাই আহিল। হাজাৰ হ'লেও পুলিচ থানাৰ মালিক। গাম্ভীৰ্য্য ৰক্ষা কৰি কথা কোৱাতো দৰকাৰ, লোকে দেখিলে যাতে উতনুৱা বুলি তাচ্ছিল্য নকৰে। ইফালে তেওঁ অবিবাহিত, গাভৰু ছোৱালীৰ লগত বেছি সময় কথা পতা লোকৰ দৃষ্টি-কটু। ৱাৰ্ডৰ নাৰ্চ আৰু বেমাৰী মহিলাসকলৰ দৃষ্টি নিবদ্ধ হ'ব পাৰে। তেওঁৰ সন্মানৰ প্ৰশ্ন জড়িত আছে। সেইবাবে তেওঁ সান্ত্বনা দি ওলাই আহিল। ওলাই আহি ৰঞ্জুক বিমৰ্ষ দেখি ক'লে — "দুখ

কৰি লাভ নাই বন্ধুৱা। যি হৈ গ'ল হ'ল, এতিয়া তাৰ প্ৰতিকাৰৰ ব্যৱস্থাহে কৰিব লাগে। আপোনাৰ মা-দেউতাৰ খবৰ ল'ব লাগে। বলক, দুয়ো এবাৰ গৈ খবৰ লৈ আহোঁ।"

"তেনেহ'লে মায়া আৰু ভূপেনক মই মাত লগাই আহোঁ, আপুনি অলপ অপেক্ষা কৰক বাহিৰত।"

ৰঞ্জু ভিতৰলৈ গ'ল; প্ৰবীণ বাহিৰ ওলাল। কিছুসময় পিছত ৰঞ্জু প্ৰবীণৰ ওচৰলৈ আহিল। তেওঁক গাড়ীত তুলি লৈ প্ৰবীণে পুলিচ 'ভান'খন চলাবলৈ ড্ৰাইভাৰক আদেশ কৰিলে।

পুলিচ বাহিনীৰ সৈতে প্ৰবীণ ৰঞ্জুহঁতৰ গাঁৱলৈ গ'ল। গাড়ী আহি সোনকালেই ৰঞ্জুহঁতৰ ঘৰ পালে। ঘৰ পাই ৰঞ্জু আৰু প্ৰবীণ গাড়ীৰ পৰা নামি আহি চোতাল পালে। ৰঞ্জুৰ মাক-পিতাকে চোতাললৈ আহি তেওঁলোকক দেখা কৰিলে। প্ৰবীণে হাঁহি মাৰি সুধিলে — "মই পহৰাদাৰী পুলিচৰ মুখে আমাৰ সকলো খবৰ জনাই আছিলো, আপুনি পাইছেনে দেউতা?"

"হয় পাইছো; পাইছো বোপা। তোমাৰ দয়াতে আমাৰ জীৱন ৰক্ষা পৰিল।" মাকে ক'লে — "বোপাৰ দয়াতে আমি ৰক্ষা পৰিলো। তুমি মোৰ কোনোবা জন্মত ল'ৰা আছিলা। মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো; ভগবানে তোমাৰ মঙ্গল কৰক; তোমাক সুখী কৰক, শ বছৰ পৰমআয়ু দিয়ক বোপা।" প্ৰবীণে দুয়োকো সেৱা কৰি ক'লে — "কোনোবাই কাম কৰে, কাৰোবাৰ নাম হয়। এইবোৰ কাম আপোনাৰ ল'ৰা ৰঞ্জু বৰুৱাইহে কৰিছে; মোৰ নাম হ'ল ওপৰতে। এইবোৰ সমস্ত গৌৰৱৰ অধিকাৰী আপোনাৰ সু-সন্তান ৰঞ্জু বৰুৱাহে। এই ঘটনাৰ আঁৰৰ মানুহজন তেওঁহে। তেওঁকহে আশীৰ্ব্বাদ দিয়ক। আজি মই তেওঁৰ কাৰণেহে গৌৰৱ আৰু পুৰস্কাৰৰ অধিকাৰী হ'লো।"

মাকে মাতিলে — "আহাঁ বোপা প্ৰবীণ, ভিতৰলৈ আহাঁ।"

দুয়ো বন্ধুক মাকে ভিতৰলৈ মাতি নিলে।

পাকঘৰৰ ভিতৰত বহি ৰঞ্জু মাক-পিতাক আৰু প্ৰবীণে চাহ খাব ধৰিলে। প্ৰবীণে ক'লে — "ভূপেন আৰু মায়াই আৰাম পাইছে। ডাক্তৰে কৈছে কাইলৈ তেওঁলোকক খালাচ দিব। ঘৰতে চিকিৎসা কৰিব পাৰিব। মই কাইলৈ ৰাতিপুৱা দুয়োকো লৈ আহিম।"

"ভালকৈ ভাল পাইছেনে বোপা?" পিতাকে সোধে। প্ৰবীণে ক'লে — "মায়াই ভালকৈ ভাল পাইছে — কেৱল মানসিকভাৱে নিজক সংযত কৰিব পৰা নাই। ভূপেনৰ ঘাঁবোৰ শুকাব ধৰিছে। ডাক্তৰৰ মতে এসপ্তাহৰ ভিতৰত সম্পূৰ্ণ ভাল হৈ যাব। চিন্তাৰ কোনো কাৰণ নাই। সেইবাবে দুয়োকো ঘৰলৈ পঠাব।"

মাকে চকুলো মচি ক'লে — "শৰীৰ ভাল হ'ব, কিন্তু মায়াৰ জীৱন নষ্ট হৈ গ'ল বোপা। মোৰ একেটি ছোৱালীৰ আজি সমাজত নাকনি-কাকণি খাব লগা অৱস্থা হ'ল। মোৰ কি দুৰ্কপাল আছিল।"

"আপুনি কোনো চিন্তা নকৰিব মা; সময়ত সকলো ঠিক হৈ যাব।"

"তাইক আৰু কোনে বিয়া কৰাব বোপা। তাইৰ বিয়াৰ বাবে নিজে সোণৰ গহনা তৈয়াৰ কৰি ৰাখিছিল। আজি বাচাৰ গতি কি হ'ল।"

"এইবোৰ প্ৰশ্ন এতিয়া নানিব মা। পিছত ঈশ্বৰে কিবা কৰিব। বৰ্তমানে তাইৰ আশু আৰোগ্যহে আমি কামনা কৰো।"

দুখ আৰু নিৰানন্দৰ মাজেৰে চাহ কাপখাই প্ৰবীণ উঠিল। তেওঁৰ মন বৰ বিষাদিত। তেওঁলোকক নমস্কাৰ কৰি গাড়ীত উঠি ক'লে — "আপুনি থাকক ককাৰা। মই যাওঁ। কাইলৈ ৰাতিপুৱাতে সিহঁত দুটাক লৈ আহিম। আপুনি ৰাতিটো বিশ্ৰাম কৰক। এনেভাবেকৈ বিদায় লৈ প্ৰবীণ গুচি গ'ল।



পিছদিনা ৰাতিপুৱা কাকতবোৰত ডাঙৰ ডাঙৰ হৰফেৰে বাতৰি ওলাল— দুৰ্ধৰ্ষ সন্ত্ৰাসবাদীৰ দ্বাৰা সৈন্যবাহিনীৰ হাবিলদাৰৰ সৈতে তিনিজন জোৱান নিহতঃ — ভাৰতীয় জোৱানৰ দ্বাৰা যুৱতী ধৰ্ষণ আৰু নলবাৰী থানাৰ ভাৰপ্ৰাপ্ত বিষয়া প্ৰবীণ হাজৰিকাৰ দ্বাৰা দুৰ্দান্ত সন্ত্ৰাসবাদী কৰায়ত্ব।"

ৰাতিপুৱাতে এই বাতৰি পঢ়ি মানুহৰ মাজত প্ৰভূত উল্লাস আৰু উত্তেজনা পৰিলক্ষিত হ'ল। অসংখ্যজনে প্ৰবীণ হাজৰিকাক আশীৰ্বাদ দিলে। তেওঁৰ সাহস আৰু বুদ্ধিমত্তাক নানাজনে প্ৰশংসা কৰিলে।

বাতৰি কাকত পঢ়ি হাজৰিকাই এটা অৰ্থপূৰ্ণ হাঁহিমাৰি বাতৰি কাকতখন টেবুলত থৈ গাড়ী লৈ নলবাৰী ডাক্তৰ খানালৈ গ'ল।

তেওঁ যোৱাৰ আগতে ইতিমধ্যে ভূপেন আৰু মায়াক ডাক্তৰে 'ৰিলিজ' দিছে। প্ৰবীণে গৈ দুয়োকো গাড়ীত উঠাই থানালৈ লৈ আহিল। থানাত হাজৰিকাই দুয়োকো নিজৰ ৰুমলৈ লৈ গ'ল। ৰুমৰ ভিতৰত কমল ৰৰাই বাতৰি কাকতখন পঢি বিষন্নমনে বহি আছে। প্ৰবীণে মায়া আৰু ভূপেনক লগত লৈ ৰুমৰ ভিতৰত সোমাই ক'লে— "দেউতা! মায়া আৰু ভূপেনক ঘৰলৈ নিব লাগিব। নিয়াৰ আগতে আপোনাক দেখা কৰাই দিয়া ভাল হব বুলি ভাবি লৈ আহিলো।" মায়া আৰু ভূপেনক দেখি ৰৰাৰ আনন্দৰ চকুলো আহিল আৰু দুয়োকো বুকুৰ মাজত সোমাই ললে।

"আহিছা মোৰ বুকুৰ কলিজা হাল। তোমালোকৰ কথা মোক এওঁ একো কোৱা নাই, পুলিচৰ পৰাহে মই সমস্ত কাহিনী শুনিছো। মোৰ কাৰণেই তোমালোকৰ আজি এই দশা। মই মহাপাপীৰ বাবেই মোৰ এনেহেন নিষ্পাপ ল'ৰা-ছোৱালীহালৰ এনে দশা হ'ল। মোৰ জীৱন ধিক।"

"আপুনি কোনো খেদ নকৰিব দেউতা; আমাৰ কপালৰ লিখন।" এইবুলি কৈ মায়াই ভৰিত ধৰি ৰৰাক সেৱা কৰিলে। ভূপেনেও সেৱা কৰিলে আৰু ক'লে— "আমাক নাপাহৰিব দেউতা। আমাক আশীৰ্বাদ কৰক।" দুয়োৰো মূৰত ধৰি আশীৰ্বাদ কৰি ৰৰাই ক'লে— "ভগবানে তোমালোকক মঙ্গল কৰক। তোমালোকৰ জীৱন সুখময়

হওক।” এনেকৈ কৈ তেওঁ আবেগত কান্দি পেলালে। ইহঁত দুয়োৰো কান্দোন আহিল।

এনেতে প্ৰবীণ বাহিৰলৈ ওলাই গ'ল আৰু তিনিজন লোকক লৈ আহি বৰাৰ ওচৰত থিয় কৰাই দিলে। এওঁলোক বৰাৰ ল'ৰা আৰু ছোৱালী মঞ্জু। বাতৰি কাকত আৰু টি, ভিত বৰাৰ খবৰ শুনি আনন্দতে তিনিও ককাই, ভনী আহি হাজিৰ হৈছে। আহিয়ে মঞ্জুই আবেগতে বাপেকক গলত সাৱটি ধৰি কান্দিব ধৰিলে— “দেউতা আজি কিমান দিনৰ মূৰত তোমাক পালো। গা কেনে আছে দেউতা?”

“গা ভালে আছে আই; কিন্তু মন ভাল নহয়। মোৰ জী স্বৰূপিনী মায়া আৰু পুত্ৰ স্বৰূপ ভূপেনৰ অৱস্থা দেখি একো খাবৰ মন নোহোৱা হৈছে।” বৰাৰ ল'ৰা সোণমণি আৰু ধনমণিয়ে পিতাকক সেৱা কৰি ক'লে— “আমাৰ কেনে ভাল লাগিছে দেউতা আজি ইমান দিনৰ মূৰত আপোনাক দেখিলো। আমি যে কেনে উদ্বিগ্নতাৰে দি॰ অতিবাহিত কৰিছো তাক ভগৱানেহে জানে। আজি আমি ভগৱানৰ দয়াত আপোনা৵ পাইছো। মা শুকাই-খীণাই জৰি যেন হৈ গৈছে। আমাৰ মনত কোনো শান্তি নাই, কাঁ৮ খবৰ পায়ে আহিবলৈ খুজিছিলো কিন্তু চৰকাৰৰ তৰফৰ পৰা নিষেধ কৰা বাবে আহি৴ পৰা নাছিলো। আজি অনুমতি দিলে।”

মঞ্জুই সুধিলে— “আপোনাক ক'ত ৰাখিছিল দেউতা।”

“মোক স্বৰ্গত ৰাখিছিল আইটি। মই স্বৰ্গসুখত আছিলো। মোক এই আইটি আৰু বোপাইঁতৰ ঘৰত ৰাখিছিল। ইমান শুশ্ৰূষা পাইছিলো যে জীৱনত আৰু মই পাহৰিব নোৱাৰিম। কিন্তু কি কৰিবি বাচা! এই সোণৰ পুতলি যেন আই মায়াৰ আজি মোৰ বাবেই জীৱন নষ্ট হৈ গ'ল। পাষণ্ডহঁতৰ অত্যাচাৰত ঘৰখনেই চাৰখাৰ হৈ গ'ল। তেওঁৰ চকুলো আহিল। মঞ্জুই চকুলো মচি দি ক'লে — “আমি তাৰ দিহা কৰিম আপোনাক যেনে মৰম কৰি ৰাখিছিল আমিও তেওঁলোকক তেনে মৰম কৰিম দেউতা।”

“এওঁলোকৰ নাম কি দেউতা?”

“এওঁৰ নাম মায়া আৰু এওঁৰ নাম ভূপেন। দুয়ো ককাই ভনী।”

“এওঁলোকৰ কোন কোন আছে দেউতা?”

“এওঁলোকৰ মা-দেউতা আছে। সাধাৰণ খেতিয়কৰ পৰিয়াল এটাও যে এনে ধাৰ্মিক আৰু মহৎ হব পাৰে ইয়াৰ আগতে মোৰ তেনে ধাৰণা নাছিল। ধনেই যে জীৱনত আচল কথা নহয়, এই কথা মই এওঁলোকৰ ঘৰৰ পৰাহে শিকিলো। দয়া,মৰম আৰু ন্যায়-নীতিৰ বিষয়ত আমাতকৈ এওঁলোক বহু ওপৰত।”

সহজ-সৰল আৰু নিৰাৰম্বৰা মায়াৰ ফালে চাই মঞ্জুই সুধিলে — “তোমাৰ নামে মায়া নেকি ভনীটি?” সাইলাখ অপেচ্ছৰী যেন ধুনীয়া, দামী সাজ পোছাক পৰিহিতা মঞ্জুৰ ফালে চাই মায়া মুগ্ধ হৈ গ'ল। কোমল মাতেৰে মায়াই উত্তৰ দিলে — “হয় মোৰ নামে মায়া।” মায়াৰ মায়াময় চকুদুটিলৈ চাই মঞ্জু মুগ্ধ হৈ গ'ল।

“কি অপৰূপা মৃগনয়না গাঁৱলীয়া গাভৰু।” মঞ্জুই যেন মনতে ক'লে। তাৰপিছত ওচৰলৈ আহি মৰমসনা মাতেৰে সুধিলে — “তোমাৰ দাদা নেকি এওঁ?”

"হয় এওঁ মোৰ সৰু দাদা।"

"কি নাম এওঁৰ?

"ভূপেন বৰুৱা।"

ভূপেনৰ চেহেৰা আৰু শক্তিমন্ত শৰীৰ নিৰীক্ষণ কৰি মঞ্জুৰ বৰ ভাল লাগি গ'ল। এনেহেন গাঁৱলীয়া ডেকা। কি চমৎকাৰ চেহেৰা। মঞ্জুই সুধিলে — "তোমাৰ ডাঙৰ দাদা আছে?"

"হয় আছে"

"কি নাম?"

"ৰঞ্জু বৰুৱা।"

ৰঞ্জু বৰুৱাৰ নাম কোৱাৰ লগে লগে মঞ্জুৰ গা জিকাৰ খাই উঠিল। তেন্তে তেওঁৰে ভনীয়েক নেকি? তাইৰ চিন্তা হ'ল। এনেতে সোণমণিয়ে ভূপেনক সুধিলে- 'ভাইটি তোমালোকৰ ঘৰতে আমাৰ দেউতাক ৰাখিছিলা নেকি?"

"হয়। সিহঁতে আমাৰ ঘৰতে দেউতাক ৰাখিছিল।"

"তেওঁলোকৰ যত্নতে মই স্বৰ্গত থকা যেন পাইছিলো।" বৰাই কৈ উঠে।

"তেন্তে তুমি মোৰ সৰু ভাই। আজিৰ পৰা মোক তোমাৰ দাদা বুলি ভাবিবা।" সোণমণিয়ে ক'লে। মঞ্জুই ওচৰলৈ আহি মুৰটো পিহি মৰম কৰি মায়াক ক'লে — "তুমি মোৰ ভণ্টি হ'লা। আজিৰ পৰা তুমি মোক বাইদেউ বুলি মাতিবা। তোমালৈ মোৰ বৰ মৰম লাগিছে।"

"এওঁলোকক মোৰ সন্তান বুলি ধৰি লবি মঞ্জু। কিন্তু ...... ?"

"কিন্তু কি দেউতা?" মঞ্জুই প্ৰশ্ন কৰে।

"এওঁলোকৰ দদায়েকক মোৰ ল'ৰা বুলি কবৰ বাবে মোৰ ভয় লাগে।"

"কিয়?"

"তেওঁৰ জ্ঞান-বুদ্ধি, বিবেচনা আৰু মনৰ মহত্ব দেখি মোৰ মন সংকুচিত হৈ যায়। তেওঁ আমাতকৈ উচ্চ শ্ৰেণীৰ জীৱ মঞ্জু। আমাৰ দৰে সাধাৰণ মানুহ তেওঁ নহয়।" কমল বৰাৰ কথা শুনি সকলোটিয়ে অবাক হৈ যায়। সঁচাকৈ ৰঞ্জু বৰুৱা সাধাৰণ মানুহতকৈ উচ্চ শ্ৰেণীৰ জীৱ। মঞ্জুই বুজি পালে এওঁ কোন ৰঞ্জু বৰুৱা। তেওঁ সাগৰ তলীৰ মাণিক, সহজে বুটলি লব নোৱাৰি। মনতে কথাবাৰ ভাবি তন্ময় হৈ ৰয় মঞ্জু।

এনেতে প্ৰবীণ হাজৰিকাই সোমাই আহি মাত লগালে — "ভূপেন, মায়া তোমালোক আহা; মই সোনকালে ঘৰত থৈ আহিব লাগিব।"

"আমি সাজু হৈ আছো দাদা।" ভূপেনে ক'লে। তাৰপিছত ভূপেনে বৰাক সেৱা কৰি যাবলৈ ওলাল। মায়াই কান্দি কান্দি বিদায় ললে। মায়াৰ উচুপনিত বৰাৰ হৃদয় গলি গ'ল। ধনমণি, সোণমণিৰো মন বিষাদিত হৈ পৰিল। মঞ্জুই মায়াক সাৱটি ধৰি গালত এটা চুমা খাই চকুলো মচি ক'লে — "যোৱা ভনিটী, আমি তোমালোকৰ ঘৰলৈ যাম।"

এনেভাৱে বিদায়ৰ করুণ পর্ব্ব সমাপ্ত হ'ল। ভূপেন আৰু মায়াই প্ৰবীণৰ লগত ওলাই আহিল। গাড়ীত উঠি তেওঁলোক নিজৰ ঘৰলৈ গ'ল।

অলপ সময় পিছতে ভূপেনহঁত ঘৰ পালে। ঘৰ পায়ে পোনে পোনে নিজৰ কমলৈ সোমাই গ'ল মায়া। মাক-বাপেকে চোতালত থিয় হৈ ভূপেনক দেখি ওচৰলৈ আহি বেণ্ডেজবোৰ চাব ধৰিলে। গাৰ জখমবোৰ কেনে হৈছে নিৰীক্ষণ কৰি চকুলো টুকিলে। এনেতে প্ৰবীণে ক'লে — "কোনো চিন্তা নাই দেউতা; এসপ্তাহৰ ভিতৰতে সকলোবোৰ ভাল হৈ যাব।" ভূপেন লাহে লাহে নিজৰ বিছনালৈ গ'ল। বঙ্গুই আহি প্ৰবীণক ধন্যবাদ দি ভিতৰলৈ লৈ গ'ল। মাকে পাকঘৰলৈ গৈ চাহ-জলপানৰ ব্যৱস্থা কৰিলে। এওঁলোক ফিৰি অহাত কাষৰ মানুহবিলাক চোতাললৈ আহিল। এইকেইদিন তেওঁলোকে এওঁলোকৰ মাক-পিতাকক শুশ্ৰূষা কৰিছিল আৰু গৰু গাই, হাঁহ, কুকুৰা আদিৰ তত্বাৱধান কৰিছিল। মায়া আৰু ভূপেন ফিৰি অহাত সকলোৱে আনন্দ লাগিল।

চাহ-জলপান খাই উঠি ভূপেনক মাত লগাই প্ৰবীণ যাবলৈ ওলাল। কিন্তু যোৱাৰ আগতে মায়াক এবাৰ মাত দিয়া উচিত বুলি ভাবি প্ৰবীণ মায়াৰ কমত সোমাল। বঙ্গুই গাঁৱৰ মানুহৰ লগত কথা-বতৰা হৈ চোতালতে বহি থাকিল।

প্ৰবীণে মায়াৰ কমত প্ৰবেশ কৰিলে। মায়াই বিছনাত বাগৰি ফেকুৰি আছে। প্ৰবীণে মায়াৰ কাষলৈ গৈ ক'লে — "মই এতিয়া যাবলৈ ওলালো মায়া। মোৰ অফিচত বহুত কাম। বৰা ডাঙৰীয়াক ঘৰত থৈ আহিব লাগিব। তুমি ঔষধ পাতি খাবা। নাকান্দিবা।" মায়া উচুপিয়ে থাকিল। প্ৰবীণে তাইৰ মুখৰ ওচৰত থিয় হৈ ক'লে "নাকান্দিবা মায়া। ধৈৰ্য্য ধৰা। জীৱনত মানুহে কেতিয়া কি পায় কোনেও আগেয়ে নাজানে।"

"মই ধৈৰ্য্য ধৰিম দাদা? মোৰ কলুষিত জীৱন মই ত্যাগ কৰিম। পঢ়া অৱস্থাত মিছা বদনাম খালো। এতিয়া তাতোকৈ লাঞ্চনা পালো। মোৰ জীৱন ধিক। কণা বিধাতাই মোক মাৰি নিনিয়ে কিয়?"

"ঈশ্বৰৰ ইচ্ছা কি কোনেও কব নোৱাৰে মায়া। কিজানি তোমাৰ ভালৰ বাবেই ঈশ্বৰে এনে কৰিলে?"

"মোক পতিতা কৰি ভালেই কৰিলেনে দাদা? তাতকৈ মোক মাৰি নেপেলালে কিয়?" তাই হুকহুককৈ কান্দিব ধৰিলে। প্ৰবীণে তাইৰ চকুলো মচি মূৰটো পিহি পিহি মৰম কৰি ক'লে — "ঈশ্বৰৰ মহিমা বুজা কঠিন মায়া। ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰা।"

"মই আত্মসমৰ্পণ নকৰো — আত্মহত্যাহে কৰিম। মই কিবা খাই মৰি যাম। মই মোৰ কলঙ্কিত দেহ নাৰাখো।"

"ইয়াক কলঙ্ক বুলি নধৰিবা মায়া। তোমাৰ দেহৰ ওপৰত অত্যাচাৰ কৰিলেও তোমাৰ মন তোমাৰ লগতে আছে। তোমাৰ মন নিষ্কলুষ। তুমি আত্মদান কৰা নাই — তোমাৰ দেহকহে পাষণ্ডহঁতে অত্যাচাৰ কৰিছে। তোমাক আৰু মই

কিমান বুজাম?"

"মোক কোনে গ্ৰহণ কৰিব? সমাজে মোক পতিতা বুলি আঁতৰাই থব। সমাজত মোৰ স্থান নাইকিয়া হ'ল।"

"বোকাৰ মাজত পৰি সোণত বোকা লাগিলেই সোণ নষ্ট নহয় মায়া। বোকাবোৰ ধুই দিলে সোণ আকৌ চিকুণ হৈয়ে দেখা দিব। বোকাই সোণ নষ্ট কৰিব নোৱাৰে। তুমি সোণ, তোমাৰ কলঙ্ক সমাজৰ বোকাহে।"

"এই কথা বুজা মানুহ সমাজত কেইজন আছে?"

"আছে মায়া, বহুজন আছে, সময়ত দেখা পাবা।"

"নাই, কোনো নাই।"

"প্ৰকৃততে তোমাক ভালপাওঁতাজনে নিশ্চয় বুজিব।"

"মোক কোনেও ভাল পোৱা নাই।"

"তুমি কব নোৱাৰাকৈও কোনোবাই ভালপাব পাৰে আৰু সেইজনে নিশ্চয় তোমাক আদৰি লব।"

"আজিলৈ সেই সৌভাগ্য মোৰ হোৱা নাই।"

"সাগৰৰ গভীৰ পানীৰ তলত কিমান ডাঙৰ মাছ আছে তাক তুমি কেনেকৈ জানিবা। ঢৌ দিলেহে বুজিবা।"

"আজিলৈ ঢৌ দিয়া নাই; বুজিম কেনেকৈ?"

"হয়তো এতিয়া ঢৌ দিব পাৰে।"

"কিয়?"

"তোমাৰ এই ঘটনাই ঢৌ দিয়াৰ সুযোগ দিছে।"

"আপুনি কি কৈছে দাদা, মই একো বুজা নাই।"

"কেইদিনমান পিছত হয়তো মাছটোৱে ঢৌ মাৰিব।"

"সেই মাছ মই দেখা নাই।"

"আজিয়ে হয়তো তাৰ গম পাবা।"

"খুলি কওক দাদা?"

"খুলি কব লাগিলে কওঁ শুনা —।"

এইবুলি কৈ প্ৰবীণে মায়াৰ গালত এটা চুমা খাই ক'লে — "আজি গম পালানে?"

আনন্দত তাই সিমুখ দিলে। গা মন ৰোমাঞ্চিত হৈ পৰিল। প্ৰবীণে তাইক ইমুখ কৰি ঘূৰাই লৈ সিখন গালত এটা চুমা খাই ক'লে — "গভীৰ পানীৰ মাছ আজি তোমাৰ জালত পৰিল। আগতে বোধহয় লজ্জাবোধ হৈছিল। এই ঘটনাই মোৰ লজ্জাবোধ নাইকিয়া কৰি দিলে। ইয়াক মই মোৰ নৈতিক কৰ্ত্তব্য বুলিয়ে ভাবিছো।" মায়াই সকাতৰ দৃষ্টিৰে প্ৰবীণৰ চকুলৈ চাই করুণভাবে সুধিলে —

"আপুনি অভিনয় কৰিছে?"

"ছাত্ৰাৱস্থাত নাটকত অভিনয় কৰিছিলো — আজি জীৱনৰ বাস্তৱ ক্ষেত্ৰতে অভিনয় কৰিলো। আজিৰ পৰা মই তোমাৰ হাতত বন্দী।"

"আপুনি সঁচাকৈ কৈছেনে?"

"দিনৰ পোহৰৰ দৰে সঁচা।"

"মোক কেৱল সান্ত্বনাৰ বাবে কোৱা নাইতো?"

"সান্ত্বনা বা প্ৰতাৰণা মোৰ লগত নাই। মই তোমাক ভাল পাইছিলো আৰু আজিও আগৰদৰে ভালপাওঁ। মই লাজতে কব পৰা নাছিলো।

"তাই তেওঁৰ হাতখনত ধৰি পিহি পিহি ক'লে — "আৰু কেতিয়া আহিব?"

তাইৰ মূৰটো দুই হাতেৰে দাঙি ধৰি ওঁঠ দুটিত এটা চুমা খাই ক'লে — "তুমি যেতিয়াই মাতিবা তেতিয়াই আহিম।"

এবাৰ তেওঁৰ চকু দুটিলৈ চাই ক'লে — "কোনোবাই শুনিব নকব।"

"পিছে এতিয়া আত্মহত্যা কৰিব পাৰিবানে?"

"উঁহু — আৰু নোৱাৰো।"

এনেতে ৰুমৰ দুৱাৰ মুখলৈ আহি ৰঞ্জুই এই দৃশ্য দেখিলে আৰু শেষৰ কথাষাৰ শুনিলে। অলপ পিছুৰাই আহি মাত লগালে — "হাজৰিকা! পুলিচসকল বৈ আছে; আপোনাক মাতিছে।"

"গৈছো।" এইবুলি কৈ হাজৰিকাই মায়াৰ ফালে চাই লাহে লাহে ওলাই আহিল। মায়াই সকৰুণ দৃষ্টিৰে এবাৰ চাই সিপিঠিকৈ শুলে।

আজি জীৱনত মায়াই এটি নোপোৱা বস্তু পালে। এই আনন্দই তাইৰ সমস্ত মনোবেদনা অন্তৰ্হিত কৰি দিলে। তাই অনুভৱ কৰিলে সঁচাকৈ ঈশ্বৰৰ মহিমা বুজা টান। দুৰ্ভাগ্যৰ জৰিয়তে নিয়তীয়ে কেতিয়াবা কেতিয়াবা সৌভাগ্যক মাতে।

সকলোৰে পৰা বিদায় লৈ প্ৰবীণ হাজৰিকা যেতিয়া যায় তেতিয়া দুপৰীয়া বাৰটা বাজিছে। লগত নিলে ৰঞ্জু বৰুৱাক।

## (একত্ৰিছ)

দুপৰীয়া একমান বজাত হাজৰিকাহঁত আহি বৰ্গাঁৱৰী থানা পালে। গাড়ী ৰখাৰ পিছতে হাজৰিকাই ৰঞ্জুক লৈ কমল বৰা থকা ৰুমলৈ গ'ল। বৰাই তেতিয়া পুতেক দুজন আৰু জীয়েকৰ লগত ঘৰৰ কথা আলোচনা কৰি আছিল। বাগানৰ বিষয়েও আলোচনা কৰিছিল। এনেতে প্ৰবীণ আৰু ৰঞ্জু সোমাই আহিল। ৰঞ্জুক দেখি মঞ্জুই অলপ কাষ কাটি থিয় হৈ ৰ'ল, সোণমণি আৰু ধনমণিয়ে ইতঃস্তত কৰিলে। থিয় হৈ এফলীয়া হ'ল। ৰঞ্জুই পোনে পোনে বৰাৰ ওচৰলৈ গৈ 'দেউতা' বুলি ভৰিত ধৰি এটা সেৱা কৰিলে। বৰাই আনন্দতে তেওঁৰ মূৰত ধৰি আশীৰ্বাদ কৰিলে — "শতায়ু হোৱা মোৰ বাচা।" তাৰপিচত তেওঁক তুলি ধৰি সাৱটি ধৰিলে আৰু গালে মুখে চুমা খালে। বৰা ইমান আবেগিক হল যে তেওঁ স্থান, কাল, পাত্ৰৰ জ্ঞান হেৰুৱাই পেলালে। তেওঁৰ এই আচৰণ দেখি এওঁলোক সকলোটিয়ে অবাক হ'ল।

বৰাই আনন্দত অধীৰ হৈ ৰঞ্জুক সাৱটি ধৰি ক'বলৈ ধৰিলে — ' মোৰ মৰমৰ সোণ। মোৰ মৰমৰ পো! তুমি মোৰ প্ৰাণৰ ধন, মোৰ বুকুৰ কলিজা। তোমাৰ দৰে গুণৱান, বুদ্ধিমান আৰু ভক্তিমান পুত্ৰ আজি মই লাভ কৰিলো। মোৰ জীৱন ধন্য হৈ গ'ল। সোণক মই কাঁচ বুলি ভাবিছিলো; মোৰ দিব্য চক্ষু মেল খালে এতিয়া। মোৰ কোমল বয়সীয়া ছোৱালীয়ে সোণ আৰু কাঁচৰ পাৰ্থক্য চিনিছিল, মই বুঢ়াজন হৈয়ো নিচিনিলো। আজিহে উপলব্ধি হ'ল।"

তাৰপিচত গলৰ পৰা হাত এৰুৱাই আনি আনন্দত চকুলো টুকি কবলৈ ধৰিলে — "তোমাৰ বুদ্ধি কৌশলৰ বাবেই আজি মই পণবন্দী হৈযো বিনাধনে মুক্তি পালো। তোমালোকৰ ঘৰখনে আজি ইমান দিনে মোক যি সেৱা শুশ্ৰূষা কৰি অতি আপোনজনৰ দৰে ৰাখিলে তাকে ভাবিলে মই বিস্ময় মানো। এনে এখন ঘৰ আৰু এনেকুৱা সন্তান লাভ কৰি তোমাৰ মা-পিতা মহা ভাগ্যবান হৈছে। মই কিহেৰে তোমালোকক কৃতজ্ঞতা জনাম, ভাষা বিচাৰি পোৱা নাই। মই তোমাক এই অনুৰোধকে কৰিছো বোপা, তুমি মন মোৰ ল'ৰা হোৱা। ইহজন্মত নহলেও পৰজন্মত যেন তোমাক মই সন্তান হিচাবে পাওঁ তাকে ভগৱানক খাটিলো।" এইবুলি কৈ বুঢ়াই দুই হাত তুলি ঈশ্বৰলৈ প্ৰণতি জনালে। এনে এটা আবেগিক মুহূৰ্ত্তত কাৰো মুখত মাতবোল নোহোৱা হ'ল। ৰঞ্জুই থৰ হৈ থিয় দি ৰ'ল। বৰাই তেওঁৰ মূৰ পিহি পিহি ক'লে — "তুমি যিমান বিদ্বান সিমান বিনয়ী, যিমান বুদ্ধিমান, সিমান নিৰহঙ্কাৰী, তুমি যিমান কৰ্ম্মী সিমান পৰোপকাৰী। তোমাৰ মন অতি উচ্চ। সেইবাবেই দুৰ্দ্দান্ত দুৰ্ধৰ্ষ সন্ত্ৰাসবাদীয়েও তোমাৰ গুণগান কৰে, তোমাৰ কথা বিনাদ্বিধাই মানে। গাঁৱৰ মানুহে তোমাক দেৱশিশু বুলি জ্ঞান কৰে। এনেহেন গুণী ল'ৰা এটা আজি মই পালো। মোৰ জীৱন ধন্য হ'ল।" বৰাই কৈ কৈ

ভাগৰি পৰিল।

বঙ্কুই ইমান সময়ে নীৰৱে তেওঁৰ প্ৰশংসা শুনি আছিল, এইবাৰ লাহেকৈ সুধিলে — "আপোনাৰ গা কেনে আছে দেউতা?"

"মোৰ গা এতিয়া সুস্থ হৈছে বোপা। তোমাৰ অনুগ্ৰহত মই আজি সম্পূৰ্ণ সুস্থ।"

এনেতে হাজৰিকাই মাত লগালে — "এতিয়া আমি দিশপুৰলৈ যাব লাগিব দেউতা। মুখ্যমন্ত্ৰীৰ ওচৰত সন্ত্ৰাসবাদীক অস্ত্ৰ-শস্ত্ৰ সহ উপস্থিত কৰাব লাগিব। তাত ৰাজহুৱাভাৱে মুখ্যমন্ত্ৰীয়ে ক্ষমা দান কৰাৰ পিছত তেওঁলোক খালাচ হ'ব আৰু এই অনুষ্ঠানত আপুনিও উপস্থিত থাকিব লাগিব। মই বলেন, নগেন, গিৰীণহঁতক গাড়ীত তুলিছো; এতিয়া আপুনি আমাৰ লগত যাব লাগিব। আপোনালোকৰ গাড়ীত আপোনাৰ লৰা-ছোৱালী আৰু বঙ্কু বৰুৱা যাব লাগিব। কাৰণ পুলিচৰ গাড়ীত তেওঁলোকক নিব নোৱাৰিম। পুলিচৰ গাড়ীত আন মানুহ যোৱা নিষেধ। গতিকে আপুনি আহক মোৰ গাড়ীত; বাকীবোৰ আপোনাৰ নিজৰ গাড়ীত যাব। আমি পাঁচটা বজাৰ আগতে গৈ পাব লাগিব।" প্ৰবীণ হাজৰিকাই তেনেকৈ কৈ গাড়ীলৈ গ'ল অতি ব্যস্ততাৰে। তেওঁ যোৱাৰ পিছত বৰাই ক'লে — "অতি ব্যস্ত আৰু কামৰ ল'ৰা প্ৰবীণ, একমিনিট সময় অপব্যয় নকৰে। খোৱা-বোৱাৰ কথা একো নাভাবে এনে কৰ্মচাৰী শতকৰা দহজন থাকিলেও আমাৰ দেশ জয়-জয় ময়-ময় হ'লহেতেঁন। বাৰু মই ওলাওঁ। তোমালোকো সাজু হোৱাগৈ।" এনেকৈ কৈ বৰাই উঠি আহি তাৰপিছত ক'লে — 'ধনমণি, তহঁত চাৰিওজন আমাৰ গাড়ীত যাগৈ। অ' বোপাৰ লগত এওঁলোকৰ কথা-বতৰাই হোৱা নাই। বোধহয় তহঁতে বঙ্কু বোপাক চিনি পাইছহঁ; এতিয়া চাৰিওজনে গাড়ী লৈ যাগৈ বোপা।" পিতাকৰ কথা শুনি ধনমণিয়ে ক'লে — "আমি যাম একেলগে, আপুনি হাজৰিকাৰ লগত যাওকগৈ।"

বৰাই গাড়ীলৈ ওলাই গ'ল। এজন পুলিচে তেখেতক গাড়ীলৈ লৈ গ'ল। তেখেত যোৱাত ধনমণিয়ে বঙ্কুক ক'লে — "দেউতাই সকলো কথা আমাক কৈছে। আপোনালোকৰ উদাৰতা, বদান্যতা আৰু সৰলতাত আমি মুগ্ধ হৈছো। আমাৰ পূৰ্ব্বৰ দোষৰ বাবে ক্ষমা বিচাৰিছো বৰুৱা। আপুনি মোক ক্ষমা কৰিব লাগে।"

"আপুনি একো দোষ কৰা নাই, মই কি ক্ষমা কৰিম?. বৰং মোৰ ভুলৰ বাবে মইহে আপোনালোকৰ ওচৰত মাফ বিচাৰিছো। মোৰ চঞ্চলতা আৰু নিৰ্বুদ্ধিতাৰ বাবে মইহে জগৰীয়া।" বঙ্কুই হাতযোৰ কৰি ক্ষমা বিচাৰে। তাকে দেখি সোণমণিয়ে ক'লে — " আপোনাৰ ভুল নাই, আমাৰ হে ভুল। দুখীয়ালোকৰ প্ৰতি আমাৰ যি অৱজ্ঞাৰ ভাব আছিল, সেই ভাব অতি নীচ ভাব। বৰ্ত্তমানেহে আমাৰ উপলব্ধি হৈছে। আপুনি আমাৰ পৰিয়ালক ক্ষমা কৰিব। এতিয়া বলক আমি একেলগে মিলিজুলি যাওঁগৈ।"

তেওঁৰ কথাৰ পিছত বঙ্কুই তলমুৱা হৈ থিয় হৈ ৰ'ল। ধনমণি আৰু

সোণমণিয়ে লক্ষ্য কৰিলে। দুয়ো বাহিৰ হৈ আহিল। কামৰ ভিতৰত বঞ্জু আৰু মঞ্জু থাকিল। বঞ্জুই এবাৰ মঞ্জুৰ ফালে গহীন হৈ চালে। মঞ্জুৰ দুচকুৰে দুধাৰি চকুলো বৈ আহিল। তাই কান্দি কান্দি ক'লে "দোষ কৰিছো; কিন্তু স্নেহৰ বাধ্যত পৰি কৰা দোষৰ বাবে ক্ষমা নাপামনে?"

"দোষ মোৰ, অন্য কাৰো দোষ নাই। বাওনা হৈ স্বৰ্গ চুকিবলৈ হাবিয়াস কৰাটোৱে দোষ। মইহে ক্ষমা খুজিব লাগিব।"

"ইমান অভিমান কৰিব বুলি মই ভবাই নাছিলো।"

"অভিমান নহয় — ক্ষোভ।"

"ক্ষোভ কিহৰ বাবে?"

"এখনো চিঠি দিয়া নাই কিয়? মই কি বুজিম?"

"মই ম্রিয়মান হৈ ঘৰৰ তাড়নাত চিঠি দিয়া নাই। তাৰ বাবে ক্ষোভ কৰিব নালাগে। মোৰ অৱস্থা কেনে হৈছিল তাক মই জানো আৰু ভগৱানে জানে। এতিয়া জানো মোক ক্ষমা নকৰে?"

"চিন্তা কৰিব লাগিব — দ্বিতীয় চিন্তা।"

"ওৰে জীৱন যাক ভাল পালো; তেৱেঁ যদি দ্বিতীয়বাৰ চিন্তা কৰিব লগা হৈছে তেন্তে এই জীৱন ধিক। মোৰ জীয়াই থকাৰ আৰু কোনো প্ৰয়োজন নাই। মই কাৰ বাবে ইমান দুঃশ্চিন্তাৰে জীৱন ধাৰণ কৰি আছিলো। এই কথা শুনাৰ আগতে যদি মই মৰি গলোহেঁতেন সিও ভাল আছিল।"

"অনুশোচনা কৰি লাভ নাই। বাস্তৱ নিষ্ঠুৰ।" বঞ্জুই কয় গহীন ভাৱে। মঞ্জু ফেকুৰি উঠে। এনেতে বাহিৰৰ পৰা ধনমণিয়ে মাত লগালে — "মঞ্জু। সোনকালে আহা। বৰুৱাকো লৈ আহা।" তেওঁৰ কথা শুনি বঞ্জু ওলাই আহি গাড়ীলৈ গ'ল। মঞ্জুই চকুলো টুকি পিছে পিছে গ'ল।

বাহিৰত দেখিলে পুলিচৰ গাড়ীত দেউতাক গ'ল আৰু তেওঁলোকৰ গাড়ীও ষ্টাৰ্ট দিছে। ধনমণিয়ে ড্ৰাইভাৰৰ চিটত বহি গাড়ী চলাব আৰু সোণমণিয়ে তেওঁৰ কাষত আগৰ চিটত বহিছে। এওঁলোক দুয়ো অহাত পিছৰ দৰ্জা খুলি দি ক'লে—"বৰুৱা আপুনি পিছৰ চিটত মঞ্জুৰ লগত বহক।" মঞ্জু বহিল। ইতস্ততঃ কৰি বঞ্জুয়ো তাইৰ কাষতে বহিল। তেওঁ বুজি পালে যে দুই ভায়েকে মতলব কৰিয়ে মঞ্জু আৰু বঞ্জুক দুয়োকো বহাৰ ব্যৱস্থা কৰি দিছে। বুদ্ধিমান বঞ্জুই সহজে ধৰিব পাৰিলে।

গাড়ী গুৱাহাটী মুখে চলি গ'ল।

গাড়ীৰ ভিতৰত দুয়ো ভায়েকে কিবা-কিবি ঘৰুৱা কথা কৈ গৈছে ; কিন্তু এওঁলোক দুয়োৰো মাজত কোনো মাতবোল নাই। গাড়ী আহি নলবাৰীৰ পৰা হাজো আহি পালে; কোনো মাতবোল নাই। দুয়ো ভায়েকে সন্তৰ্পণে লক্ষ্য কৰি আহিছে। বঞ্জু বৰ শ্ৰান্ত হৈ আছে তাতে আকৌ তেওঁৰ অভিমান ভঙা নাই। এইকেইদিন খোৱা-শোৱাৰ ঠিক নাই, তাতে মাৰাৰ ঘটনাই বঞ্জুক ম্রিয়মান কৰি তুলিছে। বেচেৰাই সৰু

ল'ৰাৰ দৰে টোপনিয়াব ধৰিছে। মাজে মাজে মূৰটো ঢলি আহি মঞ্জুৰ গাত পৰে। মঞ্জুই বুজি পালে যে বঞ্জু অতি ক্লান্ত হৈ পৰিছে। বেচেৰীৰ পুতৌ জন্মিল। নিজৰ প্ৰিয়জনৰ দুখ-ভাগৰ দেখিলে কোনেও সহ্য কৰিব নোৱাৰে। তাই তেওঁৰ মূৰটো আলফুলকৈ দাঙি ধৰি হাতখনেৰে ধৰি থাকিল যাতে টোপনিত হাউলি নাযায়। কিন্তু আৰাম পাই ৰঞ্জুৰ ভাল টোপনি আহিল। মঞ্জুই হাত এখনেৰে ডিঙিত সাবটি ধৰি থাকিল। আজি যেন তাইৰ সঙ্গসুখ মিলিল। প্ৰিয়তমজনৰ সান্নিধ্যই স্বাভাৱিকতে মনৰ আনন্দ বঢ়ায়। তাতে আকৌ গাৰ কাষত বহুৱাই ডিঙিত সাবটি ধৰি শুৱলৈ সুবিধা কৰি দি যি স্পৰ্শসুখ অনুভৱ কৰিলে — তাৰ দ্বাৰা তাইৰ শৰীৰ ৰোমাঞ্চিত হৈ পৰিল। সমুখত দুই ককায়েক থকা সত্ত্বেও তাই নিজক পাহৰি গ'ল। মাজে মাজে ৰঞ্জুৰ চুলিৰ মাজেৰে হাত বুলাই টোপনি গভীৰ কৰি তুলিলে। এনে এটা পৰিবেশ সৃষ্টি হ'ল মাকেহে যেন সন্তানক টোপনিৰ আৰাম দিছে।

গাড়ী আহি দিশপুৰ পালে। ৰঞ্জুৰ যেন এঘুমটি হৈ গ'ল। তেওঁ গা ভাল পালে। গাৰ ভাগৰ নাইকিয়া হ'ল। সাৰ পাই হাতখন ওপৰলৈ দাঙি ধৰি টোপনিৰ আলি-জালি ভাঙিবলৈ চেষ্টা কৰোতে দেখা পালে মঞ্জুই ডিঙিত সাবটি ধৰি আছে। তেওঁ এবাৰ তাইলৈ চালে। তায়ো তেওঁলৈ চাই ডিঙিৰ পৰা হাতখন এৰুৱাই আনিলে। ৰঞ্জুই তেতিয়াহে বুজি পালে টোপনিত তেওঁ কিয় ইমান আৰাম পালে। লাজতে মিছা গাম্ভীৰ্য্য দেখুৱাই পোন হৈ বহিল। মঞ্জুয়ো লাহেকৈ অলপ আঁতৰি আহি বাহিৰৰ ফালে চালে। এনেতে ধনমণিয়ে মাত লগালে— "দিশপুৰ পালো মঞ্জু। আমি এতিয়া নামিব লাগিব। এচেম্‌লি হোষ্টেলৰ আগৰ ফিল্ডত গাড়ী ৰাখিব লাগিব কাৰণ তাতে অনুষ্ঠান হ'ব।" এনেকৈ কৈ ফিল্ডখন পাই গাড়ী ৰাখিলে। সোণমণিয়ে ক'লে— "আমি নিৰ্দ্দিষ্ট ঠাই পালো। ৰৰুৱা নামক, মঞ্জু নামচোন!" সকলোটিয়ে নামিল।

ইতিমধ্যে তাত চন্দ্ৰতাপ টানি অনুষ্ঠানৰ যা-যোগাৰ আৰম্ভ কৰিছে। অনুষ্ঠানত মুখ্যমন্ত্ৰীৰ সমুখত বলেন, নগেন, গিৰীণহঁতে অস্ত্ৰ-শস্ত্ৰসহ আত্মসমৰ্পণ কৰিলে। মুখ্যমন্ত্ৰীয়ে সন্ত্ৰাসবাদ পৰিহৰি দেশৰ সংবিধান মানি, প্ৰচলিত আইন মানি, গণতন্ত্ৰক বিশ্বাস কৰি দেশৰ হকে কাম কৰিবলৈ অনুৰোধ জনালে আৰু মূলসুঁতিৰ লগত নিজক জড়িত কৰি সমাজৰ মঙ্গলৰ হকে কাম কৰি যাবলৈ নিৰ্দ্দেশ দিলে। কমল বৰাকো মুক্তি দি কৰমৰ্দ্দন কৰিলে। বাতৰি কাকতৰ প্ৰতিবেদকসকলে বিভিন্ন ফটো তুলিলে। টি, ভি,ৰ ফালৰ পৰাও ফটো ল'লে আৰু গধূলি সাত বজাৰ বাতৰি পৰিবেশনৰ সময়ত এই কথা প্ৰকাশ কৰিবৰ বাবে ব্যৱস্থা কৰিলে। এনেভাৱে অভিনৱ পদ্ধতিৰে নৰহত্যাকাৰী সন্ত্ৰাসবাদীক মুখ্যমন্ত্ৰীয়ে ক্ষমা প্ৰদান কৰে আৰু দুই লাখকৈ টকা সিহঁতক স্বনিয়োজনৰ বাবে দিবলৈ ব্যৱস্থা কৰিলে। তাৰপিছত মুখ্যমন্ত্ৰীয়ে বলেনক সোধে— "তোমালোকে ক'ৰ পৰা বৰাক নিছিলা? আমাক দেখুৱাই দিব লাগিব। পাৰিবা?" "পাৰিম চাৰ।" বলেনে কয়।

"সিহঁত ক'ত আছে।"

"এই ৰাজধানী চৌহদতে আছে। তাৰপৰা আমাক অৰ্পণ কৰে। আমাক এক লাখ টকা দিম বুলি কৈ মাত্ৰ পঞ্চাছ হেজাৰ টকাহে দিয়ে। আজিলৈ চুক্তিৰ টকা পৰিশোধ কৰা নাই।"

"তোমালোকে জানানে সিহঁতৰ লগত কোন আছে?"

"আমাক কোৱামতে সিহঁতে বৰাক ৰখা ঘৰটি আপোনাৰে কোনোবা যুৱনেতাৰ ঘৰ হেনো। তেওঁ হেনো নগাঁওত থাকে। ইয়াত নতুনকৈ এইটো বিল্ডিং সাজিছে।"

মুখ্যমন্ত্ৰীয়ে ইমান সমাজৰ মাজত বৰ লাজ পালে — তেওঁৰে অনুগামী যুৱনেতা বুলি কোৱাত। তেওঁ খং ভাবে ক'লে— "এতিয়াই যোৱা আৰু ঘৰটি আমাৰ এচ্ পিক দেখুৱাই দিয়াগৈ।"

তাৰপিছত এচ্ পিৰ সৈতে প্ৰবীণ হাজৰিকা যুৱনেতাৰ ঘৰ বিচাৰি গ'ল বলেনহঁতৰ লগত। তেওঁলোক গৈ দিশপুৰৰ এটা নৱনিৰ্মিত অট্টালিকাৰ সমুখত থিয় হ'ল। বলেনে ক'লে— "এইটোৱে বিল্ডিং চাৰ। ইয়াৰ পৰাই আমি সিহঁতৰ পৰা টকা নিছিলো আৰু বৰাকো নিছিলো।"

এচ্ পিয়ে পুলিচৰ দ্বাৰা ঘৰ ঘেৰাও কৰি দৰ্জাৰ ওচৰত থিয় হৈ মাতিলে— "ঘৰত কোন আছা ওলাই আহা।"

পুলিচৰ মাত যেন পাই ভিতৰত থকা সন্ত্ৰাসবাদীহঁতৰ ভয় লাগিল। আজি এই ফুট গধূলিতে কোনে মাতে। সিহঁতে মনে মনে আলোচনা কৰি এজনে দৰ্জাখন খুলি প্ৰশ্ন কৰিলে— "আপোনালোক কোন?"

"আমি পুলিচৰ মানুহ। ঘৰৰ ভিতৰত থকা সকলোৱে ওলাই আহা। পলাবৰ চেষ্টা নকৰিবা, গুলী কৰিম।"

কথা বিষম দেখি ৰাজেন গগৈ ওলাই আহিল; লগত দুজন সঙ্গী। তেওঁক দেখি এচ্ পিয়ে গ্ৰেপ্তাৰ কৰিবলৈ পুলিচক আদেশ কৰিলে। পুলিচে তিনিওজনক গ্ৰেপ্তাৰ কৰিলে। ঘৰটিৰ আৰু ইহঁতৰ ফটো ল'লে।

"এই ঘৰতে তোমালোকে কমল বৰাক অপহৰণ কৰি আনি ৰাখিছিলা নহয়? মিছা নকৰা, কথা বিষম হব।"

"হয় চাৰ।"

"এই ঘৰৰ পৰাই এক লাখ টকা দিম বুলি কৈ বৰাক ৰাখিবলৈ এওঁলোকক গতাইছিলা নহয়?"

"হয় চাৰ।"

"এতিয়ালৈ পঞ্চাছ হেজাৰহে দিছা নহয় জানো?"

"হয় চাৰ।"

"তোমালোক থকা এই ঘৰটি কাৰ?"

সি ইতস্ততঃ কৰিলে। এচ্ পিয়ে ক'লে— "মিছা কথা কৈ কেচটো জটিল কৰি নুতুলিবা; তোমালোকৰে শাস্তি বাঢ়িব।"

"তেওঁৰ নাম জগদীশ শইকীয়া। নগাঁৱত থাকে।"

"তেবেঁ। তোমালোকৰ লগত জৰিত নহয় জানো।"

"চাৰ আমি ক'ব নোৱাৰো।"

"মিছা কৈছা কিয়? তেওঁ জৰিত বুলি সঁচা কথাটো কবৰ যাবে ইমান সংকোচ কিয়?"

"আমাক খাই পেলাব চাৰ?"

"কেনেকৈ?"

"তেওঁ নেতা মানুহ। স্বয়ং মুখ্যমন্ত্ৰীৰ মানুহ, গতিকে.......।"

"ভয় নকৰিবা। তোমালোকে আত্মসমৰ্পণ কৰিলে মুক্তি পাবা আৰু দুই লাখকৈ টকাও পাবা। তেওঁ একো নাপায় বৰং আমাৰ হাতত শেষ হৈ যাব।"

"আপোনালোকে নিজেই চাওকগৈ চাৰ। আমাক বিপদত নেপেলাব চাৰ।"

এচ্ পিয়ে এওঁলোকক গ্ৰেপ্তাৰ কৰি নি থানাব [illegible] লাগিলে। তাৰপিছত হাজৰিকাক ক'লে— "হাজৰিকা! আপুনি নগাঁওৰ এচ্ পিৰ লগত আলোচনা কৰকগৈ। কেচটো বৰ জটিল। স্বয়ং মুখ্যমন্ত্ৰীৰ মানুহ জড়িত থকা বুলি এওঁলোকে কৈছে। গতিকে আপুনি নগাঁওলৈকে যাওক। এই ফোন [illegible] জনাই [illegible] নকৰিব।"

এনেকৈ কে হাজৰিকাক বিদায় দিলে। হাজৰিকাই অতিশীঘ্ৰে আহি দিশপুৰৰ ফিল্ডত বৰাইতক লগ ধৰিলে। বৰাইতে হাজৰিকাৰ আদেশ নোপোৱাকৈ কʼলেকো নাযায়। হাজৰিকাই আহি বৰাক ক'লে—

"দেউতা! এতিয়া আপোনাক মই ঘৰত থৈ আহিব লাগিব। মোৰ গাড়ীত উঠক; এওঁলোক সিখন গাড়ীতে যাব।"

আগৰ দৰে পুলিচৰ গাড়ীত বৰা উঠিল হাজৰিকাৰ লগত। বৰাৰ এষেচেদৰ গাড়ীত আগৰ দৰে বঞ্জু, মঞ্জু, সোণমণি, ধনমণি উঠিল। গাড়ী দুয়োখন দিচপুৰৰ পৰা গধূলি নগাঁও মুখে ৰাওনা হ'ল।

## (বত্ৰিছ)

ৰাতি এন্ধাৰ। ইফালে ঠাণ্ডা ঠাণ্ডা ভাবো আছে। গাড়ী যোৰাবাট পাৰ হৈ পাহাৰী পথখিনিত উঠা নমা হব ধৰিছে। ৰাস্তাৰ ভাঁজৰ কাৰণে ইজনৰ গাত সিজন পৰিব লগা হৈছে। মাজে মাজে গাড়ী ৰাস্তাৰ ভাঁজত ঘূৰোঁতে মঞ্জুই বঞ্জুৰ গাত ঢলি পৰে আৰু দুয়োৰো গাত শিহৰণ উঠে। সঙ্গসুখ যেন লাভ হয়। দুয়ো নীৰৱে এই সঙ্গ-সুখ অনুভৱ কৰে। এবাৰ ৰাস্তাৰ অসুবিধাৰ বাবে গাড়ীখনে ওপৰলৈ অলপ জাপ মাৰিলে। মঞ্জু ওপৰলৈ জাপ মৰাৰ দৰে ওপৰলৈ উঠি ঠেকেচা খালে আৰু গাড়ীৰ ওপৰত খুন্দা খালে। মঞ্জুই দুখ পাব বুলি ভাবি বঞ্জুই তাইৰ কঁকালত ধৰি টানি ৰাখিলে আৰু এখন হাতেৰে মূৰটো পিহি সৰুকৈ মৰম লগাকৈ ক'লে— "মূৰত দুখ পালা নেকি?" মঞ্জুই আবদাৰৰ সুৰত লাহেকৈ ক'লে— "দুখ পালেও কোনে পতিয়াব? মোৰ দুখ পতিওৱা কোনোবা আছেনে?" এনেতে আগফালৰ পৰা আন এখন গাড়ীৰ লাইটৰ পোহৰ আহি দুয়োৰো মুখত পৰিল। দুয়োৰে চকুই চকুই পৰিল। বঞ্জুই মিচিকিয়া হাঁহি মাৰি দিলে। মঞ্জুই মৰম লগাকৈ চাই চকু দুটিৰে কথা ক'লে। বঞ্জুই সৰু সৰুকৈ ক'লে— "তোমাৰ চকু দুটাই খুব কথা কব পাৰে।" তাই 'উ উ' বুলি প্লুট স্বৰত লেনিয়াই ক'লে। ক্ষন্তেকৰ ভিতৰতে যেন মহাভাৰতখন কোৰা হৈ গ'ল........।

সোণাপুৰ এৰাৰ পিচত চেঁচা বতাহ চলিল। জাৰ জাৰ ভাব হ'ল। দুয়ো সুস্থিৰে বহিল। সন্মুখত সৰু ককায়েকক টোপনিয়ে আমনি কৰিছে। ডাঙৰ ককায়েকে গাড়ী চলাই গ'ল একান্তমনে। নীৰৱ, নিস্তব্ধ, কেৱল গাড়ীৰ হু' হু' শব্দহে শুনা গ'ল। এটা নিৰিবিলি পৰিবেশ। অভিসাৰৰ যেন উৎকৃষ্ট সময়। বঞ্জুৰ ঠাণ্ডা লাগিছে। মঞ্জুই অনুভৱ কৰিলে। তাই নিজৰ গাৰ উৰা কপোৰখনৰ এটি অংশ তেওঁৰ গাত মেৰিয়াই দিলে। কিছুসময় ককায়েক দুজনক লক্ষ্য কৰিলে। নাই - কোনো অসুবিধা নাই। সৰু ককাইয়েকে টোপনি আৰু ডাঙৰ ককাই গাড়ীৰ ষ্টিয়াৰিঙৰ লগত যুঁজি আছে।

মঞ্জুই এবাৰ বঞ্জুৰ ফালে চালে। তেওঁ সাৰে আছে। তাই লাহেকৈ তেওঁক নিজৰ কোলাত শুৱাই লৈ গাৰ কাপোৰখন জাপি দিলে। আৰামত বঞ্জুই চকু দুটা মুদি দিলে। মঞ্জুই তেওঁৰ মুখৰ ওচৰলৈ মুখখন নি বঞ্জুৰ গালত লাহেকৈ গালখন লগাই দিলে। তেওঁ চকু মেলি চাই থাকিল। এনেতে খুব সৰুকৈ তাই ক'লে— "আজিয়ে জীৱনৰ চৰম আনন্দ লাভ কৰিলো। মই আজি মৰি গলেও কোনো দুখ নাই।" সৰু ল'ৰাৰ দৰে বঞ্জুই মঞ্জুৰ কোলাত মূৰটো গুজি দিলে। বঞ্জু যেন আজি মঞ্জুতকৈও অনেক বছৰে সৰু।

গাড়ী হো হো শব্দৰে চলি গ'ল দ্ৰুত গতিৰে। গাড়ী আহি যেতিয়া ঘৰ পালে তেতিয়া ৰাতি দহটা বাজিছে। উদ্বিগ্ন হৈ মাকে ওৰে দিন অধীৰ অপেক্ষা কৰি

আছিল। বাপেক, পুতেক, জীয়েক অহা দেখি আনন্দতে মঞ্জুৰ মাকে বাটলৈ ওলাই আহিল। আজিহে যেন তেওঁৰ ভঙা হৃদয় জোৰা লাগিল।

বাপেকৰ প্ৰকাশ্য সম্মতি আৰু ককায়েকহঁতৰ মৌন সম্মতি লাভ কৰি মঞ্জুই আজি জীৱনত অভূতপূৰ্ব আনন্দ লাভ কৰিলে। কিন্তু প্ৰকাশ্যভাৱে একো প্ৰকাশ নকৰিলে। নিজক সংযত কৰি ৰাখিবৰ শক্তি তাই লাভ কৰিছে।

বৈণীয়েকে বৰাৰ ওচৰলৈ আহি সাৱত মাৰি ধৰি লাহে লাহে ঘৰৰ ভিতৰলৈ লৈ গ'ল। আজি তেওঁৰ আনন্দৰ লোটক বৈ গ'ল দুটি নয়নেৰে। বৃদ্ধ বয়সত দাম্পত্য প্ৰীতি অধিক হয়। এই দাম্পত্য প্ৰীতিৰ বাবেই ইজনে সিজনক এৰিব নোৱাৰা হয়। দৈহিক নহলেও বৃদ্ধ বয়সত আন্তৰিক আকৰ্ষণ বৃদ্ধি পায়। এইহাল বুঢ়া-বুঢ়ীৰো সেই দুৰ্বাৰ আকৰ্ষণ আছিল। ঘৰৰ ভিতৰত সকলোটি বহি সুস্থিৰ হোৱাৰ পিচত বুঢ়ীয়ে কেইকাপমান চাহ কৰিবলৈ পাকঘৰলৈ গ'ল। প্ৰবীণ আৰু ৰঞ্জু একেলগে বহিছে। সোণমণি আৰু ধনমণিয়েও বাপেকৰ দুয়োকাষে বহিছে। মঞ্জুই কানি-কাপোৰ সলাবৰ বাবে ভিতৰ সোমাইছে। চাহ কেইকাপ আনি সকলোৰে আগত দিলে। বৰাই ক'লে— "মঞ্জুৰ মাক; তোমাক আজি মই এটা উপহাৰ দিম। মই লগত আনিছো। সন্ত্ৰাসবাদীহঁতে মোক অপহৰণ কৰিছিল বোধকৰো এই বস্তুটি লাভ কৰিবৰ বাবেহে। ঈশ্বৰে যি কৰে ভালেই কৰে। আজি মই তোমাক এনে এটা উপহাৰ দিম যাক জীৱন জুৰি সাধনা কৰিও নাপালাহেঁতেন।" বুঢ়ীয়ে লাহেকৈ হাঁহি মাৰি সুধিলে— "বাৰু দিয়ক কি উপহাৰ আনিছে।"

"মই তোমাৰ বাবে এটা সন্তান উপহাৰ আনিছো। এইযে দেখিছা (ৰঞ্জুক আঙুলিয়াই দি) এইজন তোমাৰ সন্তান বুলি ভাবিবা। ভাৰতবৰ্ষত লক্ষ লক্ষজনৰ ভিতৰতো এনে আদৰ্শবাদী ল'ৰা দেখা নাপাবা। মোৰ সৌভাগ্য যে মই এওঁক লাভ কৰিলো।"

লাজতে ৰঞ্জুই তলমূৰ কৰিলে। মঞ্জুই তাইৰ কমৰ পৰা দৰ্জাৰ ফাঁকেৰে দৃশ্যটো চাই উপভোগ কৰি থাকিল। বুঢ়াই ক'লে— "এওঁলোকৰ ঘৰতে মোক ৰাখিছিল। এওঁলোকেই মোক আদৰ মৰম কৰি শুশ্ৰূষা কৰিছিল আৰু এওঁৰ বুদ্ধিতে মই বিনা পইচাই খালাচ হলো। এওঁৰ নাম ৰঞ্জু বৰুৱা। এওঁকে মই উপহাৰ হিচাবে — সন্তান হিচাবে তোমাৰ কাৰণে আনিছো। এতিয়া তুমি গ্ৰহণ কৰা।"

ৰঞ্জুৰ নাম শুনি বুঢ়ী স্তব্ধ হৈ গ'ল। ৰঞ্জু বৰুৱা; যাক এদিন অপমান কৰিছিল বিশ্ববিদ্যালয়ত, যাৰ লগত চিঠি-পত্ৰৰেও মঞ্জুক সম্পৰ্ক ৰাখিবলৈ মানা কৰিছিল, যাৰ ওপৰত এদিন খৰ্গহস্ত হৈছিল; সেই ৰঞ্জু বৰুৱাকে আজি ঘৰলৈ আনিছে— উপহাৰ হিচাবে। কি আচৰিত কথা। বুঢ়ী অবাক হৈ গ'ল। বুঢ়াই ক'লে— "বোধহয় এওঁৰ নাম শুনিছা — যাক এদিন মই অপমান কৰিছিলো, নিম্ন খেতিয়কৰ সন্তান বুলি তাচ্ছিল্য কৰিছিলো; সেই ৰঞ্জু বৰুৱাকে আজি মই আনিছো মোৰ পুত্ৰ সদৃশ প্ৰীতিৰে। তুমি হয়তো তবধ মানিছা। মই সকলো কথা কম। তুমি ৰোপাক ভিতৰলৈ লৈ যোৱা। অ'

ৰবা। তুমি বোধহয় এওঁক চিনি নোপোৱা — আমাৰ থানাৰ এসময়ৰ ডি, এচ, পি, শ্রীপ্রবীণ হাজৰিকা।"

"এওঁক চিনিছো। আপুনি যোৱাৰ পিচত আমাক হিত উপদেশ দিছিল এৱেঁ। কিন্তু ৰঞ্জু বোপাৰ নাম শুনিলেও মই দেখা নাছিলো।" তেওঁ ওচৰলৈ আহি মূৰ পিহি মৰম কৰি ক'লে— "বোপা আহা, ভিতৰলৈ আহি হাত-মুখ ধুৱাহি। অ' মঞ্জু। বোপাক বাথৰুমটো দেখুৱাই দেচোন। বোপা আহা।"

তেওঁক হাতত ধৰি লৈ গৈ মঞ্জুৰ ওচৰত থলে। মঞ্জুই হাঁহি মাৰি আগবঢ়াই লৈ গৈ বাথৰুমটো দেখুৱাই দিলে। লগতে ক'লে— "গৰম পানীৰে গা-পা ধুব।" তেওঁ বাথৰুমলৈ গ'ল। মঞ্জুই গৰম পানীৰ পাইপটো খুলি দি নতুন গমোচা এখন কান্ধত দি ক'লে— "আৰু কিবা লাগিলে দিম। অ' ৰ'ব, ধুতি এখন আনি দি যাওঁ।" এইবুলি ওলাই গৈ এখন ধুই থোৱা ধুতি আনি দিলে। "আৰু কিবা দিম?" ঘৈণীয়েকেহে যেন গিৰিয়েকক সুধিছে মৰম কৰি। ৰঞ্জুই আনন্দেৰে হাঁহি মাৰি দৰ্জাখন অলপ জপাই দি লাহেকৈ ক'লে— "মোৰ ওপৰত সকলো অধিকাৰ সাব্যস্ত কৰিলা, আৰু কি বাকী আছে? কেৱল আদেশ দিবলৈহে বাকী।" এটা মিচিকিয়া হাঁহি মাৰি মঞ্জু ওলাই আহিল। ৰঞ্জুই গৰম পানীৰে গা-পা ধুই যেতিয়া কাপোৰ পিন্ধি ওলাই আহে তেতিয়া টেবুলত ভাত বাঢ়ি দি গোটেইকেইজনে তেওঁক বাট চাই আছে।

গোটেইকেইজনে খাই বৈ উঠি পৰৱৰ্ত্তী কাৰ্য্য ব্যৱস্থাৰ বিষয়ে আলোচনা আৰম্ভ কৰিলে। প্রবীণে ক'লে— "মইতো কাইলৈ এচ্ পিৰ লগত আলোচনা কৰিব লাগিব; গতিকে মই আপোনালোকক প্রশ্ন কৰিব খোজো।"

ধনমণিয়ে ক'লে— "কওক কি প্রশ্ন?"

ইতিমধ্যে কমল ৰৰাই খাই বৈ শুবলৈ গৈছে। ঘৈণীয়েকে এওঁলোকৰ লগত বহিছে।

প্রবীণ— "দেউতাকক অপহৰণ কৰাৰ পিচত কোনে বেছিকৈ আপোনালোকৰ ঘৰৰ খবৰ কৰিছিল?"

অলপ চিন্তা কৰি ধনমণিয়ে ক'লে— "জগদীশ শইকীয়াই যথেষ্ট সহায় কৰিছিল।"

সোণমণিয়ে ক'লে— "আমাৰ খবৰ প্রতি দিনে লৈ নানা সান্ত্বনা দিছিল। তেওঁৰ ওপৰত কিবা সন্দেহ আছে নেকি?"

মাকে মাত দি উঠিল— "কেনেকৈ সন্দেহ থাকিব? তেওঁহে আমাৰ বিপদ কালৰ বন্ধু আছিল। আমাক সাহস দিছিল, আনকি পণবন্দীৰ টকা খোজোঁতে আমি দিব নোৱাৰাত তেৱেঁ পঞ্চাছ হেজাৰ টকা দিছিল। তেওঁৰ ওপৰত কেনেকৈ সন্দেহ কৰিম? তেওঁ আমাৰ বিপদৰ বন্ধু।"

প্রবীণ— "মই সন্দেহ কৰা বুলি কোৱা নাই। কোনে বেছিকৈ অহা যোৱা কৰিছিল তাকেহে সুধিছো।"

"অইন মানুহে ভয়তে আমাৰ ঘৰলৈ অহা যোৱা বন্ধ কৰিছিল। তেৱেঁহে আমাক সহায় কৰিছিল?"

প্ৰবীণ— "সন্ত্ৰাসবাদীইঁতে কিমান টকা দাবী কৰিছিল?"

ধনমণি— "দহ লাখ।"

প্ৰবীণ— "কিমান দিলে?"

ধনমণি— "আচলতে ঘৰৰ পৰা এক লাখ দিয়া হৈছে।"

মঞ্জু— "আপুনি বন্ধ কৰিবলৈ কোৱাৰ পিছত এপইচাও দিয়া নাই।"

প্ৰবীণ— "ঠিকেই কৰিছা। তাৰপিছত তেওঁ আহি আছিলনে?"

মঞ্জু— "পিছত কেৱল কিস্তিৰ টকা সাধিবলৈহে আহিছিল মাজে মাজে। তাৰপিছত .......।"

"তাৰপিচত মানে?"

মঞ্জু— "আপোনাৰ কথামতে টকা দিয়া বন্ধ কৰিলো।"

সোণমণি— "আপোনাৰ আশ্বাস পাই টকা নিদিলো।"

প্ৰবীণ— "বাৰু মুখ্যমন্ত্ৰীৰ কথা কিবা কৈছিল নেকি?"

ধনমণি— "একো উল্লেখ কৰা নাই।"

মঞ্জু— "মোৰ আগত কৈছিল যে মুখ্যমন্ত্ৰীয়ে তেওঁক বৰ ভাল পায় কাৰণ তেওঁ যুৱনেতা।"

প্ৰবীণ— "অৱশ্যে যুৱনেতাক আজিকালি সকলো মন্ত্ৰীয়ে ভালপোৱা বুলি কয়। আচলতে মন্ত্ৰীয়ে কয়নে তেওঁলোকেহে মন্ত্ৰীয়ে ভালপোৱা বুলি জহায় কব নোৱাৰো।"

মঞ্জু— "মুখ্যমন্ত্ৰীৰ লগত জগদীশ শইকীয়াৰ ঘনিষ্ঠতা থকা বুলি মই গম পাওঁ।"

প্ৰবীণ— "তেতিয়াহলে তুমি সন্দেহ কৰা নেকি?"

মাকে তৎক্ষণাত মাত দি উঠিল— "কি সন্দেহৰ কথা কয় এইজনীয়ে আকৌ। জগদীশৰ দৰে ভাল ল'ৰা আমাৰ অঞ্চলতে নাই।"

ধনমণি— "অৱশ্যে তেওঁ বৰ চতুৰ আৰু বুদ্ধিমান। বৰ্তমান সমাজৰ প্ৰিয়পাত্ৰ হৈ পৰিছে। অহা নিৰ্বাচনত চৰকাৰী দলৰ পৰা বিধান সভাৰ সদস্যৰ বাবে টিকট পাব পাৰে।"

সোণমণি— "হয় এইবেলি তেওঁ টিকট পাব। ৰাইজেও ভাল পাইছে। শুনিছো তেওঁ বোলে মন্ত্ৰীও হ'ব পাৰে।"

মাকে ক'লে— "এনেহেন পৰোপকাৰী ল'ৰা মন্ত্ৰী হলে ৰাইজৰ উন্নতিও হ'ব। তেওঁক ঈশ্বৰে কুশলে ৰাখক।"

মঞ্জু— "তেওঁ মোক বৰ ভাল পায়। মন্ত্ৰী হলে ভালে পাওঁ। চাকৰি-বাকৰি বিনা পইচাই পাব পাৰো।"

জগদীশে মঞ্জুক ভালপোৱা বুলি কোৱাত ৰঞ্জুই চকু মেলি তাইৰ ফালে চালে। সকলোৱে লক্ষ্য কৰিলে। প্ৰবীণেও হতবাক হ'ল। মাকে বৰ ভাল পালে জীয়েকৰ এনে সুমতি দেখি।

"তেনেহলে তোমাৰ আগত কিছু কথা কৈছে?" —প্ৰবীণে সোধে।

"তেওঁ বহুত কথাই কৈছে। সেইবোৰ মই আপোনাক কম। আপুনি এই টেপটো চালেই গম পাব। মই তেওঁক ভালপাই টেপ কৰি ৰাখিছো। ধৰক টেপটো।"

মঞ্জুই টেপটো প্ৰবীণৰ হাতত দিলে। ৰঞ্জুৰ অসহ্য হয়। কি দুষ্ট ছোৱালী এইজনী! খঙত তেওঁৰ চকু-মুখ ৰঙা পৰি উঠে। সকলোটিয়ে তেওঁৰ ফালে লক্ষ্য কৰে। ৰঞ্জু লাজতে তলমুৰা হয়। প্ৰবীণে টেপটো বজাই দিয়ে। টেপটো বাজি উঠে—(মঞ্জুৰ মাত) — "মই সুধিবলৈ পাহৰিছো আপুনি কি কাৰণে ৰাতিপুৱাতে ওলাল?" (জগদীশৰ মাত) — "মই বিশেষ কাৰণত তোমাক লগ ধৰিব আহিছো। সন্ত্ৰাসবাদীহঁত আজি ৰাতি মোৰ ঘৰত উপস্থিত হ'ব আৰু টকা চাৰি লাখ বিচাৰিব। দিব নোৱাৰিলে দেউতাৰাক নিশ্চয় বেয়া কৰিব। কোনো যত্ন নলব বৰং দৰ্কাৰ হলে মাৰি পেলাবও পাৰে, গতিকে আজিৰ ভিতৰতে টকা চাৰি লাখ বিচাৰিছে। এতিয়া কি কৰিবা?"

"মই কি কৰিম শইকীয়া? মা আৰু ককাইদেউহঁতে কোনোমতে টকা যোগাৰ কৰিব পৰা নাই। মালিককো কৈছে, কিন্তু কোনো সঁহাৰি নাই। আমি নিৰুপায় হৈছো। মালিকক বৰ হেঁচা দিছো, তেওঁ কেইদিনমান পিছতহে জনাব। চাহ কোম্পানীৰ মেনেজাৰসকলৰ লগত আলোচনাৰ পিছতহে কি সিদ্ধান্ত লয় জনাব। গতিকে আৰু এসপ্তাহমান বাট চাব লাগিব। আপুনি সিহঁতক বুজাই বঢাই ৰাখক, পাৰিলে আপুনিয়ে অলপ চলপ দিয়ক, পিছত আমি দিম।"

"মোৰ হাতত থাকিলে কবই নালাগে। তোমাৰ বাবে মই সকলো কৰিব পাৰো। মোৰ গুৱাহাটীৰ বিল্ডিঙৰ কামো আধৰুৱা হৈ আছে টকাৰ অভাৱত। ঘৰটিৰ বাবে আৰৌ তিনি লাখমান টকা দৰ্কাৰ। মই কামটো পেলাই থৈছো। তেনেস্থলত দিম কেনেকৈ? ময়ো নিৰুপায় হৈ পৰিছো।"

"আপোনাৰ বাহিৰে মোৰ কোন আছে? মই আপোনাকে ভাবি আছো। আপোনাৰ বাহিৰে এই বিপদৰ পৰা আমাক উদ্ধাৰ কৰা লোক কোনো নাই। আপুনি মাৰিলেও মাৰক ৰাখিলেও ৰাখক।"

"মহা চিন্তিত হৈ পৰিছো মঞ্জু। এফালে তোমালোকৰ ফালে চাই মই দেউতাৰাক উদ্ধাৰ কৰিবলৈ চাওঁ আৰু আনফালে সন্ত্ৰাসবাদীসকলৰ কথা মনত পৰিলে গা সিৰ্যঁৰি উঠে। মই মহা বিপদত পৰিছো।"

"আপুনি সন্ত্ৰাসবাদীহঁতক পুলিচক ধৰাই নিদিয়ে কিয়?"

"সিহঁতক চিনাক্ত কৰি দিলে মোক গুলীয়াই মাৰিব। দুজনমানক ধৰাই দিব পাৰিলেও বাকীবোৰক ধৰাই দিব নোৱাৰিম। সিহঁতে মোক গুলীয়াই মাৰিব। মই বাৰু সিহঁতৰ বিষয়ে পুলিচক কেনেকৈ কওঁ তুমিয়ে কোৱাচোন?"

"আপোনাক মই মৰিবলৈ দিব নোৱাৰো। আপোনাৰ অবিহনে মোৰ কি গতি হ'ব?"

"তুমি নাকান্দিবা সোণজনী। মই যিকোনো প্ৰকাৰে তোমাৰ দেউতাৰাক উদ্ধাৰ কৰি আনিম। দৰ্কাৰ হলে মোৰ গুৱাহাটীৰ বিল্ডিং বিক্ৰী কৰিম।"

"মোৰ বাবে আপোনাৰ সম্পত্তি বিক্ৰী কৰিব কিয়?"

"মোৰ সম্পত্তিটো তোমাৰ বাবেই গতিকে.......। দেখা যাওক বাৰু কি হয়। ময়ো জগদীশ শইকীয়াহে। তুমি নিশ্চিন্ত থাকা। এতিয়া গৈ মই সিহঁতক লগ ধৰিমগৈ।"

"আৰু কেতিয়া আহিব?"

"তুমি যেতিয়াই মাতিবা।"

তাৰপিছত টেপ বন্ধ হয়। টেপৰ কথা শুনি সকলোৱে আচৰিত হৈ গ'ল। প্ৰবীণে উৎফুল্লিত হৈ হাঁহি মাৰি ক'লে— "পাই গলো, পাই গলো। মই আচল বস্তু পাই গলো; আচল সন্ত্ৰাসবাদী পাই গলো। সন্ত্ৰাসবাদীৰ দালালক পাই গলো। বেছ বুদ্ধিমতী তুমি। মিছা ভালপোৱা দেখুৱাই জগদীশক টেপত বন্দী কৰি থলা। তাৰ সমস্ত ষড়যন্ত্ৰ বাণীবদ্ধ কৰি ৰাখি মিছা মাতিব নোৱাৰা কৰি থলা। আমাক আৰু কোনো প্ৰমাণৰ দৰ্কাৰ নহ'ব— তোমাৰ টেপটোৱে আমাৰ আচল অস্ত্ৰ হ'ল। সঁচাকৈ তুমি ইমান বুদ্ধিমতী বুলি মই ভবাই নাছিলো। দেখাত একেবাৰে সৰল আৰু সহজ দেখিলেও তোমাৰ মন বৰ বুদ্ধিদীপ্ত। মই তোমাক ধন্যবাদ দিছো। মোৰ কাম সমাধা হ'ব। মোক আৰু কাৰো সহায় নালাগে। কাইলৈ ৰাতিপুৱাই এচ্ পিক টেপ শুনাম আৰু আচল দোষীক ধৰা পেলাম। তুমি মোক বচাই দিলা বৰা।" আনন্দত প্ৰবীণে মঞ্জুৰ কিমান প্ৰশংসা কৰিলে তাৰ সীমা নাই। তেওঁ ক'লে— "সঁচাকৈ জহুৰীহে ৰত্ন চিনে। বুদ্ধিমানেহে বুদ্ধিমানক চিনে। বন্ধু ৰফুবাকো মই ধন্যবাদ দিছো। তেওঁ জহুৰী; তেওঁ ৰত্ন চিনে।"

লাজতে মঞ্জু ভিতৰ সোমাল। ৰঞ্জুয়ো লাজতে তলমুৰা হ'ল। ক্ষন্তেক আগতে মঞ্জুৰ ওপৰত সন্দেহ হৈ মিছা খং কৰিছিল; টেপ শুনি নিজে নিজে লাজ পালে আৰু মঞ্জুৰ বুদ্ধিক তাৰিফ কৰিলে। সঁচাকৈ মঞ্জু বুদ্ধিমতী, তেওঁ স্বীকাৰ কৰিলে।

আনফালে জগদীশৰ পৰম সমৰ্থক মঞ্জুৰ মাকে বিচুৰ্ত্তি খালে। এই জগদীশ ইমান দুষ্ট। সিয়ে এইবোৰ কৰিছে আৰু সিয়ে সান্ত্বনা দিবলৈ আহে। সাপ হৈ খোঁটে আৰু বেজ হৈ জাৰিব আহে। বেটা অসৎ। তাক বাঢ়নীৰে কোবাব লাগে।" খঙত মঞ্জুৰ মাক তাৰপৰা উঠি গ'ল। সোণমণিয়ে খঙত জ্বলি-পকি কৈ উঠে— "ইয়াৰ পিছত আমি তাৰ জীৱন শেষ কৰিম।" ধনমণিয়ে ক'লে— "সন্ত্ৰাসবাদীৰ দালাল। তাৰ এই তিনিবছৰতে ইমান টকা হ'ল। এই কাৰণেই গুৱাহাটীত বিল্ডিং ঘৰ, মাৰুতি গাড়ী। গাৱঁত সুন্দৰ ঘৰ আৰু চল্লিছ বিঘা খেতিৰ মাটি তিনিবছৰৰ ভিতৰতে এনেভাৱেহে কৰিলে। এইবাৰ তাক শিক্ষা দিম।"

তাৰপিছত প্ৰবীণ থানালৈ গ'ল। ধনমণি আৰু সোণমণি নিজৰ বিছনালৈ গ'ল। তেনেতে ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল মঞ্জু। ৰঞ্জুই ওচৰলৈ আহি লাহেকৈ ক'লে—

"মোৰ ভয় লাগিছে; নাজানো কি গতি হয়। কাৰ হাতত পৰিলো।"

তাই হাঁহি কয়— "বাঘিনীৰ হাতত।" দুযো হাঁহে।

ৰাতিপুৱা সকলোৱে উঠি হাত-মুখ ধুই ডাইনিং টেবুলৰ ওচৰত বহিল। মঞ্জুই চাহ লুচি আনি মাক, দেউতাক আৰু ককায়েক দুজনক দি নিজেও চাহ খাবলৈ বহিল। এনেতে মাকে ক'লে— "ল'ৰাজনকো মাতিব লাগিছিল। এতিয়ালৈ উঠাই নাই।"

মাকৰ কথা শুনি মঞ্জুই মাত লগালে— "থাওক মা, বৰ ক্লান্ত হৈ আহিছে। আজি কিমান দিনে ভালকৈ এসাজ খাব পোৱা নাই, ভালকৈ এটা টোপনি মাৰিব পোৱা নাই, আজি শুই লওক। উঠিলে মই চাহ দিম।" তাইৰ কথাত মাক নীৰৱ হ'ল। বাপেকেও মনা কৰিলে মাতিবলৈ। সকলোটিয়ে চাহ খাই থাকোঁতে কমল বৰাই ক'লে— "কি অদ্ভুদ এই ল'ৰাজন! গাওঁ অঞ্চলৰ সকলো মানুহে চিনে, জানে আদৰ কৰে। অসীম প্ৰভাৱ গাৱঁত, আনকি চোৰ-ডকাইত বদ্‌মাছ, সন্ত্ৰাসবাদীসকলেও ৰঞ্জুক ঈশ্বৰ যেন দেখে। কি মোহিনী শক্তি তেওঁৰ। আৰু কি বুদ্ধি।" এইবুলি কৈ সমস্ত ঘটনা ক'লে। কেনেকৈ কৌশল কৰি সন্ত্ৰাসবাদীহঁতক আত্মসমৰ্পণ কৰিবলৈ দি প্ৰাণ বচালে, কি কৌশলেৰে তেওঁক সিহঁতৰ দ্বাৰাই নলবাৰী থানালৈ আনিলে আৰু মুক্তি দিয়ালে ইত্যাদি সকলোবোৰ বিৱৰি ক'লে।" সমস্যা সমাধান কৰাৰ কৌশল মাত্ৰ মই এই ল'ৰাজনৰ গাতে দেখিলো। এইবাৰ ৰাইজে বোলে তেওঁক বিধান সভালৈ পঠাব। মই সকলোৰে পৰা এই কথা শুনিছো। তাৰউপৰি কি ব্যৱহাৰ! শান্ত-শিষ্ট, ধীৰ-স্থিৰ অথচ অদ্ভুত বুদ্ধিৰ অধিকাৰী। নিৰহঙ্কাৰ; অমায়িক আৰু কি মিষ্টভাষী। এনেহেন ল'ৰা মই ক'তো দেখা নাই। তেওঁ পাতো কাটিলে, নাকো বচালে। মোকো মুক্তি দিয়ালে আৰু সন্ত্ৰাবাদীহঁতকো বচালে। কিন্তু মোৰ মনত বিষম আঘাত লাগিছে। মোৰ জীয়াৰী স্বৰূপ মায়াৰ ওপৰত ভাৰতীয় জোৱানে অমানুষিক অত্যাচাৰ কৰি ছোৱালীজনীৰ জীৱন ধ্বংস কৰি দিলে। মই ম্ৰিয়মান হৈছো। এনেহেন দুৰ্ঘটনা এটা হোৱাতো ৰঞ্জু বোপা স্থিৰে আছে। তেওঁ যেন গীতাত কোৱা স্থিতপ্ৰজ্ঞ লোকহে। দুখ, সুখ, নিন্দা, স্তুতিয়ে তেওঁক তোলাব নোৱাৰে। ধন্য পুৰুষ।" বুঢ়াই ৰঞ্জুৰ বিষয়ে কৈ অভিভূত হৈ যায়। সমস্ত ঘটনা তেওঁ কৈ গ'ল। ঘটনাবোৰ শুনি মঞ্জুৰ মাক আৰু ককায়েকহঁত তবধ হৈ গ'ল। মাকে বৰ আবেগেৰে ক'লে— "এনেহেন ল'ৰাজনকে আগতে আপুনি দুৰ্ব্যৱহাৰ কৰিছিল। মইতো তেতিয়াই বাধা কৰিছিলো। এনে ল'ৰা আমাৰ ভাগ্যত নিমিলিব।"

মাকৰ কথাৰ ইঙ্গিত বুজি মঞ্জুই লাজ পাই উঠিল আৰু ক'লে— "বহু পলম হ'ল; তেওঁক মই জগাই দিওঁগৈ।" তাই উঠি গ'ল ৰঞ্জু শোৱা কমলৈ। তাই গৈ দেখিলে যে তেতিয়াও ৰঞ্জু গভীৰ টোপনিত লালকাল। দৰ্জাখন জপাই দি তাই গাৰ ৰাগখন মুখৰ পৰা আঁতৰাই দি দেখিলে সৰু ল'ৰাৰ দৰে নিশ্চিন্তে শুই আছে ৰঞ্জু। তাই তেওঁৰ কাষতে বহি মুৰটো পিহি পিহি খুব সৰুকৈ ক'লে— "বহু বেলি হ'ল, উঠিবৰ হোৱা নাইনে?" তাইৰ কথাত তেওঁ সাৰ পালে। চকু মেলি চাই দেখে যে মঞ্জুই তেওঁৰ কাষত বহি মৰম কৰি মূৰ পিহি আছে। তেওঁ তাইৰ ফালে চালে। তাই লাহেকৈ ক'লে—

"ইমান বেলিলৈনো শোৱেনে কোনোবাই?" তেওঁ তাইৰ চকুৰ ফালে চাই হাঁহি মাৰি কৈ উঠে— "ইমান আৰাম পালে কোনে নুশুব?"

"বেলিলৈকে শোৱাতো আৰাম নহয়, হাৰাম।" কৈ উঠি তাই হাঁহে।

"এতিয়া কি নাটক চলিছে জানে?" মঞ্জুই প্ৰশ্ন কৰে।

তেওঁ হাঁহি মাৰি কয়— "জানো। এতিয়া কুমাৰ হৰণ নাটক চলিছে।"

তাই হাঁহি মাৰি কৈ উঠে— "দুষ্টটো। কুমাৰ হৰণ নহয়—এতিয়া উষা হৰণ নাটক চলিছে। উঠক এতিয়া।"

তেওঁ এঙামুৰি ভাঙি বিছনাত বহি কয়— "মুখ ধুম।"

"গৰম পানী কৰি ৰাখিছো। উঠি আহক।" আদেশৰ সুৰত কৈ তাই ওলাই আহিল।

ৰঞ্জুই বাহিৰলৈ আহি বাথৰূমলৈ গ'ল। ইতিমধ্যে তাত গৰম পানী, ব্ৰাছ আৰু টুথপেষ্ট থোৱা আছিল। দাঁত মাজি মুখ ধুই শৌচাচাৰ কৰি ৰঞ্জু বাহিৰ হৈ আহি দাইনিং টেবুললৈ গ'ল। ইতিমধ্যে এচ্ পিৰ লগত আলোচনা কৰি প্ৰবীণ হাজৰিকা আহি মঞ্জুহঁতৰ ঘৰ পালে। ৰবাই আগবঢ়াই আনিলে— "আহা আহা বোপা প্ৰবীণ। তোমাকে অপেক্ষা কৰি আছো।"

"এচ্ পিৰ লগত আলোচনা কৰোঁতে পলম হ'ল। এতিয়া মই সোনকালে যাব লাগিব। আজিয়ে মোৰ ভাগ্য নিৰ্ণয় হব। এচ্ পি চাহাব পৰম খুচি হৈছে মঞ্জুৰ টেপটো পাই। তেওঁ কৈছে যে জগদীশ শইকীয়াক গ্ৰেপ্তাৰ কৰিবই। তেওঁ মন্ত্ৰী, মুখ্যমন্ত্ৰী কালৈকেও ভয় নকৰে। আইনৰ কাম আইনে কৰি যাব। তেওঁ বৰ নিৰ্ভিক। পুলিচ অফিচাৰ তেনে হোৱাই বাঞ্চনীয়, তেহে দেশৰ শান্তি-শৃঙ্খলা বজাই ৰাখিব পাৰিব। মই অতি সুখী হৈছো। এতিয়াই মই তেওঁক সহায় কৰিবৰ বাবে যাব লাগিব।"

"যাবা বোপা; কিন্তু চাহকাপ খাই যোৱা। তোমাৰ বন্ধু এতিয়াহে সাৰ পাইছে।" মঞ্জুৰ মাকে কয়।

তেওঁ হাঁহি মাৰি বহে। এনেতে ৰঞ্জুয়ো আহি বহিল। প্ৰবীণে হাঁহি মাৰি সুধিলে— "ইমান পলম কোনো দিনে নহয়। বৰবাই আজি ইমান দেৰিলৈ শুই আছিল কিয়? দিবা নিদ্ৰা ক্ষতিকাৰক?"

একে হাঁহিৰে উত্তৰ দিলে— "দিবা স্বপ্ন অধিক ক্ষতিকাৰক।"

"লোকৰ ঘৰত এনেভাৱে শুই থাকিলে ভাল নেদেখি।" প্ৰবীণে হাঁহি কয়। একে সুৰতে ৰঞ্জুই হাঁহি উত্তৰ দিয়ে—

"নিজৰ ঘৰ, লোকৰ ঘৰ বুলি প্ৰশ্ন নাই। ঘৰটিহে লোকৰ কিন্তু টোপনিটো মোৰ নিজস্ব। মোৰ মনত নিজৰ ঘৰ, পৰৰ ঘৰ নাইবা নিজৰ মানুহ, লোকৰ মানুহ বুলি প্ৰশ্ন নাই — সকলো নিজৰ।"

"বসুধৈব কুটুম্বকম?"

"এৰা।"

এনেতে মঞ্জুৰ মাকে হাঁহিমাৰি আদৰ কৰি ক'লে— "বোপা! টোপনি ভাল হৈছেনে?"

"বৰ ভাল টোপনি মাৰিলো মা আজি। বহুদিন এনে টোপনি অহা নাছিল।"

'মা' বুলি সম্বোধন কৰাত মঞ্জুৰ মাকৰ হিয়াখন যেন জুৰ পৰি গ'ল। পৰম তৃপ্তিৰে চাহৰ কাপ আৰু লুচিৰ প্লেটখন আগবঢ়াই দি মৃদুস্বৰে ক'লে— "খোৱা বাছা; বহুত কষ্ট কৰি আহিছা।"

এনেতে মঞ্জুই প্ৰবীণৰ আগত চাহ মিঠাইৰ পাত্ৰ দি ক'লে— "খাওক। আজি আমাৰ বৰ ভাগ্য।"

প্ৰবীণে হাঁহি মাৰি সোধে— "কিহৰ কাৰণে ভাগ্য?"

"ইমান ডাঙৰ পুলিচ অফিচাৰজনক আমাৰ দৰে সাধাৰণ মানুহে খুৱাব পাৰিছো।"

"ঠাট্টা কৰিবলৈ মানুহ আৰু নাপালা? তাতকৈ চাহাবক ঠাট্টা নকৰা কিয়?" বঞ্জুক ইঙ্গিত কৰে।

"সাহস নাই।" মঞ্জুই উত্তৰ দিয়ে মিচিকিয়া হাঁহি মাৰি।

"কিয়?"

"যিহে একা-চেকা লোক। কথা কবলৈ ভয় লাগে পায়।"

প্ৰবীণে হাঁহি মাৰি দিয়ে। সকলোটিয়ে হাঁহে। ৰঞ্জুই গম্ভীৰ হৈ লুচিত কামোৰ মাৰে। প্ৰবীণেও খাবলৈ আৰম্ভ কৰে। খাই থাকোঁতে প্ৰবীণে আৰম্ভ কৰে— "আমাৰ কাম আৰম্ভ হলেই; বোধহয় কৃতকাৰ্য্য হম। কিন্তু ঘৰুৱা কামৰহে সুবিধা কৰিব নোৱাৰিম।"

"এৰা। ৰঞ্জুহঁতৰ ঘৰুৱা সমস্যা সমাধান কৰাৰ ব্যৱস্থা কৰিব লাগে। মই কথা দি আহিছো যে মায়াৰ বিয়াৰ যাৱতীয় খৰচ মই বহন কৰিম কাৰণ মায়া মোৰ সৰু ছোৱালী। লাখ, দুই লাখ টকা হ'লেও মই খৰচ কৰিম। পিছে দিগদাৰ হ'ল এই ঘটনাৰ পৰা। তোমালোকে এতিয়া দৰা চোৱা। যিমান টকা লাগে আমি দিম।" কমল বৰাই কয় দৃঢ়তাৰে।

"হয় বোপা আইটিৰ বিয়াৰ বাবে যিমান টকা লাগে সিমান দিম। তুমি এটি দৰা ঠিক কৰা।" মঞ্জুৰ মাকেও কয়।

"দৰা পালে যিমান টকা লাগে আমি দিয়াত প্ৰস্তুত।" ধনমণিয়ে কয়।

"তেনেহলে বিয়াৰ বন্দবস্ত কৰো?" প্ৰবীণে প্ৰশ্ন কৰে।

"ল'ৰা পাবানে?" মঞ্জুৰ বাপেকে সোধে।

"হয়। ল'ৰা পোৱা হব।"

"ঠিক কৰিব পাৰিবা?"

"ঠিক কৰা হৈছে, কেৱল তাৰিখ কৰিলেই হ'ল।" প্ৰবীণে কয়।

"ক'ত ঠিক কৰিলে?" ৰঞ্জুই প্ৰশ্ন কৰে।

"আপোনাক কিয় লাগে? দেউতাৰ আগতহে কোবা হব। মুঠতে কৰলৈ গলে ল'ৰা মই ঠিক কৰি আহিছো।"

ৰঞ্জু চিন্তিত হয়। কমল বৰাই কয়— "তুমি ঠিক কৰা ল'ৰা হলে আমাৰ ভাবিব লগা একো নাই। পিছে কোবাচোন ল'ৰাজনে কি কৰে?"

"ল'ৰাই কি কৰে, ল'ৰা কেনে আপোনালোকক দেখুৱাম। কিন্তু এটা কথা। ছোৱালী ঘৰৰ পৰা উলিয়াই দিয়াৰ আগে এজনী ছোৱালী ঘৰলৈ নিব লাগিব, নহলে মাক-দেউতাক পাগল্ হৈ যাব। তেওঁলোকে এনেয়ে জীৱনত বহু দুখ পাইছে।"

"বহু দুখ পাইছে।" মঞ্জুৰ মাকে কয়।

"এৰা।" বৰাই সম্মতি দিয়ে।

"তেনেহলে তুমি কোবামতে ৰঞ্জু বোপাৰ বিয়া আগতে পাতিব খুজিছা?" মাকে সোধে।

"হয়। ল'ৰাৰ বিয়া পাতি বোৱাৰী ঘৰলৈ নিয়াৰ পিছতহে জীয়ৰীক উলিয়াই দিয়া ভাল।"

"তুমি কি কোবা বোপা ৰঞ্জু?" মঞ্জুৰ মাকে প্ৰশ্ন কৰে।

"মই ভাবিছো, বোধহয় হাজৰিকাই চিনেমাত অভিনয় কৰিব ধৰিছে মা।"

"তেওঁ কিন্তু উত্তম কথাকে কৈছে। এইবোৰ কাম সোনকালে কৰা ভাল। পিছে বোপা প্ৰবীণ। কোবাচোন তুমি তোমাৰ বন্ধুৰ বাবে ক'ৰবাত ছোৱালী চাইছা নেকি?" বৰাই প্ৰশ্ন কৰে।

"চাইছো দেউতা। কিন্তু মাক-বাপেকে দিয়েনে নিদিয়ে তাতহে সন্দেহ।"

"ছোৱালী কেনে? ঘৰৰ অৱস্থা কেনে? লিখা-পঢ়া কৰিছিলনে?"

"ছোৱালীৰ বিষয়ে আৰু ঘৰৰ বিষয়ে সুধিব লগা নাই দেউতা।"

তেওঁৰ কথাত সকলোৱে উদ্বিগ্ন হৈ পৰিল। এওঁৰা কাৰ কথা কয়। গুৱাহাটীত বহুত ধনী-মানী মানুহ আছে আৰু ছোৱালীও ভাল আছে; যদি তাতে ক'ৰবাত ঠিক কৰি পেলাইছে তেন্তে? কথাবাৰ বৰ চিন্তাৰ বিষয় হৈ পৰিল। কাৰো মুখত মাতবোল নাই। এনেতে প্ৰবীণে ক'লে— "ধৰক ঘৰখন আপোনালোকৰ দৰে আৰু ছোৱালীজনীও আপোনাৰ ছোৱালীৰ দৰে। তেনে ঘৰৰ ছোৱালী বিয়া কৰোৱাত আপোনালোকৰ আপত্তি থাকিবনে?"

"আমাৰ কোনো আপত্তি নাই। পিছে তোমাৰ বন্ধুক সোধা। আজিকালি নিজে পছন্দ নকৰিলে কোনো ল'ৰা-ছোৱালীয়ে মাক-দেউতাকৰ কথামতে বিয়া নাপাতে।"

"অৱশ্যে কথাটো হয়।" প্ৰবীণে মূৰ দুপিয়ালে। তাৰপিছত প্ৰবীণে কয়—

"যদি মই কওঁ যে আপোনাৰ ঘৰে ঘৰ, তেতিয়া আপোনাৰ কিবা আপত্তি থাকিবনে দেউতা?"

"তুমি কি কথা কৈছা প্ৰবীণ"?

"মই কৈছো যে আপোনাৰ ঘৰেই কইনাৰ ঘৰ বুলি কৈছো। এতিয়া আপোনাৰ কিবা আপত্তি থাকিবনে?"

"তেনে সৌভাগ্য মোৰ হ'বনে বোপা?"

"নিশ্চয় হ'ব। আপুনি সম্মতি দিলে হ'ব।"

এনেতে বন্ধু উঠি বাহিৰলৈ গ'ল। সোণমণি, ধনমণিও ভিতৰলৈ সোমাই গ'ল। কমল বৰা আৰু ঘৈণীয়েকহে থাকিল।

বৰাই আগ্ৰহেৰে সুধিলে —

"তুমি সঁচাই কৈছানে বোপা? নে মন চাইছা?"

"মই সঁচাই কৈছো।"

"বোপা হাজৰিকা, তুমিয়ে আমাৰ দেউতাকৰ উদ্ধাৰকৰ্তা। এইবাৰ তুমি আমাৰ ঘৰখন উদ্ধাৰ কৰা বোপা । এনেহেন গুণবান ল'ৰানো আমাৰ ভাগ্যত মিলিবনে?" বৰাৰ পৰিবাৰে কয়।

"কিয় নিমিলিব মা — মিলিব, মিলাম ; কেৱল আপোনালোকৰ সম্মতি লাগে।"

"আমি সম্মতি দিছো বোপা। তুমি কাম কৰি যোৱা ।" বৰাই কয় ।

"ছোৱালীকো সুধিব লাগিব।" প্ৰবীণে কয়। বৰাৰ ঘৈণীয়েকে তৎক্ষণাৎ কৈ উঠে — "মোৰ ছোৱালীক সোধাৰ দৰ্কাৰেই নাই, আমাৰ সম্মতিত তাইৰো সম্মতি থাকিবই।"

"হলেও একাষাৰ সোধা ভাল মা। যদি আপোনালোকে অনুমতি দিয়ে মই এবাৰ সুধি চাব পাৰো।"

"তুমি সুধিব পাৰা বোপা।" বৰাই কয় আনন্দচিত্তেৰে। প্ৰবীণে মঞ্জুৰ কামৰ ভিতৰলৈ গৈ মঞ্জুক ক'লে — ' মিছ বৰা, আমাৰ কথা-বতৰা বোধহয় শুনি আছা? এতিয়া তোমাৰ মত কোৱা।"

"চকুক সুধি চাউল বহাব নালাগে । মোৰ মত আৰু কিয় লব লাগে? যিজনৰ মত লব লাগে তেওঁক সোধকগৈ।"

"খুব কম কথাত অৰ্থাৎ এটি বাক্যতে ৰামায়ণখন শেষ কৰিলা। বাৰু।" প্ৰবীণ বাহিৰলৈ ওলাই গৈ বন্ধুক লগ ধৰিলে। বন্ধুই ক'লে — "মই বৰ অপ্ৰস্তুত হৈছো। কিয় আপুনি হঠাতে এনে প্ৰশ্ন আনিলে?"

"মোৰ আৰু সময় নহ'ব — আপোনাৰে অসুবিধা হ'ব। গতিকে শুভস্যম্ শীঘ্ৰম কৰিব বিচাৰিছো।"

"মই মোৰ ভণ্টি মায়াৰ চিন্তাত বিকল হৈ আছো হাজৰিকা। এনে অৱস্থাত মই বিয়া কৰিম কি সতে? তাইৰ জীৱনৰ সংগতি কৰিব নোৱাৰিলে মই বিয়া নকৰাম।"

"তাৰ বাবে চিন্তা নাই। তাৰ ব্যৱস্থা মই কৰিছো।"

"কি কৰিছে?"

"তাইক মই বিয়া কৰাম। মই কথা দি আহিছো। তায়ো সন্মতি দিছে।
"সঁচানে?"
মই জানো আপোনাক মিছা কথা কওঁ?"
আপুনি ইমান ডাঙৰ পুলিচ বিষয়া হৈ আমাৰ নিচিনা ঘৰত মায়াৰ নিচিনা ছোৱালীক বিয়া কৰাব? ঘৰত জানো আপত্তি নকৰিব?"
"মোৰ ঘৰত আপত্তি কৰিব লগা মানুহ নাই। আপুনি নিশ্চিন্ত থাকক।" প্ৰবীণৰ হাত দুখনত ধৰি বৰ করুণ, মৰ্মস্পৰ্শী সুৰত বণ্ডুই ক'লে — "আপুনি ইমান মহৎ — ইমান সুন্দৰ। জীৱন জুৰি যে আপুনি মোৰ উপকাৰ কৰিলে, মই কিন্তু আপোনাক একো দিব নোৱাৰিলো। আপোনাৰ দৰে বন্ধু মই কাকো পোৱা নাই। মোক আপুনি উদ্ধাৰ কৰিলে বন্ধু। আপুনিহে মোৰ আচল হিতাকাংক্ষী।"
"এতিয়া আহক। পাক্কা বন্দবস্ত কৰি অতি সোনকালে আমি যাব লাগে।"
এইবুলি কৈ দুই বন্ধুই পুনৰ দাইনিং টেবুলৰ ওচৰত বহি মাত লগালে — "দেউতা আমাৰ সকলো কথা শেষ হৈ গ'ল। বিয়াৰ তাৰিখ কেতিয়া কৰে আপুনি ঠিক কৰি জনাব।"
"বোপা প্ৰবীণ! তুমিয়ে আমাৰ ত্ৰাণকৰ্তা। মোক মুক্ত কৰিলা সন্ত্ৰাসবাদীহঁতৰ হাতৰ পৰা আৰু আজি মোক উদ্ধাৰ কৰা কন্যাদানৰ দায়গ্ৰস্ততাৰ পৰা। তুমি যেন মোৰ পৰজন্মত সন্তান হোৱা তাকে ঈশ্বৰৰ ওচৰত খাটিছো।" ঘৈণীয়েকে সুধিলে — "তুমি মোৰ ছোৱালীৰ সুযোগ্য দৰা ঠিক কৰি দিলা বোপা; কিন্তু মায়াৰ বাবে কাক ঠিক কৰিছা বোপা?"
"মা। মই যদি মোকেই ঠিক কৰা বুলি কওঁ আপুনি কেনে পাব?"
"হে ভগবান। এনেকুৱা ল'ৰানো ক'ত পাম? তুমি ইমান বুদ্ধিমান আৰু ইমান মহৎ? পৰোপকাৰৰ বাবে তুমি সকলো কৰিব পাৰা। ভগৱানে তোমাৰ মংগল কৰিবই মই তোমাৰ মূৰত ধৰি আশীৰ্বাদ কৰিলো— জীৱনত তুমি মহা সুখী হোৱা।" বুঢ়ীয়ে প্ৰবীণক আশীৰ্বাদ কৰে। প্ৰবীণে বুঢ়ীক ভৰিত ধৰি সেৱা কৰে। মণ্ডুই কয় — "হাজৰিকা, মোৰ সকলো দোষ ক্ষমা কৰিব। মই নাজানি বহুত দোষ কৰিছিলো, তাৰ বাবে ক্ষমা কৰিব।" প্ৰবীণে তাইক মৰমেৰে কয় — "তুমি মোৰ ভনীৰ তুল্য। আজিৰ পৰা মই তোমাৰ দাদা।"
এই দৃশ্য সোণমণি আৰু ধনমণিয়েও দেখা পালে। তেওঁলোকৰ আজি আনন্দৰ সামা নাই। মাকে সোণমণিক ক'লে — "সোণমণি, তই বজাৰলৈ যা, মাছ, মাংস লৈ আহ; আজি আমি ভালকৈ এসাজ খাই লম।" এনেভাৱে এখন বিয়োগান্ত নাটক যেন মিলনান্ত নাটকত পৰিণত হ'ল। ❑❑

## উপসংহাৰ

বলেনহঁতৰ জবানবন্ধী আৰু মঞ্জুমালা বৰাৰ টেপ ৰেকৰ্ডক আশ্রয় কৰি প্রবীণ হাজৰিকাৰ পুলিচ বাহিনীয়ে নগাঁৱৰ এচ্ পিৰ সহায়ত জগদীশ শইকীয়াক গ্ৰেপ্তাৰ কৰি দিলে। মন্ত্রী, মুখ্যমন্ত্রীয়ে ইয়াত হস্তক্ষেপ কৰিবলৈ আগ নাবাঢ়িল কাৰণ সত্যাসত্য প্ৰমাণিত হৈ গ'ল।

জগদীশ শইকীয়াহে যে এই অপহৰণৰ নাটকখনৰ প্রধান নায়ক এইকথা প্ৰমাণিত হ'ল। এই অপহৰণ আৰু পণবন্দীৰ ধন লৈ যে তেওঁ তিনি বছৰতে ইমান ধন সম্পত্তিৰ মালিক হৈ গৈছিল, সিও প্ৰমাণ হ'ল। জগদীশৰ বিল্ডিং আৰু সকলো সম্পত্তি বাজেয়াপ্ত কৰিলে। ভদ্ৰতাৰ মুখা পিন্ধি যে অপকৰ্ম কৰিব পাৰে জগদীশ তাৰ জলন্ত পটন্তৰ হৈ ৰ'ল। তেওঁৰ ৰাজনৈতিক আকাংক্ষা চুৰমাৰ হৈ গ'ল।

প্ৰবীণ হাজৰিকাৰ চাকৰিৰ পদোন্নতি হ'ল। তেওঁ পুৰস্কৃতও হ'ল, লগতে ৰাষ্ট্ৰপতিৰ পৰা সাহসী কৰ্তব্য পৰায়ণ পুলিচ হিচাবে ৰাষ্ট্ৰপতিৰ পদকো পালে।

মই শুনিবলৈ পালো যে প্ৰবীণ হাজৰিকা আৰু মায়াৰ বিয়া সুকলমে হৈ গ'ল। কমল বৰাৰ পৰিয়ালে গৈ অজস্ৰ টকা-পইচা খৰচ কৰি বিবাহ সম্পন্ন কৰিলে। গাঁৱৰ মানুহে মহা আনন্দেৰে বিয়া খালে। অলেখ ধন খৰচ হ'ল বৰাৰ। আনন্দেৰে তেওঁলোকে খৰচ কৰিলে। এনেদৰে অভাৱনীয় ধন খৰচ কৰি বিয়া হোৱা আৰু প্ৰবীণৰ দৰে এনে ডাঙৰ পুলিচ চাকৰিয়াললৈ বিয়া হোৱাত মায়াৰ কপালক ৰাইজে ধন্যবাদ দিলে। বেটিৰ কপালে বান্দীৰ কপালে সমান। কপালত থাকিলে বান্দীও ৰাণী হ'ব পাৰে। কাৰ কপালত কি হয় কোনেও কব নোৱাৰে। সকলো মানুহে মায়াক আশীৰ্বাদ দি গ'ল।

আনফালে দুদিন পাছতে বোলে এক চানিমাৰাৰ তলতে ৰঞ্জু বৰুৱাৰ বিয়া হৈ গ'ল মঞ্জুমালা বৰাৰ লগত। বিয়াত লোকে লোকাৰণ্য হ'ল। বিয়াত সমস্ত খৰচ বহন কৰিলে কমল বৰাই। মানুহে তেওঁকো ধইন ধইন দি প্ৰশংসা কৰিলে। ৰঞ্জুৰ বিয়াৰ অভিভাৱকৰ কাম কৰিলে প্ৰবীণ হাজৰিকাই। মানুহবিলাক ইমান সুখী হ'ল যে কোনে কিমান কাম কৰিলে তাৰ লেখ নাথাকিল। ৰাজহুৱা অনুষ্ঠানৰ দৰে মানুহে স্বইচ্ছাই কাম কৰিলে। কাকো একো পাচিব লগা নহ'ল। ৰঞ্জু আৰু বাপেক, মাক ভায়েক যেন পুতলাহে — একো কৰিব নালাগিল।

ৰাইজেই সকলো কৰিলে। জিলা সাহিত্যসভাৰ দৰেহে যেন বিয়াত মানুহ হ'ল। সকলোৰে মুখে মুখে ৰঞ্জুৰ সুনাম। ৰাইজে বিয়াতে ঠিক কৰিলে যে ৰঞ্জুক অহা নিৰ্বাচনত ৰাইজেই টকা খৰচ কৰি বিধানসভাৰ প্ৰাৰ্থী হিচাবে তুলি দিব। ৰঞ্জুৰ ব্যৱহাৰত সকলো মানুহে সুখী হৈ গ'ল। কিন্তু মোৰ বেয়া লাগিল যে এনেহেন দুখন ডাঙৰ বিয়ালৈ মোক নিমন্ত্ৰণ নকৰিলে। তেওঁলোক বিশ্ববিদ্যালয়ত পঢ়া দিনৰ পৰাই মই তেওঁলোকৰ লগত জড়িত আছিলো। ভিতৰুৱা সকলো কথা ৰঞ্জু, মঞ্জু আৰু প্ৰবীণে মোক কৈছিল; এনেস্থলত তেওঁলোকে মোক বিয়াতে নিমন্ত্ৰণ নকৰিলে। মই বৰ দুখ পাইছো। এতিয়া মই সহৃদয় ৰাইজক সুধিছো — ভৱিষ্যতে মই তেওঁলোকৰ তালৈ যাম নে নাযাম? তেওঁলোকৰ খবৰ-বাতৰি লমনে নলম? আপোনালোকে মোক চিঠিৰ জৰিয়তে জনায় যেন। □□

## ।। এক ।।

একোটা ক্ষুদ্র ঘটনাৰ পৰাই একোটা বিৰাট পৰিয়ালৰ ঘৰৰ ভাঙন আৰম্ভ হয় । জীৱনহঁতৰ ঘৰতো আজি তেনে ৰকমৰ এটা ঘটনাই ঘটিল । ঘটনাটো একো ডাঙৰ নাছিল ; কিন্তু সেয়ে গৈ শেষত বিৰাট আকাৰ ধাৰণ কৰিলে ।

কথাটো আছিল সাধাৰণ —জীৱন দাসৰ ল'ৰা ৰমেনক ডাঙৰ মায়েকে অৰ্থাৎ জেঠীয়েক সুভদ্ৰাই ভাত খাই থাকোঁতে পিঠিত দুটা চাপৰ মাৰিছিল; অপৰাধ ঃ সি "মাছ দে," "মোক মাছ দে " বুলি চিঞৰি চিঞৰি জিদ্ পাতিছিল আৰু ভাত খোৱা বাদ দি কেৱল কান্দিবহে ধৰিলে । তাৰ কাৰণে ৰান্ধনী জেঠীয়েকে তাক ধমক দি দুটা চাপৰ মাৰি কলে — "যি দিছো তাকে খাই উঠি যা ; মোক দিগদাৰ দি নাথাকিবি, মজাপালি দিম পিছে ।" মাৰ খাই সি চিঞৰি দিলে । লগৰ ল'ৰা-ছোৱালীহঁতে তাৰ অৱস্থা দেখি ভয়তে মনে মনে যি দিলে তাকে খাই উঠি গ'ল । কিন্তু সি মাৰ খাই বাগৰি বাগৰি কান্দিব ধৰিলে । তাকে দেখি সতীয়া-মাক যশোদাই বাৰাণ্ডাত আঞ্জা কুটিব এৰি খঙৰ কোবত উঠি আহি তাক আকৌ দুটামান চাপৰ মাৰি টানি লৈ গ'ল— "মৰ মৰ বেটা । তোৰ দৰে ল'ৰা মোক নালাগে । যি দিয়ে তাকে নাখাই মাছ মাছ কৰি আটাহ পাৰি মৰ কিয় ? তোৰ বাপেৰে মাছ দিব নোৱাৰে— আৰ্জ্জি আনিব নোৱাৰে, ইফালে তই মৰিছ মাছ লাগে, মাছ লাগে বুলি ? মৰ, মৰ বেটা মৰণত মৰা ।" এনেকৈ মাৰি, গালি পাৰি তাক টানি আনি চোতালত থেকেচা মাৰি বহুৱাই থ'লে । সি তেতিয়া বেছিকৈহে কান্দিবলৈ ধৰিলে । মাকে আকৌ বেছিকৈ মাৰিব ধৰিলে । সি চিঞৰি থাকিল ? তাকে দেখি খুৰীয়েক যমুনাই গোহালি ঘৰৰ গোবৰৰ খাদাটো দলি মাৰি থৈ দৌৰি গৈ জায়েকক বাধা দিলে আৰু ৰমেনক কোলাত তুলি লৈ গ'ল । সতীয়া মাকে খঙতে আকৌ দুটামান ভুকু মাৰি, গালত খুন্দিয়াই জায়েকৰ হাতৰ পৰা তাক জোৰ কৰি টানি আনিবলৈ চেষ্টা কৰিলে । দুয়ো জায়েকৰ জোঁটা-পোটা লগা দেখি সি ভয়তে আকৌ টানকৈ চিঞৰিব ধৰিলে । এনেতে জেঠীয়েক সুভদ্ৰাই ৰান্ধনি ঘৰৰপৰা ওলাই আহিল । কাণ্ড দেখি হতভম্ব হৈ গ'ল । সাধাৰণ দুটা চাপৰ মৰাৰ বাবে এনেখন কাণ্ড কৰিব লাগে নে ? ল'ৰা-ছোৱালীয়ে দিগদাৰি দিলে কোনেনো দুই-এটা নামাৰে ? তাৰ বাবে এনেখন কৰিব লাগেনে ? তেওঁৰ

খং উঠিল ; কিন্তু একো নক'লে ; কাৰণ ৰমেনৰ সতীয়া মাক যশোদা যিহে তিৰোতা! তেওঁৰ মুখখন লাওপাত-কচুপাত ; এবাৰ খোলা হ'লে আৰু জপাবলৈ টান হ'ব । তাকে ভাবি একো নকৈ বাৰাণ্ডাতে থিয় হৈ চাই থাকিল । যমুনাই বেগাই আঁতৰি গ'ল আৰু ৰমেনক কোলাত তুলি লৈ গ'ল । মাকে পিছে পিছে গৈছিল যদিও তেওঁৰে ছোৱালী ৰত্নাই পিছফালৰপৰা আহি মাকৰ মেখেলাত খামুচি ধৰি 'আই' 'আই' বুলি কান্দি থকাত যাব নোৱাৰিলে । খঙৰ কোবত নিজৰ ছোৱালীজনীকে পিঠিত এটা চাপৰ মাৰি কোলাত তুলি ললে আৰু মুখেৰে বকিবলৈ ধৰিলে— "মৰ, মৰি যা ; সকলোবিলাক মৰি সাং হ, মোক জলা-কলা কৰি খালে । মোৰ এনেহে কপাল আছিলনে ?" এনেকৈ কৈ কান্দি-কাটি হুলিজুলি হৈ পৰিল । মাকক কন্দা দেখি জীয়েকও কান্দিবলৈ ধৰিলে । তাৰ পিছত বাৰান্দাত বহি ছোৱালীজনীক কোলাত লৈ পিয়াহ দি বকিবলৈ ধৰিলে— "মোৰ মৰণ নহ'ল কিয় ? মইনো আৰু কিমান সহ্য কৰিম ! কণা বিধাতাৰ চকু নাই— মোক মাৰি নিব নোৱাৰে । মই কিমান জ্বালা সহিম ! এই এটা ল'ৰাৰ লগত মই আজি সাত বছৰে যিমান নিকাৰ ভুঞ্জিলো তাক ঈশ্বৰেহে জানে । মোৰনো এনেহে কপালআছিল নে ? ইয়াৰ গালি, তাৰ মাত, ইযাৰ কেটাৰ-জেঙাৰ, তাৰ ডাবি-হুকি খাওঁতে জনম যাব ধৰিছে তাৰ । তাৰনো এনেহে জন্ম আছিল নে ? আজি তাক মই দিম মজাপালি । তাক মই আগতেই কৈছিলো বোলো তই এতিয়া ভাত খাব নালাগে, পিছত খাবি ; সি মোৰ কথা নুশুনে । এতিয়া মজা পালি নে বেটা নিধক ? তোৰ বাপেৰে আৰ্জ্জিব নোৱাৰে, তই খাব খোজ প্ৰতিসাজে মাছ মঙহ ? পৰৰ হাতাতালা খাওঁতে জনম গ'ল, মোৰ মৰণ নহ'ল ... ।"

বাৰে বাৰে ৰমেনৰ বাপেকে আৰ্জ্জিব নোৱাৰা বুলি খোজনা দিয়াত ডাঙৰ জায়েকৰ খং উঠিল । খঙতে ৰান্ধনি ঘৰৰপৰা ভোৰ্ভোৰাই কৈ উঠিল— "ইহ্ কিনো এনে এটা নোহোৱা-নোপোজা কথা কৰিলো মই ? ল'ৰা-ছোৱালীয়ে দিগদাৰ কৰিলে কোনেনো দুই-এটা নামাৰে, তাতেনো এনেকৈ কঁকালত টঙালি বান্ধি যুঁজিব লাগিল নে ? সদায় সদায় ভাতৰ চৰুটো মূৰত লৈ থাকিব লাগিলেহে বুজিলিহেঁতেন কেনে জুলুম । মোৰনো কোনকেইটা আছে খাওঁতা যে মই দিনে-ৰাতি এনেকৈ জুইৰ তাপত দগ্ধ হৈ মৰিব লাগে ? দুটা প্ৰাণীৰ বাবে ইমান কষ্ট কৰিব লাগে নে আমি ? লোকৰ ল'ৰা-ছোৱালীক খুৱাই-ধুৱাই শলাগ পাম

ছাৱি এনে ব্যৱহাৰ হে পাম নে ? নাবান্ধো আজিৰপৰা ।" এনেকৈ কৈ আখলৰ তলৰ জুইকুৰা হেঁচামাৰি নুমাই থৈ খণ্ডৰ ভমকত আহি ডাঙৰ-ঘৰ উঠিল আৰু ভোৰ্‌ভোৰাই থাকিল। তাকে দেখি যশোদাই কব ধৰিলে—"মোৰ মৰদে আৰ্জ্জৱ নোৱাৰে দেখি মোৰ ল'ৰা-ছোৱালীক এনে ব্যৱহাৰ কৰে । মোৰে অদৃষ্ট । লোকৰ গালি-গালাজ খায়ো থাকিব লাগিব ।"

"ইমান দিনে মোৰ হে ল'ৰা-ছোৱালীক খুৱাইছো, দিনে দিনে ইমান গেৰেৰী উকতি মৰিছো মোৰে ল'ৰা-ছোৱালীৰ বাবে । মোৰ কোন আছে ?"

"কোনো নাই দেখিয়োতো আনৰ ল'ৰা-ছোৱালীক দেখিব নোৱাৰে । মই কিবা বুজি পোৱা নাই নে? আজি তিনি-চাৰি বছৰে মই লক্ষ্য কৰি আছো।" খণ্ডৰ বেগেতে কৈ দিয়ে যশোদাই ।

"অ মইহে দেখিব নোৱাৰো লোকৰ ল'ৰা-ছোৱালীক ? মই লোকৰ ল'ৰা-ছোৱালীৰ মৰম নুবুজো ? ইমান কথা নকবিচোন ।"

"নিশ্চয় কম । কাঠবাঁজী তিৰোতাই লোকৰ ল'ৰা-ছোৱালীৰ কি মৰম বুজিব ........।" খণ্ডতে কয় যশোদাই । তেওঁ ভাবি নাচালে যে এনেকুৱা কথা কলে নিঃসন্তান লোকৰ মনত কেনে প্ৰতিক্ৰিয়া হব পাৰে । সুভদ্ৰাৰো অতিপাত খং উঠিল আৰু খণ্ডতে কৈ দিলে— "সতীয়া মাকে বৰ মৰম কৰে সতীয়া সন্তানক । সতীয়া-মাকৰ মৰম কেনে আমিও জানো। এহ আই বৰ মৰম ! বৰ চেনেহ !! সতীয়া-মাকৰ চেনেহ— তেজীমলাৰ মাকৰ মৰম। তেজীমলাৰ কাহিনীয়ে কব ........।" এইবাৰ যেন কটাঘাৰ মুখত কলাখাৰ হে পৰিল। তেওঁ ফেকুৰি উঠিল। এৰা, সতীয়া-মাক। তেওঁ ৰমেনৰ সতীয়া মাক; অথচ ইমান দিনে —আজি সাত বছৰে—বিয়াৰ কইনা ঘৰ সোমোৱা দিন ধৰি ৰমেনকে তেওঁ নিজৰ সন্তান যেন জ্ঞান কৰি আহিছে; তাৰ কাৰণে কিমান কষ্ট, কিমান যাতনা-লাঞ্ছনা ভোগ কৰিছে; যশোদাই। অথচ আজি তাৰ জেঠীয়েকৰ মুখৰপৰাই শুনিলে এনে নিদাৰুণ কথা; তেওঁ ৰমেনৰ সতীয়া মাক! সতীয়া মাকৰ মৰম তেজীমলাৰ মাকে কৰা মৰম। উহ! কি নিৰ্ম্মম, কি হৃদয়-বিদাৰক কথা। সতীয়া-মাকৰ মৰম কপট মৰম। তেজীমলাৰ কাহিনীৰ কথা —সতীয়া-মাকৰ অত্যাচাৰৰ কথা যেন তেওঁৰ চকুৰ আগেৰে পাৰ হৈ গ'ল। যশোদাই আৰু একো শুনিব ইচ্ছা নকৰিলে। তেওঁৰ যেন মূৰ আচন্দ্ৰাই কৰি আনিছে। দিশ্বিদিগ্ যেন একো দেখা

নাই। ছোৱালীজনীক বুকুত সাৱটি ধৰি কেৱল কান্দিব ধৰিলে। আজি তেওঁ বিষম আঘাত পালে। কিছুপৰ কান্দি-কাটি হৈ শেষত গৈ তেওঁৰ বিচনাত গৈ পৰিল আৰু উচ্‌পিচ্‌ কৰি থাকিল। তাকে দেখি জোকৰ মুখত চূণ দিয়া যেন পাই জুতি পালে সুভদ্ৰাই আৰু মনে মনে খুচি হৈ গৈ তেৰোঁ নিজৰ বিচনাত বাগৰ দিলে। তেওঁৰ বৰ খং উঠি আছে। বঁজা-তিৰোতাই ল'ৰা-ছোৱালীৰ মৰম নুবুজে বুলি কোৱাত তেওঁৰ অন্তৰত বৰ আঘাত লাগিছে। এনেয়ে বঁজা মানুহৰ লোকৰ ল'ৰা-ছোৱালী দেখিলে নিজৰ ভাগ্যৰ ওপৰত ধিক্কাৰ আহে, তাতে কোনোবাই কাঠ-বাঁজী বুলি আখ্যা দিলে ইমান দুখ পায় যেন তাক বৰ্ণাব নোৱাৰি। সঁচাকৈ ধন, বিদ্যা থাকিলেও সন্তানহীন লোক বৰ দুঃখী। এনে দুঃখিতজনৰ প্ৰতিসহানুভূতিশীল হব লাগে। কাঠ-বাঁজী বুলি হাঁহিলে মৃত্যু সৎ বেদনা অনুভৱ কৰে। আজি সুভদ্ৰায়ো তেনে যন্ত্ৰণা ভোগ কৰিছে। খং ক্ৰমে ক্ৰমে মাৰ যোৱাৰ পিছত মনোবেদনা আৰম্ভ হ'ল। "উহ! ল'ৰা-ছোৱালী নহ'লে বুলি লোকৰ হাঁহিয়াতৰ পাত্ৰ হম? হায় ভগৱান, তুমি মোক মাৰি নিনিলা কিয় প্ৰভু!" নাৰী হৈ সন্তানৰ মুখ নেদেখা কেনে যন্ত্ৰণাদায়ক তাক ভুক্তভোগীজনৰ বাহিৰে কোনে বুজিব।

ইফালে খুৰীয়েক যমুনাই ৰমেনক লৈ গৈ বাৰীৰ পুখুৰীৰ পাৰত হাত-ভৰি, গা-পা ধোৱাই দি পৰিষ্কাৰ কৰি লৈ আহি নিজৰ বিচনাত বহুৱাই গা-মুৰ পিহি মৰম কৰি শান্ত কৰিছে। তেওঁ তাক বুজাইছে—"নাকান্দিবি ৰমেন, আজি মাছ নাই বোপা, আজি আবেলি খুৰায়েৰাই তোক আমাৰ পুখুৰীৰ পৰা বৰশী বাই ৰৌমাছ এটা ধৰি দিব। খুৰায়েৰা পথাৰৰপৰা আহিলে মই কৈ দিম। তই ভয় নকৰিবি, মই তোক মাছ মাৰি দিয়াম। তই নাকান্দিবি। ভাত খাব লাগে। খুৰায়েৰা আহে মানে তই আমাৰ গণেশৰ লগত খেলি থাক। পিছত মই ভাত আনি দিম। গাখীৰো দিম, তই খাবি, মই গাই খীৰাই গাখীৰ আনিছো নহয়; তপত কৰি তোক দিম।"

সি শান্ত হয়; কিন্তু সি খুৰীয়েকৰ ঘৰত থাকিবলৈ ইচ্ছা নকৰে। সি মাকৰ কাষলৈ যাবলৈহে মন কৰে। মাকে মৰাত সি দুখ পাইছে সঁচা কিন্তু মাকে তাৰ ওপৰত খং কৰাত সি বেচি দুখ পাইছে। তাৰ ওচৰত মাকে কন্দা দেখি তাৰ আৰু আঘাত লাগিছে। মাকক সি বৰ ভাল পায়; সতীয়া-মাক বুলি আজিও সি

কব পৰা নাই আৰু মাকেও তাক ইমান মৰম কৰে যে সতীয়া-ল'ৰা বুলি তেওঁ ভাবিবই নোৱাৰে। তেনে অৱস্থাত আজি মাকৰ চকুত কান্দোন দেখি সি সহ্য কৰিব পৰা নাই। সি যে মাকৰ ওচৰত অপৰাধী তাক সি অনুভৱ কৰিছে। সৰু ল'ৰা, অনুভূতিপ্ৰৱণ মন; ক্ষন্তেক সময়তে আবেগত অভিভূত হৈ পৰে আৰু অধীৰ হৈ যায়। তাৰো তেনে হৈছে। ..... তাৰ ইচ্ছা হৈছে কেতিয়ানো সি মাকৰ ওচৰ পায় আৰু তাৰ সকলো দোষৰ বাবে মাকে শাস্তি দি তাক পুনৰ কোলাত তুলি লয় তাৰ চিন্তাই তাক অধীৰ কৰি তুলিছে। সি খুৰীয়েকক বাৰে বাৰে কৈ আছে —"মই আইৰ ওচৰলৈ যাওঁ খুৰীদেউ! মোক আইৰ কাষত থৈ আহহি।" খুৰীয়েকে তাক মৰম কৰি মূৰ পিহি বুজাই আছে—

"মাৰাৰ বৰ খং উঠি আছে বোপা, এতিয়া গলে তোক মাৰিব। পলমে থৈ আহিম বোপা, এতিয়া তই ভাত খাইহে মাৰাৰ কাষলৈ যাব পাৰিবি। পিচত যাবি।"

"নহয় খুৰী, মোক আইৰ কাষত থৈ আহহি; মই ইয়াত ভাত নাখাওঁ। তাতে খাম। মোক লৈ ব'ল।"

"তই ইয়াত ভাত খাই যাবি।"

"নহয়, মই নাখাওঁ; মোক থৈ আহ।"

খুৰীয়েকে কোনোপধ্যে তাক মান্তি কৰাব নোৱাৰি মাকৰ ওচৰলৈ লৈ আহিল।

তাক আনি মাকৰ বিচনাৰ কাষত থৈ কৈ গ'ল---

"মই ৰমেনক গা-পা ধোৱাই দিছো; কিন্তু মোৰ ঘৰত সি ভাত নাখালে; তুমি তাক ভাত দিবা বাইদেউ। সি বোলে তোমাৰ লগতহে থাকে। মই তাক ৰাখিব নোৱাৰিলো।"

যোশোদাই যমুনাক একো উত্তৰ নিদিলে; কেৱল ৰত্নাক পিয়াহ খুৱাইহে থাকিল। ৰমেনকো নামাতিলে। মাকে নমতা দেখি ভয়ে ভয়ে ৰমেনে মাকৰ মূৰ-শিতানত থিয় হৈ ৰ'ল। সি বহু সময় থিয় হৈ থকা দেখি মাকে এবাৰ তাৰ ফালে চালে। সি মাকৰ চকুলৈ চাই কান্দিব ধৰিলে। সি যে আব্দাৰ ধৰিছে মাকে বুজিলে। তেওঁ তাক এখন হাতেৰে চপাই আনি বিচনাত তুলিলে আৰু কাষতে শুৱাই দিলে। সিও নিৰ্বিবাদে শুই পৰিল মাকৰ কাষত নিতান্ত নিৰীহ ল'ৰাৰ

দৰে। তাৰ পিচত জীয়েকক সিকাতি কৰি থৈ তাক সাবটি ধৰি তেওঁ হুকুহুকৈ কান্দিব ধৰিলে। মাকৰ কান্দোন অহা দেখি সি আকৌ কান্দি উঠিল। মাকে মূৰত হাত বুলাই কলে—"নাকান্দিবি। কোনে তোৰ দুখ বুজিব। মইহে বুজিছো। মোৰ ল'ৰাৰ দুখ আনে কি বুজিব! আজি দুদিন ধৰি মাছ মাছ কৰি চিঞৰি আছে, এই ঘৰখনত —দানত দিয়া ঘৰখনত এটি মাছ কিনিতো দিব নোৱাৰিলে পইচা যাব বুলি ভাবি, পুখুৰীৰ পৰা মাৰিও কোনো দিওতা নাই। তাৰ কোন নাই? জেঠায়েক, পিতাক, খুৰাক, কোন নাই? ঘৰৰ ডাঙৰ ল'ৰাটোৰ মনৰ ইচ্ছা এটিকে পূৰণ কৰোঁতা কোনো নাই; আৰু আনৰ কথা ভাবোঁতা কোনোবা ওলাব নে? কি ল'ৰা কি হৈ গ'ল! আজি দহ বাৰ দিন জ্বৰ গালে; এতিয়া জ্বৰৰ পৰা উঠা ল'ৰা মাছৰ ইচ্ছা কৰিছে, তাকে এডোখৰ দিয়া মানুহ নোলাল এই ধুমখুমীয়া পৰা ঘৰখনত। অন্যৰ ল'ৰা-ছোৱালীৰ হলে কিমান টনিক দিলেহেঁতেন! কিমান মাছ, গাখীৰ দিলেহেঁতেন! এই চন পৰা ঘৰখনত কোন আছে, কোনে দিব। খুজিলে ধুম-কিলহে দিব। এইখন এখন ঘৰ নে - বাঁহতল?"

এনেকৈ ঘৰখনক গালি-গালাজ কৰি ৰমেনক বুকুৰ মাজত চপাই লৈ নিজে নিজে ভোৰ্‌ভোৰকৈ বকিব ধৰিলে যশোদাই। ৰমেনেও মাকৰ মৰম পাই মাকৰ ডিঙিত সাবটি ধৰিলে। লাহে লাহে দুয়োৰো চকুলো শুকাই যায় আৰু মৰমত প্ৰাণ উপচি পৰে। লাহে লাহে ৰমেনে ঠানাক -ঠুনুক মাতেৰে কবলৈ ধৰে— "তই, কিয় কান্দিছ আই? তই দুখ পাইছ? মোক নামাৰিবি দে আই; মই বৰ দুখ পাইছো পিঠিত। ডাঙৰ আয়ে মাৰিছে, তয়ো মাৰিছ, মই বৰ দুখ পাইছো।"

মাকৰ চকুলো আহিল। তাৰ পিঠিখন পিহি দি কলে—

"বৰ দুখ পাইছ বাছা

"বৰ দুখ পাইছো আই।"

"তই ভাত নাখালি?"

"নাখালো।"

"মাছ নহ'লে কি কৰিবি? তোক মই বজাৰৰ পৰা মাছ আনি দিম; দুখ নকৰিবি।"

মাৰৰ ভয়ত যে সি মাছকে এৰিছে তাক আৰু মাকক বুজাবৰ দৰকাৰ নাই। তেওঁ অন্তৰে অন্তৰে বৰ দুখ পালে। মাৰৰ ভয়ত মনৰ ইচ্ছাকো এৰি পেলাইছে

ল'ৰাজনে। জ্বৰ হলে সাধাৰণতঃ কিবাকিবি বস্তু খাবলৈ মন যায়, বিশেষকৈ মাছ-মাঙহৰ ইচ্ছা বেছি হয়। মেলেৰীয়া জ্বৰৰ পৰা উঠিলে এইবোৰ ইচ্ছা হয়। সাধাৰণতঃ দুখীয়া মানুহৰে মেলেৰীয়া জ্বৰ হয় আৰু কুইনাইন জাতীয় দৰব খাই ইয়াৰ পৰা আৰোগ্য হোৱাৰ পিচত মাছ-মঙহৰ লোভ হয়। ৰমেনৰো তেনে হৈছিল। মাকে তাক জোৰেৰে সাবটি ধৰি গালত এটা চুমা খাই কলে—"নামাৰো মোৰ সোণ তোক মই নামাৰো। কাকো মাৰিবলৈও নিদিওঁ।"

মাকৰ আদৰত সি বৰ আশ্বস্ত হৈ যায়।

ইফালে দুপৰীয়া হাল মেলি দি ঘৰলৈ যেতিয়া গঙ্গাৰাম ফিৰি আহিল তেতিয়া বাৰটা বাজি গৈছে। আজি ৰ'দ বৰ চোকা। মানুহ জন ৰ'দত বৰ শ্ৰান্ত-ক্লান্ত হৈ আহিছে। আহিয়ে গৰুহালক গা ধুৱাই দি এৰি দিলে আৰু নিজেও হাত-ভৰি ধুই আহি পাকঘৰৰ বাৰাণ্ডাত বহিল আন দিনৰ দৰে। আনদিনা ডাঙৰ বৌৱেকে তেওঁক তাতে চাহ-জলপান দিয়ে আৰু তাকে খাই-বৈ তেওঁ গাইক পানী খুৱাই আহি গা ধুই আহে। তাৰ পাচত ভাত খাবলৈ বৌৱেকে তেওঁক মাতে। আজি কিন্তু ৰান্ধনি ঘৰত কোনো নাই; বৌৱেকহঁত এজনীও নাই; ল'ৰা-ছোৱালীহঁতো কোন ক'ত গ'ল দেখা-দেখি নাই। ঘৰৰ এনে নিৰ্জন অৱস্থা দেখি তেওঁৰ খং উঠিল। দুপৰীয়াৰ মানুহ, তাতে হাল বাই ভাগৰে-জুগৰে আহিছে; অথচ ঘৰত মাত দিওঁতা মানুহ এজনো নাই। তেওঁ চিঞৰিলে—"ডাঙৰ নবৌ।"

কোনো সঁহাৰি নাই।

"ডাঙৰ বৌ! মোক চাহ দিয়া। ভোক লাগিছে।"

কোনো! সঁহাৰি নাই।

এইবাৰ তেওঁৰ বৰ খং উঠিল।

"কোন ক'ত মৰিল এটা মানুহো যে নাই ঘৰখনত?"

এনেতে ঘৈণীয়েক যমুনা ওলাই আহি গিৰিয়েকক দেখি পানীৰ ঘটি এটা উলিয়াই দিলে — "হাত ভৰি ধোৱক।"

"হাত-ভৰি ধুয়ে আহিছো। পিচে ডাঙৰ বৌ ক'লৈ গ'ল?"

"বোধহয় ডাঙৰ ঘৰত আছে; মই মাতি আনো।"

তেওঁ সুভদ্ৰাৰ কমলৈ সোমাই গৈ মাতিলে—"ডাঙৰ বাই দেৱৰেক আহিছে; চাহ দিয়কহি।"

সুভদ্ৰাই সিকাতি হৈ বিচনাৰ পৰাই কৈ দিলে—

"মই একো কব নোৱাৰো। আজিৰপৰা মই এই ঘৰত একো নকৰো। সকলোৰে মিলে, মোৰহে নিমিলে নে? মই কাৰো গেবেৰী খাটি মৰিব নোৱাৰো। যিয়ে যি কৰা কৰি থাকাগৈ; মোক নামাতিবা।"

"আপুনি খং কৰিছে বাইদেউ? আমিতো একো দোষ কৰা নাই। দেৱৰেক আহিছে চাহ দিয়কহি। আমাক খং কৰে কিয়?

"মই কাকো একো দিব নোৱাৰো; মই কাৰো একো নহয়।"

"খং নকৰিব; পলম হলে দেৱৰেকৰ আকৌ খং উঠিব।"

" মই কাৰোবাৰ বান্দী নেকি যে লোকৰ খঙৰ ভয় কৰি চলিম? মই কাৰো বান্দী নহয়। ইমান দিনে বান্দীৰ দৰে উকতি উকতি এতিয়া তাৰ মজাপালি পাইছো।"

বৌৱেকৰ এনেৰকমৰ উক্তি কাণত পৰাত গঙ্গাৰামৰ খং উঠিল। তেওঁ খং কৰি কৈ উঠিল—

"বান্দী কোনো নহয়, কেৱল মইহে বন্ধা-চাকৰ। এই দুপৰীয়াখন হাল মেলি আহি এইহে পালো? আজি কথা বিষম হব। ৰাতি এপৰৰ পৰা হাল বাই আহি চাহটোপাও নাপাওঁ? কাৰ কাৰণে ইমান কৰো?

"আমাৰ দুটা পেটৰ কাৰণেই ইমান কৰিব লগা হ'ল? দিনেৰাতি দোকানখনত দেহা মাৰি অনা পইচাকিটা মোৰ এপাল ল'ৰা-ছোৱালীক খুৱাব ধৰিছো।

এপাল ল'ৰা-ছোৱালীৰ নাম লোৱাত গঙ্গাৰামৰ বৰ খং উঠিল। তেওঁৰহে ল'ৰা-ছোৱালী বেচি। ল'ৰা তিনিটা আৰু ছোৱালী দুজনী। খঙৰ বেগতে তেওঁ কৈ উঠিল—

"তোমাৰ ল'ৰা-ছোৱালী নাই দেখি আনৰ ল'ৰা-ছোৱালীক দেখিব নোৱাৰা হৈছা? চকু পুৰিছে?"

"কোৱা যি কোৱা, মোৰ পোৰা কপাল বাবে সকলোৰে নাকনিকাকনি খাব লগা হৈছে। কপাল ভাল হলে ইমান হাঁহিব পাৰিলাহেঁতেন নে? মোৰ জুইলগা কপাল!"

সুভদ্ৰাই কান্দি-কাটি হুৱা-দুৱা লগাই দিলে।

এনেতে দোকানৰ পৰা লোহিত দাস আহি ঘৈণীয়েকৰ কান্দোন শুনি স্তম্ভিত হৈ গ'ল। তেওঁ গঙ্গাৰ ফালে চাই তেওঁৰ চেহেৰাত ক্ৰোধৰ চিন দেখি পোনে পোনে নিজৰ ঘৰলৈ সোমাই গ'ল আৰু ঘৈণীয়েকৰ ওচৰ পালে। ভাই-শহুৰেক অহা দেখি যমুনা তাৰ পৰাওলাই গৈ নিজৰ ঘৰ সোমাল। লোহিতে ঘৈণীয়েকক সুধিলে, "কি হৈছে? কিয় কান্দিছা এই দুপৰীয়াখন।" ঘৈণীয়েকে খঙতে কৈ দিলে—"মোক কিবা ভাত ৰন্ধা চাকৰণী পাইছে নেকি যে মই গালি-গালাজ খায়ো চাহ-ভাত ৰান্ধি খুৱাব লাগিব?"

"কিনো হ'ল?" লোহিতে সোধে অলপ উষ্ম সুৰত।

"একো হোৱা নাই। তোমাৰ মূৰ হৈছে। বাঁজা হৈ জন্মিছো যেতিয়া সকলোৰে উপহাস সহ্য কৰিব লাগিব।"

গিৰিয়েকে বুজিলে যে কথা বিষম ধৰণেই ঘটিছে নিশ্চয়। তেওঁ বাঁজা নাম লোৱাত চকিত হৈ উঠিল আৰু ক'লে—

"কপালত নাথাকিলে ক'ত পাবা? সেইবুলি লোকে হাঁহিব লাগে নে?"

তেওঁ অনুমান কৰিলে যে ভায়েকে নিশ্চয় কিবা বেয়া কথা কৈছে। ঘৈণীয়েকে ক'লে- "বজাৰৰপৰা মাছ কিনি আনিব নোৱাৰিলে? ঘৰলৈ আহিছে কেলেই? আমি চাকৰ-চাকৰিণীয়ে বজাৰ কৰি আনি ৰান্ধি বাঢ়ি নুখুৱালে হ'ব নে?"

"বজাৰ কৰি মাছ কিনি আনিব লাগে? পুখুৰীৰ মাছ এটাও মাৰি খাব নোৱাৰে যদি বৰ পুৰুষ ওলায় কিয়? মই যে মাছ কিনি খুৱাব লাগে কবলৈ লাজ নালাগে নে?"

তেওঁ ভাবিলে যে মাছৰ বাবে বৌৱেকক কিবা বকিছে। তেওঁৰ খং উঠিল কথাষাৰ চিন্তা কৰি। "মাছ কিনি খুৱাব কিয় লাগে পইচা খৰচ কৰি? ইমান ডাঙৰ মানুহজন থাকোঁতে মাছপুঠি দুটাও মাৰি আনিব নোৱাৰে নে নিজৰ ল'ৰা-ছোৱালীলৈ?"

ইফালে গঙ্গাৰ খং উঠিল ককায়েকৰ ওপৰত। নভবা-নিচিন্তাকৈ কথাৰ-আঁতি-গুৰি বিচাৰ নকৰি ওপৰতে চাব দি ধৰি অনুমানৰ ওপৰত ভিত্তি কৰি কিয় মিছাতে তেওঁক এনে টান কথা শুনালে এই দুপৰীয়া খাবৰ বেলিকা? এনেয়ে পেটৰ ভোক, তাতে চোকা ৰ'দ— ইফালে হাল বাই দুখে-ভাগৰে আহিছে,

তাতে আকৌ তেওঁকে বকিছে ককায়েকে। তেওঁৰ ভীষণ খং উঠিল—

"দিন-ৰাতি হালত খতি হৈ এক মিনিট সময় নাপাওঁ, মোৰ দেহা মৰি গ'ল, মাছ মাৰি ভাত খুৱাব লাগে ৰাক্ষক পালক। টানে-মস্কিলে এদিন দুই-চাৰিটা মাছ-পুঠি কিনিও যদি দিব নোৱাৰে তেন্তে ধননো কিহৰ কাৰণে লাগে? ইমান কট্‌কিনা —কৃপণ হৈনো কাৰ কাৰণে সাঁচিব লাগে?"

"মইহে কৃপণ হলো চালা চোৰৰ? তোৰ ইমান সাহ, মোক কৃপণ বুলিছ........।"

"বুলিমতো —এশবাৰ বুলিম। পইচা এটা খৰচ কৰিব লাগিলে কলিজাটো যোৱা যেন পাৱ কিয়? কৃপণ নুবুলি কি বুলিম? মইহে কওঁ নে গাঁৱৰ সকলোৱে কয়? তেতিয়া লাজ নালাগে। চৰম নাই?"

"মোক-লাজ চৰম নোহোৱা বুলি কৈছ কুকুৰ? এতিয়াই তোৰ দাঁত সৰুৱাই দিম এক চৰতে............।"

এই বুলি কৈ লোহিতে খঙতে গঙ্গাৰামৰ ওচৰলৈ চোঁচা ল'লে। ঘৈণীয়েকে হাতখনত থাপ মাৰি ধৰি টানি ৰাখিব চালে কিন্তু নোৱাৰিলে। তেওঁ গৈ তৎক্ষণাৎ গঙ্গাৰামক এক চৰ মাৰি দিলে। চৰ খাই গঙ্গাৰামৰ ভীষণ খং উঠিল। তেৰোঁ ককায়েকলৈ চোঁচা ললে। এনেতে ঘৈণীয়েক যমুনাই আহি আগভেটি ধৰিলে। দুইৰো জোঁটা-পোটা লাগিল। গঙ্গাৰামে খঙৰ ভমকত ঘৈণীয়েকৰ গালত এটা চৰ মাৰি দিলে—'মৰ চালিৰ বেটী। কথা নুশুনাৰ মজা বাহিৰ হ'ক।" চৰ খাই যমুনাই চিঞৰি দিলে—

"উহ! মৰিলো; আই ঔ..........।" তেওঁ মাটিতে বহি পৰিল? ঘৈণীয়েকক মাৰি একেখোজতে গৈ গঙ্গাৰামে ককায়েকক গলত ধৰি এটা গলিতি মাৰি দিলে—

"মৰ, মৰ। দেখো তোৰ তেজ। চালা কট্‌কিনা মহাজন, চালা কৃপণ; থু খোৱা ধনকুবেৰ; তোৰ ধনৰ মুৰত জুই লাগিব।"

গলতি খাই লোহিত মাটিত আফাল খাই পৰিল। এনে সাঙঘাতিক কাণ্ড দেখি সুভদ্ৰাই "আই ঔ, মাৰিলে ঔ, মাৰিলে ঔ" বুলি বিকটচিঞৰ মাৰি দিলে। তেওঁৰ চিঞৰ শুনি ধহ্‌মহ্‌কৈ বিচনাৰপৰা উঠি নিজৰ ঘৰৰপৰা ল'ৰা-ছোৱালীহালক এৰি একে দৌৰে যশোদাই আহি ভাই-শহুৰেকৰ ওচৰ পালে। ইতিমধ্যে লোহিত উঠিছে আৰু দাখন হাতত লৈ গঙ্গাৰামক কাটিবৰ বাবে খেদা

মাৰিলে। যশোদাই লোহিত আৰু গঙ্গাৰামৰ মাজত সোমাই "হা হা কি কৰে, কি কৰে" বুলি দাখনৰ ফালে হাত মেলি দিব ধৰোঁতে হঠাতে আহি দাখন হাতত লাগে আৰু হাত কাটে। ভাই-বোৱাৰীয়েকৰ হাত কটা যোৱাত লোহিতৰ সম্বিত ফিৰিল। তেওঁ দাখন দাঙি থাকোঁতে যমুনাই গঙ্গাক টানি নিলে। সুভদ্ৰাই গিৰিয়েকৰ হাতৰপৰা দাখন কাঢ়ি লৈ গ'ল। যশোদাই কটাহাতখনত টিপামাৰি ধৰি বাৰাণ্ডালৈ আহিল কাৰণ ঘটনাটো ঘটিছিল চোতালত। চোতালখন তেজেৰে ৰাঙলি হৈ গ'ল। ল'ৰা-ছোৱালীবিলাকে হুৱাদুৱা লগাই দিলে। ইতিমধ্যে ওচৰপাজৰৰ মানুহ আহি চোতাল ভৰি পৰিল। সাঙঘাতিক ঘটনা। ভাই-শহুৰেকে ভাই বোৱাৰীয়েকৰ হাত কাটিছে। কথাষাৰ তৎক্ষণাৎ গাৱঁত প্ৰচাৰ হৈ গ'ল। মানুহ কিছুমানে যশোদাক প্ৰাথমিক চিকিৎসাৰ বাবে ডাক্তৰখানালৈ লৈ গ'ল।

এটা সামান্য ঘটনাই বিষম ৰূপ ধাৰণ কৰিলে। এটি ক্ষুদ্ৰ ফিৰিঙতিৰপৰা খাণ্ডৱদাহ হোৱাৰ দৰে সামান্য দুটা চাপৰৰপৰা এনে বিষম ঘটনা সংঘটিত হ'ল। ঘৰত হুৱা-দুৱা লাগি পৰিল। ল'ৰা-তিৰোতাৰ কান্দোনত ৰোল লাগি পৰিল। নানাজনে নানা কথা কব ধৰিলে। শত্ৰুবিলাকৰ মুখ পোহৰ হ'ল, মিত্ৰৰ মুখ আন্ধাৰ হ'ল। নানাজনে নানা কথা কব ধৰিলে। কথাবোৰ কিন্তু কাৰো নিৰপেক্ষ নহয় যেন লাগে। প্ৰত্যেকে একোটা পক্ষ লৈ কোৱা-কুই আৰম্ভ কৰিলে।

সাধাৰণতঃ কোনো ঘৰৰ কাজিয়া হলে ওচৰৰ মানুহবিলাকে কাজিয়া ভাঙিবলৈ আহে আৰু কাজিয়া ভাঙিও দিয়ে! গাৱঁৰ ই এটা পৰম্পৰা নীতিৰ ভিতৰতে যেন পৰিণত হৈছে। কিন্তু কোনো ঘৰ মানুহৰ শত্ৰুমানুহ থাকিলে এই সুযোগতে ঘৰখন ভঙাৰো ব্যৱস্থা লগাই দিয়ে। অলপ অৱস্থাসম্পন্ন মানুহৰ বিৰুদ্ধে বহুতে খিয়াল কৰে আৰু দুখীয়া মানুহ অলপ অৱস্থাসম্পন্ন হ'লে সমানৰ মানুহবিলাক বৰ ঈৰ্ষান্বিত হয়। এই ঈৰ্ষাই শেষত হিংসাত পৰিণত হয় আৰু খিয়াল কৰিবলৈ ধৰে। সুযোগ পালেই চুকত থাকি বুকুত খোৱা কাম আৰম্ভ কৰে। লোহিতহঁতৰ অৱস্থাও আগতে বৰ বেয়া আছিল, এতিয়া অলপ ভাললৈ অহাত ভাগীৰ মানুহ কিছুমানৰে যেন ৰাতি টোপনি নহা হৈছে ঈৰ্ষাত। আজি এনে ঘৰুৱা কন্দল লগাত তেওঁলোকৰ বৰ আনন্দ লাগিছে পেটে পেটে। গতিকে নিজৰ পেটৰ মতলব পেটতে ৰাখি মুখত সান্ত্বনাৰ বাণী শুনাব ধৰিছে আৰু ছেগ বুজি এটি পক্ষ লৈ টানি টানি কথা কব ধৰিছে। গৃহ-বিবাদে গৃহদাহৰ প্ৰধান

কাৰণ। লোহিতহঁতৰো ঘৰুৱা কন্দলৰ পৰা ঘৰ ভাঙিবৰ সূচনা হ'ল। আমাৰ সমাজত —বিশেষকৈ একান্নৱৰ্ত্তী পৰিয়ালত এনে ঘটনা দিনে ৰাতি ঘটিয়ে আছে আৰু লোহিতহঁতৰো আজি সেই নাটকে আৰম্ভ হ'ল। ইয়াৰ পৰিণতি কি হয় তাক তেওঁলোকে ভাবিব পৰা নাই; কিন্তু আনে বুজিছে। নানাজনে নানা কথা নানা মতলবত কব ধৰিছে। তাৰ মাজতে কিছুমানে মেল কৰাৰ কথাও উলিয়ালে। কিছুমানে স্পষ্ট কৰি কলে যে ভাই-বোৱাৰীয়েকৰ ওপৰত হাত তুলিলে সমাজে দণ্ড কৰা নিয়ম পৰম্পৰা ভাবে চলি আহিছে, তাতে একেবাৰে কাটি পেলাইছে। গতিকে সমাজে তাৰ বিচাৰ কৰি দণ্ড দিবই লাগিব। তাৰ উপৰি ককায়েকৰ গাত ভায়েকে হাত দিছে—বৰ অপৰাধ। ডাঙৰৰ গাত হাত দিয়া গুৰুতৰ অপৰাধ। ইয়াৰ ব্যৱস্থা কৰিবই লাগিব বুলি বহুজনে গুমুৰীয়াই গ'ল। অৱস্থা কি হয়গৈ তাক জনা নাই।

।। দুই।।

সিদিনা দুপৰীয়া কিয় ৰাতিও কাৰো খোৱা লোৱা নহ'ল। হয় কেনেকৈ? কোনে ভাত ৰান্ধিব? ইফালে ডাক্তৰখানাৰ পৰা বেণ্ডেজ কৰি যশোদাক লৈ আহোঁতে ৰাতি প্ৰায় দহটা বাজিছে। হাতত অলপ বেয়া ৰকমে কাটিছে। ডাক্তৰে ঔষধ ব্যৱস্থা কৰি পঠাইছে। বিষতে তেওঁৰ জ্বৰ উঠিছে।

আনফালে ভাই-বোৱাৰীয়েকক আঘাত কৰা দেখি ৰাইজে লোহিতৰ দণ্ড কৰিব আৰু ককায়েকৰ ওপৰত হাত তোলা বাবে গঙ্গাকো দণ্ড কৰিব বুলি ইকাণে সিকাণে শুনা গ'ল। ৰাতি কাৰো টোপনি নাই। গঙ্গা, যমুনা, যশোদা, সুভদ্ৰা, লোহিত সিন্ধুৰাম কাৰো ক'তো টোপনি নাই। ল'ৰা-ছোৱালীবিলাকৰো ভয়তে পেটতে যেন হাত-ভৰি লুকাইছে। সিঁহতে দিনে ৰাতি যি পালে তাকে খাই থাকিল।

ৰাতিপুৱা নানাজনে আহি নানা দিহা-পৰামৰ্শ দিয়াৰ চলেৰে সিহঁতৰ ঘৰৰ কাজিয়াখন লগাই দিয়া তালত হে থাকিল। বহু উচটনিৰ কথা শুনিলে ইজনে-সিজনে; কিন্তু লোকৰ কথা শুনাবিধৰ লোক তেওঁলোক নাছিল; সেইবাবে সকলোকে শলাগি থৈ এজন এজনকৈ সকলোকে বিদায় দিলে। ঘৰত কাজিয়া লাগিলে শত্ৰুমানুহবোৰে কাজিয়া বঢ়োৱাৰ বাবে নানা উচটনি দি উত্তেজিত কৰে। এওঁলোকৰ পুৰণি শত্ৰুসকল পানীৰ তলৰ কাঁইট হৈ নেদেখা হৈ আছিল, আজি এই সুযোগ পাই সহানুভূতি দেখুৱা চলেৰে আহি অন্যায় কৰা মতলবত আছে। অৱশ্যে এওঁলোকৰ কাকো হাত কৰিব পৰা নাই। এওঁলোক লোকৰ কথা কাণকৰা বিধৰ লোক নহয়।

পিচদিনাও সুভদ্ৰাই ভাত ৰান্ধিবলৈ নোযোৱা দেখি যমুনাই নিজে ৰন্ধা-বঢ়া কৰি ৰাতিপুৱাতে ল'ৰা-ছোৱালীবিলাকক খুৱাই ধুৱাই ডাঙৰবিলাককো দিলে। কিন্তু সুভদ্ৰাই ভাত নাখালে। তেওঁ কলে যে এই ঘৰত আৰু তেওঁ একেলগে ভাত নাখায়। বহু কাকুতি-মিনতি কৰিও তেওঁক খুৱাব নোৱাৰিলে। তেওঁ গিৰিয়েকক স্পষ্ট কৰি কৈ দিলে যে বেলেগ নহলে তেওঁ মাকহঁতৰ ঘৰলৈ গুচি যাব; এই ঘৰত আৰু নাথাকে। গিৰিয়েকৰো একমত; কিন্তু এতিয়া তেওঁ বেলেগ হোৱা মেল মাতিব নোৱাৰে কাৰণ এতিয়া ৰাইজৰ মানুহে তেওঁৰে দণ্ড কৰা

তালত আছে। গতিকে এৰিয়া মনে মনে থাকি কিছুদিন পিছত নিশ্চয় বেলেগ হ'ব লাগিব। ইয়াৰ মাজতে দোকানৰ হিচাপ পাতি কৰি টকা-পইচাও অলপ হাত কৰিব লাগিব যাতে ৰাইজে ইদুজনক তাৰে ভাগ দিব নোৱাৰে। তেওঁৰ মনত ধন আৰু প্ৰাণ একে। ধন যোৱাতকৈ প্ৰাণ যোৱাটোকে বেচি সহজ বুলি ভাবে কৃপণ ধনীসকলে। সেইবাবে টকা-পইচাৰ সুবিধাখিনি কৰি ৰাখিব বিচাৰে লোহিত মহাজনে। শেষত দুয়ো গিৰিয়েক-ঘৈণীয়েকৰ ভিতৰত শেষ সিদ্ধান্ত হ'ল যে সুভদ্ৰাই মাকহঁতৰ ঘৰলৈ যাব আৰু লোহিতে দোকানতে খাব। তেওঁলোক আৰু ঘৰলৈ নাহে। এই আলোচনামতে দুয়ো দুইফালে গ'ল। সুভদ্ৰাই পিন্ধি উৰি মাকহঁতৰ ঘৰলৈ খোজ ললে।

ঘৰখন যেন নিমাত নিতাল। আনদিনা ল'ৰা-ছোৱালীবিলাকে হাই-উৰুমি কৰি থাকে, আজি সিঁহতে যেন মৌনব্ৰত ধাৰণ কৰিছে। ভয়, শঙ্কা আৰু উদ্বিগ্নতাই সকলোৰে মন মাৰি পেলাইছে। ঘৰখনত যে হঠাতে কি হৈ গ'ল কোনেও ভাবিবই নোৱাৰিলে। ঘৰত যেন হঠাতে আহি কলি প্ৰৱেশ কৰিলে।

যশোদাই বিচনাত পৰি আছে; কাষত ৰমেন, মহেন আৰু ৰত্না। আজি যেন তিনিও ভায়েক-ভনীয়েক কাঠৰ পুতলাৰ দৰে হৈছে। কাৰো ক'তো মাত-বোল নাই। খুৰীয়েকে যি খাব দিছে তাকে খাই মনে মনে মাকৰ কাষত আহি শুই আছে ; একেবাৰে শান্ত ল'ৰা-ছোৱালী যেন।

আনফালে আজি ডাঙৰ মাকৰ সলনি নিজৰ মাকে ভাত ৰান্ধিবলৈ যোৱাত যমুনাৰ ল'ৰা-ছোৱালী চাৰি তবধ মানিছে আৰু মাকৰ কাষত চুপ হৈ বহি আছে; কোনেও একো উৎপাত কৰা নাই।

ইফালে বেমাৰী সিন্ধুৰামে আনদিনৰ দৰে ইঘৰ-সিঘৰলৈ গৈ মেল মাৰি থকা নাই, ঘৰতে বহি আছে কাহি কাহি। তেওঁৰ কফৰ অসুখটো আজি কিছুদিনৰ পৰা বেচি হৈছে। নিশ্বাসৰ বিশ্বাস নাই। কেতিয়া ই মানুহক ঠগায় তাক কোনেও কব নোৱাৰে। সিন্ধুৰামক দেখিলে অনুমান হয় যেন তেওঁক নিশ্বাসে কেতিয়াবা ঠগাব। আজি ওৰেদিনটো তেওঁ বাৰাণ্ডাত বহি মূৰে-কপালে হাত দি আছে। আজি তেওঁৰ সৰু কালিৰ কথা মনত পৰিছে।

মনত পৰিছে পিতাক মৰাৰ পিছত কেনেকৈ তিনিও ভায়েকে একেলগে কাঁহ-বাচন তৈয়াৰ কৰিছিল আৰু বৃদ্ধা মাকক পোহপাল দি গৃহস্থী চলাইছিল।

তেওঁলোক সৰু থাকোতেই পিতাক ঢুকায়। পিতাক এজন ভাল কঁহাৰ আছিল। সৰ্থেবাৰী কাঁহ-বাচনৰ বাবে বিখ্যাত. আৰু এই কাঁহ-বাচনৰ ভিতৰত ধুনীয়া বান-বাটি গঢ়োৰা কঁহাৰ আছিল হলধৰ। তেওঁৰে পুতেক লোহিত, সিন্ধু আৰু গঙ্গাৰাম। পিতাকৰ শিল্প ব্যৱসায়কে ধৰিলে পুতেকহঁতে। সিন্ধু হ'ল এজন নাম জ্বলা কঁহাৰ। ককায়েক লোহিত আৰু ভায়েক গঙ্গাৰাম হ'ল তেওঁৰ সঙ্গী। তেতিয়াৰ দিনত ধান-চাউলৰ দাম আছিল কম, মাছ-পুঠি দুটাও ওচৰৰ বিল কাপলা, তাভা, বৰবিলা, চাগমাৰা, সিচা আদিত সহজে পোৱা গৈছিল। তাৰে উপৰিও গাঁৱৰ মাজেৰে বৈ যোৱা আল্লা নদীত যথেষ্ট মাছ পোৱা গৈছিল। আজিকালিৰ দৰে বিলবোৰ চৰকাৰে ডাক দি অনা-অসমীয়া মাছুৱৈৰ দ্বাৰা একে বাৰে সৰু সৰু পাহৰ জালেৰে মাৰি খৰালি সিঁচি মাছ মাৰি মাছৰ ভিকাহুন মৰা বিধৰ ব্যৱস্থা নাছিল। গতিকে মাছৰ বংশ বৃদ্ধি হৈ মাছ উভৈনদী হৈ আছিল। খাৰি-খেৰ দুডালো সহজে পোৱা গৈছিল ওচৰৰে ৰিজাৰ্ভ হিৰাবড়ী, পাকাদলনি আদিত। ইফালে বাচনৰ গঢ়নি বানচ আছিল বুজন পৰিমাণৰ। গতিকে সুখে-স্বচ্ছন্দে জীৱন নিৰ্ব্বহ কৰিব পাৰিছিল কাঁহ-শিল্পীসকলে। তাৰ পিচত মাকৰ অনুৰোধক্ৰমে লোহিতে বিয়া কৰালে গোমুৰাত। পাঁচ-ছয় বছৰে ল'ৰা-ছোৱালী নোহোৱাত সিন্ধুকো বিয়া কৰাই দিলে কাৰাকুছিৰ এজন কঁহাৰৰ ছোৱালী সত্যৱতীক। এইবাৰ ঈশ্বৰে চকু মেলি চালেঃ মাকৰ ইচ্ছা পূৰ্ণ হ'ল—নাতিয়েক পালে। ৰমেনৰ জন্ম হ'ল। কিন্তু তাৰ ছয় মাহ পিচতে সত্যৱতী ঢুকাল কলেৰাত। আবুৰেকে ৰমেনক তুলি তালি ৰাখিলে। শেষত নামশলাৰ বিৰহ কঁহাৰৰ ছোৱালী যশোদাক বিয়া কৰাই আনিলে সিন্ধুৰামলৈ দ্বিতীয়বাৰ। তেৱে হ'ল ৰমেনৰ সতীয়া-মাক যশোদা। যশোদা কিন্তু সঁচাকে যশোদাই—শ্ৰীকৃষ্ণৰ তোলনীয়া মাক যশোদাই মৰম কৰাৰ দৰে ৰমেনকো মৰম-চেনেহ উজাৰ কৰি দি তেওঁ তুলি তালি ডাঙৰ-দীঘল কৰিলে। আজিলৈ কোনেও ধৰিব নোৱাৰে যে যশোদা ৰমেনৰ সতীয়া মাক। যশোদাৰ নিজৰ ল'ৰা হ'ল মহেন আৰু ছোৱালী এজনী হৈছে; নাম বন্যা। সিন্ধুৰ দ্বিতীয়বাৰ বিয়া হোৱাৰ এক বছৰ পিচত গঙ্গাক বিয়া কৰাই দিয়ে লচিমাৰ এঘৰ খেতিয়ক মানুহৰ ঘৰৰ ছোৱালী। নাম তেওঁৰ যমুনা। সঁচাকে যেন গঙ্গা যমুনাৰ মিলন হ'ল। যমুনা নে যমুনা—গঙ্গা-যমুনাৰ দৰে পিৰিয়েক ভৈনীয়েকৰ অগাধ মিলাপ্ৰীতি। তেওঁৰ ল'ৰা তিনিটা হৈছে আৰু

ছোৱালী এজনী। আজি পাঁচ বছৰৰ আগতে বুঢ়ী ঢুকাইছে। পিচে জীৱিত অৱস্থাত বুঢ়ীয়ে বহু দুখ পাইছিল যদিও সুখো কম পোৱা নাছিল। অৱশ্যে বুঢ়ীৰ মনত এটা দুখ ৰৈ গৈছে যে ডাঙৰ পুতেকৰ সতি-সন্ততি একো নাই; বুঢ়ীয়ে বহু চেষ্টা কৰিছিল দ্বিতীয়বাৰ পুতেকক বিয়া কৰাই দিবলৈ; কিন্তু বোৱাৰীয়েক সুভদ্ৰাৰ কাৰণে নোৱাৰিলে। সুভদ্ৰা কোনোপধ্যে মান্তি নহ'ল। গিৰিয়েককো তেওঁ এনেভাৱে বশ কৰি ৰাখিছে যে তেওঁ যি কয় গিৰিয়েকে তাকে শুনে। বুঢ়ী শেষত হতাশ হৈ গ'ল।

তাৰপিচত দ্বিতীয় মহাযুদ্ধৰ পিচত বস্তু বেহানিৰ দাম দিনে দিনে বাঢ়ি যাব ধৰিলে আৰু কঁাহ-শিল্পীসকলৰ অৱস্থা দিনে দিনে পৰি আহিব ধৰিলে। সিন্ধুইঁতে বাচনৰ দোকান খুলিলে। দোকানত থাকিল ককায়েক লোহিত। সিন্ধু আৰু গঙ্গাই কঁাহ-বাচন গঢ়াই দোকানত জমা দিয়ে; ককায়েকে বেচে। এনেকৈ তিনিও ভায়েকে চেষ্টা কৰি দোকানখন শক্তিশালী কৰি তুলিলে। তাৰ পিচত সিন্ধুৰ কফ বেমাৰ হ'ল। কঁাহ-বাচন গঢ়োৱা কাম বৰ দুখৰ কাম। কলিজা আৰু হাঁওফাঁওত আঘাত পৰে। মানুহ সোনকালে বুঢ়া হয় আৰু অকৰ্ম্মণ্য হয়। বৰ পৰিশ্ৰম কৰি দোকানখন তৈয়াৰ কৰিলে হয়, কিন্তু সিন্ধুৰ শ্বাস বেমাৰ আৰম্ভ হ'ল। আজি চাৰি বছৰে তেওঁ একো কৰিব নোৱাৰা হৈছে—যদিও বয়স হিচাপে বুঢ়া হ'বৰ হোৱা নাই তথাপি বেমাৰে অকৰ্ম্মণ্য কৰিলে—বুঢ়া কৰিলে। সেই কাৰণে ভায়েক গঙ্গাক কঁাহ-বাচন তৈয়াৰ কৰিব নিদি খেতিত লগাই দিলে। ৰিজাৰ্ভৰ ওচৰত তিনি পূৰা মাটি কম দামত কিনি ৰাখি তাতে খেতি আৰম্ভ কৰিছে। আজি তিনি বছৰে খেতি বেয়া হোৱা নাই। বছৰৰ ভাতমুঠিৰ হাহাকাৰ নাইকিয়া হয়। সুখে-সন্তোষে একৰকমে গৃহস্থীখন চলি আছিল। আজি হঠাতে যে কি হৈ গ'ল, সিন্ধুই একো ততকে ধৰিব পৰা নাই। অৱশ্যে আজি দুবছৰ মানৰ পৰা বৌৱেকৰ মনৰ গতি বহুত লৰিছে। বিশেষকৈ সৰু ভায়েকৰ চাৰিটাকৈ ল'ৰা-ছোৱালী হোৱাত ককায়েকৰ মনৰ ভাবো বেয়া হৈ আহিছে। তেওঁ অকৰ্ম্মণ্য হোৱাত তেওঁৰ ল'ৰা-তিৰোতাৰ পোহ পাল দিব লগা হোৱাত ককায়েকৰ পেটে পেটে বেজাৰ। বেলেগ হোৱাৰ ইঙ্গিতো পাইছিল, কিন্তু ভায়েক গঙ্গাৰ কাৰণে হব নোৱাৰে। গঙ্গাই ইঙ্গিতেৰে জনালে যে দোকানখন অকল ককায়েকৰে নহয়, তিনিও ভায়েক লগ লাগিহে দোকান দিছিল আৰু তিনিওৰো টকা খাটিছিল।

তাৰ উপৰিও তেওঁ খেতি কৰি ধান-চাউল দিয়াৰ উপৰিও মাছ-পুঠি, খৰি খেৰ ঘৰখনৰ যাৱতীয় বস্তু তেৱেঁ যোগায়; কেৱল তেল নিমখ আৰু কানি-কাপোৰখিনিহে দোকানৰ পৰা খৰচ হয়। গতিকে সৰু ককায়েক অকৰ্ম্মণ্য হোৱা বাবে বেলেগ কৰি উলিয়াই দিয়াৰ একো অধিকাৰ নাই। গঙ্গাৰ মন বুজিব পাৰিহে লোহিতে মনে মনে আছিল। সিন্ধুৰ কাৰণে পেটে পেটে বেজাৰ ভাব। সিন্ধুই বুজে, কিন্তু কি কৰিব! বেচেৰা নিৰুপায়। আজি ঘটনাৰ আদ্যোপান্ত জানি সিন্ধুই মূৰে কপালে হাত দি বহি আছে। কি দুৰ্কপাল! এদিন যাৰ নাম সকলোৱে লৈছিল, যাৰ শিল্প-কাৰ্য্যৰ বাবে সিহঁতৰ ঘৰখনৰ মান সন্মান বাঢ়িল, সেই সিন্ধুৰামৰ আজি কি গতি হ'ল! নিজৰ ভাগ্যৰ ওপৰতে দোষ দি সিন্ধুই নীৰৱে আছে। ইয়াৰ পৰিণতি কি হব তাকে ভাবি তেওঁৰ প্ৰাণ কান্দি উঠিছে। যদি দুৰ্ভাগ্যক্ৰমে বেলেগ হব লগা হয় তেন্তে কি কৰিব? তেওঁৰ ল'ৰা-ছোৱালীৰ গতি কি হব? পৰমুখাপেক্ষী হৈ জীৱিত কালতে নিজৰ সমুখতে ল'ৰা-তিৰোতাৰ লাঞ্ছনা কাপুৰুষৰ দৰে চাই থাকিব লাগিব; নতুবা....। তেওঁৰ মূৰ ঘুৰি গ'ল। কাকো একো মাত -বোল নিদি চিন্তা কৰিয়ে থাকিল। খোৱা-লোৱা একো নকৰিলে। আজি ঔষধো খোৱা নাই। তেওঁৰ অবিহনে ল'ৰা-ছোৱালীৰ কি গতি হব তাকো ভাবিছে আৰু তেওঁ সমুখত থাকি কি কৰিছে তাকো ভাবিছে। একো নাই — সকলোফালে আন্ধাৰ দেখিছে তেওঁ।

।। তিনি।।

সুভদ্রা মাকহঁতৰ ঘৰলৈ যি গ'ল গলেই, আৰু ফিৰি নাহিল। লোহিত দোকানৰ পৰা ঘৰলৈ নহা হ'ল। তেওঁ তাতে ষ্টোভ এটা আনি নিজে ৰন্ধা-বঢ়া কৰি খাব ধৰিলে। দোকানত এটা ল'ৰাও ৰাখিলে।

ক্ৰমে ক্ৰমে দিন গৈ আহিল আৰু মনোমালিন্যও ক্ৰমে বাঢ়ি গ'ল। গঙ্গায়ো জানিছে যে ৰাইজৰ মেল মাতিলে তেওঁকো দণ্ড কৰিব কাৰণ তেওঁ ককায়েকৰ গাত হাত দিছে। তেওঁ সেই কাৰণে ৰাইজক মাতি একো বিচাৰ কৰিব নোৱাৰে। ৰাইজৰ বহুত মানুহে আহি মেল মাতিবলৈ নানা উপদেশ দিছে তেওঁক কিন্তু তেওঁ নীৰৱে আছে। আনফালে কিছুমানে সিন্ধুৰামক উচটাইছে; কিন্তু তেওঁ স্পষ্ট জবাব দিছে "ঘৰুৱা কথা আমি নিজেই মীমাংসা কৰিম, তাৰ বাবে লোকৰ সহায় আমাক নালাগে।" গতিকে সমাজৰ মেল যে কোনোজনে নামাতে এই কথা স্পষ্ট হৈ পৰিছে। সমাজৰ মানুহেও ৰেহৰূপ চাই আছে কেতিয়া কি দুৰ্ব্বলতাৰ কাৰণে কোনজনে মেল মাতিবলৈ আগবাঢ়ে। বহুদিন এনেদৰে চলি থাকিল।

ঘৰখনত কিন্তু যি ভাঙন আৰম্ভ হ'ল তাৰ সোঁত বন্ধ নহ'ল।

কিছুদিনৰ পৰা সিন্ধুৰ কফৰ বেমাৰ বেচি হৈছে; কিন্তু চিকিৎসা কৰিবৰ একো ব্যৱস্থা নাই। পইচা নাই। ককায়েকে দোকানৰ পৰা আহিবও এৰিছে আৰু টকা দিবলৈও এৰিছে; কবলৈ গলে তেওঁ ঘৰৰ লগত সম্পৰ্ক ছেদ কৰিছে। কাৰো লগত মাত-বোল নাই। গঙ্গাই টকাৰ কাৰণে যাব নোৱাৰেই ই স্বাভাৱিক, কিন্তু সিন্ধুয়ো যাব নোৱাৰে। কি মুখ লৈ যায়? তেওঁৰে ল'ৰাৰ পৰা কাজিয়াৰ সুত্ৰপাত। গতিকে ঘৰখন চলা বৰ টান কথা হৈছে। গঙ্গাই তেল-নিমখৰ পইচা উলিয়াবকে নোৱাৰে, সিন্ধুৰ চিকিৎসা কৰে কেনেকৈ? এনে অৱস্থাত সিন্ধুৰ চিকিৎসাৰ আশা এৰি ঈশ্বৰৰ ওচৰতে নিৰ্ভৰ কৰিব লগা হৈছে।

এদিন-দুদিনকৈ আজি কেইবামাহো অতিবাহিত হ'ল; সিন্ধুৰ বেমাৰ টান হৈ আহিল। শয্যাৰপৰা উঠিবই নোৱাৰা হ'ল। ঘৈণীয়েকে খেকাৰবোৰ এটা পুৰণি কেৰাহীত ছাই দি তাতে পেলাব দিছে। কাহি কাহি খেকাৰ পেলাই থাকে; দেখিলে ঘৃণাও লাগে, তথাপি নিজৰ স্বামীগুৰু বুলি একো ঘিণ নকৰি যশোদাই

দিনে-ৰাতি আলপৈচান ধৰে। ভাত খাব প্ৰায় নোৱাৰা হৈছে ; অত্যন্ত দুৰ্ব্বল হৈছে। সম্বন্ধীয় মানুহে আহি আহি চাই গৈছে। সৰ্থেবাৰীৰ চৰকাৰী ডাক্তৰখানাৰ ঔষধ খাই আছে যদিও একো গুণ কৰা নাই। ভাল ঔষধ আৰু পথ্যৰ বিনিময়ত ৰোগ আৰোগ্য হোৱা বৰ টান কথা।

আজি দুদিনৰ পৰা সিন্ধুই ককায়েকক খবৰ দিয়া সত্ত্বেও নাহিল; বৌয়েকো নাহিল।

যশোদা—"মই খবৰ দিছিলো, ৰমেনকো পঠাইছিলো তথাপি নাহিল। মই কি কৰিম?"

সিন্ধু—"তইনো কি কৰিবি. মোৰ কাৰণে তই বহুত দুখ খালি, আৰু দুখ খাব লাগিব; ঈশ্বৰে তোৰ কপালত সুখ লেখা নাই।"

যশোদা—"মোৰ এয়ে সুখ বুলি ধৰি লৈছো। ভাগ্যত যি সাধি আনিছো তাকেহে পাম। অধিক খুজিলে ক'ত পাম। তুমি একো চিন্তা নকৰিবা। ভগবানে তোমাক জীয়াই ৰাখিলে মই সুখী হ্ম।"

সিন্ধু—"মই আৰু জীয়াই নাথাকো ৰত্নাৰ মাক। মোৰ আৰু বেঁচি দিন নাই। মই মৰাত একো দুখ নাই; দুখ লাগিছে তোলৈ, পোনাইঁতলৈ। মোৰ অবিহনে কি গতি হ্ব তোৰ!"

যশোদা—"ভগবানে যেনেকৈ চলায় তেনেকৈ চলিব লাগিব।"

সিন্ধু—"গঙ্গাকনো মই কিমান কষ্ট দিম! ককাইদেৱে মোক মৰণকালতো ফিৰি নাচায়, অথচ সৰুৰ পৰা আমি কিমান দুখত ডাঙৰ-দীঘল হৈছো তাক মই কি কম! আমি তিনি ভাই একেলগে........।"

তেওঁ হুক্ হুক্কৈ কান্দে। ঘৈণীয়েকে সান্ত্বনাৰ সুৰত কয়—

"অতীতৰ কথা কলে কি হ' ব; এতিয়া এই নিদান কালত এবাৰ ফিৰি নাচায়। মৰম-চেনেহ থাকিলে এনেখন হয় নে? আমি চকুৰ কুটা দাঁতৰ শূল হে হৈছো ভাই-শহুৰৰ মনত।"

সিন্ধু—"মোৰ অবিহনে তইঁতৰ গতি কি হব!"

তেওঁ চকুলো টুকি টুকি লাহে লাহে কবলৈ ধৰে—"এটা কথা আছে ৰত্নাৰ মাক।"

যশোদা—"কি কথা?"

তেওঁ ভয় খাই যায় জানোচা কিবা গুপুত পাপৰ কথা কয়। বৰ ব্যগ্ৰ হৈ সোধে—"কোৱা কি কথা?"

সিন্ধু—"মোৰ অন্য একো পাপ নাই; কিন্তু এটা আছে.......।"

এইবাৰ যশোদাৰ কাণ -মূৰ থিয় হৈ উঠিল; গাৰ নোম শিয়ৰি উঠিল। বৰ সন্তৰ্পণে সুধিলে—

যশোদা—"কি?"

সিন্ধু—"ঋণপাপ। মই টকা দুশ আনিছিলো। সেই দুশ ধাৰ শুজিব লাগিছিল। ককাইদেউক মই শেষত তাকে অনুৰোধ কৰি গলোহেঁতেন।"

যশোদা—"টকা দিব হৈছে আৰু। দেখা কৰিবকে নাহিল কিবা দিব লাগিব বুলি ভাবি। পিচে কাৰপৰানো আনিছিল?

সিন্ধু—"আনিছিলো এজন বন্ধুৰপৰা বিনা লিখাপঢ়াই বিনা সুতত। আজি কেবাবছৰো হ'ল, কিন্তু টকাখিনি দিব নোৱাৰি মই লাজত তেওঁৰ ঘৰলৈ যোৱা নাই।

যশোদা—"নামটো কওকচোন।"

সিন্ধু—"নাম কলে কি হ্ব! টকা ক'ৰ পৰা দিবি?"

যশোদা—"য'ৰপৰা পাৰো দিব লাগিব। লোকৰ ধাৰ খাব নাপায়। ককায়েকে নিদিয়ে মই ভালকৈ জানো; পাৰিলে আমিয়ে দিব লাগিব।"

সিন্ধু—"ক'ৰপৰা দিবি? পেটৰ ভাতমুঠিকে যোগাৰ কৰিব নোৱাৰা। এতিয়া মই মৰিলে ........।"

যশোদা—"মই দিবহে লাগে। মনে মনে শোৱক।"

এনেতে সিন্ধুৰ কফ বেচি হয়। শ্বাস ধৰি মানুহজনক জ্বৰঘামি আনিছে। ঘৈণীয়েকে ছাইৰ কেৰাহীটো আগত ধৰি আছে। তাত তেওঁ খেকাৰবোৰ পেলালে যশোদাই সেইবোৰ নি বাহিৰত পেলাই দি আহিল। তাৰ পিচত ঔষধ একদাগ খুৱালে। ইফালে ভাই-বোৱাৰীয়েকে এসাজি ভাত দি গ'ল। কিছু সময় পিচত সুস্থিৰ হৈ তেওঁ খাব বহিল। ঘৈণীয়েকে আলপৈচান ধৰিলে।

পিচদিনা যশোদাই কাকো নোকোৱাকৈ মনে মনে নিজৰ সোণৰ হাৰডালি এজন আত্মীয় মানুহৰ হাতত দি ভাই-শহুৰেকৰ দোকানৰ পৰা দুশ টকা আনিব কলে আৰু জনালে যাতে হাৰডালি যশোদাৰ বুলি নকয়। হাৰডালি বন্ধক দিহে

টকা আনিব কলে, বেচি দিবলৈ মানা কৰিলে।

হাৰডালি লোকৰ হতুৱাই ভাই-শহুৰেকৰ দোকানত থৈ টকা দুশ আনি গিৰিয়েকৰ ওচৰ পালে। বিচনাৰ কাষতে বহি গিৰিয়েকক কলে—"ধৰা এই দুশ টকা। কত ধাৰ আছে মাৰা এতিয়া।"

টকা দুশ দেখি সিন্ধুই যেন উচাপ খাই উঠিল। তেওঁ বৰ আচৰিত হৈ সুধিলে—"তই ক'ৰ পৰা টকা আনিলি? ইমান টকা একেলগে তই ক'ত পালি?"

"মোৰ হাতত আছিল। বিয়াৰ উচৰ্গাৰ টকা।"

তেওঁ মিছাকৈ কলে যাতে গিৰিয়েকে পেঘেনিয়াই পেঘেনিয়াই সুধি নাথাকে।

"তোৰ হাতৰ-কোঁচৰ যিখিনি আছিল সোপাকে মোক দিলি? মই মৰাৰ পিচত তই কেনেকৈ চলিবি ৰত্নাৰ মাক? মই মৰিও যাম আৰু তোক মাৰিও যাম। উহ! ভগৱান।"

সেইবোৰ অমঙ্গলীযা কথা সদায় কিয় মুখত আনি থাকে? তুমি ভাল হবা। তুমি ভাল হলে মোৰ সকলো ফিৰি আহিব। মিছাকৈ অমঙ্গলীয়া কথাবোৰ মোক কৈ নাথাকিবা।"

"মই আৰু ভাল নহ'ম হতভাগিনী, মই আৰু ভাল নহ'ম। মিছাকৈ তোক সান্ত্বনা দিলে কি হ'ব।"

"মই যেনেকৈ চলো চলিম। কেৱল তুমি ঋণ-পাপৰ পৰা মুক্ত হব লাগে।"

"তোক মই একেবাৰে নিঠৰুৱা কৰি এৰি যাম ৰত্নাৰ মাক— এয়ে মোৰ দুখ। তোৰ কথা ভাবিলে মোৰ বুকুখন হম্‌হম্ কৰে। তোক মই একো দিব নোৱাৰিলো। মই মৰিও যাম আৰু তোক অথাই-সাগৰত পেলায়ো যাম। উহপ্ৰভু! মোৰ ভাগ্যতনো এয়েহে আছিল নে?"

"একো চিন্তা নকৰিবা। ঈশ্বৰে দিলে মোৰ সকলো আছে। তুমি ভাল হবা, একো ভয় নকৰিবা।"

"মই আকৌ ভাল হম, এনে আশা আৰু নকৰিবি ৰত্নাৰ মাক। মোৰ মৰণ নিশ্চয়। মিছাকৈ আৰু কাৰো গলগ্ৰহ হৈ থাকিবৰ মই ইচ্ছা নকৰো। প্ৰভুৱে মোক পাৰ কৰিলে ৰক্ষা। পিচে তোক যে মই বিলৈৰ বিলেই নোহোৱা কৰি যাব ওলাইছো, তাতেহে মোৰ দুখ।"

তাৰ পিচত টকাখিনি হাতত লৈ ক'লে —

"তই টকাখিনি লৈ যা আৰু ৰূপধন মহাজনক দি আহগৈ। মই দিব থকা টকা দুশ বুলি কলেই বুজিব।"

কথাখিনি বুজাই দিয়াৰ পিচত ঘৈণীয়েকৰ হাতত টকা দি মহাজনৰ ঘৰলৈ পঠাই দিলে। যশোদাই গ'লগৈ। তেওঁ যোৱাৰ পিচত আহি ওলাল ৰমেন। সি আজি কেইবাদিনৰপৰা পিতাকৰ খবৰ লৈ থকা হৈছে। তাৰ শিশু-মনত ধাৰণা হৈছে যে তাৰ পিতাক আৰু ইয়াত নাথাকে, ক'ৰবালৈ গুচি যাব। মাক, খুৰীয়েক আৰু আত্মীয় মানুহ বিলাকে নানা কথা আলোচনা কৰিছে আৰু মোটামুটি অৰ্থ সি কৰিছে তাৰ পিতাক ইয়াত নাথাকে। সেয়েহে সি পিতাকৰ লগ নেৰা হৈছে।

পিতাকৰ বিচনাৰ ওচৰ পোৱাত পিতাকে তাক হাতখনত ধৰি টানি নি কাষত বহুৱালে আৰু মূৰত হাত বুলাই মৰম কৰি কলে—"ৰমেন বোপাটি মোৰ, তই ওচৰলৈ আহ বাছা। মোৰ মৰমৰ সোণ।" পিতাকৰ মৰম পাই সি আদৰতে যেন পমি গ'ল। সি পিতাকৰ মুখৰ ফালে চাই সুধিলে—"পিতা, তই গা ভাল পাইছ?"

পাইছো সোণ।" পিতাকে কয় মিছাকৈ তাৰ মন ভাল লগাবৰ বাবে। তাৰ পিচত সুধিলে—

"তই ভাত খাইছ সোণটি?"

"খোৱা নাই। এতিয়াহে খুৰীদেৱে ভাত ৰান্ধিবলৈ গৈছে।"

পিতাকে তাক গাৰ কাষ চপাই গা পিহি মৰম কৰি এইবোৰ সুধি থাকোঁতে যশোদা আহি ওলাল। সিন্ধুৰামে সুধিলে—

"দিলি নে?"

"হয় দিলোঁ।" যশোদাই উত্তৰ দিয়ে।

"কি কলে?" সিন্ধুৰামে প্ৰশ্ন কৰে।

"একো নকলে, কেৱল তোমাৰ গা কেনে আছে তাকেহে সুধিছে।"

"বাৰু। পিচে আজিৰ পৰাহে মনটো পাতল হ'ল। কোনোমতে ঋণ-পাপৰ পৰা তই ৰক্ষা কৰিলি। তোৰ একালত সুখ হ্ব ৰত্নাৰ মাক মই আশীৰ্ব্বাদ কৰিছোঁ।"

"সেইবোৰ থোৱা। মই মোৰ কৰ্ত্তব্য কৰিছো? পিচে আজি ভাত খাবা নে নাই?"

"কিনো ৰান্ধিছে?"

দালি ৰান্ধিছে আৰু .........।"

"মাছ নহলে মই ভাত খাব নোৱাৰা হৈছো.......।"

"মাছ-পুঠি পাবলৈ নোহোৱা হৈছে আজিকালি। মাৰিবলৈও যোৱা লোক নাই। কিনিবলৈও পইচা নাই। খুৰায়েকে পথাৰৰ কামৰপৰাই আজৰি নাপায়। গতিকে ......।"

"কিনো কৰিবি, উপায় নাই।"

এনেতে ৰমেনে বাপেকৰ ফালে চাই কলে—

"মই পুখুৰীত বৰশী বাই মাছ মাৰি আনি দিম পিতা।"

তাৰ মুৰত হাত ফুৰাই দি মৰম কৰি পিতাকে কয়, "তই পুখুৰীলৈ যাব নালাগে বোপা, মই মাছ নাখাওঁ, তথাপি তই মাছ মাৰিব যাব নালাগে!"

"মই বৰশী বাব জানো পিতা।"

"তই নাযাবি বোপা।"

এনেতে মাকে কলে—"তই যাচোন ৰমেন, খুৰীয়েৰৰ ভাত হ'ল নে নাই চাই আহগৈ।"

মাকৰ কথামতে ৰমেন তাৰপৰা ৰান্ধনিঘৰলৈ গ'ল। সিন্ধুৰামে ঘৈণীয়েকৰ আগত এষাৰ কথা সৰুকৈ কলে—

"ৰত্নাৰ মাক, কথা এটা আছিল।"

"আকৌ কি কথা?"

"অন্য নহয়, এটা মাগুৰ মাছ খাবলৈ মোৰ ইচ্ছা আছিল।"

"আজিকালি মাগুৰ মাছ পাবলৈ নাই। ক'ৰপৰা আনি দিম?"

"নহলেনো ক'ৰপৰা দিবি, কিন্তু মোৰ ইচ্ছাৰ কথাহে কৈছো।"

"কি কৰিম! মই আজি এটা সাধাৰণ মাছকো দিব নোৱাৰা হৈছো। মোৰ কপাল।"

যশোদাই আবেগতে কান্দি পেলালে। মৃত্যুশয্যাত পৰি থকা গিৰিয়েকৰ শেষ ইচ্ছা সাধাৰণ মাগুৰ মাছ এটা তাকো দিব নোৱাৰি তেওঁ মৰণান্তিক বেজাৰ পালে। যশোদাৰ চকুলো দেখি সিন্ধুৰ বৰ বেয়া লাগিল; তেওঁৰ এটি ইচ্ছা পূৰণ কৰিব নোৱাৰাৰ বাবে ঘৈণীয়েকে যে কিমান মনোকষ্ট পালে; তাকে ভাবি বৰ

বেজাৰ পালে নিজে নিজে। এনেহেন পতিপৰায়ণ স্ত্ৰীৰ মৰদ হোৱা বাবে বৰ দুখ পালে। ঘৈণীয়েকৰ চকুলৈ চাই অনুৰোধৰ সুৰত কলে—

"তই দুখ নকৰিবি; মোৰ কাৰণে তই যে কিমান কষ্ট স্বীকাৰ কৰিছ, কিমান যাতনা ভোগ কৰিছ, দেখি দেখি মোৰ নিজৰ ওপৰত ধিকাৰ লাগিছে, ঈশ্বৰে মোক সোনকালে পাৰ কৰিলেই মোৰ মঙ্গল।"

তেনে কথা নকবা; তুমি ভাল হোৱা; মোৰ যিমান কষ্ট হয় হওক।"

এনেভাৱে নানা দুখ-সুখৰ কথা কৈ সহৃদয়তা, প্ৰকাশ কৰি আৰু সহানুভূতিৰে কথা আদান-প্ৰদান কৰি থাকোঁতে হঠাতে বৰশীত এটা মাছ লৈ দৌৰি সোমাই আহিল ৰমেন।সি চিঞঁৰি চিঞৰি আনন্দত উত্ৰাৱল হৈ আহিছে —"বেচ্ বেচ্, মই এটা ডাঙৰ মাছ পাইছো। এটা ডাঙৰ মাগুৰ মাছ পাইছো।"

সি পিতাকৰ ওচৰলৈ বৰশীটো লৈ আহি মাকক দেখি অতি আনন্দতে জঁপিয়াই জঁপিয়াই কব ধৰিলে—

"মাছটো খহাই দে আই, মাছটো এৰুৱাই দে।"

তাৰ এনে অভাৱনীয় কাণ্ড দেখি মাক-পিতাক দুয়ো চমকিত হৈ উঠিল। আচৰিত ঘটনা। হঠাতে এনে অভাৱনীয় কাম হৈ গ'ল। মাকে আনন্দতে মাছটো বৰশীৰ পৰা খহাই পেলালে। পিতাকে তবধ হৈ চাই ৰ'ল। ঈশ্বৰৰ কি ইচ্ছা! মুমূৰ্ষজনৰ শেষ ইচ্ছা যেন পূৰণ কৰিব।

মাছটো এৰুৱাৰ পিচত ৰমেনে পিতাকৰ ওচৰলৈ গৈ কলে—

"মই মাছ আনিছো পিতা। মই যে বৰশী বাব জানো বুলি কৈছিলো, চাচোন পাৰো নে নোৱাৰো।"

পিতাকে তাক ওচৰলৈ চপাই নি কলে— "পাৰিছ বোপা, তই ঠিক কৈছ; মোৰ শেষ ইচ্ছা তইহে পূৰণ কৰিব পাৰিবি সোণ।" তাৰ পিচত মূৰ পিহি আশীৰ্বাদ কৰিলে অন্তৰৰপৰা—"তই দীৰ্ঘজীৱী হ বাছা, জীৱনত তোৰ জয়জয় ময়ময় হব।"

এই বুলি কৈ তাৰ গালত এটা চুমা খালে। তাৰ বুকু যেন গৰ্ব্ব আৰু আনন্দত উৎফুল্ল হৈ উঠিল। সি যেন আজি সঁচাকৈ বিজয়ী বীৰ। বাপেকৰ শেষ ইচ্ছা পূৰণ কৰিব পাৰি যেন সি পৰম আনন্দিত। মাকে মাছটো লৈ সুধিলে—

"কিহেৰে ৰান্ধিম, কি আঞ্জা খাবা?"

“আলুৰে ৰান্ধগৈ। বৰ ভাল হ’ব।

যশোদাই এহাতেৰে মাছটো আৰু আনহাতেৰে ৰমেনক ধৰি কলে— “ব’ল বাছা খুৰীয়েৰক দেখুৱাবি ব’ল। ইমান ডাঙৰ মাগুৰ মাছ মাৰিলি তই। ধন্য মোৰ সোণ!”

তেওঁলোক ৰান্ধনি ঘৰলৈ গ’ল। খুৰীয়েকে হঠাতে ইমান ডাঙৰ মাগুৰ মাছ এটা দেখি বিস্ময় মানিলে। শেষত ৰমেনে বৰশীত পোৱা বুলি কোৱাত আৰু আচৰিত হ’ল।

শেষত নানা কথা-বতৰা আৰু আনন্দ-উলাহৰ ভিতৰেদি মাছটো আলুৰে তৰকাৰী কৰি সিন্ধুক দিলেগৈ। সিন্ধুই খাই পৰম তৃপ্তি পালে। আজি যেন তেওঁৰ শেষ ইচ্ছা পূৰণ হ’ল। জীৱনত আৰু কোনো ইচ্ছা নাই। পৰম তৃপ্তিত খাই-বৈ উঠি লাহেকৈ টোপনি মাৰিলে। আজি যেন খুব ভাল টোপনি আহিছে।

ঘৰখনত সকলোৰে আনন্দ হ’ল। কিন্তু আনন্দত হঠাৎ বিষাদ আৰম্ভ হ’ল। আবেলি যেতিয়া যশোদা সিন্ধুৰ ওচৰলৈ গ’ল তেতিয়া সিন্ধুৰ অৱস্থা দেখি জিভা যেন তলুত লাগিল। তেওঁ চিত হৈ শুই ওপৰলৈ মুখ কৰি উশাহ টানি আছে। যশোদাই মাতিলে কিন্তু তেওঁ মাতিব নোৱাৰে। শেষত হাত-বাউল দি ওচৰলৈ মাতি নি সেহাই সেহাই কলে—“ৰত্নাৰ মাক, মোৰ সোণহঁতক আনচোন, মই এবাৰ চাই লওঁ।” কাণ্ড দেখি তেওঁ কান্দি-কাটি বাহিৰলৈ আহি গঙ্গা, যমুনা, ৰমেন, মহেন, ৰত্না আৰু আন ল’ৰা-ছোৱালীবিলাকক মাতি নিলে। সকলোৰে দৌৰাদৌৰি কৰি সিন্ধুৰ ওচৰ চাপিল। সিন্ধুই সকলোকে এবাৰ চাই লৈ গঙ্গাক কলে সেহাই সেহাই—

“গঙ্গা, ককাইদেউক লৈ আহ, মই এবাৰ চাই যাওঁ।”

ডাঙৰ-ককাইদেউ নাহিব সৰু-ককাইদেউ।”

“আহিব নিশ্চয়—তই যাচোন।”

গঙ্গাই একো প্ৰতিবাদ নকৰিলে কাৰণ মৃতুমুখী সৰু-ককায়েকৰ শেষ অনুৰোধ ৰাখিব লাগিব ইমান দিনৰ মূৰত নিজে গৈ ডাঙৰ-ককায়েকক আগধৰি মাতিব। যদিও নামাতিব বুলি মনতে ভাবি আছিল, তথাপি আজি মৰণমূখী ককায়েকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰে। তেওঁ গ’লগৈ।

দোকানলৈ গৈ ডাঙৰ-ককায়েকক কলে যে সৰু-ককায়েকৰ শেষ অৱস্থা;

এবাৰ মাতিছে, এবাৰ চাই লব খোজে। লোহিতে গঙ্গাক দেখি খং খালে। সিন্ধুৰ অনুৰোধক ভেকাহি মাৰি উৰাই দিলে আৰু দোকান এৰি এতিয়া যাব নোৱাৰে বুলি জবাব দি গঙ্গাক ফিৰাই পঠালে। গঙ্গাৰ যিমান দুখ লাগিল, সিমান খঙো উঠিল। তেওঁ বেগাই গুচি আহিল, কাৰণ পলম কৰিলে ককায়েকক আৰু দেখা নাপাব। তেওঁ বেগাই আহি ঘৰ উঠিল আৰু ককায়েকৰ ওচৰ পালে।ককায়েকৰ তেতিয়া অন্তিম অৱস্থা। ৰমেন, মহেন আৰু ৰত্নাক কাষত লৈ হাত এখনেৰে সিহঁতৰ মূৰত পিহি পিহি বুৰ্ বুৰ্ কৰি মুখেৰে কব ধৰিছে। বোধহয় সিহঁতক আশীৰ্ব্বাদ কৰিছে। ঘৈণীয়েক আৰু ভাই-বোৱাৰীয়েকে কান্দি আছে ভৰি-পচানত বহি। আন ল'ৰা-ছোৱালীকেইজনো এওঁলোকৰ কাষত বহি জেঠায়েকৰ অৱস্থা চাই নীৰৱ হৈ আছে। সিন্ধুই এবাব ধৰফৰ কৰি কাহ মাৰি সেহাই মাতিলে—"গঙ্গা, গঙ্গা, ককাইদেউ ককাইদেউ!" হঠাতে গঙ্গাই গৈ ককায়েকৰ ওচৰ পালে আৰু ককায়েকৰ গাত ধৰি বৰ করুণ সুৰেৰে সুধিলে—"সৰু-ককাইদেউ, সৰু-ককাইদেউ, মই আহিছো, মই আহিছো সৰু-ককাইদেউ।" তেওঁ ককায়েকৰ কাষত বহিল। সিন্ধুই গঙ্গাক সাবটি ধৰিবলৈ হাত দুখন মেলি দিলে; আৰু বৰ আবেগ-জড়িত কণ্ঠে মাতিলে—"তই আহিছ গঙ্গা, তই আহিছ। ককাইদেউ ক'ত গঙ্গা?"

গঙ্গাৰ চকুৰে দুধাৰী চকুলো আহিল। ককায়েকৰ চকুত পৰিল। তেওঁ বুজিব পাৰিলে যে ককায়েক নাহিল। বৰ বেদনা জড়িত কণ্ঠে মাত লগালে—"দুখ নকৰিবি গংগা, ককাইদেউ নাহিল—। মোৰ মৰণকালতো—। মই আৰু জীয়াই নাথাকো ভাই।"

গঙ্গাই ককায়েকৰ করুণ চাৱনিলৈ লক্ষ্য কৰি মিছাকৈ কলে—"ককাইদেউ আহিব ধৰিছে সৰু ককাইদেউ। এতিয়া আহি পাব।"

এইবাৰ গঙ্গাই চকুলো মচিলে। তেওঁ চকুলো মচিলে এই কাৰণে যে আজি মৃত্যুমুখী ককায়েকৰ আগত তেওঁ মিছা কথা কব লগা হৈছে। যিজনে কোনো দিন একাষাৰ মিছা কথা কোৱা নাছিল, সেইজনেই আজি মিছা কব লগা হ'ল। চকুলো মচি তেওঁ ককায়েকক সাবটি ধৰিলে—

"তুমি অলপ সুস্থিৰ হোৱা সৰু-ককাইদেউ। তেওঁ এতিয়াই আহি পাব। মই যাওঁ কবিৰাজক আনিবলৈ বাবে।"

"কবিৰাজ মাতিলে কি হ'ব ভাই, কালে মোৰ চুলিত ধৰিছে। উহ! ভগৱান!"

"নহয়, মই কবিৰাজক লৈ আহোঁগৈ, ডাঙৰ-ককাইদেউ আহিলে বহিব কবা। মই যাওঁ।"

এই বুলি কৈ বেগাই ওলাই গ'ল কবিৰাজৰ ঘৰলৈ। সিন্ধুৰামৰ কফ উঠিল আকৌ; কাহি কাহি ফোপাব ধৰিলে।

কিছু সময় পিচত কবিৰাজক লৈ গঙ্গাৰাম ঘৰলৈ আহিল। কবিৰাজে তাৰাতাৰি বেমাৰীৰ ওচৰত গৈ পৰীক্ষা কৰিলে আৰু তৎক্ষণাৎ এপালি দৰব মাৰি খুৱাব দিলে। দৰব খুওৱা হ'ল। সিন্ধুৰামৰ গলৰ ঘেৰ্ ঘেৰ্ শব্দ হৈছে। কবিৰাজে বহুপৰ চাই-চিতি বাহিৰলৈ উঠি আহিল। বাহিৰত হাত-পাত ধুই চিয়াৰত বহি ঔষধ দিলে গঙ্গাৰামৰ হাতত আৰু কলে—"এই পালি মকৰধ্বজ মাৰি খুওৱা। যদি ইয়ে কাম নকৰে তেন্তে আৰু চিকিৎসাৰ ঠাই নাই। বেমাৰীৰ অৱস্থা অতি সঙ্কটজনক।"

বোধহয় এইপালি ৰসায়ন জাতীয় ঔষধ। গঙ্গাৰামে কবিৰাজক টকা দি বিদায় দিয়াৰ পিচতে ঔষধপালি খুৱালে। বেমাৰীৰ অৱস্থা তেতিয়া অতি সঙ্কটজনক। মুখেৰে ঘেৰ্ ঘেৰ্ শব্দ হৈ আছে। ঔষধ খোৱাৰ কিছুপৰ পিচত এবাৰ গঙ্গাৰামৰ চকুলৈ চাই ঘন ঘনকৈ নিশ্বাস টানি কব ধৰিলে—

"তই ভালে-কুশলে থাক ভাই, তোৰ মঙ্গল কৰক ঈশ্বৰে। আজিৰপৰা বৌৱেৰাক আৰু মোৰ ল'ৰা-ছোৱালী তিনিটিক তোক গতালোঁ; তই সিহঁতক চাবি ভাই, মোৰ শেষ অনুৰোধ তই সিহঁতক বচাবি।" এইখিনি কথা বৰ জোৰ কৰিহে সৰু সৰুকৈ কবলৈ পাৰিলে সিন্ধুৰামে। তাৰ পিচত হাতখন মেলি দি কথমপি ক'লে "ককাইদেউ, ককাইদেউ, তুমি এতিয়াও নাহিলা ককাইদেউ!" তাৰ পিচত অলপ টলকা মাৰি খেপিয়ালে—"ৰমেন—বোপা ৰমেন"।

ৰমেনে পিতাকৰ মুখৰ ওচৰলৈ গৈ মাত লগালে—"পিতা! পিতা!" তাৰ চকুত চকুলো। সকলোৰে চকুত চকুলো। পিতাকে তাক হাতখনেৰে সাৱটি ধৰিবলৈ যত্ন কৰি কলে—"মোৰ সোণ, মোৰ ধন.......। আহ মোৰ ওচৰলৈ। আজিৰপৰা আৰু তইঁতে মোক পিতা বুলিবলৈ নাপাবি.............।" সি "পিতা পিতা" বুলি পিতাকৰ বুকুত পৰি কান্দিলে। এনেতে পিতাকে এবাৰ তাৰ চকুলৈ বৰ তীব্ৰভাৱে

চাই হঠাতে চকু থাৰ মাৰি দিলে। কি হ'ল সি যেন একো বুজি পোৱা নাই। "তই নামাত কিয় পিতা?" সি প্ৰশ্ন কৰি পিতাকৰ মুখখন লৰাই দিয়ে। তাকে দেখি গঙ্গাৰামে তৎক্ষণাৎ ককায়েকৰ মুখৰ ওচৰ পালে আৰু দেখিলে যে ককায়েকৰ চকু থৰ হৈছে। তৎক্ষণাৎ কপালত ভুকুৱাই চিঞঁৰিব ধৰিলে—

"মোৰ সৰু-ককাইদেউ ঔ, তুমি ক'লৈ গ'লা মোৰ সৰু-ককাইদেউ, তুমি মোৰ কি গতি কৰি গ'লা মোৰ সৰু-ককাইদেউ............।" তেওঁৰ কান্দোনত যশোদাই তৎক্ষণাৎ ভৰি-পথানৰপৰা মুখৰ ওচৰলৈ আহি বুকুতে পৰি ৰাব পাৰিব ধৰিলে—"মোৰ জুই লগা কপাল ঔ; কুঠাৰ মাৰা কপাল ঔ........। মোৰ গোসাঁই ঔ, তুমি মোক এৰি ক'লৈ গ'লা মোৰ গোসাঁই। মোকো লগতে লৈ যোৱা; মই এই তিনিটি সন্তানক কেনেকৈ.........। মোৰ গোসাঁই ঔ।" তেওঁৰ ক্ৰন্দনত সকলোকে হুৱাওৱাৰে কান্দিব ধৰিলে। সমস্ত ঘৰখনত কান্দোনৰ খলক লাগিল। ওচৰ-চুবুৰীয়া মানুহ আহি ভৰি পৰিল। সকলোৰে চকুত চকুলো। শেষ। সকলো শেষ!! এটি কৰুণ দুৰ্বহ জীৱনৰ অন্ত পৰিল। ভাগীৰ মানুহবিলাকে মৰা-শটো বাহিৰলৈ আনিলে। জাতিবাঁহ এডাল বাৰীৰ পৰা কাটি আনি সাঙি সাজিলে আৰু শটো সাঙিত তুলি কাপোৰেৰে ঢাকি থলে। কিছুমানে বাৰীৰ কদম গছ এজোপা কাটি বগৰাই দিলে আৰু খৰি ফালিব ধৰিলে শৱদাহ কৰিবৰ বাবে।

ইফালে ঘৰত কন্দাকটাৰ হুৱাদুৱা লাগি থাকিল। ৰমেন, মহেন, ৰত্না, যশোদা, যমুনা, গঙ্গা আৰু তেওঁৰ ল'ৰা-ছোৱালীবিলাকে কান্দি কান্দি অস্থিৰ হৈ পৰিল।

হেন সময়তে দোকানলৈ লোহিতক মাতিব মানুহ গ'ল। কিন্তু লগ নাপালে। তেওঁ বোলে ৰাউলীলৈ বাকী সাধিব গৈছে। মানুহবিলাকে তেতিয়া অপেক্ষা নকৰি শৱদাহ কৰিবৰ বাবে শটো শ্মশানলৈ লৈ গ'ল, কাৰণ তেতিয়া গধুলি হবৰ উপক্ৰম হৈছিল। ৰাতি বেচি নৌহওঁতে যাতে শৱদাহ কৰি ফিৰি আহিব পাৰে তাৰ কাৰণে মানুহবিলাকে সোনকালে ব্যৱস্থা কৰিলে ।শৱ লৈ যোৱাৰ পিচত পিচে পিচে চিঞঁৰি গ'ল যশোদা, যমুনা, ৰমেন, মহেন,ৰত্না আৰু আন আন ল'ৰা-ছোৱালীবোৰে ।গঙ্গাই কান্দি কান্দি সাঙিত ধৰি ককায়েকৰ মৰা-শ কান্ধত লৈ শ্মশানলৈ গ'ল ।

এনেভাৱে এক মৰ্মান্তিক কৰুণ ক্ৰন্দন-ধ্বনিৰে চতুৰ্দিশ ধ্বনিত হ'ল।

মানুহৰ জীৱন যে খন্তেকীয়া আৰু কামনা যে অপূৰণীয় এই সত্য দিনে দিনে জগতত প্ৰকাশিত হ'ব ধৰিছে, অথচ অজ্ঞতা বা নানা প্ৰবঞ্চনাৰ কাৰণে মানুহে দিনে দেখিও নেদেখাৰ দৰে হৈ জীৱন আৰু আকাঙ্খাৰ ওপৰত গুৰুত্ব দিয়ে। নিশ্বাসৰ বিশ্বাস নাই— কেতিয়া এই নিশ্বাসে আমাক ঠগায় তাৰ ঠিকনা নাই। আমি কালৰ পুতলা। আমাৰ সীমিত শক্তি; কিন্তু কামনা বা আকাঙ্খা অসীম। সেয়েহে কাৰো জীৱনত এই সংসাৰত আকাঙ্খাৰ শেষ নহয়—মৃত্যুৰ দিনলৈকে সিন্ধুৰ ক্ষেত্ৰতো আজি সেয়ে হ'ল। জীৱন অৱসান হ'ল—কিন্তু কামনা অপূৰণীয় হৈয়ে ৰ'ল।

## ।। চাৰি ।।

সিন্ধু মৰাৰ পিচতে লোহিত আৰু ঘৈণীয়েক ঘৰলৈ ফিৰিল। মৰাৰ কামৰ সময়ত কাম-কাজ উমৈহতীয়াকৈ কৰি শেষত গঙ্গাৰামে ককায়েকৰ পৰা মৰা কামৰ খৰচ বাবদ টকা সাধোঁতে দোকানৰ পৰা এপইচাও নিদিলে। ঘৰৰ য'ত যি আছিল তাকে খৰচ কৰি কোনো ৰকমে কাজটো খেদালে। এতিয়া আৰু ঘৰৰ লগত সম্পৰ্ক নাৰাখে। দুয়ো আকৌ গুচি গ'ল। কিছুদিন পিচত গাখীৰৰ ধাৰ মাৰিবৰ বাবে টকা খুজিবলৈ যাওঁতে ককায়েকে ধমক দিলে—"টকা খুজিব যে আহিছ, লাজ লগা নাই? বৰ-পুৰুষ জনক মই টকা দিব লাগে কিয়? মৰকাজৰ গাখীৰৰ ধাৰ ঘৰৰ সম্পত্তি বেচি দেগৈ। মোক খুজিছ কিয়? মই এক পইচাও নিদিওঁ; মোৰ কোনো সম্পৰ্ক নাই তহঁতৰ লগত ।

ককায়েকৰ এনে হুটা মাত শুনি গঙ্গাৰামৰ খং উঠিল। তেওঁ ক'লে— "দোকানখন কিবা অকল তোমাৰ নে যে তুমিহে তাৰে মালিক, আমি একো নহয়? কাৰ টকাৰ ওপৰত দোকান দিয়া হৈছিল? তিনিও ভাইৰ টকাৰে জানো দোকান দিয়া নাছিলো? এতিয়া তুমি দোকান চলালা বুলি তুমিয়ে অকলে অধিকাৰী হবা নেকি? বাৰু দেখিম!......"

"কি কৰা কৰিবিচোন চাম ময়ো। মোৰ দোকান। মই দোকান দিছো নিজৰ পৰিশ্ৰমৰ টকাৰে। ঘৰৰ যি টকা সোমাইছিল তাক ইমান বছৰে ঘৰৰ খৰচ দিওঁতে শেষ হৈছে; এতিয়া বেচিকৈহে সোমাইছে। খাতা চালে দেখুৱাই দিম; মই এক পইচা হলেও লিখি থৈছো।"

"তুমি সেই মতলবতেতো লিখি থৈছা; পিচে সঁচা লিখিছা নে মিছা লিখিছা তাক আমি জানিম কি কৰি? আমাক বঞ্চিত কৰি খাবৰ মন কৰিতো এইৰকম ভাওনা পাতিছা। দোকান আমি ভগাম। আমি বেলেগ হ'ম। "

"আমি আকৌ কি বেলেগ হ'ব লাগে? আমি দেখোঁ আজি কেইবা বছৰৰ পৰাই বেলেগ? ৰাইজে জানিলেহে হয়নে?"

"ৰাইজে জানিলেহে ঠিক হৈ যাব। বিধৱাজনীৰ ইমান কষ্ট দেখিও ........।"

"ৰাইজে জানিলে তহঁতৰে লোকচান হ'ব। ইমান দিনে লগে থকা বুলি জানিও শক্ৰই তহঁতক ভয়তে একো অন্যায় কৰিবলৈ সাহস কৰা নাই, মই

নোহোৱা বুলি জানিলে দিব মজাপালি।”

“শত্ৰুৱে মজাপালি দিয়াৰ আগেয়ে নিজেহে মজাপালি দিছা। আমাক শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰা দেখুৱাই সম্পত্তি আত্মসাৎ কৰিব নালাগে। আমি বেলেগ হ'ম।

“ হৈ থাক গৈ কাৰ লগত বেলেগ হ্ব। বিধৱাজনীৰ লগত বেলেগ হৈ থাক গৈ। মইতো আগতে বেলেগ।”

“তুমি বেলেগ হ'লে ঘৰৰ সকলো সম্পত্তি ভাগ কৰি নিদিয়া কিয়?”

“মই আগেয়ে কৈছো—দোকান মোৰ। বাকী সম্পত্তি তইঁতে ভগাই লগৈ।

“ধনে নাটে ৰজাক, ধনে নাটে বঁজাক। তুমি বঁজা দেখি তোমাৰ ধনৰ আক্ৰোহ ইমান বেচি হৈছে। বাৰু খোৱা, ভাইক বঞ্চনা কৰি তুমিয়ে খোৱা। আজিৰপৰা আৰু তোমাৰ দোকানত ভৰি নিদিওঁ।” খঙতে গঙ্গাৰামে গোঁগোঁকৈ ওলাই গুচি গ'ল। লোহিতে এটা ক্ৰুৰ হাঁহি মাৰি তেওঁক চাই থাকিল।

এনেভাৱে সম্পত্তিৰ ভাগ বটোৱা নোহোৱাকৈ তেওঁলোক বেলেগ হৈ ৰ'ল।

আজিকালি গঙ্গাৰামহঁতৰ অৱস্থা পৰি যাব ধৰিছে। গঙ্গাৰামৰ ল'ৰা-ছোৱালী পাঁচটি খাব পৰা হৈছে; ইফালে সিন্ধুৰ ল'ৰা-ছোৱালী তিনিটিয়েও খাব পৰা হৈ আহিছে। তাৰ উপৰি বিধৱাজনীৰ আৰু ঘৈণীয়েকৰ সৈতে পৰিয়াল বহু হৈছে; অথচ আৰ্জ্জিব লাগে অকল গঙ্গাৰামে। এজন মানুহে এখন হালেৰে খেতি কৰি ইমানবিলাক পেটৰ খোৰাক দিব কেনেকৈ? গতিকে খোৱা লোৱাত ভয়ঙ্কৰ কষ্ট হৈছে।

“ঘৰত যেতিয়া টকা-পইচাৰ নাটনি হয় তেতিয়া কাজিয়াৰ আৰম্ভ হয়। খোৱা-লোৱা লৈ সদায় খাঁট খুঁট কাজিয়া লাগি থাকে দুযো জায়েকৰ ভিতৰত। ল'ৰা-ছোৱালীবোৰৰ ভিতৰত খোৱা সময়ত কাজিয়া লাগি থাকে পাকঘৰৰ ভিতৰত। খঙৰ বেগত যমুনাই যাকে পায় তাকে মাৰে—“মৰ্ মৰ্ বেটাহঁত, বাপেৰে আৰ্জ্জিব নোৱাৰে, একো আনি দিব নোৱাৰে আৰু তইঁতে মৰ খাওঁ খাওঁকৈ। মৰ্ মৰ্ বেটাহঁত।” এইবুলি কৈ সিদিনা দুপৰীয়া পু.ৎক দুটাক মাৰিলে কেইচাপৰমান। ঘটনাটো ?হৈছিল এই — কেইটামান আঠীয়া কল কিনি আ.'ছিল

বজাৰৰ পৰা। সেই কলকেইটা যমুনাৰ ল'ৰা মহেশে আৰু পৰেশে খাই পেলালে। ৰমেন আৰু মহেনে খুজি থকাতো সিহঁতে নিদিলে। তেতিয়া ৰমেনে ক'লে — "মোক নালাগে, ভাইটিক এটা দে, নহ'লে মই মাৰিম।" মহেশে ক'লে—নিদিওঁ। আমাৰ পিতাই কিনি আনিছে; কিয় দিম?" ৰমেন ডাঙৰ ল'ৰা। মহেশক সি ধমক দিলে। ইফালে কলৰ কাৰণে মহেনে চিঞৰিবলৈ ধৰিলে। ৰমেনে মহেশৰ হাতৰপৰা এটা কল কাঢ়ি আনি মহেনক দি শান্ত কৰিলে। মহেশে বৰকৈ চিঞৰিবলৈ ধৰিলে। তাকে দেখি যমুনাৰ বৰ খং উঠিল আৰু খঙৰ বেগতে ৰান্ধনিঘৰৰপৰা ওলাই আহি মহেশ আৰু পৰেশ দুয়োকো কেইটামান চাপৰ মাৰিলে। লগে লগে ল'ৰাহঁতৰ হুৰা দুৰা লাগি পৰিল। দুপৰীয়াখন এনেকাণ্ড হোৱাত যশোদাৰ বৰ বেয়া লাগিল। তেওঁ আহি ৰমেন আৰু মহেনক মাৰিলে আৰু টানি লৈ গ'ল। — "মৰঙত মৰা চলিৰ উৎপাত কেনেকৈ টানিবি? বাপেকৰ মুৰ খোৱাহঁতে সদায় কাজিয়া কৰে, মৰ বেটাহঁত।" এইবুলি তেৱো মাৰিলে পুতেকহঁতক। গালি পাৰি মাৰা দেখি জায়েকে বুজিব পাৰিলে যে ডাঙৰ জায়েকে কিহবাৰ বিকাৰ কিহবাত জাৰিলে। তেওঁৰ বৰ খং উঠিল আৰু ক'ব ধৰিলে—

"মইনো কিবা বুজা নাই নে কিয় মাৰিছে। মই সকলো বুজিছোঁ; মোৰ ল'ৰাইহে খায়, আনৰ ল'ৰাই নাখায়নে? কিহৰ কাৰণে মাৰিছে মই বুজিছোঁ। এনেকৈ পেটে পেটে খিয়াল ৰখাতকৈ মনৰ কথা খুলি কাষাৰ হৈ নাযায় কিয়?"

জায়েকৰ এনে নিদাৰুণ কথা শুনি যশোদাৰ খং উঠিল। কি ভাবি কি কয়, ক'ৰ কথা ক'ত পেলায়। তাৰ মানে তেওঁ লোকক পুহি থকা বুলি দাহ লাগিছে, মুখেৰে খুলি নকয়। তাকে ভাৱি যশোদাই কৈ উঠিল—

"মোৰ কি বিকাৰ আছে? মোৰ কিবা বিকাৰ আছে নে নিজৰ কিবা পেটৰ কথা আছে? আজিহে বুজিলোঁ কিয় সদায় এনে গোমোঠাভাৱে থাকে। মোৰ ল'ৰা-ছোৱালী তিনিটিক খুওৱাৰ বাবেহে এনেকৈ মৰিব ধৰিছে......।"

"লোকৰ কথা ক'ব নালাগে, নিজৰ মনক সুধি নোচোৱা কিয়? তোমাৰ এনে গুণৰ মাণিক ল'ৰাক শান্ত কৰি নাৰাখা কিয়. এই দুপৰীয়াখন যে এনে খৰিয়ালখন পাতি দিছে?"

এইবাৰ যশোদাৰ খং উঠিল। তেওঁ কৈ উঠিল—"তোমাৰ ল'ৰাই অকলে খালে আৰু ৰমেন আৰু মহেনক.......?" তেওঁ কান্দি উঠিল আৰু পুতেক দুটাক

আকৌ মাৰিব ধৰিলে—

"বাপেৰৰ মূৰ-খোৱাহঁত! পৰৰ বাপেকে আনি দিয়া বস্তু কিয়কাঢ়ি খাব গৈছিলি? নাজান নে তহঁতৰ কোনো নাই। মৰ্ মৰ্ এনে জ্বলাজুই মোক নালাগে।" তেওঁ সিহঁত দুটাক টানি লৈ গ'ল। এনেতে যমুনাই খণ্ডতে কৈ দিলে—

"তোমাৰ নিজৰ ল'ৰা নহওঁতে ইমানখিনি ...... সতীয়া ল'ৰা

"সতীয়া ল'ৰা" বুলি কোৱাত ৰমেনে এবাৰ কাণ থিয় কৰি খুৰীয়েকৰ কথা লক্ষ্য কৰিলে। যশোদাই তাৰ ফালে চাই তাৰ মনৰ ঔৎসুক্য লক্ষ্য কৰি যমুনাক কৈ উঠিল—

"তুমি তেনে কথা মোক কোনোদিনে নক'বা। এনে কথা ক'বলৈ আৰম্ভ কৰিলা? শিশুমনত বিভেদ ভাৱ এতিয়াৰ পৰাই জগাই দিবলৈ চেষ্টা কৰিলা? তুমি মোৰ সৰ্ব্বনাশ কৰিহে এৰিবা দেখিছোঁ।"

"কি সৰ্ব্বনাশ কৰিলোঁ? সতীয়া হয় দেখিহে কৈছোঁ। মাহীমাক নহয় নেকি?"

"হ'লোঁ বুলি তুমি তাৰ মনত এতিয়াৰপৰাই মোৰ লগত বিভেদৰ গুটি সিঁচিলা? তুমি মোৰ ইমান অন্যায় কৰিবলৈ আগবাঢ়িলা?"

"কি অন্যায় কৰিলোঁ? সঁচা কথাহে কৈছোঁ। সঁচা কথা ক'লেও যদি কাৰোবাৰ অন্যায় হয় তাত আমাৰ কি দোষ?" যমুনাই তেনেকৈ কৈ ভিতৰ সোমাই গ'ল। যশোদাই আৰু তৰ্ক নবঢ়াই পুতেক দুটাক টানি লৈ গ'ল নিজৰ ঘৰলৈ। ঘৰৰ ভিতৰত নি সিহঁতক কাষত শুৱাই লৈ নিজেও শুই থাকিল। আজি তেওঁৰ অন্তৰ ক'লা পৰি গ'ল। মুখৰ আগতে ঘৰৰ মানুহে সতীয়া ল'ৰা বুলি ক'লে। কি ভয়ঙ্কৰ অন্যায় কৰিলে আজি তেওঁক। আজিৰ পৰা ৰমেনে বাৰু কি ভাবিব? ভাবি ভাবি তেওঁৰ কান্দোন আহিল। মাকে কন্দা দেখি ৰমেনে বৰ দুখ পালে মনত। সি ভাবিলে যে মাকে বৰ আঘাত পাইছে। সি নিজৰ দুখ পাহৰি গ'ল আৰু মাকৰ ডিঙিত সাবটি ধৰি মৰম লগা মাতেৰে ক'লে—

"তই কিয় কান্দিছ আই? খুৰীদেৱে গালি পাবাৰ বাবে কান্দিছ? তই নাকান্দিবি আই; মই আৰু কাকো নামাবো। আজিৰপৰা আমাৰ ভাইটিক মই নিজে কল কিনি আনি দিম। তই নাকান্দিবি আই।" এইবুলি কৈ সিও কান্দিব ধৰিলে। মাকে মৰম কৰি মূৰত হাত বুলাই দি ক'লে—

"আজিৰপৰা তইঁতে একো নুখুজিবি দে সোণ। যি দিয়ে তাকে খাবি। তইঁতৰ পিতাৰ নাই নহয়, গতিকে তেওঁলোকে যি দিয়ে তাকে খাবি; কাজিয়া নকৰিবি।"

"নকৰো আই।"

সি মাকৰ বুকুৰ মাজত সোমাই পৰে। কিছু সময়ৰ পিচত সি মুখ উলিয়ালে আৰু আদৰৰ সুৰত সুধিলে—

"সতীয়া ল'ৰা মানে কি আই?"

যি ভয় কৰিছিল সিয়ে ঘটিল। শিশুমনত নতুন শব্দই স্বাভাৱিক কৌতুহল জন্মায়ো। 'সতীয়া' শব্দয়ো তাৰ কোমল মনত খুব কৌতুহল জগালে। যশোদাৰ অন্তৰ ক'লা পৰি গ'ল। কি ক'ব, কি নক'ব একো থিৰ কৰিব নোৱাৰা হ'ল। সঁচা কথা ক'ব লাগিলে যে তেওঁৰ আৰু ৰমেনৰ ফালে হ'ল। তেওঁ একো উপায় নাপাই মনে মনে ৰ'ল। এনেতে ৰমেনে আকৌ সুধিলে— "সতীয়া ল'ৰা মানে কি আই?" এইবাৰ যশোদাৰ উপায় নাই। যদিও শিশুৰ আগত মিছা কথা ক'ব নাপায় তথাপি বাধ্য হৈ আজি তেওঁ মিছা কথা ক 'ব লগা হ'ল পৰিস্থিতিৰ বাধ্যত পৰি। তেওঁ একো উপায় নাপাই মিছা অৰ্থ এটি বুজাই দিলে—"সতীয়া ল'ৰা মানে দুষ্ট ল'ৰা। খুৰীয়েৰাই তোক দুষ্ট ল'ৰা বুলি কৈছে। আজিৰপৰা আৰু দুষ্টালি নকৰিবি।"

"নকৰোঁ আই, মই আৰু একো নকৰোঁ। সতীয়া ল'ৰা মানে দুষ্ট ল'ৰা। মই আৰু নহওঁ—সতীয়া ল'ৰা নহওঁ—মই ভাল ল'ৰা হ'ম। মই আজিৰপৰা ভাল ল'ৰা হ'ম আই।"

"এৰা, তই আজিৰপৰা ভাল ল'ৰা হ'বি বোপা, আজিৰপৰা যেন তোক কোনেও সতীয়া ল'ৰা নোবোলে।" এনেকৈ তেওঁ তাক বুকুত চপাই লৈ দুটা চুমা খালে। সিও মাকৰ মৰম পাই বৰ আনন্দিত হ'ল। এনেতে মহেনেও ক'লে— "ময়ো সতীয়া ল'ৰা নহওঁ আই, ময়ো ভাল ল'ৰা হ'ম।" এই বাৰ মাকৰ বৰ ভয় হ'ল জানোচা সিহঁতে সতীয়া মানে দুষ্ট ল'ৰা বুলি পুনৰ কাৰোবাৰ আগত আলোচনা কৰে আৰু আনে তাৰ আচল অৰ্থ বুজাই দি তেওঁৰ সৰ্ব্বনাশ কৰে। উহ! কি বিষম সমস্যাত পৰিল তেওঁ!

এনেতে বাহিৰত গঙ্গাৰাম অহা শব্দ শুনিলে তেওঁ। কাণ থিয় কৰি ৰ'ল

তেওঁ কিজানি জায়েকে কাজিয়া লগা কথা গিৰিয়েকক লগায়ে। কিছু সময় পিচত গঙ্গাৰামক দেখি ঘৈণীয়েকে গুড় গুড়কৈ বকিব ধৰিলে— "নিজৰ ল'ৰাৰ বাবেহে কল আনে, পৰৰ ল'ৰাৰ বাবে নানে। যদি সমানে ভগাব নাটে তেন্তে আনে কিয়? মই ইমানবোৰ গেবাৰী উকটি মৰি ময়ে আকৌ লোকৰ ছটা মাত শুনিমনে? নাৰান্ধো ভাত, নাখাওঁ একো।"

নাঙলখন থৈ আহি গঙ্গাই মাত লগালে—"কিনো হ'ল এই দুপৰীয়াখন যে কেট্ কেট কৰিছ, কাক কৰিছ?"

খঙৰ ভমকত যমুনাই ক'লে—"কাকনো ক'ম, নিজৰ অদৃষ্টকে কৈছোঁ। মোৰ কপাল ভাল হ'লে এনে বিলৈ হয়নে? মোৰে কপাল বেয়া।"

"তোমাৰ কপালখন আজি নতুনকৈ বেয়া হ'ল কিয়? এই দুপৰীয়াখন যে ৰান্ধনিশালত থাকি বকিব ধৰিছা? লক্ষ্মী ঘৰত থাকিব নে? সেইবাবেই লক্ষ্মীছাৰা হৈ খাবলৈ নোজোৰা হৈছে। দুপৰীয়া সময়ত কাজিয়া কৰিব পায়নে?"

"লক্ষ্মীছাৰা হৈ খাবলৈ নোজোৰা হৈছে নে গাহৰীৰ পাল পুহোতে খাবলৈ নোজোৰা হৈছে তাকে ভাবি নাচায় কিয়?"

গাহৰীৰ পাল পোহা বুলি কোৱাত যশোদাৰ অন্তৰ ক'লা পৰি গ'ল। গাহৰীৰ পাল কাক অৰ্থ কৰিছে? তেওঁক আৰু তেওঁৰ ল'ৰা-ছোৱালীক নহয় জানো? তেওঁ অতি সন্তৰ্পনে শুনি থাকিল। ইফালে গঙ্গাই যমুনাৰ আজি এনে খঙৰ ভমক দেখি অবাক হৈ গ'ল। কি হ'ল আজি এই তিৰোতাজনীৰ! কোনে কি কৰিলে, কাৰ লগত কি কাজিয়া লাগিল! ভাবি-চিন্তি একো উহ নাপাই তেওঁ ক'লে—

"দুপৰীয়াৰ সময়ত কাজিয়া কৰিলে ঘৰত কলি প্ৰবেশ কৰা বুলি বুঢ়ালোকে কয়। তুমি এই দুপৰীয়াখন কলিক মাতিব খুজিছা নেকি?"

"মই কলিক মতা নাই; নিজেহে কলিক ঘৰত আশ্ৰয় দিছে।

"মোক আগতে গা ধুবলৈ পানী দিয়া, পিচতো তোমাৰ কলিক বিচাৰিম।"

"নোৱাৰোঁ মই কাকো একো দিবলৈ। নিজে যি ধোৱে ধোৱকগৈ।"

এইবাৰ অবাধ্যতাত গঙ্গাৰামৰ খং উঠিল। খঙতে ৰান্ধনিশালত বহি থকা যমুনাক পিঠিতে এটা গুৰি মাৰি দি ক'লে—

"অবাধ্য তিৰোতা। মোক নালাগে গুলাই যা ঘৰৰপৰা।

লাঠি খাই যমুনাই ফেটি সাপে ফণা মেলাৰ দৰে ফোঁপাই উঠিল আৰু তেওঁৰ মুখৰ আগতে কলে—"বাধ্য তিৰোতাৰ লগতে ঘৰ কৰি থাকা মই আজিয়ে আইৰ ঘৰলৈ যাম। তেওঁকে তিৰি কৰি ৰাখি খোৱাগৈ? মোক ৰাখিব নালাগে, তেনেকৈ কৈ তেওঁ বাহিৰ হৈ নিজৰ ঘৰলৈ আহিল আৰু কানি-কাপোৰ সলাব ধৰিলে। এইবাৰহে কি ঘটিছে তাৰ উমান পালে গঙ্গাৰামে। বোৱৈকৰ লগতহে কিবা লাগিছে, তাক বুজিব পাৰিলে। তেওঁ তলমূৰা হৈ বাল্টিটো লৈ কুৱাৰ পাৰলৈ গ'ল।

কুঁৱাত গৈ নিজে পানী তুলি গা ধুলে। ইতিমধ্যে যমুনাই কাপোৰ-কানি পিন্ধি, এটা কাপোৰৰ টোপোলা পুতেকৰ হাতত দি মাকহঁতৰ ঘৰলৈ খোজ ল'লে। মাক-বাপেকৰ ঘৰ ওচৰত থাকিলে তিৰোতাক আৰু কোনে পায়? সেইবাবেই কোৱা আছে যে ওচৰৰ খেতি দূৰৈৰ বেটি। বেটি দূৰত পৰিলে এই অপকাণ্ডবোৰ কৰিব নোৱাৰে। যদি ওচৰত হয় তেন্তে কোনে পায়? তাতে যদি মাক-বাপেকৰ আৰ্থিক অৱস্থা কিছু টনকিয়াল হয় তেন্তে আৰু কোনে পায়? তেওঁৰ ফুটনিত বসুমতী ফাট মেলিব। যমুনাৰো অৱস্থা তেনে। তেওঁ জায়েক-গিৰিয়েক কাকো নেদেখাকৈ ভোঁ ভোঁ কৰি মাকৰ ঘৰলৈ খোজ ল'লে। গা-পা ধুই আহি গঙ্গাই দেখিলে যে পাকঘৰত কোনো নাই। পাৰ কেইটামানে ভাতৰ চৰুৰ ঢাকনি গুচাই খাব ধৰিছে। আঞ্জাৰ কেৰাহীটো আখলৰ ওপৰতে আছে। ৰান্ধনিঘৰৰ অৱস্থা দেখি তেওঁৰ খঙে গৈ চুলিৰ আগ পালে।

"কোন ক'ত মৰিল যে ৰান্ধনিঘৰৰ বিলৈ এনেকুৱা হ'ল?" গঙ্গাৰ গৰ্জ্জন যশোদাৰ কাণত পৰিল; কিন্তু নিজে ওলাই নাহিল জানোচা জায়েক ক'ৰবাত ওচৰতে আছে। ইফালে কোনেও নমতা দেখি আৰু কোনেও ওলাই নহা দেখি তেওঁৰ খঙ বেচিকৈহে চৰিল। ক্ৰোধোন্মত্ত হৈ গৰ্জ্জন কৰিব ধৰিলে—

"আজি কাৰোবাৰ পিঠিৰ ছাল ফালিম বাপেকে। দুপৰীয়াৰ হাল বাই অহা মানুহক এনেখন কৰা মজাপালি দিম ভালকৈ।"

তেওঁ নিজৰ ঘৰলৈ সোমাই গ'ল ঘৈণীয়েকক বিচাৰি; কিন্তু ঘৰত ঘৈণীয়েকক বিচাৰি নাপালে। এটি ল'ৰা আৰু এজনী ছোৱালীয়ে কান্দি কান্দি ভাত খাই আছে। তেওঁ ল'ৰাজনক সুধিলে—

"মায়েৰ ক'লৈ গ'ল পৰেশ?"

"আই কাপোৰ-কানি পিন্ধি মামাইঁতৰ ঘৰলৈ গ'ল; মহেশো গৈছে।"

"হুঁ। —বাৰু" মূৰ দুপিয়াই তেওঁ বাহিৰ হৈ আহিল। ইফালে বৌৱেকক নেদেখি বকিব ধৰিলে—"দেহা মাৰি কৰি কৰি, বুকুৰ তেজ পানী কৰি আৰ্জ্জি আনি গাহৰীৰ পাল পুহিব ধৰিছো, অথচ মোৰ খবৰ লওঁতা কোনো নাই। আজিৰপৰা আৰু এই ঘৰত নাখাওঁ—নাথাকো।"

গাহৰীৰ পাল পোহা কথা মুখত শুনি যশোদাৰ ধাৰণা হ'ল দুয়ো গিৰিয়েক-ঘৈণীয়েকে তলে তলে আলোচনা কৰিছে আৰু তেওঁক বেলেগ কৰি দিবলৈ চুতা কৰিছে। গঙ্গাৰ কথা শুনি তেওঁ উঠি আহিল আৰু চোতাললৈ আহি পৰেশক মাতিলে—

"মাৰ ক'লৈ গ'ল বোপা পৰেশ?"

সি ঘৰৰপৰাই উত্তৰ দিলে—"মামাইঁতৰ ঘৰলৈ।"

"এই দুপৰীয়াখন সাধাৰণ কথা এটাৰ কাৰণেই এনেখন কৰিব লাগেনে?" যশোদাই ক'লে। তাকে শুনি গঙ্গাৰামে ভেকাহি মাৰি কৈ উঠিল—"ইমান সময়েনো ক'ত আছিলা তুমি? ঘৰখনত মানুহ বুলিবলৈ এজনো নাই এই দুপৰীয়াখন! কেৱল দিন-ৰাতি কাজিয়া কৰিবা আৰু মোৰ দেহা মাৰিবা। তোমালোক সকলোৱে গুচি যোৱা।" খঙৰ বেগতে গঙ্গাৰামে কি ক'লে নক'লে একো তৎ ধৰিব নোৱাৰিলে। তেওঁৰ এনে নিদাৰুণ বাক্যবাণত জৰ্জ্জৰিত হৈ যশোদাই কান্দি পেলালে আৰু ৰান্ধনিঘৰলৈ গৈ আঞ্জাৰ কেৰাহীটো কাষৰ কৰি থৈ বাচন-বৰ্তনবোৰ পৰিপাটি কৰি মজিয়াখন মচিলে আৰু পীৰা-পানী যোগাৰ কৰি দি ভাত বাঢ়ি দিলে। ভাত বাঢ়ি দি যেতিয়া চোতাললৈ আহি দেবৰেকক মাতিব আহে তেতিয়া দেৱৰেক তাত নাই— ক'ৰবালৈ ওলাই গৈছে। দুপৰীয়া হাল বাই অহা হালুৱৈ কেনে তাক সকলোৱে জানে। ভোক যেনে চোকা খঙো তেনে চোকা। ক্ৰোধত জ্ঞানশূন্য হৈ তেওঁ ওলাই গ'ল। ৰমেনক পঠাই দিলে পৰেশৰ মোমায়েকইঁতৰ ঘৰলৈ, লগত পৰেশ গ'ল। এইবাৰ যশোদাৰ মনটো যে কেনে লাগিল! নিজকে দোষী দোষী জ্ঞান কৰিলে, বিবেকৰ দংশন যেন আৰম্ভ হ'ল। কিয় তেওঁ আগতে ওলাই আহি পানী দুনি যোগাৰ কৰি নিদিলে! কিয় তেওঁ ওলাই আহি মাত নিদিলে! ঘৈণীয়েকৰ ওপৰত খং কৰি গিৰিয়েকক নমতা কিমান অন্যায় হৈছে তাক এতিয়াহে উপলব্ধি কৰিলে।

তেওঁৰতো একো দোষ নাছিল, তেওঁৰ লগততো একো লগা নাই। তেন্তে কিয় তেনে ব্যৱহাৰ কৰিলে তেওঁক? তেওঁৰ বৰ অনুশোচনা আহিল। অনুতাপত দগ্ধ হৈ তেওঁ মূৰে কপালে হাত দি চকুলো টুকি বহি থাকিল ৰান্ধনিঘৰৰ দুৱাৰ মুখতে।

ইফালে ৰমেন আৰু পৰেশে মোমায়েকহঁতৰ ঘৰলৈ মাকক বিচাৰি যোৱাত বাটতে আল্লানদীৰ দলঙত লগ পালে গঙ্গাৰামক। তেওঁ ঘৰৰপৰা ওলাই আহি দলঙৰ ওপৰত থিয় হৈ নদীৰ ফালে চাই ঘৰৰ কথাকে ভাবি আছিল। পানীৰ ফালে চালে মানুহৰ খঙ দমন হয়। এওঁৰো খং লাহে লাহে শাম কাটি আহিব ধৰিছে। দলঙৰ কাষতে বজাৰ। বজাৰতে ককায়েকৰ কাঁহৰ দোকান। কিন্তু তেওঁ দোকানলৈ যোৱা নাই। ৰমেন আৰু পৰেশ দুপৰীয়া সময়ত এনেকৈ অহা দেখি দুয়োকো ৰাখিলে—"তহঁত ক'লৈ যাব আহিছ?"

পৰেশে ক'লে—"আই মামাহঁতৰ তালৈ গৈছে; ডাঙৰ আয়ে মাতি আনিব পঠাইছে। আমি মামাহঁতৰ ঘৰলৈ যাম।"

"তহঁতে এই দুপৰীয়াখন যাব নালাগে।"

"ডাঙৰ আয়ে যে কান্দি আছে।"

তহঁতে ভাত খাইছ?"

"খোৱা নাই।"

"এই দুপৰীয়াখন ভাত-পানী নোখোৱাকৈ কিয় যাবলৈ আহিছ? যা, ঘৰলৈ যা। ভাত খাগৈ। মই মাৰক লৈ আহিমগৈ যা।"

এই বুলি কৈ সিহঁত দুটাক ঘৰলৈ ফিৰাই পঠালে। সিহঁতে ফিৰি আহি যশোদাৰ আগত সকলো কথা বিৱৰি ক'লে। যশোদাই চকুলো মচি সিহঁতক মাতি নি গোটেইকেইটা ল'ৰা-ছোৱালীক ভাত খুৱালে। সিহঁতক খুৱাই বুৱাই তুলি নঙলা মুখলৈ আহি যমুনা আৰু গঙ্গা আহিছে নে নাই চাই থাকিল। নিজে একো নাখালে।

ইফালে গঙ্গাৰামে শাহুৱেকহঁতৰ ঘৰলৈ খোজ ল'লে। মাকহঁতৰ ঘৰত যমুনাই আগতেই গৈ কাজিয়াৰ কথা কৈছে। এতিয়া গঙ্গা গৈ পোৱাত শাহুৱেকে কান্দোনৰ সুৰত জোঁৱায়েকৰ আগত ক'লেহি—"তোমালোকৰ এনেখন হ'ব

বুলি মই ক'ব পৰা নাছিলোঁ। বোপা! এনেকৈ গৃহস্থীখন ভাঙিলে। খং কৰিলে কি হ'ব। সহ্যগুণ শৰীৰত থাকিব লাগে। আহা ভিতৰলৈ। এই দুপৰীয়াখন লঘোণে -ভোকে আহিছা;নিমখ ভাত হ'লেও এমুঠি লোৱাহি। পিচতো কথা হ'ম। আগতে তুমি ভৰি-হাত ধোৱাহি বোপা।" শাহুৱেকে আগবঢ়াই নি পানী-দুনি আনি জোঁৱায়েকক দিলে। গঙ্গাই মাত লগালে—"আগতে জীয়েকক উলিয়াই দিয়ক। মই ভাত নাখাওঁ। এই দুপৰীয়া ঘৰখনত যি কাণ্ড কৰিছে......। মই আজি শুদাই নেৰিম।"

"তুমি খং নকৰিবা বোপা। পিচতো তাইক যি কৰা কৰিবা; আগতে দুটামান ভাত খাই লোৱা, নহ'লে মই বৰ দুখ পাম।" শাহুৱেকে বৰ অনুনয়ৰ সুৰত মাতিলে। শাহুৱেকৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ ভাত খাবলৈ গ'ল ভৰি-হাত ধুই উঠি।

খাই বৈ শান্ত হৈ শাহুৱেকৰ লগত আলোচনা কৰিবলৈ ধৰিলে গঙ্গাৰামে। ঘৈণীয়েকেও তাত অংশ গ্ৰহণ কৰিলে। নানা কথা-বতৰা আলোচনাৰ পিচত তিনিও সিদ্ধান্ত কৰিলে যে তেওঁলোকে বেলেগ কৈ খাব। বিধৱাজনীয়ে বেলেগে খাওক তেওঁৰ ল'ৰা-ছোৱালীৰে সৈতে। অনিচ্ছাসত্বেও গঙ্গাই মত দিলে ঘৈণীয়েকৰ মতত। তেওঁ ক'লে—"মৰণ কালত সৰু-ককাইদেৱে সিহঁতক মোৰ ওচৰতে সপি দি গৈছিল। গতিকে মই মৃতকৰ কথা নাৰাখিলে পাপে চুব। মই কি কৰিম! সিহঁতক খৰচ দিবই লাগিব, পাক বেলেগ হ'লও ধান-চাউল, টকা-পইচা দিব লাগিব।"

"সেই কথা নহ'ব। মই কাৰো ল'ৰা -ছোৱালীক একো দিব নোৱাৰো। বৰ বাহাদুৰি কৰিছে দেখোঁ, এতিয়া নিজে খাওকগৈ। মোৰ লগত একো লেঠা নাই।" যমুনাই দৃঢ়স্বৰে কয়।গাঙ্গাৰামেকিংকৰ্ত্তব্যবিমূঢ় হৈ হেহুনেহুকৈ কয়— "হ'লেও সিহঁত নাবালক, বাপমৰীয়া। সিহঁতে কি কৰি খাব? শুকাই মৰিব......."

"তেনেহলে তুমি সিহঁতক পুহি থাকাগৈ; তালৈ মই আৰু নাযাওঁ" অভিমান আৰু ক্ৰোধ মিশ্ৰিত সুৰত কয় যমুনাই। ঘৈণীয়েকৰ এনে হিংসা মিশ্ৰিত উক্তিত তেওঁৰ মানসিক সংঘাত আৰম্ভ হ'ল। কি কৰে তেওঁ? ঘৈণীয়েকৰ আদেশ মানিব নে মৃত ককায়েকৰ অনুৰোধ পালন কৰিব? নাবালক সহায়হীন শিশুৰ অব্যক্ত অনুযোগ নে জীৱন সঙ্গিনী ঘৈণীয়েকৰ ব্যক্ত আক্ৰোহ? কাৰ পক্ষ

লোৱা তেওঁৰ কৰ্ত্তব্য? ইয়াকে লৈ গঙ্গাৰামৰ মানস-সত্তাত তীব্ৰ ভাবাবেগৰ আলোড়ন উঠিল। এই দোদুল্যমান অৱস্থাত মনৰ স্থিৰতা আৰু কৰ্ত্তব্যবোধ নিস্ক্ৰিয় হৈ যায়। এই মানসিক দুৰ্ব্বল অৱস্থাতে মানুহে যিমানবোৰ ভূল কৰে। মানসিক দ্বন্দ্ব সংঘাততে মানুহৰ জীৱনৰ গতি পথ অন্যফালে ঢাল খায়। গঙ্গাৰামৰো আজি জীৱনৰ গতিধাৰা ভিন্নমুখী হ'ল। এনেভাৱে সিদ্ধান্ত কৰি খাই-বৈ উঠি আবেলি গঙ্গাৰাম ফিৰিল। গধুলিৰ আগে আগে যমুনাও আহি ঘৰ চাপিল।

ইফালে যশোদাই একো নোখোৱাকৈ সিহঁতক বাট চাই আছিল। গধূলিৰ আগে আগে আহি পোৱাত ক'লে—

সামান্য কথা এটাত লাগিনো এনেখন কৰে নে কোনোবাই? যি হ'ল হৈ গ'ল; এতিয়া যোৱা, ভাত খোৱাগৈ। মই ৰখি আছোঁ।"

গঙ্গাই ক'লে—মই ভাত নাখাওঁ।"

যমুনাই কৈ উঠিল—"মই আৰু একেলগে ভাত নাখাওঁ। আজিৰ পৰা মই বেলেগ।

কথাৰ উষ্মা দেখি যশোদাই ভাবিলে যে আভমান কৰি তেনেকৈ কৈছে; পিচত নিশ্চয় খাব। সেই কাৰণে একো নকৈ মনে মনে ঘৰলৈ গুচি গ'ল আৰু লেম্প চাকি জ্বলালে। ইতিমধ্যে যমুনাই গৈ নিজৰ ঘৰত লেম্প জ্বলালে আৰু কানি-কাপোৰবোৰ সলাব ধৰিলে। গঙ্গাৰামেও গৰু-গাই বান্ধি ভৰি-হাত ধূই আহি নিজৰ ঘৰত সোমাল। কোনেও দুঁনাই যশোদাক মাত নিদিলে।

বহু সময় ৰান্ধনি ঘৰত বাট চাই যশোদা অধীৰ হ'ল আৰু বাহিৰ ওলাই আহি দেখিলে যে বাহিৰত কোনো নাই। তেওঁ অভিমান, অপমানত জৰ্জ্জৰিত হৈ কিছুসময় চোতালত থিয় হৈ থাকিল; তাৰ পিচত সকলো অপমান শিৰত লৈ গঙ্গাৰ ঘৰলৈ গ'ল। দুৱাৰ মুখৰ পৰাই গঙ্গাইঁত থকা গম পাই মাতোঁ-নামাতোঁকৈ মাত দিলে "মোৰে সকলো দোষ; ময়ে দোষ স্বীকাৰ কৰিছোঁ; খাই-বৈ উঠি মোকে শাস্তি দিবা; এতিয়া উঠি আহি ভাতকেইটা খোৱাহি

"মই ভাত নাখাওঁ—আজিৰপৰা আৰু একেলগে খোৱা নহ'ব; তুমি নিজে খোৱাগৈ।"

সামান্য এটি কথাৰ বাবে ঘৰখন ভাঙিব নালাগে; যি দোষ কৰিছোঁ তাৰ

বাবে শাস্তি ল'ম; তুমি উঠি আহি ভাতকেইটা খোৱাহি; নহ'লে যে মই.......।”
তেওঁ হুক্‌হুক্ কৰি কান্দি উঠিল। তেওঁৰ কান্দোন দেখি যমুনাৰ গা জ্বলি গ'ল। তাচ্ছিল্যৰ সুৰত কৈ উঠিল—“কান্দি-কাটি লেনপেন উলিয়াই এতিয়া ভকতনী দেখুৱাব নালাগে। এনেকৈয়ে ডাঙৰ ভাই-শহুৰক খেদিছা; এতিয়া আমাকো খেদিবা। ধেমেনা, পাচুৱা তিৰীৰ পেটৰ কথা সকলোৱে বুজে। তাতে বিধৱা। ইমান দন্দুৰী তিৰোতা মই ক'তো দেখা নাই। তুমি অকলে অকলে বেলেগে নিজাকৈ খোৱাগৈ—ৰাজ ৰাণী হৈ থাকাগৈ। ।আমাক নামাতিবা। আজিৰপৰা আৰু আমি এঘৰ নহয়।”

যমুনাৰ এনে হৃদয়বিদাৰক কথা শুনি যশোদাৰ অন্তৰ কলাপৰি গ'ল। দুখ-বেদনাত মৰ্ম্মাহত হৈ তেওঁ হুক্‌হুক্‌কৈ কান্দিব ধৰিলে। কান্দি-কাতি বৰ অনুনয়ৰ সুৰত ক'ব ধৰিলে—

“তোমালোকে মোক এৰিলে মই কেনেকৈ খাম? মই শুকাই মৰিম; মোৰ ল'ৰা-ছোৱালী তিনিটি শুকাই মৰিব। । মই কাৰ ওচৰত হাত পাতিম? ভাই-শহুৰে যি কৰিলে কৰিলে, এতিয়া তুমিও মোক এনেকৈ বেলেগ কৰি দিলে মোৰ মৰণে গতি হ'ব। এই কথা জানিও তুমি মোক এনে নিদাৰুণ কথা কলা? উহ! মোৰ কপাল!” তেওঁ কপালত এটা চাপৰ মাৰি বহি গ'ল। তাকে দেখি যমুনাই উপহাস কৰি কৈ উঠিল—“এই গধূলি সময়ত মোৰ ঘৰৰ দুৱাৰমুখত ৮৷ ৩ধনী উঠিব নালাগে। এনে নিলাজ তিৰোতা! লাজ কাজ একো নাই। লাজ থকা তিৰুতা হ'লে নামাতিলেহেঁতেন। উঠি যোৱা ভালে ভালে মোৰ ঘৰৰ দুৱাৰমুখৰ পৰা।”

তেওঁৰ ধমক পাই লাজে অপমানে যশোদাই তাৰপৰা উঠি আহি বান্ধনি ঘৰলৈ গ'ল আৰু ভাত আঞ্জাবোৰ ঢাকনি দি থৈ নিজৰ ঘৰলৈ ফিৰি আহিল চকুলো মচিমচি। মাকৰ চকুত কান্দোন দেখি, মহেন আৰু বত্নাবো কান্দোন আহিল। মাক, পুতেক, জীয়েক চাৰিও কান্দিব ধৰিলে। তাকে দেখি নিজৰ ঘৰৰপৰা যমুনাই ক'বলৈ ধৰিলে।

“এনে চুতা কৰিতো ঘৰ ভাঙিব ধৰিছা। তোমাৰ মতলব বুজিছোঁ। এনে নিঃসহায় বিধবাজনী বুলি ভাবিলে ইমান অহঙ্কাৰ নকৰিলেহেঁতেন। আমি থাকোঁতে কণ্টক আছিলোঁ; এতিয়াৰ পৰা মহাসুখে খোৱাগৈ।”

এনেভাৱে কান্দোন, তৰ্ক-বিতৰ্ক, উচুপনি আৰু অভিমান-মিশ্ৰিত বাক্যেৰে ওৰেৰাতি অতিবাহিত হ'ল। সেই ৰাতি যমুনা, গঙ্গা আৰু যশোদাৰ টোপনি নাহিল। ল'ৰা-ছোৱালীহঁতে ৰাতি বেচি হৈ অহাৰ লগে লগে কান্দি কাতি ভাগৰত লালকাল হৈ নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় ল'লে।

পিচদিনা ৰাতিপুৱাতে উঠি গঙ্গাই দোকানৰপৰা ৰন্ধা বঢ়া, বাচন বৰ্ত্তনবোৰ কিনি আনিলে; চাউল পাতিও কিনি আনিলে। ঢেঁকি ঘৰটোতে ৰন্ধা কাম আৰম্ভ কৰি দিলে যমুনাই। তেওঁ নিজৰ ল'ৰা-ছোৱালীকেইটিক কাষত ৰাখি ৰন্ধা-বঢ়াত লাগিল; কিন্তু যশোদাই পাক ঘৰলৈ নগ'ল; একো নাৰান্ধিলে। যমুনাৰ ল'ৰা-ছোৱালী আৰু গিৰিয়েকে খাই বৈ উঠি পথাৰলৈ গ'ল। যাওঁতে ল'ৰা-ছোৱালীহঁতকসাৱধান কৰি দি গ'ল যাতে ৰমেনহঁতৰ লগত লগ নালাগে— সিহঁতক যেন নামাতে। বাপেকৰ সাৱধান বাণী শুনি সিহঁতে সিদিনা ৰমেনহঁতক মতা নাই। সিহঁতে বুজি পাইছে যে মাক পিতাক আৰু ডাঙৰ মাকৰ ভিতৰত কিবা ডাঙৰ কথা হৈছে। সিহঁতৰ শৰীৰবোৰ যদিওঁ আতৰি আছে, তথাপি মনঃবোৰ যেন ডাঙৰ মাকৰ কাষতহে আছে, পিচে একো উপায় কৰিব নোৱাৰে মাক পিতকাৰ কাৰণে। সিহঁতৰ মনৰ গতি বৰ বিষাদিত। নিৰুপায় বেচাৰাহঁত।

এনেভাৱেই শিশুৰ পবিত্ৰ মনত পাপৰ বাহ সাজি দিয়ে মাক বাপেক আদি সমাজৰ ডাঙৰ, বয়সীয়াল লোকসকলে। এই কাৰণেই সৰল শিশু গৈ পৰিণত হয় জটিল চৰিত্ৰৰ শিশুত।

ইফালে মাকে ভাত নাৰান্ধা বাবে ৰমেনহঁত লঘোন পৰিল। ভোকৰ জ্বালাত মহেনআৰু ৰত্নাই একেবাৰে খুৰীয়েকৰ ৰান্ধনি ঘৰৰফালে ভুমুকি মাৰিব খোজে কিন্তু খুৰীয়েকৰ ৰঙা চকুৰ ভয়ত সিহঁত কোঁচ খাই আহে। তাকে লক্ষ্য কৰি ৰমেনে সিহঁত দুটাক টানি আনে। মাকে মজিয়াত গালে-মুখে হাত দি বেজাৰ মনেৰে সিহঁতক বাৰণ কৰে তালৈ যোৱাত।

এনেভাৱে ঘৰখন খান্‌বান্ হৈ যাবৰ উপক্ৰম হ'ল। সামান্য একোটা কথাৰ কাৰণেই গৃহস্থী ভাঙে। এটা কথা আছে বোলে সৰুই পানী পেলায়, ডাঙৰে পিছলি পৰে। ক্ষুদ্ৰ ফিৰিঙতিৰপৰা খাণ্ডৱ দাহ হয়।

দহন কাৰ্য্য আৰম্ভ হ'ল যশোদাহঁতৰ গৃহস্থীখনৰ।

## ।। পাঁচ ।।

বাধ্য হৈ যশোদাহঁতে বেলেগকৈ ৰান্ধি-বাঢ়ি খাব লগা হ'ল। আগৰ ৰান্ধনি ঘৰতে তেওঁ ৰন্ধা-বঢ়া কৰি থাকিল। এতিয়া নিজৰ ল'ৰা-ছোৱালী তিনিটি লৈ কোনো ৰকমে চলি আছে।

আজি কেইদিনমান আগতে চোতালৰ মাজেৰে এখন বাঁহৰ বেৰ দিছে গঙ্গাৰামে যাতে দুঘৰ মানুহ বুলি আনে জানিব পাৰে। অৱশ্যে আন উদ্দেশ্যও আছে। তেওঁৰ ঘৈণীয়েকৰ কথামতেই এই কাম কৰিছে। যমুনাই ভাবিছে যে যশোদাহঁত মাজে মাজে লঘোন পৰিব আৰু তেওঁৰ ল'ৰা-ছোৱালীয়ে এওঁৰ ল'ৰা-ছোৱালীৰ ভাত খোৱা চাই থাকিব। ই বৰ অসহনীয় কথা হ'ব—নিজৰ ল'ৰা-ছোৱালীৰ দৰে আনৰ ল'ৰা-ছোৱালীৰ প্ৰতিও মৰম উপজিব আৰু খাবলৈ দিব লগা হ'ব। তাৰ উপৰি গাঁৱলীয়া অশিক্ষিত তিৰোতাৰ এটা ভুল ধাৰণাও আছে যে খোৱা সময়ত আনে চাই থাকিলে মুখ লাগে আৰু পেট ফুলে। এইবোৰ ভাবি-চিন্তি চাই তেওঁ চোতালৰ মাজেৰে বেৰ দিয়াকে উচিত বিবেচনা কৰিলে। সেইমতে কাম হ'ল। বেৰ দি থাকোঁতে যশোদাই বাৰে বাৰে মানা কৰিছিল। "কিয় বেৰ দিব লাগে? চোতালৰ মাজেৰে বেৰ দিলে লোকে কি ক'ব? দেখাতো বেয়া দেখা হ'ব।" কিন্তু গঙ্গাই নুশুনিলে।

এনেভাৱেই দুই ঘৰৰ মুখ যেন কোনেও কাৰো দেখা নাপায় তাৰে ব্যৱস্থা কৰিলে গঙ্গাহঁতে।

লাহে লাহে দিন গৈ আহিল। এদিন দুদিনকৈ বহু দিন, মাহ পাৰ হৈ গ'ল শেষত বছৰ পাৰ হবৰ উপক্ৰম হ'ল। লাহে লাহে যশোদাৰ হাতৰ-কাণৰ অলঙ্কাৰবোৰ বিক্ৰী হৈ গ'ল। এতিয়া কি কৰিব? কিহেৰে পোহপাল যাব? হাৰডাল ভাই-শহুৰেকৰ দোকানতে থাকিল; তাক খালাচ কৰিব নোৱাৰিলে। সোণৰ অলঙ্কাৰ বেচি শেষ কৰি কাহঁৰ বাচন-বৰ্ত্তনবোৰ দুই-এপদকৈ বিক্ৰী কৰি খাব ধৰিলে। তাৰো প্ৰায় শেষ হ'ব ধৰিছে। বাৰীৰ খৰি দুডাল থকা বাবে কিনিব নালাগে। চাউল, দালি, তেল, নিমখ কিনিব লাগে। মানুহজনী নিৰুপায় হৈ আহিছে। মাকহঁতৰ অৱস্থা বেয়া; একো সহায় কৰিব নোৱাৰে। ৰমেনৰ মোমায়েকহঁতৰো কোনো নাই। তাৰ উপৰি দুখৰ দিনত কোনো বন্ধু-বান্ধৱে সহায় নকৰে। এনে

অৱস্থাত তিৰোতাজনী বৰ নিৰুপায় অৱস্থাত পৰিছে ওচৰৰে দুই-চাৰিজনী তিৰোতাই তেওঁৰ দুখ পতিয়ায় আৰু অহা-যোৱা কৰে; কিন্তু গঙ্গাৰামহঁতৰ কোনো নাহে; আনকি ল'ৰা-ছোৱালীৰ লগতো ল'ৰা-ছোৱালীহঁতক লগ হ'ব নিদিয়ে। তেওঁৰ এনে পানীত হাঁহ নচৰা বিলৈ হোৱাত দুই-এজনী চুবুৰীয়া তিৰোতাই যশোদাক কয়—"তইনো ইমান কষ্ট কৰি কেনেকৈ থাকিবি? তই যেনেতেনে কিবা বেলেগ বন্দবস্ত কৰিব লাগিব।" আনজনীয়ে কৈ উঠে—"সৰুতে বাপেক মৰি ল'ৰা ছোৱালী কেইটিক দলনিত পোনা মেলি গ'ল। এতিয়া বাছাহঁতৰ কি গতি হ'ব.....।" সিজনীয়ে আকৌ মাত দিলে—"আইৰ ঘৰক যাম, দুইহাতে খাম, বিধাতাই বোলে মই পিচে পিচে যাম। কাৰনো আশা আকাংক্ষা নাই মোৰ মাই? বহু আশা কৰিতো গৃহস্থী কৰিছিল, পিচে বিধাতাই নিদিলে কি কৰিব।" ইজনীয়ে মাত দিলে—"সেইদেখি বেলেগ ব্যৱস্থা কৰিব লাগিব।"

"কিনো ব্যৱস্থা কৰিব?" সিজনীয়ে মাত লগালে।

"কোনোবা এঠাইত বহিব লাগিব।"

এনেতে যশোদাই মাত দি উঠিল—"মোক তেনে কথা নকবি বাইদেউ। মই আকৌ কাৰোবালৈ যাম? মোৰ এনে সোণ-ৰূপ যেন ল'ৰা-ছোৱালী এৰি মই আকৌ অন্য স্বামী ল'ম? এনে কথা মোক নকবি।"

"তোৰ কাৰণে দৰকাৰ নহলেও এই পোনাহঁতৰ ভৰণ-পোষণৰ কাৰণেই দৰকাৰ হৈছে। ইহঁতক কোনে পোহপাল দিব? গাঁৱতে কেবাজনো তিৰীমৰা মতা আছে; গতিকে তাৰে এজনলৈ গৈ তই ইহঁতক বচাই ৰাখিব লাগিব।"

"মই ইহঁতক লৈ আকৌ আনৰ ঘৰলৈ যাম? নিজৰ সন্তানৰ ওচৰত নিজক ইমান হেয় কৰিব নোৱাৰো মোৰ আই; মোক তেনে কথা নকবি। মই মৰি যাম তথাপি এনে কৰ্ম্ম কৰিব নোৱাৰিম। সিহঁতক মই আনক পিতা বুলিব দিব নোৱাৰিম। লাগে মই নাখাই শুকাই মৰিম তথাপি এনে কাম কৰিব নোৱাৰিম।"

"তোৰ নিজা দুটি অলপ সৰু; বেচি খাব পৰা হোৱা নাই; কিন্তু এই ৰমেনটো সি খাব পৰা হৈছে—দহ এঘাৰ বছৰ হ'ল। তাক ক'ৰবাত চাহ-দোকান চোকানে থৈ নিদিয় কিয়? তথাপি এটাৰ পোহ কমে।"

"তেনে কথা নকবা বাইদেউ, মই প্ৰাণ গলেও তাক লোকৰ ঘৰত থব নোৱাৰো। সি মোৰ কি তাক তোমালোকে কি বুজিবা.......।"

"হলেও বিমাতাৰ সন্তান; ধান নহয়, পতান।"

"তেনে কথা নকবা। মই বৰ বেয়া পাওঁ।

যশোদাৰ মনৰ ভাব আৰু মুখৰ আকৃতি দেখি তেওঁ দমি গ'ল। বহু সময় নীৰৱে থাকি ক'লে—"যি ভাল দেখা তাকে কৰা; আমিনো কি কম।" এনেকৈ কৈ তেওঁলোক উঠে।

এনেভাৱে যশোদাৰ দুখ পতিয়াই ওচৰ-চুবুৰীয়া তিৰোতাবিলাকে নানাজনে নানা মন্তব্য দিয়ে। নিজৰ মনৰ ছবি প্ৰকাশ পায়। যাৰ যেনে মন, তাৰ তেনে কথা। এওঁলোকৰো নিজৰ নিজৰ ভাব-চিন্তা আৰু আদৰ্শই কথাত প্ৰকাশ পাইছে। যশোদাই কিন্তু এইবোৰ ভাবৰ প্ৰশ্ৰয় দিয়া নাই। কিন্তু তেওঁ নিৰুপায় বেচেৰী! এওঁলোক যোৱাৰ পিচত গালত হাত দি মজিয়াত বহি যশোদাই চিন্তা কৰি চকুলো মচি থাকিল। বেচেৰীৰ দুখ যেন আজি কুলাই-পাচিয়ে নধৰা হৈছে। মানুহৰ দুখৰ দিনত সান্ত্বনা দিয়া মানুহৰ বৰ আৱশ্যাক; কিন্তু সেই সান্ত্বনাৰ বাণী নিজৰ আদৰ্শৰ বিৰোধী হলে ই বৰ বেদনাদায়কহে হৈ উঠে। আজি যশোদাৰ ক্ষেত্ৰতো তেনে দেখা গৈছে।

বহু ভাৱি-চিন্তি তেওঁ জীৱিকা নিৰ্বাহৰ পথ বাছি ললে। লোকৰ ঘৰত ঢেঁকি বানি খাব। ৰতনহঁতৰ ঘৰলৈকে যোৱাকে ঠিক কৰিলে ধান বানিবলৈ। ৰতনহঁতৰ অৱস্থা ভাল। ধনী মানুহ। গতিকে তেওঁলোকৰ ঘৰত দিনত থাকি ধান বানি দি লগত অলপ চাউল লৈ আবেলি ইহঁতক ভাত ৰান্ধি খুৱাব। তাকে ভাৱি তেওঁ ওলাই গ'ল। মাকে যোৱাত ৰত্নাই·মাত লগালে—

"ক'লৈ যোৱা আই? আজি ভাত নিদিয়া?"

"মই গাঁৱৰ পৰা চাউল লৈ আহো; তহঁতে ঘৰতে থাকিবি বাচা। মই চাউল লৈ আহি ভাত ৰান্ধি খুৱাম।!!

এনেভাৱে জীয়েকক সান্ত্বনা দি ঘৰত থৈ তেওঁ ওলাই গ'ল। ৰতনহঁতৰ ঘৰত গৈ তেওঁলোকৰ তিৰোতা কেইগৰাকীক কৈ ধান যুৰিলে। তেওঁলোকেও নিজৰ অলপ আৰাম হব বুলি ভাৱি এওঁৰ দ্বাৰা ধান বনাব ধৰিলে। লোকৰ ঘৰত কাম কৰা যশোদাৰ এয়ে প্ৰথম।

চাউল লৈ যশোদা যেতিয়া ঘৰলৈ ফিৰে তেতিয়া বেলি লহিয়াইছে। ল'ৰা-ছোৱালী তিনিটিয়ে ভোকত কলমলাই শুই পৰিছে। মাক অহা গম পোৱা নাই। যশোদাই চাউলৰ টোপোলা এটা লৈ ঘৰ সোমোৱা দেখা পালে যমুনাই।

তেওঁ বুজিব পাৰিলে যে ক'ৰবাৰপৰা চাউল খুজি আনিলে জায়েকে। ঘৃণাত নাক কোঁচাই দিলে তেওঁ—"আই চিকো, এতিয়াৰপৰা লোকৰ দুৱাৰত মাগিব যাবৰ হ'ল নে? ইমান যে অহঙ্কাৰ কৰিছিল আজি ক'ত? নাক কটা যোৱা যেন নাপায় নে এতিয়া? আমাৰ বংশৰ নাম নষ্ট কৰিলে—কলঙ্ক সানিলে। নাম জ্বালা কঁহাৰৰ তিৰোতা! ইচ্ ইচ্।"

যমুনাৰ এনে তীব্ৰ উপহাস আৰু কৰ্কশবাণী শুনি যশোদাৰ অন্তৰ ক'লা পৰি গ'ল। তথাপি একো নকলে। এনে অদৃষ্টৰ ফেৰ । লোকৰ দিন পৰিছে হাঁহিবৰ —হাঁহিবই।

যমুনাই কিন্তু ভাবিছে যে যশোদাই খুজি-মাগি আনিছে। তেওঁ যে ধান বানি দি মজুৰি হিচাপে এই চাউল আনিছে এই কথা যমুনাই জনা নাই। তেওঁ সিফালে মন নিদিলে।

যশোদাই খৰধৰ কৰি আহি ভাতত জ্বাল মাৰিলে। বেঙেনা দুটামান ভাতত দিলে। ভাত তৎক্ষণাৎ হ'ল। ভাত নমাই থৈ তেওঁ পুতেকহঁতক জগালেগৈ। মাক অহা জানিব পাৰি সিহঁতে তৎক্ষণাৎ ভাত খুজিলে—

"আই ভাত দে, বৰ ভোক লাগিছে আই।" মাকে মহেন আৰু ৰত্নাৰ কথা শুনি ক'লে—"ভাত হৈছে আই, খা আহি। ৰমেন ক'ত?"

ৰমেনে আগতে উঠি বাৰীৰ পৰা খৰি লুৰি আনি থৈছিল। এতিয়াও খৰি লুৰি আহি চোতালত থৈ মাকক মাতিলে—"আই আহিছে? মই খৰি লুৰিবলৈ বাৰীলৈ গৈছিলো। ভাইটি আৰু ভণ্টিজনী শুই আছিল।"

"আহ বোপা ভাত খা আহি। হাত-ভৰি ধুই আহ।"

মাকৰ কথা শুনি সি হাত-ভৰি ধুবলৈ গ'ল। মহেন আৰু ৰত্নাই ৰান্ধনি ঘৰলৈ গ'ল। মাকে ভাত বাঢ়িব ধৰিলে। ভাত বাঢ়ি দিয়াত মহেন আৰু ৰত্নাই খাবলৈ বহিল; কিন্তু ৰমেন আহি বাৰান্দাত থিয় হৈ ৰ'ল। তাকে দেখি মাতিলে— "ৰমেন তয়ো আহ; ভাত দিছো বোপা।"

"সিহঁতে আগতে খাই উঠক আই; মই পিচত খাম।"

"একেলগে খা আহি। পিচত কিয়?"

"সিহঁতে খাই উঠক।"

"কিয়?"

"যদি ভাতে নাটে তেনেহলে কেনেকৈ.....।"

সিহঁতক আটিব আৰু তোক নাটিব নে?"

"সিহঁতে পেট ভৰাই খাই উঠিলে মই পিচত যি ৰয় তাকে খাম আই; সিহঁতে আজি ভাতৰ কাৰণে কান্দি আছে।"

ভায়েক ভনীয়েকৰ প্ৰতি তাৰ মৰম দেখি মাকৰ অন্তৰ পমি গ'ল। চকুলো টুকি মাকে তাক সাৱটি ধৰি কলে—

"বাছা মোৰ! আহ সোণ, তোক মই এৰি থৈ সিহঁতক কেনেকৈ দিম? তয়ো খা আহি। ভাত বহুত আছে।"

এনেকৈ কৈ মৰম কৰি তাক হাতত ধৰি লৈ গ'ল আৰু ভাতৰ পাতত বহুৱাই দিলে। সি খাবলৈ বহিল। ইতিমধ্যে মহেন আৰু ৰত্নাৰ খোৱা হৈ গ'ল। তাকে দেখি ৰমেনে কলে—"সিহঁতৰ খোৱা হ'ল। এতিয়া তয়ো খা আই!"

"খাম বাছা, তোৰ খোৱা হ'ক।"

সি ভাতৰ চৰু লৈ গ'লি মেলি চাই কলে—

"ভাত কিমান আছে আই?

"বহুত আছে। মই খোৱাৰ পিচতো ৰব।"

"ৰাতি সিহঁতক দিব লাগিব। মই ৰাতি ভাত নাখাওঁ। সিহঁতলৈ ভাত থবি।"

"থম বোপা। তই খা। পেট ভৰাই খা। ভাত বহুত আছে।

"তয়ো খা আই।"

"খাম বাৰু।"

ৰমেনৰ অনুৰোধ এৰিব নোৱাৰি তেৰোঁ ভাত বাঢ়ি ললে। দুয়ো খাবলৈ ধৰিলে। ৰমেনে দেখিলে যে কেৰাহীত ভাত অলপমান আছে। তাকে দেখি মাকক একো নকৈ কেৰাহীৰ ফালে ডিঙি মেলি চাই নিজৰ কাহীত অলপমান ভাত এৰি গৈ বাহিৰত মুখ ধুই আহিল। তাকে দেখি মাকে সুধিলে—"তই ভাত এৰিলি কিয় ৰমেন?"

"ভণ্টিৰ ৰাতি ভোক লাগিলে খাব। কেৰাহীত ভাত কম আছে নহয়, মহেনকে নাটিব।

মাকে ভাতৰ কাঁহীখন কাষৰ কৰি থৈ মুখ ধুই উঠিল। তেওঁৰ চকুলো আহিল। কি ভাতৃস্নেহ ৰমেনৰ! নিজে আধপেটি হৈ সিহঁতলৈ সাঁচিছে। মাকৰ

চকুৰে দুধাৰী চেনেহৰ চকুলো বাগৰি আহিল। সঁচা, ভাত কম আছে। ৰাতি ভাতৰ কাৰণে ৰত্নাই ধৰিলে ক'ৰ পৰা দিব? তেৱোঁ আধাখোৱাকৈ উঠিল।

ভাতবোৰ ঢাকনি দি থৈ আহি মাকে ৰান্ধনি ঘৰৰ তলা বন্ধ কৰিলে। ইতিমধ্যে ল'ৰা-ছোৱালীহঁতে পেটত ভাত পৰাত গাত বল পাই বাহিৰলৈ খেল কৰিবলৈ গ'ল।

এনেভাৱে দুখ-দৰিদ্ৰতাৰ মাজেৰে জীৱন অতিবাহিত হ'ব ধৰিছে। তেওঁলোকৰ দুখ দেখিও যমুনাৰ দুখ লগা নাই, বৰং পেটে পেটে মজা হে পাইছে' তেওঁ অন্তৰে অন্তৰে হাঁহিছে; যশোদাক উপহাস কৰিছে। গঙ্গাৰামৰ অন্তৰে হ'লে মাজে মাজে ইহঁতৰ দুখ দেখি দুখ কৰে আৰু সহায় কৰিবলৈ ইচ্ছা কৰে, কিন্তু ঘৈণীয়েকৰ কাৰণে নোৱাৰে।

লোহিত আৰু সুভদ্ৰা দুয়ো দোকানতে থাকে। যশোদাহঁতৰ এনে বিলৈ হোৱাত দুয়ো গিৰিয়েক-ঘৈণীয়েকে কোৱা কুই কৰি উপহাস কৰিব ধৰিছে — "বেচ্ মজাপালি পাইছে। বৰ অহঙ্কাৰ আছিল। পাওক মজাপালি এতিয়া। বৰ জুতি পাইছে।"

ঘৈণীয়েকৰ উপহাস বাণীত হয়ভৰ দি গিৰিয়েকেও কৈ উঠে —"নিজৰ ঘৰ ভাঙি এতিয়া লোকৰ ঘৰে ঘৰে দুৱাৰ ঢুকি ফুৰকগৈ। আমি আঁতৰি আহি ঠিকেই কৰিছো। লোকৰ গাহৰীৰ পাল পুহি মৰাৰ লাভ কি?"

এনেভাৱে সকলোৱে হাঁহিব ধৰিলে যশোদাক। ভাগ্যৰ পৰিহাস। মানুহে অন্তৰৰ মৰম-চেনেহ আৰু ভালপোৱাৰ অৰ্থ উপলব্ধি নকৰি বাহিৰৰ সাধাৰণ কাৰণ একোটাকে আচল বুলি ধৰে। অন্তৰৰ গভীৰতা বুজিব নোৱাৰি বাহিৰৰ একোটা ঘটনাৰপৰা। এই কথা বাৰু কিমানে বুজে? মানুহৰ অন্তৰৰ আবেগ খুব কম মানুহেই বুজে—কেৱল বাহিৰৰ কাৰ্য্যৰ ওপৰতহে নজৰ ৰাখে। যশোদাৰ অন্তৰৰ ভাব এজনেও নুবুজিলে। এয়ে সংসাৰ। দৃশ্যমান কাৰ্য্যক লক্ষ্য কৰিয়ে অদৃশ্য ভাৱৰাশিক গণনা কৰে। মানুহৰ হিচাপ কিমান ভ্ৰমাত্মক!

এনেভাৱে দিনত লোকৰ ঘৰত ধান বানি দি আবেলি ঘৰলৈ আহে যশোদা। ৰমেনে ভায়েক-ভনীয়েক দুটাক ৰাখি থাকে। মাক অহাত বেলি পৰা দেখি আজিকালি সি ভাত ৰান্ধিব আৰম্ভ কৰিছে। দিনত সি ৰান্ধে; ৰাতি মাকে। এনেভাৱে দুখ-কষ্টৰ মাজেৰে সিহঁতৰ জীৱন চলিব ধৰিছে। চক্ৰবৎ পৰিবৰ্ত্তন্তে দুঃখানি চ সুখানি চ।

## ।। ছয় ।।

ৰূপ-যৌৱন মানুহৰ শ্ৰেষ্ঠ সম্পদ। জীৱনত যদি কিবা মূল্যবান বস্তু আছে তেন্তে সেয়ে যৌৱনকাল। যৌৱন কালতে জীৱনৰ সমস্ত সাধনা-বাসনা চৰিতাৰ্থ হয়—জীৱন হয় এটা মূল্যবান বস্তু। জীৱনৰ সুখ, আনন্দ, ভোগ কৰাৰ উপৰিও জগতৰ কৰ্ত্তব্যকৰ্ম্মবোৰ কৰিবলৈ যৌৱনকালত হে ইন্দ্ৰিয়বিলাক সতেজ হৈ থাকে। গতিকে জীৱনৰ যৌৱনক লৈ গৰ্ব কৰিব লগা নাই সঁচা, কাৰণ ই শেষত জড়তাপ্ৰাপ্ত হয়, কিন্তু যৌৱনক উপভোগ কৰি জীৱে তাৰ আনন্দস্বত্তা উপলব্ধি কৰাৰ বাহিৰেও ভগৱানৰ আদিষ্ট কৰ্ত্তব্য সমাপন কৰাৰো একমাত্ৰ উপায়।

ৰূপ-যৌৱন যদিও ভগৱানৰ দান, তথাপি পাত্ৰভেদে ই আমাৰ অভিশাপো হয়। আমাৰ সামাজিক প্ৰথা কিছুমান আমি সৃষ্টি কৰি লৈছোঁ আৰু তাতে আবদ্ধ হৈ আমি ভগৱানৰ দানক অভিশাপ যেন দেখিছোঁ। প্ৰকৃতপক্ষে আমি আচলক ঢাকি নকলক গ্ৰহণ কৰিছো আৰু সেই নকলকে আচল বুলি ধৰি লৈ তাৰ কাৰণেই দুখ ভোগ কৰিছোঁ। ক'বলৈ গ'লে আমাৰ সামাজিক নিয়ম-নীতিবোৰ ফুটবল খেলৰ নিয়মৰ দৰে ধৰি লোৱা কথাহে—সত্য কথা নহয়। দুডাল খুঁটিৰ (গোলৰ খুঁটি) মাজেৰে গলে "গোল" হয়, অথচ নিৰ্দ্দিষ্ট কৰি দিয়া ওখতকৈ ওপৰেৰে গলে "গোল" নহৈ "অভাৰ" হে হয়। আমাৰ সামাজিক নীতিবোৰো বেচিভাগেই তেনে। উদাহৰণ স্বৰূপে হিন্দুই মোমায়েকৰ জীয়েকক বিবাহ কৰিলে পাপ আৰু মুছলমানে কৰিলে কোনো দোষ নাই। বামুণৰ মাজত বিধৱা-বিবাহ মহাপাপ, কিন্তু শূদ্ৰৰ বেলিকা এই পাপে নুচুৰে। মুছলমান বা খৃষ্টানৰ বেলিকাতো কোনো প্ৰশ্নই নাই। গতিকে একেই মানুহৰ মাজত বিভিন্ন ধৰ্ম্ম, নিয়ম-নীতি আমিহে প্ৰবৰ্ত্তন কৰিছোঁ প্ৰকৃততে ইয়াৰ কোনো সত্যতা নাই। সত্য সদায় অপৰিবৰ্ত্তনীয়। এজনৰ বাবে এবিধ আৰু আনজনৰ বাবে আনবিধ হ'ব নোৱাৰে। এনেবোৰ বহু নিয়ম-নীতিৰ বাবে আমাৰ জীৱনবোৰ দুৰ্ব্বহ হৈ পৰিছে।

ৰূপৰ বেলিকাও তেনে। সধবাৰ ৰূপ গৌৰৱৰ কাৰণ, কিন্তু বিধবাৰ ৰূপ বিপদৰ কাৰণ হৈ পৰে। যশোদাৰ ক্ষেত্ৰতো তেনে দেখা গৈছে। যৌৱন আছে—ৰূপো আছে, কিন্তু তেওঁৰ স্বামী নাই—বিধৱা। গতিকে বিধৱাৰ ৰূপ পাপৰ বোজা যেন হৈছে। নানাজনে অসৎ ইঙ্গিত কৰে, নানা জনে ঈৰ্ষাবশতঃ বদনাম

ৰটনা কৰে আৰু লম্পটজনে কামনা চৰিতাৰ্থৰ আহিলা হিচাপে ব্যৱহাৰ কৰিবলৈ বিচাৰে। নিজক ৰক্ষা কৰা ৰূপহী বিধৱাৰ কাৰণে এটি ভীষণ সমস্যা।

গা চম্ভালি সদায় ফুৰিব লাগিলে জীৱনটো কেনে দুৰ্ব্বহ হৈ পৰে তাক কোৱাৰ দৰকাৰ নাই। এনেয়ে ভাত-কাপোৰৰ দুখ, তাতে আকৌ নানাজনৰ কুৎসিত কথা। যশোদাৰ হৃদয় দগ্ধ হৈ যায়। বহুত তিৰোতাই ঈৰ্ষা বা হিংসাবশতঃ কয়—"লোকৰ ঘৰত ধান বানিবলৈ যায় নে কি কৰিবলৈ যায় তাক আমাৰ জনা আছে। তাইৰ যিহে দেহা—দেহাতে বেহা হয়। নাৰীৰ ৰূপ জুইত পুৰুষ চগা পুৰি নমৰি কি হ'ব। তাই একুৰা জলন্ত অগ্নি। বেটিয়ে গাওঁখন পুৰিহে ছাৰিব।" আনজনীয়ে হয়তো কৈছে —"ধান বানিনো চাৰিজন মানুহ পোহপাল দিব পাৰে নে? ধান বানি নহয়—মন বানি হে যোগাইছে। কিমানৰ যে তিৰী মুনিহৰ ভিতৰত বিবাদ লগাইছে তাক ভগৱানেহে জানে।" এনেকৈ অশ্ৰাব্য মন্তব্য কৰে। সাধাৰণতঃ তিৰোতাৰ বৈৰী তিৰোতা হে। কাঠৰ বৈৰী কাঠ। কাঠৰ নাল নাথাকিলে অকল লো বা তীখাৰ দাৰে মানুহে গছ কাটিব নোৱাৰে। গতিকে স্বজাতিৰ বৈৰী স্বজাতিহে। এওঁৰ ক্ষেত্ৰতো তেনে। যশোদাৰ কাণত কিবাকিবি পৰিছে। কথাবোৰ শুনি তেওঁৰ অন্তৰ পুৰি যাব ধৰিছে। বাট ওলালেই তিৰোতা কিছুমানে ভুমুকি মাৰি চায়; কিছুমানে বেৰৰ জোলোঙাৰে খুকুৰিয়াই চায়। মতা মানুহ কিছুমানেও দৃষ্টিবাণ নিক্ষেপ কৰে। যশোদাই বুজিব পাৰে।

সাধাৰণতঃ মতাতকৈ তিৰোতাই মানুহৰ মনৰ ভাব বেচি সোনকালে ধৰিব পাৰে। তেওঁ একো নকৈ, কাঁৰো ফালে নাচাই তলমুৱা হৈ বেগ দিয়ে। পিচফালৰ পৰা কোনোবাই অশ্লীল শব্দ উচ্চাৰণ কৰা তেওঁৰ কাণত পৰে। তেওঁ বেগাই পাৰ হৈ যায়।

সিদিনা ৰতনহঁতৰ ঘৰত এটা বৰ বেয়া ঘটনা ঘটিল। ৰাতি পুৱাতে যশোদাই তেওঁলোকৰ তালৈ আহিছে ধান বানিবলৈ। তেওঁ গৈ চোতালত থিয় হোৱাৰ লগে লগে ৰতনৰ ভাই-বোৱাৰীয়েকে কৈ উঠিল—"তুমি দিনে দিনে কিয় আহা? ধান বনা চুতা কৰি আমাক নেদেখাকৈ কাপোৰৰ তলত কিয় চাউল চুৰি কৰি নিয়া?" তেওঁৰ এনে অপ্ৰত্যাশিত প্ৰশ্ন শুনি যশোদা অবাক হৈ গ'ল। তেওঁ বিস্ময়েৰে ক'লে —"তোমালোকে দিয়াথিনিতকৈ মই কিবা নিজে নিছো নে? তুমি দেখিছা নে?"

"তোমাৰ টোপোলা বাৰু কিয় ডাঙৰ হয়?"

"মিছাকৈ মোক এনে অপযশ দিয়া কিয়? তাতকৈ খুলি কোৱা যে আমাৰ ঘৰলৈ আৰু নাহিবা।"

"এৰা আমাৰ ঘৰলৈ নাহিবা। চুৰুণী তিৰোতাক আমি আহিব দিব নোৱাৰোঁ।"

চুৰুণী বুলি কোৱাত যশোদাৰ বৰ খং উঠিল। খঙতে তেওঁ নবহাকৈ থিয়ে থিয়ে গুচি গ'ল। যাওঁতে বাটে বাটে কান্দি গ'ল। তেওঁক আজি মুখামুখিকৈ চুৰুণী বুলিছে। তেওঁ মৰি যোৱা যেন পালে। নীৰৱে আহি ঘৰত সোমাল আৰু গা বেয়া হৈছে বুলি কৈ শুই থাকিল। শুই শুই তেওঁ এষাৰ কথাকে ভাবিব ধৰিলে—চুৰুণী তিৰোতা। তেওঁ চাউল চুৰ কৰি টোপোলা ডাঙৰ কৰি আনে......। হু! চুৰুণী! ভাৱি ভাৱি তেওঁ চকুলো টুকি থাকে।

তেওঁক তেনেকৈ কোৱাৰ কাৰণ আছিল। যমুনাই আগদিনা আহি কথা প্ৰসঙ্গত কৈছিল যে যশোদাই প্ৰতিদিনে ডাঙৰ টোপোলা একোটাত একোটোপোলা চাউল লৈ যায়। তেওঁ কেৱল এওঁলোকৰ ঘৰত হে কাম কৰে; আন কাৰো ঘৰলৈ নাযায়। গতিকে নিশ্চয় তেওঁলোকৰপৰাই চুৰ কৰি নিয়ে। সেই বাবেই তেনেকৈ অপমান কৰিলে আৰু খেদি দিলে।

দুখ বেজাৰত মৰ্ম্মাহত হৈ যশোদাই আজি দুদিন ক'লৈকো যোৱা নাই। যমুনাই বেচ লক্ষ্য কৰি আছে আলেঙে আলেঙে। তেওঁ সন্দেহো কৰিছে কিজানি তেওঁৰ কথা কৈ দিছে যশোদাৰ আগত! বৰ সন্ত্ৰস্ত হৈ আছে তেওঁ।

ঘৰত আহি থাকিলেতো ভাত নিমিলে বাঁৰী বিধবাৰ। গতিকে বাধ্য হৈ তৃতীয় দিনা তেওঁ গাৱৰ ফালে ওলাই গ'ল। তেওঁ এঘৰ ধনী মানুহৰ ঘৰলৈ গ'ল। তেওঁলোকৰ খেতি-বাতি আছে, ডাঙৰ গৃহস্থী। যশোদাই তিৰোতাগৰাকীৰ আগত নিজৰ দুখৰ কথা ক'লে। গৃহিনীজনীয়ে তেওঁক চাউল চৰিবলৈ দিলে। দুপৰীয়ালৈ বহুতো চাউল নিকা কৰি দি অলপচাউল পাই ঘৰলৈ উভতি আহি তাকে ৰান্ধি-বাঢ়ি খালে ল'ৰা-ছোৱালীৰ সৈতে।

এনেভাৱে ধানবানি জীৱন যাপন কৰা যে কিমান কষ্টকৰ জীৱন তাক কোনে পতিয়াব। কিন্তু তাতো আকৌ বৈৰী আছে। কিছুদিন পলমে এটি বৰ অপ্ৰীতিকৰ ঘটনা ঘটিল। তেওঁ ধান বানি ঢেঁকীশালত থাকোঁতে দুপৰীয়া সময়ত

তেওঁলোকৰ ঘৰৰ এজন ল'ৰাই তেওঁক বেয়া কথা শুনালে। ল'ৰা জনে পঢ়া শুনা এৰিছে। এতিয়া বেয়া সঙ্গ লভিছে। ধনী মানুহৰ ল'ৰাই বেয়া পথ লোবাত বৰ সহজ হয়। টকাই বন্ধু মাতে। অসৎ বন্ধুৰ পৰা অসৎ শিক্ষা পোৱা যায়। তাক হেনো এজন বন্ধুই কৈছিল যে তিৰোতামানুহক টকা দিলেই উপভোগ কৰিব পাৰি। তাতে যদি বিধৱা হয় তেন্তে আৰু মজা। সেই কথাৰ প্ৰমাণ চাবৰ বাবেই হওঁক, বা কামাতুৰ হৈয়ে হওঁক, সি আহি যশোদাৰ হাতত দহটকীয়া নোট এখন দি দিলে। যশোদাই আচৰিত হৈ সুধিলে—"টকা কিয় দিলা বোপা?"

সি কলে—"তোমাক ভাল পাই দিলো। তোমাক মই বৰ ভাল পাওঁ।"

"মোক টকা নালাগে। তুমি টকা লৈ যোৱা।"

"টকা পালেও নলয় নে কোনোবাই?"

"কিয় টকা দিলা, তাৰ কাৰণ-পুৰণ নজনাকৈ মই কিয় ল'ম?"

" কাৰণনো তুমি এতিয়াও বুজা নাই নে? তোমাক মই সদায় টকা দি থাকিম; কেৱল কোন সময়ত যাম তাকে কোৱা।"

তাৰ কথাৰ অশ্লীল ইঙ্গিত বুজি আৰু কুৎচিত অৰ্থ ধৰিব পাৰি তেওঁ নোটখন দলি মাৰি দি কলে—"তোমাৰ টকা লৈ যোৱা। তুমি মোৰ পেটৰ ল'ৰাৰ দৰে, তুমি এনে অসৎ কথা মোক শুনালা; মই পিতেৰাৰ আগত কৈ দিম।" তেওঁ খঙৰ বেগতে আৰু কিবাকিবি বকিলে, কিন্তু সি নোটখন তুলি লৈ ধমক দি উঠিল—"বাৰু দিবা কৈ; পিতাই মোক কি কৰে কৰিব।" এই বুলি কৈ সি ওলাই গ'ল। যশোদাই খঙৰ বেগতে ওলাই আহিল আৰু পিতাক থকা ঘৰলৈ আহি ক'লে—

"আপোনাৰ ল'ৰাৰ কাণ্ড দেখক, মোক দহ-টকীয়া নোট এখন যাচিছে, আৰু .....।"

বাপেক ৰঘুনাথে হাঁহি মাৰি ক'লে—"তাক মাতাচোন।" যশোদাই তলমুৱা হৈ ৰ'ল। ৰঘুনাথে ঘৰৰপৰা ওলাই গৈ নিজে কল্যাণক মাতি আনিলে। সি পিতাকৰ ওচৰ পোৱাত পিতাকে ঘটনা কি সুধিলে। সি সুন্দৰকৈ মিছা মাতি ক'লে—"এইজনী বেয়া তিৰোতা পিতা; মোৰ ওপৰ মোনাত টকা দেখা পাই টান মাৰি দহ-টকীয়া নোট এখন উলিয়াই খিল্ খিল্ কৈ হাঁহি মোক কিবাকিবি বেয়া কথা কৈছে। মইখঙতে নোটখন এৰি ওলাই গুচি আহিছো। এতিয়া লাজত পৰি নোটখন

আনি বোধকৰো আপোনাক কিবা কৈছে।”

ৰঘুনাথে যশোদাক সুধিলে—“তোমাৰ কথাযে সঁচা তাৰ কি প্ৰমাণ আছে?”

যশোদা নীৰৱ ভাৱে তলমুৱা হৈ ৰ'ল।

“তেনেহলে মই কাৰ কথা বিশ্বাস কৰিম?” ৰঘুনাথে হাঁহি মাৰি ক'লে—“তুমি ভুল কৰিলা। বাৰু তই যা কল্যাণ। বিজয়উল্লাসে গুচি গ'ল, এবাৰ যশোদাৰ ফালে কেৰাহিকৈ চাই এটা তাচ্ছিল্যৰ হাঁহি মাৰিলে—“কেনে মজা।” পুতেক যোৱাত বাপেকে কলে—“তুমি ভুল কৰিলা। তুমি আচল ঠাইত হাত দিয়া নাই। তুমি গাইৰ বাঁটত নধৰি হালুৱাৰ বাঁটতহে ধৰিলা; গাখীৰ ক'ত পাবা? তুমি মোক নকলা কিয়? কিমান টকা লাগে মই দিম যদি তুমি সেই ব্যৱসায়কে কৰা।”

বাপেকৰ মুখতো একে অশ্লীল, অশালিন ভাষা শুনি যশোদাৰ গা খণ্ডত জ্বলি গ'ল। এনে নিৰ্লজ দুয়ো বাপ-বেটা! তেওঁ বুজিলে যে বাপ চাই হে বেটা; অসতৰ সন্তান অসৎ। সেয়েহে এনে অশ্লীল কথা উচ্চাৰণ কৰিব পাৰিছে। নিজৰ অদৃষ্টৰ ওপৰত দোষ দি যশোদাই তৎক্ষণাৎ তাৰ পৰা আঁতৰি আহিল।

হাঁহি মাৰি ৰঘুনাথে কলে—“বেয়া পালা নেকি যে তৎক্ষণাৎ গুচি গ'লা, মোৰ কথাৰ জবাব নিদিলা” তেওঁ আৰু কিবাকিবি কৈছিল, কিন্তু যশোদাই বেগাই যোৱাত একো নুশুনিলে। তেওঁ বাটে বাটে ভাবি গ'ল যে এই মানুহজনৰ যে বদ্‌নাম আছে লম্পট বুলি সি মিছা নহয়। লম্পটৰ ল'ৰা লম্পট; সিহঁত বাপেক-পুতেক দুয়ো লম্পট—অসৎ।

ভাবি ভাবি তেওঁ গৈ ভৰ-দুপৰীয়া সময়ত শুদা হাতে ঘৰ পালে। ঘৰলৈ শুদা হাতে অহা দেখি ৰমেনে সুধিলে—“আজি দেখো একো নানিলি আই? ক'লৈ গৈছিলি?”

যশোদাই মিছা মাতি ক'লে—“মই আজি কাৰো ঘৰত ধান বনা নাই বোপা; বেলেগ কাম এটিৰ কাৰণেহে গৈছিলো।”

বাস্তৱজ্ঞান যেন লোপ পাই আছিল, এতিয়া ভাতৰ নাম কোৱাত যেন অৱচেতন মনৰপৰা চেতনাবোধ ওলাই আহিল। তেওঁ চিন্তিত হ'ল। তেওঁ ভুল কৰিলে । গৃহিণীক কৈ চাউলৰ টোপোলাটো অনা উচিত আছিল। পিচ মুহূৰ্ত্ততে ঘৃণাৰ উদ্ৰেক হ'ল। থুঃ সিহঁতৰ চাউল অসতৰ-চাউল! তাই ঘৰলৈ ফিৰি গ'লে

আকৌ বা কি দুৰ্ঘটনা ঘটিলহেঁতেন তাক কোনে জানে? গতিকে ফিৰি নগৈ ভালেই কৰিলে। তেওঁ ৰমেনক ক'লে—

"আজি খুদকেইটাকে ৰান্ধগৈ। টেকেলিত খুদ কেইটামান আছে যা।"

মাকৰ কথা শুনি ৰমেনে মাটিৰ টেকেলিটো আনি খুদবোৰ উলিয়াই ধুই কেৰাহীত বহাই দিলে।

সেই দিনা দুপৰীয়া খুদৰ ভাত খালে সিহঁতে। জেলৰ কয়েদীক মাৰভাত দিয়াৰ দৰে মাৰভাত যেন হ'ল খুদৰ ভাত। তথাপি সিহঁতে বৰ আগ্ৰহেৰে খালে তাকে। ইয়াকে কয় বোলে "ভোকে কি জানে পন্তা-জকৰা; টোপনিয়ে কি জানে শুদা বাকৰা।"

আবেলি গা অসুখ বুলি কৈ মাকে ক'লৈকো নগ'ল। ল'ৰা-ছোৱালীহঁতে ৰাতি কেঁচাই খোৱা আলু সিজাই খাই শুই থাকিল। ৰাতি কিন্তু যশোদাৰ টোপনি নাহিল। ভাবি ভাবি একো পাৰ পোৱা নাই। শেষত হঠাতে মনত খেলালে যে আজিৰ পৰা তেওঁ কাৰো ঘৰলৈ ধান বানিবলৈ নাযায়। ঘৰতে তাঁতশালখনত কাপোৰ বব আৰু লোকক কাপোৰ বৈ দি বানচ ল'ব। এই সিদ্ধান্ত কৰে। যেতিয়া শুবলৈ চেষ্টা কৰিলে তেতিয়া কাউৰীয়ে কা কা কৰি ৰাতিপুৱাৰ বাতৰি দিলে। তেওঁৰ শোৱা নহ'ল। সেই দিনা তেওঁ অনাহাৰ আৰু অনিদ্ৰাই নিশা অতিবাহিত কৰিলে।

এনে ঘটনা দেশতপ্ৰতি দিনে-নিশাই ঘটি আছে। নিম্নশ্ৰেণীৰ ই দৈনন্দিন ঘটনা। ধনীক শ্ৰেণীয়ে এনে ঘটনা নাটকীয় ঘটনা বুলি উপহাস কৰিব আৰু মধ্যবিত্ত শ্ৰেণীয়ে বিশ্বাস কৰিবলৈ টান পাব; কিন্তু দেশৰ গৰীব শ্ৰেণীয়ে এই ঘটনাৰ লগত দিনে নিশাই পৰিচিত হৈ আছে। ভোক নালাগিলে যেনেকৈ খাদ্যৰ চিন্তা মনলৈ নাহে, অভাৱ-অনাতনত নপৰিলেও এনেবোৰ ঘটনা বিশ্বাসযোগ্য হৈ নুঠে। কেৱল "লুইতেহে জানে বঠা কিমানলৈ বহে"। মানৱৰ ই এক অসহনীয় অপমান।

।। সাত ।।

আজিকালি যশোদাই কাৰো ঘৰলৈ ধান বানিবলৈ নাযায়। নিজৰ ঘৰতে তাঁতশালত কাপোৰ বয়। দুখন মেখেলা এজনীক বই দিলে এখন নিজে পায়; অৰ্থাৎ তিনিখনৰ এখন নিজে ৰাখে। চাদৰ, মেখেলা আদি বিবিধ কাপোৰ বয় আৰু লোকক দিয়ে, নিজেও ৰাখে। ইয়াতে বেচ্ উপাৰ্জ্জন হৈছে তেওঁৰ। মিহি-সূতাৰ চাদৰ, চুৰিয়া, চেলেং, চোলাৰ কাপোৰ তৈয়াৰ কৰে; বিচনাৰ কাপোৰ বিবিধ ধৰণে তৈয়াৰ কৰে, ফটা ছিৰা কাপোৰৰ তলপাৰা কাপোৰ তৈয়াৰ কৰে। এই ৰকমে কানি-কাপোৰ তৈয়াৰ কৰি জীৱিকা নিৰ্ব্বাহ কৰিব ধৰিছে যশোদাই। তেওঁৰ কাপোৰবোৰ বৰ ধুনীয়া হোৱা কাৰণে ববলৈ ওচৰ-চুবুৰীয়া তিৰোতায়ে দিয়ে। যিবিলাক তিৰোতাই কাপোৰ ববলৈ নাজানে তেওঁলোকেও দিয়ে। আজি কালি যশোদাৰ ঘৰখন কানিকাপোৰৰ বাবে ধুনীয়া হৈছে।

ৰমেনক তেওঁ স্কুললৈ পঠাইছে। সি পঢ়াত বৰ চোকা—পণ্ডিত সকলে তাক সেইবাবে বৰ মৰম কৰে। সি ঘৰৰ খৰি খেৰ মাছ পুঠি দুটাও যোগৰ কৰে। এতিয়া কষ্ট কিছু লাঘৱ হৈছে, কিন্তু কামৰ হেঁচাত যশোদাৰ স্বাস্থ্য ভাঙি যাব ধৰিছে। তথাপি তেওঁৰ যৌৱন আৰু ৰূপৰ অভাৱ হোৱা নাই।

গাৱঁৰে এজন আদহীয়া লোকৰ তিৰোতা ঢুকাইছে। তেওঁৰ ল'ৰা-ছোৱালী দুটি। মাক নথকাত বেচেৰাহঁতৰ শ্ৰীবৃদ্ধি নাইকীয়া হৈছে। মানুহ জনৰ বৰ্ত্তমানে অৱস্থা ভাল। তেওঁ যশোদাক ধেমেনী তিৰোতা হিচাপে আনিব খোজে, কিন্তু যশোদাই কাৰো লগত আৰু সংসাৰ কৰা তালত নাই। তেওঁ স্পষ্ট কৰি কৈ দিছে যে তেওঁ আৰু কাৰো লগত বিয়াত নবহে। মানুহ জনে কিন্তু চেষ্টা এৰা নাই। তেওঁ কোনোপধ্যে মান্তি কৰাব নোৱাৰি গাৱঁলীয়া বেজ মাতি আনি কুমন্ত্ৰ কৰি বা ঔষধ খুৱাই মন ভুলাই অনাৰ চেষ্টা কৰিলে। তাৰ কাৰণে লোচিমাৰ ওজাৰ ওচৰলৈ গ'ল। ওজাই কলে যে ঔষধ খুৱাই মন ভুলাই আনিব পৰা যাব কিন্তু ঔষধ খুৱাবা কেনেকৈ? দাসৰামে ক'লে যে যশোদাৰ জায়েক যমুনাৰ দ্বাৰাই ঔষধ খুৱাব পৰা যাব। এইবুলি আলোচনা কৰি ঔষধৰ ব্যৱস্থা কৰিলে। তেওঁ ঔষধ লৈ আহিল।

ইফালে যমুনাইঁতৰ অৱস্থা পৰি আহিব ধৰিছে। গঙ্গাৰামে অকলে খেতি কৰি এপাল মানুহক পোহপাল দিব নোৱাৰা হৈছে। আজিকালি ঘৰৰ অৱস্থা বেয়াৰ ফালে ঢাল লৈছে। ল'ৰা-ছোৱালীক কোনো ৰকমে পেটত ভাতমুঠি দিব পাৰিছে যদিও কানি-কাপোৰ দিব পৰা নাই। ফটা-ছিৰা কাপোৰ পিন্ধি ফুৰে ল'ৰা-ছোৱালীইঁতে, অথচ ৰমেন, মহেনইঁতে ধুনীয়া কাপোৰ পিন্ধে। এঘৰৰ ভাতে আঁটে, কাপোৰ নাটে; আনঘৰৰ কাপোৰ আঁটে, ভাতে নাটে। ৰমেনইঁতৰ কাপোৰ দেখি ইইঁতেও মাকক খেচ্‌খেচনি ধৰে। মাকে মাজে-মাজে খঙতে গালি-দুলি পাৰি কাপোৰ দিব দূৰৰ কথা, ধুম-কিলহে দিয়ে। তেওঁলোকৰ ঘৰত দিনে কাজিয়া হয়। সাধাৰণতে ঘৰৰ অৱস্থা পৰি আহিলে ঘৰৰ কাজিয়া আৰম্ভ হয়। তেওঁলোকৰো তেনে হৈছে। এনে অৱস্থাত স্বাভাৱিকতে হিংসাভাৱে মনত ঠাই লয়। যশোদাৰ প্ৰতি ঈৰ্ষাই গৈ শেষত হিংসাত পৰিণত হৈছে। তেওঁৰ ল'ৰা-ছোৱালীক দেখি তিহ্‌বিহ্ কৰি মৰে। মনত সদায় চিন্তা হয় কেনেকৈনো যশোদাৰ অন্যায় কৰিব পাৰে। এই সুযোগ কেতিয়া কেনেকৈ মিলে তাৰে কামনা কৰি থাকে যমুনাই।

হঠাতে সিদিনা এই সুযোগ আহি হাততে ধৰা দিলে। দাসৰামে জানিব পাৰিলে যে যমুনাইঁতৰ লগত যশোদাৰ কাজিয়া। গতিকে যমুনাক হাত কৰি লৈ যশোদাক ঔষধ খুৱাব লাগিব। তাকে ভাবি এদিন আবেলি দাসৰামে যমুনাইঁতৰ ঘৰলৈ আহিল এওঁৰ পেট ল'বলৈ। দাসৰাম যমুনাৰ কিবা সম্পৰ্কীয় মোমায়েক হয়। সাতে-পাঁচে লগ লাগি দাসৰাম যমুনাইঁতৰ ঘৰ পালে। নানা কথা আলোচনা হ'ল যমুনাৰ লগত। যমুনাই অৱশ্যে দাসৰামৰ হঠাৎ আগমনৰ অনুমান কৰিছিল। গতিকে ইচুতা সিচুতা কৰি কথা উলিয়ালে—

"এতিয়ানো মামাৰ ঘৰখন কেনেকৈ চলিছে? ল'ৰা-ছোৱালীহালৰ ব্যৱস্থা কি কৰিছে?"

"আছোঁ কোনোমতে কষ্ট কৰি।"

"ভাত কোনে ৰান্ধে?"

"মই নিজে।"

"তিৰোতা মানুহ এজনী নহ'লে ঘৰ কেনেকৈ চলিব? এজনী ....."

"পাৰিলেতো ভালেই, কিন্তু পৰা নাই।

"কাম-কাজত পাৰ্গত তিৰোতা এজনী হ'লে ভাল হয়। কোনোবা বিধৱা বা গিৰিয়েকে এৰি দিয়া ভাল ৰকমৰ তিৰোতা পালে ভাল আছিল।"

"অৱশ্যে তেনেৰকমৰ হ'লে ভাল, কাৰণ এতিয়া আৰু গাভৰু ছোৱালী বিয়া কৰোৱা বয়স নাই। গতিকে তোমালোকেই কিবা এটা কৰি দিয়া।"

"ল'ৰা-ছোৱালী থকা বিধৱা নিলেতো পোহপাল দিয়া বৰ কষ্টকৰ হ'ব, গতিকে ল'ৰা-ছোৱালী নোহোৱা কাৰবাক পালে ভাল। তেওঁ মন টিপি চায়।

"ল'ৰা-ছোৱালী থাকিলেও একো ক্ষতি নাই, কাৰণ ঈশ্বৰৰ কৃপাত খোৱামুঠিৰ মোৰ অভাৱ নাই। মই ল'ৰা-ছোৱালী থাকিলেও নিব পাৰোঁ। দাসৰামে যমুনাৰ মুখলৈ চায়।

"তেনে হ'লে এটা চেষ্টা দিব পৰা যায়।"

"তোমালোকৰ কোনোবা আছে নেকি?"

"আছে; পিচে...... ।"

"পিচে কি হ'ল?"

"আমাৰ লগত মাত বোল অহা যোৱা নাই।"

"নাই যদি কৰি ল'বা। যদি তোমালোকৰ কোনো আত্মীয় হয় তেন্তে বৰ ভাল হয়।" তেওঁ যমুনাৰ মন চায়।

"আমাৰ যে অহা যোৱা নাই?"

"অহা যোৱা কৰি লোৱা।"

"কৰিলোৱে বাৰু, পিচে কামটোনো কৰিম কেনেকৈ?"

"তোমাৰ মন হ'লে মই দিহা দিম। তুমি মোক এইফেৰা উপকাৰ কৰিবানে?"

"কিয় নকৰিম; নিশ্চয় কৰিম। কথাতে কয় বোলে অঘৰীৰ ঘৰ হ'ক। লোকৰ ঘৰ পাতি দিব পাৰিলে পুণ্য কাম।"

"তেনেহ'লে তুমি চেষ্টা কৰা বাৰু, সেইজনীনো কোন, কিমান দূৰত ঘৰ?" দাসৰামে নজনা ভাও ধৰি সোধে। এটা হাঁহি মাৰি যমুনাই "ঘৰ বৰ দূৰত নহয় কিন্তু মন হে বহু দূৰত। বাৰু চেষ্টা কৰি চাওঁ।"

"ভাল বাৰু। পিচৰখিনি মই কৰিব পাৰিম।"

তাৰ পিচত দাসৰামে ফাচ্‌ফুচকৈ কলে যে ওজাই তেওঁক ঔষধ দিছে; কেৱল খুৱাব পাৰিলেই খেলা খতম।

"বাৰু চেষ্টা কৰা হ'ব।"

"পিচে মানুহ কোন? হাঁহি মাৰি সোধে দাসৰামে। এনেদৰে হাঁহি মাৰি কয় যমুনাই—"বহুদূৰত নহয়......।"

তাৰ পিচত দুয়ো ফুচফুচীয়া মেল কৰে। যমুনাই অতি সৰুকৈ হাঁহি মাৰি কয় যশোদাৰ কথা। একেদৰে হাঁহি মাৰি দাসৰামে কয়—"মজা হ'ব। তুমি মোৰ এইফেৰা উপকাৰ কৰা।"

"বাৰু মই চেষ্টা কৰি চাম। কামত বেয়া নহয়। দুয়ো পক্ষৰ মঙ্গল। গতিকে আন এদিন আলোচনা কৰিম।"

এনেকৈ সিদিনা দুয়ো আলোচনা হৈ, বুদ্ধি পাঙিলে। দাসৰাম চাহ-তাহ খাই উঠিল। যমুনাই ভাবিব ধৰিলে কেনেকৈনো যশোদাৰ লগত ভাল হ'ব পাৰে; সেই চিন্তা কৰি থাকোঁতেই গঙ্গাৰাম পথাৰৰ পৰা আহি পালে। তেওঁ গিৰিয়েকক চাহ খাবলৈ দিলে।

আজি-কালিকৈ দিন যাব ধৰিলে। যমুনায়ো ছেগ চুই থাকিল কি প্ৰসঙ্গ তনো জায়েকক মাতিব পাৰে। আজি বহুদিন মাত বোলা নাই। বহু ভাবি চিন্তি ঠিক কৰিলে যে তেওঁ গোপিনী নাম পাতিব আৰু তাকে উপলক্ষ কৰি জায়েকক মাতিব। যশোদা আজি-কালি ডেকা-ভকতনী। তেওঁ তিৰোতাবিলাকৰ নামতী আৰু বিলনী; গতিকে নাম পাতিলে নিশ্চয় প্ৰসাদ বিলাবৰ বাবে আহিবই লাগিব। ইয়াকে ভাবি তেওঁ নাম পাতিলে। নামৰ নিমন্ত্ৰণ দিলে গাৱঁত। তিৰোতাৰ নাম। পুতেক মহেশক পঠালে ডাঙৰ মায়েকক মাতিবলৈ। সি প্ৰথমে নাযাওঁ বুলিছিল, কিন্তু মাকে বুজাই কলে বোলে নামত ডাঙৰ মায়েক আহিবই লাগিব, নহলে নাম নহয়। সেইবাবে সি যাবই লাগিব।

মহেশ ডাঙৰ মাকৰ ঘৰলৈ গ'ল। ডাঙৰ মাকে তাঁতশালত বহি ফুল বাছি আছিল। মহেশে গৈ মাত লগালে—

"ডাঙৰ মাই; আজি আবেলি আমাৰ নাম পাতিছে, তালৈ যাবৰ বাবে মায়ে মোৰ হাতত তামোল-পাণ এইযোৰা দি পঠাইছে।" এইবুলি কৈ সি তামোল-পাণ যোৰা বাৰান্দাত থলে। আজি ইমান দিনৰ মূৰত মহেশে অহা দেখি যশোদা আচৰিত হৈ গ'ল। তাতে আকৌ তাক মাকে নামৰ নিমন্ত্ৰণ কৰিবলৈ পাণ-তামোল এযোৰ দি পঠাইছে। যশোদাই তৎক্ষণাৎ উঠি আহিল আৰু মহেশৰ ওচৰত থিয় হৈ মৰমৰ মাতেৰে সুধিলে—

"বোপা মহেশ, কিহৰ নাম পাতিছে মায়েৰে?"

"গোপিনী নাম। তোমাক সোনকালে যাব কৈছে ডাঙৰ আই; তামোল-পাণ কাটিব লাগিব বোলে। দুপৰীয়া ভাত খায়ে যাব দিছে।"

মহেশক বহিব দি ডাঙৰ মাকে ঘৰৰ নানা কথা সুধিলে। কিয় ইমান দিন সিহঁত অহা নাই তাকো সুধিলে। সি মাক-পিতাকে বাধা কৰা বুলি কলে। এনেভাৱে সকলো কথা হৈ দুয়োৰো ভিতৰত আগৰ মৰম-চেনেহৰ কথা মনত পৰিল। যশোদাই তাক মৰম কৰি চাহ কৰি খুৱালে আৰুমহেন, ৰত্নাৰ লগত মিল কৰি দি দুটামান কল খাব দিলে। খাই লৈ সিহঁতে মিলি পৰিল। তাৰ পিচত সি যেতিয়া ঘৰলৈ গ'ল তেতিয়া ইহঁতো পিচে পিচে গ'ল।

আবেলি পলম হোৱাৰ বাবে বেৰৰ সিফালৰগৰা যমুনাই যশোদাক উপলক্ষ কৰি কব ধৰিলে—"বেলি পৰি আহিল; এতিয়ালৈ ডাঙৰ মায়েৰে নাহিল কিয় মহেশ? এতিয়াই তিৰোতাবিলাক আহি পাব। তামোল-পাণ নাকাটিলে আৰু প্ৰসাদখন নাপাতিলে হয় নে? তই যা, ডাঙৰ মায়েৰক মাতি আনগৈ।" যশোদাই বাৰান্দাতে বহি আছিল। যমুনাৰ কথাখিনি ভালকৈ শুনিলে। যমুনাই বেৰৰ জোলোঙাৰে খুকুৰিয়াই চালে। দুয়োৰো চকুই চকুই পৰিল। হাঁহি মাৰি যমুনা ভিতৰ সোমাল। যশোদাৰ আজি বৰ ভাল লাগিছে। আজি ইমান দিনৰ মুৰত তেওঁৰ ফালে চাই যমুনাই এটি মধুৰ হাঁহি মাৰিলে। তেওঁৰ অন্তৰ দ্ৰৱীভূত হৈ গ'ল। ইমান দিনৰ অন্তৰৰ অসূয়া ভাৱ যেন এটি খোলা হাঁহিয়ে নিঃশেষ কৰি দিলে। তেওঁৰ বৰ আনন্দ লাগিল। তেওঁ উঠি গৈ কাপোৰ -কানি সলালে আৰু যাবলৈ ওলাল। ইতিমধ্যে মহেন আৰু ৰত্না গৈ খুৰীয়েকহঁতৰ ঘৰ ওলাইছে। ৰমেন স্কুলৰপৰা অহা নাই। এতিয়া অকলে যাবলৈ তেওঁ অলপ লাজ বোধ কৰিছে। সেইবাবে ৰমেনক বাট চাই আছে। কিন্তু ইতিমধ্যে মহেশ আহি ওলাল। সি কলে যে ডাঙৰ মাকক সি নিব আহিছে। যশোদাই হাঁহি মাৰি কলে—"তইনো মোক নিব আহিব লাগেনে বোপা; মই নিজে গলোহেঁতেন, কেৱল ৰমেন ককায়েৰক বাট চাই আছোঁ। সি আহিলে.......।"

"মোৰ লগতে যাব কৈছে ডাঙৰ আই; আহা আমি যাওঁ।" সি ডাঙৰ-মাকক হাতত ধৰিলে। যশোদাই হাঁহি মাৰি দুৱাৰ বন্ধ কৰি তাৰ পিচে পিচে গ'ল।

তেওঁ গৈ পোৱাত হাঁহো নাহাঁহোকৈ ওচৰলৈ আহি যমুনাই পুতেকক কোৱা চালোৰে কলে "ইমান বেলি গ'ল এতিয়াই ভকতনীসকল আহি চোতাল ভৰি

পৰিব, তামোল-পাণ এখিলাও কটা নাই, প্ৰসাদৰ ব্যৱস্থা একো কৰা নাই...। মই ৰাতিপুৱাতে মাতিবলৈ পঠাইছোঁ। এতিয়ালৈ লোকে আহিবৰে সময় পোৱা নাই। মোৰ কাম হ'লে নিজৰনো নহয় নে? আনে কলে মোকে দুষিবনে...?" এনেকৈ কৈ তেওঁ বাৰান্দাত উঠিল আৰু ভিতৰ সোমাল। আজি যেন আগৰ দৰে জায়েকক দাবীৰ সুৰত আবদাৰ ধৰিছে। যমুনাৰ এনে সাদৰি বচনত যশোদাৰ হিয়া পমি গ'ল। ই অভিমাননে আবদাৰ ? আজি যেন বহুবছৰ আগৰ যমুনাজনী তেওঁৰ আগত দেখা দিলে। সাদৰি মনে আৰু অভিমান মিশ্ৰিত আত্মীয়তাৰে তেওঁ এওঁৰ অন্তৰ জয় কৰিলে। যশোদাই হাঁহি মাৰি কলে মহেশক কোৱা চলেৰে—

"বোপা, এতিয়াই ভকতনীসকল আহি পালে মোক বকিব। তই যাগৈ আৰু উপকৰণ বস্তুবোৰ উলিয়াই দিবলৈ মাৰাক কগৈ।"

ভিতৰৰ পৰা যমুনাই শুনে আৰু হাতত এখন চকাঢাৰি লৈ আহি চোতালতে পাৰি দি মহেশক কোৱা চলেৰে কলে—"ইয়াতে ডাঙৰ-মায়েৰে বহক দে মহেশ, মই তামোল-পাণ উলিয়াই দিওঁ। এনেকৈ তেওঁ ঘৰৰ ভিতৰ সোমায় আৰু তামোল-পাণ আনিবলৈ যায়। যশোদাই ঢাৰিখনত বহে। মহেশে ৰত্নাহঁতৰ লগ লয়গৈ। তামোল-পাণ, আদা, নাৰিকল, কুঁহিয়াৰ আদি উপকৰণ বস্তুবোৰ আনি যমুনাই যশোদাৰ আগত দি যায়। যশোদাই সেইবোৰ কাম আৰম্ভ কৰে।

ইতিমধ্যে যমুনাই চাহ তৈয়াৰ কৰিব ধৰিলে। চাহ হোৱাৰ পিচত যমুনাই মহেন আৰু ৰত্নাক মৰম কৰি মাতি নিলে—"বোপা মহেন, আইটী ৰত্না, তহঁত ভিতৰলৈ ব'ল, মই চাহ বনাইছো, খাবি গৈ ব'ল।" তেওঁ সিহঁতক দুই হাতেৰে সাবটিলৈ ভিতৰলৈ গ'ল। সিহঁতেও ইমান দিনৰ মূৰত খুৰীয়েকৰ পৰা এনে মৰম পাই বৰ আনন্দিত হৈ গ'ল। পুতেক-জীয়েকক জায়েকে এনে মৰম কৰা দেখি পৰম আনন্দিত হৈ গ'ল যশোদা।

ভিতৰত নি ল'ৰা-ছোৱালীবিলাকক যমুনাই চাহ-চুজি খাবলৈ দিলে। তাৰ পিচত যশোদাৰ বাবে এবাতি চাহ আৰু এবাতি চুজি আনিলে। চাহ-চুজিৰ বাতি দুটা যশোদাৰ আগত দি নিজে নিজে কোৱা চলেৰে কলে—"তিৰোতাবিলাকে আহি পালে বেয়া দেখা হব, সোনকালে এই খিনি খালে লেঠা মৰে। একো নাই ঘৰখনত কেৱল চাহটোপা আৰু অকণমান চুজিহে.....।"

"এইবোৰনো আৰু কিয়? শুদা চাহ হলেই হ'ল। মই ঘৰত কিমাননো

বস্তু খাওঁ? কোনোমতে ভাতমুঠিকে মিলাব নোৱাৰো।" তলমুৱা হৈ তামোল কাটি কাটি কয় যশোদাই। অলপ পিচমুখ দি জায়েকৰ পালে কেৰাহিকৈ চাই যমুনাই কয়— "কিনো দিম; কাকো এনেকৈ দিনৰ শক্তি নিদিলে ঈশ্বৰে। এপাল ল'ৰা-ছোৱালীক পোহপাল দিব লগা হৈছে এজন মানুহে। তাতে বয়-বস্তুৰ জুই-চাই দাম...। ভাতমুঠিকে নিমিলা দিন কৰিলে ভগৱানে আমাৰ। আমাতকৈ লোকে বহুত সুখত খাইছে। হ'ক, ঈশ্বৰে দিয়ক।" তাৰ পিচত কলে—"সোনকালে খালে লেঠা মৰে, চাহ চেঁচা হ'ব।" এইবাৰ অনুৰোধ এৰাব নোৱাৰি যশোদাই পানীৰ ঘটি তুলি ললে আৰু হাত-মুখ ধুই লাহে লাহে চাহ-চুজি খাবলৈ আৰম্ভ কৰিলে। যমুনাই ওচৰতে থিয় হৈ মৰম দেখুওৱা চলেৰে অপেক্ষা কৰি থাকিল। জায়েকৰ এনে আদৰ-সাদৰ পাই যশোদাৰ আজি বৰ আনন্দ লাগিল। সি যি কি নহওক, জায়েকৰ অন্তৰত আগৰ বেয়া ভাব নোহোৱা হৈছে বৰং মৰমৰ ভাবেহে হিয়াত ঠাই লৈছে।

যশোদাই চাহ-চুজি খাই উঠাত যমুনাৰ অন্তৰত আনন্দ-উল্লাসে হিল্লোল তুলিলে। আজি তৎক্ষণাৎ কোনো ৰকমে ঔষধখিনি গলাধঃকৰণ কৰালে যশোদাক! কি আনন্দৰ কথা! তেওঁৰ মুখত এটি কুটিল হাঁহিয়ে দেখা দি হঠাৎ নাইকীয়া হৈ গ'ল। যমুনাৰ জয়ৰ আনন্দ লাগিল। ঘটনা যদিও এটি তথাপি তাৰপৰা বিভিন্নজনৰ বাবে বিভিন্ন আনন্দ। কিন্তু নিয়তীয়ে যে অলক্ষত থাকি এটি বক্র-হাঁহি মাৰিলে।

কিছু সময় পিচত ভকতনীসকল আহি পালে। নাম ডাকিলে। ক্রমে ক্রমে জাত জাত নাম গাব ধৰিলে। ল'ৰা-ছোৱালীৰ হাইউৰুমি, নামৰ চাপৰিৰ খলক লগোৱাৰ চাপৰি আৰু নানাজনৰ চিঞৰৰ বাখৰত ঠাইখিনি যেন মুখৰ হৈ উঠিল।

এনেভাৱে গধুলিৰ লগে লগে নাম শেষ হ'ল। প্ৰসাদ বিতৰণ কৰাৰ পিচত ভকতনীসকল ঘৰাঘৰি গ'ল। ল'ৰা-ছোৱালীবিলাকো দিহাদিহি গ'ল। লাহে লাহে ঠাই খিনি নিজম পৰি ৰ'ল। এনেতে যমুনাই ৰত্নাক কোলাত তুলি লৈ মাকৰ ওচৰলৈ আনি মাকক দেখাকৈ এটা চুমা খাই কলে—"মোৰ সোণজনী! নিতৌ আহিবাদে আমাৰ ঘৰলৈ। আমাৰ পোনাইতৰ লগত খেলি থাকিবা। আজি এইখিনি প্ৰসাদ লৈ যোৱাগৈ; ঘৰত খাবাগৈ। এইবুলি কৈ এটোপোলা প্ৰসাদ, কল কেইটামান আৰু কুহিয়াৰ কেইটুকুৰামান বান্ধি আনি ৰত্নাৰ হাতত দিলে। যশোদাই কৈ উঠিল—

"আমি দেখো প্রসাদ লৈছো আৰু কিয়? এয়ে হ'ব।"

"নহয়, এইখিনি লৈ যাব লাগিব। প্রসাদ ৰৈ গৈছে বহুতো। নিজৰ ঘৰৰ [illegible] ছোৱালীক নিদি লোকক দিবলৈ যাম নে? মহেশহঁত যি, ৰত্নাহঁতো সেই। লৈ যা আইটী ৰত্না।" খুৰীয়েকৰ এনে আদৰ মৰম পাই সিহঁত যেন মৰমতে পমি গ'ল। মাকেও এনে আহ্লাদপূর্ণ কথাত দুনাই মাত মাতিবলৈ ইচ্ছা নকৰিলে। প্রসাদ পাতি লৈ তেওঁলোক ঘৰলৈ ফিৰিল বৰ আনন্দ মনেৰে। শেষত যাবৰ সময়ত কলে—

"যি নিজৰ সি সদায় নিজৰ; দুদিন কিবা কথাত লাগিল বুলি পৰ হব নে? মোৰ মনত সদায় নিজৰ।"

যমুনাক লক্ষ্য কৰিয়ে এই-আষাৰ কলে যশোদাই । যমুনাই বুজি পালে আৰু এটি কুটিল হাঁহি মাৰিলে। তাৰ পিচত যশোদাৰ কথাত সমর্থন দি কলে—"দাঁতে-ওঁঠেও কামোৰ খায়; সেইবুলি দাঁত আৰু ওঁঠৰ মিল নোহোৱাকৈ থাকে নে? অদৃষ্টৰ ফেৰত কিবা কথাত ঘটনা ঘটিল; কাজিয়া লাগিল; এতিয়া এৰিল। মই তাকে বুজো, লোকে কি ভাবিছে।" তেওঁৰ কথাৰ ইঙ্গিত বুজি যশোদাই কলে—"এই কথা মই আগতে জানো। বাঁহৰ চুপৰ বতাহত বাঁহবিলাকৰ আগবিলাক হালি পৰিল বুলি গুৰিও লৰিব নে? গুৰি সদায় একে থাকিব। আমাৰনো গুৰি লৰিব নে?"

এনেভাৱে সৌহার্দ্দ্যপূর্ণ সম্ভাষণত আনন্দিত হৈ তেওঁলোক ঘৰলৈ ফিৰিল। সিদিনা ৰাতি আনন্দ মনেৰে ভাতসাঁজ খালে দুয়োঘৰে। দিয়া আৰু লোৱা, এয়ে সংসাৰ। মানুহৰ মাজত দিয়া-লোৱা ব্যৱস্থা আছে বাবেই মানুহে সমাজ পাতি বাস কৰিব পাৰিছে। এই দিয়া-থোৱা ব্যৱস্থাই মানুহৰ অন্তৰ বিনিময় কৰে আৰু মানুহৰ ভিতৰত স্নেহ প্ৰীতিৰ জৰীডাল নিকপকপীয়া কৰে। পিচে ইয়াৰ দ্বাৰাই দুষ্টজনে লোকক ঠগি নিজৰ সুবিধাও কৰি লয়। সংসাৰত মানুহ চিনা বৰ টান। মুখত মিঠা, কিন্তু পেটত গৰল, এনেধৰণৰ মানুহ সংসাৰত সৰহ। সেইবাবেই সংসাৰ জটিল হৈ পৰিছে। নিজৰ কার্য্য সিদ্ধিৰ কাৰণে মানুহে মৰম দেখুওৱাৰ চলেৰে কপটীয়া কার্য্যসিদ্ধি কৰি লয়। এনেভাৱেই কার্য্য সিদ্ধি কৰি ললে যমুনাই। দাসৰামৰ অভিষ্ট পূৰণ হ'ল। এই ষড়যন্ত্ৰৰ একো শুংসূত্ৰকে নাপালে যশোদাই। হায় বেচেৰী দুখিনী বিধৱা!

## ।। আঠ ।।

এনেভাৱে দুয়োঘৰৰ ভিতৰত আকৌ অহা যোৱা, খোৱা লোৱা চলিল। পৰিস্থিতিয়ে যেন বেলেগ ৰূপ ল'লে। হঠাৎ এদিনাখন গঙ্গাৰামে চোতালৰ মাজৰ বেৰখন উঠাই দিলে। কাণ্ড দেখি যশোদাই এটা তৃপ্তিৰ হাঁহি মাৰিলে। তেওঁ বুজিব নোৱাৰিলে যে যমুনাৰ ইঙ্গিততহে এই বেৰ দিয়া হৈছিল আৰু তেওঁৰ এটি ইঙ্গিততে এই বেৰ উঠাই দিয়া হ'ল। এতিয়া দুয়ো ঘৰৰ মানুহ যেন আগৰ দৰে এঘৰ হ'ল, কেৱল তফাৎ হ'ল দুটা বান্ধনি ঘৰ।

ক্ৰমে এনে পৰিস্থিতিয়ে তেওঁলোকৰ মাজত প্ৰীতিৰ ভাব ঘূৰাই আনিলে।

আজি কিছুদিনৰ পৰা যশোদাৰ মূৰটো ঘূৰে আৰু গাটো জমজম কৰে। মনটো পাতল লাগে। ভাত-পানী আগৰ দৰে খাব নোৱাৰে। শৰীৰৰ অংগে অংগে যেন এটা পৰিবৰ্ত্তন আহিছে। কেতিয়াবা হাত ভৰি চিড়ি পৰা যেন পায় আৰু কেতিয়াবা কৰ'বালৈ ওচি যাবলৈ মন যায়। ঘৰখন ভাল নলগা হৈছে। মাজে মাজে ৰাতি হ'লে মনত কিবা ভাববোৰ আহে। মন চঞ্চল হৈ আহিব ধৰিছে। পুৰুষলৈ ভাব আহে—সংসাৰ কৰিবলৈ পুনৰ মনত ভাব জাগে। যেন কাৰোবাৰ লগত পুনৰ বিয়াত বহিব। কামেন্দ্ৰিয়ই তাৰ পৰিতৃপ্তি বিচাৰে। কিবা উৰুঙা উৰুঙা লাগে মনটো।

ইফালে আজিকালি যমুনাইঁতৰ ঘৰলৈ দাসৰাম প্ৰায়ে আহে। দুপৰীয়া, গধূলি তেওঁ একোবাৰ ইয়াত আহি কথা-বতৰা হয়, আৰু ইবিধ সিবিধ দিয়া নিয়া কৰে। চোতালৰ বেৰখন নথকাত যমুনাইঁতৰ বাৰান্দাৰপৰা যশোদাইঁতৰ বাৰান্দাত থকা তাঁতশালখন পোনে পোনে চকুত পৰে।

দাসৰামে যমুনাইঁতৰ বাৰাণ্ডাৰপৰা যশোদাৰ তাঁতশাললৈ মুখ কৰি চাই থাকে। কেতিয়াবা কেতিয়াবা যশোদা আৰু দাসৰামৰ চকুই চকুই পৰে। যশোদাই তলমুৰ কৰে, কিন্তু মনৰ মাজেৰে বিজুলী চমকি যায়। দাসৰামে মিচিকিয়া হাঁহি মাৰি যমুনাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰে। তামোল কাটি কাটি দুয়ো তামোল খায় আৰু ইঙ্গিতপূৰ্ণ দৃষ্টিৰে দুয়ো যশোদাইঁতৰ ফালে চায়। এওঁলোকৰ এনে চঞ্চল আচৰণ যশোদাৰ চকুত পৰে। কিয় জানো যশোদাৰ মনেও সিহঁতৰ সঙ্গ বিচাৰে তাক যশোদাই ধৰিব নোৱাৰে। এনেভাৱে বহুত দিন এনে ঘটনা ঘটি

আছে। যশোদাৰ মন ক্ৰমে ক্ৰমে চঞ্চল হৈ আহিছে। লাহে লাহে তেওঁ কেতিয়াবা কেৰাহিকৈ চায়; যমুনাইঁতৰ বাৰাণ্ডাত বহি তামোল খাই মেল কৰি থকা যমুনা আৰু দাসৰামক মাতিবলৈ মন কৰে। কিন্তু মুখ-লজ্জাৰ কাৰণে নোৱাৰে. তেওঁলোকেও যে তেওঁক মেলৰ সঙ্গিনী কৰিবলৈ বিচাৰে তাৰ ইঙ্গিত পাকে-প্ৰকাৰে পাইছে; কিন্তু তথাপি মুখ-লজ্জাৰ কাৰণে তেওঁ গৈ তাত অংশ গ্ৰহণ কৰিব নোৱাৰে। দিন গৈ আছে। যশোদাৰ মনো ক্ৰমে ক্ৰমে চঞ্চল হৈ গৈ আছে। নাটকৰ 'আলম্বন' আৰু উদ্দীপন ভাব যেনেভাৱে সৃষ্টি হয় ঠিক তেনে কাৰ্য্য আৰু পৰিস্থিতিৰে সৃষ্টি কৰিছে যমুনাইঁতে। তিৰোতাৰ অবচেতন মনৰ গহন কোণৰপৰা কামনাৰ মেকুৰীটো যেন হাতত সাৰে ভৰিত সাৰে লাহে লাহে চেতন মনলৈ আহিল।

যশোদাই ৰাতি হ'লে কেতিয়াবা সপোন দেখে। সপোনত যেন অসংখ্য সাপে আগুৰি ধৰে; যশোদাই দৌৰিবলৈ চেষ্টা কৰে কিন্তু নোৱাৰে, দৌৰোঁতে পৰি পৰি যায়। নিৰুপায় বেচেৰী। ভাগৰ লাগে। হঠাতে যেন আবিৰ্ভাব হয় দাসৰামৰ, আৰু তেৱেঁ তেওঁক ৰক্ষা কৰে। টোপনিৰ পৰা সাৰ পায় তৎক্ষণাৎ। এনেভাৱে দাসৰামৰ মানস-কল্প এটাই যশোদাৰ মানসত থিতাপি লয়। কেতিয়াবা সাৰ পাই উঠি যশোদাই চাৰিওফালে চায় কিজানি কেনেবাকৈ আহি ৰৈ আছে। কিন্তু একো নেদেখে। এনেভাৱে দিন অতিবাহিত হৈ যায় মানে যশোদাৰ মনৰ গতি বেয়াকৈ পৰিবৰ্ত্তন হয়।

এতিয়া দাসৰামক দেখিলে যশোদাৰ বৰ ভাল লাগে। মাতিবলৈ ইচ্ছা হয়; কিন্তু লাজতে মাতিব নোৱাৰে। মন ক্ৰমে উত্ৰাৱল হয়।

ইফালে দাসৰামে পাৰেমানে যশোদাৰ মন ভুলাবৰ বাবে যত্ন কৰে। কেতিয়াবা কেতিয়াবা খোৱা বস্তু আনি ল'ৰা-ছোৱালীক দিয়াৰ লগে লগে যশোদাৰ ল'ৰা-ছোৱালীকো বৰ মৰম কৰি চোতালতে ভগাই দিয়ে যশোদাই দেখা পোৱাকৈ। কেতিয়াবা ৰত্নাক কোলাত লৈ চুমা খায়। যমুনাই হাঁহে। যশোদাই দেখি তলমুৱা হৈ ভিতৰ সোমায়। মনত কিন্তু অহেতুক আনন্দ লাগে। ইচুতা সিচুতা কৰি দাসৰামে যশোদাইঁতৰ ঘৰলৈ আহিবলৈ মন কৰে, কিন্তু একো চল নাপায়। হঠাৎ এদিন ৰত্নাৰ হাতত বিস্কুট কেইখন মান দিয়াত ৰত্নাই তেওঁৰ হাতত ধৰি টানি টানি কয়— "আমাৰ ঘৰলৈ আহা, আমাৰ ঘৰলৈ আহা।" মাকে দেখা পায়,

মিচিক্ কৰে হাঁহি মাৰে। দাসৰামৰ চকুত পৰে। তেওঁ হাঁহি মাৰি লাহে লাহে চোতালৰপৰা আহি বাৰান্দাত উঠে। বাৰান্দা পোৱাত মাকে চিয়াৰখন ঘৰৰ পৰা দাঙি আনি বহিবলৈ দিয়ে। দাসৰাম বহে। যমুনাই তেওঁলোকৰ ঘৰৰ পৰা এবাৰ গল মেলি চায় আৰু হাঁহে। ৰত্নাই দাসৰামৰ হাতত ধৰিয়ে থাকে। এনেতে ভিতৰৰপৰা মাকে মাতে—

"ৰত্না, এইফালে আহছোন আইটী; এই তামোলখন দেগৈ, মই চাহ কৰোঁ।" তেওঁৰ কথা শুনি দাসৰামে কৈ উঠে—"মোক তামোল দিলেই হ'ব, চাহ-তাহ কৰিব নালাগে। এই ছোৱালীজনীয়ে নেৰাতহে আহিলোঁ। মোৰ কাম আছে , যাব লাগে।"

"কোনোদিন নহা মানুহ আহিলে মানুহে বহুত খুৱায়। মই দুখুনী বিধৱা মানুহ, কিনো দিম, চাহটোপাকে খাই-যাওঁক।"

"নালাগে; তামোল দিলেই হ'ব।"

"নহয়, চাহ খাব লাগিব। আহ ৰত্না, আগতে তামোলখন দেগৈ।"

ৰত্না ঘৰলৈ আহে। মাকে তামোলৰ বটাটো হাতত দি পঠাই দিয়ে। তাই বটাখন লৈ আহি দাসৰামৰ আগত থয় আৰু কয়—"তামোল দিছে; খোৱা।"

হাঁহি মাৰি তামোলখন তুলি লয় তেওঁ। যশোদাই ৰান্ধনি ঘৰলৈ যায় আৰু চাহ তৈয়াৰ কৰিব ধৰে। দাসৰামৰ লগত ৰত্নাই ইটো-সিটো প্ৰশ্ন কৰি থাকে। নানা কথা কয়। মাকৰ কাণত পৰে। ৰত্নাক কোৱাৰ ছলেৰে বহু কিবাকিবি কথা কয় দাসৰামে। ইয়াৰ অন্তর্নিহিত উদ্দেশ্য বুজিব পাৰে যশোদাই। ঘৰখন কেনেকৈ চলিছে, চাউল-পাত, তেল-নিমখ কেনেকৈ আনে, পইচা ক'ত পায় ইত্যাদি কথা ৰত্নাক সোধে আৰু তাই উত্তৰ দিয়ে। মাকে তাঁতশালত কাপোৰ বৈ এইবোৰ আনে। এই কথা তাই কলে। দাসৰামে কয়—

"তুমি মাৰাক সুধিবাচোন, মোকো চুৰিয়া-চাদৰ এযোৰ দিয়ে নে? যি বানচ লাগে দিম।"

কথাষাৰ মাকক শুনাকৈ কয়। মাকে তেওঁক শুনাকৈ কয় "সূতা দিলে বৈ দিব পাৰিম; বানচ নালাগে বাৰু।"

"বানচ নল'লে মোক নালাগে। লোকৰ যেনেকৈ লয়, মোৰো তেনেকৈ ল'ব লাগিব। বিনা বানচে মই নিনিওঁ। বানচ নোহোৱাকৈ খাতিৰতে দিলে চলিব

কেনেকৈ বাঁৰী-বিধৱা মানুহ?" চাহ চেকি চেকি উত্তৰ দিয়ে যশোদাই—"এজন মানুহক এযোৰ কাপোৰ দিলে মোৰ একো ক্ষতি নহয়, তাতে কাপোৰ বৈ দিয়া মানুহজনীয়ে নাই যেতিয়া এযোৰ দিয়াটো উচিত।

"বানচ ন'ললে.......।"

"পিচত হ'ব বানচৰ কথা, আগতে সূতাখিনি দিলেই হ'ব মই পৰহিলৈ সূতাত মাৰ লগাম, গতিকে কালিলৈ দিব। মোৰ চাদৰ চাৰিখনৰ লগতে একেলগে আৰম্ভ কৰিম।" এনেকৈ নিজে মূৰত ওৰণিখন টানি লৈ চাহৰ বাতিটো আগত দি গ'ল। লগতে পিঠা দুখনো দিলে।

"ইচ্ ৰাম! চাহৰ লগত পিঠাও বনালে। শুদা চাহ হ'লেই কথা নাছিল।

"কিনো দিম কি আছে। সামান্য পিঠা দুখনকো যাচিবলৈ মোৰ শকতি নাই।" তেওঁ পাকঘৰলৈ সোমাই গৈ কয়। ৰত্নাক চাহ চেকি দি নিজেও লয়।

এনেভাৱে চাহ-পিঠা খাই, তামোলচালি খাই যেতিয়া উঠে তেতিয় গধুলি হবৰ উপক্ৰম হৈছে। দাসৰামে এনেভাৱে সৌহাৰ্দ্দ্যপূৰ্ণ ব্যৱহাৰেৰে বিদায় ল'লে।

যশোদাই আজি যেন নতুন বস্তু এটি লাভ কৰিলে। আনফালে জীৱনত যেন আজিহে জয়লাভ কৰিলে দাসৰামে। এজনী নাৰীৰ হৃদয় জয় কৰিলে। আজি যেন জীৱনত প্ৰথম বিজয় তেওঁৰ। আনন্দত তেওঁৰ অন্তৰ উপচি পৰিছে।

পিচদিনাই চাৰিখন কাপোৰ তৈয়াৰ কৰিব পৰা সূতা দি গ'ল দাসৰামে। এনেভাৱে দাসৰামৰ অহা-যোৱা আৰম্ভ হ'ল যশোদাৰ ঘৰলৈ। ক্ৰমে ক্ৰমে তেওঁলোকৰ কথা-বতৰা সহজ হৈ আহিল।

এনেভাৱে অহা-যোৱা কৰাত নানাজনে নানাভাৱে বু-বু- বা-বা কৰিব ধৰিলে। অহুকাণে পহুকাণে এই কথা গৈ গাৱঁত প্ৰচাৰ হৈ পৰিল। কাণ-বগৰা কথাবোৰ আহি যশোদাৰ নিজৰ কাণতো পৰিলত তেওঁৰ লাজ লাগিল আৰু শঙ্কাও বাঢ়িল। সেইদিনা আবেলি দাসৰাম আহোঁতে কথাবাৰ আওপকীয়া সুৰত জনালে। দাসৰামে জানিব পাৰি পেটে পেটে হাঁহিলে। বদ্‌নাম হলে তেওঁ ভালেই পায়। শেষত ৰাইজে তেওঁৰ গলতে জাপিব নিশ্চয়; গতিকে পকিল কল, সোৱাদ হ'ল। তেওঁ সেইবাবে কথাবাৰৰ উত্তৰ দ্ব্যৰ্থকভাৱে দি থ'লে।

এনেভাৱে কথাবাৰ প্ৰচাৰ হ'বই ধৰিলে। কথা বুলিলে বতাহ; বিশেষকৈ

বেয়া কথাবোৰ অতি সোনকালে প্ৰচাৰ হয়। এয়ে প্ৰমাণ কৰে যে আমাৰ সমাজে বেয়াৰ ফালে বিশেষ নজৰ দিয়ে। যমুনা আৰু দাসৰামে এইবেলি মন্ত্ৰণা কৰিলে। মুঠতে যশোদাক কিবা প্ৰকাৰে নিব লাগে।

এইবোৰ বদ্‌নাম গৈ লোহিতৰ কাণতো পৰিল আৰু ঘৈণীয়েকৰ লগত এই বিষয়ে আলোচনা কৰিলে। লোহিতে ক'লে—"আমাৰ বংশৰ নাম নষ্ট কৰিলে। কিয় এনেকুৱা হ'ল? আগতে তেনেকুৱা নাছিল দেখোঁ।"

"আজি ইমান বছৰে কাৰেকো নগৈ এতিয়া এনে কাম কৰা উচিত নাছিল। মোৰ বৰ সন্দেহ হৈছে। গঙ্গাৰাম ঘৰত থাকোঁতে এনে কাণ্ড হ'বলৈ পালে কিয়? কিবা হ'লে তাৰ নাক-কাণ কটা নাযাব নে? আমাৰ হে কেৱল সন্মান হানি হয় নে? মুৰ্খই এইবোৰ নুবুজে, কেৱল মোৰ ওপৰত মটা বোলাব পাৰে। আৰু তাৰ ঘৈণীয়েকজনী মৰিল নে আছে? নিজৰ চকুৰ সমুখতে এনে নিলাজ ঘটনাবোৰ হ'ব ধৰিছে অথচ তাইৰ কাণসাৰে নাই।"

"এৰা, আজি বহুদিনৰপৰা বোলে দুয়োঘৰৰ কাজিয়া নাইকীয়া হৈছে। চোতালৰ মাজৰ বেৰাখন বোলে ভাঙিছে। এতিয়া মিত্ৰ হৈ এই কাণ্ডহে কৰিছে?"

"মিত্ৰ হৈছে নে শত্ৰু হৈছে? ফলা বাঁহ জানো জোৰা লাগে? সিহঁতে কেতিয়াও লগ হ'ব নোৱাৰে। মোৰ ওপৰত প্ৰতিশোধ লোৱাৰ কাৰণে—মোক হাঁহিয়াতৰ পাত্ৰ কৰাৰ কাৰণে লগ হৈছে লোকক দেখুৱাই, যাতে লোকে মোক বেয়া বোলে। আচলতে সিহঁতৰ মতলব আমাক লোকৰ ওচৰত হেয় কৰা। আমিহে যেন দন্দুৰা। এতিয়া আচল কথা ওলাব নহয়।"

যমুনা আৰু যশোদাৰ মিলাপ্ৰীতিৰ খবৰ পাই আজি বহুদিনৰ পৰা সুভদ্ৰাৰ মনত শান্তি নাই। কি উপায় কৰিলে দুয়োৰো মাজত আকৌ কাজিয়া লগাব পাৰে তাৰে চিন্তাত আছিল তেওঁ। এতিয়া এটা সুচল পালে। যশোদাৰ বদনামক কেন্দ্ৰ কৰিয়ে কিবা এটা কৰিব পাৰিব বুলি গিৰিয়েকৰ লগত আলোচনা কৰিছে। আচলতে যশোদাৰ ভালৰ কাৰণে তেওঁ বাঞ্ছা কৰা নাই; কেৱল যশোদা আৰু যমুনাৰ ভিতৰত কাজিয়া লগাবৰ কাৰণে হে চিন্তা কৰিলে। গিৰিয়েকে সুধিলে— "কি কৰা উচিত হ'ব?"

ঘৈণীয়েকে উত্তৰ দিলে—"এই বদ্‌নাম গুচাব লাগিব। আমাৰ এই বদনাম আমি গুচাব লাগিব। আনে কোনে গুচাব?"

"কি কৰি পাৰা গুচোৱা।"

"মই যাব লাগিব। নিশ্চয় কিবা কৰিব লাগিব।"

এনেভাৱে দুয়ো গিৰিয়েক-ঘৈণীয়েকে আলোচনা কৰি দৃঢ় প্ৰতিজ্ঞ হ'ল ঘৰৰ বদ্‌নাম গুচাবৰ বাবে।

এই মৰ্মে সিদিনা আবেলি তেওঁ ঘৰৰ ফালে আহিল গাওঁৰ ভিতৰত যাম বুলি কৈ। নঙলামুখ পাওঁতেই ৰত্নাই দেখা পাই দৌৰি গৈ মাত দিলে "ডাঙৰ আই, ক'লৈ যোৱা? আমাৰ ঘৰলৈ নাহা কিয়?"

তাই গৈ একেদৌৰে ডাঙৰ মাকৰ ওচৰ পালে। সুভদ্ৰাই তাইক কোলাত তুলি ল'লে আৰু সুধিলে—"মায়েৰে ঘৰত আছে নে আইটী?"

তাই টপ কৰে উত্তৰ দিলে—"আছে। আহানা আমাৰ ঘৰলৈ।" এইবুলি কৈ তাই কোলাৰপৰা নামি আহি তেওঁৰ হাতত ধৰি টানি আনিলে ডাঙৰ মাকক। এই দৃশ্য দেখা পালে যশোদাই। তেওঁ বৰ উৎকণ্ঠাৰে বাট চালে কিনো কৰে জায়েকে।

ৰত্নাৰ পিচে পিচে আহিল সুভদ্ৰা। আজি অত বছৰৰ মূৰত আহি নিজৰ চোতালত ভৰি দিলে। তাকে দেখি গোটেইজাক ল'ৰা-ছোৱালীয়ে আহি তেওঁক "ডাঙৰ আই", "ডাঙৰ আই" বুলি আগুৰি ধৰিলে। ল'ৰা-ছোৱালীবিলাকৰ এনে আব্দাৰ পাই সুভদ্ৰাই পাঁচ-টকীয়া নোট এখন উলিয়াই ৰমেনক কলে—

"বোপা ৰমেন, যাচোন মিঠাইৰ দোকানলৈ, এই পাঁচ টকাৰ মিঠাই কিনি লৈ আহগৈ।"

ডাঙৰ মাকে তাক পাঁচ-টকীয়া নোটখন আগবঢ়াই দিয়াত সি লবলৈ ইতস্ততঃ কৰিলে জানোচা মাকে তাক বাধা কৰে। তাকে ভাবি সি মাকৰ ফালে চালে। মাকে বাৰান্দাত থিয় হৈ আছিল; তাৰ চকুৰ চাৱনিত আবেদনৰ ইঙ্গিত বুজি তেওঁ তৎক্ষণাৎ বুজি উঠিল আৰু টপৰাই মাত লগালে—

"যা ৰমেন, সোনকালে আহিবি। আজি ইমান দিনৰ মূৰত আমাৰ ডাঙৰ মায়েৰা আহিছে। আজিনো আমাৰ কি ভাগ্য। তাৰ পিচত জায়েকলৈ চাই হাঁহি মাৰি ক'লে— আহা, বহাহি। মোৰ আজি বৰ ভাগ্য।" তেওঁ ওচৰলৈ আহি মাতিলে। সুভদ্ৰাই এবাৰ যশোদাৰ মুখলৈ চালে আৰু গহীন সুৰত কলে— "চোতালত বহিলেই হব। মই ভিতৰত নবহোঁ।" তেওঁ ভাবিলে যে হঠাতে

আজি আহি ঘৰৰ ভিতৰত বহিলে যমুনাই দেখিলে নিশ্চয় অন্য ভাবিব। তাকে ভাৱি তেনেকৈ কলে; কিন্তু যশোদাই অন্য অৰ্থ বুজিলে। তেওঁ ভাবিলে যে আজিও জায়েকৰ খং তেওঁৰ ওপৰত আছে। সেই দেখি চকু সজল কৰি চাই ৰ'ল। সুভদ্ৰাৰ অন্তৰ আবেগপূৰ্ণ হৈ আহিল ।এনেতে তেওঁ কিবা কোৱাৰ আগতে যশোদাই সুভদ্ৰাৰ ভৰিত পৰি সেৱা কৰি কলে—“মোৰ দোষ ক্ষমা কৰা বাইদেউ। ইমান দিনৰ মুৰত তুমি আহিছা.......।”

যশোদাৰ ব্যৱহাৰত সুভদ্ৰাৰ অন্তৰ লৰিল। আগৰ অসূয়া ভাব নাইকিয়া হ'ল। যশোদাৰ প্ৰতি সদয় হৈ তেওঁ লাহে লাহে কলে—“হৈ যোৱা কথা হৈ গৈছে। যি হৈছে তাকতো আৰু নোহোৱা কৰিব নোৱাৰি। সেই বুলি মই সেইবোৰ কথাকে ধৰি আছোঁ নে? মোৰ অন্তৰত তেনে ভাব নাই। মই সকলো কথা এৰি দিছোঁ। বাৰু ব'লা ভিতৰলৈ।” এই বুলি কৈ সুভদ্ৰাই নিজে আগবাঢ়িল। যশোদা পিচে পিচে গ'ল। ভিতৰ সোমাই তেওঁ এখন পীৰাত বহিল। যশোদাই আথেবেথে কৰি তামোলৰ বটাখন আগবঢ়াই দিলে। নধৰ-নপৰ কৰি ৰান্ধনি-ঘৰলৈ গৈ চাহৰ চৌকাত জুই জ্বলাই চাহ বনাব ধৰিলে। সুভদ্ৰাই তামোল কাটি তাৰে এখন নিজে খাই অলপ বহাৰ পিচতে ৰমেন আহি পালে, দোকানৰপৰা। সি মিঠাই লৈ আহিছে। সুভদ্ৰাই মিঠাইখিনি সকলোটি ল'ৰা-ছোৱালীক ভগাই দিলে। যমুনা আৰু তেওঁৰ সৰু ছোৱালীজনী নাছিল ; মোমায়েকৰ ঘৰলৈ গৈছিল। বাকীবোৰ সকলোৱে আছে। সকলোটিকে মৰম কৰি মিঠাই ভগাই দিয়া হ'লত সুভদ্ৰাই আহি যশোদাৰ ৰান্ধনি-ঘৰত সোমাল। এঁয়ে তেওঁৰ ৰান্ধনি-ঘৰ আছিল আগতে। যশোদাই পীৰা এখন আগবঢ়াই দি কলে—“ইয়ালৈ কিয় আহিলা বাইদেউ? তাতেহে ভাল আছিল।”

“আহিবৰ দিন ধৰি এই ঘৰতে ৰন্ধাবঢ়া কৰি আহিছো আৰু আজি নাহিম নে?”

যশোদাই এটা মিচিকিয়া হাঁহি মাৰিলে। সুভদ্ৰাৰ মনৰ মলিবোৰ বহু আঁতৰিল।তেওঁ ইফাল সিফাল চাই ললে। যশোদাই লক্ষ্য কৰিলে। কিছু সময় দুয়ো নীৰৱ। তাৰ পিচত পুনৰ সুভদ্ৰাই আহি পীৰাত বহিল। এই সুযোগতে যশোদাই চাহ আনি তেওঁৰ আগত দিলে। সুভদ্ৰাই কলে—“তুমিও লোৱা।” হাঁহি মাৰি একাপ চাহ চেকি ললে যশোদাই নিজৰ বাবে।

দুয়ো চাহ খাই খাই মেল আৰম্ভ কৰিলে।

চাহ খাই মেল কৰি, ঘৰৰ সকলো ফালে চালে সুভদ্ৰাই। ভালকৈ নজৰ কৰি ক'লে—"তোমাৰ কিবা বেমাৰ হৈছে। স্বাস্থ্যৱতী তিৰোতাজনী ইমান খীণাইছা? তোমাৰ কি হৈছে?"

এটা দীঘল হুমুনিয়াহ কাঢ়ি যশোদাই ক'লে—"কিনো হ'ব বাইদেউ। খোৱা-লোৱাৰ কষ্ট, তাতে নিতৌ তাঁতশালখন চলাব লাগে। দেহা হ'ল বুলিনো কিমান সহিব?"

"নহয়, তোমাৰ কাম-বনৰ কষ্টৰ বাবে শৰীৰ বেয়া হোৱা নাই· ; আজি চাৰি-পাঁচ মাহ আগতে ইমান বেয়া হোৱা নাছিল। তেতিয়াওতো তুমি একে কামকে কৰি আছিলা? এতিয়া নিশ্চয় কিবা ভিতৰুৱা বেমাৰ হৈছে?"

"একো বেমাৰ হোৱা নাই বাইদেউ।"

"নহয়, তুমি লাজ কৰিব নালাগে। যদি কিবা অসুখ আছে তেনেহ'লে ডাক্তৰক দেখুৱাবা।"

"ডাক্তৰক দেখুৱাবলৈনো টকা পাম ক'ত বাইদেউ?"

তেওঁ হতাশৰ সুৰত কয়। সুভদ্ৰাই বুজিব পাৰিলে যে টকাৰ অভাৱত পৰি যশোদাই চিকিৎসা কৰিব পৰা নাই। তেওঁ তৎক্ষণাৎ কৈ উঠিল—"টকা যি লাগে মই দিম। তোমাৰ কি বেমাৰ হৈছে কোৱা।"

বৰ দুখ মনে ক'লে—"আজি চাৰি মাহমানৰপৰা মোৰ গাটো কেনে লাগে মই নিজেই ক'ব নোৱাৰোঁ। মূৰটো মাজে মাজে ঘূৰে, গা জম্ জম্ কৰে, খাব-লবৰ মন নাই; ভৰি হাত জ্বালা কৰে আৰু গাটো সদায় ভাগৰ লাগি থাকে।"

যশোদাৰ বেমাৰৰ লক্ষণৰ কথা শুনি সুভদ্ৰাৰ সম্পূৰ্ণ সন্দেহ হ'ল যে যশোদাই পাপ কামত লিপ্ত হৈছিল। দাসৰামৰ লগত অবৈধ মিলন হোৱাৰ ফলতে গা-বন্ধ হৈছে আৰু এইবোৰ গা-বন্ধ হোৱা তিৰোতাৰ লক্ষণ। প্ৰসূতাৰ দোষ আৰম্ভ হৈছে। সুভদ্ৰাৰ বিশ্বাস হ'ল যে মানুহে যে বদনাম ৰটনা কৰিছে, ই মিছা কথা নহয়। ছিঃ বংশৰ কলঙ্ক আনিলে। তেওঁৰ পৰম বিশ্বাস হ'ল যে যশোদাই অবৈধ সন্তান ধাৰণ কৰিছে। তেওঁৰ মনৰ গতি বদলি গ'ল। যশোদাৰ প্ৰতি অনুকম্পা কমি আহিল। তেওঁ অপদস্থ কৰা সুৰত শুধিলে—"বমি বমি ভাব হৈছিল? বমি জানো কৰা নাছিলা?" নাই কৰা।" যশোদাই লাহেকৈ কয়।

বমি কেনেকৈ নহ'ব? দুটি ল'ৰা-ছোৱালীৰ মাক হৈও ক'ব নোৱাৰিবানে এনে অৱস্থাত বমি যে অনিবাৰ্য্য হয়? সত্যকনো কেনেকৈ ঢাকি ৰাখিবা? তোমাৰ গাত লেঠা......।"

বিস্ময়ত চকু-মুখ বহল হৈ উঠিল যশোদাৰ। কি আচৰিত কথা! কাৰ গাত লেঠা হয়? কোনো পুৰুষৰ সঙ্গ লোৱা নাই আজিলৈ, তেন্তে কেনেকৈ মোৰ গাত লেঠা হয়? কি কৈছে বাইদেউৱে? মিত্ৰৰ চলেৰে আজি শত্ৰু সাজিবলৈ আহিছে নেকি ? এইবোৰ কথা গৈ লোকৰ আগত প্ৰকাশ কৰি দি মোৰ বদ্‌নামহে ৰটনা কৰাৰ মতলবত আহিছে নেকি? ছিঃ মই কিয় মোৰ মনৰ কথা খুলি ক'লো? হায় হায়! বৰ ভুল কৰিলো।" এইভাৱে যশোদাৰ অন্তৰ ক'লা কৰি পেলালে। তেওঁ সুভদ্ৰাৰ মুখলৈ চাই ক'লে—" তুমি কি কথা কৈছা বাইদেউ? তোমাৰ কথাৰ অৰ্থ বুজিব পৰা নাই।"

"কিয় বুজা নাই? সহজ কথা। আগৰ বেলিকা মহেন, ৰত্নাৰ বেলিকা যি লক্ষণ, এতিয়াও জানো সেই লক্ষণ নহয়?"

"ছিঃ বাইদেউ। তেনে কথা নকবা। এই কথা কেতিয়াও হ'ব নোৱাৰে। মই ক'তো ভুল কৰা নাই। তুমি যদি মোক বিশ্বাস কৰা তেন্তে শুনা— যশোদাই কোনো পুৰুষৰ লগতে .......।

এনেকৈ কৈ তেওঁ হুক্‌হুক্‌কৈ কান্দিব ধৰিলে। তেওঁৰ মুখলৈ চাই সুভদ্ৰাই তলমূৰ কৰিলে। সুভদ্‌ৰাই জানে যে যশোদাই কোনোদিনে মিছা কথা নকয়। বহুত দোষ থাকিলেও এইটো তেওঁৰ গুণ। তাকে ভাবি মন অলপ সহানুভুতিশীল হৈ আহিল। তেওঁ লাহেকৈ ক'লে—

"বহুত বেমাৰৰ লক্ষণো অ'ৱশ্যে একে। তোমাৰ কিবা আন বেমাৰো হ'ব পাৰে। বাৰু তুমি হতাশ নহ'বা— নাকান্দিবা। মই তোমাক দুখ দিবৰ কাৰণে কোৱা নাই। তুমি ডাক্তৰক আনি চিকিৎসা কৰা।"

তেওঁৰ ভাৱ হ'ল যে ডাক্তৰ আহিলে সকলো জানিব আৰু যদি কিবা গোলমাল হৈছে তেন্তে ঔষধ দি ভিতৰতে সন্তান মাৰিব। বহু ভাবি-চিন্তি তেওঁ ক'লে ।

"তুমি সোনকালে ডাক্তৰক দেখুৱাব লাগে. কালি পুৱাতে ডাক্তৰক আনিবা। এই ধৰা টকা কুৰিটা মই দি গ'লো। দৰ্কাৰ হ'লে পিছত আকৌ দিম।" এই বুলি

কৈ তেওঁ মণিবেগৰ পৰা টকা বিশটা উলিয়াই দিলে। যশোদাই তবধ মানিলে। আজিনো এওঁৰ ইমান অনুকম্পা জন্মিল কিয়? ভাবি-চিন্তি তেওঁ সুভদ্ৰাৰ ফালে চাই ৰ'ল। সুভদ্ৰাই জোৰ কৰি ক'লে—"ধৰা, চিকিৎসা কৰিবা। বেমাৰৰ লগত অভিমান কৰিলে হ'বনে?"

বাধ্য হৈ যশোদাই টকাখিনি ৰাখিলে। তাৰ পিছত নানা দিহা-ভাৰসা দি সুভদ্ৰা উঠিল। যশোদাই বাটলৈ গৈ আগবঢ়াই থৈ আহিল। তেতিয়া মুনিচুনি বেলি। কিন্তু তেতিয়াও যমুনা আহি পোৱা নাই।

।। ন ।।

যশোদাই পিছদিনা ডাক্তৰক বেমাৰ দেখুৱালে। ডাক্তৰে ঔষধৰ ব্যৱস্থা কৰিলে। এনেভাৱে দহদিনমান ঔষধ ব্যৱহাৰ কৰিলে, কিন্তু একো ফল নধৰিলে। তাকে দেখি যশোদাই চিকিৎসা এৰি পেলালে।

এদিন সুভদ্ৰাই আহি সুধিলে — "তোমাৰ বেমাৰ কেনে পাইছা?"

"একো ভাল পোৱা নাই বাইদেউ। সেইবাবে চিকিৎসা এৰি দিছোঁ। মিছাকৈ বেজী কেইটা লৈ টকা কেইটা ভৰিলোঁ।"

"চিকিৎসা নকৰিলে চলিবনে? ডাক্তৰি চিকিৎসা ভাল নহ'লে কবিৰাজি চিকিৎসা কৰিব লাগিব।"

তাৰ পিছত অলপ তলকা মাৰি সোধোঁ-নোসোধোঁকৈ সুধিলে — "তোমাৰ মাহিলি আচাৰ ঠিকমতে হৈ আছেনে?" সুভদ্ৰাই ভয় কৰিছিল কিজানি যশোদাই সিদিনাৰ দৰে কান্দি-কাটি হুলুস্থুল লগায়। যশোদাই জায়েকৰ প্ৰশ্নৰ তাৎপৰ্য্য বুজি পালে আৰু লাজে-দুখে অভিভূতা হৈ কৈয়ে দিলে — "তুমি কিবা ভুল বুজিয়ে আছা বাইদেউ; মোৰ প্ৰতি মাহে মাহিলি হৈ আছে।"

"তুমি মোক ভুল নুবুজিবা; মই কৈছোঁ এইবুলি যে স্ত্ৰীৰো প্ৰদৰ, ৰাজক আদি হ'লেও ৰক্তস্ৰাৱ বন্ধ হয়। সেইবোৰত কবিৰাজি চিকিৎসা ভাল।"

স্ত্ৰীৰোগৰ নাম কৈ কোনোমতে সাৰিল তেওঁ। অৱশ্যে এইবোৰ বেমাৰ হ'লেও ৰজোনিবৃত্তি নোহোৱা নহয়। তাৰ পাছত দুয়ো কিবাকিবি মেল কৰিলে। সুভদ্ৰাই ক'লে — "তোমাক কোনোবাই ঔষধো কৰিব পাৰে। গতিকে এবাৰ লোচিমাৰ গেন্ধেলা ওজাক আনি দেখুওৱা ভাল। ওজাই ঔষধ কৰিলে ডাক্তৰ-কবিৰাজে ভাল কৰিব নোৱাৰে। ওজাইহে ভাল কৰিব পাৰে। তুমি ওজাক মাতি পঠোৱা।"

কথাষাৰ যশোদাৰ মনত ধৰিলে।

"এৰা, কোনোবাই খিয়ালতে তেনে কৰিবও পাৰে। গতিকে এবাৰ পৰীক্ষা কৰা একো বেয়া নহয়।" যশোদাই সন্মতি জনালে।

এনেভাৱে কথা-বতৰা হৈ সুভদ্ৰা দোকানলৈ গ'লগৈ।

প্ৰথম দিনা সুভদ্ৰা ঘৰলৈ অহাত যমুনা নাছিল। তেওঁ আহি যেতিয়া জানিব পাৰিলে যে ডাঙৰ জায়েক আজি ঘৰলৈ আহিছিল আৰু যশোদাৰ লগত মতা-বোলা কৰি চাহ-তাহ খাই গ'ল তেতিয়া তেওঁ সন্দেহ কৰিলে কিজানি তেওঁৰ আৰু দাসৰামৰ কথা তেওঁ গম পাইছে, তাকে ভাবি অস্থিৰ হ'ল। তেনে নহ'লে তেওঁ এনেকৈ হঠাতে আহিব কিয় ? যিজনী তিৰোতাই দেৱৰেকক এবাৰ চাবলৈ নাহিল সেইজনীয়ে আকৌ হঠাতে আজি উপযাচি আহি চাহ খাই গ'ল। এই কথা সাধাৰণ নহয়। নিশ্চয় তেওঁ কিবা গম পাইছে। তাকে ভাবি বৰ চিন্তিত হৈ পৰিল। তাৰ উপৰি তেওঁৰ উপদেশ মতে যশোদাই চিকিৎসা কৰা দেখি সঁচাকৈ ভয় খালে। আচলতে সুভদ্ৰাই এইবোৰ একো নাজানে, কেৱল যশোদাৰ শৰীৰটো দেখি তেনেকৈ কৈছিল; কিন্তু যমুনাই জনা বুলি ধৰি ল'লে। ইয়াকে কয় দোষী মন সন্দেহবাদী। এই লৈ ক্ৰমে ক্ৰমে যশোদাৰ ওচৰত সন্ত্ৰস্ত হৈ ফুৰিবলৈ ধৰিলে। বেচেৰী যশোদাই ইয়াৰ একো ভু নাপাই আগৰ দৰে সৰল মনেৰে সহজ ব্যৱহাৰ কৰি থাকিল। সুভদ্ৰা অহা কথা যমুনাৰ আগত ভাঙি-পাতি ক'লে। যমুনাই শুনি গ'ল আৰু বৰ ভাল হৈছে বুলি এনেয়ে শলাগি থ'লে। সুভদ্ৰাৰ কথামতে মঙ্গলবাৰে যশোদাই গেন্ধেলা ওজাক মাতি আনিলে : গেন্ধেলা ওজা অহাত যমুনাৰ বুকু কঁপি গ'ল। যদি কিবাপ্ৰকাৰে ওজাই তাইৰ কথা কৈ দিয়ে? তাই ভয়তে শোঁট-মোট খালে। ওজা অহাৰ কিছু পৰ পিচতে তেওঁ দাসৰামৰ তালৈ মনে মনে গুচি গ'ল। বোধহয় ওজা অহাৰ খবৰটো তেওঁক দিব।

ওজাই গমিপিটি চাই কড়ি মাৰি ক'লে —

"কোনোবাই তেওঁক ঔষধ খুৱাইছে।"

"তেন্তে কি কৰিব লাগিব?" ভয়ে ভয়ে যশোদাই সোধে।

"ঔষধৰ দ্বাৰা ঔষধ বাহিৰ কৰি আনিব লাগিব। খৰছ পৰিব।"

"যি খৰছ পৰে পৰিব; তথাপি উলিয়াই দিয়ক।"

"তেওঁ কাতৰভাবে কয়। ওজাই তলমুৰা হৈ ভাবে। তেওঁ কান্দোনৰ সুৰত ক'লে — "অতি সোনকালে উলিয়াই দিয়ক, নহ'লে মই মৰি যাম।"

ওজাই ছেগ চাই ক'লে — "সোনকালে উলিয়াই দিব লাগিলে বিশ টকা দিব লাগিব।" কুৰি টকাৰ নাম লোৱাত যশোদাৰ মুখ ক'লা পৰি গ'ল। ক'ত পাব একুৰি টকা তেওঁ? কান্দোনমুৰা হৈ কাকুতি কৰি ক'লে— "দহ টকা লব ওজাদেউ. মই বিধবা মানুহ; অলপ দয়া কৰিব লাগে।"

ওজাই ক'লে — "কুৰি টকাৰ তলত নোৱাৰোঁ। আনৰ হ'লে তিনি কুৰি টকা ল'লোঁহেতেন; তুমি বিধবা কাৰণেই কম কৰি কৈছো।"

ওজাৰ কথাত যশোদা মহা চিন্তাত পৰিল। শেষত ৰমেনক পঠালে সুভদ্ৰাৰ ওচৰলৈ। ৰমেন গ'লগৈ আৰু সকলো কথা ভাঙি ক'লে। তেতিয়া টকা লৈ ৰমেনৰ লগত আহি সুভদ্ৰা যশোদাহঁতৰ ঘৰ উঠিল। তেওঁ আহিয়ে ওজাক ক'লে — একুৰি কিয়, ডেৰকুৰি টকা মই দিম যদি প্ৰমাণ কৰি দেখুৱাব পাৰে আপুনি।"

"নিশ্চয় পাৰিম। তেন্তে মই কোৱা বস্তুবোৰ আনি দিয়ক।"

এইবুলি কৈ কাৰেণী গছৰ পাত আৰু কিবাকিবি বস্তু আনিবলৈ ক'লে। বস্তুবোৰ বিচাৰি অনাৰ পাছত ওজাই যশোদাক কিবা ঔষধ খুৱাই দিলে। কিছুপৰ যোৱাৰ পিছত যশোদাই বমি কৰিবলৈ ধৰিলে। বমিৰ লগত কিবাকিবি গছৰ শিপা ওলাই পৰিল। ওজাই ক'লে — "মই নকৈছিলোঁ বোলে কোনোবাই ঔষধ খুৱাইছে। এতিয়া প্ৰমাণ পালেনে? আজিৰ পৰা আৰু দোষ নাইকিয়া হৈ যাব। মই কৈছোঁ দেখিবচোন।"

ওজাক ধন্যবাদ দি টকা ডেৰকুৰি উলিয়াই দিলে সুভদ্ৰাই। ওজাই টকাখিনি বেগত ভৰাই বেগাই খোজ ললে।

"তুমি মোক ৰক্ষা কৰিলা বাইদেউ। তোমাৰ ঋণ মই কেনেকৈ শুজিম?"

"মোৰ ধাৰ শুজিব নালাগে, কেৱল লোকৰ ঘৰত নাখালেই হ'ল, যাতে ভৱিষ্যতে এনেকুৱা নহয়। তুমি কাৰো ঘৰত একো নাখাবা।"

এইবুলি কৈ আৰু সুধিলে "আজিও দেখো এইজনী নাই, কলৈ গৈছে?"

"ক'ব নোৱাৰিলোঁ। থকা যেন পাইছিলোঁ দেখো। মাৰ ক'লৈ গ'ল পৰেশ?"

পৰেশক সোধাত সি কৈ দিলে —"আই গাঁৱৰ ফালে ওলাই গৈছে।" সুভদ্ৰাই সুধিলে — "কেতিয়া?"

"ওজা অহাৰ পিচত।" পৰেশে ক'লে।

"বাৰু!" সুভদ্ৰাই যশোদাৰ চকুৰ ফালে চালে। এই চাৱনিৰ অৰ্থ যশোদাই ধৰিব পাৰিলে যে সুভদ্ৰাই যমুনাক কিবা সন্দেহ কৰিছে। তেৱোঁ চালে। সুভদ্ৰাই গহীন হৈ ক'লে—

"বাছি খাবা, জাগি শুবা। ঘৰবৈৰী বিভীষণ নহ'লেনো লঙ্কাৰ ৰজা দশানন মৰেনে?"

যশোদাই একো উত্তৰ নিদিলে, কেৱল জায়েকক কৃতজ্ঞতা জনাই বিদায় দিলে আৰু বাটলৈ আগবঢ়াই থ'লে।

ঘৰলৈ ফিৰি আহি যশোদাৰো চিন্তা হ'ল আৰু সন্দেহো বাঢ়িল। তেনেহ'লে কিজানি এবেঁ ........। তেওঁ ভাবি চিন্তি একো থিৰ কৰিব নোৱাৰিলে। জায়েকৰ ইঙ্গিত কিন্তু বেছ বুজিব পাৰিলে।

ইতিমধ্যে দুপৰীয়াৰ আগে আগে যমুনা আহি ওলাল। তেওঁ আহিয়ে গম পালে যে ওজাই জায়েকৰ পেটৰ ভিতৰৰপৰা ঔষধ উলিয়াইছে। তেওঁৰ অন্তৰ কঁপি গ'ল। কিজানি ওজাই কোনে খুৱাইছে তাৰ কথাও ক'লে। ভয়ত তেওঁৰ ভগৱন্ত কঁপিল। ভয়ে ভয়ে আহি যশোদাৰ খবৰ ল'লে —

"কিনো হ'ল ? ওজাই কি ক'লে বাইদেউ ?" যমুনাই সোধে ইচুতা-সিচুতা কৰি। যশোদাই তেওঁৰ ফালে চাই ক'লে —

"বৰ আচৰিত কথা। ওজাই ঔষধ খুৱাই বমি কৰি ঔষধ বাহিৰ কৰি আনিলে। মোক কোনোবাই ঔষধ খুৱাইছিল। বেটা হৃতচিৰী হোৱাহঁতে মোকো খিয়াল কৰে। বেটীহঁত নিৰ্বংশ হ'ব; মোৰ দৰে খুজি ভাত নোপোৱা হ'ব।" বৰ বিকাৰতে গালি পাৰে যশোদাই। গালিবোৰ যেন যমুনাৰ বুকুৰে শেল যোৱা দিলে। তথাপি মুখত একো নজনাৰ ভাও ধৰি কয়—

"কিজানি সেই ঔষধ ওজাই কিবা কৌশল কৰি খুৱাই তাকে বাহিৰ কৰিছে? তোমালোকে কেনেকৈ বুজিবা ? ওজাবিলাক যি চালাক ! মানুহৰ চকুত ধূলা মাৰি টকা নিয়ে। টকা দিলা নেকি ?"

"দিলো।"

"টকানো কিয় দিলা ? ভুল কৰিলা; টকা দিব নালাগিছিল। কিমান দিলা ?"

"ডেৰকুৰি।"

"উহ! ডেৰকুৰি টকা ল'লে ? ক'ত পালা ইমান টকা ওজাক দিবলৈ ?"

"ডাঙৰ মায়েকে দিলে।"

সুভদ্ৰাই ওজাক টকা দিয়া বুলি জানি যমুনাই তবধ মানিলে — "তেনেহ'লে তেওঁ ........।" যমুনাই বিস্ময় আৰু শংকাত ভীতা-সঙ্কুচিতা হৈ পৰিল। ইফালে যমুনাৰ যুক্তিত যশোদাৰো সন্দেহ হ'ল। ওজাৰ ওপৰত সন্দেহ হ'ল। কিজানি চালাকি কৰি টকাখিনি লৈ গ'ল ? এই চিন্তা আৰু সন্দেহ অহাত যশোদাৰ মনৰ

পৰা যমুনাৰ ওপৰত হোবা সন্দেহ ক্ৰমে পাতলি আহিবলৈ ধৰিলে। সুভদ্ৰা আৰু যমুনা কাৰো কথাতে যশোদা পতিয়ন যাব নোবাৰা হ'ল।

এনেভাবে দুয়ো দুইৰকমৰ সন্দেহ কৰি মনৰ ভাব মনতে ৰাখি অন্য কথা হ'বলৈ ধৰিলে আৰু শেষত নিজৰ নিজৰ ঘৰলৈ গ'ল। অৱশ্যে যমুনাই গাঁবলৈ যোৱাৰ কথা স্বীকাৰ কৰিলে আৰু ক'লে বোলে টকাৰ দৰ্কাৰ কাৰণে মোমায়েকৰ ওচৰলৈ যাব লগা হৈছিল আৰু তেওঁক বাট চাই থাকোঁতে পলম হ'ল।

এনেকৈ কৈ দুয়ো আঁতৰিল। যমুনা আৰু দাসৰামৰ চেষ্টা বিফল কৰাৰ বাবে সুভদ্ৰাৰ ওপৰত যমুনাৰ ভীষণ খং উঠিল। ইয়াৰ প্ৰতিফল দিবৰ বাবে তেওঁ এটা অন্য বুদ্ধি ভাবিলে। এটি নতুন প্ৰচেষ্টা উদ্ভাবন কৰিলে। এইবাৰহে যশোদাৰ অধিক ক্ষতিৰ সম্ভাৱনা।

## ।। দহ ।।

পিচদিনা দাসৰামে শুনিলে যে যশোদাৰ পেটৰ পৰা ঔষধ উলিয়াইছে গেন্ধেলা ওজাই আহি, তেতিয়া তেওঁ বৰ হতাশ হৈ গ'ল আৰু যমুনাৰ লগত গোপনে আলোচনা কৰিলে। শেষত যমুনাই দিহা দিলে যে যোৱাকালি ওজাৰ দ্বাৰা অবৈধ সন্তান প্ৰসৱ কৰাইছে বুলি প্ৰচাৰ কৰিব লাগে। এই কথা আলোচনা কৰি সিদ্ধান্ত কৰিলে আৰু সিদ্ধান্ত কৰিলে যে এই অবৈধ সন্তান দাসৰামৰ ঔৰষৰ আছিল। এনেভাৱে পৰামৰ্শ কৰি গাঁৱত প্ৰচাৰ কৰিব।

সঁচাসঁচিকৈয়ে কেইদিনমান পিচত গাঁৱত জনৰৱ উঠিল যে যশোদাৰ গৰ্ভস্ৰাৱ কৰাইছে। বেয়া কথা বুলিলে প্ৰচাৰ হোৱাত বেছি সময় নালাগে। কেইদিনমান পিচত সমগ্ৰ গাঁৱত কথাটো ৰাষ্ট্ৰ হৈ পৰিল।

ইফালে সিদিনা বমি কৰি ঔষধ উলিওৱাৰ পিচৰপৰা মানুহজনী দুৰ্বল আৰু ক্ষীণ দেখা গৈছে। গতিকে লোকে সন্দেহ কৰাৰ যথেষ্ট কাৰণো আছে। তাৰ উপৰি ওজা অহা কথাটোও সঁচা, এই কথা যশোদায়ো স্বীকাৰ কৰিছে। এইবোৰ বদনামৰ কথা সকলোৰে মুখে মুখে হ'ল।

ইফালে যশোদাৰ দেহ উপভোগৰ লালসা কৰা সকলে উঠি-পৰি লাগিল কেনেকৈনো তেওঁৰ অন্যায় কৰিব পাৰে; কাৰণ কাম পূৰণ নহ'লে মানুহৰ মনত ক্ৰোধৰ উদ্ৰেক হয়, ক্ৰোধৰ পিচত হিংসা আহে। সেই হিংসা চৰিতাৰ্থ কৰিবৰ বাবে মানুহে যি কোনো অন্যায় কামকে কৰিব পাৰে।

কিছুমানে লগলাগি আলোচনা কৰিলে যে যশোদাৰ বিচাৰ কৰিব লাগে; কিছুমানে ক'লে যে তেওঁক জুই পানী আলাগ কৰিব লাগে। এনেভাবে নানা জল্পনা-কল্পনা কৰিলে। ইফালে যমুনা আৰু দাসৰামে দুৰভিসন্ধি কৰিলে যে এইবাৰ যেনেতেনে প্ৰকাৰে যশোদাক নিবই লাগিব। সেইদেখিয়ে ইমান কোৱা মেলা হোৱাৰ পাছতো দাসৰাম আহিল। দাসৰাম বাৰান্দাত বহা দেখি ছোৱালীজনী কোলাত লৈ যমুনাও আহিল যশোদাৰ ঘৰলৈ। যশোদাই অলপ আচৰিত যেন হ'ল। আনদিনা কোনোদিনেতো তেওঁ এনেভাবে নাহে। যমুনাই আহিয়ে ঘৰলৈ সোমাই গ'ল। যশোদাই বহিবলৈ দিলে। যশোদাৰ কিন্তু কোনো কথাতে যেন স্পৃহা নাই। দাসৰাম অহা জানিছে, কিন্তু আগৰ দৰে উচ্ছ্বাস নাই। আচৰিত কথা

যে ঔষধ উলিওৱা দিন ধৰি যশোদাৰ মনৰ পৰিবৰ্তন হৈছে। আগৰ দৰে তেওঁ গহীন হৈছে। মনৰ পাতল ভাৱবোৰ আঁতৰি গৈছে। দাসৰামৰ প্ৰতি থকা তেওঁৰ আকৰ্ষণ যেন সিদিনাৰপৰা নাইকিয়া হৈ গৈছে। ক'বলৈ গ'লে দাসৰামক দেখিবকে নোৱাৰা হৈছে। তেওঁৰ মনৰ ভাব দাসৰাম আৰু যমুনাই কিছু ধৰিব পাৰিছে যদিও খাটাং সিদ্ধান্তলৈ আহিব পৰা নাই।

কথাৰ মোৰ উলিয়'ই আৰম্ভ কৰিলে প্ৰথমে যমুনাই– "মামা দেখো আজি পুৱাতে ওলালা, কিয় আহিলা?"

তেওঁৰ কথা শুনি বাহিৰৰ চকীত বহি থকা দাসৰামে মাত লগালে — "মোৰ কাপোৰযোৰ নিবৰ বাবে আহিলোঁ, তেওঁক মাতাচোন। টকাখিনিও লৈ যাওকহি।"

যমুনাই আঞ্জা কুটি থকা যশোদাক প্ৰশ্ন কৰিলে — "কি কাপোৰ আছে বাইদেউ?"

যশোদাই যমুনাৰ কথাৰ একো উত্তৰ নিদি উঠি গৈ হাত ধুলে আৰু বাকচৰপৰা চুৰিয়া দুখন আৰু চেলেং দুখন উলিয়াই আনি বাহিৰলৈ আহি দাসৰামৰ আগত দি ক'লে — "এই চাৰিখন কাপোৰ লৈ যোৱা।"

"বানচ কিমান দিম? বৰ্ত্তমান এই দহ টকা লোৱা।"

"বানচ নালাগে মামা। তুমি যমুনাৰ মোমায়েক হ'লে মোৰো মামা। গতিকে মোমায়েকৰ পইচা ভাগিনীয়ে ল'মনে? মোক পইচা নালাগে, কেৱল অনুগ্ৰহ কৰি তুমি এটা কাম কৰি দিব লাগে। দিবানে?"

যশোদাই দাসৰামৰ মুখলৈ চালে। দাসৰামে তবধ মানিলে, কাৰণ আজি হঠাতে যশোদাই তেওঁক মামা বুলি মাতিছে। তেওঁ থৰ হৈ যশোদাৰ ফালে চাই ৰ'ল। তাকে দেখি যশোদাৰ কাষতে থকা যমুনা হতবাক হৈ গ'ল। পিচত তেওঁ সুধিলে — "কি কাম বাইদেউ?"

"মোৰ ঘৰলৈ নহা কাম। আজিৰ পৰা মোৰ ঘৰলৈ মামা নাহিলেই মোৰ বানচতকৈ বেচি লাভ হ'ব। অনুগ্ৰহ কৰি যেন আৰু মোৰ ঘৰলৈ নাহে।"

দাসৰাম আৰু যমুনা দুয়ো হতবাক হৈ গ'ল। কি অপ্ৰত্যাশিত আদেশ! মোকো কাপোৰ নালাগে। বানচ নিদিয়াকৈ মই কাপোৰ নিনিওঁ। লোকে বদনাম কৰা দেখি মোক খং কৰিলে কি হ'ব? বৰং লোকৰ কথা বন্ধ কৰিব লাগে

বদ্‌নাম বন্ধ কৰিব খুজিলে, আমি অৰ্থাৎ তুমি আৰু মই বন্ধ কৰি দিব পাৰো....।”

“বদনাম বন্ধ হ'বৰ বাবেই তুমি আহিব নালাগে।”

“অন্য উপায়েৰেওতো পাৰি বাইদেউ?” যমুনাই কয়।

“কি অন্য উপায়?” যশোদাই সোধে।

“তুমিও বিধবা আৰু মোৰো তিৰোতা ঢুকাইছে গতিকে বদ্‌নাম বন্ধ হ'বৰ উপায় .....।” দাসৰামে কয়।

“ঠিকেই ভাবিছে মামাই।” যমুনাই হয়ভৰ দিয়ে। খঙত চকু-মুখ ৰঙা হৈ উঠে যশোদাৰ। তেওঁ যমুনাৰ ফালে তীব্ৰভাৱে চাই কৈ উঠে —

“তুমিও মোক এনে নিলাজ কথা কোৱা? যোৱা এই মুহূৰ্ত্তে দুয়োজনে মোৰ ঘৰৰ পৰা উঠি যোৱা আৰু কোনোদিনে মোৰ ঘৰলৈ নাহিবা।” এইবুলি আঙুলি সংকেত দি দুয়োকে বিদায় দি যশোদা ঘৰ সোমায়। হঠাৎ যশোদাৰ এনে অপমান জনক কথা শুনি এওঁলোক দুয়ো ভয়ঙ্কৰভাৱে ৰাগান্বিত হৈ উঠিল আৰু ক'বলৈ ধৰিলে — “ইমান অহংকাৰ এজনী বিধবাৰ! বাৰু দেখিম এই অহংকাৰ কিমান দিন থাকে।”

“খাবলৈ নোপোৱাৰ বৰ কথা। কিমান মানুহৰ লগত তোমাৰ হাত-বাত আছে মই এই চকু দুটিৰে আজি ইমান দিনে দেখিয়ে আছোঁ। কিমান মানুহ দিনে-ৰাতি ঘৰত সোমায়; তুমি কৰা বাহাদুৰি? মোক অপমান কৰা? যমুনাক চিনা নাই। বাৰু দেখিম? আহা মামা?” এইবুলি ধমক দি যমুনাই দাসৰামক টানি লৈ যায় নিজৰ ঘৰলৈ; আৰু গুড় গুড়কৈ কিবাকিবি অশ্লীল কথা উচ্চাৰণ কৰি গালি পাৰি থাকে। যশোদাই একো ক'ব নোৱাৰিলে। খঙৰ কোবত তেওঁৰ দ্বাৰা এনে বাক্য আৰু ব্যৱহাৰ সংঘটিত হ'ব বুলি তেওঁ ভবাই নাছিল। কথাষাৰ কৈ আহিয়ে তেওঁৰ মূৰ ঘূৰি গৈছিল। বিচনাত পৰি গ'ল তেওঁ।

কিছুপৰৰ পিচত যেতিয়া এওঁলোকে লম্ফ-জম্ফ কৰি বাহিৰ ওলাই গ'ল তেতিয়াহে তেওঁৰ চেতনা আহিল। তেওঁ বিচনাখনত শুই শুই কান্দিবলৈ ধৰিলে। কি ক'লে তেওঁ। কি কৰিলে তেওঁ !! খঙৰ কোবত হঠাতে দুঘৰ মানুহক শত্ৰু কৰি ল'লে। এনেয়ে গাঁৱত নানা বদনাম ৰটনা কৰিছে; কোনো সহায় নাই; তাৰ উপৰি দুটা ডাঙৰ শত্ৰু বনোৱা হ'ল। এইবাৰহে তেওঁৰ ৰক্ষা নহ'ব। তাকে ভাবি ভাবি তেওঁ কান্দি-কাটি বাগৰি থাকিল। সিদিনা দুপৰীয়া আৰু ভাত ৰন্ধা নহ'ল। কটা আঞ্জা-তৰকাৰী এনেয়ে মজিয়াতে থাকিল।

ৰমেন স্কুলৰ পৰা ফিৰি আহি পোৱাৰ আগতে যাতে ভাত হয় তাৰ কাৰণে চিন্তা কৰি চকুলো মচি তেওঁ বেলি লহিওৱা সময়ত ৰান্ধনি ঘৰলৈ গ'ল। সিদিনা আবেলিহে ভাত খালে। ৰাতি আৰু ভাত খোৱা নহ'ল।

পিচদিনাৰ পৰা যমুনা আৰু দাসৰামৰ ষড়যন্ত্রত গাঁৱৰ একশ্ৰেণী মানুহ লগ লাগি এখন মেল পতাৰ দিহা কৰিলে যাতে যশোদাৰ অপবাদৰ দণ্ড লোৱা হয়, নহ'লে কামে-কাজে একেলগে তেওঁক লৈ নাখাব। দুদিনমান পলমে সঁচাকৈয়ে গোসাই ঘৰৰ চোতালত কিছুমান মানুহ গোট খালে। ইতিমধ্যে মানুহৰ মাজত কোৱা-কুই হৈছে যে দাসৰামে চোৰ বুলি স্বীকাৰ কৰিছে আৰু যমুনা সাক্ষী আছে। যশোদাৰ যে দণ্ড হ'ব ই ধুৰুপ। দৰকাৰ হ'লে যশোদাক দাসৰামৰ ডিঙিতে আঁৰিব লাগিব — কিছুমানে অভিমত প্ৰকাশ কৰে। এনেভাবে নানাজনে অভিমত প্ৰকাশ কৰি থকাৰ পিচত এদল ডেকা ল'ৰা আহিল আৰু কিহৰ মেল কৰিছে সুধিলে। তেওঁলোকে জানিব পাৰিলে যে এজনী অসহায়া বিধবাৰ বিৰুদ্ধে এই বীৰ পুৰুষসকলৰ অভিযান। তেওঁলোকৰ খং উঠিল। তাৰ উপৰি আৰু এটা কথাত বেছিকৈ খং উঠিল যিসকল লোক মেলকি হিচাপে আহিছে, সেইবিলাকৰ বেচিভাগৰ চৰিত্ৰৰ ওপৰত মানুহৰ বিশ্বাস নাই। গতিকে এইসকল পোহৰৰ ভদ্ৰলোক আৰু আন্ধাৰৰ কুম্ভীৰ সকলে আনকো নিজৰ শাৰীত তুলিবলৈ চেষ্টা কৰা যেন দেখি এওঁলোকৰ খং উঠিল। দুজনমানে স্পষ্ট কৰি ঠাট্টা কৰিলে -- 'চোৰৰ বিচাৰ ডকাইতে কৰিব। বেচ্ মজাৰ বিচাৰখন হ'ব।"

অন্য কিছুমানে ক'লে —"সবাৰো নাম জয়হৰি। সবাৰো চুলি পকা, কাকনো বুলিম ককা?" এইবোৰ শ্লেষপূৰ্ণ উক্তিত সমাজৰ মানুহৰ খং উঠিল। তেওঁলোকে ধমক দিলে — "ওঠ টিপিলে গাখীৰ ওলোৱা ল'ৰা হৈ ইমান কথা? আজিৰ ল'ৰা হৈ পৰহিৰ গীত গাব আহিছ? লাজ নালাগেনে তহঁতৰ বাপেৰহঁতৰ বয়সৰ মানুহক ঠাট্টাকৰিবলৈ ? গুছি যা ইয়াৰ পৰা।" এনেভাৱে ধমক দিয়াত ল'ৰাহঁতে বেচিকৈহে ঠাট্টা আৰম্ভ কৰিলে — "কালৰো কাল বিষম কাল, হৰিণাই চেলেকে বাঘৰ গাল। হৰি হৰি। কি দিন পৰিল! খাই কাৰ্শলা ডালত উঠিল, কাঠি চেলেকাৰ মৰণ মিলিল। বৌ-বৰালি সৰকি গ'ল, পুঠি-খলিহা পাহে পাহে ৰল।" এনেভাৱে ফকৰা-যোজনা দি ঠাট্টা আৰম্ভ কৰাত মানুহবিলাকৰ খং বেচিকৈ উঠিবলৈ ধৰিলে। শেষত নবীন আৰু প্ৰবীণ দুই দলৰ মাজত উত্তপ্ত তৰ্ক চলিল আৰু ডেকা দলে

তেওঁলোকক উঠাই দিলে। "বাৰু দেখিম আজি কোনে ইয়াত কি মেল কৰে। আজি সকলোৰে বিচাৰ হ'ব লাগিব। ইয়াত বহি থকা ভদ্ৰলোক সকলৰ প্ৰত্যেকৰে বিচাৰ হ'ব লাগিব। আমি সকলোৰে কথা উলিয়াম। আজি সকলোৰে বিচাৰ হ'ব লাগিব।" এনেভাৱে দৃঢ়ভাৱে লাগি সকলোটিয়ে বহি পৰিল দল বান্ধি। তাকে দেখি এওঁলোকৰ অন্তৰে অন্তৰে ভয় হ'ল, জানোচা ইহঁতে আগৰ ঘটনাবিলাকৰ কথা পাতিবলৈ ধৰে। ইয়াকে ভাবি ইচুতা-সিচুতা কৰি দুই-এজনকৈ লাহে লাহে আন্ধাৰৰ আঁৰ লৈ উঠি যাবলৈ ধৰিলে। তেতিয়া তাৰে মাজৰপৰা এজনে মাত দি উঠিল — "বিচাৰ কৰিনো কি কৰিবা, আমাৰ চৰকাৰেই পৰিয়াল পৰিকল্পনা আঁচনি কৰিছে আৰু জন্ম নিৰোধৰ ব্যৱস্থা কৰিছে। এতিয়া এইবোৰ বাদ-কৈফাদৰ কথা বিচাৰ কৰাৰ একো অৰ্থ নাই। ই আইনসংগতো নহয়। কিবা যদি নষ্ট হৈছে তাৰ বাবে চৰকাৰে যশোদাক জগৰীয়া নকৰে আৰু দুটি সন্তান থকা দাসৰামকো দ্বিতীয়বাৰ ধেমনী ল'বলৈ চৰকাৰে জোৰ নকৰে। গতিকে এইবোৰ এৰি পেলোৱাই মঙ্গল।" এইবুলি মেল নাপাতিবৰ বাবে ৰাইজক ইঙ্গিত দিলে অলপ শিক্ষিত ধৰণৰ আদহীয়া লোক এজনে। তাকে শুনি সোঁত চাই নাও দিয়া ধৰণৰ টেঙৰ লোক কিছুমানে তেওঁৰ কথাত হয়ভৰ দিলে আৰু নিজৰ নিজৰ মন্তব্য দি নিজৰ মান বচাই এজন-দুজনকৈ উঠি যাবলৈ ধৰিলে। ডেকা দলে হাঁহি বিদ্ৰূপ কৰিবলৈ ধৰিলে; কিন্তু ছেগ বুজি কাম কৰা ধুৰন্ধৰ লোক-সকলক এইবোৰ কথাই জানো ৰাখিব পাৰে? তেওঁলোক গৈ গৈ শেষ হ'ল।

সিদিনাৰপৰা দাসৰাম আৰু যমুনাৰ কল্পনাৰ মুদা মৰিল।

লাহে লাহে দিন বাগৰি গ'ল। যশোদাই আগৰ দৰে কাৰো কানি-কাপোৰ নবয়। তাঁত-শাল যেন'বন্ধ কৰিব এনে ভাব হ'ল। কিন্তু কৰিব কি? তাঁতশাল চলালে টকা আহে আৰু লগতে মানুহৰো সমাগম হয়। জীৱন-ধাৰণৰ কাৰণে টকাৰ দৰকাৰ, কিন্তু বদ্‌নামৰ পৰা ৰক্ষা পোৱাৰ একো বাট নাই। গতিকে বাধ্য হৈ তেওঁ তাঁতশাল বন্ধ কৰি দিলে। ভাবি-চিন্তি তেওঁ ঠিক কৰিলে যে তেওঁ লোকৰ ভুঁই ৰুই জীৱন ধাৰণ কৰিব। ভুঁই ৰুবলৈ গ'লে পথাৰত থাকিব লগৰীয়া ৰোৱনীৰ স'তে। তাত কষ্ট আছে; কিন্তু বদ্‌নামৰ পৰা ৰক্ষা পাব। ৰ'দ-বৰষুণ, পানী-পেক, জোক-মহৰ অত্যাচাৰ সহ্য কৰিব লাগিব; কিন্তু লোকৰ কথাৰ খোঁচা সহ্য কৰিব নালাগিব — লম্পট, দুষ্টৰ দুৰ্ব্যৱহাৰৰপৰা ৰক্ষা পৰিব। তাকে ভাবি তেওঁ ৰোৱনী হোৱাকে ঠিক কৰিলে।

কথা অনুযায়ী কাম। লোকৰ পথাৰত ৰুৱা ৰুই আহি ঘৰত কানি-কাপোৰ সলাই গা ধুই উঠি ভাত-পানী ৰান্ধে। এনেভাৱে ঘৰত আৰু পৰৰ পথাৰত কাম কৰিব লগা হোৱাত বৰ কষ্ট হৈছে তিৰোতাজনীৰ।

মাকৰ এনে কষ্ট দেখি ৰমেনে স্কুল এৰিবৰ বাবে মন কৰিলে — "মই আৰু স্কুললৈ নাযাওঁ আই।"

"কিয় ?" প্ৰশ্ন কৰে যশোদাই।

"তোৰ বৰ দুখ হৈছে আই। মই কোনো মানুহৰ বান্ধনি হৈ থাকিম।"

"তোক ৰান্ধনি কৰি থৈ মই তোৰ পৰা পইচা আনি খাম ? মই মৰি গ'লেও তোক কাৰো ওচৰত চাকৰ কৰি থ'ব নোৱাৰিম। তই স্কুললৈ যাবই লাগিব। ঈশ্বৰে আমাকনো এদিনো মুৰ দাঙি নাচাবনে ? তই ডাঙৰ হ'লে লেখা-পঢ়া জানিলে মোৰ দুখ নাথাকিব বোপা; তই পঢ়িবই লাগিব। তোক মই পঢ়াম সোণ।" এনেকৈ কৈ ৰমেনক সাৱটি ধৰি চুমা খায় মাকে। মৰমতে তেওঁৰ চকুলো ওলায়, তাৰো ওলায়।

মাক ৰাতিপুৱাতে ভুঁই ৰুবলৈ ওলাই যায়। ৰমেনে ৰান্ধি-বাঢ়ি খাই-লৈ ভায়েক-ভনীয়েক দুটিক লগত লৈ, ঘৰত তলা মাৰি বন্ধ কৰি স্কুললৈ যায়। লগতে খুৰীয়েকৰ ল'ৰা দুটিকো লৈ যায়। সিহঁতে ৰমেনক মানে। এই সৰু ল'ৰা ছোৱালীহঁতক সিয়ে অ, আ, ক, খ, শিকায়।

এনেভাৱে মহা কষ্ট কৰি জীৱন অতিবাহিত কৰিব ধৰিলে যশোদাই। তেওঁৰ এনে দুখ দেখি যমুনাই পেটে পেটে আনন্দ পালে। "পাওক বেটীয়ে মজাপালি ভালকৈ এতিয়া। ইমান অহঙ্কাৰ' ক'ত গ'ল এতিয়া সেই গৰ্ব ? বেটীৰ মজা ওলাওক।

সিদিনা এটা বৰ বেয়া কথা শুনিলে ৰমেনে। খুৰীয়েকহঁতৰ ঘৰত পৰেশহঁতক শিকাই থাকোতে খুৰীয়েকে তাক সুধিলে —

"ৰমেন আজি ভাত খোৱা নাই ?"

"খোৱা নাই খুৰী, আই আহিয়ে পোৱা নাই। মই স্কুললৈ যাওঁতে চাউল নোহোৱাৰ কাৰণে ভাত ৰন্ধা নহ'ল; আই আহিলেহে চাউল আনিব।"

"মহেন আৰু ৰত্নাই নোখোৱাকৈ ইমান সময়লৈ কেনেকৈ আছে ?"

"অলপ পন্তা ভাত আছিল, তাকে সিহঁত দুটাক দিছে আয়ে।"

"তোক নিদিলে সতীয়া ল'ৰা দেখি, অথচ নিজৰ ল'ৰা-ছোৱালীক খুৱালে। সঁচাকৈ মাহীমাক হ'লে তেনে নিদাৰুণী হয়েই।

মাহীমাক বুলি কোৱাত ৰমেনৰ মুখখন ক'লা পৰি গ'ল। সি খুৰীয়েকক ক'লে —"আয়ে মোকো দিছিল, কিন্তু ভাইটি আৰু ভনীটীক ন্‌টিব বুলি ভাবি মই নাখালোঁ, সিহঁত দুটাক ভগাই দিলোঁ।"

"মই বুজিছোঁ বোপা, মাহীমাৰৰ মৰম কেনে! বাৰু আহ, মোৰ ইয়াতে খাই যা দুটামান।" .

ৰমেনৰ খং উঠিছে খুৰীয়েকৰ ওপৰত মাকক বেয়া বুলি কোৱাত। সি তৎক্ষণাৎ ক'লে—"মই নাখাওঁ খুৰী। মই যাওঁ। আই আহি পালে ভাত ৰান্ধিবলৈ খৰি আনি দিব লাগিব। তইঁতে পঢ়ি থাক পৰেশ।"

এইবুলি কৈয়ে ৰমেন উঠিল। খুৰীয়েকে ধৰিব পাৰিলে যে সি বেয়া পাইছে। গতিকে তাক মিঠামাতেৰে ক'লে—

"ভাত খাই যা বোপা, মই তইঁত গোটেইকেইটাকে একেলগে ভাত দিছোঁ।"

"মই নাখাওঁ; মই যাওঁ।" এনেকৈ কৈয়ে ৰমেন ওলাই গুছি আহিল। ঘৰত মহেন আৰু ৰত্নাই ৰং কৰি আছিল, ককায়েক অহা দেখি দৌৰি আহি সুধিলে—

"আই অহা নাই ককাইদেউ?"

"আহিব এতিয়াই। আহ, আমি খৰি আনো আহ।"

এনেকৈ দুয়োকো মাতি নিলে আৰু বাৰীৰপৰা খৰি আনিবলৈ গ'ল। হেন সময়তে মাক আহি পালে। হাতত চাউলৰ টোপোলা।

"ৰমেন।"

মাকে মাত দিয়াৰ লগে লগে সিহঁত বাৰীৰপৰা দৌৰি আহিল। মাকৰ লগত সকলোটিয়ে ৰান্ধনিঘৰত সোমাল। মাকে খৰধৰ কৰি গাটো ধুই আহি ভাতৰ চৌকাত জাল মাৰিলে। সিহঁতে খৰি আৰু তৰকাৰী যোগাৰ কৰিবলৈ ধৰিলে। ভাত হোৱাৰ লগে লগে তেওঁলোকে খাই উঠিল। তেতিয়া আবেলি তিনিমান বাজিছে।

সিদিনা ৰাতি আৰু তেওঁলোকে ভাত নাখালে। আবেলি খোৱাৰ বাবে ভোক নাছিল।

ৰাতি শুবৰ সময়ত ৰমেনে মাকৰ আগত্তে খুৰীয়েকে কোৱা কথাবিলাক ক'লে, আৰু ক'লে যে সি সেইবোৰ কোবাৰ কাৰণে তৎক্ষণাৎ গুচি আহিছে। মাকে মৰমতে তাক সাৱটি বুকুৰ মাজত লৈ চুমা খাই পিঠিখন পিহি পিহি ক'লে— "মোৰ ধনক কোনে কি কয়? আজিৰপৰা আৰু সেইফালে নাযাবি সোণ। সিহঁত বেয়া মানুহ।" তাৰ পিচত অলপ টলকা মাৰি পুনৰ ক'বলৈ ধৰিলে—

"মোক মাহীমাক বুলি কৈছে। আচল মাকহঁতে আহি নুখুৱায় কিয়?"

"তই বোলে মোক মৰম নকৰ। তই বোলে মোৰ মাহী আই। সেইদেখি মৰম নকৰা বুলি কৈছে।" ৰমেনে কয়।

"এই বিলাক আমাৰ শত্ৰু মানুহৰ কথা বোপা, সেইবিলাক কথা তই নুশুনিবি।"

"নুশুনো আই। মই আৰু তালৈ নাযাওঁ। ভাইটি আৰু ভণ্টিকো যাবলৈ নিদিওঁ।"

"এতিয়া শুই থাক সোণ; মনে মনে থাক; ভাইটি আৰু ভণ্টিয়ে সাৰ পাব।"

সি শুই থাকিল; কিন্তু যশোদাৰ টোপনি নাহিল। যমুনাৰ কথা ভাবি থাকিল। ৰমেনৰ মনত বিহগছৰ গুটি সিঁচি দিবলৈ ধৰিছে। এতিয়া ৰমেন ডাঙৰ হৈছে, বুজা হৈছে কিছু; আজি কালি আৰু আগৰ দৰে সতীয়া ল'ৰা মানে দুষ্ট ল'ৰা বুলি কৈ তাক ফাকি দিয়া দিন নাই। স্কুলত পঢ়াৰপৰা সি সেইবোৰ অৰ্থ বুজা হৈছে। সতীয়া মাক মানেও সি বুজে। গতিকে তাৰ মনত সঘনে এইবোৰ শব্দ উচ্চাৰণ কৰিলে তাৰ প্ৰতিক্ৰিয়া কেনে হয় তেওঁ চিন্তা কৰিবলৈ ধৰে। ভাবোঁতে ভাবোঁতে তেওঁৰ মূৰ ঘূৰি যায়। বহু ৰাতিলৈ তেওঁৰ টোপনি নাহিল; নানা দুশ্চিন্তাই মন মেঘাচ্ছন্ন কৰি তুলিলে।

## ।। এঘাৰ ।।

দিন যায় মানে যশোদাৰ দুখ কুলাই-পাচিয়ে নধৰা হৈ আহিল। সকলো সময়তেতো ৰুৱা ৰুবলৈ নালাগে? গতিকে খৰালি মাহকেইটা বহি কটাবলগীয়া হ'ল। এতিয়া খায় কেনেকৈ? ইফালে দিনে দিনে খোৱা বস্তুৰ দাম চৰি আহিছে। ধানৰ দাম আজি এক কালি এক। যশোদাই ভাবি-চিন্তি একো পাৰ নোপোৱা হ'ল। আকৌ লঘোণ পৰা দিন আহিল। ইফালে কোনো কুটুম্ব নাইবা বন্ধু নাই সহায় ক ৰিবলৈ। বেচেৰী নিতান্ত নিৰুপায় হ'ল।

আজি দুপৰীয়াৰ বাবে চাউল নাই, কোনোফালে ধাৰলৈ ধৰিবলৈও উপায় নাই, কাৰণ বজাৰত চাউল বন্ধ হৈছে — দেশত ধান-চাউলৰ নাটনি হৈছে। সকলোফালে হাহাকাৰ লাগি উঠিছে দেশত! টকা থাকিও চাউলৰ অভাৱত মানুহ লঘোণ পৰিছে; এওঁৰতো টকাই নাই। কন্ট্ৰোল দোকানত জনমূৰি আধাকিলো চাউল দিছে সপ্তাহত। চৰকাৰৰ এই 'ৰেচনিং' ব্যৱস্থাই বাৰু কি সুচাইছে? দেশত যে চাউলৰ মাৰাত্মক নাটনি হৈছে তাকে নুবুজায়নে? দুৰ্ভিক্ষৰ সময়তহে তেনে ব্যৱস্থা হয়। এসপ্তাহত আধাকিলো চাউলেৰে জানো এজন মানুহ জীয়াই থাকিব পাৰে? আধাকিলো এদিনৰ খাদ্য। গতিকে ছয় দিন লঘোণ দিব লাগিব। ইয়ে চৰকাৰৰ খাদ্যনীতিৰ কেনে চিত্ৰ অঙ্কন কৰিছে তাক ভালকৈ অনুমান কৰিব পাৰি। এই নাটনি আচলতে প্ৰকৃত নাছিল — আছিল কৃত্ৰিম। আন্তঃৰাষ্ট্ৰীয় বজাৰত ভাৰতীয় টকাৰ মূল্য হ্ৰাস কৰাৰ সুবিধা গ্ৰহণ কৰিলে আমাৰ ভাৰতীয় ধনিক শ্ৰেণীয়ে। শতকৰা ৩৬% কৈ টকাৰ মূল্য কমাই দিলে ডলাৰৰ তুলনাত। অৱশ্যে টকাৰ মূল্য হ্ৰাস কৰা আন্তঃৰাষ্ট্ৰীয় বজাৰতহে ভাৰতীয় বস্তুৰ মূল্য কমিল, কিন্তু ভাৰতৰ বস্তুৰ মূল্য বঢ়া-টুটাৰ একো - প্ৰতিক্ৰিয়া হ'ব নালাগিছিল, কাৰণ, ভাৰতৰ টকা ভাৰতত একেদৰে থাকিল। কিন্তু লাভখোৰ কাৰবাৰী মহাজন ধনিকসকলে এই সুযোগ গ্ৰহণ কৰিলে। তেওঁলোকে ভাৰততে ভাৰতীয় টকাৰ মূল্য কমা বুলি বস্তুৰ বজাৰ বেচি কৰি দিলে। ভাৰতৰ টকাৰ মূল্য কিহৰ লগত কমিল? এই প্ৰশ্ন কৰা মানুহ ভাৰতত কোনো নাই। কাৰণ ধনিক আৰু ৰাজকৰ্ম্মচাৰী উভয়ে লাভবান হ'ল; কেৱল মৰিল গৰীব সাধাৰণ শ্ৰেণীৰ লোকহে। গতিকে কাৰবাৰী শ্ৰেণীয়ে বস্তুৰ মূল্য বঢ়াই দি গুদামত থকা মালৰ মূল্য দুগুণ পালে। ইফালে

বস্তুৰ মূল্য বঢ়াৰ বাবে চৰকাৰী কৰ্ম্মচাৰীসকলেও দৰমহা বঢ়াই ল'লে। এতিয়া মৰিল কোন? দুখীয়া শ্ৰেণী আৰু সাধাৰণ ৰাইজ নহয় জানো। এই অৱস্থাত চাউলৰ কিলো গুৱাহাটীত দুটকা আৰু কলিকতাত পাঁচ টকা হ'লগৈ। দেশত যে চৰকাৰ আছে তাক কোনো কাৰবাৰীয়ে খাতিৰ নকৰা হ'ল। ইফালে কাৰবাৰীক শাসন কৰিব নোৱাৰে চৰকাৰে। কাৰণ মন্ত্ৰী, এম, এল, এ, এম, পি, সকলক ইলেক্‌চনত ধন দি জয়যুক্ত কৰাইছে ধনিক শ্ৰেণীয়ে। গতিকে এতিয়া কৃতজ্ঞতাৰ খাতিৰত এওঁলোকক শাসন কৰিব নোৱাৰে; আনফালে সাধাৰণ মানুহে হাহাকাৰ কৰি সভা-শোভাযাত্ৰা কৰি চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ প্ৰকাশ কৰিবলৈ ধৰিলে। শেষত নিজৰ গা বচাবলৈ চৰকাৰে কণ্ট্ৰোলৰ মালৰ মূল্য বঢ়াই দিলে। আগে যি দাম আছিল তাতোকৈ বহুত বেচি দাম বান্ধি দিলে; অৰ্থাৎ মহাজনসকলে চোৰাং বজাৰত যি দামত বেচে সেই দাম বান্ধি দিলে চৰকাৰে কণ্ট্ৰোল মালত। এই দুৰ্ব্বলতা বুজিব পাৰি কাৰবাৰীসকলে চোৰাং বজাৰত আৰু দাম বঢ়ালে। চোৰাং বজাৰত যি দাম হয়, কেইদিনমান পিচত কণ্ট্ৰোলত সেই দাম হয় এনেভাৱে কাৰবাৰীয়ে দাম বঢ়ায় আগে আগে, চৰকাৰে পিচে পিচেবঢ়ায়। চোৰাং বজাৰীৰ পিচে পিচে চৰকাৰ চলিল। এনেভাৱে গৈ গৈ শেষত চৰকাৰ ভাগৰি পৰিল। দেশৰ মানুহৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। নানা সমালোচনা কৰিবলৈ ধৰিলে সাধাৰণ মানুহে চৰকাৰক। নিৰুপায় হৈ চৰকাৰে চোৰাং বজাৰৰ নাম সলনি কৰি মুকলি বজাৰ দিলে। ৰেডিঅ'ত চোৰাং বজাৰৰ সলনি মুকলি বজাৰ বুলি ঘোষণা কৰিবলৈ ধৰিলে। চৰকাৰৰ এনে দুৰ্ব্বলতা দেখি শিক্ষিত শ্ৰেণীয়ে এনে লাজ লগা কথাত নাক কোঁচাই দিলে; কিন্তু সাধাৰণ মানুহৰ হ'লে দুখ নুগুচিল। গণতন্ত্ৰৰ নামত যে ভাৰতত ধন তন্ত্ৰৰ আধিপত্য চলিছে তাৰ প্ৰমাণ হ'ল ভালকৈ। হায় নিৰুপায় ভাৰতবাসী! হায় জনতা!

বহু আইন-কানুন কৰিও ক'লাবজাৰ বা চোৰাং বজাৰ বন্ধ কৰিব নোৱাৰিলে। অৱশ্যে চৰকাৰৰ কৰ্ম্মচাৰীসকলৰ বুদ্ধি-বৃত্তি যে বেপাৰী শ্ৰেণীতকৈ কম তাক কোৱাৰ প্ৰয়োজন নাই; কাৰণ বুদ্ধিবৃত্তি বেচি থাকিলে স্বাধীন কাৰবাৰ কৰিবলৈ এৰি কোনেও চাকৰিলৈ নাযায়। চৰকাৰী চাকৰি মানেও চাকৰিহে। তেওঁলোক কৰ্ম্মচাৰী মানে চাকৰ। চৰকাৰৰ চাকৰ। বুদ্ধিমান মানুহ কেতিয়াও চাকৰ নহয় — হয় প্ৰভু। গতিকে কৰ্ম্মচাৰী চাকৰসকলে বেপাৰী প্ৰভুসকলক বশ কৰিব

কিৰূপে? ফলত দেশত বেপাৰীসকলৰ অবাধ ৰাজত্ব চলিছে। এইদুষ্ট বেপাৰীসকলৰ অত্যাচাৰ আৰু ভেটিখোৰ কৰ্ম্মচাৰীসকলৰ উপদ্ৰৱত ভাৰতীয় জনতাৰ দুখ-লাঞ্ছনাৰ অন্ত নাইকিয়া হৈছে। এই অত্যাচাৰৰ কবলত পৰিছে যশোদাহঁত। এওঁলোকৰ গতি মৰণৰ বাহিৰে বাৰু অন্য কি হ'ব পাৰে? তেওঁলোকে ভাগ্যক ধিয়াই মৰণৰ অপেক্ষা কৰাৰ বাহিৰে গত্যন্তৰ নাই।

দিনত খোৱা নাই 'ৰাতিও খোৱা নাই। ল'ৰা-ছোৱালী তিনিটি অস্থিৰ হৈ পৰিছে। ৰমেনে বুজে ; সি একো নকয় ; কিন্তু মহেন আৰু ৰত্নাই ঘনে ঘনে মাকক ভাত খোজে। মাকে কান্দি কান্দি কয়— "ভাত ক'ৰপৰা দিম বাছাহঁত। চাউল নাই।"

"চাউল কিনি আন আই। মোৰ বৰ ভোক লাগিছে।" মহেনে কয়।

"পইচা নাই বোপা, কিহেৰে কিনিম ?" যশোদাই কয় আৰু চকুলো টোকে।

মই আজি মৰি যাম আই— মোক অলপ — এমুঠিমান ভাত খাবলৈ দে। মোৰ পেটটো ৰুকি ৰুকি খাব ধৰিছে আই ; মৰি যাম।" ৰত্নাই ফেকুৰি ফেকুৰি কয়।

ৰমেনে চকুলো মচি দুৰ্ব্বল মাতেৰে কয়-– ভণ্টিক অলপ কিবা খাবলৈ দে আই, নহ'লে ভণ্টীজনী মৰি যাব।" সি তাইক সাবটি ধৰি কোলাত লয়। মাকে কান্দি কান্দি কয়— "মই মৰি নগ'লোঁ কিয়? হে ঈশ্বৰ! আজি মোক মাৰি নিয়া প্ৰভু!"

মাকৰ কান্দোনে সকলোটিকে দুখত অধীৰ কৰি তুলিলে। সেই ৰাতিও সিহঁত অভুক্ত হৈ ৰ'ল। ৰাতি সিহঁতৰ টোপনি নাহিল। ৰাতিপুৱাতে যেতিয়া বিচনাৰপৰা উঠিল তেতিয়া যেন কোনেও উঠিবই নোৱাৰে। অতি দুৰ্ব্বল হৈ পৰিছে। সিহঁতে বাহিৰলৈ ওলাই আহি বাহিৰৰ ফালে চাইছে; দেখিছে যে চাউল-আটাৰ টোপোলা লৈ বহুত মানুহ দোকানৰপৰা ঘৰলৈ যাবলৈ ধৰিছে। চাউলৰ টোপোলা দেখি সিহঁতৰ চকু যেন বাঘৰ দৰে উজ্জ্বল আৰু তীব্ৰ হৈ উঠিছে। এতিয়াই গৈ যেন চাউলবোৰ চোবাই খাব। ভোকৰ তাড়না যেন আৰু বাঢ়িছে। ভোগৰ বস্তু দেখিলে ইন্দ্ৰিয়বিলাক বেচি উত্তেজিত হয়; ইহঁতৰো ইন্দ্ৰিয়বিলাক যেন উত্তেজিত হৈ উঠিছে। মাকক নেদেখাকৈ মহেনে লাহে লাহে দোকানলৈ খোজ ল'লে।

তাৰ বয়স আঠ বছৰমান। ৰমেনৰ এঘাৰ বছৰ আৰু ৰত্নাৰ ছয় বছৰ। এই আঠ বছৰীয়া ল'ৰাজন কিন্তু বেচ শকত আৰু বলৱান। তাক লোকে বাঁৰীৰ কোঁৱৰ বুলি জোকায়। তাৰ সুন্দৰ শৰীৰ উজ্জ্বল মুখ আজি ম্লান, শীৰ্ণ হৈ গৈছে। তাৰ প্ৰকৃতি দুৰ্দ্দান্ত; কিন্তু খাবলৈ নাপাই আজি সি নিস্তেজ, দুৰ্ব্বল হৈ গৈছে। সি দুই-এখোজ কৰি গৈ গৈ দোকান পালে। সি দুৰ্দ্দান্ত প্ৰকৃতিৰ যদিও কোনোদিনে সি চুৰ কৰা নাই। দৰ্কাৰ হ'লে সি দকা-হকা দি ঘৰত বা পৰত বস্তু খায়, কিন্তু কোনো দিনে চুৰ কৰা নাই। আজি কিন্তু তাৰ মনৰ গতি বেলেগ দেখা গৈছে। সি আলচুলকৈ দোকানৰ সমুখত থিয় হৈ থাকিল। তাৰ চকু বিস্কুটৰ টিনটোত। বিস্কুটৰ টিনৰ বিস্কুটবোৰ দেখি তাৰ জিভাৰ পানী পৰিবলৈ ধৰিছে। সি লাহে লাহে টিনৰ ওচৰ চাঁপিল। দোকানীজনে গদীত বহি আন আন গ্ৰাহকক মালৰ টকা লৈ হিচাপ কৰি দি আছে। এই ছেগতে মহেনে বিস্কুটৰ টিনৰপৰা চাৰিখন বিস্কুট লৈ ল'ৰ মাৰিলে। সি লৰ মাৰা দেখি কিবা নিয়া বুলি তাতে থকা ল'ৰাকেইজনমানে চিঞৰি দিলে — "নিলে, নিলে; মহেনে কিবা লৈ লৰ মাৰিলে।" দোকানীজনে তৎক্ষণাৎ ল'ৰাবিলাকক ক'লে — "ধৰ ধৰগৈ বেটাক! তাক চুৰ কৰা মজাপালি দিম।"

দোকানীৰ আদেশ পাই ল'ৰাবিলাকে দৌৰি গৈ মহেনক ধৰিলে। তাক যেতিয়া ল'ৰাবিলাকে ধৰে তেতিয়া তাৰ হাতত দুখন বিস্কুট আছে। সি সেই দুখন ককায়েক আৰু ভনীয়েকৰ কাৰণে ৰাখি বাকী দুখন খাই পেলাইছে। বিস্কুট দুখনেৰে সৈতে তাক ল'ৰাবিলাকে ধৰাত, সেই দুখন সিহঁতে কাঢ়ি খাব বুলি ভাবি তৎক্ষণাৎ মুখত ভৰাই দিলে। ল'ৰাহঁতে তাক টানি আনিলে। সি বিস্কুট চোবাই চোবাই আহি থাকিল। দোকানীৰ ওচৰ পোৱাত তাৰ বিস্কুট খোৱা শেষ হৈছে। মানুহবিলাকে তাক আগুৰি ধৰিলে। দোকানীয়ে উঠি আহি তাক হাতদুখনত ধৰি গালতে এটা চৰ মাৰি দিলে ।চৰ খাই মাটিতে পৰি গ'ল। তাৰ মুখত থকা বিস্কুটৰ টুকুৰা দুটামান ওলাই গ'ল। সি পৰি যোৱা দেখি ল'ৰাবিলাকে তাক মাৰিবলৈ ধৰিলে। তাকে দেখি দোকানৰপৰা মাল-বস্তু লৈ যাবলৈ ওলোৱা মাধৱ পণ্ডিতে ক'লে —

"তুমি ভাল কাম নকৰিলা বাপুৰাম; তুমি নোসোধা-নোপোচাকৈ ল'ৰাজনক মাৰিব নালাগিছিল।" পণ্ডিতৰ কথাত দোকানী বাপুৰামৰ খং উঠিল আৰু কৈ

উঠিল— "কি বেয়া কাম কৰিলোঁ পণ্ডিতবাবু? চোৰ ল'ৰাক মাৰি বেয়া কৰিলোঁ? আপোনালোকে স্কুলত ল'ৰাক চুৰ কৰিবলৈ শিকাইছে নেকি? চোৰক লাই দি নষ্ট কৰিলে। এতিয়া আকৌ মইহে বেয়া কাম কৰিলোঁ?"

"হ'লেও আগতে সুধিব লাগিছিল কিবা নিছে নে নাই।"

"পণ্ডিতে ঠিকেই কৈছে।" তাত থকা আন এজন বয়সিয়াল মানুহে ক'লে। তেতিয়া আনজনে মাত লগালে—

"চোৰক আকৌ কি সুধিব লাগে? ঠিকেই কৰিছে। মাৰিব লাগে। চুৰ নকৰিলে দৌৰিব কিয়?"

"কি চুৰ কৰিছে ক'ব পাৰ? তাৰ হাতত দেখো একো বস্তু নাই।" পণ্ডিতে ক'লে।

"বাৰু, তাকে সোধক।" দোকানীয়ে কয়।

"হেৰ মহেন, তই কি নিছিলি সঁচাকৈ ক'বি; মিছা কথা নক'বি।"

মাধব পণ্ডিত তাৰ শিক্ষক। সি এতিয়া মিছা কথাও ক'ব নোৱাৰে তাৰ শিক্ষকৰ আগত। গতিকে সি তলমুৱা হৈ ৰ'ল। পণ্ডিতে তাক হাতত ধৰি সুধিলে — "ক মহেন, তই কি চুৰ কৰিছিলি?"

সি নীৰৱ। কাষত থকা মানুহজনে ক'লে — "একো নিয়া নাই; গতিকে কি ক'ব।"

"তেন্তে কিয় দৌৰিছিল?" দোকানীয়ে ক'লে।

"ল'ৰামানুহ, এনেয়ে দৌৰি যাব পাৰে।" আনজনে উত্তৰ কৰিলে।

"নহয়, সি কিবা চুৰ কৰিছিল; আমি জানো .....।" ল'ৰাহঁতে কয়।

"কি চুৰ কৰিছিল" পণ্ডিতে সোধে।

এইবাৰ বাধ্য হৈ মহেনে মাত লগাব লগা হ'ল, কাৰণ নামাতি থাকিলেও ল'ৰাহঁতে কৈ দিব। তাকে ভাবি, সি ক'লে — "বিস্কুট।"

"তই বিস্কুট চুৰ কৰিছিলি?" বিস্ময় হৈ পণ্ডিতে সোধে।

"হয় চাৰ।" সি তলমুৱা হয়।

"এতিয়া পিচে কি ক'লে পণ্ডিতবাবু? আপোনাৰ ছাত্ৰৰ কাণ্ড চাওক; বিস্কুট চুৰ কৰি ল'ৰ মাৰিছিল। আপুনি আকৌ মোকে বেয়া বুলিছে আৰু চোৰক লাই দিছিল। এতিয়া কেনে পালে?"

পণ্ডিত লাজত পৰিল। তেওঁৰ মুখৰ মাত হৰিল। এনে অপমান কোনোদিনে তেওঁ নিজৰ কাৰণে পোৱা নাই। আজি নিজৰ ছাত্ৰৰ কাৰণে পাব লগা হোৱাত অধোবদনে ৰ'ল।

তাৰ কাৰণে পণ্ডিতে অপমান পাব লগা হোৱাত মহেনৰ বৰ খং উঠিল। আৰু দোকানীৰ ফালে তীব্ৰ দৃষ্টিৰে চালে। দোকানীয়ে তাৰ চকু দেখি গৰ্জ্জি উঠিল — "দেখক, দেখক আপোনালোকে, বেটা চোৰৰ চকু দুটা দেখক, যেন এটা হিংস্ৰ বাঘহে। বেটাই যেন মোক গিলি থ'ব। চৰ খায়ো বেটাৰ লাজ নাই আৰু কিল লাগে বেটাক। এতিয়াৰপৰাই এই বৃত্তিত ধৰিছে। শাওৰা দুপতীয়া নৌহওঁতে যখিনীয়ে বাহ ল'লে। মাকৰ পিয়াহ নেৰোঁতে চুৰ কৰা শিকিলে। বেটা কুকুৰৰ পো।" দোকানীয়ে গালি পাৰি উঠি আহি তাক আকৌ মাৰিবলৈ আগুৱাই আহিল, কিন্তু পণ্ডিতে বাধা দি ক'লে —

"কি কৰা বাপুৰাম? ৰ'বাচোন।"

"কি ৰ'ব লাগে? আপুনি চুৰ কৰা শিক্ষা দিছে আৰু ধৰা পৰিলে তাক বচোৱাৰ দিহা কৰিছে।"

"ৰ'বাচোন, পিচতো মোক গালি পাৰিবা। এতিয়া তাৰ বিচাৰ কৰোঁ। বাৰু মহেন, তই কেইখন বিস্কুট নিছিলি?

"চাৰিখন চাৰ।"

পণ্ডিতে চাৰিখন বিস্কুটৰ দাম চাৰি অনা পইচা উলিয়াই দোকানীক দিলে — "আগতে লোৱা তোমাৰ বিস্কুটৰ দাম।"

দোকানীয়ে চকু ৰঙা কৰি পণ্ডিতক ক'লে — "বিস্কুট চাৰিখনৰ দাম দিলেই হ'লনে? চোৰৰ শাস্তি আছে নে নাই?"

"সৰু ল'ৰা, কি শাস্তিনো দিবা ? তুমিতো শাস্তি আগতেই দিলা; এতিয়া বুজাই বঢ়াই এৰিব লাগিব।"

"তাক শাস্তি নিদিলে হ'বনে ?"

"তাকতো তুমি মাৰিছাই। সেয়ে তাৰ শাস্তি। তোমাৰ বস্তুৰ দাম মই দিলো।"

"তেনে বিচাৰ কৰিলে হ'বনে? চোৰক কি শাস্তি দিলে?"

"সৰু ল'ৰা-ছোৱালীক শাস্তিৰ দ্বাৰা দুস্কাৰ্য্যৰ পৰা বিৰত কৰিব নোৱাৰি — বুজাই-বঢ়াই মৰম কৰিহে এৰুৱাব পাৰি।"

"আকৌ চোৰকে মৰম কৰিব লাগিল? বেচ কথা কৈছে মহাশয়। গুচি যাওক ইয়াৰ পৰা; আপোনাৰকোনো কথাই মই নুশুনো।"

"তেন্তে তাক কি কৰিবা?"

"তাক বান্ধিম। চোৰক বান্ধি কিলাম।"

"তেনেহ'লে কথা আৰু বেয়া হ'ব।"

"কি বেয়া হ'ব? আপুনি মোৰ ওপৰত কেচ কৰকগৈ।"

চকু ৰঙা কৰি বাপুৰামে পণ্ডিতৰ ফালে চায়। দোকানত থকা বহুত মানুহে দোকানীক বেয়া পালে। এজনে মাত দি উঠিল — "এৰি পেলাওক। তাক যাবলৈ দিয়ক মহাজনবাবু। মিছামিছি কাজিয়া কৰি লাভ নাই।"

"পণ্ডিতৰ কাণ্ড দেখক। চোৰ ল'ৰাক উৎসাহ দি দি নষ্ট কৰিলে। এতিয়া মোকে ধমক দিবলৈ চায়।"

"মই ধমক দিয়া নাই বাপুৰাম, বৰং তুমিহে মোক ধমক দিছা।"

"চোৰক কিয়শাস্তি নিদিয়ে আপুনি, ধমক নাখাবনে?"

"চোৰক শাস্তি দিব লাগিলে দেখো তুমিও শাস্তি ল'ব লগা হ'ব।"

"মই কি শাস্তি ল'ব লাগে? মই কিবা চোৰ কৰিছোঁ নেকি?"

"তুমি চোৰ নহয় বুলি ক'ব পাৰানে ?"

"কথা বেয়া হ'ব আজি। মোক চোৰ বুলি ইমান মানুহৰ মাজত ক'লে। পণ্ডিত বুলি খাতিৰ নকৰিম। কওঁক মই কি চোৰ কৰিছোঁ?" বাপুৰামে পণ্ডিতক অপদস্থ কৰিবলৈ চায়। মানুহ কিছুমানে এইবাৰ পণ্ডিতক সমৰ্থন কৰি আছিল যদিও এইবেলি তেওঁৰ পক্ষ নল'লে। তেওঁলোকে আচৰিত হৈ চাই ৰ'ল। এজনে দোকানীৰ পক্ষলৈ কৈ উঠিল —

"পণ্ডিতে আজি ক'ব লাগিব মহাজনে কি চুৰ কৰিছে।" বৰ খংভাবে কয় তেওঁ। বাকীবিলাকে পণ্ডিতৰ মুখলৈ চাই ৰয়।

তেওঁলোকৰ মতলব বুজি পণ্ডিতে ক'লে — "বাৰু, মই যদি দোকানীক চোৰ ধৰোঁ তেন্তে ইয়াত থকা সকলোৱে তেওঁক শাস্তি দিবনে, গাত লওঁক।"

"দিম, নিশ্চয় দিম। আমি শাস্তি দিম। আপুনি দেখুৱাই দিয়ক।" প্ৰায় সকলোৱে একেমুখে কৈ উঠিল। এইবাৰ বাপুৰামে বেচ গহীন ভাৱত চাই ৰ'ল। পণ্ডিতে ক'লে —

"এই চেনী এক কেজি লৈছোঁ, আপোনালোকে দেখিছে ?"

"হয়, দেখিছোঁ।"

"এই চেনী কেজি এই ঠোঁহাটোৰ পৰা বাকি এখন কাগজত লৈ জোখকচোন কিমান হয়।"

এইবুলি ঠোঁহাসৈতে চেনী খিনি এজনলৈ আগবঢ়াই দিলে।

মানুহজনে ল'লে; আৰু কাগজ এখনত লৈ পাল্লাত তুলি দিলে। জুখিলে। দেখা গ'ল চেনি ১৫ গ্ৰাম কম পোৱা গ'ল। এবাৰ নহয়, দুবাৰ পৰীক্ষা কৰা হ'ল — একে ফল।

তেওঁ ক'লে — "চেনী ১৫ গ্ৰাম কম। এককেজিত পনৰ গ্ৰাম কম। দেখক সকলোৱে।"

"কেনেকৈ হ'ল ? কেনেকৈ হ'ল ?" মানুহবিলাকে উত্তেজিত হৈ উঠিল। পণ্ডিতে লাহেকৈ ক'লে — "এইবাৰ এই কাগজৰ থোহাটো জোখক।" ঠোঁহাটো জোখা হ'ল। তাত ১৫ গ্ৰাম আছে।

"পনৰ গ্ৰাম।" মানুহজনে চিঞৰিলে।

"কাগজৰ ঠোঁহাৰ ওজন পনৰ গ্ৰাম ? কেনেকৈ সম্ভৱ।" এজনে প্ৰশ্ন কৰিলে। আনজনে হয়ভৰ দি পণ্ডিতকে সুধিলে। পণ্ডিতে ক'লে — "দেখিলে এতিয়া ? মোক এক কেজি চেনীত পনৰ গ্ৰাম কাগজ খাবলৈ দিছে। এই চাওক, কাগজৰ ঠোঁহাৰ তলিখন কাঠবকলাৰে কেনেকৈ জাপি জাপি ডাঠ কৰি থৈছে।" এনেকৈ কৈ তেওঁ ঠোঁহাটো খুলি কাঠবাকলা বিলাক উলিয়াই দিয়ে। তাকে দেখি মানুহবিলাক অবাক হৈ যায়। তেওঁলোকৰ খং উঠে দোকানীৰ ওপৰত। ইমান চুৰি কাৰবাৰ! এজনে পণ্ডিতক প্ৰশ্ন কৰিলে — "আপুনি এই কথা জানিলে কেনেকৈ?"

"মোৰ ল'ৰাজনে এই দোকানৰ পৰা নিয়া ঠোঁহাবিলাকেৰে খেলা কৰে। আজি কেইদিনমান আগতে সি এটা ঠোঁহা চিৰি উলিওৱাত এনেবোৰ কাণ্ড দেখে। সি মোক কয়। মই এই কথা পঞ্চায়তত জনাম বুলি আছিলোঁ। আজি ভালেই হ'ল আপোনালোক সাক্ষী থাকিল। এতিয়া দেখক, দোকানীয়ে গ্ৰাহকক কেনেকৈ ঠগাব ধৰিছে। এইবোৰ চুৰি কাৰবাৰ নহয়নে ?"

"এৰা, এইবোৰ চুৰি কাৰবাৰ। আমাক সদায় ঠগাই আছে। দালি, আটা.

চেনি, চাহপাত আদি সকলো মালৰ লগতে একোটা ঠোহা দিয়ে আৰু আমি এনেকৈয়ে বস্তু কম পাওঁ; এনেৰকমে আমাৰ চকুত ধুলি মাৰি আমাক ঠগাই আছে। আজি ধৰা পৰিল। দোকানী চোৰ। ঠগ, প্ৰবঞ্চক। ৰাইজক ঠগাই খাইছে।"

বাপুৰামৰ বিৰোধী লোক এজনে কৈ উঠিল। মানুহবিলাক উত্তেজিত হৈ পৰিল। পণ্ডিতে ক'বলৈ ধৰিলে — "ৰাইজে আজি বিচাৰ কৰিব লাগে।"

"এৰা বিচাৰ কৰিব লাগে। ইহঁত চোৰ। নহ'লেনো আজিকালি সাধাৰণ একোখন দোকান দি দুই-তিনি বছৰৰ ভিতৰতে মস্ত ডাঙৰ দোকান দিব পাৰেনে? এতিয়া এই চকুত ধুলি মৰা চোৰসকলক বিচাৰ কৰিব লগা হৈছে। আমি ক'ব নোৱাৰাকৈ কেনেকৈ আমাক শোষণ কৰিবলৈ ধৰিছে চাওক। এইবোৰ চোৰ নে চোৰতকৈও দিন ডকাইত?" আনজনে মাত দি উঠে।

"ইহঁত অকল চোৰেই নহয়, ঠগ প্ৰৱঞ্চকো। ইহঁতক শাস্তি দিব লাগে।" কেইজনমানে উত্তেজিত ভাৱে কয়।

"এৰা, চোৰ-ডকাইত, ঠগ-প্ৰৱঞ্চকৰ শাস্তি বিধান কৰিব লাগে। আমি শাস্তি চাওঁ।" মানুহবিলাকে গজগজাই উঠিল। দোকানী বাপুৰামৰ মুখ শুকাই গ'ল। মানুহবিলাক দপদপাই উঠিল। অৱস্থা বেয়াৰ ফালে গ'ল। বাপুৰামৰ নানা যুক্তি মানুহে মানি নল'লে। এনেভাবে হাতে হাতে ধৰা পেলাই এনেয়ে এৰি দিবলৈ মানুহবিলাকে ইচ্ছা কৰা নাই। তেওঁলোকে ইয়াৰ প্ৰতিকাৰ বিচাৰে। মানুহবিলাকৰ মনৰ অৱস্থা দেখি পণ্ডিতে ক'লে — "ইয়াৰ বাহিৰে আৰু বহু আছে। একোঘৰ মানুহৰ জনসংখ্যা পাঁচজনৰ ঠাইত দহজন দি চৰকাৰৰ ঘৰৰ পৰা বস্তু আনে আৰু চোৰাং বজাৰত বিক্ৰী কৰে। দৰ্কাৰ হ'লে তাৰো মই প্ৰমাণ দিম। মোৰ পৰিয়ালৰ চাৰিজন; কিন্তু আনিছে আঠজনৰ নামত। গতিকে এওঁলোক কি মাৰাত্মক চোৰ এবাৰ ভাবি চাওক।"

এইবাৰ বাপুৰামৰ আকৌ ভয় লাগিল। কি হওঁতে কি হৈ গ'ল! তেওঁ একো উপায় নাপাই একেবাৰে পানীযেন হৈ লেতু-সেতু হৈ পৰিল। এনে অৱস্থা দেখি বাপুৰামৰ পক্ষৰ দুজনমানে কৈ উঠিল "এৰক, এৰক ৰাইজ! এইবোৰ এৰি পেলাওক। আজিকালি এইবোৰ চলিছেই। অকল এওঁহে কৰিছেনে; দেশখনত সকলোৱে কৰিছে। গতিকে এৰি পেলাওক পণ্ডিতবাবু।"

"দেশখনত সেই কাৰণেই দুৰ্নীতি দিনে দিনে বাঢ়ি যাবলৈ ধৰিছে। দুৰ্নীতি

কৰা লোকক ধৰিলেও যদি আপোনালোকে একো নকৰে নৰং দেশ এই নকঃ। চলিছেই বুলি এৰি পেলায় তেন্তে দুৰ্নীতি বেচিকৈহে বিয়পিব।" এজন চৈকাই মাত দিয়ে।

এনেকৈ তৰ্ক-বিতৰ্ক হৈ থকাত ক্ৰমে মানুহৰ জুম বাঢ়ি যায়। বাপুৰামে দেখিলে কথা বিষম হৈ পৰিল। গতিকে ৰসতে নাম থোৱা বুদ্ধিমানৰ কাম। বাপুৰাম চালাক-চতুৰ লোক, এটি পাতল হাঁহি মৰাৰ চেষ্টা কৰি পণ্ডিতৰ মুখলৈ চাই ক'লে —

"আপুনি জনা-বুজা মানুহ হৈ এনেকুৱা সাধাৰণ কথা এটাতে লাগি থাকিব নালাগে নহয়। যি হ'বৰ হ'ল। আপুনি এৰি পেলাওক।"

তাৰ পিচত মহেনক মাতি ক'লে — "হেৰ মহেন। আজিৰ পৰা আৰু চুৰ নকৰিবি, দৰ্কাৰ হ'লে, খাবৰ মন গ'লে খুজিলে মই দিম; মোক খুজি নিবি। যা আজি; ধৰ, এই বিস্কুট খা।"

এইবুলি কৈ তাৰ হাতত দহখনমান বিস্কুট দিলে। সি হাত পাতি লোৱাৰ দেখি তাৰ চোলাৰ মোনাত ভৰাই দিলে। তাকে দেখি পণ্ডিতে এবাৰ তালৈ চালে আৰু ক'লে — "তই আকৌ বিস্কুট খাবিনে ?" সি পণ্ডিতৰ মুখলৈ চাই বিস্কুটবোৰ উলিয়াই দোকানীক দিবলৈ ধৰোতে বাপুৰামে ক'লে - "নালাগে মোক; তই লৈ যা; ভন্টিক দিবি।" তাৰ পিচত পণ্ডিতলৈ চাই ক'লে "আপুনি তাক যাবলৈ দিয়ক পণ্ডিতবাবু।" বাপুৰামে পণ্ডিতক কাবৌ-কাকুতি কৰি বিদায় দিয়ে। মহেনকো বিস্কুট লৈ যাবলৈ কয়। ঘটনা এনেদৰে শাম কটাত সকলোৱে ঘৰাঘৰি যাবলৈ ধৰিলে।

মহেনে বাটত আহি ঘটনাটোৰ কথা ভাবিবলৈ ধৰিলে। সি বস্তু চুৰ কৰিলে; তাক ধৰি মাৰিলে; পণ্ডিতে কেনেকৈ আকৌ দোকানীক বশ কৰিলে — এইবোৰ কথা ভাবি সি বিস্ময় মানিলে নিজে নিজে। তাৰ ইচ্ছা হ'ল যেন সিও পণ্ডিতৰ দৰে হ'ব। সি মনতে প্ৰতিজ্ঞা কৰিলে সি আজিৰ পৰা স্কুললৈ যাব, ভালকৈ লেখা-পঢ়া কৰিব আৰু সিও এদিন পণ্ডিত হ'ব। পণ্ডিতৰ ওপৰত অসীম শ্ৰদ্ধা আহিল তাৰ। স্বাভাৱিকতে শিশুমনে সমুখত যি দেখে তাকে অনুকৰণ কৰে আৰু আগত থকা বা ঢুকি পোৱাজনৰ আদৰ্শ গ্ৰহণ কৰে। শিশুমন সদায় অনুকৰণ প্ৰিয় আৰু অনুসৰণকাৰী। সিও আজি এটা নতুন আদৰ্শত অনুপ্ৰাণিত হ'ল আৰু

নতুন মানুহ এজনক অনুসৰণ কৰিলে। শিশুৰ মনোবিজ্ঞান নাজানি অনেক লোকে শিশুক তাড়না দি আদৰ্শ দিবলৈ যাওঁতে বিকৃত ৰূপহে শিশুই ধাৰণ কৰে আৰু সমাজ নষ্ট কৰে। শিশুৰ মনোবিজ্ঞান নাজানিলে শিশুক শিক্ষা দিয়াও অন্যায়হে। শিশুমনে সদায় নতুন বিচাৰে আৰু কিবা এটা কৰিবলৈ বিচাৰে। ইয়াৰ মনেও নতুনৰ সন্ধান পালে। সি ভাবিবলৈ ধৰিলে — কিয় চুৰি কৰিলে। বৰ ভোক লাগিছিল কাৰণে চুৰ কৰি হ'লেও খাইছে ' সি নিজে নিজে ভাবে। সি চুৰ কৰা যে দোষৰ কথা তাক উপলব্ধি কৰিলে সঁচা, কিন্তু দোকানীওযে চোৰ, তাকো উপলব্ধি কৰিলে। দোকানীবোৰ চোৰ— গ্ৰাহকক বস্তু কম কৰি দিয়ে; গতিকে সিহঁতো চোৰ। সকলোৱে দোষী। তেন্তে মোক মাৰিব কিয়? দোকানীকো নামাৰে কিয়? তাৰ প্ৰশ্ন জাগে। মনে মনে ভাবে — সকলো মানুহ চোৰ, বদমাচ, বেয়া। ডাঙৰ হ'লে ইহঁতক মই ভাল শিক্ষা দিম। তাৰ শিশু মনত ভয়ঙ্কৰ প্ৰতিশোধৰ ভাবে গজালি মেলিলে। তাৰ মন যেন অপৰাধ প্ৰৱণ হৈ উঠিল। সি ভাবিবলৈ ধৰিলে — সকলোৱে বেয়া, কেৱল মোক বেয়া বুলিব কিয়? দোকানী নিজে চোৰ, আকৌ মোকে চোৰ বুলি মাৰে! বাৰু দেখা যাব। নানা ভাবৰ খেলিমেলিত সিদিনাৰে পৰা তাৰ মনত মানুহৰ দোষৰ ফালটো ধৰা পৰিল আৰু মানুহৰ দোষ খুচৰি ফুৰা বেয়া স্বভাৱৰ শিপা মেলিলে। তাৰ মনত সকলো মানুহৰে দোষ আছে আৰু সেইবোৰ দোষ উলিয়াই দিব পাৰিলে নিজৰ দোষ ঢাকি থ'ব পৰা যায়। এনেভাৱে ভাবি ভাবি আহি ঘৰ পালে। ঘৰ পোৱাতহে তাৰ মনত পৰিল যে তাৰ জেপত বিস্কুট আছে। তাৰ উপৰি তাৰ মনত পৰিল যে মাক, ককায়েক আৰু ভনীয়েক সকলোটিয়ে একো খোৱা নাই। সি বিস্কুট দহখনমান উলিয়াই দিলে আৰু মাকৰ আগলৈ আহি ক'লে — "ধৰ আই , বিস্কুট আনিছোঁ, খা।" বিস্কুট দেখা পাই মাক আচৰিত হ'ল। ক'ত পালে ইমানসোপা বিস্কুট মহেনে? নিশ্চয় সি কাৰোবাৰ দোকানৰ পৰা চুৰ কৰি আনিছে। ৰত্নাই দৌৰি আহি ক'লে — "মোক দে, মোক আগতে দে বিস্কুট।" সি ৰত্নাৰ হাঁতত দুখন বিস্কুট দিয়ে। ৰত্নাই ততালিকে খাই পেলালে। আজি দুদিন অভুক্ত আছে - ভোক কেনে নোসোধাও ভাল। ৰমেনকো দুখন দিলে "খা ককাইদেউ।" ৰমেনে বিস্কুট দুখন হাতত লৈ সুধিলে —

"কৰপৰা আনিলি মহেন ?"

"দোকানৰ পৰা আনিছোঁ।"

"চুৰি কৰি আনিছ ?"

"নহয়, দোকানীয়ে দিছে।"

"পইচা দিছ?"

"আমাৰ পণ্ডিতে দিছে।"

মাকে ইমান সময়ে সুধিবৰ সুযোগ পোৱা নাছিল ৰত্নাৰ চিঞৰ-বাখৰৰ বাবে। এতিয়া পণ্ডিতে পইচা দিছে বুলি শুনি সুধিলে —

"মাধৱ পণ্ডিতে দিছে?"

"হয় আই।"

"তই পইচা খুজিছিলি?"

"খোজা নাই।"

"তেন্তে কিয় দিলে?"

মহেনে একো নামাতিলে। মাতে কেনেকৈ? আচল কথা ক'লে মাকে মাৰিব, গতিকে মনে মনে থাকিল। তাকে দেখি মাকে ভাবিলে যে মহেনে মাষ্টৰক পইচা খুজিছিল আৰু আমাৰ লঘোণৰ কথা কৈছিল। এই সংবাদ পাই পণ্ডিতে পুতৌ কৰি বিস্কুট কিনি পঠাইছে। মাকে বৰ দুখ পালে নিজৰ এনে পুতৌৰ অবস্থা আনে গম পোৱাত। কিন্তু কি কৰিব তেওঁ। আত্মসন্মান. আত্মমৰ্য্যদা বিসৰ্জন দি হ'লেও আত্মৰক্ষা কৰিব লাগিব। তাৰ কাৰণেই বোলে স্বয়ং বিশ্বামিত্ৰ ঋষিয়েও কুকুৰৰ মাংস খাইছিল। গতিকে জীৱন ধাৰণৰ বাবে মান-সন্মান, অভিমান সকলো দিব লগা হয়। মাকে তলমুৰা হৈ আঁতৰি গ'ল। ৰত্না আৰু ৰমেনে বিস্কুট খাবলৈ ধৰিলে। কিছুপৰৰ পিছত পানী-দুনী খাই সুস্থিৰ হ'ল। আজি দুদিনৰ দিনা অলপ আহাৰ পাই কোনোৰকমে জীউ যেন বাচিল। ৰমেনে মহেনৰ হাতৰ পৰা বিস্কুটখিনি নি মাকক দিলে — "ধৰ আই, তয়ো খা।" মাকে ক'লে — "তহঁতেই খা বাচা; মোক নালাগে। তহঁতে ভগাই খা।"

"নহয়, তয়ো খাব লাগিব আই, আমাৰ পণ্ডিতে দিছে। তই খাবই লাগিব।" সি জোৰ কৰি মাকৰ মুখত বিস্কুট ভৰাই দিয়ে। মাকে বাধ্য হৈ খায়। তাৰপিচত পানী খায়। ৰমেনে বাকী চাৰিখনৰ এখন এখন কৰি চাৰিওজনৰ মাজত বিলাই দিলে। ৰত্নাই ততালিকে খাই পেলালে। মাকে নিজৰখন ৰমেনক দি ক'লে —

"তই খা বাচা! মোক নালাগে। মই এনেয়ে থাকিব পাৰিম।" মাকে বল কৰি তাক খুৱায়। মহেনে একো নামাতি ওচৰতে কাঠৰ পুতলাৰ দৰে থিয় হৈ আছিল। এইবাৰ বিস্কুটখন হাতত লৈ ৰত্নাক খুৱাই দিলে —

"খা ভন্টি; মই তোৰ কাৰণেই আনিছিলোঁ।" তাই তাৰ বিস্কুটখনো খায়। তাৰ পিচত খাই উঠি সকলোটি অলপ সুস্থিৰ হ'ল।

খাই বৈ উঠি মাকে ভাবিবলৈ ধৰিলে — পণ্ডিতৰ বা আকৌ কিমান পইচা গ'ল। তেওঁক পইচা দিব লাগিব। আজি দিব নোৱাৰিলেও কৈ আহিব লাগিব। এইবুলি ভাবি কানি-কাপোৰ পিন্ধি ওলাল। তেওঁ ইহঁতক বুজাই-বঢ়াই থৈ পণ্ডিতৰ ঘৰলৈ ওলাই গ'ল। যশোদাই মাধৱ পণ্ডিতৰ ঘৰলৈ যোৱাত পণ্ডিতৰ ঘৈণীয়েকে মৰম কৰি খবৰ-বাতৰি সুধিলে। তেওঁ চাহ খুৱালে যশোদাক। যশোদাই পণ্ডিতক লগ ধৰি বিস্কুটৰ পইচা কিমান হৈছে সুধিলে।

পণ্ডিতে হাঁহি মাৰি ক'লে যে তেওঁক পইচা দিব নালাগে, কাৰণ বিস্কুটত পইচা লোৱা নাই বাপুৰাম দোকানীয়ে। পইচা নোলোৱাকৈ কিয় ইমানখিনি বিস্কুট দোকানীয়ে দিলে এই কথা যশোদাই সুধিলত পণ্ডিতে ৰাতিপুৱাৰ সকলো ঘটনা বিবৰি ক'লে। কথা শুনি যশোদাই বিচুৰ্ত্তি খালে। তেওঁৰ পুতেকে চুৰ কৰিছে এই কথাই যশোদাক মৰ্মান্তিক বেজাৰ দিলে। তেওঁ পণ্ডিত আৰু ঘৈণীয়েকৰ আগতে দুখতে কান্দি পেলালে। পণ্ডিত আৰু ঘৈণীয়েকে সান্তনা দি বুজালে যে নুবুজাৰ কাৰণেহে তেনে কাম কৰিছে; বুজা হ'লে নকৰে। নানাৰকম উপদেশ দি পণ্ডিতে যশোদাক বিদায় দিলে; কিন্তু যোৱাৰ আগেয়ে বাৰে বাৰে দঢ়াই দঢ়াই ক'লে — "তুমি তাক নামাৰিবা। সি বৰ ভাল মানুহ হ'ব। তাৰ লক্ষণ সাধাৰণ ল'ৰাৰ দৰে নহয়। তাক মৰম কৰিবা শাস্তি নিদিবা; কাৰণ প্ৰতিভাবান ল'ৰা-ছোৱালীক শাস্তি দিলে বিপথগামী হয়। যশোদাই একো নামাতি ঘৰলৈ আহিল। মনত নানা ভাবৰ খেলিমেলি লাগিল। তাক শাস্তি দিব নে মৰম কৰিব এই লৈ মনত অন্তৰ্দ্বন্দ্ব আৰম্ভ হ'ল। ভাবি ভাবি আহি ঘৰ পালে। ঘৰ পাই দেখে মহেন ঘৰত নাই। মাকৰ বিপদ হ'ল। এইবাৰ আকৌ ক'লৈ গ'ল। কাৰ কি কৰে কি ঠিক। তেওঁ ভাবি ভাবি অধীৰ হৈ পৰিল। ৰমেনক সোধাত সি ক'লে যে সি স্কুলৰ ফালে ফুৰিবলৈ গৈছে। মাকে এবাৰ স্কুল ঘৰৰ ফালে গ'ল; কিন্তু তাকনেদেখিলে। অ'ত ত'ত বিচাৰি ক'তো নাপাই শেষত ঘৰলৈ ফিৰি আহিল। তেওঁ শঙ্কিত হৈ পৰিল।

মহেনে মাত্র চাৰিখন বিস্কুট খাইছিল — সিও ৰাতিপুৱা দোকানৰ পৰা চুৰ কৰি; এতিয়া সি এখনো নাখালে। তাৰ বৰ ভোক লাগিছিল; সি ওলাই গ'ল। তাক আৰু কিবা খাবলৈ লাগে। কিন্তু কি পাব? চুৰ কৰিবলৈ শিক্ষকে মানা কৰিছে ; দোকানীয়ে উপদেশ দিছে দৰ্কাৰ হ'লে খুজি খাব লাগে, তথাপি চুৰ কৰিব নালাগে। এতিয়া সি কাৰ ওচৰত খুজিব? সি ভাবি ভাবি গৈ আছে, আজি কাৰোবাক ভাত খুজিব। দুপৰীয়া হৈছে; মহেন গৈ গৈ গাঁৱৰে ধনী মানুহ ঠিকাদাৰহঁতৰ ঘৰ উঠিল। তেওঁলোকৰ অৱস্থা বৰ ভাল। বহু মানুহ। বহু ৰন্ধা-বঢ়া কৰে। কিমান বাহিৰা মানুহে যে খোৱা লোৱা কৰে তাৰ হিচাপ নাই। এজন ভায়েক ওভাৰচিয়াৰ, এজন মণ্ডল আৰু ডাঙৰ ককায়েকজন ঠিকাদাৰ। আজিকালি ওভাৰচিয়াৰ, ইঞ্জিনিয়াৰ আদিৰ টকাৰ লেখ আৰু মণ্ডল-কাননগোৰ মাটিৰ লেখ ল'ব যোৱা মানে অৰণ্যৰ মাজত বাট হেৰুওৱা কথা। তাতে ঠিকাদাৰৰ মিছা বিলৰ টকাৰ হিচাপ কৰি চৰকাৰী কৰ্ম্মচাৰী সকলৰ হাতৰচাল-বাকলি যোৱা দিন পৰিছে। এনেহেন এখন ঘৰ।

দিন-ৰাতি যেন ধনৰ সোঁত বব ধৰিছে। সেই ঠিকাদাৰৰ সৰু ল'ৰাটিৰ লগতে একেলগে স্কুলত পঢ়ে মহেন; একেলগে ফুৰে, একেলগে খেলে। নাম তাৰ হৰেণ। সি ক্ষীণ আৰু দুৰ্বল। স্কুলত আন ল'ৰাৰ লগত হতা-পতা লাগিলে তাৰ নিজৰ শক্তি নাই আত্মৰক্ষা কৰিবৰ; মহেনৰ সহায় ল'ব লগা হয়। গতিকে দুয়ো বন্ধু হৈ পৰিছে। মহেনক দেখি হৰেণে মাতি নিলে। ঘৰত গৈ আন আন ল'ৰা-ছোৱালীৰ লগত খেলিবলৈ ধৰিলে। শেষত দুপৰীয়া খাবৰ সময়ত সকলোটি ল'ৰা-ছোৱালী উঠি গ'ল। মহেন বাহিৰৰ বাৰান্দাতে বহি থাকিল। কিছুপৰৰ পিচত হৰেনে আহি তাক মাতি লৈ গ'ল —

"আহ মহেন ভাত খাওঁ আহ।" ভাতৰ নাম লোৱাত সি একো আপত্তি নকৰি উঠি গ'ল। দুয়ো গৈ ৰান্ধনিঘৰৰ দুৱাৰমুখ পালে। এনেতে মহেনক দেখি হৰেনৰ মাকে ক'লে — "তই কিয় আহিছ ? বাহিৰত থাকগৈ। ইহঁতে এতিয়া ভাত খাব। ভাত খাই গ'লে খেলিবি। এতিয়া বাহিৰলৈ যা।" হৰেনৰ মাকৰ এনে কটু কথা শুনি মহেনৰ অন্তৰ ক'লা পৰি গ'ল। সি তলমুৱা হৈ ফিৰি যাবলৈ ধৰাত হৰেনে মাকক ক'লে — "সিও ভাত খাওক দিয়া আই; তাকো ভাত দিয়া। মই তাক মাতি আনিছোঁ।" মাকে ঘোপা কৰি ভেকাহি মাৰি ক'লে — "নোৱাৰে

খাব। ক'ৰ ল'ৰা কাৰ ভাত খাব ? কিয় তাক মাতিছ? খাবলৈ নোপোৱা ভিকহুৰ ল'ৰাক এদিন খাবলৈ দিলে প্ৰতিদিনে আহি থাকিব। তাক যাবলৈ দে। তই ভিতৰলৈ যা হৰেন।" হৰেনৰ মাকৰ এনে নিদাৰুণ কথা শুনি সি লাজ, দুখ, অপমান আৰু ক্ষোভত জৰ্জ্জৰিত হৈ ফিৰি আহিল। হৰেনেও মাকৰ কথাত বেজাৰ পালে। কিন্তু সি কি কৰিব ! নিৰুপায় বেচেৰা ! সি কান্দোনামুৱা হৈ মহেনক ক'লে — "তই বাহিৰতে বহ মহেন, মই তৎক্ষণাৎ গৈছোঁ।" এনেকৈ কৈ সি ভিতৰ সোমাল। মহেন ক্ষোভ-অভিমানত জৰ্জ্জৰিত হৈ বাহিৰ ওলাই আহিল।

বাহিৰত আহি তাৰ বৰ খং উঠিল হৰেনৰ মাকৰ ওপৰত। ভাত খাওঁ বুলি যোৱা অভুক্ত শিশুটিক ফিৰাই পঠালে। কি নিষ্ঠুৰ হিয়া! তাৰ বেয়া লাগিবৰে কথা। সি লাহে লাহে কিবা ভাবি ভাবি স্কুললৈ খোজ ল'লে। এনেতে দেখিলে যে হৰেনৰ মাকে একাহি ভাত আনি কুকুৰটোক দিছে।

"ঔচ্ ঔচ্ আহ আহ্।" কুকুৰটোৱে নেজ জোকাৰি জোকাৰি তেওঁৰ ওচৰ পালে। তেওঁ ভাতৰ কাহিখনৰ ভাতবোৰ মাটিত ঢালি দিলে। কুকুৰটোৱে পৰম আগ্ৰহেৰে খাবলৈ ধৰিলে। মহেনৰ চকুত পৰিল। এই দৃশ্য দেখি মহেনৰ আকৌ খং উঠিল। মোক খাবলৈ নিদিয়ে অথচ কুকুৰক খাবলৈ দিছে। মোতকৈ কুকুৰটো ভাল ? এনে ভাবে আহি মহেনৰ মূৰত খুন্দিয়ালে। তাৰ সৰ্বাঙ্গ জ্বলি উঠিল। তাৰ মন বিদ্ৰোহী হৈ উঠিল মানুহৰ প্ৰতি। সি এবাৰ সেই দৃশ্য চাই বেগাই খোজ দিলে।

ইফালে তাক খাবলৈ নিদিয়াত হৰেনেও ভাত নাখালে। সি ভাতৰ পাতত বহি মাকৰ ওপৰত খং কৰি ভাতৰ কাঁহিখনত এটা লাঠি মাৰি দিলে "নাখাওঁ মই তোৰ ভাত।" এইবুলি কৈ সি গোঙোৰামুৱা হৈ থিয় হৈ ৰ'ল। মাকে খঙতে আহি তাক দুটা চাপৰ মাৰিলে, "বেটা পৰৰ ল'ৰাক খুৱাবলৈ আহিছ। খাবলৈ নোপোৱা চাল টিগা ভিকহুঁতৰ ল'ৰাৰ লগ লৈ তই এনেখন কৰিছ? ইমান সৰুকালিতে তোৰ ইমান উদ্ধতালি! বাচা, আজি তোৰ ভাত মই কুকুৰক দিম আৰু তোৰ পিঠি ফালিম।" এনেকৈ কৈ তেওঁ হৰেনক দুটা চাপৰ মাৰি কাঁহিখন আনি কুকুৰক দিলে। সি মজিয়াতে খঙতে চৎবতাই থাকিল। মাক ভিতৰ সোমোৱাত সি বাহিৰ ওলাই আহিল আৰু মহেনক বিচাৰ কৰিলে। সি আহি বাহিৰত দেখে মহেন তাত নাই। হৰেনে বৰ আঘাত পালে। তাৰ বন্ধুক সি ভাত

খাবলৈ মাতি আনিছিল; কিন্তু মাকে তাক খেদি দিলে। তাৰ শিশুমনত প্ৰতিক্ৰিয়া আৰম্ভ হ'ল। মাকৰ ওপৰত তাৰ বৰ খং উঠিল। সি খৰধৰ কৰি ওলাই দূৰলৈ চালে, কিন্তু মহেনক দেখা নাপালে। সি অনুভৱ কৰিলে যে মহেনে পেটৰ ভোকত গুচি গ'ল। তাৰ অন্তৰে মহেনৰ প্ৰতি কান্দি উঠিল। সহানুভূতিত হৃদয় দ্ৰবীভূত হৈ গ'ল। সি তৎক্ষণাৎ বাৰীলৈ গ'ল আৰু মনে মনে গৈ দুটা ডাঙৰ টিয়ঁহ চিঙি কাকো নেদেখাকৈ লৈ গ'ল। সি টিয়ঁহ লৈ গৈ মহেনহঁতৰ নঙলামুখ পালে। ইতিমধ্যে মহেনে স্কুলৰ পৰা এনেয়ে এপাক মাৰি ফুৰি আহি নঙলা মুখ ওলাল। দুয়োৰো ভেটাভেটি হ'ল। হৰেনে বৰ আদৰৰ সুৰত ক'ল —

"মই তোলৈ এই দুটা টিয়ঁহ আনিছোঁ মহেন, ধৰ, তই খা"

মহেনে এবাৰ তাৰ ফালে চাই ক'লে — "মোক নামঁতিবি হৰেন, তহঁতৰ মায়েৰে মোক বেয়া কথা কৈছে।"

"আই বৰ বেয়া তিৰোতা মহেন; মই আইক মাৰিম সেই কাৰণেহে ভাত নোখোৱাকৈ লাঠি মাৰি ভাতৰ কাঁহি বগৰাই দি আহিছোঁ। ভাতবোৰ কুকুৰক দিছে এতিয়া। মই ভাত খোৱা নাই।" তাৰকথাত মহেনে এবাৰ তাৰ ফালে চালে আৰু মাকে কুকুৰক ভাত দিয়া কথা ভাবিবলৈ ধৰিলে। তেন্তে কুকুৰক ইয়াৰ ভাগৰ ভাতখিনিকে দিলে। হৰেনে তেন্তে মোক ভাল পায়! এইৰকম ভাবে তাৰ চিত্তত আলোড়ন তুলিলে। সি নম্ৰ দৃষ্টিৰে হৰেনলৈ চালে। হৰেনে তাৰ ফালে চাই ক'লে —

"তোক মই বৰ ভাল পাওঁ মহেন। সেইদেখি আইক নেদেখাকৈ এই টিয়ঁহ দুটা চিঙি আনিছোঁ তোলৈ। তই খা ভাই।"

"তই চুৰ কৰি আনিছ? মই চুৰ কৰা বস্তু নাখাওঁ। চুৰ কৰিব নাপায়।"

"আমাৰ নিজৰ বস্তু আনিব পায়। নিজৰ বস্তুতো চুৰ নকৰে, নেদেখাকৈহে লুকাই আনে।"

চুৰ কৰা আৰু লুকাই অনাৰ তফাৎ কি এই বিষয়ে মহেনে চিন্তা কৰিবলৈ ধৰিলে। চুৰ কৰা মানে লোকৰ বস্তু চুৰ কৰা আৰু নেদেখাকৈ লুকাই অনা মানে নিজৰ বস্তু ঘৰৰ মানুহক নেদেখাকৈ অনাকে বুজায় নেকি? এই প্ৰশ্নৰ একো সমাধান কৰিব নোৱাৰি সি ক'লে —

"তেনেহ'লে আমাৰ ঘৰলৈ লৈ ব'ল।"

এইবাৰ দুয়ো মহেনহঁতৰ ঘৰলৈ আহিল। হৰেনৰ হাতত দুটা বৰ ডাঙৰ টিয়ঁহ দেখি ৰত্না আৰু ৰমেন আগবাঢ়ি আহিল। ইহঁতক দেখি যশোদা অবাক হৈ গ'ল। তেওঁ মহেনক প্ৰশ্ন কৰিলে — "তই ক'লৈ গৈছিলি এই দুপৰীয়াখন মহেন?"

মহেনে কিবা কোৱাৰ আগতেই হৰেনে ক'লে — আমাৰ ঘৰলৈ খুৰীদেউ। মই এই টিয়ঁহ দুটা খাবলৈ আনিছোঁ।"

যশোদাই কিবা কোৱাৰ আগতেই ৰত্না আৰু ৰমেনে টিয়ঁহ দুটা আনি কাটিবলে লাগি গ'ল। সিহঁতে টিয়ঁহ কাটি সকলোটিকে ভগাই দিলে। যশোদাকো দিলে, কিন্তু তেওঁ নাখাই ইহঁতকে দিলে। টিয়ঁহ খাই ভোক পলোৱাত সিহঁতে খেলিবলৈ ধৰিলে। যশোদাৰ মনত ভাল লাগিল। সি যি কি নহওক, সিহঁতে নিজে নিজে কিবাকিবি যোগাৰ কৰি খালে। ৰাখে হৰি মাৰে কোনে; মাৰে হৰি ৰাখে কোন? যাৰ যেনেভাৱে জীৱন যাব লাগে তেনেভাৱে যায়। ঈশ্বৰৰ ওপৰত যশোদাৰ বিশ্বাস জন্মিল। তেওঁ যে কাক কিভাৱে প্ৰতিপালন কৰে তাক কোনেও নাজানে। চৰায়ে উৰি উৰি বিচাৰি বিচাৰি আহাৰ যোগাৰ কৰে, কিন্তু মকৰাই ঘৰৰ বেৰত জাল পাতি খাদ্য সংগ্ৰহ কৰে। পোৱালী জন্মিলে ভোকতে কাতৰ হৈ বাঘিনীয়ে নিজৰ প্ৰথম সন্তানক খাই পেলায়; অথচ কেঁকোৰা বা মকৰাই সন্তান জন্ম দি নিজৰ বুকখন খুলি খুলি খাবলৈ দি নিজে মৃত্যুবৰণ কৰে। বাঘিনীয়ে সন্তান খাই জীৱন ৰক্ষা কৰে আৰু মকৰা বা কেঁকোৰাই নিজ শৰীৰ সন্তানক দান কৰি সিহঁতক ৰক্ষা কৰি সন্তানৰ জৰিয়তেই যেন জীয়াই থাকিবলৈ বিচাৰে। কি বিচিত্ৰ সংসাৰ! কি বিচিত্ৰ ভগৱানৰ লীলা; শামুকে বাৰু এখন মুখেৰে খায় আৰু মলত্যাগো কৰেনে? তাৰ বাৰু শৌচৰ দ্বাৰ ক'ত? কেঁচুৰ চকু ক'ত? ইত্যাদি জগতৰ জীৱৰ জীৱন সম্বন্ধে ভাবি ভাবি যশোদাই ঈশ্বৰত আত্মসমৰ্পণ কৰি গভীৰ স্বস্তি লাভ কৰে। হাতৰ কাষত থকা সাধাৰণ জীৱৰ জীৱন প্ৰণালী পৰ্য্যবেক্ষণ কৰিলে জগতৰ নিগূঢ়তম সত্যৰ সন্ধান পাব পাৰি। এই কথা যশোদাই উপলব্ধি কৰিলে। এনেভাৱে ভগৱানৰ ওপৰত বিশ্বাস কৰি তেওঁতে আত্মসমৰ্পণ কৰি পৰম ভক্তসকলে পৰম পদ লাভ কৰে। যশোদায়ো আজি গভীৰ শান্তি লাভ কৰিলে। তেওঁ লাহে লাহে গাঁৱৰ ফালে ওলাই গ'ল।

গধূলিৰ আগে আগে অলপ চাউল লৈ ঘৰ পালে যশোদাই। ল'ৰা-

ছোৱালীহঁতৰ আনন্দৰ সীমা নাই চাউল দেখি। আজি ৰাতি ভাত খাবলৈ পাব; কি যে আনন্দ ! সঁচাকৈ প্ৰাণীৰ আনন্দ প্ৰাণ ধাৰণত। সেয়েহে প্ৰাণীৰ আটাইতকৈ প্ৰিয় বস্তু হ'ল খাদ্য। খাদ্য মিলিলেহে আনন্দ মিলে। ই নিষ্ঠুৰ হ'লেও সত্য।

এনেভাৱে ৰাতি ভাতসাজ খাই পৰম তৃপ্তিৰে সকলোটিয়ে শুই থাকিল; কিন্তু যশোদাই মহেনৰ ক্ৰিয়াকাণ্ডৰ কথা ভাবি থাকিল।

কেইদিনমান কষ্ট কৰি খোৱাৰ পিচত যশোদাই কোনোৰকমে টিকি উঠিল। তেওঁ বাধ্য হৈ লোকৰ ঘৰত আকৌ কাম কৰিব লগা হ'ল। এয়েতো ভাগ্য মানুহৰ !

## ।। বাৰ ।।

আজি বহুদিনৰ পৰা সুভদ্ৰাৰ মনত এটা কথাই বাৰে বাৰে খুন্দিয়াবলৈ ধৰিছে— তেওঁ এটি পালনীয়া ল'ৰা পো হিচাবে ৰাখিব খোজে। তাৰ কাৰণে গিৰিয়েকক খেচখেচাই আছে। তেওঁ একো মতামত দিয়া নাছিল, কাৰণ ঘৈণীয়েকে ৰমেনৰ কথা প্ৰস্তাৱ কৰিছিল। তেওঁ কৈছিল যে লোকৰ ল'ৰা অনাতকৈ ঘৰৰ ল'ৰা ৰাখিলে ভাল হ'ব। ৰমেন লৰাজনো ভাল— শান্ত ধীৰ। তাৰ উপৰি মাক বাপেক কোনো নাই। এই ঘাটমাউৰা ভতিজা ল'ৰাজনে সতীয়া মাকৰ লগত থাকি বৰ কষ্ট পাইছে। খাবলৈ নাপাই শুকাই মৰিবলৈ ধৰিছে। এনে অৱস্থাত আনিব পাৰিলে তাৰো উপকাৰ আৰু তেওঁলোকৰ উদ্দেশ্যও সিদ্ধি হয়; লগতে বিধৱাজনীৰো এটা পোহ কমে। এই যুক্তি অখণ্ডনীয়। গিৰিয়েকে একো প্ৰতিবাদ কৰিব নোৱাৰি মনে মনে আছিল, আজি ঘৈণীয়েকে নেৰানেপেৰাকৈ ধৰাত সন্মতি দিলে। ঘৰৰ ল'ৰা ঘৰতে থাকিব, মানুহেও ভাল বুলিব। তাকে ভাবি কথাষাৰ ভাই-বোৱাৰীয়েকৰ কাণ চুৱাবৰ বাবে ঘৈণীয়েকক পঠাই দিলে।

সুভদ্ৰা আজি যশোদাৰ ওচৰ চাপিল। এনে টানৰ দিনত ডাঙৰ জায়েকে খবৰ ল'বলৈ অহাত যশোদাই বৰ ভাল পালে। আদৰ কৰি মাতি নি বহুৱালে। ঘৰৰ খবৰ, দোকানৰ খবৰ বাতৰি সোধাৰ পিছত তামোলচালি খাই দুয়ো ঘৰুৱা মেল আৰম্ভ কৰিলে। কথা-প্ৰসঙ্গত সুভদ্ৰাই ৰমেনৰ কথা উলিয়ালে— "ৰমেনটোক তুমি কেনেকৈ পুহিবা? পঢ়োৱাৰ কথা আৰু টান। আমাৰ ডাঙৰ পিতাকে সেইদেখি কৈছে যে ৰমেন আমাৰ দোকানতে থাকক; তাৰপৰাই স্কুললৈ যাব। তাত থাকিলে এটা খাবৰীয়া কমিব আৰু তাৰো পঢ়াশুনাত সুবিধা হ'ব। ঘৰৰ ল'ৰা ঘৰতে থাকিব; তোমাকো মানুহে বেয়া নোবোলে আৰু আমাকো ভাল বুলিব গতিকে মই কৈছোঁ, তুমি তাক দিয়া।"

ৰমেনৰ কথা কোৱাত যশোদাৰ মন মৰি গ'ল। কি সতেৰে তেওঁ এৰি দিব— ডাঙৰ পিতাকৰ লগত থ'ব? যশোদাৰ অন্তৰ ক'লা পৰি গ'ল। পুহিবও নোৱাৰে আৰু এৰি দিবৰো সমুলি ইচ্ছা নাই— সহ্য কৰিব নোৱাৰে। এনে অৱস্থাত তেওঁৰ মনটো যে কেনে লাগিল তাক বৰ্ণনা কৰিব নোৱাৰি। দুখ, বেজাৰ, শোকত হৃদয় জৰ্জ্জৰিত হৈ আছে, তাতে আজি এনে এটা মাৰাত্মক দুখে যশোদাৰ মনটো

মাৰি পেলালে। দুখত কাতৰ হৈ কৈছে "মইনো কি ক'ম বাইদেও! তোমালোকে যি ভাল দেখা কৰা। পিচে মইহে তাক এৰি থাকিব নোৱাৰিম।" এনেতে তেওঁ চকুলো মচিলে। তেওঁৰ মনৰ অৱস্থা উপলব্ধি কৰি সুভদ্ৰাই কথাষাৰ ঘূৰাই ক'লে—"মই তোমাৰ কষ্ট দেখিহে কৈছোঁ। তোমাৰ উপাৰ্জ্জন নাই, অথচ খৰচ হ'ল কেবাটিও। গতিকে এটিৰ খৰচ লাঘৱ হ'লেও বহুত। বৰ বেজাৰ নাপাবা তোমাৰ দুখ দেখিহে কৈছোঁ।" ৰিহাৰ আঁচলৰে চকুলো মচি যশোদাই ক'লে—"তুমি মোৰ ভালৰ কাৰণেই যে কৈছা তাক মই বুজিছো; কিন্তু মই কি কৰিম! সি যে মোৰ জীউ। তাক মই এৰিম কেনেকৈ? বৰং তুমি যদি সদয় হৈছা তেন্তে মোৰ মহেনক নিয়া। সিও সমানে খাব পৰা হৈছে। তাৰ উপৰি সি অ'ৎপ দুষ্ট। অভিভাৱক নহলে সি নষ্ট হ'ব। গতিকে ডাঙৰ পিতাকে তাক তত্ত্বাবধান কৰক নিজৰ লগত ৰাখি। নহ'লে মোৰ বৰ নিৰুপায় অৱস্থা হ'ব। তোমাৰ শাসনত থাকিলে সি ভাল হ'ব। তাকহে লৈ যোৱা বাইদেউ!"

সুভদ্ৰাই বুজিলে যে যশোদাই মতলব ধৰিব পৰা নাই। এনেয়ে দোকানত ৰখা চুতা কৰি যে চিৰদিনৰ কাৰণে ৰমেনক আতৰাই নিব খুজিছে। সেই কাৰণেহে নিজৰ ল'ৰাক থ'ব বিচাৰিছে। তেওঁৰ দুখ পতিয়াই ল'ৰাক মানুহ কৰিববৈল অহা নাই সুভদ্ৰাই, বৰং যশোদাৰ অন্তৰ ভাঙি নিবলৈহে মতলব পাঙিছে; এই কথা বুজিব পৰা নাই যশোদাই। তেওঁ এটা কুটিল হাঁহি মাৰি ক'লে—"মহেন সৰু আছে; দোকানৰ একো কৰিব নোৱাৰিব। ৰমেনে হ'লে কামত সহায় কৰিব পাৰিব। তুমি আপত্তি নকৰিবা। দোকানৰ কাম শিকিলে তাৰ ভবিষ্যৎ মঙ্গল হ'ব আৰু ভায়েককো পঢ়াব পাৰিব। তুমি সন্মত হোৱা।"

সুভদ্ৰাৰ চলাহি কথাত পতিয়ন গৈ যশোদাই ক'লে— "তাক সুধি পুচি সন্মত কৰিহে পঠাব পাৰিম বাইদেউ। জোৰ কৰিতো পঠাব নোৱাৰোঁ। মহেনক হ'লে মই বল কৰিও পঠাব পাৰিম, কাৰণ সি সৰু আছে।"

"বাৰু, তুমি তাক সুধি-পুচি সন্মত কৰিবা। মই পৰহি খবৰ কৰিম। তোমাৰ ভালৰ বাবেই কৈছোঁ।"

"ময়ো বুজিছো বাইদেউ, তোমালোকে যে মোৰ বিলৈ দেখি প্ৰতিকাৰ কৰাৰ বাবেই তেনেকৈ উপযাচি উপকাৰ কৰিববৈল ওলাইছা। কিন্তু বাইদেউ। মোৰ ভাগ্যত আৰু দুখ আছে, মই জানিছোঁ।"

"ভাগ্যৰ লিখননো কোনে খণ্ডাব ? নহ'লেনো মোৰ ভাগ্যত এনে দশা হয়নে?"

"দুখ কৰিলে কি হ'ব বাইদেউ, ঈশ্বৰে নিদিলে ক'ত পাবা? সন্তান-সন্ততি ঈশ্বৰৰ দান। ভগবানে যাক যি দিছে তাকেহে পাবা গতিকে দুখ কৰি লাভ নাই। ধন আৰু জন দুয়োটাই মানুহৰ সমানে নহয়। তোমাক ধন দিছে— জন দিয়া নাই; মোক জন দিছে, ধন দিয়া নাই। ভগৱানৰ লীলা বাইদেউ।"

"এৰা, ঈশ্বৰৰে ইচ্ছা।"

এনেভাৱে গভীৰ অস্বস্তিত সুভদ্ৰাৰ মুখেৰে এটা হুমুনিয়াহ আহে। যশোদাই লক্ষ্য কৰে আৰু তেওঁৰ কথাতে দুখ পোৱা বুলি ভাবি মনতে বৰ দোষী দোষী যেন অনুভৱ কৰিলে। কথাৰ মেৰ ঘূৰাই আনফালে মন ঘুৰাবৰ বাবে অন্য কথা উলিয়ালে। এনেভাৱে নানা কথা-বতৰা আলোচনা কৰি সুভদ্ৰা সিদিনাৰ কাৰণে ঘৰলৈ ফিৰিল। যশোদাই বাটলৈ আগবঢ়াই থ'লে।

ৰাতি ভাত খোৱাৰ পিছত ইহঁত শুই পৰাত মাকে ৰমেনক ক'লে— "তোক ডাঙৰ মায়েৰে নিবলৈ আহিব ৰমেন; অহাকালি আহিব; তই যাবিনে?"

"কিয় যাব লাগে আই?"

"দোকানত ডাঙৰ পিতায়েৰাই তোক কাম শিকাব।"

"মই সদায় অহা-যোৱা কৰিব লাগিব?"

"নহয়, তই সদায় তাত থাকিব লাগিব।"

"মই সদায় থকা কৰি ক'লৈকো নাযাওঁ। দিনৰ ভাগত থাকিলেও ৰাতি নাথাকোঁ।"

"কিয়?"

মাকৰ ডিঙিত সাবটি ধৰি লেনিয়া মাতেৰে ক'লে— "তোক এৰি মই ক'লৈকো যাব নোৱাৰোঁ আই। তোৰ লগত মই নাথাকিলে মোৰ টোপনি নাহে।"

"ডাঙৰ মায়েৰৰ লগত থাকিবি।" তেওঁ মন চায়।

"মই কাৰো লগত নাথাকোঁ। তোৰ বাহিৰে মই কাৰো লগত নাথাকোঁ।"

"মোক তই সদায় পাবিনে? মোৰ লগত থাকিলে যে শুকাই মৰিবি?"

"তই মৰিলে ময়ো মৰিম। তোক এৰি মই ক'লৈকো নাযাওঁ।"

"তাত থকিলে তই সুখত থাকিব পাৰিবি। খাবলৈ পাবি, পিন্ধিবলৈ পাবি, পঢ়িবলৈ পাবি— কি মজা হ'ব!"

"একো মজা মোক নালাগে। মই তোক এৰি কলৈকো নাযাওঁ। মোক তই খেদি দিবি আই? মোক লোকৰ ঘৰলৈ খেদি দিবি।"

মাকে তাক সাৱটি ধৰি চুমা খাই ক'লে—"মোৰ সোণটি! মই তোক কেনেকৈ পঠাম? কি সতেৰে বাৰু মোৰ সোণটিক মই লোকৰ ঘৰলৈ পঠাম। কিন্তু মইযে ........।"

"কিন্তু কি আই?"

"তোক মই পুহিম কেনেকৈ? পঢ়াম কেনেকৈ সোণ। মই যে —" যশোদাই হুক্‌হুক্ কৰি কান্দি উঠিল। মাকৰ কান্দোন দেখি ৰমেনৰো কান্দোন আহিল। সি মাকৰ ডিঙিত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। কিছুপৰৰ পিচত সি ক'লে—

"মই আৰু নপঢ়ো আই।"

"কিয় বাচা ?"

"তোৰ ইমান দুখ হৈছে. আৰু মই পঢ়িয়ে থাকিম?"

"তইনো কি কৰিবি বোপা? প্ৰাইমাৰী পাচ কৰি হাইস্কুলত দুটা শ্ৰেণীহে গৈছে, মাইনৰ পাচ নকৰাকৈয়ে এৰিবিনে?"

"এৰিবই লাগিব আই, নহ'লে উপায় নাই।"

"এৰি বাৰু তই কি কৰিবি বাচা?"

"মই চাহ দোকানত চাহ দিয়া ল'ৰা হৈ থাকিম, দৰমহা লৈ ৰাতি ৰাতি ঘৰলৈ আহিম।"

"ছিঃ তেনে কথা নক'বি ৰমেন। তই চাহৰ দোকানত চাকৰ থাকিবি— আৰু মই?"

"তই ঘৰত থাকিবি আই। মই দৰমহা পাম, তাৰে খাবি।"

"এনে কথা নক'বি বোপা, মই জীউটো গ'লেও তোক লোকৰ ঘৰত থ'ব নোৱাৰো।"

"তেন্তে ডাঙৰ আইহঁতৰ তালৈ কিয় যাবলৈ কৈছ?"

"তেওঁ তোৰ নিজা ডাঙৰ পিতা — ঘৰৰ মানুহ। ঘৰৰ মানুহৰ লগত থাকিলে জানো পৰৰ তাত থকা হয়?"

"যদি ঘৰৰ মানুহ তেন্তে আমি শুকাই মৰিলেও টকা নিদিয়ে কিয়?"

এইবাৰ যশোদাই উত্তৰ বিচাৰি নাপাই তাৰ মূৰত হাত বুলাই ক'লে—

"কেইদিনমান থাকচোন বোপা; কি হয় চাওঁ।"

"মই তালৈ নাযাওঁ আই; লাগিলে চাহ দোকানত চাকৰ থাকিম।"

"তই ইমান খং কৰিছ কিয় বোপা?"

"তেওঁলোক ভাল মানুহ নহয় আই।"

"কিয়?"

"বৰ কৃপণ, কাকো একো নিদিয়ে। কাকো মৰমো নকৰে। দোকানত থকা ল'ৰাবিলাক সেইবাবে পলাই যায়।

"বেয়া পালে আমাৰো গুচি আহিবি।"

"মই বেয়া পাইছোঁ আই। মই নাযাওঁ।"

বহুত বুজাই- বঢ়ায়ো তাক মান্তি কৰিব নোৱাৰিলে তেওঁ। সেই দিনা যেতিয়া সুভদ্ৰা আহিল তেতিয়া ৰমেনে স্পষ্ট জবাব দিলে যে তেওঁলোকৰ ঘৰলৈ নাযায়। মাক আৰু ডাঙৰ মাকে তাক কত কিমান বুজালে, কিমান প্ৰলোভন দেখুৱালে; কিন্তু একোতে তাক টলাব নোৱাৰিলে। হতাশ হৈ সুভদ্ৰা ঘৰলৈ ফিৰিল। কিন্তু যোৱাৰ আগতে যশোদাক বেয়া পোৱাৰ চিন পৰিস্ফুট হৈ ওলাল। যাবৰ বেলিকা তেওঁ যশোদাক ইঙ্গিতেৰে বুজাই দিলে যে তেওঁৰ মন্ত্ৰণাতহে ৰমেন যাবলৈ অমান্তি হৈছে। যশোদাই নিৰুপায় হৈ নীৰৱভাৱে সকলো সহ্য কৰি গ'ল।

সিদিনাৰেপৰা সুভদ্ৰাইঁত যশোদাৰ ভয়ঙ্কৰ শত্ৰু হৈ পৰিল।

কিছুদিন পিচত যেতিয়া সঁচাকৈ ৰমেন স্কুল এৰি আহি এখনচাহ দোকানত চাকৰ থাকিলে তেতিয়াৰেপৰা সঁচাকৈ সুভদ্ৰাইঁত পৰমং শত্ৰু হৈ পৰিল। মাকৰ হাক-বচন নুশুনি ৰমেনে চাহ দোকান এখনত পোন্ধ ৰ টকা মাহিলি দৰমহা হিচাপে বন্দোবস্তকৰি ৰৈ গ'ল। ওৰেদিনে চাহ দোকানত থাকি ৰাতি দহ বজাত ঘৰলৈ আহি মাক ভায়েকহঁতৰ লগত একেলগে থাকে। তাৰ কাণ্ড দেখি মাকে বহুত কন্দা-কটা কৰিও তাক টলাব নোৱাৰিলে।

মাকৰ অন্তৰ মৰি গ'ল. বুকুৰ জীউ যেন ল'ৰাক লোকৰ দোকানত চাকৰ থলে আৰু পঢ়া বন্ধ কৰিলে। লোকে নানা বদনাম ৰচনা কৰিবলৈ ধৰিলে। সুভদ্ৰাইঁতে শতমুখে বদনাম ৰটনা কৰিবলৈ ধৰিলে। এইবাৰ কিন্তু কথা-প্ৰসঙ্গত ওলাই পৰিল যে সুভদ্ৰাই ৰমেনক দোকানত ৰখা চুতা কৰি বেটা হিচাপেহে তুলিবলৈ পাং পাতিছিল। কথাষাৰ প্ৰচাৰ হৈ পৰাত যশোদা আৰু ৰমেন বেচ

আশ্বস্ত হৈ গ'ল। এতিয়াহে তেওঁলোকে সুভদ্ৰাৰ মতলব ধৰিব পাৰিলে। কথা কাণত পৰাত ৰমেনে মাকক ক'লে—"এতিয়া ডাঙৰ আইৰ মতলব বুজিলি আই? সিহঁতে মোক পো হিচাপে ৰাখিবলৈ ইচ্ছা কৰে। মই মোৰ পিতাৰ পো, আৰু কাৰো নহওঁ।"

তাৰ কথা শুনি যশোদাই তবধ মানিলে। বাস্তৱিকতে ৰমেন বয়সত কম হ'লেও জ্ঞান-বুদ্ধিত কম নহয়। মাকে এতিয়াহে জায়েকৰ কথাৰ অৰ্থ বুজিলে, উপযাচি সহায় কৰিবলৈ অহাৰ তাৎপৰ্য্য বুজিলে।

।। তেৰ।।

ৰমেনে খোৱা-পিন্ধা পোৱাৰ উপৰি পোন্ধৰ টকাকৈ দৰমহা পায়। সি চাহ দোকানত চাহ দিয়া কাম কৰাৰ উপৰিও মিঠাই তৈয়াৰ কৰা কাম শিকিবলৈ ধৰিছে। তাৰ ইচ্ছা, সি এজন ভাল মিঠাই তৈয়াৰ কৰা কাৰিকৰ হ'ব যাতে দৰমহা বেচিকৈ পায়। তাৰ বুদ্ধি, ধৈৰ্য্য আৰু সহিষ্ণুতাই তাক সকোলোৰে প্ৰিয় কৰি তুলিছে। তাৰ ভাল ব্যৱহাৰৰ কাৰণে আজিকালি সেইখন চাহ দোকানত গ্ৰাহকৰ সংখ্যা অধিক। মহাজনে তাক বৰ মৰম কৰে আৰু বিশ্বাস কৰে। তেওঁ কথা দিছে যে এবছৰৰ পিছত তাৰ দৰমহা ডেৰকুৰি কৰি দিব আৰু মিঠাইৰ কাম জানিলে দুইকুৰি কৰি দৰমহা দিব। তাৰ কাৰণে সি প্ৰাণপণে চেষ্টা কৰিছে যাতে সি কম সময়ৰ ভিতৰতে এজন সুদক্ষ  কাৰিকৰ হ'ব পাৰে।

ইফালে তাৰ দৰম হা পোন্ধৰ টকা মহেন আৰু ৰত্নাক দিওঁতে যায়। কানি-কাপোৰ, কিতাপ-পত্ৰতে তাৰ টকাখিনি শেষ হয়। মাকৰ বাবেও মেখেলাৰ বাবে সূতা কিনি দিয়ে। মাকে লোকৰ ঘৰত কাম কৰি কোনোমতে দুইবেলাৰ দুসন্ধ্যাৰ যোগাৰ কৰে। দুখে-কষ্টে দিন অতিবাহিত হৈ যাবলৈ ধৰিছে।

ৰমেনৰ কিন্তু মনত বেচ আনন্দ হৈছে, কাৰণ আজিকালি তাৰ ভায়েক-ভনীয়েক দুয়োজনে স্কুললৈ যায় আৰু পঢ়াতোভাল হবলৈ ধৰিছে। মহেনে যদিও নলগা তামোলত জেং বান্ধি ফুৰে তথাপি সি স্কুলৰ পঢ়া ঠিক ৰাখে। সি প্ৰথম হৈ প্ৰমোচন পাইছে। তাৰ বুদ্ধি বৃত্তি দেখি পণ্ডিতসকলে তাক বৰ মৰম কৰে। ৰমেনে সিদিনা কিবা কথা-প্ৰসঙ্গত মাকৰ আগত ক'লে—'মহেনক মই পঢ়াম আই, সি পঢ়িব পাৰিব। তাৰ যিমান ইচ্ছা সিমানলৈ তাক মই পঢ়াম।"

মাকে বৰ বেজাৰ মনেৰে ক'লে, "তাকতো পঢ়াবি, পিছে তইহে পঢ়িব নোৱাৰিলি বাচা। মোৰ যিমান দুখ লাগে এই কথাষাৰ ভাবিলে। তয়োতো পঢ়িব পাৰিলিহেঁতেন; তোৰ বুদ্ধি বৰ চোকা আছিল। পিচে মোৰ দুৰ্ভাগ্য যে মই তোক পঢ়াব নোৱাৰিলোঁ।"

"মই নোৱাৰিলোঁ কি হ'ল? মই নোৱাৰিলোঁ কাৰণেইটো মই মোৰ ভাইক পঢ়াম, ভনীক পঢ়াম। তাক মই ডাঙৰ মানুহ কৰিম।"

মাকে তাৰ মূৰটোত হাত বুলাই কয়—"তোৰ মনৰ ইচ্ছা পূৰ হ'ক বাচা! ঈশ্বৰে তোৰ মনৰ কামনা পূৰ কৰক।"

এনেভাৱে দৰিদ্ৰ পৰিয়াল এটিত ভৱিষ্যতৰ ৰঙীন কল্পনাই লুকাভাকু খেলে। মানুহৰ আশা-আকাঙ্খা যে কি শক্তি শালীতাক অনুমান কৰিব পাৰি দুখীয়া জীৱনৰ মাজেদিহে। কিছুদিন পিচৰ কথা। মহেন কিন্তু অন্যৰকম হৈ গৈছে। ঘৰত খোৱা-লোৱাত বা পিন্ধা-উৰাত তাৰ নজৰ নাই; তাৰ নজৰ বাহিৰত। সেই দোকানৰ ঘটনাৰ দিনৰপৰা তাৰ মনৰ গতি একেবাৰে বদলি গৈছে। সৰু ল'ৰাৰ মনত এটা কথা সোমাই গ'লে সি আৰু সহজে ওলাই নাহে— জীৱন জুৰি ক্ৰিয়া কৰি থাকে। তাৰ তেনে হৈছে। তাৰ মনত মানসিক প্ৰতিক্ৰিয়া আৰম্ভ হৈছে। সি সদায় ভাবে, "মানুহবিলাকে সকলোৱে ফাকি কৰি খায় নেকি? তেন্তে লোকক কিয় চোৰ বুলি কিলায়? সকলোৱে চোৰ হ'লে আনক কিয় মাৰিব? এইৰকমে তাৰ শিশুমনত বাৰে বাৰে প্ৰশ্ন জাগে। সি দোকানীবাপুৰামৰ কথা ভাবে; তাৰপিছত শিক্ষকৰ কথা ভাবে। পণ্ডিতৰ কথা ভাবি মনতে কয়—"সকলো বেয়া নহয়। আমাৰ চাৰ নিশ্চয় বেয়া মানুহ নহয়। চাৰে বাপুৰামক ধৰা পেলালে সেই কাৰণেই। চাৰ ভাল মানুহ। সকলো মানুহ বেয়া নহয়।"

তাৰ মনত নানা ভাবৰ খেলিমেলি লাগে। এতিয়া কিন্তু এটা তাৰ স্বভাৱ গঢ়ি উঠিল। সি সকলো মানুহৰ দোষ-গুণবোৰ বিচাৰি ফুৰে আৰু কোন মানুহে কি কাম কেনেকৈ কৰে আৰু কিয় কৰে তাৰ প্ৰতি নজৰ ৰাখে। সেইদেখি ল'ৰাবোৰে তাক দমাব নোৱাৰে; কাৰণ সি সকলোৰে দোষৰ কথা কৈ দি সিহঁতক অপদস্থ কৰিব পাৰে। আনকি ডাঙৰ মানুহেও তাক আজিকালি সমীহ কৰি চলে, কাৰণ সি তেওঁলোকৰ দোষৰ কথাবোৰ কাকো খাতিৰ নকৰি প্ৰকাশ কৰি দিয়ে। মানুহৰ দোষ ধৰি তাক বশ কৰে, এই সহজ উপায়টো সি আয়ত্ব কৰি ল'লে। আজিকালি সেইবাবে সিহঁতক কেৰে বেয়াকৈ নকয়। মহেন নিৰ্ভীক, স্পষ্টবাদী আৰু তাৰ্কিক। সি কোনো কথা বিনা যুক্তিত মানিব নোখোজে। সেই বাবে তৰ্ক প্ৰতিযোগিতাবিলাকত সি জয়লাভ কৰে। তাৰ উপস্থিত বুদ্ধিও বৰ চোকা। এইবোৰ কাৰণত মহেন আজিকালি লোকৰ চকুত পৰা বিধৰ ল'ৰা হৈ উঠিছে। স্কুলত সি প্ৰভাৱশালী ছাত্ৰ। ছাত্ৰ সভাৰ সি সাধাৰণ সম্পাদক। মাষ্টৰসকলে তাক ভাল পায় আৰু মৰম কৰে।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ আজি প্ৰায় তেইশ বছৰ হ'ল, কিন্তু আজিও ভাৰতবৰ্ষ খাদ্যৰ ক্ষেত্ৰত স্বাবলম্বী হ'ব পৰা নাই। পঞ্চবাৰ্ষিক পৰিকল্পনা তিনিটা

পাৰ হৈ গ'ল; কিন্তু আজিও নিৰ্দ্দিষ্ট লক্ষ্যত উপনীত হ'ব পৰা নাই। দেশৰ কাৰণে বৰ দুখ আৰু পৰিতা পৰ কথা। আজি দিনে দিনে নিৰনুৱা সমস্যা বাঢ়ি যাবলৈ ধৰিছে; চৰকাৰে শত চেষ্টা কৰিও তাৰ সমাধান কৰিব পৰা নাই। জনবহুল ভাৰতবৰ্ষত জনতাৰ শক্তিক সুপথে পৰিচালিত কৰি দেশৰ সম্পদ বৃদ্ধি কৰিব নোৱাৰিলে সেই বৰ্দ্ধিত জনতাই শেষত দেশৰ ঘোৰ অমঙ্গল মাতি আনিব। এই কথা আজি সকলোৱে উপলব্ধি কৰিছে; কিন্তু প্ৰতিকাৰৰ উপায় উলিয়াব পৰা নাই। কৃষি, শিল্প, বাণিজ্যত জনশক্তি নিয়োগ কৰি তাৰ দ্বাৰা উৎপন্ন দ্ৰব্য বিদেশত বিক্ৰী কৰিব পাৰিলেহে ভাৰতবৰ্ষ ভৱিষ্যতে ৰক্ষা পৰিব; নহ'লে দেশৰ আভ্যন্তৰীণ গোলমাল সদায় বৃদ্ধি হৈয়ে থাকিব। আমাৰ দেশখনত বৰ্ত্তমানে আগতকৈ আজিকালি দুৰ্নীতি অধিক বৃদ্ধি পাইছে। ৰাজকৰ্ম্মচাৰীৰপৰা আৰম্ভ কৰি ব্যৱসায়ীলৈকে সকলোৱে কেৱল দুই পইচা লাভ কৰাৰ তালত থাকে— দেশৰ জনসাধাৰণৰ দুখ-দুৰ্গতিৰ কথা কোনেও কাণ নকৰে। আনকি জনতাৰ প্ৰতিনিধি এম, এল, এ; এম, পি; মন্ত্ৰীসকলেও নজৰ কৰে কেনেকৈনো দুই পইচা নিজৰ পকেটত সোমায়। ত্যাগৰ আদৰ্শ লোপ পালে; বৰ্ত্তমান সকলোৰে আদৰ্শ ভোগৰ। অসীম ভোগ-জীৱন যেন ভোগৰহে নদী। এই ভোগ-বিলাসৰ সামগ্ৰী যোগাৰ কৰিবৰ বাবে ধনৰ আবশ্যক। গতিকে যি কি প্ৰকাৰে ধন সংগ্ৰহ কৰাটোৱে আজিৰ মানুহৰ আদৰ্শত পৰিণত হৈছে। এই ভাৰতবৰ্ষ আৰু আজি অতীতৰ ত্যাগৰ আদৰ্শৰে মহিমান্বিত ভাৰতবৰ্ষ নহয় বৰং আজিৰ ভাৰতবৰ্ষ ভোগৰ লীলা ভূমিত পৰিণত হৈছে। পিচে যিসকল দুষ্ট আৰু সবল তেওঁলোকে ধন সংগ্ৰহ কৰি ভোগ-বিলাস কৰিছে, কিন্তু যিসকল নিৰ্জ্জু আৰুশান্ত তেওঁলোকে আদৰ্শৰ সংঘাতত পৰি ধন আহৰণ কৰা নাই আৰু হয়তো কিছুমানে কৰিব পৰা নাই। তাৰ ভিতৰত সাধাৰণ মানুহবিলাকেই পৰে। সেইদেখি আজিকালি ধনীৰ ধন বাঢ়িয়ে গৈছে আৰু দুখীয়াসকল বেচি দুখীয়া হৈ যাবলৈ ধৰিছে। আমাৰ দেশৰ সামাজিক আইন- কানুনবোৰ দোষযুক্ত হোৱাৰ এয়ে নমুনা। এই দোষযুক্ত আইন-কানুন সমাজ ব্যৱস্থাত পৰি জনতা হাৰাশাস্তি হৈ গৈছে। গণতন্ত্ৰৰ নামত আমোলাতন্ত্ৰ বনাম ধনতন্ত্ৰই বিশাল শিপা মেলি দেশখন আগুৰি পেলাইছে। ইয়াৰপৰা জনতাই মুক্তি পাব লাগিলে— প্ৰকৃত গণতন্ত্ৰ স্থাপন হ'ব লাগিলে, শাসন দোষমুক্ত হ'ব লাগিব আৰু শোষণ বন্ধ হ'ব লাগিব। তাকে কৰিব নোৱাৰিলে গণতন্ত্ৰ প্ৰহসনহে

হ'ব, প্ৰকৃত গণতন্ত্ৰ প্ৰতিষ্ঠা নহ'ব। সমাজবাদ মানে সমাজক বাদ দি চলা নীতিহে হৈছে। আজি আমাৰ সমাজে সেই কাৰণে নিকাৰ ভুঞ্জিব লাগিছে,বিশেষকৈ নিম্ন শ্ৰেণী আৰু নিম্ন মধ্যবিত্ত শ্ৰেণী ঘোৰ সংকটত পৰিছে। তেওঁলোকক হত্যা কৰা হোৱা নাই, কিন্তু তেওঁলোকে নিজে নিজে হত্যা হ'বলৈ ধৰিছে। দৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰি দিনে দিনে মৃত্যুৰ মুখলৈ আগবাঢ়িবলৈ ধৰিছে। তাৰ বিকট ৰূপ গাঁৱে-ভূঞে প্ৰকট হৈ উঠিছে।

ধানৰ দাম মোণে ডেৰকুৰিৰো অধিক হৈছে। চাউলৰ কিলো দুটকাতকৈও অধিক হৈছে। এক কিলো চাউলৰ দাম দুটকা কৰি কেইজনে কিনিব পাৰিব? গতিকে জনসাধাৰণ ৰাইজৰ বহু লোকে এসাজ খাই এসাজ লঘোণ পৰিবলৈ ধৰিছে।

যশোদাহঁতৰ কি গতি হৈছে তাক বৰ্ণনা কৰাৰ দৰকাৰ নাই। চাউলৰ মূল্য বৃদ্ধি হোৱাৰ লগে লগে চাউল পাবলৈও নোহোৱা হৈছে। কণ্ট্ৰোলৰ দোকানত এটকা কিলো; কিন্তু জনমুৰি চাউল দিয়ে সপ্তাহত আধাকিলো। আধাকিলো চাউল এদিনৰ খাদ্য; কিন্তু সপ্তাহ দিন চলিব লাগে। গতিকে ক'বলৈ গ'লে এদিন খাই বাকী ছয়দিন লঘোনে থাকিব লাগিব। বাকীখিনি চাউল ক'লা-বজাৰ বা খোলা বজাৰৰপৰা কিনিব লাগিব কিলোত দুটকা হিচাপে। খোলা বজাৰ মানে ক'লা-বজাৰ (black market) 'ব্লেক মাৰ্কেট' বা ক'লা-বজাৰৰ নাম সলাই চৰকাৰে শেষত খোলা বজাৰ বুলিলে যাতে চৰকাৰৰ নাক কটা নাযায়। চৰকাৰে বেপাৰী শ্ৰেণীক শাসন কৰিব নোৱাৰি সিহঁতৰে ওচৰত নতি স্বীকাৰ কৰি বজাৰৰ নাম বদলাই দিলে। ই বৰ লাজৰ কথা। আজি দেশখন শাসিত হৈছে বেপাৰী শ্ৰেণীৰ দ্বাৰাহে। বৰ দুখৰ কথা —এই ক'লা-বজাৰ বা খোলা বজাৰৰপৰা কিলোত দুটকা হিচাপে চাউল কিনি কেনেকৈ জীৱন ধাৰণ কৰে যশোদাইঁতে? মহা সমস্যাত পৰিছে ৰমেনে। বজাৰত বস্তুৰ দাম বাঢ়িছে, কিন্তু তাৰ দৰমহা বঢ়া নাই; গতিকে পোন্ধৰ টকাৰ দৰমহাৰে সি কেনেকৈ চলে? মাকৰ হাতত টকাখিনি দি সি কান্দি কান্দি কয়—"পোন্ধৰ টকাৰে সাত কিলো চাউলহে পোৱা যাব। সাত কিলোৰে বাৰু সাতদিন গ'ল; বাকী দিনবিলাকৰ বাবে কি কৰিম আই? তহঁত তিনিজন মানুহে বাৰু কেনেকৈ চলিবি? মই চাকৰ খাটিও তহঁতক ৰক্ষা কৰিব নোৱাৰিলোঁ আই। মই এতিয়া কি কৰোঁ?"

তাৰ কান্দোনত মাকৰ চকুলো আহে। কান্দি কান্দি মাকে তাৰ মুৰত হাত বুলাই সান্ত্বনা দিয়ে।

"নাকান্দিবি বাচা । তোৰ যহতে ইমান দিন কোনোৰকমে খাই আছিলোঁ, এতিয়া চাউলৰ দাম বেচি হৈ গৈ আছে; কি কৰিবি? দুখ নকৰিবি বাচা; ঈশ্বৰে কিবা কৰি খুৱাব।"

সিহঁতৰ এই শোকৰ দৃশ্য চকুত পৰে মহেনৰ। সি তাৰ পঢ়া কোঠাত কিতাপ পঢ়ি আছিল, মাক আৰু ককায়েকে কথা-বতৰা হৈ থকা তাৰ কাণত পৰিল। সি কিতাপখন থেকেচা মাৰি থৈ বাহিৰলৈ ওলাই যায়। তাৰ মনত আজি ককায়েকলৈ বেলেগ অনুভূতি আহিল। এৰা, ককায়েকে লোকৰ দোকানত চাকৰ খাতি ঘৰখন পুহি আছিল আৰু তাকো পঢ়াইছিল; আজি আৰু তাৰ দৰমহাৰে ঘৰ নচলে। তাৰ কাৰণে ককায়েকে চকুলো টুকিছে। উহ! উহ! কি চেনেহ ককায়েকৰ সিহঁতৰ প্ৰতি! সি তলমুৱা হৈ ওলাই যায়। কাৰো আগত দুখ প্ৰকাশ কৰা তাৰ স্বভাৱৰ বাহিৰ। ই তাৰ মনত বৰ অপমানৰ কথা, কাৰণ ই দুৰ্ব্বলতা. সেয়েহে সি কষ্ট পালেও নাকান্দে, আৰু দুখ পালেও নাকান্দে; আৰু দুখ পালেও কাৰো আগত প্ৰকাশ নকৰে। আত্ম-সন্মানবোধ তাৰ বৰ বেচি। সৰুকালৰ পৰাই তাৰ এই স্বভাৱে গঢ় লৈছে। বোধহয় ই তাৰ স্বভাৱজাত, জন্মগত গুণ। তাৰ আজি মন মৰি গৈছে। এৰা, সিহঁত এতিয়া কেনেকৈ চলিব? দিনে দিনে ধান-চাউলৰ দাম বাঢ়িহে আছে। ঘৰত চাউল-পাত একো নাই। তাৰ উপৰি কণ্ট্ৰোলৰ দোকানত চাউল নিদিয়ে খোলা বজাৰত বেছি দাম দি কিনিব লাগে। তাৰ নিজৰ মনত নানা প্ৰশ্ন জাগে আৰু তাৰ সমাধানৰ উপায় সি বিচাৰি নাপায়। সি একোবাৰ ভাবে, সি স্কুল পৰিত্যাগ কৰিব। আৰু সিও কাৰোবাৰ দোকানে-পোহাৰে চাকৰ-বাকৰ থাকিব; নহ'লে যে জীয়াই থকাৰ একো উপায় নাই। তাৰ পিচত ভাবে—সি লোকৰ চাকৰ হ'বকেনেকৈ? সি জানো লোকৰ আদেশ পালন কৰিব পাৰিব? তাৰ আত্মসন্মানবোধত আঘাত লাগে। সি নিজে নিজে স্বীকাৰ কৰে। তেন্তে সি কি কৰিব? ভাবি ভাবি একো উপায় নাপাই সি গাঁৱৰ ফালে ওলাই যায়।

সি গৈ গৈ বাপুৰাম দোকানীৰ নঙলা মুখ পালে। তাত বহুত মানুহ জুম বান্ধিছে। সি ভীৰৰ মাজলৈ সোমাই গৈ ঘটনা কি হৈছে চাবলৈ গ'ল। সি দেখিলে যে দোকানৰ ভিতৰত তিনিজন অফিচাৰ আহি দোকানৰ খাটা-পত্ৰ জব্দ কৰিছে

আৰু দোকানীক কিবাকিবি প্ৰশ্ন কৰি আছে। বাপুৰামে বেবেৰিবাং লাগি কি উত্তৰ দিছে নিজেই একো ক'ব পৰা নাই। মানুহবিলাকে দোকানৰ ভিতৰ-বাহিৰ সকলোতে নানা কথা ক'বলৈ ধৰিছে। দুই এজনে বাপুৰামৰ হৈ কৈছে; বেচিভাগে হৈ হৈ কৈ তেওঁলোকৰ কথা তল পেলাই ক'বলৈ ধৰিছে —

"নহয় চাৰ। এওঁলোকে মিছা কথা কৈছে। দোকানীয়ে আমাক চাউল দিয়া নাই; এই সপ্তাহৰ চাউল অহা নাই বুলি কৈছে।" আনজনে ক'লে — "আৰু আমাৰ আগত কৈছে চাউল নাই বুলি, কিন্তু তলে তলে দুই টকা পঞ্চাশ পইচাত হ'লে চাউল বিক্ৰী কৰিয়ে আছে। কন্ট্ৰোলৰ চাউল নাই বুলি কয় আৰু খোলা বজাৰৰ চাউলহে থকা বুলি কয়।"

"যোৱা সপ্তাহ আৰু এই সপ্তাহৰ চাউল অফিচৰ পৰ আনিছে, খাটা-পত্ৰাত তাৰ প্ৰমাণ আছে চাৰ।"

এজন কৰ্ম্মচাৰীয়ে কয় আনজনক; — বোধহয় এওঁ অডিটৰ। ডি, ডি এচ'ক কৈছে ; — তেওঁ ক'বলৈ ধৰিলে —

"এইবোৰ চাউলকে তেন্তে 'ব্লেক মাৰ্কেটিং' কৰিছে। ৰাইজৰ আপত্তি মিছা নহয় কিজানি চাৰ !"

"মুঠেই নহয় চাৰ। ৰাইজে ঠিকেই কৈছে। পিচে এওঁৰ গুডামটো চোৱা ভাল হ'ব।" আনজন অফিচাৰে কয়।

"এৰা এওঁৰ ষ্টক চাবই লাগিব।" এবাৰ দোকানীৰ ফালে চায় আৰু কয়। — "বলকচোন আপোনাৰ ষ্টকটো আমাক·দেখুৱাই দিয়ক।

"মোৰ গুডাম মোৰ ঘৰৰ লগতহে চাৰ; দোকানৰ ওচৰত নাই। গতিকে ঘৰলৈ যাব লাগিব।" বাপুৰামে কয়।

"ব'লক, ঘৰলৈকে হ'লেও যাম।" ডি, ডি, এচ চাহাবে কয়। ৰাইজৰ মানুহে বাহিৰৰ পৰা কয় — "খানাতালাচ কৰিব লাগে, চাৰ বৰ ভাল হ'ব গুডামলৈ ব'লক। আজি বেটাৰ মজা ওলাওক। আমাক ঠগি ঠগি ধনী হ'বলৈ ধৰিছে। আজি মজা পাওক।"

ৰাইজৰ মাজত নানাজনে নানা কথা কৈছে। অডিটৰজনে ক'লে —"ব'লক সোনকালে। গুডাম চেক্ কৰিম।"

"ৰ'ব চাৰ, মই দোকানৰ বস্তুবোৰ ঠিক-ঠাক কৰি থওঁ আৰু দোকান বন্ধ কৰোঁ।"

"বন্ধ কৰক। আমি বাহিৰলৈ যাম"।

এইবুলি অফিচাৰে খাটা-পত্ৰ হাতত লৈ তিনিও বাহিৰ ওলাল। আন মানুহবোৰো বাহিৰ ওলাল। বাপুৰামে দোকানৰ বস্তুবোৰ চিজিল কৰি থ'বলৈ ধৰিলে। তেওঁ ইবিধ-সিবিধ কৰি পলম কৰিবলৈ ধৰিছে কাৰণ ইতিমধ্যে তেওঁ গুডামৰ চাউল লুকাই ৰাখিবৰ বাবে মানুহ পঠাই দিছে। সিহঁতে যাতে চাউলবোৰ বেলেগ ঠাইত নেদেখাকৈ ৰাখিব পাৰে তাৰ কাৰণে পলম কৰিবলৈ ধৰিছে; অফিচাৰ আৰু ৰাইজে বাৰে বাৰে সুধি আছে — "হ'ল নে নাই — হ'ল নে নাই" বুলি। এনেতে মহেনে আগধৰি বাপুৰামহঁতৰ ঘৰলৈ গ'ল। লগত তাৰ বন্ধু দুজন লৈ গৈছে। সিহঁতে আগতে আহি আজিৰ ঘটনা চাই আছিল; মহেন অহাত সুবিধা পালে আৰু যুক্তি কৰি তিনিও দোকানীৰ ঘৰলৈ আগধৰি গ'ল। কিজানি চাউলবোৰ ইতিমধ্যে সৰকায়! তাকে ভাবি তিনিও মনে মনে বাপুৰামহঁতৰ ঘৰলৈ গৈছে। গুডাম ঘৰটো থকা-ঘৰৰ পিছফালে। দেখে যে গুডামৰ পিচফালে দুৱাৰ মেলি দুজন মানুহে কিছুমান বাহিৰলৈ উলিয়াইছে। আন দুজনে সেইবোৰ খেৰৰ পুঁজিৰ তলত সুমুৱাই থ'লে। পিচত অফিচাৰ আৰু মানুহবিলাক অহা গম পাই এবস্তা চাউল বাৰীৰ মাজলৈ লৈ গ'ল আৰু বাঁহৰ মাজৰ গৰখাৰৈত পেলাই থৈ আহিল। এইবোৰ সকলো ইহঁতৰ চকুত পৰিল। চাউলৰ বস্তাটো বাহঁৰ মাজত থৈ আহি মানুহ চাৰিজন চোতাললৈ আহিল। এনেতে বাপুৰামক লগত লৈ চৰকাৰী কৰ্ম্মচাৰী তিনিজন ৰাইজৰ লগত আহি চোতাল পালে। মহেনহঁতেও ৰাইজৰ মানুহৰ মাজত সোমাই পৰিল। কৰ্ম্মচাৰীসকলে গুডাম খানাতালাচ কৰিবলৈ ইচ্ছা কৰিলে। মানুহবিলাকে ঘেৰি ধৰি চাই থাকিল। বাপুৰামে গুডামৰ তলা খুলি দিলে। অফিচাৰ সকল, বাপুৰাম আৰু গাওঁ পঞ্চায়তৰ সভাপতি, খাদ্য কমিটিৰ চেক্ৰেটেৰী আদিয়ে গুডামৰ ভিতৰলৈ সোমাই গ'ল। তেওঁলোকে বস্তুবোৰৰ লেখ ল'বলৈ ধৰিলে।

ইফালে মহেনহঁত বাহিৰলৈ ওলাই আহিল। সিহঁতৰ মাজৰ নবীনে ক'লে — "আমি দেখা ঘটনাবিলাক কৈ দিওগৈ ব'ল মহেন। অফিচাৰক কৈ দিলে এতিয়াই ধৰি নিব দোকানীক।"

গিৰীশে ক'লে — "নহয়, আমি পিচত কৈ দিম; এতিয়া কি কৰে চাই থাকো।"

মহেনে তেতিয়া মাত লগালে — "সেইবোৰ পিচত কৰিব পাৰিম। এতিয়া আমাৰ কাম কি জানা ?"

"কি ?" নবীনে সোধে।

"বাৰীৰ বাঁহৰ তলত লুকাই থোৱা বস্তাত কি আছে চাওঁ আহ।"

"এৰা, আগতে কি বস্তু চাই আহিব লাগে। ব'ল বাৰু।"

"কোন ফালেৰে যাবি ? ভিতৰ ফালেৰে গ'লে আমাক মাৰিব।" নবীনে বুজায়।

"আমি বাহিৰ ফালেৰে কোনেও নেদেখাকৈ যাব লাগিব। ব'ল, আমি বাৰীৰ বাহিৰৰ ফালেৰে গৈ কি থৈছে চাওঁগৈ।" মহেনে কয়।

তিনিও যুক্তি কৰি বাৰীৰ বাহিৰৰ ফালে কোনেও নেদেখাকৈ গৈ বাঁহৰ গড়খাৱৈত প্ৰৱেশ কৰে। তিনিও গৈ গৈ বস্তাৰ ওচৰ পায়। বস্তাটো ভৰিৰে গচকি চায়। চাউল চাউল যেন পায়। মহেনে ক'লে ফুচফুচকৈ —

"চাউল, ভাইহঁত এইবোৰ চাউল।"

"হয়, চাউল হয়। বাৰু প্ৰমাণ চাওঁ। "এইবুলি কৈ নবীনে বস্তাটো ফুটা কৰি চাউল বাহিৰ কৰি আনে। "চাউল ভাই; ধুনীয়া চাউল।"

"এতিয়া কি কৰিবি মহেন? গিৰীশে প্ৰশ্ন কৰে। মহেনে ভাবি-চিন্তি চাই ক'লে —

"তই ঘৰলৈ যা নবীন, তিনিখন বস্তা লৈ আহগৈ। আমি তিনিও যি পাৰো চাউল লৈ যাওঁ। তই তৎক্ষণাত আহিবি।"

"নিশ্চয়; আমি চাউল লৈ যাম। আমাক খাবলৈ চাউল নিদিয়ে; নাই বুলি কয় চালা দোকানীয়ে, এতিয়া বাপেকহঁত অহাত ক'ৰ চাউল আনি ক'ত পেলাইছে তাৰ ঠিক নাই। ভালেই হ'ল; পইচা দিলে নিদিয়ে; এনেয়ে লৈ যাওঁ এতিয়া।" গিৰীশে কয়। মহেনৰ আদেশ পাই নবীন ঘৰলৈ দৌৰি গ'ল আৰু মনে মনে তিনিখন বস্তা লৈ আহি মহেনৰ হাতত দি ক'লে — "ধৰ মহেন।" ইতিমধ্যে মহেন আৰু গিৰীশে বস্তাটোৰ মুখখন খুলিছিল, নবীনে বস্তা তিনিখন অনাত খৰধৰ কৰি বস্তাৰপৰা চাউল উলিয়াই ল'বলৈ ধৰিলে।

"খৰ খৰকৈ কৰ, কোনোবাই দেখিলে সৰ্ব্বনাশ হ'ব।" মহেনে কয়। তিনিও মনে মনে পাৰেমানে চাউল ভৰালে আৰু নিজৰ নিজৰ বস্তাত চাউল পূৰ হোৱাত

মুখ বন্ধ কৰিলে। সিহঁতে দাঙিব পাৰেমানে ভৰাইছে। তাৰ পিচত চাউল লৈ তিনিও মনে মনে তিনিফালে গ'ল। যাওঁতে মহেনে সিহঁত দুটাক ক'লে —

"চাউল থৈয়ে আহিবি। ময়ো আহিম।"

"বাৰু, হ'ব দে।" সিহঁত দুয়ো সন্মতি দিয়ে।

সিহঁতে চাউলবোৰ নি নিজৰ নিজৰ ঘৰত থয় কাকো নেদেখাকৈ। তিনিবাৰ অহা-যোৱা কৰি চাউল নিলে সিহঁতে। প্ৰত্যেকৰে ভাগত প্ৰায় ৩০ কিলোমানকৈ চাউল পৰিছে। চাউলবোৰ ঘৰত ৰাখি তিনিও আহি লগ হ'ল। তাৰপিচত দোকানীৰ চোতাললৈ গ'ল। সিহঁত যেতিয়া চোতাল পালে তেতিয়া গুডামৰ ভিতৰৰ পৰা অফিচাৰসকল বাহিৰ হৈ আহিছে। ৰাইজৰ মানুহে সুধিছে —"কি পালে চাৰ ?"

"বিশেষ একো পোৱা নগ'ল।" পঞ্চায়ত সভাপতিয়ে কৈ উঠিল।

অফিচাৰ তিনিজনে কিবাকিবি ক'লে আৰু গহীন হৈ বাপুৰামৰ ফালে চাই থাকিল। বাপুৰামৰ গাত বল বাঢ়িছে। তেওঁ কৈ উঠিল —"এতিয়া দেখিলে চাৰ; মই কোৱা কথা সঁচা নে মিছা। মই কৈছোঁ নহয় চাৰ এওঁলোকে হিংসাতে লগাইছে। মই কোনোদিনে ব্লেকমাৰ্কেট কৰা নাই। লোকে হিংসা কৰিলে কি হ'ব। মিছামিছি মোৰ বদনাম কৰে. এতিয়া নোলাল কিয়? মই নিৰ্দোষী চাৰ।

ৰাইজৰ ফালে গৰ্ব কৰি কয় বাপুৰামে। ৰাইজৰ মানুহৰ মুখৰ মাত বন্ধ হৈ গ'ল। সকলোৰে লাজত পৰি তলমুখা হ'ল। তাৰে মাজৰ পৰা কিন্তু এজন ডেকা শিক্ষিত ল'ৰাই মাত লগালে — "গুডামত নথৈ অন্য ঠাইতো থ'ব পাৰে চাৰ। চোৰক ধৰা ইমান সহজ নহয়।"

এইবাৰ বাপুৰাম আৰু তেওঁৰ পক্ষৰ মানুহবিলাক গজগজাই উঠিল। বাপুৰামে চকু ৰঙা কৰি কৈ উঠিল —"মই চোৰ? চোৰ মই নে তহঁত? চালা হিংসুকহঁত ! তহঁতে হিংসা কৰিতো এইবোৰ কৰিছ। শিক্ষিত হৈছনে বদমাচ হৈছ আমিহে জানো । কাম-কাজ নাই, চাকৰি-বাকৰি নাই, কেৱল লোকৰ দোষ খুচৰি ফুৰা শিক্ষিত লোক ওলাইছে! তহঁতহে চোৰ, নহ'লে কি কাম কৰি খাই আছ?"

"আমি চোৰ হ'লে আমাৰো দিনে দিনে তোমাৰ দৰে বিল্ডিং উঠিলেহেঁতেন। হেৰ সিদিনা, আজি চাৰি বছৰ আগে দুই-শ টকাৰ তামোল-পাণৰ দোকান আছিল; আজি চাৰি বছৰ মূৰত গেলা-মালৰ দোকানতো হ'লেই লগতে পকাঘৰ আৰু ইটাৰ ভেটা হ'ল। ইমান টকা ক'ত পালা? কন্ট্ৰ'লৰ মালত ইমান লাভ হয়নে ?

ব্লেক মাৰ্কেট নকৰি কি কৰিছা ? ইমান ধন ওপৰৰ পৰা পৰিল নেকি ?"

"নিজে কৰিবৰ যোগ্যতা নাই; লোকৰ হোৱা দেখি গা পুৰিছে চালা কুকুৰহঁতৰ। ইহঁতক জোতাৰে পিটিব লাগে।" বাপুৰামে ৰঙা চকু কৰি কৈ উঠে। তেতিয়া তেনে ব্যৱহাৰত সকলোৰে খং উঠিল। সকলোৱে গিজ্‌গিজাই উঠিল —"গালি পাৰিব কিয় ? আমাক গালি পাৰিব কিয় ?"

'গালি নাপাৰি ফুল দি পূজা কৰিমনে ? মিছামিছি হিংসাতে মানুহক ইমান জুলুম কৰা ভালনে ?" বাপুৰামৰ পক্ষৰ এজনে মাত দি উঠে। এই কথাৰ পিচত দুয়ো পক্ষৰ ভীষণ তৰ্কা-তৰ্কি হয়। তেতিয়া অফিচাৰ তিনিজনে মধ্যস্থাতা কৰিলে —"যদিও ব্লেকমাৰ্কেট কৰিছে তথাপি ধৰিব পৰা নগ'ল। প্ৰমাণ একো নাই। গতিকে চোৰ বুলি ক'ব কেনেকৈ ? Fact is true but r.ɔ evidence — এই আইন মতে খালাচ গতিকে যদি পাৰে কিবা প্ৰমাণ দিয়ক। তেতিয়া দেখা যাব।"

এজনে তপৰাই মাত লগালে— "আজিকালি অফিচাৰে দেখিলেও নধৰে, তাক আজিতো ধৰিবই নোৱাৰিলে। গতিকে .......।"

এইবাৰ অফিচাৰৰ বৰ খং উঠিল নিজৰ ব্যক্তিত্বত আঘাত পৰা দেখি। তেওঁ খং কৰি কৈ উঠিল —

"মিছা বদনাম কৰিব নালাগে। ধৰি দিয়ক। নহ'লে মিছা বদ্‌নাম নাগাব।"

"যদি পাৰা ধৰি নিদিয়া কিয় বেটা হিংসুকহঁত ?" বাপুৰামে কৈ উঠে। "ইহঁতে হিংসাতে মৰিব ধৰিছে চাৰ; এতিয়া আপোনালোকৰ বিশ্বাস হ'লনে ? আমাৰ নিচিনা মানুহে কোনোদিনে এনে বেয়া কাম নকৰো চাৰ; আপুনি বিশ্বাস কৰক।"

"আজি লোকৰ দিন ভাল নহ'লে !" এজনে কৈ উঠে। তাকে শুনি বাপুৰামে কৈ উঠিল — " কি দিন ভাল হ'ল মোৰ আগত তেনে কথা ক'বলৈ লাজ নালাগেনে ? বৰ মৰদসকলে, বস্তু উলিয়াই নিদিলি কিয় ? এনেয়ে তেম তেম কৰিছ।"

এইবাৰ ডি, ডি এচ, চাহাবে ক'লে — " দোকানীৰ গুডামত মাল পোৱা নহ'ল; খাতাপত্ৰ চাই পিচত যি হয় চাব লাগিব। এতিয়া যোৱাই ভাল ।" অফিচাৰ তিনিজনে যাবলৈ উদ্যত হ'ল; ৰাইজৰ মানুহে জোকৰ মুখত চূণ দিয়াৰ দৰে সেমেনা-সেমেনি কৰি যাবলৈ আৰম্ভ কৰিলে। এনেতে মহেন আগবাঢ়ি আহিল।

তাৰ পিচে পিচে নবীন আৰু গিৰীশ। মহেনে আহি ক'লে — "ৰাইজ! আমি চাউল দেখুৱাই দিব পাৰোঁ।"

তাৰ কথা শুনি সকলো মানুহ স্তম্ভিত হৈ ৰ'ল। অফিচাৰ তিনিজনে তাৰ ফালে চালে। বাপুৰামে চকু ৰঙা কৰি কৈ উঠিল — "চালা হাৰামজাদা, তই কিহৰ চাউল দেখুৱাই দিব পাৰ? আহ খাছা, আজি তই চাউল দেখুৱাই দিব লাগিব, নহ'লে তোৰ মজাপালি মই দিম। চালা চোৰ! সিদিনাৰ কিল মনত নাই? খাবলৈ নোপোৱা ভিকহুৰ কথা চাবিচোন। আহ্, তই বেটা আগবাঢ়ি আহচোন।" বাপুৰামে খেদা মাৰি আহি মহেনৰ হাতত ধৰে। আফিচাৰে হাত এৰুৱাই দি কয় —"নাবালক ল'ৰাৰ কথাত ধৰিব নালাগে। এৰি পেলাওক। একো কাজিয়া নকৰিব।"

"নহয় চাৰ, ই মস্ত চোৰ। ইয়াক মজাপালি দিব লাগিব।"

"বাদ দিয়ক।" অফিচাৰজনে বাপুৰামক কয় আৰু মহেনক ধমক দিয়ে — "চুপ, দুষ্ট ল'ৰা। কিয় আহিছা ইয়ালৈ? গুচি যা।"

"আপোনালোকক চাউলৰ বস্তা দেখুৱাই দিব নালাগেনেকি চাৰ।"

"তুমি দেখুৱাই দিব পাৰিবা?"

"পাৰিম চাৰ।"

"ক'ত আছে?"

"এওঁলোকৰ বাৰীত আছে। মোৰ লগত আহক।"

সি নিৰ্ভীকভাবে বাৰীলৈ আগবাঢ়িল আৰু অফিচাৰসকলক মাতিলে। সকলোৱে নিৰ্বাক হৈ গ'ল। মানুহবিলাকেও তাৰ পিচ ল'লে। নবীন আৰু গিৰীশেও তাৰ পিচে পিচে গ'ল। অফিচাৰে ক'লে — "যদি মিছা হয় তেন্তে তোমাক পুলিচত দিম।"

"কোনো কথা নাই চাৰ, মই পুলিচক ভয় নকৰোঁ।"

সি আগে আগে গ'ল, বাকীবিলাক পিচে পিচে। তাৰ কাণ্ড দেখি বাপুৰামৰ জিভা যেন তালুত লাগিল। এতিয়াহে সৰ্বনাশ! বেটাই কোন টলকত আহি দেখা পালে। মানুহ চাৰিজনেও বিস্ময় মানিলে। সিনো কেনেকৈ দেখিলে? তেওঁলোকে চোতালত থিয় হৈ ৰ'ল।

মহেনে ধানখেৰৰ পুঁজিলৈ গ'ল আৰু ক'লে — "নবীন, খেৰবিলাক গুচাই দেচোন তই।" সি খেৰবোৰ গুচাবলৈ ধৰে।

"তই বস্তাবোৰ দেখুৱাই দে গিৰীশ।" মহেনে আদেশ কৰে গিৰীশক। গিৰীশে খেৰৰ মাজৰ বস্তাবোৰ দেখুৱাই দিয়ে — "এইবোৰ চাউলৰ বস্তা চাৰ।"

অফিচাৰ তিনিওজনে দেখে যে যে ধানখেৰৰ তলত চয় বস্তা চাউল। ৰাইজৰ মানুহে গৈ ঘেৰি ধৰিলে —

"চাউল ! চাউল ! ধানখেৰৰ তলত চাউলৰ বস্তা" সকলোৱে আনন্দতে গৈ চাউলৰ বস্তাবোৰ উলিয়াই আনিলে।

কন্ট্ৰলৰ চাউল। অফিচাৰে তবধ মানিলে। ৰাইজেও আচৰিত মানিলে। অফিচাৰে চাউলৰ হিচাপ কৰি বাপুৰামক মাতিলে। তেওঁ আহিল ত সুধিলে —

"এইবোৰ চাউল কাৰ?"

বাপুৰামৰ উপস্থিত বুদ্ধি বৰ বেচি। টপৰাই উত্তৰ দিলে —

"ক'ব নোৱাৰো চাৰ।"

"আপোনাৰ বাৰীত ধানখেৰৰ পুজীত চাউল ওলাল কিয়?"

"কোনোবাই থ'ব পাৰে। মোৰ শত্ৰু মানুহৰ ষড়যন্ত্ৰ।"

"হু" অফিচাৰে তাচ্চিল্যৰ হাঁহি মাৰিলে।

ৰাইজৰ মানুহে হৈ চৈ লগাই দিলে —

"ইয়াক এৰেষ্ট কৰিব লাগে চাৰ। আমি শুদাই নেৰিম। বেটা চোৰ ধৰা পৰিল। খেৰৰ তলত চাউলৰ বস্তা ৰাখিছে। আমাৰ চকুত ধুলি মাৰিছিল। এতিয়া আপোনালোকৰ চকুতো ধুলি মাৰিব খোজে! ইয়াক আমি নেৰিছো চাৰ।"

এইবুলি কৈয়ে কোনে কিমান লাঠি, চৰ ভুকু মাৰিলে তাৰ লেখ নোহোৱা হ'ল। জনতাৰ এনে উন্মত্ত অৱস্থা দেখি অফিচাৰে নিষেধ কৰি অনুৰোধ কৰি ক'লে — "আপোনালোকে তেওঁক নামাৰিব। 'কেচ' হ'ব। তেওঁৰ ওপৰত আমি প্ৰচিডিং কৰিম, আপোনালোকে ধৈৰ্য্য ধৰক। মাৰধৰ নকৰিব।"

"নহয় চাৰ; আজিয়ে সুযোগ। সি চোৰে আমাকে ৰঙা চকু দেখুৱাই গালি পাৰে, আৰু আমাকে অপমান কৰে। আজি ভাল মজাপালি পাওক।"

এইবুলি কৈ মানুহবিলাকে ধুমধাম মাৰিবলৈ ধৰিলে। বাপুৰামে "আই ঐ মৰিলো, বোপাইঁত মৰিলোঁ।" বুলি চিঞৰিবলৈ ধৰিলে। মাৰণ কোনত অস্থিৰ

হোৱা বাপুৰামৰ অৱস দেহটো দেখি কিছুমানে ক'লে — "নামাৰিব, মৰি যাব। তাক নামাৰিব। তাক পুলিচত দিব লাগিব।"

এইবুলি কৈ তেওঁক টানি বাহিৰ কৰি আনিলে। লাহে লাহে ৰাইজ শান্ত হ'ল। অফিচাৰে ৰাইজৰ সাখী লৈ বাপুৰামৰ ওপৰত 'কেচ' দিবলৈ প্ৰতিশ্ৰুতি দিলে। তাৰ পিচত মহেনক সুধিলে "তোমাৰ নাম কি?"

"মহেন চন্দ্ৰ ডেকা, চাৰ।"

অফিচাৰে আনজনক সোধে — " তোমাৰ নাম ?"

"নবীন কলিতা চাৰ।"

"তোমালোকে কেনেকৈ জানিলা যে খেৰৰ তলত চাউল আছে?"

মহেনে ক'বলৈ আৰম্ভ কৰিলে —"আপোনালোক দোকানত থাকোঁতে আমি তিনিও ইয়ালৈ আহিছিলোঁ। তেতিয়া দেখো যে গুডামৰ পিছফালৰ দৰ্জা খুলি চাৰিজন মানুহে বস্তা কঢ়িয়াবলৈ ধৰিছে আৰু সেইবোৰ নি খেৰৰ তলত সুমুৱাই থৈছে।"

তাৰ পাছত ৰাইজৰ মাজৰ পৰা নানাজনে ক'বলৈ ধৰিলে — "ধন্য ল'ৰা মহেন। বেচ্ কাম কৰিলে আজি। ঈশ্বৰে ভালে ৰাখিলে ই এটা মানুহ হ'ব। আমাৰ গাঁৱৰ নাম উজলাব।"

সকলোৱে মহেনক বখানিছে। অফিচাৰে তৎক্ষণাৎ পুলিচক খবৰ দিবলৈ মানুহ পঠালে।

অফিচাৰজনে আৰু ডি, ডি, এচ, চাহাবে মহেনক প্ৰশ্ন কৰিলে — "তোমালোক কিয় আহিছিলা ? তোমালোকৰ উদ্দেশ্য কি আছিল?"

"আপোনালোকে ঘৰ খানাতালাচ কৰিব বুলি কোৱাত আমি চাবলৈ আহিম বুলি চাই আছিলোঁ। এনেতে মহাজনে এজন মানুহক চকু টিপিয়াই দিয়া দেখা পালোঁ। সি দোকানৰ পৰা ওলাই আহি বাকী তিনিজনক মাতি লৈ যোৱা মই দেখিলো। সিহঁতে কি কৰে তাকে চাবলৈ মই , নবীন আৰু গিৰীশক লগত লৈ এওঁলোকৰ ঘৰলৈ আহিলোঁ। আমি অলপ পলম কৰিছিলোঁ। পিছত মনে মনে আহি দেখা পালোঁ যে সিহঁতে গুডামৰ পৰা চাউলৰ বস্তা পাচ-দুৱাৰেদি বাৰীলৈ লৈ যাবলৈ ধৰিছে আৰু খেৰৰ পুঁজিৰ তলত সুমুৱাই ৰাখিলে। আমি দেখা পালোঁ; কিন্তু একো নকৈ গুচি গ'লোঁ। তাৰপিচত আহি দেখোঁ যে আপোনালোকে আহি গুডাম খানাতালাচ কৰি বাহিৰ হৈ আহিছে। আমি এনেকৈয়ে জানিলোঁ।"

সি বাকীবোৰ ঠিকেই ক'লে কিন্তু বাঁহৰ তলত থকা চাউলৰ কথা নক'লে। সি বৰ চালাক।

ডি, ডি, এচে তাৰ জবানবন্দী লিখি ৰাখিলে। তাৰপিচত আৰু বহুত আনুসঙ্গিক প্ৰশ্ন কৰিলে। সিহঁতে সঠিক উত্তৰ দিলে। লঁৰাহঁতৰ নিৰ্ভীকতাৰ পৰিচয় পাই অফিচাৰসকল বৰ সুখী হৈ গ'ল; ৰাইজ হৰ্ষান্বিত হ'ল। এনেভাৱে নানা প্ৰশ্ন কৰি তদন্ত কৰি থাকোঁতে পুলিচ আহি পালে। অফিচাৰ কেইজনৰ গোচৰ মতে তদন্ত কৰি পুলিচে চাউল কেইবস্তা জব্দ কৰি থ'লে। তাৰ পিচত বাপুৰামক আৰু মানুহ চাৰিজনক হাত-কেৰেয়া লগাই থানালৈ লৈ গ'ল। মানুহ চাৰিজনকো মহেনহঁতে চিনাক্ত কৰি দিয়ে। ৰাইজৰ হেঁচাত বাধ্য হৈ ডি, ডি, এচ, চাহাবে 'কেচ' দিবলৈ গাত ল'লে। ৰাইজৰ মাজৰ পৰা নানাজনে নানা ধৰণে বাপুৰামক ঠাট্টা কৰিবলৈ ধৰিলে।

"কি হ'ল মহাপুৰুষৰ, হেণ্ডকাফ লগাই গোঁসাইঘৰলৈ নিব লগা হ'ল নেকি মহাপুৰুষক ?" "সাধু পুৰুষ। চুৰি নিজে নকৰে — ৰাইজেহে হিংসা কৰে; ৰাইজে হিংসাতে লগায়। এতিয়া কি দেখিলোঁ? এতিয়া ক'ত সাৰিবি বেটা ব্লেক-মাৰ্কেটিয়াৰ?" "তোৰ লাজ নালাগে নিধক? মৰি নগ'লি কিয়। নাক কটা যোবা যেন নাপাব?" "এতিয়া ক'ত গ'ল তোৰ ফুটনি? চালা কুকুৰ। তই দুখীয়া ৰাইজৰ তেজ খালি।" এনেৰকমে নানাজনে নানামতে গালি-শপনি পাৰিবলৈ ধৰিলে। বাপুৰাম আৰু বাকী চাৰিজনক পুলিচে লৈ গ'ল।

আজিহে ৰাইজৰ মাজত আনন্দ লাগিল। সকলোৱে বাপুৰামক অভিশাপ দিলে আৰু মহেনক আশীৰ্বাদ কৰিলে।

গাঁৱত এনে হুলুস্থুল লগাত ব্যগ্ৰ হৈ মাকে মহেনক বিচাৰিছিল; কিন্তু যেতিয়া সকলো সংবাদ পালে তেতিয়া কান্দিবলৈ ধৰিলে। আজিৰ পৰা যে আৰু তাৰ শত্ৰু ভালকৈ বাঢ়িল। কোনে কেতিয়া কেনেকৈ মাৰে তাৰ কি ঠিক আছে? মাকে কান্দি কান্দি তাক গালি পাৰিবলৈ ধৰিলে। কিয়নো সি এইবোৰ নলগা তামোলত জেং বান্ধে? সি কিয় বাটৰ কচু গাত ঘঁহি খজুৱাই মৰে। মাকে গালি ধৰিলে।

ঘৰত আহি কিন্তু মহেনে কাকো নমতাকৈ কিবা ভাবি থাকিল। মাকৰ গালি-গালাজ খাই শেষত ভাত-পানী খাই শুই পৰিল। আবেলি টোপনিৰপৰা উঠি আহি চাউলৰ বস্তাটো এবাৰ চালে — আছে নে নাই। আছে। সি আন কিছুমান

চিৰা বস্তা জাপি থৈ ঘৰৰ ভিতৰতে লুকুৱাই ৰাখিলে যাতে মাকইঁতে দেখা নাপায়। সি ঠিক কৰিলে যে এতিয়া সি চাউল নালাৰে। ঘৰত চাউল নোহোৱা হ'লে তাৰেপৰা আনিব মাকক নজনাকৈ ।আজি এনে অৱস্থাত মাকে চাউলৰ কথা শুনিলে সৰ্বনাশ কৰিব। মাক বৰ সাধ্বী আৰু নিৰ্জু তিৰোতা। কোনো বস্তু কাৰোপৰা চুৰ কৰি অনা সি দেখা নাই, বৰং চুৰ কৰা শুনিলে গালিহে পাৰে। গতিকে চাউলবোৰ লৈ আকৌ অঘটনহে ঘটিব পাৰে। সেইবাবে সি চাউল-বোৰ সুমুৱাই ৰাখিলে। তাৰ পিছত ওলাই গ'ল নবীনহঁতৰ তালৈ। নবীন আৰু গিৰীশৰ লগত কিবা এটা পৰামৰ্শ কৰিব লাগিব; সি ভাবিলে। তাত গৈ তিনিও লগ হ'ল আৰু তিনিও শেষ সিদ্ধান্ত কৰিলে যে চাউলবিলাক লুকুৱাই ৰাখিব লাগে। তাৰপিচত কেতিয়াবা দৰকাৰ হ'লে সেই চাউলৰ দ্বাৰাই আকৌ আন কিবা কৰিব লাগিব। এনেভাৱে যুক্তি-পৰামৰ্শ হৈ গধূলিৰ আগে আগে সি আহি ঘৰ উঠিল।

ৰাতি ভাত খোৱাৰ সময়ত মাকে তাক বহুত বুজালে যাতে সেইবোৰ কোনো কাম সি কৰিবলৈ নাযায়। সি তলমুৱা হৈ শুনি গ'ল; কিন্তু মানি গ'ল নে নাই তাক বুজা নগ'ল। তাৰ ক্ৰিয়া-কলাপ সদায় নজৰ কৰিব লগা হ'ল। ইফালে ৰাইজৰ তাৰ ওপৰত শুভ-দৃষ্টি পৰিল। লোকে তাক মৰমৰ চকুৰে চোৱা হ'ল। শত্ৰুবিলাকে ভয় খাই গ'ল — লাখুটিতে ইমান, ঠেং পালেতো আৰু আছে। ইমান সৰুতে তাৰ কাৰ্য্য-কলাপ এনেকুৱা আৰু ডাঙৰ হ'লে যে সি কি কৰে তাক ঈশ্বৰেহে জানে। পেটে পেটে সিহঁতৰ হিংসা হ'ল যিমান, ভয়ো লাগিল সিমান। যশোদাৰ ওপৰত মানুহৰ দৃষ্টি বদলিল। মানুহে তেওঁক আদৰ কৰা হ'ল; কোনে জানে কিজানি তেৱে এদিন ডাঙৰ মানুহৰ মাক হয়। পুতেকৰ কাৰণে মাক-বাপেকৰ আদৰ বাঢ়ে। যশোদাৰো বোধহয় তাৰ ব্যতিক্ৰম নহ'ল। ❑

## [এক]

"আটাইতকৈ কি ফুল ধুনীয়া?"

"ছোৱালী ফুল।"

"নিলাজটো ক'ৰবাৰ। ছোৱালীৰ আগত তেনে কথা ক'বলৈ লাজ নালাগে?"

"সঁচা কথা কোৱাত কি লাজ আছে?"

"ছোৱালী আকৌ ফুল হ'ব পাৰে নেকি?"

"এৰা, ছোৱালীবিলাক ফুল আৰু ফুলবিলাক ছোৱালী।"

তেওঁ তাইৰ মুখলৈ হাঁহি হাঁহি কয় ফুলনিৰ বাহিৰ ফালৰ বেৰৰ খুঁটি এটিত আউজি। তাই তেওঁৰ দুষ্ট চকুহালিলৈ চাই মিচিকিয়া হাঁহি মাৰি ফুলনিৰ মাজৰ এজোপা ফুলন্ত গোলাপৰ ওচৰলৈ গৈ তাৰে এটা ছিঙি আনি হাতত লয় আৰু নাকৰ আগত ধৰি শুঙি চায়। তেওঁৰ ফালে চাই পুনৰ প্ৰশ্ন কৰে—

"ছোৱালীবিলাক ফুল হ'ল কেনেকৈ?"

তেওঁ তাইৰ ফালে চাই বাহিৰৰ পৰা হাত মেলি এটা গন্ধমালতী ছিঙি আনি হাতত লৈ উত্তৰ দিয়ে—

"যদি ছোৱালীবিলাক ফুল নহয় তেন্তে ছোৱালী চুৰি কৰা 'কেছ'ক আদালতত কিয় 'ফুল-চুৰি কেছ' বোলে? আৰু বিয়াৰ পিচতে বিধবা হ'লে কিয় ফুলবাৰী হোৱা বুলি কয়? ছোৱালীবিলাক যদি ফুল নহলহেঁতেন তেন্তে 'ফুল-চুৰি', 'ফুলবাৰী' আদি শব্দ ব্যৱহাৰ নকৰিলেহেঁতেন।"

"এই বিলাকত ছোৱালীৰ লগত ফুলক ৰিজাইছেহে। ফুলৰ লগত ছোৱালীক তুলনা কৰিছে মাত্ৰ।"

"জগতত ছোৱালী নাথাকিলে কোনেও ফুলক ভাল নাপালেহেঁতেন। ছোৱালী নাথাকিলে ফুলৰ ৰূপ অৰ্থহীন হৈ গ'লহেঁতেন। গতিকে ছোৱালীবিলাকহে আচল ফুল। ফুলনিৰ ৰূপ ফুল আৰু ঘৰৰ ৰূপ ছোৱালী। "ঘৰৰে শুৱনি জীয়াৰী বোৱাৰী" গীততে আছে। ছোৱালীবিলাক গৃহফুল। এই গৃহফুল আটাইতকৈ ধুনীয়া। এই ঘৰজেউতি গৃহফুল, যাৰ ঘৰত নাই সেই ঘৰৰো ৰূপ নাই। তোমালোকৰ এই ধুনীয়া ঘৰটিৰ সমুখত এইখন ধুনীয়া ফুলনি; ইয়াত এইবোৰ ফুল ফুলি ধুনীয়া হৈ আছে। কিন্তু এই ধুনীয়া ফুলৰ মাজত তুমি থিয় হৈ থাকিলেহে ফুলনিখন সৌন্দৰ্যময় হৈ উঠে—প্ৰাণৱন্ত হৈ উঠে। তোমাৰ উপস্থিতিৰ অভাৱত এই ধুনীয়া ফুলনি নিৰ্জীৱ—প্ৰাণহীন—অসুন্দৰ, শ্মশানৰ মাজৰ ঘৰৰ দৰে। ইয়াৰপৰা প্ৰমাণ হয় ছোৱালী ফুলহে আটাইতকৈ ধুনীয়া।"

"স্বাগতম্। আজি এই ৰাতিপুৱাৰ সুন্দৰ সময়খিনিত তুমি আহি বেছ ভালৰি বোলালা।"

"ই ভালৰি বোলোৱা কথা নহয় দীপালী, ই সত্য কথা। নাৰীৰ ৰূপেহে আমাৰ সৌন্দৰ্যবোধৰ উদ্ৰেক কৰে আৰু তাৰবাবেহে আমি ফুলত ৰূপ দেখো। ছোৱালী নাথাকিলে ফুলৰ ৰূপ অৰ্থহীন—আমাক আকৰ্ষণ কৰিব নোৱাৰে।"

"কিয়?"

"ধৰিলোৱা এটা বৰ সুন্দৰ অট্টালিকা, তাৰ আগত এখন ধুনীয়া ফুলনি। ফুলবোৰ ফুলি অপৰূপ দেখা হৈ আছে; ভিতৰৰ পৰা নাৰীকণ্ঠৰ মনোমোহা গানৰ সুৰ এটি ভাঁহি আহিছে। এনে এটা অৱস্থাত মানুহৰ মন মুগ্ধ হৈ নাযাবনে? আনন্দ নালাগিবনে?"

"লাগিব।"

"বাৰু, এই দৃশ্য যদি শ্মশানত হয়? ধৰিলোৱা এই ঘৰটি শ্মশানৰ শব দাহ কৰা ঘৰ। ফুলনিখন তাৰ আগত আছে। সেই অৱস্থাত ভিতৰৰপৰা নাৰীকণ্ঠৰ যি সুৰ আহিব সেই সুৰ শুনিলে আমি কি বুলি ভাবিম? কোনো আত্মীয়ৰ শোকাৰ্ত হৃদয়ৰ করুণ বিননি বুলি অনুমান নহ'বনে?"

"হ'ব।"

"তেন্তিয়া কেনে লাগিব?"

"দুখ লাগিব।"

"একে ঘৰ, একে ফুলনি, একে নাৰীকণ্ঠ, অথচ এবাৰ আনন্দ লাগিল আৰু এবাৰ দুখ লাগিল। ইয়াৰ কাৰণ কি?"

"পৰিৱেশ। একে দৃশ্যই এটা পৰিৱেশত আনন্দ দিয়ে আৰু আন এটা পৰিৱেশত বিষাদৰ বিননি তোলে।"

"এই পৰিৱেশৰ জ্ঞান জন্মে ক'ত?"

"মনত।"

"এৰা, বাহিৰৰ পৰিৱেশ আমাৰ অন্তৰত প্ৰতিবিম্বিত হৈ অনুভূতিৰ জোঁৱাৰ তোলে আৰু সেই অনুভূতিৰ বাবে আমি সুখ-দুখ অনুভৱ কৰো। তেনেহলে প্ৰকৃততে ক'বলৈ গ'লে বাহ্যিক দৃশ্যই আচল কথা নহয়—অন্তৰহে আচল। পৰিৱেশ ৰচনা হয় মানুহৰ অন্তৰত। গতিকে মানুহৰ সৌন্দৰ্যবোধৰ সৃষ্টিও হয় অন্তৰতহে।

"স্বীকাৰ কৰিছো।"

"তেনেহলে তুমি আৰু স্বীকাৰ কৰিব লাগিব যে সৌন্দৰ্যজ্ঞান সৃষ্টি হয় আমাৰ অন্তৰতহে। ছোৱালীয়ে সৌন্দৰ্যজ্ঞানৰ উদ্ৰেক কৰে, ফুলেও সৌন্দৰ্যজ্ঞানৰ উদ্ৰেক কৰে। গতিকে ছোৱালীবিলাক ফুল।"

"তোমাৰ লজিকত 'ফেলাচি' আছে। মানুহে ফুল আৰু ছোৱালী ভাল পায় বুলি দুয়ো একে হ'বনে?"

"দুয়ো একে নহলেও জাতিত একে। ভাবি চোৱা, মানুহৰ ভালপোৱা কিহৰ ওপৰত নিৰ্ভৰ কৰে? ভালপোৱা, মানুহৰ কাম-ৰিপুৰ ক্ৰিয়াৰ ওপৰত নিৰ্ভৰ কৰে। অন্তৰত কাম-ৰিপুৰ খেলা নচলিলে মানুহে ভাল পাব নোৱাৰে। প্ৰেম, ভালপোৱা বা সৌন্দৰ্যবোধ— যিয়ে নোকোৱা, সকলোবোৰ দুৰ্জয় কাম-ৰিপুৰ তিৰ্যক গতিৰ খেলা মাত্ৰ। আমাৰ সৌন্দৰ্যবোধৰ গুৰিতে হ'ল কাম-ৰিপু। তাৰ প্ৰমাণ বিপৰীত লিংগৰ প্ৰতি আকৰ্ষণ আৰু সৌন্দৰ্যদৰ্শন। আমাৰ মনে ৰূপ উপলব্ধি কৰে কাম-ৰিপুৰ সতেজ অৱস্থাতহে। যিবিলাক বস্তুৱে আমাৰ অন্তৰত কাম-ৰিপুক বেছিকৈ উত্তেজিত কৰে সেইবোৰকহে আমি ধুনীয়া বুলি জ্ঞান কৰো। যিবিলাক বস্তুৱে আমাৰ মনত সৌন্দৰ্যবোধৰ উদ্ৰেক কৰে সেইবোৰ বস্তুৱে হ'ল কাম-ৰিপুৰ আলম্ব। ফুল আৰু ছোৱালী আমাৰ মনত ধুনীয়া, কাৰণ ই আমাৰ মনত সৌন্দৰ্যবোধৰ উদ্ৰেক কৰে; গতিকে ইবিলাক কাম-ৰিপুৰ আলম্ব। যিহেতু ফুল আৰু ছোৱালী দুয়ো কাম-ৰিপুৰ আলম্ব, সেইবাবে দুয়ো জাতিত একে। গতিকে ছোৱালীবিলাক এক প্ৰকাৰ ফুলেই।

তাৰ উপৰি ছোৱালীয়ে আমাৰ কাম-ৰিপুক বেছি উদ্দীপিত কৰে, গতিকে বেছি ধুনীয়া দেখোঁ; মন বেছিকৈ আকৰ্ষিত হয়। সেইবাবে ছোৱালী ফুল আটাইতকৈ ধুনীয়া।"

তেতিয়া পুৱাৰ সূৰ্যটো উঠি আহিছে। ফুলনিৰ মাজত আহি ৰঙা ৰ'দ পৰিছে। দীপালীৰ মুখতো ৰ'দৰ জিলিঙনি পৰিছে। তাই ফুলৰ মাজে মাজে গৈ মদনলৈ চাই প্ৰশ্ন কৰিলে—

"মোৰ প্ৰশ্নৰ উত্তৰ এইটো হ'ল নেকি?

"নিশ্চয়! মই পুৰুষ মানুহ। কি ফুল ধুনীয়া বুলি এজনী ছোৱালীয়ে প্ৰশ্ন কৰিলে ইয়াত বাহিৰে এজন ডেকাই কি উত্তৰ দিব পাৰে?"

তাই গোলাপটো নিজৰ গালত লগাই কেৰাহিকৈ তেওঁৰ ফালে চাই কয়—

"তুমি বৰ নিলাজ!"

তাইৰ ফালে চাই হাঃ হাঃ কৈ হাঁহি দি তেওঁ উত্তৰ দিয়ে—

"লাজ, মান, নৈতিকতা আদি সামাজিক বন্ধন—সত্যৰ অপলাপ। ই সমাজৰ সৃষ্টি— প্ৰকৃত সত্য নহয়। এখন সমাজৰ লাজৰ কথা আনখন সমাজত সন্মানৰ কথাও হ'ব পাৰে। আজি যি কথা লাজৰ, এদিন সেই কথা আছিল স্বাভাৱিক যেনে আদিম মানুহৰ উলংগ অৱস্থা। আজিৰ যি কথা পাপৰ, এদিন সেই কথা আছিল নিয়মৰ। যেনে—আদিম মানৱ সমাজৰ ভাই-ভনীৰ প্ৰেম-মিলন-সন্তান উৎপাদন। আজিৰ সমাজৰ যি কথা ন্যায়ৰ, এদিন সেই কথা আছিল সম্পূৰ্ণ অন্যায়—যেনে বিয়া কৰাই এজনী স্ত্ৰীক অকল এজন মতাই উপভোগ কৰা; আৰু আজিৰ ধৰ্মৰ গণ্ডীত যি নৈতিকতা চলিছে, কোনে জানে হয়তো অনাগত দিনত হৈ পৰিব অসভ্যতা— বৰ্বৰতা, অজ্ঞতা। প্ৰকৃতিগত নিয়মৰ ভিন্ন অন্য নিয়ম-নীতি, সমাজ, সভ্যতা ধৰ্ম-কৰ্ম সকলো পৰিবৰ্তনশীল। কোনো সত্য নহয়। সত্য মাথোঁ প্ৰকৃতি গতিকে প্ৰকৃতিগত সত্য কথা কোৱাত মোৰ কি লাজ আছে?"

"হলেও আমি বৰ্তমানৰ ধৰ্ম, সমাজব্যৱস্থা আৰু সভ্যতাৰ বুকুত আছোঁ; গতিকে সামাজিক ৰুচি বিগৰ্হিত কথা আৰু কাম কৰা অনুচিত। সামাজিক অনুশাসন মানি চলিবই লাগিব।"

"সামাজিক অনুশাসন সমাজৰ ওচৰত মানিলেও ব্যক্তিগত জীৱনত আমি বহু কথা পালন নকৰো, বৰং ফাঁকি দিওঁ। গতিকে তোমাৰ আৰু মোৰ ভিতৰত এই নিঃসংগ অৱস্থাত সকলো কথা খোলাভাৱে হ'ব পাৰে। ইয়াত কেৱল তুমি আৰু মইহে, লাজ কিহৰ?"

"তুমি বৰ লাজ লগা কথা কোৱা কেতিয়াবা, কেতিয়াবা। মোৰ বৰ লাজ লাগে। তাৰ উপৰি কেতিয়াবা কেতিয়াবা বৰ ওলোটা কথা কোৱা; মোৰ খং উঠে।"

"অকল ওলোটা কথাই নহয়— ওলোটা কামো কৰো তোমালোকৰ মতে।"

"তুমি এনেকুৱা অসংগত কথা কোৱা আৰু অনাচাৰী কাৰ্য কৰাৰ কাৰণে মানুহে বৰ বেয়া পায়।"

"জনসাধাৰণৰ ভালপোৱাৰ ওপৰত জীয়াই থাকে ৰাজনীতিজ্ঞসকল; সহানুভূতিৰ ওপৰত জীয়াই থাকে শিল্পীসকল আৰু অনুগ্ৰহৰ ওপৰত জীয়াই থাকে ধাৰ্মিকসকল। কিন্তু মই ৰাজনীতিজ্ঞ নহয়, শিল্পী নহয় আৰু ধাৰ্মিক লোকো নহয়— মই অবিকল কেঁচা মানুহ। মোৰ বাবে লোকৰ অনুগ্ৰহনিগ্ৰহৰ কোনো দৰকাৰ নাই।"

"সমাজৰ অনুগ্ৰহ নালাগে বাৰু, কিন্তু যাৰ লগত কথা হয় তাৰ ভালপোৱা আকৰ্ষণ কৰাটো দৰ্কাৰ।"

"তাৰ মানে মগনীয়া? মই মগনীয়া নেকি যে যাৰ লগত কথা কম তাক সন্তুষ্ট কৰি পইচা আদায় কৰিম? মই মগনীয়াও নহয় আৰু কাৰো চাটুকাৰো নহয়। মই স্বতন্ত্ৰ মানুহ। গতিকে এইবোৰৰ মোৰ কি দৰকাৰ?"

"অন্ততঃ মই ভালপোৱা দৰ্কাৰ।"

"মুঠেই নহয়। তোমাক ভালৰি বোলোৱাৰ মোৰ কি দৰকাৰ? তুমি মোক কিয় ভাল পাবা? তোমাৰ স্বাৰ্থত যাৰ পৰা সুবিধা মিলে তুমি তাকে ভাল পাবা। মোৰ পৰা তোমাৰ কোনো সুবিধা নিমিলে; গতিকে মোক তুমি কিয় ভাল পাবা?"

"যদি কওঁ যে মই তোমাক ভাল পাওঁ?"

"ফাকি।"

"ফাকি দিয়া নাই— সঁচাকৈ তোমাক মোৰ বৰ ভাল লাগে। কেৱল মই অলপ অসুবিধা পাওঁ—মাজে মাজে তুমি মোক লাজত পেলোৱা। কিছুমান নক'বলগীয়া কথা কোৱা আৰু নকৰিবলগীয়া কাম কৰা; তাতেহে মোৰ বেয়া লাগে।"

"বেয়া লাগে কিহক? মোক নে মোৰ কামক?"

"তোমাৰ কথা আৰু কামক।"

"তেন্তে মোৰ কথা নুশুনিবা, মোৰ কাম নাচাবা। বচ্। কিন্তু মোক ভাল পাবা।"

হাঁহি মাৰি দীপালীয়ে কয়—"কথা আৰু কামক বাদ দিলে মানুহজনৰ কি বাকী থাকে?"

"বিবেক আৰু আত্মা। কথা মনৰ, কাম শৰীৰৰ। মন আৰু শৰীৰ বাদ দিলেও

বিবেক আৰু আত্মা বাকী ৰ'ব। মানসিক আৰু শাৰীৰিক ফাল দুটা বাদ দিলেও নৈতিক আৰু আধ্যাত্মিক ফাল দুটা ৰৈ যাব। গতিকে তাকে ভাল পাবা। আচল মানুহ কিন্তু সেইজনহে।"

তুমি কিবা দাৰ্শনিক ধৰণৰ যুক্তিবিলাক দিব ধৰিছা। মই বুজিবলৈ টান পাইছো।"

"ই কোনো দাৰ্শনিক তত্ত্বও নহয় আৰু টান কথাও নহয়। কেৱল তুমি পচন্দ কৰা নাই। নহয়নে বাৰু?"

"তোমাক পচন্দ নকৰা নহয়; কেৱল অপচন্দ কৰিছো এই পুৱাৰ ধুনীয়া সময়খিনিত সৌন্দৰ্য উপভোগ নকৰি কথাৰ মহলা মৰাৰ বাবেহে।

"পিচে, এই পুৱাতে তোমাৰ প্ৰণয়প্ৰাৰ্থীসকলে আহি বাৰে বাংকৰা কথা ক'লে কিন্তু তুমি বেছ পচন্দ কৰিলাহেঁতেন, নহয়নে?

"ছিঃ! তুমি বৰ অপ্ৰাসংগিক কথাবোৰ কোৱা।"

"মই অপ্ৰাসংগিক কথাহে কওঁ, কিন্তু তুমি যে অসংগত কাৰ্যবোৰকে কৰা?"

"মই কি অসংগত কাম কৰিলো?"

"বিয়াৰ প্ৰসংগত যি অসংগত কাৰ্য তাকে তুমি কৰা। এজনৰ লগত ছিনেমা চোৱা, আনজনৰ লগত ফুৰিবলৈ যোৱা; এজনৰ লগত চিঠিৰ আদান-প্ৰদান কৰা, আন এজনৰ লগত নাচ-গান কৰিবলৈ যোৱা, এজনৰ লগত মিটিং কৰি ফুৰা, আনজনক টকা-পইচা দি পঢ়োৱা। এনে বহুজন-সংগ-অভিলাসিনী ছোৱালীৰ বাৰু বিয়া হ'ব কাৰ লগত? এইবোৰ জানো অসংগত কাৰ্য নহয়?"

"মোৰ বাৰু সেইবাবে বিয়া নহয়, পিছে তোমাৰ কিয় নহয়?

"মই বিয়া হ'বলৈকে সুবিধা নিদিওঁ, কাৰণ মই বিয়াকে নকৰাওঁ।"

"তুমি বিয়া নকৰোৱানে তোমাৰ বিয়া নহয়? তুমি জানো বহু-নাৰী-অভিলাসী নহয়? মই তোমাৰ কথা নাজানো হ'বলা? তুমি কাৰ লগত মিটিং মাৰি ফুৰা, কাৰ লগত পিক্‌নিক্ খাবলৈ যোৱা; কাৰ বাবে হোটেলত খোৱা; কাৰ লগত থিয়েটাৰ কৰা, কাৰ লগত খিলঙৰ লেকৰ পাৰত ফুৰা; কাৰ লগত দীঘলী পুখুৰীত সাঁতোৰা, কাৰ লগত নাচ-গান কৰা, কাৰ লগত সাহিত্য-আলোচনা কৰি চাহ খাই ফুৰা মই সকলো জানো। লোকক ক'লে কি হ'ব! নিজৰ ফালে নজৰ কৰা।"

হাঃ হাঃ কৈ হাঁহি মদনে কয়—"বেছ হৈছবালা। চমৎকাৰ। পিছে এজনী ৰ'বা। কাৰ লগত প্ৰেমৰ আলোচনা কৰো আৰু কাৰ ওচৰলৈ পুৱাতে আহো, সেইজনীৰ নাম উল্লেখ নকৰিলা যে?

দীপালী এইবাৰ ৰঙা-চিঙা পৰি উঠিল। তেওঁ তাইৰ অৱস্থাটো চাই আমোদ পালে। তেওঁ ঢেক-ঢেককৈ হাঁহি তাইৰ ফালে চাই ৰ'ল। তাইৰ পেটে পেটে বৰ খং উঠিল। বেছ নিধক ধৰণৰ লোক এইজন। লাজ-চৰম বোলা বস্তু মনত নাই। আন দিনাতকৈ তাই আজি বেছি বিৰক্ত হৈ উঠিছে। কি অপগণ্ড লোক এইজন। পুৱাতে যি এটা আনন্দ আৰু সুকুমাৰ ভাব মনলৈ আহিছিল তাক একেবাৰে নষ্ট কৰি পেলালে। তাইৰ খং উঠিছে, তথাপি নিজক সংযত কৰি ক'লে—"তোমাৰ জানো একো কাম নাই এই পুৱা?"

"ৰাতিপুৱা মোৰ কাম থাকে।"

"তেন্তে কৰাগৈ।"

"কাম কৰিয়ে আছো।"

"কি কাম কৰি আছা?"

"মোৰ পুৱাৰ কাম।"

"তোমাৰ বাৰু পুৱাৰ কাম কি?"

"মোৰ পুৱাৰ কাম চাহ কৰা আৰু খোৱা।"

"আৰু মোৰ পুৱাৰ কাম ইয়ালৈ অহা আৰু তোমাক চোৱা।"

"মোক চালে তোমাৰ কি কাম হয়?"

"চাহ খালে তোমাৰ কি কাম হয়?"

"পুৱা চাহ খালে মোৰ টোপনিৰ জড়তা ভাগে আৰু শৰীৰ সতেজ হৈ দিনটোলৈকে কাম কৰিবলৈ মন যায়।"

"মোৰো পুৱা তোমাক দেখিলে কল্পনাৰ জড়তা ভাগে আৰু মন সতেজ হৈ দিনটোলৈকে কৰ্মোদ্যম বাঢ়ে।"

"তেনেহ'লে পুৱাতে তুমি মোক চাবলৈহে আহা?"

"এৰা।"

"কিয়?"

"তোমাক মই ভাল পাওঁ বাবে।"

"ভাল পালে জানো চাব লাগে?"

"নিশ্চয়। তোমাক দেখিলে মোৰ মনত কৰ্মপ্ৰেৰণা জাগে। তুমি মোৰ কৰ্মৰ উদ্দীপনাদায়িনী।"

"তোমাৰ কথাত একো বিশ্বাস নাই। কেতিয়া কি উদ্দেশ্যত কি কোৱা কি ঠিক!"

"এই আষাৰ কিন্তু সঁচা কথা কৈছো।"

মই যদি কৰ্মৰ উদ্দীপনাদায়িনী তেন্তে ইমানজনীৰ ওচৰলৈ কিয় যোৱা?"

"ই পুৰুষ প্ৰকৃতি। পুৰুষবিলাক স্বভাৱতে বহুনাৰীকামী।"

"তেন্তে মোক কিয় কোৱা?"

"ই নাৰী প্ৰকৃতিবিৰুদ্ধ, কাৰণ নাৰীবিলাক এক পুৰুষগামী?

"ইয়াৰ কি প্ৰমাণ আছে? নাৰীবিলাক যে এক পুৰুষগামী, তাৰ চিন কি?"

"প্ৰকৃতি ৰাজ্যলৈ চালে গম পাবা। ম'হৰ পাললৈ চোৱা—এটা পেৰা, অনেকজনী পেৰী, এটা ষাঁড়; অনেকজনী গাই।"

"তুমি বৰ অসভ্য।"

"পৃথিৱীত সত্যবোৰ বৰ অসভ্য আৰু উলংগ।"

এনেতে ভিতৰৰ পৰা দীপালীৰ মাক ওলাই আহি মদনক ফুলনিৰ বাহিৰত আৰু দীপালীক ফুলনিৰ ভিতৰত দেখি মাত লগালে—"কি কৰিছ দীপালী? চাহ খাবলৈ নাহ কিয়?" মদনৰ ফালে চাই ক'লে—"তুমি আহিছা বোপা মদন, আহা ভিতৰলৈ। চাহ খোৱাহি। আহ দীপালী, ককায়েৰাক লৈ ভিতৰলৈ আহ।"

এনেকৈ ম'ত দি মাক ভিতৰলৈ সোমাই যায়। দীপালীয়ে ফুলনিৰ মাজৰ পৰা ওলাই আহি পৰ্টিক'ত ভৰি দিয়ে। তাকে দেখি মদনে হাঁহি মাৰি আগবাঢ়ি আহি কয়—

"চোৱা দীপা, তোমাৰ অবিহনে ফুলনি নিষ্প্ৰভ। ফুলনিৰ ইমান ফুলৰ ৰূপতকৈ তোমাৰ ৰূপ চৰা। গতিকে ছোৱালীফুল আটাইতকৈ ধুনীয়া নহয় নে?"

"অসভ্যালি এৰি ভদ্ৰলোকৰ দৰে আহি চাহ খোৱাহি! পাগলামি নকৰিবা", তাই আদেশৰ সুৰত কয়। মদনে হাঁহি উত্তৰ দিয়ে—"ব'লা বাৰু। পগলাৰ ঔষধৰ ব্যৱস্থা কৰাহি।"

দুয়ো গৈ ভিতৰত প্ৰবেশ কৰে। দীপালীৰ বেয়া লাগিছে পুৱাতে এই অপ্ৰত্যাশিত লোকজনক লগ পাই। তেওঁৰ স্পষ্টবাদিতা আৰু সৰলতাৰ প্ৰতি তাইৰ যিমান অনুৰাগ আছে, অভদ্ৰতা আৰু অশ্লীলতাৰ প্ৰতি সিমান বিৰাগো আছে।

ভিতৰত গৈ মদনে খুৰীয়েকৰ ওচৰত বহি চাহ খাবলৈ ধৰিলে। খুৰীয়েকে মেল আৰম্ভ কৰিলে—

"বৰ দিগদাৰ পাইছো বোপা, দীপালীৰ কাৰণে বৰ জুলুমত পৰিছো। ইমান ল'ৰা আহিছে তথাপি তাই কাকো পচন্দ কৰা নাই—কথা দিয়া নাই। ইফালে তলৰ চাৰিজনী

ডাঙৰ হৈ আছে। তাইৰ বিয়াখন নগ'লে তলৰ কেইজনীক দিব নোৱাৰি। তাই আঠাইশৰ দেওনা পাৰ হ'ল; পঢ়া-শুনাও এৰিলে। মই এম. এ. টোকে পঢ়িব কৈছিলো, তাই বোলে ভনীয়েক দুজনীৰ লগত একেলগে পঢ়িবলৈ লাজ কৰে। ইফালে দৰা ঠিক হোৱা নাই। শেৱালীয়ে এম. এ. দি উঠিলে বিয়া দিব পাৰিলোহেঁতেন। তাইৰ বাবে ভাল দৰা আহিছে। মেঘালীৰ কাৰণেতো ইঞ্জিনীয়াৰ মাধব চৌধুৰীক পিতাকে ঠিক কৰি ৰাখিছেই। দীপালীৰ বিয়া হৈ গ'লেই এই দুজনীৰ বিয়া একে দিনাই পাতিব পাৰো। বাকী তলৰ কেইজনীলৈ আৰু কেইবছৰমান সময় পাম। কেৱল দীপালীয়ে বৰ বিপদত পেলাইছে।"

"বহুত মাছত বগলী কণা খুৰীদেউ। বহুত ল'ৰা অহাৰ বাবে দীপালীয়ে একো ঠিক কৰিব পৰা নাই। আপোনালোকে পচন্দ কৰি যেই সেই এজন ঠিক কৰি বিয়া শেষ কৰি পেলাওক। দীপালীৰ পচন্দৰ কোনো দৰকাৰ নাই। ছোৱালীৰনো আকৌ কি পচন্দ আছে খুৰীদেউ? যেই সেই এজন স্বামী হ'লেই সংসাৰ চলি যাব।"

"হ'লেও শিক্ষিতা ছোৱালী হিচাপে তাইৰ মতামত লোৱা দৰকাৰ! আজিকালি আধুনিক যুগত সেই নিয়ম চলিছেই।"

"আধুনিক যুগ বোলা কথা অৰ্থহীন খুৰীদেউ। ছোৱালীয়ে কেতিয়াও স্বামী ঠিক কৰিব নোৱাৰে—খেল খেলিব পাৰিব মাত্ৰ।"

"তুমিও তেনেকৈ কোৱা নে?"

"মোৰ বাহিৰে অইন শিক্ষিত যুৱকৰ এই কথা ক'বলৈ কলিজাত সাহস আছেনে?"

"কিয়?"

"তেনেকৈ ক'লে যে সি কোনো ছোৱালীকে নাপাব।" হাঁহি মাৰি কয় মদনে। একেলগে হাঁহি মাৰি সোধে খুৰীয়েকে—

"তুমি জানো পাবা?"

"মোক নালাগেই নহয়।"

দুয়ো হাঁহে। তাৰ পিছত গম্ভীৰ হৈ খুৰীয়েকে কয়—

"ডাঙৰ সমস্যা বোপা, ছোৱালী বিয়া দিয়া ডাঙৰ সমস্যা। তোমাৰ চিনা-জনা কোনো ভাল ল'ৰা আছে যদি চেষ্টা কৰিবাচোন।"

"চেষ্টানো কি কৰিম খুৰীদেউ; কাৰ ওচৰলৈ যাম? কোনোজন কথা-বতৰাত ভাল কিন্তু কাম-কাজত মোৰ দৰে ধোদৰ পচলা। কোনোজন কাম কাজত ভাল কিন্তু কথা বতৰাত মোৰ দৰে অসভ্য। কোনোজনৰ বিদ্যা আছে, কিন্তু ধনত মোৰ ভাগী

আৰু কোনোজন ধনী, কিন্তু বিদ্যাত মোৰ দৰে মহাপণ্ডিত। কোনোজনৰ চাকৰি আছে বহু দৰমহাৰ, কিন্তু ৰূপটো মোৰ দৰে বান্দৰমুৱা; আকৌ কোনোজন ৰূপবান কিন্তু চাকৰিৰ ক্ষেত্ৰত মোৰ দৰে "এম্প্লয়মেন্ট এক্চেঞ্জত" বছৰে বছৰে কাৰ্ড বদলাইহে আছে— চাকৰি মিলা নাই। কোনোজন আকৌ বিদ্বান, ধনী, ৰূপবান, উচ্চ দৰমহাৰ চৰকাৰী চাকৰিৰ কিন্তু চৰিত্ৰৰ ফালে মোৰ সংগী। গতিকে কাৰ কথা ক'ম, কাক ঠিক কৰি দিম খুৰীদেউ?"

হাঁহি মাৰি খুৰীয়েকে ক'লে—"ভাল গুণবোৰ লোকৰ গাত জাপি দি নিজৰ গাত দেখো দোষবোৰহে জাপি লৈছা? তুমি জানো অকল দোষৰহে অধিকাৰী?"

"দোষৰ অধিকাৰী নহয়— সৰ্বদোষৰ ভৰাল খুৰীদেউ।"

"বাৰু সমস্ত দোষ তোমাৰ থাওক তাত আপত্তি নাই, কেৱল তোমাৰ দৰে এজন আনি দিলেই হ'ব।"

"দীপালীয়ে পছন্দ নকৰিলে?"

"তুমিয়েতো কৈছা তাইৰ মতামত ল'বৰ আৱশ্যক নাই। গতিকে তাইক আৰু সোধাৰো প্ৰয়োজন নাই। আজি সাত বছৰে তাইক সুধি একো কৰিব নোৱাৰিলো; এইবাৰ বাৰু তোমাকে সুধিছো, এজন ল'ৰা ঠিক কৰি দিয়া।"

ৰুমৰ ভিতৰৰপৰা দীপালীয়ে কথাবোৰ শুনি আছিল। তাইৰ অতিপাত খং উঠিছে। খঙৰ বেগতে টানকৈ মাত দিলে—

"মা! এইফালে আহচোন।"

"কিয়?" মাকে প্ৰশ্ন কৰে।

"লাগে আহ।" কঠোৰভাৱে কয় তাই।

"গৈছো বাৰু।"

"বেগতে আহ।"

"তাইৰ এনে খৰখেদা আহ্বান পাই খুৰীয়েকে মদনক ক'লে—

"তুমি অলপ বহা বোপা, মই আহো।"

তেওঁ উঠি গৈ দীপালীৰ ৰুমলৈ খোজ লয়। মদনে হাঁহি মাৰি কয়—"ময়ো নবহো, যাওঁহে, কাৰণ মোক খেদাৰ কাৰণেহে আপোনাক দীপালীয়ে মাতিছে।"

খুৰীয়েকে হাঁহি মাৰি কয়—"বহাচোন বহা।" এই বুলি কৈ দীপালীৰ ৰুমত সোমাই সোধে —

"কিয় মাতিছ দীপা?"

গোমোঠা মুখ কৰি খং ভাবে দীপালীয়ে কয়—"এই পুৱাতে পগলাটোৰ লগত কি বকিব ধৰিছ? তোৰ আৰু কাম নাই।"

"কিনো হ'ল, ইমান যে খং কৰিছ? তেওঁতো একো বেয়া কথা কোৱা নাই?"

"বেয়া কথা কৈছে নে নাই মই জানো। যাবলৈ দে।"

"যাবলৈ ক'ব নালাগে দীপালী, মদন নিজেই যাব।" মদনে বাহিৰৰ পৰাই মাত লগায়।

খুৰীয়েকে কয়—"তুমি খং নকৰিবা বোপা; এই পাগলীজনীৰ কথাত তুমি খং নকৰিবা। একো অপমানবোধ নকৰিবা বোপা।"

"একো খং নকৰো খুৰীদেউ; পগলাক পগলা বুলি কোৱা আৰু কুকুৰক কুকুৰ বুলি কোৱা একো অপমানৰ কথাও নহয় আৰু খং কৰিবলগীয়া কথাও নহয়। দীপালীয়ে ঠিকেই কৈছে—মই এটা এক নম্বৰ পগলা।"

"পগলা নহয়নো কি...?" দীপালীয়ে উত্তৰ দিয়ে। মাকে ধমক দিয়ে—"তই বৰ বাঢ়ি গৈছ দীপা; মনে মনে থাক।"

"মই নে আন কোনোবা?"

"চুপ?"

"এৰা খুৰীদেউ, দীপালী নহয়—মইহে। আপুনি মিছাকৈ খং নকৰিব। মই একো বেয়া পোৱা নাই। মোৰ যাবৰো হৈছে, গতিকে সোনকালে যোৱাই মংগল। কাইলৈ বাৰু এবাৰ আকৌ আহিম।" এই বুলি কৈ হাঁহি মাৰি দীপালীৰ কমত সোমায়। মাক বাহিৰলৈ আহে। দীপালীৰ সমুখত থিয় হৈ হাঁহি হাঁহি কয় মদনে—

"দীপালী, তোমাৰ নাম দীপালী ৰখা সাৰ্থক হৈছে। দীপালীৰ ৰাতি অমাবস্যা, ঘোৰ অন্ধকাৰ। লোকে চাকি জ্বলায় বাবেহে আলোকিত হয় দীপান্বিতাৰ নিশা। ঠিক তেনেদৰে তোমাৰ মনটিও আন্ধাৰ। বহুজনে আহি তোমাৰ মনত আলোকপাত কৰে দেখিহে এইখিনি পোহৰ লাভ কৰিছা। তাৰ ভিতৰত মোৰ বন্তিগছেই আটাইতকৈ উজ্জ্বল দীপালী। সেই বন্তি গছ তুমি ফুৱাই নুমাই নিদিবা—তোমাৰ মনৰাজ্য আন্ধাৰ হৈ, ম্লান হৈ পৰিব। বুজিছা?" কৌতুহলৰ দৃষ্টিৰে চাই কয় তেওঁ। দীপালীয়ে তেওঁৰ মুখলৈ চাই উত্তৰ দিয়ে—

"তোমাৰ জ্ঞানৰ বন্তি জ্বলাই দীপালীৰ হৃদয় আলোকিত কৰিব নালাগে; সেইকেৰা অনুগ্ৰহ নকৰিলেও হ'ব।"

হাঁহি মাৰি তেওঁ কয়—"মই ৰাজআলিৰ বিজুলী চাকি। থিয়ে মোৰ সমুখেৰে

পাৰ হ'ব, সিয়ে মোৰ পোহৰ পাব। কাৰো ভালপোৱা, বেয়াপোৱালৈ মই ভ্ৰূক্ষেপ নকৰো। এতিয়া যাওঁ বাৰু। ধন্যবাদ।" হাঁহি মাৰি ওলাই আহে এটা নাটকীয় ভংগীৰে মদন।

খুৰীয়েকে মাত লগায়—"তুমি খং কৰিলা বোপা?"

খুৰীয়েকৰ মুখলৈ চাই হাঁহি মাৰি ক'লে মদনে—

"খং আৰু হাঁহি দুটা মল্লবীৰ খুৰীদেউ। ইহঁতে যেতিয়াই তেতিয়াই মানুহক পৰাস্ত কৰিব পাৰে। সেইবাবে মানুহে তৎক্ষণাৎ খং কৰে আৰু তৎক্ষণাৎ হাঁহিব পাৰে। পিছে এই মল্লবীৰ দুটা মোৰ ওচৰত সদায় পৰাজিত খুৰীদেউ। ইহঁতে মোক বৰ ভয় কৰে। কাৰণ মই সদায় এই মল্লযোদ্ধা দুটাৰ ভিতৰত কাজিয়া লগাই দিওঁ। সুৰং ভেদেন যজয়েৎ।' অৰ্থাৎ সুৰ প্ৰকৃতিৰ লোকক ভেদনীতি বা কূটনীতিৰ দ্বাৰা বশ কৰিব লাগে। মই তাকে কৰো। মোক খঙে আক্ৰমণ কৰিলে হাঁহিক লগাই দিওঁ আৰু হাঁহিয়ে আক্ৰমণ কৰিলে খঙক লগাই দিওঁ। হাঁহি আৰু ক্ৰোধে মোৰ অন্তৰত যুঁজি মৰে আৰু মই বাহিৰত আৰাম কৰি ফুৰি থাকো। সেইবাবে খঙৰ প্ৰশ্ন মোৰ মনত অবাস্তৱ খুৰীদেউ। আপুনি চিন্তা নকৰিব।"

এই বুলি হাঁহি মাৰি ওলাই যায় মদন। দীপালীৰ মাকে কিছুপৰ তেওঁৰ ফালে চাই থাকি শেষত দীপালীক বকে—"মিছাকৈ ল'ৰাজনক অপমান কৰি পঠালি। তোৰ এনে অভদ্ৰ ব্যৱহাৰ!"

বিৰক্তিৰ সুৰত কয় দীপালীয়ে—"অভদ্ৰজনে অভদ্ৰ ব্যৱহাৰ পোৱা একো ভাবিব লগীয়া কথা নহয়।"

খঙতে মাকে কিৰ্বাকিবি বকি ভিতৰলৈ যায়। দীপালীয়ে খিৰিকিৰে মদনৰ ফালে চাই থাকে। মদন তেতিয়া বহুত দূৰত।

ল'ৰা ছোৱালীয়ে বোলক বা ডেকা গাভৰুৱে বোলক, এই হালৰ প্ৰকৃতি আৰু চৰিত্ৰ সাধাৰণ মানুহৰপৰা পৃথক। আমাৰ সমাজ ব্যৱস্থা আৰু ধৰ্মৰ নীতি-নিয়মৰ তুলাচনীত তুলি দিলে পাপৰ ফালে এওঁলোকৰ ওজন যে বেছি হ'ব তাত সন্দেহ নাই। চিৰাচৰিত নৈতিকতা আৰু ভদ্ৰতাৰ মানদণ্ডেৰে এওঁলোকক জুখিব নোৱাৰি। ধাৰ্মিক আৰু নীতিবিদৰ মতে এই হাল ল'ৰা-ছোৱালী মহাপাপী। এওঁলোকৰ স্থান নৰকৰ কোনখিনিত হয় ঠাৱৰ কৰা টান। কিন্তু মদনৰ মতে ধৰ্ম, কৰ্ম, স্বৰ্গ, নৰক, পাপ, পুণ্য সকলো একেশ্ৰেণীৰ মানুহে কল্পনাৰ দ্বাৰা তৈয়াৰ কৰা এটা চিন্তা বিশেষহে—আচলত সেইবোৰ নাই। ক'বলৈ গলে তেওঁ নাস্তিক—বিশেষকৈ ধাৰ্মিক

সকলৰ মতে। তেওঁৰ নীতি-নিয়ম অন্য ৰকমৰ। তেওঁক বজৰুৱা গুণ্ডা বুলিও ক'ব পাৰি। দীপালীও সেই শাৰীৰে ছোৱালী। এওঁলোক অতি আধুনিক।

মদন আৰু দীপালীৰ ভিতৰত আলপোৱা আছে আৰু আজি প্ৰায় পাঁচ বছৰে দুয়োৰো দৈনিক মিলন ঘটিয়ে আছে। মদন প্ৰকৃত পুৰুষ। সুঠাম, সুশ্ৰী, শিক্ষিত কিন্তু নিজৰ মত এৰি নিদিয়া ধৰণৰ লোক। তেওঁৰ নিজা মতবাদ আছে আৰু সেই মতেই তেওঁ চালিত হয়। তেওঁৰ দেহৰ গঠন আৰু মনৰ প্ৰকৃতিৰ লগত আনৰ অলপ তফাৎ আছে। সেয়েহে একাধিক ৰমণীৰ দেহ উপভোগতো তেওঁৰ স্বাস্থ্য মজবুত আছে। তেওঁৰ এই বত্ৰিশ বছৰীয়া জীৱনত বহুত বিধবা, স্বামীত্যাগিনী, অসমৰ্থ স্বামীৰ যুৱতী ভাৰ্যা, চপলা ছোৱালী, কামবিহ্বলা প্ৰৌঢ়া ৰমণী আৰু চঞ্চলা যুৱতীয়ে যৌনতৃপ্তি লাভ কৰি আহিছে। সম্বন্ধৰ প্ৰশ্ন নাই—পৰিচিতা-অপৰিচিতাৰ প্ৰশ্ন নাই; যিয়ে আহ্বান কৰিছে তেওঁৰ ওচৰতে মদন হাজিৰ হৈছে। কিন্তু আশ্চৰ্য এইখিনিতে যে মদনৰ এই বহু সংগমত ক'তো বলাৎকাৰৰ প্ৰশ্ন নাই। কোনোদিনে তেওঁ বলাৎকাৰ কৰা নাই কোনো ৰমণীক, কোনোদিনে স্পৰ্শ কৰা নাই কোনো বেশ্যাক।

সংসাৰত কিছুমান মিছা কল্পনা আছে যাক মানুহে সত্য বুলি বিশ্বাস কৰে। যেনে গল্প, উপন্যাস, নাটকৰ প্ৰেম; আৰু কিছুমান এনে বাস্তৱ সত্য আছে যাক বিশ্বাস কৰিবলৈ টান পায় মানুহে। যেনে পিতা-পুত্ৰীৰ প্ৰেম, মাক-পুতেকৰ প্ৰেম অথবা ভাই-ভনীৰ প্ৰেম। ই সত্য যদিও অবিশ্বাস্য। সংসাৰ বিচিত্ৰ; মানুহৰ চিন্তা, ধাৰণা বিচিত্ৰ। এনে এটা বিচিত্ৰ আৰু অবিশ্বাস্য ঘটনাৰে সত্য কাহিনী এই দীপালী-মদনৰ প্ৰেম। দীপালী তেতিয়া তৃতীয় বাৰ্ষিক বি. এ. দি আহিছে। দীপালী গুৱাহাটীত, মদন তেজপুৰত। কোনোদিনে দুয়োৰো দেখা-দেখি হোৱা নাছিল। হঠাতে দেখা হয় জালুকবাৰীত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ তিনি নম্বৰ হোষ্টেলৰ কাম তেতিয়া চলি আছে। পৰীক্ষা দি উঠি মদন প্ৰথমে গুৱাহাটিলৈ আহে তেজপুৰৰপৰা। গুৱাহাটী বিশ্ববিদ্যালয় চাবৰ বাবে জালুকবাৰীলৈ আহে; লগত তেওঁৰ বন্ধুবৰ্গ। বন্ধুকেইজনমানে বিশ্ববিদ্যালয়ত এম. এ. পঢ়ে। হোষ্টেলত থাকে। মদন তেওঁলোকৰ অতিথি। নিশি চৌধুৰীৰ লগত আছে। গধূলি বেলিকা এদিনাখন জালুকবাৰী হাইস্কুলৰ সমুখেৰে ঘূৰি গৈ আধাবন্ধা তিনি নং হোষ্টেল বিল্ডিঙৰ ওচৰ পালে; লগত নিশি চৌধুৰী। দুয়ো ওচৰ চাপি দেখিলে যে কাষতে এখন মটৰকাৰ। বিল্ডিঙৰ ভিতৰত মানুহৰ গুণগুণনি। দুয়ো কৌতূহলবশতঃ আগ বাঢ়িল। দেখিলে, এজন মতা মানুহ আৰু দুজনী তিৰোতা। নিশিৰ কৌতূহল আৰু বাঢ়িল; কাৰণ এই ঠাইখিনি পাহাৰৰ ওচৰত

বন-জংঘলে ঘেৰা এই নতুন আধাবন্ধা অট্টালিকাটোৰ আধাবন্ধা অৱস্থাৰ দুই চাৰিটা ৰুমত সন্ধিয়া কিবাকিবি দুৰ্ঘটনা ঘটা কথাৰ প্ৰায় ল'ৰাই সম্ভেদ পায়। আজিও বা কোন সৎ নাগৰিকে দিনত মহা চৰিত্ৰবানৰ চিনাকি দি সমাজত বৰমূৰীয়া বোলাই গধূলিৰ আন্ধাৰত নৈতিকতাৰ মুখাখন দলিয়াই পেলাই সম্পূৰ্ণ আদিমবাসীৰ আদিম দৈহিক তৃপ্তি লাভ কৰিবৰ কাৰণে আহিছে তাৰ কি ঠিক? সেই কৌতূহল লৈ আগ বাঢ়িল নিশি চৌধুৰী। মদনক টান মাৰিলে।

মদনে ক'লে—"বাদ দে ভাই, এইবোৰলৈ নাটানিবি। যিয়ে যি কৰে কৰিবলৈ দে। পৃথিবী বৰ বহল; ইয়াত বহুত মানুহ আছে; বহুত কাম আছে। যিয়ে যি কৰে তাকে কৰিব পাৰে। তাৰ খতিয়ান লৈ আমাৰ কি হ'ব? কৰিবলৈ দে।"

নিশিয়ে কলে—"নহয় অ মদন! তই ইয়াৰ কথা নুবুজ। এই ঠাই প্ৰেমৰ আড্ডা হৈছে। চাওঁ আহচোন কোন আহিছে। সমুখত দেখোঁ মটৰগাড়ী। বোধহয় ধনী মাৰোৱাৰীয়ে কোনোবাজনীক আজি ধনী কৰি পঠাব।"

"কৰিবলৈ দে। আমাৰ কি হ'ল? মই সেইবোৰ ভাল নাপাওঁ, গুচি আহ।"

নিশিয়ে টানে এফালে; মদনে টানে আনফালে। এনেকৈ টনা-টনি কৰি শেষত নিশিয়ে হাত এৰি দি মদনক এৰি নিজেই গ'ল। নিশি সোমাই গ'ল; মদন বাহিৰত ৰ'ল। নিশি যোৱাত মদন গাড়ীৰ ওচৰলৈ আহিল। দেখিলে, গাড়ীৰ ভিতৰত বেছ আটক্ ধুনীয়া গাভৰু এজনী বহি আছে। মদনৰ আৰু বুজিবলৈ বাকী নৰ'ল যে নিশিয়ে কোৱা কথা সঁচা। বোধহয় চিকাৰীহঁতে ঠাই চাই ফুৰিছে। চিকাৰ কিন্তু গাড়ীতে এৰিছে। মদন আগ বাঢ়িল গাড়ীৰ ওচৰলৈ। তেওঁ গাড়ীৰ ওচৰত থিয় হৈ গাভৰুৰ ফালে চালে। সুন্দৰ নিপোটল শৰীৰ। মোলায়েম মুখশ্ৰী। আটক্ধুনীয়া গাভৰু। শিক্ষিতা বুলি ধৰিব পাৰি; কিন্তু মুখৰ চেহেৰা চাই আৰু চকুযুৰিলৈ চাই মদনে স্বীকাৰ কৰিবলৈ টান পালে যে সেইজনী নষ্ট চৰিত্ৰৰ ছোৱালী! বোধহয় কোনো ধনিক লম্পটে ধনৰ প্ৰলোভন দেখুৱাই আনিছে এই পবিত্ৰ প্ৰতিমা অপবিত্ৰ কৰিবলৈ। তেওঁৰ পুতৌ জন্মিল। গাড়ীৰ একেবাৰে ওচৰলৈ গৈ মদনে সুধিলে—"কোন আপুনি? কিয় আহিছে ইয়ালৈ?"

গাভৰুৱে মিচিকিয়া হাঁহি মাৰি ক'লে—"আমি গুৱাহাটীৰপৰা আহিছোঁ। 'ইউনিভাৰছিটি' চাবৰ বাবে আহিছিলোঁ। পলমেই হ'ল। মা-দেউতাইঁতে বিল্ডিঙৰ ভিতৰৰ পৰা গুলাই অহাত পলম কৰিলে। মই আগতেই আহি বহিছোঁ। আপুনি কোন?'

মাক-দেউতাকৰ লগত বিশ্ববিদ্যালয় চাবলৈ অহা বুলি জানি মদনৰ সন্দেহবোৰ তৎক্ষণাত আতৰি গ'ল। তেওঁ এটা সহজ হাঁহি মাৰি ক'লে—"মই ইয়াৰ হোষ্টেলতে আছো।"

হোষ্টেলৰ ল'ৰা বুলি ভাবি তাই অলপ সংযতভাৱে কানি-কাপোৰ ঠিক কৰি ল'লে। মনত ফূৰ্তি লাগিল। তাই এবাৰ মদনৰ ফালে চাই ল'লে! বাঃ কি ধুনীয়া ডেকা। সুন্দৰ চেহেৰা। অপূৰ্ব দেহৰ গঠন। তেওঁৰ ৰূপ দেখি তাই ভোল গ'ল! শিক্ষিত ৰূপহ ডেকাক গাভৰুৱে অতি সোনকালে ভাল পাই পেলায়। তাই মিচিকিয়া হাঁহি মাৰি সুধিলে—"আপুনি ক'লৈ যাব?"

"ফুৰিবলৈকে আহিছো।"

তাই তেওঁৰ ফালে চায়; তেওঁ তাইৰ ফালে চায়। দুয়োৰো চকুৱে চকুৱে পৰে। কামকলা অভিজ্ঞ মদনে চিনি পালে তাইৰ চকুৰ মণিত কামনাৰ চিহ্ন। ধুনীয়া গাভৰুৰ এই আত্ম-নিবেদনৰ চাৱনি উপেক্ষা কৰিব নোৱাৰে মদনে। সঁহাৰি জনালে চকুৱেই। চাৰি চকুৰ মিলন হ'ল। প্ৰথম দৃষ্টিতে প্ৰণয় বোলা যি কথা আছে, বোধহয় তেনে ৰকমৰ কিবা এটা হৈ গ'ল তেওঁলোকৰ মাজত। বেচেৰী যেন ঘাইল হৈ গ'ল। মদন এই বিষয়ত অভিজ্ঞ যদিও ক্ষন্তেকৰ বাবে এটা দুৰ্বলতা আহি পৰিল। তেওঁ তাইৰ মুখলৈ চাই ক'লে—"ক্ষন্তেকৰ চিনাকি, কিন্তু বহুদিন মোৰ মনত ৰ'ব আপোনাক।"

তাই কৃতজ্ঞ দৃষ্টিৰে চাই এনে এটা ভাব প্ৰকাশ কৰিলে যেন তাই তেওঁক জীৱনত পাহৰিব নোৱাৰিব।

ইতিমধ্যে মাক, পিতাক আৰু ভনীয়েকজনী ঘূৰি আহিল। তেওঁলোকৰ লগত নিশি চৌধুৰী। নিশিয়ে কথা পাতি আহিছে। নিশি গৈ যেতিয়া ৰুমৰ ওচৰ পায় তেতিয়া তেওঁলোকে অট্টালিকা আৰু পাহাৰখন চাই চাই কথা পাতি আছিল। নিশিক দেখি পিতাকে মাতি নি পৰিচয় হৈ কথা-বতৰা পাতিলে আৰু নিজৰো পৰিচয় দিলে। নিশিয়ে মদনৰ কথা কোৱাত তেওঁ বৰ ব্যগ্ৰ হৈ সুধিলে—"মদন ক'ত?"

"সৌ সিখিনিত ৰ'ল।"

"মদন মোৰ দাদাৰ ল'ৰা। সি বৰ অভিমানী। সৰুৱে পৰা সি বৰ জেদী। সি যি নাহো বুলিছিল মোৰ ঘৰলৈ, আজিলৈ অহা নাই। এতিয়া তেজপুৰৰপৰা আহি তোমাৰ লগত হোষ্টেলত আছে, তথাপি মোৰ ফালে নগ'ল। একেবাৰে গোঁৱাৰ ল'ৰা। মোমায়েকহঁতেই তাক বেয়া কৰিলে। বাৰু, ব'লাচোন তাক মই লগ ধৰো।"

"মদন কোন, পিতা?" শেৱালীয়ে সোধে।

"তোৰ জেঠায়েৰৰ ল'ৰা। তোৰ ককাইদেউ।"

"মইতো চিনি নাপাওঁ।"

"কেনেকৈ চিনিবি? তইঁত কোনোদিনে আমাৰ গাঁৱলৈ যোৱা নাই আৰু মদনো কোনোদিনে আমাৰ ঘৰলৈ অহা নাই। আজি কে'বাবছৰো হ'ল ময়ো দেখা নাই। সি চাগে এতিয়া ডাঙৰ হ'ল। সৰুতে মই তাক বৰ মৰম কৰিছিলো। সিও মোক বৰ ভাল পাইছিল। শেষত পিতেৰাৰ লগত বাইদেউৰ মনোমালিন্য হোৱাৰ পৰাহে তাক বাইদেৱে মোৰ কাষলৈ আহিবলৈ মানা কৰি দিলে। এতিয়াও তালৈ মোৰ মনত পৰে। ব'লকচোন বেগাই। দীপালীয়ে কিজানি গাড়ীত বহি গালি পাৰিয়ে আছে।" শেৱালীৰ মাকে কয়। শেৱালী বেগাই আগ বাঢ়ি আহে—"ব'ল বেগাই, কিজানি ককাইদেউক লগ পাওঁৱেই।" গোটেই কেইজন বেগাই আহে।

বাহিৰ হৈ আঁহি দেখে যে মটৰৰ ভিতৰত দীপালী বহি আছে আৰু গাড়ীৰ কাষত থিয় হৈ আছে মদন। তেওঁলোকে বেগাই আহি গাড়ীৰ ওচৰ পালে। ভোলা কাকতিয়ে মদনৰ ওচৰত থিয় হৈ মাতিলে—"মদন।"

মদনে খুৰাকক দেখি আচৰিত হৈ গ'ল। খুৰাকৰ মুখলৈ চাই অবাক হৈ গ'ল। উত্তৰ দিলে—"খুৰা নেকি?"

"হয়। পিছে ইমান দিন জালুকবাৰীত আছ অথচ মোৰ তালৈ যোৱা নাই কিয়?"

"তোমাৰ খং এতিয়াও মাৰ যোৱা নাই নে বোপা মদন তুমি আমাৰ ঘৰলৈ নগৈ কিয় হোষ্টেলত আছা?" খুৰীয়েকে প্ৰশ্ন কৰে।

মদনে লাজ লাজ কৈ উত্তৰ দিয়ে—"এনেয়ে যোৱা নাই খুৰীদেউ। মই ঘৰ নিচিনো নহয়"।

"খুৰায়েৰাৰ অফিচলৈ গৈ খুৰায়েৰাৰ নাম ক'লেই দেখোঁ ঘৰ চিনাই দিব পাৰিলেহেঁতেন যেই সেই এজন পুলিছে? বাৰু যি হ'ল হৈ গ'ল; এতিয়া ব'লা আমাৰ গাড়ীতে লৈ যাওঁ। অ, দীপা, তই জানো ককায়েৰাক চিনিছ?"

এবেঁ তাইৰ জেঠায়েকৰ পুতেক ককায়েক বুলি জানি দীপালী হতবাক হৈ গ'ল। ই কি কাণ্ড? তেওঁৰ নামেই মদন? তাইৰ ককাইদেউ? অথচ অলপ আগতে দুয়োৰো ভিতৰত কিযে ঘটি গ'ল। চিন্তা জগতত তাইৰ তুমুল আলোড়নৰ সৃষ্টি হ'ল। তাই তবধ হৈ চাই ৰ'ল। এনেতে খুৰীয়েকে মদনক ক'লে—"এই দুজনী তোমাৰ ভনীয়েৰা হয় বোপা মদন। এইইঁতে তোমাক নিচিনে; কাৰণ কোনোদিন তোমালোকৰ ভিতৰত

দেখাদেখি হোৱা নাই নহয়। আজি ভালেই হ'ল, ঈশ্বৰে হঠাতে মিলাই দিলে।" এনেকৈ কৈ গোটেই কেইজন চিনা পৰিচিত হৈ গ'ল। সকলোৰে মনত আনন্দ লাগিল। কিন্তু দীপালীৰ মনত কেনে লাগিল একো ধৰিব নোৱাৰিলে মদনে। কথা বতৰা হৈ গোটেই কেইজনে বাহিৰ ওলাই আহিল আৰু হোষ্টেললৈ আহি খুৰীয়েকে জোৰ কৰি মদনক লৈ যাবলৈ ওলাল। নিশিয়েও যাবলৈ অনুমতি দিলে আৰু কাপোৰ-কানি বিছনা-পত্ৰবোৰ আনি গাড়ীত তুলি দিলে।

শেৱালীয়ে মদনৰ লগত পৰিচয় হৈ একেবাৰে আপোন হৈ পৰিল আৰু জোৰ কৰি টানি আনি মদনক নিজৰ কাষত বহুৱাই ক'লে—"তুমি আমাৰ ককাদেউ হৈ আমাৰ তালৈ নাযাবা? মই নেৰিছো, যাবই লাগিব। ধৰ বাইদেউ, ককাইদেউক দুয়োৰো মাজত বহুৱাই লওঁ। আমাৰ ককাইদেউ নাই, তুমিয়ে আমাৰ ককাইদেউ। আমি বহুদিন পিতাক কৈছিলো তোমাক আনিবলৈ; আমি গাঁৱলৈ যাবলৈকো চেষ্টা কৰিছিলো কিন্তু পিতাই তোমাকো নানে আৰু আমাকো যাব নিদিয়ে। আজি ঈশ্বৰে এনেকৈয়ে মিলালে। আহা, বহাহি।' এই বুলি কৈ দীপালী আৰু শেৱালীৰ মাজতে মদনক বহুৱাই ল'লে। শেৱালীয়ে এইবোৰ কথা কোৱা সময়ত পিতাকে দূৰত নিশিৰ লগত মেল কৰি আছিল। বোধহয় তাইৰ কথা তেওঁৰ কাণত নপৰিল।

এনেকৈ সেইদিনা গধূলি মদন আহিল দীপালীহঁতৰ ঘৰলৈ। গাড়ীৰ ভিতৰত পিচৰ ছিটত মদন, শেৱালী, দীপালী আৰু আগৰ ছিটত মাকপিতাক। দুয়োকাষে দুজনী সদ্যপৰিচিতা অথচ সম্বন্ধীয়া ধুনীয়া গাভৰু মদনৰ। নাজানো তেওঁৰ মনত তেতিয়া কি ভাব খেলিছিল। দীপালী কিন্তু নীৰৱ নিস্তব্ধ। গাড়ী আহি ঘৰ পালে।

ঘৰত আঠজনী ছোৱালী; ল'ৰা নাই। সকলোকেইজনীয়ে মদনক পাই যেন নিজৰহে এজন ককায়েক পালে এনে লাগিল। সকলোটিয়ে ক্ষন্তেকৰ ভিতৰতে মদনক আপোন কৰি পেলালে। সৰু কেইজনীয়ে আহি মদনৰ কোলাত উঠি আবদাৰ ধৰিলে।

পিতৃসত্তা প্ৰথাৰ সমাজত ল'ৰাহীন দম্পতী সন্তানহীনৰ দৰে ল'ৰাবিদ্বেষী হৈ উঠে। ভোলা কাকতিও এই মানসিক ৰোগত অজ্ঞাতেই আক্ৰান্ত হৈছে; কিন্তু ঘৈণীয়েক জনীয়ে সেই বেমাৰ এতিয়াও ভোগ কৰা নাই। বোধহয় তেওঁৰ নিজৰ ওপৰত বিশ্বাস এতিয়াও আছে আৰু অতি সোনকালেই ল'ৰা সন্তানৰ মুখ দেখিব বুলি পৰম আশা কৰি আছে; ফলত আনৰ ল'ৰাৰ প্ৰতি বিদ্বেষ ভাব এতিয়াও হোৱা নাই। কোনে জানে কিজানি বুঢ়া কালত এটি ল'ৰাৰ মুখ দেখেই! তেওঁ কিন্তু মদনক ৰৱ মৰম কৰিলে।

ৰাতি মাছ-মঙহেৰে ভালকৈ খুৱালে মদনক। খাই-বৈ উঠি সকলোটিয়ে গল্প কৰিবলৈ ধৰিলে। তাৰ পিচত মদনৰ বাবে বিছনা তৈয়াৰ কৰি দিলে দীপালীহঁতে থকা ৰুমৰ কাষৰ ৰুমটোত। মদন গৈ বিছনাতে বহিল। তেওঁৰ লগত দীপালীহঁতো আহি ৰুমত সোমাল। দীপালী, শেৱালী আৰু সৰু সৰু দুজনীয়ে আহি তেওঁৰ লগত মেল কৰিবলৈ ধৰিলে। ক্ৰমে ৰাতি হৈ আহিল। দীপালীয়ে আদেশৰ সুৰত সকলোটিকে যাবলৈ ক'লে। বায়েকৰ হুকুম পাই সকলোটি গ'লগৈ। তেওঁলোক যোৱাত দীপালীয়ে মদনৰ ফালে চাই হাঁহি মাৰি ক'লে—

"তুমি অকলে থাকিবলৈ ভয় কৰা নেকি ককাইদেউ?"

"নাই, নকৰো। মোৰ অকলে থকাৰ অভ্যাস আছে।"

"ভাল বাৰু, এতিয়া শুই থাকা। কিবা লাগিব নেকি?"

"পানী এগিলাছ........।"

"বাৰু মই আনি দিম। তুমি শোৱা।"

তাই ওলাই যায়। মদনে কিছু সময় অপেক্ষা কৰি শেষত লাইটটো ক্ষীণ কৰি থৈ শুই পৰিল। তেওঁৰ টোপনি আহিল। ঘৰৰ সকলোৰে টোপনি আহিল। কিন্তু টোপনি নাই দীপালীৰ। কামপীড়িতা হৈ দীপালী আজি উন্মাদৰ দৰে হৈছে। দুৰ্জয় কামনা। তাইৰ কুৰি বছৰীয়া অক্ষত কুমাৰী মনৰ আজি সংযম যেন ভাঙি গ'ল। জীৱনত কোনোদিনে যৌনসম্ভোগ নকৰা কুমাৰীৰ মনত সম্ভোগৰ প্ৰতি যি কৌতূহল, সেই কৌতূহল আৰু ইচ্ছা প্ৰবলভাৱে জাগিল। মদন শোৱা ৰুমৰ দৰ্জাৰ খিলিটো দীপালীহঁত শোৱা ৰুমৰ পৰা খুলিব পাৰি। দীপালীয়ে হাতত সাৰে ভৰিত সাৰে গৈ দৰ্জাখন খুলিলে আৰু পানীৰ গিলাছটো লৈ ভিতৰ সোমাই গ'ল। টেবুলৰ ওপৰত পানীৰ গিলাছটো থৈ তাই মনে মনে গৈ আঠুৰাখন দাঙি মদনক মাতিলে গাত ধৰি অতি সৰু সৰুকৈ—"ককাইদেউ, উঠা; পানী আনিছো।"

তাই তেওঁৰ গাত ধৰি মন্তাত তেওঁ সাৰ পালে আৰু সুধিলে—"কোন?"

"মই ককাইদেউ। উঠা, পানী আনিছো।"

মদন উঠিল। দেখিলে দৰ্জা বন্ধ। লাইটৰ ক্ষীণ পোহৰ। সমুখত দীপালী অভিসাৰিকা বেশে। তেওঁ দীপালীৰ ফালে চালে। দেখিলে দুৰ্জয় বাসনাৰে আক্ৰান্ত দীপালী। তেওঁ তাইৰ ফালে চাই সুধিলে—"পানী আনিলা দীপালী?"

"হয়।"

"পলম কৰিলা যে?"

"তেওঁলোক শোৱা নাছিল কাৰণে.....।"

"আচ্ছা।"

তেওঁ কথাৰ অৰ্থ বুজি উঠিল।

তাৰ পিচত দীপালীৰ চকুলৈ চালে। দীপালী লেউসেউ হৈ মদনৰ কোলাত পৰিল। মদনে দীপালীৰ আত্মনিবেদনক অনাদৰ কৰিব নোৱাৰিলে।

সেইদিনাই প্ৰথম যৌনতৃপ্তি লাভ কৰিলে দীপালীয়ে, আৰু এই বিষয়ত প্ৰথম পুৰুষ হ'ল মদন। মদন যেন সঁচাকৈ পুৰাণবৰ্ণিত মদনেই— কাম-ৰিপুৰ অধিপতি— বসন্ত আৰু যৌৱনৰ অধিষ্ঠাতা দেৱতা। সিদিনাৰে পৰা চলিল দুয়োৰো নিভৃত মিলন। ইয়াৰ সন্দেহ কোনেও নাপালে। তথাকথিত নৈতিকতা আৰু ধৰ্মৰ বান্ধোনে এইহাল ডেকা-গাভৰুক বশ কৰিব নোৱাৰিলে। সহজাত প্ৰবৃত্তিৰ সোঁতত উটি গ'ল দীপালী— মদন। আদিম মানৱ সমাজৰ ভাই-ভনীৰ যৌন মিলনে যেন আজি কুৰি শতিকাৰ বৈজ্ঞানিক যুগতো একে ক্ৰিয়াকে সংঘটিত কৰিলে। বোধহয় কিছুমান বিষয়ত মানুহ একেই আছে।

মদন আৰু দীপালী। দুই ভাই-ভনী, প্ৰেমিক-প্ৰেমিকা, স্ত্ৰী-পুৰুষ, কামুক-কামুকিনী নে অৱদমন বিৰোধী কেঁচামানুহ তাৰ উত্তৰ নীতিবিদ, সমাজবিদ, ধৰ্মজ্ঞ, মনোবিজ্ঞানী আদিয়ে নিৰ্ণয় কৰিব; আমি একো ক'ব নোৱাৰো।

দীপালী কিয় এনে হ'ল ধৰা টান। চৰিত্ৰ সম্পৰ্কে সদায় নজৰ দিয়া ভোলা কাকতি বাণ ৰজাৰ দৰে জীয়েকহঁতৰ ওপৰত সদায় সতৰ্ক। নাচ-গান, খেলা ধূলা, ছিনেমা-থিয়েটাৰ আদিলৈ দীপালীক যোৱা বন্ধ কৰিছিল; আনকি নাটক, উপন্যাস আদিও পঢ়িব নিদিছিল; জানোচা জীয়েকৰ মন পাতল হয়— দুশ্চৰিত্ৰা হয়। সদায় কঢ়া শাসনৰ তলত থাকি তাইৰ মন বিদ্ৰোহী হ'বৰ উপক্ৰম কৰিছিল। সুযোগ পালেই তাই এইবোৰ লুকাই-চুৰকৈ কৰিছিল। ফলত ভালতকৈ বেয়া হৈছিল বেছি। সৰুৰে পৰা ইমান বছৰে কৌমাৰ্য ব্ৰত ধৰি শেষত তাই মাৰাত্মক ভুল কৰি পেলালে। আজি এই কেইবছৰৰ ভিতৰত তাই অনেক বদলিছে। আগৰ শান্ত-শিষ্ট চৰিত্ৰৱতী দীপালী আৰু আজি নাই। আজি আৰু বাপেকেও তাইক শাসন কৰিব নোৱাৰে। এতিয়া যৌন বিষয়ত তাই বহু অভিজ্ঞা। মানৱ প্ৰকৃতি সম্বন্ধেও তাইৰ বহুত অভিজ্ঞতা আছে। আন বিষয়তো তাই বহুত কথাৰ লগত পৰিচিতা হৈছে। ক'বলৈ গ'লে চহৰৰ বজৰুৱা ধৰণৰ উদণ্ড ছোৱালী দীপালী।

আনকালে মদন। বিধবাৰ একমাত্ৰ সন্তান। সৰুতে পিতাক মৰে। পিতাকৰ সমস্ত

সম্পত্তি আত্মসাৎ কৰি খুৰাক ভোলা কাকতিয়ে গুৱাহাটীতে মাটিবাৰী কিনি ঘৰ-দুৱাৰ কৰি বসবাস কৰাৰ পৰা তেওঁ সম্পত্তিহীন গৰিব হৈ পৰে। এই লৈয়ে খুৰাক আৰু মাকৰ কাজিয়া। ভোলা কাকতিয়ে গাঁওৰ ফালে যাবলৈ এৰি দিছে; ল'ৰা-তিৰোতাকো যাব নিদিয়ে। গাঁওৰ মানুহে তেওঁৰ বদনাম কৰে। গাঁৱলীয়া মানুহবোৰ অসভ্য— কাকতিয়ে মন্তব্য কৰে। দুখিনী বিধবাৰ একমাত্ৰ সন্তান মদন।

মাকে মহাকষ্টে গাঁৱতে কাম-বন কৰি তেওঁক ডাঙৰ-দীঘল কৰে। মদনে গাঁৱৰ হাইস্কুলৰ পৰাই মেট্ৰিক পাছ কৰে। তেওঁৰ বুধি চোকা। তেজপুৰত গৈ মোমায়েকহঁতৰ সহায়ত কলেজত পঢ়ে। পঢ়াৰ বাহিৰেও আন বিষয়তো নাম কৰে। মদনেই মাকৰ খৰচ বহন কৰে বৰ্তমানে। অলপ ডাঙৰ হোৱাৰ পৰাই তেওঁ নানা কাম কৰি নিজৰ খৰচ উলিয়ায় আৰু মাককো খৰচ দিয়ে। এনে ৰকমে মাকক পুহি মদনে পঢ়ি আহিছে। খুৰাকৰ ওপৰত খং, কাৰণ মেট্ৰিকৰ পৰীক্ষাৰ ফিজখিনিও খুৰাকে নিদিলে। এতিয়া কিন্তু খং নকৰে। কোনো চাকৰি নাই। কিন্তু টকাৰো অভাব নাই। প্ৰতিমাহে মাকলৈ এশ টকা পঠায়। মাকৰ আগত কিন্তু এটা ভাল চাকৰি কৰা বুলি কয়। মাকে বৰ আনন্দ পায়। সৰুকালিৰ ইমান দুখ কষ্ট পাহৰি যায়।

খুৰাক ভোলা কাকতি দাৰোগা। সদায় চোৰ-ডকাইতৰ লগত লেঠা। এদিন এজন চোৰৰ ভেটি খাওঁতে মদনৰ লগত তৰ্ক লাগে আৰু সেইদিনাই মদন ঘৰৰপৰা ওলাই আহে। তাৰ পিচতো কাকতিয়ে তেওঁক এটা কেৰাণীৰ চাকৰি যোগাৰ কৰি দিছিল, কিন্তু মদনে কেৰাণী চাকৰি নকৰিলে।

খুৰীয়েকে মৰম কৰিছিল। খুৰীয়েকৰ আগত ক'লে—"খুৰা দাৰোগা, চোৰ-ডকাইত ধৰে; গতিকে মই চোৰ-ডকাইত হ'ব লাগিব খুৰীদেউ, তেহে জানিব পাৰিম খুৰাই চৰকাৰী কৰ্তব্য কেনেকৈ পালন কৰে। খুৰা দাৰোগা; গতিকে মই চোৰ বা ডকাইত হ'ব লাগিবই। খুৰাৰ বুদ্ধিৰ লগতে কৰ্তব্যপৰায়ণতাৰ প্ৰমাণ চাব লাগিব।"

সঁচাকৈ তেতিয়াৰে পৰা মদনে বজৰুৱা গুণ্ডা দলৰ লগ লাগে। আজি ক'বলৈ গ'লে মদন এজন বজৰুৱা গুণ্ডা। এয়ে তেওঁৰ পৰিচয়। বহু সময়ত মদনে খুৰাকক বৰ জুলুমো কৰিছে, লাজতো পেলাইছে আৰু ভয়ো খুৱাইছে। খুৰীয়েকে কিন্তু আগৰ দৰে মৰম কৰে। ছোৱালীহঁতে ভাল পায় যিমান, ভয়ো কৰে সিমান। দীপালীয়ে আজিকালি মদনক কেতিয়াবা ভাল পায় আৰু কেতিয়াবা বিৰক্ত হয়। কেতিয়াবা বৰ প্ৰশংসা কৰে আৰু কেতিয়াবা বৰকৈ গালি পাৰে। মদনে কিন্তু তাইৰ ব্যৱহাৰত বিচলিত নহয়—সদায় স্থিতপ্ৰজ্ঞ। হাঁহি মাৰি নিন্দা স্তুতি গ্ৰহণ কৰে। সেইবাবেই

দীপালীৰ আজিৰ এনে ব্যৱহাৰ আৰু গালিকো তেওঁ সহজভাৱে ল'ব পাৰিছে।

## [দুই]

তাৰপৰা বাহিৰে বাহিৰে আহি মদন মাৰোৱাৰী হোটেল এখনত উঠিল। তেওঁ হোটেলৰ মালিকৰ ল'ৰাজনক শিকাব লাগে। টিউচন। ল'ৰাজন ষষ্ঠ শ্ৰেণীত পঢ়ে। ইংৰাজী পঢ়াব লাগে দিনে এঘন্টাকৈ। টিউচন ফিছ হ'ল দুপৰীয়া আৰু ৰাতি হোটেলত বিনা পইচাৰে খোৱা। ল'ৰাজনৰ বয়স বাৰ বছৰমান হ'ব। সাধুবুদ্ধিমান আৰু হিচাপী ল'ৰা। অমায়িক। তাক বৰ মৰম কৰে মাষ্টৰে।

হোটেলৱালা বয়সিয়াল। প্ৰায় পঞ্চাশ। শকত। পেটুৱা চৰ্বিযুক্ত। আক্ৰোহী। ল'ৰা-ছোৱালী এহাল; কিন্তু ধনৰ লালসা অসীম। কৃপণ। এক পইচাৰো হিচাপ কৰে। কামশক্তি দুৰ্বল। বহিৰিন্দ্ৰিয় বিকল কিন্তু অন্তৰেন্দ্ৰিয় চঞ্চল। পৰস্ত্ৰীৰ প্ৰতি আকৰ্ষণ দুনিৰ্বাৰ। ঘৈণীয়েক তৰুণী। বয়স ত্ৰিশ মান হ'ব। গিৰিয়েক লম্পট স্বভাৱৰ হেতুকে মনত বৰ খেদ। ৰতিক্ৰিয়াত অপাৰগ অথচ গধূলি লোকৰ পদুলি শুঙা স্বভাৱ যোৱা নাই। গিৰিয়েকৰ অক্ষমতাৰ কাৰণে বেচেৰী কামঅতৃপ্তা। ডেকা ঘৰুৱা শিক্ষক মদনক পাই মুখত অলপ জীপ আহিছে। সাধাৰণতে মাৰোৱাৰী বধূ আসূৰ্যস্পৰ্শা। এই বণিক আৰু ধনিক শ্ৰেণীৰ পৰ্দা প্ৰথা অধিক। গিৰিয়েকে ঘৈণীয়েকৰ ভৰা যৌৱনৰ ডেকা তেজক বিশ্বাস নকৰে। গতিকে কোনো ডেকা মানুহ আনকি মতা মানুহৰ অন্তঃপুৰত প্ৰবেশ নিষেধ কৰি দিছে। সন্দেহবাদী লোক তেনে স্বভাৱৰে। ঘৈণীয়েকৰ ওপৰত সতৰ্ক নজৰ কিন্তু নিজৰ বেলিকা? সুবিধা পালে লোকৰ ঘৰলৈ ভুমুকি মাৰে। শৰীৰে নাটানে, কিন্তু মনেতো নামানে। এয়ে মানুহৰ [illegible]। দুৰ্জয় কামনা মানুহৰ।

গধূলি বাপেক ওলাই গ'লে পুতেক হোটেলত থাকে। চাবাচ মাৰোৱাৰী বাচ্চা। ঠিক ৰকমে হোটেল চলায়।

অক্ষম গিৰিয়েকৰ এই অবৰ্তমানৰ সুযোগ গ্ৰহণ কৰে তৰুণী ঘৈণীয়েকে। ঘৰুৱা শিক্ষক মদনৰ প্ৰবেশ আৰু অন্তঃপুৰলৈ নিমন্ত্ৰণ। চাহ-লুচি ভক্ষণ আৰু দহ-বিশ টকা গ্ৰহণ। মদনৰ দৰকাৰত এশ টকীয়া নোট এখনো মোনাত গুঁজি দিবলৈ বণিক পত্নীয়ে কুণ্ঠাবোধ নকৰে। নিজৰ ল'ৰাক শিকায়তো। ভৱিষ্যৎ জীৱনৰ পথটি মুকলি কৰি দিব। বোধহয় এটা কৃতজ্ঞতাৰ ভাব আহে মনলৈ। বৰ দয়াৱতী ৰমণী নেকি? চাহ খাবলৈ দি সন্মুখত থিয় হৈ থাকে। অনুভুতিৰ এটা তীব্ৰ শিহৰণ জাগে মনত। মদনে

বুজে ভালকৈ, কাৰণ মদন কাকতি ক'বলৈ গ'লে মানৱ দেহধাৰী দেৱতা মদনেই যেন অনুমান হয়। মানুহৰ মনৰ ভাব সহজেই ধৰিব পাৰে। কামদেৱৰ মানৱৰূপ বুলি ক'ব পাৰি। ৰতি কিন্তু লগত নজন্মিল; গতিকে ৰতিক বিচাৰি বহুতৰ ওচৰলৈ যাব লগা হয়। গৰাকিনীৰ এনে আদৰ-আপ্যায়ন আৰু মধুৰ আলাপনৰ মাজত তেওঁ সাময়িকভাৱে যেন ৰতি দেৱীক লগ পায়। সুবিধা বুজি নিজৰ অস্তিত্ব বিলোপ কৰি দি হঠাতে মদন-ৰতি হৈ পৰে। ক্ষন্তেকৰ বাবে মদন-ৰতি যেন একাকাৰ হৈ যায়। গৰাকিনীয়েও মনোবাঞ্ছা পূৰণত গিৰিয়েকৰ প্ৰতিনিধি জ্ঞান কৰি জীৱন ধন্য কৰে! ভুলতো গিৰিয়েকৰ ছবি তেওঁৰ মনৰ পৰা নুগুচে। ভাৰতীয় নীতিশাস্ত্ৰমতে তেওঁ নিশ্চয় সতী, তাত কোনো সন্দেহ নাই।

ইফালে শিক্ষকৰ আগমনত ছাত্ৰ পৰম খুচি হৈ যায়। কিমান মৰম কৰে তাক ঘৰুৱা শিক্ষকজনে। সি সসম্ভ্ৰমে আগবঢ়াই আনি ওপৰতলাত তুলি দি আহে! শিক্ষকৰ মৰমসনা মাতে তাৰ অন্তৰ আনন্দেৰে ওপচাই দিয়ে। তাৰ উপৰি মাকৰ মুখত শিক্ষকজনৰ প্ৰশংসা শুনি তাৰ বুকু দুগুণে ফুলে। সি নাজানে কিহৰ বাবে মাকে তাৰ ঘৰুৱা শিক্ষকক প্ৰশংসা কৰে। অবোধ বালক! সংসাৰৰ পোন ফালটোহে দেখিছে—বেঁকা ফালটি এতিয়াও তাৰ দৃষ্টিৰ বহু দূৰত।

ইফালে কেতিয়াবা অন্তঃপুৰত প্ৰৱেশ কৰা অৱস্থাত লগ পালেও মিষ্টাৰ তেৱাৰীয়ে একো ক'বলৈ সাহস নকৰে, কাৰণ শিক্ষকজনৰ অস্বাভাৱিক গাম্ভীৰ্য। পেটে পেটে ভয়ো কৰে। ডেকা- সুস্থ-সবল আচল ডেকা; শাৰীৰিক শক্তি নিশ্চয় যথেষ্ট আছে। অপমান বোধ কৰিলে, দৰকাৰ হ'লে এক আঘাততে ভুৰি ওলোমা ঢোল-পেট খতম কৰি দিব পাৰে। অসমীয়া ডেকা অতি সবল আৰু ক্ষীপ্ৰ। আনফালে শিক্ষিত; উচ্চ শিক্ষিত ডেকা। ইংগিততে কথা ধৰিব পাৰে। চকুৰ তীব্ৰতা লক্ষ্য কৰি সাহসে নুকুলায়। সাতে পাঁচে একো নামাতে; কিন্তু অন্তৰ ক্ৰোধত গুজৰি গুমৰি মৰে। কেতিয়াবা গধূলিতে আহিলে সোধে—"মাষ্টৰ চাহাব। আজি দেখোঁ সোনকালে আহিল? ভাত হ'বলৈ পলম আছে।" মদনে বুজে কিয় এনে প্ৰশ্ন কৰিছে। হোটেলৰ ভাতৰ কি পলম আছে? গধূলিৰ পৰা ৰাতি বাৰটালৈ খানা প্ৰস্তুত হৈয়ে থাকে। অইন গ্ৰাহকক আহ্বান কৰে—"আহক, খানা তৈয়াৰী, আৰু এওঁক কয় ভাত হ'বলৈ বাকী আছে। ইয়াৰ অৰ্থনো মদনে নুবুজেনে? মদনে গহীনভাৱে কয়—"ময়ো এতিয়াই ভাত নাখাওঁ—অন্ততঃ দহ মানতহে খাম।"

"বাঃ বাঃ", তেৱাৰীয়ে প্ৰমাদ গণে "তাৰমানে এই গধূলি সাতোটাৰ পৰা ৰাতি

দহটালৈ ভদ্রলোক ইয়াতে—মোৰ ঘৰতেই ৰ'ব? ওৰে বাবা; কি মস্কিল!" তেৱাৰীৰ মনত কি খেলিছে বোধহয় নক'লেও হ'ব। মজাৰ ব্যাপাৰ।

এই গ'ল এদিনৰ কথা।

অন্ন আৰু যোনিৰ বিচাৰ সৰ্বধৰ্মসম্মত; কিন্তু মদন কাকতিৰ মতে ইয়াৰ বিচাৰ কৰা মানে ধৰ্মৰ ব্যভিচাৰ। মানুহৰ মৌলিক আৱশ্যকতাখিনি পূৰণ কৰাত কোনো বাছ-বিচাৰ কৰিব নালাগে। সমুখত যি মিলে তাৰ দ্বাৰাই এই দুই প্ৰবৃত্তিৰ নিৰাময় কৰিব লাগে। ধাৰ্মিক লোকসকলৰ মতে মদন ব্যভিচাৰী, অধৰ্মী; মদনৰ মতে তথাকথিত প্ৰচলিত ধৰ্মৰ গুৰিয়ালসকল হয় ভণ্ড, নহয় মূৰ্খ।

পঢ়োৱা কোঠাৰ ভিতৰত প্ৰবেশ কৰি নিৰ্দিষ্ট আসনত বহি মাত দিলে মদনে—"অবিনাশ।" অবিনাশ নাম ল'ৰাজনৰ। কিন্তু ভিতৰৰ পৰা মাত দিলে ছোৱালীজনীয়ে আৰু দৌৰি আহি আগত থিয় হৈ ক'লে, "আজি দাদা নাই ছাৰ। পিতাৰ লগত বিয়া খাবলৈ গ'ল।"

"তেনেহ'লে মই যাওঁ। মই আহি যোৱা বুলি ক'বা দেই ভণ্টী?"

তেওঁ উঠে। এনেতে ভিতৰৰ পৰা মাকে মাত লগালে—

"ৰ'বচোন মাষ্টৰ চাহাব; অলপ বহক, মই গৈছো।"

মদন বহে। কিছুসময় পিচত ধীৰে ধীৰে প্ৰবেশ কৰিলে বণিক গৃহিণী। আজি যেন এক নতুন ৰূপত দেখা দিলে তেৱাৰীৰ বধূ। গাত জৰ্জেটৰ পাতল শাৰী; ভৰিত নতুন ছেণ্ডেল, বুকুত এটা নাভি ঢাক নোযোৱা ব্লাউজ। সেউজীয়া ৰং। ডিঙিত সোণৰ ধুনীয়া হাৰ। হাত, কাণ, নাকত উজ্জ্বল শোভনীয় অলংকাৰ। সাইলাখ সদ্য বিবাহিতা কন্যা যেন। মুখত মধুৰ হাঁহি এমোকোৰা লৈ স্থিৰ দৃষ্টি অথচ চঞ্চল পদক্ষেপে আহি বিদ্যমান মদনৰ সমুখত। শৰীৰত মদন পিচলি পৰা ৰূপ। ওচৰলৈ আহি জীয়েকক ইংগিতেৰে যাবলৈ আদেশ দিলে। জীয়েক আঁতৰি গ'ল। হাঁহি মাৰি মদনক নমস্কাৰ কৰিলে তেওঁ, "নমস্কাৰ মাষ্টাৰ চাহাব।"

"নমস্কাৰ।" মদনে প্ৰতিনমস্কাৰ কৰে।

তেওঁ আহি মুখামুখি হয়। দুয়ো চকুৰে চকুৰে চায়। তাইৰ চকুত চিকাৰীৰ দৃষ্টি; তেওঁৰ চকুত হৰিণাৰ ভয় বিহ্বলতা।

হালিজালি আছে নিৰামিষাসী ঘৃত-মিশ্ৰিত খাদ্যভুক্ত মসৃণ শৰীৰ। সুকোমল গৌৰতনু লাহী—মণ্ডহাল। শৰীৰৰ প্ৰতি অংগত শেষ যৌৱনৰ অন্তিম জ্যোতি। চকুৰ কোণত কাজল। কিন্তু ম্লান চকুতাৰকা। পেট, পিঠি ওলোৱা ব্লাউজ। নাভিদেশ

অনাবৃত। ধুনীয়া সুগোল নাভি যেন পদুমৰ চকা। অলপ ভুৰি ওলমিছে জাতীয় খাদ্য ব্যৱস্থা আৰু শ্ৰমহীনতাৰ হেতুকে। উন্নত বক্ষস্থল। বয়স আৰু সন্তান উৎপাদনৰ অত্যাচাৰেও তাৰ পূৰ্বৰ উন্নত শিৰ নত কৰিব পৰা নাই। কঁকালৰ তলদেশ বৃহৎ নহলেও ক্ষীণ নহয়। মুখমণ্ডল সুগোল। কেশবিন্যাসত পাৰদৰ্শিতাৰ পৰিচয় আছে। চলন ভংগিমাত পাতল পাতল ভাব পৰিলক্ষিত হয়। মিচিকিয়া হাঁহি মাৰি বহে আৰু কয়, "আপোনাৰ ছাত্ৰ আজি বিয়া খাবলৈ গৈছে পিতাকৰ লগত। আমাৰ সম্পৰ্কীয় এজনী ছোৱালীৰ বিয়া পল্টন বজাৰত! আপোনাৰ ছাত্ৰ নথকাত বেয়া পালে নেকি মাষ্টাৰ চাহাব?"

"নাই, কি বেয়া পাম? ছাত্ৰ নাই নপঢ়াওঁ। যাওঁ। তাত কি বেয়া পাব লগা কথা আছে?"

"যাব বাৰু। অলপ বহক। চাহ খাওক।"

এনেকৈ কৈয়ে তেওঁ উঠি গ'ল আৰু চাহ আনিবলৈ হুকুম দিলে। কিছু সময় পিচতে চাহ দি গ'ল। মদনে চাহ-মিঠাই খাবলৈ ধৰিলে। তেওঁ মদনৰ সমুখত বহি হাঁহি মাৰি ক'লে, "আপোনাক আজি মলিন যেন দেখিছো। ঘটনা কি? কিবা অসুখ হৈছে নেকি?"

"নাই হোৱা। কি দেখিলে?"

"আজি আপোনাৰ মন মলিন কিয়?"

"মন মলিন নহয়—ক'ব পাৰে যে কানি-কাপোৰ মলিন।"

"কানি-কাপোৰ কিয় মলিন কৰি ৰাখিছে?"

"এইযোৰ পুৰণি হৈ গৈছে, ফাটিছেও।"

"পুৰণি ফটা কাপোৰ কিয় ব্যৱহাৰ কৰে?"

"তেন্তে কি কৰিব লাগে?"

"এযোৰ নতুন ল'ব।"

"নতুন কিনিবলৈ পইচা ক'ত?"

"অৱশ্যে। বাৰু তাৰ ব্যৱস্থা কৰিম।"

এই বুলি কৈ তেওঁ ঘৰলৈ গ'ল আৰু এশ টকীয়া নোট এখন আনি তেওঁৰ মোনাত গুজি দি ক'লে—"নিয়ক পইচা।" আজিয়ে ড্ৰেছ হাউছলৈ গৈ এযোৰ কিনি আনকগৈ।"

মদনে গহীনভাৱে নোটখন ঘূৰাই দি ক'লে, "আপোনাৰ টকা লৈ মই আপোনাৰ

পুতৌৰ পাত্ৰ হ'ব নোৱাৰো। আপোনাৰ টকা লৈ যাওক।" তেওঁ টকা ফিৰাই দিয়ে। সুশীলা তেৱাৰীয়ে বিনয়ৰ সুৰত হাতযোৰ কৰি কয়, "খং নকৰিব। মই আপোনাক টকা দিওঁ আপুনি পুতৌৰ পাত্ৰ হ'বৰ বাবে নহয়—বৰং মইহে পুতৌৰ পাত্ৰ হ'ব বিচাৰো।"

"আপুনি মোক টকা দি কেনেকৈ মোৰ পুতৌৰ পাত্ৰ হ'ব?"

"টকা দি ভালপোৱা আদায় কৰিবলৈ যোৱাজন পুতৌৰ পাত্ৰ নহয়নে?"

"তাৰ মানে আপুনি মোক টকা দিয়ে ভালপোৱা আদায় কৰিবলৈকে নেকি?"

"অৱশ্যে এই অপচেষ্টা মই কৰিছো।"

"এইটো আপোনাৰ অনুচিত হৈছে।"

"ভালপোৱাজনৰ ওচৰত—নিজৰ মনৰ মানুহজনৰ ওচৰত ভালপোৱা আদায় কৰিবলৈ কৰা অপচেষ্টা অনুচিত নহয়।"

"বাৰু আপুনি মোক সঁচাকৈ ভাল পায়নে?"

"আপুনি নাজানে নেকি?"

"মোক যে ভাল পাইছে, মই বাৰু কি দিছো?"

"নিজে পাবলৈ চেষ্টা কৰাটো ভালপোৱাৰ চিন নহয়। নিজে দিবলৈ চেষ্টা কৰাটোহে ভালপোৱাৰ চিন।"

"আপুনি বেছ কথা ক'ব জানে। বৰ বুদ্ধিমতী আপুনি।"

"মোৰ বুদ্ধি অসাৰ্থক। হাতীৰ বুদ্ধিয়ে একো কাম নিদিয়ে যদি মাউতৰ ইচ্ছা নহয়। সেইবাবেই মানুহে হাতীক বৰ বুৰ্বক জন্তু বুলি ভাবে। তিৰোতাৰ বুদ্ধিও তেনে অৰ্থহীন।"

"মোৰ কানি-কাপোৰ পুৰণি আৰু ফটা-চিটা। তাৰ বাবে টকা দিয়া মানে মোৰ নিঃকিন অৱস্থা ঘোষণা কৰা। তেনে হ'ব লাগিলে মোৰ মনত হীনত্ববোধ নজন্মিব নে?

"কেতিয়াও নহয়। মই আপোনাৰ বাবে দিয়া নাই—দিছো মোৰ বাবে।"

"আপোনাৰ বাবে মানে?"

"তাৰমানে ভাল সাজ-পাৰ পিন্ধি আহিলে মোৰ মনত বেছি ভাল লাগিব। আপোনাক ধুনীয়া দেখা হ'লে মোৰ মনত কিমান ভাল লাগে। তাৰ বাবে দিছো?"

"অ' আপোনাৰ মনত আনন্দ লাগিবৰ বাবেহে মোক পিন্ধায়?"

"নিশ্চয়। আপোনাৰ ৰূপ মোৰ আনন্দৰ কাৰণ।"

"ধন্যবাদ। আপোনাক মই অল্পশিক্ষিতা যেন জ্ঞান কৰি আছিলো। আচলতে আপুনি তাতকৈ বহুত ওপৰত। আপুনি যথেষ্ট বুদ্ধিমতী আৰু চালাকো।"

তেওঁ হাঁহে। মহাজনীয়ে অলপকৈ হাঁহি মাৰি কয়, "মোক ঠাট্টা কৰিলে?"

"কেতিয়াও নহয়। মই সঁচাকৈ কৈছো।"

"মোক ঠাট্টা নকৰিব। জানে মোৰ মনত কিমান দুখ? মোৰ ধন আছে, সম্মান আছে, স্বামী আছে, কিন্তু এই সকলো থাকিও মই অসুখী! মানুহক দাম্পত্য জীৱনত যৌৱন কালত যি লাগে তাকেই যদি নাপায় তেন্তে আনবোৰ পালে কি হ'ব। সৰুৰে পৰা তেওঁৰ চৰিত্ৰহীনতাৰ কাৰণে বেমাৰ হৈছিল আৰু তাৰ পৰিণাম স্বৰূপে নিজেও ভোগ কৰিছে আৰু মোকো ভোগাইছে।"

পিচে আজিকালিও দেখোঁ তেখেতে বাহিৰত ফুৰে.......?"

"স্বভাৱ আৰু অভ্যাস।"

"এৰা তেনেইতো। পৰদাৰ অভিলাসী। বহুত ধনেইতো নষ্ট কৰে।"

"বহুত ধন নষ্ট কৰিলে, বহুত শক্তি ক্ষয় কৰিলে। স্বাস্থ্যও হানি কৰিলে। সেই বিকাৰতে ময়ো কিবা কৰি পেলাবৰ মন যায়।"

"কি কৰিব?"

"ক'ৰবালৈ গুচি যাবৰ মন যায়, পিচে ল'ৰা-ছোৱালী হালৰ বাবে......।"

মদনে হাঁহি দিয়ে—"তেনে কথা নক'ব।" তাৰ পিচত অলপ গহীন আৰু বিষণ্ণ হৈ ৰয় মহাজনী। তেওঁৰ অন্তৰ সেমেকি আহে। দুচকুৰে দুধাৰি চকুলো বৈ আহে তেওঁৰ শাৰীৰ আঁচলেৰে চকুলো মচে। মদনৰ দুখ লাগে। ইকি ৰহস্য! ইয়াৰ অন্তৰালত কিযে বেদনা লুকাই আছে। বহুত গুপুত বেদনা লুকাই থাকে মানুহৰ অন্তৰত। ধন ঐশ্বৰ্যৰ মাজত থাকি বাহিৰত আনন্দ আৰু বাহ্যিক আড়ম্বৰ দেখুৱালেও অন্তঃপুৰত বহুত বিষাদ আৰু নিঃস্বতা। বহুত গুপুত বেদনা লুকাই থাকে। বাস্তবিক বন্দিনী এক মাৰোৱাৰী ৰমণী ধন-দৌলতৰ কাৰাগাৰত বিবাহ বন্ধনৰ ডোলেৰে আৰু বন্দিনী এটি অতৃপ্ত নাৰীমন সেই ৰমণীৰ হৃদয় কাৰাগাৰত নৈতিকতাৰ বান্ধোনত। অদ্ভুত ৰহস্য জগতৰ!

মদনে সমবেদনাৰ সুৰত সান্ত্বনা দিলে—

"দুখ নকৰিব। সংসাৰ বিচিত্ৰ আৰু জীৱন বেদনাময়। মানুহে মনত বহু আশা কৰে, কিন্তু তাৰ এশ ভাগৰ এভাগো জানো পূৰণ কৰিব পাৰে? গতিকে যেতিয়া যি পোৱা যায় তাকে কৰি যোৱাই শ্ৰেয়। আপোনাৰ অন্তৰৰ বাণী মই শুনিছো

আপোনাৰ বেদনা মই উপলব্ধি কৰিব পাৰিছো। কিন্তু কি কৰিম? নিৰুপায়।

মদনৰ সান্ত্বনা বাণীত আৰু সহানুভূতিত তেওঁ ফেঁকুৰি উঠিল, "উহ্ ক'ত মৰিম!"

"নাই, নাকান্দিব।" মদনে উঠি আহি সান্ত্বনা দিবলৈ চেষ্টা কৰে। তেওঁ মদনৰ মুখলৈ চাই ফেকুৰি উঠে আৰু বৰ আবেগেৰে কৈ উঠে, "কোনে মোৰ দুখত সহানুভূতি জনাব? মোৰ কোন আছে? আপোনাৰ দৰে যদি মোৰ স্বামী হ'লহেঁতেন....।"

হাঁহি মাৰি মদনে ক'লে, "বিপদ আছে। তেতিয়া এটা সুখ পালেও আনটিয়ে একেবাৰে অসুখী কৰিলেহেঁতেন। মই ধন আৰ্জিব নোৱাৰো। তেতিয়া দৰিদ্ৰ হৈ পেটৰ জ্বালাত দিন-ৰাতি চকুলো টুকিব লাগিলহেঁতেন। একেই অৱস্থা। এতিয়া মনৰ জ্বালা; তেতিয়া হলহেঁতেন পেটৰ জ্বালা; বৰং এতিয়াৰ অৱস্থাই ভাল"। মদনে তেওঁক সান্ত্বনা দি বহে।

তেওঁ কয়, "কম বিকাৰত মই আপোনাক টকা-পইচা মনে মনে নিদিওঁ। তেওঁ যদি লোকৰ তিৰোতাৰ তাত গৈ মুঠি মুঠি ধন দলিয়াব পাৰে, তেন্তে মই কিয় নোৱাৰিম? মই আপোনাক মাত-বোল কৰাৰ কাৰণে প্ৰথমে কম জুলুম কৰা নাছিল; পিচে মই ধমক দিয়াতহে ঠিক হৈ গৈছে। এতিয়াও আপোনাক আৰু মোক সন্দেহ কৰে। কৰক। কি কৰিব? একো কৰিব নোৱাৰে। মই ভয় নকৰো; কেৱল আপুনি মোক নেৰিব। কাবৌ কৰিছো।"

মদনৰ অন্তৰত এই মৰ্মবাণীয়ে গভীৰ আঘাত কৰিলে। হৃদয়ৰ কিমান গভীৰ তলিৰ পৰা এইষাৰ হৃদয়স্পৰ্শী কথা ওলাই আহিছে। কি অন্তৰ্দাহ। কি মৰ্মবেদনা। তেওঁৰ অন্তৰত উপলব্ধি হ'ল—সচাঁইতো। আমাৰ জীৱন দুদিনীয়া। এই দুদিনীয়া জীৱনত আমি বাৰু কিমান আশা কৰিছো আৰু কিমান পূৰণ কৰিব পাৰিছো? ব্ৰাউনিঙৰ কবিতা এফাকি মদনৰ মনত পৰিল—

Why, all men strive and who succeeds?
...Look at the end work, contrast
The petty done, the undone vast.

সেইবাবে ওমৰে কোৱাৰ দৰে—"পাইছা যিখিনি লোৱা ততালিকে
নোপোৱা যিখিনি থাকক বাকী;
দূৰৰ বাজনা শুনিলে কি হ'ব
মাজত তোমাৰ তেনেই ফাঁকি।"

বৰ্তমান সমুখত যি পোৱা যায় তাকে কৰি যাব লাগে। কাৰণ—

"এই জীৱনত এয়ে মাথোঁ সঁচা
বাকী সকলোটি তেনেই ভুল;
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল।"

সচাঁ, এই জীৱন এবাৰ গ'লে আৰু দুনাই পোৱা নাযাব। গতিকে যি পোৱা হয় তাকে ভোগ কৰি লোৱা উচিত। এই তিৰোতাজনীৰ প্ৰায় ত্ৰিশ বছৰ পাৰ হ'ল। তৰুণীকাল প্ৰায় শেষ। যুৱতী কালত বাস কৰিলে এজন পুৰুষৰ লগত। প্ৰকৃত ইন্দ্ৰিয় সুখ উপভোগ কৰিব নোৱাৰিলে। এতিয়া যৌবনৰ শেষছোৱাত যদি মনৰ বাসনা চৰিতাৰ্থ কৰিবলৈ সুযোগ নাপায় তেন্তে জীৱনটি বেচেৰীৰ স্বাদহীন হৈয়ে অতিবাহিত নহ'ব নে? বিবাহ বন্ধনৰ জৰিয়তে সুশৃঙ্খলভাৱে কাম-পৰিতৃপ্তিৰ যি সামাজিক নীতি আছে তাৰ দ্বাৰা যদি উদ্দেশ্য পূৰণ নহয় তেন্তে মানুহে নিয়মৰ ব্যতিক্ৰম নকৰিব নে? নহলে জীৱন যে বিফলে যাব—অসাৰ্থক হ'ব? আজিৰ এওঁৰ এই বিদ্ৰোহ নাৰীমনৰ চিৰন্তন আহ্বান আৰু অভিযোগ। সামাজিক বন্ধন আৰু ধৰ্মৰ অনুশাসনে মানৱ অন্তৰৰ চিৰন্তন প্ৰকৃতিক জানো বিনাশ কৰিব পাৰে? নোৱাৰে। মাথোঁ অবদমন কৰিব পাৰে। সুবিধা বুজি সি আকৌ মূৰ দাঙি উঠে। Man is rational animal বোলা কথাষাৰ সঁচা। বাস্তৱতে মানুহ এবিধ বিচাৰ বুদ্ধিযুক্ত পশুৱেই ঠিক। সময় আৰু সুযোগ পালে বিচাৰ বুদ্ধিক ঠেলি আহি মানৱ অন্তৰৰ প্ৰবৃত্তিৰূপী পশুটো জাগি উঠে। এওঁৰো তেনে হৈছে। তেওঁৰো কামনাৰ পশুটি আজীৱন অৰ্ধাহাৰী অতৃপ্ত হৈ অতি ক্ষীপ্ত হৈ উঠিছে। ভাৰতীয় নাৰীৰ যৌৱন জাগে পোন্ধৰ বছৰ বয়সত আৰু শেষ হয় পঞ্চল্লিছ বছৰ বয়সত। ত্ৰিশ বছৰ বয়সলৈ ক্ৰমে উৰ্ধগামী হৈ বাঢ়ি গৈ ত্ৰিশৰ পিছৰ পৰা ক্ৰমে নিম্নগামী হৈ পঞ্চল্লিছৰ পাচত প্ৰায় শুকাব ধৰে। গতিকে এই সময়ছোৱাত কামেন্দ্ৰিয়ৰ পৰিতৃপ্তি নাহিলে পিচত মন আৰু শৰীৰ দুয়ো নষ্ট হৈ পৰে—বিকল হৈ পৰে। 'অধিক আহাৰ ৰোগৰ মূল, কিন্তু বেছি উপবাসো তেনেকৈ ভুল'। অধিক ইন্দ্ৰিয় চালনা যেনেকৈ ইন্দ্ৰিয় দৌৰ্বল্যৰ হেতু নইন্দ্ৰিয়ৰ অপচালনাও তেনেকৈ ইন্দ্ৰিয় নিষ্ক্ৰিয়তাৰ কাৰণ। দুয়োটাই পৰিত্যজ্য। বেচেৰীৰ প্ৰতি সহানুভূতি ওপজে। বেচেৰী এক প্ৰকাৰ হতভাগিনী—জীয়াবাঁৰী।

তাৰ পিচত তেওঁৰ নিজলৈ চিন্তা হয়। এৰা; মোৰোতো বত্ৰিশ বছৰ পাৰ হৈ গ'ল। জীৱনৰ বাৰু কি কাম সমাধা হ'ল? পুৰুষৰ যৌৱন যোল্ল বছৰৰ পৰা আৰম্ভ

হৈ পঞ্চাশ বছৰলৈ চলি থাকে। পঞ্চাছৰ পিচৰ পৰা ক্ৰমে কামশক্তি কমি আহে আৰু ষাঠি বচৰত ই একেবাৰে নিস্তেজ হৈ পৰে। গতিকে চল্লিছৰ আগেয়ে যৌন উপভোগ আৰু সংসাৰ কৰিব লাগে। তেনে নকৰিলে যৌন সংক্ৰান্ত অনেক ব্যাধিয়ে লগ দিয়ে আৰু স্বাস্থ্য নষ্ট কৰি পেলায়। তেওঁ নিজৰ ফালে চায়। বেচ আছে স্বাস্থ্য। অৱশ্যে কাৰণো আছে। কাৰণ, নিয়মিতভাৱে তৃপ্তি লাভ কৰি আছে ইন্দ্ৰিয়বোৰে। তেনেহলে বিয়া কৰোৱাৰ কি প্ৰয়োজন? এতিয়া দেখো তেওঁহে মিছেছ তেৱাৰীৰ পৰা ভৰণ-পোষণ আৰু যৌন সম্ভোগ দুয়োটাকে পাই আছে। গতিকে বিয়াৰ কি প্ৰয়োজন? অৱশ্যে মিষ্টাৰ তেৱাৰীক বিশ্বাসঘাতকতা কৰা হৈছে। ল'ৰাৰ ঘৰুৱা শিক্ষক হৈ অন্তঃপুৰত প্ৰবেশ অধিকাৰ পাই শেষত তেওঁৰ পত্নীৰ লগতে খেলা কৰা হৈছে। ই সম্পূৰ্ণ অন্যায়। মদনে নিজকে দোষী সাব্যস্ত কৰে। তেওঁৰ বেয়া লাগে। মিছেছ তেৱাৰীৰ মুখলৈ চায়। হঠাৎ মনৰ গতি সলনি হৈ যায়। এই কাতৰ নিঃসহায় আৰু অতৃপ্ত চকুদুটাই বাৰু কি ক'ব ধৰিছে? এই চকুদুটিয়ে জানো আদেশ নকৰে তেওক প্ৰতিশোধ ল'বলৈ? এৰা প্ৰতিশোধ। মিষ্টাৰ তেৱাৰীৰ অত্যাচাৰৰ প্ৰতিশোধ। গিৰিয়েকৰ ওপৰত ঘৈণীয়েকৰ প্ৰতিশোধ! তেওঁ মাত্ৰ অস্ত্ৰ। গিৰিয়েকে যদি বাঙালী বেশ্যাজনীৰ তালৈ যাব পাৰে আৰু মুঠি মুঠি ধন দলিয়াব পাৰে, তেন্তে ঘৈণীয়েকে কিয় আনৰ লগ নল'ব টকা নিদিব? দুয়ো সমান অংশীদাৰ গৃহস্থীৰ। তেওঁৰ যদি ভুৰিবিশিষ্ট, চৰ্বিযুক্ত মেদ বহুল প্ৰৌঢ় শৰীৰে সদ্য প্ৰস্ফুটিতা যৌৱনা-যুৱতী বাঞ্ছা কৰিব পাৰে তেন্তে ঘৈণীয়েকৰ এই মোলায়েম, মসৃণ, পূৰ্ণ যৌৱনা লাৱণ্যময়ী দেহে নৱ যৌৱন প্ৰাপ্ত সুন্দৰ তেজোদ্দীপ্ত শৰীৰ নিবিচাৰিব কিয়? এই ফালৰ পৰা তেওঁৰ গাত দোষ নাই। তাৰ পিচত ভাবে— তেওঁলোকৰ কথা বাদ দি নিজৰ কথা ভাবে। যাৰ জীৱনত যি হয়—যাৰ দাম্পত্য জীৱন যেনে দৰে চলে চলক, তাত মোৰ চকু দিবৰ দৰকাৰ কি? মোৰ জীৱনৰ প্ৰায় আধাদিন গ'লেই। যদিও মানুহৰ আয়ুস এশ বিশ বছৰ বুলি ধৰা হয় তথাপি মানুহ নব্বৈ বা এশ বছৰেই নিটিকে। আমাৰ ভাৰততো ষাঠি-সত্তৰেই পৰমায়ু বুলিব পাৰি। তেনেস্থলত মোৰ জীৱনৰ বত্ৰিশ বছৰ গ'ল অকাজত। বাকী ছোৱা কিবা কৰিব লাগিব। বিয়া-বাৰু কৰাই গৃহস্থী কৰিব লাগিব। সন্তান-সন্ততি লৈ ঘৰ-সংসাৰ কৰিব লাগিব। অন্ততঃ দুখিনী আইৰ মনত সুখ দিবৰ কাৰণে হ'লেও বিয়া কৰাব লাগিব। এৰা, সন্তান লাগে। এটা সন্তানৰ কাৰণে হ'লেও বিয়া কৰাব লাগিব। "পুত্ৰাৰ্থে ক্ৰীড়তে ভাৰ্যা।" অলপ টলকা মাৰি আকৌ ভাবে— বিয়া কৰালে পুহিম কেনেকৈ? প্ৰতিপালনৰ সংস্থান কৰিব নোৱাৰিলে বিয়া কৰাই

তিৰোতা আনি সন্তান উৎপাদন কৰি কি হ'ব? সন্তান পালনৰ বাবে তিৰোতাজনীক ভদ্ৰবেশী পশু কিছুমানৰ হাতত বন্ধুত্বৰ ছলেৰে এৰি দিব লাগিব। নাই, নোৱাৰি। ই মোৰ প্ৰকৃতি নহয়। প্ৰচলিত কোনো ধৰ্ম, সমাজ, সতীত্বৰ ওপৰত মোৰ বিশ্বাস নাই, কিন্তু মানবতাৰ ওপৰত—কৰ্তব্যবোধৰ ওপৰত মোৰ বিশ্বাস আছে। সংস্থানবিহীনভাৱে মই বিয়া কৰাব নোৱাৰিম। তেওঁৰ চিন্তাৰ খেলি মেলি লাগি যায়। কি কথাৰ পৰা কি কথালৈ আহিল? কি চিন্তাই আনি ক'ত পেলালে একো বুজিব নোৱাৰিলে। তেন্তে মগজৰ গোলমাল হোৱা নাইতো? সন্দেহ হয়। বহু সময় এনেদৰে ভাবি থকা দেখি সমুখত চিন্তান্বিত আৰু বিষণ্ণ হৈ থকা মিছেছ তেৱাৰীয়ে মাত লগালে—

"আপুনি ইমান সময়ে বাহিৰৰ ফালে চাই কি ভাবি আছে?"

মদনে টপকৰে উত্তৰ দিলে..."আকাশখনৰ কথা ভাবিছো।"

"আকাশৰ কথা কি ভাবিছে?

"ভাবিছো, আকাশখন এক বিৰাট শূন্যতাৰ সমষ্টি।"

"হয়, আকাশ মানেই শূন্য। পিচে কি হ'ল?"

"আমাৰ জীৱনটোও এটা বিৰাট শূন্যতা।"

"আপুনি বৰ দাৰ্শনিক ধৰণৰ লোক।"

"দাৰ্শনিক নহয়...অবিবেকী লোক।"

"মোৰ কথা শুনি আপোনাৰ বেয়া লাগিছে হ'বলা? কি কৰিম। তেওঁৰ কথা মনত পৰিলে মোৰ গা পিৰ্‌পিৰাই যায়—মন পাগল হয়, মূৰত অতিপাত খং উঠে আৰু যি পাওঁ তাকে বকি দিওঁ। এই দোষটো মোৰ হৈছে। সেই দেখি মোক মানুহে আধা পাগলী বুলি কয়।"

"আপুনি আধা পাগলী নহয়—বৰং আন মানুহবোৰহে বলীয়া। নিজক কি লাগে তাকে নাজানে, কেৱল লোকৰ পিচে পিচে ঘূৰে। নিজৰ মগজুৰে চিন্তা নকৰি কোনোবাই কাহিনী বা কিবা চিন্তা কৰি বাহিৰ কৰা নিয়মৰ পাচে পাচে বিনা বিচাৰে, বিনা যুক্তিৰে দৌৰি ফুৰে। আপুনি ঠিক চিন্তাই কৰিছে।"

"মই মনৰ কথা কাকো খুলি ক'বলৈ নাপাওঁ। তিৰোতাবোৰে আধা পাগলী বুলি ভাবি মোৰ ওচৰলৈ নাহে। পুৰুষ মানুহঁকতো ভিতৰ সোমাবই নিদিয়ে। গতিকে মোৰ মনৰ কথা খুলি ক'বলৈ কাকো বিচাৰি নাপাই খণ্ডতে পাগলী যেন হৈ পৰো আপোনাক পাই মোৰ মন বহুত ভাল হৈছে। স্বাস্থ্যও ভাল হৈছে। সেই দেখিয়ে

আপোনাক মই এইবোৰ কথা খুলি ক'লো। মোৰ মনৰ কথা আপোনাৰ বাহিৰে কাৰো আগত কোৱা নাই। ক'লে কি হ'ব? কোনে পতিয়াব? আপোনাৰ অন্তৰ আছে; মোৰ মনৰ দুখৰ কথা আপুনি উপলব্ধি কৰিব পাৰে। সেইবাবে ক'লো; বেজাৰ নাপাব।"

"নাই, একো বেজাৰ নাপাওঁ। আপোনাৰ প্ৰাণৰ কথা, হিয়াৰ দুখ অনুভৱ কৰি দুখ লাগিছে। বাস্তৱতে আপোনাৰ সকলো থাকিও একো নাই।"

"ঠিক কৈছে। আচল কথা কৈছে। বাস্তৱতে মোৰ সকলো থাকিও একো নাই। মই হতভাগিনী। সেই দেখি মই আপোনাক মিনতি কৰিছো—মোক অৱহেলা নকৰিব—অনাদৰ নকৰিব।"

বৰ কাতৰ সুৰত কয় তেওঁ। তেওঁৰ মনৰ অৱস্থা আৰু উত্তেজনাশীল চিন্তা দেখি মদন স্তম্ভিত হৈ যায়। তেওঁৰ ফালে একে থৰে চাই থাকে। আৰু কিছু সময় পিছত ভাবে—ঘোলা পানী নিজনি পৰি পৰিষ্কাৰ হ'বলৈ সময় লাগে। এওঁৰো মনৰ ঘোলা চিন্তাবোৰ নিৰ্মল হ'বলৈ সময় লাগিব। গতিকে তেওঁ এতিয়া যোৱাই মংগল; এই ভাবি ক'লে—

"এতিয়া মই উঠোহে।"

এবাৰ বেৰৰ ঘড়ীটোৰ ফালে চাই তেওঁ ক'লে—হয়, এতিয়া যাবৰে হ'ল। তলত গৈ আপুনি ভাত খাওকগৈ। কিন্তু আজি গধূলি এবাৰ আহিব আৰু বহুত কথা ক'ব লগা আছে। পিচে আহোতে যেন মই গাত নতুন পোছাক দেখো।"

"আজিয়ে?"

"নিশ্চয়।"

"বাৰু চেষ্টা কৰিম।" অলপ হাঁহিবলৈ চেষ্টা কৰি কয় মদনে। মদন উঠে। মিছেছ তেৱাৰীয়ে বৰ আদৰ কৰি তলৰ তলালৈ আগ বঢ়াই থয়। তলত আহি দেখে যে হোটেলৰ মেনেজাৰে আহাৰ যোগাৰ কৰি ৰাখিছে মদনলৈ। গৈ পোৱা মাত্ৰে সসম্ভ্ৰমে আগবঢ়াই দিলে। মদনে কিন্তু নাখালে।

"মেনেজাৰবাবু মই আজি ইয়াত নাখাওঁ" বুলি কৈ গুচি আহিল। আহোতে মদনে ভাবে মনে মনে—বৈণীয়েকে পিন্ধায় মোক আৰু গিৰিয়েকে পিন্ধায় সেই বঙালী ছোৱালীজনীক। মই পিন্ধিব লাগে বৈণীয়েকৰ চকুৰ তৃপ্তিৰ বাবে আৰু সেইজনীয়ে পিন্ধিব লাগে গিৰিয়েকৰ তৃপ্তিৰ বাবে। এহাল দম্পতী আৰু এহাল ডেকা-গাভৰু। খৰচ বহন কৰে দম্পতীয়ে আৰু পিন্ধন-উৰণ কৰে ডেকাগাভৰুৱে। কিন্তু তৃপ্তি কাৰ?

পোৱাত তৃপ্তি ডেকা-গাভৰুৰ, কিন্তু দেখাত তৃপ্তি সেই হাল দম্পতীৰ।

জগতত যে কিমান কেনেকুৱা কথা আৰু কাম চলিব ধৰিছে তাৰ অন্ত নাই।

বোধহয় পৃথিৱীৰ সভ্য দেশবোৰত এনে কাণ্ড সৰ্বদায় ঘটি আহিছে আৰু পৃথিৱীত আধা-পাগলী নাৰীৰ সংখ্যাও ক্ৰমে বাঢ়ি যাব ধৰিছে।

## [তিনি]

সামন্ত প্ৰথাৰ আনুষংগিক জমিদাৰী শাসনৰ ঘাই বস্তু হ'ল দুটা— মদ আৰু নাৰী। য'তে জমিদাৰী ত'তে বেশ্যাবাৰী আৰু ত'তেই মদৰ মহল। জমিদাৰীৰ কৰ্মচাৰীৰ আমোদ-প্ৰমোদৰ বাবে মদ আৰু নাৰীৰ নিতান্ত প্ৰয়োজন। তাৰ বাবেই প্ৰত্যেক জমিদাৰে এই বস্তু দুবিধ নিজৰ চৌহদৰ ভিতৰত ৰাখিছিল। ভাৰতৰ পুৰণি ৰজা-জমিদাৰৰ ৰাজধানীবোৰলৈ লক্ষ্য কৰিলেই ইয়াৰ হুবহু প্ৰমাণ পাব।

কিন্তু বৰ্তমানৰ উৱলি যাব ধৰা ধনতান্ত্ৰিক প্ৰথাৰ প্ৰতীক কি? ধনতান্ত্ৰিক প্ৰথাৰ আনুষংগিক হ'ল তিনিটা — বৃহৎ হোটেল, ছিনেমাহল আৰু বেশ্যাবাৰী। এই তিনি বিধেই বৰ্তমানৰ ধনতান্ত্ৰিক সমাজ ব্যৱস্থাৰ চিহ্ন। ধনতান্ত্ৰিক ব্যৱস্থাৰ প্ৰতীক হ'ল মিল, কাৰখানা, শিল্প ব্যৱসায়, টাউন। মিল, কাৰখানা আদি স্থাপন হৈ য'ত টাউনৰ সৃষ্টি হৈছে ত'তে স্থাপন হৈছে হোটেল; তাৰ কাষতে গঢ়ি উঠিছে ছিনেমাহল আৰু তাৰ ওচৰতে তৈয়াৰ হৈছে কিছুমান জুপুৰিঘৰ,—য'ত বাস কৰিছে ৰাজহুৱা প্ৰেমৰ বেপাৰীবোৰে। ধনতান্ত্ৰিক ব্যৱস্থাৰ বৃহৎ উদ্যোগৰ ফলত সৃষ্টি হৈছে কল-কাৰখানা। কল-কাৰখানাই সৃষ্টি কৰিছে বনুৱা, লগতে এক জাতীয় আত্মকেন্দ্ৰিক কৰ্মচাৰীৰ। এই সকলৰ জিৰণি আৰু চিত্তবিনোদনৰ বাবে বিজ্ঞানে আগ বঢ়াইছে বাইস্কোপ, ছিনেমা। এই ছিনেমাই কৰ্মক্লান্ত জীৱনত সাময়িকভাৱে আনে অৱসৰ আৰু আনন্দ; লগতে ছিনেমাৰ অশ্লীল গান আৰু কামোদ্দীপক নাচে দুৰ্বল শৰীৰত আৰু পাতল মনত তুলি দি যায় কামনাৰ শিহৰণ। আন্ধাৰৰ আগমনে আত্মাৰ চৌহদত আঁৰি দিয়ে এখনি ক'লা পৰ্দা। ফলত এটি নাৰী দেহৰ নিবিড় সংগ বিচাৰি বলীয়া হয় আধুনিক ধনতান্ত্ৰিক যান্ত্ৰিক যুগৰ যন্ত্ৰ-প্ৰায় মানুহ। মাহে মাহে নিয়মিত দৰমহা পায়; প্ৰতিদিনে হোটেলত খায়, সন্ধিয়া সন্ধিয়া ছিনেমা চায় আৰু ৰাতি ৰাতি গণিকালয়লৈ যায়। এয়েতো একশ্ৰেণী নাগৰিক জীৱন। কুৰি শতিকাৰ যান্ত্ৰিক যুগৰ যন্ত্ৰপ্ৰায় মানুহ। বোধহয় কেইশতিকামানৰ পিচত সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্তন হ'লে আমাৰ

ভবিষ্যৎ বংশধৰ সকলে আজিৰ মানুহক আৰু কুৰি শতিকাক ঘৃণা কৰিব, গালি পাৰিব, ঠিক আজি আগৰ শতিকাৰ মানুহক গালি পৰাৰ দৰে; আৰু আজি আমাৰ সামাজিক ব্যৱস্থা আৰু সভ্যতাৰ কথাবোৰ পঢ়ি, গবেষণা কৰি লাজতে মুখত কাপোৰ দি হাঁহিব আৰু বুলিব—"আমাৰ ককাদেউতাহঁত কিমান মুৰ্খ আৰু বুৰ্বক আছিল!"

আজি আমাৰ চহৰ বিলাকত যি ঠাইত ফেক্টৰী বা কাৰখানা তাতে এটা হোটেল; তাতে এটা ছিনেমাহল আৰু তাৰ কাষতে গলি ৰাস্তাৰে এখনি বেশ্যাপাৰা। সেই বাবেই মিষ্টাৰ তেৱাৰীৰ হোটেলৰ এফালে মিল, ফেক্টৰী আৰু কাৰখানাবোৰ; আনফালে এটি ছিনেমাহল আৰু তেৱাৰীৰ হোটেলৰ কাষেৰে গলি ৰাস্তাৰে সেই খেৰী জুপুৰি ঘৰবোৰত গণিকাবোৰ। হোটেল, ছিনেমাহল আৰু বেশ্যালয় এই তিনিটি আধুনিক সভ্যতাৰ ত্ৰিবেণী সংগম হিচাপে মহানগৰীতো বিদ্যমান।

মিষ্টাৰ তেৱাৰী ভাল কাৰবাৰী; গতিকে গণতান্ত্ৰিক ভাৰতৰ নিৰ্বাচন সৰ্বোচ্চ ৰাজনীতিত তেওঁ মূল্যবান নাগৰিক; কাৰণ তেওঁ ধনী; দৰকাৰ হ'লে নিৰ্বাচনৰ সময়ত নিৰ্বাচন প্ৰতিদ্বন্দ্বী কোনো কোনো ৰাজনৈতিক দলৰ নেতাক লাগে বুলিলেই পাঁচ. দহ হেজাৰ দি দিব পাৰে। যিখন দেশৰ মানুহ অশিক্ষিত আৰু গৰিব সেইখন দেশৰ গণতন্ত্ৰ যে ধনতন্ত্ৰৰ অনুগ্ৰহতহে চলে তাৰ প্ৰমাণ বৰ্তমান আমাৰ দেশৰ নিৰ্বাচন সমূহে দিব ধৰিছে। সেইবাবে তেনে এখন দেশত সৎ নাগৰিক আৰু ভদ্ৰলোকৰ আগশাৰীতে মিষ্টাৰ তেৱাৰীৰ নাম ওলাব নিশ্চয়।

তেৱাৰী বাবু কিন্তু বেচ হুচিয়াৰ লোক। ৰাতি যেতিয়া ছিনেমা চাই মানুহবিলাক হলৰ বাহিৰ ওলায়, তেতিয়া তেওঁ হোটেলত চাকৰবোৰক খুব তাগিদা দিয়ে। ফলত বাচন বৰ্তনবোৰৰ ইমান ঠুং ঠুং শব্দ উঠে যে গ্ৰাহকে বুজি পায় এইমাত্ৰ ভাত হ'ল। গৰম ভাত পোৱা যাব হোটেলত। গ্ৰাহক আহি হোটেলত ভৰ্তি হয়। তেৱাৰীবাবুৱে পৰম তৎপৰতাৰে গ্ৰাহকক সম্বৰ্দ্ধনা জনায় আৰু বহিবলৈ চকী-মেজবোৰ পৰিপাটি কৰি দিবলৈ হুকুম দিয়ে। গ্ৰাহক বহিলে চাহ, ভাত যাক যি লাগে তাকে দিয়ে, আনকি, যদিও চৰকাৰে মদ নিবাৰণী আইনৰ দ্বাৰা মদ বন্ধ কৰিছে তথাপি মিষ্টাৰ তেৱাৰীয়ে কিন্তু কাৰোবাক দৰকাৰ হ'লে সেইবিধো দিব পাৰে; দিয়েও। মদ বন্ধ কৰি চৰকাৰে চৰকাৰী আয়খিনিহে বন্ধ কৰিলে, কিন্তু খোৱা বন্ধ নহ'ল আৰু বেচাও বন্ধ ন'হল। সদৰিকৈ বন্ধ; এতোলাও বজাৰত মদ নাই; কিন্তু ভিতৰি কেইগেলন লাগে আমাৰ মিষ্টাৰ তেৱাৰীক খবৰ কৰক, আপোনাৰ কাম অচিৰে হাছিল হ'ব। অৱশ্যে খোলা বজাৰতকৈ যে ক'লা বজাৰত দুগুণ তিনিগুণ দাম বেছি দিব লাগে সেই কথা আপুনি

জানে নিশ্চয়। চৰকাৰৰ মদ নিবাৰণী প্ৰচেষ্টা এইসকল সৎ নাগৰিকৰ হাতত পৰি একেবাৰে অপচেষ্টাত পৰিণত হৈছে আৰু গণিকালয়ৰ উচ্ছেদ হৈছে উদ্দেশ্যৰে শিৰচ্ছেদ।

ছিনেমা চাই আহি মদ-ভাত খাই সুস্থ হোৱাৰ পিচত ভাগৰহে লাগে, শুবৰহে মন যায় হ'বলা। পিচে ভাবিব নালাগে, বিছনাৰ অভাৱ নাই; আনকি দৰকাৰ হ'লে "চিংগল ৰুম" অৰ্থাৎ অকলশৰীয়া কোঠালিৰো ব্যৱস্থা আছে। আপুনি নিশ্চিন্ত মনে শুব পাৰে অকলে অকলে; নহলে আপোনাৰ পৰিবাৰক নিও ৰাতি সুন্দৰভাৱে বাস কৰি যাব পাৰে, কোনো অসুবিধা নাই। যদি আপুনি অকলে গৈছে তেন্তে ভাৰাৰ বন্দৱস্ত কৰিলে আপোনাৰ বাবে তেনে কোঠালি এটা দি দিব আৰু আপুনি অকলে থাকিবলৈ বেয়া পালে টকাৰ বন্দোবস্ত কৰিলে আপোনাৰ সংগিনী এজনীৰো মিষ্টাৰ তেৰাৰীয়ে যোগাৰ কৰি দিব। ব্যৱসায় কিন্তু নগদ। যাৰ পকেট গৰম তেওঁ সেই ৰুমতে এৰাতিৰ বাবে ফুলশয্যা ৰচনা কৰি স্বৰ্গসুখ ভোগ কৰিব পাৰে; আৰু যাৰ পকেট সিমান গধুৰ নহয়, তেনেজনে হোটেলত খাই উঠি কাষৰ গলি ৰাস্তটোৰে গৈ ক্ষন্তেকৰ বাবে প্ৰেমসুধা পান কৰি সেই ৰাতিৰ কাৰণে অমৰ হৈ ফিৰিব পাৰে।

এনে সুবন্দৱস্ত থকাৰ কাৰণেই মিষ্টাৰ তেৰাৰীৰ হাতলৈ দিনে দিনে শ শ টকা আহে; ছিনেমাৰ মালিক হিন্দুস্থানী মহাজনৰ হাতলৈ দিনে দিনে শ শ টকা যায় আৰু প্ৰেমপুৰীৰ অপেচৰী সকলৰ লেতেৰা গলিৰ ভিতৰত দিও শ শ টকা জনসাধাৰণৰ হাতৰ পৰা গৈ সোমায়।

এই মৰ্ত্ত অপেচৰী সকলৰ ভিতৰত এজনী আছে উৰ্বশী সদৃশ কামকলা বিশাৰদা, ৰূপ-লাৱণ্যমণ্ডিতা; সাহাস্য বদনী, ইন্দুনিভাননী লাস্যময়ী বঙালনী। এইজনীৰ কথাকে কৈছিল তেতিয়া মিছেছ তেৰাৰীয়ে মদনৰ আগত। এইজনী যাৰে তাৰে ভাগ্যত নিমিলে, কাৰণ স্বৰ্গাধিপতি ইন্দ্ৰই ভাৰ্যা শচীদেৱীক অৱহেলি উৰ্বসী অপচৰীক সংগসুখ দিয়াৰ দৰে স্বয়ং হোটেলাধিপতি তেৰাৰীয়ে ভাৰ্যা দেৱীক উপেক্ষা কৰি এই বঙালী বাৰ-বিলাসিনীক সংগসুখ দিয়ে। ইয়াত যথেষ্ট ধনো খৰচ কৰে তেৰাৰী বাবুৱে। এইজনীৰ বাবেই মিছেছ তেৰাৰী আজি উপেক্ষিতা; মানসিক ভাবে বিক্ষিপ্তা হৈ পৰিছে। কিন্তু ইফালে তেৰাৰী? তেওঁৰ অৱস্থা দাঁত সৰা মানুহে মাংস খোৱাৰ দৰে—লোভ আছে কিন্তু সামৰ্থ্য নাই।

এইজনীৰ কথা মদনে জানে; আৰু জানে গুৱাহাটীৰে আঠগাঁওৰ গলিৰপৰা তাইক আনি ইয়াত হোটেলতে ৰখাৰ কথা। তেৰাৰীৰ এই দুৰ্বলতাৰ সন্ধেদ পায়েতো তেওঁ

নির্ভয় হৈ গৈছে মিছেছ তেৰাৰীৰ ক্ষেত্ৰত।

ধনী আৰু ভদ্ৰশ্ৰেণীৰ লোকহে এইজনীৰ কোঠাত প্ৰবেশ কৰিব পাৰে। সাধাৰণ শ্ৰেণীৰ ভাগ্যত এই ৰূপ নিমিলে। এইৰ বাবে তেৰাৰীৰ লাভো হয় বিস্তৰ। সেই দেখি ঘৈণীয়েকে কেতিয়াবা গালি-গালাজ কৰিলে আৰু তাইক খেদি দিব লাগে বুলি আপত্তি কৰিলে তেওঁ গহীনভাৱে উত্তৰ দিয়ে—"ব্যৱসায়ৰ কথা তুমি কি বুজা? তাইক ৰখাৰ পৰা মোৰ কিমান ধনী ধনী গ্ৰাহক মিলিছে তুমি জানানে? সেইবাবেই পঞ্জাবীটোক টকা পাঁচশ দি কৌশল কৰি তাইক ইয়ালৈ আনিছো।। তাইৰ পৰা শ শ টকা পাব ধৰিছো।"

ঘৈণীয়েকে খঙতে উত্তৰ দিয়ে —"শ শ টকা আয় হৈছে নে ব্যয় হৈছে মোৰ জনা আছে। ব্যৱসায়ৰ নাম কৰি দিনে দিনে কি কাণ্ড কৰিব ধৰিছা মোৰ চকু আছে। যদি তাইক এৰিব নোৱাৰে তেন্তে মোকে এৰি দিয়ক। উপপত্নী ৰাখিলে মই সহ্য নকৰো।"

"মই উপপত্নী ৰাখিছো, গতিকে তুমিও উপপতি ৰাখা।"

গিৰিয়েকৰ উত্তৰ শুনি সেইদিনা ঘৈণীয়েকৰ মূৰ ঘূৰি গৈছিল। কি প্ৰকৃতিৰ লোক এওঁ! কি ধৰণৰ স্বামী? এয়ে জানো নিজৰ পত্নীৰ ওচৰত পতিৰ কথা? জৈন ধৰ্মই জানো ইয়াক সহ্য কৰিব? কেতিয়াও নকৰিব, তেৰোঁ নকৰে। খঙৰ সোঁতত তেওঁ গিৰিয়েকক গালি পাৰি বকি-জকি নোখোৱা নোলোৱাকৈ শুই থাকিলগৈ। কিন্তু স্বামীৰ জানো মন টলাব পাৰিলে? নোৱাৰিলে। তেওঁৰ অভিমানঅভিযোগ সকলো যেন অৰণ্যৰোদন।

তেতিয়াৰে পৰা দুয়ো স্বামী-স্ত্ৰীৰ মাজত ব্যৱধান ক্ৰমে বাঢ়ি আহে আৰু শেষত মনোবিচ্ছেদ আৰম্ভ হৈছে। তাৰ পিচৰে পৰা ঘৈণীয়েকৰ মন বিকাৰগ্ৰস্ত হৈ পৰে। বিকাৰবশতঃ প্ৰতিশোধমূলক ব্যৱস্থা হাতত লয়। কিন্তু হিংসাৰ দ্বাৰা হিংসা আৰু প্ৰতিশোধৰ দ্বাৰা প্ৰতিশোধ ল'বলৈ গ'লে যে একো কৰিব নোৱাৰি বৰং নিজৰহে ক্ষতি হয়, তাৰ খবৰ নাজানিলে জৈন ৰমণীয়ে। অসতৰ প্ৰতিশোধ অসতেৰে ল'ব গ'লে যে নিজেহে কলুষিত হোৱা যায়, আত্মা কলুষিত কৰা হয় তাৰ গম নেপালে বেচেৰী বণিক গৃহিণীয়ে। ফলত তেওঁ পাপৰ পংকত নিমজ্জিত হ'ল অজ্ঞাতসাৰেই। যেতিয়া ডেকা মদনক পুতেকৰ টিউচনৰ জৰিয়তে লগ পালে তেতিয়া হিতাহিত জ্ঞান হেৰুৱাই তেওঁ পাপৰ পথত ভৰি দিলে। নিজে পাপ আৰ্জি লৈ মদনকো তাৰে অংশীদাৰ কৰিলে।

আজি এই পাপকাৰ্যৰ দক্ষিণা এশ টকা কিন্তু মদনে অকাৰ্যত ন্যস্ত কৰিবলৈ মন নকৰিলে। এনেকৈ শ শ টকাই মদনে হাত কৰে অনেকৰ পৰা আৰু তাৰ দ্বাৰা সৎ, অসৎ কাৰ্য সমাধা কৰে। আজি কিন্তু মদনৰ মনটো অন্য ৰকমৰ হৈ গৈছে। পুৰাৰ পৰা দীপালীকে আৰম্ভ কৰি মিছেছ তেৰাৰীকে শেষ কৰি সকলো ফালে এটা অন্য ৰকম পৰিস্থিতিৰ উদ্ভৱ হৈছে। সেই দেখি টকাখিনি লৈ তেওঁ দুপৰীয় বাহিৰে বাহিৰে উলুবাৰীলৈ যাব বুলি ভাবিছিল কিন্তু বাটতে মনত পৰিল ভৰলুমুখৰ বামুণৰ বিধবা মাষ্টৰণীজনীলৈ। তেওঁ ভৰলুমুখত নামি পৰিল। বামুণৰ বিধবাজনী প্ৰাইমাৰী স্কুলৰ শিক্ষয়িত্ৰী। আদবয়সীয়া হৈছে। ডেকা কালত এহাল ল'ৰা-ছোৱালীৰ মাক হৈয়ে বিধবা হয়। বামুণৰ বিধবা। দ্বিতীয়বাৰ বিবাহ ৰৌ ৰৌ নৰক! ৰাজা ৰামমোহন ৰায়, দ্বাৰকানাথ ঠাকুৰ আৰু লৰ্ড কাৰ্জন চাহাবে লগ লাগি বামুণৰ এই নৰকখনৰ বেৰ ভাঙি দি বিধবা বিবাহৰ প্ৰচলন কৰাৰ আগলৈকে হিন্দু ধৰ্মৰ বামুণ সকলে বিধবা বিবাহ মহাপাপ আখ্যা দি শ শ বছৰ ধৰি এক শ্ৰেণীৰ ৰমণীৰ জীৱনৰ আশা-আকাংক্ষাৰ মূৰত কুঠাৰাঘাত কৰি প্ৰকৃত মানৱত্বক ভৰিৰে গচকি দানবীয়ভাৱে নাৰী নিৰ্যাতন কৰি আহিছিল। অতীতৰ এই নাৰী নিৰ্যাতনৰ ফল স্বৰূপে বৰ্তমানৰ বামুণ সকলে কন্যাদানৰ অৰ্থনৈতিক বোজা কঢ়িয়াব লগা হৈছে প্ৰায়শ্চিত্ত হিচাপে। তাৰ পিচত বৰ্তমানৰ মহাত্মা গান্ধীৰ হৰিজন আৰু অস্পৃশ্যতা বৰ্জন আন্দোলনৰ ফলস্বৰূপে বামুণ-শূদিৰ একেলগে বহি খোৱা নিয়ম হোৱাৰ আগতে বামুণ সকলে অন্য জাতিবোৰক যেনে ৰকমে ঘিণ কৰিছিল তাৰ ফলস্বৰূপে বৰ্তমান বুনিয়াদী শিক্ষা প্ৰণালী স্কুলবিলাকত হৰিজনতো দূৰৰ কথা একেবাৰে মুছলমান, খৃষ্টান আদিৰ লগতো একেলগে খাব লগা হৈছে। কিন্তু ৰহস্যৰ কথা এই যে চাকৰিৰ মায়াত পৰি শূদ্ৰই পানী চুলে অশুচি হোৱা পুৰোহিত দেউসকলৰ ল'ৰাই প্ৰথমে অন্নৰ বিচাৰ বাদ দি এই বেছিক ট্ৰেইনিঙত শিক্ষা লৈ আহি অধিক দৰমহা ভোগ কৰি চাকৰি কৰিব ধৰিছে; ইফালে পুৰোহিত দেউৱে ঘৰত কিবা এটা প্ৰায়শ্চিত্ত কৰি লৈ আগৰ শাৰীতে পুতেকক তুলি আত্মপ্ৰৱঞ্চনা কৰি বহি আছে। এই অন্নৰ বিচাৰ গান্ধীয়ে মাৰিলে। সি যি কি নহওক, ভাৰত চৰকাৰে কিন্তু অন্নৰ বিচাৰ ভালকৈ তুলিলে। ভাৰতৰ সংবিধানত আইন ৰচনা কৰি থৈ দিলে। সেয়েহে আজি হোটেল, চাহ দোকান আদিত হিন্দু-মুছলমানৰ ভেদাভেদ নাই। ভেদাভেদ বিচাৰৰ প্ৰমাণ হ'লে জেল-জৰিমানা দুয়োটাই হ'ব। এতিয়া বাক কলৈ গ'ল ধৰ্মৰ বিচাৰ? পৰিবৰ্তন। ধৰ্ম মানুহৰ আবিষ্কৃত বস্তু, তাৰ পৰিবৰ্তন আছে।

কিন্তু এই পৰিৱৰ্তনৰ সোঁত আহিছিল যদিও তেতিয়া ইমান প্ৰৱলভাৱে বোৱা নাছিল। গতিকে সুন্দৰী যুৱতী বিধবা জীয়েকক ঘৰতে ৰাখি নাতি-নাতিনী দুটিক তুলি-তালি ডাঙৰ দীঘল কৰিবৰ মন কৰি পূজাৰী বৃদ্ধ ভট্টাচাৰ্য ডাঙৰীয়াই জীয়েকক সপৰিয়ালে আনি নিজ ঘৰতে ৰাখিলে। নিজ ঘৰ নহয়—ভাৰাঘৰ। নিজৰ লগতে ৰাখি নিত্য নৈমিত্তিক পূজা-সেৱা ধ্যান-ধাৰণা কৰি, লগতে জীয়েককো বৈধব্যৰ যাবতীয় শাস্ত্ৰ সম্মত কৰ্ম সমাপন কৰি দিন যাপন কৰিবলৈ দিহা দিলে। কিন্তু দিলে কি হ'ব? মেকুৰীক নিৰামিষাশী কৰিব গ'লেও সময় আৰু সুবিধা পালে এন্দুৰৰ গাঁতৰ কাষত খাপ ল'ব আৰু ভজামাছৰ গোন্ধ পালে কেৰাহীৰ কানকে চেলেকিব। জীয়েকৰো তেনে হ'ল। ওচৰ-চুবুৰীয়া অনেক ডেকাৰ সংশ্ৰৱৰ সুবিধা আৰু চহৰৰ ডেকা ল'ৰাৰ সংগ পোৱাত মনৰ তলিৰ পৰা অৱদমিত কামনাৰ মেকুৰীটো মনৰ উপৰি ভাগলৈ উঠি আহিল আৰু এন্দুৰৰপৰা আৰম্ভ কৰি ভজামাছলৈ সোপাকে হজম কৰিব ধৰিলে। স্বাভাৱিক আমিষ আহাৰক নিৰামিষাশী কৰা যেনে টান, সহজাত প্ৰবৃতিক নিবৃত্তি কৰাও তেনে কঠিন। উপযুক্ত পৰিবেশ আৰু সাধনা নহলে ধৰ্মৰ উপৰুৱা নিয়ম-নীতিয়ে ইয়াক ৰোধ কৰিব নোৱাৰে। চহৰৰ অহৰ্নিশে কামকলা চৰ্চাপূৰ্ণ পৰিবেশত এই বৈধব্য ব্যৱস্থা নিখুঁতভাৱে ৰাখিব নোৱাৰে। সেইবাবে, ধীৰেণ, বীৰেণ, ৰমেণ, মহেনকে আদি কৰি চুবুৰিৰ ডেকাদল আৰু মহেশ, পৰেশ, গণেশ, উমেশকে শেষ কৰি চহৰৰ কৃষ্টিৰক্ষাকাৰী যুৱক দলৰ লগত অতি সোনকালে সংগী হৈ পৰিল। লগতে উচ্চ পদস্থ কৰ্মচাৰীকে আৰম্ভ কৰি কলেজৰ এচাম ডেকা ল'ৰা আৰু শিল্পী নামধাৰী প্ৰফেছাৰো পৰিচিত হৈ গ'ল। ক্ৰমে ক্ৰমে বিধবা বিবাহক লৈ নানা তৰ্ক-বিতৰ্ক, আলোচনা-বিলোচনা চলিল। বেচেৰা ভট্টাচাৰ্য বাপুৱে কুৰি শতিকাৰ আধুনিক ভদ্ৰলোকৰ আধুনিক ৰুচি আৰু পদ্ধতিত শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু নাম জপ কৰিব লগা হ'ল।

বৃদ্ধ ব্ৰাহ্মণৰ ডেকা পুতেকেও আধুনিক শিক্ষাত শিক্ষিত হৈ পুৰণি ধৰম-কৰম নিয়ম-নীতি নমলা হোৱাত বুঢ়াই লেকাম ঢিলাই দিবলৈ বাধ্য হ'ল। ফলত ঘৰত গান-বাজনা, নাচৰ আসৰ বহিল। ককায়েকইতে আৰতিক ঘৰত চৌহদৰ ভিতৰত মৃত স্বামীৰ স্মৃতিৰ চিনকে লৈ বন্দিনী হৈ বিননিৰ বোল তুলিব নিদি অন্ততঃ সন্ধ্যাৰ আৰতিৰ সময়ত আৰতিক ব্ৰহ্মপুত্ৰৰ পাৰ নাইবা যুকন পাৰ্ক আদিত ফুৰিবৰ অনুমতি দিলে আৰু আৱশ্যক বোধ কৰিলে দুই-এখন ছিনেমা চাবলৈও হুকুম কৰিলে যাতে মুকলি হৈ অন্তৰত আনন্দ লাগে। পোণাদুটিক লৈ প্ৰথমে কিছুদিন ভালেই চলিল। পিচে জ্যোতিষীৰ মতে দুষ্ট শুক্ৰ গ্ৰহ। কাক কেতিয়া কাৰ লগত সংযোগ কৰি দি

কেলেংকাৰী খন লগাই দিয়ে তাৰ একো ঠিক নাই।

হঠাৎ এদিন মদনৰ বন্ধু মহেশৰ লগত ফুকন পাৰ্কতে সি দৃষ্টি কৰিলে । আৰতি আৰু মহেশ দুয়ো ঘাইল হৈ পৰিল । সিদিনাৰে পৰা তাৰ অহা-যোৱা চলিল ল'ৰা-ছোৱালীহালক গান শিকোৱাৰ ছলেৰে । তাৰ লগত ক্ৰমে ক্ৰমে আহি পৰিল-তেওঁলোকৰ "ভেৰাইটিছ'ৰ ঘোষণামতে বিখ্যাত কিন্তু ৰাইজৰ মনত অখ্যাত নৃত্য শিল্পী উমেশ ফুকন । আৰতিহঁতৰ ঘৰখন হৈ পৰিল যেন নাট্যমঞ্চহে । ইয়াৰ খবৰ যেতিয়া মদনৰ কৰ্ণগোচৰ হ'ল তেতিয়া দুবছৰ পাৰ হৈ গৈছে আৰু ইতিমধ্যে আৰতিদেৱীয়ে তৃতীয় সন্তান ভূমিষ্ঠ কৰি ভৰলু নদীক দান কৰিছে । তাৰ পিচত জন্ম নিৰোধৰ ব্যৱস্থা চুবুৰিৰ ডাক্তৰ মহাশয়ৰ সৌজন্যত । ডাক্তৰ বাবুৰ অনুগ্ৰহত তেতিয়াৰ পৰা আৰতি দেৱীয়ে জনসংখ্যা বৃদ্ধিৰ পৰা হাত সাৰিছে । তেতিয়াৰে পৰা এই শিল্পী বোলা জীৱসকলৰ শিল্প চৰ্চাৰ দুশ্চিন্তা আঁতৰিছে আৰু ডাক্তৰ চাহাবৰো শলাগ লৈছে । পিচে ডাক্তৰ চাহাবৰ পইচা পোৱা পথটি বন্ধ হ'ল । অৱশ্যে ধনৰ পথ বন্ধ হলেও ডাক্তৰ চাহাবৰ আনটি পথ খোলা ৰ'ল । তেখেতে বিনা পইচাই মাজে মাজে শৰীৰ বিজ্ঞান চৰ্চা কৰাৰ সুবিধা পালে ।

মদনৰ যেতিয়া সেই ঘৰত আবিৰ্ভাব হয় তেতিয়া আৰতি দেৱীৰ সন্ধ্যা ভাঙি ৰাতি হৈছে । গতিকে আৰতিৰো শেষ অৰ্ঘ্য। তথাপি যথা লাভ হিচাপে তেওঁ বন্ধুৰ দান গ্ৰহণ কৰিলে। ই আজি চাৰি বছৰ আগৰ কথা। আৰতিৰ সিংহাসনৰ বোধহয় এৱেঁ শেষ সম্ৰাট। এওঁৰ ৰাজত্ব কালৰে পৰা আক্ৰমণকাৰীৰ দলে পলায়ন কৰিছে। আৰতি দেৱীয়ে প্ৰথমে যেনেকৈ লাভৰ আশাত সিহঁতক প্ৰশ্ৰয় দিছিল, পিচত কিন্তু অত্যাচাৰৰ হেচাত খেদি পঠাবলৈ বাধ্য হ'ল। বিশেষতঃ মদনে যেতিয়া বুজালে যে ছোৱালী ডাঙৰ হৈ আহিছে ; বাৰ বছৰ হ'লহি ; এতিয়া যদি এই পশুৰ পাল আঁতৰোৱা নহয় তেন্তে গছ এৰি গুটিতে ধৰিব। গতিকে সময় থাকোতে এওঁলোকক বিদায় দিব লাগে। মদনৰ কথা আৰতিয়ে তাৰিফ কৰিলে। এৰা, সময়মত স্বামীয়ে গৈ জোঁৱাই হ'বলৈ দেৰী নালাগিব । গতিকে চুৰ্তি থাকোতে নাম লোৱা ভাল। তেতিয়াৰে পৰা আৰতি দেৱীয়ে বন্ধুৰ সংখ্যা কমাই দিলে। তেওঁলোকক বিদায় দিলে। তেওঁসবেও ধান কাটি নি সুদা নৰাত টং ৰখা কৰি মদনক থৈ সহজতে আঁতৰি পৰিল।

আজি চাৰি বছৰে মদনে আৰতি দেৱীৰ "দাদাবন্ধু" হৈ আছে আৰু মোমায়েক সকলৰ শাৰীত বহি আৰতিৰ ল'ৰা-ছোৱালীহালৰ "কণমামা" হৈ তত্বাবধাৰকৰ কাম

কৰি আহিছে। সিহঁতে যেতিয়া 'কণমামা' 'কণমামা' বুলি দৌৰি আহি কাষ চাপিব আৰু চকলেট দিয়া, কমলা দিয়া বুলি আবদাৰ ধৰিব তেতিয়া সঁচাকৈ মদনে পাহৰি যায় যে তেওঁ আচল মামা নহয়। দুয়োকো নাচ-গান আৰু সাতোঁৰা শিক্ষা দি মনত অসীম তৃপ্তি পায় মদনে। সুন্দৰ-সুঠাম দেহ আৰু কমনীয় কান্তিৰে পাটগাভৰু অনিমাই লযলাস ভংগীমাৰে যেতিয়া নৃত্য আৰম্ভ কৰে তেতিয়া মুদ্ৰা সঞ্চালনৰ লগে লগে মদনে চায় তাইৰ শৰীৰৰ ভাঁজ, অংগৰ সৌন্দৰ্য। সুকোমল কণ্ঠৰ ধ্ৰুপদ ৰাগিনী অপূৰ্ব। মদনে নিজক হেৰুৱাই পেলায় অনিমাৰ কণ্ঠত। গানৰ শিক্ষক বুলি আৰু নিজৰ জ্ঞান নাথাকে;যেন কোনোবা ৰসজ্ঞ চমজদাৰহে । সাঁতোৰ শিকাওঁতে লাৱণী দেহৰ শুৱনি ৰূপে প্ৰকাশ পায় অনিমাৰ তিতাবস্ত্ৰৰ ভিতৰেদি আৰু সেই ৰূপ দেখি কল্পনা কৰে মদনে তাইৰ মাকৰ প্ৰথম যৌৱনৰ ৰূপ। একে ধ্যানে কেতিয়াবা নিৰীক্ষণ কৰে। অনিমাই বুজিব নোৱাৰি মিচিকিয়া হাঁহি মাৰি দিয়ে। পিঠিত দুটামান চাপৰ মাৰি "চাব্বাচ অনিমা" বুলি তাইক আদৰ কৰি লৈ আহে তেওঁ।

অৰুণে বল খেলাত সদায় মদনক অপেক্ষা কৰে । কণমামা নাথাকিলে সি বলকে নেখেলে। বোধহয় তাক সুবিজ্ঞ দৰ্শক লাগে। মদনৰ লগত সি 'বেডমিন্টন' খেলে। এফালে নিজৰ মোমায়েক উত্তম ভট্ট আৰু অৰুণ, আনফালে মদন আৰু অনিমা। কি ফূৰ্তিৰ খেল। বাৰাণ্ডাত বহি আৰতিয়ে চাই থাকে। ভাবে, এওঁ কিজানি অনিমাৰ সিজন্মৰ পিতাকেই আছিল? কি চমৎকাৰ দৃশ্য। পূৰ্বজন্ম বিশ্বাসী হিন্দু। এই জন্মৰ কথাবোৰে পূৰ্বজন্মৰ জেৰ-জমা বুলি ধৰি লয়। অৱশ্যে পিতাক বুলিহে ভাবিছে সন্তানৰ, নিজৰ গিৰিয়েক বুলি ভাবিবলৈ টান পালে। বোধহয় ইয়াত নিজৰ কিবা দুৰ্বলতা লুকাই আছে। তথাপি তাই মদনক নিবিড়ভাৱে পাবলৈ আৰম্ভ কৰে।

মদনে আজি এই দুপৰীয়া ভিতৰ সোমাই গৈ জানিব পাৰিলে যে মাক, পুতেক জীয়েক সকলো স্কুললৈ গৈছে। মদন আৰু তাত নৰ'ল; বাহিৰে বাহিৰে বেগা-বেগিকৈ ওলাই আহি ৰিক্সা এখনত উঠি মাৰিলে লৰ উলুবাৰী বুলি।

উলুবাৰীৰ এটা খেৰী ঘৰৰ সম্মুখত ৰিক্সা ৰাখি তেওঁ নামি পৰিল। বাহিৰৰ পৰা মাত লগালে 'বোজ! বোজ'। তেওঁৰ মাত শুনি ভিতৰৰ পৰা দৰ্জা খুলি ধৱল বসনা গৌৰবৰণা সদ্য প্ৰস্ফুটিতা গাভৰু এগৰাকীয়ে মাত লগালে —"কোন?"

"মই মদন। উত্তৰ দিয়ে মদনে বাহিৰৰ পৰা। তেওঁৰ মাত বুজিব পাৰি গাভৰুৱে দৰ্জাৰ বাহিৰলৈ আহি মদনক দেখি সহজ, সৰলভাৱে এটা হাঁহি মাৰি মাত লগালে —"ককাইদেউ নেকি? উহ্ গড়্। ইমান ৰ'দত তুমি ক'ৰ পৰা আহিলা ককাইদেউ?"

"য'ৰ পৰা নাহো কথা নাই, আগেয়ে মোক ভৰি ধুবলৈ পানী দে।"

গাভৰু গৰাকীয়ে আথেবেথে গৈ তৎক্ষণাৎ এবাল্টি পানী আনি দিলে। মুখমোচাখন আনি দিলে। মদনে পানীৰ ওচৰ পালে। তেওঁ ৰ'দতে ঘামি আহিছে তাকে দেখি দৰদৰ সুৰত কৈ উঠিল গাভৰু গৰাকীয়ে, "ইচ ৰ'দতে ক'ৰবাৰ পৰা ঘামি জামি আহিছে। চাওঁ, জোতাযোৰ খুলি দিয়া, মোজাযোৰো দিয়া। কামিজটো সোলোকাই দিয়াচোন; লগতে গেঞ্জিটোও দিবা, সোপাকে ধুই দিব লাগিব। গোন্ধ ওলাই গৈছে ঘামত তিতি।" তেওঁৰ কাষলৈ আহি তাই আদৰৰ সুৰত কয় আৰু দাবীৰ সুৰত খোজে যেন এইবোৰ বস্তু আগেয়ে তাইক দিয়া উচিত আছিল। মদনে তাইৰ আদেশ অনুযায়ী জোতা, মোজা, চোলা, গেঞ্জি সোপাকে খুলি দিলে। পটলুঙৰ মোনাৰ পৰা টকা শ উলিয়াই দি ক'লে।

"নে টকাখিনি।"

"আই ঐ, আজিতো বহুত টকা আনিলা? ক'লৈ গৈছিলা?"

"য'লৈকে নগলো তোক কিয়? নিবলৈ কৈছো নে টকা, প্ৰশ্ন কিয়?"

তাই হাঁহি মাৰি টকাখিনি হাতত লৈ ভিতৰলৈ গ'ল, কাৰণ তাই মদনৰ মেজাজ বুজে। এবাৰ যি কয় দুনাই সুধিলে ধমক দিয়ে। গতিকে মিছাকৈ ধমক খোৱাতকৈ মনে মনে ভাল ছোৱালী হৈ আদেশ পালন কৰি যোৱাই শ্ৰেয়। তাই টকাখিনি ঘৰত থ'লে আৰু চোতাললৈ গৈ মদনৰ কাপোৰবোৰ বাল্টি এটাত ভিজাই থ'লে — উদ্দেশ্য ধুই দিয়া।

ইতিমধ্যে মদন আহি ঘৰৰ ভিতৰত বহিছে । তাই আহি তেওঁক আইনা আৰু ফণি দিলে মূৰ ফণিয়াবলৈ, লগতে বিচিবৰ বাবে বিচনীখনো দিলে। তেওঁ মূৰ ফণিয়াই থাকোতে তাই সুধিলে, "চাহ খাবা?"

"নাখাওঁ। খাই আহিছো।"

"তেন্তে কি খাবা?" মৰমেৰে সোধে তাই।

"কি খুৱাব খোজ?" প্ৰশ্ন কৰে মদনে।

"এগিলাছ গাখীৰকে খোৱা।" এই বুলি কৈ তাই পাকঘৰলৈ গ'ল আৰু এগিলাছ গাখীৰ আনিলে। ইতিমধ্যে মদনে মূৰ ফণিয়াই উঠি ছিয়াৰত বহিছিল। তাই গাখীৰ আনি তেওঁৰ আগত দি ক'লে, "খোৱা।"

মদনে তাইৰ চকুলৈ চাই প্ৰশ্ন কৰিলে, "দুপৰীয়াৰ অতিথিক এনেকৈহে সোধ-পোচ কৰে নেকি?"

তাই সেমেনা সেমেনি কৰি সোধে "তেন্তে কেনেকৈ কৰিব লাগে...?"

"মই অসমীয়া মানুহ। ভাত খুৱাব লাগে।"

ভাতৰ কথা কোৱাত তাই ঠাট্টা কৰা বুলি ভাবি হাঁহি মাৰি ক'লে, "ঠাট্টা কৰিব নালাগে। আগেয়ে গাখীৰ খিনি খাই লোৱা।"

"ঠাট্টা কৰা যেন ভাবিছ নেকি? ঠাট্টা নহয়; সঁচাকৈ কৈছো। আজি হোটেলত খাবা নহ'ল, এটা চিন্তাৰ কাৰণে। তেতিয়া ভোক অনুভৱ কৰা নাছিলো; কিন্তু এতিয়া ঘূৰা ফিৰা কৰি অহাত ভাগৰ লাগিছে আৰু ভোকো লাগিছে। গতিকে মোক ভাত দে।"

"আগেয়ে গাখীৰ খোৱা।" তাই হাঁহি হাঁহি আদেশ কৰে। মদনে গাখীৰখিনি পি খায়। খোৱা হ'লত গিলাছটো টেবিলত থৈ পুনৰ ক'লে—"ভাত দে এতিয়া।"

"সঁচাকৈ তুমি ভাত খাবা ককাইদেউ?"

"তই কলা নেকি যে বাৰে বাৰে ক'ব লাগে?"

"মই ৰন্ধা ভাত তুমি খাবা?" আচৰিত হৈ প্ৰশ্ন কৰে তাই।

"কিয়?" কৌতুকবশতঃ প্ৰশ্ন সোধে মদনে।

"মই যে.........।"

"মই যে মানে কি?"

"মই যে জাতিত কছাৰী, সমাজত পতিতা, আৰু ধৰ্মত খৃষ্টান?"

"পিচে কি হ'ল?"

"তুমি জানো সঁচাকৈ ৰন্ধা ভাত খাবা?"

"বাস্তবিকে তই এতিয়াও খাচ কছাৰী হৈয়ে আছ? খৃষ্টানৰ গিৰ্জা আৰু মিছনেৰিৰ শিক্ষাই তোৰ গাৰপৰা কছাৰীৰ ভাবটো আঁতৰাব পৰা নাই।

"তুমি জানো ঘিণ নকৰিবা?"

"কিয় ঘিণ কৰিব লাগে? তই জানো মানুহ নহয়?"

"হয়।"

"মই জানো মানুহ নহয়?"

"হয়।"

"তেনেহ'লে মানুহে মানুহক ঘিণ কৰিব লাগে নেকি?"

"নালাগে। কিন্তু........।"

"কিন্তু কি?"

"হিন্দু মানুহে যে খৃষ্টানৰ হাতে নাখায়?"

"কিয় নাখাব?"

"তুমিয়ে দেখো ইমান দিনে মোৰ হাতে খোৱা নাই?"

"মোৰ ভোক লগা নাছিল কাৰণে খোৱা নাছিলো; আজি ভোক লাগিছে, গতিকে খাম। দে সোনাকালে।"

"সঁচাকৈ কৈছানে মোৰ লগত তামাছ্চা কৰিছা ককাইদেউ?"

"বিশ্বাস কৰিবলৈ টান পাইছ নেকি?"

"অৱশ্যে বিশ্বাস কৰিবলৈ টান পাইছো; কাৰণ তুমি যি লোক! কি উদ্দেশ্যে বা তুমি এইবোৰ ক'ব ধৰিছা ঠিকতো নাই।"

"উদ্দেশ্য অন্য নাই—ভোক গুচা। তর্ক নকৰিবি। আছে যদি দে আৰু নাই যদি নাই বুলি ক।"

"সঁচা কৈছা?"

"সঁচা কৈছো।"

"মোৰ মন চোৱা নাইতো?

"তাৰমানে তোৰ গড়্ছেক্ বুলি শপত খালেহে বিশ্বাস কৰ নেকি?"

এইবাৰ তাই জব্দ হ'ল আৰু মিচিকিয়া হাঁহি মাৰি সংকোচ আৰু কৌতূহলৰ দৃষ্টিৰে এবাৰ তেওঁৰ মুখলৈ চাই লাহেকৈ আঁতৰি পাকঘৰলৈ গ'ল। পাকঘৰত ভায়েক ৰামচৰণলৈ ভাত সাজি থোৱা আছিল। সি ছাইকেল দোকানখনৰপৰা এতিয়াও আহি পোৱা নাই। তাই সেই ভাতকে আনি মদনৰ আগত টেবুলৰ ওপৰত দিলে, আৰু ক'লে, "খোৱা ককাইদেউ। একো আঞ্জা কৰা নাছিলো সুদা ভাত—দালি, তৰকাৰী আৰু ভাজি; আৰু একো কৰা নাছিলো।"

মদনে ভাতৰ থালখনৰ ঢাকনি গুচাই চাই দেখে যে ভাত দালি পটল ভাজি, লাউৰ তৰকাৰী, ঘি আৰু এবাটি গাখীৰ। তেওঁ হাঁহি মাৰি ক'লে—

"সুদা ভাত বুলিলে যদি ইমানবোৰ হয় তেন্তে তোৰ আচল খানাত আৰু কি থাকে বোজ?"

তাই মিচিকিয়া হাঁহি মাৰি কয়—"মাছ, মঙহ, কণী..........।"

"থ থ তোৰ শগুণৰ খাদ্য।"

"মাছ, মঙহ, কণী শগুণৰ খাদ্য নেকি?" হাঁহি সোধে তাই।

"নিশ্চয়।" স্পষ্ট উত্তৰ দিয়ে তেওঁ।

"কেনেকৈ" তেওঁৰ মুখলৈ চাই প্ৰশ্ন কৰে তাই।

"কেনেকৈ মানে? শগুণে মৰাশ খায়। মাছ, মঙহ্ ৰান্ধিব লাগিলে মাছ বা পশু, পক্ষী কিবা এবিধ লাগিব। মাৰিলে মৰাশ হয়। সেই মাছৰ মৰাশ নাইবা মঙহ মৰাশ যিয়ে নহওক তাকে আনি ৰান্ধি খায়। গতিকে তইঁতে মৰাশ খোৱা শগুণ। মই শগুণ নহয়। গতিকে শ খাম কিয়?"

তেওঁ তাইৰ চকুলৈ চাই থাকে। তাই মিচিকিয়া হাঁহি মাৰি সোধে, "আৰু কণী?"

"কণী হ'ল চৰাইৰ বঙহ। মই কাৰো মঙহো নাখাওঁ আৰু বঙহো নাখাওঁ।"

এইবাৰ তাই হাঁহি ৰাখিব নোৱাৰিলে। খিল্‌খিল্‌কৈ হাঁহি মাৰি দিলে, "ককাইদেউ বৰ দুষ্ট হৈছে। এনেবোৰ কথা ক'ব পাৰে এইজনে!"

তাইৰ কথা শুনি তেওঁ হাঁহে আৰু ভাত কাঁহী দুভাগ কৰি এভাগ থৈ এভাগ লয়। তাকে দেখি প্ৰশ্ন কৰিলে তাই, "কি কৰিলা ককাইদেউ? ভাতবোৰ যে থৈ দিলা? কিয়?"

"ৰামচৰণৰ বাবে...। মই জনা নাইনে যে তাৰ বাবে সজাভাত খিনি মোক দিছ?"

তাই অলপ হাঁহে আৰু কয়, "তাৰ বাবে মই ৰান্ধিম নহয়। তুমি খোৱা। আধা পেটীকৈ খাব নালাগে।"

"সি লঘোন পৰাতকৈ মই আধাপেটী হোৱা একো বেয়া নহয়। দুয়ো ভগাই খাম।"

"আধাপেটী হোৱাতকৈ দুয়ো পেট ভৰাই খালে কি হয়?"

"তেতিয়া মোৰ মৰমৰ ভনীটিৰ কষ্ট হয়। এই দুপৰীয়া মই তোক কষ্ট দিব নোৱাৰো।"

"ভাত ৰান্ধিলে শৰীৰেহে কষ্ট পাব কিন্তু তুমি আধাপেটী হ'লে যে মোৰ মনে কষ্ট পাব।"

"ধুনীয়া কথা ক'ব পাৰে ভনীটিয়ে মোৰ।" তাইৰ গালত এটা মৰমেৰে চৰ মাৰি কয় মদনে। তাৰ পিছত "বাৰু" বুলি তেওঁ খাবলৈ বহে। মদনৰ অতিপাত ভোক লাগিছিল। মদন খাবলৈ বহিল। তাই গোটেই থাল ভাত মদনক দিলে, আৰু ভায়েক ৰামচৰণৰ বাবে নতুনকৈ ৰান্ধিবৰ যোগাৰ কৰিলে।

মদনে একো প্ৰতিবাদ নকৰি খোৱাত লাগিল। তাই পাকঘৰলৈ গৈ খৰধৰ কৰি ভাতৰ জাল মাৰিলে।

ভাত খাই উঠি মদন পাকঘৰলৈ গ'ল আৰু তাইৰ কাষত বহিল মূঢ়া এটাত। তাই হাঁহি মাৰি ক'লে, "ইমান গৰমত কিয় আকৌ জুইৰ কাষলৈ আহিলা ককাইদেউ? শোওঁ বুলিছিলা দেখোন? শোৱাগৈ।

"তোক কষ্ট দি মই আৰাম কৰিব নোৱাৰো।"

"মোৰ ইয়াত মৰাশ ৰন্ধা চৌকাৰ কাষত বহি কি সুখ পাবা?"

"হিন্দুহঁতে যে মানুহ মৰিলে শ্মশানত গৈ শৱদাহ কৰে, কি সুখ পায়? "

"তুমিও মোৰ পাকঘৰলৈ আহিছা মই কি দাহ কৰো তাকে চাবলৈহে নেকি?"

হাঁহি সোধে তাই আৰু ভাতৰ কেৰাহীটো চৌকাৰ ওপৰত তুলি দি পানী ঢালি দিয়ে।

"এৰা তোৰ এই পাকঘৰৰূপী শ্মশানৰ আখলৰূপী চিতাখন চাবলৈ আহিছো, কিজানি মৰাশ তই ইয়াত দাহ কৰিছ তাকে বুজিবলৈ।" হাঁহি উত্তৰ দিয়ে তেওঁ।

"খাই-বৈ পুষ্ট-হৈ শান্ত-হৈ থাকাগৈ। মিছাকৈ মোৰ লগত চুপতি মাৰি নাথাকিবা। তোমাৰ মতে আমি সকলো শগুণহে।" তাই চাউল বহাই দিয়ে আৰু কয়।

তেওঁ স্বীকাৰ কৰে, "এৰা, তহঁত শগুণ। হিন্দু, মুছলমান, বৌদ্ধ, খৃষ্টান যিয়ে নোহোৱা সকলোৱে মঙহ খায় আৰু সেইবাবে তহঁত শগুণ।"

"আৰু তুমি?"

"মই কৈছো নহয় যে মই শগুণ নহয়!"

"তেনেহলে তুমি মাছ, মঙহ নোখোৱা জৈন ধৰ্ম ল'লা নেকি!"

"জৈন ধৰ্ম লোৱা নাই বৰং জৈনৰ জইন মৰা পালিহে দিব ধৰিছো"

তেওঁ খুলি নক'লে যে জৈনধৰ্মীৰ পৰা কৌশল কৰি টকা আদায় কৰিব ধৰিছে।

"কিয়!" তাই সকৌতুকে প্ৰশ্ন কৰে।

তেওঁ হাঁহি মাৰি কয়, "জৈন হলেও মদ, ভাং, বিৰি, চিগাৰেট আদি ৰাগিয়াল বস্তু ব্যৱহাৰ কৰে। এইবোৰ বস্তু মোৰ ধৰ্মত মানা।"

"তুমি তেনেহলে কি ধৰ্ম ল'লা!"

"মই মানৱ ধৰ্ম গ্ৰহণ কৰিলো!"

"মানৱ ধৰ্ম কি!" তাই ভাতকেইটা নমাই থৈ আঞ্জাৰ কেৰাহী তুলি দিয়ে। মদনে মূঢ়াটো তুলি আনি অলপ দূৰত বহে আৰু বিজ্ঞ পুৰুষৰ দৰে ক'বলৈ আৰম্ভ কৰে এটা ব্যক্তিত্ব লৈ- "মানৱ ধৰ্ম সম্বন্ধে ক'ব লাগিলে বহুত কথা। সময়ত ক'ম। মুঠতে মনত ৰাখিবি, মানৱ ধৰ্মীৰ মূলকথা তিনিটা যেনে - সত্য চিন্তন, সত্য কথন, সত্য কৰণ।"

"সত্য মানে কি!"

"সত্য মানে যি অপৰিবৰ্তনীয়- প্ৰকৃতিগত মূল।"

"এই ধৰ্মটো কেনে!"

"এই ধৰ্মমতে সকলো মানুহ এক আৰু সমান। এই ধৰ্মই আজি পৃথিৱীত চলা পুৰণি ধৰ্মবোৰৰ একোকে নামানে। জাতি, ধৰ্ম, বৰ্ণ, আচাৰ-নীতি একো নামানে। মানৱ ধৰ্মমতে প্ৰথমে আমি মানুহ; তাৰ পিচতহে আনবোৰ। তইঁতে কব খৃষ্টান মানুহ, মুছলমান মানুহ, হিন্দু মানুহ, বৌদ্ধমানুহ, জৈন মানুহ ইত্যাদি; তইঁতৰ ধৰ্মমতে ধৰ্ম আগ, মানুহ পিচ। কিন্তু আচলতে হ'ব লাগিছিল মানুহ আগ আৰু ধৰ্ম পিচ, কাৰণ ধৰ্মৰ কাৰণে মানুহ নহয়; মানুহৰ কাৰণেহে ধৰ্ম। সেইমতে হ'ব লাগিছিল মানুহ খৃষ্টান, মানুহ মুছলমান, মানুহ হিন্দু, মানুহ বৌদ্ধ, মানুহ জৈন ইত্যাদিহে। ধৰ্ম শব্দ আগ নহয় বৰং মানুহ শব্দহে আগ। জন্মোতে মানুহ হৈহে জন্মো, কাৰণ সকলো ধৰ্মৰ মানুহৰে জন্ম বৃত্তান্ত একে- মাতৃগৰ্ভৰ পৰা তেজেৰে লুতুৰি পুতুৰি হৈ ভূমিষ্ঠ হোৱা। তাৰ পিচতো সকলো মানুহৰ ভোক, পিয়াহ, দুখ-ভাগৰ, কামনা-বাসনা, হাঁহি-কান্দোন একে। গতিকে সত্যৰ ক্ষেত্ৰত মানুহ এক আৰু সমান। "

"আনবোৰ ধৰ্মমতেতো মানুহ সমান বুলি স্বীকাৰ কৰে?"

"স্বীকাৰ কৰে সঁচা, কিন্তু কাম নকৰে। বাস্তৱক্ষেত্ৰত তাৰ ওলোটা কৰে।"

"তেনে নকৰিলে যে সমাজৰ শান্তি-শৃঙ্খলা ৰক্ষা নপৰে।"

"প্ৰচলিত ধৰ্মবোৰৰ এই দুৰ্বলতাৰ সুযোগ লৈয়ে তথাকথিত ধৰ্মধ্বজ সকলে মানুহৰ মাজত বিভেদৰ সৃষ্টি কৰি শোষণৰ ৰাস্তা উলিয়াই লৈছে। ধৰ্মৰ নিয়মেৰে মানুহক বুৰ্বক বনাই একশ্ৰেণীৰ মানুহে যুগে যুগে জনতাক শোষণ কৰি আহিছে।"

"কেনেকৈ শোষণ কৰিছে?"

"যেনেকৈ দুষ্ট ৰাজনীতিজ্ঞই দেশৰ মানুহৰ মাজত দলাদলিৰ সৃষ্টি কৰি বিভাজন কৰে তেনেকৈ শান্তিৰ আৰু শৃংখলাৰ অজুহাত দেখুৱাই এই ধৰ্মধ্বজ সকলে মানুহৰ মাজত অশান্তি আৰু বিশৃংখলাৰ সৃষ্টি কৰি শোষণ কৰে। "

"ধৰ্ম নাথাকিলে জগতত মানৱ জাতিৰ গতি কি হ'লহেঁতেন জানানে? "

"জানো। ধৰ্ম নাথাকিলে জগতত ধৰ্মৰ নামত কাজিয়া হৈ যুগে যুগে কোটি কোটি মানুহ মৰিব লগা নহ'লহেঁতেন। ইউৰোপৰ ধৰ্মযুদ্ধ "ক্ৰুছেডৰ ৰণ'ত লাখ লাখ খৃষ্টান আৰু মুছলমান নমৰিলহেঁতেন। ধৰ্মৰ নামত জেহাদ যোৱা, শ্বহিদ হোৱা বুৰ্বকলোক সকলক ধৰ্মৰ নামত হত্যা কৰা হৈছে।"

"ইয়াৰ বাবে দায়ী কোন?"

"ইয়াৰ বাবে দায়ী গড আৰু আল্লা। বোধহয় সেই পাপতে গড আৰু আল্লাৰ

কোনো দিনে মুক্তি নহ'ব।"

"আৰু ঈশ্বৰ?"

"হিন্দুহঁতৰ ভেটিখোৰ ঈশ্বৰজনে দিনে দিনে মাহপ্ৰসাদকে আৰম্ভ কৰি পায়সভোগকে শেষ কৰি কিমান মানুহৰ ভেটি খাব ধৰিছে আৰু তেওঁৰে পালি পহৰীয়া দেৱ দেৱীৰ হতুৱাই কিমান জীৱ-জন্তু হত্যা কৰাব ধৰিছে তাৰ সীমা নাই ঈশ্বৰ মহাপাপী। ইফালে আল্লাৰ নামত পৃথিৱীত কিমান জবাই হ'ব ধৰিছে তাৰ লেখ আছেনে? এইবোৰ পাপৰ বোজা আৰু আল্লাই কিমান বহন কৰিব? আনফালে গডে অসভ্য মানুহ সকলৰ মাজত সোমাই ইমান অসভ্য হৈ গৈছে যে নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে গডে যিকোনো বেয়া কাম কৰিবলৈও পৰাংমুখ নহয়। গড় মহা স্বাৰ্থপৰ, সুবিধাবাদী, আৰু শোষণকাৰী। এই ঈশ্বৰ, আল্লা আৰু গডৰ পাপ হৈছে তাৰ উপৰি এওঁলোকে মানুহৰ মাজত বিভেদৰ সৃষ্টি কৰিছে মানুহক ভাগ ভাগ কৰিছে হিন্দুৱে মুছলমানক, মুছলমানে হিন্দুক, খৃষ্টানে মুছলমানক, মুছলমানে খৃষ্টানক, জৈনে বৌদ্ধক, বৌদ্ধই জৈনক অৰ্থাৎ প্ৰত্যেক ধৰ্মৰ মানুহে আন ধৰ্মৰ মানুহক ঘৃণা কৰি আহিছে; ফলত এক মানৱ গোষ্ঠী শত শত ভাগত বিভক্ত হৈ পৰিছে। এওঁলোক মানৱ জাতিৰ মহা শত্ৰু। সেই বাবেই জগতৰ সমস্ত ধৰ্মই হ'ল অনৈক্যৰ মূল আৰু ঈশ্বৰ, আল্লা, গড আদি ইয়াৰ বাবে জগৰীয়া। এওঁলোক মহাপাপী। এই মহাপাপী সকলৰ পাপ কামৰ আহিলা স্বৰূপে ধৰ্মবিলাক হৈছে বলি কটা শাল। এই বলি কটা শা'ল কেইখন বন্ধ কৰি দিব পাৰিলে একেদিনাই জগতৰ পৰা মানৱজাতিৰ শতকৰা পঞ্চাছ ভাগ সমস্যা আপুনি সমাধান হৈ যাব। "

"মানৱজাতিৰ সমস্যা কি?"

মানৱজাতিৰ বৰ্তমান সমস্যা দুটা— এটা ধৰ্মৰ আৰু আনটি অৰ্থনীতিৰ। ধৰ্মৰ সমস্যা আঁতৰিলে অৰ্থনীতিৰ সমস্যা আঁতৰাবলৈ উজু হৈ পৰিব, যেনে- বালিত বজা ভৰা নাও। ভৰা নাও বালিত বজাৰ কাৰণ দুটা- এটা তৰাং পানী আৰু আনটি মালৰ ওজন। ইয়াৰ এটা নাইকিয়া হলে নাও চলি যাব। হয় নাওৰ বস্তু কঢ়িয়াই নাও খালী কৰিব লাগিব, নহয় বালি খান্দিব লাগিব। জগতৰ অৰ্থনীতিৰ পানীত ধৰ্মৰ বোজা লৈ মানৱৰ জীৱন নাও চলি যাব ধৰিছে। কিন্তু বোজা ইমান গধুৰ হৈছে যে পানীৰ তলৰ বালিত নাও চুচৰি চুচৰি কোনো ৰকমে গৈ আছে । নাওৰ বোজা কঢ়িয়াই পাতল কৰি দিলে পানীৰেও নাও সুন্দৰ ৰকমে চলি যাব। একেদিনাই ধৰ্মবোৰ ত্যাগ কৰা, দেখিবা, জীৱন চলা সহজ হৈ পৰিছে। তথাকথিত ধৰ্মৰ

নিয়ম নীতি আৰু বান্ধোনৰ কাৰণে আমি জীৱন চলাই নিয়াত ইমান সমস্যাত পৰিছো। সেইবাবেই মই এই ধৰ্মবোৰ ত্যাগ কৰি মানৱ ধৰ্ম গ্ৰহণ কৰিছো।"

তাই হাঁহি মাৰি কৈ উঠিল— "সুবিধা পালে ককাইদেৱে কিবা এটা দীঘলীয়া বক্তৃতা দিবই। বেচ বক্তৃতা দিব। বাৰু কোৱাচোন, এই ধৰ্ম কোনে প্ৰৱৰ্তন কৰিছে?"

"ধৰ্ম নহ'লে আকৌ কোনে এই ধৰ্ম প্ৰৱৰ্তন কৰিব। সুধিব পাৰ যে এই ধৰ্মধ্বংসী মতবাদ কোনে আবিষ্কাৰ কৰিছে।"

"বাৰু কোৱাচোন, এই সৰ্বধৰ্মধ্বংসী নাস্তিক মতবাদ কোনে আবিষ্কাৰ কৰিলে?

"নাস্তিক বুলি নকবি। কাৰণ নাস্তিকে ঈশ্বৰ নামানেহে— ঈশ্বৰ নাই বুলিহে কয় কিন্তু চলতি ঈশ্বৰক ধ্বংস কৰাৰ কথা নকয়।"

"বাৰু এই ঈশ্বৰধ্বংসীজন কোন?

"আচল মানুহ। এসময়ত মানুহেই ঈশ্বৰ, আল্লা, গডক আবিষ্কাৰ কৰিছিল আৰু আজি মানুহেই সেই ঈশ্বৰ, আল্লা, গডক ধ্বংস কৰিবলৈ ওলাইছে। এইবাৰ আৰু ঈশ্বৰ, আল্লা, গডৰ ৰক্ষা নাই। আচল মানুহ আহিছে। ধৰ্মৰ বেপাৰ আৰু নচলিব।"

"আচল? আচল মানুহ কোন?"

"সময়ত পাবি! আচল মানুহে ঈশ্বৰধ্বংসী, ধৰ্মধ্বসী, মতবাদ লৈ মানুহৰ ওচৰত হাজিৰ হৈছে। সাবধান হ'।"

তাই আঙ্গাৰ কেৰাহীটো নমাই থৈ হাঁহি মাৰি কয় —

"তুমি বৰ দুষ্ট ককাইদেউ। একোটা অদ্ভুত ধৰণৰ কথা কৈ যে গহীন হৈ থাকিব পাৰা।"

হাঁহি মাৰি তেওঁ কয়— "ইয়াতে মোৰ বিশেষত্ব।"

"তুমি নাস্তিক নেকি ককাইদেউ?"

"মই নাস্তিক-আস্তিক একো নহয় বৰং ক'ব পাৰ যে মই প্লাষ্টিক।"

তাই ভাজিৰ কেৰাহীটো আশাৰ ওপৰত তুলি দি হাঁহি মাৰি সোধে-

"প্লাষ্টিক কি?"

"বিজ্ঞানৰ দান। এবিধ এনে ধৰণৰ বস্তু যাৰ দ্বাৰা যি ইচ্ছা হয় সেই বস্তুকে তৈয়াৰ কৰিব পাৰি; যেনে- ল'ৰাৰ বাবে পুতলা, ডেকাৰ বাবে ছুটকেছ, ডেকেৰীৰ ভেনিটী বেগ, বুঢ়াৰ লাঠি, বুঢ়ীৰ বাস্কেট, ইত্যাদি। আস্তিক, নাস্তিক শব্দ প্ৰচলিত হিন্দু ধৰ্মৰ তৈয়াৰী; প্লাষ্টিক বিজ্ঞানৰ তৈয়াৰী।"

"প্লাষ্টিক মানুহে তৈয়াৰ কৰে। ধৰ্ম জানো মানুহে তৈয়াৰ কৰে?"

"ধৰ্ম মানুহে তৈয়াৰ নকৰি কোনে কৰে? ধৰ্ম চৰ্ম সকলো মানুহৰ মন আৰু মগজুৰে তৈয়াৰ কৰা বস্তু।"

"আৰু গড?"

গড়, আল্লা, ঈশ্বৰ সকলো একোটা ভাষাৰ শব্দ বনাম নামহে মাত্ৰ। এই নাম মানুহেই দিয়া। গতিকে গড, ঈশ্বৰ মানুহৰ সৃষ্টি। তাৰ মানে ঈশ্বৰ, আল্লা, গড়ে মানুহক সৃষ্টি কৰা নাই বৰং মানুহেহে ইহঁতক সৃষ্টি কৰিছে। কিন্তু কি মজাৰ ব্যাপাৰ জান, যি মানুহে ঈশ্বৰ সৃষ্টি কৰিলে সেই মানুহেই আকৌ ক'লে যে ঈশ্বৰেহে আমাক সৃষ্টি কৰিছে।"

"ইয়াৰ কাৰণ কি?"

"তেনেকৈ ক'লেহে মানুহে তেওঁৰ কথা বুলি নধৰি ঈশ্বৰৰ কথা বুলি ধৰিব আৰু মানিব বিনা প্ৰতিবাদে। একমাত্ৰ গীতাত শ্ৰীকৃষ্ণৰ বাহিৰে কোনোৱে নিজে ঈশ্বৰ বুলি কোৱা নাই। কৃষ্ণ সাহসী গতিকে সঁচা কথা কৈছিল। মানৱদেহধাৰী তেৱেঁ ঈশ্বৰ বুলি কোৱাত আচল অৰ্থ হ'ল মানুহেই ঈশ্বৰ। মানুহে ঈশ্বৰ তৈয়াৰ কৰে, গতিকে আমি ঈশ্বৰ। আৰু কৈছে যে শ্ৰেষ্ঠ বস্তুৱেই ঈশ্বৰ। গতিকে মানুহৰ ভিতৰত যিয়ে শ্ৰেষ্ঠ অৰ্থৎ বুদ্ধিমান তেৱেঁ ঈশ্বৰ। তেওঁ সত্য কথা স্বীকাৰ কৰিছিল। আনবিলাকে কিন্তু তেনেকৈ নিজে ঈশ্বৰ বুলি কোৱা নাই। মহম্মদে কৈছে তেওঁ আল্লাৰ ৰছুল; যীশুখ্ৰীষ্টই কৈছে তেওঁ গডৰ সন্তান। কিন্তু কৃষ্ণই কোৱা নাই। পিচে আন এটা মজাৰ কথা কি জান? শ্ৰীকৃষ্ণই ব্যাসদেৱৰ সৃষ্টি মহাভাৰতৰ বুকুৰ গীতা এটি অধ্যায়; আৰু ইয়াত ব্যাসে কৃষ্ণ চৰিত্ৰ সৃষ্টি কৰি নিজৰ কথাবোৰ শ্ৰীকৃষ্ণৰ মুখেৰে কৈ নিজে বাহিৰত আছে। মানুহেও উপন্যাসৰ চৰিত্ৰৰ মুখৰ কথাবোৰ ধৰি লৈ লেখকক পাহৰি যোৱাৰ দৰে মহাকাব্যখনত লেখকৰ কথা পাহৰি মানুহে তেওঁৰ সৃষ্টি চৰিত্ৰকহে ধৰিছে। আচলকৈ চাবলৈ গলে মহম্মদ, যীশুখ্ৰীষ্ট আৰু ব্যাসদেৱ একে শাৰীৰ লোক। তেওঁলোকৰ সৃষ্টি আল্লা, গড, আৰু কৃষ্ণৰূপী ঈশ্বৰ একে শাৰীৰ সৃষ্টি।"

"তাৰ মানে আল্লা, ঈশ্বৰ, গডে মানুহক সৃষ্টি কৰা নাই বৰং মানুহেহে তেওঁলোকক সৃষ্টি কৰিছে?"

"এৰা আমাৰ সুবিধাৰ বাবে আমি একোটি ধৰ্ম তৈয়াৰ কৰিছো আৰু আল্লা, ঈশ্বৰ নাইবা গড এজন আছে আৰু তেওঁহে এইবোৰ ধৰ্মৰ নিয়ম আমাক দিছে বুলি কৈ ধৰ্ম্মগুৰুসকলৰ কথা যাতে মানুহে মানে তাৰ দিহা কৰিছে! তাৰ উপৰি আমাক

ভয়ৰ দ্বাৰা শাসন কৰিছে। সকলো ধৰ্মতে বাৰু ঈশ্বৰে শাস্তি দিয়ে বুলি কিয় কয়? মৰাৰ পিচত শাস্তিৰ ভয়তহে তই গডক মানিছ। হিন্দুই ঈশ্বৰক, মুছলমানে আল্লাক আৰু খৃষ্টানে গডক মানে শাস্তিৰ ভয়ত। ঈশ্বৰে শাস্তি নিদিয়ে বুলি ক'লে কোনেও ঈশ্বৰক নামানিলেহেঁতেন আৰু ঈশ্বৰ নামানিলে ধৰ্মকো নামানিলেহেঁতেন। ইয়াৰ দ্বাৰা প্ৰমাণ হয় যে ধৰ্ম বৰ্তি আছে ঈশ্বৰৰ ওপৰত আৰু ঈশ্বৰ বৰ্তি আছে মানুহৰ ভয়ৰ ওপৰত; অথচ এই ঈশ্বৰ শব্দটো সৃষ্টি কৰিছে ধৰ্ম প্ৰচাৰকে। আৰু চোৱা কি জোৰেৰে প্ৰচাৰ চলিছে। সমগ্ৰ পৃথিৱী জুৰি মানৱ সমাজত ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে কি প্ৰচাৰ। সঁচা বস্তুৰ ইমান কেনভাছ্-প্ৰপাগাণ্ডাৰ কি দৰকাৰ? আজিও ধৰ্মধ্বজসকলে প্ৰচাৰৰ দ্বাৰাইহে ঈশ্বৰক বচাই ৰাখিছে। প্ৰচাৰ বন্ধ হ'লে ধৰ্ম লোপ হ'ব আৰু ধৰ্ম লোপ হ'লে ঈশ্বৰ মৰিব।"

"ঈশ্বৰ মৰিব?"

"এৰা। ধৰ্ম বন্ধ হৈ গ'লে ঈশ্বৰ শব্দটো নমৰি কি হ'ব?"

"শব্দটো মৰিলেও ঈশ্বৰ নমৰে। ঈশ্বৰ নোহোৱাকৈ বিশ্ব ব্ৰহ্মাণ্ড থাকিব নোৱাৰে।"

"একেবাৰে মিছা কথা। যিবিলাকে তেনে কথা কয়, সেইসকল জানো চিৰদিন থাকিব যে বিশ্ব-ব্ৰহ্মাণ্ড, লোপ পোৱা কথাৰ সাক্ষী দিব পাৰিব? হিন্দুৰ ঈশ্বৰ কৃষ্ণ দেখো মৰি থাকিল। ক'ত গ'ল তোৰ বিশ্ব-ব্ৰহ্মাণ্ড কোনো সম্বন্ধ নাই। নহলেনো বৌদ্ধ-ধৰ্মত ঈশ্বৰ শব্দ নথকাকৈ ইমান দিনে বৌদ্ধধৰ্ম আৰু বৌদ্ধধৰ্মী লোক জীয়াই থাকেনে? ঈশ্বৰৰ অস্তিত্ব সম্বন্ধেতো বৌদ্ধ ধৰ্মত একো নকয়; পিচে বৌদ্ধধৰ্ম মৰিছে নে জগতখন ধ্বংস হৈছে? বৰং বৌদ্ধধৰ্মৰ মানুহেই দেখো পৃথিৱীত আটাইতকৈ বেছি? ঈশ্বৰ নোহোৱাকৈও মানুহ বাচি থাকিব। আচলতে বৰ্তমান যুগত সকলো মানুহৰে ধৰ্মৰ কোনো প্ৰয়োজন নাই; কাৰণ ধৰ্মই মানুহক শিক্ষিত, মাৰ্জিত আৰু সভ্যহে কৰে। আজিকালি বেছিভাগ মানুহ সভ্য হৈছে আৰু সভ্য হোৱাৰ বহুপথ ওলাইছে। গতিকে তেওঁলোকৰ কাৰণে ধৰ্মৰ কোনো প্ৰয়োজন নাই। অৱশ্যে ক'ব পাৰি যে কিছুমান অসভ্য মানুহক সভ্য কৰাৰ কাৰণে কিছুমান ঠাইত ইয়াৰ প্ৰয়োজন আছে। পিচে সভ্য সমাজত তাৰ আৰু কি প্ৰয়োজন? ধৰ্মই সভ্য কৰে। সভ্য হোৱাৰ পিচত আকৌ তাকে কৰাৰ কি মানে আছে? পৰিষ্কাৰ হোৱাৰ বাবে গা ধুব লাগে, কিন্তু গা ধোৱাৰ পিচত আকৌ পানী ঢালি থাকিব লাগে কিয়? তেতিয়া দেখো বেমাৰ হ'ব? ঠিক তেনেকৈ আমাৰ সভ্য সমাজতো ধৰ্মৰ বেমাৰ ঘটিছে। এই বেমাৰ নাশ কৰিব লাগিলে প্ৰথমে ধৰ্ম নাশ কৰিব লাগিব।"

ধৰ্ম ধ্বংস কৰা মতবাদোতো এটা ধৰ্ম? তুমিতো তাকেই কৰিব ওলাইছা; ইয়ো এক ধৰ্ম।"

"এৰা, ধৰ্ম নমনাটোও এটা ধৰ্ম। মই সেই 'নাই ধৰ্ম'কে গ্ৰহণ কৰিছো।"

"তুমি বৰ অদ্ভুত ককাইদেউ।" তাই ভাত সাজি সাজি কয়।

"অদ্ভুত নহয়। এবাৰ ভাবি চাচোন মানুহে ঈশ্বৰকে কি কি ব্যৱস্থা কৰে? মানুহে যি যি খায়, ঈশ্বৰকো তাকে খাবলৈ দিয়ে; যি পিন্ধে তাকে পিন্ধিবলৈ দিয়ে। মানুহে ঘৰত থাকে কাৰণে ভাল ঘৰ বান্ধি দিয়ে—যেনে, কীৰ্তনঘৰ, মচ্‌জিদ, গীৰ্জা, মঠ,মন্দিৰ ইত্যাদি, যেন মানুহে ৰ'দবৰষুণক ভয় কৰাৰ দৰে ইশ্বৰেও ভয় হে কৰে। ঈশ্বৰক পূজাও কৰে। মানুহে নিজৰ গুণ বখানিলে ভাল পোৱাৰ দৰে যেন ইশ্বৰেও স্তুতি কৰিলে ভালহে পায়। মানুহক ভেটি দি বশ কৰাৰ দৰে ঈশ্বৰলৈ বস্তু থৈ সন্তুষ্ট কৰিবলৈ চায়। ইশ্বৰে তাৰমানে ভেটি খায়? এনেবোৰ কাৰ্যই কি প্ৰমাণ কৰে? এনেবোৰ কাৰ্যই জানো প্ৰমাণ নকৰে যে ঈশ্বৰ মানুহৰ মনৰ কল্পনা প্ৰসূত? মানুহৰ প্ৰকৃতিৰ লগত যদি ঈশ্বৰৰ প্ৰকৃতি একে তেন্তে হয় ক'ব লাগিব যে ঈশ্বৰ মানুহৰ মনে সজা বস্তু, নহয় মানুহেই ঈশ্বৰ। মানুহ আৰু ঈশ্বৰ প্ৰকৃতিৰ একো তফাৎ নহ'লে ক'ব লাগিব যে মানুহেই ইশ্বৰ আৰু ইশ্বৰেই মানুহ। যদি মানুহ ঈশ্বৰ হয় তেন্তে ময়ো মানুহ, গতিকে ময়ো ঈশ্বৰ আৰু ঈশ্বৰে যি কৈছো সিয়ে ধৰ্ম। আচলতে ঈশ্বৰ আবিষ্কাৰ কৰিছে এক শ্ৰেণীৰ মানুহে। তেওঁলোকে ঈশ্বৰৰ মাৰফত নিজে সুবিধা ভোগ কৰি আহিছে। কিন্তু দুৰ্ভাগ্য যে যুগে যুগে সৰ্বসাধাৰণ মানুহে সিহঁতৰ কৌশলটো বুজিব নোৱাৰি তাকে মানি লৈছে আৰু অসুবিধা ভোগ কৰি কৰি মৰি গৈ আছে। ভাবি চোৱাচোন ইউৰোপৰ ক্ৰুছেড ৰণ অৰ্থাৎ ধৰ্মযুদ্ধৰ কথা। ক্ৰুছেড ৰণত যেতিয়া ইউৰোপত এফালে খ্ৰীষ্টান আৰু আনফালে মুছলমান লগ লাগি কটা-মৰা কৰি মৰিছিল তেতিয়া আল্লা আৰু গডে কি সোপাটো কৰিছিল? তেতিয়া আল্লা আৰু গড দুটা আছিল নেকি? এই যুদ্ধ আল্লা আৰু গডৰ যুদ্ধ নাছিল; আছিল মোল্লা আৰু পোপৰহে। সিহঁতৰ স্বাৰ্থৰ বাবে সাধাৰণ মানুহক ভুল বুজাই যুঁজাই মাৰিছিল। ই আছিল ধৰ্মযাজকসকলৰ স্বাৰ্থ ৰক্ষাৰ যুদ্ধ। ইমান নালাগে ভাৰতৰ কথাকে নাচাব কিয়? স্বাধীনতাৰ পিছত দেশ বিভাজনৰ সময়ত হিন্দু-মুছলমানৰ কাজিয়াৰ সময়ৰ কথাকে নাচাব কিয়? হিন্দু-মুছলমানৰ কাজিয়াৰ সময়ত মোল্লাৰ হুংকাৰত আল্লা পলাল আৰু হিন্দুৰ হিংসাসিন্ধুত ঈশ্বৰ ভগবান ডুবিল। এই মৰামৰি কটাকটি হৈছিল কিহৰ বাবে? ৰাজনীতিৰ প্ৰৰোচনাত নহয় জানো? তেতিয়া আল্লা আৰু ঈশ্বৰ ক'ত

আছিল? সেই সময়ত বোধহয় আল্লাই নামাজ পঢ়ি আছিল আৰু ঈশ্বৰে নাম ধৰি আছিল। সেই সময়ত ঈশ্বৰ আৰু আল্লা দুটা আছিল আৰু দুয়োৰো ভিতৰত বোধহয় খুব কাজিয়া আছিল; নহ'লে হিন্দুস্তান পাকিস্তান হয়নে?"

"তুমি বৰ সাংঘাতিক কথাবোৰ কোৱা ককাইদেউ। ই বৰ বিপদৰ কথা।"

"বিপদ অৱশ্যে দুটা আছে। এটা ধৰ্মান্ধ সকলৰপৰা আৰু আনটি ৰাজনীতিবিদ সকলৰপৰা। ধাৰ্মিকসকলে অভিশাপ দিলে একো ভয় নকৰো; কিন্তু ৰাজনীতিবিদ-সকলে মৃত্যুদণ্ড দিব বুলি ভয় হয়। অৱশ্যে মৰাৰ ভয়ত মই ভয়াতুৰ নহয়; পিছে মই মৰিলে এই সত্য জগতত কোনেও প্ৰচাৰ কৰিবলৈ সাহস নকৰিব। তই কাৰো আগত বৰ্তমান নকবি। ঠিক নাই; ধৰ্মযাজকসকলে ৰাজনীতিজ্ঞৰ আশ্ৰয় লৈ ছক্ৰেটিছৰ দৰে হেমলক বিষ খুৱাই বধ কৰিব; কাৰণ মই যি সত্য কথা ক'ম, ভণ্ডহঁতৰ স্বাৰ্থত আঘাত কৰিব; আৰু নিজ স্বাৰ্থত আঘাত হ'লে নিশ্চয় মোকো ছক্ৰেটিছৰ লগত থ'ব।"

"ভালে হ'ব, ছক্ৰেটিছৰ দৰে পণ্ডিত বুলি খ্যাতি ৰ'ব।"

"সেইটোৱেইতো ভয়। জানোচা মই জগতত বিখ্যাত হৈ পৰো?"

"কি বিখ্যাত হোৱাৰ কথা কৈছা?"

"মোক এই কাৰণে চৰকাৰে মাৰিলে হঠাতে মই তোমালোকৰ যীশুখৃষ্টৰ শাৰীত উঠি যাম আৰু মোৰ নাম অচিৰে জগতত প্ৰচাৰ হৈ মই জগতত বিখ্যাত হৈ পৰিম?"

"তেতিয়া কি বেয়া হ'ব?"

"তেতিয়া এক শ্ৰেণীৰ বুদ্ধিমানে মোৰ নামত ব্যৱসায় চলাব আৰু বিনা শ্ৰমে আৰামকৈ খোৱাৰ দিহা কৰিব।"

তাই হাঁহি মাৰি কয় — "তোমাৰ লগত আৰু নোৱাৰিছো ককাইদেউ।"

"তই পৰাজয় স্বীকাৰ কৰিছ যদি মোৰ শিষ্যা হ।"

"মই কেনেকৈ তোমাৰ শিষ্যা হ'ম? মই যে মৰা শ খাওঁ?"

"এৰা, তই শ খাবলৈ এৰিব লাগিব।"

"সেইবোৰ বাদ দিয়া; আজি হ'লে তোমাৰ জাতি গ'ল ককাইদেউ।"

"কিয়?"

"তুমি গৰু খোৱা খৃষ্টানৰ বন্ধা ভাত খালা।"

"সকলো জাতি, সকলো ধৰ্ম মাৰিবলৈ বুলি ওলাইছে, তাৰ আকৌ জাতিৰ প্ৰশ্ন কি? বাৰু, গৰুখোৱাৰ হাতে খালে জাতি যায় নেকি?"

"যায়; বিশেষকৈ তোমালোক হিন্দুবিলাকৰ জাতি যায়।"

"হিন্দুৱে জানো গৰু খোৱা নাছিল?"

"হিন্দুৱে গৰু খাইছিল?"

"এৰা, হিন্দুৱে গোমঙহ আৰু সোমৰস অৰ্থাৎ সুৰা পান কৰিছিল। আমাৰ পূৰ্বৰ ঋষিসকলেতো গো-ৰক্ষণ কৰিছিল গো-ভক্ষণৰ কাৰণেই।"

"ক'ত পালা তেনে কথা।"

"মহাভাৰত— পঞ্চম বেদতে আছে।"

"মহাভাৰতত আছে? কি আছে মহাভাৰতত?" তাই বৰ আগ্ৰহেৰে সোধে আৰু ভাতআঞ্জা সাজি মজিয়াৰ টেবুললৈ লৈ আহে। মদনে মজিয়ালৈ আহি ইফাল-সিফালকৈ খোজকাঢ়ি মহাভাৰতৰ শ্লোক আবৃত্তি কৰিব ধৰিলে।

"ৰাজ্ঞো মহানসে পূৰ্বং ৰন্তিদেৱস্য বৈ দ্বিজ।
অহনাহনি বধতে দ্বে সহস্ৰ গবাং তথ্য।
সমাংসং দদতো হ্যন্নং ৰন্তিদেৱস্য নিতাশঃ।
অতুলা কীৰ্ত্তিৰৰবভৱ নৃপস্য দ্বিজ সত্তম।"

— বন পৰ্ব ২০৮-৮-১০

"মহানদী ছৰ্মৰাশে ৰুৎক্লেদাত সংসৃজে যতঃ।
ততশ্চৰ্মৰতীত্যেৱং বিখ্যাতা সা মহানদী।"

— শান্তি পৰ্ব ১৯-২৩

"সাংস্কৃতি ৰন্তিদেৱং চ মৃতঃ সঞ্জয়! শুশ্ৰুম।
আসন দ্বিশত সহস্ৰা তস্য সূদা মহাত্মনঃ।"

— দ্ৰোণপৰ্ব ৬৭। ১-২

গুহান ভ্যাগতান্ বিপ্ৰান্ অতিথীন্ পৰিবেশকাঃ।
তত্ৰ স্ম সূদাঃ ক্ৰোশানি সুমৃষ্টমণি কুণ্ডলা।।

— দ্ৰোণ পৰ্ব ৬৭ ১৭-১৮

সূপং ভূয়িষ্টম শ্ৰীধৱং নাদ্য মাংসং যথা পুৰা।

— শান্তি পৰ্ব ২৭-২৭

ইয়াৰ অৰ্থ, হিন্দুৰ শ্ৰেষ্ঠ ৰজা ৰন্তিদেৱৰ ভোজনশালাত দিনে দুই হেজাৰ কৰি গৰু মৰা হৈছিল। এই গোমঙহ ৰন্ধনকাৰ্যৰ বাবে দুই হেজাৰ বাচনিও ৰখা হৈছিল। পিছে ভোজনশালাত ভোজ খোৱা বামুণ অতিথিৰ সংখ্যা ইমান বাঢ়িল যে শেষত

মঙহৰ নাটনিত জোলকে বেছিকৈ দিবলৈ ৰান্ধনিসকলক বামুণসকলে অনুৰোধ কৰিব ধৰিলে। সেইমতে মঙহৰ জোল বেছি কৰি দি হেজাৰ হেজাৰ বামুণক গোমঙহ ভক্ষণ কৰাই অতিথি সৎকাৰ বনাম ব্ৰাহ্মণভোজ খুৱাইছিল। এই গৰুবোৰৰ চামৰাবোৰ যি ঠাইত থৈছিল তাৰপৰা চামৰাৰ ৰস নিগৰি নিগৰি বৈ গৈ শেষত এটা নদীৰ আকাৰ লৈছিল। দিনে দুই হেজাৰ গৰুৰ চামৰাৰ ৰসতো — কিমান হ'ব অনুমান কৰ। এই নদীটিৰ নাম ৰাখিলে সেইবাবেই চৰ্মণৱতী (চম্বল) যাৰ তীৰত দশপুৰ নগৰত মহাৰাজ ৰন্তিদেৱৰ ৰাজধানী আছিল। সেই যুগত হিন্দুৱে গৰু খোৱা প্ৰথা প্ৰচলিত আছিল।"

"তেন্তে এতিয়া আমাৰ ভাষাত লিখা মহাভাৰতত কিয় তেনে কথা নাই?"

"গুপ্ত যুগত আমাৰ হিন্দু অনুবাদকসকলে এইবোৰ শ্লোক বাদ দি বা তাৰ কদৰ্থ কৰি সংস্কৃতৰ পৰা প্ৰাদেশিক ভাষালৈ অনুবাদ কৰে। গুপ্ত যুগতে ব্ৰাহ্মণ্য ধৰ্মৰ উত্থান হয় আৰু মহাভাৰত, ভাগৱত, পুৰাণ, দৰ্শন, কাব্য আদি গ্ৰন্থবোৰ অনুবাদ কৰা হয়।"

"কিয় তেনেকৈ অনুবাদ কৰিলে?"

"বৌদ্ধ প্ৰভাৱৰপৰা জনতাক মুক্ত কৰি ব্ৰাহ্মণ্য ধৰ্মত লীন যাবলৈ। সেই সময়ত ভাৰতত বৌদ্ধধৰ্মৰ প্ৰবল প্ৰতাপ। বৌদ্ধসকলৰ প্ৰভাৱৰপৰা নিজক ৰক্ষা কৰি ব্ৰাহ্মণ্য ধৰ্মৰ অস্তিত্ব ৰক্ষা কৰিবৰ বাবেই বামুণসকলে নিজৰ সুস্বাদু আহাৰ গোমঙহ আৰু সুস্বাদু পানীয় সোমৰস (সুৰা) পৰিত্যাগ কৰে। কাৰণ বৌদ্ধই গো-মঙহ খায়। সেই দেখি হিন্দু বামুণ অনুবাদকসকলে গো-মঙহ ভক্ষণ নিষেধ কৰি শেষত সেই শ্লোকবোৰকো নিষেধ কৰি পেলালে। হিন্দুৱেতো হেৰ সিদিনা গুপ্তযুগলৈকে গৰু খাইছিল।"

"এইবোৰ কথা তুমি ক'ত পালা?"

"ক'লো দেখোঁ যে হিন্দুৰ পবিত্ৰ মহাকাব্য মহাভাৰততে শ্লোকবদ্ধ হৈ এই কথা লিখা আছে। বেদতো উল্লেখ আছে। মহাকবি কালিদাসেও তেওঁৰ 'মেঘদূত'ত ৰজা ৰন্তিদেৱৰ কীৰ্ত্তি হিচাপে চৰ্মণৱতী গো-হত্যাৰপৰা উদ্ভূত নদীৰূপে বৰ্ণনা দিছে —

"ব্যালম্বেথাঃ সুৰভিতনয়ালম্ভজাং মানয়িষ্যন্
স্ৰোতোমূৰ্ত্ত্যাভুবি পৰিণতাং ৰন্তিদেৱস্য কীৰ্ত্তিম্।

— মেঘদূত ১/৪৫

তাৰ উপৰি ইতিহাসে ইয়াৰ সাক্ষী দিব। তই যদি ইচ্ছা কৰ তেন্তে পণ্ডিত ৰাহুল সাংকৃত্যায়নৰ লেখাবিলাক পঢ়িবি। মানব জাতিৰ ইতিহাসৰ কিছু আভাস পাবি। তেওঁৰ

"ভল্গা সে গংগা" নামৰ গ্ৰন্থতো এই কথাৰ উল্লেখ আছে। আমাৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ গ্ৰন্থতো ইয়াৰ আভাস আছে। পঢ়ি চাবি। ভাৰত বুৰঞ্জীতো আছে।"

"আমি শুনি আহিছো গো-ব্ৰাহ্মণক ৰক্ষা কৰাহে হিন্দুৰ ধৰ্ম; গৰুক পূজা আৰু ব্ৰাহ্মণক ৰক্ষা কৰাহে বোলে হিন্দু ধৰ্ম; এতিয়া তুমি দেখো কিবোৰ কোৱা?"

এনেকৈ প্ৰশ্ন কৰি তাই ভাত সাজি টেবুলৰ ওপৰত থৈ ভালকৈ ঢাকনি দিয়ে আৰু চেয়াৰবোৰ পৰিপাতি কৰি থয়। মদনে এখন চেয়াৰ টান মাৰি আনি বহি লয় আৰামেৰে আৰু তাইকো বহিবলৈ হুকুম কৰে। তায়ো বহে সমুখৰ চেয়াৰখনত। মদনে গহীনভাৱে ক'বলৈ ধৰে —

"মই ঠিকেই কৈছো। গো-ব্ৰাহ্মণক ৰক্ষা কৰা শ্লোক গুপ্তযুগত বামুণেই ৰচনা কৰে। 'গো-ব্ৰাহ্মণ হিতায় চ' এই শ্লোক ৰচনা কৰে বামুণে আৰু ৰজাৰ কৰ্তব্য বুলি অভিহিত কৰি গুপ্ত ৰজাসকলৰ কৰ্তব্য নিৰ্ণয় কৰি দিয়ে। গো-ৰক্ষা আৰু ব্ৰাহ্মণৰ হিত সাধন কৰা ৰজাৰ কৰ্তব্য বুলি শ্লোক ৰচনা কৰি সমগ্ৰ দেশতে প্ৰচাৰ আৰম্ভ কৰি দিলে। গুপ্ত সম্ৰাটসকলেও বুদ্ধিমান বামুণক হাত কৰি সাম্ৰাজ্য চিৰস্থায়ী কৰিবৰ মানসেৰে ইয়াক পালন কৰে। সামন্ত যুগৰ ৰজা আৰু ব্ৰাহ্মণৰ সুবিধাৰ বাবে শ্লোক ৰচি। লিচ্ছবি গণতন্ত্ৰ ভাঙি দি গুপ্তসকলে ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিলে। টেঙৰ বামুণে নিজ স্বাৰ্থ ৰক্ষাৰ বাবে ৰজাৰ পক্ষ ল'লে; বামুণ কবিসকলে পুৰোহিতসকলৰ নিৰ্দেশত ৰজাৰ স্তুতিগীত, গুণ-গান গাই কাব্য ৰচনা কৰিলে যাতে ৰাজশক্তি সবল হয়। তাৰ বিনিময়ত তেওঁলোকে পালে ধন, মান ঐশ্বৰ্য, বিভূতি আৰু সুন্দৰী ৰমণী। কালিদাস তাৰ সাক্ষী। তেওঁ "ৰঘুবংশ" বনাম গুপ্তৰাজবংশ আৰু "কুমাৰ সম্ভৱ" বনাম কুমাৰগুপ্ত কাব্য ৰচনা কৰি গুপ্তৰাজবংশ আৰু গুপ্তৰজাৰ স্তুতিবাদ লিখি দি লাভ কৰিলে ধন-দৌলত, অট্টালিকা আৰু যবন সুন্দৰী কাঞ্চনমালাক। ইফালে পুৰোহিত বামুণসকলে হিন্দুৰ ভিতৰত নানা জাতি সৃষ্টি কৰি প্ৰজাশক্তি দুৰ্বল কৰি ৰাজশক্তি সবল কৰি তুলিবৰ চেষ্টা কৰিলে যাতে ৰজাৰ প্ৰিয়পাত্ৰ হৈ সমস্ত ঐহিক সম্পদ লাভ কৰি আৰামত জীৱন কটাব পাৰে। তেওঁলোকে গুপ্তৰজাসকলক ধৰ্মসংস্থাপক ৰজা বুলি ঘোষণা কৰিলে। ৰজা বিষ্ণুৰ অংশবিশেষ গতিকে ৰাজ আদেশ স্বয়ং বিষ্ণুৰ আদেশ বুলি বিনা প্ৰতিবাদে প্ৰজাই মানিব লাগে এই চেগতে গুপ্তবিলাকেও তেওঁলোক বৈষ্ণব বুলি জাহিৰ কৰিলে। বিষ্ণুমূৰ্তি আৰু মন্দিৰ তৈয়াৰৰ বাবে দেশৰ খেতিয়ক, বনুৱা, দৰিদ্ৰ শ্ৰেণীৰপৰা ধন আদায় কৰিব ধৰিলে— পৰৱৰ্তী যুগৰ মোগল বাদছাহ ছাহজাহান আদিৰ দৰে। সমুদ্ৰগুপ্ত, বিক্ৰমাদিত্যকে আদি কৰি কুমাৰগুপ্তলৈকে

সকলোৱে এই শোষণ কৰি গৈছে। বামুণসকলে ভাৰতৰ বাহিৰৰ শক, যৱন, গুৰ্জ্জৰ, আভীৰ আদি জাতিক ম্লেচ্ছ আখ্যা দি হিন্দুধৰ্মৰ বাহিৰত ৰাখিলে; হিন্দুৰ ভিতৰতো সহস্ৰ জাতিবৰ্ণৰ ভেদ সৃষ্টি কৰিলে। ফলত প্ৰজাশক্তি দুৰ্বল হৈ পৰিল। প্ৰজাশক্তি দুৰ্বল হ'লে ৰাজশক্তি সবল হয়। সেই যুগতো সেয়ে হ'ল। গুপ্তৰজাসকল সৰ্বশক্তিমান হৈ উঠিল, আৰু ইয়াত ইন্ধন যোগালে বামুণে। গতিকে বামুণৰ উপকাৰ কৰিবলৈ ৰজা আগবাঢ়িল। সুবিধা বুজি বামুণেও "গো-ব্ৰাহ্মণায় হিতায চ" শ্লোক প্ৰচাৰ কৰি প্ৰজা শাসন আৰু শোষণৰ জাল তৰি দিলে। সেই যুগত ৰজা আৰু বামুণ একেলগ হ'ল প্ৰজাশাসন আৰু শোষণ কৰাৰ কাৰণে।"

"কিন্তু গৰু নোখোৱাৰ কাৰণ কি?"

"তেতিয়া বৌদ্ধ ধৰ্মৰ প্ৰবল প্ৰতাপ। প্ৰবল পৰাক্ৰান্ত প্ৰতিদ্বন্দ্বী বৌদ্ধক বাধা দিবৰ মানসেৰে ব্ৰাহ্মণসকলে গোমঙহ বৰ্জন কৰিলে। কাৰণ বৌদ্ধই গৰু খায়, গতিকে হিন্দুৱে গৰু খাব নালাগে। বৌদ্ধই গো-ভক্ষণ কৰে গতিকে হিন্দুৱে গো-ভক্ষণ কৰিব নালাগে, যাতে সাধাৰণ মানুহৰ মাজত গৰু খোৱা আৰু নোখোৱা লৈয়ে কাজিয়া হয়। তাৰ উপৰি এক শ্ৰেণীৰ অন্ধ ধাৰ্মিক দুৰ্দান্তৰ সহায়ত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি কৰি নিজৰ সুবিধা কৰি ল'বও পাৰে। এই কাৰণেই বৰ্তমান হিন্দু-মুছলমানৰো কাজিয়া হয়। ইতিহাসে তাকেই প্ৰমাণ কৰে। বৌদ্ধই জাতিবৰ্ণ ভেদ উঠাই দি সকলো মানুহৰে সমত্ব ঘোষণা কৰি "বুদ্ধং শৰণং গচ্ছামি, সংঘং শৰণং গচ্ছামি" বুলি যেতিয়া সকলোকে আহ্বান কৰিলে তেতিয়া যৱন, শক গুৰ্জ্জৰ, আভীৰ আনকি হিন্দুধৰ্মৰ ভিতৰৰ হীনজাতিৰ মানুহবিলাকেও দলে দলে গৈ শৰণ ল'লে বৌদ্ধ ধৰ্মত। এই প্ৰবল সোঁত বন্ধ কৰিবৰ বাবেই নানা ফন্দী পাতিলে। তেতিয়াৰেপৰা হ'ল বামুণ আৰু শ্ৰমণৰ কাজিয়া।"

"আমি ভাবিছিলো যে হিন্দুৱে গৰু নাখায় কাৰণেহে মুছলমানে গৰু খায়; এতিয়া দেখিছো যে বৌদ্ধই গৰু খায় বাবেহে হিন্দুৱে গৰু খাবলৈ এৰিলে। কাজিয়াখন হিন্দু-মুছলমানৰ নহয় — বৌদ্ধ-হিন্দুৰহে?"

"এৰা, গৰু খোৱা কাজিয়াখন হিন্দু-মুছলমানৰ নহয়; বৌদ্ধ আৰু হিন্দুৰহে আছিল। যি সময়ত হিন্দুৱে গৰু খাবলৈ এৰে সেই সময়ত মুছলমান জন্মাই নাই। খৃষ্টীয় পঞ্চম শতিকা মানতে হিন্দুৱে গৰু খাবলৈ এৰে আৰু ষষ্ঠ শতিকাতহে ইছলাম প্ৰৱৰ্তক হজৰত মহম্মদৰ জন্ম হয় (৫৭০ খৃঃ)। আৰবত যেতিয়া ইছলাম ধৰ্ম প্ৰচলন হয় তেতিয়া ভাৰতৰ সম্ৰাট হৰ্ষবৰ্দ্ধন আৰু কামৰূপৰ অধিপতি কুমাৰ ভাস্কৰবৰ্মা। গতিকে

মুছলমানৰ লগত হিন্দুৰ গোমঙহ্ খোৱাৰ কোনো সম্পৰ্ক নাই বৰং আল-কোৰাণৰ 'আলবাকাৰা' ছুৰাৰ মতে মুছলমানে কিয় গৰু খালে তাৰহে এটা কাহিনী আছে।'

"কি কাহিনী?"

"আল-কোৰাণত আছে —

'ওৱাত্তা খাজা কাওমু মুছা' মিম বা'দিহী মি হুলিই-ইহিম ইষলান যাছাদাল্লাহ খুৱাৰুণ। হজৰত মুছাৰ লোকসকলে তেওঁৰ অনুপস্থিতিত, নিজৰ অলংকাৰ আদি ভাঙি গো-বৎস বিগ্ৰহ পূজাৰ আয়োজন কৰিছিল — ছুৰত আল-আৰাফ, ৭ ঃ ১৪৮ ঃ প্ৰাচীন বেবিলনীয় পদ্ধতিত ইহুদীসকলে এক আল্লাৰ তাওহিদ (অদ্বৈতবাদ) পৰিত্যাগ কৰি গো-পূজা (Bull-worship) — স্বৰ্ণ গো-বৎস বিগ্ৰহ পূজা (Golden calf or the Red Heifer) আৰম্ভ কৰি মুছাক ইজৰাইলৰপৰা খেদি দিলে মিছৰলৈ। আচলতে ইহুদীৰ ধৰ্মশাস্ত্ৰ "তাওৰাহ" (Torah) আৰু আল-কোৰাণ মতে এই গো-পূজা নিষেধ, কাৰণ বিগ্ৰহ পূজা মানে তাওহিদ (অদ্বৈতবাদ) বিৰোধী। সেইবাবে মুছাই মানা কৰাত তেওঁক খেদি দিয়ে পূজাৰী ইহুদীবিলাকে। মুছাই কৈছিল যে "স্বৰ্ণ-গো-বৎস বিগ্ৰহ" পূজা নকৰি বৰং এই বিগ্ৰহ আল্লাৰ নামত কোৰবাণী (ত্যাগ) কৰিবহে লাগে। নবী মুছাৰ বাক্য এই গো-পূজাৰ প্ৰত্যাহ্বান স্বৰূপ। সেয়ে গো-পূজাৰ পৰিবৰ্তে অদ্বৈতবাদৰ আহ্বানস্বৰূপ ছুৰা "আল-বাকাৰা" বোলা হৈছে। "বাকাৰা" মানে গৰুৰ কোৰবানিৰ আন এটি অৰ্থ — বলি। এয়ে হ'ল মুছলমানে গৰুখোৱা কাহিনী। এই কথা আমাৰ তৈয়বউল্লা চাহাবৰ "উন্মূল কোৰাণতে" পাবি এঘাৰ পৃষ্ঠাৰ তফছিৰত। পঢ়ি চাবি।"

এনেতে ঘামি-জামি আহি ৰামচৰণে বাহিৰত মাত লগালে —"বাইদেউ, পানী দে।"

ভায়েকৰ মাত শুনি তাই মাত দিলে —"অ ৰামচৰণ আহিছ? আহ ভিতৰলৈ?"

তাই বাহিৰলৈ ওলাই আহি তাক গা-ধুবৰ বাবে পানী আৰু গামোচা যোগাৰ কৰি দিলে। ৰামচৰণে ছেণ্ডেল খুলি, কাপোৰ খুলি গা-ধুবৰ বাবে সাজু হ'ল। তাকে দেখি বায়েকে মাত লগালে —

"আজি কিয় ইমান পলম হ'ল ৰামচৰণ? এতিয়া প্ৰায় দুটাই বাজিল।"

আজি বহুত গ্ৰাহক আহিছিল বাইদেউ; বহুত ছাইকেল ভাল কৰিব লগা হ'ল: পলম হৈ গ'ল।"

"সোনকালে গা ধুই আহ। ভাত সাজি থৈ আছো। আজি ককাইদেৰো আহিছে।"

"কোন? কাকতি ককাইদেউ?"

"হয়।"

"কেতিয়া আহিছে?"

"পলম হ'ল। বাৰু তই গা-ধুই আহ; মই মজিয়াৰ টেবুলত ভাত সাজি থৈছো।"

"বাৰু।"

ভাই ভিতৰ সোমাই যায়। সি খৰ-ধৰ কৰি গা ধোৱে। বায়েকৰ কলেজ বন্ধ কাৰণে আজি সি পলম কৰি আহিছে।

বয়স তাৰ কম, মাত্ৰ পোন্ধৰ-যোল্ল বছৰ মান হ'ব; কিন্তু কামত সি পাকৈত। চাইকেল মেৰামতি কৰা দোকান এখন দিছে। সি নিজে ছাইকেল মেৰামতি কৰে। দোকানখন বহুৱাবৰ আজি এবছৰ মাত্ৰ হ'ল। সি বেছ ধুনীয়া কৰি দোকানখন সজাইছে। সি পাইজামাটো সোলোকাই ধুবৰ বাবে বায়েকলৈ দলি মাৰি দি চাবোন ঘহি গা-ধুবলৈ ধৰিলে। সি কথা খুব কম কয়, কিন্তু কাম বেছি কৰে। সি গা-মূৰ ফণিয়াই আহি মজিয়াৰ চেয়াৰত বহিল। এনেতে ভিতৰ চোতালৰপৰা মদন সোমাই আহিল। ৰামচৰণ অহাৰ লগে লগে মদনে কথা বন্ধ কৰি বাহিৰ ওলাই আহে আৰু প্ৰস্ৰাৱ কৰিবৰ বাবে অলপ দূৰলৈ যায়। প্ৰস্ৰাৱ কৰি হাত ধুই আহি কিছু সময় জিৰাই তেওঁ যেতিয়া ঘৰলৈ আহে তেতিয়া ৰামচৰণ আহি টেবুলৰ কাষত বহিছে। তাক দেখি হাঁহি মাৰি সুধিলে — আজি বহুত পলম কৰিলি ৰামচৰণ? তোৰ ভোক লগা নাই?

"পলম অলপ হ'ল ককাইদেউ।"

"বাৰু ভাত খা।"

সি ভাতৰ থালখন ওচৰলৈ আনি খাবলৈ আৰম্ভ কৰে।

"মই ভাত খাওঁ ককাইদেউ?"

"খা। মই বহুত আগতেই খাই উঠিছোঁ।"

এনেতে বায়েকে আহি মদনক কয় —"তুমি ইমান বকিছা ককাইদেউ, বোধহয় ভাগৰ লাগিছে। মোৰ বিছনাতে অলপ বিশ্ৰাম কৰাগে। মই বিছনা জোকাৰি চাফা কৰি থৈ আহিছো। তোমাৰ আৰু ৰামচৰণৰ কাপোৰবিলাক মই ধোওঁগে। তুমি অলপ সময় বিশ্ৰাম কৰাগে।"

"নাই, তোৰ বিছনাত শুব নোৱাৰি।"

"কিয়?" ভাই সোধে হাঁহি মাৰি।

"ছোৱালীৰ বিছনাত শুলে টোপনি নাহে। জগতৰ গোন্ধতেল আৰু পাউডাৰ,

চে'ন্টৰ গোন্ধত মোৰ টোপনি নাহে।"

তাই ইতিমধ্যে কাপোৰত চাবোন দিবৰ বাবে চাবোন ডোখৰ হাতত লৈছিল সুধিলে — "তেন্তে কিহত আহে?"

"পায়খানাৰ গোন্ধত?" ঢেক্-ঢেক্কৈ হাঁহি কয় মদনে।

তাই হাঁহি মাৰি ওলাই আহি কয় —"পায়খানাৰ গোন্ধত শুব পাৰিনে মানুহ পলায়হে?"

"পলালে দেখো গুৱাহাটী চহৰখন শূন্য হৈ পৰিব?"

তাই বাহিৰলৈ আহি কাপোৰত চাবোন সানিব ধৰে আৰু কয় আদেশৰ সুৰত —"তুমি তাৰপৰা গুচি আহা ককাইদেউ। তাত বকিব নালাগে। সি ভাত খাবলৈ বহিছে; ঘিণ কৰিব তোমাৰ ঘিণ লগা কথা শুনিলে। ইয়ালৈ আহা আৰু তোমাৰ এই বান্দীজনীৰ আগতে যি কোৱা তাকে কোৱা আহি।"

তাই ঠিকেই কৈছে, ৰামচৰণে ঘিণ কৰিব পাৰে। গতিকে তেওঁ তাৰপৰা উঠি আহি তাইৰ কাষত এখন টুলত বহি হাঁহি হাঁহি ক'লে —"তই মোৰ বান্দী নহয় —শিষ্যাহে।"

"এই নাস্তিকটোৰ মই শিষ্যা হ'বলৈ যাম কিয়! সোনকালে নবৌ এজনী আনি শিষ্যা কৰি লোৱাগৈ; মোক নক'বা।"

"তোমাৰ ভাগ্যত নবৌৰেৰা নাই ৰোজ, পালে কেতিয়াবা পুৰনি বৌৰেৰা পাবা।" তেওঁ হাঁহি ঠাট্টা কৰে। তাই হাঁহি হাঁহি কাপোৰত চাবোন মৰি কয় —"মুখখন যে কোনে স্রজন কৰিছিল। মাই গড্। ইমান কথা ক'ব পাৰে এইজনে!"

"মোক্ স্রজন কৰোতে তোমালোক খৃষ্টানৰ গড্, মুছলমানৰ আল্লা আৰু হিন্দুৰ ঈশ্বৰ তিনিও লগ লাগি একেলগে কৰিব ধৰিছিলা; পিচে তিনিওৰো কাজিয়া লাগিল আমাৰ পঞ্চশীল আৰু সহ-অবস্থানৰ দৰে তেওঁলোকৰো সহ-মিলনৰ দশা হ'ল। ফলত তিনিও তিনিটা মত দিলে। পিছে কাৰো মতৰ লগত কাৰো মত নিমিলা হ'ল। তেতিয়া আমাৰ, এউ. এন. অ'ৰ. মিটিং মতাৰ দৰে শীৰ্ষসন্মিলন আহ্বান কৰিলে। প্ৰথমে গডে ক'লে, "সন্মিলনখন 'হেভেন'ত হ'ব লাগে, মই সমস্ত যোগাৰ-পাতি দিম।" আল্লাই ক'লে, 'মিটিংখন বেহেস্ত'ত (জান্নাত)হে হ'ব লাগে কাৰণ মই বৰ্তমান তাত স্বাস্থ্যৰ উন্নতিৰ বাবে বাস কৰি আছো।" ঈশ্বৰে মাত লগালে, 'মেলখন স্বৰ্গত' হ'ব লাগে কাৰণ তাত দৰকাৰ হ'লে পৰী-অপেচৰী আপোনালোকক যি লাগে তাকে মই যোগান ধৰিব পাৰিম। ইতিমধ্যে মই উৰ্বশী, মেনকা, ৰম্ভা, মিশ্ৰকেশী আদি

অপেচৰীসকলক আনিবলৈ স্বৰ্গাধিপতি ইন্দ্ৰলৈ 'ফোন' কৰিছো। গতিকে মিটিংখন স্বৰ্গত হ'ব লাগে।" এনেকৈ তৰ্কা-তৰ্কি কৰি থাকোতে মোৰ বৰ খং উঠিল আৰু খণ্ডতে মই নিজে তৈয়াৰ হ'লো আৰু এই তিনিওজনক ধমক দিলো —"তোমালোক কেনে ৰকমৰ ভদ্ৰলোক হে? মিছাকৈ মোক জুলুম কৰি মাৰিছা? মই তোমালোকৰ কথা নুশুনো। তেতিয়া তিনিও ভদ্ৰলোক হতবাক হৈ মোৰ ফালে চাই থাকিল। শেষত গডে ক'লে —"সৰ্বনাশ! ই পৃথিৱীলৈ নিজ ইচ্ছামতে তৈয়াৰ হৈ গ'ল, ই নিশ্চয় পৃথিৱীত গৈ 'এটম বোম' 'হাইড্ৰোজেন-বোম' এনে ৰকমৰ কিবা এটা 'বোম' হ'ব। কুৰি শতিকাত ইয়াৰ বাবেই পৃথিৱীৰ আমাৰ শিষ্যসকলৰ মাজত সন্ত্ৰাস আৰম্ভ হ'ব।"

তেওঁৰ পিছত আল্লাই ক'লে —"তেতিয়া পৃথিৱীত শান্তি সন্মিলন পাতিব লগা হ'ব।"

ঈশ্বৰে ক'লে —"নিৰস্ত্ৰীকৰণৰ ব্যৱস্থা নকৰিলে শান্তি সন্মিলন ব্যৰ্থ হ'ব। বাৰু দেখা যাওক কি হয়।"

এনে ৰকমে মোক দেখি ঈশ্বৰ, আল্লা, আৰু গডে ভয় পাই গ'ল। গতিকে মোক কোনে স্ৰজন কৰিব? মই নিজে স্ৰজিত।"

তেওঁৰ কথাত তাই হাঁহি ৰাখিব নোৱাৰিলে। খিল্-খিল্কৈ হাঁহি দি ক'লে —

"আৰু পায়খানাৰ গোন্ধত মানুহ পলালে গুৱাহাটী চহৰ জনশূন্য হ'ব কিয়?"

গুৱাহাটী মানে কি? গুৱাহাটী অৰ্থাৎ পায়খানাৰ ময়লাব পাৰা। তই দেখা নাই? গুৱাহাটীত বাস কৰিও ক'ব নোৱাৰ? গুৱাহাটীত চব্বিশ ঘণ্টাই কেনেকুৱা ময়লাৰ গোন্ধ। ৰাস্তাৰে মানুহ যাব নোৱাৰি — অহৰহ ময়লাৰ গোন্ধ। পায়খানাৰ ময়লাৰ গোন্ধ। বুৰঞ্জীয়ে গুৱাহাটীৰ উৎপত্তিৰ বিষয়ে যিয়ে নকওক মই হ'লে কওঁ ইয়াৰ নাম গুৱহাটীহে। গতিকে পায়খানাৰ গোন্ধ বাদ দিব লাগিলে গুৱাহাটী বাদ দিব লাগিব আৰু গুৱাহাটীৰপৰা মানুহ গ'লে গুৱাহাটী জনশূন্য মৰিশালিৰ দৰে হ'ব।"

অৱশ্যে কৰ্তৃপক্ষই 'ছেনিটেৰী লেট্ৰিন' কৰি নিদিলে বাস্তৱিকতে গুৱাহাটী গুহাটীতে পৰিণত হ'ব। পিছে ইমানবোৰ কথা চোবাব নালাগে; ভাল দ'ৰাজন হৈ শুই থাকাগৈ। মই কাপোৰখিনি মেলি দিয়ে গৈছো।"

এনেকৈ কৈ তাই কাপোৰবোৰ আঁটি মেলি দিয়ে বেৰত। মদন লাহে লাহে আহি ঘৰৰ ভিতৰ সোমাল। ইতিমধ্যে ৰামচৰণৰ খোৱা হৈছিল। ৰামচৰণৰ বিছনা মজিয়াতে আৰু বায়েকৰ বিছনা তাৰে কাষৰ কমত। দুয়োখন বিছনা কিন্তু দেখা-দেখি; কাৰণ কমৰ দৰ্জা নাই। দুয়োখন বিছনা ওচৰা-উচৰি। মদন আৰু ৰামচৰণ দুয়োজনে বিচনাতে

গেট পেলাই মুখামুখিকৈ কথা পাতিব আৰম্ভ কৰিলে।

"তোৰ কাম কেনে চলিছে ৰামচৰণ?"

"কাম খুব পাইছো ককাইদেউ; কিন্তু কিবা-কিবি বস্তুৰ কাৰণে মই বৰ অসুবিধাত পৰিছো। ষাঠিটামান টকা পালে ভাল ৰকমে কাম কৰিব পাৰিলোঁহেঁতেন।"

"তোৰ এতিয়া দিনত কিমানকৈ মিলে?"

"পাঁচ টকামান হয়।"

"বৰ ভাল হৈছে।"

"সৰঞ্জামখিনি আনিব পাৰিলে আৰু লাভ কৰিব পাৰিলোঁহেঁতেন। ককাইদেউ, দিনে দহ টকা মান আয় কৰিব পাৰিলোহেঁতেন। উলুবাৰীত ইঞ্জিনীয়াৰিং অফিছটো থকাৰ বাবে যথেষ্ট মানুহ ছাইকেলেৰে আহে।"

"ভাল কথা। বাৰু, মাত্ৰ ষাঠি টকা হ'লে তোৰ হ'ব?"

"হ'ব। মোৰ হাতত বিশ টকা মান আছে। বাইদেউৰ হাতত দিয়া নাই।

"আচ্ছা। তই ষাঠি টকা পাবি।"

এনেতে কাপোৰ ধুই আহি ৰোজ ঘৰত সোমায় আৰু এওঁলোক দুয়োকো মেল কৰি থকা দেখি সোধে —"তোমালোক শোৱা নাই ককাইদেউ? মেল মাৰি আছা যে দুয়ো?"

"দিনত যদি শুইয়ে কটাব লাগে তেন্তে কাম কৰিম কেতিয়া?"

"এতিয়ানো কি কাম কৰিছা? মেল মাৰি থকা জানো কাম?"

"মেল মৰা কাম নহয়? কামৰ দিহা কৰাৰ বাবে কৰা মেল কামেই।"

"মেল কৰি কথা কৈ থকা আৰু কাম হ'ব কেনেকৈ? যদি কাম কৰিব লাগে তেন্তে মোৰ দৰে কাপোৰ ধোৱাগৈ, ভাত ৰান্ধাগৈ।"

"ভাত ৰন্ধা, কাপোৰ ধোৱা আদি যেনে কাম, কথা কোৱাটোও তেনে কাম; নহ'লে পাৰ্লিয়ামেণ্ট বা এছেম্ব্লীত মেম্বাৰ সকলে কাম কৰে নে মেল কৰে? কথা কোৱা যদি কাম নহয় তেন্তে কিয় স্বাধীন ভাৰতৰ ৰাইজৰ প্ৰতিনিধি কৰি লোকসভা আৰু বিধানসভাবোৰলৈ সদস্য পঠায়; লগতে দৰমহাও দিয়ে? কথা কোৱা এটা ডাঙৰ কাম। জগতত ডাঙৰ কাম কৰা বুলি ডাঙৰ মানুহ বোলোৱা লোকসকলে হাতেৰে কাম কৰি ডাঙৰ হোৱা নাই, মুখেৰে কৈহে ডাঙৰ মানুহ হ'ব পাৰিছে। কাম কৰা লক্ষণ সাধাৰণ মানুহৰ; কথা কোৱা লক্ষণ ডাঙৰ মানুহৰ — অসাধাৰণ মানুহৰ। বাৰু, ভালেই হৈছে; তুমি কাম কৰা। বোৱা এতিয়া চাহ কৰি আনাগৈ।"

"এতিয়াই চাহ লাগিব?"

"এতিয়া কেইটা বাজিল জান? প্ৰায় চাৰে তিনি। যোৱা, কাম আছে মোৰ।"

তাই ঘড়ীটোৰ ফালে চাই ক'লে —"উহ ইমান বেলি হ'ল। বাৰু।" তাই পাকঘৰলৈ খোজ লয়। কেট্‌লীৰ পানী গৰম হৈয়ে আছিল। তাই চাহ বনালে। কিছু সময় পিছত চাহ লৈ তাই ওলাই আহিল। দুয়োৰো আগত চাহ দি ক'লে —"কথা কোৱা ডাঙৰ মানুহক চাহ দিছো; অনুগ্ৰহ কৰি খাওক।"

হাঁহি মাৰি মদনে চাহ পিয়লা তুলি লৈ ক'লে — "সাধাৰণ মানুহৰ কাম হ'ল তৈয়াৰ কৰা, আৰু ডাঙৰ ডাঙৰ মানুহৰ কাম হ'ল উপভোগ কৰা। বাৰু, দে।"

হাঁহি হাঁহি তিনিও চাহ খায়। চাহ খাই থাকোতে মদনে কয় —"ৰোজ, ৰামচৰণক টকা ষাঠিটা দেচোন।"

তেওঁৰ আদেশ পাই তাই বিনা প্ৰতিবাদে উঠি গ'ল আৰু টকা ষাঠিটা আনি ৰামচৰণৰ হাতত দিলে। তাইৰ পিছত মদনক সুধিলে —- "বাকীখিনি।"

"তোৰ কলেজৰ ফিজ।" গহীনভাৱে কয় মদনে আৰু চাহ খায়।

"তোমাৰ চোলাটো যে ছিৰিছে?" তাই তেওঁৰ ছিৰা চোলাটোলৈ আঙুলিয়াই দিয়ে।

"মোৰ চোলাটো ছিৰিছে, তোৰ মূৰৰ বিষ উঠিল কিয়?"

"তুমি, ছাৰ্ট নিকিনিলে মই কলেজত ফিজ নিদিও।"

"তেন্তে এটা ব্লাউজ আৰু এটা ছাৰ্ট।"

"মোৰ ব্লাউজ আছে।"

"আছে কিন্তু পুৰণি হৈছে।"

"পুৰণি হ'লেও চলিব পাৰিম।"

"বিপদ আছে।"

"কি বিপদ।"

"পুৰণি মলিন ব্লাউজ দেখিলে বাটৰ মানুহে সাহ পাব।"

"কি সাহ পাব?"

জোকাবলৈ সাহ পাব। মলিয়ন পোছাক পিন্ধি গ'লে চহৰৰ ছোৱালীক জোকাবলৈ ৰাস্তাৰ গুণ্ডাই সাহ পায় আৰু এক শ্ৰেণীৰ ভদ্ৰলোকেও মন কৰে।"

"আৰু তোমাৰ ছিৰা চোলা দেখিলে?"

"ভয় কৰে আৰু ভাল পায়।"

"কেনেকৈ?"

"আমাৰ গাত লেতেৰা পোছাক দেখিলে ভদ্ৰলোকে ভয় কৰে গুণ্ডা বুলি ভাবি আৰু গুণ্ডাইঁতে ভাল পায় সিহঁতৰ এজন সংগী বুলি ভাবি।"

"ছিঃ যি পায় তাকে কয়। তুমি চোলা নল'লে মই ব্লাউজ নলওঁ।" তাই দৃঢ়ভাৱে কয়। তাইৰ কথাৰ গাম্ভীৰ্য দেখি তেওঁ সন্মতি প্ৰকাশ কৰে।

"বাৰু, ব'ল্ ফাঁচী বজাৰলৈ। দুয়োৰে দুটা কিনিম।"

"বাৰু।"

তাৰ পিছত চাহ-তাহ খাই ৰামচৰণ তাৰ ছাইকেল মেৰামতি কৰা দোকানখনলৈ গ'ল আৰু মদন আৰু বায়েক বজাৰলৈ ওলাল। দুয়ো ৰিক্সাৰে গৈ আছে। এনেকৈ যাওঁতে ৰোজৰ আজি দুবছৰ আগৰ কথা মনত পৰিল। ই এটা কৰুণ কাহিনী — বেদনাৰ ইতিহাস। এদিন এনেকৈয়ে তাই পাঞ্জাবী এজনৰ লগত ফুৰিছিল আৰু কানি-কাপোৰ কিনিছিল। সৌ শিখ মন্দিৰটিলৈ আহি দুয়ো একেলগে প্ৰাৰ্থনা কৰিছিল যাতে দুয়োৰো জীৱন সুখী হয় — দুয়োৰো কেতিয়াও বিচ্ছেদ নহয়। এদিন সেই ডাঠীয়া দেখনিয়াৰ শিখজনে তাইক কিমান মৰমেৰে বুকুৰ মাজত সুমুৱাই লৈ চুমা খাইছিল। মটৰ গাড়ীত উঠি হাৱা খাই ফুৰিছিল। প্ৰথমে যেতিয়া তাইহঁতৰ মাটিখিনি মটৰৰ মহাজন শিখজনে কিনি লয় আৰু সেই মাটি বেচা টকাৰে বৰ্তমান তাই থকা ঘৰটি সজাই দিয়ে তেতিয়া তাইৰ বিধৱা মাকে ভবা নাছিল যে এই ঘৰটি সজাই দিয়াৰ সুযোগ লৈ তেওঁলোকৰ সৰ্বনাশ কৰিব। মহাজনে তেওঁলোকৰ মাটিবিঘা কিনি বিৰাট মটৰ কাৰখানা খুলি দিলে। জাকে জাকে আহিল লৰী, বাছ, ফাষ্টক্লাছ টেক্সি ইত্যাদি কত কি; পালে পালে আহিল ড্ৰাইভাৰ, হেণ্ডিমেন। ডেকা, দুষ্ট শিখ ড্ৰাইভাৰৰ চকু পৰিল সহজ সৰল কছাৰী গাভৰু ৰমলাৰ ওপৰত। অহেতুক অনুগ্ৰহ আৰু প্ৰাণঢলা প্ৰেমৰ চানেকি দাঙি ধৰিলে। মাক, জীয়েক, পুতেক তিনিওৰো খৰচ প্ৰায়ে বহন কৰিব ধৰিলে। হোজা কছাৰিণীয়ে দুষ্ট পাঞ্জাবী ড্ৰাইভাৰৰ মতলব ধৰিব নোৱাৰি সদ্য যৌৱনা জীয়েকৰ লগত হলি গলি লগাই দিলে। যৌৱনৰ প্ৰথম ঢলত নাৰীমন পাতল, চঞ্চল আৰু স্পৰ্শকাতৰ হৈ থাকে। সুযোগ গ্ৰহণ কৰিলে ড্ৰাইভাৰে। তাই তেতিয়া ক্লাছ নাইনৰ ছাত্ৰী। পাণবজাৰৰ ছোৱালী হাইস্কুলত পঢ়ে। বৰষুণৰ বতৰত বাট বেয়া হ'লে মটৰেৰে আনি থৈ যায় ড্ৰাইভাৰে। ক্ৰমে ক্ৰমে ঘনিষ্ঠতা গঢ়ি উঠে; পিছত সদায় মটৰেৰে আনি পাণবজাৰত থৈ যায় সৰলা কছাৰী ছোৱালী। শৰীৰত বৈ আছে মংগোলীয় তেজৰ মিশ্ৰিত কণিকা। সবল সুস্থ স্বাস্থ্য। অমিয়া সনা মাত। নাক, চকুৰ গঠন ককেছিয়ানৰ দৰে দেখনিয়াৰ নহ'লেও মুখৰ লাৱণ্য আৰু দেহৰ

কমনীয় কান্তিয়ে সহজে যাৰে তাৰে দৃষ্টি আকৰ্ষণ কৰিব। তাইৰ ফুটন্ত যৌৱনৰ অংগশোভা দেখি সি মুগ্ধ হ'ল। অকল মুগ্ধই নহ'ল — তাৰ প্ৰাণে এই ৰূপত অৱগাহন কৰিবলৈ আকাংক্ষা কৰিলে। সি ক্ৰমে আগবাঢ়ে তাইৰ মনৰ তলিলৈ। তাৰ হাতৰ মৃদু পৰশ মাজে মাজে তাই পিঠি আৰু বাহুত অনুভৱ কৰে মটৰৰ পৰা নমাই দিওঁতে। লাহে লাহে সি আগবাঢ়ে। তায়ো অনুভৱ কৰে। ইচ্ছা কৰে পুৰুষৰ হাতৰ পৰশ। শিহৰণ উঠে; পুলক জাগে। দিন গৈ আছে মানে তাই অজ্ঞাতেই তাৰ কাষ চাপি আহে। তাৰ পইচাৰে তাই কাপোৰ কিনে, চকলেট খায়, ছিনেমা চায়। এবছৰ এই উপচাৰ চলাৰ পিছত হঠাৎ এদিন গধূলি তাই ভুল কৰি পেলালে। তাৰ প্ৰৰোচনাত তাই নিজক পাহৰি গ'ল। তাৰ ছলাহী কথাত তাই ভোল গ'ল। তাৰ পিছত তাই তাৰ হাতত দেহ এৰি দিলে। সিদিনাৰে পৰা দুয়োৰে অৱস্থা স্বামী-স্ত্ৰীৰ পৰ্যায়ত উঠে। হঠাৎ এদিন দুয়ো শিখ মন্দিৰলৈ আহিল। এনেভাৱে কেইমাহমান যোৱাৰ পিচত মাকৰ চকুত পৰে জীয়েকৰ গাত মাতৃত্বৰ লক্ষণ বিদ্যমান! মাকে সন্দেহ কৰে। পেৰি পেৰি সোধে। প্ৰথমে অস্বীকাৰ কৰিছিল কিন্তু শেষত স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। তাইৰ গাৰ অৱস্থা চাই তাইক স্কুললৈ যোৱা বন্ধ কৰি দিলে। সেইবেলি তাই পৰীক্ষা দিয়া বন্ধ কৰিলে। কেইমাহমান পিছতে এদিন ড্ৰাইভাৰে তাইক ছাত্ৰীবাৰীলৈ নি প্ৰসৱ কৰালে। কিন্তু এই সৰলা বালিকা কছাৰী দুহিতাৰ চৰিত্ৰত কলংকৰ কালিমা সানি থৈ সেই শিখ সন্তানে জন্মৰ লগে লগে ধৰাধাম ত্যাগ কৰিলে। যেতিয়া ছাত্ৰীবাৰীৰ হস্পিটেলৰ পৰা ৰমলাক অনা হয়, তেতিয়া তাইৰ শৰীৰ ভাঙি পৰিছে; কিন্তু মনত এটা সান্ত্বনা যে এতিয়াও সি তাইক পৰিত্যাগ কৰা নাই। মাকে তাক বিয়া কৰাবলৈ ক'লে। শেষত সি তাইক গ্ৰহণ কৰিলে। তাইহঁতৰ তাতে তাক ঘৰ দিয়া হ'ল। দুয়ো আহি শিখ মন্দিৰত এইবাৰ স্বামী-স্ত্ৰীভাৱে সেৱা কৰিলে।

দিন গৈ থাকিল।

ক্ৰমে ক্ৰমে দুয়োৰো ভিতৰত খাত-খুত কাজিয়া আৰম্ভ হ'ল। সি মদ খাই আহি যি পায় তাকে বকে। টকা পইচা নিদিয়ে। মাজে-সময়ে মাৰে। তাই সহ্য কৰি যায়। তিৰোতা মতাৰ ভিতৰত কাজিয়া লাগেই। তিৰোতাই গিৰিয়েকৰ দুই-এটা কিল খোৱা একো অস্বাভাৱিক নহয় বুলি তাই সান্ত্বনা লভে।

হঠাৎ এদিন মাকৰ কলেৰা হৈ মৃত্যু হ'ল। মাকৰ মৃত্যুৰ পিছত তাই আৰু বায়েকৰ একমাত্ৰ অৱলম্বন হ'ল গিৰিয়েক। দুমাহমান ঘৰৰ খৰছ দিয়াৰ পিছত তাৰ বিৰক্তি আহিল। ইতিমধ্যে শোক-তাপ আৰু অৰ্থকষ্টৰ বাবে তাইৰ শৰীৰ ভাঙি পৰিল। খৰছৰ

অভাৱত ভায়েকৰ পঢ়া বন্ধ কৰিলে। সেই তেৰ বছৰীয়া কোমল বালকক এজন ছাইকেল মেকাৰৰ তাত চাকৰ থোৱা হ'ল। তাক ছাইকেল মেৰামতি কৰা কাম শিকিবলৈ কোৱা হ'ল।

কিছুদিন পিছত এদিন ৰাতি ড্ৰাইভাৰ ঘৰলৈ নাহিল। ৰমলাই উদ্বিগ্ন মনে চাই ৰ'ল ওৰে ৰাতি জানোচা ক'ৰবাত মটৰ দুৰ্ঘটনা হ'ল। সি মদপী লোক। একো ঠিক নাই। তাইৰ টোপনি নাহিল। পিছদিনা বাট চালে, নাই। তাৰ পিছ দিনা— তাৰ পিছ দিনা— নাই — নাই — নাই। ড্ৰাইভাৰৰ একো খবৰ নাই। ৰমলা কান্দি উঠিল। ভায়েকক পঠাই দিলে মহাজনৰ ঘৰলৈ। সি গ'ল।

মহাজনৰ ঘৰত গৈ খবৰ কৰি জানিব পাৰিলে যে ড্ৰাইভাৰে চাকৰি ইস্তফা দি দেশলৈ গুচি গৈছে। তাৰ মাক-বাপেকে বোলে তাৰ বিয়া পাতিছে। সি আকৌ ফিৰি আহিবনে নাহে সোধাত মহাজনে ক'লে —"তাৰ আৰু অহা মতলব নাই। সি বিয়া কৰাই দেশতে ৰৈ যাব।" কথা শুনি ৰামচৰণ বজ্ৰাহত হৈ গ'ল। কান্দি কান্দি ফিৰি আহিল।

ঘৰত আহি বায়েকৰ আগত সকলো কথা খুলি ক'লে। ড্ৰাইভাৰ আৰু ফিৰি নাহিব বুলি কোৱাৰ লগে লগে ৰমলা ফেকুৰি উঠিল। তাইৰ মুখৰ অৱস্থা চাব নোৱৰা হ'ল। বগা, ধুনীয়া চেপেটা মুখখন কেহ্‌ৰাজৰ ৰসৰ দৰে হৈ গ'ল। তাই একো নামাতি বিছনাত পৰিলগৈ আৰু পাৰে মানে কান্দিলে। কান্দি কান্দি তাই ৰাতিটো কটাই দিলে। পিছদিনা দেখা গ'ল যে তাইৰ আৰু আগৰ ৰূপ, লাৱণ্য নাই— চেহেৰা নাই। তাইৰ উজ্জ্বল নোদোকা চেহেৰা অনুজ্জ্বল, শেঁতা হৈ গৈছে; হৃষ্টপুষ্ট দেখনিয়াৰ চেহেৰা ক্ষীণ আৰু মলিন হৈ গৈছে। তাই নীৰৱভাৱে দৈনন্দিন কাম কৰি গ'ল। বোধহয় ইয়াক তাই ভাগ্য বুলি ধৰি ল'লে।

এনেভাৱে চলে প্ৰায় দুমাহ। তাৰ পিছত হাতৰ পইচা শেষ। বাধ্য হৈ তাই মটৰ গেৰেজৰ হেড্‌মিস্ত্ৰী এটাৰ পৰা অলপ টকা ধাৰলৈ ল'লে। ধাৰৰ টকাৰে কেইদিন চলিব পাৰি? তাইৰ অৱস্থা 'পুনৰ মূচিক ভৱ' হ'ল। ভায়েকে দৰমহা পোৱা হোৱা নাই। তাই বাধ্য হৈ গিৰিয়েকৰ বন্ধু আন পাঞ্জাবী ড্ৰাইভাৰ এজনক টকা ধাৰলৈ খুজিলে। সি দহ টকা এনেয়ে দিলে। তাৰে চলিল কেইদিনমান। আকৌ আগৰ দৰে। একো উপায় নাপাই অলংকাৰবোৰ বিক্ৰি কৰি দিলে। তাৰে চলিল কেইমাহমান। আৰু নাই। এতিয়া কি কৰিব? ইমান দিনে তাই কিন্তু ভাবি আছিল যে সি নিশ্চয় ফিৰি আহিব, কিন্তু ইমান দিনৰ পিছতো একো খবৰ বাতৰি নিদিয়া দেখি তাই জানিব

পাৰিলে যে সি আৰু ফিৰি নাহে। তাই এইবাৰ হতাশ হৈ গ'ল। তাই পাৰে মাত্ৰ কান্দিলে বিধবা তিৰোতাৰ দৰে। তাইৰ কোনো নাই। নিজৰ অওহী-বওহী সকলে ঘিণ কৰে; নাহে; আনকি তাইক উপহাস কৰে। তাইৰ জাতি গৈছে। ধৰ্ম গৈছে। তাই অস্পৃশ্য! তাই দুচ্চৰিত্ৰা — কলংকিনী। নিৰুপায় হৈ আকৌ তাই সেই ড্ৰাইভাৰ জনকে লগ ধৰিলে। লাজ কাজ এৰি আকৌ টকা ধাৰলৈ খুজিলে। সি প্ৰশ্ন কৰিলে —"ধাৰলৈ যে খুজিছা বাৰু ধাৰ শুজিবা কেনেকৈ? সিতো আৰু নাহে। সি তোমাক এৰি দিছে। নতুনকৈ আমাৰ শিখৰ ছোৱালী এজনী বিয়া কৰাইছে। পঞ্জাবত। গতিকে তোমাক ধাৰ দিলে শুজিবা কেনেকৈ?"

তাই তাৰ কথা শুনি তলমূৰ কৰি গুচি আহে।

ইকাণ-সিকাণ কৰি তাইৰ অৱস্থাৰ কথা বহুতৰে কাণত পৰিল। ড্ৰাইভাৰ আৰু হেণ্ডিমেনসকলে বুজিলে যে এই অৰ্থনৈতিক দুৰ্যোগত ৰমলাক কিছু সস্তা দামত পোৱা যাব। ওচৰতে এনে এটা সুযোগ থকাত সিহঁতৰ ভিতৰত আলোচনা হৈ গ'ল। ভালেই হ'ল। সিদিনা ৰাতি দহোটামান বজাত ড্ৰাইভাৰে আহি মাত লগালে —

"ৰামচৰণ।"

"কোন", ৰামচৰণে বাহিৰ ওলাই মাত দিয়ে।

"মই ভগতসিং", ড্ৰাইভাৰে পৰিচয় দিয়ে।

"অ আপুনি! আহক বহকহি।" সি চিনি পাই বহিবলৈ কয়। চেয়াৰ এখন আনি দিয়ে। ভগতসিং বহে। তাৰ পিছত লাহে লাহে সোধে —"ভাত খাইছ নে?"

ৰামচৰণে অলপ ইতস্ততঃ কৰে —"ভাত.....।"

"বুজিছো। বাৰু বায়েৰক মাতচোন।"

সি বায়েকক মাতে। ৰমলাই কিবা এখন কিতাপ পঢ়ি আছিল; ভগত সিঙৰ পিছৰ কথাষাৰ কাণত পৰিল। তাই ওলাই আহিল —

"অ' আপুনি আহিছে? বহক।"

"হয়, মই আহিছো।" তাৰ পিছত জেপৰ পৰা দহ টকীয়া নোট এখন উলিয়াই দি ক'লে — "নিয়া এই দহ টকা। খোৱাৰ দিহা কৰাগৈ।"

তাই প্ৰথমে নোটখন লোৱা নাছিল কাৰণ ইয়াৰ ধাৰ শুজিব কেনেকৈ? পিছত ল'লে; ভাবিলে, পিছত কিবা কৰি শুজিব লাগিব; বৰ্তমান জীয়াই থাকিব পাৰিলে পিছত কিবা এটা কৰা যাব। এই বুলি ভাবি ল'লে। তাই ইমান সহজে টকা লোৱা দেখি তাৰ মনত ধাৰণা হ'লে যে অৱস্থা অনুকূল। সিহঁতৰ উদ্দেশ্য পূৰণ হ'ব। তায়ো

বোধকৰো পেটে পেটে তাকেহে ভাবি আছিল। সেই বাবে তাৰ ওচৰলৈ টকা ধাৰলৈ লবলৈ গৈছিল। ধাৰ মানে পৰিশোধ কৰিব নলগা ধাৰ। সি মনে মনে এনেকৈ ভাবিলে। তাৰ পিছত ক'লে —"মই এতিয়া যাওঁ। এই টকাৰ ধাৰ শুজিব নালাগে। দৰকাৰ হ'লে আকৌ অলপ-অচৰপ দিম। ক'বা। সিদিনাৰ কাৰণে মোৰ বৰ লাজ লাগিছে। বেজাৰ নাপাবা।"

"মই একো বেজাৰ নাপাওঁ।"

"বাৰু, এতিয়া মই যাওঁ। তোমালোকে খোৱা-লোৱাৰ দিহা কৰা।"

এনেকৈ অযাচিতভাৱে ধন দান কৰাত ভগত সিঙৰ প্ৰতি ৰমলাৰ শ্ৰদ্ধা জন্মিল। সি, যি কি নহওক, সকলো পাঞ্জাবী একে নহয়। এওঁৰ অন্ততঃ এখনি হৃদয় আছে। নিজৰ মনতে ধন্যবাদ দি বিদায় দিলে আৰু মাজে মাজে খবৰ-পাতি কৰি থাকিবলৈ অনুৰোধ কৰিলে। সি সন্মতি জনাই সিদিনাৰ কাৰণে বিদায় মাগিলে। সিদিনাৰে পৰা ভগত সিং ৰমলাহঁতৰ ঘৰলৈ আহে, টকা দিয়ে; চাহ খায়; গল্প কৰে। ক্ৰমে ক্ৰমে তাৰ অহা-যোৱা ঘন হয়। তাৰ লগত দুই-চাৰিজন বন্ধুও আহে সময়ে-অসময়ে। কিন্তু এইবাৰ ৰমলাৰ মন শিলৰ দৰে টান। কোনেও লৰাব পৰা নাই।

ক্ৰমে দিন গৈ আছিল। এদিন গধূলি মদ খাই আহি ভগত সিঙ ৰমলাৰ ঘৰলৈ আহিল আৰু দহটকীয়া নোট তিনিখন দিলে। ৰমলাই সিদিনাৰ দৰে ৰাখিলে। টকা দি উঠি ভগৎ সিঙে ক'লে—"টকা মানুহে এনেয়ে নিদিয়ে। মই টকা দিয়াৰ অৰ্থ নিশ্চয় বুজিছা। গতিকে....।"

তাৰ এই অসৎ ইংগিতত তাইৰ গা জিকাৰ খাই উঠিল। আজি কি কথা কয় ভগত সিঙে? তাই কিছুপৰ নিস্তব্ধ হৈ থাকিল। এনেতে আৰু দুজন ড্ৰাইভাৰ আহি পালে। এজন হিন্দুস্থানী, আনজন নেপালী। দুয়ো আহি ভগতসিঙৰ কাষত থিয় হৈ সুধিলে —"কিমান দেৰী?"

সিহঁতেও মদ খাই আহিছে। ৰমলাৰ ভয় লাগিল। আজি সৰ্বনাশ, ইফালে ইমান ৰাতিলৈও ৰামচৰণ আহি পোৱা নাই। কি বিপদ! তাই নাজানে যে ৰামচৰণক ইতিমধ্যে ছিনেমা দেখুৱাবৰ বাবে হেণ্ডিমেন কেইজনৰ লগত পঠাই দিছে।

সিহঁত দুটা আহি পোৱাত ভগৎ সিঙে তাইৰ ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু ৰমলাৰ কাষলৈ গৈ ক'লে — "তুমি এনেকৈ সদায় আমাক ঠগি আছা। আমি কিয় আহো আৰু কিয় টকা দিওঁ তুমি কিবা বুজা নাইনে? আজিৰপৰা কোনো কষ্ট নহয়; মাহে মাহে আমি তিনিও তিনিকুৰি কৰি দি থাকিম। তুমি মজা মাৰি খাই থাকিবা।

তুমি সন্মত আছানে?”

এইবাৰ ৰমলাৰ খং উঠিল। এক পাষণ্ডই তাইৰ নাৰী জীৱনৰ সকলো সম্পদ হৰণ কৰি সৰ্বনাশ কৰি পলাই গ'ল; আৰু আজি আহিছে এই শ্ৰেণীৰে পশু তিনিটা। তাইৰ অতিপাত ঘৃণা উপজিল এই পুৰুষ জাতিটোৰ ওপৰত। খঙৰ কোবত তাই তাৰ মুখতে দহটকীয়া নোট তিনিখন মাৰি দি ক'লে —“নে তোৰ টকা। মোৰ ঘৰৰ পৰা এই মুহূৰ্তে ওলাই যা পাষণ্ডহঁত। মোক তহঁতে কিবা ৰাজহুৱা বেশ্যা যেন পাইছ নেকি? আঁতৰ হ।”

তাইৰ খঙৰ ভমক দেখি সিহঁত অলপ থমকি ৰ'ল। কিন্তু ভগত সিং এলা পেচা লোক নহয়। সি জানে যে নাৰীয়ে প্ৰথমে বেয়া পথত নামোতে তেনেকুৱাই কৰে; কিন্তু পিছত সেই নাৰীয়ে শত শত পুৰুষৰ জহান্নামৰ ৰাস্তা খোলা কৰি দিয়ে। আনকি সুবিধা পালে অন্য নাৰীকো কল-কৌশল কৰি এই পথত প্ৰবৃত্ত কৰায় ঈৰ্ষাবশতঃ। গতিকে প্ৰথম ধমক চম্ভালি নিব পাৰিলে আৰু দ্বিতীয়বাৰ চেষ্টা চলাব পাৰিলে কাম হাচিল। সি হাঁহি মাৰি ক'লে —“ৰামচৰণক চিনেমালৈ পঠাইছো। কোনো দিগদাৰ নাই। একো ভয় নকৰিবা।”

“ওলা কুকুৰ, মোৰ ঘৰৰপৰা এই মুহূৰ্তে।” — এই বুলি কৈ চকু ৰঙা কৰি বাঢ়নীপাট হাতত লৈ খেদি আহিল তাই।

“তহঁতক মই বাঢ়নীৰে কোবাম। আঁতৰ হ কুকুৰহঁত।”

এইবাৰ ভগত সিঙে খংভাৱে ক'লে —

“তেন্তে ইমান দিনে দিয়া টকাবিলাক ফিৰাই দে। এতিয়াই দে। মুহূৰ্তে দে। এনেয়ে টকা দিছিলো নেকি? দে টকা দে?” সি আগবাঢ়ি টকা সাধিবলৈ যায়।

“এৰা, আমাৰ টকাবোৰ দে।” এই বুলি কৈ বাকী দুজনেও ঘৰৰ ভিতৰলৈ সোমাই যায়। তাকে দেখি ৰমলাৰ ইমান খং উঠিল যে বাঢ়নীপাটেৰে মাৰিলে কোব ভগত সিঙৰ গালত। কোব খাই ভগত সিঙে সিংহৰ দৰে জঁপিয়াই পৰিল নিঃসহায় হৰিণ সদৃশ ৰমলাৰ ওপৰত। সি তাইক সাবটি ধৰি বগৰাই ল'বৰ বাবে আপ্ৰাণ চেষ্টা কৰিলে — “চালি বিশ্বাসঘাতিনী.....।”

সি তাইক হেচি ধৰিলে। বাকী দুজনে দুৱাৰ মুখত থিয় হৈ পহৰা দি থাকিল জানোচা কোনোবা আহে। এইবাৰ একো উপায় নাপাই ৰমলাই চিঞৰি দিলে — “বোপাইহঁত ঐ; কোন ক'ত আছ মোক ৰক্ষা কৰ। ডকাইত। ডকাইত।”

ডকাইত বুলি চিঞৰা ওচৰৰ মানুহে শুনিলে কিন্তু ডকাইতৰ ভয়ত কোনো

আগবাঢ়ি নাহিল। চহৰত দিনে-ৰাতি কিমান যে কাণ্ড হৈ থাকে তাৰ লেখ নাই। কাৰ ঘৰৰ ভিতৰত কি ঘটে কাষত থকা ঘৰেই গম নাপায়। কেতিয়াবা কেতিয়াবা এনেকুৱা কাণ্ড একোটি হয় যে কাষৰ মানুহ ঘৰৰ মানুহ মৰে অথচ ওচৰৰ ঘৰে একো গম নাপায়। পিছদিনা বাতৰি কাকত পঢ়িহে জানিব পাৰে যে সেই দুৰ্ঘটনা হোৱা পৰিয়াল হ'ল তেওঁৰে কাষৰ ঘৰত থকা মিষ্টাৰ ফুকন বা মিষ্টাৰ চৌধুৰী। এনেকুৱা পৰিস্থিতিত বাস কৰি চহৰবাসীয়ে কাৰো খবৰ কোনেও নাৰাখে আৰু কিবা হ'লেও নুশুনা ভাও ধৰি কটাই দিয়ে। তাতে ৰমলাই ডকাইত বুলি চিঞৰিছে। কোন মৰিবলৈ যাব ডকাইতৰ আগলৈ। যাৰে যি হয় তাকে হওক, নিজৰ ঘৰ ঠিক থাকিলেই হ'ল— এনে মনোভাৱ লৈ ঘন বসতিপূৰ্ণ জনবহুল গুৱাহাটী যেন ঠাইত বসতিশূন্য জনপ্ৰাণীহীন অৰণ্যত বাস কৰাৰ দৰে বাস কৰে চহৰবাসী। ৰমলাই আৰু কি সহায় আশা কৰিব পাৰে? তাই চিঞৰি থাকিল, কিন্তু কাৰো সহাৰি নাই।

ওচৰতে এটা মেছত কিছুদিনৰ পৰা বাস কৰিছিল মদন কাকতি। সিদিনা সেই সময়ত তেওঁ পঢ়ি আছিল সাংখ্য দৰ্শন। শ্ৰীৰাধানাথ ফুকনৰ অনুবাদ সাংখ্যা-দৰ্শনৰ এই শ্লোকটো পঢ়ি ভাবি আছিল —

"হেতুমদনিত্যম ব্যাপি সক্ৰিয়মনেকমাশ্ৰিতং লিঙ্গম্।
সাবয়বং পৰতন্ত্ৰং ব্যক্তং বিপৰীতম্ ব্যক্তম্।।"

জগতত পদাৰ্থ দুটা — এটা ব্যক্ত আৰু আনটি অব্যক্ত। ব্যক্ত হ'ল কাৰ্য আৰু অব্যক্ত তাৰ কাৰণ। কাৰণ নোহোৱাকৈ জগতত কোনো কাৰ্য হ'ব নোৱাৰে। সকলো কাৰ্যৰ কাৰণ আছে। কিন্তু কাৰণৰ আকৌ কাৰণ কি? বিশ্ব ব্ৰহ্মাণ্ডৰ গ্ৰহ, নক্ষত্ৰ, তৰা, জীৱ, জন্তু আদি কৰি সকলোবোৰ সত্ত্ব, ৰজঃ, তমঃ এই তিনি গুণৰ কাৰ্য। এই কাৰ্যৰ যি কাৰণ সি কিন্তু নিজে কাৰণহীন বুলি কৈছে। সাংখ্যৰ 'অব্যক্ত' আৰু বেদান্তৰ 'ব্ৰহ্ম' একে অৰ্থৰে শব্দ বুলি কয় গৌৰপাদে। এই অব্যক্তই প্ৰকৃতিৰ আদি অৱস্থা। এই আদি অৱস্থাকে তেন্তে হিন্দুৱে ঈশ্বৰ বুলি কয় নেকি? বোধহয় ব্যাসদেৱে গীতাত এই প্ৰকৃতিৰ আদি অৱস্থা অব্যক্তকে শ্ৰীকৃষ্ণ ৰূপ দি অৰ্জুনৰূপী ব্যক্ত পদাৰ্থ আমাক জ্ঞান দিছে —

"ময়া ততমিদং সৰ্ব্বং জগদব্যক্তমূৰ্ত্তিনা।
মৎস্থানি সৰ্ব্ব ভূতানি চ চাহং তেস্বৱস্থিতঃ।।"

মূলতঃ তেন্তে সকলো এক? সকলো অভেদ? ভেদ দেখোঁ সকলো ক্ৰিয়াশীল বস্তুৰ পৰিণামৰ ফল স্বৰূপেহে। ব্যক্ত অনেক কিন্তু অব্যক্ত এক। সেইবাবে বোধহয়

ঈশ্বৰ এক বুলি কৈছে। কিন্তু সাংখ্যৰপৰা দেখা গ'ল যে ঈশ্বৰ নিষ্ক্ৰিয় বা নিৰ্গুণ। গতিকে এই হেতুহীন, নিষ্ক্ৰিয় আৰু নিৰ্গুণ ঈশ্বৰে বাৰু আমাক কি কৰিব?" আমাক একো নকৰে। কাৰণৰ পৰা কাৰ্য হ'ল কাৰ্যৰ পৰা পৰিণাম। গতিকে পৰিণাম আপুনি হৈ থাকিব; তাক আমি বেছি কৰিবও নোৱাৰো আৰু বাধা দিবও নোৱাৰো। বিশ্বব্ৰহ্মাণ্ডৰ শক্তিৰ ক্ৰিয়াৰ পৰা কাৰ্য আৰু কাৰ্যৰ পৰা পৰিণাম চলিয়ে থাকিব, আমি লৌকিক ক্ষেত্ৰত তাৰ একো কৰিব নোৱাৰো। আমাৰ আচাৰ-নীতি, ধৰ্মাধৰ্ম অৰ্থহীন। আমি নিঃসহায়। এনেকৈ নিঃসহায় ভাব আৰু উদাসীন চিন্তা কৰি থাকোতে হঠাৎ কাণত পৰিল কোনোবা নাৰীৰ আৰ্তস্বৰ। তেওঁ কিতাপখন টেবুলৰ ওপৰত থেকেচা মাৰি থৈ বাহিৰ ওলাই আহিল। বাহিৰত কেইজনমান মানুহে দোকানৰ আগত থিয় হৈ ক'ব ধৰিছে — "শিখৰ ঘৈণীয়েকক শিখে নিব আহিছে; চিএৰি মৰে কিয় এইজনীয়ে?"

মদনৰ মনত কৌতূহল জন্মিল। আগবাঢ়ি গ'ল। তেনেতে দোকানৰ আগত জুম বান্ধি থকা মানুহ কেইজনমানে ক'লে — "নাযাব বাবু, পাঞ্জাবী শিখবিলাক বৰ সাংঘাতিক। মাৰি পেলাব।" মানুহ বিলাকৰ এনে ভয় বিহ্বল উক্তি শুনি তেওঁৰ বৰ খং উঠিল; ক'লে —"কাপুৰুষ?" তাৰ পিছত হাতত ডেগাৰখন আৰু চিৰসংগী লোৰ তিনিসিৰীয়া মাৰিডাল লৈ তেওঁ ভো ভো কৈ সোমাই গ'ল ৰমলাহঁতৰ ঘৰলৈ। তেওঁ যোৱাত মানুহৰ মাজৰপৰা কোনোবা এজনে কৈ উঠিল —"এইবাৰ গ'ল আচল গুণ্ডাটো। এইবাৰহে কিবা এটা ঘটিব।"

মদনে দেখিলে দুৱাৰ মুখত দুজন থিয় হৈ বাট আগুৰি আছে আৰু ভিতৰত এজনে ৰমলাৰ লগত যুঁজি আছে। ৰমলা অস্থিৰ হৈ পৰিছে। তাইৰ মাত ক্ষীণ হৈ আহিছে। ভাগৰত ফোঁপাব ধৰিছে; এক চেপাতে তাইক দাঙি নি বিছনাত পেলাই দিলে গৈ আৰু সেই নৰৰূপী পশুটিয়ে তাৰ পশুবৃত্তি চৰিতাৰ্থ কৰিবলৈ উদ্যত হ'ল। ৰমলাৰ অস্থিৰ, দুৰ্বলদেহে তাক বাৰণ কৰিব নোৱাৰি লেউ সেউ হৈ পৰি থাকিল। এনে সময়তে মদনে দুৱাৰমুখলৈ গৈ গৰ্জন কৰি উঠিল —"খবৰদাৰ! কোন তহঁত? তৎক্ষণাৎ বাহিৰ ওলা নহ'লে খতম হ'বি।"

তাৰ ধমক শুনি ইহঁত দুটাই গৰ গৰাই উঠিল —"তুম কৌন হো?" ইহঁতৰ এনে সাহস দেখি মদনৰ অতিপাত খং উঠিল । তেওঁ চকু ৰঙা কৰি কৈ উঠিল — "তুম লোগোকে যম হ্যায়।" এনেকৈ কৈ তেওঁ লোৰ মাৰিডাল ঠিক কৰি ল'লে। ইহঁতেও ধমক দি উঠিল —"খবৰদাৰ? হামলোক হিন্দুস্তানী পাহলৱান হ্যায়,

চমজা? জান টুট জায়েগা।"

মদনৰ আৰু সহ্য নহ'ল। ৰাগ কৰি দাঁত চেপি কৈ উঠিল — "তুম হিন্দুস্তানী পহলৱান হো? হম অসমীয়া গুণ্ডা হ্যায়। নিকাল যাও।" তেওঁ হাতেৰে ইংগিত দিয়ে আঁতৰিবলৈ। কিন্তু সিহঁতে তেওঁক তাচ্ছিল্য কৰি উৰাই দিয়ে —"আৰে চলো আচামী গুণ্ডা। নহীত মৰ জায়গা!" —

মদনে এইবাৰ একো নামাতি লোৰ মাৰিডালেৰে হিন্দুস্তানীজনৰ মূৰতে এটা পূৰ্ণহতীয়া কোব শোধালে— "মৰ চালা।" এটা অঘাততে সি বাগৰি মাটিত পৰিল। মূৰত বিষম আঘাত পালে। এনেতে নেপালীজনে তেওঁক আক্ৰমণ কৰিবলৈ চোঁচা ল'লে। মদনে অতি ক্ষীপ্ৰ গতিৰে গৈ তাৰ পেটত ডেগাৰখন বহুৱাই দিলে। নেপালীজনে তলপেটত ডেগাৰৰ আঘাত পাই মাটিতে বহি পৰিল। হো হোঁকৈ তাৰ পেটেৰে তেজ ব'বলৈ ধৰিলে। সি পেটত হাত দি কোনো ৰকমে চোতাললৈ আহিল আৰু তেজ বন্ধ কৰিবলৈ হাতেৰে পেটত হেঁচি ধৰিলে। দুই পালোৱান দুটা আঘাততে ঠাণ্ডা হৈ গ'ল। এই চেগতে মদনে ঘৰৰ ভিতৰত প্ৰৱেশ কৰিলে। ঘৰৰ ভিতৰ সোমাই তেওঁ বিচূৰ্তি খালে। যি দেখিলে তাক বৰ্ণাব নোৱাৰি। এটা যেন মৰাশৰ ওপৰত পৰি সেই পাষণ্ডই তাৰ জঘন্য পশুবৃত্তি চৰিতাৰ্থ কৰিব ধৰিছে। পৃথিৱীৰ মানুহৰ পশুবৃত্তিৰ কি জঘন্য নিদৰ্শন। মানুহ ভিন্ন কোনো পশুৱে কিন্তু ইমান তললৈ নমা প্ৰকৃতি জগতত কোনেও ক'তো দেখা নাই। তেওঁ আৰু মুহূৰ্তও পলম নকৰিলে। ক্ষুৰধাৰ ডেগাৰৰ মুঠিত জোৰেৰে মুঠিমাৰি ধৰি শৰীৰৰ সৰ্বশক্তি প্ৰয়োগ কৰি মাৰিলে হান তাৰ পিঠিত — "মৰ পশু।"

"আহ!" বুলি ভগত সিঙে এক্কেজাপে ৰমলাৰ ওপৰৰ পৰা উঠি মাটিত থিয়হৈ মদনক আক্ৰমণ কৰিব ধৰোতে মদনে তাৰ মুখতে মাৰিলে ঘোচা। ঘোচা খাই সি মজিয়াত বাগৰি পৰিল, আৰু আৰ্তনাদ কৰি উঠিল —"ৰামলাল।" তাৰ আৰ্তনাদত দোকানৰ মানুহবিলাক আগবাঢ়ি আহিল। ইতিমধ্যে হিন্দুস্তানী আৰু নেপালীজনে মদনক পুনৰ আক্ৰমণ নকৰি প্ৰাণ লৈ পলাল। ভগত সিঙেও প্ৰাণপণে চেষ্টা কৰি কথমপি উঠি মাৰিলে লৰ। ৰক্তাক্ত দেহেৰে গৈ কাষতে থকা সিহঁতৰ মটৰ কাৰখানাত উঠিল গৈ। তাৰ ৰঙা তেজৰ দাগ ৰমলাহঁতৰ মজিয়াত থাকি গ'ল। সিহঁত যোৱাৰ পিছত দোকানৰ মানুহ দুই-চাৰিটা সোমাই আহিল। বিপদ সাৰি যোৱাত সহায় কৰিব আহিছে। চহৰৰ মানুহে এনে ৰকমৰ সহায়কে প্ৰায় জগ পায় ওচৰ চুবুৰীয়াৰ পৰা। তেওঁলোকৰ দুই-এজনে আহি ঘটনাৰ কিছু গম পাই ক'লে —"চালা, এই ড্ৰাইভাৰ

কেইটাৰ উৎপাতত মানুহ ৰ'ব নোৱৰা হৈছে। ইহঁত বৰ দুশ্চৰিত্ৰৰ।" সিহঁতৰ অৱৰ্তমানত নিৰাপদ জানি কেইজনমানে সাহস পাই দপ্ দপাই উঠিল —"চালা, মদপীহঁতক ইয়াৰ পৰা খেদিব লাগে। আমাৰ মান ইজ্জৎ নষ্ট কৰিলে।" এনে হুকমৰ কিছুমান নিষ্ফল আস্ফালন কৰি সিহঁতে লাহে লাহে ঘৰৰ ভিতৰ সোমাল।

তেতিয়া মদনে ৰমলাক মূৰত তেলপানী দি বিচিব ধৰিছে। তাইৰ চেতনা লোপ পাইছিল। শাৰীৰিক পীড়ণ আৰু মানসিক আঘাতৰ হেঁচাত তাইৰ শৰীৰ আৰু মন অৱশ হৈ মূৰ্চ্ছা ভাব হৈছে। কানি-কাপোৰবোৰ ঠিক কৰি দি তাইক সুস্থিৰভাৱে শুৱাই দি মদনে বিচি আছে শিতানত বহি। মুখেৰে একো কোৱা নাই। মানুহ দুজনে ভিতৰ সোমোৱাত ড্ৰাইভাৰহঁতে আক্ৰমণ কৰিব অহা বুলি ভাবি তৎক্ষণাত লোৰ মাৰিডাল ডেগাৰখন হাতত লৈ থিয় হ'ল। তাকে দেখি মানুহ দুজন ভয়তে পিছুৱাই আহিল। কিজানি মাৰেই? ভয়তে সিহঁতে মজিয়াৰপৰা মাত লগালে —

"কি হৈছে কাকতি বাবু?"

তেওঁ মাত বুজিব পাৰিলে যে এওঁলোক দোকানী মানুহ — ড্ৰাইভাৰহঁত নহয়। তেওঁ ডেগাৰ আৰু লোৰ মাৰি থৈ বিৰক্তিৰ সুৰত উত্তৰ দিলে —"কিয় লাগে।"

মদন কাকতিক উলুবাৰীত সকলোৱে চিনে আৰু ভয় কৰে। এই শিক্ষিত, ভদ্ৰ অথচ গুণ্ডা প্ৰকৃতিৰ মানুহজনক মানুহে পেটে পেটে ভয় কৰে যিমান, মুখত ভদ্ৰ ব্যৱহাৰ কৰে সিমান। মদনে তেওঁলোকৰ ব্যৱহাৰ জানে। বিপদৰ সময়ত আঁতৰি থাকিব আৰু বিপদ পাৰ হৈ গ'লে আগবাঢ়ি আহি সহানুভূতি দেখুৱাই আপোন হৈ পৰিব। বাঘ মাৰিবলৈ যোৱাত এই শ্ৰেণীৰ মানুহ সদায় পিছত; কিন্তু বাঘ মাৰি আনিলে নখ, দাঁত, ছাল কঢ়াত এওঁলোক সকলোতকৈ আগ। এই টেঙৰ শ্ৰেণীৰ মানুহেই সংসাৰত অধিক। চহৰত এই শ্ৰেণীৰ সংখ্যা আৰু অধিক। এওঁলোক সুবিধাবাদী। এওঁলোকে প্ৰায়ে চেগ চাই, সুবিধা বুজি ধনী হোৱা শ্ৰেণীৰ লোক। মদনে এই শ্ৰেণীৰ মানুহক ঘৃণা কৰে। তেওঁ তাচ্ছিল্যৰ সুৰত ক'লে — "কি হৈছিল সুধিব নালাগে, কেৱল বৰ্তমান কি হৈছে তাৰ ব্যৱস্থা কৰা।"

মদনৰ এনে উপহাস মিশ্ৰিত উত্তৰত তেওঁলোকে সেমেনা-সেমেনি কৰিব ধৰিলে। এজনে লাজত পৰি মাত লগালে —

"পুলিছত খবৰ দিয়া ভাল হ'ব।"

এজনে ক'লে —"পুলিছত খবৰ পিছতো দিব, বৰ্তমান ডাক্তৰ অনা ভাল।"

মদনে উত্তৰ দিয়ে উদাসীনভাৱে —"যদি কৰ্তব্যবোধ আছে তেন্তে তাকে কৰা।"

এনেতে ৰমলাই অলপ সুস্থবোধ কৰি হাতেৰে 'নালাগে' বুলি ইংগিত দিলে।

"নহয়, ডাক্তৰক দেখুৱাব লাগিব।" কোনো এজনে প্ৰতিবাদ কৰি উঠে।

মদনে লাহে লাহে কয় —"ডাক্তৰ লৈ আহাঁগৈ এজনে; মই পইচা দিম।"

ৰমলাৰ অলপ চেতনা আহিছে। তাই মদনৰ কথা শুনি ক্ষীণ মাতেৰে সুধিলে —"কোন?"

মদনে তাইৰ কাণৰ কাষত লাহেকৈ ক'লে —"মই মদন কাকতি।"

তাই চকু মেলি মদনৰ মুখলৈ চাই ৰ'ল। মদনে তাইৰ মূৰটো পিহি পিহি বৰ মৰম লগাকৈ সুধিলে —"পানী খাবা, ভনীটি?"

ভনীটি বুলি সম্বোধন কৰাত ৰমলা আচৰিত হৈ গ'ল। তাই মদন কাকতিক জানে। ভয়ো কৰে যথেষ্ট। ঘৃণাও কৰিছিল। তাই শুনি আহিছে যে মদন কাকতি এজন গুণ্ডা। বৰ্তমান গুৱাহাটী মহানগৰীৰ শিক্ষিত গুণ্ডাৰ ভিতৰত মদন কাকতি অগ্ৰগণ্য। তেওঁ অতি সাংঘাতিক। যেতিয়াই তেতিয়াই মানুহক হত্যা কৰিব পাৰে। অতি কঠোৰ হৃদয় আৰু ব্যাভিচাৰী লোক। ধৰ্মাধৰ্মৰ বিচাৰ নাই। অথচ তেওঁ আহি মৰম লগা সম্বোধন কৰিছে ভনীটি বুলি? আচৰিত কথা। মানুহ দুজনো চমকিত হৈ গ'ল। যি মদন কাকতিৰ নামত ছোৱালীৰ পৰা বুঢ়ীলৈকে ভয়ত ঘৰৰ ভিতৰ সোমায়, যাৰ কাষত সতী-অসতী সমান, সেই মদন কাকতিয়ে ৰমলাৰ দৰে গাভৰু ছোৱালী এজনীক সম্বোধন কৰিছে ভনীটি বুলি। তেওঁলোক হতবাক হৈ যায় — যেন কিবা এটা নাভুত নাশ্ৰুত কথাহে শুনিলে তেওঁলোকে।

মদনে আকৌ ৰমলাৰ মূৰটো দাঙি ধৰি মৰমেৰে সুধিল —"পানী খাবানে ভনীটি? খোৱা যদি মই আনি দিওঁ।"

"ওঁ" বুলি কৈ তাই তেওঁৰ মুখলৈ চাই উত্তৰ দিয়ে। তেওঁ মজিয়াত থিয় হৈ থকা মানুহ দুজনক আদেশ কৰিলে —"এগিলাছ ঠাণ্ডা পানী আনচোন।"

তেওঁলোকেও লাজত পৰিছে; কিবা এটা কৰিব পালে ৰক্ষা পৰা যেন পায়। মদনৰ আদেশ পাই তৎক্ষণাত কৈ উঠিল — "বাৰু দিওঁ। তৎক্ষণাত আনিম।" এই বুলি কৈ সিহঁতৰ এজন ওলাই গ'ল। মদনে আনজনক সুধিলে —"ডাক্তৰ আনিবলৈ কোনোবা গ'ল নে?"

"হয়, পাণদোকানীজন গ'ল।"

"বাৰু।"

কিছুসময় পিছত আনজনে এগিলাছ পানী লৈ আহিল আৰু মদনৰ হাতত দিলে

—"ধৰক।" মদনে পানী গিলাছ হাতত লৈ মৰম কৰি আলফুলকৈ ৰমলাক ধৰি গিলাছৰ পানী খুৱাই দিলে। তাইৰ গলৰ যেন অলপ আঁত আহিল। মদনে নিজৰ ৰুমালখনেৰে ৰমলাৰ মুখখন মচি দিলে আৰু মূৰত হাত ফুৰাই মৰম কৰি শুৱাই থ'লে। পানীখিনি খাই আৰু মদনৰ এনে অপ্ৰত্যাশিত মৰম পাই তাইৰ প্ৰাণত যেন এটা নতুন শক্তি আহিল। তাই তেওঁৰ মুখলৈ চাই প্ৰশ্ন কৰিলে —

"আপুনি? আপুনি ক'ৰপৰা আহিল?"

"পিছত সকলো কথা গম পাবা; আগেয়ে তুমি সুস্থিৰ হৈ লোৱা।" তাৰ পিছত মানুহ দুজনক আদেশ কৰিলে —"এগিলাছ চৰবৎ আনচোন।" এজনে বাহিৰ ওলাই যাওঁতে ক'লে —"অঁ" অলপ চাহ-মিঠাইও আনিবা। চাহ দোকানীক মোৰ নাম ক'বা, দি দিব।"

"বাৰু।" বাহিৰৰ পৰা উত্তৰ দি মানুহজন যায়গৈ। বাহিৰত কেইজনমান মানুহে মেল কৰি আছিল। সি বাহিৰ ওলাই আহোতে ভিতৰৰ খবৰ সুধিলে। সি যথাযথ উত্তৰ দিলে। মদন কাকতি ঘৰৰ ভিতৰত থকা বাবে লাজতে তেওঁলোক ঘৰৰ ভিতৰ সোমোৱা নাই। খবৰ ভাল বুলি জানি সিহঁত লাহে লাহে আঁতৰি গ'ল কিন্তু যাওঁতে মন্তব্য কৰি গ'ল —"হৰিণাৰ মাংসই বৈৰী; নাৰীৰ ৰূপেই বৈৰী। ক'তো নিস্তাৰ নাই, তাতে অৰক্ষিতা। মজাৰ ব্যাপাৰ।"

"এৰা। এই শ্ৰেণীৰ তিৰোতাৰ খবৰ লোৱাও ভয়ৰ কথা; কাৰণ মানুহে সন্দেহ কৰে; ইফালে ঘৰত পৰিবাৰে গালি পাৰে। গতিকে আমি পাৰ্যমানে এইবোৰৰ পৰা আঁতৰত থাকিবৰ যত্ন কৰো।"

"এৰা পায়, যাৰ যেনে কৰ্ম, তাৰ তেনে ফল হ'বই। মিছাকৈ ছাই ঘহি ক'লা হোৱাৰ লাভ নাই। যিয়ে যেনেকৈ মৰে মৰক।"

এনেকৈ নানা জনে নানা মন্তব্য কৰি ঘৰাঘৰি গুচি গ'ল। অৱশ্যে এইবোৰ কথা মদনক নুশুনাকৈ কৈছিল। ঠাইখিনি ক্ৰমে শান্ত হৈ পৰিছিল।

ইতিমধ্যে চৰবৎ, চাহ-মিঠাই আদি লৈ মানুহজন আহি পালে। মদনে বৰ আদৰ কৰি ৰমলাক চৰবৎ, চাহ-মিঠাই আদি খুৱালে। চৰবৎ আৰু চাহ খোৱাৰ পিচত ৰমলাই গাত কিছু বল পালে। তাইৰ এটা হুমুনিয়াহ আহিল। ঘৃণা আৰু দুখত তাইৰ চকুলো দুধাৰি দুই চকুৰে বাগৰি গ'ল। তাই কান্দি উঠিল! তাইৰ আজি সৰ্বনাশ কৰি গুচি গ'ল দুৰ্বৃত্তহঁতে। মদনে সান্ত্বনা দি চকুলো মচি দিলে। তাৰ পিচত লাহে লাহে তেওঁ তাইক ঘটনাৰ আৰম্ভণি কি আছিল সুধিলে।

ৰমলাই ধীৰে ধীৰে সমস্ত ঘটনা বিবৰি ক'লে; ভগত সিঙে বিছনাত বগৰাই লোৱাৰ পিছত তাইৰ সংজ্ঞা লোপ পোৱা বুলি ক'লে। পিছৰখিনি অৱশ্যে নক'লেও চলে কাৰণ মদনে নিজ চকুৰে দেখিছে। তাইৰ মুখে আগখণ্ড শুনি আৰু নিজ চকুৰে শেষ খণ্ড দেখি ঘটনাটো পৰিষ্কাৰ হৈ ভাহি উঠিল মদনৰ মনত। মজিয়াত থকা মানুহ দুজন ৰমলাৰ কিবা সম্বন্ধীয়; বোধহয় ভাগীৰ মানুহ। কছাৰী। তেওঁলোকে দুখ কৰিলে এই বুলি যে এই কথা শুনাৰ আগ মুহূৰ্তলৈ তেওঁলোকে ঘটনাটো অন্য ৰকমৰ বুলি ভাবিছিল। ঘটনাৰ আদ্যোপান্ত জানি তেওঁলোকে খং কৰি কৈ উঠিল—

"এই চালাহঁতক এশিকনি দিব লাগে।"

ৰমলাই কান্দি কান্দি ক'লে —"মোৰ সৰ্বনাশ কৰিব; মই ক'ত থাকিম! ক'ত ৰক্ষা পৰিম...। উহ্। মোৰ গতি কি হ'ব?

"একো ভয় নাই ভনীটি, মই আছো। ইহঁতৰ দৰে ড্ৰাইভাৰ চাইভাৰক দমন কৰোতে মদন কাকতিৰ বেছি কষ্ট নহয়; মাত্ৰ দুদিন। এদিন 'ৱাৰ্নিং' আৰু আনদিন পিটন। এদিন চাৰিজনমান লগাই দিলেই গুৱাহাটী এৰিব লাগিব! কাইলৈ ৰাতিপুৱা মই মোৰ অফিছত জনাই দিম। এই সপ্তাহৰ ভিতৰত ইহঁত ইয়াৰপৰা যাব লাগিব। পিছে ইহঁতৰ পৰা এই ঘটনাৰ কাৰণে কিমান ক্ষতিপূৰণ ল'ব লাগিব তাক আমাৰ দলৰ মিটিঙত আলোচনা কৰিব লাগিব। বাৰু মই হিচাপ কৰি চাম পিছত।"

এনেকৈ কৈ গহীনভাৱে কাকতিয়ে পুনৰ ক'লে —"তোমাৰ ভায়েৰা কলৈ গ'ল?"

তাই তেতিয়া কিছু সুস্থ হৈছে। উত্তৰ দিলে —"তাক বোলে ছিনেমালৈ পঠাইছে।"

"অ, 'প্লেন' কৰি আহিছে। বুদ্ধি আছে দেখিছো বেটাহঁতৰ। বাৰু এইবাৰ বুদ্ধিৰ পৰীক্ষা কৰিম। ইয়াৰ নাম কি?"

"ভগত সিং।"

"ইয়াৰ কোন কোন আছে?"

"ঘৈণীয়েক, এজনী ডাঙৰ ভনীয়েক আৰু এজন ভায়েক।"

"হঁ।" মদনে মূৰ দুপিয়াই কথাষাৰ হজম কৰে।

মানুহ দুজনে পিচমুখ দি মদনক নেদেখা কৰি চকু টিপিয়া টিপি কৰে। তাৰ অৰ্থ হ'ল এই যে ঘৈণীয়েক নাইবা ভনীয়েক কোনোবা এজনীৰ ফালে আৰু হ'ল' এওঁতো কম শ্ৰেণীৰ লোক নহয়। এই দুৰ্বৃত্তৰ হাতৰপৰা কোনো ৰক্ষা নপৰে। এওঁ মাছ, মঙহ, মদ, বিৰি, চিগাৰেট একো নাখায়; চিনেমা জুৱাখেল আদি একোতে নিচা নাই — নিচা কেৱল খেলা, গান আৰু তিৰোতা। কিযে অদ্ভুত লোক এইজন!

সিহঁতে ভাবে আৰু মনে মনে আলোচনা কৰে।

এনেতে ৰামচৰণ আহি বাহিৰত "বাইদেউ" বুলি মাত দিলে। এইবাৰ ৰমলাই কথমপি বিছনাৰ পৰা উঠি আহিল আৰু তাক মাতিলে, "ৰামচৰণ আহঁছ?"

সি ভয়ে ভয়ে ঘৰ সোমাল। তাৰ ভয় লাগিছে কাৰণ সি বায়েকৰ অনুমতি নোলোৱাকৈ ছিনেমা চাবলৈ গৈছিল। সি ল'ৰা মানুহ; সংসাৰৰ পাক বুজে কি? সি নীৰৱে আহি ঘৰ সোমাল। ঘৰ সোমায়ে দেখিলে ঘৰৰ ভিতৰত ভাগীৰ খুৰাহঁত আৰু গুৱাহাটীৰ বিখ্যাত গুণ্ডা মদন কাকতি। ঘটনা একো বুজিব নোৱাৰি সি হতভম্ব হৈ পৰিল। তাকে দেখি বায়েকে সুধিলে —"তই ইমান ৰাতিলৈ ক'লৈ গৈছিলি দুষ্ট?"

সি ভয়তে তলমুৱা হৈ লাহেকৈ সঁচা কথা ক'লে —"ছিনেমা চাবলৈ।"

"তই এনেকৈ ইমান ৰাতিলৈ ফুৰ মোক নোসোধাকৈ? আজিৰ পৰা যদি আৰু মোক নোসোধাকৈ ক'ৰবালৈ যাৱ তেন্তে তোক চাবি! যা এতিয়া ভাত ৰান্ধি খাগৈ। মোৰ গা অসুখ; ভাত ৰন্ধা নাই।"

সি নীৰৱে গালি সহ্য কৰি গ'ল কাৰণ সি বুজিছে যে বায়েকৰ অনুমতি নোলোৱাকৈ যোৱাটো তাৰ দোষ হৈছে। সি লাহেকৈ ক'লে —"মই হোটেলত ভাত খাই আহিছোঁ। ভাত নাখাওঁ।"

এনেতে ডাক্তৰ আহি পালে। ডাক্তৰ অহা গম পাই মদন ঘৰৰ পৰা ওলাই আহিল আৰু ডাক্তৰক ভিতৰলৈ মাতি লৈ গ'ল। তেতিয়া ৰমলাই মজিয়াত চেয়াৰত বহিছে। মদনে ডাক্তৰৰ আগত সৰু সৰুকৈ সকলো ঘটনা ভাঙি ক'লে। ডাক্তৰে এবাৰ ৰমলাৰ ফালে চাই ল'লে। তাৰ পিছত ৰমলাক পৰীক্ষা কৰি উঠি কিবাকিবি ঔষধ দিলে আৰু ক'লে —"কোনো ভয় নাই। এইবিলাক কামত সাৱধান হ'ব লাগে।" এনেকৈ কিবাকিবি কৈ ঔষধ-পাতি বুজাই দি ডাক্তৰ যাবলৈ ওলাল —"মিষ্টাৰ কাকতি এতিয়া মই যাওঁ, মোৰ এটা 'ছিৰিয়াছ কেছ' আছে। দৰ্কাৰ হ'লে ৰাতিপুৱা মোৰ তালৈ ল'ৰাজনক পঠাব।" এনেকৈ কৈ ডাক্তৰ উঠিল। কাকতিয়ে ক'লে —"কিবা অনিষ্ট হয় যদি....।"

"একো নহয়। মই ঔষধ দিছো। সকলো ঠিক হৈ যাব। সন্দেহ নকৰিব।"

"বাৰু।" মদনে দহটকীয়া নোট এখন পেণ্টৰ মোনাৰপৰা উলিয়াই ডাক্তৰক দিলে। বহুত অনুৰোধৰ মূৰত ডাক্তৰে টকা দহটা নিলে।

ডাক্তৰ যোৱাত মানুহ দুজনে ক'লে —"এতিয়া আমি উঠো ৰমলা। ৰাতি হ'ল;

যাব লাগে। কিবা দৰকাৰ হ'লে খবৰ কৰিবি ৰামচৰণ, আমি আহিম। বাৰু এতিয়া আমি যামনে কাকতি বাবু?"

"যোৱা; তোমালোকৰতো ৰাতি পহৰা দিবলৈ দিল নাই; গতিকে নগৈ কি কৰিবা? নিজৰ বংশৰ নিৰাশ্ৰয়া ছোৱালীজনীৰে দায়িত্ব ল'ব নোৱাৰা। ধিক্ তোমালোকক।"

মদনৰ ভৰ্ৎসনাত লাজ পাই খুৰাকে ক'লে —"মানে—মানে, আমাৰ ঘৰতো কোনো নাই...। গতিকে...।"

"নালাগে খুৰা, যাওকগৈ; মই অকলে পাৰিম। ৰামচৰণ আছে নহয়; আপোনালোকক কষ্ট নিদিওঁ। মই গা ভাল পাইছো যি হবৰতো হ'লেই..... গতিকে মিছাকৈ কষ্ট কৰি কি হ'ব? যাওকগৈ।"

মানুহ দুজনে লাজতে একো মাতিব নোৱাৰিলে। নিজৰ বংশৰ ছোৱালী এজনীৰ এনেখন কান্ড হৈ যোৱাত নিজে নিজে বৰ লাজ পালে। শেষত কিছুসময় নীৰৱে থাকি তেওঁলোক গ'লগৈ।

তেওঁলোক যোৱাৰ পিছত মদনে এখন শ্লিপ লিখি চহী কৰি দি ক'লে —"ৰামচৰণ, তই যা হোটেললৈ। এই চিলিপখন দি ভাত তিনিথাল লৈ আহগৈ।"

"নালাগে। মই ভাত নাখাওঁ; খাই আহিছো।" ৰামচৰণে কয়।

"ময়ো নাখাওঁ। মোৰ ইচ্ছা নাই, ভোকো নাই।" ৰমলাই কয়।

মদনে আদেশৰ সুৰত কয় —"খাবই লাগিব। যা, লৈ আহগৈ ৰামচৰণ।"

তেওঁৰ স্পষ্ট আদেশ পাই ৰামচৰণ সুৰসুৰ কৰি গ'লগৈ। এওঁলোক দুয়ো নীৰৱ। মদনে মজিয়াৰ চেয়াৰত বহি তেজৰ চেকুৰাবোৰ চাই হাঁহি উঠিল —"হাঃ হাঃ বেচ হৈছে! চমৎকাৰ!! ধুনীয়া তেজৰ চেকুৰা।" তেজ দেখি যেন আনন্দ লাগিছে। বোধহয় দুঃশাসনৰ ৰক্তপান কৰোতে ভীমেও তেজ দেখি এনে আনন্দ পাইছিল। শত্ৰুৰ তেজ দেখিলে আনন্দ লাগে বোধহয় অসুৰ প্ৰকৃতিৰ মানুহৰ। প্ৰতিশোধৰ জ্বলন্ত নিদৰ্শন। তেওঁৰ হাঁহি উঠে। ওচৰতে বিছনাত বহি থকা ৰমলাৰ কিন্তু গা শিয়ঁৰি উঠিল। কি দাৰুণ। কি সাংঘাতিক লোক এওঁ। ভাবি ভাবি তাইৰ বুকু কঁপি উঠে।

বহুপৰ দুয়ো নিজৰ নিজৰ চিন্তা কৰি নীৰৱ হৈ থাকিল। কিছুপৰ পিছত ৰামচৰণ ভাত লৈ হাজিৰ হ'ল। সি যন্ত্ৰচালিতৰ দৰে কাম কৰি গৈছে। ঘৰত আজি কি ঘটিছে সি ধৰিবই পৰা নাই। বায়েকৰ কি অসুখ হৈছে সি একো বুজা নাই। ভয়ে ভয়ে সি ভাত আনি টেবুলত থয়। সি অহাত ৰমলা উঠি আহিল আৰু ভাত তিনিসাজ

ঠিক কৰি দিলে। মদনৰ বাবে সৰু টেবুলখনত সাজি দি মাতিলে —“আহক। ভাত আনিছে।”

বিনা প্ৰতিবাদে মদন ভাতৰ পাতত বহে। তেওঁৰ ভোক লাগিছিল। একো নমতাকৈ ভাত খাই উঠে। তেওঁৰ খোৱা হোৱাৰ পিছত ৰমলা আৰু ৰামচৰণেও ভাত খাবলৈ বহিল।

ভাতপানী খাই উঠি তিনিও অলপ সুস্থিৰ অনুভৱ কৰিলে। তিনিও নীৰৱভাৱে বহিছে।

ৰমলাই ভাবিছে মদনক যাবলৈ ক'ব নে থাকিবলৈ ক'ব। ৰামচৰণে ভাবিছে আজি ঘৰত কি ঘটনা হৈছে বায়েকক সুধিব নে নুসুধিব আৰু মদনে ভাবিছে ৰাতি পহৰা দি থাকিলে ৰমলাৰ উপকাৰ হ'ব নে অপকাৰ হ'ব। পহৰা দিলে তাইৰ ভয় আঁতৰিব কিন্তু বদ্‌নাম হ'ব নিশ্চয়, কাৰণ মদন কাকতি সৎমতলবেৰে গ'লেও মানুহে অসৎ বুলি ভাবে। তিনিও এনেকৈ ভাবি থাকোতে ৰমলাই মাত লগালে—“ৰামচৰণ, তই মোৰ বিছনালৈ যা, মোৰ লগত থাকিবি। তোৰ বিছনাখনত তেখেতৰ কাৰণে বিছনা তৈয়াৰ কৰো।

ৰমলাৰ এনে কথাই মদনৰ সিদ্ধান্ত স্থিৰ কৰি দিলে। তেওঁ বুজিলে যে ৰমলাই বদনামৰ ভয়তকৈ মানুহৰ ভয়ক বেছি গুৰুত্ব দিছে। তেওঁ নীৰৱে তলমুৰা হৈ ৰ'ল। ৰমলাই ইতিমধ্যে উঠি গৈ ৰামচৰণৰ বিছনাখন ভালকৈ পাৰি দিলে। তাৰ পিছত ক'লে — “আহক শোৱকহি। মোৰ বাবে আজি বৰ কষ্ট পালে আৰু শোওঁতেও কষ্ট পাব।”

তেওঁ নীৰৱভাৱে বিছনালৈ গ'ল আৰু কাপোৰ নসলোৱাকৈ শুই পৰিল। বাস্তৱিকতে তেওঁৰো ভাগৰ লাগিছে আৰু টোপনি ধৰিছে। তেওঁ বাগৰ দিয়াৰ পিছত নিজৰ বিছনাখন পাৰি ৰামচৰণক শুবলৈ দি দৰ্জা বন্ধ কৰি তাই নিজেও শুই পৰিল। তাই বৰ ক্লান্ত হৈ পৰিছে। তৎক্ষণাত টোপনি আহিল।

পুৱা শুই উঠি চাহ নোখোৱাকৈ মদন গুচি আহিল। ৰমলাই বহুত অনুৰোধ কৰিছিল কিন্তু তেওঁ নামানিলে। তাই ভয়ে ভয়ে সুধিলে —“আকৌ কেতিয়া আহিব?”

“যেতিয়া দৰকাৰ হয়।” তেওঁ গহীনভাৱে কয় আৰু গুচি আহে। ৰমলাই ভাবে এওঁৰ মন ধৰা অত্যন্ত কঠিন। কেতিয়া কি কৰে একো ঠিক নাই। পিছে তাইৰ সৌভাগ্য যে যোৱা ৰাতি অযাচিতভাৱে আহি সহায় কৰিলে। কিন্তু আচৰিত কথা, ৰাতিৰ ভিতৰত তেওঁ কোনো অসৎ উদ্দেশ্য লৈ থকা নাছিল। নিতান্ত সম্বন্ধীয়

ককায়েকৰ দৰে ভদ্ৰ আৰু সংযতভাৱে শুই আছিল। তেন্তে এই মানুহজনৰ বিৰুদ্ধে যিমান বদনাম শুনা যায় সিমান নহয়? মানুহে বহুক্ষেত্ৰত তিলকে তাল কৰে। মানুহৰ মুখৰ শুনা কথাৰ বিশেষ মূল্য নাই। এনেকৈ মদনক কেন্দ্ৰ কৰি তাই বহু কথা ভাবে।

তাৰ পিছত সিদিনাৰে পৰা মদনৰ কাৰ্য আৰম্ভ হ'ল। এসপ্তাহৰ ভিতৰত ড্ৰাইভাৰ তিনিজনক ধৰি জব্দ কৰা হ'ল। সিহঁতৰ পৰা নগদ ডেৰহেজাৰ টকা ক্ষতিপূৰণ বাবদ আদায় পাবলৈ হুকুম কৰা হ'ল, নহ'লে ভগত সিঙৰ ঘৈণীয়েক আৰু ভনীয়েকৰ ইজ্জৎ নষ্ট কৰা হ'ব বুলি ঘোষণা কৰি দিয়া হ'ল। এই বিলাকৰ, উপৰি মটৰ মালিকক সাৱধান কৰি দিয়া হ'ল যে হয় মটৰ গেৰেজ এমাহৰ ভিতৰত তাৰপৰা তুলি নিব লাগিব নহ'লে মাহে মাহে ত্ৰিশ টকা হিচাপে তেওঁৰ দলক দি থাকিব লাগিব।' মহাজনে টকা দিয়াতে সন্মতি দিলে। এইবোৰ কাম কৰোতে মদনৰ বহুত কষ্ট আৰু কৌশলৰ দৰকাৰ হৈছিল। শেষত তেওঁ কৃতকাৰ্য হ'ল।

টকা ডেৰ হাজাৰৰ ভিতৰত পাঁচশ দলত জমা ৰাখি বাকী হেজাৰ ৰমলাক দিয়া হ'ল। সেই টকা হেজাৰৰ দ্বাৰাই ৰামচৰণক সেই ছাইকেল মেৰামতিৰ দোকানখন খুলি দিয়া হ'ল। এতিয়াও মদনে কথা প্ৰসংগত কয় — ব্যৱসায়িক পাৰমিট আৰু পাষণ্ডৰ তিৰোতা দি বেচ ব্যৱসায় কৰিব পাৰি।" কিন্তু কি আচৰিত কথা যে সিদিনাৰে পৰা মদনে ৰমলাক সঁচাকৈয়ে নিজৰ ভনীয়েকৰ দৰে জ্ঞান কৰে। মদনৰ চৰিত্ৰৰ ই এটা আচৰিত ফাল।

তাৰ পিছত কেইমাহমান মদনৰ খবৰ নাই। ৰমলাই দোকানৰ উপাৰ্জনেৰে কোনোৰকমে চলি আছে।

আজিকালি তাইৰ ওচৰলৈ বেয়া মতলবেৰে কোনো মানুহ নাযায় মদনৰ ভয়ত; আৰু কোনো জ্ঞাতি-কুটুম্ব কছাৰী মানুহ নাহে তাইৰ কলংকৰ প্ৰতি ঘৃণা কৰি। কছাৰী সমাজত কলংকৰ অপৰাধ অমাৰ্জনীয়। গতিকে নিসংগ জীৱন সাৰথিহীন ৰথৰ দৰে ক্ৰমে অচল হৈ আহিল। হঠাৎ এদিন এজনী খৃষ্টান কছাৰী তিৰোতাৰ লগত তাইৰ সাক্ষাৎ হ'ল। দুয়োৰো সুখৰ দুখৰ কথা বতৰা হোৱাৰ পিছতে এদিন ৰবিবাৰে তাই আহি ৰমলাক গীৰ্জালৈ লৈ গ'ল। খৃষ্টান গীৰ্জাৰ জাকজমক পৰিৱেশ তাইৰ নিসংগবাসৰ নিঃস্বজীৱনত আকৰ্ষণীয় হৈ পৰিল। ক্ৰমে ক্ৰমে তাই সেই তিৰোতা গৰাকীৰ লগত গীৰ্জালৈ যোৱা কৰিলে। তাইৰ ভাল লাগিল। মহাপ্ৰভু যীশুৰ এই পবিত্ৰ ধৰ্মত সকলো সমান। কোনেও দোষীকো ঘিণ কৰিব নাপায়। "পাপক ঘিণ কৰিবা, কিন্তু পাপীক ঘিণ নকৰিবা।" এই মহাবাণীয়ে তাইৰ হৃদয় জয় কৰি পেলালে।

তাই বাইবেলখন কিনি আনিলে। ৰাতি বাইবেল পাঠ আৰু ৰবিবাৰে গীৰ্জালৈ যোৱা আৰম্ভ কৰি দিলে। কছাৰী সকলৰ পৰা, উচ্চ হিন্দুসকলৰ পৰা অনাদৰ অৱহেলা পাই তাইৰ মন বিদ্ৰোহী হৈ উঠিল। হঠাৎ এদিন খেয়ালবশতঃ খৃষ্টানধৰ্ম গ্ৰহণ কৰিলে। যেতিয়া তাইক খৃষ্টান কৰিলে তেতিয়াৰ পৰা তাইৰ খৃষ্টান নাম হ'ল 'ৰোজ'। 'ৰোজ' মানে গোলাপ। ৰমলাই ৰোজ হ'ল। বাস্তৱিকতে তাই গোলাপেই। গোলাপৰ দৰে ধুনীয়া তাইৰ ওঁঠ দুটি। তেজগোড়া গালদুখনি গুলপীয়া। তাৰ উপৰি ইংলণ্ডৰ 'গোলাপ যুদ্ধ'ত 'লাঙ্কাষ্ট্ৰিয়ান' আৰু 'ইয়ৰ্কিষ্ট' এই দুই দলে ৰঙা গোলাপ আৰু বগা গোলাপক প্ৰতীক হিচাপে লৈ যুদ্ধ কৰাৰ দৰে তাইক লৈয়ো ড্ৰাইভাৰহঁত আৰু গুণ্ডাহঁতৰ ভিতৰত এখন তয়াময়া যুঁজ লাগিছিল। শেষত গুণ্ডাহঁতৰে জয় হ'ল। ই আজি দুই বছৰমানৰ আগৰ কথা।

খৃষ্টান হৈ তাই বৰ ভাল পালে। ৰবিবাৰে ৰবিবাৰে একেলগে বহুত তিৰোতা আৰু ছোৱালীয়ে শাৰীপাতি গীৰ্জালৈ যাব লাগে। বাহ্যিক আড়ম্বৰ ধৰ্মৰ কোনো আধ্যাত্মিক তত্ত্ব নহ'লেও মানুহৰ মনত শান্তি আৰু আনন্দ দিবৰ বাবে আৰু মন আকৰ্ষণ কৰিবৰ বাবে ইয়াৰ দৰকাৰ আছে। এনেকৈ একেলগে শাৰীপাতি লগ হৈ যোৱাত ৰোজৰ বৰ ভাল লাগে। কিন্তু তাই সদায় ভয় কৰে এটা কথাক; যদি কেতিয়াবা মদন কাকতিয়ে ক'ৰবাৰ পৰা আহি তাইৰ এই ধৰ্মান্তৰ গ্ৰহণৰ কথা জানে তেন্তে কি কৰিব? তেওঁ জানো ক্ষমা কৰিব? তাইৰ মনত সদায় এই চিন্তা।

এনেকৈ দিন গৈ থাকিল আৰু ৰমলায়ো ৰোজ হৈ গীৰ্জালৈ গৈয়ে থাকিল। তাই কিন্তু যথেষ্ট পঢ়া-শুনা আৰম্ভ কৰি দিলে।

এদিন হঠাতে অপ্ৰত্যাশিতভাৱে আহি হাজিৰ হ'ল মদন। তেওঁৰ আগমনত ৰমলাৰ আনন্দ লাগিল যিমান ভয়ো লাগিল সিমান। মদনে কি কয় তাকে ভাবিয়ে তাই উদ্বিগ্ন হৈ পৰিছে। তেওঁক শুশ্ৰূষা কৰি আদৰ কৰি বহুৱাই তাই তেওঁৰ ইমান দিনৰ অজ্ঞাতবাসৰ খবৰ ল'লে। মদনে বিৰক্তিৰে ক'লে —

"মোক এনেবোৰ কথা নুসুধিবা, মই বেয়া পাওঁ। মই ক'ত থাকো, কি কৰো তাৰ খবৰ যেন কোনো দিনে নোলোৱা। মই তোমাৰ অফিছৰ চাকৰি বিচাৰি আহিছো নে তোমাক বিয়া কৰাব আহিছো যে মোৰ সবিশেষ বৃত্তান্ত তোমাৰ আগত ক'ব লাগিব?"

ৰমলা শেঁতা পৰি গ'ল। সেমেনা সেমেনি কৰি ক'লে —"বেজাৰ নাপাব; ক্ষমা কৰিব, মোৰ ভুল হৈছে।" তাই কাকুতি কৰি কয়। তাইৰ এনে অৱস্থা দেখি তেওঁ

খিল্ খিল্‌কৈ হাঁহি দিলে আৰু ক'লে —"দোষ হ'লে শাস্তি ল'ব লাগে, ৰোজ।"

এইবাৰ তাই সাহ পাই মিচিকিয়া হাঁহি মাৰি ক'লে —"বাৰু শাস্তি দিয়ক। মই শাস্তি ল'বলৈ প্ৰস্তুত।"

"সঁচাই, তুমি শাস্তি ল'বলৈ প্ৰস্তুত?"

"সঁচাই মই শাস্তি ল'বলৈ প্ৰস্তুত? দিয়ক মোক শাস্তি দিয়ক। মোৰ শাস্তি কি?"

"তেনেহ'লে মোক ককাইদেউ বুলিব লাগিব। এয়ে তোমাৰ শাস্তি।"

এইবাৰ তাই হাঁহি মাৰি ক'লে — "বাৰু বুলিছো।"

"কি বুলিছা?"

"ককাইদেউ বুলিছো।"

"ক'ত বুলিলা?"

তাই হাঁহি মাৰি ক'লে —"একো কথা নাথাকিলে এনেয়ে ককাইদেউ বুলিব পাৰি জানো?"

"এৰা। তেওঁ হাঁহে। তায়ো হাঁহে। অলপ সময় তলকা মাৰি তাই ক'লে — "বাৰু ককাইদেউ, মোৰ নাম 'ৰোজ' হোৱা কেনেকৈ জানিলে?"

"মোৰ খবৰ কোনেও নাৰাখিলেও মই বহুতৰ খবৰ ৰাখিব লাগে। মই কিবা তোমাৰ কথা নজনা বুলি ভাবিছা নেকি? তোমাৰ সকলো কথা মই জানো।"

"বাৰু, কওকচোন কি কি জানে ককাইদেউ?"

"মোক আপুনি বুলিছা কিয়?"

"তেন্তে কি বুলিম?"

"তুমি বুলিবা।"

"তেনেহ'লে তুমিও মোক 'তুমি'ৰ সলনি 'তই' বুলি সম্বোধন কৰি মাতিব লাগিব।"

"আচ্ছা। কোনো কথা নাই।"

"হঠাতে আজি কিয় তুমি সম্বোধন বদলালা ককাইদেউ?"

"তয়ো বাৰু হঠাতে ধৰ্ম বদলালি কিয়? তই হ'বলা ধৰ্মকে বদলাব পাৰ, আৰু মই সম্বন্ধটোকে বদলাব নোৱাৰো? তই ধৰ্ম বদলাইছ, মই সম্বোধন বদলাইছো। দুয়ো দুটা বদলাইছো।"

"মই ধৰ্মান্তৰ হোৱাত বেয়া পালা ককাইদেউ?"

"মই সম্বোধন বদলোৱাত তই বেয়া পালি ভনীটি?" — ঠাট্টাৰ সুৰত কয় আৰু

চকুলৈ চাই থাকে। তাই বাধ্য হৈ হাঁহি মাৰে আৰু কয় — "ভালহে পাইছো।
"কিয়?"
"এতিয়া যেন তুমি মোৰ নিজৰ ককাইদেউ হ'লা! এনে জ্ঞান হ'ল।"
"আৰু, তয়ো যে এতিয়াহে আচল পথ ল'বলৈ গৈছ, মোৰো এতিয়াহে জ্ঞান হ'ল।"
"মই বাৰু কি আচল পথ ল'লো।"
"মানুহ সংগপ্ৰিয়। ধৰ্মৰ জৰিয়তে মানুহে এদল লোকৰ সংগ পায়। কিন্তু যি অৱস্থাত এটা ধৰ্মত থাকিও সেই ধৰ্মৰ লোকৰ সংগ পোৱা নাযায়, তেনে অৱস্থাত সেই ধৰ্মত থকাৰ ফল কি?"
"তেনেহ'লে মই খৃষ্টান হোৱাত তুমি বেয়া পোৱা নাই?"
"আচলতে মই কোনো ধৰ্মকে ভাল নাপাওঁ; পিছে তোৰ এনে পৰিস্থিতিত একো বেয়া পোৱা নাই। ধৰ্ম, মানে জীৱন চলাই নিয়াৰ এটা সহজ পথ। ধৰ্মৰ নিয়মে চলিলে ধৰ্ম, অৰ্থ, কাম, মোক্ষ এই চতুৰ্থবৰ্গ সাধন হোৱা বুলি হিন্দুসকলে যিমান নিচিএৱৰক মোৰ কিন্তু সিবোৰৰ প্ৰতি বিশ্বাস নাই; বিশ্বাস মাথোঁ এই যে — এই নিয়মে চলিলে মানুহৰ দৈনন্দিন জীৱন চলোৱাত সহজ হয়। এতিয়া তোৰ জীৱন চলোৱাত সহজ হ'ব; গতিকে একো বেয়া হোৱা নাই।"
এওঁ পচন্দ কৰাত তাইৰ বৰ আনন্দ লাগিল। তাই অন্তৰে অন্তৰে এওঁকে অভিভাৱক জ্ঞান কৰি আছিল; অভিভাৱকে ভালপোৱাত তাইৰ সাহ বাঢ়িল। সি যি কি নকওক, এওঁ বেয়া পোৱা নাই— কোনো কৈফিয়ৎ তলব কৰা নাই। তাই তেওঁৰ ফালে চাই ভাবে — কেনেকুৱা এওঁ? — এওঁকতো নজনা বুলি ক'ব নোৱাৰি। সাধু বুলিব নোৱাৰি সঁচা, কিন্তু দুষ্ট বুলিও যে কোৱা টান? কি অদ্ভুত প্ৰকৃতিৰ লোক এওঁ!
তাই এনেকৈ ভাবি থাকোতে তেওঁ সুধিলে —"কি ভাবিছ?"
তাই তৎক্ষণাৎ কথাবাৰ ঘূৰাই ক'লে —"এটা কথা ভাবিছো।"
"কি কথা?"
"মইতো জীৱিকাৰ বাবে কিবা এটা কৰিব লাগিব ককাইদেউ?"
"নিশ্চয়। পিছে কি কৰিবি বুলি ভাবিছ?"
"মই ভাবিছোঁ, মই ধাত্ৰীবিদ্যা শিকিম আৰু.....।"
"আৰু নাৰ্ছ হবি?"

"হয়।"

"নহয়।"

"কি নহয়?"

"নাৰ্ছ হোৱা উচিত নহয়।"

"কিয়?"

"আগেয়ে গোলমাল হোৱা ছোৱালীয়ে নাৰ্ছ হ'লে লোকে বেয়া চকুৰে চায় আৰু কিছুমান লোকে বেয়া কথা আৰু বেয়া কাম কৰিবলৈ সাহ পায়।"

"কি বেয়া কাম?"

"ঘৰৰ ঘৈণীয়েকক এৰি ডাক্তৰখানাৰ নাৰ্ছজনীকে চৰকাৰী ঘৈণীয়েক কৰি লয়।"

"ছিঃ তেনে কথা নক'বা। ফ্লোৰেঞ্চ নাইটিংগেলে যেতিয়া এই ধাতৃবিদ্যা ইংলেণ্ড আৰু ইউৰোপত প্ৰচাৰ কৰে তেতিয়া জানো এনে এটা কলুষিত অৱস্থাত ছোৱালীসকল পতিত হ'ব বুলি ভাবিছিল? তেওঁ নাৰীক অসৎ কামত লিপ্ত কৰিবলৈহে বিচাৰিছিল নে?"

"ফ্লোৰেঞ্চ নাইটিংগেল নাৰ্ছ বা ধাত্ৰী হৈছিল দুখ-যন্ত্ৰণা লাঘৱ কৰিবলৈ মানৱত্বৰ দাবীত আৰু তুমি সেই বিদ্যা গ্ৰহণ কৰিব লাগিব নিজৰ খোৱালোৱাৰ কষ্ট গুচাবলৈ অৰ্থনৈতিক দাবীত। গতিকে ইয়াত সেৱাৰ মনোভাবতকৈ পোৱাৰ মনোভাবহে বেছি। অৰ্থনৈতিক কাৰণত—অভাবৰ জ্বালাত পৰি সেৱা কৰিবলৈ গ'লে সেৱা নহয়; বৰং তোমাৰ শৰীৰটোহে সিহঁতে সিহঁতৰ প্ৰবৃত্তিৰ সেৱাৰ কামত লগাব।"

"তেন্তে মই কি হ'ম?"

"মাষ্টৰণী।"

"মোৰ যে বিদ্যা নাই?"

"পঢ়ি বিদ্যা আৰ্জি ল।"

"খাবলৈকেই নাপাও, আৰু পঢ়িবলৈ টকা পাম?"

"ছাইকেল মেৰামতিৰ দোকান দিবলৈ টকা ক'ত পালি?"

"তোমাৰ পৰা।"

"তেন্তে?"

"তাৰ মানে তুমি............।"

"পাগলী, চাহ আনগৈ।"

তেওঁ মৰম কৰি তাইৰ গালত এটা খুন্দা দিয়ে। খুন্দা খাই হাঁহি মাৰি আনন্দতে

তাই মৰম লগাকৈ কয়—"আই ও বৰ দুখ পালোঁ।" তাই উঠি যায়।

তাৰ পিচত তাই প্ৰাইভেটকৈ মেট্ৰিক পাছ কৰে আৰু কলেজত নাম লগায়।

তেতিয়াৰে পৰা নিজৰ ভনীৰ দৰে মৰম কৰি আহিছে মদনে ৰমলাক। অদ্ভুত মন মদনৰ।

আজি দুয়ো একেলগে ৰিক্সাত উঠি অহাত তাইৰ অতীতৰ কথাবোৰ মনত পৰে।

বহুবাট নীৰৱভাৱে অহাত মদনে মাত লগালে—"ৰোজ! কি ভাবিছ?"

তেতিয়া ৰিক্সা আহি পাণবজাৰৰ গীৰ্জাটোৰ ওচৰ পাইছে। তাই তৎকালীন উত্তৰ দিলে—"এই গীৰ্জাটোৰ কথা ভাবিছো।"

"গীৰ্জাৰ কথা কি ভাবিছ?

"এই গীৰ্জাটো দেখিলে মোৰ মনত শান্তি আৰু আনন্দ আহে।"

"তোৰ ইয়াত আনন্দ লাগিবই, কাৰণ ইয়াত তোৰ সুবিধা আছে।"

"কি সুবিধা আছে?"

"ভৱিষ্যতে স্বামীৰূপী এজন টকা আৰ্জি দিয়া বুৰ্বক পোৱাৰ।"

"ছিঃ-মিছাকথা। মই জানো এজন স্বামী পাবৰ বাবেহে ইয়ালৈ আহো?"

"তেনেহ'লে কি?"

ইতিমধ্যে গীৰ্জা পাৰ হৈ ৰিক্সা আহি শিখ মন্দিৰৰ সমুখ পায়! মদনে সুধিলে—"আৰু এই শিখ মন্দিৰটো তোৰ কেনে লাগে?"

তাই শিখ মন্দিৰটোৰ উচ্চচূড়াৰ ফালে এবাৰ চালে আৰু এটা হুমুনিয়াহ কাঢ়িলে। মদনে বুজিলে। আকৌ সুধিলে—"কেনে লাগে ৰোজ?"

"মোৰ বৰ দুখ লাগে ককাইদেউ।" গভীৰ দুখেৰে কয় তাই।

"লাগিবই। স্বামী হেৰুওৱাৰ দুখ। গীৰ্জাটো দেখিলে আগৰ স্বামীলৈ কল্পনা আৰু শিখ মন্দিৰটো দেখিলে বিগত স্বামীলৈ বিতৃষ্ণা আহে।"

"সঁচাকৈ ককাইদেউ, শিখ মন্দিৰটো দেখিলে মোৰ অতীতৰ ৰঙীন দিনবোৰৰ কথা মনত পৰি দুখ লাগে। ইয়াতে আমি প্ৰতিজ্ঞাবদ্ধ হৈছিলো; কিন্তু আজি.......। উহ কি নিষ্ঠুৰ।"

"কোন নিষ্ঠুৰ?"

"পুৰুষবিলাক।"

"তাৰ মানে মই?"

"নহয়... অন্য...।" তাই গিৰিয়েকক ইংগিত কৰে। তেওঁ বুজে।

"ময়োতো পুৰুষ, গতিকে ময়ো নিষ্ঠুৰ।"

"তোমাৰ দৰে সকলো পুৰুষ নিষ্ঠুৰ হোৱা হ'লে...।"

হাঁহি মাৰি তেওঁ উত্তৰ দিলে—"তেনেহ'লে সকলোৱে 'ৰোজ' হোৱাৰ সুবিধা পালেহেঁতেন?"

"সিও মংগল।"

"নহয় ৰোজ; তই ভুল বুজিছ। তই মোৰ চৰিত্ৰৰ এপিঠিহে দেখিছ, আনটি পিঠি দেখা নাই। আনটি পিঠি বৰ ভয়াবহ; তোৰ ঘৃণা লাগিব। মানুহে মানুহৰ এপিঠিহে দেখে, দুয়োফালে নেদেখে, যেনেকৈ আমি আমাৰ নিজৰ এফালহে দেখো। বুকুৰ ফাল দেখো, পিঠিৰফালে নেদেখো। মাষ্টৰবিলাক বৰ মিছলীয়া, কাৰণ তেওঁলোকে ল'ৰাৰ চৰিত্ৰৰ 'চাৰ্টিফিকেট' দিয়ে। এজন মাষ্টৰে বাৰু এজন ল'ৰাৰ চৰিত্ৰৰ বিষয়ে কিমান জানিব পাৰে। ঠিক তেনেদৰে তয়ো মোৰ চৰিত্ৰক চাৰ্টিফিকেট দিছ।"

"নহয়, মই ঠিকেই দেখিছো। মই পিঠিৰ ফালো দেখিছো।"

"পিঠিৰফালে কেনেকৈ দেখিবি?"

"আয়নাৰ দ্বাৰা পিঠিৰ ফালো দেখা যায়।"

"আৰ্চিয়ে আচল ৰং দেখুৱাব নোৱাৰে। ঠিক তেনেকৈ আমাৰ আন ফালটি লোকৰ দ্বাৰা বুজি লওঁ সঁচা কিন্তু অইনে আচল ৰূপ ধৰা পেলাব নোৱাৰে। সেইবাবেই আমি মানুহৰ ভিতৰৰ আচল মানুহটো কেনে ক'ব নোৱাৰো। আমি দেখাতকৈ মানুহৰ ভিতৰৰ আচল মানুহটি বহুত বেলেগ। সংসাৰখনো তেনে। আমি সংসাৰৰ এটা ফালেহে দেখো—গোটেইখন নেদেখো! সেইবাবে আমাৰ চকুত জগতৰ যিফাল পৰে তাকে গোটেই জগত বুলি ভুল কৰো। সংসাৰখন বৰ বহল; ইয়াত বহুত মানুহ, বহুত মন, অনেক বস্তু, অনেক কাম। আমাৰ মনৰ চকুত পৰাখিনিয়ে সমস্ত সংসাৰ নহয় 'ৰোজ'—সংসাৰ ইয়াতকৈ বহুত ডাঙৰ।"

তেওঁ দাৰ্শনিকৰ দৰে গম্ভীৰ হৈ কয়। ৰোজে নীৰৱে শুনে। তাই তেওঁৰ মুখলৈ চাই ভাবে—এইজনেই মদন গুণ্ডা নে? এওঁ দেখো কোনোবা দাৰ্শনিক পণ্ডিত। তাই একেথৰে তেওঁৰ ফালে চাই থাকে। এনেতে ৰিক্সা থামে। মদন নামি পৰে। তায়ো নামে।

তেতিয়া ৰিক্সা আহি ফাঁচী বজাৰৰ কাপোৰৰ দোকানৰ আগ পাইছে। ৰিক্সাৱালাক পইচা দি দুয়ো দোকানলৈ আগবাঢ়ে। অলপ গৈয়ে দেখে যে দীপালীহঁতৰ 'অষ্টিন'

গাড়ীখন ৰাস্তাৰ কাষত ৰৈ আছে। তেওঁ তৎক্ষণাৎ অনুমান কৰিলে যে দীপালী নিশ্চয় কিবা কাপোৰ কিনিবৰ কাৰণে বজাৰলৈ আহিছে। আজি ডাক্তৰ পৱন চৌধুৰী তাইহঁতৰ তালৈ বিয়াৰ বন্দৱস্ত কৰিবলৈ অহা কথা আছিল। বোধহয় আহিছে। নিজে পকা বন্দৱস্ত কৰি যাব। তাৰ লগতে অতি আধুনিক দীপালীয়ে কাপোৰ কিনিবলৈ আহিব পাৰে। তেওঁ অনুমান কৰিলে কিন্তু একো নকলে, কেৱল দোকানবোৰলৈ চকু কৰি গ'ল মাত্ৰ। তেওঁ আগে আগে আগবাঢ়ি আছে আৰু পিচে পিচে গৈছে ৰোজ। কাপোৰৰ দোকানৰ পটিৰ মাজে মাজে দুয়ো গৈ আছে। দোকানীসকলে মাতিছে যদিও তেওঁ কাণ কৰা নাই। তেওঁ আচলতে দীপালীক ক'ৰবাত দেখে নেকি তাকে লক্ষ্য কৰিছে।

হঠাৎ এখন দোকানলৈ তেওঁ সোমাই গ'ল আৰু চেয়াৰত বহি ৰোজক মাতিলে— আহ ৰোজ।

ৰোজ সোমালত তেওঁ নিজৰ কাষৰ চেয়াৰখনতে বহিবলৈ নিৰ্দেশ দিলে। ৰোজ বহিল। দোকানীয়ে এহাল ডেকা-গাভৰুক মেখেলা-চাদৰ দেখুৱাই আছিল। তেওঁলোকক দেখা পাই আগ্ৰহেৰে সুধিলে—"কিবা লাগে বাবু? বাৰু অলপ বহক। মই এওঁলোকক এই কাপোৰখিনি দি আপোনালোকক যি লাগে দিম।"

দোকানীৰ মাতত সেই ডেকা-গাভৰুহালে পিচমুখ দি তেওঁলোকৰ ফালে চালে। দেখি অবাক হৈ গ'ল। ইয়ে! এই যে মদন কাকতি। গাভৰু গৰাকীৰ মুখৰ মধুৰ হাঁহি ক্ষন্তেকতে লোপ পালে; কিন্তু ডেকাজনে ভদ্ৰতাৰ খাতিৰত সেমেনা-সেমেনি কৰি মাত লগালে—"অ, কাকতি দেখোঁ, ক'ৰপৰা?"

"ক'ৰপৰা মানে? মইতো গুৱাহাটীতে থাকো। পিচে তই ঘৰৰপৰা কেতিয়া আহিলি?"

"আজি দুপৰীয়া।"

"ঠিক আছে। তোৰ খবৰ মই পাইছো।"

"পিছে তোৰ খবৰ ভাই?"

"মোৰ খবৰ তোৰ সংগিনীয়ে ক'ব। নকব কিয় দীপালী মোৰ খবৰ?"

"দীপালীয়ে ক্ষোভ, খং, ঘৃণাত মুখ ফিৰাই আনিলে। তাই ৰঙা-চিঙা পৰি গ'ল। ক'বতো নোৱাৰি এই বজাৰৰ মাজতে, দোকানৰ ভিতৰতে হঠাতে নক'বলগীয়া কথা কৈ দিব পাৰে মদনে। এওঁৰতো স্থান, কাল, পাত্ৰৰ হিচাপ নাই। গতিকে নম্ৰ সুৰত ক'লে—"ঘৰৰ বাতৰি ঘৰত সুধিলেও চলিব; এতিয়া ইয়াত সেইবোৰ কিয়?" তাৰ

পিচত ডাক্তৰক ক'লে—"আহক, বেলি গ'ল।" তাৰ পিচত মদনক কয়—"তুমি এবাৰ যাবাচোন আমাৰ ফালে। কথা আছে।"

আজি পুৱাতে তেনে ব্যৱহাৰ আৰু এতিয়া আবেলি এনে ব্যৱহাৰ কৰাত মদনে পেটে পেটে হাঁহিলে। টানত পৰিলে সকলোৱে ভদ্র ব্যৱহাৰ কৰে, যেনেকৈ শক্তি হাতত থাকিলে সকলোৱে ভক্তি কৰে। হাঁহি মাৰি মদনে ক'লে—"ভাল বাৰু, পাৰিলে এপাক মাৰিম। পিচে মোৰ এই ৰোজজনীক লৈ মস্কিল হৈছে। তাইক কিবাকিবি কাপোৰ কিনি দিব লাগে।"

"অকল মোকহে দিব লাগে? নিজৰ একা?" ৰোজে প্রশ্ন কৰে।

"মোকো লাগে। মই কিনি দিব লাগে তোক আৰু তই কিনি দিব লাগে মোক।" তেওঁ তেনেকৈ কৈ খিল্‌খিল্‌কৈ হাঁহি দিয়ে। তেওঁৰ কথাত দোকানীৰো হাঁহি উঠে আৰু ডাক্তৰৰো হাঁহি উঠে। দীপালীয়ে কোনোৰকমে ওঁঠ চেপি ৰাখি হাঁহি বন্ধ কৰে। হাঁহি শাম কটাৰ পিচত দীপালীয়ে গম্ভীৰভাৱে ডাক্তৰক কয়—"যাওঁ, ব'লক।"

"ৰ'বা, পিচে কাপোৰখনৰ কথা কি? ডাক্তৰে প্রশ্ন কৰে।"

"এইখন মেখেলা মোৰ পচন্দ নহয়।"

"তেনেহ'লে বেলেগ দিওঁ মাইজী?" দোকানীয়ে সোধে।"

"থাওক, নালাগে।" দোকানীক তেনেকৈ কৈ ডাক্তৰক মাতে—"আহক, পলম হ'ল, মই কাপোৰ নলওঁ, যাওঁ।" এইবুলি কৈয়ে দীপালী দোকানৰ বাহিৰ হয় আৰু মটৰলৈ খোজ লয়। বাধ্য হৈ ডাক্তৰে মদনৰ পৰা বিদায় লৈ মটৰলৈ আহিল। ডাক্তৰ মটৰত উঠাৰ লগে লগে দীপালীয়ে মটৰ চলাই দিলে। তেওঁলোক এনেভাবে হঠাৎ যোৱা দেখি দোকানীৰ পেটে পেটে বৰ খং উঠিল। তেওঁ মদনক ক'লে—

"দেখক বাবু, আধাঘন্টা সময় দৰদাম কৰি ঠিক হোৱাৰ পিচত হঠাৎ কেনেকৈ গুচি গ'ল। মানুহবিলাকৰ যে কি মতলব।"

"মানুহবিলাকৰ নহয়—ভদ্রলোক বিলাকৰ বুলি কওক।" মদনে উত্তৰ দিলে। দোকানীৰ মনৰ অৱস্থা লক্ষ্য কৰি মদনে সুধিলে—"মেখেলাখনৰ দাম কিমান?"

"বাৰটকাত দিয়া ঠিক হৈছিল বাবু।"

"বাৰু, এইখনৰ লগত আৰু এখন দিয়ক।"

"আপুনি ল'ব বাবু?"

"হয়।"

"দুখন নিব?"

"হয়।" এই বুলি কৈ মদনে টকা চৱিশটা মোনাৰপৰা উলিয়াই দলি মাৰি দিয়ে। দোকানীয়ে হা কৰি তেওঁৰ মুখলৈ চাই ৰ'ল। তেওঁৰ মুখৰ বৰণ আৰু ব্যৱহাৰৰ ধৰণ দেখি দোকানী অবাক হৈ ৰ'ল। তাকে দেখি মদনে ক'লে—

"কি চাইছে? কাপোৰ দিয়ক।"

"আপুনি কিবা বেয়া পালেনেকি বাবু? মাফ কৰিব, মই সকলোকে কোৱা নাই।"

"মাফ কৰিব লগা কিয় হ'ল? মোক কাপোৰ লাগে, দিয়ক।"

"তাৰমানে তেখেত আপোনাৰ কিবা হয় নেকি বাবু?"

"মোৰ খুৰাৰ জীয়েক ভনী হয়। দিয়ক কাপোৰ।"

"দোকানীয়ে ভয়ে ভয়ে মেখেলাদুখন উলিয়াই দিয়ে আৰু কয়—"মই তেখেতক অইন একো বেয়া কোৱা নাই, কেৱল বহু সময় দৰদাম খেলোৱা বুলিহে কৈছো......।"

"হয়, মই বুজিছো।"

দোকানীয়ে মেখেলা দুখন উলিয়াই দি সোধে—

"আৰু কিবা লাগে নেকি বাবু?"

"লাগে, কিন্তু ইয়াত নিকিনো। তাৰ পিচত মেখেলা দুখন হাতত লৈ ৰোজৰ হাতত ধৰি টান মাৰি ক'লে—

"আহ ৰোজ।"

ৰোজক হাতত ধৰি টানি লৈ দোকানৰপৰা বাহিৰ হৈ আহে মদন। দোকানীজনে টকা চৱিশটা হাতত লৈ তেওঁৰ ফালে চাই ক'ব বিচাৰিছিল; এনেতে মদন বেগাই পাৰ হৈ গ'ল।

বাটত আহোতে ৰোজে সোধে—"দুখন মেখেলা কিয় আনিলা ককাইদেউ?"

"দুজনী ভনীৰ বাবে দুখন মেখেলা।"

"কোন দুজনী?"

"দীপালী আৰু ৰোজ।"

"মোৰ বাবে ইমান দামৰ মেখেলা কিয় আনিলা?"

"ছোৱালীজনী কম মূল্যৰ হ'লে সাজ-পোছাক বেছি মূল্যৰ হ'ব লাগে, যাতে কাপোৰৰ মূল্যৰ সৈতে ছোৱালীজনীৰ মূল্য অলপ বাঢ়ে। মূল্যবান ছোৱালীৰ বাবে কম মূল্যৰ হ'লেও চলে, কিন্তু কম দামৰ ছোৱালীৰ হ'লে নহয়।"

"তেওঁ গাম্ভীৰ্য—কৃত্ৰিম গাম্ভীৰ্য দেখুৱাই কয়। ৰোজে হাঁহি মাৰি সোধে—"মই বাৰু কম মূল্যৰ হ'লো, সেই বুলি তোমাৰ ভনীয়েৰাজনীও কম মূল্যৰ হ'ল নে?"

"কম মূল্যৰ নহলেনো দৰা চিকাৰ কৰি ফুৰে নে? তই যাব গীৰ্জালৈ আৰু দীপালী যায় ক্লাবলৈ ল'ৰা ধৰাৰ আশাত। সেইবাবেই ছোৱালীবিলাকৰ মই নাম দিছো— "ল'ৰা-ধৰা" অৰ্থাৎ ডেকাল'ৰা চিকাৰ ধৰি ফুৰা চিকাৰী।"

"তুমিতো সকলোকে কিবা এটা নাম দিয়া; পিচে সেই মানুহজন কোন আছিল?"

"দীপালীৰ প্ৰেমিক আজিকালি পাণিপ্ৰাৰ্থী। তেওঁ আমাৰ গাঁওৰে ল'ৰা। মোৰ লগত একেলগে মেট্ৰিক পাছ কৰি বৰ্তমানে এম. বি. বি. এছ পাছ কৰি চৰকাৰী ডাক্তৰখানাত ডাক্তৰ হিচাপে কাম কৰিছে। দুবছৰমান আগেয়ে ডাক্তৰে 'এনাটমি' অৰ্থাৎ শৰীৰ বিজ্ঞান চৰ্চা কৰি আমাৰ গাঁৱৰ হাইস্কুলৰ ছোৱালী এজনীক জালুকবাৰীত থকা 'ষ্টেট হোম' লৈ 'ৰেস্কিউড উইমেন' হিচাপে পঠাই দিছে। বৰ্তমানে তাই ৰাজ্যিক চৰকাৰী নাৰীগৃহৰ নাৰী হিচাপে চৰকাৰৰ তত্বাবধানত আছে। বেচেৰীৰ অবৈধ সন্তান ডাক্তৰৰ বাচ্চাটো যোৱা বেলি ঢুকাল। এতিয়া তাই জালুকবাৰীৰ চৰকাৰী নাৰীগৃহতে চৰকাৰী নাৰী হৈ আছে আৰু ডাক্তৰবাবু ডাক্তৰী পাছ কৰি নিৰাপদে চৰকাৰী ডাক্তৰখানাত চৰকাৰী ডাক্তৰ হৈ আছে। অৱশ্যে বৰ্তমানে দুয়ো চৰকাৰী। এতিয়া সেই ডাক্তৰবাবুৱে আমাৰ দীপালীৰ লগত প্ৰণয়ৰ মল্লযুদ্ধ চলাইছে। এইবাৰ কিন্তু ঠিক মিলিছে। আমাৰ দীপাও কম মল্লবীৰাংগনা নহয়। তাই ইতিমধ্যে ফাৰ্ষ্ট ৰাউণ্ডতে এই মল্লবীৰক বগৰাইছে। বোধহয় অলপতে বিয়া হ'ব। দীপালী এলাপেচা প্ৰেম-বীৰাংগনা নহয়। একে একে পাঁচজনৰ লগত 'ড্ৰ' ৰাখি শেষত 'ছিক্স্ ৰাউণ্ডত' দাৰাসিঙে 'এৰোপ্লেন স্পিন' দি বিপক্ষ মল্লবীৰক পৰাস্ত কৰাৰ দৰে তায়ো 'প্ৰেমোপ্লেন' স্পিন দি এওঁক পৰাস্ত কৰিছে। গতিকে অলপতে বিয়া হয়হে লাগে।"

"তোমাৰ মুখখন খোলা হ'লে বন্ধ নহয়। এৰি পেলোৱা এইবোৰ কু-চৰ্চা। সেইটো পটিলৈ ব'লা, কাপোৰ কিনিব লাগে।"

"ব'ল বাৰু। ছোৱালীৰ কথা যেতিয়া শুনিবই লাগিব নহ'লে মহিলাসভাত অপমানজনক 'কেচ' দাখিল কৰিব পাৰে।" তেওঁ হাঁহি হাঁহি কৈ কাপোৰৰ দোকান এখনলৈ সোমাই যায়। তাত গৈ দুয়ো কাপোৰ দৰায়। তেওঁৰ বাবে এটা 'হাৱাই চাৰ্ট' আৰু তাইৰ বাবে ব্লাউজৰ কাপোৰ এগজ লৈ গুচি আহে। এবাৰ হাতৰ ঘড়ীটোলৈ চাই তেওঁ কৈ উঠিল—"মোৰ সময় নহ'ব ৰোজ! বল ঘৰলৈ সোনকালে, মই থৈ আহোগৈ।"

"ব'লা বাৰু।" তাই সম্মতি জনায়।

দোকানৰপৰা ওলাই আহিয়ে দুয়ো বিভ্ৰান্ত উঠে। দুয়ো উলুবাৰী বুলি ৰাওনা

হ'ল।

তেতিয়া গধূলি সমাগতপ্ৰায়।

## [চাৰি]

গধূলি প্ৰায় ছয়টামান বজাত মদন খৰধৰ কৰি হোটেললৈ গ'ল আৰু মেনেজাৰক সুধিলে মহাজন বিয়া খাই আহিছেনে নাই। মেনেজাৰে ক'লে যে বাপ-বেটা কোনো অহা নাই। মদনে আৰু বিলম্ব নকৰিলে, তৎক্ষণাৎ ভিতৰলৈ সোমাই গ'ল। মিছেছ তেৱাৰীৰ শয়ন কক্ষত প্ৰবেশ কৰিলে। দেখিলে যে মিছেছ তেৱাৰী বিছনাত শুই আছে আৰু চাকৰণীজনীয়ে মূৰটো টিপি আছে। তেওঁৰ মূৰৰ বিষ হৈছে। এনে বিষ মাজে সময়ে উঠিয়ে থাকে মিছেছ তেৱাৰীৰ। মদনে জানে। এই বিষ উঠে কাম প্ৰবৃত্তিৰ ব্যতিক্ৰমৰ হেতুকে। এই অৱস্থাত প্ৰথমে প্ৰায় আধাপগলাৰ দৰে হয় আৰু যেতিয়া উত্তেজনাই গৈ মগজুত আঘাত কৰে তেতিয়া মূৰৰ বিষ আৰম্ভ হয়। মদনে যেতিয়া তাত উপস্থিত হৈ মাত লগায় তেতিয়া তেওঁ সম্পূৰ্ণ বেহুচ অৱস্থাত। সেইবাবে মদনে পুনৰ নামাতি আগে-পিচে খুওৱা ঔষধ খুৱাবলৈ চাকৰণীজনীক আদেশ দি বাহিৰ ওলাই আহিল। আজি আৰু নতুন কাপোৰ চোৱাৰ অৱস্থা মিছেছ তেৱাৰীৰ নাই। মদন ওলাই আহি অলপ সময় হোটেলৰ বাৰাণ্ডাত থিয় হৈ ৰ'ল আৰু ঘড়ীটোৰ ফালে চাই কিবা ভাবিলে অলপ সময়; তাৰ পিচত পোনে পোনে বাঙালী বেশ্যাজনীৰ ঘৰলৈ খোজ ল'লে! মেনেজাৰে গল মেলি কেৰাহিকৈ চাই এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে।

মদন গৈ যেতিয়া বঙালনী বেশ্যাজনীৰ দুৱাৰমুখত তাইৰ লগত ভেটাভেটি হ'ল তেতিয়া তাই হাঁহিমাৰি আগবঢ়াই নিলে ভিতৰলৈ। ভিতৰত নি চেয়াৰখনত বহিব দি তাই বিছনাখনত বহিল আৰু তেওঁৰ ফালে চাই ফিচিক্ ফিচিক্ কৈ হাঁহি ক'লে—"মোৰ 'ৰেট' কি জানে বাবু?"

"কি?" মদনে তাইৰ ফালে চাই প্ৰশ্ন কৰে।

"দহ টকা বাবু।"

"ৰাতি থাকিলে কিমান?"

"পঁচিশ টকা বাবু।"

"পঁচিশ টকা নালাগে পঞ্চাশ টকা ল'বি, কোনো কথা নাই, আগেয়ে মোক এক

গিলাছ চৰবৎ দে।”

“আমাৰ ইয়াত বাকীৰ কাৰবাৰ নাই বাবু; নগদ কাৰবাৰ।”

“বাৰু, লগতে ল'বি, কোনো কথা নাই।”

“ইয়াত আগেয়ে টকা দিব লাগে বাবু। আগেয়ে টকা দিয়ক।”

“কি অভদ্ৰ। ল টকা ল।”

খং আৰু বিৰক্তিৰে মদনে জেপৰপৰা দহটকীয়া নোটৰ জাপ এটা উলিয়াই আগ বঢ়াই দিলে—“ধৰ ল।”

বেশ্যাজনীয়ে হাত পাতি নোটবোৰ লৈ গণি চালে। দুই কুৰি টকা আছে। তাই তাৰে পঁচিশ টকা ৰাখি বাকী পোন্ধৰ টকা তেওঁক ফিৰাই দিলে। মদনে কয়—

“ল, গোটেইখিনিকে দিছো।”

“ৰেটতকৈ এক পইচাও বেছি নালাগে বাবু।” তাই গহীনভাৱে টকা পোন্ধৰটা মদনৰ চোলাৰ জেপত ভৰাই দিয়ে। মদনে কয়—“চৰবতৰ বাবে ৰাখ।”

“ৰাতিৰ অতিথিৰ খোৱাৰ পইচা নালাগে বাবু।”

“তেনেহ'লে ভাতো খুৱাব পাৰ নেকি?

“খালে দিব পাৰো।”

এইবুলি কৈ তাই গৈ এগিলাছ চৰবৎ আনি তেওঁৰ আগতে দিলে।—মদনে চৰবৎ গিলাছ পিলে।

তাই সুধিলে—“আপুনি ফটিকা খায় বাবু?”

“নাখাওঁ।”

“চিগাৰেট?”

“নাখাওঁ।”

তাই হাঁহি মাৰি কয়—“ফটিকা নাখায়, চিগাৰেট নাখায়, তেন্তে খায় কি?”

গহীনভাৱে মূৰ দুপিয়াই মদনে উত্তৰ দিয়ে—

“ৰূপ,যৌৱন,প্ৰেম।”

তাই মিচিকিয়া হাঁহিমাৰি কয়—“আপুনি বৰ সুন্দৰ লোক বাবু।”

“পিচতো সুন্দৰ হম, আগেয়ে মোক ভাত খাবলৈ দে।”

“মইতো ইয়াত ভাত ৰন্ধা নাই বাবু।”

“তেন্তে ৰান্ধ সোনকালে। মোৰ ভোক লাগিছে।”

তাই অলপ তলমুৰা হৈ ৰয়। তাকে দেখি মদনে ক'লে—

"তলমুৰা হ'লি যে?"

"আপুনি মোৰ ৰন্ধা ভাত খাব বাবু?"

"কিয় নাখাম?"

"আপুনি জানো হিন্দু নহয়?"

"হিন্দু হ'লে কি হয়?"

"মই যে মুছলমান বাবু। আপুনি হিন্দু হৈ মোৰ হাতে কেনেকৈ খাব?"

"কিয়?"

"জাত যাব যে?"

হাঁহি মাৰি মদনে কয়—"হিন্দুধৰ্ম ইমান ঠুনুকা নহয় যে ক'ৰবাত কাৰোবাৰ হাতে কিবা খালে বা কিবা কৰিলে ভাঙি পৰিব। ই বৰ টান। এবাৰ হিন্দু হৈ জন্মিলে আৰু হিন্দুত্ব নাযায়। হিন্দুধৰ্মৰ এয়ে সুবিধা যে হিন্দুৰ ঘৰত জন্মিলেই হিন্দু হোৱা যায় আৰু এবাৰ এই জন্ম পালে পুনৰ হেৰুৱাৰ ভয় নাই—কেৱল ব্ৰাহ্মণক কেইধনুমান পৰাচিতৰ পইচা দিলে খতম। গতিকে এই বিষয়ত কোনো চিন্তাৰ কাৰণ নাই।"

"আপুনি ঠাট্টা কৰিছে বাবু?" তাই তেওঁৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"কৰা নাই। সঁচাকৈ কৈছো, ভয় কৰিব নালাগে। মই হিন্দু নহয়। মই তথাকথিত কোনো ধৰ্মতে নাই। মই মানুহহে। মই মানৱ ধৰ্মতহে আছো বৰ্তমান; অৱশ্যে মই হিন্দু ধৰ্মৰ মানুহৰ ঘৰত জন্মিছো।"

"খায় যদি দিয়াত মোৰ আপত্তি নাই। মই হ'লে মুছলমান ছোৱালী।"

"তাৰ মানে তই মুছলমান মানুহৰ ঘৰত জন্মিছিলি?"

"হয়।"

"জন্মিছিলিহে কিন্তু বৰ্তমান তোৰ ধৰ্ম ইছলাম নহয় বৰং ক'ব পাৰ তোৰ ধৰ্ম যি কোনো উপায়ে জীয়াই থকা। সেইবাবেই তই দেহ বিক্ৰী কৰ। গতিকে তই মুছলমান নহয়।"

"হ'লেও মই মুছলমান ছোৱালী বাবু।"

"তই যে মুছলমান ছোৱালী তাৰ কি প্ৰমাণ? তই জানো কোৰাণ অধ্যয়ন কৰিছ? হজ,নামাজ, জাকাট,ৰোজা, এই চাৰিটা পালন কৰিছ? তই অধ্যয়ন কৰিছ মানুহৰ মন আৰু পালন কৰিছ মদ,মাংস,চিগাৰেট আৰু দেহদান। গতিকে তই কি মুছলমান? কোৰাণ নপঢ়া মুছলমান, বাইবেল নপঢ়া খৃষ্টান আৰু বেদ-গীতা নপঢ়া হিন্দু একে।

এওঁলোক কোনো ধৰ্মত নাই। এওঁলোকৰ ধৰ্ম 'সুবিধাবাদ'। অৱশ্যে এওঁলোক মানুহ।"

"হ'লেও মোক মুছলমান বুলি ধৰে বাবু।"

"তই যে মুছলমান ছোৱালী তাৰ কি প্ৰমাণ? মানুহৰ যি অংগ থাকে বিশেষকৈ তিৰোতামানুহৰ, তাতকৈ তোৰ কিবা বেছি অংগ আছে নে কম অংগ আছে?"

"একেই আছে!"

"তেন্তে তই একেই মানুহ—তিৰোতা মানুহ। আচলতে জাতি দুটা—এটা মতা আৰু আনটি তিৰোতা। ই হ'ল প্ৰকৃতিৰ নিয়ম। তাৰ বাহিৰে বাকীবোৰ মানুহে নিজৰ সুবিধাৰ বাবে কৰি লোৱা। ধৰ্ম, ৰীতিনীতি, ব্যৱহাৰ আদি মানুহে নিজৰ সুবিধাৰ বাবে তৈয়াৰ কৰি লৈছে। তাৰ একো নিৰ্দিষ্ট সত্য নাই।"

"কেনেকৈ নহ'ব?"

"যদি আছে তেন্তে তোৰ ওচৰলৈ সকলো ধৰ্মৰ, সকলো জাতিৰ মানুহ কিয় আহে? তই মুছলমান অথচ তোৰ তালৈ মই হিন্দু আহিছো, খৃষ্টান আহে, বৌদ্ধ আহে আনকি হোটেলৰ মালিক পৰম ধাৰ্মিক জৈন মিষ্টাৰ তেৱাৰীও আহে। গতিকে তই দেখোঁ সকলো ধৰ্মৰ মানুহৰে তীৰ্থস্থান হৈ পৰিছ? তোৰ দেহ গংগাত সৰ্বধৰ্মৰ লোকে স্নান কৰি পবিত্ৰ হৈ যায়। ইয়াৰপৰা প্ৰমাণ হয় যে মানুহ সকলো সমান আৰু একে। ক'ব গ'লে পুৰুষবিলাক তীৰ্থযাত্ৰী আৰু নাৰীবিলাক তীৰ্থস্থান। তীৰ্থস্থানত আৰু জাতিৰ বিচাৰ কি?"

আপুনি কি অদ্ভুত ধৰণৰ মানুহ বাবু? মই বহুত মানুহ লগ পালো, কিন্তু আপোনাৰ দৰে মানুহ মই জীৱনত লগ পোৱা নাছিলো। বাৰু বহক, মই ভাত ৰান্ধো। তাৰ আগেয়ে আপোনাৰ আৰু কিবা কাম আছে যদি কওক কৰি পেলাওঁ।

তাই অতি আপোনভাৱে ঘৈণীয়েকে গিৰিয়েকক কোৱাৰ দৰে কয়। তেওঁ হাঁহি মাৰি ক'লে—"তুমি মোৰ আজি এৰাতিৰ বাবে ঘৈণী, গতিকে তোমাক আৰু বেছি কষ্ট দিব নোখোজো। যদি বেজাৰ নোপোৱা তেন্তে মোক পানী তপত কৰি দিয়া, ভৰি ধোওঁ আৰু বিছনাৰ যোগাৰ কৰি দিয়া শোওঁ।"

তাই হাঁহিমাৰি ক'লে—"আপুনি সঁচাকৈ বৰ মৰম লগা লোক। অলপ বহক; মই এতিয়াই তপত পানী আনি দিম।"

এইবুলি কৈ তাই তৎক্ষণাৎ বাৰাণ্ডাৰ কমটোলৈ গ'ল আৰু পানী তপতাব ধৰিলে। অতি সোনকালেই পানী তপত কৰি আনি তেওঁক ভৰি ধুবলৈ যতন কৰি দিলে মদনে বাহিৰলৈ আহি ভৰি ধুব বুলি ভাবিছিল; পিচে তাই চৰিয়াটো আনি পানীখিনি

বাকি দি বৰ মৰম কৰি ক'লে—"বাহিৰলৈ যাব নালাগে। ইয়াতে ধোৱক।"

তেওঁ তাইৰ চকুৰ ফালে চাই ক'লে—"তুমি দেখো আচল স্বামীভক্তি দেখুৱাইছা?" মই তোমাৰ ব্যৱসায়ৰ বাবে নে আচল প্ৰাণৰ অনুৰাগৰ বাবে এনে কৰিছা?" ভৰিদুখন দাবাৰত জুবুৰিয়াই মাজি মাজি সোধে তেওঁ। তাই এটা বেদনাৰে হুমুনিয়াহ কাঢ়ি কয়—"আমাৰ ভাগত তেনে সুখ আল্লাই নিদিলে বাবু! স্বামীসেৱা কৰিবলৈ আমাৰ ভাগ্যত নাই। আমি বেশ্যা। সকলো পুৰুষ আমাৰ প্ৰেমিক কিন্তু কোনোজন আমাৰ স্বামী নহয়। নাৰীয়ে ভাগ্যৰ বলতহে স্বামী লাভ কৰে। নচিবত লেখা নাথাকিলে স্বামী সেৱা কৰিবলৈ ক'ত পাম বাবু?"

"তুমি দেখো সতী তিৰোতাই স্বামীৰ স্তুতি কৰাৰ দৰে স্তুতি কৰিব ধৰিছা? তোমাক স্বামী লাগে নেকি?"

"আমি সতী নহয়—নটী বাবু, আমি স্বামী ক'ত পাম?"

"লাগিলে পাবা। লাগে নেকি?"

"ঠাট্টা কৰে কিয় বাবু?" তাই বৰ কাতৰভাৱে কয়।

"ঠাট্টা নহয়—সঁচাকৈ কৈছো।"

"আমাৰ স্বামী কোন হ'ব বাবু?" এটা হুমুনিয়াহৰ সুৰত সোধে তাই।

"মোকে নোলোৱা কিয়?" হাঁহি তাইৰ চকুলৈ চাই প্ৰশ্ন কৰে তেওঁ।

"কিয় মোক ঠাট্টা কৰে বাবু? বেশ্যাৰ স্বামী হৈ আপুনি সমাজত হীন হ'বলৈ যাব কিয়?"

"সমাজ? সমাজ কি? কোনখন সমাজত মই হীন হ'ম? দিনতঘৰত আৰু মেল মিটিঙত মহা ভদ্ৰলোক, মহা সৎলোক হৈ গধূলি হ'লে মানুহক নেদেখাকৈ তোমালোকৰ ওচৰলৈ আহি অসতৰ চূড়ান্ত নিদৰ্শন দেখুৱাই যোৱাসকলৰ সমাজত মইনো কি হীন হ'ম? বৰং প্ৰকৃত সত্যক লোকৰ আগত সাহসেৰে দাণ্ডি ধৰি বীৰৰ পৰিচয় দিম। মই সিহঁতৰ দৰে কাপুৰুষ নহয়।"

তাইৰ চকুমুখ আৰক্তিম হৈ উঠে। ভালপোৱা আৰু লাজৰ চাৱনিৰে চাই তাই মৰম লগাকৈ কয়—"আপুনি কিবা অন্য ধৰণৰ লোক বাৰু; আপুনি যে কি ধৰণৰ কথাবোৰ কয়...।"

"মই সমাজৰ মতে চৰিত্ৰহীন আৰু মোৰ মতে সমাজ চোৰ। সমাজে মোক ঘিণ কৰে, গতিকে ময়ো ভণ্ড সমাজক নামানো।"

"বাৰু ৰ'ব, মই চাহকাপ চেকি আনো।" তাই যাবলৈ খোজে।

"তুমি চাহ কৰিছা নেকি কেতিয়াবা?"

"হয়, ভৰিধোৱা পানী তপত কৰোতেই চাহৰ কেটলীটোত পানী তপত কৰিছো। চেকিলেই হ'ল।"

·"বাঃ! বেচ চমৎকাৰ তিৰোতা তুমি!"

তেওঁ তাইক প্ৰশংসা কৰে। তাই উঠি যায় আৰু চাহ চেকিব ধৰে। চাহ চেকি আনি তেওঁৰ আগত দিয়ে—"খাওক।"

তেওঁ চাহৰ কাপ তুলি লয়। তাই কয়—"আপুনি বিছনাতে অলপ বিশ্ৰাম কৰক, মই ভাত ৰান্ধো।"

"বিছনা মানে তোমাৰ শয্যা?"

"হয়।"

"তাত মই নোশোওঁ।"

"কিয়?"

"তাত তোমাৰ প্ৰেমিক অৰ্থাৎ কামুকসকল শোৱে। ই বৰ অপবিত্ৰ। তাত তোমাৰ স্বামীয়ে শোৱা জানো উচিত?"

'তোমাৰ স্বামী' বুলি কোৱাত তাইৰ চকুদুটা উজ্জ্বল হৈ উঠে। গাত যেন বিজুলী চমকি গ'ল। এটা শিহৰণ আহিল। মন পুলকিত হৈ পৰিল। তাইৰ গাল-মুখ ৰঙা হৈ উঠিল। লেম্বৰ ৰঙা পোহৰত তাইৰ যেন প্ৰসাধন ৰঞ্জিত মুখমণ্ডল আৰক্তিম হৈ উঠিল। তাই তেওঁৰফালে নৱবধূৰ লাজুক দৃষ্টিৰে এবাৰ চাই মিচিকিয়া হাঁহি মাৰি তলমূৰ কৰিলে। তেওঁ হাঁহি মাৰি ক'লে—"যোৱা, বেলেগ শয্যা তৈয়াৰ কৰাগৈ। একেবাৰে ফুলশয্যা ৰচনা কৰিবা।"

তাই হাঁহি মাৰি গৈ সিটো কোঠাত সঁচাকৈ ধুবিয়ে ধোৱা কাপোৰেৰে সুন্দৰ বিছনা তৈয়াৰ কৰিলে। তাৰ পিচত তেওঁক মাতিলে। মদন উঠি গৈ সেইখন বিছনাত বাগৰ দিলে আৰু ক'লে—"চমৎকাৰ। এয়েহে গৃহিণীৰ কাম। বচ্ এতিয়া যোৱা ভাত ৰান্ধা গৈ, মোৰ ভোক লাগিছে।"

তাই গৈ ভাতত জাল মাৰে। ঘৰৰ দৰ্জা বন্ধ কৰি দিয়ে। বেশ্যাবাৰীৰ নিয়মমতে দৰ্জা বন্ধ কৰি দিলে আন গ্ৰাহক নাহে। গুণ্ডাসকলে আইন নামানিলেও বেশ্যালয়ৰ এই নিয়ম মানি চলে, নহ'লে সাধাৰণ খেৰৰ জুপুৰিৰ বাহৰ ভঙা দৰ্জা ভাঙি সোমাবলৈ একোজন মদপীৰ কিমান বেলি লাগে? গুণ্ডাৰতো কথাই নাই। কিন্তু ইহঁত অন্যক্ষেত্ৰত অমানুহ হ'লেও এই ক্ষেত্ৰত প্ৰকৃত বিবেচক ব্যক্তি। দৰ্জা বন্ধ কৰাৰ অৰ্থ—ভিতৰত

অন্যলোক আছে। মদন ভিতৰত প্ৰবেশ কৰাৰ লগে লগেই তাই বাহিৰ ফালৰ দৰ্জা বন্ধ কৰি দিছিল।

ইমান সময়ে বিছনাত বাগৰি মদনে কিবা ভাবি আছে। তাই ভাত ৰান্ধি আছে। কোনেও কথা-বতৰা হোৱা নাই। মাজতে মদনে ক'লে—"শুনিছানে গৃহিণী, মই হ'লে মাৰোৱাৰীতকৈও বেছি নিৰামিষাশী।"

তাই হাঁহিমাৰি ক'লে—"মাছ,মঙহ নাই—কণী আৰু আলুৰ দম তৈয়াৰ কৰিম; লগতে দালি আৰু তৰকাৰী।"

"তুমি কণীৰ দম বনোৱাৰ আগেয়ে ময়ে তোমাক 'দম' দিওঁ অৰ্থাৎ ধমক দিওঁ—খবৰদাৰ! মই কণীও নাখাওঁ, নাৰান্ধিবা।"

কণী নাখায় বুলি কোন্নাত তাই ঘিঁৰ ব্যৱস্থা কৰিলে। আজি তাই ভাত ৰান্ধি নতুন আনন্দ উপভোগ কৰিছে। এটা মাদকতা; এটা পুলক অনুভৱ কৰিছে মনত। আজি যেন তাইৰ জীৱনে নতুন ৰূপ ল'লে, মনে নতুন প্ৰেৰণা পালে, হিয়াই নতুন অনুভূতি লাভ কৰিলে। সঁচাকৈ তাই আজি যেন গৃহিণী—ঘৈণী। আজি তাই যেন নগৰৰ লেতেৰা গলিৰ বাৰবিলাসিনী নহয়। তাই যেন আজি সঁচাকৈ গ্ৰাৰ্হস্থ্য জীৱনৰ মৰমী গৃহিণী। স্বামীক ভোজন কৰাই মনত অসীম পৰিতৃপ্তি অনুভৱ কৰিব। গৃহিণী হোৱাৰ কি আনন্দ! কি কাৰণে ল'ৰা-ছোৱালীৰ খেচখেচনি আৰু শাহু আইৰ কেট্‌কেটনি খাইয়ো গৃহিণীসকলে নীৰৱে যাৱতীয় গৃহকৰ্ম কৰি যায় তাৰ গুপুত ৰহস্য আজি জানিব পাৰিলে। গৃহিণীসকলে সমস্ত জ্বালা-যন্ত্ৰণা অকাতৰে সহ্য কৰি যায় বোধহয় এই তৃপ্তিৰ কাৰণেই। ধন্য গৃহিণী জীৱন! ঘৈণী হোৱা নাৰী জীৱনৰ চৰম সাৰ্থকতা। আজি তাই উপলব্ধি কৰিলে। "হায়! কেতিয়া মোৰ এই বেশ্যাৰ কদৰ্য জীৱনৰ অৱসান ঘটিব? কেতিয়াবা জানো ময়ো এজন স্বামী পাম? হে আল্লা! তুমি মেহেৰবানি কৰা।" তাইৰ অন্তৰৰ দেৱতাই যেন আজি চিঞৰি চিঞৰি ক'ব ধৰিছে পৰম দয়ালু আল্লাৰ ওচৰত। কিন্তু আল্লাৰ ওচৰ জানো এই কাকুতি পায় গৈ? আমি নাজানো। তাই হ'লে বিশ্বাস কৰিছে।

ভাতৰ চৰুৰ তলত জাল দি তাই ভাবে কোন এইজন! আন দহজনৰ দৰে এই ভদ্ৰবেশী গুণ্ডা আহিছে ক্ষন্তেক ইন্দ্ৰিয় তাৰণা উপশম কৰিবৰ বাবে। ভাল কথা; আন দহজনৰ দৰে তাইৰ ৰক্তমাংসৰ দেহটো লৈ অংগ প্ৰত্যংগৰ সঞ্চালন কৰি কদৰ্য যৌন লালসা সাময়িকভাৱে মিটাই অস্থিৰ আৰু দুৰ্বল দেহেৰে ঢলং পলং কৰি ঘৰৰ

বাহিৰ ওলাই যোৱা আৰু পিচ মুহূৰ্ততে মিটিঙলৈ গৈ নাৰীৰ সতীত্বৰ বিষয়ে বক্তৃতা কৰাগৈ; তাত তাইৰ একো ক'বলগীয়া আৰু কৰিবলগীয়া নাই। কিন্তু তাকে নকৰি এনেকৈ হঠাতে আচৰিত ব্যৱহাৰ কৰি ওৰে জীৱনে পাই অহা অভিজ্ঞতা আৰু উপলব্ধি কৰা সত্যৰ ওপৰত এনেভাৱে কুঠাৰঘাত কৰি তাইৰ চিৰকালৰ আদৰ্শ আৰু চিন্তাৰ সমুদ্ৰত ভীষণ জোৱাৰ তুলি দিলা কিয়? ই তোমাৰ অন্যায় নিৰ্মম ব্যৱহাৰ। ৰাতি পুৱালে তুমি গুচি যাবা—হয়তো তাইক চিৰদিনৰ কাৰণে পাহৰি গৈ জগতৰ জীৱনৰ কোনো কৰ্মসোঁতত উটি যাবা—এই এৰাতিৰ প্ৰিয়াৰ স্মৃতি হয়তো ক্ষন্তেকতে নাইকিয়া হৈ পৰিব কোনো সুন্দৰী ৰমণীৰ মধুৰ আলাপ আৰু কোমল পৰশত। তেন্তে কিয় তাইক এনে যাতনা দিবলৈ আৰম্ভ কৰিলা? ই তোমাৰ নিষ্ঠুৰতা। এনেবোৰ যুক্তি আৰু তৰ্কই তাইৰ মনোৰাজ্যত চিন্তাৰ জাল ৰচনা কৰিলে। তাই ভাবি ভাবি ভাত ৰান্ধি থাকে। ই স্বপ্ন নে বাস্তৱ?

ইফালে বিছনাত পেট পেলাই মদনে ভাবি আছে এটা কথা। মাত্ৰ এজন মানুহৰ কথা। মিষ্টাৰ তেৱাৰী! হোটেলৰ মালিক তেৱাৰী। লম্পট তেৱাৰী। কেতিয়া আহে এই লম্পট তেৱাৰী এইফালে তাকেই বাট চাই আছে তেওঁ। আজি তাক ধৰা পেলাব লাগিব। যৈণীয়েকৰ কথাৰ সত্যতা প্ৰমাণ কৰিব লাগিব। পাৰিলে এই চেগতে কিছু টকা আদায় কৰিব লাগিব কাৰণ দীপালীৰ বিয়া আহিল; উচৰ্গা দিব লাগিব অন্ততঃ কিছু টকাৰ মাল। নিজৰ নহলেও আপোন খুৰাৰ ছোৱালী—ভনী। তাৰ উপৰি কোনে জানে যে নিজেও বিয়া কৰাব নালাগিব? ডাক্তৰ পৱন চৌধুৰী লম্পটে যদি দীপালীক বিয়া কৰাব পাৰে তেন্তে বিয়াৰ পিচত জানো এটা ব্যৱসায় কৰি ধন উপাৰ্জন হয়। ডকাইতি, গুণ্ডামি মই জানো। ডাঙৰ ব্যবসায়বোৰনো ডকাইতি বা গুণ্ডামিৰ ভিন্ন অন্য কি? এই ধনতান্ত্ৰিক সমাজত হেজাৰ হেজাৰ, লাখ লাখ খেতিয়ক, বনুৱাক ঠগি জমিদাৰ আৰু শিল্পপতিসকলে দিনে দিনে হেজাৰ হেজাৰ টকা আয় কৰিব ধৰিছে। ইয়ো একপ্ৰকাৰ ডকাইতি—গুণ্ডামি। এই ডকাইতি অস্ত্ৰদ্বাৰা নহয়, কলমৰ দ্বাৰা হয়; এই গুণ্ডামি তিৰোতাৰ ওপৰত নহয়—টকাৰ ওপৰত হয়। এনে ৰকম এটা বৃহৎ শিল্প প্ৰতিষ্ঠান খুলি জনতাৰ ওপৰত গুণ্ডামি কৰি হ'লেও ধন ঘটিব লাগিব। এই ধনতান্ত্ৰিক সমাজত ধনতান্ত্ৰিক ব্যৱস্থা অৱলম্বন নকৰাটো মূৰ্খামি। নাঙঠৰ ৰাজ্যত কাপোৰ পিন্ধা অসভ্যামি। মই কিবা এটা কৰিব লাগিব। বত্ৰিশটা বছৰ এনেভাৱে গ'ল; এতিয়া এটা নতুন কিছু কৰিব লাগিব। তাৰ বাবে টকা লাগে। এই টকাৰ

বাবে প্ৰথমে তেৰাৰী, তাৰ পিচত পাঞ্জাবী ড্ৰাইভাৰ, তাৰ পিচত ডাক্তৰ পবন চৌধুৰী। সম্প্ৰতি আজিৰ টিকাৰ মোৰ তেৰাৰী। বাৰু কেতিয়া আহিব মোৰ প্ৰথম টিকাৰ? ৰাতি বহুত হ'ল। এতিয়া ভাত খাবৰে হ'ল। সোনকালে আহিলে খুব ভাল আছিল। এনেভাৱে চিন্তা কৰি আছে মদনে।

টেবুলত ভাত সাজি দি তাই আহি জনালে—"ভাত দিছো। সুদা ভাত; খাওক আহি।"

"বাৰু" বুলি মূৰ দুপিয়াই তেওঁ উঠিল আৰু নীৰৱে বহি ভাত খাব ধৰিলে। তেওঁৰ নীৰৱতা দেখি তাই ভয় পালে। এতিয়াই ইমান কথাকোৱা মানুহজনে হঠাতে ইমান নীৰব হ'ল কিয়? কিবা খং কৰিলে নেকি? তাই সন্দেহ কৰিলে। ভয়ে ভয়ে তাই সুধিলে—"আপুনি কিবা বেয়া পালে নেকি যে কথা-বতৰা একেবাৰে বন্ধ কৰিলে?"

"নাই কৰা। কিয় বেয়া পাম? তোমাৰ দৰে সাদৰী ছোৱালী এজনীক যিয়ে বেয়া পায়, সি নিজে বেয়া মানুহ। মই জানো বেয়া মানুহ?"

"কোনে ক'লে আপোনাক বেয়া মানুহ বুলি? বেচ কথা ক'ব জানে আপুনি। কেনেকৈ কথাৰ পাকত পেলাব পাৰে তৎক্ষণাৎ! বৰ বুদ্ধিমান লোক আপুনি।"

"বুদ্ধিমান নহ'লেনো তোমাক ভাত ৰন্ধাব পাৰো নে?"

তাইৰ ফালে চাই তেওঁ মিচিকিয়া হাঁহি মাৰে। তাই লাজ কৰা যেন অনুমান হয়। আচৰিত কথা। বাৰবিলাসিনী প্ৰগলভা বেশ্যাই আজি পুৰুষৰ আগত লাজ কৰিছে। কি অদ্ভুত শক্তি এওঁৰ! নাৰীৰ মনৰ লগত খেলা কৰাত এওঁ ওস্তাদ। বোধহয় বহু নাৰীৰ সংগ লাভ কৰি নাৰীক বশীকৰণৰ কৌশল শিকিছে। তাই তেওঁৰ মুখলৈ চাই সোধে—

"আৰু ভাত দিম নেকি?"

"নালাগে।"

"আঞ্জা বোধহয় সোৱাদ নহ'ল।" তাই আগ্ৰহেৰে উত্তৰলৈ অপেক্ষা কৰে। তেওঁ হাঁহি মাৰি উত্তৰ দিয়ে—

"ইয়াতকৈ সোৱাদ হ'লে তেৰাৰীৰ হোটেল অচল হৈ যাব। লগতে তুমিও ব্যৱসায় বদলাব লাগিব।"

"বেচ সুন্দৰ উত্তৰবোৰ বিচাৰি পায় তৎক্ষণাৎ।"

"অকল উত্তৰে নহয়—মানুহো বিচাৰি পাওঁ আলপৈচান ধৰিবলৈ।" তেওঁ হাঁহে, তায়ো হাঁহে। হাঁহি ভাত খাই উঠি আহে তেওঁ। তাই বাচন-বৰ্তন চাফা কৰি থয়। তেওঁ আহি বিছনাত বহে। তাই আনি তামোল দিয়ে। তাৰ পিচত সোধে—

"আৰু কিবা লাগিব নেকি?"

"নালাগে।"

তাই ঘৰৰ বস্তুবোৰ ঠিক-ঠাক কৰি থয়। তেতিয়া ৰাতি প্ৰায় দহোটা বাজিছে।

ইফালে মিষ্টাৰ তেৰাৰীয়ে বিয়াৰ পৰা আহি দেখিলে যে ঘৈণীয়েকৰ মূৰৰ বিষ উঠি পৰি আছে। এনে অৱস্থা মাজে মাজে হয় আৰু দুদিনমান থাকে। তাঁৰ পিচত আপোনা-আপুনি ভাল হয়। অৱশ্যে এনেকুৱা হ'লে তেৰাৰীয়ে বেয়া নাপায়, কাৰণ এনে অৱস্থাত এটা সুবিধা মিলে। ঘৈণীয়েক অজ্ঞান হৈ থাকিলে তেওঁ নিৰাপদে আহি সেই বেশ্যাজনীৰ লগত ৰাতিটো আমোদ-প্ৰমোদ কৰি কটাব পাৰে। গতিকে ঘৈণীয়েকৰ অসুখ মানে তেওঁৰ সুখ। আজি বিয়াৰ পৰা আহি এনে সুবিধাজনক অৱস্থা দেখি পৰম খুচি হৈ গ'ল তেওঁ। সাধাৰণতঃ বিয়া, বিহু আৰু উৎসৱ আদিত স্ত্ৰী-পুৰুষৰ অবাধ মিলা-মিছা আৰু ধুনীয়া বসন-ভূষণে ভূষিত চেহেৰাই উভয় পক্ষৰ মন পাতল কৰি তোলে আৰু কামজ চিন্তাই সহজে মন অধিকাৰ কৰি পেলায়। তেওঁৰ চঞ্চল মন আৰু চঞ্চল হৈ উঠিছে। নাৰীৰ সান্নিধ্য তেওঁৰ পক্ষে নিতান্ত অপৰিহাৰ্য। ঘৈণীয়েকৰ এনে বেমাৰী অৱস্থা দেখি পেটে পেটে তেওঁ ভালেই পালে। সি যি কি নহওক, আজি কেইবা দিনৰ মূৰত অলপ আৰাম কৰাৰ সুযোগ পোৱা যাব। তেওঁ ল'ৰা-ছোৱালী হালক খুৱাই-ধুৱাই শুৱাই থ'লে; মেনেজাৰৰ পৰা হিচাপ বুজি লৈ টকা-পইচা গণি ল'লে আৰু হাতত কিছু টকা ৰাখি বাকীখিনি লোৰ আলমাৰিত থৈ তলা মাৰি থ'লে। তাৰ পিচত হোটেলৰ এটা ধুনীয়া কমৰ ওচৰলৈ গ'ল। দেখিলে কমটো তলামাৰি থোৱা আছে। বুজিলে, কোনো লোক নাই। বঢ়িয়া সুযোগ। তেওঁ হাঁহি মাৰি ওলাই গ'ল।

তেৰাৰী যেতিয়া আহি বাৰাণ্ডাত থিয় হৈ "দিলাৰা" বুলি মাতে তেতিয়া ৰাতি প্ৰায় এঘাৰটা। বাহিৰত মাত শুনি তাই মাতিলে—"কোন"?

"মই", তেৰাৰীয়ে সৰু সৰুকৈ কয়।

"কোন মই?" তাই ভিতৰৰ পৰাই সোধে।

"তেৰাৰী।" তেওঁ লাহেকৈ কয়।

"কিয় আহিল?" তাই ভিতৰৰ পৰাই সোধে।

"নাজাননে? দুৱাৰ খুলি দে আৰু ব'ল হোটেললৈ, আজি ৰুম খালী আছে।"

"নাই, মই আজি নোৱাৰিম। আপুনি যাওক।"

"নহয়, ব'ল। আপত্তি নকৰিবি—পঞ্চাশ টকা দিম।"

"মোক টকা নালাগে, আজি যাওক।"

"নহয়, আপত্তি নকৰিবি। আজি মোৰ বৰ সুযোগ পৰিছে। তই ওলাই আহ, নগদ টকা গণি ল।"

"মোক আজি টকা নালাগে। মই নোৱাৰিম।"

"বাৰু নোৱাৰ নাই; কেৱল দুৱাৰ খুলি দে।"

"দুৱাৰ খুলি দিব নোৱাৰো। মানুহ আছে।"

"মিছা কথা। মই দুৱাৰৰ ফাকেৰে দেখিছো, বিছনা খালী আছে। দে দুৱাৰ খুলি দে।"

"নাই নোৱাৰো। মানুহ আছে; বিশ্বাস কৰক।"

তেওঁ বাৰে বাৰে অনুৰোধ কৰে, তাই বাৰে বাৰে বাধা কৰে।

এবাৰ তেৱাৰীয়ে ৰাগ কৰি ক'লে—

"মোক মিছাকথা ক'বলৈ ধৰিছ। বাৰু দেখিম কালি। গুৱাহাটীৰ গুণ্ডাৰ পাল আনি তোৰ মজা বাহিৰ কৰি দিম। তই মোক উপেক্ষা কৰিলি চালি বেশ্যা?"

তেওঁৰ এনে খণ্ডত তাইৰো খং উঠিল কিন্তু একো নকলে কাৰণ তেৱাৰী মহাজনে ইচ্ছা কৰিলে অনেক দুষ্কাৰ্য কৰিব পাৰে; মাত্র কেইশমান টকা খৰচ কৰিব লাগিব। তেওঁ ধনী মানুহ আৰু তাই এজনী সামান্য বেশ্যা! ভাবিচিন্তি তাই দুৱাৰ খুলি দি মাতিলে—"আহক চাওকহি।"

তেৱাৰীয়ে খং কৰি ফিৰি যাওঁ বুলিছিল কিন্তু তাইৰ আহ্বানত ফিৰি আহিল আৰু ঘৰৰ ভিতৰত প্ৰবেশ কৰিলে। ভিতৰত সোমাই বিছনাত কাকো নেদেখি চকু ৰঙা কৰি ক'লে—"ক'ত তোৰ মানুহ? মিছা কথা ক'বলৈ শিকিছ চালি নটী? তোক পইচা দিম নে আজি মজা দিম? চাওঁ, দেখুৱাই দে তোৰ মানুহ! যদি দেখুৱাব নোৱাৰ তোক আজি এক পইচা নিদিওঁ।"

"আপুনি মিছাকৈ খং কৰিছে বাবু। মই মিছা কোৱা নাই। সঁচাকৈ মানুহ আছে আৰু আজি গোটেই নিশা বন্দবস্ত হৈ গৈছে। মই টকাও লৈছো।"

"বাৰু দেখুৱাই দে তোৰ ক'ত আছে ভটাৰজন।"

"যদি বিশ্বাস নকৰে তেন্তে চাওক আহি। সেই কমত আছে।"

এই বুলি কৈ তাই তেওঁক সেই কমলৈ মাতি লৈ গ'ল। তেওঁ গৈ যেতিয়া সেই কমত থিয় হয় তেতিয়া মদনে উবুৰি হৈ টোপনি যোৱা ভাও ধৰি পৰি আছে বিছনাখনত। তেওঁ অন্তৰে অন্তৰে হাঁহিছে। যি ইচ্ছা কৰিছিল তাকে পালে। চিকাৰ মিলিল। এতিয়া সুবিধা বুজি চিকাৰ ধৰিব লাগিল। তাকে ভাবি মনে মনে আছে আৰু বুদ্ধি ভাবি আছে কি কৰিব। যেতিয়া তেৱাৰী আহি আগত উপস্থিত হ'ল তেওঁ বিছনাত উঠি বহিল আৰু তেৱাৰীৰ ফালে চাই ৰ'ল। তেৱাৰীয়ে প্ৰথমে ধৰিব পৰা নাছিল; দিলাৰাই লেমটো দাঙি দিয়াত মদনৰ মুখখন স্পষ্ট কৰি দেখা পালে। মদনক দেখি তেৱাৰী হতভম্ব হৈ গ'ল। ই কি আচৰিত কাণ্ড! তেওঁ পৰম বিস্ময়েৰে মদনৰ চকুলৈ চাই কৈ উঠিল—

"আৰে মাষ্টৰ চাহাব, আপুনিও?"

"হাৰে! তেৱাৰীবাবু আপুনিও?"

একে সুৰতে উত্তৰ দিলে মদনে।

কিছুপৰ দুয়ো নীৰব; কাৰো মাতবোল নাই।

নীৰৱতা ভংগ কৰি তেৱাৰীয়ে মাত লগায়—"মই ভবাই নাছিলো যে আপুনিও ইয়ালৈ আহে।"

একে ৰকমে উত্তৰ দিয়ে মদনে—"ময়ো ভবা নাছিলো যে আপুনিও ইয়ালৈ আহে।"

একে ৰকমে উত্তৰ দিয়ে মদনে—"ময়ো ভবা নাছিলো যে আপুনিও এই কাম কৰে।"

"আপুনি এজন শিক্ষক হৈ যদি এই ঠাইলৈ আহে তেন্তে ছাত্ৰৰ চৰিত্ৰ কেনে হ'ব?"

"আপুনি এজন পিতৃ হৈ যদি এই কাম কৰে তেন্তে সন্তানৰ চৰিত্ৰ কেনে হ'ব?"

"এজন শিক্ষিত ভদ্ৰলোকে এই কাম কৰা উচিত নহয় মাষ্টৰ চাহাব।"

"আৰু এজন বিবাহিত স্বামীয়েও এইবোৰ কাম কৰা উচিত নহয় তেৱাৰীবাবু।"

"আপুনি আজিৰপৰা মোৰ তালৈ নাযাব মাষ্টৰ।"

"আপুনিও আজিৰপৰা এওঁৰ ইয়ালৈ নাহিব তেৱাৰী।"

"এইজনী মোৰ মানুহ, মই আনিছো; গতিকে মই নাহিম কিয়?"

"আপোনাৰ ল'ৰাজন মোৰ ছাত্ৰ, মই শিকাইছো; গতিকে মই নাযাম কিয়?"

এনেকৈ মুখে মুখে কথাই কথাই উত্তৰ দিয়াত তেৰাৰীৰ খং উঠিল। এনেয়ে আগৰে পৰা খং উঠি আছিল দিলাৰাৰ ওপৰত; এইবাৰ বেছিকৈ খং উঠিল আৰু খংভাৱে দিলাৰাক ধমক দিলে—"তোৰ মই মজা বাহিৰ কৰিম চালি বেশ্যা।"

এনেকৈ ধমক দিয়াত দিলাৰাই মাত দি উঠিল—"মই কি কৰিলোঁ, মোৰ দোষ, কি?"

"তোৰ দোষ কি ক'ব নোৱাৰ চালি? মৰ তেন্তে...।" দিলাৰাৰ গালত ঠাচ্‌কৈ এটা চৰমাৰি দিলে তেৰাৰীয়ে। চৰ খাই দিলাৰাই কান্দি পেলালে। তাকে দেখি মদনৰ খং উঠিল। বিছনাৰ পৰা তৎক্ষণাৎ উঠি আহি দুৱাৰত আউজি বাট বন্ধ কৰি তেৰাৰীক ধমক দিলে—"তোৰো মই আজি মজা বাহিৰ কৰিম চালা মহাজন।"

মদনে বাট বন্ধ কৰাত তেৰাৰীৰ হুচ আহিল। ভয় পালে। বাট আগুৰি ধৰি ৰাখি ই তেন্তে মাৰিবই নেকি? তেওঁ মনতে ভাবে আৰু দুই এখোজ কৰি পিচুৱাই যায়। মদনে দুই-এখোজ কৰি আগবাঢ়ি আহি হাতৰ ঘড়ীটো দেখুৱাই ক'লে—"এতিয়া ৰাতি বাৰটা বাজি গ'ল তেৰাৰীবাবু, কাৰো ক'তো সাৰি শব্দ নাই; সকলোৰে টোপনিত পৰিছে। এই ঘৰৰ ভিতৰত আমি মাত্ৰ তিনিজন। এই অৱস্থাত তোমাক বধ কৰিলে বাৰু কোনে আদালতত গৈ সাক্ষী ক'ব?"

তাৰ পিচত কাপোৰৰ তলৰপৰা ডেগাৰখন উলিয়াই দেখুৱাই ক'লে—

"কি দেখিছে? মাত্ৰ এটা হান—আৰু নালাগে। সাজু হ।" মদনৰ চেহেৰা, কথা আৰু ডেগাৰ দেখি তেৰাৰীৰ জীউ উৰি গ'ল। সৰ্বনাশ। আজি ৰক্ষা নাই। মাষ্টৰবাবু মাষ্টৰ নহয় ডকাইত। কোনোবা ডকাইতৰ দলে মোক ডকাইতি কৰিবৰ বাবে সিহঁতৰ দলৰ লোকে মাষ্টৰ কৰি পঠাইছে মোৰ ঘৰৰ সকলো খবৰ ল'বৰ বাবে। ডাঙৰ ডকাইতৰ দলে বোলে এনেকৈ একোখন গৃহস্থীলৈ বহুবছৰ ধৰি চাকৰ হিচাপে ডকাইত পঠায়। ই কোনো ছদ্মবেশী ডকাইত। মই চিনিব নোৱাৰিলোঁ ইমান দিনে। কি কৰা যায়? এনে এটা নিঃসহায় ভাব আৰু ভয়ৰ কঁপনিয়ে তেওঁক বাঘেধৰা গৰুৰ দৰে কৰিলে। তেওঁ কঁপিব ধৰিলে। মদনে ডেগাৰখন নি তেওঁৰ পেটত লগাই দি ক'লে—

"মোনাত যিমান টকা আছে উলিয়াই দে।"

তেৰাৰীয়ে প্ৰথম পঞ্চাশ টকা দিলে। মদনে আকৌ ডেগাৰখনৰ আগটো পেটত

অলপ হেচি দি ক'লে—

"যিমান আছে সকলো দে।"

তেওঁৰ মোনাত দুশ টকা আছিল, তাকো দিলে। মদনে ক'লে—

"হাতৰ আঙুলিত থকা সোণৰ আঙঠিবোৰ দে।"

তেৰাৰীয়ে ভয়তে কঁপি কঁপি দুই হাতৰ আঙঠিবোৰ খহাই দি দিলে। মদমে আকৌ পেটত টানকৈ ডেগাৰখন হেচি ধৰি ক'লে—

"আলমাৰিৰ চাবি?"

"লগত নাই বাবু।"

'মিছা কৈছ; জান যাব। দি দে ন'হলে এতিয়াই পেটৰ নাড়ী-ভুৰি বাহিৰ হৈ যাব।"

তেওঁৰ ৰঙা চকুৰ পাক দেখি তেৰাৰী বেচেৰা থৰ্ থৰ্ কৰি কঁপিব ধৰিলে। তাৰ পিচত চোলাৰ মোনাত হাত ভৰাই বাকছৰ চাবি পাই উলিয়াই দিলে। মদনে তুলি লৈ জেপত ভৰালে। খৰধৰ কৰি আলমাৰিটো বন্ধ কৰি চাবিকোছা মোনাত লৈয়ে আহিছিল তেৰাৰীয়ে। ভাবিছিল যে এতিয়াই তাইক লৈ আহি হোটেলৰ ৰুমৰ ভিতৰত দুয়ো থাকিব; গতিকে চাবি থ'বলৈ যোৱাৰ দৰকাৰ নাই। আগে-পিচেও প্ৰায় তেনে কৰে। আজি যে এনে দুৰ্ঘটনা ঘটিব জানে কেনেকৈ? আজি তেওঁৰ কপাল বেয়া। হঠাতে এই কাণ্ড ঘটি গ'ল।

চাবিকোছা দি তেৰাৰী থক্ থক্কৈ কঁপিবলৈ ধৰিলে। কিজানি এওঁ এতিয়াই গৈ ডকাইতি কৰি সকলো লৈ যায়? ভাবি ভাবি তেৰাৰী মূৰে-কপালে হাত দি বহি পৰিল। মদনে চাবিকোছা পাই মোনাত ভৰাই থ'লে আৰু ক'লে—"মোক টকা এহেজাৰ দি কালি পুৱা মোৰ পৰা চাবিকোছা লৈ যাবি। মই মাছখোৱাৰ মটৰ ষ্টেণ্ডত থাকিম। মনত আছেতো?"

"আছে বাবু।"

"ঠিক আছে। এতিয়া যা।"

এইবুলি কৈ মদনে তেৰাৰীক এৰি দিয়ে। তেওঁ দৰ্জাখন মেলি তেৰাৰীক যাবলৈ হুকুম দিয়ে। তেৰাৰীয়ে কঁপি-জপি ঘৰৰ বাহিৰ হৈ যায়। থৰক্-বৰক্ কৰি খোজ দি কথমপি গৈ তেওঁ হোটেল উঠে; হোটেল পায়ে তেওঁ দোকানৰ গদিত পৰি যায়। তেওঁৰ মূৰ ঘূৰাইছে।

তেৱাঁৰী যোৱাৰ পিচত মদনে দৰ্জা বন্ধ কৰি দি চেয়াৰত বহিল। ইফালে এওঁলোকৰ এনে কাণ্ড দেখি দিলাৰা নীৰৱ হৈ গ'ল। বেশ্যাবাৰীত যে গুণ্ডাবিলাকৰ, মদপী বিলাকৰ ভিতৰত এনে ৰকম কাজিয়া লাগি থাকে তাক তাই দেখি আহিছে; আৰু এনেবোৰ ঘটনা সহ্য হৈ গৈছে। কিন্তু আজি তাই বিবুদ্ধি হৈ পৰিল। এই দুজন লোক আচল গুণ্ডাও নহয় আৰু মদপীও নহয় অথচ গুণ্ডা মদপীতকৈও দেখোঁ সাংঘাতিক? তাই অবাক হৈ চাই ৰ'ল। তাকে দেখি মদনে হাঁহি মাৰি ক'লে— "কি চাইছা? ভয় লাগিছে নেকি? ভয় নকৰিবা। চুণ্ডা চাই সোপা দিয়া হৈছে। ইয়াক শাসন কৰা দৰকাৰ হৈ পৰিছে ন'হলে তাৰ ঘৈণীয়েকৰ অৱস্থা বৰ বেয়াৰ ফাললৈ যাব। তাৰ উপৰি সি নাৰীৰ ওপৰত উৎপীড়ণ আৰম্ভ কৰিছে। এই পাষণ্ডক শাসন কৰিব লাগিব।"

"আপোনালোকৰ কাণ্ড দেখি মই অবাক হৈছোঁ। কি কৰিলে আপোনালোকে...?"

"ঠিকেই কৰিছোঁ। তুমি ভয় নাখাবা। বাৰু, ধৰাচোন এই আঢ়ৈ শ টকা থোৱা গৈ।"

তেওঁ টকা আঢ়ৈ শ তাইলৈ আগ বঢ়ায়। তাই হাত কোঁচাই নিয়ে— "মোক নালাগে। মই নাৰাখোঁ, মোক নিদিব। আপুনি নিয়ক।"

"কিয়।"

"এই ধন মোৰ প্ৰাপ্য নহয়। গতিকে ৰাখিলে অন্যায় হ'ব, পাপ হ'ব।"

"অন্যায়? পাপ?"

"নিশ্চয়।"

"বাৰু, বেশ্যাবৃত্তি কৰা পাপ নহয়নে? অন্যায় নহয়নে?"

"নহয়।"

"কাৰণ?"

"কাৰণ ই এটা ব্যৱসায়ে। ব্যৱসায়ত পাপ নাই।"

"এই ব্যৱসায় সন্মানজনক নে অপমানজনক?"

"সামাজিকভাৱে অপমানজনক?"

"তেন্তে কিয় কৰিছা?"

"নকৰিলে যে জীয়াই থাকিব নোৱাৰোঁ। খাবলৈ নাপাই শুকাই মৰিম।"

জীয়াই থাকিবলৈ বাৰু তুমি অপমানজনক কাম কৰিব লগা হৈছে কিয়? টকাৰ

কাৰণে নহয় জানো? তোমাৰ টকা থাকিলে এই ব্যৱসায় কৰিলাহেঁতেন নে? নিশ্চয় নকৰিলাহেঁতেন। জীয়াই থাকিবৰ বাবে তুমি অসৎবৃত্তি অৱলম্বন কৰিছা, সেই ধনকে তুমি প্ৰত্যাখ্যান কৰিছা? তোমাৰ ব্যৱসায় অসৎ যিহেতু, সেই ব্যৱসায়ৰ অৰ্জা সমস্ত ধন অসৎ; এই ধনো যেতিয়া অসৎ উপায়ে ৰখা হ'ল, সেইবাবে তোমাৰে প্ৰাপ্য।"

"ই বৰ অন্যায় আৰু পাপৰ কথা বাবু।"

"তেৱাৰীৰ ব্যৱসায় ন্যায়ৰ আৰু কৰ্মবোৰ পুণ্যৰ নেকি? সমস্ত ব্যৱসায়ৰ অন্তৰালত অন্যায় উপায় লুকাই আছে আৰু সমস্ত কৰ্মৰ মাজতে পাপ লুকাই আছে। তাৰ উপৰি ব্যৱসায় আৰু কৰ্ম দুয়োটাই আত্মাৰ বন্ধনৰ কাৰণ। এইবোৰ কৰা হয় ফল লাভৰ বাবে; কৰ্মফলৰ আশাকৰি কৰা সমস্ত কৰ্মই হিন্দুৰ গীতাৰ মতে আত্মাৰ বন্ধনৰ হেতু।"

"তেন্তে কি কৰ্ম আত্মাৰ বন্ধনৰ হেতু নহয়?"

"নিষ্কাম কৰ্ম। যি কামত সমস্ত কৰ্মফল ভগবানক অৰ্পন কৰি কৰা হয় সেয়ে নিষ্কাম কৰ্ম আৰু ইয়ে মুক্তিৰ নিদান। যিয়ে কাম কৰে অথচ কৰ্মফল আশা নকৰে তেৱে হে নিষ্কাম কৰ্মী। কৰ্তব্যবোধৰ বাবে কৰ্ম কৰি কৰ্মফলৰ আশা নকৰি নিৰ্বিকাৰ, নিষ্কাম কৰ্মীয়েহে কৰ্মযোগী আৰু তেওঁৰহে কোনো কামতে পাপ নহয়। গীতাত সেইবাবে শ্ৰীকৃষ্ণই অৰ্জুনক নিষ্কাম কৰ্মী হ'বলৈ উপদেশ দিছে। "কৰ্মণ্যে বাধিকাৰস্তে মা ফলেষু কদাচন।" গীতাৰ এই মহাবাণী যদি সঁচা হয় তেন্তে ফল লাভৰ বাবে কৰা সমস্ত ব্যৱসায় পাপৰ। তেৱাৰীৰ ব্যৱসায়ো নিজে ফল লাভৰ বাবে কৰিছে, গতিকে পাপৰ ধন পাপ কৰি আনিলে কি অন্যায় হ'ব পাৰে?"

"যদি অন্যায় নহয় তেন্তে আপুনি আনিছে, আপুনি নিয়ক। মোক কিয় দিয়ে?"

"তোমাক নিদি কাক দিম? তোমাৰ বাবেহে এই ধন আহিল। তুমিহে কৰ্তা, মই কাৰণ—নিমিত্ত মাত্ৰ, যেনে কুৰুক্ষেত্ৰ ৰণত শ্ৰীকৃষ্ণহে কৰ্তা, অৰ্জুন নিমিত্ত মাত্ৰ হে আছিল। তেনেকৈ আজি আমাৰ যুদ্ধত তুমি যদিও নিজে একো কৰা নাই, তথাপি তুমিহে আমাৰ মাজৰ যুঁজৰ আচল কাৰণ। গতিকে তুমি এই যুদ্ধৰ ফলৰ ভাগী। সেইবাবে দেৰি নকৰিবা, ৰাতি হৈছে, মই যাব লাগে; পলম হ'লে বিপদ হ'ব পাৰে। তেৱাৰীয়ে দলেবলে পুলিচ লৈ আহিব পাৰে।"

"আপুনি ক'লৈ যায়? ৰাতি নাথাকে?"

"নাথাকো।"

"তেনেহ'লে মোক কিয় টকা দিছিল?"

"তোমাৰ ইয়াত থাকিলে টকা দিব লাগে দেখি।"

"এতিয়া নাথাকিলে টকা ফিৰাই নিয়ক। ৰাতি নাথাকিলে মই কিয় টকা পাম?"

"কলেজত পঢ়িম বুলি এড্‌মিশ্যন লৈ নপঢ়িলে এড্‌মিশ্যনৰ ফিজ ফিৰৎ পায় নেকি?"

"নাপায়।"

"তেন্তে মই কিয় পাম?"

"আপুনি যে কি লোক মই ধৰিবই পৰা নাই। আপুনি সঁচাকৈ — যোগী নে সন্ন্যাসী, নে কোনোবা ছদ্মবেশী?"

"মই যোগী নহয় ভোগী, সন্ন্যাসী নহয়, দুৰ্ঘোৰ সংসাৰী আৰু ছদ্মবেশী নহয়— নগৰবাসী। তুমি পলম নকৰিবা, লোৱা এইবোৰ। থৈ দিয়া। মই যাওঁ। ইয়াত বেছি সময় থাকিলে তেৰাৰীয়ে আহি হঠাৎ বিপদ ঘটাব পাৰে। পলম নকৰি সোনকালে এইবোৰ লোৱা; কিবা ক'ব লগা থাকিলে আন দিনা কথা হ'ম। আজি যাওঁ।

এই বুলি কৈ মদন উঠিল আৰু জোৰ কৰি হাতত টকা আৰু আঙুঠিকেইটা দি বাহিৰ ওলাল। দিলাৰাই তেওঁৰফালে চাই বৰ কাতৰ সুৰত সুধিলে —

"আৰু কেতিয়া আহিব?"

"যেতিয়া তোমাৰ দৰকাৰ হ'ব।"

"খুলি কওক, মই কাবৌ কৰিছোঁ।"

"মই নক'লেও সময়ে খুলি ক'ব আৰু মই নাহো বুলিলেও অৱস্থাই বাধ্য কৰি লৈ আহিব। এতিয়া থাকা। বেজাৰ নাপাবা; মই আহিলোঁ।"

মদন বাহিৰ হৈ ওলাই গ'ল। দিলাৰাই দুৱাৰ মুখৰপৰা অবাক হৈ চাই থাকিল। সংসাৰত যে কিমান ধৰণৰ মানুহ আছে! সংসাৰ বৰ আচৰিত — মানুহবিলাক বৰ অদ্ভুত!"

তেতিয়া ৰাতি প্ৰায় দুটামান বাজিছে। বাহিৰত ভীষণ আন্ধাৰ।

## [পাঁচ]

কিছু সময় দোকানৰ গদিত অচেতন হৈ পৰি থকাৰ পিছত তেৰাৰীৰ চেতনা আহিল। তেওঁ কোনোমতে খুপি খুপি গৈ দোতালাৰ ওপৰলৈ উঠিল আৰু

ঘৈণীয়েকৰ ৰুমলৈ গ'ল। ঘৈণীয়েক বেচেৰী তেতিয়াও অজ্ঞান অৱস্থাতে পৰি আছে। তেওঁ গৈ ঘৈণীয়েকৰ ওচৰ পালে। তেতিয়া ৰাতি দোভাগ। এবাৰ ঘৈণীয়েকৰ মুখলৈ চাই ওচৰতে থিয় হৈ হাতৰ নাড়ী পৰীক্ষা কৰিলে। ঠিক আছে। ঘৈণীয়েকৰ গা কিছু সুস্থ। তাৰ পিছত তেওঁ কাপোৰ সলাই কাষৰ বিছনাখনত বাগৰ দিলে। কাকো নামাতিলে, একো কথা নক'লে; মনে মনে শুই থাকিল।

তেওঁৰ কিন্তু টোপনি নাহিল। ভয় আৰু দুঃশ্চিন্তাই মন আৰু মগজু বিকৃত কৰি তুলিছে। ভয় লাগিছে এই বুলি যে সেই ডকাইতে বা আৰু কি কৰে? কেতিয়াবা চেগ্ পালে ডেগাৰেৰে খুচি মাৰি পেলাব পাৰে; যিহে পাষণ্ড লোক! দুঃশ্চিন্তা আহিছে। সি আহি ঘৈণীয়েকৰ আগত যদি সকলো ঘটনা কৈ দিয়ে আৰু মানুহৰ আগতো প্ৰচাৰ কৰি দিয়ে? তাৰতো একো তত ধৰিব নোৱাৰি? কি কৰা যায়। সি আৰু মোৰ ল'ৰা পঢ়াবলৈ নাহে। ভাত খাবলৈও নাহে; অহাহেঁতেন বেটাক ভাতৰ লগত বিষ দি মাৰিলোহেঁতেন।

তাৰ পিছত ভাবে ৰাতিপুৱাৰ কথা। ৰাতিপুৱাৰ যে মাছখোৱাৰ মটৰ ষ্টেণ্ডত সি থাকিব বুলি কৈছে আৰু টকা এহেজাৰ তাক দিবলৈ হুকুম কৰিছে? কি কৰা যাব? টকা দিবলৈ যাম নে নাযাম? গ'লে টকা যাব আৰু নগ'লে ...? নগ'লে যদি ডকাইতি কৰি বধ কৰে তেন্তে? ই বেটা নিশ্চয় ছদ্মবেশী ডকাইত। ডকাইতবোৰে এনেকৈ একোঘৰ মানুহৰ ঘৰত বহুদিন কাম কৰি থাকি এদিন সৰ্বনাশ কৰে। ইয়ো যদি মোৰ সৰ্বনাশ কৰে? তেওঁ মহা চিন্তাত পৰিছে। ভাবি ভাবি শেষত ঠিক কৰে — ৰাতিপুৱা গৈ তাৰ কথামতে টকা হেজাৰ দি আহিব লাগিব আৰু তাক কাবৌ কাকুতি কৰি ক্ষমা প্ৰাৰ্থনা কৰিব লাগিব যাতে একো অপকাৰ নকৰে। দৰকাৰ হ'লে এহেজাৰ কিয় তাতকৈ বেছি হ'লেও দিবলৈ প্ৰস্তুত যদি সি একো অন্যায় নকৰে বুলি প্ৰতিশ্ৰুতি দিয়ে। মদনক কেন্দ্ৰ কৰি ভাবি থাকোতে ৰাতি পুৱাল।

পুৱা উঠি মুখ-হাত ধুই তেৱাৰীবাবু হোটেললৈ নামিল। হোটেলত লোৰ আলমাৰিৰ পৰা নগদ এহেজাৰ টকা গণি লৈ মাছখোৱাৰ মটৰষ্টেণ্ড বুলি যাত্ৰা কৰিলে

তেৱাৰী আহি যেতিয়া মটৰষ্টেণ্ড পায় তেতিয়া পুৱা ছয়টাহে বাজিছে। এই পুৱাতে তাতে কোনো মানুহ অহা নাই। তেওঁ ভাবিলে কিজানি চালা গুণ্ডাই কালিৰাতি মোক ধমক দি ভয় দেখুৱাই খেদাইছিল আৰু তাৰ পিছত ক'ৰবালৈ ৰাতা-ৰাতিয়ে গুচি গৈছে। এইজাত্ৰ মানুহৰ একো ঠিক নাই। এনেকৈ ভাবি ভাবি গৈ যেতিয়া 'মটৰষ্টেণ্ড'

পালে তেতিয়া তেওঁ অবাক হৈ গ'ল। মদনবাবু স্বয়ং বিদ্যমান। গছৰ তলত টহল দি ফুৰি আছে, বোধহয় তেওঁৰ প্ৰতীক্ষাত। তেওঁক দেখি দূৰৈৰ পৰাই তেৱাৰীয়ে হাতযোৰ কৰি নমস্কাৰ কৰিলে —

"নমস্কাৰ মাষ্টাৰ চাহাব।"

"নমস্কাৰ তেৱাৰী বাবু।" মদনে প্ৰতিনমস্কাৰ দিয়ে।

তেৱাৰীয়ে ভয়ে ভয়ে তেওঁৰ ওচৰলৈ আহিল। মদনে গহীনভাৱে তেওঁলৈ চাই ক'লে —"বাৰু সোনকালে দি দিয়া, দেৰি নকৰিবা। পলম কৰিলে তোমাৰ বিপদ আছে।" তেওঁ তেৱাৰীক এনেভাৱে কয় যেন তেৱাৰীয়ে তেওঁক টকা দিব লগাহে আছে। তেওঁৰ চকু-মুখৰ আকৃতি আৰু হাতভৰিৰ প্ৰকৃতি দেখি তেৱাৰীয়ে ভয় পালে। আজি বা আকৌ কি কাণ্ড কৰে। তাকে ভাবি জটপটকৈ টকাখিনি উলিয়াই তেওঁৰ হাতত দিলে। ক'লে —"গণি লওক বাবু। নগদ এহেজাৰ! এক টকাও কম নাই।"

এশটকীয়া নোট দহখন গণিলৈ মদনে ক'লে —

"ঠিক আছে। বাৰু এতিয়া তুমি যোৱা। তোমাৰ একো বিপদ নাই।"

মদনে টকাখিনি লৈ মোনাত ভৰোৱাত তেৱাৰীয়ে হাতযোৰ কৰি ক'লে —"মাফ কৰিব বাবু। মোৰ দোষ ক্ষমা কৰিব। মই আপোনাক চিনি পোৱা নাই।"

"তোমাক ক্ষমা কৰিম, পিছে তুমি মোৰ কথা শুনিব লাগিব!"

"শুনিম বাবু।"

"তেন্তে তুমি দিলাৱাৰ ওচৰলৈ যোৱা বন্ধ কৰিবা। তাইক এৰি দিবা। তাৰপৰা যাবলৈ দিবা। তাই কোন জানা?"

"কোন?"

"তাই আমাৰ দলৰে। তাইৰ লগত মিলা-মিছা কৰিলে তোমাৰ বিপদ আছে।"

ভয়তে জিকাৰ খাই উঠিল তেৱাৰী। ..দিলাৱাও ইহঁতৰ ডকাইত দলৰে? মই সমূলি মৰিলোঁ।" তেওঁ আচৰিত হৈ সুধিলে —

"তাই আপোনালোকৰ দলৰে..?"

"এৰা। সাৱধান হ'বা। তুমি জুইৰ লগত খেলা কৰিছা।"

তেৱাৰী থকৃথক্কৈ কঁপি উঠিল। আজিয়ে তাইক যাবলৈ ক'ব। আজিৰপৰা তাইৰ লগত কোনো সংশ্ৰৱ নকৰিব। কঁপি-জপি ক'লে —"আচ্ছা বাৰু...

"ভাল বাৰু। এতিয়া যোৱা।"

এনেকৈ কৈ মদন যাবলৈ উদ্যত হয়। তেৱাৰীয়ে এইবাৰ বেচ বুজিব পাৰিলে যে তেওঁ এদল ডকাইতৰ হাতত পৰিছে। তেওঁ ইহঁতৰ হাত সাৰিব পাৰিলে ৰক্ষা পৰা যেন পায়।

মুৰ খজুৱাই সোধে, "পিছে এটা কথা বাবু?"

"কি কথা?" মদনে তেওঁৰ চকুলৈ চাই তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰে।

"আপুনি মিছাকৈ কষ্ট কৰি গধূলি মোৰ ল'ৰাক শিকাব নালাগে। মই আন মাষ্টাৰ লগাম।"

"তেনেহ'লে মোক কোনে খুৱাব?"

"আপোনাৰ খোৱা-লোৱা বিনাপইচাই মোৰ হোটেলত চলিব। তাৰ বাবে একো চিন্তা নাই।"

"তোমাৰ ল'ৰা পঢ়াব নালাগে অথচ বিনা পইচাই হোটেলত খুৱাবা? তোমাৰ মতলব কি?"

"একো মতলব নাই বাবু। আপুনি কেৱল সন্তুষ্ট থাকিব লাগে। আপোনাৰ দৰে মানুহ এজনে খোৱাৰ পৰা মোৰ একো লোকচান নহয়। আনকি দৰকাৰ হ'লে মই আপোনাক হাত খৰচৰ বাবে মাজে মাজে দুই চাৰি-পইচা দিবও পাৰো।"

তেৱাৰীয়ে ভয় খোৱা বুলি বুজিব পাৰি মদনে পেটে পেটে হাঁহিলে; তাৰ পিছত গহীন হৈ ক'লে, "মাজে মাজে দিলে নহ'ব, মাহে মাহে দিব লাগিব।"

"ঠিক আছে বাবু।"

"বাৰু কিমানকৈ দিবা?"

"কিমানকৈ লাগিব বাবু? আমি গৰিব লোক বাবু। অলপ দয়া কৰিব লাগে!"

"মাহে মাত্ৰ এশ টকাকৈ দিবা।"

"বাবু....।"

"তাৰ কমত নহ'ব।" মদনে কঠোৰভাৱে কয় আৰু তেওঁৰ ফালে চায়। তেৱাৰীয়ে ভয়তে স্বীকাৰ কৰে—

"আচ্ছা বা-বু।"

"পিছে এটা কথা।"

"কি কথা বাবু?"

"মোক আগতে পাঁচ মাহৰ টকা দিব লাগিব কাৰণ মোৰ দলক ভগাই দিব লাগিব

নহ'লে তোমাৰ ওপৰত আজি এই কেইমাহে যি নজৰ কৰি আছে তাৰ অন্যথা নহ'ব। মই তোমাক আৰু ৰক্ষা কৰিব নোৱাৰিম।"

দলৰ নাম উল্লেখ কৰাত তেৱাৰী জিকাৰ খাই উঠিল। ভয়তে ক'লে —"ঠিক আছে বাবু। মই আগতে পাঁচমাহৰ পাঁচশ দিম। তেওঁলোকক ভগাই দিব। গৰিবৰ প্ৰতি অলপ সদয় হ'ব বাবু।" তেওঁ বৰ কাতৰভাৱে অনুৰোধ কৰে। মদনে গহীনাই কয় --

"চেষ্টা কৰিম বাৰু। তুমি এতিয়া যোৱা, সিহঁত আহিলে মস্কিল আছে।"

"আচ্ছা যাওঁ, পিছে মোৰ কথাষাৰ ৰাখিব বাবু।"

এইবুলি কৈ তেৱাৰী ভয়ে ভয়ে তাৰপৰা আঁতৰিল। তেওঁ যোৱাত মদনে হাঁহি মাৰি তাৰপৰা আঁতৰিল আৰু চিটিবাছত উঠি গুচি গ'ল। ইতিমধ্যে মটৰষ্টেশুলৈ যাত্ৰী আহিছে। তেতিয়া পুৰা চাৰে ছয় বাজিছে। অফিছলৈ কৰ্মচাৰী আহিছে।

সংসাৰত বহুত বাস্তৱ ঘটনা আছে যাক বিশ্বাস কৰিবলৈ টান, আৰু বহুত কল্পনা আছে যাক হুবহু বাস্তৱ বুলি অনুমান হয়। তেৱাৰী মদনৰ কথা একেবাৰে বাস্তৱ— দৈনন্দিন ঘটনা, নগৰৰ আলিয়ে-গলিয়ে অহৰহ এইবোৰ ঘটনা মানুহৰ চকুৰ আঁৰত ঘটিয়ে আছে অথচ আমি বিশ্বাস কৰিবলৈ টান পাওঁ! আৰু কিছুমান এনে কল্পনা প্ৰসূত ঘটনা আছে যে তাক হুবহু বাস্তৱ বুলি মানুহে বিশ্বাস কৰি থাকে। সংসাৰত যে একো আচৰিত নাই— একো অঘটন নাই— সকলো সম্ভৱ। ইয়াৰ পৰিচয় পাব বাতৰি কাকতত দিয়া কিছুমান আচৰিত আৰু অসম্ভৱ ধৰণৰ ঘটনাৰ জাননীৰ পৰা। তেনে ৰকমে নগৰ-চহৰত আজি অনবৰত এনে ৰকমৰ ঘটনা ঘটিব ধৰিছে। অকল গুৱাহাটীতে নহয়, কলিকতা, বোম্বে, দিল্লী আনকি লণ্ডণ চহৰতো এনে ঘটনা হৈ আছে। সেয়েহে ইংৰাজী ভাষাতো 'ব্লেকমেইল' বুলি এটা শব্দ আছে। এনেৰকমে ভয় দেখুৱাই কিমান মানুহে কিমান মানুহৰ পৰা ধন আদায় কৰিব ধৰিছে! 'ব্লেক মেইল' অৰ্থাৎ ভয় দেখুৱাই টকা আদায় কৰা ব্যৱসায় সমস্ত পৃথিৱী জুৰি আছে।

মদন বাহিৰে বাহিৰে গৈ দীপালীহঁতৰ ঘৰ উঠিল। গহীনভাৱে গৈ একেবাৰে ঘৰৰ ভিতৰ সোমাল আৰু মাত দিলে —"খুৰীদেউ?"

খুৰীয়েকে ঘৰৰ ভিতৰত কিবা কৰি আছিল। মদনৰ মাত শুনি ওলাই আহি মদনক দেখি সুধিলে —"মদন বোপা নেকি?"

"হয় খুৰী?"

"এতিয়াহে ওলালা আহি? তোমাক চাই চাই ডাঙৰ বোপা গ'লগৈ। বহা।"

তেওঁ চেয়াৰখন আঙুলিয়াই বহিবলৈ আদেশ কৰে।

"ডাক্তৰ এই পুৱাতে গ'ল নে?" মদন বহে আৰু প্ৰশ্ন কৰে।

"এৰা। পুৱা সাতোটাতে গ'ল। এতিয়া চাৰে সাত বাজিল।"

"মোৰ কথা কিবা ক'লে নেকি?"

"এৰা। তোমাক লগ পাব খুজিছিল।"

"কিয়?"

"দীপালীৰ মুখে তুমি এনেয়ে থকা শুনি তেওঁ বৰ দুখ কৰিছে আৰু ক'ৰবাত কিবা কৰি সুমুৱাই দিব পাৰেনে তাৰে চেষ্টা কৰিব বুলি কৈছে। তুমি তেওঁক লগ ধৰি এটা চাকৰি যোগাৰ নকৰা কিয়?"

হাঁহি মাৰি মদনে কয় —"মোক চাকৰি দিব নে কৰি চাব দিব? চাকৰি মানে চা + কৰি অৰ্থাৎ কৰি চা, কেনে ৰকম হয়। টকা-পইচাৰ ফালে কেনে হয় এবাৰ কৰি চাচোন, এনেহে কথাটো। টকা-পইচাৰো সুবিধা আছে ভেটি-ভুটা পোৱা চাকৰি হ'লেহে — অন্য চাকৰিত সুবিধা নাই। গতিকে ভেটি খাব পৰা চাকৰি পালে কৰিম বুলি ক'ব। পিছে সি যি কি নহওক, মই চাকৰিৰ কথা ভবা নাই খুৰী; মই ভাবিছো দীপালীৰ বিয়াৰ কথাহে। বাৰু, বিয়া সম্পৰ্কে কি ক'লে ডাক্তৰে?"

"ডাক্তৰে মত দিছে, কেৱল টকা পাঁচহেজাৰ দিব লাগিব।"

"আপোনালোকে কি ক'লে?"

"আমিনো কি ক'ম বোপা, আজিকালি এনে ৰকম প্ৰথা চলিছে যেতিয়া দিবতো লাগিবই।"

"নিশ্চয়। পাঁচ হেজাৰ হ'লে মোৰ মতে সি একো বেছি কোৱা নাই। তাৰ দৰে এম. বি. বি. এছ. ডাক্তৰ এজন বিক্ৰী কৰিব লাগিলে অইনে হ'লে অন্ততঃ দহ হেজাৰ দাম কৰিলেহেঁতেন। সি বৰ কমকৈ দাম কৈছে। ভালেই হ'ল খুৰী, সোনকালে দি দিব লাগে।"

খুৰীয়েকে হাঁহি মাৰি ক'লে —"বিক্ৰী কৰিব? কোনোবাই মানুহকো কিনা বেচা কৰে নে?"

"কৰে খুৰী। অতীত যুগত মানুহে মানুহ কিনা-বেচা কৰিছিল। দাসযুগত দাসপ্ৰথা। দাসবিলাক আগেয়ে ইউৰোপত কিনা-বেচা কৰিছিল। সিদিনালৈ আমেৰিকাত

নিগ্ৰোদাসসকল কিনা-বেচা কৰিছিল। পৃথিৱীৰ শ্ৰেষ্ঠ মনীষী শিক্ষাবিদ বুকাৰ ৱাছিংটন এই নিগ্ৰো দাসৰে সন্তান। আমেৰিকাৰ ৰাষ্ট্ৰপতি মহামতি আব্ৰাহাম লিংকনেহে এই প্ৰথা আমেৰিকাৰ পৰা আঁতৰ কৰে আৰু তাৰ কাৰণেই তেওঁ মৰা পৰে। ইউৰোপৰ দেশবোৰতো এই প্ৰথা অতীতৰে পৰা চলি আহিছিল। ৰোমৰ দাসপ্ৰথা ইতিহাস বিদিত। আজিকালি যদিও তেনে দাসপ্ৰথা নাই তথাপি এনে ৰকম দাস প্ৰথাৰ সৃষ্টি হৈছে। ইয়াকে কয় 'দৰাদাস'। দৰাই বিয়াত টকা-পইচা লৈ কন্যাৰ দাস হোৱা যুগ এইটো। গতিকে টকা ল'বই।"

"ছিঃ তেনেকৈ নক'বা বোপা, বেয়া কথা দৰাক দিয়া মানে নিজৰ ছোৱালীজনীক দিয়া। গতিকে তাত একো দোষৰ কথা হ'ব নোৱাৰে। তুমি নিন্দা নকৰিবা। বাৰু কোৱাচোন, টকা-পইচা লৈ কোনেনো বাৰু নিজক বিক্ৰী কৰিব?"

নিজক অৰ্থাৎ মানুহজক বিক্ৰি নকৰে, ডিগ্ৰিটোকহে বিক্ৰী কৰে। মই মিছা কোৱা নাই! আজি কালি ল'ৰাই চায় টকা আৰু ছোৱালীয়ে চায় ডিগ্ৰি। গতিকে ছোৱালীৰ তাত টকা লৈ ল'ৰাই ডিগ্ৰিটো বিক্ৰী কৰি দিয়ে। এইমতে ডিগ্ৰিৰ দৰদাম কৰা হয়। ডিগ্ৰি অনুযায়ী চাকৰি, আৰু চাকৰি অনুযায়ী দৰমহা। গতিকে যি চাকৰিৰ দৰমহা বেছি সেই চাকৰিৱালাৰ ডিগ্ৰিৰ মূল্য বেছি। সেই ডিগ্ৰিটো বেছি ছোৱালীৰ পৰা টকা লয়। চাৱাচ ডিগ্ৰিধাৰী কুৰি শতিকাৰ ডেকা। অফিছত ডিগ্ৰি দেখুৱাই চাকৰি লয়, আৰু কন্যা পক্ষত ডিগ্ৰি বেচি টকা লয়। বঢ়িয়া বেপাৰ! আজিকালি এই ব্যৱসায় চলিছেই। এম. বি. বি. এছ. ডিগ্ৰী একোটাৰ দাম দহহেজাৰলৈ আছে; পাঁচ হেজাৰত পাইছে যেতিয়া এৰিব নালাগে। দীপালীক দিব লাগে।"

"দিবতো লাগেই; পিছে হ'লেহে...।"

"কিয় নহ'ব? সি কি কৈ গৈছে?"

"হ'ব বুলিয়ে কৈ গৈছে; আৰু অহা মাহৰ ভিতৰতে বিয়া পাতিব বুলি কৈ গৈছে।"

"মজাৰ কথা খুৰী। এই সুযোগ এৰি দিব নালাগে।"

"দীপালীৰ বাৰু হ'ব, পিছে তোমাৰ বেলিকা? তোমাৰ ফালে কি ব্যৱস্থা কৰিছা?"

"মোৰ ব্যৱস্থাও কৰিছো খুৰীদেউ। মোৰো বিয়া এই মাহতে হোৱা কথা আছে।"

"এই মাহতে?"

"হয়।"

"ছোৱালী ক'ত ঠিক কৰিলা?"

"আমাৰনো ছোৱালীৰ কথা কি খুৰী? আমাৰতো ডিগ্রি নাই গতিকে ছোৱালীৰো আকাল নাই।"

"কাৰণ?"

"কাৰণ আৰু কি হ'ব; যাৰ আছে ডিগ্রি সি পায় নাৰী আৰু যাৰ নাই ডিগ্ৰী সি পায় তিৰী। মোৰ ডিগ্ৰী নাই, গতিকে মই নাৰী নাপাওঁ — তিৰীহে পাম।"

হাঁহি মাৰি খুৰীয়েকে সোধে —"নাৰী আৰু তিৰী দেখোঁ একেই?"

"কেতিয়াও নহয়। ভদ্রলোকৰ ঘৈণী হ'লে ভদ্রমহিলা হয়, তেওঁ হ'ল নাৰী আৰু চহা লোকৰ ঘৈণী হ'লে ফেদেলী তিৰোতা, গতিকে তেওঁ হয় তিৰী। নাৰী ব্যৱহাৰ হয় সন্মান অৰ্থত আৰু তিৰী ব্যৱহাৰ হয় অসন্মান অৰ্থত; নাৰী উচ্চ, তিৰী নীচ।"

খুৰীয়েকে হাঁহি মাৰি সোধে—"পিছে তোমাৰ তিৰীজনীনো ক'ত ঠিক কৰিলা?"

"তিৰীৰ বাবে ভাবিব নালাগে খুৰী; তিৰীবোৰ ঠিক হৈয়ে থাকে, কাৰণ জগতত নাৰীৰ সংখ্যা হে কম, তিৰীৰ সংখ্যা অগণন। সহস্ৰ তিৰী আছে আমাৰ আশে পাশে, তাৰে এজনী ল'লেই হ'ল।"

"সেইজনীৰোতো ঘৰ থাকিব লাগিব। তোমাৰজনীনো কাৰ ঘৰত আছে?"

"চৰকাৰৰ ঘৰত।"

"চৰকাৰৰ ঘৰত? চৰকাৰৰ ঘৰত আকৌ তিৰী থাকে কেনেকৈ?"

"আজিকালি চৰকাৰে তিৰীও ৰাখে খুৰী; চৰকাৰে সকলোবোৰ ফাৰ্ম খুলি এতিয়া তিৰীৰো ফাৰ্ম খুলিছে। দৰকাৰ হ'লে সেই ফাৰ্মৰপৰা তিৰী আনিব পাৰি।'

"ক'ত আছে তেনে ৰকমৰ ফাৰ্ম?"

"অন্যলৈ যাব নালাগে আমাৰ ওচৰৰ জালুকবাৰীত পাব। 'ষ্টেট উইমেন হোম' অৰ্থাৎ ৰাজ্যিক নাৰীগৃহত কিমান তিৰী ৰাখিছে, তাৰে এজনী আনিলেই হ'ল।"

"ছিঃ, তেনেকথা নক'বা বোপা, ষ্টেট হোমক তেনেকৈ নক'বা। বেচেৰী নিৰাশ্ৰয়া সকলৰ আশ্ৰয়ৰ ব্যৱস্থা কৰিছে চৰকাৰে। বৰ ভাল কাম কৰিছে চৰকাৰে।"

"ময়ো বেয়া বুলি কোৱা নাই। ভাল কাৰণেই মই তাৰে এজনী আনিম।"

"তাৰপৰা ছোৱালী নানিবা বোপা, সমাজে তোমাক লগ নিদিব।"

"একো কথা নাই খুৰী; লগ নিদিয়াবিলাক লগ লাগিলে সমাজ তৈয়াৰ হ'ব। সমাজ মানেনো কি? মানুহৰ দল নহয় জানো?"

"সেইখন সমাজ বেলেগ; আমাৰ লগ নহয়।"

"মোৰখন সমাজো দেখো বেলেগ; আপোনালোকৰ লগ নহয়?"

"ষ্টেট হোমত গোলমলীয়া ছোৱালীহে থাকে। কলংক হোৱা ছোৱালীহে তাত থয়। তাৰ ছোৱালীকহে তাত থয়। তাৰ ছোৱালী বিয়া কৰোৱা উচিত নহয়।"

"অলপ আগতে ক'লে যে 'ষ্টেট হোম'ক নিন্দা নকৰিবা আৰু বৰ দৰদৰ সুৰত বেচেৰীহঁতলৈ সহানুভূতি দেখুৱালে; আৰু এতিয়া ক'লে যে তাৰ ছোৱালী বিয়া কৰোৱা উচিত নহয়। ই আপোনাৰ কেনে ৰকমৰ সহানুভূতি খুৰীদেউ? ই আপোনাৰ বন্ধ্যা সহানুভূতি—কোনো ফল নাই।"

"মই সহানুভূতি দেখুৱালোঁ বুলি বিয়া কৰাবলৈও কম নে?"

"সহানুভূতি দেখুৱালে সহায়ো কৰিব লাগে।"

"মই তেনে কৰিব নোৱাৰো।"

"তাৰমানে আপুনি স্বাৰ্থপৰ। নিজৰ স্বাৰ্থত আঘাত পৰিলে কোনো দয়া মায়া নাথাকে?"

"কি কোৱা। মই কিন্তু সেই কলংকিতা ছোৱালী বিয়া কৰাব দিব নোৱাৰো।"

"শুনক খুৰী দুখীয়াৰ কলংকিতা ছোৱালী 'ষ্টেট হোমত' চৰকাৰৰ ঘৰত থাকে আৰু ধনীৰ কলঙ্কিতা ছোৱালী বাপেকৰ ঘৰত থাকে। দুয়ো কলংকিতা। পিচে এজনী দুখীয়াৰ দুহিতা আৰু আনজনী ধনীৰ দুলালী তফাৎ মাত্ৰ বাপেকহঁতৰ ধনত—ছোৱালী চৰিত্ৰত নহয়। চৰিত্ৰৰ ফালে দুয়ো একে। গতিকে ধনীৰ ছোৱালী বিয়া কৰোৱাও অনুচিত।"

"তুমিনো দুশ্চৰিত্ৰা ছোৱালীক কিয় বিয়া কৰাবা? ভাল ছোৱালীৰ অভাৱ হ'ল নে?"

"ষ্টেট হোমত যে অকল দুশ্চৰিত্ৰা কলংকেতা ছোৱালীহে আছে তেনে নহয়, নিৰাশ্ৰয়া সৎ ছোৱালীও ষ্টেট হোমত আছে; সেইবাবেই ষ্টেট হোম পবিত্ৰ। দৰকাৰ হ'লে ষ্টেট হোমত ভাল ছোৱালীৰ অভাৱ নাই খুৰী। পিচে মইনো কিমান ভাল চৰিত্ৰৰ যে ভাল ছোৱালী বিয়া কৰাব লাগে? মোৰ চৰিত্ৰ কলংকিত; গতিকে মই কলংকিতা ছোৱালীকে বিয়া কৰোৱা উচিত।"

"তোমাৰনো কি কলংকিত চৰিত্ৰ হ'ল? তোমাৰ কলংকৰ কথানো কোনে জানে? আমিয়ে দেখো শুনা নাই? তোমাৰ কলংকৰ কি চিন?"

"কোনেও নাজানিলে বুলি মোৰ চৰিত্ৰ কলংকিত নহয় নে? মতা মানুহৰ চৰিত্ৰৰ

কলংকৰ কি চিন থাকিব খুৰী? মই য'ত খাওঁ, যি কৰো তাৰ খবৰ আপুনি পালে নিশ্চয় নাক কোঁচালেহেঁতেন।"

"হ'লেও মতামানুহৰ দোষ নধৰে। ল'ৰাৰ দোষ ডাবৰীয়া বতৰৰ ৰাস্তাবোৰৰ দৰে—বৰষুণ দিলে বোকা হয়, ৰ'দ দিলে শুকায়; কিন্তু ছোৱালীৰ দোষ বিলাক বিলৰ বুকুৰ বোকাৰ দৰে কোনো দিনে নুশুকায়। তুমি ল'ৰা মানুহ, তোমাৰ দোষ থাকিলেও নাইকিয়া হৈ যাব; সেইবুলি কলংকিতা ছোৱালী এজনীৰ দোষ ক'ত নাইকিয়া হব?"

"ধনীৰ ছোৱালীৰ ধনৰ বলত কলংক ঢাকি ৰাখি গৃহস্থে মহাসতী কৰি বিয়া দিয়ে আৰু সমাজেও পৰম আহ্লাদেৰে স্বীকাৰ কৰি গ্ৰহণ কৰে সতী-সাধ্বী নাৰী বুলি; কিন্তু দুখীয়াৰ ছোৱালীৰ ধনৰ অভাৱত—ভাল ডাক্তৰৰ অভাৱত কলংক ঢাকি ৰাখিব নোৱাৰি পতিতা হয় আৰু 'ষ্টেট হোম'ত স্থান পায়। সেইবাবে কোনেও বিয়া নকৰায়; সমাজেও গ্ৰহণ নকৰে। ইয়ে প্ৰমাণ কৰে যে সমাজখন চকু থাকিও কণা, কাণ থাকিও কলা আৰু মুখ থাকিও বোবা। মই কিন্তু কণাও নহয় আৰু বোবাও নহয় আৰু খুৰী, মই ভাল মানুহ—নিখুঁত মানুহ। গতিকে তথাকথিত সমাজ অৰ্থাৎ কণা, কলা আৰু বোবাৰ সমাজখনক মই কি খাতিৰ কৰিম?"

তোমাৰ পাগলামি এৰা; বাৰু কোৱাচোন তোমাৰ বিয়াৰ কিবা ব্যৱস্থা কৰিছা নেকি?" হাঁহিমাৰি খুৰিয়েকে সোধে।

"দীপালীৰ বিয়া হ'লে ময়ো বিয়া কৰাব লাগিব খুৰী।"

"তুমি বাৰু ক'ত বিয়া পাতিবা? গুৱাহাটীত নে আমাৰ গাওঁত?"

"গুৱাহাটীত।"

"গুৱাহাটীৰ ক'ত।"

"কাছাৰী ঘৰত।"

"কাছাৰী ঘৰত আকৌ কি?"

"কাছাৰী ঘৰত ৰেজেষ্ট্ৰী বিয়া। অৰ্থাৎ মোৰ বিয়া সামাজিকভাৱে নহয়—ৰাজনৈতিক ভাৱে হ'ব। মই চৰকাৰী বিয়া কৰাম।"

"ৰেজিষ্ট্ৰাৰড্ কৰি...?"

"হয়। চৰকাৰৰ ঘৰৰ (ষ্টেট হোমৰ) চৰকাৰী ছোৱালী বাৰু কাছাৰী ঘৰত চৰকাৰী ভাবে নকৰাই কোন সমাজত সামাজিকভাৱে বিয়া কৰাম খুৰী? মই মানুহ চৰকাৰী অৰ্থাৎ কামকাজ, চাকৰি বাকৰি নাই, কেৱল আজি এই কেইবছৰে এমপ্লয়মেন্ট

একচেঞ্জ' অফিচত 'কার্ড' ৰিনিউ কৰি আছোঁ। ছোৱালীয়ে চৰকাৰী ঘৰত চৰকাৰৰ খাই আছে। গতিকে চৰকাৰী কাছাৰী ঘৰত বিয়া হোৱা উচিত।"

"এনেকুৱা কাম কৰিলে খুৰায়েৰাই বৰ বেয়া পাব।"

"এতিয়াতো খুৰাই মোক ভাল নাপায়—বৰং বেয়া পায়।"

"হ'লেও আমি বৰ দুখ পাম। আমাৰ বংশৰ ল'ৰাই এনেকুৱা কাম কৰিলে বদ্‌নাম হ'ব।"

"এতিয়াও আপোনালোকৰ একো সদ্‌নাম হোৱা নাই খুৰী।"

"তোমাৰ বিয়ালৈ আমি নাযাওঁ।"

"মোৰ বিয়াত আপোনালোকক মই নামাতোও।"

"তুমি সদায় পাগলামি কৰা। এইবোৰ পাগলামি এৰি দিয়া। এতিয়া তুমি ভাল হোৱা বোপা। বিধবা আইজনীক আৰু কিমান কষ্ট দিয়া?"

"মোৰ বিধবা আয়ে যি কষ্ট খাইছে তাতকৈ আৰু বেছি কষ্ট সংসাৰত নাই খুৰীদেউ। গতিকে আৰু বেছি কষ্টলৈ ভয় কৰাৰ কোনো প্ৰয়োজন নাই। এতিয়া মাত্ৰ সুখ দিবলৈহে চেষ্টা কৰা হ'ব।"

"তুমি ক'ৰবাৰ কলংকিতা ছোৱালী এজনীক বিয়া কৰালে মায়েৰাই সুখ পাব নেকি?"

'সুখ পাওক বা নাপাওক কিন্তু মোৰ পক্ষৰ পৰা সুখ দিবলৈ যত্ন কৰা হ'ব।'

"তোমাৰ আগৰ স্বভাব এৰি পেলোৱা। এতিয়া আগতকৈ ভাল হ'বলৈ চেষ্টা কৰা।"

"আগতকৈ আৰু বেছি বেয়া হ'বলৈহে যত্ন কৰিম খুৰীদেউ; কাৰণ ভাল মানুহ মানে ঠগ, প্ৰৱঞ্চক আৰু মিছলীয়া, ভণ্ড।"

"বাৰু, এতিয়া তুমি কি কৰিবা?"

"মই বিয়া কৰাম।"

"আৰু কি কাম কৰিবা?"

"গুণ্ডামি।"

"ছিঃ, মোৰ আগত তেনে কথা ক'বলৈ লাজ নালাগে?"

"নালাগে।"

"হয়?"

"আপুনি ভদ্ৰমহিলা খুৰী, আপুনি গুণ্ডামিৰ অৰ্থ বুজে। সাধাৰণ গাঁৱলীয়া তিৰীয়ে গুণ্ডামিৰ অৰ্থ যি বুলি কৰে আপুনি নিশ্চয় তেনে অৰ্থ নকৰে।"

তুমি কি অৰ্থত ইয়াক ব্যৱহাৰ কৰিছা?"

"কাকো নমনা অৰ্থত ব্যৱহাৰ কৰিছোঁ। সৰু-ডাঙৰ, সন্মানী-অসন্মানী, ধনী-দুখীয়া, ভাল মানুহ, শিক্ষিত-অশিক্ষিত, জ্ঞানী-অজ্ঞানী, ধাৰ্মিক-অধাৰ্মিক কোনো লোককে নমনা বিধৰ যি লোক, সিয়ে গুণ্ডা। মই এই দুৰন্ত শ্ৰেণীৰ লোককে গুণ্ডা বুলি কওঁ। সামাজিক বিধি-বিধান, নিয়ম, নীতি নামানি যি ইচ্ছা তাকে কৰা লোককে মই আচল গুণ্ডা বুলি ভাবোঁ।"

"কিয় তুমি তেনে হোৱা?"

"মই নিজে নহওঁ কিন্তু সমাজে মোক হ'বলৈ বাধ্য কৰিছে। মই বৰ্তমান সমাজৰে সৃষ্টি খুৰীদেউ। আমাৰ বৰ্তমানৰ ৰাজনীতি, অৰ্থনীতি, ধৰ্মনীতি আৰু সমাজনীতিয়ে মোৰ দৰে পদাৰ্থৰ সৃষ্টি কৰিছে। মই কুৰিশতিকাৰ চহৰৰ কদৰ্যতাৰ পৰা উদ্ভৱ হৈছোঁ। এই অৱস্থাৰ পৰিবৰ্তন নহ'লে মোৰ দৰে পদাৰ্থৰো বিনাশ নঘটিব। তাৰ বাবে আপোনালোকে তথাকথিত ভদ্ৰলোক-ভদ্ৰমহিলাই হেজাৰবাৰ চিঞৰি বাধা দিলেও একো ফল নহ'ব। মই কুৰিশতিকাৰ সভ্যতাৰ সৃষ্টি।"

"তোমাৰ কথা কৈ খুৰায়েৰাই কেতিয়াবা কেতিয়াবা বৰ দুখ কৰে বোপা।"

"দুখ কৰে নে ঘৃণা কৰে?"

"তোমাক ঘৃণা নকৰে, অৱশ্যে তোমাৰ কামক ঘৃণা কৰে।"

"আৰু মই কি কৰোঁ জানেনে?"

"কি?"

"মই তেওঁৰ কামক শ্ৰদ্ধা কৰোঁ কিন্তু মানুহজনক ঘৃণা কৰোঁ। দাৰোগা, পুলিছৰ কাম দেশৰ শান্তি শৃংখলা ৰক্ষাৰ কাম, গতিকে শ্ৰদ্ধাৰ কাম; কিন্তু সেইকাম আদায় কৰোতে যি ব্যৱহাৰ কৰে, সি বৰ অমানুষিক ব্যৱহাৰ। সেইবাবেই তেওঁক মই অন্তৰেৰে ঘৃণা কৰোঁ। দেশৰ, আইনৰ কাম, সেৱাৰ কাম—লোকসেৱাৰ কাম গতিকে পুণ্যৰ কাম। এই পুণ্যৰ কাম কৰিবলৈ যাওঁতে অমানুষিক ব্যৱহাৰ আৰু অশ্ৰাব্য গালি উচ্চাৰণ কৰা বৰ দোষৰ আৰু পাপৰ কথা। যি মানুহে তেনে পাপ কৰো বুলি কৰে, তাক মই খুব ঘৃণা কৰোঁ।"

"তুমি মোৰ আগতে খুৰায়েৰাক গালি নাপাৰিবা। মই বেয়া পাওঁ।"

হাঁহি মাৰি মদনে কয়—"ই আপোনাৰ বিচাৰ-বুদ্ধিহীনতাৰ পৰিচায়ক। আপুনি স্বাৰ্থৰ বশ হৈ তেনে খং কৰিছে। বাৰু খুৰীদেউ, কওকচোঁন, আপুনি মোক কি বিষয়ত ভাল পায়? সদায় ইয়াত বেয়া পাওঁ তাত বেয়া পাওঁকৈ থাকে যে কিহত বাৰু ভাল পাওঁ? মোক জানো কিবা বিষয়ত ভাল পায়?

"তোমাক মই এটা বিষয়ত ভালপাওঁ। সেইটো হৈছে তোমাৰ স্পষ্টবাদিতা।"

"আপুনি ঠিক কৈছে খুৰীদেউ মই স্পষ্টবাদী। তাৰ বাবেই মোক আপুনি ভাল পায় আৰু খুৰাদেৱে বেয়া পায়; লগতে দীপালীয়েও ভয় কৰে।"

এনেতে হঠাতে গাড়ীলৈ ফিৰি আহি পালে দীপালী। অকলে। লগত কোনো নাই। নিজে ড্ৰাইভাৰ, নিজে পেছেঞ্জাৰ। তাই অহা দেখি মাকে কয়—"দীপা আহি পালেই।"

"দীপালী এই ৰাতিপুৱাতে গাড়ী লৈ ক'লৈ গৈছিল খুৰীদেউ?"

"ডাক্তৰবোপাক থ'বলৈ। তেওঁ ৰেলত যাব বোলে। গতিকে তাই গৈ থৈ আহিল।"

"হুঁ" বুলি মূৰ দুপিয়ালে মদনে।

এনেতে দীপালীয়ে গেৰেজৰ ভিতৰত গাড়ীখন সুমুৱাই থৈ ড্ৰংই ৰুমলৈ আহিল। আহিয়ে দেখিলে যে মদন আৰু মাকে কথা-পাতি আছে। তাই আহি তেওঁলোকৰ আগত থিয় হোৱা মাত্ৰে মাকে সুধিলে—"ডাক্তৰবোপাক থৈ আহিলি দীপালী?"

"আহিলো" দীপালীয়ে মাকক উত্তৰ দি মদনৰ ফালে চাই সুধিলে—"কেতিয়া আহিলা ককাইদেউ?"

"বহুপৰ হ'ল।"

"বাৰু বহা, মই ভিতৰৰ পৰা আহোঁ।"

তাই ভিতৰলৈ যায়। মাকো উঠে।

"মোৰ কাম আছে বোপা, মই উঠো; তুমি বহা। দীপালীৰ লগত কথা কোৱা।"

"ভাল খুৰীদেউ।" তেওঁ সন্মতি জনায়।

কিছুসময় পিচত দীপালীয়ে কাপোৰ সলাই আহি মদনৰ ওচৰ পায়। ওচৰৰ চেয়াৰখনতে বহি হাঁহি মাৰি তাই সোধে—

"তোমাক ইমান সময় চালে ডাক্তৰে তথাপি আহি নাপালা। তোমাক লগ ধৰি কথা হ'বৰ মোলে দৰকাৰ আছিল। কিয় সোনকালে নাহিলা?"

"মোৰ আজিকালি উঠোতে পলম হয় দীপালী। পুৱাতে ডাক্তৰ যাব বুলি মই ভবা নাছিলোঁ।"

"তুমি পলম কৰিলা। বাৰু সি যি কি নহওক, পিচে তোমাৰ খবৰ কি?"

"খবৰ সুখবৰ। মোৰ বিয়া।"

"তোমাৰ বিয়া।"

"তোমাৰ যদি বিয়া হ'ব পাৰে তেন্তে মোৰ নহ'ব কিয়?"

"মোৰ বিয়া হ'ক নহ'ক তোমাৰ বিয়া হ'ক।" তাই হাঁহি কয়।

"মোৰ বিয়া হ'লে তোমাৰ ঈৰ্ষা লাগে নেকি।" হাঁহি প্ৰশ্ন কৰে তেওঁ।

"অৱশ্যে তোমাৰ বিয়াত মোৰ ঈৰ্ষা হয়...। বাৰু, কেতিয়া তোমাৰ বিয়া হ'ব?"

যিদিনা তোমাৰ বিয়া হ'ব, সিদিনাই মোৰো বিয়া।"

"মোৰ বিয়াৰ দিনা তোমাৰ বিয়া কি ৰকম?"

"তোমাৰ বিয়া ৰাতি হ'ব, মোৰ বিয়া দিনত হ'ব। একেদিনাই দুয়োৰো।"

"সঁচানে মিছা?"

"সঁচা কথা। তোমাৰ বিয়া যিদিনা ৰাতি ব্ৰাহ্মণৰ মন্ত্ৰৰ দ্বাৰা সমাজ বিদ্যমানে পিতেৰাৰ চোতালত হ'ব, সেই দিনাই দুপৰীয়া মেজিষ্ট্ৰেটৰ চহীৰ দ্বাৰা আদালত বিদ্যমানে কাছাৰী ঘৰত মোৰ বিয়া ৰেজিষ্ট্ৰাৰড্ হ'ব।"

"ছোৱালী ক'ৰ?"

"ষ্টেট হোমৰ।"

খিলখিলকৈ হাঁহি তাই কয়—"তুমি আৰু ছোৱালী বিচাৰি নাপালা? ষ্টেট হোমৰ সেই কেইগৰাকীকহে পালা?"

"কিয়? তাইহঁত জানো ছোৱালী নহয়?"

"হয়; কিন্তু চৰিত্ৰ...।"

"নিজৰফালে চোৱাচোন এবাৰ দীপালী। তুমি-মই জানো চৰিত্ৰৰ কথা কোৱা উচিত? তাৰ উপৰি ষ্টেট হোমত জানো অকল কলংকিতা ছোৱালীহে থাকে? সহায়হীনা নিৰাশ্ৰয়া সৎচৰিত্ৰৱতী কিমান ছোৱালী বাধ্য হৈ তাত থাকিব লগা হয়, তুমি নাজানা। ষ্টেট হোম নিৰাশ্ৰয়ৰ আশ্ৰয়; পবিত্ৰ স্থান।"

"অৱশ্যে। যখ চাই যখিনী; কৃষ্ণ চাই ৰুক্মিণী। ঠিকেই কৰিছা।"

"পিচে তোমাৰ বিয়াৰ তাৰিখটো মোক আগধৰি জনাবাচোন।"

"কিয়?"

"তেহে দুয়ো একেদিনাই বিয়া কৰাব পাৰিম।"

"দুয়ো একেদিনাই বিয়া কৰাব লাগে কিয়?"

"ভাবি চোৱা দীপালী, তুমি আৰু মই একে ঘৰৰে ল'ৰা-ছোৱালী; এজনীক উলিয়াই দি আন এজনীক নানিলে আমাৰ বংশৰ জনসংখ্যা কমি নাযাব নে? তাৰ উপৰি, আমি দুয়োৰো চৰিত্ৰ একে। তুমিও হাৰীত খাইতী মযো গৰু চোৰ। গতিকে তুমি যিদিনা এজন মতা ল'বা সেইদিনা মই এজনী মাইকী লোৱা উচিত। সেইবাবে আমি দুয়োৰো বিয়া একেদিনাই হোৱা দৰকাৰ।"

"বাৰু ঠিক আছে। মই জনাম। পিচে এতিয়া ক'লৈ যোৱা।"

"তোমাৰ ওচৰলৈকে আহিছোঁ এই মেখেলাখন দিবৰ বাবে।"

এইবুলি কৈ আগদিনা দোকানৰ পৰা অনা সেই মেখেলাখন দীপালীৰ হাতত দিলে। মেখেলাখন হাতত লৈ দীপালীয়ে ক'লে—"আই ঔ! তুমি মোৰ বাবে মেখেলা কিনি আনিলা?"

"নানি থাকিব পাৰোনে?"

"কিয়?"

"যোৱাকালি তুমি দৰদাম ঠিক কৰা মেখেলাখন মোৰ বাবেহে এৰি আহিলা?"

"অ'সেইখন?" এবাৰ লাৰি চাই ক'লে—"তুমি আনিলা কিয়? মই ডাক্তৰক দেখুৱাই এনেয়ে দৰদাম খেলিছিলোঁ।"

"তুমি এনেয়ে দৰদাম কৰি এৰি আহিলা আৰু দোকানীয়ে মোৰ আগতে তোমাক ভদ্ৰভাষাত গালি দিলে। মোৰ জানো সহ্য হয়? তুমি জানা, মদনে একমাত্ৰ দীপালীৰ গালিৰ বাহিৰে পৃথিৱীৰ কোনো মানুহৰ গালিকে সহ্য নকৰে আৰু কৰি অহাও নাই কোনো দিনে। সেইমুহূৰ্তে এখনৰ ঠাইত দুখন কিনি পেলালোঁ।"

"তাৰে এখন তোলৈ আনি বাকীখন নবৌজনীৰ বাবে ৰাখিলা?"

"নহয়; দুয়োখন মই দুজনী ভনীক দিলোঁ।"

"এজনী বাৰু মই হ'লো, আনজনী কোন?"

"কালিযে দেখিছিলা সেইজনী।"

"অ' সেই কছাৰী ছোৱালীজনী? সেইজনী জানো ষ্টেট হোমত থাকে?"

"তাৰ মানে তুমি অৰ্থ কৰিছা কদৰ্থ। তুমি তাইক ষ্টেট হোমত থকা নবৌয়েৰাজনী

বুলি ভাবিছা, নহয় নে?”

“তেন্তে কোন? তোমাৰ লগত যে এনেভাৱে কাপোৰ কিনিব...।”

“অৱশ্যে মই নহ'লে তায়ো ষ্টেট হোমত থাকিব লাগিলহেঁতেন।”

“তাই বাৰু তোমাৰ কেনে ৰকমৰ ভনী।”

“ভয় নাই তোমালোক চহৰীয়া আধুনিক ছোৱালীৰ দৰে নগৰীয়া কোনো ককাইদেউ মই নহয়। মই দুশ্চৰিত্ৰৰ হ'লেও তাইক তোমাতকৈ বেলেগ দৃষ্টিৰে চাওঁ আৰু বেলেগ ব্যৱহাৰো কৰোঁ।”

“তাৰ মানে?”

“তাৰ মানে, তাইৰ আগত কোনো বেয়া কথা নকওঁ, কোনো অসৎ কথা আলোচনা নকৰোঁ। তোমাৰ লগত মই অশ্লীল কথা আলোচনা কৰোঁ, কিন্তু তাইৰ লগত নকৰোঁ। তাই মোৰ প্ৰকৃত ভনী।

“ওঁ। তুমিতো বেছ কৈছা ককাইদেউ। মাছ ৰখাই মাছ ৰাখিছেহে—নাখাব, বুলি ক'লে কোনে পতিয়াব?”

“এৰা, মিছা নহয়, পোহনীয়া কৰি ৰাখিলে পহুকো গৃহস্থে নাখায়।”

“বাৰু ষ্টেট হোমৰ নবৌজনীক দেখুৱাবানে?”

“এতিয়াও নবৌৱেৰা কোন হ'ব জানিব পৰা নাই। প্ৰস্তাৱ কৰাই নাই। প্ৰস্তাৱ উত্থাপন কৰাৰ পাচত কৰ্তৃপক্ষই মঞ্জুৰ কৰিলে দেখুৱাম বাৰু।”

দীপালীয়ে মেখেলাখন লাৰি-পিটিকি চাই ক'লে—

“বঢ়িয়া মেখেলা। মোৰ ল'বৰ মন আছিল, কিন্তু তুমি সেই ছোৱালীজনী লগত লৈ যোৱা দেখি মই মাজতে গুচি আহিলোঁ।”

“অকল সেয়েনে? ডাক্তৰক লগত লৈ যাবলৈ জানো লাজ নালাগিব? ডাক্তৰক লগত নি মোক দেখি ভয়তে মানে মই হঠাতে অসভ্যামি কৰি জোকাম বুলি ভাবি গুচি আহিলা।”

তাই ধৰা পৰি লাজতে হাঁহি মাৰি কয়—“বেছ বুদ্ধিমান তুমি। আচ্ছা মেখেলা কিনিবলৈ টকা ক'ত পালা? সেই ছোৱালীজনীয়ে টকা দিছিল নেকি?”

“ছোৱালীজনীৰ দিবৰ সামৰ্থ্য নাই; আন তিৰোতা এগৰাকীয়েহে দিছে।”

“তেনেহ'লে টকা লৈ যোৱা, ধাৰ শুজিবা।”

“মোৰ ধাৰ নাই, মই ধাৰ নকৰোঁ।”

"তুমি তেন্তে টকা ক'ত পালা?"

"গুগুাই টকা ক'ত পায় নাজানানে?"

"জানো, কিন্তু কেনেকৈ আদায় কৰে নাজানো।"

"বাৰু প্ৰেমিকাবোৰে কেনেকৈ প্ৰেমিকৰপৰা আদায় কৰে নাজানা?"

"এই হানটো মোক মাৰিলা?"

"সঁচা কথা কৈছো; যাৰে গাত পৰে পৰক। পিচে দুষ্টা ছোৱালীবিলাকে ল'ৰাবিলাকৰ পকেটৰ পইচা যেনেকৈ আদায় কৰে, দুষ্ট ল'ৰাবিলাকেও সেই কৌশলেৰে ছোৱালীৰপৰা আদায় কৰে।"

"তুমি নিশ্চয় ছোৱালীৰপৰা আদায় কৰা নাই।"

"এৰা; মই ছোৱালীৰপৰা আদায় নকৰোঁ বৰং ছোৱালীক দিওঁহে। মই তিৰোতাৰ পৰাহে আদায় কৰোঁ।"

"কোন তিৰোতাৰ পৰা?"

"মোৰ প্ৰেমিকা তিৰোতাৰ পৰা। আজি অৱশ্যে প্ৰেমিকাৰ স্বামীৰ পৰাহে আদায় কৰিছোঁ।"

"কেনেকৈ?"

"কৌশল কৰি।"

"কিমান আদায় কৰিলা?"

"সংখ্যাৰ নাম নল'বা। বহুত। মুঠৰ ওপৰত জানিবা যে মই টকাৰ খনি আবিষ্কাৰ কৰিছোঁ। খনি শেষ নহয় মানে মোৰ ধনৰ অভাৱ নহ'ব।"

"তেনেহ'লে তুমি এনেকৈয়ে বিয়াৰ ধন আদায় কৰিলা?"

"অকল বিয়াৰে নহয়, গৃহস্থীৰ আন সা সুবিধাৰ পথ উলিয়াই লৈছোঁ। ভয় নাই দীপালী তোমাৰ নিবনুৱা ককায়েৰাই মজাৰ ব্যৱসায় এটা শিকি লৈছে। ধনৰ আৰু চিন্তা নাই।"

"কি ব্যৱসায়?"

"ইংৰাজীত যাক "ব্লেক মেইল" বুলি কয়। ভয় দেখুৱাই টকা আদায় কৰা ব্যৱসায়।"

"সদায় জানো তেনেকৈ চলিব পাৰিবা?"

"সংসাৰত মানুহ দুই শ্ৰেণীৰ দীপালী। এক শ্ৰেণীৰ মানুহ আছে যিয়ে সদায়

লোকক ঠগে আৰু আন শ্ৰেণীৰ লোক হ'ল—যি সকলে সদায় ঠগ খায়। গতিকে ঠগাব খুজিলে সদায় একশ্ৰেণীৰ মানুহ পোৱা যায়।"

"সদায়নো ঠগামিৰ ওপৰতে নিৰ্ভৰ কৰিবা নে?"

"নকৰোঁ। পিচত বেলেগ কৰিম।"

"পিচত কি কৰিবা?"

"ৰাজনীতি কৰিম।"

"ৰাজনীতি কৰিবা? তুমি জানো ৰাজনীতি কৰিব পাৰিবা?"

"ৰাজনীতি হ'ল ঠগ-প্ৰৱঞ্চনাৰ ব্যৱসায়। নিবনুৱা, ঠগ, প্ৰৱঞ্চক আৰু গুণ্ডা-বদ্‌জাতসকলৰ শেষ আশ্ৰয় ৰাজনীতি। গতিকে মোৰ শেষ অৱলম্বন হ'ব ৰাজনীতি।'

"কেনেকৈ ৰাজনীতি কৰিবা?"

"মূৰত গান্ধী টুপী, গাত ঢৰীয়া খদ্দৰ পিন্ধি ৰাতা-ৰাতিয়ে কংগ্ৰেছী হৈ যাম আৰু 'পলিটিকেল ছাফাৰাৰ' হৈ পেঞ্চন ল'ম; 'মন্ত্ৰী, এম, এল, এ'ৰ লেংটিত ধৰি ঠিকা, পাৰমিট আদি লৈ মাৰোৱাৰী মহাজনৰ তাত বিক্ৰী কৰি দিম। বচ্‌ এবছৰ বা দুবছৰৰ ভিতৰতে দফা ঠাণ্ডা। ইলেক্‌চনৰ আগ বছৰত একেবাৰে নেতা নহ'লেও পৰম দেশ-সেৱক ৰূপে অৱতীৰ্ণ হৈ যতমানে ঠিকা আৰু পাৰমিট যোগাৰ কৰি জীৱনত লগাখিনি কংগ্ৰেছী চৰকাৰৰপৰা আদায় কৰি ল'ম। দৰকাৰ হ'লে ইলেক্‌চনত 'নমিনেচন' পেপাৰ ছাবমিট কৰিম।"

"যদি কংগ্ৰেছে সুবিধা নিদিয়ে?"

"কংগ্ৰেছে সুবিধা নিদিলে কংগ্ৰেছ পৰিত্যাগ কৰিম। ঘৈণীক কংগ্ৰেছত থৈ মই ছোছিয়েলিষ্ট, প্ৰজা ছোছিয়েলিষ্ট, জনসংঘ, স্বতন্ত্ৰ পাৰ্টি, হিন্দু মহাসভা আনকি দৰকাৰ হ'লে মুছলিম-লীগত যোগ দিম আৰু কংগ্ৰেছ দল আৰু কংগ্ৰেছী চৰকাৰক পাৰোমানে সমালোচনাৰ যোগেদি গালি পাৰিম।"

"গালি পাৰিলে বাৰু কি লাভ হ'ব?"

"জনসাধাৰণে ডাঙৰ বক্তা বুলি ভাবি নেতা বনাব আৰু মই নেতাগিৰি কৰি মেল-মিটিং মাৰি সসন্মানে আৰামত খাই ফুৰিম।"

"নবৌৰ অৱস্থা কি হ'ব?"

"মজা হ'ব। কংগ্ৰেছত সোমাই তিৰোতাৰ ফালৰপৰা নমিনেচন ল'বৰ চেষ্টা কৰিব। নাৰীকো পুৰুষৰ সমান আসন দিব লাগে বুলি আন্দোলন কৰিবলৈ দিহা দিম।

ৰাজনৈতিক দলত তিৰোতাৰ বৰ সুবিধা আছে—বিশেষকৈ গাভৰু, ধুনীয়া তিৰোতা হ'লে ৰাজনীতি বৰকৈ জমে। স্ত্ৰীবুদ্ধি প্ৰলয়ংকৰী বোলা সংস্কৃতীয়া কথাফাকি আজিকালি গণতন্ত্ৰৰ যুগত উঠি গৈছে আৰু ৰাজ্যশাসনত এছেম্ব্লী বা পাৰ্লিয়ামেন্টত নাৰী প্ৰতিনিধি নাথাকিলে মেল ভালকৈ নজমেই; সেইবাবে সহজে 'নমিনেচন' পাব। ইফালে নিৰ্বাচনতো সুবিধা আছে। তিৰোতা বুলি জানি ঘৰৰ ঘৈণীসকলে তেওঁক ভোট দিব। তাৰ উপৰি মতামানুহৰ ভিতৰত বহুত দৰদী পুৰুষ আছে, তাৰবাবে চিন্তা কৰিব নালাগে।"

"যদি তথাপি 'নমিনেচন' নিদিয়ে?"

"তেতিয়া দলৰ লগত গৈ মেল-মিটিং মাৰি ফুৰিব। আৰামত খাব, সসম্মানে সসম্ভ্ৰমে অভ্যৰ্থিত হ'ব, লগতে আন আন সুবিধাও কৰি ল'ব পাৰিব। ঘৈণীজনী দেখাত ধুনীয়া হ'লেতো বহুত সুবিধা মিলিব।"

"তোমাৰ ফালে কি হ'ব?"

"মোৰফালে কি হ'ব মানে? মোৰফালে সন্মান আহিব। লোকে ক'ব এওঁ অমুকীৰ গিৰিয়েক। ডেকা-তৰপে অহেতুক আদৰ কৰিব; বুঢ়া-তৰপে ঈৰ্ষা কৰিব।"

"তোমালোকৰ গৃহস্থীৰ অৱস্থা কি হ'ব?"

"কৈলাসৰ দৰে হ'ব। মহাদেৱ যাব ষাঁড় গৰুৰ পিঠিত উঠি দেশে দেশে বৰ দিবলৈ আৰু পাৰ্বতী যাব গাঁৱে গাঁৱে পূজা খাবলৈ। মহাদেৱ-পাৰ্বতীশূন্য কৈলাসৰ দৰে ঘৰৰ ভেটিত বন গজিব আৰু ভুলিত নিগনিয়ে অমাৱস্যাৰ নিশিপালন কৰি থাকিব।"

"তুমি ভাৰতৰ ডাঙৰ ৰাজনৈতিক পাৰ্টি এটাৰ কথা কিন্তু নক'লা।"

"কোন পাৰ্টি?"

"কমিউনিষ্ট পাৰ্টি।"

"অ কমিউনিষ্ট পাৰ্টি? এই ৰাজনৈতিক দলটিৰ কথা ক'ব নোৱাৰি, বিপদ আছে এনেয়ে সাম্যবাদ মতবাদটো গণতন্ত্ৰৰ লগত খাপ নাখায় তাতে আকৌ চীন-ভাৰতৰ সীমা-বিবাদ লৈ ভাৰতত কমিউনিজমৰ সভ্য হ'লে কংগ্ৰেছে মোক অসভ্য বনাই দেশদ্ৰোহী-চেশদ্ৰোহী কিবা এটা বনাই মাৰভাত খাবলগা কৰিব। গতিকে এনে বিপদ-সংকুল দলৰ কথা ক'ব নোৱাৰি।"

"এই দলটিৰ ওপৰত ইমান কঢ়া নজৰ কিয়।"

"কাৰণ এই দলটি বৰ শক্তিশালী। ই কোনো দেশৰ দল নহয়—ই হৈছে সমস্ত পৃথিৱীৰ আন্তৰ্জাতিক দল। সমস্ত বিশ্বজুৰি এই দলৰ লোক আছে। আচলতে ভাৰতীয় কমিউনিষ্ট দল অকল ভাৰতৰে দল নহয়—ই আন্তৰ্জাতিক দল। ইয়াৰ ঘাই শিপা ৰাছিয়াত। ভাৰত, চীন, যুগোশ্লোভিয়া, জাৰ্মানি আদিত তাৰ চাৰুলীয়া শিপাহে আছে। গতিকে ভাৰতত ঘাই-শিপা থকা দলবিলাকে এই শক্তিশালী চাৰুলীয়া শিপাদাল উভালিব খোজে; কাৰণ এই চাৰুলীয়া শিপাডালেই আনবিলাকৰ ঘাইশিপাৰ সমান ডাঙৰ আৰু শক্তিশালী।"

"উভালিব পাৰিব নে?"

"ক'ব নোৱাৰোঁ, ইয়াৰ চাৰুলীয়া শিপা উভালি যায় নে কাৰবাৰ ঘাইশিপাই উভালি পৰে। মাটিৰ অৱস্থা চাইহে ক'ব পৰা যাব।

"মাটি মানে কি বুজাইছা?"

"মাটি মানে মানুহ — জনসাধাৰণক বুজাইছোঁ।"

"অৱশ্যে। বাৰু ঘাইশিপা কাৰ উভালি যাব পাৰে? কংগ্ৰেছৰ?"

"কংগ্ৰেছতো বৰ্তমান ভাৰতৰ বটবৃক্ষ। ইয়াৰ শিপা উভলা অতি কঠিন। এসময়ত ইংৰাজৰ আঁহতগছ জোপাৰ গুৰিতে কংগ্ৰেছৰ বটজোপা গজিছিল আৰু প্ৰায় শ বছৰ বট-আঁহত দুয়ো একেলগে ভাৰতৰ ৰাজনৈতিক মাটিত বাঢ়ি আছিল। পিছে সন্যাসী ধৰণৰ গান্ধীজনে প্ৰায় আঢ়ৈকুৰি বছৰে যুঁজি ১৯৪৭ চনত আঁহতজোপাৰ ঘাই-শিপাডাল কাটি পেলালে। গছ উভালি গৈ ইংলণ্ডত পৰিল। আনকি ডাল-পাত পৰ্যন্ত গৈ সাগৰৰ সিপাৰত পৰিল। এতিয়া কংগ্ৰেছৰ বটজোপাই এনেভাৱে শিপাইছে তাক উভালিব লাগিলে প্ৰায় পঞ্চাছ বছৰ যুঁজি বহু প্ৰাণ হানি কৰিব লাগিব, কাৰণ আঁহত লগত থাকি বটেও বহু কৌশল শিকিছে।"

"তুমি দেখিছোঁ বেছ ক'বলৈ শিকিছা। ৰাজনৈতিক ধাপ্পাবাজি মাৰিব বোধহয় পাৰিবা। কিন্তু যদি শেষত বলে নোৱাৰি এৰিব লগা হয়?"

"একো কথা নাই; বিনোবা ভাবেৰ 'ভূদান আন্দোলনত যোগ দিম।"

"ভূদানতো সিমান সুবিধা নিমিলিব; বিশেষকৈ টকাপইচা নিমিলিব।"

"তেতিয়া সাহিত্য কৰিম।"

"তুমি যিমান সহজ বুলি ভাবিছা, সাহিত্য সিমান সহজ বিষয় নহয়। প্ৰকৃত প্ৰতিভা নহ'লে সাহিত্য ক্ষেত্ৰত তিষ্ঠিবই নোৱাৰি— আয় কৰা কথা আৰু দূৰত। সাহিত্যত

ধাপ্পাবাজি নচলে।”

“তুমি ভুল বুজিছা। সাহিত্যতো বেছ ধাপ্পাবাজি চলে। পুৰণি মৃত লেখকসকলক প্ৰশংসা কৰি নোহোৱা গুণ বা ৰসটোকে তেওঁৰ লেখাত থকা বুলি কৈ তাকে প্ৰমাণ কৰিবৰ বাবে বিদেশী ডাঙৰ কিছুমান উক্তি আৰু লেখা তাত সুমুৱাই দি পৃথিৱীৰ কেইখনমান ডাঙৰ কিতাপৰ কেটেলগ পিছফালে আঁৰি দি তাৰে কিছুমান উদ্ধৃতি খাপ খোৱা-নোখোৱাকৈ সুমুৱাই দি কেইজনমান তথাকথিত সাহিত্যিক সজাই সমালোচকৰ পাতনি আৰু মন্তব্য আনি ধুনীয়া বেটুপাতেৰে সজাই সুন্দৰ পৰিবেশনৰ কিতাপ এখন বাহিৰ কৰি দিয়া — বচ্ আৰু নালাগে। তুমি এমাহৰ ভিতৰতে এজন খ্যাতিসম্পন্ন সমালোচক হৈ পৰিবা। পাৰিলে তোমাৰ প্ৰফেছাৰ বন্ধু দুজনমান আৰু হাকিম, ছুবডেপুটি ধৰণৰ চৰকাৰী কৰ্মচাৰী সম্বন্ধীয় কেইজনমানক প্ৰচাৰৰ কামত লগাই দিবা। তোমাৰ কিতাপৰ দাম খুব চৰা কৰিবা। গ্ৰাহকে আপত্তি কৰিলে তোমাৰ হাকিম সম্বন্ধীয় আৰু প্ৰফেছাৰ বন্ধুহঁতক ক'বলৈ দিবা — মূল্যবান কথা আছে বাবে মূল্য অধিক। ইতো গল্প, উপন্যাসৰ দৰে মামুলি কথা থকা কিতাপ নহয়— এইখন বৰ গধুৰ কথা থকা কিতাপ, গতিকে দাম বেছি। দেখিবা তোমাৰ কিতাপৰ দোষৰ কথা ক'বলৈ কোনেও সাহ নকৰিব আৰু দাম বেছি হ'লেও আপত্তি নকৰিব। দৰকাৰ হ'লে তুমি এটা ৰাজনৈতিক দলত যোগ দিবা, তেতিয়া তোমাৰ দলৰ আটায়ে তোমাৰ কিতাপৰ গুণ সহস্ৰ মুখেৰে গাব। তাৰ পিছত তোমাৰ ধন আৰু মান অনায়াসে আহি ধৰিছে। তাকে যদি কৰিব নোৱাৰা তেনে গল্প লিখা। ইংৰাজী সাহিত্য অধ্যয়ন কৰি ইংৰাজ লেখক কিছুমানৰ গল্প আৰ্হি লৈ বা ছাঁ লৈ নাইবা প্ৰায় অনুবাদকে কৰি নিজে লিখা মৌলিক গল্প বুলি আলোচনীত দি দিয়া। তোমাৰ গল্পই আলোচনীত স্থান পাব কাৰণ ইংৰাজী সাহিত্য ভঁৰালৰ ইমানবোৰ গল্পটো কোন আলোচনীৰ সম্পাদকে পঢ়িছে যে তোমাক ধৰা পেলাব পাৰিব? তাৰ পিছত তোমাৰ নাম বৈ বৈ যাব। তুমি ভাল গাল্পিক, সাহিত্যিক হৈ পৰিবা। দেখা নাই বৰ্তমানৰ অসমীয়া গল্পৰ বেছিভাগেই যে অসমীয়া মানুহ, অসমীয়া সমাজ আৰু সংস্কৃতিৰ লগত অলপো খাপ নাখায়। সেই গল্পবোৰ পঢ়িলে স্থান, কাল আৰু পাত্ৰ তিনিও বিদেশী বুলি অনুভৱ নহয় নে? মোপাছাঁ, চেকভ্ আদিৰ সমস্ত গল্প অসমীয়ালৈ অনুবাদ হ'লে আমাৰ অসমীয়া বহুত নামকৰা গল্প-লিখকৰ অৱস্থা পুলিচৰ হাতত ধৰাপৰা চোৰৰ দৰে হ'ব। কিন্তু ধৰাপৰাৰ আগলৈ তোমাৰ উদ্দেশ্য সাধনেই হ'ব। আৰু যদি তাকো

নোৱাৰা, তেন্তে তুমি কবিতা লিখা। আধুনিক, অতি আধুনিক, লুনিক, স্ফুটনিক, গদ্যগন্ধী যিকোনো গন্ধী এবিধ কবিতা লিখা। গল্পৰ দৰে কবিতাকো ইংৰাজীৰপৰা আমদানি কৰা, মনে-মনে ইলিয়ট আদি কবিৰ লেখাৰ পৰা আৰু শব্দ চয়নত জ্ঞাত বা অজ্ঞাতেই অসাৱধান হৈ য'তে ত'তে যি পোৱা সেই শব্দ ওলট-পালটকৈ ব্যৱহাৰ কৰা বিশেষ্য, বিশেষণৰ পৰিচয় মাৰি দিয়া। বচ্ আৰু নালাগে। হৈ গৈছে। কোনোবাই ৰস নাপাই আপত্তি কৰিলে ক'বা — ই বৰ 'ইণ্টেলেক্চুৱেল' কবিতা; সৰ্বসাধাৰণে নুবুজে। দেখিবা, তুমি ৰাতা-ৰাতিয়ে কবি হৈ গৈছা। অৱশ্যে তুমি কোনো কলেজৰ প্ৰিন্সিপাল নাইবা প্ৰফেছাৰ এনে বিধৰ এটা ডিগ্ৰিৰ অতিচাৰ বা ব্যভিচাৰ ধৰণৰ হ'ব লাগিব যাতে তোমাৰ ছাত্ৰসকলে তোমাৰ বিষয়ে খুব প্ৰশংসা বা প্ৰচাৰ কৰিব পাৰে। তাৰ পিছত তুমি গহীন-গম্ভীৰ হৈথাকিবা আৰু তোমাৰ ছাত্ৰৰ দুজনমানক তোমাৰ কবিতাৰ বিশেষত্ব আৰু তোমাৰ কাব্য প্ৰতিভাৰ আভাস দি কবিতা সমালোচনা কৰিবলৈ লগাই দিবা। বচ্ তোমাৰ খ্যাতি দেশত বৈ বৈ গৈছে। অৱশ্যে তলে তলে কিন্তু তুমি এটা ৰাজনৈতিক পাৰ্টিত সভ্য হৈ থাকিবা, তেহে কোনো নিৰপেক্ষ ব্যক্তিয়ে কিবা আপত্তি দৰ্শালে তোমাৰ দলৰ লোকে সকলো ফালৰপৰা তেওঁক আক্ৰমণ কৰি বেচেৰাক নগুৰ নাগতি কৰিব পাৰিব। এনেৰকমে আজিকালি আমাৰ সাহিত্যৰ বজাৰ চলিব ধৰিছে। গতিকে ভাবি চোৱা সাহিত্য-ক্ষেত্ৰতো কেনে প্ৰৱঞ্চনা চলিব ধৰিছে। এই অৱস্থাত সাহিত্যত থাকি সুবিধা কৰি লোৱাত কি অসুবিধা আছে? আৰু ইয়াতো যে ধাপ্পাবাজি নচলে তাৰ কি প্ৰমাণ আছে?"

"সঁচাকৈ ককাইদেউ, আজিকালি আমাৰ সাহিত্যৰ সমালোচনাবিলাকৰ প্ৰতি মোৰ এটা বেয়া ধাৰণা হৈছে। এই সমালোচনাবিলাকত সুস্থ আলাপ আৰু নিৰপেক্ষ দৃষ্টিভংগী নাই। সমালোচনাবোৰ যেন কিবা স্বাৰ্থগন্ধী আৰু তৰাং।"

"এৰা, সুস্থ আলাপ নাই, কাৰণ বৰ্তমানৰ সমাজখন অসুস্থ; নিৰপেক্ষ দৃষ্টিভঙ্গী নাই, কাৰণ সমালোচকসকল দলীয় ভাবাপন্ন; স্বাৰ্থগন্ধী হোৱাৰ কাৰণ সমালোচকসকল যশস্যাৰ কাঙাল, ধনৰ কাঙাল, মানৰ কাঙাল; গতিকে নিজৰ সুবিধাৰ ফালে টানি টানি কয়, আৰু তৰাং হোৱাৰ কাৰণ সমালোচকসকলৰ সুস্থ জীৱনবোধৰ অভাৱ: জীৱনৰ অভিজ্ঞতাও একেবাৰে চালুকীয়া, অধ্যয়নো তথৈবচ। প্ৰায়বিলাক সমালোচক ছাত্ৰ নাইবা ছাত্ৰস্থানীয় সদ্যজাত অধ্যাপক। কোনোজনৰ বয়স ত্ৰিশৰ ওপৰ নহয়, অথচ ছয়ত্ৰিশ বছৰ বয়স নহ'লে মানুহৰ বিবেক-বুদ্ধিয়ে পূৰ্ণত্ব নাপায়। তেওঁলোকৰ

বেছিভাগে এম. এ.ৰ ছাত্ৰ নাইবা এম. এ. পাছ্ কৰি প্ৰফেছাৰ হৈছেহে মাত্ৰ। বহুত প্ৰফেছাৰ সমালোচকৰ লেখা 'ফিফ্‌ট্ ইয়েৰ' তে লিখা; আৰু কোনোবাই লিখিছে যদিও মাত্ৰ দুইতিনি বছৰ প্ৰফেছাৰী কৰি পঁচিশ, আঠাইশ বছৰীয়া ডেকাই। তেওঁলোকৰ বাৰু অভিজ্ঞতা কিমান হ'ব? সৰুৰপৰা পঢ়িলে স্কুলত, তাৰ পিছত কলেজত, তাৰ পিছত বিশ্ববিদ্যালয়ত আৰু তাৰপৰা পাছ কৰি হয় হ'ল স্কুলত মাষ্টৰ নাইবা কলেজত প্ৰফেছাৰ। স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালীৰ বাহিৰে বাৰু তেওঁলোকে বহিৰ্জগতৰ কোন পূৰ্ণবয়স্ক মানুহক লগ পালে? স্কুলীয়া ল'ৰা বা কলেজীয়া ছাত্ৰ সমস্যাৰ বাহিৰে আৰু কোন সমাজ বা দেশৰ সমস্যাৰ লগত জড়িত হ'ল? জটিল পৰিস্থিতি আৰু পূৰ্ণবয়স্কৰ চিন্তাৰ লগত তেওঁলোক পৰিচিত নহ'ল। স্কুল-কলেজৰপৰা ওলাই গৈ স্কুল-কলেজতে সোমালে বহল জগতখনৰ কথা কি দেখিব, কি বুজিব, কি জানিব? অথচ এওঁলোকেই হ'ল আজিকালিৰ সাহিত্যৰ সমালোচক, সাহিত্যিক ধুৰন্ধৰ। সেই কাৰণেই আজি আমাৰ সাহিত্যৰ অৱস্থা এনে শোচনীয়। আজিকালি সেইবাবে দেখিবা, আগতে এজন অধ্যাপকে যদি কিবা লিখিছে তেন্তে বাকীবিলাকে তেওঁৰ কথাকে চৰ্বিত-চৰ্বা কৰি গৈছে, নতুন একো নাই, নিজৰ একো নাই। অথচ মজাৰ কথা কি জানা? ৰাইজে তাকে পঢ়িয়ে বাঃ বাঃ দিয়ে আৰু ধুমম কিতাপ কিনে লাইব্ৰেৰী-চাইব্ৰেৰীৰ জৰিয়তে। গতিকে এই ক্ষেত্ৰত নামি ধন, মান, যশস্যা অৰ্জা সহজ হৈ পৰিছে।"

"কথাবোৰ তেনেইতো। তুমি কথাবোৰ বেছ তাৰিফ কৰিছা।"

"কিন্তু এইবোৰ কথা মই প্ৰকাশ কৰি ভেদ ভাঙি দিলে মোৰ অৱস্থা কি হ'ব জানা? আমাৰ বেছিভাগ সাহিত্যিক আৰু সমালোচক লগ লাগি মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিব আৰু পাকে-প্ৰকাৰে মোৰ লেখাৰ বদ্‌সমালোচনা কৰিব যাতে মোৰ বদ্‌নাম হৈ মোৰ পতন হয়। সেইবাবেই মই সাহিত্য-ফাহিত্য কৰিবলৈ নাযাওঁ। সমালোচক চোৰ ধৰা পৰিলে তাৰ গম পালে তোমাৰ খং উঠি যাব। মই অৱশ্যে কাকো নকওঁ; মনে মনে হাঁহোঁ। হাঁহোঁ এইবুলি যে আমাৰ সকলো বস্তুত ভেজাল চলিছে; আনকি সাহিত্যতো; আৰু আমাৰ জনসাধাৰণ ইমান অমনোযোগী যে দেখ দেখ অন্যায় আৰু চুৰি দেখিও নিৰ্বিকাৰ— নীৰৱ। চাৱাচ অসমীয়া মানুহ।"

"এতিয়া এইবোৰ এৰা ককাইদেউ, ৰাইজে কি ভাল দেখে তাকে কৰক, আমাৰ তাত লাভ-লোকচান নাই। আমাৰ উদ্দেশ্য পূৰণ হ'লেই হ'ল। বাৰু এতিয়া তুমি

যাবানে থাকিবা?"

"যাব লাগে, বেলি হ'ল।

"এটা কথা ককাইদেউ; কালিপুৱা মোৰ ব্যৱহাৰত তুমি বৰ বেয়া পাইছিলা নহয়নে? কালি যে মোৰ কি হৈছিল। ডাক্তৰ আহিব বুলি শুনিয়ে পৰহিৰ পৰা মোৰ মনটো অস্থিৰ চঞ্চল হৈ আছিল। তেনে চিন্তাযুক্ত অৱস্থাত তোমাক কিবাকিবি বেয়াকৈ ক'ব পাৰো, বেয়া নাপাবা ককাইদেউ।"

"তুমি যেনে ব্যৱহাৰে নকৰা, তোমাক বেয়া পোৱা মোৰ পক্ষে বৰ টান দীপালী, তুমিতো জানা মই তোমাক কিমান ভালপাওঁ।"

"তুমি মোক এতিয়াও আগৰদৰে ভালপোৱানে ককাইদেউ?"

"এৰা। আগৰদৰে ভালপাওঁ বৰং এতিয়া আগতকৈও বেছিকৈ ভাল পাবলৈ ধৰিছোঁ।"

"কিয়?"

"এতিয়া তুমি আগতকৈ বেছি সংস্কৃত আৰু মাৰ্জিত হৈছা। আগতে তোমাৰ কামনা আৰু ইন্দ্ৰিয় তাৰণা প্ৰবল আছিল; বৰ্তমান সেই তাৰণা গহীন আৰু মাৰ্জিত হ'ব ধৰিছে। আগতে তুমি আছিলা কামুকা এতিয়া তুমি হ'ব ধৰিছা প্ৰেমিকা।"

"মোৰ বিয়াৰ কথা শুনি তোমাৰ কেনে লাগিছে?"

"ভালো লাগিছে আৰু দুখো লাগিছে?"

"কিহৰ কাৰণে ভাল লাগিছে?"

"বিয়া হৈ গ'লে তোমাৰ চঞ্চল মন গহীন হ'ব; ধ্বংসী মন সৃষ্টিশীল হ'ব। লগতে তোমাৰ মা-দেউতাও সুখী হ'ব।

"আৰু দুখ লাগিছে কিয়?"

"মোৰ ঈৰ্ষা জন্মিব। তুমি লোকৰ নিগাজী সম্পত্তি হ'লে মোৰ একো অধিকাৰ নাথাকিব। ভালপোৱা বস্তু হাত সাৰি গ'লে দুখ লাগে।"

"তেনেহ'লে কি কৰিলে তুমি দুখ নাপালাহেঁতেন?"

"তোমাক মোৰ কৰি ৰাখিব পাৰিলে।"

"কেনেকৈ?"

"বিয়া কৰাই।"

"ছিঃ তুমি বৰ নিলাজ কথাকোৰ কৈছা?"

"নিলাজ? এৰা নিলাজ। পৃথিৱীৰ সত্য কথাবোৰ বৰ নিলাজ, সত্য ঘটনাবোৰ বৰ নিষ্ঠুৰ।"

"ই বৰ পাপৰ কথা। আপোন খুৰাকৰ জীয়েক-ভনীয়েকক বিয়া কৰিবলৈ ইচ্ছা কৰা মহাপাপ। ছিঃ তেনে কথা নক'বা।"

"আৰু আপোন জেঠায়েকৰ পুতেক ককায়েকৰ লগত কাম প্ৰবৃত্তিৰ চৰিতাৰ্থ কৰা কোন পুণ্যৰ কথা?"

"সিও পাপ।"

"এইবোৰ একো পাপৰ কথা নহয়। পাপ কি দীপালী? সামাজিক বিধি-নিষেধক উলংঘা কৰাটো সমাজৰ প্ৰতি অৱজ্ঞা, সেইবাবে পাপ বুলি অভিহিত কৰি থৈ গৈছে সমাজনেতা নীতিবিদসকলে। আচলতে জগতত পাপ-পুণ্য বোলা কোনো কথা নাই। ভাবি চোৱা, হিন্দুৰ মতে পাপ, কিন্তু নগাবিলাকৰ মতে? আনকি মুছলমানৰ মতে? নগাবিলাকৰ মতে নিজৰ সৰু ভায়েকে বায়েকক বিয়া কৰাব লাগে। মুছলমানৰ মতে মোমায়েকৰ ছোৱালীক বিয়া কৰোৱা বিধিসম্মত। যদি পাপ হ'লহেঁতেন তেন্তে নগাবিলাকতো পাপীয়ে আনকি সুসভ্য ধাৰ্মিক মুছলমানসকলো পাপী। এটা ধৰ্মৰ বাবে পাপী, আনটিৰ বাবে নহয়। ইয়াৰ মানে হয় কথাটি ভুল নতুবা ধৰ্ম দুটাৰ এটা ভুল। ধৰ্মবিলাকৰ কথা বাদ দি কেৱল মানুহ হিচাপে এবাৰ নিৰপেক্ষভাৱে কথাষাৰ ভাবি চোৱা?"

"প্ৰকৃত মানুহ হিচাপে সত্য কিন্তু সামাজিক ব্যৱস্থা মতে দোষণীয়।"

"তাৰমানে সমাজে সত্যক বাদ দি কিছুমান ধৰিলোৱা নিয়ম বান্ধি থৈছে আৰু বাকী মানুহবোৰ ভেৰাৰ দৰে তাকে মানি গৈ আছে। কিন্তু এদিন এনে আচল মানুহ আহিব দীপালী, যিদিনা এইবোৰ অসত্য নিয়ম উলংঘা কৰি মানুহে প্ৰকৃত সত্যক আদৰ কৰিব— মানি চলিব। ভৱিষ্যতে আচল মানুহ আহি প্ৰকৃত সত্য প্ৰচাৰ কৰিব।"

"সঁচাকৈ ককাইদেউ, ময়ো তোমাক এতিয়া ক্ৰমে ক্ৰমে গভীৰভাৱে ভাল পাব ধৰিছোঁ। বোধহয় তোমাৰ মনে মোৰ মন বৰকৈ আকৰ্ষণ কৰিছে। তথাপি মই নিৰুপায় ককাইদেউ, তুমি মোক বেয়া নাপাবা।"

"তোমাক মই বেয়া নাপাওঁ, কেৱল তুমি মোক ভুলি নাযাবা।"

"তোমাক পাহৰিব নোৱাৰোঁ ককাইদেউ, কাৰণ তুমি মোৰ প্ৰথম পুৰুষ। তুমিয়ে মোৰ অন্তৰৰ নাৰীত্বক পোন প্ৰথমে জগাইছা। তোমাক মই পাহৰিব নোৱাৰিম

ককাইদেউ।”

“শুনি সুখী হ'লোঁ।”

“পিছে সঁচাকৈ তুমিও বিয়া কৰোৱা ককাইদেউ। তুমি বিয়া কৰালে মই বৰ সুখী হ'ম।”

“কৰাম দীপালী, মই বিয়া কৰাম। তোমাৰ বিয়াৰ দিনাই ময়ো ৰেজিষ্টাৰ কৰি বিয়া শেষ কৰিম।”

“সঁচা?”

“অবিকল সঁচা। বেয়া পাবা নেকি?”

“কিয় বেয়া পাম? মোৰ সলনি নবৌক ভাল পাবা।”

“আৰু মোৰ সলনি তুমি ডাক্তৰক ভাল পাবা নহয় নে?”

“ডাক্তৰক অৱশ্যে ভাল পাবলৈ চেষ্টা কৰিম। সঁচা কথা ক'ব গ'লে, আচলতে বহু পুৰুষৰ সংগলোৱা নাৰীয়ে স্বামীক বৰ ভাল পায়। এজন উপযুক্ত স্বামীয়ে নাৰীৰ বাবে যথেষ্ট। সেইজনক বিচাৰি ফুৰোতে বাটত বহুতক লগ পাই নাৰী বিপথগামী হয়। প্ৰকৃততে নাৰীয়ে চায় মাত্ৰ এজন উপযুক্ত পুৰুষ। এই কথা মই মোৰ জীৱন অভিজ্ঞতাৰপৰা কৈছোঁ।”

“তুমি বৰ সঁচা কথা কৈছা দীপালী। বাস্তৱতে নাৰীবিলাক এক পুৰুষগামী কিন্তু পুৰুষবিলাক হ'লে বহুনাৰীগামী। তাৰ প্ৰমাণ মই। ময়ো মোৰ জীৱনৰ অভিজ্ঞতাৰ পৰা কৈছোঁ।”

এনেতে ভিতৰৰপৰা দীপালীৰ মাকে মাত দিলে —

“দিপালী, ককায়েৰা যোৱা নাই?”

“যোৱা নাই।” দীপালীয়ে উত্তৰ দিলে।

“তেন্তে চাহ-তাহ নিদিয় কিয়? ইমান বেলি কেৱল মেল কৰিয়ে আছ?”

“ককাইদেউৰ বক্তৃতা শুনি মই সেইবোৰ কথা পাহৰিয়েই আছোঁ। বাৰু গৈছোঁ।” দীপালী উঠে। মদনে বাধা দি কয় —

“চাহ নালাগে দীপালী। চাহ নাখাওঁ, যাওঁ।”

“নহয়, তুমি যাব নোৱাৰা; আজি ইয়াতে ভাত খাব লাগিব বোপা।” — দীপালীৰ মাকে ওলাই আহি মদনক কয়।

“নাই নালাগে খুৰী, মই যাওঁ, মোৰ বহুত কাম আছে, দেৰি হ'ল।”

হাঁহি মাৰি দীপালীয়ে কয়— “নিষনুৱাৰ কি কাম থাকে ককাইদেউ?”

একে ৰকমে হাঁহি মাৰি তৎক্ষণাৎ উত্তৰ দিয়ে মদনে —

"পৰনিন্দা আৰু পৰচৰ্চা কৰা কাম।"

"কথাত হ'লে বোপাক কোনেও বলে নোৱাৰে। পিছে ভাত মোখোৱাকৈ হ'লে যাব নোৱাৰা।" দীপালীৰ মাকে তেনেকৈ কৈ ভিতৰ সোমাই যায়।

"তুমি আজি ভাত খাবই লাগিব, ককাইদেউ।", মাক যোৱাৰ পিছত দীপালীয়ে অনুৰোধ কৰে।

"নহয়, নধৰিবা।" মদনে আপত্তি দৰ্শায়।

"ই তোমাৰ দীপাৰ আদেশ।" দীপালীয়ে জোৰ কৰি উচ্চাৰণ কৰে শব্দবোৰ। মাকে ভিতৰৰপৰা কয় —"মোৰো অনুৰোধ, তুমি আজি ইয়াতে খাই যাব লাগিব।" এই বুলি কৈ তেওঁ ভিতৰ সোমাই সিটোঘৰলৈ যায়।

দীপালীয়ে ধুনীয়া চকুযুৰিৰে প্ৰেমিকাৰ দৃষ্টিৰে চাই আদেশ কৰে মদনক। মদনে হঠাৎ আজি দীপালীৰ এনে ধুনীয়া আৰু ইংগিতপূৰ্ণ চাৱনিত বিমুগ্ধ হৈ যায়। তাইৰ ফালে চাই মিচিকিয়া হাঁহি মাৰি সন্মতি জনায়। দীপালীয়ে হাঁহি মাৰি মদনৰ হাতত ধৰি টানে —"অধৰ্মী, পাপী, নাস্তিক, লম্পট, গুণ্ডাক আজি দীপালীয়ে দীক্ষা দিব।"

তাই হাঁহে আৰু টানে; মদনে হাঁহে আৰু পিছে পিছে যায়।

"বাৰু, ব'লা, দীপালীৰ আন্ধাৰ ৰাতি বন্তি জ্বলাওঁগৈ।"

দুয়ো হাঁহি হাঁহি ভিতৰ সোমায়।

## [ছয়]

যোৱাৰাতি সেই ঘটনা হৈ যোৱাৰ পিছত আজি পুৱাতে আকৌ টকা এহেজাৰ দি আহি মিষ্টাৰ তেৰাৰীয়ে নিজৰ ৰুমৰ ভিতৰত বেমাৰী ঘৈণীয়েকৰ ওচৰত বহি ভাবিব ধৰিছে— কি হ'ল আৰু কি হ'ব পাৰে ভৱিষ্যতে। আজি ৰাতি বা আকৌ কি ঘটে কোনে জানে। এওঁ নিশ্চয় কোনো ডকাইত, তাত কোনো সন্দেহ নাই। ছদ্মবেশ ধৰি মাষ্টৰ হৈ থাকি ঘৰৰ সকলো সম্ভেদ ল'লে, আৰু এতিয়া কোনোবা দিনা দলেবলে আহি ডকাইতি কৰিব। টকা হেজাৰ দিয়াত মোৰ কোনো খেদ নাই; এনেকৈ প্ৰতিবাৰে ইলেক্‌চনৰ সময়ত এম. এল. এ. নাইবা গুৱাহাটী মিউনিচিপালিটিৰ সভ্য বা চেয়াৰমেনক কিমান টকা দি থাকোঁ। তাত মোৰ দুঃখ নাই। অৱশ্যে তেওঁলোকৰপৰা পাৰমিট, ঠিকা আদিৰো সুযোগ পাওঁ। সেই বছৰৰ জালুকবাৰীত কংগ্ৰেছ হোৱা বছৰত পাঁচহেজাৰ দিছিলোঁ। অৱশ্যে কংগ্ৰেছ মহাসভা যোৱাৰ পিছত

পোন্ধৰ দিনমান চেনিৰ দাম তুলি দি আমবিলাকে বেছ লাভ কৰি ক্ষতিপূৰণ উঠাই ল'লে। ময়ো সেইবাৰ টিনপাতৰ লাইচেঞ্চখন পাই বৰং বাৰে বাৰে এনে সুবিধা পাই আকৌ আদায় কৰাৰ তালতহে থাকো। বৰ বিপদত পৰিলোঁ। তেওঁ উপায়ান্তৰ নাপাই মূৰে-কপালে হাত দি বহে। তাৰ পিছত ভাবে বেশ্যাজনীৰ কথা। এৰা; এই গণিকাজনী— দিলাৰাজনী। নিশ্চয় তায়ো ইহঁতৰ সংগী। ছদ্মবেশ ধৰি গণিকা হৈ আছে। তাই যে যাকে তাকে প্ৰৱেশ কৰিব নিদিয়ে, কেৱল ভদ্ৰলোক ৰকমৰ দুই চাৰিজনকহে প্ৰৱেশ কৰিবলৈ দিয়ে ইয়াৰ অৰ্থ তাই তাইৰ দলৰ কেইজনৰ লগতহে....। তাইক মই মোৰ হোটেলৰ ওচৰলৈ আনিব নালাগিছিল। কালি ৰাতিয়ে তাইৰ প্ৰমাণ পালোঁ। তাইৰ দলৰ লোক থকা দেখি মোকে সোমাব নিদিয়ে। তাই বেটি বেশ্যা নহয়— ডকাইত দলৰ তিৰোতা। বোম্বে, লাহোৰ, কলিকতা, দিল্লী আদিৰ দৰে অসমতো এই ডকাইত দলৰ আড্ডা হ'ল। সৰ্বনাশ! নিজৰ বিপদ নিজে মাতি আনিলোঁ! এতিয়া মই কি কৰোঁ? তাইক আজিয়ে খেদিব লাগিব। তাইক খেদি দিলে জানো মোৰ নিস্তাৰ আছে? তাইৰ দ্বাৰা মোৰ ভিতৰুৱা সমস্ত খবৰ ডকাইতে পাইছে। তাইক খেদিলেও মই মৰিলোঁ আৰু ৰাখিলেও মৰিলোঁ। এতিয়া মই কি কৰোঁ।

এনেকৈ ভাবি থাকোঁতে এবাৰ ঘৈণীয়েকে হঁকাটি হৈ কেকাঁই উঠিল—"উহ্! মৰিলোঁ।" আচলতে তেতিয়া ঘৈণীয়েকৰ মূৰৰ বিষ কমি আহিছিল; তথাপি গিৰিয়েকৰ মন চাবৰ বাবে তেওঁ মিছাকৈ কেঁকনি মাৰিলে। মিষ্টাৰ জৈন আবেগ প্ৰৱণ হৈ পৰিছে।

তেওঁ ঘৈণীয়েকৰ মূৰৰ ওচৰলৈ গৈ মূৰটো পিহি দি মৰম কৰি সুধিলে — "গা কেনে পাইছা?"

গিৰিয়েকৰ এনে ব্যৱহাৰ ঘৈণীয়েকে কোনো দিন পোৱা নাছিল। আজি এনেকৈ মৰম কৰি মূৰ পিহি প্ৰশ্ন সোধাত তেওঁ আচৰিত হৈ গ'ল। ই কি কাণ্ড? আজি দেখোঁ অন্যৰকম দেখা গৈছে? এনে মৰমিয়াল, প্ৰেমিক দেখো কোনো দিনে নাছিল; আজি হঠাতে এনে পৰিৱৰ্তন ঘটিল কিয়? মোৰ দুখ দেখি অনুশোচনা আহিল নেকি? মোক সঁচাকৈ ভাল পাবলৈ আৰম্ভ কৰিলে নেকি? বেশ্যা আসক্ত হৈ আমনি লাগিল নেকি? সঁচাকৈ মোৰ প্ৰতি নতুনকৈ প্ৰেম জাগিল নেকি? মাষ্টৰৰ লগত ভাল হোৱা জানি মনে মনে ভাবিছে হ'বলা যে কেতিয়াবা পলাই যাম। এই বয়সত জানো মাইকীমানুহে পলাব পাৰে? দুই তিনিটা ল'ৰা-ছোৱালীৰ মাক হৈ জানো নতুন

প্রেমিকৰ লগত ঘৰ এৰি যাব পাৰে কোনো তিৰোতাই। এই গৃহস্থী, এই ল'ৰা-ছোৱালী এৰি জানো কোনো তিৰোতাই গিৰিয়েকক এৰি অন্যৰ লগত পলাই যাব পাৰে? নোৱাৰে— অসম্ভৱ। ময়ো নোৱাৰোঁ। মই মাষ্টৰক ভাল পাব পাৰোঁ, তেওঁক দেহদান কৰিব পাৰোঁ, সেইবুলি তেওঁৰ লগত পলাই যাব নোৱাৰোঁ। এওঁ মিছাকৈ ভয় কৰিছে। অৱশ্যে ই একো আচৰিতো নহয় কিন্তু। হেৰ সিদিনা সেই খোৱা তিৰোতাজনীয়ে বাৰু গিৰিয়েকক আৰু ল'ৰা-ছোৱালীক এৰি আনৰ লগত পলাই যোৱা নাইনে? তাই পাঁচটা সন্তানৰ মাক মইতো তিনিটিৰহে। এওঁৰ সন্দেহ কৰিবৰ থল আছে। ভালেই হৈছে, এনেকৈ ভয় কৰি বেশ্যাজনীক এৰি মোক ভালপোৱা হ'লেই ভালেই হয়। দৈহিক তৃপ্তি নাপালেও অন্ততঃ সাময়িক তৃপ্তি পাম। যদি সঁচাকৈ তেওঁ সেই বাৰাংগনাজনীক এৰি মোক আকৌ ভাল পাবলৈ ধৰে তেন্তে ময়ো আগৰ খং এৰি পুনৰ তেওঁক ভাল পাবলৈ চেষ্টা কৰিম। মাষ্টকৰ বাদ দিম। হেজাৰ হ'লেও মাষ্টৰ পৰপুৰুষ। আমাৰ জৈন ধৰ্মৰ মতে ই বৰ পাপ কাম। মই আৰু পাপ কাম বাদ দিম। ভাগ্যক ধিয়াই এওঁৰ লগত জীৱন কটাব লাগিব। হেজাৰ হ'লেও এওঁ মোৰ পতি; মাষ্টৰ উপপতিহে। তেওঁক পৰিত্যাগ কৰিম। হেজাৰ দোষ থাকিলেও মই মোৰ স্বামীক ক্ষমা কৰিব লাগিব। এনেকৈ ভাবি ভাবি মনতে প্ৰশ্ন কৰি আৰু উত্তৰ মনতে দি তেওঁ কথাবোৰ পাগুলি থাকে। মূৰৰ বিষ অলপ কম পাই আহিছিল; এইবোৰ চিন্তা কৰি থাকোতে ক্ৰমে বিষ নোহোৱা যেন অনুভৱ কৰিলে। সাধাৰণতে মূৰৰ বিষত অন্য কথা ভাবিব পাৰিলে বিষ কম অনুভৱ কৰা যায়; কাৰণ বিষ, বেদনাবোৰ অনুভূতিৰ স্নায়ুৰ লগত জড়িত! তেওঁতো জনা নাই কিয় তেওঁৰ গিৰিয়েকে তেওঁক ভালপাব ধৰিছে। ভয় আৰু বিপদকালতহে যে বাধ্য হৈ দুৰ্বলতা বশতঃ তেওঁ ভালপাব ধৰিছে তাৰ তত্ত্ব ধৈৰ্ণীয়েকে পোৱা নাই। সেইবাবে তেওঁ লাহেকৈ নিজৰ হাতখনেৰে গিৰিয়েকৰ হাতখন আনি নিজৰ বুকুত লয় আৰু আবেগেৰে হেঁচি ধৰে। গিৰিয়েকে তেওঁৰ প্ৰাণৰ স্পন্দন অনুভৱ কৰে। বেমাৰী ধৈৰ্ণীয়েকৰ আবেগে তেওঁকো আবেগপ্ৰৱণ কৰি তোলে। লাহে লাহে ধৈৰ্ণীয়েকৰ প্ৰতি তেওঁৰ ভাব পৰিবৰ্তন হয়। ধৈৰ্ণীয়েকৰ কপালখন পিহি পিহি মৰম লগাকৈ তেওঁ সোধে —

"অলপ ভাল পাইছানে?"

"হয়।"

"এতিয়াই মই গৈ আহিম। তোমাক আৰু এনেকৈ কষ্ট দিব নোৱাৰোঁ। চিকিৎসা কৰিব লাগিব — ভাল চিকিৎসা কৰিম। যিমান টকা লাগে সিমান দিম, তথাপি তোমাৰ এই বেমাৰ মই গুচাম। ইমান দিনে তোমাক মই বৰ অনাদৰ কৰিছোঁ; মোৰ বৰ পাপ হৈছে। মোক ক্ষমা কৰা মোৰ মৰমৰ ঘৈণী। তোমাক আৰু মই দুখ নিদিওঁ। কোৱা, মোক ক্ষমা কৰিব পাৰিবা?"

তেৱাঁৰীয়ে ঘৈণীয়েকৰ মূৰটো জোৰেৰে সাৱটি ধৰিলে। এনে সোহাগ পাই চিৰদিন অনাদৃতা হৈ থকা ঘৈণীয়েকৰ অন্তৰত যেন প্ৰণয়ৰ ঢল নামে। তেওঁ হাত দুখনেৰে গিৰিয়েকৰ ডিঙিত সাৱটি ধৰি মৰমলগাকৈ কয় —

"মই আপোনাৰ সকলো দোষ ক্ষমা কৰিছোঁ, কেৱল মোক আপুনি আজিৰ দৰে সদায় ভাল পাই থাকিব।"

"মই আপোনাৰ সকলো দোষ ক্ষমা কৰিছোঁ।"

তাৰ পিছত দুয়ো দুয়োকো চুমা খাই যেন এক হৈ গ'ল। প্ৰণয়ৰ মোহন মদিৰাত মচগুল কাম-কলা বিশাৰদ ডেকা-গাভৰুৰ দৰে এইহালি গিৰিয়েক-ঘৈণীয়েক আপোন-পাহৰা হৈ গ'ল। এনেয়ে দুয়ো পৰকীয়া প্ৰেম কৰি প্ৰণয় উপচাৰবোৰত অভিজ্ঞ, তাতে আজি ইমান দিনৰ মূৰত দুয়োৰো প্ৰাণৰ কথা প্ৰকাশ কৰিবৰ উপযুক্ত পৰিৱেশ পাই সঁচাকৈ আত্মহাৰা হৈ পৰিল। আজি যেন দুয়ো নতুন জীৱন পালে, নৱ-যৌৱন লাভ কৰিলে।

এনেকৈ দুয়ো কিছুসময় আবেগত মত্ত হৈ থকাৰ পিছত ক্ৰমে ক্ৰমে আবেগৰ উত্তাপ কমি আহিল। ডিঙিৰ পৰা হাত দুখন এৰুৱাই নি ঘৈণীয়েকে লাহেকৈ ক'লে —

"মাষ্টৰক ৰাখি আমাৰ একো লাভ হোৱা নাই। এওঁ বৰকৈ ফাকি দিয়ে; পঢ়োৱাতো মন নকৰা হৈছে; মিছামিছি আমাৰ হোটেলৰ ভাত খৰচ কৰাৰ একো আৱশ্যক নাই। এওঁক এৰি দিয়ক। দৰকাৰ হ'লে আমি আন মাষ্টৰ আনিম।"

ঘৈণীয়েকৰ কথা শুনি গিৰিয়েক যেন চমকি উঠিল। 'ই কি কথা? মাষ্টৰক এওঁ বেয়া পায়। যাৰ কাণ্ডকাৰখানাৰ কাৰণে ইমান দিনে মই জ্বলি-পুৰি মৰিব ধৰিছোঁ, সেই মাষ্টৰকে এৰি দিবলৈ কয় এওঁ? তেন্তে আচলতে এওঁ তাৰ লগত পীৰিতি কৰি সুখী হোৱা নাই নেকি? ৰক্ষা পৰিলোঁ; এই সুযোগতে ইয়াক আঁতৰাব লাগিব। মই আগতেই ভাবিছিলোঁ; পিছে এইজনীৰ ভয়তে একো কোৱা নাছিলোঁ। এতিয়া

সাপে যেতিয়া নিজে বেং এৰি দিলে, মোৰে মংগল। অৱশ্যে এই ঘটনাৰ পিছত আকৌ সি আহিব বুলি মোৰ ধাৰণাও নহয়। সি যি কি নহওক, ইয়াৰ হাতৰ পৰা মুক্তি পালে...। তেওঁ মনে মনে ভাবে আৰু ধীৰে ধীৰে কয় —"তুমি ঠিকেই কৈছা, এওঁক ৰাখি লাভ নাই। ডেকা মানুহ শিক্ষক হ'লে বৰকৈ ফাকি দিয়ে; তাৰে ভিতৰত অসমীয়া মানুহবোৰ বৰ বেয়া— দুষ্ট। আমি সিহঁতক মৰম কৰি সুবিধা দিওঁ, সিহঁতে তাকে আমাৰ দুৰ্বলতা বুলি ভাবি আমাক ঠগাবলৈ যত্ন কৰে। পিছে পাৰে কেনেকৈ? মাৰোৱাৰী ব্যৱসায় বুদ্ধিৰ লগত সিহঁতৰ খাৰখোৱা বুদ্ধিয়ে পাল্লা দিব পাৰিলেহে। আমাৰ একোজনী তিৰোতা মানুহেই সিহঁতৰ ফাকি ধৰি পেলায়। তুমি নধৰিলানে? ভাল কথা, আজিৰ পৰা তেওঁক মই আহিবলৈ মানা কৰি দিম। মোৰ ল'ৰাক তেওঁ শিকাব নালাগে। ইমান ফুটনি কৰি খাব আৰু পঢ়োৱাৰ সময়ত ফাকি দিব। ময়ো বৰ বিৰক্ত হৈছোঁ; মেনেজাৰে কৈছে যে তেওঁ বোলে দুজনমান মানুহৰ সমান ভাত খায়। তেওঁক আৰু এদিনো নাৰাখোঁ। আজিৰ পৰাই বন্ধ কৰি দিম।"

এনেভাৱে দুয়ো গিৰিয়েক-ঘৈণীয়েকে দুটা দৃষ্টিকোণৰ পৰা মদন কাকতিক অপচন্দ কৰা দেখুৱালে আৰু তেওঁৰ লগত থকা সম্পৰ্কৰ এনেভাৱেই অৱসান ঘটনাবলৈ দৃঢ় সংকল্প হ'ল।

ইফালে দিলাৰাই ভাবে। যোৱা ৰাতিৰ এই আচৰিত কাণ্ডৰ কথা ভাবি ওৰে দিনে তাই চিন্তা কৰি আছে। কিহৰ পালত পৰিল তাই এইবাৰ? কি ৰকম লোক! কোনোবা ছদ্মবেশী ডকাইত-চকাইতো হ'ব পাৰে; নাইবা আধাপগলাও হ'ব পাৰে; নহ'লে তেৱাঁৰ কোনোবা শত্ৰুও হ'ব পাৰে। সেইজন মানুহ ক'ৰ? কিয় এনেকৈ আহিছিল? কেতিয়াবা মোৰ কিবা সৰ্বনাশ কৰিবৰ দিহা কৰিছে নেকি? বেশ্যাৰনো সৰ্বনাশ কি? নাৰীৰ জীৱনত সতীত্ব গ'লে হিন্দু নাৰীৰ একো নাথাকে; আমাৰ মুছলমানৰতো ইজ্জৎ গ'লে নাৰীৰ একো মূল্য নাই। নাৰীৰ সৰ্বস্ব হ'ল দেহৰ পবিত্ৰতা। দেহ অপবিত্ৰ হ'লে নাৰীৰ জীৱনৰ আৰু একো বাকী নাথাকে। মোৰ আৰু সেই বিষয়ে একো বাকী নাই। দৰকাৰ হ'লে মই তাৰ চিৰদিনৰ কামনাৰ লগৰী হৈ ৰ'ম বিনা পইচাই। বিনামূল্যে তাক মই এই অপবিত্ৰ দেহ দান কৰি থাকিম। কিন্তু সি যদি তাত সন্তুষ্ট নহয় — কিবা বেলেগ বিচাৰে? বিচাৰিবও পাৰে। সন্তুষ্ট নহ'ব পাৰে, কাৰণ কালি ৰাতি সি মোক হেলাৰঙে প্ৰত্যাখ্যান কৰি গৈছে। নাৰীদেহৰ প্ৰতি তাৰ আকৰ্ষণ থকা হ'লে এনেকৈ অযাচিত দেহদান উপেক্ষা কৰিব নোৱাৰে। এওঁ নিশ্চয় কিবা

বেলেগ ধৰণৰ লোক। কিজানি ডকাইত? মোৰ বাৰু কি নিব? মই মানুহজনীত বাদে বাৰু মোৰ পৰা কি পাব? মোৰ টকা-পইচা নাই, সা-সম্পত্তি পাব? নিয়ক মোৰ দেহ, অপবিত্ৰ দেহ। যি কৰে তাকে কৰক। এনেকৈ ভাবি ভাবি তাই বহি থাকে। তাৰ পিছত আৰু ভাবে— যদি আজিও আহে? নিশ্চয় আহিব পাৰে। যোৱা ৰাতিৰ টকা-পইচা, অলংকাৰ-পাতি জানো মোক দিব? কেতিয়াও নিদিয়ে। আজি আৰু কিবা কাণ্ড ঘটাব। উহ! কিহৰ পালত পৰিলোঁ। তেৱাৰীৰ ওচৰলৈ গৈ আঙঠিবিলাক আৰু টকাখিনি ফিৰাই দি মই ইয়াৰপৰা পলাই যাওঁ, নহ'লে তেৱাৰীয়েও মোক কিবা ষড়যন্ত্ৰ কৰা বুলি ভাবি অপকাৰ কৰিব পাৰে। আনকি বজাৰৰ গুণ্ডাবোৰক লগাই দি মোৰ দেহৰ ওপৰত অমানুষিক কাণ্ড কৰিব পাৰে। যদি দহজনমানে আহি একেলগে মোক উৎপীড়ণ কৰে? কেইজনী বেশ্যা এনেকৈ নষ্ট হৈ গৈছে! স্বাস্থ্য ভাঙি গৈছে চিৰজীৱনৰ বাবে। কম-দামৰ হৈ জীৱনত অৰ্থকষ্ট ভুগী, অকালতে কদৰ্য বেমাৰত ভুগি পচি পচি মৰিছে মোৰ চকুৰ আগতে। বেশ্যাৰ মূলধন ৰূপ আৰু স্বাস্থ্য। আমাৰ ধুনীয়া শৰীৰতহে লোকে পইচা দিয়ে — আমাকতো নিদিয়ে। সেই ধুনীয়া শৰীৰ ঘৃণীয়া কৰি দিলে মোৰ ব্যৱসায় কি ৰকম চলিব? হায়! জীৱনত তাই আজি তিনিদিন কান্দিলে। প্ৰথমে কান্দিছিল ঘৰৰ সকলো নিহত হোৱাৰ দিনা, দ্বিতীয় দিনা কান্দিছিল যিদিনা তাইৰ দেহ অপবিত্ৰ হৈছিল আৰু আজি কান্দিলে ভৱিষ্যতে জীৱনৰ জীৱিকাৰ পথটি নষ্ট হোৱাৰ ভয়ত।

কান্দি কান্দি তাই প্ৰাৰ্থনা কৰে— "উহ! আল্লা! তুমি মোক আৰু কিমান যাতনা দিয়া, তুমি আৰু মোক কিমান নিকাৰ ভুগোৱা? কিয়ামতৰ দিন মোৰ বাবে ইয়াতে কৰিছা নেকি? এই দুনিয়াতে মোক বিচাৰ কৰি শাস্তি বিহিলা । মোক তুমি লৈ যোৱা খোদা; মোক আৰু এই দুনিয়াৰ সুখ নালাগে।"

আনফালে মদনে ভাবে। আবেলি পৰত দীপালীহঁতৰ ঘৰৰ পৰা আহি পাণবজাৰৰ চ'কত থিয় হৈ ভাবে দিলাৰাৰ কথা। এৰা, দিলাৰা— দিলবাহাৰা। তাই হয়তো এতিয়া প্ৰতীক্ষা কৰি আছে তেওঁৰ আগমনলৈ। এইজনী, ইমান ধুনীয়া লাৱণ্যময়ী এইজনী। বাৰু কোন এওঁ গণিকা? তাই বোলে মুছলমান ছোৱালী। ক'ৰ ছোৱালী। কেনেকৈ গণিকা হ'ল? কি ৰহস্য লুকাই আছে তাইৰ জীৱন বুৰঞ্জীৰ পাতত? তাক উদ্‌ঘাটন কৰিব লাগিব। তাৰ পিছত অলপ টলকা মাৰি ভাবে — যদি আজি তাইক তেৱাৰীয়ে কিবা অত্যাচাৰ কৰিছে? তাইকো মোৰ সংগী বুলি ধৰি লৈছে? যদি তাৰ হাতৰ

আঙঠি কেইটা আজি তাইৰ হাতত দেখে তেন্তে নিশ্চয় তাইক মাৰি ধৰি আঙঠি নি তাইকে আকৌ চোৰ বুলি পুলিচত গতাই দিব। দুৰ্বৃত্ত তেৱাৰীৰ একো বিশ্বাস নাই। এই পাষণ্ডৰ হাতৰ পৰা এই ছোৱালীজনীক কেনেকৈ ৰক্ষা কৰা যায়? গণিকাৰ প্ৰতি মোৰ কোনো দুৰ্বলতা নাই, আকৰ্ষণ নাই বৰং মোৰ ঘৃণা ওপজে সেই বৃত্তিৰ ওপৰত। কিন্তু এই বেশ্যাজনীৰ মুখখন দেখি কিয় মোৰ মায়া উপজিছে, কিহে মোক তাইৰ ওচৰলৈ টানিছে? মই যেন এতিয়াই গৈ তাইক লৈ আহিম আৰু ক'ৰবালৈ লৈ যাম— কোনো নিৰাপদ ঠাইলৈ। এৰা, তাইক কোনো নিৰাপদ ঠাইলৈ লৈ যাব লাগিব যাতে তেৱাৰীয়ে আৰু অত্যাচাৰ উৎপীড়ণ কৰিবলৈ লগ নাপায়। মই তাইক লৈ যাম।

তেওঁৰ মগজত এনে চিন্তা অহাৰ লগে লগেই তৎক্ষণাৎ সিদ্ধান্ত ল'লে। এখন টেক্সি মাতি উঠি বহিল আৰু তেৱাৰীৰ হোটেল বুলি চলাই দিবলৈ হুকুম কৰিলে।

টেক্সি আহি তেৱাৰীৰ হোটেলৰ কাষৰ গলি ৰাস্তাটোৰ সমুখ পোৱা মাত্ৰে তেওঁ ৰাখিবলৈ ক'লে। টেক্সি থামিল, মদন নামিল। ড্ৰাইভাৰক টেক্সি ৰাখিবলৈ কৈ তেওঁ ভিতৰ সোমাই গ'ল।

মদন যেতিয়া গৈ দিলাৰাৰ ঘৰৰ সম্মুখৰ বাৰাণ্ডাত থিয় হ'ল আৰু "দিলাৰা আছানে" বুলি প্ৰশ্ন কৰিলে তেতিয়া দিলাৰাই বিছনাত শুই শুই চিন্তা কৰি আছিল। হঠাৎ বাহিৰত কোনোবাই নাম কাঢ়ি মতা শুনি তাই লাহে লাহে উঠি আহিল আৰু দুৱাৰ খুলি মাত লগালে —"কোন?"

"মই হে ঘৈণী" বুলি কৈ মদনে তাইৰ মুখলৈ চাই হাঁহিব ধৰিলে। তেওঁক দেখি তাই থত্মত্ খালে। ভয়, সন্দেহ আৰু কৌতূহলত তাই বাক-ৰুদ্ধ হৈ গ'ল। একো মাতিব নোৱাৰি কেৱল তেওঁৰ ফালে চাই ৰ'ল। মদনে হাঁহি মাৰি দৰ্জাৰ ওচৰলৈ গৈ তাইৰ মূৰটি পিহি দি আদৰ কৰি ক'লে—"নামাতা যে ঘৈণী? যোৱাৰাতি তুমি মোৰ ঘৈণী হৈ আজিয়ে পাহৰিলানে?"

তেওঁ তাইৰ থুঁতৰিটোত ধৰি জোকাৰি দিলে মৰম কৰি। তেওঁৰ এনে সৰল মৰম পাই তাইৰ অন্তৰৰ ভয় আঁতৰি গ'ল। তেওঁৰ চকুলৈ চাই ক'লে —"হয়। আমি সদায় পাহৰিব লাগে। আমাৰ স্বামীবোৰ এৰাতিৰ বাবেহে। ৰাতি শেষ হ'লে আমাৰ স্বামীৰ স্বামীত্বও শেষ হয়। গতিকে তেওঁক পাহৰি যাব লাগে। ৰাতিও পুৱায় আৰু আমাৰ স্বামীও হেৰায়। দিনৰ পোহৰত আমাৰ স্বামীবিলাক লাজুকী-লতাৰ

দৰে জঁইপৰি যায়। সেইদেখি আমি ৰাতি পুৱালে স্বামীক নেদেখোঁ।

"পিছে মোক যে দেখিলা?"

"আপুনি মোৰ তেনে স্বামী নহয়।"

"তেন্তে কোন?"

"আপুনি মোৰ গৰাকী।"

"তুমি বেছ বুদ্ধিমতী। এই চুতা কৰি যোৱা ৰাতিৰ টকাখিনি হজম কৰিব বিচাৰিছা?"

"মই কাৰো টকা বিনাশ্রমে হজম নকৰোঁ। আপোনাৰো নকৰোঁ।"

"তেন্তে ফিৰাই দিয়া।"

"হয়। মইতো ৰাতিয়েই ফিৰাই দিছিলো; আপুনিহে নল'লে।"

"আজি কি কৰিবা?"

"ফিৰাই দিম?"

"টকা ফিৰাই নিবলৈ অহা নাই।"

"তেন্তে কিয় আহিছে?"

"ঘৈণীয়েকৰ কাষলৈ গিৰিয়েক কিয় আহে?"

এইবাৰ তাই একো নক'লে। এই মানুহজনৰ মতলব একো বুজিব নোৱাৰি, গতিকে এনেবোৰ কথাৰ উত্তৰ দিয়া উচিত নহয়। তাকে ভাবি তাই নীৰবে তলমুৱা হৈ ৰ'ল। তেওঁ তাইৰ গালত এটা লাহেকৈ চিকুট মাৰি দি সুধিলে —"নামাতা যে কি হ'ল ঘৈণী?"

"কথাত মই আপোনাক নোৱাৰো গতিকে..."

"আৰু অসভ্যামিত?"

"সকলোৱে আপোনাক চেৰ পেলাব।"

"ইচ্। নেদেখিছা ভালৰি বোলোৱা উত্তৰ। মোক ভালৰি বোলাবৰ বাবে আন সকলোকে মোতকৈ বেছি অসভ্য বনালে। এনে চালাক এই ঘৈণীজনী মোৰ।

ওঁঠ-দুটিত মৰমেৰে টিপি দি কৈ মিচিকিয়া হাঁহি মাৰে তেওঁ। তাই লাহেকৈ কয়—

"বাহিৰত থাকিব নালাগে, ভিতৰলৈ আহক।"

"ভিতৰলৈ নাযাওঁ, কেবল এটা জৰুৰী কামৰ বাবে আহিছোঁ।"

"জৰুৰী কাম?"

"যোৱা ৰাতি টোপনি হৈছিলনে? কোৱাচোন, মই যোৱাৰ পিছত শান্তিৰে শুব পাৰিছিলানে? পিছত আকৌ তেৰাৰী আহিছিল নেকি?"

"অহা নাই। মই অৱশ্যে শুব নোৱাৰিলোঁ।"

"মই জানিছোঁ। বাৰু, আজি দুয়ো শান্তিৰে শুব পাৰিম। এতিয়া ওলোৱা।"

"ক'লৈ?"

"গিৰিয়েৰাৰ ঘৰলৈ।"

তাই তেওঁৰ ফালে চাই থাকে। তেওঁ তাইক এৰি আহি ঘৰত সোমায় আৰু বৰ ব্যগ্ৰ হৈ কৈ উঠে —"সঁচাকৈ ব'লা মোৰ ঘৰলৈ। ইয়াত থাকিলে তোমাৰ বিপদ আছে। দুষ্ট তেৰাৰীয়ে মোৰ বিকাৰতে তোমাক সন্দেহ কৰি গুণ্ডা লগাই দিব। ব'লা, দেৰি নকৰিবা। বাহিৰত গাড়ী ৰৈ আছে। পলম কৰিলে বিপদ।"

তেওঁৰ কথা শুনি তাই তধা লাগি চাই থাকে। সঁচাকৈ তেন্তে তেওঁ তাইক নিবলৈ আহিছে নেকি? এজনী বেশ্যাক গৃহস্থী-ঘৰলৈ নিব? তাই আচৰিত হৈ সোধে— "আপুনি কি কৈছে? মোক নিব আপোনাৰ ঘৰলৈ? এজনী নষ্ট চৰিত্ৰৰ ছোৱালীক নিব ভাই, ভনী, আই, বোপা থকা ঘৰলৈ? ইয়ো জানো উচিত?"

"উচিত অনুচিতৰ প্ৰশ্ন মোৰ— তোমাৰ নহয়। ব'লা সোনকালে। তোমাৰ কি কি বস্তু আছে— টকা-পইচা, মূল্যবান অলংকাৰ-পাতি আৰু কাপোৰ-কানি সকলো লোৱা। বাকীবোৰ থাকক। কম মূল্যৰ বস্তু নিব নালাগে। বেছি মূল্যৰ বস্তু লোৱা। এতিয়াই।"

বেছি মূল্যৰ বস্তু লগত কোৱাৰ অৰ্থ, এইবোৰ যাতে এই ডকাইতে নিব পাৰে এয়েহে। সেইবাবেই সেইবোৰ বস্তু ল'ব কৈছে। ই নিশ্চয় ডকাইত। আজি আৰু ৰক্ষা নাই। ইফালে নগ'লেও নহ'ব— জোৰ কৰি মাৰি-ধৰি নিব। তাতকৈ ইয়াক মোৰ অলংকাৰ-পাতি আৰু যি দুই-এপইচা আছে সেই সোপাকে দি বিদায় দিয়াই ভাল; তথাপি জীৱনটো ৰক্ষা পৰক। এই ভাবি ক'লে —"মই নাযাওঁ।" মোৰ সকলো বস্তু আপুনি লৈ যাওক, মই উলিয়াই দিওঁ।"

"তুমি নগ'লে মই সম্পত্তি কি কৰিম? তাৰ মানে তুমি মোক ডকাইত বুলি সন্দেহ কৰিছা। বাৰু তেন্তে সম্পত্তি বাদ দিয়া, তুমি ওলোৱা।"

"আপুনি এইবোৰ কি কৈছে?"

"তুমি বুজি পোৱা নাই?"

"পোৱা নাই। যোৱা ৰাতিৰ দৰে আজিও কিবা অভিনয় কৰি দেখুৱাব নেকি? কাবৌ কৰিছো, মোক আৰু ভয় নেদেখুৱাব। মোৰ বৰ ভয় লাগিছে। মই বৰ অভাগিনী।"

"একো ভয় নাই। ব'লা সোনকালে।"

তাই তেওঁৰ মুখলৈ চাই ৰয়। তেওঁ কৈ উঠে—"কি চাইছা? ভেবা লাগি মুখলৈ চাই থাকিলা যে? ওলাব কৈছোঁ ওলোৱা।"

"কিয় যাব লাগে?"

"প্ৰাণ ৰক্ষা কৰাৰ বাবে।"

"এই পাপী প্ৰাণটিলৈ আৰু মমতা নাই।"

"থোৱা তোমাৰ অভিমান। তৰ্ক নকৰি ওলোৱা এতিয়াই। ড্ৰাইভাৰে গাড়ী লৈ গুচি যাব খং কৰি।"

"সঁচাকৈ যাব লাগিব?"

"নিশ্চয়।"

"এনেভাৱে তৎক্ষণাৎ জানো যাব পাৰি?"

"পাৰিবই লাগিব।"

"বেলেগ ঠাইলৈ যোৱাতকৈ যদি আপোনাৰ কোনোবা বন্ধু আছে, তেন্তে তেওঁলোকক ইয়ালৈকেই আহিবলৈ নিদিয়ে কিয়?" তাই ভাবিছে যে তেওঁৰ দলৰ ডকাইতহঁতে তাইক উপভোগ কৰিব বিচাৰে ক'ৰবালৈ নি। তাকে ভাবি তেনেকৈ ক'লে। মদনে খংভাৱে ক'লে —"তোমাৰ আগৰ ভাব এতিয়াও যোৱা নাই? আজিও তুমি আগৰ দৰে গ্ৰাহক মাতিছা? আজি তুমি মোৰ ঘৈণী। ব'লা। মোৰ আদেশ।"

"ৰহস্য কি মোক খুলি কওক?"

"সময়ত পাবা; এতিয়া ব'লা।"

তাই কিবা কও বুলি মুখ মেলোঁতেই তেওঁ কৈ উঠিল —

"একো নামাতিবা। ওলোৱা। গধূলি হৈ আহিল; মানুহ চিনিব নোৱৰা হৈ আহিছে। বেছ সুযোগ। তৎক্ষণাৎ ওলোৱা।"

তাই ইতস্ততঃ কৰি ক'লে —"এই বেশেৰে গ'লে জানো তেওঁলোকে পছন্দ কৰিব?"

"চুপ! আৰু তেনে বেয়া কথা নক'বা। ভাল-বেয়া মোৰ আছে। লোৱা তোমাৰ বাকচ।"

"বস্ত্র-বাহানিবোৰ কিয় ল'ব লাগে? মই মানুহজনীৰহে দৰকাৰ তেওঁলোকৰ?"

"চুপ! তেনেকথা নক'বা। মই মোৰ বন্দুক তোমাৰ কেঁচামগুহ দিবলৈ ওলোৱা নাই। এই ঘৃণনীয় কৰ্ম তুমি পৰিত্যাগ কৰিব লাগিব। টকাৰ বিনিময়ত আৰু তুমি দেহ বিক্ৰী কৰিব নোৱাৰিবা। ব'লা।" এইবুলি কঠোৰভাৱে আদেশ দি বস্ত্র-বাহানিবোৰ বাকছত ভৰাবলৈ হুকুম কৰিলে আৰু নিজেও যি পাৰে তাকে ভৰাই দিলে। তাকে দেখি ভয়তে তাই একো নামাতি নীৰৱে বস্তুবোৰ খৰখৰ কৰি বাকছত ভৰাব ধৰিলে। বস্তুবোৰ ভৰাই বাকছত তলা লগাই ক'লে —"এতিয়া কি কৰিব লাগিব?"

"ভিতৰত লেমটো জ্বলাই বাহিৰৰ দৰ্জাত তলা মাৰি গুচি আহা। বাকচটো মই আনিলোঁ।"

এইবুলি কৈয়ে বাকছটো তেওঁ দাঙি লৈ বাহিৰলৈ আহিল। তাই লেমটো জ্বলাই টেবুলৰ ওপৰত থৈ ওলাই দৰ্জাত তলা মাৰিলে। মদনে বাকছটো দাঙি লৈ আগে আগে আহিল আৰু তাই তেওঁৰ পিছে পিছে গ'ল। দুয়ো আহি মটৰত উঠিল আৰু ড্ৰাইভাৰক মটৰ চলাই দিবলৈ আদেশ কৰিলে। টেক্সি চলি গ'ল। তেওঁলোক যেতিয়া মটৰত উঠে তেতিয়া গধূলি হৈছে। দুই চাৰিজন লোক লাহে লাহে এই প্ৰেমপুৰীলৈ আহিব ধৰিছে।

নীৰৱভাৱে আহিছে। তেওঁলোক। কিছু সময় পিছত টেক্সি আহি খিলংবোডৰ হোটেলৰ দুৱাৰমুখত ৰৈ গ'ল। দুয়ো নামি পৰিল এজন কুলিৰ মূৰত বাকছটো দি ড্ৰাইভাৰক টকা দি বিদায় দিলে তেওঁ আৰু দিলাৰা ধীৰে ধীৰে আহি হোটেলত প্ৰৱেশ কৰিলে। মেনেজাৰৰ নিৰ্দেশমতে ভিতৰৰ এটা সুন্দৰ কোঠালিত গৈ তেওঁলোক সোমাল।

সেই ধুনীয়া সৰু কোঠালিতে তেওঁ বিছনা তৈয়াৰ কৰিলে। তাৰ পিছত গা-ধুবৰ বাবে 'বাথৰুম'লৈ গ'ল। যাওঁতে কৈ গ'ল — "তুমিও কানি-কাপোৰ উলিয়াই লৈ গা-পা ধুই আহাগৈ। সোনকালে ভাত খাব লাগে।"

এনেকৈ কৈ তেওঁ গা ধুবলৈ গ'ল। আজি দুদিন মদনে গা ধোৱা নাই, আজি গা ধুই গাটো তেওঁৰ পাতল পাতল যেন লাগিল। গা-ধোৱা চাবোনেৰে ভালকৈ ঘঁহি-মাজি গা ধুই যেতিয়া তেওঁ কমত সোমাল তেতিয়া হোটেলৰ চাকৰজনে আহি

সুধিলে —

"বাৰু, চাহ দিম নেকি?"

"এৰা, চাহ দিব পাৰা দুকাপ, কিন্তু সোনকালে ভাতহে আনা। ভাত আছেনে নাই?"

"আছে বাবু, হাফ নে ফুল প্লেট দিম?"

"ফুল প্লেট দুখন আনিবি।"

"আচ্ছা বাবু।"

চাকৰজন যায়। মদনে কানি-কাপোৰ সলাই সুস্থিৰ হৈ আহি বিছনাত বহে। এনে সময়তে গা ধুই কানি-কাপোৰ পিন্ধি সোমাই আহে দিলাৰা। সদ্যস্নাতা গাভৰুৰ অপৰূপ ৰূপৰাশি লাইটৰ ধবল আলোকত উদ্ভাসিত হৈ উঠিছে। মদনে হাঁহি মাৰি তাইৰ ফালে চাই ঠাট্টা কৰিলে —"বাঃ কি ধুনীয়া দেখা হৈছে আজি ঘৈণীজনীক। চমৎকাৰ ৰূপ! আজি যেন সাইলাখ নৱবধূ। আহা মোৰ দেৱী প্ৰতিমা, আজি তোমাৰ আগমনত এই হোটেল পবিত্ৰ হ'ক, ময়ো ধন্য হওঁ।"

তেওঁৰ ঠাট্টাত দিলাৰাই হাঁহি মাৰি একে সুৰতে ক'লে —"সদায় এনেকৈ ঠাট্টা কৰা গিৰিয়েকৰ লগত ঘৈণীয়েকৰ কাজিয়া লাগে। মনে মনে থাকক।"

তাৰ পিছত তাই বাকছ খুলি সুগন্ধিতেল উলিয়াই লয় আৰু নিজৰ মূৰত ঘঁহি ঘঁহি উঠি মূৰ ফণিয়াই লয়। তাৰ পিছত স্নো-পাউডাৰ ঘঁহে। মদনক সোধে — "তেল দিব নেকি? যদি দিয়ে তেন্তে ধৰক।" তাই তেলৰ বটলটো উলিয়াই আগত নি ধৰে। মদনে হাঁহি মাৰি কয় —

"সুগন্ধিতেলৰ লগত মোৰ ৰাহি-যোৰা নাহে ঘৈণী। থৈ দিয়া।"

"তাৰ মানে আপুনি চুলিত তেল নঘঁহে?"

"নঘঁহো। মই গাত তেল নলওঁ।"

"কিয়?"

"নিজৰ শৰীৰত তেল থাকিলে বাহিৰৰ পৰা লোৱাৰ কি প্ৰয়োজন?"

"নহয়, আজি ল'বই লাগিব। মই তেল ঘঁহি দিমেই।"

এনেকৈ কৈ তাই জোৰ কৰি মদনৰ মূৰত তেল ঘঁহি দিব ধৰোঁতে মদনে হাতেৰে বাধা কৰি কয় —

"বেয়া নাপাবা ঘৈণী, মই গাত, মূৰত তেল নঘঁহো। যদি তুমি মোক ভাল

পাইছা তেন্তে মোৰ ভৰিত ঘঁহিব পৰা। আঁঠু, কলাফুল আৰু ভৰিৰ তলুৱাত ৰাতি তেল ঘঁহিলে বেছ আৰাম পোৱা যায় আৰু বিষ বেদনাও মৰে। দিয়া, মোৰ ভৰিত তেল ঘঁহি দিয়া।"

তেওঁ বিছনাত পেটপেলাই ভৰি মেলি দিয়ে। দিলাৰাই হাঁহি মাৰি কয় —

"স্বামীৰ ভৰিত ধৰি সেৱা কৰিলেহে হিন্দুস্বামী সন্তুষ্ট হয়। ভাল বাৰু, আজি মই তাকেই কৰোঁ।"

এইবুলি কৈ হাঁহি হাঁহি গৈ তাই তেওঁৰ ভৰি দুখনৰ পিছত বহি ভৰি দুখন নিজৰ কোলাত তুলি লৈ আদৰ কৰি মালিচ কৰিব ধৰিলে। মদনে আৰামবোধ কৰিলে; দিলাৰাই অনুভৱ কৰিছে গাৰ্হস্থ্য জীৱনৰ সুখ। হায়! যদি তাইৰো এনেকুৱা এজন স্বামী থাকিলহেঁতেন! এখন গৃহস্থী থাকিলহেঁতেন! তাইৰ অন্তৰে আজি হাহাকাৰ কৰিব বিচাৰিছে! কি দুৰ্ভাগ্য তাইৰ! তাই মনে মনে ভাবে আৰু মালিচ কৰে।

এনেতে চাহ লৈ আহে চাকৰজনে। চাহ অনাত টেবুলৰ ওপৰত থ'বলৈ কৈ তাক বিদায় দিয়ে আৰু সোনকালে ভাত আনিবলৈ আদেশ কৰে। চাকৰজন যায়। মদন উঠি বহে আৰু কয় —"মালিচ এৰা ঘৈণী, আহা, চাহ খাব লাগে।"

তেওঁৰ আদেশত যন্ত্ৰচালিতৰ দৰে তাই উঠি আহে আৰু বিছনাত বহি পৰে। মদনে চাহৰ কাপ দুটাৰ এটা নিজে লয় আৰু আনটি তাইৰ হাতত দি কয় — "সোনকালে খাই লোৱা।"

দুয়ো চাহ খায়। চাহ খাই উঠি মুৰ ফণিয়াই লয়। এনেতে চাকৰে ভাত লৈ আহে। দুই থাল ভাত-তৰকাৰী আনি টেবুলৰ ওপৰত দি যায়। দিলাৰাই ভালকৈ পৰিৱেশন কৰি খোৱাৰ ব্যৱস্থা কৰি দিয়ে। দুয়ো ভাত খায়। দুয়ো একেলগে খাই বৈ উঠে। বাচন-বৰ্তনবোৰ বাহিৰত উলিয়াই দিয়ে দিলাৰাই। তাৰ পিছত কমটো চাফা কৰে। কমটো পৰিস্কাৰ পৰিচ্ছন্ন কৰি উঠি দুয়ো জিৰাই লয়। তেতিয়া ৰাতি প্ৰায় দহটা। মদনে কমৰ খিৰিকি দৰ্জা বন্ধ কৰি দি বিছনাত উঠিল আৰু দিলাৰাক মাতিলে —"আহা, ৰাতি হৈছে, শুব লাগে। মোৰ বৰ ভাগৰ লাগিছে।"

তাই নীৰৱভাৱে আহি তেওঁৰ কাষতে বাগৰ দিয়ে। চিৰদিন নিৰ্লজ্জভাৱে পুৰুষৰ সংগত বাস কৰা বীৰাংগনা দিলাৰাৰ যেন আজি লাজ লাগিছে। ন-ঘৈণীয়ে ন-গিৰিয়েকৰ ওচৰত লাজ কৰাৰ দৰে এই লজ্জাহীনা বেশ্যাৰো যেন আজি লাজ লাগিছে। আশ্চৰ্য! মদনে তাইক কাষত শোৱা দেখি ক'লে —

"তুমি মুখখন ধুই আহাগৈ।"

"কিয়?"

"তোমাৰ গালত মই চুমা খাম।"

"খাওক।" তাই গালখন আগবঢ়াই দিলে।

"এনেকৈ খাব নোৱাৰো।"

"কিয়?"

"তোমাৰ গালত পাউডাৰ আছে।"

"থাকিলে কি হয়?"

"এই পাউডাৰ সনা গাল দুখনত কিমান কামুকে চুমা খাইছে, কামুৰিছে তাৰ অন্ত নাই। ই বৰ কদৰ্য। এই কদৰ্য দৃশ্যৰ স্মৃতি মনত পৰিলে তোমাৰ মনতো কদৰ্যতা আহি পৰিব। মোক তুমি সেই কামুকসকলৰ শাৰীতে ধৰিবা— স্বামীৰ শাৰীত ধৰিবলৈ টান পাবা। গতিকে তোমাৰ সেই কেঁচামঙহ বিক্ৰীৰ ব্যৱসায়খনৰ কথা যাতে মনত নপৰে তাৰ বাবে পাউডাৰ-তাউডাৰ ধুই নিকা হৈ শুচি হৈ আহাগৈ। মোক লাগে আচল মানুহজনী— কৃত্ৰিম ৰূপহী বেশ্যাজনীক নালাগে।"

তাই সেমেনা সেমেনি কৰি উঠি গ'ল আৰু মুখখন ভালকৈ ধুই পেলালে। বগা ধুনীয়া ছোৱালীজনীৰ ধুনীয়া গাল দুখনিত কিছুমান ব্ৰণ ওলাইছে। গালখন সেই দেখি নিমজ নহয়। পাউডাৰবোৰ যোৱাত চিনি পোৱা হৈছে। সেইবাবেই তাই লাজ কৰিছিল। বেশ্যাবৃত্তিৰ চিন যেন এই ব্ৰণবোৰ। মদনে এবাৰ তাইৰ মুখলৈ চাই সজল চকুযুৰি দেখি বুজিলে যে তাই লজ্জিত। বোধহয় সৌন্দৰ্যহীনতাৰ বাবে। তেওঁ তাইৰ গাল দুখনত দুটা চুমা খাই ক'লে —"বাঃ কি মজা, মোৰ ঘৈণীজনী!" তাই তেওঁৰ চকুলৈ চাই যেন প্ৰেম নিবেদন কৰিলে। মদনে তাইৰ চকুলৈ চাই ক'লে —

"বেয়া নেপাবা; মই তোমাৰ লগত শুব নোৱাৰিম।"

"কিয়? মোক আপুনি ঘৃণা কৰে?"

"নকৰোঁ; কিন্তু ভয়হে কৰোঁ?"

"মোক ভয় কৰে?"

"তোমাক নহয় — তোমাৰ বেমাৰক। তোমাক ভাল পাওঁ কিন্তু তোমাৰ বেমাৰক ভয় কৰোঁ।"

"মোৰ কি বেমাৰ?"

"বেশ্যাগিৰিৰ বেমাৰ— গৰ্মি বেমাৰ।"

"তেন্তে মোক আনিছে কিয়?"

তাই অপমানবোধ কৰি প্ৰশ্ন কৰিলে।

"পাপৰ গাঁতৰপৰা উদ্ধাৰ কৰিবলৈ। মই কামুক নহয়— প্ৰেমিকহে। টকা দি মই কামৰিপু চৰিতাৰ্থ নকৰোঁ বৰং মই প্ৰেম কৰি প্ৰতিপক্ষৰ পৰা টকা আদায়হে কৰোঁ। কামুকে টকা ভৰে, প্ৰেমিকে টকা আদায় কৰে।"

তাই লাজ পায়। কিছুপৰ তলমুৰা হৈ থাকি তাই সোধে —

"বাৰু, কওকচোন, সঁচাকৈ এই হোটেল আপোনাৰ নেকি?"

"নহয়; এই হোটেল মোৰ নহয়। মোৰ ঘৰ ইয়াত নহয়।"

"তেন্তে আপোনাৰ ঘৰলৈ নিব বুলি যে কৈছিল?"

"চহৰৰ আধুনিক অবিবাহিত ডেকাৰ ঘৰৰ দৰকাৰ নাই।"

"কিয়?"

"ঘৰ লাগে কিয়? ভাত আৰু তিৰোতাৰ বাবেহে ঘৰৰ প্ৰয়োজন। পিছে চহৰত ভাত আৰু তিৰোতা বাহিৰতে পোৱা যায়। ভাতৰ কাৰণে এই ৰকম হোটেল আছে; আৰু তিৰোতাতো তোমালোক আছাই। আমাৰ ঘৰৰ কি প্ৰয়োজন? চহৰত আমাৰ এই শ্ৰেণীৰ ডেকাৰ বাবে এইবোৰ ঘৰ আৰু তোমালোকৰ দৰে তিৰোতা যিমান দিনলৈ থাকে সিমান দিনলৈ আমাৰ ঘৰৰ দৰকাৰ নহ'ব। যিমান দিন ধন হাতত থাকে সিমান দিনলৈ ভাত আৰু তিৰোতাৰ অভাৱ নহ'ব। টকা দিলে এই দুটা বস্তু আধুনিক চহৰত য'তে ত'তে পোৱা যায়।

"ধন দিলে ভাত পাব কিন্তু সতী তিৰোতা নাপাব।"

"বাদ দিয়া তিৰোতাৰ সতীত্ব-ফতীত্ব। ই বাজে কথা। চহৰৰ বেছিভাগ তিৰোতা তোমালোকৰ শাৰীৰ; অথচ বেছ সতী-সাধ্বী নাৰী হৈ গৃহিণী হৈ আছে। তোমালোকে নিজে ঘৰ ভাৰা কৰি সদৰীকৈ দেহৰ ব্যৱসায় চলাইছা আৰু তেওঁলোকে নিজৰ ঘৰ ভাৰা দি গোপনে সেই ব্যৱসায় কৰি আছে। দুয়ো একে; অথচ তোমালোক নটী, তেওঁলোক সতী। বুৰ্বক জনসাধাৰণে বাৰু মানিলে, কিন্তু মই মানিম কিয়?

"সেই বুলি সকলো নহয়।"

"সকলো নহ'লেও বেছিভাগেই।"

"তাৰ প্ৰমাণ?"

"অতি প্ৰসাধন?"

"প্ৰসাধন জানো বেয়া?"

"কেনে?"

"কাৰ বাবে তিৰোতাই অতিপাত প্ৰসাধন কৰে? পৰ-পুৰুষৰ মন ভুলাবৰ বাবে নহয় জানো? নিজৰ স্বামীয়ে কাপোৰ, তেল পাউডাৰৰ মাজৰ আচল ঘৈণীজনীকে চিনে—ঠগাব নোৱাৰে। কেৱল ৰাস্তাৰ মানুহক চকুত চমক লগাই মাজে মাজে দুই এপাক গা হেলাই দুলাই চকু পিৰিকনি মাৰি দুই এজন লম্পট লোকৰ মন পগলা কৰিবৰ বাবেহে তেনে কৰে। ফলত সুবিধা পালে কোনোজনে বন্ধু বনাম উপপতি হৈ কিছুদিনলৈ তোমালোকৰ ব্যৱসায়ত ধন ভৰে। এই অতি প্ৰসাধনী আইদেউসকলৰ খৰচ নকৰে—লোকৰ—বন্ধুৰ, উপপতিৰ হাৰ। গতিকে অতি প্ৰসাধন দুশ্চৰিত্ৰাৰ লক্ষণ। এইবিলাকক মই ঘৃণা কৰোঁ।"

"আপুনি দেখো ঘৃণা কৰিব নালাগিছিল, ঘৃণা কৰে কিয়?"

"ঘৃণা কৰোঁ এই বুলিয়ে যে এইসকলে আমাৰ সমাজখনৰ ছোৱালীবোৰক নষ্ট হোৱা পথলৈ আগবঢ়াই আনে ; ঘৰুৱা শান্তি ভংগ কৰে আৰু সমাজত শোষণৰ মাত্ৰা বৃদ্ধি কৰে।"

"ছোৱালী নষ্ট কৰে, ঘৰৰ সুখ নাইকিয়া কৰে তাক বুজিছোঁ কিন্তু শোষণ কৰে কেনেকৈ তাক বুজা নাই।"

"শোষণ কৰে কেনেকৈ ক'ব নোৱাৰা? তাইক সন্তুষ্ট কৰাৰ বাবে দামী কাপোৰ, দামী অলংকাৰ আৰু মূল্যবান কুমকুম, তেল পাউডাৰ এচে'ণ্ট আদি কিনি দিবৰ বাবে বহুত ধনৰ দৰকাৰ হয়। ফলত অন্যায় কাম কৰি সমাজক শোষণ কৰি সিহঁতে ধন ঘটে। তাৰ কাৰণে সমাজৰ লোকচান হয়।"

"আপুনিও এইবোৰ কথা ভাবে? আপোনাৰ দৰে কোনেও নাভাবে।"

"নাভাবিবলৈ দিয়া। মোৰ একো লোকচান নাই। পিছে এতিয়া কোৱাচোন, তোমাক বিয়া কৰালে তুমি মোৰ আচল ঘৈণী হ'বা নে নহ'বা?"

"কি কথাৰপৰা ক'লৈ আহিল? একেজাঁপে যে বিয়ালৈ আহিল?"

"মোৰ বিয়াৰ দৰকাৰ হৈছে; গতিকে কোৱাচোন সন্মত আছানে?"

"আমাৰ নিচিনা নষ্ট চৰিত্ৰৰ ছোৱালী বিয়া কৰাই কোনে বাৰু গৃহস্থী কৰিছে?"

"মই কৰিম।"

"মোক বিয়া কৰাই আপুনি সমাজৰ বাহিৰ হ'ব নালাগে। মই মুছলমান, আপুনি হিন্দু। মই বেশ্যা, আপুনি ভদ্ৰলোক। এনে অৱস্থাত আপুনি মোক বিয়া কৰাই ক'ত ৰাখিব? সকলোৱে লেইলেই-ছেইছেই কৰিব।"

"তোমাক হিন্দু বুলি ক'লে লেঠা মৰিল।"

"এই গুৱাহাটীত মোক কেনেকৈ ৰাখিব? ইয়াত মোক বহুত মানুহে বিশেষকৈ মোৰ গ্ৰাহকসকলে চিনে। সিহঁতে আপোনাক অপমান কৰিব। মোৰ বাবে আপোনাক অপমানিত হ'বলৈ দিব নোৱাৰোঁ।

"এই চহৰ এৰি আন চহৰলৈ যাম। ডিব্ৰুগড়, যোৰহাট, তেজপুৰ আদি ক'ৰবালৈ যামগৈ।"

"মোক লৈ আপুনি গৃহস্থী কৰিব নোৱাৰে।"

"কিয়?"

"মোৰ গৰ্মিবেমাৰ থকা বুলি আপুনি মোক ঘিণ কৰিছে অথচ মোক বিয়া কৰাই গৃহস্থী কৰিম বুলি কয় কিয়?"

"বিয়া কৰাই গৃহস্থী কৰা এটা কথা আৰু সন্তান উৎপাদন কৰা অন্য কথা। এনেয়ে দেখো বিয়া নকৰাকৈ মই বহুত ল'ৰা-ছোৱালীৰ বাপেক।"

"ই আকৌ কেনে বিয়া?"

"ই হ'ল অৰ্থনৈতিক বিয়া। অৰ্থনৈতিক কাৰণত স্ত্ৰী-পুৰুষ লগ লাগি সম্পত্তি অৰ্জন কৰি জীয়াই থকা বিয়া। মধ্যযুগৰ ইউৰোপৰ ৰজাসকলে এনেকুৱা অৰ্থনৈতিক কাৰণতে বিয়া কৰাইছিল। কিছুমান ৰজা-ৰাণীৰ বিয়া হৈছিল এনেভাৱে যে জীৱনত বোধহয় এদিনো তেওঁলোকে ৰাতি একেলগে শোৱা নাছিল। ৰাজ্যবৃদ্ধি আৰু ৰাজ্যৰক্ষাৰ হেতুকে বিবাহ বন্ধনত আবদ্ধ হৈছিল। এইবোৰ বিয়াক ক'ব পাৰি যে সিংহাসনৰ লগত সিংহাসনৰ বিয়া। ঠিক তেনেকৈ অৰ্থনৈতিক কাৰণত আমি দুয়ো বিয়া হ'ব পাৰোঁ।"

"মোৰ এটা বেয়া স্বভাৱ গঢ়ি উঠিছে। বোধহয় গণিকাৰ কেনে স্বভাৱ হয় গম পাইছে। মই এজন পুৰুষক লৈয়ে সন্তুষ্ট থাকিব নোৱাৰিম, তাতে আকৌ একেবাৰে সংগম বাদ দি আপোনাৰ লগত ব্ৰহ্মচাৰিণীৰ দৰে জীৱনযাপন কৰিব পাৰিম নে?"

"প্ৰথমে টান পাবা নিশ্চয়, কিন্তু পিছত অভ্যাস কৰিলে পাৰিবা।"

"নাই, নহ'ব। মোৰ বাবে আপোনাক কষ্ট দিব নোৱাৰোঁ। মই আপোনাক

ভালপাওঁ। আপোনাৰ অমংগল মই বাঞ্ছা নকৰোঁ ; যদিও এদিনৰ পৰিচয় তথাপি আপুনি মোৰ মন হৰণ কৰিছে। মোৰ বাবে আপুনি একো ভাবিব নালাগে। আপুনি আন এজনী ভদ্ৰলোকৰ শিক্ষিতা ছোৱালী বিয়া কৰাওক। দৰ্কাৰ হ'লে মই সদায় আজিৰ দৰে আপোনাৰ আদেশ পালন কৰি যাম।"

"বাঃ! নিতান্তই তুমি ভাল ছোৱালী ; জ্ঞানৱতী। তোমাৰ কথাবোৰ বিবেচনাপূৰ্ণ। বাৰু কোৱাচোন, তুমি এনেকৈ নিস্বাৰ্থ চিন্তা কৰিবলৈ কেনেকৈ শিকিলা?"

"মোৰ জীৱন-কাহিনী বৰ দুখ লগা। জীৱনত ঘাত-প্ৰতিঘাতবোৰে, দুঃখ-বেদনাবোৰে মোক এনেকৈ বিবেচনা কৰিবলৈ শিকালে।" কথাখিনি কৈ তাই বিছনাত লেপেটি কাঢ়ি বহে।

"ময়ো অনুমান কৰিছোঁ তোমাৰ জীৱন-কাহিনী নিশ্চয় ৰহস্যজনক। বাৰু কোৱাচোন, তোমাৰ আচল পৰিচয় কি?" মদনে তাইৰ মুখা-মুখিকৈ বহে আৰু গাৰুটোত ভেঁজা দি তাইলৈ চাই থাকে। তেতিয়া ৰাতি বহুত হৈছে। হোটেলৰ সকলোৱে নিদ্ৰামগ্ন। ক'তো সাৰসুৰ নাই। কমৰ ভিতৰত ক্ষীণ পোহৰ। দুয়োৰো মুখ দুখন আধা-আন্ধাৰ আধা-পোহৰত কোনো ৰকমে ধৰিব পাৰি। মদনে বৰ ব্যগ্ৰ হৈ তাইৰ জীৱন বৃত্তান্ত শুনিব খোজে—"কোৱা দিলাবা, তোমাৰ আচল পৰিচয় দিয়া?"

তাইৰ প্ৰকৃত পৰিচয় বৰ বেদনাদায়ক। সেইবাবে এই প্ৰশ্ন কৰাৰ লগে লগে তাইৰ চকুৰে দুধাৰি চকুলো বাগৰি পৰিল। মদনে দেখা পাই অবাক হৈ গ'ল। মৰমতে চকুলো দুধাৰি মচি দি ক'লে—"নাকান্দিবা। কোৱা।"

তেওঁ তাইক মূৰ পিহি মৰম কৰি সোধে। আঠুবাৰ তলত বহি নীৰৱে থাকে। মদনে তাইক সাৱটি ধৰি গালত এটা চুমা খাই পুনৰ সোধে—"মই তোমাক অনুৰোধ কৰিছোঁ, কোৱা, তোমাৰ জীৱনৰ পৰিচয় দিয়া।"

তাই চকুলোবোৰ মচি কিছুপৰ নিস্তব্ধ হৈ ৰয় আৰু শেষত এটা হুমুনিয়াহ কাঢ়ি কয়—"মোৰ দুখৰ কথা শুনি আপোনাৰ কি লাভ হ'ব বাৰু? বেশ্যাৰ জীৱন-কাহিনী শুনি আপুনি কি সুখ পাব? বাদ দিয়ক ; কেৱল জানি থওক, মই চহৰৰ দুৰ্গন্ধময় গলিত বাস কৰা এজনী গণিকা।"

"নহয়, ক'বই লাগিব। তুমি যে বেশ্যা মই জানোঁ কিন্তু ইয়ো ঠিক যে তুমি বৰ দুৰ্ভাগ্যৰ বাবেহে এই অৱস্থাত পতিত হৈছা, নহ'লে তোমাৰ শৰীৰ, মন আৰু

ব্যৱহাৰ সৰ্বসাধাৰণ বেশ্যাৰ লগত অলপো নিমিলে কিয়? মই তোমাক আগতে কৈছোঁ যে মই বেশ্যাসক্ত নহয়। চহৰত মোৰ বহুত ভদ্ৰলোকৰ তিৰোতা, ছোৱালী, বোৱাৰী আছে। তিৰোতাৰ ক্ষেত্ৰত মই ধনী। গতিকে মোৰ বাবে গণিকাৰ প্ৰয়োজন নাই। তথাপি মই তোমাৰ পাছ লৈছোঁ এটা প্ৰশ্নৰ সমাধান বিচাৰি। তোমাৰ এই হীনবৃত্তিৰ অন্তৰালত বাৰু কি ৰহস্য বৈ আছে যাৰ দ্বাৰা তুমি অন্যতকৈ বেলেগ? তোমাৰ পৰিচয় মোক লাগে। তোমাৰ মায়ালগা মুখখনে মোৰ মন মুহি পেলাইছে। কোৱা কোৱা, মোৰ আগত তোমাৰ আচল কথা কোৱা?"

"ক'লে কি হ'ব?"

"পাৰিলে কিবা কৰিবলৈ চেষ্টা কৰিম।"

"মোৰ বাবে চেষ্টা কৰি আপোনাৰ বহুমূলীয়া সময় আৰু মূল্যবান শক্তি নষ্ট কৰিব নালাগে।"

"হওক মোৰ সময় আৰু শক্তি নষ্ট, তথাপি মই চেষ্টা কৰিমেই। কোৱা তোমাৰ আচল ঘৰ ক'ত?"

তাই এবাৰ চুলিখিনি সংযত কৰি লৈ সুস্থিৰ হৈ তেওঁৰ মুখলৈ চাই লাহেকৈ ক'লে—"মোৰ ঘৰ পাকিস্তানত—নোৱাখালি জিলাৰ বেগমগঞ্জ থানাৰ ওচৰত।"

পাকিস্তানত বুলি কোৱাৰ লগে লগে মদনৰ চকু দুটা যেন জ্বলি উঠিল। পাকিস্তানৰ নোৱাখালি জিলাৰ নাম লোৱাত আৰু বেছি উজ্জ্বল দেখা গ'ল। যি নোৱাখালিত হিন্দু-মুছলমানৰ কাজিয়া হৈ কটাকটি মৰামৰি হৈছিল, কিমান হিন্দু নাৰীৰ সতীত্ব গৈছিল, মুছলমান ৰমণীৰ ইজ্জৎ হানি হৈছিল, কিমান মানুহ মৰিছিল তাৰ লেখ নাই— চৰকাৰী হিচাপত যিমান জনাইছিল, বেচৰকাৰী হিচাপত তাৰ কেইবাগুণো বেছি লোক নিহত হৈছিল। সেই নোৱাখালিৰ নাম লোৱাত মদনৰ গাৰ নোম শিয়ঁৰি উঠিল। দেশ বিভাজনৰ আগতে ৰাজনৈতিক কূটকৌশলত পৰি সৰ্বসাধাৰণৰ জীৱন বিপন্ন হৈছিল। এই ভাতৃহত্যাৰ তেজেৰে ৰঞ্জিত ভাৰতবৰ্ষৰ মাটি হৈ পৰিল দুইখণ্ড— হিন্দুস্তান বনাম ভাৰত ডমিনিয়ন আৰু মুক্তিস্তান বনাম পাকিস্তান। অতীতৰ অখণ্ড ভাৰত হৈ গ'ল দ্বিখণ্ড। আজি আৰু আগৰ ভাৰতবৰ্ষ নাই— ভাৰত আজি বিভক্ত। ধৰ্মৰ নামত আজিৰ যুগতো দেশৰ সৃষ্টি কৰি গ'ল মিষ্টৰ জিন্নাই। চাবাচ জিন্না চাহাব! পাক্কা ৰাজনীতিজ্ঞ তুমি! এই পাকিস্তান এসময়ত আছিল ভাৰতৰ এক পৰিয়ালৰে ভাই কিন্তু আজি বেলেগ হৈ ভাৰতৰ শত্ৰুৰ দৰে হৈ পৰিছে। ৰাজনৈতিক মহলত

আজি ভাৰত আৰু পাকিস্তানৰ ৰাজনীতিজ্ঞসকল সদায় বিৰুদ্ধবাদী। তাৰ উপৰি পাকিস্তানত অৰ্থনৈতিক অৱস্থাই বহুত পাকিস্তানীক পলাই পলাই আহি ভাৰতত প্ৰৱেশ কৰিবলৈ বাধ্য কৰিছে। দলে দলে পাকিস্তানী লোকে সেইবাবেই ভাৰতত প্ৰৱেশ কৰিব ধৰিছে। অসমখনতো পাকিস্তানীৰ এখন উপনিবেশত পৰিণত হ'ব ধৰিছে। ৰাজনৈতিক জগত আৰু সৰ্বসাধাৰণ মানুহৰ জগত একে নহয়। মানুহৰ প্ৰথম আৱশ্যক হ'ল পেটৰ ভাত। পেটৰ ভাত য'ত নিমিলে তাত মানুহে ৰাজনৈতিক আদৰ্শ এটাক খামুচি ধৰি বহি থাকিব নোৱাৰে। জীৱন-ধাৰণৰ প্ৰথম আৰু অপৰিহাৰ্য বস্তু তিনিটা যেনে, খোৱা, থকা আৰু পিন্ধা। এই তিনিটা চাহিদা য'ত পূৰা নহয় তাত মানুহ নাথাকে; মানুহ কিয়, আন জীৱ-জন্তুও থাকিব নোৱাৰে। সেয়েহে জীৱন ধাৰণৰ আহিলা বিচাৰি দলে দলে পাকিস্তানী লোকে চুৰকৈ অনুপ্ৰৱেশ কৰিব ধৰিছে—ভাৰতত—অসমত। আজিও তাৰ সোঁত বন্ধ হোৱা দূৰৰ কথা, বেছিহে হৈ আহিছে। দুৰ্ভগীয়া পাকিস্তানী ভগনীয়া। হতভাগ্য পাকিস্তানী চৰকাৰ! নিজৰ দেশৰ প্ৰজাৰ সংস্থান কৰিব নোৱাৰে! মদনে তাইৰ চকুলৈ চাই বৰ ব্যগ্ৰতাৰে সোধে —

"তুমি পাকিস্তানৰ?"

"হয় — মই পাকিস্তানী।"

"তুমি ভগনীয়া?"

"হয়— মই ভগনীয়া। কিন্তু মই বৰ্তমানৰ ভগনীয়া নহয়। মই তাহানিৰ হিন্দু-মুছলমানৰ কটা-কটি, মৰা-মৰি হোৱা দিনৰ ভগনীয়া। ভাৰতৰ সেই কলংকিত দিনৰ বিখ্যাত ঠাই নোৱাখালিৰ ছোৱালী। মহামানৱ মহাত্মা গান্ধীৰ পৱিত্ৰ পদধূলি নপৰাহেঁতেন সেই কলংকিত নোৱাখালিৰ কলংকৰ চেকা মচা নগ'লহেঁতেন। মহামানৱৰ পদাৰ্পণে কুখ্যাত নোৱাখালিক বিখ্যাত কৰি তুলিলে আৰু আমাৰো এই কলংকিত জীৱন ৰক্ষা কৰিলে। কিন্তু দুৰ্ভাগ্য ভাৰতৰ যে সেই মহান পুৰুষক আততায়ী নাথুৰামে গুলি কৰি মাৰিলে। যিদিনা মই গান্ধীক গুলি কৰি হত্যা কৰা বুলি শুনিছিলো; সেইদিনা আৰু ৰ'ব নোৱাৰিলোঁ; হুৰাওৰাৰে কান্দি দিছোঁ ঃ মোৰ প্ৰাণৰ ক্ৰন্দন। খোদাৰ ৰাজ্যত দুষ্মনৰ এনে অত্যাচাৰ দেখি মোৰ প্ৰাণে বৰকৈ কান্দিছিল। উহ! আল্লা! যিজনে ৰামধুন গাইছিল —

'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম
পতিত পাৱন চিতা ৰাম।

ঈশ্বৰ আল্লা তেৰে নাম
সবকো সন্মতি দে ভগৱান।

যিজনে ঈশ্বৰ, আল্লা এক বুলি কৈ ৰামধুন গাইছিল সেইজন মহাপুৰুষকে কৰিলে হত্যা। নাজানো কিয়ামতৰ দিনা খোদাই ইয়াৰ বিচাৰ কৰি কি শাস্তি দিব।..."

"এওঁৰ বিচাৰ খোদাৰ আদালতত নহয় দিলাৰা, এওঁৰ বিচাৰ হ'ব ভগৱানৰ বৈকুণ্ঠতহে, কাৰণ নাথুৰাম হিন্দু। নাথুৰামৰ বিচাৰ আল্লা বা ঈশ্বৰে যিয়ে নকৰক, ভাৰত চৰকাৰৰ আদালতত হ'লে তাৰ শেষত ফাঁচী হৈছিল। পিছত, তাৰ পিছত তোমাৰ কি হৈছিল?"

"মোৰ বসয় তেতিয়া বাৰ কি তেৰ বছৰ! মই পাট-গাভৰু যাক আপোনালোক অসমীয়া লোকে কয়। মোৰ আই, পিতা আছিল, ককাইদেউ দুজন, বাইদেউ তিনিজনী আছিল। আমাৰ অৱস্থা ভাল আছিল। আমাৰ পিতা আছিল মোল্লা; হাজী। ককাইদেউ দুজনৰ ডাঙৰজন আছিল কেৰাণী আৰু সৰুজন আছিল মাষ্টৰ। বাইদেউ এজনীক বিয়া দিছিল আৰু বাকী দুজনী ডাঙৰ হৈ ঘৰতে আছিল। মই তেতিয়া হাইস্কুলৰ সপ্তম শ্ৰেণীত পঢ়িছিলো। আমাৰ মুছলমান মানুহ গাঁৱত অধিক সংখ্যক আছিল যদিও হিন্দুসকলৰ লগত বৰ মিল আছিল, আনকি গাঁৱৰ কিবা মেল-দৰবাৰ হ'লে হিন্দু মুছলমান উভয়ৰে মেল্‌কি আহি বিচাৰ কৰি দিছিল। এইহেন মিলাপ্ৰীতিৰ গাঁওখনত হঠাতে কি হ'ল। হিন্দুৱে মুছলমানক, আৰু মুছলমানে হিন্দুক মাৰিব আৰম্ভ কৰিলে।"

"তেতিয়া কি হৈছিল জানা? তেতিয়া গাঁৱৰ মাজত ৰাজনীতিৰ ধামাধৰা গাঁৱলীয়া নেতা কিছুমানৰ জন্ম হৈছিল আৰু সিহঁতে নিজ স্বাৰ্থ পূৰণৰ বাবে চহৰৰ ৰাজনৈতিক ধুৰন্ধৰসকলৰপৰা ধৰ্মগত কাজিয়াৰ বীজ গাঁৱলৈ বহন কৰি নিছিল।"

"হয় তেনেইতো। আমাৰ পিতায়ো বহুত দিন চহৰলৈ গৈছিল আৰু চহৰৰ মুছলমান মানুহো আমাৰ ঘৰলৈ বহুত অহা-যোৱা কৰিছিল। আমাৰ চুবুৰীৰ ওচৰতে হিন্দু-চুবুৰিটো। এই চুপাৰ বামুণ মুখাৰ্জী ডাঙৰীয়াৰ ঘৰতো বহুত হিন্দু নেতা অহা-যোৱা কৰিছিল বহুত দিন আগৰে পৰা। মই গম পাইছিলোঁ কাৰণ তেওঁৰ সৰু পুতেক দীনেশ মুখাৰ্জী মোৰ সহপাঠী আৰু বন্ধু আছিল। আমি দুয়ো প্ৰায়ে দুয়োৰে ঘৰলৈ অহা-যোৱা কৰিছিলোঁ আৰু স্কুললৈ যাওঁতেও প্ৰায় দুয়ো একেলগে গৈছিলোঁ। আমাৰ দুয়োৰো ভিতৰৰ মিল দেখি এদিন মুখাৰ্জী ডাঙৰীয়াই কথা প্ৰসংগত আমাৰ পিতাৰ আগত কৈছিলেই যে আমাৰ দীনেশৰ দিলাৰাজনী বায়েকহে যেন; তাক ইমান মৰম

কৰে আৰু সিও তাইক ইমান মানে, ইমান ভাল পায় — দেখিলে তাজ্জব মানিব লাগে। আমাৰ পিতা আৰু মুখাৰ্জী ডাঙৰীয়াৰ ভিতৰত বৰ মিল আছিল। দুয়ো সদায় একেলগে মেলে-মিটিঙে গৈছিল। মুখাৰ্জীৰ কথা শুনি আমাৰ পিতাই কৈছিল — "আমি দুয়োৰো ভালপোৱা আৰু মিলাপ্ৰীতিৰ চিন ফুটিছে আমাৰ ল'ৰা-ছোৱালীৰ অন্তৰত মুখাৰ্জী বাবু। আল্লাৰ অসীম কৰুণা। আমাৰ মাজত বন্ধুত্ব স্থায়ী হ'ব।" এনে ৰকমে আছিল আমাৰ দুয়ো ঘৰৰ ভিতৰত মিল। সেই দেখি তেওঁলোকৰ ঘৰলৈ মই যাওঁতে বহুত হিন্দু নেতাক তেওঁলোকৰ ঘৰত দেখি আছিলোঁ। দীনেশেও মোক কৈছিল এদিন —"বুজিছা দিলাৰা; মই চহৰৰ ডাঙৰ মানুহ বিলাকৰ আলপৈচান ধৰোঁতেই মৰিলোঁ। পঢ়িবৰ সময় নাপাওঁ। এইবাৰো মই তোক নোৱাৰিম। তয়ে প্ৰথম হ'বি। দ্বিতীয় হে হ'ব পাৰিম। পৰীক্ষা পালেহিয়েই। মই আৰু নোৱাৰিছোঁ। তাৰ সেই কথা আজিও মোৰ মনত পৰে।"

"তাৰ পিছত?"

"তাৰ পিছত মুখাৰ্জী আৰু আমাৰ পিতাৰ ভিতৰত কিবা মনোমালিন্য ঘটিল! এদিন এখন কিবা মেলত পিতাৰ লগত মুখাৰ্জীৰ তৰ্কাতৰ্কি লাগিল; ফলত আমি দুয়ো ঘৰৰ ভিতৰত অহাযোৱা বন্ধ হৈ গ'ল। দীনেশ আৰু মই ঘৰলৈ অহা-যোৱা কৰিবলৈ বন্ধ কৰিব বাধ্য হৈ বাটতে ৰাস্তাৰ চ'কত লগালগি হৈ স্কুললৈ অহা-যোৱা কৰিলোঁ; তেতিয়াৰেপৰা যেন হিন্দু আৰু মুছলমান মানুহৰ ভিতৰত অমিল আৰম্ভ হ'ল।"

"হিন্দু আৰু মুছলমানৰ মাজত কাজিয়াৰ সূত্ৰপাত হ'ল। মোল্লা আৰু পুৰোহিতৰ কাজিয়াই গৈ হিন্দু-মুছলমানৰ কাজিয়াত পৰিণত হ'ল। সেইখন যুঁজ মুছলমান আৰু হিন্দুৰে নহয় — আল্লা আৰু ঈশ্বৰৰ নহয়; মোল্লা আৰু পুৰোহিতৰহে।"

"তাৰ পিছত হঠাতে এদিন স্কুল-কলেজত ধৰ্মঘট হ'ল। আমি স্কুললৈ যাবলৈ বন্ধ কৰি দিলোঁ। লগে লগে ৰাস্তাই ৰাস্তাই মানুহৰ জুম আৰম্ভ হ'ল। গাঁওখনত খলক লাগিল। ক্ৰমে ক্ৰমে মানুহবিলাকে কাম-কাজ বন্ধ কৰি দিনে-ৰাতি জুম বান্ধি ফুৰা হ'ল; আৰু বাটে বাটে শ্লোগান দি ফুৰিব ধৰিলে — পাকিস্তান জিন্দাবাদ, হিন্দুস্তান জিন্দাবাদ। লাহে লাহে দিন যায় মানে মানুহবিলাক দুই দলত বিভক্ত হৈ পৰিল— হিন্দু আৰু মুছলমান। আমাৰ অহাযোৱা একেবাৰে বন্ধ হ'ল। হঠাৎ এদিন ৰাতি হিন্দু চুবুৰিত গোলমাল লাগিল। কোনোবাই বোলে হিন্দু মানুহ এজনক মাৰিলে। গোলমাল

বেছি হৈ আহিল। গাঁওময় হুলস্থূল লাগি পৰিল। আমি ভয়তে ঘৰৰ ভিতৰৰ পৰা বাহিৰ নোলোৱা হ'লোঁ। তাৰ দুদিনমান পিছত আমাৰ চুবুৰিত কোনোবা হিন্দু মানুহে আহি বোলে দুজন মানুহক মাৰি গ'ল। সেইদিনা মহা হুলস্থূল লাগিল। লগে লগে মৰামৰি আৰম্ভ হ'ল। তাৰ পিছত শুনিলোঁ ক'ৰবাৰ পৰা বোলে এদল মুছলমান লোক আহি হিন্দু চুপাত সোমাই বহুত মানুহ কাটিলে, তিৰোতা অপহৰণ কৰিলে, কাৰো কাৰো সতীত্ব নষ্ট কৰিলে, বেইজ্জতি কৰিলে, আনকি কিছুমান তিৰোতাৰ নৃশংসভাৱে স্তন কাটি নিলে। মাক, জীয়েক, বোৱাৰী, বেঁটী ক'তো কাকো বাকী নাৰাখিলে। নিৰ্লজ্জভাৱে পাশৱিক অত্যাচাৰ কৰিলে। মুখাৰ্জীহঁতৰ বোৱাৰীয়েক দুজনীক ক'ৰবালৈ লৈ গ'ল। জীয়েক তিনিজনীৰ সতীত্ব নাশ কৰিলে মুকলি ঠাইতে। পুতেক দুজনক কাটিলে; এজন কথমপি প্ৰাণ লৈ পলাল। মুখাৰ্জীৰ ঘৈণীয়েক বুঢ়ীজনীক গছত বান্ধি কোবালে গিৰিয়েকৰ আগতে। মুখাৰ্জীৰ নাক, কাণ কাটি দিলে। ঘৰখন মৰিশালীৰ দৰে হ'ল। গাঁওখনত খলক লাগিল। তেজেৰে ৰাঙলী হৈ গ'ল গাঁওৰ ৰাস্তা-ঘাট। কোনে কাক মাৰিলে তাৰ একো ইয়ত্তা নাইকিয়া হ'ল। এই গোলমালৰ ভিতৰতে কোনোবা ছেগত দীনেশে আহি আমাৰ চৌহদ সোমাল। মই তাক নি মোৰ কোঠালিত সুমুৱাই থৈ দৰ্জা বন্ধ কৰি দিলোঁ। ভয়ত সি থৰ্‌থৰ্‌কৈ কঁপিব ধৰিলে। মোক ক'লে — "দিলাৱা মোক ৰক্ষা কৰ। মোৰ জীৱন ৰাখ।" মই মৰমতে পমি গৈ তাক সাৱটি ধৰিলোঁ, ক'লোঁ —"কোনো ভয় নাই দীনেশ, তই একো ভয় নকৰিবি।" সেইদিনাৰ তাৰ মুখৰ ছবিটো মনত পৰিলে আজিও মোৰ গা শিয়ঁৰি উঠে। উস্! মৃত্যুভয় কিমান ডাঙৰ। বোধহয় জগতত মানুহে মৃত্যুকহে আটাইতকৈ বেছি ভয় কৰে। তাৰ মুখৰ বৰণ মৰা মানুহৰ দৰে শেঁতা, চকু দুটা ভয়ত কাতৰ। সি কঁপিছে, কিন্তু কান্দিব পৰা নাই। তাৰ এনে মৃতপ্ৰায় অৱস্থা দেখি মই তাক সাহস দিলোঁ। তাক সাৱটি ধৰি গা-মূৰত হাত ফুৰাই দি মৰম কৰি মোৰ বিছনাত নি শুৱাই থ'লোঁ। তাৰ কাষত বহি মই তাক নিৰ্ভয় দি থাকিলোঁ। ইফালে গাঁৱত কান্দোনৰ ৰোল উঠিছে। কিৰিলি শব্দত, চিঞৰ বাখৰত কাণ তাল মাৰি ধৰে। এই সুযোগতে সমাজ বিৰোধী এক শ্ৰেণীৰ দুৰ্বৃত্তই পাশৱিক অত্যাচাৰ আৰম্ভ কৰি দিছে; আনকি আমাৰ ককাই দুজনেও এই গোলমালত অংশগ্ৰহণ কৰিছে। আব্বাজানৰ কথা ক'ব নোৱাৰোঁ। কিন্তু এইটো জানো যে তেওঁ ঘৰত নাছিল— ওলাই গৈছিল; বোধহয় মুখাৰ্জীক বান্ধি নিয়া লোকসকলৰ ভিতৰত তেৰোঁ এজন।

আম্মাজান ঘৰত কান্দি আছিল। বাইদেউ দুজনীয়ে কান্দি কান্দি মুখাৰ্জীহঁতৰ ফালে চাই আছে। মুখাৰ্জীৰ জীয়েকহঁতক অসৎ গুণ্ডাহঁতে ৰাজপথতে পাশবিক অত্যাচাৰ কৰা দেখি ডাঙৰ বাইদেউ মূৰ্চ্ছিত হৈ পৰি গ'ল। সৰু বাইদেৱে "উহ্! আল্লা! তুমি ৰক্ষা কৰা, খোদা!" বুলি মোৰ কাষলৈ লৰ মাৰিলে। মই খিৰিকিৰে সকলো দেখি আছিলোঁ। কাণ্ড-কাৰখানা দেখি মোৰো বুকু কঁপি উঠিল। তথাপি দীনেশক সাহস দি মই তাৰ কাষতে ৰ'লোঁ। সি ভয়তে অজ্ঞান হৈ গ'ল। মই মূৰত তেল-পানী দি বিচি তাৰ সংজ্ঞা ফিৰাই আনিলোঁ। এই পৰ্যন্ত মোৰ খবৰ কোনেও লোৱা নাই। ক্ৰমে ক্ৰমে গধূলি হৈ আহিল। মই লেম জ্বলাই দীনেশৰ গাত কাপোৰ জাপি দিলোঁ, কাৰণ তাৰ তেতিয়া ভয়ত জ্বৰ উঠিছিল। সি কঁপি আছিল। মই যেতিয়া বাহিৰ ওলাওঁ তেতিয়া ৰাতি হৈছে। হুলস্থুল কিছু শাম কাটিছে। সেই ৰাতি আৰু আমাৰ একো কৰা নহ'ল। মোৰ ৰুমত দীনেশ থকা কোনেও জনা নাই। ময়ো কাকো কোৱা নাই। ৰাতি দুয়ো একেলগে শুই থাকিলোঁ। বেচেৰাই অজ্ঞানৰ দৰে নীৰৱভাৱে ওৰে ৰাতি কটাই দিলে। মই তাক বুকুৰ মাজত সাবটি লৈ চকুলো টুকিলোঁ—হায় ব্ৰাহ্মণ সন্তান। পুৰোহিতৰ ল'ৰা। আজি তোৰ কি অৱস্থা। মোৰ ওৰে ৰাতি টোপনি নাহিল: কেৱল তাক সাৱটি লৈ এনেয়ে বিছনাত পৰি থাকিলোঁ। ৰাতি পুৱালত সকলোৱে উঠিল। দোকমোকালিতে দেখিলোঁ আমাৰ ককাইদেউ দুজনে আৰক্ত চকুৰে আহি মোৰ দৰ্জাত আঘাত কৰিছে। আব্বাজানে কোৱা মোৰ কাণত পৰিল—"এৰি দে, দুৱাৰ এৰি দে দিলাৱা।" ককাইদেৱে কৈছে—"এৰি দে, দিলাৱা, দুৱাৰ খুলি দে। ফেটি সাপৰ ছানা হলেও বিষাক্ত; তাকো মাৰিব লাগে; শেষ কৰিব লাগে।" আনফালে আম্মাজান মোৰ ৰুমত থাকে। তেওঁ কান্দি কান্দি কৈছে,—"নামাৰিবি ৰহিম, দীনেশক নামাৰিবি, সি মোৰ ল'ৰাৰ দৰে। তাক মাৰিলে মোৰ ল'ৰাক মাৰা যেন পাম বোপা।" তেতিয়া আব্বাজানে আম্মাজানক কৈ উঠিল—"তুমি ওলাই আহা তাৰপৰা। এইবোৰ কামত তিৰোতাই মাত নামাতিবা।"

তাৰপিচত সৰু-ককাইদেউক আদেশ কৰিলে—"কি চাইছা হুছেন? দৰ্জা ভাঙি বাহিৰ কৰি আন।"

আব্বাজানৰ আদেশত গোৰমাৰি দৰ্জা ভাঙি সৰু-ককাইদেউ ভিতৰ সোমাই গ'ল আৰু মোৰ আগত থিয় হৈ কৈ উঠিল—"তই উঠ দিলাৱা; দীনেশক দে।" ককাইদেউৰ মুখৰ ভংগী আৰু কথাৰ উষ্মা দেখি মোৰ বৰ ভয় লাগি গ'ল। তথাপি বুকুত সাহস

গোটাই কৈ উঠিলোঁ—"তুমি ফিৰি যোৱা সৰুককাইদেউ, মই দীনেশক নিদিওঁ।" এই বুলি কৈ তাক মই সাৱটি ধৰিলোঁ। এনেতে আব্বাজানে আৰু ডাঙৰ-ককাইদেউঁহঁতে ভিতৰ সোমাই আহি ধমক দিলে—"ছিঃ দিলাৰা, তই কাফেৰ পোৱালিক আশ্ৰয় দিছ? আল্লাৰ ওচৰত ই বৰ ডাঙৰ কছুৰ। খোদাৰ বিচাৰত তোৰ গুৰুতৰ শাস্তি হ'ব। তই এৰি দে।"

তথাপি মই দীনেশক সাৱটি ধৰি আছোঁ। তাৰ মুখ শেঁতা পৰি গৈছে। চকুৰ মণি দুটা যেন পলকবিহীন। কৰুণ-কাতৰ চাৱনিৰে মোৰ চকুলৈ চাই যেন প্ৰাণ ভিক্ষা খুজিছে। মোৰ সহ্য নহ'ল মই তাক জোৰেৰে সাৱটি ধৰি ককাইদেউহঁতৰ ফালে চাই কান্দি কান্দি ক'লোঁ—"মোক মাৰা ককাইদেউ, তথাপি ইয়াক নামাৰিবা। এই নিৰ্দোষী ল'ৰাটিক বধ নকৰিবা। মই কাবৌ কৰিছো; ভৰিত ধৰিছো।"

"চুপ্! কথা নকবি; এৰি দে।" আব্বাজানে দাবি মাৰি উঠিল। মোৰ কাতৰ প্ৰাৰ্থনাই তেওঁক টলাব নোৱাৰিলে। তাৰ পিচত ডাঙৰ ককাইদেৱে মোক হাতত ধৰি এৰুৱাই আনিলে। এই সুযোগতে সৰু ককাইদেৱে দীনেশৰ পেটতে ডেগাৰখন বহুৱাই দিলে। চিক্‌মিকীয়া ডেগাৰ। ক্ষন্তেকৰ পাচতে ডেগাৰখন পেটেৰে বহি গ'ল তীক্ষ্ণ ছুৰী। সি চিঞৰি উঠিল—"উহ্! মৰিলোঁ। ভগৱান—।" এটা বিকট শব্দ শুনা গ'ল। আৰু নাই—তাৰ মাত বন্ধ হৈ গ'ল। প্ৰাণবায়ু বাহিৰ হৈ গ'ল। তেজেৰে ডুব গ'ল সমস্ত কোঠালি। হিন্দুৰ তেজ—পুৰোহিতৰ নুমলীয়া সন্তানৰ তেজ—তেওঁলোকৰ বংশৰ শেষ চাকিটিৰ তেল, নাবালক ল'ৰাৰ কোমল-কলিজাৰ ৰঙা তেজেৰে ৰাঙলী হৈ গ'ল মোৰ কোঠালিৰ মজিয়া। মই আৰু সহ্য কৰিব নোৱাৰিলোঁ। মোৰ মূৰ ঘূৰি গ'ল। মই পৰি গলোঁ—। তাৰ পিচত আৰু একো ক'ব নোৱাৰোঁ।

যেতিয়া মই সাৰ পালোঁ তেতিয়া দেখিলোঁ যে মোৰ আম্মাজানে মোক কোলাত লৈ বিচি আছে আৰু কান্দি কান্দি কৈছে—"মোক মাৰা, তথাপি মোৰ ল'ৰা ছটাক ৰাখা। মই কাবৌ কৰিছোঁ। সেৱা কৰিছোঁ।"

মই চকু মেলি বাহিৰৰ ফালে যে চাওঁ—আচৰিত। বহুত মানুহে আহি আমাৰ ঘৰ ঘেৰাও কৰিছে। বাহিৰত মানুহৰ বিকট হুলস্থূল। জুম বান্ধি আহিছে। হাই-উৰুমিৰ বাবে কাণ-তাল মাৰি ধৰে। কেৱল শব্দ শুনোঁ—মাৰ মাৰ, কাট-কাট, কাটি শেষ কৰ্। কাকো নেৰিবি। এই ম্লেচ্ছহঁতক কাটি মাৰি বুন্দামাৰ কৰ।" বুজিলো, হিন্দুবিলাকে আহি আক্ৰমণ কৰিলে। যোৱা কালিৰ মুছলমান আক্ৰমণৰ পিছত আজি

হিন্দুৰ আক্ৰমণ; বুজিবলৈ মোৰ বাকী নৰ'ল। আসন্ন মৃত্যুৰ ভয়ত মোৰ প্ৰাণ কঁপি উঠিল। আজি আৰু ৰক্ষা নাই। আজি আৰু আল্লা নাই। দিনে চাৰিবাৰ নামাজ কৰা মুছলমানক আজি আৰু আল্লাই ৰাখিব নোৱাৰে। মই কঁপিব ধৰিলোঁ। আম্মাজানে কান্দি কান্দি ক'ব ধৰিছে—"উহ্! খোদা! তুমি নাই নে? তুমি ৰক্ষা কৰা; মানুহৰ হাতৰপৰা আজি আমাক ৰক্ষা কৰা।" কিন্তু খোদাই জানো ৰক্ষা কৰিব পাৰিলে? নোৱাৰিলে। ক্ষন্তেকৰ ভিতৰতে এদল হিন্দু মানুহ সোমাই আহি আব্বাজানক দাড়িকোছাত ধৰি টান মাৰি আনি মাৰিলে চৰ—"চালা, মোল্লা, মৰ।" তাৰ পিচত এজনে এডাল লোৰ মাৰিৰে কোব মাৰি ক'লে—"যা চালা মহাম্লেচ্ছ জাহান্নামে যা।" কোব পৰি আব্বাজানৰ মূৰ ফালি তেজ ওলাই গ'ল আৰু মুখেৰে মাথোঁ উচ্চাৰিত হ'ল—"উহ্! খোদা!" আব্বাজান মাটিত পৰি গ'ল। তাৰ পিচতো এৰা নাই মাৰিবলৈ। আন এজনে আহি ডিঙিতে কোব মাৰি আব্বাজানক এই দুনীয়াৰ পৰা পঠাই দিলে। তাৰ লগে লগে ডাঙৰ ককাইদেউক এজনে বল্লম এপাটেৰে পেটত খুচি দেৱালত হেঁচি ধৰি, ক'লে—"মৰ বেটা বিধৰ্মী।" সেই বল্লমৰ হানতে জোলোকে জোলোকে তেজ ওলাই ককাইদেউ চিঞৰি থাকিল—"ৰক্ষা কৰা, কোন ক'ত আছা মোক ৰক্ষা কৰা।" কিন্তু কোনো নাই। এজন হিন্দু ডেকাই দৌৰি আহি মূৰতে এটা কোব মাৰি ক'লে—ৰক্ষা পৰ চালা ম্লেচ্ছ।" কোব খাই ডাঙৰ ককাইদেউৰ মূৰ ক্ৰমে ঢলি পৰিল আৰু "উহ্, আল্লা।" বুলি প্ৰাণবায়ু এৰি দিলে।

আনফালে কেইজনমান হিন্দু মানুহে সৰু ককাইদেউক ঘৰৰ ভিতৰৰ পৰা টানি আনিলে। ককাইদেউৰ পিচে পিচে সদ্য বিবাহিতা নবৌয়ে কান্দি আহিছে—"মোক মাৰা; তথাপি, মোৰ স্বামীক নামাৰিবা। মই কাবৌ কৰিছোঁ। মোক যি ইচ্ছা তাকে কৰা, তথাপি তেওঁক এৰি দিয়া।" কিন্তু কোনে শুনে তাইৰ কথা? কোনে উপলব্ধি কৰে তাইৰ প্ৰাণৰ আবেদন? এজন হিন্দু যুৱকে দাঁত মুখ কামুৰি ডেগাৰখন উলিয়াই লৈ খেদি আহিল—"তোৰ আজি আল্লা বাহিৰ কৰিম বেটা আল্লাৰ সন্তান।" এনেকৈ কৈয়ে এক মুহূৰ্তৰ ভিতৰতে তাৰ তীক্ষ্ণ ছুৰী বহুৱাই দিলে সৰু ককাইদেউৰ পেটেৰে। 'উহ্ খোদা' বুলি সৰু ককাইদেউ ঢলি পৰিল। আম্মাজানে চিৎকাৰ কৰি মাটিত বাগৰি পৰিল—"উহ্! মোৰ বুকুৰ জীউ। ক'লৈ গলি ঐ।" এনেতে নবৌজনীক আৰু বাইদেউ দুজনীক কেইজনমান দুৰ্বৃত্তই টানি লৈ গ'ল গোহালি-ঘৰলৈ। তাৰ পিচত আৰু ক'ব নোৱাৰো, লাজ লাগে ঘৃণা লাগে, খং উঠে। সমস্ত পুৰুষ জাতিটোৰ

প্ৰতি বিদ্ৰোহ জাগে—ঘৃণা আহে। সময়ত এই পুৰুষসকল পশুত পৰিণত হয়। তেওঁলোকৰ ওপৰত পাশৱিক অত্যাচাৰ কৰি শেষত এই সুকোমল নাৰী দেহাকেইটিৰ অংগক্ষত কৰি পেলালে। মৃত নাৰীদেহ তিনিটি গোহালিৰ ভিতৰতে পৰি থাকিল। তাৰ পিচত ডাঙৰ বৌৰ চিঞৰ শুনিলো; লগতে কিছুমান মানুহৰ কথা কাণত পৰিল— মাৰা; শেষ কৰি পেলা।" আৰু শুনিবলৈ নেপালোঁ; এদল লোক ঘৰলৈ সোমাই আহি একে ঘাপে আম্মাজানক দুডোখৰ কৰিলে। মই শেষত তেওঁৰ কাষতে বাগৰি পৰিলোঁ। এনেতে কোনোবা এজনে মোক পথালি কোলা কৰি লৈ বাহিৰলৈ দৌৰ দিলে। ভয়ত মোৰ চেতনা লোপ পালে।

মই যেতিয়া সাৰ পালোঁ তেতিয়া দেখিলোঁ। মই এখন বিছনাৰ ওপৰত শুই আছোঁ। কমটো বন্ধ। মই চকু মেলি দেখোঁ যে মোৰ কাষত বহি আছে প্ৰভাত চৰকাৰ; আমাৰ স্কুলৰে দশম মানৰ মুখাৰ্জীহতঁৰ চুপাৰ ল'ৰা। ল'ৰাজন অমায়িক আৰু ভদ্ৰ। মোক বৰ মৰম কৰিছিল। মই তেওঁক দেখি অলপ সাহস পালোঁ। তেওঁ মোৰ মুখলৈ চাই সুধিলে—"এতিয়া অলপ ভাল পাইছানে দিলাৰা?" মই একো উত্তৰ দিব নোৱাৰিলোঁ, কেৱল তেওঁৰ মুখলৈ চাই ৰলোঁ কৃতজ্ঞ দৃষ্টিৰে। তেওঁ মোৰ ওচৰলৈ আহি মূৰটি পিহি ক'লে—"মৰমৰ দিলাৰা; তুমি একো ভয় নকৰিবা। মই আছোঁ। এই ঘৰ মোৰ আৰু এই বিছনাও মোৰ। তুমি শান্তিৰে শুই থাকা। ভাৰতবৰ্ষ দেশত ৰাক্ষস—নৰ ৰাক্ষসৰ অভ্যুদয় হৈছে। ই মানুহ খায়। ইয়াৰ বৰ্তমান নাম—সাম্প্ৰদায়িক সংঘৰ্ষ। খুব সাৱধানে লুকাই থাকা গোলমাল নকৰিবা। শুনিলে ৰাক্ষসে খাব।" মই তেওঁৰ হাতত ধৰি কাবৌ কৰিলোঁ—"মোক আপুনি কিয় আনিলে? মোক মৰিবলৈ দিয়ক। মোৰ আই, বাই, বোপাই, ককাই বৌৰ লগতে মৰিবলৈ দিয়ক। মই আৰু এই দুনিয়াত নাথাকোঁ।"

"নহয় দিলাৰ; তুমি ভুল ভাবিছা। মনত ৰাখিবা, "জীৱন নৰো ভদ্ৰশতানি পশ্যতি।" জীয়াই থাকিলে মানুহে বহুত ভাল বস্তু দেখিব পাৰে। আমি জীয়াই থাকিব লাগিব। নিশ্চয় আমি জীয়াই থাকিব লাগিব। আমি এই কাৰণেই জীয়াই থাকিব লাগিব যে এই নৰ ৰাক্ষসৰ বিষদাঁত উভালিবৰ বাবে আমি জীয়াই থাকিব লাগিব। মানুহ এক প্ৰকাৰ পশু; কেতিয়াবা ই ৰাক্ষসো হয়। সেই মানুহক প্ৰকৃত মানুহ—দেৱতা কৰিব লাগিব। তুমি গান্ধীজীৰ কথা শুনা নাই? এতিয়াও তেওঁ জীয়াই আছে। তেওঁ আহিব। আমাক উদ্ধাৰ কৰিব। নিশ্চয় সেই মহাপুৰুষে আহি আমাক উদ্ধাৰ কৰিব। তেওঁ

দেৱতা। তেওঁ আমাক নৰ ৰাক্ষসৰ হাতৰপৰা ৰক্ষা কৰিব। তেওঁ লৰি আহিব আমাৰ নোৱাখালিলৈ। তাৰেই প্ৰতীক্ষাত আমি বৈ আছোঁ।"

"কোন আহিব? মহাত্মা গান্ধী আহিব? আমাক ৰক্ষা কৰিব? তেওঁ জানো গম পাইছে?"

"নিশ্চয় পাইছে। আমাৰ অন্তৰৰ বেদনাই তেওঁৰ অন্তৰ স্পৰ্শ কৰিছে।"

"তেওঁ আহি কি কৰিব? তেওঁ কেনেকৈ বাধা দিব? তেওঁৰ জানো অস্ত্ৰ আছে?"

"আছে। তেওঁৰ অস্ত্ৰ সকলোতকৈ মাৰাত্মক। তেওঁৰ যি মানসিক শক্তি, যি মনোবল আৰু মানৱতাবোধ সি লাখ লাখ বন্দুক আৰু বোমাতকৈ শক্তিশালী। তাৰ গম জগতে পাব এদিন। তুমি জানো তেওঁৰ বাণী পঢ়া নাই দিলাৰা?"

"নাই পঢ়া।"

এনেতে বাহিৰত গোলমাল শুনা গ'ল। আমি কথা বন্ধ কৰি শুনি থাকিলোঁ। তাৰপিচত ক্ৰমে হাই-উৰুমি শাম কাটিলে। মই সেইদিনা ৰাতি তাতে ৰলোঁ। কিন্তু শোক-তাপ আৰু ভয়ত মোৰ টোপনি নাহিল। প্ৰভাত চৰকাৰ বুদ্ধিমান, চৰিত্ৰৱান আৰু অধ্যয়নশীল ল'ৰা। তেওঁৰ অমায়িক ব্যৱহাৰৰ বাবে সকলো মুগ্ধ। মাষ্টৰসকলে তেওঁক বৰ মৰম কৰে। ছাত্ৰসকলে বৰকৈ মানে। আমি ভক্তি কৰিছিলোঁ। তেওঁ কিন্তু একেবাৰে নিঃকিন। মাক বাপেক মৰিছে। বিধৱা বায়েকজনীৰ লগত থাকে। নিজে কঠোৰ শ্ৰম কৰি উপাৰ্জন কৰি পঢ়িছে। স্বাৱলম্বী ল'ৰা। সমাজৰ আদৰ্শ ছাত্ৰ তেওঁৰ ওচৰত থাকি মোৰ মন কিছু শান্ত হ'ল।

পিচদিনাও একে মৰামৰি কটাকটি। গাওঁখন যেন উছন্ন হৈ যাব। মোৰ কান্দোন বন্ধ হৈ গৈছে। ঘৰৰ আটাইকে চকুৰ আগত এনেকৈ নৃশংসভাৱে হত্যা কৰাত মোৰ ক্ৰন্দন শক্তি লোপ পাই গৈছে। আই, বোপাই, ককাই, বৌৰ এনে নৃশংস হত্যা দেখি জীৱনৰ ওপৰত, মানুহৰ ওপৰত একো ভাৰসা নৰ'ল। মোৰ চিন্তা, অনুভূতি, বিবেচনা আদি মানসিক বৃত্তিবোৰ যেন লোপ পাই আহিল। মই নিৰ্জীৱ পদাৰ্থৰ দৰে হৈ পৰিলোঁ।

এনেতে দিনৰ দহটামান বজাত কেইজনমান মানুহ প্ৰভাতহঁতৰ ঘৰতো প্ৰৱেশ কৰিলে। প্ৰভাতৰ লগত তৰ্কাতৰ্কি লাগিল। কেইজনমানে আহি তেওঁক টানি আনি মই থকা ঘৰত উপস্থিত কৰিলে। তাৰে মাজৰ অতুল বেনাৰ্জী বুলি যুৱকজনে চকু ৰঙা কৰি কৈ উঠিল—"তই এই মুছলমান ছোৱালীজনীক লুকাই ৰাখিছ কিয় প্ৰভাত?

তোৰ মূৰ যাব। আমাৰ বাই-ভনীৰ ওপৰত ইহঁতৰ মুছলমানহঁতে যি পাশৱিক অত্যাচাৰ কৰিছিল তাৰ প্ৰতিশোধ আজি লম। চাওঁ, দিলাৰাক মোক দে!" এই বুলি কৈয়ে তেওঁ মোলৈ চোঁচা ল'লে। প্ৰভাতে তেওঁৰ ভৰিত ধৰি কাকুতি কৰিব ধৰিলে— "তাইক নামাৰিব বেনাৰ্জী খুৰা। তাইক ৰাখক। মোৰ মুখলৈ চাই তাইক ক্ষমা কৰক। বেচেৰী নিৰ্দোষী ছোৱালী। মই আশ্ৰয় দিছোঁ। মোৰ মান ৰাখক খুৰা।"

"তই আশ্ৰয় দিছ এই ম্লেচ্ছ কন্যাক? তেন্তে তোৰো মূৰ যাব প্ৰভাত। ভালে ভালে কৈছোঁ তাইক তই এৰি দে?"

"নহয় খুৰা, তাইক নামাৰিব। তাইক মৰাতকৈ মোকে মাৰক খুৰা।"

"গুচ পাষণ্ড।" বেনাৰ্জীয়ে এক লাঠি মাৰি প্ৰভাতক বগৰাই দিয়ে, আৰু মোৰ বিছনাৰ কাষ পায়। এনেতে প্ৰভাতে আহি মোক আগুৰি ধৰি হাতেৰে বাধা দি কয়— "নামাৰিব খুৰা, নামাৰিব। তাই নিৰ্দোষী। মোক মাৰক।"

"তই আঁতৰ হ্ কুকুৰ। মোৰ ভনীৰ ওপৰত কৰা পাশৱিক অত্যাচাৰৰ আজি প্ৰতিশোধ ল'ম।"

এনেতে প্ৰভাতে বাধা কৰিলে হাতেৰে। দুয়োৰো জোঁটা-পোটা লাগিল। তাকে দেখি বাহিৰত থকা এজনে আহি প্ৰভাতৰ কঁকালেৰে ডেগাৰ এখন বহুৱাই দিলে— "মৰ চালা কুকুৰ, জাতিদ্ৰোহী, ধৰ্মদ্ৰোহী পাষণ্ড।" ডেগাৰখন সুমাই দি সি জোকাৰি দিলে আৰু হেঁচি ধৰিলে। পেটেৰে ডেগাৰ সোমাই যোৱাত "উহ্! ভগৱান" বুলি চিৎকাৰ কৰি প্ৰভাত চৰকাৰ মাটিত বাগৰি পৰিল। তেজেৰে গোটেই কোঠালি ৰাঙলী হৈ গ'ল।

ইতিমধ্যে বেনাৰ্জী আৰু প্ৰভাতৰ জোঁটা-পোটা হৈ থাকোঁতে কোনোবাই মোক হেঁচি ধৰা যেন অনুমান কৰিলোঁ। মই মূৰ্চ্ছা গলোঁ। বহুত সময় পিচত যেতিয়া চেতনা আহিল তেতিয়া দেখিলোঁ মোৰ বুকুৰ ওপৰত অতুল সেন। এওঁ মুখাৰ্জীহঁতৰ চুবুৰিৰে ল'ৰা। অতি দুষ্ট। মই স্কুললৈ গ'লে সদায় বাটত জোকাই জুলুম কৰিছিল আৰু মোলৈ দলিয়াইছিল। এদিন সন্ধিয়া সি মোক মাৰি লৰ্ দিছিল। তাৰ ভয়ত সিদিনাৰেপৰা মই লুকাই লুকাই ফুৰিছিলোঁ। মই সেই সময়ত বুজা নাছিলোঁ যে অকুমাৰী ছোৱালী এজনীৰ ওপৰতো পুৰুষৰ চকু পৰিব পাৰে। কামুক পুৰুষে যে কুমাৰী-অকুমাৰী কোনো নাৰীকে বাদ নিদিয়ে এই কথা মই বুজা নাছিলোঁ। সি সুবিধা পাই মোৰ ওপৰত পৰিল! সেই কামুক পশুৱে মোৰ সংজ্ঞাহীনতাৰ সুবিধা লৈ

মোৰ নাৰী জীৱন অপবিত্ৰ কৰিলে। সি তাৰ পাশৱিক লালসা চৰিতাৰ্থ কৰি মোৰ দুৰ্বল দেহ এৰি গুচি গ'ল। মই তাতে পৰি থাকিলোঁ।

ইফালে গাঁৱত বৰ গোলমাল, চিএৰ-বাখৰ লগাত বেনাৰ্জীবাবু আৰু তেওঁৰ সংগীসকল তাৰপৰা দৌৰি ওলাই গৈছিল। সকলো যোৱাত মাত্ৰ মই প্ৰভাতৰ বিছনাত মৃতপ্ৰায় অৱস্থাত পৰি ৰলোঁ। বহু সময় পিচত মোৰ চেতনা আহিলত চকু মেলি দেখিলোঁ যে মজিয়াত বাগৰি পৰি মৰি আছে প্ৰভাত চৰকাৰ—ভাৰত চৰকাৰৰ নাগৰিক—মৃত নাগৰিক। মই চালোঁ। চকু থৰ হৈ ৰ'ল। শেষ—এজন কৃতীছাত্ৰৰ জীৱন অৱসান হ'ল মানুহৰ হাতত। হিন্দুৰ জীৱন হিন্দুৰ হাততে নিহত হ'ল মোৰ কাৰণে—এজনী মুছলমান ছোৱালীৰ কাৰণে। সেই স্মৃতি মনত পৰিলে জগতৰ কাৰো প্ৰতি মোৰ দয়া-মায়া নাইকিয়া হয়। মানুহ কি নিৰ্দয়, কি হিংস্ৰ। এটা মতবাদৰ নামত মানুহে কেনেকৈ মানুহৰ জীৱন শেষ কৰিব পাৰে তাৰ জ্বলন্ত সাক্ষী এই ঘটনা। তেতিয়াৰেপৰা—সেই শৈশৱৰেপৰা মোৰ জীৱনৰ চিন্তাধাৰা বদলি গৈছে। জগতৰ কদৰ্য ছবি আৰু জীৱনৰ কদৰ্য অভিজ্ঞতাই মোৰ মন অদ্ভুত কৰি তুলিলে। সেই কদৰ্য ঘটনা ঘটি গ'ল মোৰ জীৱনৰ ওপৰত, মোৰ দেহৰ ওপৰত, তাৰ পিচতো মই নিষ্কৃতি নাপালোঁ।

মই কোনোমতে উঠি আহিলোঁ। তেজেৰে লুতুৰি পুতুৰি হৈ পৰি থকা প্ৰভাতৰ মৰাশ'টিক সাৱটি কোলাত তুলি লৈ পাৰোমানে তেওঁৰ গালত চুমা খালোঁ। বুকুত পৰি পৰি পাৰোমানে কান্দিলোঁ। প্ৰভাত! প্ৰভাত! মাথোঁ চিয়ঁৰি থাকিলোঁ।

গধূলি যেতিয়া আন্ধাৰ হ'ল তেতিয়া দেখিলোঁ মোৰ সমুখত থিয় হৈ আছে অতুল সেন, যাৰ দুষ্কাৰ্যৰ তুলনা নাই। তাকে দেখি মই তাৰ ফালে চাই ক'লো— "তই মোক মাৰি পেলা। মোক আৰু জীয়াই নাৰাখিবি। দুনিয়াত মোৰ কোনো নাই, সকলোকে তইঁতে বধ কৰিছ, মোকো বধ কৰ্। মোক আৰু দুনিয়াৰ সুখ নালাগে। মাৰ, মোক মাৰ।"

মোৰ কথাত সি স্তম্ভিত হৈ গ'ল। সি ওচৰ চাপি আহি ক'লে—"তোক মই মাৰিব নোৱাৰোঁ দিলাৰা। তোৰ এই ধুনীয়া দেহটিক মই এৰিব নোৱাৰোঁ। তই এই পাট-গাভৰু অৱস্থাতে ইমান ধুনীয়া; গাভৰু হ'লে যে আৰু কিমান ধুনীয়া হবি তাক কল্পনাই কৰিব পৰা নাই। তোক মৰিবলৈ নিদিওঁ। তোক মই ৰাখিম। এই ধুনীয়া, ছোৱালীজনী মই নষ্ট হ'ব দিব নোৱাৰোঁ।"

"মোক ৰাখি কি কৰিবি?"

"তোক মই বিয়া কৰাম।"

"মোক বিয়া কৰিবি? তোৰ লাজ নালাগে? মোক বিয়া কৰাব নালাগে; মোক মাৰি পেলা; মই মুছলমান ছোৱালী।"

"নাই, নামাৰোঁ। তই খং নকৰিবি। আহ্ মই তোক লৈ যাম।" সি মোক হাতত ধৰি টানে। মই হাত উজাল দি এৰুৱাই কওঁ—"এৰি দে মোক। গুচ্ আঁতৰ।"

সি মোৰ ওচৰলৈ আহি প্ৰভাতৰ মৰা শটো মোৰ কোলাৰপৰা নমাই মোৰ হাতত ধৰি দাঙি তুলি আনি ক'লে—"যি হ'বৰ হৈ গ'ল। তাক ভাবি লাভ নাই। মৰা-শ ৰখি কি হ'ব? আহ মোৰ ঘৰলৈ।"

সি মোক টানি বাহিৰ কৰি আনে। মই কান্দিবলৈ চেষ্টা কৰিলোঁ, কিন্তু নোৱাৰিলোঁ। চিঞৰিবলৈ চেষ্টা কৰিলো, নোৱাৰিলোঁ। সি মোক গধূলি বেলিকা তাৰ ঘৰলৈ জোৰ কৰি টানি লৈ গ'ল। মোৰ কাপোৰ-কানি তেজেৰে ৰাঙলী হৈছিল; সি বেলেগ কাপোৰ সলাবলৈ দিলে! বাধ্য হৈ মই কাপোৰ সলালোঁ। তাৰ পিছত সি মোক খাবলৈ গাখীৰ আৰু বিস্কুট দিলে। মই প্ৰথমে খোৱা নাছিলোঁ; পিছত বাধ্য হৈ খালোঁ।

ৰাতি সি মোক তাৰ লগতে ৰাখিলে। সেই ৰাতি সি মোক ভাল ব্যৱহাৰ কৰিলে। সি ক'লে — "দিলাৰা, তোমাৰ ধুনীয়া চেহেৰাটো দেখিলে মোৰ সহ্য নহয়। মই তোৰ বাবে মৰিব পাৰোঁ। তোক মই ৰাখিম আৰু গোলমাল থামি দেশ আগৰ দৰে হ'লে তোক মই বিয়া কৰাম।"

মই ক'লো — "মোক কেনেকৈ বিয়া কৰাবি? মই যে মুছলমান ছোৱালী। হিন্দু সমাজে কিয় তোক স্থান দিব?"

"মই তোক ইয়াৰ পৰা পলাই নি বেলেগ ঠাইত হিন্দু বুলি কৈ বিয়া কৰাম।"

"তাৰ পিছত কথাবাৰ ওলালে সৰ্বনাশ হ'ব।"

সি অলপ ভাবিলে। ক'লে —"তোক বাৰু বিয়া নকৰাই এনেয়ে ৰাখিলে কি হ'ব? তোক মই এনেয়ে স্ত্ৰী হিচাপে ৰাখিম।"

"নাই, নালাগে; তই মোক যাবলৈ দে।"

"যাবলৈ নিদিওঁ।"

"তেন্তে মাৰি পেলা।"

"মাৰিও নেপেলাওঁ মোৰ সোণ।" এই বুলি কৈ মোক গালে-মুখে চুমা খাই

সাৱটি ধৰিলে। এনেভাৱে কথা কটাকটি কৰি থাকোঁতেই মোৰ গা অৱশ হৈ আহিল। মই শুই পৰিলোঁ। সি ওৰে ৰাতি মোক বুকুৰ মাজত ৰাখিলে।

পুৱা উঠি দেখিলোঁ, বহুত পুলিচ। গাঁৱৰ মাজেৰে যাব ধৰিছে। গোলমালৰ সময়ত চৰকাৰে শান্তি ৰক্ষাৰ বাবে ৰাখিছিল। কিন্তু জনতাক দমাব নোৱাৰিলে। বৰ্তমান গাঁও শান্ত। ৰাস্তাত মানুহ নাই। মই মুখ-হাত ধুই বিছনাত বহিছোঁ, এনেতে চাহ লৈ আহি অতুল সেনে মোক চাহ দিলে আৰু ক'লে — আজি গাঁও ঠাণ্ডা, দিলাৰা। কোনো ভয় নাই। মহাত্মা গান্ধী আহিছে।"

মোৰ মনত পৰিল প্ৰভাত চৰকাৰলৈ। তেওঁ কৈছিল যে মহামানৱ মহাত্মা গান্ধী আহিব আৰু এই নৰহত্যা নিবাৰণ কৰিব। তেওঁৰ কথা মিলিল। আমাৰ অন্তৰৰ বেদনাই যে তেওঁক ইয়ালৈ লৈ আহিব আৰু এই কথা ফলিল। কিন্তু প্ৰভাত চৰকাৰ? গান্ধীৰ আগমনৰ আগেয়ে যে তেওঁৰ প্ৰস্থান হ'ল? উহ্! গান্ধী! তুমি বৰ পলম কৰিলা। আৰু দুদিন আগতে অহা হ'লে....। মোৰ মন প্ৰভাতৰ শোকত অভিভূত হৈ পৰিল। তথাপি গান্ধীৰ আগমনৰ খবৰ শুনি মোৰ মনত বল আহিল। গান্ধী অহাৰপৰা হিন্দু-মুছলমানৰ ভিতৰত হোৱা কাজিয়া বন্ধ হৈ গ'ল। সঁচাকৈ মহামানৱ। হিন্দু-মুছলমান উভয়ে মানে। গান্ধীৰ পদাৰ্পণত নোৱাখালি শান্ত হৈ পৰিল।

মই বাধ্য হৈ অতুল সেনৰ তত্ত্বাৱধানতে বাস কৰিলোঁ। প্ৰথমে কিছুদিন সি মোক তাৰ লগত ৰাখিলে তিৰোতা হিচাপে। তেতিয়াৰ পৰাই যৌনতা সম্পৰ্কে মোৰ বৰ বেয়া অভিজ্ঞতা। এদিন সি মোক লৈ শেষত কলিকতালৈ গাড়ীত উঠিল। কলিকতাত এটা সৰু ঘৰত মোক থৈ সি ক'লে —"তুমি ভয় নকৰিবা, মই আহোঁ। এতিয়াই বাইদেউ আহি পাব; তুমি কথা-বতৰা হ'বা।" এইবুলি কৈ সি ওলাই গ'ল। মোৰ ভয় লাগিল। কিছু সময় পিছত এজনী আদহীয়া তিৰোতা আহি মোৰ ওচৰ পালে। তেওঁ মোক বৰ মৰম কৰি ক'লে —"তুমি একো ভয় নকৰিবা। এইটো মোৰ ঘৰ। অতুলক মই বৰ ভালকৈ জানোঁ। তুমি একো কষ্ট নোপোৱা।"

তাৰ পিছত কিবাকিবি কথা সুধি মোৰ খোৱালোৱাৰ ব্যৱস্থা কৰিলে। মই খাই-বৈ উঠি তিৰোতাজনীৰ লগত কথা-বতৰা হৈ থাকিলোঁ; মোৰ মনত বৰ ভয় লাগিছিল অতুল ক'ৰবালৈ যোৱা দেখি। কিন্তু সেই তিৰোতাগৰাকীৰ আদৰ, মৰম আৰু উপদেশত মোৰ মনত বহুত সাহস আহিল।

গধূলি সময়ত অতুল আহিল। আমি ভালকৈ পৰিচিত হৈ নানা আলোচনা

কৰিলোঁ। সেই ঘৰত আমি প্ৰায় এমাহ বাস কৰিলোঁ। এই এমাহৰ ভিতৰত আমি দুয়ো স্বামী-স্ত্ৰী হিচাপেই বাস কৰিলোঁ। সেই অকুমাৰী অৱস্থাতে মই যি যৌন অভিজ্ঞতা লাভ কৰিলোঁ, তাৰ পিছৰপৰা এই বিষয়ত মোৰ ৰাপ নাইকিয়া হ'ল। তাৰ পিছত ছয়মাহমান পিছতে মোৰ প্ৰথম ৰজস্বলা হ'ল। সেই আদহীয়া বুঢ়ীজনীয়ে মোক বহুত নিয়ম-কানুন শিকালে। তাৰ পিছৰপৰা অতুলে মোক তাৰ বহুত বন্ধুৰ লগত পৰিচিত কৰি দিলে আৰু তাৰ ঘৈণীয়েক বুলি প্ৰচাৰ কৰি দিলে; ইমান দিনে যদিও সি মোক স্ত্ৰীৰ দৰে ব্যৱহাৰ কৰিছিল তথাপি আনৰ আগত তাৰ ভনীয়েক বুলিহে কৈছিল। ক্ৰমে ক্ৰমে তাৰ বন্ধুৰ সংখ্যা বাঢ়ি আহিল। কলিকতাৰ ভব্য-গব্য বঙালী ভদ্ৰলোক, মাৰোৱাৰী মহাজন, পাঞ্জাবী ব্যৱসায়ীকে আদি কৰি ডেকা, আদহীয়া নানা ধৰণৰ, নানা বৰণৰ, নানা গঠনৰ মানুহৰ লগত মোৰ দেখা হ'ল। মই আচৰিত মানিলোঁ যে অতুলৰ ইমান ডাঙৰ মানুহ, বয়সিয়াল মানুহ, ধনী মানুহ বন্ধু থাকিব পাৰে। কিমানজনে আহি মোক আদৰ কৰি কিমান কাপোৰ, কিমান টকা দি যায়। মই সেইবোৰ নলওঁ বুলিলে সেই তিৰোতাজনীয়ে লয় আৰু কয় — তেওঁক নালাগিলেও আমাক দিয়ক।" এনেকৈ বস্তু আদায় কৰে মোক চাবলৈ অহা মানুহৰ পৰা।

এদিন ৰাতি সি এজন বন্ধু লৈ হাজিৰ। মানুহজন আদহীয়া। বোধহয় মহাজন। পেট ওলমিছে। দুই চাৰিডাল চুলি পকিছে; দুটা দাঁতো সৰিছে। সিহঁত দুয়ো আহি মোৰ কোঠাত সোমাল। অতুলে মোৰ পৰিচয় দি দিলে। মই নমস্কাৰ কৰি অভ্যৰ্থনা কৰিলোঁ। দুয়ো বহি গল্প কৰিলে। মই চাহ দিলোঁ। খাই-বৈ উঠি অতুলে মোক ক'লে — "তুমি এওঁক কিবা লাগিলে দিবা। মই বাইদেউৰ ঘৰৰপৰা আহোঁ।" তাৰ পিছত মহাজনক ক'লে —"আপুনি বহক, মই সোনকালে আহিম।" এনেকৈ কৈ সি ওলাই গ'ল। মই তেওঁৰ ওচৰত বহি কথা হৈ আছোঁ। এনেতে তেওঁ মোৰ ফালে চাই হাঁহি মাৰি ক'লে —"তুমি বাস্তৱিকতে সুন্দৰী। তোমাৰ টকা-পইচাৰ অভাৱ নহ'ব।"

মই ক'লোঁ — "আমাৰ টকা-পইচাৰেতো টান। তেওঁ একো চাকৰি কৰা নাই; কি ৰকম যে পোহপাল যাওঁ তাকে চিন্তা কৰিছোঁ।"

"কোনো চিন্তা নাই; যিমান টকা লাগে মই দিম। মোৰ দোকানত তেওঁক এটা চাকৰিও দিম। একো ভয় নকৰিবা। আজি মই তেওঁক এশ টকা দিছোঁ; লাগিলে আৰু দিম।"

মই আচৰিত হৈ সুধিলোঁ —“এশ টকা দিছে?”

“এক শ কিয়, পাঁচ শ লাগিলেও মই দিব পাৰোঁ তোমাৰ এই ৰূপত।”

“তাৰ মানে?”

“তাৰ মানে কি বুজা নাই?” তেওঁ হাঁহিলে আৰু ক'লে —“বঢ়িয়া টাট্‌কা মাল। একেবাৰে নতুন।”

“কি কৈছে আপুনি?”

তেওঁ উঠিল আৰু হাঁহি মাৰি মোৰ কাষ চাপি আহিল। মই আঁতৰি গ'লোঁ। তেওঁ মোৰ ওচৰ চাপি লাহেকৈ ক'লে —“তোমাৰ এই ধুনীয়া গাল দুখনত এটা চুমা খাবলৈ দিয়া — মই বহুত টকা দিম।”

“ছিঃ, তেনে কথা নক'ব; মোক টকা নালাগে। আপুনি যাওক।”

তেওঁ হাঁহি মাৰি ক'লে — “মই যাম, কিন্তু যোৱাৰ আগেয়ে....।”

“ছিঃ, কি লোক আপুনি? আঁতৰি যাওক।”

তেওঁ হাঁহি মাৰি হাতখনত থাপমাৰি ধৰি গালত এটা চুমা খাই ক'লে —“লাজ কৰিব নালাগে সুন্দৰী। মই তোমাক বৰ ভাল পাওঁ।

“আঁতৰি যাওক। মোক ভাল পাব নালাগে। তেওঁ আহিলে মই কৈ দিম।”

“তেৱোঁতো মোক মাতি আনিছে টকা এশ লৈ। সেইবাবেই আঁতৰি গৈছে।” এনেকৈ কৈ তেওঁ মোক বুকুৰ মাজত সুমুৱাই চুমা খাব ধৰিলে। মই খঙতে উজাল দি ওলাই আহি গালি পাৰি দিলোঁ — “অসভ্য। আঁতৰি যা।” মোৰ খং দেখি তেওঁ খং ভাবে ক'লে — টকা দিছোঁ। গতিকে মোৰ স্বত্ব আছে, অধিকাৰ আছে। নহ'লে মোৰ টকা ঘূৰাই দে? ইমান টকা কি এনেয়ে মিলে?”

“কি টকা আনিছে লৈ যা। মোৰ ওচৰৰ পৰা আঁতৰ তৎক্ষণাৎ।”

তেওঁ দুৱাৰখন বন্ধ কৰি দি মোক সাবটি ধৰি ক'লে —“গালি নাপাৰিবা। বন্দবস্ত হৈ গৈছে; টকা দি দিছোঁ।”

তেওঁ মোক বলাৎকাৰ কৰিব বিচাৰে। মই তেতিয়া চিঞৰি দিলোঁ। মোৰ চিঞৰ শুনি ঘৰৰ গৰাকিনী বুঢ়ীজনী আহি দুৱাৰৰ বাহিৰৰ পৰা মাত লগালে — “কিনো হ'ল; চিঞৰিছা যে?” তেওঁ অহা দেখি মই ক'লোঁ — “বাইদেউ, ভায়েকক মাতক; এই গুণ্ডাটোক উলিয়াই লৈ যাওক। ই মোৰ ওপৰত অত্যাচাৰ কৰিব ওলাইছে।” বাইদেৱে ভেঙুচালি কৰি ক'লে — “ইহ্, ইহ্। কিনো হ'ল; ইমানকৈ যে চিঞৰিছ?

একো নোহোৱা-নোপোজা কাম কৰা নাই। ইনো কি টান কাম, ইমান যে চিঞৰিছ? মিছাকৈ নিচিঞৰিবি। সি বন্দবস্ত কৰি আনিছে। জীৱনত এই কৰ্ম কৰিবই লাগিব। আপত্তি কৰি গ্ৰাহক নষ্ট কৰিলে কি হ'ব? মনে মনে থাক।" এনেধৰে কৈ তেওঁ গুচি গ'ল। মোৰ ঘৃণা আহিল তেওঁৰ ওপৰত। এওঁৰো তেন্তে একে মতলব?

ইতিমধ্যে সেই ঢোল-পেটা মহাজনে মোক বগৰাই পেলালে মোৰ বিছনাত। মই বলে নোৱাৰিলোঁ। নিৰুপায় হৈ পাৰোমানে হাতেৰে ভুকুৱালোঁ; কিন্তু তেওঁৰ সবল হাতত পৰি মই দুৰ্বল হৈ গ'লোঁ। তেওঁ বলাৎকাৰ কৰি মোৰ দেহৰ সূচিতা নষ্ট কৰিলে। মই নিৰুপায় হৈ পৰি ৰ'লোঁ। তাৰ পিছত তেওঁ মোৰ বিছনাত টকা কুৰিটা থৈ ক'লে —"ধৰা এই কুৰি টকা। তুমি আপত্তি নকৰিবা। আৰু পাবা। তুমি সদায় এনেকৈ টকা পাবা।"

মই অৱশ হৈ গৈছিলোঁ। খং, ঘৃণা আৰু ভাগৰত মন আৰু শৰীৰ দুৰ্বল হৈ পৰিছিল। একো নকলো শুই থাকিলো। তেতিয়া বুজা নাছিলোঁ যে কম বয়সীয়া গাভৰু-ছোৱালী পালে আদহীয়া বুঢ়া মহাজনহঁতে শ-শ টকা দিব পাৰে। পিছতহে মই এই কথা জানিছিলোঁ।

দুৱাৰখন খুলি যেতিয়া মহাজন বাহিৰ ওলাল, তেতিয়া অতুলৰ লগত কিবা কথা হৈ গুচি গ'ল। অতুল ঘৰৰ ভিতৰ সোমাল। মোৰ ওচৰ পালে। মোৰ তেতিয়া অলপ সুস্থিৰ ভাব আহিছে। তাক দেখি মই পাৰোমানে গালি দিলোঁ। সি কিন্তু দুখ নকৰিলে বৰং সহজভাৱে ক'লে — "মোৰ একো আয়ৰ পথ নাই; গতিকে কি কৰি খাবা? একো আপত্তি নকৰিবা এনেভাৱে আমি পোহপাল যাবই লাগিব।"

"তাৰ এনে নিৰ্লজ্জ উক্তিত মই পাৰোমানে গালি দিলোঁ আৰু কান্দিলোঁ হায়! হায়! মোৰ প্ৰথম যৌৱনেই এনেকৈ কলুষিত হৈ গ'ল। তাৰ পিছত আৰু কথা নাই। সেই বুঢ়ীজনী আৰু অতুলৰ চেষ্টাত যথেষ্ট গ্ৰাহক আহি দিনে দিনে হাজিৰ হয়। বাধ্য হৈ, নিৰুপায় হৈ মই অনিচ্ছা সত্ত্বেও মোৰ জীৱন যৌৱন অৰ্পণ কৰিলোঁ কলিকতা মহানগৰীৰ ধনিক বণিক শ্ৰেণীৰ ডেকা, বুঢ়া, বেমাৰী, মদপী গুণ্ডাৰ হাতত। তেতিয়াহে বুজিলোঁ যে সেই বুঢ়ীজনী অন্য কোনো নহয় — বেশ্যাপাৰাৰ মামী অৰ্থাৎ যিয়ে বেশ্যা সংগ্ৰহ কৰি আনি গ্ৰাহক গোটাই বেশ্যা বৃত্তিৰ ব্যৱসায় চলায়। আচৰিত! মোৰ মাৰ দৰে বুঢ়ী এজনীয়ে বাৰু কেনেকৈ জীয়েক সদৃশ একোজনী গাভৰুৰ জীৱন যৌৱন নগৰৰ দুৰ্বৃত্ত, পাষণ্ড, লম্পটৰ তৃপ্তিৰ বাবে সিহঁতৰ হাতত

অকাতৰে এৰি দি ধন ঘটাৰ পথ উলিয়াই ল'ব পাৰে? তেতিয়াৰে পৰা দুনিয়াৰ ওপৰত মোৰ ধাৰণা বদলি গ'ল। মই আৰু কোনো কথাকে সহজভাৱে ল'ব নোৱাৰা হ'লোঁ। সেই যে মোৰ কদৰ্য জীৱন আৰম্ভ হ'ল তাৰপৰা আৰু মোৰ নিষ্কৃতি নহ'ল।"

"তাৰ পিছত শুনিলোঁ দেশ বোলে বিভাজন হ'ল — হিন্দুস্তান, পাকিস্তান। দেশত হিন্দু-মুছলমান দুভাগে যেন বিভক্ত। মই কিন্তু নুবুজিলোঁ নাজানিলোঁ হিন্দুস্তান কি, পাকিস্তান কি। মোৰ মনে একো নুবুজিলে। মই মাথো বুজিলোঁ মদপী কি, গুণ্ডা কি, ভদ্ৰবেশী কামুক কি। তাৰ পিছত হঠাৎ এদিন শুনিলোঁ বোলে নাথুৰাম গড্‌চে বুলি এজন শিক্ষিত হিন্দু মানুহেই মহাত্মা গান্ধীক গুলি কৰি মাৰিলে। শুনি মোৰ প্ৰাণ কান্দি উঠিল। মোৰ অনুভৱ হ'ল যেন মোৰ আব্বাজানকহে কোনোবা হিন্দুৱে গুলী কৰি মাৰিলে। মই পাৰোমানে কান্দিলোঁ। প্ৰায় এসপ্তাহ জুৰি মোৰ শোক পাতলি যোৱা নাছিল। সেই সপ্তাহ মই কাৰো লগত দেখা কৰা নাই — কোনো লোকক মই মোৰ ঘৰত প্ৰৱেশ কৰিব দিয়া নাছিলোঁ।

তাৰ পিছত আৰম্ভ হ'ল এদিন কলিকতা মহানগৰীত পুনৰ হিন্দু-মুছলমানৰ কটা-কটি। সাম্প্ৰদায়িক সংঘৰ্ষ। হিন্দু মুছলমান। ৰক্তগংগা বৈ গ'ল কলিকতাৰ ৰাস্তা ঘাটত। পিচঢলা আহল-বহল ৰাস্তা যেন একোটা ৰক্তনদীহে। মানুহৰ মৰা শ ৰাস্তাত চেদেলি-ভেদেলি হৈ পৰি ৰ'ল যে মহানগৰী গৈ মহাশ্মশানতহে পৰিণত হ'ল। সেই বিভৎস দৃশ্য আজিও মোৰ চকুৰ আগত ভাঁহি আছে। শিক্ষিত বুলি অভিমান কৰা কলিকতাৰ ভদ্ৰলোকৰ ওপৰতো মোৰ ঘৃণা জন্মিল। হঠাৎ এদিন শুনিলোঁ যে বেশ্যাপাৰাৰ দুৱাৰমুখতে অতুলক কোনোবাই হত্যা কৰিলে। বোধহয় কোনোবা মুছলমানে। মোৰ বেয়া লাগিল। অসৎ চৰিত্ৰৰ হ'লেও অতুলে মোক মাজে মাজে মৰম কৰিছিল। তাৰ কাম-তৃষ্ণা নিবাণৰ সহজ অৱলম্বন হিচাপে সি মোক মাজে মাজে বহুত মৰম আৰু সহানুভূতি দেখুৱাইছিল। শেষত সিও মৰিল। মোৰ আৰু কলিকতাত থাকিবৰ মন নাইকিয়া হ'ল। হঠাৎ এদিন ৰাতি হাতত অলপ পইচা লৈ ৰাওনা হ'লোঁ অসম অভিমুখে; কাৰণ তেতিয়া কলিকতাত কটা-কটি, মৰা-মৰি বৰকৈ আৰম্ভ হৈছিল।"

"অসমলৈ কিয় আহিলা?"

"অসমলৈ আহিলোঁ, কাৰণ শুনিবলৈ পালোঁ যে এই সাম্প্ৰদায়িক সংঘৰ্ষ সমস্ত ভাৰতব্যাপী হৈছে; কেৱল হোৱা নাই অসমত। অসমত হিন্দু-মুছলমানৰ কাজিয়া কোনো দিনে হোৱা নাই বুলি সকলোৱে কয়। অসমীয়া মানুহৰ ভিতৰত মিলাপ্ৰীতি

অধিক। তাৰ হুবহু প্ৰমাণ চাবলৈ ইয়ালৈ আহি গলোঁ। তাৰ উপৰি অসমীয়া বেশ্যা নাই বুলি শুনিলোঁ। অসমীয়া নাৰীয়ে আমাৰ দৰে বেশ্যাবৃত্তি কৰি জীৱন কটাব লগা হোবা নাই। অসমীয়া সমাজ সেই হিচাপে ভাৰতৰ আন ৰাজ্যৰ সমাজতকৈ বেছি পবিত্ৰ হৈ আছে। অসমীয়া মানুহ, অসমীয়া সমাজ আৰু অসম দেশৰ কথা কলিকতাতে মই বহুতৰ মুখে সাধুকথাৰ দৰে শুনিছিলোঁ। তাকে ভাবি মোৰ কল্পনা ৰাজ্যত অসমখন মনোৰম হৈ আছিল আৰু বাস্তৱত তাক দেখিবলৈ মই লৰি আহিলোঁ। আহিয়ে গুৱাহাটীত নামিলোঁ। অসমৰ প্ৰধান নগৰ গুৱাহাটী। শ্বিলং যদি ৰাজধানী চৰকাৰীভাৱে, তথাপি গুৱাহাটীকহে ৰাজধানী বুলিব পাৰি। ই যেন বেচৰকাৰী ৰাজধানী অসমৰ। ইয়াত আহি মই প্ৰথমে বেছ ভাল পালোঁ। কেইদিনমান মই গুৱাহাটীত এনেয়ে ঘূৰি ফুৰিলোঁ। তাৰ পিছত যেতিয়া লাহে লাহে হাতৰ টকা শেষ হ'ল আৰু হোটেলৱালাই টকাৰ তাগিদা দিলে, তেতিয়া নিৰুপায় হ'লোঁ। মই কি কৰোঁ? কি কাম কৰিম? মোৰ কোনো পৰিচিত মানুহ নাই। উপায় নাপাই এখন কমদামী হোটেলত থকা কৰিলোঁ। কিছুদিন কাম বিচাৰিলোঁ। কিন্তু কোনে মোক কাম দিব? বাধ্য হৈ এনেয়ে ৰ'লোঁ। মই আগৰ সেই বেয়া বৃত্তি নকৰিম বুলি মনস্থ কৰিছিলোঁ। পাৰিলে অইন কিবা কাম কৰি জীৱিকা উলিয়াম। কিন্তু মোৰ বিদ্যা-বুদ্ধি কম। কি কাম পাম? শেষত সেই হোটেলৰ বঙালী মেনেজাৰজনে মোৰ অৱস্থা বুজিলে আৰু মোৰ দুৰ্বলতাৰ সুযোগ ল'লে। সেই উদ্দেশ্যে তেওঁ মোক বৰকৈ টকাৰ তাগিদা দিবলৈ ধৰিলে। ইতিমধ্যে মোৰ হাতৰ টকা প্ৰায় শেষ হৈ গৈছে। নিৰুপায় হৈ মই হোটেল এৰিব লগা হ'লো; কিন্তু বাকী টকা নিদিলে যাবলৈ নিদিয়ে। এদিন ৰাতি মেনেজাৰে আহি মোৰ ৰুমত সোমাই টকা সাধিলে। মই দিব নোৱাৰোঁ বুলি কোৱাত মোৰ পৰিচয় ল'লে আৰু যেতিয়া জানিলে যে মোৰ কোনো আশ্ৰয় নাই তেতিয়া সি মিচিকিয়া হাঁহি মাৰি ক'লে—"তোমাৰ টকাৰ দৰকাৰ নাই। তোমাক মই এনেয়ে পুহিম বাৰু।" এনেকৈ কৈ সহানুভূতি দেখুৱাই গুচি গ'ল। মই অলপ সকাহ পালোঁ। তাৰ পিচত, দুদিনমান পিচত এদিন ৰাতি তেওঁ আহি বল কৰি মোৰ লগত শুলে। সেই যে দুৰ্বলতাৰ সন্ধেদ সি পালে তাক আৰু নেৰিলে। নিতৌ সি মোৰ দেহ উপভোগ কৰে। মই যেন তাৰ ৰক্ষিতা হৈ ৰলোঁ। অভাৱৰ তাড়নাত বাধ্য হৈ মই তাক একো বাধা নকৰিলোঁ। জীয়াই থাকিবলৈকে যে মানুহে যেই সেই কামকে কৰিব লগা হয়। এনেকৈ তাৰ লগত ছমাহমান থকাৰ পিচতে কথাটো

সকলোৱে জানিলে আৰু মোৰ ওচৰলৈ হোটেলৰ সমস্ত কৰ্মচাৰীয়ে অহা হ'ল। নিৰুপায় হৈ মই সিহঁতক দেহদান কৰিয়ে থাকিলোঁ। এনেভাৱে কিছুদিন থকাৰ পিচত হোটেলৰ মালিকে ইয়াৰ খবৰ পালে। তেওঁ আহি সিহঁতক বৰকৈ ধমক দিলে আৰু মোক উলিয়াই দিলে। মই নিৰুপায় হৈ গুৱাহাটীৰ পুৰণি বেশ্যাপাৰা টকৌবাৰীত আশ্ৰয় ললোঁ আৰু আগৰ ব্যৱসায়কে আৰম্ভ কৰি দিলোঁ। তাৰ পিচত চৰকাৰে আমাৰ বৃত্তি অৰ্থাৎ ব্যৱসায়টো বেয়া বুলি অভিহিত কৰি টকৌবাৰীৰ বেশ্যালয়বোৰ উঠাই দিলে। আমি কিছুদিন পলমে গুৱাহাটীৰে আঠগাঁৱৰ গলিত আহি আশ্ৰয় ললোঁ আৰু পুনৰ আমাৰ আগৰ ব্যৱসায়কে আৰম্ভ কৰি দিলোঁ চোৰাংকৈ। আমাৰ ব্যৱসায়ৰ লগে লগে মিষ্টাৰ তেৱাৰীয়েও আহি হোটেল খুলিলে। তাৰ পিচত তেৱাৰীয়ে মোক হোটেলৰ ওচৰলৈ নিলে; লগতে হোটেলৰ এটা কোঠা মোৰ বাবে আছুতীয়াকৈ ৰাখিলে। পিচৰখিনি বোধ হয় আপোনাক আৰু ক'ব নালাগে।"

এনেকৈ তাইৰ জীৱন-কাহিনী একেৰাহে বহু সময় ধৰি কৈ তাই ভাগৰি পৰিল তাই বৰ করুণভাৱে মদনৰ চকুলৈ সহানুভুতিৰ আশাৰে চাই ৰ'ল; এটা গভীৰ হুমুনিয়াহ কাঢ়িলে তাই।

তাইৰ এই করুণ জীৱন-বৃত্তান্ত শুনি মদন স্তব্ধ হৈ গ'ল। বিচিত্ৰ মানৱ-জীৱন, তাতকৈ বিচিত্ৰ জীৱন-অভিজ্ঞতা এই বহল পৃথিৱীখনত কিমান মানুহ আছে; কিমানে কেনে ৰকমে জীৱন যাতনা ভোগ কৰি কাল যাপন কৰিছে তাৰ লেখজোখ নাই· মদনৰ চিন্তাশীল আৰু অধ্যয়নশীল মনত দিলাৱাৰ জীৱন কাহিনীয়ে গভীৰ ৰেখাপাত কৰিলে। তেওঁ দিলাৱাৰ মূৰটি পিহি দি ক'লে—"জীৱনৰ এই কম বয়সতে তুমি তিক্ত অভিজ্ঞতা লাভ কৰিলা। কি কৰিবা, মানুহৰ জীৱনত বহুত অভাৱনীয় ঘটনা ঘটে আৰু অপ্ৰয়োজনীয় কাম কৰিব লগা হয়। কিন্তু বিগত দিনৰ দুখৰ স্মৃতিকে লৈ থাকিলে নহয়। আমাৰ এৰি অহা দিনবোৰৰ দুখ-যাতনা আৰু লাঞ্ছনা-গঞ্জনাকে লৈ থাকিলে নচলে। ই দুৰ্বলৰ লক্ষণ। কোনো উন্নতিকামী মানুহে আৰু উন্নতিশীল মনে অতীতৰ দুখ-যাতনা আৰু পৰাজয়ৰ স্মৃতি লৈ নাথাকে। সেইবোৰ মনৰপৰা অতি সোনকালে আঁতৰ কৰি মন নিকা কৰিব পৰাটোহে বুদ্ধিমান আৰু উন্নতিকামী মানুহৰ লক্ষণ। আচলতে আমাৰ আয়ুস যেনেকৈ কাকো বাট-নোচোৱাকৈ শেষ হৈ যাব ধৰিছে, তেনেকৈ আমিও অতীতৰ ফালে নাচাই ভৱিষ্যতৰ ফালে আগ বাঢ়িব লাগে; কাৰণ আমিও আৰু অতীতক ফিৰাব নোৱাৰোঁ। যি হৈ গৈছে তাক আৰু

নোহোৱা কৰিব নোৱাৰো। এয়ে জগতৰ কৰ্মৰ পৰিণাম অৰ্থাৎ ত্ৰিগুণৰ পৰিণাম আৰম্ভ হ'লে আৰু বিৰাম নাই। কৰ্মৰ পৰিণাম চলিয়ে আছে—ই সাংখ্যদৰ্শনৰ মত। এই ক্ৰিয়াশীল জগতখন অনবৰত কাৰণ, কাৰ্য আৰু পৰিণাম চলিয়ে আছে। হৈ যোৱা কাৰ্যৰ যি পৰিণাম তাক আৰু আমি এৰাব নোৱাৰোঁ; পৰা হ'লে ল'ৰাৰপৰা ডেকা, ডেকাৰপৰা বুঢ়া হোৱাৰ পিচত আকৌ ওলোটাকৈ বুঢ়াৰপৰা ডেকা আৰু ডেকাৰপৰা ল'ৰা হ'ব পৰা গ'লহেঁতেন। কিন্তু তেনে কৰিব নোৱাৰি। গতিকে এৰি অহা জীৱনৰ এৰি অহা অতীতক ভাবি থাকিলে একো লাভ নাই। এতিয়া বাৰু কোৱাচোন, তুমি জানো তোমাৰ বৰ্তমানৰ অৱস্থাত খুচি আছা?"

"মুঠেই নাই। মোৰ এই ঘৃণিত জীৱন শেষ কৰিবৰ মন যায়। মোৰ আৰু জীয়াই থকাৰ বাঞ্ছা নাই। এই ব্যৱসায় কৰি ঘৃণিত কলংকিত জীৱন যাপন কৰাতকৈ মৃত্যুৱে মোৰ বাবে শ্ৰেয়।"

"নহয়, তুমি মৰিব নালাগে। তোমাৰ নতুন জীৱন আৰম্ভ কৰা। প্ৰথমে এই ব্যৱসায় পৰিত্যাগ কৰা।"

"পাৰিলে মই আজিয়ে এই ব্যৱসায় পৰিত্যাগ কৰোঁ; কিন্তু তাৰ পিছত মই কি কৰিম? মোক এটা পথ দিয়ক। সন্মানিতভাৱে সমাজত জীয়াই থকাৰ এটা পথ দিয়ক।"

"দিম; তোমাক মই বাচি থকাৰ পথ দিম। সসন্মানে সমাজত জীয়াই থকাৰ পথ মই তোমাক দিম। দিলাৰা, বাস্তৱিক তুমি দিল থকা ছোৱালী। সঁচাকৈ তুমি দিলবাহাৰা। ইমান ডাঙৰ অপ্ৰিয় সত্য এটাক লুক-ঢাক নকৰাকৈ ইমান সুন্দৰভাৱে ক'ব পাৰা। বাস্তৱিক তুমি মহীয়সী। এনে নৰকত বাস কৰিও তুমি ইমান মহৎ আশা মনত পোষণ কৰিব পাৰা আৰু ইমান যাতনা, ইমান লাঞ্ছনা ভোগ কৰিও তুমি হাঁহিব পাৰা? সঁচাকৈ তুমি আচল নাৰী। প্ৰকৃত দৰদী নাৰী মন তোমাৰ ভিতৰত বৈ আছে। মই তোমাক নিশ্চয় সহায় কৰিম। তুমি আৰু এই ঘৃণিত জীৱন যাপন কৰিব নালাগে।"

তেওঁৰ আদৰ আৰু অভয়-বাণীত তাইৰ অন্তৰত বল আহিল। তাই তেওঁৰ মুখলৈ চাই বৰ আবেগেৰে কৈ উঠে—"আপুনি মানুহ নহয়—আল্লাৰ দূত— পয়গম্বৰ। মোৰ অন্তৰৰ ব্যথা আপুনি উপলব্ধি কৰিব পাৰিছে!"

"নহয়; মই পয়গম্বৰ নহয় বৰং কাফেৰ, কাৰণ মই আল্লা-ঈশ্বৰৰ ব্যৱসায় ধ্বংসে

কৰিব আহিছোঁ।"

"আপুনি যিয়ে নহওক, আপুনি মোৰ গুৰু।"

"মই গুৰু হ'লে তোমাৰ বিপদ আছে, কাৰণ মই তোমাৰ শত্ৰু। মোক গুৰু ভজিলে তোমাৰ আল্লাই কিয়ামতৰ দিনা তোমাক শাস্তি দিব।"

"কিয়? মই মুছলমান হৈ হিন্দুৰ গুৰু ভজাৰ কাৰণে?"

"এৰা।"

"নহয় আপুনিহে প্ৰকৃত মুছলমান। ইছলাম মানে শান্তি। আপোনাৰ বাণীয়ে জগতত শান্তি আনিব। গতিকে আপুনিহে আচল মুছলমান।"

"নহয় মুঠেই নহয়। পৃথিৱীত আবিষ্কাৰ হোৱা আৰু বৰ্তমান প্ৰচলিত থকা কোনো ধৰ্মতে মই নাই। মোৰ নিজা ধৰ্ম আছে। মই প্ৰথমে মানুহ আৰু মোৰ ধৰ্ম মানৱতা। হিন্দুৰ অৱতাৰ মুছলমানৰ পয়গম্বৰ আৰু মোৰ ধৰ্মৰ আচল মানুহ একে। তেওঁ অহা নাই; আহিব অতি সোনকালে।"

"অ' আপোনাৰ 'মানৱ ধৰ্ম' আৰু 'আচল মানুহ'ৰ কথা যে মোক কৈছিল তাৰে কথা কৈছে নেকি?"

"এৰা।"

"বাৰু সি যি কি নহওক, আপুনি মোৰ গুৰু।"

"মানৱ ধৰ্মত দীক্ষিত হ'লে গুৰু ভজিব নালাগে, কাৰণ এই ধৰ্মত তথাকথিত গুৰুগিৰি আৰু ঈশ্বৰ নাই। ধৰ্মৰ বিষয়ে মই তোমাক পিচত ক'ম। এই ধৰ্মৰ ধৰ্মগ্ৰন্থত পাবা।"

"বাৰু, এই ধৰ্মগ্ৰন্থৰ নাম কি? কোনে লিখিছে?"

"কোনেও লিখা নাই আৰু ধৰ্মগ্ৰন্থৰ নামো নাই। এতিয়াহে এই ধৰ্মৰ ধৰ্মগ্ৰন্থ লিখা হ'ব। বহু শতাব্দী ধৰি আৰ্যসকলৰ মুখে মুখে চলি আহি খৃঃ পূঃ চৈধ্য শতিকাত সৰস্বতী আৰু দৃশ্যদ্বতী নদীৰ পাৰত ঋষিসকলে বেদ লিখাৰ দৰে মানৱ জাতিৰ জন্মৰ পৰা মানৱ প্ৰকৃতিত চলি অহা ধৰ্মৰ নিয়ম-কানুনবোৰ ভৱিষ্যৎ মানুহে ৰচনা কৰিব কোনো এক শুভক্ষণত। তেতিয়া পাবা।"

"এই ধৰ্মৰ প্ৰবৰ্তক কোন তেন্তে?"

"আচল মানুহ। মানৱ-ধৰ্মৰ প্ৰবৰ্তক হ'ব আচল মানুহ আৰু ইয়াৰ অলিখিত ধৰ্মগ্ৰন্থৰ নাম হ'ব মানৱতাবোধ। বাৰু সেইবোৰ যি কি নহওক, পিচৰ কথা। বৰ্তমান

তোমাৰ জীয়াই থকাৰ ব্যৱস্থা কৰিব লাগিব।

"আপুনি যি কৰে তাকে কৰক। মই আপোনাৰ শৰণাগত।"

"আচ্ছা। তুমি গান জানা?"

"অলপ অলপ জানো।"

"অভিনয় বা বক্তৃতা কৰিব পাৰিবা?

"শিকাই দিলে পাৰিম।"

"ঠিক আছে। তুমি একো চিন্তা নকৰিবা। মই তোমাৰ ব্যৱস্থা কৰিম। আজি ৰাতি শুই থাকা। আজিৰ পৰা তোমাৰ ব্যৱস্থা মই কৰিম। মোক বিশ্বাস কৰিব পাৰিবা?"

"বেশ্যাৰনো বিশ্বাস অবিশ্বাসৰ কথা কি? জীৱনত বাৰু আমি কাৰপৰা বিশ্বাস লাভ কৰিছোঁ? ঠগ খায়েতো আমাৰ জীবন চলি যাব ধৰিছে। এনে ক্ষেত্ৰত আপুনি ঠগালেনো আৰু কি ভয় কৰিম? ঠগিব, তাত মোৰ কোনো দুখ নাই। আপোনাৰ ওচৰতে বাৰু এইবাৰ মোৰ জীৱন সঁপি দি চাওঁচোন, কেনে হয়।"

"ধন্যবাদ দিলাৰা। তোমাৰ মনোবল আৰু বিবেচনাক ধন্য। তুমি অসীম সাহসিনী। নগৰৰ এজন গুণ্ডাৰ হাতত জীৱন সপি দিবলৈ আমাৰ সাহস আছে। চাবাচ।"

এনেকৈ মদনে মৰম কৰি দিলাৰাক এটা চুমা খালে। তাৰ পিচত গা-মূৰ পিহি বৰ আদৰ কৰি শুবলৈ অনুমতি দিলে।

দুয়ো শুই পৰিল; দুয়োৰো কথা বন্ধ হ'ল। কিন্তু চিন্তা বন্ধ নহ'ল। কাৰো টোপনি নাহিল।

ৰাতি তেতিয়া পুৱাওঁ পুৱাওঁ হৈছে।

ৰাতিপুৱা উঠি দুয়ো প্ৰাতঃকৃত্য সমাপন কৰি চাহ-তাহ খাই উঠিল। খাই-বৈ উঠি মদনে তাইক সুধিলে—"তোমাৰ বস্তুবাহানিবোৰ ইয়াতে থাওক। আমি ইয়াত কিছুদিন থাকিব লাগিব। হোটেলৰ মালিকৰ লগত মই বন্দোবস্ত কৰিম। তুমি অলপ ফুৰি-চাকি আহাগৈ, কিন্তু তোমাৰ পৰিচিত গ্ৰাহকবোৰে যাতে দেখা নাপায়। মই এতিয়া যাওঁ; গধূলিহে আহিম।"

এইবুলি কৈ তেওঁ যাবলৈ ওলায়। হঠাৎ কিবা মনত পৰি পিচমুখ দি সোধে, "টকা আছে?"

"হয়। আছে।" তাই উত্তৰ দিয়ে।

"তথাপি থ'বা, এইখিনি ৰাখা।' তেওঁ দহটকীয়া নোট কেইখনমান উলিয়াই দিয়ে।

"নেলাগে, মোৰ লগত টকা আছে।" তাই ল'বলৈ আপত্তি কৰে।

"নহয়, এইখিনিও থোৱা। পিচত দৰকাৰ হ'ব। মই লগত নাৰাখোঁ।"

বাধ্য হৈ তাই টকাখিনি ৰাখে। তেওঁ ওলাই যায়। তাই অবাক হৈ চাই ৰয় তেওঁৰ ফালে—"এওঁ আকৌ কি ৰকমৰ গুণ্ডা? কি আচৰিত লোক! জীৱনত এনে মানুহ কোনোদিন লগ পোৱা নাই. বেশ্যাবোৰে বহুত ধৰণৰ মানুহ লগ পায় আৰু বহুতৰ লগত বেলেগ ব্যৱহাৰ কৰিব লগাত পৰে। এওঁ কিন্তু কাৰো শাৰীতে নপৰে। কি অদ্ভুত লোক! বাস্তৱিক দুনিয়া অদ্ভুত। মানুহ অদ্ভুত। —তাই ভাবিব ধৰে।

## [সাত]

ডাক্তৰ পৱন চৌধুৰীৰ লগত অপবাদ হোৱা ছোৱালীজনী বৰ্তমান জালুকবাৰীৰ 'ষ্টেট হোমত' আছে। অলপতে তাইৰ ল'ৰাজন ঢুকাল। তাইৰ নাম সত্যপ্ৰভা হাজৰিকা। সত্যপ্ৰভা বৰ দুখীয়া ঘৰৰ কৈৱৰ্ত সম্প্ৰদায়ৰ ছোৱালী। ভাৰত চৰকাৰৰ সংবিধান মতে অনুসুচিত সম্প্ৰদায়। তাইৰ বাপেকে মাছ বেচিছিল; কিন্তু আজি কেইবাবছৰ হ'ল তেওঁ ঢুকাইছে। দুখীয়া মাছমৰীয়াৰ সম্পত্তি বুলিব লাগিলে কেৱল থকা ঘৰটি আৰু ঘৰৰ জোখাৰে মাটিখিনি মাত্ৰ। ঘৰৰ ভিতৰত অস্থাবৰ সম্পত্তি হ'ল জাল, খাপৰ, জোৱাৰ, পল', জাকৈ, জাল বোৱা সঁজুলি আৰু মাছ জীয়াই ৰখা পাত্ৰ। ইমানেই সম্পত্তিৰ লেখ। বিধবা মাকজনী আৰু তাইৰ সৰু ভায়েকজন! এই তিনিটি প্ৰাণীকে লৈ তাইহঁতৰ গৃহস্থীখন। ভুঁই-মাটি নাই। মাছমৰীয়া লোকৰ মাটি থাকিব কিয়? গতিকে লোকৰ ঘৰলৈ গৈ বিধবা মাকে খেতিৰ কাম কৰি দি বছৰৰ বাবে পেটৰ ভাত মুঠি যোগাৰ কৰে। ৰোৱা, মৰণা মাৰোতে সহায় কৰা. ধান জাৰা-চালা আদি কাম কৰি গাঁৱৰ ইঘৰ-সিঘৰৰপৰা ধান যোগাৰ কৰি আনি কোনোমতে প্ৰাণী তিনিটি পোহপাল যায়। তাৰ উপৰি বাৰীত শাক-পাচলিৰ খেতি কৰি তাৰে পৰা উৎপন্ন হোৱা বস্তু বিকি তেল নিমখৰ খৰচকণ উলিয়াই। ইফালে জাতিগতভাৱে মাছৰ ব্যৱসায় আছে। কেতিয়াবা কেতিয়াবা মাছ বিক্ৰী কৰি দুপইচা আয় কৰে। এনেভাৱে কোনো ৰকম চলি আছিল তেওঁলোক। ছোৱালীজনী দেখনিয়াৰ, স্বাস্থ্যৱতী আৰু কৰ্মঠ। তাইয়ো যথেষ্ট কাম কৰে। বুদ্ধিমতী ছোৱালী। মাকৰ হাকবচন নুশুনি তাই স্কুললৈ যায়। সেইবাৰ তাই নৱম শ্ৰেণীৰপৰা দশম

শ্ৰেণীলৈ বৰ ভাল ৰকমে প্ৰমোচন পাইছে। চৰিত্ৰ ভাল আৰু বুদ্ধি-বৃত্তি থকা দেখি মাষ্টৰসকলে তাইক বৰ মৰম কৰে; সদায় স্কুললৈ সাজি-কাচি যোৱা ছোৱালীসকলৰ লগত যায় সত্যপ্ৰভা সাধাৰণ সাজেৰে। কিন্তু সাধাৰণ সাজ-পোছাকেও তাইৰ ধুনীয়া শৰীৰত পৰি অসাধাৰণ সৌন্দৰ্য প্ৰকাশ কৰে। ছোৱালী কেইজনীৰ ভিতৰত ডাঙৰ দীঘল আৰু দেখনিয়াৰ তাই। তাতে সাধাৰণ ৰিহা মেখেলাৰ পিন্ধন উৰণৰ ভংগিমা আৰু পৰিপাত্যই তাইক জাকৰ মাজত দেখিব পৰা কৰি তোলে। সেই দেখি প্ৰথমেই মানুহৰ চকু পৰে তাইৰ ওপৰতে। যেতিয়া ছোৱালীবিলাকে জাক-পাতি হাইস্কুললৈ যায় তেতিয়া ওচৰত দোকান-পোহাৰবিলাকৰ মানুহবিলাকে মূৰ দাঙি ছোৱালীবিলাকৰ ফালে চোৱা যেন এটা ডাঙৰ দস্তুৰহে। তেতিয়াই সকলোৰে চকু পৰে সত্যপ্ৰভাৰ ওপৰত। অৱশ্যে ভাল বস্তুত চকু পৰা একো দোষণীয় নহয়।

হঠাৎ এদিন স্কুললৈ যাওঁতে ডাক্তৰ পৱন চৌধুৰীৰ চকুত পৰিল সত্যপ্ৰভা হাজৰিকাক। ছোৱালীজাকৰ মাজত জিলিকি গৈছে—যেন ভগৱতীহে। পৱনে একেথৰে চাই থাকিল। কোন এইজনী? ইমান ধুনীয়া ছোৱালী আছে আমাৰ গাঁৱত? মই বাহিৰত থাকি ক'বই পৰা নাছিলোঁ। বাস্তৱতে ছোৱালীবোৰ অতি সোনকালে ডাঙৰ হয়—ৰূপৱতী হয়। কিমান অকণমানি ছোৱালীজনীয়ে আজি তিনি চাৰি বছৰৰ ভিতৰত মোৰ অসাক্ষাততে গাভৰু হৈ মনপ্ৰাণ হৰি নিয়া ৰূপহী হৈ উঠিছে, ভাবিলে অবাক হ'ব লাগে। তেওঁৰ মনত বাঢ়ন্ত ছোৱালীৰ ৰূপে নানা প্ৰশ্নৰ অৱতাৰণা কৰিছে। এই ধুনীয়া গাভৰুজনীক দেখি তেওঁৰ মন আকৰ্ষিত হৈ পৰিল তাইৰ প্ৰতি। তাইৰ স্থিতিগুৰি জানিবলৈ বৰ হেপাহ হ'ল। অনুসন্ধান কৰিলে বন্ধুমহলত। জানিব পাৰিলে যে সেইজনী তেওঁলোকৰ গাঁৱৰে অনুন্নত সম্প্ৰদায়ৰ ছোৱালী। নাম সত্যপ্ৰভা হাজৰিকা, মৃত ৰংমন হাজৰিকাৰ জীয়েক। আৰু জিজ্ঞাসু অনুসন্ধানত হাঁহি মাৰি বন্ধু দুজনমানে ঠাট্টা কৰিলে—"কিহে ডাক্তৰ ভাই, এতিয়া ভিজিট নাপাব বুলি সন্দেহ কৰি নিজৰ গাঁৱৰ মানুহকে নিচিনা হ'লানে?" আন এজনে ক'লে—"পাঁচ বছৰৰ ভিতৰত ইমান পৰিবৰ্তন হ'ল নে? মিছা কথা।"

আনজনে মাত দিলে—"এতিয়াও পৰিচয় হ'বৰ সময় পাব হৈ যোৱা নাই। এবাৰ তাইৰ ঘৰলৈ গ'লে ভালকৈ চিনি আহিব পাৰিলোহেঁতেন। নোযোৱা কিয় চৌধুৰী? মাকৰ বোলে বেমাৰ; চাই নাহা কিয়?"

"ধেৎ বদমাচইত। মিছাকৈ ঠাট্টা কৰ। তহঁত বৰ নীচ হৈ গৈছ সদায় গাঁৱত থাকি।"

"আচ্ছা দেখা যাব ভাই, তই কিমান উচ্চ হৈ আহিছ টাউনৰপৰা। সময়ত দেখা হ'ব।"

এনেভাৱে ঠাট্টা-মস্কৰাৰ ভিতৰেদি কথা-বতৰা হৈ যায়। আজি তিনি বছৰে পৱন ডিব্ৰুগড়ৰ পৰা ঘৰলৈ অহা নাই। মাজতে দুবাৰ আহি দুদিন থাকি গৈছিল যদিও কাকো ক'তো দেখা কৰাৰ বা চোৱাৰ সুবিধা নিমিলিল। এইবাৰ এম, বি, বি,এছ, পৰীক্ষাৰ খবৰ নোলায়মানে ঘৰতে থাকিব। এই কেইমাহে ল'ৰাবিলাকৰ মন যেনেকৈ ব্যগ্ৰ হৈ থাকে, তেনেকৈ কৰ্মশূন্য মনত নানা পাতল চিন্তাও আহে। পৱনৰো তেনে হৈছে। একো কাম-কাজ নথকাত ঘূৰি ফুৰি আছে। ধনী মানুহৰ ল'ৰা; গৃহস্থে একো বাধা নকৰে। সিদিনাৰেপৰা সত্যপ্ৰভাক দেখা কৰিবলৈ পৱনৰ মন ব্যগ্ৰ হৈ পৰিছে। কিন্তু দেখা কৰাৰ একো চেলু বিচাৰি পোৱা নাই। দুৰ্জয় কামনা মানুহৰ তাক বাধা দিব কেনেকৈ? হঠাৎ এদিন গধূলি বেলিকা মাছ কিনাৰ ছল কৰি কৈৱৰ্ত পাৰাৰ মাজেৰে গ'ল পৱন চৌধুৰী অকলে অকলে। সত্যপ্ৰভাহঁতৰ নঙলা-মুখত অলপ থিয় হৈ ইফাল সিফাল কৰি থাকোঁতে হঠাতে সত্যৰ মাকৰ চকুত পৰিল। তেওঁ ওলাই আহিল, কিজানি কোনোবাই মাছ কিনিবৰ বাবে আহিছে। তাকে ভাবি তেওঁ মাতিলে—"আহা বোপা, মাছ লাগে যদি নিয়াহি। কাৰৈ মাছ আছে; আহা।" পৱনে সুবিধা পালে। ভাল হ'ল, মাছ কিনাৰ ছল কৰি পৰিচয়ো হোৱা যাওক আৰু সত্যপ্ৰভাকো চোৱা যাওক। তাকে ভাবি তেওঁ সোমাই গ'ল আৰু সুধিলে,—"মাছ আছে নেকি?"

"হয়, মাছ আছে, আহা। কাৰৈ মাছ আছে।"

তেওঁ মাতে। পৱন সোমাই যায়। পৱন যোৱাত সত্যৰ মাকে বৰ মৰম কৰি সুধিলে—"তুমি মণ্ডলৰ ল'ৰা পৱন বোপা হয় নে?"

"হয়"। পৱনে উত্তৰ দিয়ে।

সত্যৰ মাকে তেওঁক বৰ আদৰ কৰি বহিব দিলে এটা মুঢ়াত। পৱন বহিল। সত্যৰ মাকে বৰ মৰম কৰি ক'লে—"তুমি আমাক নিচিনাই হ'লা বোপা। তুমি সৰু থাকোঁতে আমাৰ পিতাকে তোমালোকক নিতৌ মাছ দিছিল। মণ্ডল বাবুৱেও আমাক সদায় টকা-পইচা ধাৰলৈ দিছিল। এতিয়া তেখেঁ ঢুকাল আৰু মণ্ডলেও আমাক পাহৰিলে। আজি-কালি তুমি ডাঙৰ মানুহ হ'লা, ডাক্তৰ হ'লা; সৰুতে তুমি বৰ বেমাৰী ল'ৰা আছিলা। ক'তদিন ময়ে ঔষধ-পথ্য যোগাৰ কৰি দিছিলোঁ। এতিয়া তোমাক

চিনাই টান যেন হৈছে বোপা।"

"অৱশ্যে সৰুতে মই বৰ বেমাৰী আছিলোঁ। আপোনাক চিনা চিনা যেন মোৰ অনুমান হয়। আপোনাক আমি জেঠী বুলি মাতিছিলোঁ নহয় নে?" হাঁহি সোধে পৱনে।

হাঁহি মাৰি তেওঁ ক'লে—"অ" এতিয়া মনত পৰিল নে?"

"পৰিছে জেঠী।"

"বাৰু বহা। মই মাছ লৈ আহোঁ।"

সত্যৰ মাকে এটা খৰাহীত কৰি দহটামান কাৰৈ মাছ আনি ক'লে—"কিহত নিবা বোপা? কিবা বাচন আছে নে?"

"নাই। ৰুমালতে বান্ধি নিম।"

"দিয়া তেন্তে ৰুমাল।"

"ইমান মাছ মই নি কি কৰিম।"

"তোমালোকৰ দৰে এঘৰ মানুহৰ এসাজহে হ'ব। চাওঁ ৰুমালখন—।" বাধ্য হৈ পৱনে ৰুমালখন দিলে। সত্যৰ মাকে মাছবোৰ বান্ধি দিলে। তেতিয়া পৱনে সুধিলে— "ইয়াৰ দাম কি হ'ব জেঠী?"

"দামনো কি দিবা? মই এনেয়ে দিছোঁ।"

"দাম নল'লে মই মাছ নিনিম জেঠী।"

"তুমি প্ৰথমে আহিছা; মোক মাছৰ মূল্য নালাগে। আজি মই এনেয়ে দিছোঁ। তোমালোকৰ ঘৰত মই কিমান দিন এনেয়ে খাইছোঁ; কিমান বস্তু এনেয়ে আনিছোঁ— তাৰ লেখ নাই। আজি মোৰ মাছ দুটাৰো দাম ল'ম নে? নলওঁ। এনেয়ে দিছোঁ। লৈ যোৱা বোপা।"

"দাম নহ'লে কিন্তু মোৰ ভাল নালাগে জেঠী।"

"একো বেয়া নাপাবা বোপা; তুমি ডাক্তৰ মানুহ তোমাৰপৰা আমি যে কেতিয়াবা এনেয়ে ঔষধ আনিব লাগিব পাৰে। আমি গৰিব মানুহ। তোমালোকৰ মুখৰ ফালে সদায় চাওঁ বোপা। আমি তোমালোকৰ অনুগ্ৰহতহে বাচি আছোঁ।" বাধ্য হৈ পৱনে মাছকেইটা ল'লে। তাৰ পিচত একো কথা নাপাই ক'লে—"বাৰু এতিয়া মই উঠোঁহে জেঠী।"

সত্যৰ মাকে সেমেনা-সেমেনি কৰি ক'লে—"একো দিব নোৱাৰিলোঁ বোপা। এখন ভামোল দিব নোৱাৰিলোঁ—।" কেতিয়াবা সময় পালে দিনে-পোহৰে

আহিবাচোন।"

"বাৰু চেষ্টা কৰিম জেঠী। এতিয়া আহোঁহে।" পৱন উঠে।

সত্যৰ মাকে আগবঢ়াই থয়—"কাইলৈ আবেলিলৈ এবাৰ আহিবা বোপা; মোৰ এটা অসুখ আছে; এবাৰ চাবানে?"

"বাৰু চাম জেঠী। আজি যাওঁ।"

ভয়, সঙ্কোচ আৰু লাজতে সিদিনাৰ কাৰণে পৱন আহিল। হেজাৰ হ'লেও উচ্চ জাতিৰ মানুহ, তাতে ধনী মানুহৰ সন্তান; ইমান দুখীয়া আৰু নীচ জাতিৰ মানুহৰ ঘৰত গধূলি বেলিকা অহা দেখিলে মানুহে সন্দেহ কৰিব পাৰে। তাকে ভাবি তেওঁ বেগাই খোজ ল'লে। সত্যৰ মাকে ভবিষ্যৎ সহায়ৰ আশাত আশান্বিত হৈ চাই থাকিলে পৱনৰ প্ৰস্থান।

পৱনৰ পিতাক মণ্ডল। আজি-কালি যথেষ্ট ধনী হৈছে। 'গ্ৰামস্য মণ্ডলে ৰজা' বুলি যে এটা কথা আছে, ই মিছা নহয়। মণ্ডলবাবুৰ মাটিবাৰী অলেখ। চৰকাৰৰ আইনৰ চকুত ধুলি-মাৰি নিজৰ ঘৈণীয়েক ল'ৰা-ছোৱালী আৰু অণ্ডহী-বণ্ডহীৰ নামত বহুত চৰকাৰী মাটি পট্টা কৰি লৈছে। আচলতে সকলোবোৰ মাটি তেওঁৰেই। সেইবোৰ মাটিৰ আয়-উৎপন্ন বহুত। গতিকে মণ্ডলবাবু বৰ্তমান গাঁৱৰ ভিতৰতে ধনীলোক। ডাঙৰ পুতেক পৱনে ডাক্তৰী পৰীক্ষা দি আহিছে। সৰুজনে ইঞ্জিনিয়াৰিং পঢ়ে। পৱনক বাপেক মাকে অতিপাত মৰম কৰে। সেইবাবে, তেওঁৰ কোনো কামতে হকাবাধা নকৰে। এই দুৰ্বলতাৰ চেলুলৈ পৱনে যি ইচ্ছা তাকে কৰি ফুৰে।

পিছদিনা আবেলি পৱন সত্যহঁতৰ ঘৰলৈ আহিল। তেওঁ অহাত সত্যৰ মাকে বৰ আনন্দ পালে আৰু আথে-বেথে গৈ তেওঁক আগবঢ়াই আনিলে। মূঢ়াটোত বহিব দি কাষতে এখন পীৰা পাৰি বহি তেওঁ ক'লে। — "বোপা বৰ জ্ঞানী ল'ৰা। আমাৰ দৰে নিঃকিন গৰীবৰ ঘৰলৈকো আহিবলৈ হেলা নকৰে। তুমি যে আমাৰ দৰে দুখীয়া ভিকহুৰ ঘৰলৈও আহিব পাৰা, মই ভবাই নাছিলোঁ, বোপা।"

হাঁহি মাৰি পৱনে ক'লে "আমি ডাক্তৰ মানুহ জেঠী; গতিকে ধনী-দুখীয়া চালে নহয়। আমি চাব লাগে বেমাৰীৰ ফালেহে। আমাৰ মনত সকলো সমান। বেমাৰী বুলিলে আমাৰ মনত সকলো একে। সেইবাবে সকলো মানুহকে আমি জানিব লাগে।"

"হয় বোপা, চিকিৎসকৰ মনত সকলো বেমাৰী সমান যেন জ্ঞান হ'ব লাগে। পিছে আমাৰ বেছিভাগ চিকিৎসকে তেনে বুলি নাভাবে। তেওঁলোক ধনী মানুহৰ

ঘৰলৈ যায় বেছি টকা পোৱাৰ আশাত; গৰিবৰ ঘৰলৈ নাহে। টকাৰ বাবে ধনীৰ ঘৰলৈ তৎক্ষণাৎ যায় সাধাৰণ বেমাৰী হ'লেও, আৰু টান বেমাৰী থাকিলেও দুখীয়াৰ ঘাৰলৈ যাবলৈ হেলা কৰে টকা নাপাব বুলি ভাবি।"

"সেইটো ভুল জেঠী। চিকিৎসকৰ মনত সকলো সমান হ'ব লাগে।"

"হয় বোপা। বাৰু তুমি বহা বোপা, মই তামোল আনো।" এই বুলি কৈ তেওঁ তামোল আনিবলৈ যায়। এই ছেগতে পৱনে এবাৰ সত্য আছেনে নাই নিৰীক্ষণ কৰে। কিছু সময়ৰ পিছত সত্যৰ মাকে তামোলৰ বটাটো আনি ডাক্তৰৰ আগত থয় আৰু তামোল কাটিব ধৰে। তামোল কাটি থাকোঁতে তেওঁ কয় —"মোৰ আজি দুবছৰে পিত্তৰ বিষটো নুগুচিল বোপা। আজি তোমাক দেখুৱাব পাৰিলে ভাল হয়।"

তেনেকৈ কোৱাৰ পিছত তামোল কাটি ডাক্তৰক খাবলৈ দিয়ে। "খোৱা বোপা।"

পৱনে তামোল খায়। কয় —"ভাল হ'ব জেঠী। একো চিন্তা নকৰিব। মই চিকিৎসা কৰি ভাল কৰি দিম।"

"তোমালোকৰ দৰে গাঁৱৰ ল'ৰাই যদি আমাৰ দৰে গৰিবক চিকিৎসা নকৰা তেন্তে কোনে কৰিব বোপা? বেলেগ ডাক্তৰ আনি চিকিৎসা কৰিবলৈ টকা ক'ত পাম বোপা?"

"টকা মোক নালাগে জেঠী। মই বিনা পইচাই চিকিৎসা কৰিম। দুখীয়া মানুহৰ মই টকা নলওঁ।"

"তুমি কিছুদিন থাকিবানে বোপা?"

"থাকিম। পৰীক্ষাৰ খবৰ নোলায়মানে আছোঁ। খবৰ ওলালে যদি পাচ কৰোঁ তেন্তে চাকৰি বিচাৰি যাম।"

"তুমি পাচো কৰিবা আৰু চাকৰিও পাবা বোপা, কোনো চিন্তা নাই।"

"আশীৰ্বাদ কৰক জেঠী।" মুখত তামোল ভৰাই চোবাই চোবাই কয় পৱনে।

এনেকৈ নানা কথা হৈ সত্যৰ মাকে শেষত পৱনক বেমাৰৰ লক্ষণবোৰ কয়। পৱনে তেওঁৰ পেট পৰীক্ষা কৰে। বহু সময় চাইচিতি উঠি পৱনে কয় —"বিশেষ একো হোৱা নাই জেঠী। লিভাৰৰ দোষ হৈছে। অতি সোনকালে ভাল হৈ যাব। ভয় নকৰিব। কালি মই আহি ঔষধ দি যাম।"

"ভাল বোপা?"

"তেন্তে এতিয়া মই উঠোঁহে জেঠী।"

"ৰ'বা, ক'লৈ যোৱা? যদি ঘিণ নকৰা তেন্তে অলপ চাহ খোৱা।"

"আমি কাকো ঘৃণা নকৰো জেঠী। পিছে মিছাকৈ মোৰ বাবে জুলুম হ'ব নেলাগে"

"একো জুলুম নহয় বোপা, তৎক্ষণাৎ হ'ব। তুমি অলপ বহা।"

এনেকৈ কৈ তেওঁ উঠি গ'ল, আৰু জীয়েকক মাতিলে —"আই সত্য।"

"কি মা।" সত্যই বাৰীৰ পাচফালৰ পৰা মাত দিয়ে।

"আহচোন, পৱন ককায়েৰা আহিছে, চিনা-পৰিচয় হহি।"

"গৈছোঁ মা।" তাই পাচলি-বাৰীৰপৰা ওলাই আহে। তাই কিবাকিবি তৰকাৰী তুলি আছিল; মাকৰ মাত শুনি ওলাই আহিল, খৰাহিত জিকা আৰু ভেণ্ডী কেইটামান লৈ। চোতাল পাই দেখে যে ডাক্তৰী পৰীক্ষা দি অহা পৱন চৌধুৰী চোতালত বহি আছে। তাই খৰাহিটো কাষত লৈ আহি তেওঁৰ সমুখ পোৱাত লাজ লাজ লাগিল। লাজৰ হাঁহি এটা মাৰি ডাক্তৰৰ ফালে চাই তাই ভিতৰ সোমাই গ'ল। যাওঁতে তাইলৈ কেৰাহিকৈ চাই পৱনে এটা মধুৰ মিচিকিয়া হাঁহি মাৰি দিলে। তাই ঘৰৰ ভিতৰত সোমালত মাকক লগ পালে মজিয়াতে। মাকে ক'লে —"তই পৱন বোপাক চিনা নাই? আমাৰ মণ্ডল বাবুৰ ডাঙৰ ল'ৰা। এইবাৰ ডাক্তৰী পৰীক্ষা দি আহিছে। মোৰ অসুখটো দেখুৱাবৰ বাবে মাতি পঠাইছিলোঁ। বাছাই দয়া কৰি আহি চালে। কালিলৈ ঔষধ দিব। তই অলপ দেখা কৰি চিনা-পৰিচয় হৈ আহগৈ। মণ্ডলবাবু পিতেৰাৰ বৰ বন্ধু আছিল; আমাৰ পৰম মিত্ৰ। যাচোন এবাৰ মাত দেগৈ।"

"বাৰু গৈছো মা।" তাই জিকাৰ খৰাহিটো লৈ চোতাললৈ ওলাই আহে আৰু লাজ কৰি ডাক্তৰৰ আগত থিয় হৈ হাঁহি মাৰি কয় —"আপুনি মোক চিনি নাপায়; কিন্তু আমি হ'লে আপোনাক চিনি পাওঁ।"

"মোক তুমি চিনি পোৱা?"

"হয়। আপোনাক আমি চিনো।"

ডাক্তৰে তাইৰ ধুনীয়া লাৱণী মুখখনিলৈ চাই মিচিকিয়া হাঁহি মাৰি কয় — "তোমাৰ নাম কি?

"শ্ৰীমতী সত্যপ্ৰভা হাজৰিকা।"

"তুমি কোন শ্ৰেণীত পঢ়া?"

"দশম শ্ৰেণীতে পঢ়ো।"

এনেতে মাকে ওলাই আহি ক'লে —"পঢ়ামনো কেনেকৈ বোপা। হাইস্কুলত

পঢ়োৱা মুখৰ কথা নহয়। অনুন্নত সম্প্ৰদায়ৰ ছোৱালী বুলি মাছুলখিনি মাফ দিছে যদিও কিতাপ-পত্ৰ, কানি-কাপোৰতে বহুত টকা লাগে। তাই নিজে কাপোৰ বই-কাটি লৈছে বাবেহে কোনোমতে চলিছোঁ।"

"বৰ ভাল পালোঁ জেঠী সত্যই নিজে কাপোৰ ব'ব জনা বুলি শুনি। আমি অসমীয়া মানুহ। আমাৰ প্ৰত্যেক ছোৱালী আৰু তিৰোতাই কাপোৰ ব'ব জানে আৰু বয়। ক'ব গ'লে আমাক তাঁতীৰ জাতি বুলিব পাৰি। কাপোৰ ব'ব জনাত মই বৰ সুখী হ'লোঁ। বাৰু ভাল ধুতি ব'ব পাৰানে সত্য?"

তাই লাজ লাজ কৰি হাঁহি মাৰি ক'লে —"এক ৰকম পাৰোঁ।"

মাকে ওলাই আহি ক'লে —"ভাল ভাল কাপোৰ ব'ব পাৰে তাই। বোৱা-কটাত বৰ ভাল বোপা। বহুত কাপোৰ বই তাই বেচিছে।"

"বৰ ভাল হৈছে।"

এনেতে মাকে মাত লগালে —"যা সত্য, ককায়েৰাৰ বাবে চাহ একাপ কৰি আনগৈ। মই জুহালত জুই জ্বলাই আহিছো।"

"নালাগে জেঠী, গধূলি পৰত মই কষ্ট দিব নোখোজোঁ।"— বৰ আপোনভাৱে মৰমতে কয় ডাক্টৰে।

সত্যই কৈ উঠে —"কষ্ট দিলে যে কেতিয়াবা বিনা পইচাই চিকিৎসা কৰিব লাগিব মা তাৰে ভয়তে চাহ নাখায়।" — তাই মিচিকিয়া হাঁহি মাৰি কৈয়ে আঁতৰি ঘৰলৈ যায়। ডাক্টৰে হাঁহি হাঁহি উত্তৰ দিয়ে — "তুমি সাংঘাতিক চালাক সত্য। বাৰু যোৱা, সোনকালে কৰিবা। গধূলি হৈ আহিল, যাব লাগে।"

সত্যই চাহ কৰিবলৈ ভিতৰলৈ যায়। মাকে আৰু ডাক্টৰে কথা পাতে। এনেতে পুতেক শৰতো আহি ওলায় আৰু মাকৰ ওচৰত থিয় হৈ ডাক্টৰৰ ফালে চাই থাকে ভয়ে ভয়ে। মাকে তাক কাষলৈ টানি আনি কয় —"ইয়ে মোৰ ল'ৰা বোপা শৰত।" তাৰ পিছত শৰতক কয় —"এওঁ আমাৰ মণ্ডলবাবুৰ ল'ৰা, ডাক্টৰ। তোৰ ককায়েৰা হয়। নমস্কাৰ কৰ। শৰতে ভয় আৰু লাজত হাত দুখন লগ কৰি নমস্কাৰ কৰে। তাকে দেখি শৰতে তাক আদৰ কৰি নিজৰ কাষলৈ টানি নিয়ে আৰু হাঁহি মাৰি সোধে —"তোমাৰ নাম কি ভাইটি?"

"মোৰ নাম শ্ৰীশৰৎচন্দ্ৰ হাজৰিকা।"

"তুমি কোন শ্ৰেণীত পঢ়া?"

"চতুৰ্থ শ্ৰেণীত পঢ়োঁ।"

তাৰ পিছত সি কি খেলা ভাল পায়, কি খেলা বেছিকৈ খেলে, কি কাম ভাল পায়, ক'লৈ ফুৰিবলৈ যায়, কি বস্তু খায় ইত্যাদি কথা সুধি তাৰ লগত পৱন বৰ আপোন হৈ পৰে। পৱনৰ এনে সৰবৰহী গুণ, প্ৰাণখোলা হাঁহি আৰু আপোন ভাৱৰ ব্যৱহাৰৰ বাবে সত্যৰ মাক মুগ্ধ হৈ যায়। তেওঁ মৰমেৰে কয় —"তুমি মাজে মাজে এনেকৈ আমাৰ ভগা পঁজাটোলৈ আহিবাচোন বোপা; পুৰণি বন্ধুত্বৰ চিন ৰক। পিতাক থাকোঁতে আমাৰ আৰু তোমালোকৰ ঘৰৰ ভিতৰত কিমান অহা-যোৱা আছিল? কিমান সৌহাৰ্দ্য আছিল! আজি আৰু সেই কথা মনত পৰিলে মোৰ চকুলো ওলায়। আজিও তোমাৰ পিতেৰা মায়েৰাই মোক বৰ মৰম কৰে। লাগ বুলিলে ধানদোন, টকাটো দিয়ে। আমি দুখীয়া কাৰণে কোনেও খবৰ, নলয়, বন্ধু-বান্ধৱ বিলাকে আজিকালি অহা-যোৱা এৰি দিছে, আনকি কিছুমানেতো নিচিনা ভাওকে ধৰে কিবা খুজিম বুলি ভাবি। পিতাক থাকোঁতে কিমান মানুহে মোৰ ঘৰত খাই গৈছিল তাৰ লেখ নাই; আজি আৰু সেইবোৰ মানুহে আমাক নিচিনাই হ'ল। সিহঁত ধনী হ'ল, ডাঙৰমানুহ হ'ল; গতিকে আমাক পিঠি দিলে। তুমি মণ্ডলবাবুৰ ল'ৰা। মণ্ডলে অৱশ্যে আজিও মোক এৰা নাই। পিতেৰা বৰ ভাল মানুহ। ভালৰ সন্তান ভাল হ'বই। তুমি এনেকৈ মাজে মাজে আহি থাকিলে আমি বৰ আনন্দ পাম।" তেওঁ গভীৰ ক্ষোভ আৰু বেদনাত যেন কয়। ডাক্তৰে শৰতক সাৱটি ধৰি থাকিয়ে উত্তৰ দিয়ে, "আহিম জেঠী। সময় পালে আহিমেই নিশ্চয়। মানুহৰ ঘৰলৈ অহাত মোৰ হেলা নাই, কাৰণ আমি চিকিৎসক মানুহ, বেমাৰী চাই ঘৰে ঘৰে ফুৰিবই লাগিব। তাৰ উপৰি আপোনালোক আমাৰ পুৰণি পৰিচিত লোক। আহিমেই।"

"আহি থাকিলে বৰ সুখ পাম বোপা।"

এনেতে চাহ লৈ বাহিৰ ওলাই আহিল সত্যপ্ৰভা। তাই চাহৰ কাপ আনি মাক আৰু পৱনৰ আগত দি ক'লে —"চাহ খাওক।" তাৰ পিছত শৰতক কয়— "তই ঘৰটোল ব'ল শৰত।"

"ইয়াতে আনি দিয়া সত্য, ভাইটিয়েও আমাৰ লগতে খাওক" পৱনে কয়। আদেশ মতে সত্যাই চাহৰ কাপ এটা আনি শৰতৰ আগতো দিয়ে। তেওঁলোকে চাহ খাবলৈ ধৰে।

চাহ খাই উঠাৰ পিছত পৱনে সত্যৰ লগত দুই এটা কথা পাতে। তাৰ ব্যৱহাৰত

মৰম-আকলুৱা সত্যপ্ৰভা পমি যোৱা যেন হ'ল। সৰল সহজভাৱে। তাই তেওঁৰ কথাবোৰৰ উত্তৰ দিয়ে। কি হাতৰ কাম জানে, কি খেলা জানে, মিটিঙত বক্তৃতা দিব পাৰে নে নোৱাৰে, কি কাম ভাল পায়, গান জানে নে নেজানে ইত্যাদি প্ৰশ্ন কৰে পৱনে আৰু তাৰ যথাযথ উত্তৰ দি যায় সত্যপ্ৰভাই। এনেভাৱে সত্যৰ লগত সেই সন্ধিয়া পৰিচিত হয় পৱন চৌধুৰীৰ।

মানুহৰ মনৰ গোপন বাসনা কৰ্মত প্ৰতিফলিত হয়।

এনেভাৱে প্ৰথম পৰিচয় হৈ যায় সত্যপ্ৰভাৰ লগত পৱন চৌধুৰীৰ এটা আত্মীয় ভাব আৰু পুৰণি বন্ধুত্বৰ অজুহাতত।

পিছদিনা আবেলি পৰত ডাক্তৰ গৈ উঠিল সত্যহঁতৰ ঘৰ। ডাক্তৰ গৈ পোৱাত মাক আৰু সত্যই বৰ আনন্দ প্ৰকাশ কৰি আগবঢ়াই নিয়ে। তেওঁক নি একেবাৰে ঘৰৰ ভিতৰত বহুৱালে। সত্যই নধৰ-নপৰ কৰি চাহ কৰিলে; মাকে আথেবেথৈকে তামোলৰ বটাখন আনি আগত দিলে। তাৰ পিছত মৰম কৰি ক'লে —"বৰ আনন্দ পালো বোপা, তুমি যে নিজে আহিছা।"

"মই সোনকালে যাব লাগে জেঠী, কাম আছে। কেৱল আপোনাৰ ঔষধখিনিৰ কাৰণেহে আহিছোঁ। নিয়ক এই ঔষধ।" তেওঁ কিবা ঔষধ উলিয়াই দিয়ে আৰু খোৱাৰ নিয়ম বুজাই দিয়ে। তাকে শুনি জুহালৰ কাষত বহি চাহ কৰি থকা সত্যই মাত দি উঠে —"মই ইমান ক'লো চিকিৎসা কৰিবলৈ, তথাপি মায়ে কেবেপকে নকৰে। ক্ৰমে ক্ৰমে বেমাৰ বেছি হৈ আহিছে। একো বাছি নাখায়; যি পায় তাকে খায়। খোৱালোৱা বস্তু কি কি খাব নালাগে কৈ যাওঁক আপুনি।" ডাক্তৰে হাঁহি মাৰি কয় —"একো ভয় নাই সত্য, ভাল হৈ যাব। পুৰণি বেমাৰ ভাল হোৱাত অলপ পলম হ'ব। টেঙা, বেছি তিতা, বৰ জ্বলা আৰু ভজা-পোৰা বস্তু খোৱা মানা। পিঠাগুৰি আৰু গুড়া সান্দহ নাখাব। বাকীবোৰ খাব পাৰিব। এই ঔষধে দুদিন যাব; তাৰ পিছত আকৌ মই ঔষধ দিম।"

এইবুলি কৈ পৱনে ঔষধখিনি সত্যৰ মাকৰ হাতত দিয়ে। ইতিমধ্যে চাহ চেকি সত্যই ডাক্তৰৰ আগত দিয়ে। মাকে ঔষধখিনি থ'বৰ বাবে ভিতৰলৈ উঠি যায়। এনেতে ডাক্তৰক সত্যই সোধে —"ইয়াৰ মূল্য কিমান লাগিব?"

ডাক্তৰে হাঁহি মাৰি কয় —"মই পাছ নকৰাকৈ ডাক্তৰী কৰিব নোৱাৰোঁ সত্য! এইবোৰ মই মেডিকেল কলেজৰ পৰা এনেয়ে অনা ঔষধ। ইয়াৰ মূল্য আকৌ কি?"

"হ'লেও, 'ভিজিট' নল'লেও ঔষধৰ মূল্যখিনিতো ল'ব লাগিব?" ডাক্টৰে হাঁহি মাৰি তাইৰ মুখলৈ চাই ক'লে, "মোৰ ঔষধৰ মূল্য তোমাৰ হাতেৰে তৈয়াৰী কৰা চাৰিকাপমান চাহ।" তেওঁ তাইৰ ফালে এনে দৃষ্টিৰে চায় যে সত্য লাজত পৰে। গাল মুখ ৰঙা হৈ উঠে। তাই লাহে লাহে আঁতৰি আহে। এনেতে ভিতৰৰ পৰা মাকে কৈ উঠে —"এৰা বোপা, আমি দুখীয়া মানুহৰ ওচৰত তুমি ঔষধৰ মূল্য কি পাবা; দুই চাৰি কাপ চাহ খায়ে উঠি যাব লাগিব। পইচা দিবৰ শক্তি মোৰ থাকিলে ইমান দিনে বেমাৰ চিকিৎসা নকৰাকৈ থাকোঁ নে?"

"আমি ঘৰৰ ল'ৰাকো পইচা দিব লাগে নে জেঠী? মোক পইচা নালাগে।"

সত্যই লাজ ঢাকিবৰ বাবে যেন দূৰৰ পৰা কৈ উঠে —"পইচা নোলোৱাকৈ চিকিৎসা, কৰিলে জানো চলিব?"

ডাক্টৰে উত্তৰ দিয়ে —"পইচা ল'ম। ঠাই বুজি কঠীয়া সিঁচিম। মিছাকৈ খুদ খাই পেট নষ্ট কৰিলে কি হ'ব? খাওঁতো ভালকৈ খাম। মাৰোঁতো বাঘ মাৰিম; শিয়াল মাৰি কি চিকাৰীৰ পৰিচয় দিম? টকা লোৱা ঠাই অনেক আছে। ধনী মানুহৰ পৰা ল'ম পাৰোমানে। তোমালোকৰ হৈয়ো ল'ম।"

ডাক্টৰৰ কথাত মাক আৰু সত্য দুয়ো হাঁহি দিলে। তেৰোঁ হাঁহিলে। এনেকৈ হাঁহি-ধেমালি কৰি চাহ-তাহ খাই পৱন চৌধুৰী যেতিয়া যাবলৈ উঠিল, তেতিয়া গধূলি হৈ আহিছে। সত্য আৰু মাকে পৱনক বাটলৈ আগবঢ়াই থয় আৰু আগলৈ আহিবৰ বাবে দঢ়াই দঢ়াই অনুৰোধ কৰে। সত্য আৰু মাকৰ আদৰ আপ্যায়নৰ দ্বাৰা আপ্যায়িত হৈ পৱন চৌধুৰী পৰম খুচি হৈ যায়।

এনেকৈ দিনে দিনে বেমাৰী চোৱাৰ চুতা কৰি পৱনে একোবাৰ সত্যহঁতৰ ঘৰলৈ যায় আৰু সত্যৰ লগত মধুৰ আলাপ কৰি মন শান্ত, চিত্ত প্ৰফুল্লিত কৰি আহে।

ঘহোঁতে ঘহোঁতে শিলো ক্ষয় হয়। দিনে দিনে স্ফূৰ্ত্তি তামাচা কৰোঁতে কৰোঁতে সত্যৰো মন বিচলিত হৈ আহিল। গাভৰু ছোৱালীৰ চঞ্চল মন যুৱক প্ৰয়াসী। তায়ো পৱনক ক্ৰমে ক্ৰমে ভালপাবলৈ আৰম্ভ কৰিলে। পৱনৰ ব্যৱহাৰ আৰু চিত্ত চাঞ্চল্যকৰ হাঁহিত তাইৰ মন মোহ গ'ল। ইফালে তাৰ ওপৰত বিশ্বাস কৰি মাকেও দুয়োকো অবাধে কথা-বতৰা হ'বলৈ দিয়ে। তেওঁ ভাবিছে যে উচ্চ জাতিৰ কথা, কলিতা জাতিৰ ল'ৰা, তাতে শিক্ষিত — উচ্চ শিক্ষিত গতিকে তেনে ল'ৰাই নীচ জাতিৰ অলপ শিক্ষাৰ ছোৱালী এজনীৰ ওপৰত কিয় বেয়া চকু কৰিব? চকোৱাৰ চকু

আকাশৰ পানীতহে, মাটিৰ খাল-বিলৰ পানীত তাৰ মন নাযায়।' গতিকে মাকে একো সন্দেহ নকৰে ডাক্টৰক; আৰু বাধা নকৰে সিহঁত দুয়োকে ৰং-ধেমালি কৰিলে। তেওঁতো বুজা নাই যে শগুন যিমানে ওপৰলৈ নুঠক তাৰ চকু মৰা শত। সি মাংসাহাৰী শগুণ। তাকো কেঁচা মঙহ লাগে। ছোৱালীৰ কেঁচা মঙহৰ দেহ তাক উপভোগ কৰিব লাগে। প্ৰবৃত্তিৰ জ্বালা দুৰ্ণিবাৰ।

এনেভাৱে কিছুদিন যোৱাৰ পিছত পৱনৰ কথা গাঁৱত ৰাষ্ট্ৰ হৈ পৰিল। ইকাণ সিকাণ হৈ কথাবোৰ গৈ পৱনৰ বাপেকৰ কাণত পৰিল। এদিন বাপেকে পৱনক ধমক দিলে। সত্যহঁতৰ তালৈ যাবলৈ মানা কৰি দিলে। ধমক খাই পৱনে কিছুদিন যোৱা বন্ধ কৰি দিলে। ইফালে সি নোযোৱাত সত্য আৰু মাকে বৰ দুখ কৰিলে। দুয়োৰো মন মৰি গ'ল।

হঠাৎ পৱনৰ পৰীক্ষাৰ খবৰ আহিল। তেওঁ ভাল ৰকমে পাছ কৰিছে। ঘৰখনত আনন্দৰ বোল উঠিল। গাঁওখনতো সকলোৱে তেওঁক প্ৰশংসা কৰিব ধৰিলে, কাৰণ গাঁৱৰ ভিতৰত সিয়ে বৰ্তমান ডাক্টৰী পাছ কৰা ল'ৰা। পৰীক্ষাত পাছ কৰাৰ পাছত সকলো দোষ যেন মাৰ গ'ল; আনকি কিছুমান দোষকো গুণ বুলিহে মানুহে অভিহিত কৰিলে। মাক-বাপেকেও সকলো দোষ ক্ষমা কৰিলে। নানা বদ্‌নাম সদ্‌নাম নাইকিয়া হৈ পৱন এজন ভাল চৰিত্ৰবান ল'ৰাৰ লিষ্টত পৰিল। এনেয়ে ধনী মানুহৰ ল'ৰা, তাতে ডাক্টৰ। ছোৱালীৰ অভিভাৱকসকল জাকে জাকে আহিল পৱনৰ ওচৰলৈ; পিতাক মাকৰ ওচৰলৈ। পিতাক কিন্তু এলাপেচা লোক নহয়। কাকো কথা নিদিলে তেওঁ ক'লে যে — সম্প্ৰতি বিয়া নাপাতো। আগেয়ে তাৰ চাকৰি যোগাৰ হওক। ক'বতো নোৱাৰি, কিজানি কোনোবা মন্ত্ৰী-চন্ত্ৰীৰ অঙহী-বঙহীকে বিয়া কৰাব লগা হয় চাকৰিৰ বাবে। আজি-কালি চাকৰিৰ বাবে যেনে খাতিৰ-বাতিৰ লগা হৈছে; একো ঠিক নাই। সেইবাবে মণ্ডলবাবুৱে কাকো একো কথা নিদিলে।

পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ আৰু ঘৰ-বাহিৰ সকলোতে প্ৰশংসা পাই পৱনৰ উদণ্ড মন আৰু উদণ্ড হৈ পৰিল। এইবাৰ তেওঁলোকৰ বদ্‌নাম-সদ্‌নামবোৰ কেৰেপকে নকৰা হ'ল। তেওঁৰ সাহস হ'ল যে এতিয়া সত্যহঁতৰ তালৈ গ'লে পিতাকে একো নক'ব। গতিকে এবাৰ সত্যহঁতৰ ঘৰলৈ যোৱা বেয়া নহয়।

পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত হঠাত এদিন গৈ ডাক্তৰ পৱন চৌধুৰী সত্যপ্ৰভাহঁতৰ ঘৰ উঠিল। তেওঁ যোৱা দেখি সত্য আৰু মাকে যেন হাততে স্বৰ্গ

ঢুকি পালে। বৰ আদৰ কৰি নি মজিয়াত বহুৱাই কুশল-বাৰ্ত্তা সুধিলে। তেওঁ নহাৰ কাৰণ সত্য আৰু মাকে জানে। গতিকে তেওঁক সেই বিষয়ে একো নুসুধি আগতকৈও বেছি মৰম কৰিলে। পৰীক্ষাত পাছ কৰাৰ বাবে যে তেওঁলোক কিমান সুখী, সত্যই কিমান আনন্দ কৰিছে এইবোৰ কথা এটি এটি কৰি মাকে কৈ গ'ল— পৰৱনে হাঁহি মাৰি শলাগিলে। তাৰ পিছত সত্যই খৰধৰ কৰি চাহ আনি তেওঁৰ আগত দিলে। চাহ খাই উঠাৰ পিছত সত্যৰ মাকে সুধিলে, "চাকৰি পালে বোপা ক'ত থাকিবা?"

"য'ত চৰকাৰে থাকিবলৈ দিয়ে।" তেওঁ উত্তৰ দিয়ে।

"আমালৈ কিন্তু নাপাহৰিবা।" হাঁহি কয় সত্যৰ মাকে।

"আপোনালোকক পাহৰিব নোৱাৰোঁ জেঠী।"

"ময়ো তাকে কামনা কৰোঁ বোপা। আমি গৰিব দুখীক তোমালোকে অলপ দয়া নকৰিলে কোনে কৰিব?"

"বাৰু, আপোনাৰ অসুখটো কমিছেনে?"

"কমিছে বোপা। বৰ উপকাৰ কৰিলা মোৰ। মোক ৰক্ষা কৰিলা। আজি বহুদিন সেই বিষটো নাই। গাটোও ভাল পাইছোঁ।"

"শুনি সুখী হ'লো জেঠী।"

অলপ তলকা মৰাৰ পিছত তেওঁ ক'লে —"মই ছাগলীজনী পথাৰৰ পৰা লৈ আহোঁ; তুমি অলপ বহা বোপা।"

"বাৰু।"

সত্যৰ মাক যায়। পৰৱনে পেটে পেটে ভাল পালে। সত্য ঘৰৰ ভিতৰতে আছিল। পৰৱনে বাৰাণ্ডাৰ চেয়াৰত বহিলগৈ আৰু মাতিলে —"তুমি ঘৰৰ পৰা ওলাই নাহা কিয় সত্য? কি কৰিছা?"

তাই ঘৰৰ পৰা ওলাই আহি হাঁহি মাৰি ক'লে —"একো কৰা নাই।"

তাই তেওঁৰ ফালে চায়। তেওঁ তাইৰ চকুলৈ চাই, মিচিকৈ হাঁহি মাৰি দি কয় —"তুমি ইমান ধুনীয়া হৈছা সত্য? বাঃ ধুনীয়া তোমাৰ চুলিকোছা। তুমি কি তেল ব্যৱহাৰ কৰা?"

"নাৰিকলৰ তেল। আমি দুখীয়া মানুহ; ভাল তেল ক'ত পাম?"

"তুমি ধনৰ দুখীয়া হ'লেও ৰূপৰ দুখীয়া নহয় সত্য। সৌন্দৰ্যৰ ক্ষেত্ৰত তুমি ধনী।"

"ইহ্! তাই লাজতে হাঁহি মাৰি দুৱাৰৰ আঁৰ হয়। পৱনে থিয় হৈ তাইৰ হাতখনত ধৰি টানি আনি কয় —

"লাজ কৰিছা কিয়? তুমি শিক্ষিতা ছোৱালী হৈ ইমান লাজ কৰানে? চাওঁ আহাচোন।"

তাইক টানি বাৰাণ্ডাত থয়। তাৰ পিছত কথা আৰম্ভ কৰে।

"তুমি এইবাৰ টেনত পঢ়িছা?"

"হয়।"

"ভালকৈ পঢ়া। মেট্ৰিক পৰীক্ষা সহজ নহয়।" গহীনভাৱে কয় পৱনে। তাই নীৰৱে শুনে।

এনেতে মাকে ছাগলীজনী লৈ আহে। দুয়োৰে কথা হৈ থকা দেখি একো নামাতি ছাগলীজনী বান্ধি থ'লেগৈ। তাৰ পিছত আহি কথা আৰম্ভ কৰিলে। কথা-বতৰা কৈ চাহ খাই পৱনে শেষত যাবলৈ উঠিল। মাক আৰু সত্যই বৰ আদৰ-সন্মান কৰি বিদায় দিলে।

এনেকৈয়ে পুনৰ আৰম্ভ হ'ল পৱনৰ অহা-যোৱা।

এদিন আবেলি পৱনে সত্যহঁতৰ ঘৰত বহি মেল কৰি থাকোঁতে মাকে সত্যৰ লগত কথা হ'বলৈ দি নিজে বাৰীৰ শাক-পাচলি তুলিবলৈ গ'ল। এনে এটা সুযোগ পাই পৱনে সত্যৰ লগত বেছ আলাপ আৰম্ভ কৰি দিলে।

"তোমাৰ পৰীক্ষা গ'লেই বিয়া পাতিব লাগিব সত্য।"

"নহয়। আপোনাৰ বিয়াখন হে আগেয়ে খাম বুলি ভাবিছোঁ। এইবাৰ আপোনাৰ বিয়াখন খাব পাৰিম।

"কন্যা নোহোৱাকৈ বিয়া হয়নে? মোৰ কপালত কন্যাই মিলা নাই। বিধাতাই বোধহয় মোৰ বিয়োৰ কৰি থৈছে?"

হাঁহি মাৰি কয় সত্যই, "ইমান কথা ক'ব জানে ডাক্টৰ ককাইদেৱে। ইমানবোৰ ছোৱালী আছে, তেনেস্থলত বোলে এজনী ছোৱালীয়ে নাপায়।"

"বাটেৰে গ'লে বহুত ছোৱালী লগ পোৱা যায় আৰু ঘৰলৈ গ'লেও বাপেকহঁতে দৰা বিচাৰি হায়ৰাণ হোৱা বুলি কয়, পিছে নিজৰ ভাগত হ'লে এজনীও নিমিলে। এবুকু পানীত পৰিও পানী খাবলৈ নোপোৱা টেণ্টেলাছৰ দৰে ইমানবোৰ ছোৱালীৰ

মাজত থাকিও মোৰ ভাগ্যত ছোৱালী নিমিলে। বৰ দুখৰ কথা সত্য।"

"আপুনি বৰ কথা ক'ব জানে। আপোনাক বোধহয় বৰ শিক্ষিতা আৰু বৰ ভাল ছোৱালী লাগে, সেই দেখি এইবিলাক ছোৱালীক বিয়া নকৰায়।"

"নহয়। মই সিমান ভাল ছোৱালী বিচৰা নাই।"

"তেনেহ'লে আমাৰ গাঁৱতে দেখোঁ কিমান ছোৱালী আছে?"

"আমাৰ জাতিৰ ভিতৰত নাই! তোমালোকৰ জাতিৰ ভিতৰত হ'লে মোৰ পছন্দৰ ছোৱালী আছে?"

"কোন আছে?" তাই হাঁহি সোধে।

"তুমি নো নজনাকৈ আছানে?"

তাই তলমুৱা হৈ ৰঙা পৰি উঠে আৰু কয় — "ছিঃ, কি কথা কয়।"

"সেই বাবেই কৈছোঁ যে মোৰ বিয়া নহয়। মই যাক ভাল পাওঁ তেওঁ মোক ভাল নাপায়। এজাক ছোৱালী থাকিলে কি হ'ব যদি এজনী ছোৱালীয়েও ভাল নাপায়?"

"ঠাট্টা নহয়; সঁচাকৈ কৈছোঁ?"

"আপুনি অনুন্নত সম্প্ৰদায়ৰ ছোৱালী বিয়া কৰাব? আমাৰ মাছমৰীয়াৰ ছোৱালী বিয়া কৰাবলৈ আপোনাৰ জাতিৰ মানুহে কিয় দিব? আপোনাৰ মাক-পিতাকে বাৰু কিয় দিব?"

"আজি-কালি জাতিভেদ প্ৰথা উঠি গৈছে সত্য। দেখা নাই কিমান বামুণৰ ল'ৰাই মাছমৰীয়াৰ ছোৱালী বিয়া কৰাইছে? 'ইন্টাৰকাষ্ট মেৰেজ' অৰ্থাৎ অসবৰ্ণ বিবাহ প্ৰথা আগতেও হিন্দু সমাজত আছিল। প্ৰমাণ, অনুলোম আৰু প্ৰতিলোম বিবাহ। উচ্চ জাতিৰ ল'ৰাই নীচ-জাতিৰ ছোৱালী বিয়া কৰাকে অনুলোম বিবাহ বোলে। এই বিবাহ বৰ ভাল, শাস্ত্ৰসন্মত। কিছু নীচ জাতিৰ ল'ৰাই উচ্চ জাতিৰ ছোৱালী বিয়া কৰাকে প্ৰতিলোম বিবাহ বোলে। ই ভাল নহয় — ইয়াতে বৰ্ণ সংকৰৰ সৃষ্টি হয়। গতিকে আমি তোমালোকৰ জাতিৰ ছোৱালী বিয়া কৰালে অনুলোম বিবাহ হ'ব আৰু ই বৰ মংগলদায়ক বিবাহ হয়।"

"সঁচাকৈ তেনে ব্যৱস্থা আছে হিন্দু ধৰ্মত?"

"আছে।"

"তেনেহ'লে কৰাওক বিয়া।"

"মই কৰাম বুলিলে হ'বনে, যদি আন পক্ষই মত নিদিয়ে? গতিকে ভাবিছোঁ মোৰ ভাগ্যত নাই।।"

"বাৰু কওকচোন কাৰ কথা কৈছে? কিজানি মই সুধিবই পাৰোঁ?"

"বাৰু কোৱাচোন তোমাকে যদি কোনো উচ্চজাতিৰ ঘৰত বিয়া দিয়া হয় তেতিয়া তোমাৰ কিবা আপত্তি থাকিব নেকি?"

"মোৰ ইচ্ছা থাকিলেই হ'বনে যদি ভাগ্যত নাই?"

"ভাগ্যত আছে তুমি মন কৰিলে।"

এইবাৰ তাই জব্দ হ'ল। গা জিকাৰ খাই উঠিল। ৰঙা-চিঙা পৰি তলমূৰা হৈ ক'লে —"এৰি পেলাওক এইবোৰ কথা। অন্য কথা কওক।"

"অন্য কথা কি ক'ম সত্য? তুমি এতিয়াও মোক নুবুজিলা।" তাই লাজ, আনন্দ আৰু আবেগত থৰথৰে কঁপি উঠিল। একো ক'ব নোৱাৰি থিয় হৈ থাকিল। তাইৰ এনে 'মৌনং সম্মতি লক্ষণম্' অবস্থা বুজি পৱনে ওচৰলৈ আহি তাইৰ মূৰত হাত ফুৰাই মৰম কৰি গালতে এটা চুমা খাই কাণৰ কাষত ক'লে —"তোমাক মই বৰ ভালপাওঁ সত্য। তোমাকে মই বিয়া...।" তাই নিশ্চলভাৱে থিয় হৈ থাকে। পৱনে এবাৰ চাৰিওফালে চাই কোনো নোহোৱা যেন দেখি তাইৰ মূৰটো বুকুৰ মাজত সাবটি লৈ আকৌ ওঁঠ দুটিত এটা চুমা খালে। তাইৰ এই কুমাৰী জীৱনত প্ৰথম পুৰুষৰ স্পৰ্শই শিহঁৰণ আৰু পুলকৰ সঞ্চাৰ কৰিলে।

তাই নীৰৱে তেওঁৰ হাতত নিজক এৰি দিলে। এনেতে মাক অহা শব্দ পালে। তাই তেওঁৰ বুকুৰ মাজৰপৰা আঁতৰি গ'ল। এনেকৈয়ে তাই লাভ কৰিলে প্ৰথম পুৰুষৰ স্পৰ্শ।

মাক আহি পৱনৰ ওচৰত বহি তিয়ঁহ এটা কাটি খাবলৈ দিলে—"খোৱা বোপা, নতুন গছৰ তিয়ঁহ। তোমাক আৰু কি দিম! ইয়াকে খোৱা।"

পৱনে তিয়ঁহ খালে। তিয়ঁহ খাই উঠি পৱন যাবলৈ উঠিল। মনত অসীম তৃপ্তি। আনফালে সত্যৰ মনত? আনন্দ আৰু সন্দেহ, বিশ্বাস আৰু অবিশ্বাসে একেলগে খেলা কৰিছে। পৱন উঠিল। মাকে আগবঢ়াই থ'লে; সত্যই দুৰত দুৱাৰ মুখত বৈ থাকিল।

এনেভাৱে কিছুদিন নিবিড় ঘনিষ্ঠভাৱে অহা-যোৱা কৰি কথা-বতৰা হৈ সংসাৰৰ একো আওভাও নোপোৱা সৰলা বালিকা সত্যপ্ৰভাৰ মন হৰণ কৰি ডাক্তৰে তাইক

নিজৰ ইচ্ছাৰ অধীনলৈ আনিলে। ক্ৰমে ক্ৰমে দুয়োৰো আকৰ্ষণ বাঢ়ি আহিল। লাহে লাহে দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰি টকা-পইচা আদি দি মাক-জীয়েক দুয়োৰো মন মুহি পেলালে ডাক্তৰে।

এদিন হঠাতে সত্যই ভুল কৰি পেলালে। পৱনৰ একান্ত অনুৰোধ আৰু ভৱিষ্যৎ প্ৰতিশ্ৰুতিত বিশ্বাস কৰি নাৰী জীৱনৰ প্ৰথম আৰু প্ৰধান বস্তু পৱনক দান কৰিলে। সিদিনাৰ পৰাই পৱনে তাইক নিজৰ স্ত্ৰীৰ দৰে ব্যৱহাৰ কৰিব ধৰিলে। তায়ো এওঁৰ চালাকি ধৰিব নোৱাৰি নিজক তেওঁৰ খেলাৰ পুতলা কৰি এৰি দিলে।

এনেভাৱে চলিল বহুদিন।

হঠাৎ এদিন খবৰ আহিল যে পৱনে চাকৰি পালে মংগলদৈত। পৱনহঁতৰ ঘৰখনত উলহ-মালহ লাগি পৰিল। পৱনৰ মনতো আনন্দ লাগিল। চৰকাৰী চাকৰি। চাকৰি কৰিবলৈ যাৰ মন, তেনে মানুহে চৰকাৰী চাকৰি পালে ৰজাই ৰাজ্য জয় কৰাৰ দৰে আনন্দ লাভ কৰে। পৱন সেই শ্ৰেণীৰ লোক। গতিকে তেওঁৰ মনত কিমান আনন্দ লাগিব পাৰে সি সহজে অনুমেয়। তেওঁৰ এই আনন্দত যোগ দিলে তেওঁৰে প্ৰেয়সী সত্যপ্ৰভা হাজৰিকাই। লগতে তাইৰ মাকেই ইয়াত অংশগ্ৰহণ কৰিলে। সত্যপ্ৰভাই অনুভৱ কৰিলে যেন সিদিনাৰ পৰা তাই ডাক্তৰণী হৈ গ'ল। ডাক্তৰৰ ঘৈণী হ'লে ডাক্তৰণী 'মাষ্টৰৰ ঘৈণী', হ'লে মাষ্টৰণী বুলি লোকে মাতে; ইফালে ডাক্তৰণীয়ে ডাক্তৰৰ "ড" আৰু মাষ্টৰণীয়ে মাষ্টৰৰ "ম"টোকে নাজানক তাত আপত্তি নাই।

কেইদিনমান পিছত যেতিয়া পৱন চাকৰিত ভৰ্তি হ'বৰ বাবে যাবলৈ ওলাল তেতিয়া ঘৰখনত যেন নিৰানন্দৰ বতাহ এচাটিয়ে কোবাই গ'ল। ম্ৰিয়মান হৈ পুতেকক আশীৰ্বাদ কৰি বিদায় দিলে। স্বাভাৱিকতে ঘৰৰ ল'ৰা বিদেশত চাকৰি কৰিব গ'লে মাক-বাপেকৰ দুখ লাগে। ঘৰখন শুদা শুদা যেন হয়।

সত্যহঁতৰ তালৈ যেতিয়া বিদায় ল'বৰ বাবে ডাক্তৰ আহিছিল তেতিয়া তেওঁৰ মনটোও উৰুঙা উৰুঙা লাগিছিল। সত্যৰ মাকে আশীৰ্বাদ দি বিদায় দিলে আৰু ক'লে —"যোৱা বোপা, ভগৱানে তোমাৰ মংগল কৰক; কিন্তু এই অভাগিনী জেঠীয়েৰাজনীলৈ যেন নাপাহৰা। তুমি যাবলৈ ওলোৱাত মোৰ এটা নিজৰ ল'ৰা যোৱা যেন দুখ লাগিছে।"

"দুখ নকৰিব জেঠী; মই আহি থাকিম আৰু চিঠি পত্ৰ দি থাকিম।"

তাৰ পিছত সত্যৰ ওচৰলৈ যোৱাত সত্যই ভৰিত ধৰি সেৱা কৰি ক'লে, "যাওক।

ভগৱানে আপোনাৰ মংগল কৰক।” তাৰ পিছত তাই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে যাতে তেওঁক কুশলে ৰাখে। তাইৰ মনৰ ভাব এনেহে যেন তাইৰ স্বামীহে আজি বিদেশলৈ যাব। কি সৰলা বালিকা সত্যপ্ৰভা! সংসাৰ আৰু মানৱ চৰিত্ৰ বুজিবৰ বয়স তাইৰ হোৱা নাই। যাবৰ সময়ত সত্যৰ মাকে পুনৰ পৱনৰ মূৰত ধৰি আশীৰ্বাদ দিলে যেন শাহুৱেকেহে বিদায় দিলে জোৱাঁইয়েকৰ কোনো সুদূৰৰ বিদেশ যাত্ৰাত। পৱনে কিন্তু সিদিনা সত্যৰ মাকৰ পৰা সঁচাকৈ মাতৃত্বৰ সোৱাদ পালে। তেওঁৰ মন আনন্দ আবেগেৰে ভৰি পৰিল। সত্যৰ মাকক সেৱা কৰি তেওঁ ঘৰৰ ফালে খোজ ল'লে। আহোঁতে শৰতক সাৱটি ধৰি চুমা খাই এখন পাঁচ-টকীয়া নোট দি ক'লে —“ভালকৈ পঢ়িবি শৰৎ। তই বি. এ. পাছ কৰিব লাগিব। টকা লাগিলে জনাবি। দিম।” শৰতে কন্দনামুৱা হৈ সন্মতি জনালে।

তাৰপৰা বৰ কৰুণভাৱে বিদায় লৈ পৱন গৈ চাকৰিত ভৰ্তি হ'ল। ছোৱালীৰ অভিভাৱকসকলে এইবাৰ বাপেকক বৰ হেঁচা দিলে। বাপেকে সুযোগ বুজি পুতেকৰ দাম দহ-হেজাৰ কৰি বহি থাকিল। ডাক্তৰ-ল'ৰালৈ ছোৱালী বিয়া কৰাব লাগিলে কমেও দহ-হেজাৰ টকা দিব লাগিব। শিক্ষিতা ধনিক পিতাসকলে অৱশ্যে ভালেই পালে। মানুহজনক খোলা-খোলাখুলিভাৱে কৈ দি নিম্ন-মধ্যবিত্ত শ্ৰেণীক প্ৰকাৰান্তৰে নাকচ কৰিছে। বেয়া হোৱা নাই। দৰাৰ বজাৰখনত খৰিদ্দাৰৰ মাত্ৰা কমিব। বাপেকে পুতেকক লৈ দৰাদৰি কৰি থাকোঁতে পুতেকে ইতিমধ্যে কেইবা ঠাইতো ছোৱালী চাই ফুৰিব ধৰিছে। বাপেকে চায় টকা, পুতেকে চায় ৰূপ — ধুনীয়া গাভৰু। দুয়োৰো দৃষ্টিকোণ বিভিন্ন। এনেভাৱে কেইমাহমান পাৰ হ'ল।

ইফালে সত্যৰ শৰীৰত মাতৃত্বৰ লক্ষণ প্ৰকাশিত হ'ল। মানুহে কোৱাকুই কৰিলে। দুশ্চৰিত্ৰা তিৰোতাই 'চিকো' 'চিকো' দিব ধৰিলে। মাকৰ মনত বৰ ভয় লাগিল। সত্যৰ লাজ লাগিল। তাই স্কুললৈ যোৱা বন্ধ কৰি দিলে। ইকাণ-সিকাণ কৰি কথাষাৰ গৈ পৱনৰ বাপেকৰো কাণত পৰিল। মণ্ডলে গালি পাৰি উঠি —“এই দুশ্চৰিত্ৰাইতৰ কাৰণেই গাঁৱত এটা ভাল ল'ৰা ওলাব নোৱৰা হ'ল। এইইঁতক গাঁৱৰপৰা বাহিৰ কৰি দিব লাগে। চোটো জাত ক'ৰবাৰ!

এনে কঠোৰ মন্তব্য কৰি সমাজনেতা গাম্ভীৰ্যৰে বক্তৃতা কৰি মণ্ডলবাবুৱে একেলগে মেল কৰি থকা মানুহবিলাকক কয়। মানুহবিলাকে তেওঁৰ কথাত হুয়ভৰ দি সত্যপ্ৰভাৰ অপবাদৰ বিচাৰ কৰিব লাগে বুলি দপদপাব ধৰিলে। এই কেন্দ্ৰত পদুলি-গুণ্ডাইঁতৰ

কোব এখোপ চৰা। গাঁৱৰ বাদ-কৈফাদৰ মেলত এই পদুলি-শুঙা দুশ্চৰিত্ৰৰ লোক আৰু বদ্‌নাম ৰটনা কৰি ফুৰা উতনুৱা ডেকা ল'ৰাৰ সংখ্যাই বেছি হয়।

ইফালে সৰলা বালিকা সত্যপ্ৰভাই পৰম আশা কৰি অপেক্ষা কৰি আছে পৱনৰ নিৰ্দেশ। পৱনে কি কয় তাৰে অপেক্ষাত বৈ আছে তাই। মাকে জীয়েকক বকিলে এনেখন হোৱা দেখি। কিয় তাই ইমানলৈ নামিলে? কিহে পাইছিল তাইক এই অপকৰ্ম কৰিবলৈ! মাকে বকে। ওচৰৰ আবুৰেক গৰাকীয়ে কয় —"বকিলে কি হ'ব? ভুল তোমাৰো আছে। নিজৰ যুৱতী ছোৱালীকে এনেকৈ ডেকা ল'ৰাৰ হাতত এৰি দিব লাগেনে? তুমি মাকজনী থাকোতে কিয় এনেখন হ'ল? দোষ তোমাৰ। বোধহয় ডাক্টৰৰ শাহু হ'বলৈ মতলব আছিল হ'বলা?" মাকে কপাললৈ আঙুলি নিৰ্দেশ কৰি কয় —"অদৃষ্ট আই, অদৃষ্ট। কপালে সকলো কৰে। এতিয়ানো কি কৰোঁ? মোক এটি উপায়হে দিব লাগে। মোৰ বাঢ়নীৰ কোব খোৱা কপাল।"

"কি উপায় দিম? সন্তান বেছি ডাঙৰ নোহোৱাতে নষ্ট কৰিব লাগে। সি ডাক্টৰ মানুহ, এইবোৰ জানে। তাই লেখা-পঢ়া জনা ছোৱালী, চিঠি দি সকলো কথা লিখি দিয়ক আৰু ঔষধ লৈ আহিবলৈ কওক। সি আহিলে যি কৰিব লাগে কৰিব নহয়। গতিকে তালৈ চিঠি লিখক।"

"সন্তান নষ্ট কৰিব লাগিব?"

"নকৰিলে কি কৰিবা? সন্তান নষ্ট কৰিব পাৰিলে বহু দূৰৰ কোনো ল'ৰালৈ কিবা কৰি দিব পৰা যাব; সন্তান নষ্ট নহ'লে বাৰু কোনে বিয়া কৰাব? এতিয়াওতো ওচৰৰ কোনেও বিয়া নকৰায়। ইচ্ ইচ্ বৰ ভাল ছোৱালী নষ্ট হ'ল মোৰ আই; বৰ দুখ লাগে।"

নিজৰ সন্মান, ভৱিষ্যৎ জীৱনৰ উন্নতি সকলো যাব; আনকি পিতাৰ ত্যজ্য পুত্ৰও হ'ব লগাত পৰিব পাৰে। ভাবি-চিন্তি একো স্থিৰ কৰিব নোৱাৰি ডাক্টৰে এখন চিঠি দিয়াকে ঠিক কৰিলে। ডাক্টৰে এখন চিঠি দিলে। কিছুদিন পলমে সত্যৰ পৰা আকৌ উত্তৰ আহিল; জৰুৰ যাব লাগে।

ডাক্টৰে এইবাৰ সত্যৰ কথাত সিমান কাণ নিদিলে। তেওঁৰ ভাব পাতলি গৈছে। সত্যৰ প্ৰতি তেওঁ অৱজ্ঞা কৰিলে, কাৰণ বৰ্তমান তেওঁৰ আইৰ প্ৰতি আকৰ্ষণ কমি আহিছে। চকুৰ আঁতৰ হ'লে মনৰো আঁতৰ হয়। ইয়াৰ অৱশ্যে কাৰণো আছে। মংগলদৈত আন এজনী ৰূপহী ছোৱালীৰ লগত ইতিমধ্যে তেওঁৰ দেখা শুনা হৈ

গৈছে, আনকি বয়খিনি আগো বাঢ়িছে। কিজানি এমাহমানৰ ভিতৰতে তাইৰো অৱস্থা সত্যপ্ৰভাৰ দৰেই হয়, কোনে জানে? ছোৱালী হাত কৰাত ডাক্টৰবাবু সিদ্ধহস্ত। ডাক্টৰবাবুৰ জৈৱিক শক্তি তাৰিফ কৰিবলগীয়া। এনে অৱস্থাত নতুন বস্তু পাই মানুহৰ পুৰণি বস্তুলৈ আদৰ স্বভাৱতে কমে। ডাক্টৰৰো কমিছে। পাছ দিলে পৰ্বতক পিঠি বুলি এটা যোজনা আছে। ডাক্টৰৰ চকুৰ আগৰপৰা সত্যৰ শৰীৰ আঁতৰাৰ লগে লগে তাইৰ ৰূপো তেওঁৰ মনৰ পৰা ক্ৰমে নিষ্প্ৰভ হৈ যাব ধৰিছিল; তাতে নতুন প্ৰেমিকাক পালে — পাহৰি যোৱা সহজ হৈ পৰিল। সেই বাবে ডাক্টৰে কথাটো সাধাৰণ ভাৱে লৈ সাধাৰণভাৱে উত্তৰ লিখিলে। জনালে যে চৰকাৰী কামত ছুটী নাপালে যাব নোৱাৰে, গতিকে তেওঁ যাব নোৱাৰে। তাই যি ভাল দেখে তাকে কৰিব পাৰে। দৰকাৰ হ'লে আন ডাক্টৰৰ পৰামৰ্শ ল'ব পাৰে। এইবোৰ 'কেছ' সিমান টান নহয়। এনেভাৱে সকলো সমস্যা সত্যৰ মূৰত জাপি দি ডাক্টৰ চাহেব হৈ নতুন মেমক লৈ মংগলদৈত মচ্‌গুল হৈ থাকিল। চাব্বাচ ডাক্টৰবাবু। ডাক্টৰ মানুহতো। এজন বেমাৰীকে লৈ থাকিলে চলে নে? এজন বেমাৰী চাই আনজনৰ ওচৰ পোৱাৰ লগে লগে আগৰজনৰ কথা এৰি দি হাতৰজনৰ কথা ভাবিব লাগে নহ'লে আগৰজনৰ কথা বেমাৰৰ ঔষধ পিছৰজনক দিলে জানো বেমাৰী ভাল হ'ব? গতিকে প্ৰেমৰ ক্ষেত্ৰতো একেই নিয়ম। বোধহয় ডাক্টৰ চাহাবে চিকিৎসা বিজ্ঞানৰ সূত্ৰ ব্যক্তিগত প্ৰেম বিজ্ঞানতো প্ৰয়োগ কৰিছে।

ডাক্টৰৰ পৰা এনে হৃদয়হীন উত্তৰ পাই সত্যপ্ৰভাই জগতখন যেন আন্ধাৰ দেখিলে। এতিয়া কি কৰিব তাই? নিৰুপায় হৈ পুনৰ চিঠি লিখিলে ডাক্টৰলৈ উপায় আৰু উপদেশ বিচাৰি আৰু তেওঁৰ পূৰ্বৰ প্ৰতিশ্ৰুতিৰ কথা সোঁৱৰাই দি কাতৰভাৱে অনুৰোধ কৰিলে।

চিঠি পাই ডাক্টৰে তাচ্ছিল্যৰ হাঁহি মাৰি চিঠিখন ফালি পেলাই এটা বিদ্ৰূপৰ হাঁহি মাৰিলে —"মই তাইক বিয়া কৰাব লাগে? বাঃ এজনী নীচ-জাতিৰ অৰ্দ্ধশিক্ষিতা বেশ্যাৰ দৰে ছোৱালীক মই বিয়া কৰাব লাগে? দোষ অকল মোৰনে? সেই বিষয়ত অকল ময়ে সুখ অনুভৱ কৰিছিলোঁ নেকি? ননচেন্স ছোৱালী। তাৰ পিছত এখন চিঠিত উত্তৰ লিখিলে —"তুমি আগৰ কথা এৰি দিয়া। মোৰ কথা বাদ দিয়া। মই তোমাৰ কথা এৰি দিছোঁ। ভোমোৰাই এটি ফুল লৈয়ে ব্যস্ত নাথাকে। এতিয়া তুমি তোমাৰ বিষয়ে ভাবা। তুমি যি ভাল দেখা তাকে কৰা। মোলৈ অপেক্ষা নকৰিবা।

মোৰ লগত কোনো সম্বন্ধ নাই। মোৰ গাত মিছাকৈ কলঙ্ক জাপিবলৈ ইচ্ছা নকৰিবা।" এনেভাৱে চিঠিখন লিখি তেওঁ এটা হাঁহি মাৰিলে— "বাওনা হৈ চন্দ্ৰলৈ হাত মেলে। বৰ সাহ, বৰ দুৰাকাংখা দেখিছোঁ। এজনী নীচ জাতিৰ —মাছমৰীয়াৰ ছোৱালী হৈ কলিতা জাতিৰ ল'ৰাক আশা কৰে। থুঃ।"

চিঠি পাই তাই মূৰ্চ্ছিত হৈ পৰিল। কি বিশ্বাসঘাতকতা! হায়! পুৰুষবোৰ কি বিশ্বাসঘাতক! তাই কান্দি কান্দি দুদিন ভাত পানী একো নাখালে। তাইৰ অৱস্থা দেখি মাকে সুধিলে —"কি উত্তৰ দিলে ডাক্টৰে সত্য?" তাই খঙতে চিঠিখন টুকুৰা টুকুৰ কৰি চিৰি পেলাই কৈ উঠিল —"বিশ্বাসঘাতক! নিষ্ঠুৰ।"

মাকে কান্দিলে। তাইক বহুত বুজালে। কিন্তু বুজালে কি হ'ব? সমস্যা জানো সমাধান হ'ব? দুয়ো মায়েক-জীয়েক দুদিন দুই ৰাতি দুখতে একো নাখালে। কান্দি-কাটি ৰ'ল। তৃতীয় দিনা মাকে ভাত-পানী ৰান্ধি খালে আৰু তাইকো দিলে।

এনেভাৱে শোকে-দুখে, কিছুদিন কটোৱাৰ পিছত মাক-জীয়েক দুয়ো কিছু শান্ত হৈ পৰিল।

শঙ্কৰদেৱৰ তিথিৰ দিনা গাঁৱৰ গোসাঁইঘৰত নাম হ'ল। এই নামত গণ্ডগোল লাগিল। কথাটো এই যে নামৰ প্ৰসাদৰ লগত সত্যইঁতৰ চাউলো একেলগে দিয়া হ'ল। এই খবৰ শুনি কেইজনমানে প্ৰসাদ নোখোৱাকৈ গজ-গজাই উঠি গ'ল। অপবাদৰ মানুহৰ ঘৰৰ চাউল লগ কৰাৰ বাবে তেওঁলোকে প্ৰসাদ নাখায়। কথা গুৰুতৰ। হৈ চৈ লাগি পৰিল। কিছুমানে প্ৰসাদ খালে, কিছুমানে নাখালে। ইয়াৰ বিচাৰ হ'ব লাগে।

পিছদিনা মেল আৰম্ভ হ'ল। মেলত সত্যপ্ৰভাৰ অপবাদৰ বিচাৰ হ'ল। বিচাৰত সত্যপ্ৰভাৰ অপবাদ প্ৰমাণিত হ'ল। চোৰৰ প্ৰশ্ন উঠাত সত্যপ্ৰভাৰ মাকে স্বীকাৰ কৰিলে যে চোৰ আন নহয় — ডাক্টৰ পৱন চৌধুৰী। ডাক্টৰৰ নাম কোৱাত সকলোৰে মুখ বন্ধ হৈ গ'ল। মেলত মণ্ডলবাবু উপস্থিত আছিল। সত্যপ্ৰভাৰ মাকৰ কথা শুনি মণ্ডলে খং কৰি কৈ উঠিল —"কাৰ মৰা শ কাৰ ঘাটত চাপে। মোৰ ল'ৰাৰ ওপৰত এনে অপযশ দিয়? তোৰ নষ্ট চৰিত্ৰৰ ছোৱালী। জগতৰ ডেকাল'ৰাইঁতৰ লগত ফুৰিব আৰু অপকাণ্ড কৰিব; শেষত জাপিলি মোৰ ল'ৰাৰ গাত? মোৰ পুৰণি বন্ধুৰ খাতিৰত তহঁতে বিনাপইচাই চিকিৎসা কৰ আৰু তহঁতেই ভিত্তিত কামোৰ মাৰ? টিলা আলা পাই সকলোৰে একামোৰ মাৰিবলৈ চাৱ? বাক লেঁৰাচোন কি প্ৰমাণ দিব পাৰ

মোৰ ল'বাৰ দোষ বুলি?" মণ্ডলৰ খং আৰু দপ্‌দপনিত্ সত্যপ্ৰভাৰ মাক মূছ্‌-কছ্‌ যোৱা যেন হ'ল। ইফালে প্ৰমাণ দিবলৈও একো নাই। পৱনৰ চিঠিবোৰ খণ্ডতে তাই ফালি পেলাইছে। যদি চিঠিৰ পৰা কিবা প্ৰমাণ কৰিব পাৰিলেহেঁতেন তাৰো মুদা মাৰিছে। উপায়বিহীন হৈ সত্যপ্ৰভাৰ মাকে নিমাতে ৰ'ল; আৰু শেষত কোনো কথাৰ জবাব নিদি ঘৰলৈ গুছি আহিল। মেলত একো সিদ্ধান্ত নহ'ল। মেল স্থগিত থাকিল।

ইফালে ঘৰত আহি মাক আৰু ভাগীৰ আবুৰেক প্ৰমুখ্যে কেইজনীমান তিৰোতাই ওজাৰ পৰা ঔষধ আনি সত্যক খাবলৈ দিলে যাতে তাইৰ সন্তানটো মৰি বাহিৰ হয়। শেষত সন্তান হৈ যাতে ভৱিষৎ কেলেঙ্কাৰী নহয় তাৰ কাৰণে ভ্ৰূণ হত্যাৰ ব্যৱস্থা কৰিলে। কিন্তু সত্যপ্ৰভা সত্যই সত্যপ্ৰভা। তাই অচল অটল। কোনোপধ্যে ঔষধ নাখালে। পাপ হ'ব। ভ্ৰূণ হত্যা মহাপাপ। মই কেতিয়াও এই পাপ কাম নকৰোঁ। অপবাদ সমাজৰ চকুত দোষ হ'ব পাৰে; পাপ নহয়; কিন্তু ভ্ৰূণ হত্যা মহাপাপ। যিয়ে কৰে সি পাপী আৰু যিয়ে কৰিবলৈ দিহা দিয়ে, ঔষধ দিয়ে সি মহাপাপী। মই দোষী হ'ব পাৰোঁ, কিন্তু পাপী হ'ব নোৱাৰোঁ।"

তাইক কিমান কাকুতি মিনতি কৰা হ'ল, কিমান বুজনি দিয়া হ'ল, শেষত ধমক পৰ্যন্ত দিয়া হ'ল, তথাপি তাই অচল অটল। এইবাৰ মাকৰ খং উঠি বলপূৰ্বক ঔষধ খুৱাবৰ দিহা কৰিলে। তাইক বল কৰি ধৰি ঔষধ খুওৱা হ'ল। কিন্তু তাই বতিয়াই উলিয়াই দিলে। তাকে দেখি মাকৰ অতিপাত খং উঠিল। তাইক পাৰে মানে কিলালে। মাকৰ কিল খাই কান্দি তাই ক'লে —"যদি মৰিব লাগে তেন্তে পেটৰ পোৱালিটিৰ সৈতেই মৰিম। মোক মাৰি পেলা তইঁতে।" মাকে খঙেৰে ক'লে —"তই মোৰ বংশত কলঙ্ক আনিলি, মোৰ নাক কাটিলি; তই বেটি মৰি যোৱাই ভাল। তই মৰ। গলত চুৰা কলহ বান্ধি নদীত জাহ দি মৰগে। এনে বেটী মোক নালাগে।"

মাকৰ ভৎৰ্সনা শুনি তাই কান্দি কান্দি ক'লে —"মৰিম মা, মই মৰিম। মোৰ এই কলঙ্কিত, ঘৃণিত জীৱন আৰু নাৰাখোঁ। মই নদীত জাপ দি মৰিম।"

তাই খিড়কীবতে ওলাই গ'ল। তেতিয়া ৰাতি দোভাগ। নদীলৈ যোৱা দেখি মাকৰ ভয় লাগিল। পিছে পিছে গ'ল মাক আৰু আবুৰেক। দুয়ো বহুত বুজালে আৰু ঔষধ খাবলৈ কাবৌ কাকুতি কৰিলে পুনৰ। সত্যই এবাৰ নদীৰ ফালে চাই ভাবিলে — "ঔষধ খাই সন্তান মাৰি কলঙ্কিত জীৱন ৰখাতকৈ এই অপবিত্ৰ দেহটি ধ্বংস কৰা ভাল। পিছ মুহূৰ্ততে ভাবিলে — মোৰ জীৱন অপবিত্ৰ হ'ব কিয়? মই জানো এজনৰ

বাহিৰে দ্বিতীয়জনৰ লগত হাতবাত কৰিছোঁ? কৰা নাই। গতিকে মোৰ জীৱন কেতিয়াও অশুচি হ'ব নোৱাৰে। আৰু এই সন্তান? কি দোষ ইয়াৰ? আমাৰ প্ৰেমৰ প্ৰথম সন্তান। তাক মই মাৰিব নোৱাৰোঁ। সমাজ! পাপ! কিহৰ সমাজ? কিহৰ পাপ? সামাজিক প্ৰথামতে বিয়া নোহোৱাৰ বাবে ই পাপ হ'বনে? আজি বিয়া নোহোৱাকৈ সন্তান হ'লে হোৱা বাবে পাপী হ'লোঁ, কিন্তু তেওঁৰ লগত বিয়া হৈ এই সন্তান হ'লে পাপ নহ'লহেঁতেন? বিয়া আগে হ'লে পাপ নহয়, আৰু পিছত হ'লে পাপ হয়? বাৰু বিয়া কোনো দিন নোহোৱাকৈ থকা হ'লে। বিয়া নহ'লে সন্তান হয় আৰু বিয়া হ'লেও সন্তান হয়। সন্তানৰ লগত বিয়াৰ তেন্তে কি সম্বন্ধ? বিয়া মিছা, সন্তান সঁচা। গতিকে সত্য কথা জানো পাপ? এই পাপ সমাজে বনাই লোৱা, প্ৰকৃততে নহয়। মই আচলতে একো পাপী নহয়। মোৰ সন্তানো আচলতে পাপী নহয়। তেন্তে মৰিম কিয়? মোৰ সন্তানকে বা মাৰিব দিম কিয়?

এনে প্ৰশ্ন অহাৰ লগে লগে তাই অতি কঠোৰ হৈ পৰিল। কাকো নমতাকৈ ঘৰলৈ ফিৰি আহিল। মাক আৰু আবুৰেক পিছে পিছে আহিল। তেওঁলোকে ভাবিলে যে তাইৰ জ্ঞান আহিছে। তাই বুজিছে। এইবাৰ ঔষধ খাব। তাকে ভাবি মাকে ঘৰত আহি মৰম কৰি ক'লে —"ৰাতি বেছি নাই। ৰাতিৰ ভিতৰতে কামটি শেষ কৰিব লাগে। খা বাচা; একো আপত্তি নকৰিবি; মৰাটো ৰাতি পুৱাৰ আগেয়ে নদীত পেলাই আহিব লাগিব। গতিকে সোনকালে কৰ বাচা।"

মাকৰ কথা শুনি সত্যাই গহীনভাৱে ক'লে —"মোক আৰু সেই কথা নক'বি মা। মই ঔষধ নাখাওঁ। মোৰ ভাগ্যত যি আছে সেয়ে হ'ব। তই একো চিন্তা নকৰিবি। মোৰ বিষয়ে মই ভাবিম।"

তাইক বুজাই বঢ়াই একো কৰিব নোৱাৰিলে। তাইৰ আৰু ঔষধ খোৱাও নহ'ল।

কিছুদিন পলমে ৰাজহুৱা গোঁসাইঘৰত আকৌ মেল বহিল। মেলত এইবাৰ সত্যপ্ৰভাক নিয়া হ'ল আৰু তাইৰ জবানবন্দী লোৱা হ'ল। তাই সকলো কথা স্বীকাৰ কৰিলে কিন্তু আচামীৰ নাম নক'লে। চোৰ কোন বুলি সোধাত তাই ক'লে — "মই মোৰ চোৰৰ কথা নকওঁ কাৰণ তেওঁ চোৰ নহয় — বিশ্বাসঘাতকহে।"

ৰাইজ স্তম্ভিত হ'ল। ডাক্তৰ পৱন চৌধুৰীয়ে যে আচল চোৰ এই কথা প্ৰকাশ্যে গোপণ হৈয়ে থাকিল। কিন্তু সত্যপ্ৰভাই নাম নোকোৱা বাবে ৰাইজে ধৰিব নোৱাৰিলে। শেষত ৰাইজে সত্যাইতক আলগ কৰি পতিত কৰি থ'লে।

তাৰ পিছত তাইক গুৱাহাটীলৈ আনি ছাত্ৰীবাৰীত প্ৰসৱ কৰাই জালুকবাৰীৰ 'ষ্টেট হোমত' থোৱা হ'ল। তাই এটি ল'ৰা সন্তান প্ৰসৱ কৰিছিল। ল'ৰাজন দেখাত ঠিক পৱন চৌধুৰীৰ দৰে আছিল। পিছে ল'ৰাজন অলপতে মৰিল বোধহয় পৱনৰ স্মৃতি তাইৰ মনৰ পৰা মচিবৰ বাবে ইয়াৰ এনে ব্যৱস্থা কৰিলে ভগবানে? কোনে জানে? মোটামুটি কাহিনী এয়ে তাইৰ।

সেই সত্যপ্ৰভাৰ লগত পৰিচয় হয় মদন কাকতিৰ। অপবাদৰ পিছত যেতিয়া তাইক গুৱাহাটীলৈ প্ৰসৱ কৰাবলৈ অনা হয়, তেতিয়া নিজৰ গাঁৱৰ নিৰাশ্ৰয়া পতিতা ছোৱালীজনীক কোনেও সহায় নকৰিলে। মদনে খবৰ শুনি গ'ল গৈ আৰু দয়াপৰশ হৈ টকা পইচাৰে সহায় কৰিলে। তাৰ উপৰি প্ৰসৱৰ পিছত জালুকবাৰীৰ 'ষ্টেট হোমত' থোৱাতো কোনোৱে অভিভাৱক হিচাপে চহী নকৰিলে। মদনে খণ্ডতে নিজে চহী কৰি অভিভাৱক হয়। তাৰ পিছত অভিভাৱক হিচাপে খবৰ বাতৰি লৈ থাকে। কিবা লাগিলে দি দিয়ে। মাজে সময়ে দৰ্কাৰ হ'লে সত্যাৰ মাককো দুই চাৰি টকা দি সহায় কৰে। পৱনৰ লগত গোলমাল হোৱা শুনি তেওঁ হাঁহি মাৰি কৈছিল —"সি এক নম্বৰ ভীৰু কাপুৰুষ। কিন্তু সিও এবিধ আচল মানুহৰ ভিতৰতে।"

"ভীৰু কাপুৰুষ অথচ আচল মানুহ?" তাই আচৰিত হৈ সোধে।

"এৰা।"

"কেনেকৈ?"

"আচল মানুহ এই ক্ষেত্ৰত যে সি আচল পুৰুষ— বহু নাৰীগামী আৰু ভীৰু কাপুৰুষ এই কাৰণে যে সি সমাজৰ ভুলটো সাহস কৰি আঙুলিয়াই দিব নোৱাৰিলে।"

আজি এবছৰে মদনে সত্যাৰ অভিভাৱক হৈ আছে। তাত তাইক এটা কাম শিকিবলৈ আদেশ দিছে। সেয়ে হৈছে চিৰা কাপোৰৰ পৰা সৰু ল'ৰা-ছোৱালীৰ বাবে চোলা চিলাই কৰা। এই কাম কিয় শিকিব লাগে বুলি তাই প্ৰশ্ন কৰাত তেওঁ কৈছিল —"তোমাৰ ল'ৰা-ছোৱালী বেছি হ'লে নতুন কাপোৰৰ চোলা কিমান দিবা? তেতিয়া বিনা পইচাই চিৰা কাপোৰৰ চোলা তৈয়াৰ কৰি দিবা।"

তাই তেতিয়া আচৰিত হৈ সুধিছিল —"মোৰ আকৌ বহুত ল'ৰা-ছোৱালী হোৱা প্ৰশ্ন কেনেকৈ আহিব পাৰে?"

তেওঁ হাঁহি মাৰি কৈছিল — বিষয় থাকিলে তাৰ ওপৰত প্ৰশ্ন থাকিব পাৰে আৰু থাকে। কাৰণ থাকিলে কাৰ্য হ'ব পাৰে। গছ থাকিলে আৰু সেই গছত গুটি ধৰাৰ কাৰণ থাকিলে গুটি ধৰিব পাৰে। লাও কোমোৰাৰ গচৰ ভিতৰত ইমান ফল

থাকিব বুলি কোনে ভাবে প্ৰথমে? তাকে ভাবি সাই বা চাণ্ডিৰ ব্যৱস্থা কৰিব লাগে গুটি বোৱাৰ লগে লগে; নহ'লে হয় জানো।"

তেওঁৰ এনেবোৰ আওপকীয়া কথাৰ আঁত নিবিচাৰি বেচেৰীয়ে কেৱল শুনি গৈছে। তাৰ পিছত আকৌ তেওঁ কয় — তোমাৰ বিয়া হ'লে অৰ্থাৎ তুমি এজন মতা ল'লে কিমান ল'ৰা-ছোৱালী হয় আজিয়ে কেনেকৈ ক'বা? অৱশ্যে তুমি যে বজা (বন্ধ্যা) নহয় তাৰ প্ৰমাণ হৈ গৈছেই ইতিমধ্যে।"

তাই লাজ পায়। এওঁৰ দৰে ভদ্ৰলোক এজনে বাৰু কেনেকৈ মুখত ঢাকনি নোহোৱাকৈ কথা কয় — লাজতে তাই তলমুৰা হৈ শুনি থাকে। তেওঁ হাঁহি মাৰি সোধে —

"লাজ পালা নেকি সত্য? লাজ পোৱা কথা নহয়, সত্য কথা। তুমি মানুহজনী সত্য আৰু মোৰ কথাখিনি সত্য?"

তাই এটা হুমুনিয়াহ কাঢ়ি কয় —"মোৰ জানো আৰু বিয়া হ'ব?"

"কিয় নহ'ব?"

"মই যে পতিতা?"

"সমাজে যে পতিতা সজাবলৈকেই বিয়া পাতে? সন্তান হ'লেই যদি পতিতা হয় তেন্তে জগতৰ সমস্ত মাতৃয়ে পতিতা।"

"তেওঁলোকৰ যে স্বামী থাকে? স্বামী থাকিলে পতিতা হ'ব কিয়?"

স্বামী নোহোৱাকৈ জানো সন্তান হ'ব পাৰে? সন্তান উৎপাদন কৰিব লাগিলে এজন মতা লাগিবই। গতিকে যিয়ে মতা সিয়ে স্বামী। অৱশ্যে আজিকালি বৈজ্ঞানিকে আবিষ্কাৰ কৰা 'ইন্‌জেক্‌চন' দিলেও সন্তান হয় বুলি শুনিছোঁ। আনকি গাইবোৰক বেজি দি পোৱালী জগোৱা দেখিছোঁও। যদি স্বামী নোহোৱাকৈ সন্তান হ'লেহে নাৰী পতিতা হয় তেন্তে 'ইন্‌জেক্‌চন' লোৱা তিৰোতাহে পতিতা হ'ব — তোমালোক নহয়। আগৰ মতে শাস্ত্ৰৰ যুগত যদি বিবাহিত নহৈ অবিবাহিত তেন্তে স্ত্ৰী হৈছিল পতিতা; আৰু আজিকালিৰ বিজ্ঞানৰ যুগত স্বামী যদি মানুহ নহয়, যন্ত্ৰ বা ইন্‌জেক্‌চন হয় তেন্তে সন্তান উৎপাদনকাৰী নাৰী হ'ব পতিতা; কাৰণ তেওঁৰ স্বামী মানুহ নহয় — ইন্‌জেক্‌চন।"

তেওঁৰ এনে কথাত ইমান দুখৰ মাজতো তাইৰ হাঁহি উঠি গ'ল। অলপ বৈ হাঁহি মাৰি তাই ক'লে —"আপোনাৰ যুক্তিবোৰ অদ্ভুত। কিন্তু সমাজে জানো স্বীকাৰ কৰে?"

"সমাজে একো স্বীকাৰ নকৰে। তেওঁলোকে যে বিয়াৰ মাৰফোটত অসভ্যামি অপবাদ কৰিব দিয়ে তাকো অপবাদ বুলি স্বীকাৰ নকৰে। বিয়াৰ আগেয়ে যি কামৰ বাবে দণ্ড দিয়ে, বিয়াৰ পিছত সেই কামকে কৰিবলৈ হুকুম দিয়ে। তাৰ মানে বিয়া হ'ল এখন 'লাইচেন্স'। 'লাইচেন্স' লৈ সন্তান হ'লে বৈধ আৰু 'লাইচেন্স' নোলোৱাকৈ সন্তান হ'লে অবৈধ। অৰ্থাৎ এটা 'কণ্ট্ৰোলৰ' সন্তান আনটি 'ব্লেকমাৰ্কেট'ৰ সন্তান?

তেওঁ হাঃ হাঃ কৈ হাঁহি উঠে। তাই আচৰিত মানে। এনে গুৰুতৰ কথাবোৰ এওঁ ইমান পাতলভাৱে ল'ব পাৰে, অথচ বেছ যুক্তিও দিয়ে। এওঁ আকৌ কি ধৰণৰ লোক? তাই তেওঁৰ ফালে চাই থাকে। মদনে হাঁহি মাৰি সোধে —"মোক বৰ অসভ্য যেন লাগিছে নহয়? অৱশ্যে তথাকথিত ভদ্ৰ সমাজৰ মতে মই বৰ অসভ্য।"

"আপুনি অসভ্য নহয় — অদ্ভুত হে। বাৰু, মোৰ তেন্তে ক'ত বিয়া হ'ব পাৰে?"

"তুমি বৰ্তমানে চৰকাৰী ছোৱালী, গতিকে চৰকাৰী ঘৰত বিয়া হ'ব।"

"তাৰ মানে?"

"তাৰমানে চৰকাৰী ঘৰ আদালতত।"

"মোৰ বিয়া আদালতত হ'ব পাৰে?"

"নিশ্চয়। কিবা আপত্তি আছে নেকি তোমাৰ?"

"একো আপত্তি নাই। পিছে কোনে বাৰু মোক বিয়া কৰাব? পতিতা ছোৱালীক কোনে বিয়া কৰাব?"

"পতিত ল'ৰাই। পতিতা ছোৱালীক পতিত ল'ৰাই বিয়া কৰোৱা উচিত।"

"পুৰুষবো জানো পতিত আছে?"

"পতিতা নাৰীনো ক'ত আছে?"

"ময়ে দেখো পতিতা নাৰী আপোনাৰ আগতে।"

"তেন্তে ময়ো দেখো পতিত পুৰুষ তোমাৰ সমুখতে?"

মদনে নিজকে পতিত পুৰুষ বুলি কোৱাত সত্যপ্ৰভা আচৰিত হৈ গ'ল। কি সাংঘাতিক লোক এওঁ। দুৰ্বৃত্ত, গুণ্ডা, ডকাইত বুলি এওঁৰ নাম আমাৰ গাঁৱৰ মানুহে কয় কিন্তু এওঁ ইমান স্পষ্টবাদী। আচৰিত। এওঁৰ প্ৰকৃতি দুৰ্বোধ্য। কিন্তু মানুহজনকতো বেয়া বুলি ক'ব নোৱাৰি? মোৰ বিপদৰ সময়ত কিমান সহায় কৰিলে। এওঁতো হৃদয়হীন নহয়। এওঁৰ মন অন্য ৰকমৰ। তাই তেওঁৰ কথা ভাবে। তেওঁ হাঁহি মাৰি সোধে —

"কি ভাবিছা?"

"আপোনাৰ কথাকে ভাবিছোঁ।"

"মোৰ কথা কি ভাবিছা?"

"ভাবিছোঁ আপুনি কেনে ধৰণৰ কথা ক'ব পাৰে?"

"অকল কথাই নহয়— তেনে ধৰণৰ কামো কৰিব পাৰোঁ।"

"তাই নীৰৱ হয়। একো নামাতে। তেওঁৰ ভৰিৰ ফালে চাই থাকে। মদনে আৰু একো নকয়। সময় দিয়ে কথাবোৰ চিন্তা কৰিবলৈ। তাৰ পিছত তেওঁ তাইৰ পৰা বিদায় লৈ গুছি আহে।

এনেভাৱে কিছুদিন পাৰ হ'ল। সত্যই ক্ৰমে ক্ৰমে তেওঁৰ ব্যৱহাৰত মুগ্ধ হৈ আহিল। মনে মনে কামনা কৰিব ধৰিলে —"যদি এওঁৰ কথা সঁচা হয় তেন্তে মোৰ ভাগ্য ভালেই। যদি এওঁ মোক গ্ৰহণ কৰে তেন্তে মোক ঈশ্বৰে গোৰ মাৰি গঙ্গাত পেলালে। হায় ভগৱান। মোৰ মনৰ দুখ কাক ক'ম, কোনে শুনিব?"

তাই নীৰৱে চুকলো টোকে।

দিন বাগৰি যায়। হঠাৎ এদিন খবৰ আহিল যে সত্যৰ ল'ৰাজন ছাত্ৰীবাৰীৰ হস্পিটেলত মৰিল। খবৰ পাই তাই হুক্‌হুককৈ কান্দিব ধৰিলে। যিজন সন্তানৰ কাৰণে তাই পতিতা হ'ল, যিজনক ৰক্ষা কৰিবলৈ যাওঁতে তাইৰ কলঙ্ক বিয়পি গ'ল, সেইজনেই আকৌ নিষ্ঠুৰভাৱে তাইক পৰিত্যাগ কৰি গুছি গ'ল। ইয়াতকৈ বাৰু কি দুখৰ কথা থাকিব পাৰে? তাইৰ পূৰ্ব্বৰ স্মৃতি মনত কৰি কৰি উচুপিব ধৰিলে। তাইৰ উচুপনিত তাইৰ লগৰীয়া 'ষ্টেট হোমৰ' ছোৱালী আৰু তিৰোতা বিলাকেও দুখ কৰিলে।

আবেলি পৰত মদন আহিল তাইৰ খবৰ ল'বলৈ কৰ্ত্তৃপক্ষৰ অনুমতি লৈ অভিভাৱক হিচাপে। তেওঁ তাইৰ লগত কমৰ ভিতৰত বহি আলোচনা কৰিলে। তেওঁ গৈ দেখিলে যে সত্যপ্ৰভাই কান্দি কান্দি চকু মুখ উখহাই পেলাইছে। তাকে দেখি হাঁহি মাৰি মাত লগালে মদনে —

"তুমি ইমান কান্দিছা কিয়? বিপদ আঁতৰিলে মানুহে কান্দেনে হাঁহে? তোমাৰ কলঙ্কৰ সাক্ষী নাইকীয়া হোৱাত আনন্দ পাবা চাবি শোক হে কৰিছা?"

তাই কান্দি কান্দি ক'লে —"আপুনি কি কৈছে? মোৰ কলঙ্কৰ সাক্ষী সন্তানটি? এনে নিষ্ঠুৰ কথা ক'বলৈ আপোনাৰ অলপো বেয়া নালাগিল?" তাইৰ মাতত কঠোৰতা।

"মুঠেই বেয়া নালাগিল বৰং ভাল লাগিল। দুখ আৰু গ্লানিৰ বস্তু যিমান সোনকালে

আঁতৰে সিমানে মঙ্গল। তোমাৰ দুখৰ স্মৃতি, অতীতৰ ডাক্টৰ হৃদয়হীনৰ স্মৃতিৰ ভগ্ন আছিল এই সন্তানটি। সি মৰাত তোমাৰ অন্তৰৰ পৰা ডাক্টৰৰ স্মৃতি মচা যাব। এতিয়াহে তুমি নিজক বিচাৰি পাবা। এতিয়াহে তুমি আনক ভাল পাব পাৰিবা আৰু ভৱিষ্যৎ জীৱন সুখৰ কৰিব পাৰিবা। হৃদয়হীনৰ স্মৃতি বুকুত বান্ধি লৈ চিৰ জীৱন নষ্ট কৰা দুৰ্ভাগ্যৰ হাত সাৰিলা। তুমি বৰ ভাগ্যৱতী।

"মোকো আপুনি উপহাস কৰে? মোৰ ল'ৰা মৰাত মই ভাগ্যৱতীহে হ'লো?"

"নিশ্চয়। যাৰ ল'ৰা উপজিলে দুৰ্ভাগ্য বুলি কোৱা হয়, তাৰ ল'ৰা মৰিলে সৌভাগ্য বুলি নকৈ কি বুলি ক'ম? তোমাৰ ল'ৰা ওপজোতে পতিতা বুলি দুৰ্ভাগ্যত পৰিছিলা আৰু আজি সেই ল'ৰা মৰাত সৌভাগ্যৱতী হ'লা; কাৰণ জঞ্জাল আঁতৰিল যেতিয়া কোনোবাই তোমাক গ্ৰহণ কৰাৰ সুবিধা মিলিল।"

"মোৰ কলংক হ'লেও সন্তানটিৰটো কলংক নহয়। তাৰ একো দোষ নাই।"

"দোষ কাৰো নাই; দোষ সমাজৰ। সামাজিক বিধানৰ মতে অবৈধ সন্তান কলংকিত। সি জীয়াই থাকিলেও সমাজে তাক ভাল চকুৰে নাচালেহেঁতেন।"

"তথাপি সি নিৰ্দোষী আছিল।"

"সি নিৰ্দোষী আছিল সঁচা; তথাপি সি সমাজৰ চকুত দোষী। সমাজে আন চাৰিজনৰ লগত তাক কেতিয়াও আসন নিদিলেহেতেন। তুমি জানা যে পানী চুৱা নহয় বৰং পানীৰে হে চুৱা গুচোৱা হয় তথাপি শুদ্ৰই চেৱা পানী অপবিত্ৰ হয়; বামুনে তাক গ্ৰহণ নকৰে, কাৰণ শুদ্ৰই চুলে বামুনৰ পানী চুৱা যায়। ই হ'ল বামুণীয়া বিধান। তেনেকৈ মানুহৰ জন্মতো দোষ নাই। মানুহ সত্য। কিন্তু সামাজিক বিধি-বিধান মতে মানুহৰ জন্ম পাপৰো হয় আৰু মানুহ পাপীও হয়।"

"মই স্বীকাৰ নকৰোঁ। মোৰ প্ৰাণে সহ্য কৰিব নোৱাৰে।" "এৰা, তুমি প্ৰথমে সহ্য কৰিবলৈ টান পাবা। পাচে আপোনা-আপুনি সহ্য হৈ যাব। সময়ে শোকৰ ঘা শুকাব। চাহ গছত কলম দিলে ডালবোৰ কাটিবলৈ প্ৰথমে টান পায়, সত নাযায়; কিন্তু যেতিয়া কাটি দিয়াৰ পিচত নতুন ধুনীয়া ভাল পাত আহে তেতিয়া নিশ্চয় বেছি ভাল লাগে।"

তাই তথাপি উচুপি উচুপি কান্দিয়ে থাকে। তাকে দেখি মদনে তাইৰ মুৰটো পিহি কয়—"দুখ নকৰিবা সত্য। যি হৈ গৈছে ভালেই হৈ গৈছে বুলি ধৰি লোৱা। তোমাৰ জীৱনৰ আৱৰ্জনা আতৰিল। এতিয়া তুমি মুক্ত। এতিয়াৰ পৰা তোমাৰ মনৰপৰা পৰুন কাপুৰুষৰ স্মৃতিও লোপ পাই যাব। এতিয়া সহজে তুমি আনক গ্ৰহণ কৰিব পাৰিবা আৰু আনেও তোমাক গ্ৰহণ কৰাত একো আপত্তি নকৰিব।"

তাই বৰ কাতৰ সুৰত ক'লে—"মোক নো আৰু কোনে গ্ৰহণ কৰিব?"

"দুখ নকৰিবা। গ্ৰহণ কৰা মানুহ ওলাব। তুমি জানো গ্ৰহণ কৰিব পাৰিবা? সঁচাকৈ কোৱাচোন তোমাৰ মনৰ ইচ্ছা কি?"

"মোৰ ইচ্ছা? হায় ভগৱান!" তাই চকুত হাত দি কান্দি উঠে। মদনে আৰু সেইদিনা একো নক'লে। আন কথা কিছুমান কৈ সান্ত্বনা দি গুচি আহিল। আহোতে টকা পঞ্চাশটা দি ক'লে—"তোমাৰ মনৰ জোখাৰে বস্ত্ৰ কিনি ল'বা। মই যাওঁ।" তাই নলও বুলিছিল, মদনে জোৰ কৰি দি আহিল। তাই তেওঁক আৰু অৱজ্ঞা নকৰিলে কাৰণ তেওঁক অৱজ্ঞা কৰিলে তাইৰ আৰু কোন আশ্ৰয় হ'ব?

কিছুদিন পিচত সত্যাই মদনক মাতি পঠালে। মদন আহিল। তেওঁ সুধিলে—"কিয় মাতিছা সত্য।"

সত্যৰ তেতিয়া শোক কিছু পাতলিছে। অলপ হাঁহি প্ৰশ্ন কৰিলে—"এনেযে মাতিছোঁ।"

"এনেয়ে ইয়ালৈ আহিব নোৱাৰি নহয়।"

"কিয়?"

"ইয়ালৈ অহা বৰ জঞ্জাল। কৰ্তৃপক্ষৰ অনুমতি ল'ব লাগে; তাৰ উপৰি নিৰ্দ্দিষ্ট ঠাইত বহি নিৰ্দিষ্ট সময় কথা হ'ব লাগে ইত্যাদি নানা লেঠা আৰু বাধ্যবাধকতাৰ মাজত মই থাকিব নোৱাৰোঁ। সেই বাবে তোমাৰ ইয়ালৈ অহাত মোৰ আপত্তি।"

"তাৰ বাবে আপত্তি নে অইন কাৰণত আপত্তি?"

"অন্য কি কাৰণ?"

"আপুনি আমাক পেটে পেটে ঘিণ কৰে; এই অনুষ্ঠানকো ঘৃণাৰ চকুৰে চায়।

"কোনে ক'লে তোমক?"

"আন দহজনৰ দৰে আপুনিও নিশ্চয় ভাবে; সেই বাবেই আহিবলৈ হেলা কৰে।

"মুঠেই নহয়। মই তোমালোকক কিয় ঘৃণা কৰিম নাইবা এই অনুষ্ঠানকে বা কিয় ঘৃণা কৰিম?"

"ই যে পতিতা সকলৰ বাসস্থান। এই অনুষ্ঠান পতিতা সকলৰ বাসস্থান।"

"নহয়, ভুল বুজিছা সত্য। এই অনুষ্ঠান পতিতাসকলৰ বাসস্থান নহয়—ই এখন আশ্ৰম। আগৰ দিনত অৰণ্যৰ মাজত ঋষি মুনিসকলে আশ্ৰম পাতি দুৰ্গত, পতিতা, নিৰাশ্ৰয়া তিৰোতা আৰু শিশুক প্ৰতিপাল কৰি মানুহ কৰিছিল। আজিকালি সেই আশ্ৰম নাই। তাৰ ঠাইত এই অনুষ্ঠান। মুনি নাই কিন্তু চৰকাৰ আছে। চৰকাৰৰ এই অনুষ্ঠানবিলাক আগৰ আশ্ৰমৰ তুল্য। আগৰ আশ্ৰম আজিৰ অনুষ্ঠান, আগৰ ঋষি

মুনি আজিকালিৰ চৰকাৰী কৰ্মচাৰী। গতিকে এই অনুস্থানক সৰ্বসাধাৰণ বুৰ্বক মানুহে ঘৃণা কৰিলেও মই নকৰোঁ বৰং মই শ্ৰদ্ধা কৰোঁ।"

তেওঁৰ নতুন ব্যাখ্যা শুনি সত্যই হাঁহি মাৰি ক'লে—"আৰু আমি পতিতা সকল?"

একে ৰকমে হাঁহি মাৰি তেওঁ উত্তৰ দিয়ে—"তোমালোক প্ৰত্যেকে একোজনী শকুন্তলা।"

"শকুন্তলা?"

"এৰা, আধুনিক শকুন্তলা বিশ্বমিত্ৰৰ লগত অপবাদ হৈ মেনকাৰ গৰ্ভত শকুন্তলা জন্মি কণ্বমুনিৰ আশ্ৰমত থকাৰ দৰে তোমাৰ লগত ডাক্তৰৰ অপবাদ হৈ তুমি যে স্বয়ং চৰকাৰৰ 'ষ্টেট হোম'ত আছা; আৰু শকুন্তলাৰ লগত দুষ্মন্তৰ প্ৰেম হৈ ভৰতৰ জন্ম হোৱাৰ দৰে তোমাৰ লগত ডাক্তৰৰ প্ৰেম হৈ ল'ৰাটো জন্মিছিল আৰু ছাত্ৰীবাৰীৰ হস্পিটেলত আছিল। ভৰতৰ নামে আমাৰ এই দেশখনৰ নাম ভাৰতবৰ্ষ হয়। আচলতে ভাৰতবৰ্ষ দেশ অপবাদৰ সন্তানৰ নামে হোৱা দেশ। গতিকে এই দেশখন অপবাদৰ দেশ। আৰু হিন্দু-জাতিটোৰ ৰামায়ণ, মহাভাৰত, ভাগৱত, পুৰাণ আদি মহাকাব্য আৰু সাহিত্যবোৰ অপবাদৰ সন্তানৰ কাহিনীৰ সাহিত্য। ইবিলাক পঢ়ি অপবাদৰ ঘৃণা কৰা কিমান হাস্যকৰ ভাবিচোৱাচোন? সেইবাবে মই ঘৃণা নকৰোঁ বৰং শ্ৰদ্ধা কৰোঁ।"

"ভৰত যে জীৱিত থাকি দেশখনৰ নামেই ভাৰতবৰ্ষ দিলে। তেনেকৈ মোৰ ল'ৰা জীয়াই নাথাকিল কিয়?"

"অতীতৰ সত্যযুগৰ কথা আজিকালি কলিযুগত—অৰ্থাৎ আধুনিক যুগত অলপ বদল হ'বই। পিচে তোমাৰ ল'ৰা কিয় মৰিল জানা?"

"কিয়?"

"বৰ্তমান আমাৰ দেশ দুখণ্ড হৈ হিন্দুস্থান, পাকিস্থান হোৱা বাবে সমগ্ৰ দেশ দুখনৰ উমৈহতীয়া নাম একো থ'ব নোৱাৰিব বুলি খণ্ডতে মৰি থাকিল। ভৱিষ্যতে আকৌ জন্মাবৰ এটা ক্ষীণ আশা কিন্তু সি লৈ গৈছে। কেতিয়াবা আচল মানুহ আহি সমস্ত পৃথিৱীৰ দেশবোৰক আৰু সমগ্ৰ মানব জাতিক একত্ৰ কৰিব পাৰিলে সি তপংকৈ জন্মি ভটংকৈ পৃথিৱী জুৰি দেশখনৰ নাম কিবা এটা ৰাখি যাব। তেতিয়া তুমি আৰু আজিৰ শকুন্তলা নহৈ অন্য কোনোবা শকুন্তলা, দান্তলা, আমতলা, বটতলা, কদমতলা হ'বা; আৰু ডাক্তৰ দুষ্মন্তয়ো কোনোবা দুষ্মন্ত, ঘুমন্ত উন্মন্ত, দুৰন্ত হৈ জন্মি কেলেঙ্কাৰীখন কৰি থ'বে বস্তু ত'তে এৰি গুচি যাব।"

তেওঁৰ এনে ব্যঙ্গ কথাত তাইৰ দুখৰ মাজতো হাঁহি উঠিল। তাই হাঁহি মাৰি ক'লে—"আপোনাৰ নো এনেবোৰ কথা কেনেকৈ মগজত ঠাই পায়? আচৰিত

আপুনি। পিচে তেনেহ'লে আপুনি আমাক আৰু আমাৰ এই অনুষ্ঠানক ঘৃণা নকৰে?"

"মুঠেই নকৰোঁ। তোমালোকক মই শ্ৰদ্ধা কৰোঁ, ভাল পাওঁ আৰু এই অনুষ্ঠানক মই ভক্তি কৰোঁ—শতবাৰ নমস্কাৰ কৰোঁ। বাস্তৱিকে ভাৰত চৰকাৰে যদি কিবা ভাল কাম কৰিছে তেন্তে এয়ে। অপমানিত মানৱতাক সন্মানৰ আসন দিব নোৱাৰিলেও লাঞ্ছনাৰ হাত সৰুৱাইছে। ধন্যবাদ ভাৰত চৰকাৰ।"

"আপোনাৰ বাহিৰে আজিলৈ কাৰো মুখত এনে কথা শুনা নাছিলোঁ। সকলোৱে আমাক ঘৃণাৰ চকুৰেই চায়।"

"কণা দুই ৰকমৰ। এক ৰকম চকুৰে নেদেখা আৰু আন ৰকম হ'ল মনেৰে বা বিবেচনাৰে নেদেখা।"

"আপোনাৰ কথাবোৰ শুনিলে মানুহে খং কৰিব।"

"আৰু তুমি?"

"মই ভালপাওঁ।"

"ধন্যবাদ আধুনিকা শকুন্তলা।"

"শকুন্তলা?"

"এৰা, আজিৰ পৰা তোমাৰ নাম হ'ল সত্যপ্ৰভা হাজৰিকাৰ সলনি শকুন্তলা আধুনিকা। আধুনিকাটো উপাধি, হাজৰিকাৰ সলনি।"

"মোক আকৌ ঠাট্টা কৰিবলৈ ধৰিলে?"

"ঠাট্টা কৰা নাই। সঁচাকৈ আজিৰ পৰা মই তোমাক শকুন্তলা বুলি মাতিম। বেয়া পাবা নেকি?"

"আপোনাৰ যি ভাল লাগে।"

কিছু সময় দুয়ো নীৰব। নীৰৱতা ভঙ্গ কৰি মদনে মাত লগালে—

"বাৰু শকুন্তলা, কোৱাচোন সঁচাকৈ তুমি কি ইচ্ছা কৰা?"

"কিয়?" তেওঁৰ ফালে চায়।

"মোক লাগে, নাৰীমনে বাস্তৱতে কি বিচাৰে তাকে মোক লাগে।"

"নাৰী মনে আচলতে এটা আশ্ৰয় বিচাৰে।"

"কিহৰ বাবে?"

"জীৱনৰ বাবে?"

"সেইটো সকলোৱে বিচাৰে। তাতকৈ আৰু কি বিচাৰে? জীৱনৰ নিৰাপত্তাৰ পিচত কি বিচাৰে?"

তাই লাজতে তলমুৱা হৈ ৰয়। মদনে আকৌ প্ৰশ্ন কৰে। তাই লাহেকৈ কয়—

"মাতৃ হ'বলৈ।"

"সন্তান কামনা?"

"হয়।"

তাই তেওঁৰ মুখৰ ফালে চায়। গভীৰ সহানুভূতিৰে এবাৰ তাইৰ ফালে চাই কয়—"তোমাৰ নাম যেনে সত্য, কথাও কৈছা সত্য। বাস্তৱতে নাৰী হ'ল শিল্পী,—প্ৰকৃতিৰ শিল্পী, সৃষ্টি কাৰিণী। সৃষ্টি কৰাই বা জন্ম দিয়াই নাৰীৰ ধৰ্ম। শিল্পী আৰু নাৰী একে। এজনে সৃষ্টি কৰে কলা বস্তু আৰু আনজনীয়ে সৃষ্টি কৰে প্ৰকৃতিৰ জীৱ। দুয়োৰো ধৰ্ম সৃজন। সেয়েহে বোধকৰোঁ শিল্পীবিলাক প্ৰায়ে স্ত্ৰীস্বভাৱ বিশিষ্ট। স্ত্ৰীস্বভাৱ নাথাকিলে মহৎ শিল্পী হ'ব নোৱাৰে। তুমি মোক আজি এটা মহৎ সত্যৰ সন্ধান দিলা। সঁচাকৈ তুমি সত্যপ্ৰভা—সত্যৰ জেউতিয়ে তোমাক উদ্ভাসিত কৰিছে।"

তেওঁ গহীন হৈ পৰে। সত্যই তেওঁৰ মুখলৈ চাই দেখে যেন নতুন দীপ্তিয়ে তেওঁৰ মুখমণ্ডল আলোকিত কৰি তুলিছে। কি সুন্দৰ এই মুখখানি! কি আবেগময় এই চকু দুটি! তাই একে থৰে চাই থাকে। মদনে এবাৰ চকুলৈ চাই সোধে—

"কি চাইছা শকুন্তলা?"

"আপোনাক চাইছোঁ।"

"মোক নাচাবা।"

"কিয়?"

"মোক চালে হঠাৎ ভাল পাই পেলাব পাবা।"

"ক্ষতি কি?"

"তেতিয়া যে মই তোমাক এৰিব নোৱাৰিম?"

"এতিয়াও আপুনি মোক এৰিব পাৰিবনে?"

"তুমি কি কৈছা?"

"মই সত্য কথাকে কৈছোঁ।"

"বিপদ কৰিলা শকুন্তলা।"

"কি বিপদ?"

"তুমি ভাল পোৱা মোক আৰু মই ভাল পাওঁ কাক জানা?"

"কাক?"

"শিল্পক।"

"ভালকথা। আপোনাৰ কথামতে আমি দুয়ো একে—দুয়ো স্ৰষ্টা।"

"কেনে?"

"আপুনি শিল্পী, মই নাৰী।"

"অৱশ্যে এটা ক্ষেত্ৰত দুয়ো সমধৰ্মী।"

"তেনেহ'লে দুয়ো সহধৰ্মী হওঁ?"

"শকুন্তলা?"

"কি?"

"তুমি কি বিচাৰিছা?"

"মই আপোনাক বিচাৰিছোঁ?"

"তোমাৰ সৃষ্টিৰ আহিলা স্বৰূপে তুমি মোক বিচাৰিছা?"

"হয়তো হ'বও পাৰে।"

তাৰ পিচত দুয়ো নীৰৱ। কিছু সময় পিছত মদন উঠি ক'লে—"মই এতিয়া যাওঁ শকুন্তলা?

"আৰু কেতিয়া আহিব?"

"দুষ্মন্ত দুৰন্তৰ ভাও দিবলৈ যেতিয়া দৰ্কাৰ হ'ব।" তেওঁ উঠে। তাই পিচে পিচে আহি বিদায় দিয়ে।

ই আজি কেইবামাহ আগৰ কথা।

তেতিয়াৰ পৰা অন্তৰে অন্তৰে এক প্ৰকাৰ মিল হৈয়ে আছে মদন আৰু সত্যপ্ৰভাৰ। এতিয়া কৰ্ত্তৃপক্ষৰ অনুমতি লৈ আদালতত বিয়া ৰেজেষ্ট্ৰী কৰিলেই লেঠা মৰে। সত্যই ইতিমধ্যে বৰকৈ পীড়া-পীড়ি কৰি আছে; কিন্তু মদনে বাট চাই আছে পৱন চৌধুৰীৰ নো কোন দিনা বিয়া হয়। পৱন চৌধুৰীৰ বিয়াৰ দিনাই তেওঁ সত্যক বিয়া কৰাব কাছাৰী ঘৰত নি। দীপালীৰ লগত বিয়া ঠিক হোৱা খবৰ পাই তেওঁ সত্যক প্ৰস্তুত হ'বলৈ ক'বৰ বাবে জালুকবাৰীলৈ আহিছে। 'ষ্টেট হোম'ৰ কৰ্ত্তৃপক্ষৰ লগত দেখা কৰি লিখা লিখি শেষ কৰি ল'লে। তেওঁ আহি কৰ্তৃপক্ষৰ লগত আলোচনা কৰি লেঠা মাৰি পেলালে।

কৰ্তৃপক্ষৰ সম্মতি লৈ সত্যপ্ৰভাক সকলো কথা ক'লে। তেওঁৰ এনে কৌশল আৰু পৱন চৌধুৰীৰ ওপৰত এনেভাৱে প্ৰতিশোধ লোৱা মতলব জানিব পাৰি তাই পৰম আনন্দিত হৈ গ'ল। ইতিমধ্যে তাই ডাক্তৰ পৱন চৌধুৰীক যথেষ্ট ঘৃণা কৰা হৈছে; আনকি পৱন চৌধুৰীৰ নামত তাই এটা কুকুৰ পুহিব বুলি মনতে ভাবি আছে। যদি জীৱনত কেতিয়াবা দিন পায়। সেই শুভদিন যেন সমাগত প্ৰায়। তাইৰ অন্তৰত স্ফুৰ্তি লাগিল। তাই প্ৰতিশোধ ল'ব; কিন্তু বেলেগ উপায়ে—হিংস্ৰ উপায়ে নহয়। মদনক এটা সেৱা কৰি তাই ক'লে—"মোক সোনকালে মুক্ত কৰক; এই ঠাইত

আৰু একতিলপৰো থাকিবৰ মোৰ ইচ্ছা নাই।" হাঁহি মাৰি মদনে ক'লে—"দুষ্মন্তক বিশ্বাস নকৰিবা শকুন্তলা; ৰাজধানীত সি ৰাজসভাৰ মাজতে পাহৰি যাব আৰু বেশ্যা বুলি গালি দিব। মই আধুনিক দুষ্মন্ত আৰু দুৰন্ত। দৰ্কাৰ হ'লে মোৰ ৰাজধানী গুৱাহাটীত তোমাক মই এৰি যাবও পাৰোঁ।"

"যাওক এৰি। তথাপি মই ইয়াৰ পৰা যাবলৈ চাওঁ।"

কণ্বমুনিৰ আশ্ৰমৰ পৰা আহোতে জানো শকুন্তলাই এনে কথা কৈছিল মোৰ শকুন্তলা আধুনিকা।"

"আৰু ৰগৰ নকৰিব। মই কাবৌ কৰিছোঁ।"

"ধৈৰ্য ধৰা। সময় ওচৰ চাপিছে।"

এনেভাৱে বিয়াৰ বন্দবস্ত কৰি গুচি আহে মদন। আজি তেওঁৰ হাঁহি উঠিছে। দীপালীৰ ওপৰত হাঁহি উঠিছে। বহুতৰ লগত প্ৰেমৰ খেলা খেলি, বহুতক দেহ মন উপভোগ কৰিবলৈ দিও দীপালী হ'ল সমাজৰ চকুত চৰিত্ৰৱতী আৰু মাত্ৰ এজনৰ লগত প্ৰণয় কৰি তাৰ পৰিণাম স্বৰূপে সন্তান-সম্ভবা হোৱাৰ বাবে সত্যপ্ৰভা হ'ল সমাজৰ চকুত চৰিত্ৰহীনা। দীপালী হ'ব মহাসতী গৃহিণী আৰু সত্য হ'ব পতিতা স্বেচ্ছাচাৰিণী। আশ্চৰ্য সমাজ ব্যৱস্থা আৰু আচৰিত বুৰ্বক এই সমাজত বাস কৰা লোকসকল।

বৰ ভাল হ'ল যেন অনুমান কৰিছে মদনে। সত্যাই ল'ব ডাক্তৰ পৱন চৌধুৰীৰ ওপৰত প্ৰতিশোধ আৰু মদনে ল'ব দীপালীৰ ওপৰত প্ৰতিশোধ। প্ৰতিশোধ লোৱাৰ যেন এটা সুন্দৰ সুযোগ আহি পৰিছে। জ্যোতিষীসকলে কোৱা ১৯৬২ চনৰ মহাপ্ৰলয়ত জগত ধ্বংস নহৈ প্ৰতিশোধ লোৱা অনুযোগহে আৰম্ভ হ'ল। বোধহয় ইয়ো একপ্ৰকাৰ প্ৰলয়ে। প্ৰলয় বস্তুৰ নহয়—ভাৱৰ; মানুহৰ নহয়, মানুহৰ মনৰ। সঁচাকৈ যেন মানুহৰ মনত মহাপ্ৰলয়ৰ—ধ্বংসৰ কামনা বাঢ়ি গৈছে। ওপৰ মহলত ৰাষ্ট্ৰনায়কসকলৰ মনত প্ৰতিযোগিতা, প্ৰতিদ্বন্দ্বিতা আৰু প্ৰতিশোধৰ অগনি জ্বলিব ধৰিছে। কোন মুহূৰ্ত্তত আণবিক অস্ত্ৰশস্ত্ৰ থকা জাতিয়ে আনক আক্ৰমণ কৰি জগত ধ্বংস কৰে তাৰ ঠিক নাই। আনফালে সাধাৰণ মানুহৰ মাজতো চলিছে হিংসা, কপটতা, ঠগামী আৰু প্ৰতিশোধৰ জ্বলন্ত বাসনা। কাৰো মনত ক'তো শান্তি নাই। জগত অশান্ত, মানুহ অশান্ত আৰু অশান্ত কুৰিশতিকা। এয়ে বোধহয় অষ্টাগ্ৰহ মিলনৰ ফল। বোধহয় গ্ৰহবিলাকৰ ক্ৰিয়াই আমাৰ শৰীৰ আৰু মনত ক্ৰিয়া কৰে, যদিও আমি তাক সাধাৰণ দৃষ্টিৰে ধৰিব নোৱাৰোঁ।

মদনে ভাবি ভাবি হাঁহি হাঁহি চিন্তা কৰে এইবোৰ।

গধূলি গৈ মদন হোটেলত উঠিল—দিলাৰা থকা হোটেল। তেওঁ যেতিয়া আহি হোটেল পালে দিলাৰাই তেতিয়া বৰ উৎকণ্ঠাৰে বৈ আছিল। ক'বতো নোৱাৰি এই অদ্ভুত প্ৰাণীটিৰ কথা, এতিয়া আকৌ কি কৰে, ক'লৈ যায়! তাই মনে মনে চিন্তা কৰি আছিল। তেওঁ গৈ ওলোৱাত তাইৰ বৰ আনন্দ লাগিল। হাঁহি মাৰি ক'লে— "বাপৰে বাপ্ গোটেই দিনটো বাট চাই আছোঁ; লোকৰ দেখা দেখি নাই।"

"বাট চাই আছিলা নে পেলালোঁ বুলি সন্দেহ কৰি আছিলা; তাক বুজিবৰ মোৰ বাকী নাই। মই জানোঁ। নহয়নে?"

হাঁহি মাৰি তাই উত্তৰ দিয়ে..... "সন্দেহ কৰা নাছিলোঁ, কিন্তু ভয় হ'লে কৰিছিলোঁ, কাৰণ আজি বা আকৌ কি অভিনয় কৰে!"

"আহা ভিতৰলৈ, চাহ খাই লওঁ। পিচতো অভিনয়।" দুয়ো চাহ খোৱা কমলৈ আহে। মদনে চাহ আনিবলৈ হোটেলৰ চাকৰজনক আদেশ কৰে। দুয়ো বহি লয়। কিছু সময় পিচত চাহ আনিলে। দুয়ো চাহ খাব ধৰিলে। মদনে সুধিলে—"তুমি দুপৰীয়া ভাত খাইছা নে?"

"হয়।"

"ঠিক আছে।"

দুয়ো নীৰব। মদনে পুনৰ সোধে—"তোমাৰ কি কাম কৰিবলৈ ইচ্ছা?"

"কিয়?"

"কাম নকৰাকৈ হোটেলত এনেয়ে থাকিলে পূৰ্বৰ অৱস্থাই দেখা দিব।"

"কি কামনো কৰিম? মই দেখো একো নজানোঁ।"

"তুমি বাৰু ভাত ৰান্ধিবও নাজানা নে?"

"তাৰ মানে মোক হোটেলৰ ৰান্ধনী বনাব নেকি?" হাঁহি মাৰি সোধে তাই।

"দৰ্কাৰ হ'লে ৰান্ধনী কিয়, হোটেলৰ বাচন মাজা কামো কৰিব লাগিব। কামৰ আকৌ ভাল বেয়া কি? যিয়ে যি কাম পাৰে সেয়ে তাৰ ভাল কাম।"

"দৰ্কাৰ হ'লে কৰিবই লাগিব।" তাই গহীনাই উত্তৰ দিয়ে।

"পিচে ভয় নাই; হোটেলৰ ৰান্ধনী হ'ব নালাগে; আৱশ্যক হ'লে যাত্ৰাদলৰ ৰান্ধনী হ'ব লাগিব পাৰে।"

"যাত্ৰাদল? কিহৰ যাত্ৰাদল?"

"এৰা যাত্ৰাদল। মই এটা যাত্ৰাদল খুলিম বুলি ভাবিছোঁ।"

"কিয়?"

"অসমত মুকলি মঞ্চ নাট অভিনয় কৰা বহুতো যাত্ৰাদল আছে যদিও, যাত্ৰাদল

এটাৰ অভাৱ অনুভৱ কৰিছোঁ।"

হাঁহি মাৰি তাচ্ছিল্যৰ সুৰত দিলাৰাই ক'লে—"আজি এই বিজ্ঞানৰ যুগত চিনেমা এৰি মানুহে যাত্ৰাভিনয় চাবনে? লাজ লগা কথা। চিনেমা থাকোঁতে বাৰু কোনে যাত্ৰা চাব?"

"এই বিজ্ঞানৰ যুগত মানুহে চিনেমাৰ ছবি চাই চাই যদি প্ৰকৃত মানুহৰ গাৰ গঠন আৰু ৰং লগতে অঙ্গ-প্ৰত্যঙ্গ নেদেখি কেৱল ছায়াচিত্ৰৰ ছায়ামাত্ৰ চাই সদায় ভুল কৰি থাকে আৰু তাতে সদায় ৰস পায় তেন্তে ক'ব লাগিব যে মানুহবিলাক যন্ত্ৰ হৈ গৈছে। সঁচা মানুহতো আৰু নাই, প্ৰকৃত মানুহৰ ৰূপ পাহৰি গৈছে। মানুহৰ মগজ নষ্ট হৈছে। চিনেমা মানে—এটা যন্ত্ৰত শব্দ, আনটিত ছবিৰ ৰিল। কেমেৰাৰে তোলা ছবিবোৰ ৰিলেৰে বাহিৰ হৈ সমুখৰ পৰ্দাত উঠে। আৰু শব্দ যন্ত্ৰৰ শব্দ আহি ইয়াৰ লগত যোগ হয়। দুয়োৰে সংযোগ সংলাপ হয়। কেতিয়াবা যন্ত্ৰৰ শব্দ আহি ইয়াৰ লগত যোগ হয়। দুয়োৰে সংযোগে সংলাপ হয়। কেতিয়াবা যন্ত্ৰৰ বিজুতি ঘটিলে সংলাপে গৈ অপলাপত পৰিণত হয়। এইবোৰ কথা আজিকালি সাধাৰণ মানুহেও বুজা হৈছে। ইয়াৰ পিচত এদিন এনেদিন আহিব যেতিয়া মানুহে আৰু এই যন্ত্ৰক ভাল নোপোৱা হ'ব—প্ৰকৃত মানুহৰ অভিনয়কহে পছন্দ কৰিব। নগৰৰ বহুত শিক্ষিত মানুহে আজিকালি যাত্ৰাদলৰ অভিনয় ভাল পোৱা হৈছে। তাৰ উপৰি গাঁওবোৰতো যাত্ৰাদল সাদৰণীয়! গতিকে মুকলি মঞ্চ অভিনয় আৰু যাত্ৰাদল নচলিব কিয়?"

"তাৰ মানে আপুনি পুনৰ অতীতলৈ ফিৰি যাব খুজিছে।"

"অতীতলৈ ফিৰি যাবৰ কাৰ সাধ্য আছে? তেনে কৰিব পৰা হ'লে জগতত এজনো বুঢ়া মানুহ নাথাকিলহেঁতেন—সকলোৱে বালক বা যুৱক হ'লেহেতেন পুনৰ ফিৰি গৈ। তেতিয়া এটা হৈ যোৱা ঘটনাক আমি অঘটনা কৰিব পাৰিলোঁহেতেন বিপৰীত শক্তি প্ৰয়োগ কৰি। কিন্তু তেনে নহয়। শক্তিৰ ক্ৰিয়া আছে আৰু ক্ৰিয়াৰ পৰিণাম আছে। সাংখ্যৰ কথাৰে ক'বলৈ হ'লে—'পৰিণাম স্বভাবচ হি গুণ্য না পৰিণম্য ক্ষণমবতিষ্ঠন্তে' অৰ্থাৎ গুণৰ পৰিণামৰ বিৰাম নাই উল্টা গতি নাই। ক্ৰিয়া-শক্তিৰ গতি সদায় একেফালে। তাপগতি বিদ্যায়ো (thermodynamics) তাকে কয়—"এই জগতত বিশৃঙ্খলাৰ পৰিণাম সদায় বাঢ়িহে যায়, কেতিয়াও টুটি নাহে। (second law of thermodynamics) তাপগতি-বিদ্যাৰে প্ৰসিদ্ধ নিয়ম এয়ে।"

"আপুনি আকৌ দৰ্শন বিজ্ঞানৰ তথ্যবোৰৰ কথা ক'ব ধৰিলে। মই বুজি চুজি নাপাওঁ একো। এৰক সেইবোৰ। সাধাৰণ ভাষাৰে কওক।"

"সাধাৰণ ভাষাৰে কব গ'লে অতীত সদায় অতীত হৈ গৈ আছে। আমি বি

কৰিম বা য'লৈ যাম সি ভবিষ্যতহে। কোনেও অতীতলৈ ফিৰিব নোৱাৰে। ত্ৰিকালৰ তত্ত্ব জানিলেহে প্ৰকৃততে কালজ্ঞান হয়। অখণ্ড কালৰ বুকুত অতীত, বৰ্তমান আৰু ভৱিষ্যৎ বোলা কথা মূৰ্খামি। তথাপি আমি আমাৰ কিবা এটা ঘটনাৰ পৰা আৰম্ভ কৰোঁ সময়—যেনে খৃষ্টাব্দ, শকাব্দ, শঙ্কৰাব্দ ইত্যাদি। পিচে সুকুমাৰ কলাৰ ক্ষেত্ৰত অতীত ভৱিষ্যৎ বুলি সময়ৰ কোনো সীমাৰেখা নাই।

সুকুমাৰ কলা নৃত্য নতুন, চিৰ প্ৰৱাহমান—সময়ৰ সোঁতৰ দৰে অবিৰাম।"

"আকৌ সেইবোৰ বুজি নোপোৱা কথা। বাৰু হ'ল সেইবোৰ; পিচে মুকলি মঞ্চত অভিনয় কৰিবলৈ যাত্ৰাদল খুলিলে জানো সঁচাকৈ টকা পোৱা যাব? চিনেমাৰ দৰে টিকট কাটি যাত্ৰা চাব?"

"কিয় নাচাব? চিনেমা বাৰু টিকট কাটি কিয় চায়? কাহিনী আৰু অভিনেতা অভিনেত্ৰীৰ বাবে নহয় জানো? যাত্ৰাদলতো কাহিনী আছে, আৰু অভিনেতা আছে। দৰ্কাৰ হ'লে অভিনেত্ৰীক দেখিব।"

"মোৰ সন্দেহ হয়। পইচা দি যাত্ৰা চোৱা কথা—।"

"কোনো সন্দেহ নাই। চিনেমা যিবিধ বস্তুৰ কাৰণে চায় সেইবিধ বস্তু যাত্ৰা দলত থাকিলে যাত্ৰাও চাব।"

"সেইবিধ বস্তু কি?"

"ধুনীয়া নাৰী শৰীৰ। বেচিভাগ মানুহে চিনেমা চায় ৰূপহী অভিনেত্ৰীৰ বাবে। যি চিনেমাত নায়িকা ৰূপহী হয়, তাত কাহিনী মামুলী হ'লেও খুব ভাল চলে। নায়িকা সুন্দৰী নহ'লে কাহিনী সুন্দৰ হ'লেও চিনেমাৰ বিক্ৰী কম। সেই দেখিহে চল-চিত্ৰ জগতত সৌন্দৰ্যবতী ৰমণী অপৰিহাৰ্য।"

"অৱশ্যে। বাৰু আপুনি কি কৰিব?"

"মই মানুহৰ দুৰ্বলতাৰ ফালটি চিনোঁ। গতিকে মোৰ ব্যৱসায় ঠিক চলিব। ময়ো যাত্ৰাদলত ছোৱালী নমাম—ৰূপহী ছোৱালী, কলা-বিশাৰদা, সৌন্দৰ্য-চৰ্চাকাৰিণী, শিল্পী-পাৰদৰ্শিনী।"

"আপোনাৰ যাত্ৰা পাৰ্টিত তিৰোতা ল'ব?"

"নিশ্চয়। তিৰোতা নাথাকিলে মানুহৰ সৌন্দৰ্য অনুভূতি জাগিব কিয়? বিশেষকৈ চেমনীয়া ল'ৰা আৰু প্ৰঢ়সকলৰ? পুৰুষৰ চৰিত্ৰ আৰু মনৰ লগত মোৰ বেছ পৰিচয় আছে।"

তেওঁ হাঁহি হাঁহি তাইৰ ফালে চায়। তাই হাঁহি মাৰি কয়—"তিৰোতা দেখিলে কিন্তু সম্ভাৱনা আছে নিশ্চয়। মানুহবিলাক বিশেষকৈ পুৰুষবিলাক কেনে মোৰো জনা

আছে। পিচে ছোৱালী তিৰোতা পাব ক'ত?"

"প্ৰথমে এইজনী।" হাঁহি মাৰি মদনে দিলাৰাক আঙুলিয়াই দিয়ে। একে ৰকমে হাঁহি মাৰি তাই উত্তৰ দিয়ে—

"মোৰ দ্বাৰা নহ'ব, কাৰণ মোৰ আচল মূলধন ৰূপেই শেষ হৈ গৈছে; এই শ্ৰীহীনা কুৰূপা নাৰী দেখিলে মানুহৰ অনুৰাগ নজন্মিব। আপোনাৰ উদ্দেশ্যও সিদ্ধি নহব।"

নিশ্চয় জন্মিব। তিৰোতাৰ নাম ল'লেই পুৰুষৰ মন-লৰে, অনুৰাগ জাগে। তিৰোতা দেখাত যেনেই নহওক সজাই পৰাই নি আগত দেখুৱাব পৰিলেই পুৰুষৰ নিচা লাগি যায়। তাতে তোমাৰ দৰে ৰূপহী, কাম-কলা নিপুণা কোমলাঙ্গীক দেখিলে কোনো পুৰুষৰে পকেটৰ পইচা আৰু বেছিপৰ ৰ'ব নোৱাৰিব—মোৰ বাকচলৈ দৌৰিবই।"

"মই হ'লো বাৰু, পিচে এজনীৰে চলিব জানো?"

"আৰু আছে দুজনী তোমাৰ দৰে নিৰ্যাতিতা; নিপীড়িতা; হৃত-ভাগিনী ৰূপহী। এই তিনীজনীকে লৈ মই আৰম্ভ কৰিম মোৰ মুকলি মঞ্চ অভিনয়ৰ যাত্ৰাদল। এতিয়া তোমাৰ মন আছে নে নাই?"

"মোৰ মন থকা নথকাৰ প্ৰশ্ন নাই ড্ৰাইভাৰৰ ইচ্ছা হ'লে ইঞ্জিন চলে।"

"বেছ শিষ্যা তুমি মোৰ। পিচে সেই যাত্ৰাদলৰে তুমি ৰান্ধনীও হ'ব লাগিব। পাৰিবা?"

অভিনয় কৰিব লাগিলে ভাত ৰান্ধিম কেনেকৈ?"

"বৰ্তমান আৰম্ভ কৰা সময়ত অভিনেতা অভিনেত্ৰীসকলক মোৰ ঘৰত ৰন্ধা-বঢ়া কৰি দিবা; পিচত যাত্ৰা গাবলৈ গ'লে বেলেগ ৰান্ধনীৰ ব্যৱস্থা কৰিম।"

"মোৰ হাতে জানো খাব? মই যে মুছলমান.....।"

"এতিয়া তুমি আৰু মুছলমান নহয় —মোৰ শিষ্যা। তুমি মানবী—নাৰী। তোমাৰ ধৰ্ম সৃষ্টি, দয়া আৰু সৌন্দৰ্যদান।'

"সেই দুজনী কোন?"

"এজনী মোৰ ভাবী গৃহিণী আৰু এজনী তৈয়াৰ ভনী।"

"কোন গৃহিণী আৰু ভনী?"

"জালুকবাৰী গৃহিণী আৰু উলুবাৰীৰ ভনী। অৰ্থাৎ মোৰ গৃহিণী হ'ব খোজা জনী 'ষ্টেট হোমত' জালুকবাৰীত আছে; আৰু ভনীজনী উলুবাৰীত আছে। গৃহিণীজনী অনুন্নত সম্প্ৰদায়ৰ ছোৱালী লগতে পতিতা; আৰু ভনীজনী কছাৰী ছোৱালী, পাঞ্জাবী ড্ৰাইভাৰৰ পৰিত্যক্তা ভাৰ্যা; বৰ্তমান খৃষ্টানী আৰু কলেজৰ ছাত্ৰী। এতিয়া তোমালোক তিনিজনী—শিষ্যা, গৃহিণী আৰু ভনী এই তিনিজনীয়ে লগলাগি অভিনয় কৰিব

লাগিব।"

দিলাৰাই এবাৰ মদনৰ মুখলৈ চায় আৰু ভাবে—কি সাংঘাতিক লোক এইজন! বাস্তবিকে অদ্ভুত মানুহ। মদনে তাইৰ মুখলৈ চাই হাঁহি মাৰি প্ৰশ্ন কৰিলে—"কি দিলাৰা তোমাৰ ঈৰ্ষা হ'ল নেকি?"

"কিহৰ ঈৰ্ষা?"

"মোৰ গৃহিণীৰ প্ৰতি ঈৰ্ষা?"

"নাই। মোৰ অকণো ঈৰ্ষা নাই বৰং শুনি বৰ আনন্দ পালো আপোনাৰ এই উদণ্ডীয়া জীৱনত এজনী তিৰোতা নিতান্ত দৰ্কাৰ।"

"তাৰ মানে দৰখ (এৰাল) দিয়া গৰুৰ দৰখৰ খুটি? এই খুটিক কেন্দ্ৰ কৰি বৃত্তাকাৰে ঘূৰি কেৱল ঘাঁহ খাব লাগিব? সেইজনীক কেন্দ্ৰ কৰি মই এখনি সৰু সংসাৰ পাতি কেইটামান ঘৰ, কেইটামান ল'ৰা-ছোৱালী লৈ তাইৰ লগতে কাজিয়া কৰি, গালি খাই মৰি যাব লাগে? নহয়নে? এয়ে তোমাৰ ইচ্ছা?"

"আপুনি সংসাৰ নকৰি এনেকৈ ঘূৰি ফুৰিলে হ'ব নে, আপোনাৰ সুখৰ সংসাৰ পাতি কেইটামান ঘৰ, কেইটামান ল'ৰা-ছোৱালী লৈ তাইৰ লগতে কাজিয়া কৰি, গালি খাই মৰি যাব লাগে? নহয়নে? এয়ে তোমাৰ ইচ্ছা?"

"আপুনি সংসাৰ নকৰি এনেকৈ ঘূৰি ফুৰিলে হব নে, আপোনাৰ সুখৰ সংসাৰ এখনি মই কামনা কৰোঁ।"

"তুমি নহয়, সকলো তিৰোতাই কৰে। পিচে মই কৰোঁনে নকৰোঁ তাৰেহে কোনেও খবৰ নলয়।"

"বাৰু ঘৰ নকৰক, পিচে নাটক কি কৰিব?"

"নাটক তিনিখন কৰিম—সাম্প্ৰদায়িকতা, জাতিভেদ, আৰু মানৱ সমাজ। সাম্প্ৰদায়িকতাত থাকিব ভাৰতৰ হিন্দুমুছলমানৰ কাজিয়া। তাত নায়িকাৰ অভিনয় কৰাব লাগিব তোমাক। এই নাটকত থাকিব হিন্দুমুছলমানৰ কাজিয়া, কটাকটি-মৰামৰি-হিন্দুস্থান, পাকিস্থান ইত্যাদিৰ জ্বলন্ত কাহিনী আৰু ইতিহাস। জাতিভেদ সামাজিক উচ্চ-নীচৰ সৃষ্টি কৰি ঠগি ঠগি খাই আহিছে আৰু আছে তাৰ হুবহু চিত্ৰ। ভাৰত বুৰঞ্জীৰ জৰিয়তে তাকে প্ৰমাণ কৰি বুদ্ধিজীৱীসকলৰ ইমান দিনৰ ছল-চাতুৰি প্ৰমাণ কৰা হ'ব। ইয়াত নায়িকাৰ ভাৰ ল'ব মোৰ গৃহিণীয়ে। আৰু "মানৱ সমাজত" থাকিব কেনেকৈ মানৱ গোষ্ঠী তৈয়াৰ হ'ল আৰু ককেচিয়ান, মঙ্গোলীয়ান, নিগ্ৰো আদি বেলেগ বেলেগ গোষ্ঠীৰ শেৰত আৰ্য, অনাৰ্য, দ্ৰাবিৰ, কোল, ভীল, চাওতাল, মুণ্ডা, অষ্ট্ৰীক, বড়ো, আহোম, চুতীয়া, নগা ইত্যাদিৰ সৃষ্টি হৈ মানৱ গোষ্ঠীবোৰ

ভিতৰত সৰু সৰু গোট তৈয়াৰ হ'ল। তাৰ পিছত থাকিব কেনেকৈ জাতিবোৰৰ ভিতৰত অমিল হৈ বৃহৎ মানব-সমাজ ভাঙি থানবান হৈ মানুহে মানুহে অমিল, হিংসা, অৰিয়া-অৰি আৰু ঘৃণাৰ সৃষ্টি হৈ মানৱ সংস্কৃতি আৰু সঙ্কট উপস্থিত হৈছে তাৰ ধাৰাবাহিক ঘটনাৰ ইতিহাস। ইয়াত নায়িকাৰ ভাৰ ল'ব ভনীজনীয়ে।"

"এই নাটক তিনিখন লিখা হৈছেনে নাই?"

"লিখা হোৱা নাই। লিখিব।"

"কোনে লিখিব?"

"আচল মানুহে।"

"বুজিছোঁ, মগজত আকৌ এটি দুষ্ট বুদ্ধি উৎপন্ন হৈছে।"

তাই হাঁহে। তেৰোঁ হাঁহে। দুয়ো হাঁহি হাঁহি উঠি যায়। যাওঁতে দিলাৰাই আকৌ সোধে—"আপোনাৰ গৃহিণীজনীক বাৰু চাব নোৱাৰোঁনে?"

"পাৰিবা, গৃহিণী হৈ আহিলে। এতিয়াও তেওঁক মোৰ গৃহিণীৰ মাৰ্কা দিয়া নাই চৰকাৰে। মাৰ্কা পৰিলেই বজাৰত বাহিৰ হ'ব—তেতিয়া দেখিবা।"

"এতিয়াও তেন্তে গৃহিণী হোৱা নাই?"

"গৃহ নহ'লে গৃহিণী হ'ব কেনেকৈ? এতিয়াহে গৃহ আৰু গৃহিণী লোৱা পথত আগ বাঢ়িছোঁ।"

"এতিয়া জানো মই এনেকৈয়ে থাকিব লাগিব?"

"এনেভাৱে থাকিলে নচলিব। আমি কাম কৰিব লাগিব। সাম্প্ৰতিকে তোমাক এখন দোকান দি দিব লাগিব। উলুবাৰীতে এখন মনোহাৰী মালৰ দোকান দি দিম। দোকান দিলে তুমি উপাৰ্জন কৰিব পাৰিবা। ছোৱালী—বিশেষকৈ ধুনীয়া গাভৰুৰ দোকানৰ বিক্ৰী বৰ বেছি হয়। দোকানত তুমি থাকিলে খুব বিক্ৰী হ'ব আৰু আমাৰ খৰচ ওলাব।"

"যাত্ৰাদল গঠন হ'লে দোকান কেনেকৈ চলাব?"

"তেতিয়া মেনেজাৰ ৰাখিব লাগিব। দোকান তোমাৰ, লগতে মোৰো। এইটো স্থায়ী ব্যৱসায়। দোকান থাকিলে তাৰ জৰিয়তে যাত্ৰাদল খুলিবৰ সুবিধা হয়, লগতে আমাৰ টকাবোৰ খটুৱাবৰ বাবেও সুবিধা হ'ব।"

"কামটি ভাল, কিন্তু টকা পাব ক'ত?"

"টকা মোৰ আছে। অহা-কালি গৈ ঘৰ বন্দবস্ত কৰিব লাগিব। দুয়ো গৈ ঘৰ চাম। তোমাৰ মত আছে তো?"

"আপুনি যি কয় তাতে মোৰ মত। মই মোৰ জীৱন আপোনাৰ ওচৰতে সঁপি

দিছোঁ, যি ভাল দেখে তাকে কৰক। মই মাত্ৰ আদেশ পালন কৰি যাম।"

"চমৎকাৰ শিষ্যা। তেতিয়া ব'লা, গা-পা ধুই খাই বৈ উঠোঁগৈ। ভাড়াঘৰ ঠিক কৰি দোকান দিব নোৱাৰোঁ মানে তুমি এই হোটেলতে থাকিব লাগিব। ব'লা এতিয়া।"

"ব'লক।"

দুয়ো আহি তেওঁলোকৰ বাবে ভাড়া কৰা ৰুমৰ ভিতৰলৈ যায়। তাৰ পিচত গা-পা ধুই আহি ভাত-পানী খাই উঠি দুয়ো কিবাকিবি আলোচনা কৰে। তেতিয়া ৰাতি প্ৰায় দহটা।

দুয়ো শুবলৈ যায়।

পিচদিনা ৰাতিপুৱা চাহ খাই উঠি এখন ৰিক্সা ভাড়া কৰি দুয়ো গৈ উলুবাৰী পালে। মদনে ৰমলাহঁতৰ ঘৰলৈ নগৈ বাহিৰে বাহিৰে ভাড়াঘৰ বন্দবস্ত কৰাৰ কাৰণে ঘূৰিলে, লগে লগে দিলাৰা।

বিচাৰি বিচাৰি তেওঁলোকে ৰাস্তাৰ কাষতে এটা ঘৰ বহুত টকাত ভাড়া ল'লে। ঘৰৰ বন্দবস্তৰ কাগজ-পত্ৰ কৰি দুয়ো যেতিয়া হোটেললৈ ফিৰে তেতিয়া দিনৰ প্ৰায় তিনিটা বাজিছে৷ পৰিশ্ৰান্ত, শ্ৰান্ত ক্লান্ত আৰু ক্ষুধাপীড়িত হৈ দুয়ো যেতিয়া হোটেল উঠিল তেতিয়া হোটেলৰ ৰান্ধনি, চাকৰহঁত খাবলৈ বহিছে।

## [ন]

কেইদিনমান পিচতে মদনে দিলাৰাক লৈ উলুবাৰী চ'কত মনোহাৰী মালৰ দোকান এখন খুলিলে। দিলাৰাই ধুনীয়া সাজপাৰ কৰি ধুনীয়া ধুনীয়া বস্তুবোৰ সজাই পৰাই আটক-ধুনীয়া কৰি সজালে দোকানখন। এনেয়ে মনোহাৰী মালৰ দোকান। মনোহাৰী মানে মন হৰণ কৰে যিয়ে অৰ্থাৎ মানুহৰ আৰাম আৰু বিলাসিতাৰ বাবে যি যি বস্তু লাগে সেইবোৰ বস্তু থকা দোকান; তাতে আকৌ ধুনীয়া গাভৰু ছোৱালী তাৰ বিক্ৰীদাৰ। মানুহৰ ভীৰ—বিশেষকৈ ডেকা মানুহৰ ভীৰ যে কেনে হ'ব তাক নকলেও বুজিব পাৰি। অলপ দিনৰ ভিতৰতে দোকানৰ অৱস্থা দোপত-দোপে উঠি আহিল। দিনে দিনে বিক্ৰী বাঢ়ি গ'ল। যথেষ্ট লাভ আহি দিলাৰাৰ হাতত পৰিল। তাই বিস্ময়ে মানিলে। তাইৰ আগৰ অনিৰ্দিষ্ট আৰু বিভৎস কাৰবাৰতকৈ এই সুন্দৰ সন্মানজনক ব্যৱসায় কেনে আৰামৰ—কেনে লাভৰ! তাই মদনক পেটে পেটে খুব ভাল পালে। তাই গধূলি হিচাপ কৰি সমস্ত টকা পইচা মদনৰ হাতত জমা দিয়ে হিচাপে সৈতে। মদনে হিচাপ বুজি লৈ টকাখিনি পুনৰ তাইৰ হাততে জমা থয়। তাই কয়—"যদি

টকা মই ৰাখিবই লাগে, তেন্তে মিছাকৈ হিচাপ দি কি হ'ব? টকা আপুনি ৰাখক।"

"নহয় দিল, টকা মই নাৰাখোঁ। সংসাৰত পুৰুষৰ দুটা বস্তুত আকৰ্ষণ। টকা আৰু তিৰোতা। মই তিৰোতাৰ অনুৰাগী; গতিকে টকাৰ অনুৰাগ কমি গৈছে। আনকি বিৰাগ হৈছে বুলিহে ধৰিব পাৰা। সেইবাবে মই তিৰোতা ৰাখিছোঁ আৰু তিৰোতাই টকা ৰাখক। তেতিয়া টকা, তিৰোতা আৰু মই তিনিও মিলি থাকিব পাৰিম। গতিকে তুমি ৰাখিব লাগে।"

"আপোনাৰ কথাবোৰ বুজাত মোৰ মস্কিল হয়। কি কয় আপুনি একো বুজি নাপাওঁ।"

"আৰু মোৰ কামবোৰ বুজাত তোমাৰ মস্কিল নহয়? তুমি মোৰ কামৰ অৰ্থ বুজি পোৱা?"

"একো নাপাওঁ।"

"মোৰ কৰ্ম্মবোৰক বুজি নাপাবা আৰু বুজিবলৈ কোনোদিন চেষ্টাও নকৰিবা। কেতিয়াবা ভুল অৰ্থ কৰি মৰিবা। তুমি মাত্ৰ কৰি যোৱা; মই যি কওঁ তাকে পালন কৰি যোৱা। শেষত দিনে দিনে খাই খাই ল'ৰাছোৱালী ডাঙৰ হৈ—আহাৰ খোৱাৰ অৰ্থ আপুনি বুজাৰ দৰে, তুমিও কাম কৰি গৈ থাকা, গৈ থাকা, সময়ত মোৰ কৰ্মৰ অৰ্থ আপুনি প্ৰকাশ পাব। তুমি মাত্ৰ বিনা দ্বিধাই কাম কৰি যোৱা।"

"কাম কৰি যাম অথচ অৰ্থ একো নুবুজিম? ই আকৌ কি ৰকমৰ ব্যৱস্থা?"

"তুমি তো হিন্দু নাছিলা আৰু হিন্দুৰ ধৰ্ম-গ্ৰন্থ গীতা পঢ়া নাই, কি বুজিবা? মই আগেয়ে হিন্দু আছিলোঁ—।

"আৰু বৰ্ত্তমান?

"বৰ্ত্তমান মানুহ।"

"আকৌ সেই আগৰ কথা। গিচে গীতাৰ কথা কি কৈছিল?"

"অ, গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক আদেশ কৰিছিল—'কৰ্মণ্যে বাধিকাৰস্তে মা ফলেষু কদাচন'—অৰ্থাৎ কাম কৰি যোৱা, ফলৰ আশা নকৰিবা।"

"কাম কৰি যাব লাগে আৰু কৰ্মফল আশা কৰিব নালাগে? ই আকৌ কেনে কথা?

"নিষ্কাম ভাবে কৰ্ম কৰিলে কৰ্মদোষে নোচোৱে। সমস্ত কৰ্ম ঈশ্বৰৰ উদ্দেশ্যে কৰিলে কোনো পাপে চুব নোৱাৰে। ঈশ্বৰ সকলো কৰ্মফলৰ গৰাকী। গতিকে কৰ্মফল ভগবানত অৰ্পণ কৰি কৰ্ম কৰি যাব লাগে, তেহে মুক্তি লাভ হয়। শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত এই কথা কৈছিল, হিন্দুবিলাকে বিশ্বাস কৰে।"

"কৰ্মফল ঈশ্বৰক কেনেকৈ সমৰ্পণ কৰিব পাৰি?"

"শ্ৰীকৃষ্ণই শেষত অৰ্জুনক কৈছিল—'সৰ্ব ধৰ্মাণ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ' অৰ্থাৎ সকলো কৰ্ম পৰিত্যাগ কৰি মোত শৰণ লোৱা, তোমাৰ কৰ্তব্য কৰ্ম সেয়ে। ধৰ্ম কৰ্ম এৰি তুমি মোত শৰণ লোৱা; তোমাৰ কৰ্তব্য সেয়ে।"

মদনে ধাৰ্মিক পুৰুষে ধৰ্মবাণী শুনোৱাৰ দৰে গহীন গম্ভীৰভাৱে দোকানৰ গাদীত বহি দিলাৰাক কয়। তাই কাষত থিয় হৈ একান্ত মনে শুনে নীৰৱে। তেতিয়া ৰাতি এঘাৰটা। দোকান বজাৰ, ৰাস্তা-ঘাটত মানুহ নাই। এই নিৰ্জন ৰাতি নিৰ্জন দোকানৰ গাদীত বহি মদনে কয় আৰু দিলাৰাই শুনে যেন কোনো গুৰুৱেহে প্ৰিয় শিষ্যক গূঢ়ৰহস্যৰ ভেদ ভাঙি ক'ব ধৰিছে তাই অবাক হৈ যায়। কি পদাৰ্থৰে গঠিত এইজন মানুহৰ মন! এওঁৰ কথাৰ, চৰিত্ৰৰ, কৰ্মৰ একো গম ধৰিব নোৱাৰি। এওঁ কাৰো লগত নিমিলে। হয় এওঁ ছদ্মবেশী মহাপুৰুষ, নহ'লে এওঁ দুৰ্বৃত্তৰ চূড়ামণি। তাই ভাবি ভাবি তেওঁৰ ফালে চাই ৰয়। মদনে হাঁহি মাৰি সোধে—"হিন্দুৰ ধৰ্মগ্ৰন্থ গীতাৰ কথা কোৱাত তোমাৰ বেয়া লাগিল নেকি?"

"নাই লগা। কিয় লাগিব? কথাবোৰ শুনি মই তবধ মানিছোঁ। বাৰু গীতাখনৰ বিষয়ে কওকচোন?"

"আজি নহয়—আনদিনা কম। আজি বহুত ৰাতি হৈছে। শুব লাগে। মুঠতে জানি থ'বা যে গীতাখন হিন্দুধৰ্মৰ প্ৰাণকেন্দ্ৰ। গীতাৰ বিষয়ে যেই সেই সময়ত যাৰে তাৰে আগত ক'ব নাপায়। বাৰু কোৱাচোন, এতিয়া এই ব্যৱসায় কৰি তোমাৰ ভাল লাগিছে নে আগৰ ব্যৱসায়—?"

"আগৰ ব্যৱসায়ৰ কথা কৈ মোক আৰু দুখ নিদিব। উহ্ আল্লা। তুমি মোক ৰক্ষা কৰিলা।"

হাঁহি মাৰি মদনে ক'লে—"আল্লাই ৰক্ষা কৰিলেনে মই ৰক্ষা কৰিলোঁ।"

"দেখাত আপুনি কৰিছে কিন্তু নেদেখাত এজনৰ ইঙ্গিত আছে! খোদাৰ মেহেৰবানিতহে আপুনি মোক উদ্ধাৰ কৰিছে। নহ'লে আপোনাৰ মননো কিয় তেনেকুৱা হ'ল? মোক উদ্ধাৰ কৰিবলৈ খোদাই আপোনাক হুকুম কৰিছিল, নহ'লে আন দহজনৰ দৰে আপুনিও ইন্দ্ৰিয় লালসা চৰিতাৰ্থ নকৰি কিয় তেনেকুৱা কৰিছিল? ই আল্লাৰে হুকুম।"

হাঃ হাঃ কৈ হাঁহি মদনে কৈ উঠিল—"চাব্বাচ্ ইচলাম অনুগামী নাৰী। আল্লাৰ প্ৰতি তোমাৰ বিশ্বাস অতুলনীয়। তুমিও সৰ্ব-সাধাৰণ মুছলমানৰ শাৰীৰে। বাৰু কোৱাচোন, নিৰাকাৰ আল্লাই কি কৰিব পাৰে? আৰু যদি নিৰাকাৰ নহয়, সাকাৰে তেন্তে—ই হ'ল মূৰ্তি। ইচলাম ধৰ্মই জানো মূৰ্তি মানে? তেতিয়াহ'লে তোমাৰ আল্লা

সাধাৰণ হিন্দুৰ ঈশ্বৰৰ দৰে সাকাৰ কোনো এজন দেহধাৰী হ'ব। গতিকে তুমি মুছলমান হৈ সাকাৰ আল্লা মানা। কিন্তু ইচলাম মতে, কোৰাণ মতে আল্লা নিৰাকাৰ। এতিয়া হয় তুমি মুছলমান নহয়, তুমি ভুল অৰ্থ কৰিছা। দুটাৰ এটা। আচলতে হিন্দুৰ অদ্বৈতবাদ বা ব্ৰহ্মবাদ মতে, মুছলমানৰ (ইচলাম মতে) কোৰাণ মতে আৰু খৃষ্টানৰ বাইবেলৰ মতে ঈশ্বৰ, বা আল্লা বা গড্ নিৰাকাৰ, নিষ্ক্ৰিয়, সনাতন। ই কোনো দেহধাৰী পদাৰ্থ নহয়। এই ক্ষেত্ৰত সকলো ধৰ্ম একে। কেৱল সৰ্বসাধাৰণ মানুহে এই গূঢ় তত্ত্ব বুজিব নোৱাৰে কাৰণে তেওঁলোকৰ কাৰণে হিন্দুসকলে সাকাৰ ঈশ্বৰ বাহিৰ কৰিছে। এতিয়া দেখো তুমিও ইচলামৰপৰা আঁতৰি গ'লা? পিচে এই বিষয়ে মই আজি তৰ্ক নকৰোঁ। আচল মানুহৰ ধৰ্মগ্ৰন্থত তুমি সকলো পাবা। মাথো এইখিনি জানি থোৱা যে ধৰ্ম বা মতবাদবোৰে মানুহক মাৰ্জিত আৰু সভ্য হে কৰে, আন একো নকৰে। ধৰ্মৰ বাণী বিশ্বাস কৰে অজলাই, ধৰ্মৰ নিয়ম মানি চলে অশিক্ষিতে। কাৰণ অজলা আৰু অশিক্ষিতসকলৰ কাৰণেই ধৰ্মগুৰু সকলে ধৰ্মবোৰ আৱিষ্কাৰ কৰিছিল। বুদ্ধিমান আৰু শিক্ষিতসকলৰ কাৰণে নহয়। সেই দেখি শিক্ষিত আৰু বুদ্ধিমান মানুহ আচলতে কোনো মাৰ্কা-মাৰা ধৰ্মত নাই; কাৰণ তেওঁলোকে কোনো ধৰ্মৰ নীতি-নিয়ম পালন নকৰে। অন্তৰৰপৰা। সমাজৰ বাধ্যত পৰি কিবাকিবি কৰে। বিনাযুক্তিত কোনো বাণীকে বা 'ওহি'কে বিশ্বাস নকৰে। শিক্ষিতসকলৰ ধৰ্ম হ'ল মানৱতাবোধ, ধৰ্মৰ বাণী হ'ল যুক্তি আৰু ধৰ্মৰ নীতি-নিয়ম হ'ল বিবেচনা। যুক্তিৰ জৰিয়তে বিবেচনা কৰি প্ৰকৃত মানৱতাবোধ উপলব্ধি কৰাই হ'ল শিক্ষিতৰ ধৰ্ম।"

"কিন্তু বহুত উচ্চশিক্ষিত মানুহেইতো ধৰ্ম বিশ্বাস কৰে।"

"তেওঁলোক চিন্তাৰ ক্ষেত্ৰত হয় চুবা বুটলি খোৱা বিধৰ নাইবা ভণ্ড, টেঙৰ— জনতাক ঠগায়! জগতৰ তথাকথিত শিক্ষিত লোকসকল লোকে খাই এৰি যোৱা কুঁহিয়াৰৰ চোবা বুটলি খোৱা বিধৰ লোক। কোনো চিন্তাশীলে আগতে কিবা চিন্তা কৰি ভালেই হওক বা ভুলেই হওক উলিয়াই গৈছে আৰু পিছৰবিলাকে তাকে খাই আছে, মানি আছে, শিকি আছে। নিজৰ চিন্তা একো নাই। আন বিধকতো জানাই। গতিকে চুবা বুটলি খোৱাসকলৰ কথা মই কোৱা নাই— মই কৈছোঁ প্ৰকৃত চিন্তাশীলসকলৰ কথা। এই ফালেৰে চাব গ'লে পৃথিৱীত বৰ্তমান দুটা ধৰ্ম আৰু দুটা জাতি চলি আছে। এটা ধৰ্ম হ'ল বৰ্তমান পৃথিৱীত প্ৰচলিত ধৰ্মবোৰ, আনটি হ'ল মানৱতাবোধ। এটা জাতি হ'ল লোকৰ মতে চলা আৰু আনটি হ'ল নিজৰ মতে লোকক চলোৱা। আচল মানুহৰ ধৰ্মগ্ৰন্থত এই বিষয়ে বহলাই বুজাই দিয়া আছে। সময়ত পাবা। এতিয়া ৰাতি বহুত হ'ল, মই যাওঁ।"

"ক'লৈ যাব?"

"ভনীজনীৰ তালৈ।"

"অ' আপোনাৰ সেই ভনীয়েকজনীৰ তালৈ?"

"এৰা।"

"বাৰু কওকচোন, ইমান দিনে কিয় মোক তেওঁৰ লগত সাক্ষাৎ কৰাই নিদিলে? মোৰ চৰিত্ৰ বেয়া কাৰণে মোৰ লগত লগ লাগিলে দোষে চুব বুলি ভাবি ভয় কৰিছে?"

"ছিঃ তুমি বৰ পাপীয়সী। যিয়ে নিজকে পাপী বুলি, দোষী বুলি ভাবে সি প্ৰকৃততে পাপী। এইটো তোমাৰ বৰ বেয়া দোষ। কিয় তুমি নিজকে চৰিত্ৰহীন বুলি ভাবিছা? তুমিতো চৰিত্ৰহীন নাছিলা বৰং চৰিত্ৰহীনবোৰহে তোমাৰ ওচৰলৈ আহিছিল। তুমি কিয় নিজক হীন বুলি ভাবিছা? ভুল কৰিছা দিল ঃ ই তোমাৰ মাৰাত্মক ভুল। এনে ভুল আৰু কোনোদিনে নকৰিবা। কোনোদিনে নিজকে পাপী বুলি নাভাবিবা। সংসাৰত পাপ, পুণ্য, সুচৰিত্ৰ, দুশ্চৰিত্ৰ একো নাই। এইবোৰৰ ব্যাখ্যা আচল মানুহৰ ধৰ্মগ্ৰন্থত পাবা।"

"বাৰু ক্ষমা কৰিব, মোৰ দোষ স্বীকাৰ কৰিছোঁ। পিছে কওকচোন আপোনাৰ সেই ভনীয়েকজনীৰ কথা। কিয় মোক দেখুৱাই নিদিয়ে।"

"দেখুৱাই দিম কি, একেবাৰে দেখা-দেখি কৰি দুয়োকো লগ কৰি নিম সময় হ'লে। সময় পকিবলৈ দিয়া। বৰ্তমান ইমানকে জানি থোৱা যে তায়ো তোমাৰ দৰে এজনী হতভাগিনী নাৰী আছিল...।"

"কিন্তু আজিকালি...?"

"মামৰে ধৰা লো কমাৰশালৰ কাৰখানাত দিলে কেনে হয়? ভগা সোণ সোণাৰীক দিলে কেনে হয়?"

"আগতকৈ নতুন হয় — সুন্দৰ হয়।"

"তেন্তে সেয়ে।"

"তেন্তে আপুনি সোণাৰী নে কমাৰ?"

"দুয়োটাই। তোমাৰ ক্ষেত্ৰত সোণাৰী, তাইৰ ক্ষেত্ৰত কমাৰ।"

"কমাৰজন কিন্তু ভালেই পালে তেওঁ। বৰ ভাগ্য তেওঁৰ।"

"আৰু তোমাৰ?"

"অকল ভাগ্য নহয় — সৌভাগ্য।"

"দুৰ্ভাগ্য আহিলেহে সৌভাগ্য উদয় হয়। গুটি পচিহে গছ হয়।"

"বাৰু কওকচোন, তেওঁক দেখাৰ সময় মোৰ কেতিয়া হ'ব?"

"হ'ব, সোনকালেই হ'ব। পিছে তুমি দেখা কৰাতকৈ তোমাক দেখা কৰিলে কেনে হয়? আচলতে নিজে গৈ দেখা হোৱাতকৈ নিজক দেখা কৰিব আহিলে মূল্য বাঢ়ে।"

"তেনে সৌভাগ্য মোৰ নাই।"

"নাই কাৰণেই তৈয়াৰ কৰিব লাগিব। সৌভাগ্য মানুহে নিজে তৈয়াৰ কৰে।"

এনেকৈ কৈ তেওঁ উঠিল। দিলাৰাই সাদৰে বিদায় দিলে। পিছদিনা দিলাৰাৰ কৌতুহল আকৌ বেছিকৈ বাঢ়িছে। তাই ৰমলাৰ কথা পেৰ পেৰ সুধিব ধৰিলে। বাধ্য হৈ মদনে ৰমলাৰ বিষয়ে দিলাৰাৰ আগত ক'ব ধৰিলে।

ৰমলাৰ দুখ বেদনাৰে ভাৰাক্ৰান্ত জীৱন কাহিনী শুনি দিলাৰাৰ দুচকুৰে দুধাৰি চকুলো নিগৰি পৰিল —

"উহ্ আল্লা! ইমান নিৰ্যাতন দিছা এজনী তিৰোতাক।"

তাই হুমুনিয়াহ্ কাঢ়ে। মদনে হাঁহি মাৰি সান্ত্বনা দি কয় —

"অতি সোনকালে চকুলো ওলোৱা আৰু অতি সোনকালে দয়া ওপজা দুয়োটাই দুৰ্বলতা — মহানুভৱতা নহয় দিল। তিৰোতাবিলাকৰ এই তৎক্ষণাৎ ওপজা দয়া, সহানুভূতি, মৰম আৰু চকুলো আন মানুহৰ মতে বিশেষকৈ লিখক চিখকৰ মতে সৰলতা হ'লেও মোৰ মতে ই দুৰ্বলতাহে। তুমি চকুলো নুটুকিবা। শুনি যোৱা।"

এই বুলি কৈ মদনে ৰমলাৰ জীৱন বৃত্তান্ত কৈ যায় অনৰ্গলভাৱে। দিলাৰাই একান্তমনে শুনি যায়। তাই নীৰৱ নিস্তব্ধভাৱে চাই থাকে মদনৰ সুদৃঢ় শৰীৰ আৰু লক্ষ্য কৰে এই সৰল মনটিৰ ভিতৰত কি আছে।

## [দহ]

আজি কিছুদিন মদন ৰমলাৰ তালৈ যোৱা নাছিল। হঠাৎ আজি গৈ ওলোৱাত ৰমলাই অভিমান জুৰিলে। তাই নীৰৱভাৱে তেওঁক বহিব দি চৰবৎ খাবলৈ দিয়ে আৰু নিজে এখন কিতাপ পঢ়াত ব্যস্ত হোৱা দেখুৱায়। মদনে বুজে ই তাইৰ অভিমান। হাঁহি মাৰি চৰবৎ খাই উঠি গৈ অধ্যয়নৰত ৰমলাৰ পিঠিত এটি চাপৰ মাৰি কয় মদনে —

"দুৰ্ হ হাৰামজাদী, মিছাকৈ অভিমান কৰে।" তাৰ পিছত ঠাট্টাৰ সুৰত কয় — "কোৱাচোন ময়নাটি, কি জগৰ লগালে মদনে?"

"একো জগৰ লগোৱা নাই।"

"তেন্তে নামাত কিয়?"

"নিজৰ কাম থাকিলে লোকৰ খবৰ কোনে লয়? মোৰ পঢ়া কাম আছে।" তাই অভিমানৰ সুৰত কয়। মদনেও অভিমান কৰা চুতা কৰি কয় —"ভাল বাৰু, মোৰো কাম আছে।"

মদন ঘৰৰ পৰা বাহিৰ ওলাব খোজে। ৰমলাই কিতাপখন টেবিলত থেকেচা মাৰি থৈ ওলাই আহে। দুবাৰ মুখলৈ আহি হাঁহোনে নাহাঁহোঁকৈ তাই কৈ উঠে — "বাৰু দেখোচোন ইমান অত্যাচাৰ কিমান বেলি ৰয়।"

"এৰি দে। তোৰ কাম নষ্ট কৰিবলৈ মই অহা নাই।"

"মোৰ কামনো কি?"

"পঢ়া।"

"কাৰ বাবে?"

"নিজৰ বাবে।"

"লোকৰ অধীনজনৰ নিজৰ বুলি কি আছে?"

"কাৰ অধীন?"

"নিজক সুধি নোচোৱা কিয়?"

"বাঃ কলেজত পঢ়িয়েই পাক লগা কথা ক'বলৈ ধৰিলে। কলেজ শেষ কৰি আৰু যে কি হ'ব...!"

"কিনো হ'ব? কলেজত পঢ়ি পাক লগা কথা ক'বলৈ শিকিছোঁ; কলেজ পাচ কৰিলে লোকৰ দৰে পাক লগা কাম কৰিবলৈ ধৰিম।"

গালত এটা চৰ মাৰি হাঁহি মাৰি কয় মদনে —"বেচ তৰ্ক কৰিবলৈ শিকিলে নিমাতী কছাৰিণী জনীয়ে।"

একেদৰে হাঁহি মাৰি আনখন গাল দেখুৱাই দি কয় ৰমলাই —"কছাৰিণীৰ গালত মাৰা, কিন্তু সাৱধান খৃষ্টানীৰ গালত হাত নিদিবা। সমগ্ৰ খৃষ্টান জাতি জাগি উঠিব।"

"মই ভয় নকৰোঁ। যীশুখৃষ্টই ভয় দেখুৱাই তেওঁৰ ধৰ্ম ল'বলৈ কোৱা নাই আৰু ভয় দেখুৱাই মানুহক বশো কৰা নাই; বৰং এখন গালত চৰ মাৰিলে আনখন গাল পাতি দিবলৈহে কৈছিল।"

"তাৰ মানে ময়ো আনখন গাল আগবঢ়াই দিব লাগিছিল চৰ মাৰিবলৈ?"

"নিশ্চয়।"

"তুমি তেন্তে খৃষ্টানক চিনা নাই।"

"মই যীশুখৃষ্টক হে চিনোঁ— খৃষ্টানক চিনিবলৈ বাকী আছে।"

"খৃষ্টানৰ মতে দুষ্টৰ পৰা আঁতৰত থাকিব লাগে।"

"আৰু খৃষ্টানৰ মতে অত্যাচাৰীক ক্ষমা কৰিবও লাগে।"

"অৱশ্যে"

"তেন্তে মই খালাচ। তই খৃষ্টানীয়ে মই অত্যাচাৰীক ক্ষমা কৰিবলৈ বাধ্য।"

"বাৰু ক্ষমা কৰিছোঁ। আহাঁ এতিয়া।"

তাই তেওঁক হাতত ধৰি টানি আনে। দুয়ো হাঁহি হাঁহি ঘৰৰ ভিতৰত গৈ বহে। হাঁহি মাৰি মদনে কয় —

"বেচ নাটকীয় দৃশ্য এটা হৈ গ'ল।"

"অৱশ্যে এইটো একাঙ্কিকা নাট হ'লহেঁতেন।"

"একাঙ্কিকা নহয়, একাঙ্গীহে হ'লহেঁতেন।"

"একাঙ্গী কি?"

"মানুহ হয় একাঙ্গী বেমাৰ হৈ দেহৰ এটা ফাল তত নোহোৱা হোৱাৰ দৰে সাহিত্যৰো কিছুমান একাঙ্কিকা নাট গুচি একাঙ্গী বেমাৰ হে আৰম্ভ হৈছে। তেনে ৰকমৰ একাঙ্গী নাট হে হ'লহেঁতেন।"

"তুমিয়ে বাৰু এখন একাঙ্কিকা নাট নিলিখা কিয়?"

"তোৰ নাচিবৰ মন গৈছে নেকি?"

"অভিনয় কৰিলে নাচিবৰ মন যোৱা হয় নেকি?"

"নিশ্চয়। চেঙেলীয়া ডেকা ডেকেৰী আৰু উতনুৱা মনোবৃত্তিৰ মানুহে হে অভিনয় কৰে আৰু কৰিব পাৰে।"

"তাৰ মানে অভিনেতা অভিনেত্ৰীবিলাক পাতল মনোবৃত্তিৰ?"

"সমাজে তেনে বুলিয়ে ভাবে।"

"সমাজে ভাবক; তুমি কি বুলি ভাবা?"

"মই ভাবোঁ — প্ৰাণ শক্তি উদ্দীপ্ত থকা অৱস্থাত আৰু জৈৱিক শক্তি প্ৰচুৰ পৰিমাণে থকা অৱস্থাত মানুহে খেলে, নাচে, গায় আৰু অভিনয় কৰে — ছাগলী পোৱালিয়ে জঁপিয়াই প্ৰাণ শক্তিৰ অফুৰন্ত স্ফুৰণত, ঘোঁৰাই দৌৰে জৈৱিক শক্তিৰ প্ৰবল উত্তেজনাত।"

"তাৰ মানে খেলোৱাৰী আৰু অভিনেতাসকল ছাগলী পোৱালি আৰু ঘোঁৰা?"

"আকৃতি পৃথক যদিও প্ৰকৃতি একে।"

"এনেবোৰ কথা ক'লে তোমাক কোনোবাই কিলাব।"

"কিলৰ ভয়ত মই সঁচা কথাও বন্ধ কৰিব লাগে? সঁচা কথা কোৱাত মৃত্যু হোৱা শ্ৰেয়, তথাপি কাপুৰুষৰ দৰে ভয়ত — সমাজৰ ভয়ত, মানুহৰ ভয়ত মই সিইতৰ সেও মানিব নোৱাৰোঁ। সত্যৰ অপলাপ কৰিব নোৱাৰোঁ। মানুহক মই তুচ্ছজ্ঞান কৰোঁ।"

"কিয়?"

"সৰ্বসাধাৰণ মানুহ ম'হৰ দৰে। ম'হৰ পালৰ আগৰজনী যিফালে যায় বাকীবিলাকো সেইফালে যায়। ঠিক তেনেকৈ সৰ্বসাধাৰণ মানুহৰ ভিতৰৰ মুখিয়ালজনে যি কয়, বাকীবিলাকে তাকে বিনা বিচাৰে মানি লয়। এওঁলোকৰ স্বতন্ত্ৰ মত একো নাই।"

"সেই বুলি সাধাৰণ মানুহক তুচ্ছ বুলি নাভাবিবা। বিপদ আছে।"

"বিপদ আছে নিশ্চয়, কাৰণ ম'হৰ দৰে শিঙেৰে খুচিব পাৰে নহয় নে? মই কিন্তু ভয় নকৰোঁ। গুৱালক মাতিলে ম'হ ঠাণ্ডা হৈ যাব।"

"গুৱাল কোন?"

"সমাজ নেতাসকল। দেখা নাই, ম'হবিলাকে ম'হৰখীয়া গুৱালক যেনেকৈ ভয় কৰে আৰু তেনেকৈ সাধাৰণ মানুহেও সমাজ নেতাসকলক সিমান ভয় কৰে আৰু মানে।"

"তোমাৰ কথাবোৰ কোনোবাই শুনিলে তোমাকতো মাৰিবই লগতে মোকো মাৰিব।"

"বুজিছোঁ, তই মোৰ বাবে ভবা নাই, বৰং তোৰ নিজৰ বাবেহে ভয় কৰিছ।"

"তোমাৰ কথাবোৰ বিপ্লৱমুখী।"

"এৰা, বিপ্লৱমুখী। বিপ্লৱ লগা হৈছে।"

"কিয়?"

"পুৰণি সত্যবোৰ আৰু ৰীতি-নীতিবোৰ আজিকালি মামৰে ধৰি অচল হৈ গৈছে। আজিকালি সেইবোৰ বদলাব লগা হৈছে যুগৰ লগত খাপ খোৱাকৈ। যুগ বদলিছে; গতিকে ৰীতি-নীতি, আৰু আপ্ত বাক্যবোৰো বদলিবৰ দৰ্কাৰ হৈছে। সৰুতে পিন্ধা সুন্দৰ কোটটো জানো ডেকা কালতো গাত হ'ব? আদিম মানৱ সমাজৰ ৰীতি-নীতিবোৰ আজিৰ যুগতো একে ৰকমে ধৰি থাকিলে নচলিব; গতিকে বিপ্লৱ দৰ্কাৰ হৈ পৰিছে। মই সেই বাবেই বিপ্লৱী। মোৰ কথাবোৰ বিপ্লৱমুখী।"

"তুমি ধৰ্ম বিপ্লৱী নে ৰাজনৈতিক বিপ্লৱী?"

"ধৰ্ম, ৰাজনীতি, সমাজনীতি সকলোতে; অৰ্থাৎ মই মানৱ-বিপ্লৱী।"

"মানৱ বিপ্লৱী কি?"

"মানুহৰ জীৱনত যি যি লাগে সকলোতে বিপ্লৱী। আচল মানুহৰ ধৰ্মগ্ৰন্থত ইয়াৰ বিষয়ে পাবি।"

"তুমি সদায় আচল মানুহৰ কথা কৈ থাকা; বাৰু কোৱাচোন এই আচল মানুহজন কোন?"

"আচল মানুহ জন্মা নাই; জন্মিব। তেতিয়া পাবি।"

"আচল মানুহ নজন্মাকৈ ধৰ্মগ্ৰন্থ লিখিলেনে? মানুহজন নজন্মাকৈ কিতাপ লিখিব পাৰেনে?"

"ৰাম নজন্মোতে ৰামায়ণ ৰচনা হোৱা বুলি যে এটা প্ৰবাদ আছে শুনিছনে নাই?"

"শুনিছো।"

"তেন্তে মোৰটোকো শুন।"

"তৰ্ক কৰাত ওস্তাদ। বাৰু, সেইবোৰ এৰা। এতিয়া কোৱা, কিয় ইমান দিন অহা নাছিলা?"

"মোৰ কাম আছিল।"

"কাম থাকিলে জানো মোৰ খবৰ ল'ব নালাগে?"

"তোৰ খবৰ মই ল'ব লাগে?"

"তেন্তে কোনে ল'ব?"

"বাঃ কি দাবী!"

"নিশ্চয়। দাবী কৰিবৰ অধিকাৰ আছে বাবে কৰিছোঁ।"

"তাৰ মানে টকা লাগে?"

"তাৰ মানে টকাৰেই মানুহৰ সকলো সমস্যা সমাধান হয়?"

"ধনৰ বাহিৰেনো সাধাৰণ মানুহৰ আৰু কি অন্য সমস্যা থাকে?"

"সাধাৰণ মানুহক তুমি ধনৰ মেচিন বুলি জ্ঞান কৰা নেকি?"

"ধনৰ মেচিন নহয়নো কি? ধন অৰ্জা আৰু খৰচ কৰাৰ বাহিৰে বাৰু সৰ্বসাধাৰণ মানুহৰ জীৱনত অন্য কি কাম আৰু চিন্তা দেখিছ? তেওঁলোকৰ জীৱন টকাক কেন্দ্ৰ কৰিয়েই ঘূৰে। অন্য চিন্তা নাই।"

"দয়া, মৰম, চেনেহ, প্ৰেম আদিৰ চিন্তা নাই জানো?"

"সাধাৰণ মানুহক ভালকৈ লক্ষ্য কৰিলে দেখিবি যে তেওঁলোকৰ ভিতৰৰ দয়া, মৰম, চেনেহ, আত্মদান আদি সকলো স্বাৰ্থজড়িত। নিজৰ লাভৰ ঘৰ দেখিলে এইবোৰ উঠলি উঠে আৰু লোকচানৰ ঘৰ দেখিলে কোচ খাই যায়। সাধাৰণ মানুহক চিনিবলৈ মোৰ বাকী নাই।"

"আমি সকলোবিলাক সাধাৰণ আৰু তুমি অকল অসাধাৰণ?"

"ময়ো সাধাৰণ। সেইবাবেই সাধাৰণ মানুহক চিনাত মোৰ সহজ হৈছে। গৰুৱে গৰুক চিনে আৰু বাঘে বাঘক চিনে।"

"বাঘে গৰুক আৰু গৰুৱে বাঘক নিচিনে নেকি? তেন্তে বাঘ দেখিলে গৰুৱে লৰ মাৰে আৰু গৰু দেখিলে বাঘে খেদে কিয়? কাকো কোনেও নিচিনিলে পলোৱা আৰু খেদা ব্যৱস্থা নাথাকিলহেতেঁন।"

"গৰুৱে চিনে বাঘৰ এটা প্ৰকৃতি আৰু বাঘে চিনে গৰুৰ এটা আকৃতি। যদি বাঘৰ পোৱালিৰ প্ৰতি গাই গৰুৰ মৰম কিমান বুজিলেহেঁতেন তেন্তে সিহঁতৰ ভিতৰৰ এই খোৱা কাৰবাৰখন অচল হৈ গলহেঁতেন। সিহঁতে কিন্তু এইবোৰ নুবুজে; বুজে মাত্ৰ গৰুৱে আত্মৰক্ষাৰ চেষ্টা আৰু বাঘে ক্ষুধা নিবাৰণৰ ৰাস্তা।"

"তোমাৰ কথাবোৰ মই ভাল পোৱা নাই।"

"মোৰ কথা কোনেও ভাল নাপায়। ইয়াৰ কাৰণ মই ভাল লগাবৰ কাৰণে কথা নকওঁ—কওঁ সত্য উদঘাটনৰ কাৰণেহে। বহুত সত্য কথা আছে যাক ভাল পোৱা নাযায়।"

"সেইবোৰ এৰা। চাহ খাবা নেকি?"

"অতিথিক সুধিহে খৃষ্টানে অতিথি শুশ্ৰুষা কৰে নেকি?"

"ইমান হানি হানি কথা নকবাচোন।" তাই হাঁহি মাৰি উঠি যায় আৰু পাক ঘৰলৈ গৈ চাহৰ যোগাৰ কৰে। মদনে হাঁহি মাৰি কয়—"চাবাচ খৃষ্টানী। 'স্মাৰ্টনেচ' বোলা ইংৰাজী কথাটো হ'লে শিকিছ ভাল।"

"মনে মনে ভদ্ৰলোকৰ দৰে বহি থাকা।" তাই ধমক দিয়ে।

তাই চাহ কৰে; মদন বহি থাকে! কিছুসময় পিচত চাহ বিস্কুট লৈ আহি তেওঁৰ আগত দি কয়—"চাহ খোৱা।"

মদনে চাহৰ কাপ তুলি লয় আৰু পিবলৈ আৰম্ভ কৰে। চাহ খাই থাকোতে তাই প্ৰশ্ন কৰে—

"ইমানদিন কি কৰিলা ককাইদেউ?"

"বহুত কাম কৰিলোঁ।" গম্ভীৰভাৱে কয় মদনে।

"কি কাম?"

"যাত্ৰাদল খোলা কাম।"

"যাত্ৰাদল?"

"এৰা, বুজিলি মঞ্চ অভিনয়।"

"অলপ আগতে দেখো অভিনয়ক ব্যঙ্গ কৰিছিলা, এতিয়া তুমি যে আকৌ যাত্ৰাভিনয় খুলিবা?"

"এৰা।"

"কিয়?"

"টকা লাগে।"

"অলপ আগতে দেখো টকা অৰ্জা মানুহক সাধাৰণ শ্ৰেণীৰ বুলি তাচ্ছিল্য কৰিছিলা; এতিয়া আকৌ তুমিয়ে টকা আৰ্জিবৰ দিহা কৰিছা?"

"নিশ্চয়। সাধাৰণ মানুহৰ প্ৰকৃতিৰ লগত মিলা ব্যৱসায় কৰিলেহে সাধাৰণ মানুহৰ দৰে ধন ঘটিব পাৰি আৰু ধন হ'লেহে সাধাৰণ মানুহে মানে, নহ'লে মানুহক মানুহ বুলিয়েই গণ্য নকৰে।"

"ধন আৰ্জিবা কিৰূপে? গানতো জানো টকা পায়?"

"খেলা, গান-বাজনা, যাত্ৰা-অভিনয় কৰা আৰু চোৰা সাধাৰণ মানুহৰ প্ৰকৃতি আৰু ধন অৰ্জা, ধন খৰচ কৰা আদি সাধাৰণৰ প্ৰবৃত্তি। সেইবাবে সাধাৰণ মানুহৰ চৰিত্ৰৰ দুৰ্বলতা সম্বল কৰি লৈ মোৰ ব্যৱসায় কৰিম। গতিকে টকা নিশ্চয় পাম।"

"ইয়ো তোমাৰ আচল মানুহৰ ধৰ্ম নেকি?" তাই ঠাট্টা কৰে।

"ধৰ্ম নহয়—কৰ্মহে।" তেওঁ গহীনাই উত্তৰ দিয়ে।

"বাৰু, তুমি ক'ত যাত্ৰাদল খুলিবা?"

"বৰ্তমানে গুৱাহাটীতে খুলিম।"

"গুৱাহাটীত কি কি সুবিধা হ'ব? তাতকৈ গাঁৱলৈ যোৱা, গাওঁতহে যাত্ৰাদল থাকে।"

"নহয়, চহৰত হে যাত্ৰাদলৰ সুবিধা হয়; কাৰণ চহৰত অনেক গুণ্ডা পোৱা যায়,।"

"গুণ্ডা কি কৰা?"

"যাত্ৰাদলত গুণ্ডাৰ দৰ্কাৰ। গুণ্ডা মানুহেহে এইবোৰ কাম কৰিব পাৰে।"

"চহৰত চিনেমা চলে।—ফিল্ম ব্যৱসায়হে খোলে?"

"চিনেমা দেখুওৱা হয় সিবিলাক মানুহক—যিবিলাক কিতাপ পঢ়ি অনুভূতি উপলব্ধি কৰিব নোৱাৰে। কৰ্মব্যস্ত আৰু অশিক্ষিত লোকৰ বাবে চিনেমা। চহৰৰ বেছি ভাগ মানুহ কৰ্মব্যস্ত আৰু অনুভূতি-হীন; তাৰ উপৰি অশিক্ষিত মানুহো অধিক। এই শ্ৰেণীৰ মানুহৰ লগতে স্কুল কলেজৰ ল'ৰাই চিনেমা চায়। পিচে এওঁলোকেই যাত্ৰাদলতো বেছিকৈ পইচা ভাঙিব।"

"তোমাৰ যাত্ৰাদল কেনেভাবে গঠন কৰিবা?"

"মোৰ যাত্ৰাদলত সহ অভিনয় চলিব।"

"সহ অভিনয়ৰ বাবে তিৰোতা পাবা ক'ত?"

"বৰ্তমান তিনিজনী পোৱা যাব। দৰ্কাৰ হ'লে পিচত আৰু আনিম।"

"এই তিনিজনী ক'ৰ?"

"গুৱাটীৰে। এজনী হিন্দু, এজনী মুছলমান আৰু এজনী খৃষ্টান। প্ৰথমে হিন্দু, মুছলমান আৰু খৃষ্টানৰ খিচুৰি পগাম; তাৰ পিচত বৌদ্ধ, জৈন, শিখ, ইহুদি যাকে পাওঁ তাকে আনি এই খিচুৰৰ লগত পগাই দিম। এইবাৰ ঈশ্বৰ, আল্লা, গডৰ খিচুৰি। গান্ধীয়ে তেওঁৰ ভজন গানত ঈশ্বৰ আৰু আল্লাকে মাতিলে কিন্তু গডক খবৰেই নিদিলে—

'ঈশ্বৰ আল্লা তেৰে নাম,

সবকো সন্মতি দে ভগৱান।'

মই কিন্তু মোৰ যাত্ৰাদলত গডকো লগ দিম। মোৰ গান—

গড, আল্লা ঈশ্বৰ নাম,

তিনিওকো একেলগে

খিচুৰি পগাম।"

মদনৰ ব্যঙ্গ কবিতা শুনি ৰমলাই হাঁহি মাৰি কয়—

"ধন্য ধুৰন্ধৰ আপুনি। ইমান দুৰ্বুদ্ধি আছে এই মূৰটোত।"

দুয়ো খিল খিল কৈ হাঁহে। হাঁহি শাম কটাৰ পিচত ৰমলাই গহীন হৈ সোধে—"বাৰু, সেই তিনীজনীৰ নাম কি কি?"

"তেওঁলোকৰ নাম ক্ৰমে—অসমীয়ানী আৰু বঙালিনী। কছাৰিণী, হিন্দুৱনী, মুছলমাননী বুলি উপাধিও আছে।"

কথাবাৰ কৈয়ে মদনে হিঃ হিঃ কৈ হাঁহি দিয়ে। তাই খিল খিল কৈ হাঁহি সোধে—"আৰু তেওঁলোকৰ কাম কি?"

হিন্দুৱনী মেনেজাৰ, মুছলমাননী ধনভৰালী আৰু কছাৰিণী হ'ল চেক্ৰেটৰী।"

আকৌ দুয়ো হাঁহে। তাই পুনৰ সোধে—"আৰু 'প্ৰপ্ৰাইটৰ' কোন?"

"প্ৰপ্ৰাইটৰ স্বয়ং অসৎ-গুণ্ডা।"

"অৰ্থাৎ?"

"অৰ্থাৎ তোৰ সমুখত।"

তাই খিল খিল কৈ হাঁহি কয়—"নিজে নিজক গুণ্ডা বুলি কোৱা লোক কেৱল তোমাক হে পালোঁ। নিজকে বেয়া বুলি কোৱা মানুহ তোমাৰ বাহিৰে আৰু কাকো পোৱা নাই।"

"আৰু নাপাবাও।"

"পিচে, হিন্দুৱনী, মুছলমাননী, আৰু কছাৰিণীৰ সন্মতি লোৱা হৈছেনে?"

"গছত যেতিয়া ফুল ধৰে তেতিয়া কাৰ সন্মতি লয়?"

"প্ৰকৃতিৰ-বসন্তৰ।"

"তেন্তে মোৰ ইয়াত্ৰে সময়ৰ—অৱস্থাৰ।"

"ফুলৰ যদি অমত হয়?"

"নুফুলাতে সৰি পৰিব—মৰিব। গছৰ একো ক্ষতি নহয়। মোৰ ইয়াতো সেয়ে; তেওঁলোকৰ জীৱন বিকাশ নহ'ব; আধ্যাত্মিক মৃত্যু হ'ব। মোৰ একো লোকচান নাই।"

"তোমাৰ কথাবোৰ বৰ আওপকীয়া। চিধাকৈ কোৱা?"

"পোনকৈ ক'ব লাগিলে মই যাত্ৰাদল খুলিবৰ যো-জা কৰিছোঁ। তাত তইঁত তিনিজনী নাৰীয়ে অংশ গ্ৰহণ কৰিব লাগিব। কৰিবিনে নকৰ?"

"যাত্ৰাদল বাৰু খুলিলা কিয়?"

"ললিতকলাৰ জৰিয়তে হে মানুহৰ মনত মানৱতাবোধ সহজে জগাব পাৰি আৰু মানৱজাতিৰ মাজত প্ৰকৃত মানৱতাবোধ জাগিলে বৰ্তমান হিংসাদ্বেষপূৰ্ণ মানৱ সমাজ ৰক্ষা পৰিব। তেতিয়াহে জগতত শান্তি স্থাপন হৈ সকলো মানুহে সমানে মিলিজুলি সহ-অবস্থান কৰিব পাৰিব, নহ'লে বৰ্তমান জগতৰ ৰাজনৈতিক নেতাসকলে আবিষ্কাৰ কৰা পঞ্চশীল নীতি পাচডোখৰ শিল হে হ'ব।"

"এই বিজ্ঞানৰ যুগত কলাই কি কাম দিব? এই যুগত আৰু শিল্পকলাৰ আৱশ্যকতা নাই—বিশেষকৈ ললিত কলাৰ। জগত আজি বিজ্ঞানৰ বলত যন্ত্ৰ চালিত।"

"এই এটমিক যুগত মানুহৰ শক্তিৰ হাতত, বিজ্ঞানৰ আবিষ্কাৰৰ দ্বাৰা প্ৰকৃতি বৰ শক্তিহীন হৈ পৰিছে আৰু পৃথিৱী বৰ ঠেক হৈ আহিব ধৰিছে, সচাঁ কথা। প্ৰকৃতিয়ে কোনো তথ্য গোপনে ৰাখিব নোৱাৰা হৈ আহিছে আৰু তোমালোকৰ গডে বিশ্বব্ৰহ্মাণ্ডখনৰ শৃঙ্খলা ৰক্ষা কৰিব নোৱাৰা হৈ আহিছে বৈজ্ঞানিকৰ উৎপাতত। এই দল বৈজ্ঞানিকৰ লগত যেতিয়া আচল মানুহৰ দৰ্শন আহি লগ লাগিব তেতিয়া মহাপ্ৰলয় আৰম্ভ হ'ব। মহাপ্ৰলয় অৱশ্যে জগতৰ নহয়, জগত স্ৰষ্টা বুলি কোৱা ঈশ্বৰ, আল্লা আৰু গডৰ। এই বিশ্ব ব্ৰহ্মাণ্ডৰ কাৰণ হ'ল ঈশ্বৰ, বা আল্লা বা গড। কিন্তু ঈশ্বৰৰ কাৰণ কি? ঈশ্বৰৰ কাৰণৰো কাৰণ বুলি সকলো ধৰ্মই ঈশ্বৰৰ জন্মৰ কাৰণ এৰি পেলাইছে! কিন্তু আচল মানুহে ঈশ্বৰৰ উৎপত্তিৰ কাৰণ উদঘাটন কৰি হে এৰিব। তেতিয়া কিন্তু শিল্পকলাৰ বৰ দৰ্কাৰ হ'ব। গতিকে ললিত কলাৰ চৰ্চা নিতান্ত দৰ্কাৰ।"

"সুকুমাৰ কলাৰ দৰ্কাৰ হ'ব?"

"মানুহবিলাকৰ মন বৰ সৰু আৰু স্বাৰ্থপৰ হৈ যাব ধৰিছে। মানুহৰ ভিতৰত ঈৰ্ষা, অসূয়া, হিংসা,কপটতা, অহংকাৰ আৰু আত্মকেন্দ্ৰীয় ভাব ইমান বাঢ়িব ধৰিছে যে মানুহৰ হৃদয়ৰ এটি ফাল অৰ্থাৎ দয়া, প্ৰেম-প্ৰীতি, বদান্যতা, নম্ৰতা, সহনশীলতা, ক্ষমা আদি বাস কৰা মনৰ পিঠিটো বহুত নষ্ট হ'ব ধৰিছে। মানুহৰ মাজৰ পৰা এই ফালটো একেবাৰে ঢাক খাই গ'লে মানুহৰ অসুবিধা আছে। কাৰণ তেতিয়া হ'লে চিৰদিনে সুখশান্তি বিচৰা মানুহে চিৰকাল অশান্তি আৰু অসুখৰ মাজত বাস কৰি অকালতে মানৱজাতি ধ্বংসৰ মুখত পৰিব লাগিব। চন্দ্ৰৰ বয়সৰ ঊনপঞ্চাশগুণ বয়স হ'লে পৃথিৱীও চন্দ্ৰৰ দৰে জীৱ বাসৰ অনুপযোগী ঠাই হ'ব বুলি বৈজ্ঞানিকসকলে কয়। জেমছ্ জীনছ্ৰ মতেতো আমি অৰ্থাৎ পৃথিৱীবাসী জীৱে শীতৰ প্ৰকোপতেই মৰিব লাগিব। কিন্তু সেই সময়লৈ অনেক দিন আছে। তাৰ আগেয়ে আমি মানৱজাতি

এইবোৰ কাৰণৰ বাবে মৰিব লাগিব। সেইবোৰৰ পৰা হাত সাৰিবলৈকেই সুকুমাৰ কলাৰ চৰ্চা কৰি সকলোৱে মন শুদ্ধ কৰি ল'ব পাৰিলে অন্ততঃ 'হিটদেখ' অৰ্থাৎ 'হিম সমাধিৰ' আগলৈ মানুহ বাচিব পাৰিব। তাৰ বাবেই আজি ললিতকলাত মন নিবিষ্ট কৰিব লগা হৈছে।"

"এইবোৰ কথা ব্যাখ্যা কৰি কোনে বাৰু জনসাধাৰণক বুজাব।"

"আচল মানুহে। তাৰ বাবে আচল মানুহে নাটক ৰচনা কৰিব। আমি অভিনয় কৰি লোকসমাজত সেই সত্য আৰু দৰ্শন প্ৰচাৰ কৰিব লাগিব। তাৰ বাবে প্ৰস্তুত হোৱা ভনীটি।"

এইবাৰ কৌতুকপ্ৰিয় হাস্যময় মদন গহীন গম্ভীৰ চিন্তাশীল ব্যক্তিৰ দৰে হৈ পৰিল। তাকে দেখি ৰমলাৰ মনো গহীন হৈ আহিল। তাই বৰ্তমানে উচ্চ শিক্ষা পাব ধৰিছে। মদনৰ মলি অন্ধ সংস্কাৰ বহুত আতৰ হ'ব ধৰিছে। তাই মদনৰ কথাবোৰ গভীৰ ভাবে চিন্তা কৰি পুঙ্খানুপুঙ্খ ৰূপে আলোচনা কৰি চালে মনৰ ভিতৰতে। যুক্তিৰে চালি জাৰি চাই ভালবেয়া বিবেচনা কৰিব পৰা বয়স তাইৰ হৈছে। মদনৰ কথাবোৰ চিন্তা কৰি তাই কৈ উঠিল—

"সঁচা কথা ককাইদেউ। মানৱ জাতি আজি ঘোৰ সঙ্কটৰ সন্মুখীন। বিজ্ঞানে মানুহক শক্তি দান কৰি অজ্ঞানো কৰিলে। বৈজ্ঞানিক আবিষ্কাৰে শক্তি দান কৰাৰ লগে লগে ৰাজনীতিকসকল মাতাল হৈ উঠিল। বিজ্ঞানে মানৱ জাতিৰ মৃত্যুৰ পথো সুগম কৰি থ'লে। বৈজ্ঞানিকসকল আজি ভস্মলোচনৰ দৰে নিজৰ আবিষ্কাৰৰ দ্বাৰাই নিজে মৰিব লগা হ'ল। বিজ্ঞানৰ বৰে গৈ অভিশাপত পৰিণত হৈছে। কুৰি শতিকাৰ বিজ্ঞানে ধ্বংসৰ অনেক অস্ত্ৰ আবিষ্কাৰ কৰিলে। এৰোপ্লেন, লুনিক, স্পুটনিক আদি আকাশীযান আৰু যন্ত্ৰৰ উপৰি বন্দুক, বাৰুদ, কামান, মাইন, টৰপেডো, এটোমবোমা, হাইড্ৰোজেন বোমা আদি ধ্বংসাত্মক অস্ত্ৰ-শস্ত্ৰ আবিষ্কাৰ কৰি মানৱজাতিৰ ধ্বংসৰ বাট মুকলি কৰি দিলে। এইবাৰ হয় মানুহ দেৱতা হ'ব, নহয় পিশাচ হ'ব।"

"নহয় ভনীটি, হয় এইবাৰ মানুহে মৃত্যুক জয় কৰিব, নহয় মৃত্যুয়ে মানুহক জয় কৰিব। এইবাৰ মৃত্যুৰ লগত মানুহৰ যুদ্ধ চলিব। সমগ্ৰ মানৱ জাতিয়ে হয়তো বিজ্ঞানৰ বলত অনন্ত-কাললৈ প্ৰকৃতিৰ ওপৰত বিজয় ঘোষণা কৰি নিৰ্বিবাদে জীয়াই থাকিব, নতুবা চিৰকালৰ কাৰণে মানৱজাতি পৃথিবীৰ পৰা নিশ্চিহ্ন হৈ যাব। এইযুগ— সন্ধিক্ষণৰ যুগ; এই শতিকা অনিশ্চয়তাৰ শতিকা। নাজানোঁ মানৱজাতিৰ ভাগ্যত কি আছে।"

তেওঁ দৃঢ়ভাৱে কৈ নীৰৱ আৰু গহীন হ'ল। তায়ো নীৰৱ হৈ ভাৱে। কি কথাৰ পৰা ক'লৈ আহিল; কি আলোচনাৰ পৰা কিহত পৰিল, তাই ভাবি ভাবি গহীন হৈ

পৰে। বহু সময় নীৰৱতাৰ পিচত মাতে—"ককাইদেউ?"

"ভাবৰ তন্ময়তাৰ পৰা যেন সাৰ পাই তেওঁ কৈ উঠে—"কি ভনীটি?"

"কি ভাবিছা?"

"বহুত কথা ভাবিছোঁ। মানৱ জাতিৰ ভৱিষ্যৎ ভাবিছোঁ।"

"তোমাৰ ভবিষ্যৎ কৰ্ম্মৰ কথা ভবা নাই?"

"ভাবিছোঁ!"

"তেন্তে সঁচাকৈ যাত্ৰাদল খুলিবা?"

"নিশ্চয়। পিচে তই কি কৰ?"

"মোৰ নিজ কথা একো নাই; তোমাৰ কথাই কথা; কামেই কাম।"

"তই লিখা পঢ়া কৰিব লাগিব, লগতে মোৰ কামতো সহায় কৰিব লাগিব। পাৰিবি?"

"পাৰিম! শক্তি থাকে মানে তোমাৰ লগত সহায় কৰিম।" তাৰ পিচত অলপ টলকা মাৰি সোধে—"বাকী দুজনী কোন?"

"সেই দুজনীয়ও তোৰ দৰে হতভাগিনী নাৰী। তেওঁলোকৰ জীৱনবৃত্তান্তও তোৰ দৰে নিপীড়ন, নিৰ্যাতন আৰু কলঙ্কেৰে ভাৰাক্ৰান্ত। সময়ত মই সকলো কম আৰু সাক্ষাৎ কৰাই দিম। তহঁত তিনিওজনী যিদিনা য'ত একেলগ হবি তাতে হ'ব ত্ৰিবেণীসঙ্গম—সিয়ে হ'ব নিপীড়িত নিষ্পেষিত মানৱৰ তীৰ্থস্থান;—শান্ত্বনাৰ অমোঘ ঔষধ। তই প্ৰস্তুত হ ভনীটি, সেই শুভ দিন শুভলগ্নলৈ সাজু হ।"

"আৰু এই তিনি নাৰীৰ মিলন যজ্ঞৰ তুমি হ'বা হোতা?" "তাকেই আশা কৰিছোঁ।"

মদন আবেগ প্ৰৱণ হৈ পৰে। ৰমলাই উৎসুক দৃষ্টিৰে এবাৰ চাই কাষলৈ আহি হাতখন জোকাৰি দি কয়—"কোৱা ককাইদেউ, মোৰ আগত কোৱা, কোন সেয়া হতভাগিনী নাৰী—যাৰ দশা মোৰ দৰে এনে নিদাৰুণ?"

তাই বৰ কাতৰ ভাবে, ব্যগ্ৰভাবে সোধে। মদনে বেতৰ আৰামী চিয়াৰখনত ভালকৈ বহি লৈ আৰম্ভ কৰে—

"হতভাগিনী নাৰী নহ'লে কোন সৌভাগ্যৱতীয়ে মদন গুণাৰ লগ হ'ব আৰু যাত্ৰাদলত ফুৰিবলৈ আগ বাঢ়িব? যাত্ৰাদলত এনেৰকমৰ তিৰোতাকহে পোৱা যায়; আৰু এনে ৰকমৰ তিৰোতাৰ যাত্ৰাদলৰ ভিন্ন অন্য কোনো ভাল পথো নাই।"

"বুজিছোঁ। সেই বাবেই কোৱাচোন কোন তেওঁলোক?"

ৰমলাৰ কাতৰ অনুৰোধ এৰিব নোৱাৰি মদনে ক'বলৈ আৰম্ভ কৰে দিলাৰা বেগম আৰু সত্যপ্ৰভা হাজৰিকাৰ কৰুণ জীৱনৰ কলঙ্কিত কাহিনী মৰ্ম্মস্পৰ্শী ভাষাৰে। শুনি শুনি ৰমলাৰ চকুৰ পানী ওলাল। লোকৰ দুখৰ কথা শুনিলে বহু সময়ত মানুহে

নিজৰ দুখৰ কথা পাহৰি যায়। ৰমলাৰো তেনে হৈছে। দিলাৰা আৰু সত্যৰ জীৱনৰ দুখ যাতনাই তাইক শোকাভিভূত কৰি তুলিলে। "উহ্! গড! ইমান অত্যাচাৰ, অবিচাৰ মানুহৰ! মানুহ ইমান হৃদয়হীন, পাষাণ! সঁচাকৈ বাহিৰত সুন্দৰ দেখা সমাজখনত কিমান কদৰ্য চিন্তা, জঘন্য কাৰ্য আৰু অন্যায় ব্যৱস্থা বৈ আছে, ভাবিলে অবাক হ'ব লাগে।

"বাস্তৱতে মানৱ সমাজৰ ভিতৰ ফালটোত বহুত গৰল, বহুত পাপ লুকাই আছে।"

"এৰা ৰমলা, বহুত গৰল, বহুত কদৰ্যতা আছে মানৱ সমাজৰ ভিতৰত; বাহিৰত সুন্দৰ চালেৰে ঢাক খাই থকা আমৰ ভিতৰত পোক থকাৰ দৰে। বাহিৰৰ পৰা একো তত্ ধৰিব নোৱাৰি কিন্তু আম কাটিলেহে ক'ব পাৰি; ঘিণ লগা পোক বাহিৰ হয়। আমাৰ বৰ্তমান সুন্দৰ সমাজখনো তেনেই।"

এনেভাৱে বহু আলোচনা কৰি থাকিল দুয়ো। কিছুপৰ পিছত মদনে উঠি ক'লে —"মই যাওঁ ৰমলা। ৰামচৰণ আহিলে তাক এই টকা শ দিবি, চাইকেলৰ কিবাকিবি সৰঞ্জাম কিনিব লাগিব পাৰে।"

এই বুলি কৈ এশটকীয়া নোটখন দিয়ে ৰমলাৰ হাতত। তাই নিৰুদ্বেগচিত্তে নোটখন লয়। মদনে আকৌ টকা কুৰিটা তাইৰ হাতত দি কয় —

"কলেজৰ ফিজ দিবি আৰু কাগজ পত্ৰ কিনি ল'বি।"

"নহ'লেও চলিলহেঁতেন ককাইদেউ। ৰামচৰণৰ বৰ্তমান উপাৰ্জন অলপ বাঢ়িছে। যোৱা মাহত সি প্ৰায় এশমান টকা পোৱা বুলি কৈছে।"

"মই সকলো খবৰ ৰাখিছোঁ। ঘৰলৈ নাহিলো বুলি খবৰ বাতৰি নোপোৱাকৈ থাকিলে চলে? ভয় নাই, ভাল আয় কৰিব পাৰিব। তাৰ ভৱিষ্যৎ উজ্জ্বল।"

"তোমাৰ আশীৰ্বাদ ককাইদেউ।"

"বাৰু এতিয়া মই যাওঁ।"

"আকৌ কেতিয়া আহিবা?"

"যেতিয়া কামে মাতিব।"

মদন তাৰ পৰা উঠিল। ৰমলাৰপৰা বিদায় লৈ গ'লগে। তাই সজলভাৱে তেওঁৰ ফালে চাই থাকে। কি মহৎ লোক। অথচ মানুহে গুণ্ডা, বদমাচ, ডকাইত বুলি ঘিণ কৰে, ভয় কৰে। এওঁৰ দৰে গুণ্ডা যদি দেশত বাঢ়ে তেন্তে দেশৰ মানুহৰ উপকাৰ হ'বনে অপকাৰ হ'ব? ধনী, ভদ্ৰ আৰু তথাকথিত ধাৰ্মিকসকলৰ অৱশ্যে অন্যায় হ'ব খুৱাপ; কিন্তু জনসাধাৰণৰ বিশেষকৈ নিষ্পেষিত, পতিতসকলৰ নিশ্চয় মঙ্গল হ'ব; তাত সন্দেহ নাই। মই কিন্তু পতিত, দলিত আৰু পীড়িতসকলৰ মঙ্গল বাঞ্ছা কৰোঁ।" তাই অন্তৰেৰে তেওঁক শ্ৰদ্ধা জনায়।

## [এঘাৰ]

মদন ৰাস্তাৰে খোজ কাঢ়ি কিবা ভাবি গৈ আছিল, হঠাতে পিছফালৰ পৰা কোনোবাই মতা শুনিলে — "আপোনাক আয়ে মাতিছে ছাৰ।"

তেওঁ পিচমুখ দি দেখে যে তেওঁৰে ছাত্ৰ, তেৱাৰীৰ ল'ৰা। তেওঁ তাৰ ফালে চাই সুধিলে—"মায়েৰাই মাতিছে?"

"হয় ছাৰ।"

"ব'ল বাৰু।"

তাক লগত লৈ তেওঁ তেৱাৰীৰ হোটেলত সোমাল। মদন আৰু পুতেকক একেলগে হোটেল সোমোৱা দেখি তেৱাৰী সচকিত হৈ উঠিল। "আকৌ, আকৌ কি কাণ্ড কৰে এই ডকাইতে? ইমানদিন অহা নাছিল, একো খবৰ নাছিল; শান্তিত আছিলোঁ। মোৰ পাৰিবাৰিক জীৱনতো এটা শৃঙ্খলা লাগি আহিছিল। এতিয়া আমাৰ দাম্পত্য জীৱনো এক ৰকম ভালেই হৈছে। আজি আকৌ এই নৰাধমটো আহিল। নাজানো আকৌ কি কাণ্ড কৰে। দিলাৰা পলাই ৰক্ষা পৰিল। কিন্তু মই ক'লৈ পলাম? বৰ বিপদত পৰিলোঁ। পুলিচ মাতি কিবা এটা লগাম নেকি?" তেওঁ ভাবে। তাৰ পিচত ঘৈণীয়েকৰ কথা মনত পৰাত তেওঁ ভাবে—"তাইবা আকৌ কি কৰে? যদি পুলিচৰ আগত অন্য ৰকমে...কয়? ডকাইত বুলিতো একো প্ৰমাণ নাই। মোৰ ল'ৰাজনেওতো ওলোটাই উত্তৰ দিব পুলিচৰ আগত। ছিঃ বৰ বিপদ। মোৰ সকলোফালে বিপদ।" এনেকৈ ভাবি ভাবি তেৱাৰীয়ে নিজৰ মনতে কথাবোৰ পাগুলি থাকিল। ইফালে মদনে গৈ ল'ৰাজনৰ লগত একেবাৰে দোতালা উঠিল। তাকে দেখি তেৱাৰীয়ে পিচে পিচে গৈ মদনক মাত দিলে—"নমস্কাৰ মাষ্টৰ চাহাব।"

মদনে উলটি চাই তেৱাৰীক দেখি হাঁহি মাৰি প্ৰতি-নমস্কাৰ কৰে—"নমস্কাৰ তেৱাৰীবাবু।"

"আহক, মাষ্টৰ চাহাব। ইয়াতে বহক আহি।" তেৱাৰীয়ে পুতেকৰ কোঠালৈ গৈ মদনক মাতি নিয়ে আৰু বৰ সন্মানপূৰ্বক মদনক বহিব দিয়ে। মদন বহে তেৱাৰীও বহে। ল'ৰাজন ভিতৰলৈ যায় মাকক মাতিবৰ বাবে। সেই অৱস্থাত মদনে তেৱাৰীক কয়—

"পিচে কি খবৰ তেৱাৰীবাবু? ইয়াৰ বাবে কোনোবা বেলেগ মাষ্টৰ বন্দবস্ত কৰিছে নে নাই?"

"হাঁহিমাৰি তেৱাৰীয়ে কয়—"আজ্ঞে হা, আপুনি নাহাদেখি এজন বেলেগ মাষ্টৰ ঠিক কৰিছোঁ। ভাল পঢ়াইছে।"

"শুনি সুখী হ'লোঁ।"

"আপুনি নহাৰ কাৰণে মই বেলেগ...।"

"বৰ ভাল। পিচে মই নহাৰ কাৰণে বৰ সুখী আপুনি নহয় নে? মদনে কৌতূহলেৰে তেৱাৰীৰ মুখলৈ চায়। তেৱাৰীয়ে লাজত ৰঙাচিঙা পৰি উঠে আৰু লাজ ঢাকিবৰ বাবে কৈ উঠে—

"না না, নহয় মাষ্টৰ চাহাব। আপুনি নহাৰ বাবে বেয়াহে পাইছিলোঁ। আপুনি বাৰু কিয় আহিবলৈ এৰি দিলে?"

"মদনে এটা তাচ্ছিল্যৰ হাঁহি মাৰি ক'লে—তেৱাৰীবাবু। আপুনি কি কথা লুকাব চেষ্টা কৰে? মই সকলো জানোঁ, বুজোঁ আৰু খবৰ ৰাখোঁ। বাৰু সি যি কি নহওক, মই বহুত বিবেচনা কৰি উপকাৰৰ কাৰণেই অহা নাই আৰু নাহিম। মুঠৰ ওপৰত আপুনি সুখী হ'ক, এয়ে মোৰ কামনা।"

"মাষ্টৰ চাহাব।" তেৱাৰীয়ে ভয় সন্দেহ, লাজ আৰু কৃতজ্ঞতাত মূৰ দোৱাই নমস্কাৰ কৰে আৰু কয়—"আৰ্শীবাদ কৰক মাষ্টৰ চাহাব। বৰ্তমান আগতকৈ বহুত ভাল; যদি আৰু ভৱিষ্যতে...।"

"ভৱিষ্যতে আৰু বেয়া হোৱাৰ ভয় নাই। আপোনাৰ কুগ্ৰহ দিলাৰাক মই আতৰাইছোঁ।"

"দিলাৰাক আপুনি নিছে?" আচৰিত হৈ সোধে তেৱাৰীয়ে।"

"মোক যিমান বেয়া মানুহ বুলি আপোনালোকে ভাবে, মই সিমান বেয়া মানুহ নহয় তেৱাৰীবাবু। আৰু তিৰোতাবোৰে মোক যিমান ভাল বুলি ভাবে মই সিমান ভালো নহয়। মই কিন্তু মানুহ তেৱাৰীবাবু। মানুহৰ সুখ দুখ, সুবিধা অসুবিধা বুজোঁ।"

"আপোনাৰ কথা বুজা মোৰ বাবে টান মাষ্টৰ চাহাব। সঁচাকৈ আপুনি আচৰিত লোক।"

"বাৰু তেৱাৰীবাবু, মোকো আপোনালোকৰ দৰে ভালমানুহ হোৱা পথ নিদিয়ে কিয়?"

"আপুনি কি কৈছে মাষ্টৰ চাহাব? আপোনাৰ দৰে মানুহক মই পথ দিব পাৰোঁ নে?"

"সহায় কৰিবতো পাৰে?"

"নিশ্চয় কৰিম, মাষ্টৰ চাহাব। আপুনি ব্যৱসায় আৰম্ভ কৰক, নহ'লে ৰাজনীতিত

নামক। মই সহায় কৰিম।"

"ঠিক নে তেৱাৰীবাবু?"

"ঠিক মাষ্টৰ চাহাব।"

"ময়ো বেলেগ ব্যৱসায় আৰম্ভ কৰিছোঁ তেৱাৰীবাবু।"

"কি ব্যৱসায়?"

"পিচত জানিব। বৰ্তমান নকওঁ।"

"এনেতে মিচেচ তেৱাৰী সোমাই আহি মদনক এটা নমস্কাৰ কৰে—"নমস্কাৰ মাষ্টৰ চাহাব।"

"নমস্কাৰ।" মদনে প্ৰতি-নমস্কাৰ জনায়। তেৱাৰীৰ ঘৈণীয়েকে এখন চিয়াৰত বহে। তেওঁ সোধে—"আপুনি যে আহিবলৈ একেবাৰে এৰি দিলে? আজি বহুদিন অহা নাই কিয়?"

দুই স্বামী স্ত্ৰীৰ মনৰ ৰং চাবৰ বাবেই মদনে ঘপহ কৰি কৈ দিলে—

"মই বিয়া পাতিছোঁ। গতিকে কামৰ হেচা পৰিছে।"

"আপুনি বিয়া পাতিছে?" আচৰিত হৈ সোধে মিচেচ তেৱাৰীয়ে।"

"আপুনি বিয়া কৰাব?" মিষ্টাৰ তেৱাৰীয়ে কৌতূহলী হৈ সোধে।"

"হয়, মই বিয়া কৰাম। গৃহস্থী কৰিম।" গম্ভীৰভাৱে কয় মদনে।"

"বৰ আনন্দ পালোঁ।" তেৱাৰিয়ে কয়।

"ক'ৰ ছোৱালী?" ঘৈণীয়েকে সোধে।"

"বৰ্তমান গুৱাহাটীৰে।" মদনে উত্তৰ দিয়ে।"

"দিলাৰা...? তেৱাৰীয়ে সোধো নোসোধো কৈ উচ্চাৰণ কৰে।"

"অৱশ্যে সেই শ্ৰেণীৰে ছোৱালী। দিলাৰা কিন্তু নহয়।"

"দিলাৰা? সেই বঙালী বেশ্যাজনী? তাইক আপুনি নিছে?" ঘৈণীয়েকে আচৰিত হৈ সোধে। মদনে হাঁহি উত্তৰ দিলে—

"নীলকণ্ঠই বিষ হজম নকৰিলে কোনে কৰিব বাৰু?"

"তাইক কি কৰিছে?"

"মানুহ কৰিবলৈ চেষ্টা কৰিছো—আচল মানুহ।"

"আপুনি তেন্তে গুৱাহাটীৰ কোন ছোৱালী বিয়া কৰাব?" তেৱাৰীয়ে সোধে।"

"বিয়াৰ পিচত এদিন চাবলৈ মাতিম; সকলোকথা আমি দুই দম্পতীয়ে আপোনালোক দুয়ো স্বামী স্ত্ৰীৰ আগত কম। আজি নহয়।" হাঁহি মাৰি কয় মদনে।

"আমাক কিন্তু বিয়াত মাতিব লাগিব।" ঘৈণীয়েকে হাঁহি মাৰি টিপ মাৰে।

"বিয়াত সহায় কৰিলেহে বিয়া হ'ব আৰু মাতিব পাৰিম।" মদনে উত্তৰ দিয়ে আৰু গিৰিয়েকক ইঙ্গিত কৰে। তেৱাৰীয়ে বুজে। মনে মনে খুচি হৈ যায়। সি যি কি নহওক, পাপ গ্ৰহটো আতৰিবৰ যো জা কৰিছে। বিয়া কৰালে আৰু নিজৰ ঘৈণীয়েকক এৰি লোকৰ ঘৈণীয়েকৰ তালৈ আহিব নোৱাৰে। তাকে ভাবি পৰম আহ্লাদেৰে তেৱাৰীয়ে কয় — "মই কিয় সহায় নকৰিম? নিশ্চয় কৰিম। অন্ততঃ কিমান টকা লাগিব জনাব।"

"টকা নালাগে — মানুহহে লাগিব পাৰে। বৰযাত্ৰী।"

হাঁহি মাৰি তেৱাৰীয়ে কয় —"টকা নালাগে, মানুহ লাগে, বৰযাত্ৰী? বৰযাত্ৰী মানুহৰো আকাল আছেনে?"

"বৰযাত্ৰীৰ অভাৱ নাই— কিন্তু আদালত যাত্ৰীৰ বৰ অভাৱ।"

"আদালত যাত্ৰী মানে?"

"মোৰ বিয়া আদালতত ৰেজেষ্ট্ৰী হ'ব। গতিকে আদালতলৈ যোৱা মানুহ লাগে সাক্ষী হিচাপে।"

গিৰিয়েকে ঘৈণীয়েকে দুয়ো হাঁহি হাঁহি সোধে —"আদালতত বিয়া?"

"আমাৰ দৰে মানুহৰ বিয়া আদলততে হোৱা দৰ্কাৰ তেৱাৰীবাবু।"

"আচ্ছা ঠিক আছে। বৰযাত্ৰী অৰ্থাৎ প্ৰথম সাক্ষী বাৰু ময়ে হ'ম। আৰু আপোনাৰ বিয়াত মই পাঁচশ টকা উচৰ্গা কৰিম।"

"চমৎকাৰ কথা। ময়ো কইনাৰ অলঙ্কাৰ আৰু কানি-কাপোৰযোৰ দিম।" ঘৈণীয়েকে প্ৰকাশ কৰে।

"বৰ ভাল কথা হ'ল।" গিৰিয়েকে হুকাৰ ধৰে।

"তেনেহ'লে মোৰ বিয়া হ'ব। মই বিয়া কৰাম।" মদনে সম্মতি দিয়ে।

"নিশ্চয় বিয়া কৰাব লাগে মাষ্টৰ চাহাব। বিয়া নকৰালে জীৱন পূৰ্ণ নহয়।"

"তাৰমানে বিয়া কৰাইহে জীৱন পূৰ্ণ কৰিব পাৰি? সেইটো মিছা। বিয়া কৰালে কাৰো কাৰো জীৱন সুখৰ হয় আৰু কাৰো কাৰো হয় মহাদুখৰ। তিৰোতাৰ বাবে কোনোৱে কৰে উন্নতি আৰু কোনো যায় ৰসাতলে। বিয়া এটা অনিশ্চয়তাৰ অনুষ্ঠান— এটা লটাৰী খেলা। বিয়াৰ পিছত কি হয় কোনেও নাজানে।"

"তথাপি সন্তান সন্ততি কৰি সংসাৰ কৰিবৰ বাবে বিয়া কৰাব লাগে মাষ্টৰ চাহাব।" তেৱাৰীয়ে কয়।

"অৱশ্যে সৰ্বসাধাৰণৰ কাৰণে হয় কিন্তু আমাৰ কাৰণে নহয়। মই বিয়া কৰাম এটা অন্য কাৰণত।"

"কি অন্য কাৰণ?" আগ্ৰহেৰে সোধে তেৰাবীয়ে।

"মই বিয়া কৰালে বহুতো দাম্পত্য জীৱনত শান্তি আহিব, সেইবাবে।" এনেকৈ কৈ মদনে এবাৰ তেৰাবীৰ ফালে আৰু এবাৰ ঘৈণীয়েকৰ ফালে চায়। ঘৈণীয়েকে তেৰাবীয়ে কেনে কৰে আৰু কি উত্তৰ দিয়ে তাকে একান্ত মনে নিৰীক্ষণ কৰে। তেৰাবীয়ে কিন্তু বুজিলে কাক মাৰিলে এই হান। তেওঁ মদনৰ কথাৰ এই তীব্ৰ হান খাই নীৰৱভাৱে তলমুৱা হৈ ৰ'ল আৰু একো উত্তৰ বিচাৰি নাপাই সুধিলে —

"বাৰু, ছোৱালীজনী কি ৰকম মাষ্টৰ চাহাব? লেখা পঢ়া কিমান জানে?"

"কি ৰকম মানে মাকৰ ঘৰত অপবাদ হোৱা ছোৱালী। লেখাপঢ়া কিছু জানে। হাইস্কুলৰ দশম মানলৈ পঢ়িছিল।"

অপবাদ হোৱা ছোৱালী বুলি কোৱাত দুয়ো গিৰীয়েক ঘৈণীয়েকে একেলগে মদনৰ মুখলৈ চালে। তেওঁলোকে ভাবিছে — এওঁ কয় কি? নিজৰ কন্যাক কিবা দোষ থাকিলেও মানুহে ঢাকি থয়, অথচ এওঁ দোষ খুচৰি বাহিৰ কৰি একেবাৰে ঘোষণা কৰি দিয়ে। কি ৰকম লোক! ভাবি দুয়ো অবাক হৈ যায়। তাৰ পিছত ঘৈণীয়েকে মাত লগায় —

"আপুনি তেনেকুৱা ছোৱালী বিয়া কৰায় কিয়?"

"মোৰোতো অপবাদ আছে। মই জানো সুচৰিত্ৰৰ?"

"কি নিলাজ লোক! নিজৰ দোষৰ কথা নিজে প্ৰচাৰ কৰে।" তেওঁ মনে মনে ভাবে। গিৰিয়েকে কয় —

"হয়, মাষ্টৰ চাহাব, নিজৰ দোষ থাকিলে লোকৰ দোষ বিচাৰিব যোৱা অনুচিত। আপুনি বৰ ন্যায়বানৰ কাম কৰিছে।"

এনেতে চাহ আৰু পাপৰভজা আনি দিলে মদনক তেওঁৰ ছাত্ৰই। তেৰাবী দম্পতীৰ অনুৰোধত মদনে চাহ আৰু পাপৰ ভজা খাই খাই আলোচনা কৰিব ধৰিলে। এনেভাৱে বহুত কথা আলোচনা কৰি মদন যাবলৈ ওলাল। তেৰাবী দম্পতীয়ে আদৰ কৰি আগবঢ়াই থ'লে। আজি তেওঁলোকৰ ব্যৱহাৰ অন্য ৰকমৰ। বৰ আদৰসাদৰ দেখুৱালে মদনক। বোধহয় নিজৰ স্বাৰ্থ সিদ্ধি হ'লে মানুহে তেনে নৰম কৰেই। ঘৈণীয়েকে ক'লে —

"আপুনি বেজাৰ নাপাব মাষ্টৰ চাহাব। মই ল'ৰাজনৰ হতুৱাই মাতি আনিছোঁ

ৰাস্তাৰ পৰা; কাৰণ আজি বহুদিন আপোনাৰ একো সম্ভেদ পোৱা নাছিলোঁ। আগৰ পৰিচিত মানুহক নেদেখিলে ভাল নালাগে।”

“হয় মাষ্টৰ চাহাব। আপোনাক নেদেখি মোৰ ভাল লগা নাছিল। আপুনি আহি থাকিব।”

তাৰ পিচত ঘৈণীয়েকক দোতালাৰ চিৰিৰ মুখত এৰি থৈ আহি তল তলাৰ হোটেললৈ তেৱাৰী আৰু মদন নামি আহিল। আজি যেন দুয়ো বন্ধু হৈ গৈছে। হোটেলৰ গদিত দুয়ো অলপ বহিল। তেৱাৰীয়ে ক'লে—“আপুনি বিয়া কৰাওক মাষ্টৰ চাহাব। বৰ ভাল কথা।

“বিয়া কৰালে তিৰোতা পুহিম কি ৰকমে তেৱাৰীবাবু?”

“এটা ব্যৱসায় কৰক। মই সহায় কৰিম।”

“ঠিক?”

“নিশ্চয়।”

“তেন্তে মোক অন্ততঃ এহেজাৰমান টকা দিব লাগিব। মই ইতিমধ্যে কাৰবাৰ আৰম্ভ কৰিছোঁ। সেই কাৰবাৰত লাভ হ'লেই মই আপোনাক পুৰণি ঋণ আৰু নতুন ঋণ পৰিশোধ কৰিম। মোক টকা এহেজাৰ দিব?”

“দিম বাৰু। আপুনি মোক আগৰ টকা দিব নালাগে, কিন্তু বৰ্তমানৰ টকাখিনি...।”

“বৰ্তমানৰ ধাৰতো শুজিমেই, আনকি আগৰ ধাৰো শুজিম। মদন কাকতিয়ে জীৱনত কাৰো ধাৰ খোৱা নাই আৰু নাখায়। তাৰ উপৰি মই আপোনাৰ হোটেলত বহুদিন ভাত খাইছোঁ। আগৰ দিনৰ নিয়মমতে মই নিমখহাৰাম।” তেওঁ হিঃ হিঃ কৈ হাঁহে।

তেৱাৰীয়ে হাতেৰে মানা কৰি কয়—“নহয়, নহয় মাষ্টৰ চাহাব। আপুনি মোৰ ধাৰ খোৱা নাই—ধাৰ লগাইছেহে। আপোনাৰ পৰা প্ৰত্যক্ষ উপকাৰ নাপালেও পৰোক্ষ মই বৰ উপকাৰ পাইছোঁ। আপুনি মোৰ বৰ উপকাৰ কৰিছে। তাৰবাবে মইহে আপোনাৰ ওচৰত ঋণী।”

“হাঁহি মাৰি মদনে ক'লে—“তেন্তে বুজিছে এতিয়া?”

“তেৱাৰীয়ে মুক্তকণ্ঠে স্বীকাৰ কৰে—“বুজিছোঁ মাষ্টৰ চাহাব।”

“ধন্যবাদ। তেন্তে মই এতিয়া উঠিলোঁ।”

“আপোনাক টকা কেতিয়া লাগিব?”

“সময়ত জনাম।”

“আপোনাৰ ব্যৱসায়ৰ কথা নক'লে যে?”

"তাকো জনাম। আজি সময় নাই।"

মদন উঠিল। তেৱাৰীয়ে বিদায় দিলে। ভয় আৰু ভালপোৱাই একেলগে খেলা কৰিছে আজি তেৱাৰীৰ মনত।

মদনে কি ভাবিছে? মদনে ভাবিছে যে অৱস্থা ভেদে মানুহে মানুহক ভালপায় বা বেয়া পায়। নিজৰ স্বাৰ্থ সিদ্ধি হ'লে মানুহে ভালপায় আৰু স্বাৰ্থত ব্যাঘাত হ'লে বেয়া পায়। মানুহৰ ভালপোৱা স্বাৰ্থক কেন্দ্ৰ কৰি ঘূৰে। বঢ়িয়া দুনীয়া। চাবাচ মানুহজাতি! ধন্যবাদ দিয়ে মদনে মানুহজাতিক নিজৰ মনতে।

বহুত সত্যকে উপলব্ধি কৰিছে মদনে।

## [বাৰ]

দিলাৰা বেগমে নতুন জীৱন পালে। নগৰৰ কোনো এক অখ্যাত গুণ্ডাৰ সংসৰ্গত তাইৰ সেই কদৰ্যজীৱনৰ অৱসান ঘটিল। আজি আৰু আগৰ সেই বেশ্যা দিলাৰা নাই; আজি তাই সম্পূৰ্ণ ব্যৱসায়ী তিৰোতা। ক'ব গ'লে মহাজনী দিলাৰা বেগম। শ্ৰদ্ধা ভক্তিত তাইৰ শিৰ নত হৈ আহে মদনৰ ওচৰত। মদনেই তাইক নতুন জীৱন দিলে। দোকানৰ বিক্ৰী দিনে দিনে বাঢ়িছে। যথেষ্ট লাভ হ'ব ধৰিছে। মানুহৰ বিলাসিতাৰ সকলো বস্তুৰ যোগান ধৰে তাই। চহৰৰ ধনী শ্ৰেণী আৰু বিলাসীসকলৰ মনোযোগনিয়াৰ বহুত কথা তাই আগৰ জীৱনত শিকি আহিছে। আজি সেই অভিজ্ঞতাই ভাল কাম দিলে। সঁচাকৈ মানুহৰ কোনো অভিজ্ঞতাই অথলে নাযায়; কেৱল উপযুক্ত পৰিবেশ আৰু পৰিচালক পাব লাগে। ৰবিঠাকুৰে সেইবাবেই গাইছিল—

'জীৱনৰ ধন কিছুই নাযাবে ফেলা,
ধুলায় তাদেৰ যত হোক অৱহেলা।'

সঁচাকৈ দিলাৰাৰ গণিকা জীৱনৰ কদৰ্য অভিজ্ঞতই আজি তাইৰ জীৱনৰ বাবে ভাল কাম দিলে। ব্যৱহাৰ কৰিব জানিলে পচা জাবৰো ভাল সাৰ হয়।

দোকানৰ শ্ৰী দিনে দিনে বৃদ্ধি হৈ আহিছে। দিলাৰাৰ মনত অপাৰ আনন্দ। আনন্দত মানুহৰ চেহাৰা ভাল হয়, বিশেষকৈ ধনানন্দই মানুহক সুশ্ৰী কৰি তোলে। তাইৰ আগৰ চেহেৰা বদলি গৈছে। আগৰ গালৰ ক'লা ক'লা দাগবোৰ আৰু ব্ৰণবোৰ নাইকীয়া হৈ মুখখন ধুনীয়া হৈ উঠিছে। গালৰ ৰং বদলি গৈছে। ৰঙচুৱা বগা গালত মধুৰ হাঁহিৰ ৰেখাই চিনেমাৰ চিত্ৰ তাৰকাৰ প্ৰসাধন বিলাসী গোলকো চেৰ পেলাইছে। এদিন চিনেমা চাই আহি কোনোবা নতুন চিত্ৰতাৰকা এজনীৰ ধুনীয়া মুখখনৰ বিষয়ে

তাই মদনৰ আগত বৰ্ণনা দি থাকোতে মদনে লাহেকৈ হাঁহি মাৰি ক'লে—

"হ'লেও তোমাৰ গোলাপী গালৰ তুলনাত তাইৰ পণ্য সৌন্দর্য নিশ্চয় ম্লান হ'ব, দিল। মুখৰ প্ৰসাধনত ৰং এৰুৱাই আনি দুয়ো একেলগে ঠিয় হৈ যদি তুমি মোক সোধা—কোনজনী ধুনীয়া কওক, তেন্তে মই কি উত্তৰ দিম জানা?"

মিচিকীয়া হাঁহি মাৰি তাই সোধে—"কি?"

তাইৰ গালত এটা চিকুট মাৰি দি তেওঁ কয়—"এইজনী।"

তাই মিচিক্কৈ হাঁহিমাৰি কয়—"ইচ নেদেখিছে স্বাৰ্থপৰ জনক! নিজ স্বাৰ্থৰ বাবে ভালৰি বোলালে?"

"দুনীয়া স্বাৰ্থপৰ।"

এনেকৈ হাঁহিতামচা কৰি ৰাতি দোকানৰ টকা পইচা হিচাব কৰা সময়ত দুয়ো আনন্দ কৰে। তাইৰ জীৱন এনে সুখৰ হ'ব তাই কল্পনা কৰা নাছিল। কোনে জানিছিল যে এজনী বেশ্যাক এজন লম্পটে এনে সুন্দৰ পৰিবেশৰ সৃষ্টি কৰি জীৱনৰ গতিধাৰা বদলাই দিব? বাস্তৱিক জীৱন বিচিত্ৰ, সংসাৰ কল্পনাতীত। ভৱিষ্যত বোলা কথা সদায় অনিশ্চিত।

এনে ৰকমে কিছুদিন যোৱাৰ পিচত হঠাতে এদিন এখন বিয়াৰ চিঠি পালে মদনে। বিয়া। দীপালীৰ বিয়া। অহা বৃহস্পতিবাৰে বিয়া। আজি শুক্ৰবাৰ। আৰু ছয়দিন আছে মাজতে। চিঠিখন পাই তেওঁ এটা বিদ্ৰূপৰ হাঁহি মাৰিলে—"ওঃ দীপালীৰ বিয়া। ডাক্তৰ পৱন চৌধুৰীৰ লগত? চমৎকাৰ। 'তয়ো হাৰিত খাইতী, ময়ো গৰুচোৰ' 'যোৰও যোৰ পাভ যোৰ একেবাৰে'।" চিঠিখন জপাই থৈ তেওঁ ভাবিব ধৰে। কি কৰা যায়। বহুপৰ ভাবি ভাবি একো স্থিৰ কৰিব নোৱাৰি তেওঁ ওলাই যায় বাটলৈ।

বাটলৈ ওলাই আহি 'খানাপাৰা-জালুকবাৰী' চিটিবাছত উঠিল। আধাঘণ্টা পিচতে আহি জালুকবাৰী পালে। 'ষ্টেট হোম'লৈ বুলি খোজ ল'লে। তাত 'ছুপাৰিণ্টেনডেণ্টক' লগ ধৰি সত্যপ্ৰভাক দেখা কৰাৰ কথা ক'লে।

কৰ্তৃপক্ষৰ হুকুম পাই সত্যপ্ৰভাই আহি মদন কাকতিক দেখা কৰিলে। তাইৰ হাতত এটা উলৰ চুৱেটাৰ। তাই চুৱেটাৰ গুঠি আছিল। মদনক দেখি হাঁহি মাৰি সেৱা কৰিলে। মদনে সুধিলে—"কেনে আছা?"

"ভালে আছোঁ।" তাই কাষত থিয়হৈ লাহেকৈ কয়।

মদনে গহীন ভাৱে কয়—"এটা বৰ ডাঙৰ কথা আছে শকুন্তলা।"

বৰ ব্যগ্ৰভাৱে সোধে তাই—"কি কথা?"

"অহা বৃহস্পতিবাৰে ডাক্তৰ পৱন চৌধুৰীৰ বিয়া।"

"হয় নেকি? বৰ ভালকথা।"

"ভালতো হয়ে, পিচে...?"

"পিচে কি কৰিব লাগে?"

"ডাক্তৰ পৱন চৌধুৰীৰ বিয়াত তুমি কি কৰিব লাগে ক'ব নোৱাৰা?"

"বাৰু কওকচোন কি কৰিব লাগে?"

"কইনা হ'ব লাগে।"

"ডাক্তৰ পৱন চৌধুৰীৰ মই কন্যা হ'ব লাগে?" বৰ ৰূঢ়ভাবে কয় তাই।

মদনে হাঁহি মাৰি কয়—"ডাক্তৰ পৱন চৌধুৰীৰ কন্যা ঠিক হৈ আছে। আমাৰ খুৰাৰ ছোৱালী দীপালী।"

"তেন্তে কাৰ বাবে?"

"তুমি যাৰে কন্যা হ'ব ইচ্ছা কৰা তাৰ বাবে।"

"সেই কথা আৰু মোক সুধিব লাগে নেকি? আদেশ কৰিলেই হয় দেখো?"

"তাৰ মানে কাৰ বাবে?"

"যাৰ বাবে সুধিব আহিছে।"

"চমৎকাৰ উত্তৰ।"

তেওঁ তাইৰ ফালে চাই থাকে। সত্যই সজলভাবে, কৰুণভাবে চায় মদনৰ ফালে। তাইৰ আজি বৰ আনন্দ লাগিছে। আনন্দ লাগিবৰ কথাই। কেতিয়াবা কেতিয়াবা অধিক আনন্দই চকুলো বোৱায়। সত্যৰো আনন্দৰ লোতক দুধাৰী দুগালেৰে বাগৰি আহিল। মুকুতাৰ দৰে চকুলো দুটোপালে তাইৰ ধুনীয়া গাল দুখনত জিলমিল কৰিব ধৰিলে—মদনে হাঁহি মাৰি ক'লে—"চকুলোৱে তিৰোতাৰ ডাঙৰ অস্ত্ৰ। পিচে মোৰ ওচৰত এই অস্ত্ৰ অকৃতকাৰ্য হয়।' তেওঁ গৈ তাইৰ গালৰ চকুলো দুটোপাল মচিদি কয়—

"এই চকুলো বিষাদৰ নহয় নিশ্চয়। আনন্দৰ। নহয়নে মায়াবিনী?"

তাই এটা মিচিকীয়া হাঁহি মাৰি তেওঁৰ চকুলৈ চাই থাকে। মদনে কয়—

"বাৰু শুনা,অহা বৃহস্পতিবাৰে দিনৰ বাৰ বজাত গুৱাহাটীৰ কাছাৰীঘৰত তোমাক কন্যা সাজিব লাগিব। পাৰিবা নে নোৱাৰা?"

"পাৰিবই লাগিব।"

"পাৰিবই লাগিব বুলিলে নহয়—প্ৰস্তুত হ'ব লাগিব। মোৰ আৰু সময় নহ'ব।

দিনত আমাৰ বিয়া শেষ কৰি দুয়ো গৈ ডাক্তৰৰ বিয়াত অৰ্থাৎ আমাৰ দীপালীৰ বিয়াত উপস্থিত হ'ব লাগিব ৰাতি।"

"যি কৰিব লাগে তাকে কৰিম; কেৱল আপুনি কৰ্তপক্ষৰ পৰা অনুমতি লওক।"

"সেই ব্যৱস্থা মই কৰিম। তুমি মাত্ৰ সাজু হোৱা। মই আৰু বেছি সময় কথা নহও; যাওঁ।"

"মই সাজু আছোৱে।"

তাইৰ ফালে চাই মদনে সোধে—"কেনে লাগিছে তোমাৰ?"

হাঁহো নাহাঁহোকৈ উত্তৰ দিয়ে—"কেনে লাগিব লাগে?"

"বহু বছৰ বিয়া নোহোৱাকৈ থকা বয়সীয়াল গাভৰু ছোৱালীয়ে কোনো ডেকা ল'ৰাৰ লগত পলাই যোৱাত যেনে লাগে, তেনে লাগিব নিশ্চয়।"

হাঁহি মাৰি ঠাট্টা কৰে মদনে। লাজত পৰি সত্যপ্ৰভাই লেনিয়া মাতেৰে কয়—"ই-চ। কেচেৰা কৰে—।"

মদনে খিলখিলকৈ হাঁহি কয়—অন্তৰত কিন্তু তেনে লাগিছে নিশ্চয়?"

"আকৌ ঠাট্টা কৰি থাকে। আৰু কিবা দৰ্কাৰী কথা আছে যদি কওঁক সোনকালে।"

"দৰ্কাৰী কথা হৈ গ'ল। এতিয়া দৰ্কাৰী কামহে আছে। যাওঁ সোনকালে।"

এই বুলি কৈ সত্যপ্ৰভাৰ কাষলৈ আহি গালদুখনত দুটা চৰ মাৰি মৰম কৰি কয়—"এতিয়া আহিলে মোৰ শকুন্তলা।" তাই হাঁহি মাৰি দিয়ে। মদন হাঁহি মাৰি আতৰি আহে—"বিদায় শকুন্তলা—সুৰক্ত দুষ্মন্তৰ প্ৰস্থান।" হাঁহি হাঁহি তেওঁ আতৰি আহে। সত্যপ্ৰভাই আকুল আবেগভৰে চাই ৰয় তেওঁৰ ফালে।

তাৰ পিচত কৰ্তৃপক্ষৰ অনুমতি লৈ সত্যপ্ৰভাক বিয়া কৰাবৰ বাবে আবেদন পত্ৰ দাখিল কৰি মদন গুচি আহিল গুৱাহাটী অভিমুখে।

গুৱাহাটীত কেইদিনমান মদনক বৰকৈ ঘুৰিফুৰা দেখা গ'ল। বৰ ব্যস্ত যেন অনুমান হয়। বোধহয় বিয়াৰ যোগাৰ কৰিছে।

বৃহস্পতিবাৰে পুৱা যেতিয়া দীপালীহঁতে মদনক আনিবলৈ মটৰ পঠালে, তেতিয়া মদনে দীপালীহঁতৰ ড্ৰাইভাৰ জনক কৈ পঠালে যে তেওঁ দুপৰীয়া নিজৰ বিয়া 'ৰেজিষ্টাৰড্' কৰি গধূলিহে যাব পাৰিব। "যি কাম বন কৰিব লাগে, গধূলিৰ পৰা কৰা হ'ব।" এনেকৈ ড্ৰাইভাৰক বিদায় দি মদনে 'ৰেজিষ্ট্ৰেচন'ৰ বিষয়ে উকিলৰ লগত পৰামৰ্শ হ'ব ধৰিলে।

দুপৰীয়া প্ৰায় দহমান বজাত মদনে সত্যপ্ৰভাক লৈ কাছাৰীলৈ গ'ল। লগত গ'ল

মিষ্টাৰ তেৰাৰী আৰু কেইজনমান গুণ্ডা, বদমাচ ধৰণৰ মানুহ—ডেকা মানুহ; বোধহয় মদনৰ দলৰ লোক। ইফালে তিৰোতাৰ পক্ষৰ পৰা মদনে লগত নিলে ৰমলা আৰু দিলাৰা বেগমক। গোটেই কেইজনে দুখন 'টেক্‌চী' ভাৰা কৰি আহি কাছাৰীঘৰ উঠিল। মদনৰ এনে কাণ্ড দেখি যিয়ে য'ত শুনিলে সিয়ে আহি কাছাৰী ঘৰ ভৰি পৰিল। এনেয়ে মদনৰ নাম আছে গুৱাহাটীৰ এটা মহলত। তাতে 'ষ্টেট হোম'ৰ ছোৱালী আনি 'ৰেজেষ্ট্ৰী' বিয়া কৰাব বুলি শুনি সকলোৱে কৌতুক চাবলৈ যেন লৰি আহিছে।

যথাসময়ত উকিলৰ পৰামৰ্শমতে হাকিমৰ ওচৰত গৈ মদন আৰু সত্যপ্ৰভাই চহী কৰি 'ৰেজিষ্ট্ৰেচন' সমাধা কৰিলে। কাম সমাধা কৰি যেতিয়া দুয়ো বাহিৰ হৈ আহে তেতিয়া মানুহৰ হেচাত বিৰ দিও বাট পাবলৈ নাই। বাহিৰত মহা হুলস্থুল লাগি পৰিছে। সকলোৱে বৰ-কন্যাক চাবৰ বাবে ব্যগ্ৰ। মদন আৰু সত্যাই বাহিৰলৈ আহি কাছাৰীঘৰৰ সমুখৰ চোতালত জুম বান্ধি থকা জনতাক নমস্কাৰ কৰিলে। সকলোৱে আনন্দ আৰু কৌতুহল বশতঃ আশীৰ্বাদ কৰিলে। মিষ্টাৰ তেৰাৰী আচৰিত হৈ গ'ল। যি মাষ্টৰ চাহাবে তেওঁৰ বিয়াত বৰযাত্ৰী নহ'ব বুলি সিদিনা তেৰাৰী দম্পতীৰ আগত কৈছিল, সেই মাষ্টৰ চাহাবৰ বিয়াত ইমান মানুহ আহি গ'ল। আচৰিত জীৱ এই মাষ্টৰ চাহাব। তেওঁৰ ধাৰণা আৰু দৃঢ় হয়।

মদনে মিষ্টাৰ তেৰাৰীৰ হাতত দুশ টকা দি ক'লে—"তেৰাৰীবাবু, এখন ভাল চাহ দোকানলৈ মানুহবিলাক লৈ ব'লক; চাহ খুৱাব লাগিব।" তেওঁৰ কথামতে মিষ্টাৰ তেৰাৰীয়ে মানুহবিলাকক মাতি লৈ গ'ল পানবজাৰৰ এখন ভাল চাহ দোকানলৈ। তাত নি তেওঁলোকক চাহ মিঠাই খুৱাই দিলে। খাই বৈ উঠি সকলোৱে মদনকে 'ধইন ধইন' দিলে। এই শিক্ষিত ল'ৰাজনৰ চৰিত্ৰৰ ওপৰত মানুহৰ ইমান দিনে যি ঘৃণা আছিল আজি যেন এক মুহূৰ্ততে নাইকিয়া হৈ গ'ল। ইফালে দিলাৰা আৰু ৰমলাই সত্যপ্ৰভাক মাজত লৈ ভিতৰলৈ সোমাই গ'ল। চাহ দোকানৰ ভিতৰ কমত বহি তিনিও চাহ মিঠাই খাই ল'লে। দিলাৰাক ধুনীয়া চেহেৰা আৰু ভদ্ৰমহিলাৰ বেশত দেখি তেৰাৰীয়ে তবধ মানিলে। দিলাৰাক কইনাৰ লগত দেখি মিষ্টাৰ তেৰাৰীৰ মনটো এবাৰ কিল্‌বিলাই উঠিল; কিন্তু সমুখতে মদনক দেখি তেওঁৰ সেই উত্তেজনা জ্বলা জুইত পানী ঢালি দিয়াৰ দৰে হ'ল।

এনেভাবে চাহমিঠাই খুৱাই সকলোকে নমস্কাৰ কৰি বিদায় দি মদনে দিলাৰা, ৰমলা আৰু সত্যপ্ৰভাক লৈ এখন টেক্‌চিত উঠিল আৰু আন এখনত মিষ্টাৰ তেৰাৰীক তুলি দি কৰ্মলৈ পঠাই দিলে। মদন আৰু তেৰাৰীৰ ভিতৰত বন্ধুত্ব দৃঢ় হ'ল। মদনে

ক'লে—"তেৱাৰী বাবু, মিছেছ্ তেৱাৰীক মোৰ নমস্কাৰ জনালোঁ। পাৰিলে আমি দুয়ো পৰহি দুপৰীয়া আপোনাৰ অতিথি হ'মগৈ ক'ব।"

"ঠিক আছে মাষ্টৰ চাহাব। আমাৰ ল'ৰাৰ মাকে আপোনালোক দুয়োকো দেখিলে বৰ আনন্দ পাব। আপুনি জৰুৰ যাব?"

মদনে তেৱাৰীৰ হাতত ধৰি ক'লে—"মোৰ কিবা দোষ হ'লে ক্ষমা কৰিব তেৱাৰী বাবু। মই ক্ষমা চাইছোঁ।"

তেৱাৰীয়ে মদনৰ হাতখনত জোকাৰি দি কয়—"মোকহে মাফ কৰিব লাগে মাষ্টৰ চাহাব। মোৰ বহুত দোষ হৈ গৈছে। মোক মাফ কৰিব।" তেৱাৰীয়ে নমস্কাৰ কৰে। মদনে প্ৰতিনমস্কাৰ কৰি কয়—"বহুত কষ্ট দিলোঁ তেৱাৰীবাবু; বেজাৰ নাপায় যেন!"

"এনে কষ্ট আৰু হ'ক মাষ্টৰ চাহাব। মই আপোনাৰ ওচৰত কৃতজ্ঞ। যদি দিন পাওঁ তেন্তে...।"

"জীৱনত বহুত দিন আছে তেৱাৰীবাবু। দিন পাবই।"

"নিশ্চয় দিন পাম। অহা নিৰ্বাচনৰ সময়তে দিন পাব লাগিব। আপোনাক মন্ত্ৰী বনাম। যিমান টকা লাগে খৰচ কৰিম।"

"মই মন্ত্ৰী হ'লে আপোনাৰ 'পাৰমিট', 'কনট্ৰাক্ট' মিলিব নহয় নে?" হাঁহি মাৰি মদনে কাটিং মাৰে। তেৱাৰীয়ে হাঁহি হাঁহি টেক্চিত উঠি উত্তৰ দিয়ে—

"জৰুৰ চাহাব।"

"আচ্ছা নমস্কাৰ।"

"নমস্কাৰ।"

তেৱাৰী যায়। মদনে অলপ কৃতজ্ঞতা জনায় কাৰণ তেৱাৰীয়ে যোৱা পৰহি টকা এহেজাৰ দিছে। উচৰ্গা বুলি কৈছে। আনফালে মিচেচ তেৱাৰীয়ে কন্যাৰ অলঙ্কাৰ আৰু সাজপাৰ দিছে। গতিকে মদন কৃতজ্ঞ এওঁলোকৰ প্ৰতি। অৱশ্যে এই ধৰণৰ মানুহৰ কৃতজ্ঞতা কেনে ৰকমৰ হয় তাক জনা টান। এওঁলোক সাধাৰণ মানুহতকৈ ডাঙৰ নহয়, কিন্তু বেলেগ।

তেৱাৰীক বিদায় দি মদনে তেওঁৰ টেক্চি 'নেহৰু পাৰ্ক'লৈ নিবলৈ হুকুম কৰিলে। টেক্চিত মদন, দিলাৰা, কমলা আৰু সত্যপ্ৰভা।

জেতিয়া বেলি লহিয়াইছে।

টেক্চি আহি "নেহৰু পাৰ্ক" পালে; তাতে চাবিও নামি ড্ৰাইভাৰক পইচা দি পাৰ্কৰ

ফুলনিৰ মাজলৈ চাৰিও সোমাই গ'ল। তেওঁলোক দুবৰিৰ ওপৰত বহিল। মদনৰ বাওঁফালে সত্যপ্ৰভা কন্যাৰ বেশেৰে, সোঁফালে ৰমলা আৰু সমুখত দিলাৰা বেগম। সময়টো আছিল গধূলিৰ আগমুহূৰ্ত্ত। নিৰ্জ্জন পাৰ্ক। ক'তো মানুহ-দুনুহ নাই। বাহিৰত দূৰৈত কেইটামান গৰু আৰু এটা 'ঘোঁৰাই' ঘাহ খাই আছে। পাৰ্কৰ স্তম্ভৰ ওপৰত এটা চৰাই পৰি আছে। বোধহয় নিশাচৰ জাতীয় এনে শান্ত নিৰিবিলি পৰিবেশ। চাৰিওফালে নানা ৰঙৰ ফুল ফুলি আছে। দেশী-বিদেশী নানা ধৰণৰ, নানা বৰণৰ। এনে সুন্দৰ অৱস্থাত ফুলনিৰ মাজত বহি চাৰিওজনে আজি মনত অসীম আনন্দ উপভোগ কৰিলে।

লাহে লাহে মদনে সত্যপ্ৰভাৰ গাত হাত দি ক'লে—"শুনা শকুন্তলা, আজিৰ পৰা তুমি মোৰ সত্যপথৰ সঙ্গিনী হোৱা। মৰণৰ কথা মই নকওঁ, কিন্তু জীৱিত কালত যেন তুমি মোৰ ধৰ্ম কৰ্মৰ সহচৰী হোৱা। তুমি আচল মানুহৰ শিষ্যা হ'ব লাগিব। আচল মানুহৰ ধৰ্ম মানৱতা; সমাজ বিশ্বজনীন্ আৰু কৰ্ম বিশ্বমানৱৰ সেৱা। পিচত এই ধৰ্মৰ মূলমন্ত্ৰবোৰ শিকিব পাৰিবা। আচল মানুহৰ ধৰ্মগ্ৰন্থ "মানৱতাবোধ"ত এইবোৰ পাবা। পঢ়িলে বুজিবা। মুঠৰ ওপৰত জানিবা যে পৃথিৱীত আজিলৈ যিমানবোৰ ধৰ্ম প্ৰচলিত আছে, যিমানবোৰ নীতিকথা প্ৰচলিত আছে, সেই সকলোবোৰেৰে সৈতে বিৰোধী নহ'লেও অমিল এই ধৰ্ম আৰু নীতিজ্ঞান। পুৰণি ধৰ্ম, সমাজ, সভ্যতা, সংস্কৃতিৰ এই ধৰ্মই বিপ্লৱৰ সৃষ্টি কৰিব। এই ধৰ্ম বিপ্লৱমুখী আৰু বিজ্ঞান অনুগামী।

তেওঁ বক্তৃতা কৰে; বাকী তিনিজনীয়ে নীৰৱে শুনে আৰু হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰে।

তাৰ পিচত মদনে আৰু কয়—"এইজনী মোৰ ভনী, নাম শ্ৰীমতী ৰমলা কচ্ছাৰিণী; খৃষ্টান নাম সংক্ষেপে 'ৰোজ'।" ৰমলাক দেখুৱাই দিয়ে। ৰমলাই সত্যৰ ফালে চায়। সত্যই হাঁহি মাৰি ভাইৰ ফালে চাই ক'লে—

"তেন্তে আজিৰ পৰা মোৰো ননদ হ'লা ৰোজ।"

"নিশ্চয় নহওঁ।" ৰমলাই হাঁহি মাৰি সম্মতি জনায়।

মদনে সমুখৰ দিলাৰাক দেখুৱাই কয়—"আৰু এইজনী মোৰ শিষ্যা, অনুগামিনী। মানৱ ধৰ্মৰ প্ৰথম অনুগামিনী। আগৰ নাম আছিল দিলাৰা বেগম, বৰ্তমান নাম দিলবাহাৰা।" এইবুলি কৈ মদনে সত্যৰ ফালে চায়। সত্যই এটা নমস্কাৰ কৰি কয়—

"আপোনাক মই কি বুলি মাতিম?"

"দিলাৰাই তপ্‌কৈ ক'লে—"বাইদেউ বুলি।"

মদনে হাঁহি মাৰি কয়—"চমৎকাৰ! অঙ্ক মিলিছে।"

সত্যপ্ৰভাই দিলাৰাক লক্ষ্য কৰি কয়—"বাইদেউ, আজিৰ পৰা মোৰ কিবা দোষ হ'লে শুধৰাই দিব লাগিব, এয়ে মোৰ মিনতি।" তাৰ পিচত ৰমলাক কয়—"তুমি মোৰ ভনী বা ননদ, মোৰ সকলো দোষ ক্ষমা কৰিবা বুলি অনুৰোধ কৰিলোঁ। মই একো নাজানোঁ। মোক যেন শিকিবলৈ সুযোগ দিয়া ভনীটি, এয়ে কামনা।"

সত্যৰ সৰলতাত তেওঁলোক দুয়ো মুগ্ধ হৈ গ'ল। মৰম কৰি গাত সাৱতি ধৰি ৰমলাই ক'লে, "আজিৰ পৰা তুমি মোৰ নবৌ। তুমি মোতকৈ বয়সত সৰু হ'লেও মোতকৈ মানত ডাঙৰ। গতিকে কিবা দোষ পালে মোক দাবী ধমকি দি হ'লেও তোমাৰ ননদ বুলি ভাবি ক্ষমা কৰিবা নবৌ।"

দিলাৰাই কাষলৈ আহি সত্যক সাৱতি ধৰিলে। তেতিয়া মদনে সত্যৰ কাষৰ পৰা উঠি গৈ পাৰ্কৰ স্তম্ভৰ গাত আউজি চাই আছে। দিলাৰাই সত্যক সাৱতি লৈ ক'লে—"আজিৰ পৰা তুমি মোৰ মৰমৰ ভনীটি। মোৰ এই সুকাম নীৰস জীৱনত তোমাক পাই আজি সঞ্জীৱতা আহিছে। মই আশা কৰিছোঁ যেন তুমি মোৰ সকলো দোষ কাটি কৰি থৈ বাইদেউ বুলি মৰম কৰা। মই বৰ মৰম কঙালিনী ভনীটি। জীৱনত বহুত তিক্ততা পাইছোঁ। এতিয়া যেন তোমাৰ মধুৰ মৰম সদায় লাভ কৰোঁ।"

এনেভাৱে পৰিচয় হৈ মৰম সকলো মৰম, হৃদয়ৰ সমস্ত সহৃদয়তা ঢালি তিনিওজনীয়ে সাৱটা-সাৱটি কৰিলে। এনে স্নেহসিক্ত মিলন দেখি মদনৰ মন আনন্দত মগ্ন হৈ গ'ল। তিনিওৰো এনে সাৱটা-সাৱটি দেখি মদনে হাঁহি মাৰি ক'লে—

"এয়ে হ'ল ত্ৰিনাৰী সঙ্গম। হিন্দুবিলাকৰ পবিত্ৰ তীৰ্থ ত্ৰিবেণী সঙ্গমত মিলিছিল তিনিটা নদী—গঙ্গা,যমুনা,সৰস্বতী; আৰু আজি মানৱ ধৰ্মৰ পবিত্ৰ ক্ষণত মিলিল তিনিজনী নাৰী—দিলাৰা, সত্যপ্ৰভা আৰু ৰমলা। সেইবাবে ইয়াৰ নাম দিলোঁ মই ত্ৰিনাৰী-সঙ্গম; আৰু এই পুণ্যক্ষেত্ৰ 'নেহেৰু পাৰ্ক' হ'ল আজিৰ পৰা মানৱ ধৰ্মৰ তীৰ্থক্ষেত্ৰ। আজিৰ পৰা মই ঘোষণা কৰিলোঁ যে পৃথিবীৰ য'ত যিমানবিলাক 'পাৰ্ক' আছে সেই সকলোবোৰ হ'ল মানৱ ধৰ্মৰ তীৰ্থস্থান। ইয়াত মানুহে পানীৰে গা ধুব নালাগে, মতাহেৰে গা ধোৱক,—হাওঁকাওঁ পৰিষ্কাৰ কৰক আৰু মনৰ মলিও দূৰ কৰক। মানুহ পবিত্ৰ হওক—বিশ্বপ্ৰেমিক হওঁক।"

এইবুলি গহীন কণ্ঠে কথাখিনি উচ্চাৰণ কৰি মদনে গম্ভীৰভাৱে অতীতৰ ঋষি,মুনি আৰু বৰ্তমানৰ আইনজ্ঞ, গৱেষক বৈজ্ঞানিক আৰু শিল্পী, সাহিত্যিকৰ দৰে থিয় হৈ চাৰিওফালে চাই আকাশৰ ফালে একেধ্যানে চাই ৰ'ল।

তেতিয়া সন্ধিয়াৰ আকাশত দুটি এটি তৰাই ভুমুকি মাৰিছে। পশ্চিম আকাশত হেঙুলীয়া বোলৰ শেষ চিহ্নই এতিয়াও ক্ষীণভাৱে ৰেঙাই আছে। চাৰিওফালে এটা শান্তি, নিমজ ভাব। মুকলি আকাশ, মুকলি বতাহ, আৰু বহল মুকলি ঠাই। মনৰ মাজত এটা বহল মুকলি ভাবে যেন খেলা কৰিব ধৰিছে। মদনে আকৌ এবাৰ চাৰিওফালে চাই ল'লে আৰু লাহে লাহে গদ গদ স্বৰে ক'বলৈ ধৰিলে— "সময় হৈছে; উদ্দেশ্য সিদ্ধি হৈছে। ব'লা এতিয়া। আজিৰ এই প্ৰতিজ্ঞা যেন জীৱনব্যাপী পালন কৰা, এয়ে মোৰ তোমালোকৰ ওচৰত বক্তব্য। আহা এতিয়া।"

মদন স্তম্ভৰ গাৰ পৰা এবাদি আহিল। এওঁলোক তিনিওজনীয়ে থিয় হৈ তেওঁৰ মুখলৈ চালে। মদন গহীন গম্ভীৰভাৱে বাহিৰলৈ ওলাই আহিল। পাচে পাচে আহিল সত্য, ৰমলা আৰু দিলাৰা।

ধীৰে ধীৰে আহি তেওঁলোকে কটন কলেজৰ সমুখৰ চকটিত থিয় দিলে। মদনে এখন টেক্‌চি মাতিলে। টেক্‌চি অহাত চাৰিওজন গাড়ীত উঠিল আৰু উলুবাৰী বুলি নিৰ্দেশ কৰিলে। ক্ষন্তেকৰ ভিতৰত টেক্‌চি আহি উলুবাৰী উঠিল।

তেতিয়া গধূলি হৈছে।

## [তেৰ]

উলুবাৰীত গৈ চাৰিওজনে ৰমলাইঁতৰ ঘৰ উঠিল। তাতে সত্যক ৰমলা আৰু দিলাৰাৰ লগত এৰি থৈ মদনে সেই টেক্‌চিখনতে উঠি দীপালীইঁতৰ ঘৰলৈ আহিল। তেতিয়া বিয়াঘৰত উলহ মালহ লাগি পৰিছে। খোৱাবোৱা কাম চলি আছে। মানুহবিলাকক জলপান খুৱাব ধৰিছে। মদনে গৈ যেতিয়া ৰভাৰ তল পালে, তেতিয়া দেখিলে যে দীপালীক কইনা খুৱাই আনি ৰভাৰ তলত থৈছে আৰু তাইৰ লগৰী সকলে একেলগে পাটিত বহি মেলকৰি আছে।

মদনে গৈ ৰভাৰ তলত দীপালীৰ সমুখত থিয় হ'ল। ছোৱালী আৰু মদনক দেখি সন্তুষ্ট হ'ল। ছোৱালীবিলাকৰ ভিতৰত বহুতৰে বৰ বেয়া ধাৰণা আছে মদনৰ ওপৰত। তাইইঁতে সংকোচবোধ কৰিলে। গোটেই কেইজনীয়ে কাপোৰ কোঁচাই ইজনী

সিজনী লগালগিকৈ বহিব ধৰিলে। তাকে দেখি মদনে হাঁহি মাৰি মাত লগালে—"দীপা।"

দীপালীয়ে মদনৰ মুখলৈ চাই কৈ উঠিল—"তুমি এতিয়াহে আহি ওলালানে ককাইদেউ?"

"হয়। মই সময় পোৱা নাছিলোঁ।"

"ওবে দিনটো কি কৰিলা?"

"তোমাৰ বিয়াৰ বাবে দুদিন দুৰাতি লাগে আৰু মোৰ বিয়াৰ বাবে জানো এটি দিনো নালাগে?"

"তোমাৰ বিয়া?"

"এৰা; মোৰ বিয়া হৈ গ'ল।"

"আজি সঁচাকৈ তুমি বিয়া কৰালা?"

"সঁচাকৈ দীপালী; আজি দুপৰীয়া বাৰ বজাত কাছাৰীঘৰত মোৰ বিয়া 'ৰেজিষ্টাৰ্ড' হৈ গ'ল।"

"সঁচা ককাইদেউ?"

"সম্পূৰ্ণ সঁচা।"

"আমিও এতিয়া অলপ আগতে শুনিছোঁ। বিয়ালৈ অহা কেইবাজনো মানুহে কৈছে।" দীপালীৰ বান্ধৱী বেণুকাই কয়।

"হয়· নেকি। আচ্ছা। নবৌ বাৰু ক'ত ককাইদেউ?"

"বৰ্তমান উলুবাৰীত।" .

"বিয়ালৈ নানিলা কিয়?"

"কইনাক কইনাই দেখা জানো ভাল?"

"তেওঁ আৰু কইনা হৈ থকা নাই—নবৌ হৈ গৈছে। লৈ আহাঁগৈ। 'চিভিল মেৰেজ' কৰা ছোৱালীবিলাক আমাৰ দৰে এনে বুৰ্বক হৈ কন্যা হৈ বহি নাথাকে।"

"ঠিকেই কৈছা তুমি। বাৰু আনিম।"

"মায়ে জানো তোমাক লগ পাইছে? বৰকৈ বিচাৰ কৰি আছে।" কইনাৰ ভনী মেঘালী ওচৰলৈ আহি মদনক সোধে। মদনে মেঘালীৰ ফালে চাই উত্তৰ দিয়ে—

"পোৱা নাই। মই এইমাত্ৰ আহিলোঁ। লগ ধৰোঁগৈ।"

"পিতাই কিন্তু তোমাৰ ওপৰত খং কৰি আছে। বহুত কাম বোলে বাকী আছে। তোমাক বকিছে।" শেৱালীয়ে ওলাই আহি মদনৰ কাষত থিয় হৈ কয়হি। "

"বুজিছোঁ। বাৰু সকলো ঠিক হৈ যাব শেৱালী, একো চিন্তা নকৰিবা।"

এইবুলি কৈ মদন ভিতৰলৈ যায় খুৰীয়েকক দেখা কৰিবলৈ। ভিতৰত খুৰীয়েকে কিছুমান তিৰোতাৰ লগত বস্তুৰ বিষয়ে কৈ আছিল আৰু কেইজনীমানক তামোল কাটিবলৈ লগাই দিছিল। মদনে গৈ মাত লগালে—

"খুৰীদেউ!"

খুৰীয়েকে পিচমুখ দি দেখে যে মদন। তেওঁৰ মুখলৈ চাই অভিমান কৰি ক'লে—"কিয় আহিলা তুমি? নাহিলেও হ'ব। এনেকৈ গছত তুলি দি গুৰিত ঘা দিয়া লোক তুমি? পুৱাতে মটৰ পঠালোঁ নাহিলা দুপৰীয়া নাই; এতিয়া গধূলি পৰত ওলাইছা? ভাল সহায় কৰিলা যোপা।"

মদনে খুৰীয়েকৰ ভৰিত ধৰি এটা সেৱা কৰি ক'লে—"ক্ষমা কৰক খুৰী। মোৰ দোষ হৈছে; কিন্তু মই বাধ্য আছিলোঁ পলম কৰিবলৈ। বাৰু, সি যি কি নহওক; এতিয়াই মই কাম শেষ কৰি গেলাম।"

"এতিয়ানো কি কাম কৰিবা?"

"কন্যাপক্ষৰ কাম দিনত একো নহয় খুৰী? ৰাতিহে আচল কাম। বৰযাত্ৰীক শুশ্ৰূষা কৰাহে আচল কাম। সেয়ে কন্যাপক্ষৰ আচল কাম, আৰু তাকে কৰিম। মই দেখো পৰহিয়ে ৰভা, গেট আৰু জলপান-খোৱা ঘৰৰ ঠিকঠাক কৰি থৈ গৈছোঁ। আজিনো কিটো কাম আছিল? যদি কাম আছে তেন্তে আজি ৰাতিহে হ'ব।"

"খুৰায়েৰাৰ বৰ খং উঠি আছে। তোমাক বকি আছে।"

"খুৰাই মিছাকৈ বকে খুৰী। পুলিচ দাৰোগা মানুহে চোৰক বকি বকি থকাটো এটা অভ্যাসত পৰিণত হৈছে খুৰীদেউ। খুৰাৰ বকনি মোৰ এটা ইঙ্গিততে বন্ধ হৈ যাব।" মদনে হাঁহি মাৰি কয়। খুৰীয়েকে অলপ হাঁহি ক'লে—"কথাত ওস্তাদ। যোৱা এতিয়া। খুৰায়েৰাক সুধি কি কি কাম আছে কৰাগৈ।"

এনেতে খুৰাকে খুৰীয়েকক কিবা সুধিবৰ বাবে ঘৰলৈ আহিছিল। হঠাৎ মদনক দেখি কৈ উঠিল—

"এইটো কোন?"

মদনে হাঁহি মাৰি খুৰাকক ক'লে—"মই খুৰা। অহাত পলম হ'ল এটা কাৰণত।"

"তুমি নাহিলেও চলিব।" খুৰাকে অভিমানৰ দাবীত কয়।

"দিনত নাহিলেও চলিছে দেখি অহা নাই। ৰাতি কিন্তু মই নহ'লে নচলিব; গতিকে আহিছোঁ।"

“ৰাতিও চলিব। নচলিব কিয়?”

“আপুনি গাঁৱলীয়া সমাজৰ বহুত কথা পাহৰিছে। ভুল কৰি গোলমাল লগাব। আমাৰ গাঁৱৰ ৰাইজ কেনে দেখিছেই দেখো? এই বিষয়ে মইহে জানো। তাতে আপোনাৰ শত্ৰু বহুত গাঁৱতো, চহৰতো। গতিকে মই থকা নিতান্ত দৰকাৰ।”

গাঁৱৰ শত্ৰুৰ নাম কোৱাত খুৰাকৰ মন কোঁচখাই গ'ল। নৰম সুৰত ক'লে — “সেই বাবেইতো মই পুৱাতে গাড়ী পঠাইছিলোঁ। তুমি নাহিলা কিয়?”

“মই আজি ওৰেদিন কামত ব্যস্ত আছিলোঁ খুৰা।”

“কি কামত?”

“বিয়াৰ কামত।”

“কাৰ বিয়া?”

“মোৰ বিয়া।”

“সঁচাকৈ তোমাৰ বিয়া ‘ৰেজেষ্ট্ৰী’ কৰিলা নেকি?” খুৰীয়েকে সোধে বৰ ব্যগ্ৰ হৈ।

খুৰাকে গহীনভাৱে ক'লে —

“গধুলি মোক কোনোবাই ক'লেতো; কিন্তু মই বিশ্বাস কৰা নাছিলো। তেন্তে সঁচা? তুমি ‘চিভিল মেৰেজ’ কৰিলা?”

“হয়, খুৰা।”

“তোমাৰ কাণ্ডবোৰ বৰ অদভুত। তুমিযে কি ল'ৰা...!”

খুৰীয়েকে কয়।

খুৰাকে ধীৰ ভাৱে সোধে —

“ছোৱালীজনী ক'ৰ?”

“আমাৰ গাঁৱৰে। বাকৰ পিছে ক'ম। এতিয়া মোক কাম বুজাই দিয়ক। ৰাতি হ'ল।”

“দিম বাৰু। পিছে বোৱাৰীজনীক আনিছা নেকি?”

“অনা নাই।”

“ক'ত ৰাখিছা?”

“উজুবাৰীত।”

“ইয়ালৈ লৈ আহা গৈ।”

“হয় বোপা, গাড়ীখন লৈ যোৱা। বোৱাৰীকো লৈ আহাগৈ। তুমি যে কি কাণ্ডখন কৰিলা।” খুৰীয়েকে আদৰৰ সুৰত কয়।

"যোৱা; সোনকালে বোৱাৰীক লৈ আহি বৰযাত্ৰীক শুশ্ৰূষা কৰা কামবোৰ কৰি ঠিক কৰাগৈ। এই বিষয়ে মই একো নাজানোঁ।" এনেকৈ কৈ খুৰাক ওলাই যায়।

"সকলো ঠিক হৈ যাব খুৰা; একো চিন্তা নকৰিব।"

"বোৱাৰীয়ে বিয়ালৈ আহিবলৈ লাজ কৰিব নেকি বোপা?" খুৰীয়েকে মদনক সোধে। এনেতে শেৱালীয়ে বাহিৰৰ পৰা দৌৰি আহি মাক আৰু মদনৰ মাজত থিয় হৈ কয় —

"চিভিল মেৰেজ' কৰা ছোৱালীয়ে কি লাজ কৰিব মা? একো লাজ নকৰে। আমি লৈ আহো গৈ, ব'লা ককাইদেউ!" তাই আনন্দতে বৰ ব্যগ্ৰ হৈ কয় মদনক।

"তেন্তে তৎক্ষণাত লৈ আহাঁগৈ বোপা। তাৰ পিছত মই দুয়োকো চিৰা খুৱাম। এতিয়া অকলে তোমাক নিদিওঁ।"

"বোৱাৰীয়েকক শাহুৱেকে নুখুৱালে কোনে খুৱাব খুৰী?" হাঁহি কয় মদনে। হাঁহি মাৰি গাত এটা ঠেলা মাৰি দি কৈ উঠে শেৱালীয়ে—"ৰগৰ কৰি থাকিব নালাগে। তৎক্ষণাৎ নবৌক লৈ আহোগৈ ব'লা ককাইদেউ; চাবলৈ মোৰ বৰ মন গৈছে।"

আচ্ছা শেৱালী; আনিম। কিছু পলমে আনিলেও হ'ব। আগেয়ে মই ইফালে কাম শেষ কৰোঁ।" মদনে তৎক্ষণাৎ ওলাই গ'ল ভঁৰাল ঘৰলৈ।

ইফালে মদনৰ বিয়া আদালতত 'ৰেজিষ্টাৰ্ড' হোৱা বুলি শুনি ছোৱালীজাকে বৰ কৌতূহলেৰে মদনক চালে আৰু কেনে ছোৱালী, ক'ৰ ছোৱালী, ক'ত থাকে, কি পঢ়ে ইত্যাদি কথা সুধি দীপালীক ব্যতিব্যস্ত কৰি তুলিলে। দীপালীয়ে খাটাংকৈ কৈ দিলে —

"পিছত শুনিবি নহয়; ইমান উত্ৰাৱল হৈছ কিয় তহঁতে? বেণুকাই ক'লে —"বৰ সাংঘাতিক লোক। ক'ৰবাত কিবা কৰি এজনী সংগ্ৰহ কৰিলে।"

বৰযাত্ৰীৰ খোৱাৰ বন্দবস্ত কৰিলে মদনে। দুঘণ্টামানৰ ভিতৰতে বভাঘৰত ভাগে ভাগে চিয়াৰ, বেঞ্চ সজায় দিলে। জলপান খোৱা ঘৰত বেঞ্চ-ডেক্চ ঠিক কৰি পৰ্দাবোৰ পৰিপাতি কৰি লগাই দিলে। সুন্দৰ পৰিপাতি কৰি ভাগে ভাগে বস্তু আৰু মানুহ থৈ দিলে। সুশৃঙ্খলভাৱে বিয়াঘৰ সজাই তুলিলে। অদ্ভুত কৰ্মশক্তি মদনৰ; আচৰিত ব্যক্তিত্ব। যাক যি কৰিবলৈ কৈছে, বিনা প্ৰতিবাদে পালন কৰি গৈছে সকলোৱে। কামৰ সময়ত মদন অতি ক্ষীপ্ৰ আৰু সুশৃঙ্খল। কৰ্মত সিংহ সদৃশ মদন। মানুহে ভয় কৰে। মানে আন মানুহে মদনৰ কৰ্মশক্তি আৰু কৌশল দেখি তবধ মানিলে। দুঘণ্টামানৰ ভিতৰতে বিয়া ঘৰৰ ৰূপ এনেকৈ বদলাই দিলে যে দীপালীৰ

মাক, বোপেক ভনীয়েকহঁত অবাক হৈ গ'ল। কৰ্মৰত মদনৰ গাম্ভীৰ্য আৰু ব্যক্তিত্ব দেখি খুৰাকে দুবৈৰ পৰাই লক্ষ্য কৰি মনে মনে ভাবিলে — ককাইদেউৰ তেজ ইয়াৰ গাত আছে। খুৰীয়েকে একোবাৰ বৰ কৌতূহলেৰে মদনৰ ফালে চায় আৰু ভাবে — কি অদ্ভুত ল'ৰা! তেওঁলোকে আজি স্বীকাৰ কৰিলে যে সঁচাকৈ মদন এজন কামৰ ল'ৰা। মগজৰ অলপ দোষ থকা বুলি তেওঁলোকৰ আগৰে পৰা বিশ্বাস আছিল; আজি কামৰ পৰিণতি আৰু কথাৰ গাম্ভীৰ্য দেখি অনুমান কৰিলে যে মদনৰ আগৰ দোষ মৰিছে। সঁচাকৈ মদন বিয়া কৰাবৰ উপযুক্ত হৈছে। মনে মনে তেওঁলোকে স্বীকাৰ কৰিলে।

ইফালে দীপালী। মদনৰ এনে কৰ্মতৎপৰতা দেখি দীপালীও পৰম খুচী হৈ গ'ল। সি যি কি নহওক, এই পগলাটোৱে আজি হঠাতে আহি অলপ সময়ৰ ভিতৰতে বহুত কাম কৰি দিলে। অতীতৰ ঘটনাবোৰ মনত পৰি দীপালীৰ হাঁহি উঠি যায়। কিযে ল'ৰালিখন কৰিছিল তাই। কিযে ভুল কৰিছিল দুয়ো এসময়ত। ভাবিলেও বেয়া লাগে!

এনেভাৱে কামকাজ ঠিক কৰি উঠি যেতিয়া মদনে গাড়ী লৈ ঘৈণীয়েকক আনিবৰ বাবে উলুবাৰীলৈ যাব ওলায় তেতিয়া ৰাতি প্ৰায় এঘাৰটা বাজিছে। খৰধৰ কৰি মটৰখন উলিয়ালে মদনে। লগত গ'ল শেৱালী. নবৌয়েকক আনিবলৈ বৰ আনন্দেৰে।

উলুবাৰীত ৰমলাৰ ঘৰৰ পৰা খৰধৰ কৰি সত্যক উলিয়াই আনি গাড়ীৰ ওচৰত আহি ৰমলা আৰু দিলাৰাক ক'লে মদনে, "তোমালোকে বেয়া নাপাবা দেই। মই আজি এটা বৰ ডাঙৰ কাম কৰিব লাগিব। ৰাতিপুৱা জনাম।"

ৰমলা আৰু দিলাৰাই জানে যে উলটি কিবা সুধিলে বা কামৰ খবৰ কৰিলে মদনে বৰ বেজাৰ পায়। গতিকে একো নুসুধিলে। সত্যক উলিয়াই গাড়ীত তুলি দিলে।

উলুবাৰীৰ পৰা সত্যক লৈ অহা সময়ত দৰা আহিবৰো সময় হৈছে। বিয়া ঘৰত 'বেণ্ডপাৰ্টি' আৰু 'মাইকৰ' শব্দত ৰজনজনাই গ'ল। মতা, তিৰোতা লৰা-ছোৱালীৰ হাই-উৰুমিত কাৰো মাত কথা নুশুনি। সকলো যে ব্যস্ত, সকলো যেন মত্ত। কন্যাপক্ষৰ মানুহ উদগ্ৰীৱ হৈ খুৰীয়েকৰ ওচৰ পালে আৰু ক'লে — "এইজনীয়ে আপোনাৰ বোৱাৰী খুৰী; নিয়ক।" এইবুলি কৈ ঘৈণীয়েকক খুৰীয়েকৰ আগলৈ ঠেলি দিয়ে। খুৰীয়েকে ইলেক্ট্ৰিক লাইটৰ বগা পোহৰত ধুনীয়া সত্যক দেখি হাঁহি মাৰি ক'লে — "আহা আইটি। মোৰ ওচৰলৈ আহা।"

সত্যাই ওচৰলৈ গৈ আঁঠুকাঢ়ি তেওঁৰ ভৰিত ধৰি সেৱা কৰিলে। শাহুৱেকে মূৰত ধৰি তুলি আনি শিৰত এটা চুমা খাই আশীৰ্বাদ কৰিলে— "দীৰ্ঘজীৱি হোৱা বাচা। সাখা সিন্দুৰে দিন যাওক।"

শাহুৱেকে বোৱাৰীয়েকক হাতত ধৰি নি ভিতৰত বৰ সুন্দৰকৈ সজাই থোৱা পাটি এখনত বহুৱায়। এনেতে মদনে কয় —"আপোনাৰ বোৱাৰীয়েকক চমজাই দিলোঁ খুৰী, যি কৰে কৰক। মোৰ কাম আছে, বাহিৰলৈ যাওঁ। এতিয়াই বৰযাত্ৰী আহি পাব।"

"ভাল যোৱা তুমি।" খুৰীয়েকে আদেশ দিয়ে। শেৱালীয়ে মদনক ঠাট্টা কৰি কয় —"তুমি নহ'লেও চলিব ককাইদেউ। আমি নবৌক পাইছোঁ যেতিয়া আমাক আৰু তোমাৰ দৰাকৰ নাই; যোৱাগৈ।" মদনে হাঁহি মাৰি বাহিৰ হৈ যায়।

শেৱালী আৰু সত্যাৰ পৰিচয় গাড়ীতে হৈ গৈছে। শেৱালীয়ে ধুনীয়া সত্যাক দেখি আনন্দতে সাৱটি ধৰিলে —"আহা নবৌ, বহাহি।" বুলি মটকৰ ভিতৰত আনি নিজৰ কাষতে বহুৱাই ল'লে আৰু মৰমতে সাৱটি ধৰি সত্যাৰ লগত কথা বতৰা হ'ব ধৰিলে। চিৰ অনাদৃতা সত্যাই আজি এনে মৰম পাই আনন্দতে শেৱালীৰ আগত সকলো কথা ক'লে। দুয়ো গাভৰুৱে হাঁহি হাঁহি গাড়ীৰ ভিতৰত স্ফূৰ্তি কৰি আহিল। এতিয়া ঘৰ পোৱাত শেৱালীয়ে নবৌৱেকৰ লগে লগে থাকিল, যেন তাই 'গাইড'হে। এনেতে বাকী ভনীয়েক কেইজনীও আহি সত্যাৰ লগত পৰিচিত হ'ল আৰু হাঁহি তামাচা আৰম্ভ হ'ল বৌৱেক-ননদসকলৰ ভিতৰত।

অলপ পৰ পিছতে বৰযাত্ৰী আহি পালে। কন্যাপক্ষৰ উদুলি মুদুলি লাগি পৰিল। মদনে খৰধৰ কৰি বৰযাত্ৰীক বহুৱালে। বেছিভাগ মানুহ তেওঁৰ পৰিচিত, কাৰণ একে গাঁৱৰে মানুহ। পৰিচিত মানুহক সম্বৰ্ধনা কৰিবলৈ কিছু সুবিধা আছে। সকলোকে আদৰি নি তেওঁ ৰভাৰ তলত দৰাপক্ষৰ বাবে সাজু কৰি থোৱা আসনত বহুৱালে। ক্ৰমে ক্ৰমে হাঁই উৰুমি শাম কাটি আহিল।

বিয়া আৰম্ভ হ'ল।

সুকলমে বিয়া সমাধা হৈ গ'ল। ইতিমধ্যে ৰাতিও পুৱাও পুৱাও হ'ল।

বিয়াৰ পিছত দৰাই কন্যাপক্ষৰ মানুহক সেৱা সৎকাৰ কৰা দস্তুৰ। প্ৰথমে শহুৰেকক সেৱা কৰিলে; তাৰ পিছত ভাগীৰ মান্যব্যক্তিসকলক এজন এজনকৈ সেৱা কৰিলে। পিছত মাতৃকুল বংশৰ মানুহক সেৱা-সৎকাৰ কৰি উঠি ঘৰৰ ভিতৰত গৈ শাহুৱেকক সেৱা কৰিলে। তাৰ পিছত আৰু কাৰবাক কাৰবাক সেৱা কৰাৰ পিছত পাল পৰিল

কন্যাৰ ককায়েক, বৌয়েক আৰু কাৰবাক কাৰবাক সেৱা কৰা। কন্যাৰ ককায়েক-বায়েক নাই, কন্যাই প্ৰথম সন্তান। গতিকে ককায়েক বুলিলে মদনকে ধৰিব লাগিব। সেইবাবে খুৰীয়েকে মদনক ঘৰৰ ভিতৰলৈ মাতিলে —"বোপা, মদন, তুমি এইফালে আহাচোন।"

মদন ঘৰৰ ভিতৰ সোমাল। দৰা তেতিয়া মজিয়াত থিয় হৈ আছে। শাহুৱেকে দৰাক ক'লে —"এইজনে দীপালীৰ ককায়েক, তুমিতো জানা বোপা, গতিকে সেৱা কৰা।" মদনে হাঁহি মাৰি ক'লে —"আপোনাৰ জোঁৱাই মোৰ সৰুকালৰে বন্ধু খুৰীদেউ। মোক সেৱা কৰিব নালাগে। মোৰ লাজ লাগে। নহয়নে দৰা ডাক্টৰ?" মদনে ৰগৰ কৰি দৰাক সোধে। দৰাই হাঁহে। বাকী বিলাকেও হাঁহে। সকলোৱে হাঁহি উঠি পৰিস্থিতিটো পাতল যেন হৈ পৰে। তেতিয়া খুৰীয়েকে কয় —"নহয় বোপা, এইটো এটা সামাজিক নিয়ম। গতিকে তাকে পালন কৰিব লাগে।"

"সামাজিক নিয়ম মোৰ ক্ষেত্ৰত দেখো সদায় অচল বুলি জানেই খুৰী, গতিকে মিছামিছি জুলুম কৰে কিয়? আৱশ্যক হ'লে মই ডাক্টৰৰ সেৱাতো দুই পালিমান দৰৰতে সালসলনি কৰি ল'ম। যদি দৰকাৰ অনুভৱ কৰিছে তেন্তে আপোনাৰ বোৱাৰীয়েকে সেৱা কৰক গৈ।" মদনে হাঁহি হাঁহি কয়। খুৰীয়েকে হাঁহি মাৰি কয় —"এইফালে আহা বোপা, সৌ তাত বোৱাৰীজনী আছে; সেৱা কৰিব লাগিব। দৰাক শাহুৱেকে বাট দেখুৱাই ভিতৰ কমলৈ লৈ যায়। মদনে ফিচিঙা-ফিচিঙ কৰি হাঁহি হাঁহি পিছে পিছে যায়। ভিতৰৰ ৰুমত সত্য, শেৱালী, মেঘালী লগতে আন কেইজনীমান ছোৱালীয়ে হাঁহি-ধেমালি কৰি আছিল। এওঁলোকে নবৌৱেকক ওৰে ৰাতি ঠাট্টা কৰি কত কিমান কথা-বতৰা হৈছে তাৰ লেখ নাই। ধুনীয়া নবৌৱেকজনীক ননদহঁতে বেচ্ মৰমো কৰিছে। তাইহঁতে সত্যক বৰ পচন্দ কৰিছে। একে ৰাতিয়ে সত্য তাইহঁতৰ অতি আপোন হৈ পৰিল। এনেভাৱে ওৰে ৰাতি আনন্দ-উলাহেৰে কটালে। বিয়াৰ শেষত কন্যা দীপালীয়ে আহি নবৌৱেকৰ লগত পৰিচয় হৈ বৰ মৰমেৰে সত্যপ্ৰভাক সম্ভাষণ কৰিলে। সত্যই দীপালীৰ এনে আচৰণত পৰম আহ্লাদিত হৈ গ'ল। বিয়াৰ শেষত দীপালীয়ে বৰ আপোন ভাবত নবৌৱেকক ক'লে —"মই কি কি লগত নিব লাগিব দিয়াহি নবৌ। দীপালীৰ কথামতে সত্যপ্ৰভাই কন্যাৰ কিবা কিবি বস্তু যোগাৰ কৰি দিব ধৰিলে। কন্যা দীপালীয়ে বৌয়েকৰ লগত কথা বতৰা হৈ লগত নিবলগীয়া কানি-কাপোৰ বাছি আছে, এনেতে দীপালীৰ মাকে দৰাক ভিতৰলৈ লৈ আহিল। বোৱাৰীয়েকক দেখুৱাই দি ক'লে —"এইজনীয়ে মোৰ

বোৱাৰী, মদনৰ ঘৈণীয়েক, তোমাৰ কি হ'ব ভাবি ল'বা। গতিকে সেৱা কৰা বোপা।" তাৰ পিছত সত্যক কয় —"তুমি আগবাঢ়ি আহা আইটি।" সত্যই অৱস্থা বুজিছে। কেৰাহিকৈ ওৰণিৰ আঁৰেৰে এবাৰ মদনৰ ফালে চালে। মদনে হাঁহি মাৰি চকুঠাৰ মাৰি ইঙ্গিত দিলে। সত্যই ওৰণিখন বেছিকৈ টানি লৈ মুখ নেদেখা হোৱা কৰি আগবাঢ়ি আহিল; আৰু ডাক্তৰৰ আগত থিয় হ'ল! শাহুৱেক আঁতৰি গ'ল মজিয়াৰ কমলৈ। আনফালে মাক যোৱাত দীপালী মদনৰ ওচৰলৈ আহিল আৰু এটা সেৱা কৰি ক'লে —"ককাইদেউ তুমি মোক নাপাহৰিবা।" মদনে দীপালীক তুলি ধৰি ক'লে —"তুমি যেতিয়াই মাতিবা, মদন তেতিয়াই হাজিৰ হ'ব দীপালী। একো চিন্তা নকৰিবা। উপযুক্ত পাত্ৰত পৰিছা। জীৱনত সুখী হোৱা।"

ইফালে সত্যপ্ৰভা আগবাঢ়ি অহাত ডাক্তৰে আঁঠুকাঢ়ি সেৱা কৰিলে। তেতিয়া সত্যপ্ৰভাৰ মনত কেনে লাগিছিল কোৱা টান। তাক তেওঁহে যানে। দৰাবেশী ডাক্তৰে বোৱাৰীবেশী সত্যপ্ৰভাক সেৱা কৰি উঠাৰ লগে লগে সত্যপ্ৰভাই মূৰৰ ওৰণিখন গুচাই দি ডাক্তৰৰ ফালে চাই থাকিল। সত্যপ্ৰভাৰ মুখখন দেখি চিনিব পাৰি ডাক্তৰ হতভম্ব হৈ পৰিল। ই কি কান্ড! এওঁ দেখো সত্যপ্ৰভা হাজৰিকা? ইমান বেলি ওৰণি থকাত চিনি পোৱা নাছিল। উহ! অদৃষ্ট! ডাক্তৰে অবাক হৈ মনে মনে প্ৰমাদ গণিলে। লাজ, অপমান আৰু আত্মগ্লানিৰে ডাক্তৰ পৱন চৌধুৰীৰ মনত ভৰি পৰিল যাক অতদিন অপবাদৰ— কলঙ্কৰ বোজা মূৰত জাপি দি নিষ্ঠুৰভাৱে, হৃদয়হীন পাষাণৰ দৰে প্ৰত্যাখ্যান কৰি, তাচ্ছিল্য কৰি হাঁহিছিল; হীন, নীচ জাতিৰ ছোৱালী বুলি ঘৃণা কৰিছিল সেই সত্যপ্ৰভাৰ চৰণত পৰি আজি সেৱা কৰিবলগা হ'ল। অদৃষ্টৰ কি পৰিহাস! নিয়তিৰ কি নিষ্ঠুৰ বিধান। ভাবি ভাবি ডাক্তৰ হতাশ হৈ যায়। একো কথা ক'ব নোৱাৰিলে, কেৱল একেথৰে চাই থাকিল সত্যপ্ৰভাৰ মুখলৈ।

আনফালে সত্যপ্ৰভা। নিৰ্বাক, নিশ্চলভাৱে থিয় হৈ আছে ডাক্তৰৰ সমুখত। একো কথা মুখত ফুটা নাই। আজি যেন তাইৰ জীৱনৰ বৰ ডাঙৰ কৃতকাৰ্যতা। ভীষণ প্ৰতিশোধ ল'বলৈ যেন নিয়তিয়ে তাইক আহ্বান কৰিছিল। প্ৰতিশোধ! ভীষণ প্ৰতিশোধ। অমানুহৰ ওপৰত, বিশ্বাসঘাতকৰ ওপৰত সুন্দৰ প্ৰতিশোধৰ ব্যৱস্থা। প্ৰতিশোধ, পৰিতৃপ্তি আৰু আত্মতুষ্টিৰ পাৰভঙা আনন্দেৰে যেন আজি তাইৰ মন ভৰি উঠিল। ডাক্তৰৰ চকুলৈ চাই উপহাসৰ চাৱনিৰে এবাৰ নীৰিক্ষণ কৰিলে। বাণাহত পক্ষীক চিকাৰীয়ে তুচ্ছজ্ঞান কৰি অপ্ৰস্তুতভাৱে হাতত লোৱাৰ দৰে তাইয়ো যেন আজি ডাক্তৰক অৱজ্ঞা, অৱহেলা আৰু তাচ্ছিল্যভাৱেৰে মনতে ল'লে। তাই আঁতৰি

গ'ল। ডাক্তৰ কাঠৰ পুতলাৰ দৰে নিশ্চল হৈ ৰ'ল ভাবাবেগত। এই দৃশ্য চাই দৰাৰ পিছফালে থিয় হৈ মদনে ফিচ্‌ফিচকৈ হাঁহি আছিল। ডাক্তৰৰ মনৰ ক্রিয়া লক্ষ্য কৰি এটা আত্মসন্তুষ্টিৰ ভাব আহিছিল তেওঁৰ বাস্তৱিক কি নিষ্ঠুৰভাৱে প্রতিশোধ ল'লে এই দৰাবেশী ডাক্তৰৰ! ভাবি ভাবি মদনৰ ভাল লাগি আছিল। কাষত থিয় হৈ কথা কৈ থকা দীপালীক কাষ কাটি থৈ অলপ আগবাঢ়ি আহি ভাবত তন্ময় হৈ থিয় হৈ থকা ডাক্তৰৰ ওচৰলৈ আহি গাত হাত দি হাঁহি শৈ উঠিল মদনে —

"ডাক্তৰ বিয়া কৰোৱা কেনে মজা? এতিয়া সেৱা কৰি মৰ, যাকে তাকে!"

তেওঁৰ স্পর্শত আৰু কথাত ডাক্তৰৰ সম্বিত ফিৰিল। ধহমহকৈ গাটো জোকাৰি লৈ মদনলৈ চাই কৈ উঠিল —

"ব'ল বাহিৰলৈ ভাই।"

"আহ!" মদনে ডাক্তৰৰ হাতত ধৰি বাহিৰলৈ আহে হাঁহি হাঁহি। মাক আৰু দীপালীয়েও মদনৰ কথাত হাঁহি দিয়ে, তেওঁলোকেতো নুবুজে কি অৰ্থত কেনেকৈ কৈছে মদনে। তেওঁলোকে কেৱল সাধাৰণ অৰ্থটোকে বুজিলে? কিন্তু যাক এই হান মৰা হ'ল তেওঁ? ডাক্তৰে কি বুজিলে? যি বুজিব লাগে ডাক্তৰে তাকে বুজিলে। জীৱনত বোধহয় এনে অপমান কোনোদিন নহ'ব, আৰু এনে পৰাজয় কোনোদিন নঘটিব ডাক্তৰৰ!

সঁচাই কি বুজিলে মদনৰ কথাৰ মৰ্ম? বোধহয় নক'লেও হ'ব। জীৱনত কেতিয়াবা কেতিয়াবা অবাঞ্ছনীয় ঘটনা ঘটে আৰু অভাৱনীয় কৃতকাৰ্যতা লাভ হয়।

অভাৱনীয় পৰাজয় যেনেকৈ হয়, আশাতীত জয়ো তেনেকৈ হ'ব পাৰে।

জীৱন ক'ত আৰম্ভ হৈ ক'ত শেষ হয় কোনেও নাজানে। বিচিত্ৰ সংসাৰ; দুৰ্বোধ্য জীৱন ৰহস্য মানুহৰ। কৰ্মৰ সোঁতত আমাৰ জীৱন— জয় পৰাজয় অজ্ঞেয়।



(১)

'পৃথিৱীত মানুহৰ বৈৰী কোন?' মই প্ৰশ্ন কৰিলো বন্ধু আহ্‌মদক।

'মানুহ।' বন্ধু! আহ্‌মদে উত্তৰ দিলে।

'মানুহৰ বৈৰী মানুহ?' মই আচৰিত হৈ পুনৰ প্ৰশ্ন জুৰিলো।

'এৰা, মানুহৰ প্ৰধান শত্ৰু হ'ল মানুহ।' বৰ দৃঢ়ভাৱে কয় তেওঁ।

'কেনেকৈ?' বৰ কৌতূহলেৰে সুধিলো মই, কাৰণ বুজিলো যে ইয়াৰ অন্তৰালত কিবা গূঢ় ৰহস্য নিশ্চয় আছে। বন্ধু আহ্‌মদে এবাৰ মূৰৰ চুলিখিনি পিছফাললৈ দি পুনৰ ক'লে—

'ভাবি চাওক, পৃথিৱীৰ আন প্ৰাণী আৰু পদাৰ্থক আজি আৰু মানুহে ভয় নকৰে, কাৰণ বিজ্ঞানৰ নব-নৱ তথ্য আবিষ্কাৰৰ গুণত মানুহে আজি প্ৰকৃতিক বশ কৰিব পাৰিছে, আনকি সকলোকে আয়ত্তৰ ভিতৰলৈ আনিছে। আজি কুৰি শতিকাৰ মানুহে পৃথিৱী এৰি চন্দ্ৰত অৱতৰণ কৰিছে ৰকেটৰ সহায়ত; মঙ্গল, শুক্ৰ আদি গ্ৰহৰ ৰহস্য ভেদ কৰিছে, আনকি সৌৰজগতৰ গ্ৰহ, নক্ষত্ৰবিলাকৰ গতিবিধি লক্ষ্য কৰিছে আৰু মহাজাগতিক ৰশ্মিৰ ক্ৰিয়াকলাপ, ইথাৰ জগতৰ অদ্ভুত ব্যাপকতাৰ সংবাদ দিছে, আজি মহাশূন্যৰ তিমিৰাচ্ছন্ন ব্যোমপথ অতিক্ৰম কৰি মানুহে সৌৰজগত ভ্ৰমণ কৰিব ধৰিছে। কিন্তু তাৰ গাৰ কাষতে থকা মানুহজনক হ'লে আয়ত্তৰ ভিতৰলৈ আনিব পৰা নাই।

তাৰ ফলতে আবহমান কালৰে পৰা মানুহৰ মাজত চলি আহিছে সংঘাত-দ্বন্দ্ব; আৰু চলি আহিছে শোণিত প্লাৱন কৰ্ম। চিৰদিন মানুহে মানুহৰ ওপৰত পাশৱিক

অত্যাচাৰ চলাই আহিছে আৰু নৰ-ৰক্তৰে ধৰণী প্লাৱিত কৰি আহিছে। মানুহক যদি কোনোৱে নৃশংসভাৱে হত্যা কৰিছে তেন্তে সেয়ে হ'ল— মানুহ। মানুহেহে মানুহক নৃশংসভাৱে হত্যা কৰি আহিছে— আন কোনোৱে নহয়। গতিকে মানুহৰ বৈৰী কেৱল মানুহৰ বাহিৰে আৰু কোন হ'ব পাৰে?"

'আপুনি তেন্তে যুদ্ধৰ কথা কৈছে? যুদ্ধত মানুহে মানুহক হত্যা কৰিবই। ই এনে আচৰিত আৰু অসঙ্গত কথা নহয়।'

'যুদ্ধত মানুহক হত্যা কৰা অসঙ্গত নহয় সঁচা— কিন্তু যুদ্ধ যে এটা অসঙ্গত কার্য? এই অসঙ্গত কার্য বাৰু মানুহে কৰে কিয়? এজন আনজনৰ শত্রু বা এদল মানুহ আনদলৰ শত্রু বাবেই নহয় জানো?'

'নিশ্চয়।'

'তেন্তে তাকেই কৈছো মঁয়ো যে মানুহৰ আচল বৈৰী মানুহ। আদিম যুগত এদলে আনদলক, এটা গোষ্ঠীয়ে আন গোষ্ঠীক কাটি-মাৰি নিঃশ্চিহ্ন কৰি দিছিল; তাৰ পাছৰ যুগত দিগ্‌বিজয়ীসকলে এখন দেশৰ পাছত আনখন দেশ মষিমূৰ কৰি নৰহত্যা যজ্ঞৰ আৰম্ভণ কৰিছিল। হিন্দুসকলৰ অশ্বমেধ যজ্ঞৰ আগখিনিত দেখো যজ্ঞৰ ঘোঁৰা মেলি দি নৰমেধ যজ্ঞহে আগতে আৰম্ভ কৰিছিল। এই ৰজা, মহাৰজা সম্রাটসকলে ৰাজ-চক্রবর্তী উপাধিকাৰী নৰহত্যাকাৰীৰে দল। আলেকজেণ্ডাৰকে আৰম্ভ কৰি সমুদ্রগুপ্তলৈকে সকলো দিগ্‌বিজয়ীয়ে নৰমেধ যজ্ঞকাৰীলোক আৰু তাৰ পাছৰ যুগত ধৰ্মৰ নাম কৰি, ধৰ্মৰক্ষাৰ দোহাই দি ধৰ্মগুৰুসকলৰ প্ৰৰোচনাত আৰম্ভ হ'ল নৰবধ ৰণ। ইউৰোপৰ ক্রুচেদ যুদ্ধকে আদি কৰি ভাৰতৰ তৰাইনৰ যুদ্ধলৈকে নানা যুদ্ধ। আকৌ আজি নানা মতবাদৰ নাম কৰি নেতাসকলে একে নৰমেধ যুদ্ধৰে অৱতাৰণা কৰি মানুহ হত্যা কৰাৰ বৃহৎ অনুষ্ঠান সৃষ্টি কৰিছে। বেলেগ বেলেগ নাম দিলেও কামটো হ'লে নৰহত্যা, অৰ্থাৎ মানুহ মৰা ব্যৱসায়— বটল বদলাই একে মদকে খোৱাৰ দৰে।'

'কিন্তু এই কাম কিয় কৰে জানেনে? এই কাম কৰে শত্রুৰ বিৰুদ্ধে, অৰ্থাৎ শত্রুক বধ কৰি ন্যায় স্থাপন কৰিবলৈ।'

'ন্যায় বোলা কথা বাদ দিয়ক। ন্যায় সবলৰ বস্তু। দুর্বলে কোনোদিনে ন্যায় বিচাৰ পাব নোৱাৰে। শক্তি যাৰ হাতত, ন্যায় তাৰ পদানত; নহ'লে ছক্রেটিছক হেমলক বিষ খুৱাই মৰা বিচাৰক জনৰ ৰায় কিয় ৰজাৰ পক্ষৰ হ'ল? মানুহৰ শত্ৰু হ'ল মানুহ, সেয়েহে মানুহৰ বিৰুদ্ধে মানুহৰ অভিযান। এবাৰ পৃথিৱীৰ সমস্ত মানুহক এক মানুহ হিচাপে জ্ঞান কৰিলে আৰু মানৱতাৰ ফালৰ পৰা বিচাৰ কৰিলে এই সমস্তবোৰ কাম

ৰৰ জঘন্য বুলি বিবেচিত নহয়নে? ক্ষুদ্ৰ দেশ এখন বা এটা জাতিৰ নামত এই নৰমেধ যজ্ঞৰ অনুষ্ঠান বাস্তৱতে অতি ঘৃণনীয়; অথচ মানুহে ধৰ্মৰ দোহাই দি দেশৰ দোহাই দি, মতবাদৰ দোহাই দি, জাতিৰ দোহাই দি এনে জঘন্য কাম কৰি গৈ আছে। ইয়াতকৈ মানুহৰ আৰু কি কদৰ্যতা বাকী আছে? অথচ সেই জঘন্য কামক সমৰ্থন কৰি নানাপ্ৰকাৰ প্ৰচাৰ যন্ত্ৰ উলিয়াইছে; আনকি লেখকসকলৰ দ্বাৰাও সমৰ্থন কৰাইছে; ধৰ্মগুৰুসকলৰো অনুমোদন লৈছে আৰু দাৰ্শনিকসকলৰ পৰাও যুক্তিবাদৰ সুন্দৰ নমুনা আদায় কৰিছে। ইয়াৰ পৰা বুজা যায় যে মানুহৰ একমাত্ৰ শত্ৰু কেৱল মানুহ। মানুহ নামৰ এই দুৰন্ত জীৱটিৰ শত্ৰু মানুহৰ বাহিৰে আন কোনো নহয়।'

এনেতে আহ্মদৰ ভগ্নীয়েক জেৰিনাই দুকাপ চাহ আনি আমাৰ দুয়োৰে আগত টেবিলত দি ক'লে—

'বহুত তৰ্ক কৰি ভাগৰ লাগিছে নহয় মাষ্টৰ ককাইদেউ? সেইবাবে চাহ দিছো খাওক।' তাই হাঁহি মাৰি চাহ দিয়ে। আমি দুয়ো আহ্মদৰ কমৰ ভিতৰত বহি গল্প কৰি আছিলো, আৰু আমাৰ প্ৰসঙ্গই গৈ শেষত আহ্মদৰ উত্তেজনাৰ কাৰণ হৈ পৰে। এই তৰ্কৰ কাৰণ সেয়ে। জেৰিনা গাভৰু ছোৱালী। তায়ো বুজিছে আমাৰ কিবাকিবি কথা আৰু মনে মনে এইবোৰ কাণ কৰি আছিল; তৰ্ক দীঘলীয়া হোৱাত তায়ো অংশগ্ৰহণ কৰিবৰ মন কৰি চাহ দিয়া চল কৰি ইয়াত আহি যোগ দিলে। তাইৰ হাঁহিভৰা মুখ দেখি মোৰ অন্তৰৰ তিক্ততা বহুগুণে আঁতৰিল আৰু আহ্মদৰ নীৰস তৰ্কৰ ঠাইত ৰসময়ী হাঁহিৰ নিজৰা পাই অন্তৰ পুলকিত হ'ল। মই চাহকাপ তুলি ল'লো আৰু ক'লো— 'চাহ খাওঁক মিষ্টাৰ সেখ।'

তেঁৰো চাহত মুখ দিলে। জেৰিনাই মোৰ চেয়াৰখনৰ পিছফালে থিয় হৈ মোৰ গাত আউজি আহ্মদৰ ফালে চাই থাকিল।

পৰিবেশটো গহীন হোৱা যেন দেখি মই মাত লগালো—

'বুজিলো আপোনাৰ আক্ষেপ। পিচে এই মানুহ জাতিক আমি কি কৰা উচিত?'

'আপুনি কি বুলি ভাবে?'

'মই ভাবো মানুহে মানুহক ভাল পাব লাগিব; তেতিয়াহে মানুহ মানুহৰ শত্ৰু নহৈ মিত্ৰ হ'ব।'

'আপুনি বৰ পুৰণা কথা কৈছে— প্ৰাক্ ঐতিহাসিক যুগৰে কথা এইবোৰ। ধৰ্মগুৰুসকলে এই কথা বহু শতাব্দী আগতে কৈ গৈছে। কিন্তু কি জানে, এইবোৰ কথা সঁচা, পিচে অবাস্তৱ।'

'তেন্তে কি কৰিব লাগে ককাইদেউ?' জেৰিনাই প্ৰশ্ন কৰে।

'মানুহে মানুহক ঘৃণা কৰিব লাগে।'

'মানুহে মানুহক ঘৃণা কৰিব লাগে?' জেৰিনাই বৰ আচৰিত হৈ ককায়েকৰ ফালে চাই ৰয়। মই এঢোক চাহ খাই ক'লো— 'আপুনি বৰ আচৰিত কথা কৈছে!'

আহ্‌মদে এঢোক চাহ খাই গহীনাই ক'লে— 'আচৰিত কথা নহয়, অৱশ্যে আপোনালোকৰ মতে ব্যাভিচাৰী কথা বুলি কোৱাহে উচিত; কাৰণ এই কথা ধৰ্মগুৰুসকলৰ বিৰোধী কথা। কিন্তু জানিব, মই বাস্তৱ সত্যহে কৈছো।'

'বাৰু মানুহৰ অন্তৰত কি আছে আপোনাৰ মতে? দয়া, প্ৰেম, বদান্যতা আৰু উদাৰতা নহয় জানো?'

'টলষ্টয়ৰ সাধুতো আছে মাষ্টৰ ককাইদেউ যে, মানুহ প্ৰেমেৰেহে জীয়াই থাকে। ময়ো পঢ়িছো।' জেৰিনাই কয়।

'ঋষি টলষ্টয়— ৰুচিয়াৰ শ্ৰেষ্ঠ গাল্পিক, ঔপন্যাসিক টলষ্টয়ৰ মতে মানুহৰ অন্তৰত আছে প্ৰেম, দয়া, বদান্যতা, উদাৰতা।' বিদেশৰ ডাঙৰ লেখক এজনৰ মত দাঙি ধৰি মই মোৰ কথাৰ সত্যতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিলো। বন্ধু আহ্‌মদে এঢোক চাহ খাই এটি কটাক্ষৰ হাঁহি মাৰি ক'লে—

'টলষ্টয়ে মানৱ অন্তৰৰ এটা পিঠিহে দেখিছিল— দুয়ো পিঠি দেখা নাছিল। গতিকে তেওঁৰ মন্তব্য একতৰফীয়া— টাউন-চহৰৰ মানুহৰ আগৰ ফালৰ সুন্দৰ ড্ৰইংৰুম দেখি দিয়া সুন্দৰ মন্তব্যৰ দৰে— পাকঘৰৰ পিছফালে পাইখানা আৰু নলাটো দেখা নাই কিমান সুন্দৰ! —কিমান চমৎকাৰ! ই যে কদৰ্যতাৰ চূড়ান্ত নিদৰ্শন। তেওঁৰ মন্তব্যও তেনে। মই হ'লে আনটি ফাল দেখিছো। তাত কি আছে জানে? তাত আছে হিংসা, কপটতা, নৃশংসতা। মই আনপিঠিৰ খবৰ দিলো। আৰু মানুহ প্ৰেমেৰে জীয়াই নাথাকে— জীয়াই থাকে স্বাৰ্থপৰতাৰেহে।'

'আপুনি অদ্ভুত যুক্তি দিছে। ই অসম্ভৱ।'

'এৰা, অসম্ভৱ। জগতত এইটোহে আচল অসম্ভৱ যে মানুহে সঁচা কথাটোক বিশ্বাস কৰিবলৈও অসম্ভৱ টান পায়। এয়েহে আচল অসম্ভৱ।'

'স্বাৰ্থপৰতাৰে কেনেকৈ মানুহ জীয়াই থাকিব ককাইদেউ? আপোনপেটা পাইগোটা ভাবে যে জগতত কাজিয়াৰহে সৃষ্টি কৰে?'

'জগতখন স্বাৰ্থপৰতা আৰু কাজিয়াৰ ভিন্নলো— আন কি? মানুহে মানুহৰ সুখ-সুবিধাৰ কাৰণে আন জীৱ-জন্তু বধ কৰে; ধৰ্মৰ নানা যুক্তি দাঙি ধৰি পশু, পক্ষী, মাছ, কাছ বধ কৰে নিজৰ সুবিধাৰ কাৰণে? ই জানো স্বাৰ্থপৰতা নহয়? মানুহে মানুহৰ স্বাৰ্থৰ বাবে সকলো কৰে আৰু তাৰ দোষ ঢাকিবৰ বাবে একোটা যুক্তি বা নীতি দাঙি

ধৰে। প্ৰকৃততে এইটো এটা ভয়ঙ্কৰ স্বাৰ্থপৰতা। আৰু কাজিয়াৰ কথা যে কৈছে, কাজিয়ানো কোন দিন হোৱা নাই? আবহমান কালৰে পৰা মানব ইতিহাস কাজিয়া, দ্বন্দ্ব, খবিয়াল আৰু ৰক্তপাতৰ ইতিহাস মাত্ৰ। ইতিহাসে তাৰ সাক্ষী দিব। মানুহ জাতি বৰ স্বাৰ্থপৰ। সিহঁতে মনুষ্যত্বৰ গৌৰৱ কৰে অথচ সিহঁতেইহে আটাইতকৈ জঘন্য।"

'আজি কুৰি শতিকাত মানুহে বিজ্ঞানৰ চৰম উন্নতি কৰিছে আৰু পৰম সভ্য হৈছে। তেনে মানুহক স্বাৰ্থপৰ, জঘন্য আদি আখ্যা নিদিব।' মই ক'লো চাহখিনি শেষ কৰি থাই টেবিলত কাপটো থৈ। মোৰ কথা জেৰিনাই সমৰ্থন কৰিলে। তেতিয়া আহমদে উত্তেজিত হৈ কৈ উঠিল—

'এশবাৰ কম, হাজাৰবাৰ কম, আজিও মানুহ অসভ্য-বৰ্বৰ হৈয়ে আছে। মানুহে নিজক নিজে প্ৰশংসা কৰিছে মাত্ৰ— আন গ্ৰহৰ শ্ৰেষ্ঠ জীৱ বা পদাৰ্থই আমাক শ্ৰেষ্ঠ বুলি কোৱা নাই। আজি কুৰি শতিকাত মানুহে বিজ্ঞানৰ অনুশীলন কৰি পদাৰ্থ জগতৰ ৰহস্য উদ্‌ঘাটন কৰিছে কেৱল মানুহক মাৰিবলৈহে। মানুহ মাৰা অস্ত্ৰ বা যন্ত্ৰ আৱিষ্কাৰ কৰি যুদ্ধ কৰি মানুহ মাৰিছে, তাৰ ভিন্ন অন্য কি কৰিছে? অৰ্থাৎ আগৰ দিনত বহুদিন যুদ্ধ কৰি কম মানুহ মাৰিছিল, আৰু আজি কম দিন যুদ্ধ কৰি অধিক মানুহ মাৰিব পাৰিছে— কথা ইমানেই। মানুহ একো সভ্য হোৱা নাই। যতদিন জগতত মানুহে মানুহে যুদ্ধ চলি থাকিব ততদিন মানুহ সভ্য হ'ব নোৱাৰে।'

'যুদ্ধ কৰিব লাগিবই, কাৰণ আমাৰ দেশ আনে আক্ৰমণ কৰিলে আমি বহি থকা জানো কৰ্তব্য?' জেৰিনাই প্ৰশ্ন কৰে।

'আন মানেনো কোন? কোনো মানুহ নহয় জানো? মই সমগ্ৰ মানব জাতিক ধৰিহে কথা কৈছো; একোখন ঠাইত বাস কৰি একোখন দেশ নাম দি বাস কৰা একশ্ৰেণী মানুহক লৈ কথা কোৱা নাই। মোৰ মতে সমগ্ৰ মানুহ এক মানব জাতি আৰু পৃথিৱীখন আমাৰ দেশ বা বাসস্থান।'

'আজিও সেই আদৰ্শ বাস্তৱত পৰিণত হোৱা নাই। গতিকে বেলেগ বেলেগ দেশ লাগিব পৰা নাই। সেইবাবে দেশপ্ৰেমৰ কথা ক'বই লাগিব।' মই উত্তৰ কৰিলো।

'দেশপ্ৰেম বৰ সংকীৰ্ণ। মানৱতাৰ ওচৰত ইয়াৰ মূল্য অতি কম। বিশ্বপ্ৰেমৰ তুলনাত দেশপ্ৰেম অতি তুচ্ছ। দেশপ্ৰেমতকৈ মানৱপ্ৰেম মহত্তৰ আৰু মানৱপ্ৰেমতকৈও বিশ্বপ্ৰেম মহত্তম। জগতৰ সমস্ত প্ৰাণীক ভাল পোৱাটো শ্ৰেষ্ঠতম প্ৰেম। মানুহে তাক পালন নকৰে মানে জগতত শান্তি হ'ব নোৱাৰে আৰু মানুহৰ মাজত ন্যায় প্ৰতিষ্ঠাও নহয়।'

'তেন্তে জগতৰ জীৱসকলক আপুনি কি বুলি ভাবে?'

'তথাকথিত বীৰসকল নৰহত্যাকাৰী। বীৰে যুদ্ধ কৰে আৰু মানুহ হত্যা কৰে। বীৰত্বৰ কাহিনী হ'ল নৰহত্যাৰ কাহিনী— মহাপাপ কাৰ্যৰ কাহিনী; কাৰণ নৰহত্যা মহাপাপ।'

'আৰু দেশপ্ৰেমিকসকল?' জেৰিনাই প্ৰশ্ন কৰে।

'তথাকথিত দেশপ্ৰেমিকসকল স্বাৰ্থপৰ আৰু সংকীৰ্ণ মনোবৃত্তিৰ লোক। দেশপ্ৰেমিকে দেশক ভাল পায়, কাৰণ দেশৰ পৰা সুবিধা আদায় কৰিব পাৰে। তেওঁ নিজৰ দেশক ভালপোৱাৰ লগে লগে আন দেশক ভাল নোপোৱাৰ প্ৰমাণ হয়, ইয়ে সংকীৰ্ণতা। আজিলৈ মানৱ সমাজত চলি অহা দেশপ্ৰেমৰ সূত্ৰ মানে এক-দেশদৰ্শীতা। দেশপ্ৰেমিক হয় ৰাজনীতিজ্ঞই আৰু বীৰ হয় ৰণনীতিজ্ঞই। এই দুয়োজনেই সমগ্ৰ মানৱ জাতিৰ শত্ৰু। ৰাজনীতিজ্ঞই দেশপ্ৰেমৰ সূত্ৰৰ দ্বাৰা নিজৰ সুবিধা কৰি লোৱাৰ ফন্দিক ঢাকি থয় আৰু বীৰসকলে বীৰত্বৰ সূত্ৰৰ দ্বাৰা অন্তৰৰ নৃশংসতাক ঢাকি ৰাখে। এই দুয়োজনেই সুবিধাবাদী স্বাৰ্থপৰ লোক। এওঁলোকক ঘৃণা কৰিব লাগে।'

'তেনেহ'লে দেখো ৰাজ্যত অৰাজকতা আৰু হত্যাকাণ্ডৰে সৃষ্টি হ'ব? ৰাজনীতিজ্ঞ নাথাকিলে শাসন চলিব কিৰূপে আৰু সৈনিক নহ'লে কিহেৰে আক্ৰমণকাৰীক বাধা দিব?'

'পুলিচৰ দ্বাৰা শান্তিৰক্ষা কৰিব পাৰিব। আনফালে পৃথিৱীৰ ক'তো কোনো সৈন্য নহ'লে সৈন্যবিভাগ উঠি যাব, তেতিয়া কোনে কাক আক্ৰমণ কৰিব?'

'সৈন্যবিভাগ উঠি গ'লে কিছুমান দুষ্ট লোকে ডকাইতৰ দল সৃষ্টি কৰি আক্ৰমণ কৰিব। তেতিয়া আকৌ যুদ্ধই হ'ব।'

'দল সৃষ্টি কৰে কোনে? কোনো ৰাজনীতিজ্ঞ বা কূটনীতিজ্ঞই নহয় জানো? দলৰ সৃষ্টি নেতাৰ বাবে— সি ৰাজনীতিৰে হওক বা ডকাইতৰে হওক। সেইবাবে মই কৈছো ৰাজনীতিজ্ঞক ঘৃণা কৰিব লাগে। ইহঁতেই জগতৰ অশান্তিৰ মূল। উদাহৰণ দিব বুৰঞ্জীয়ে। দস্যু গৈ ৰজা হয় আৰু ৰজাই ৰাজচক্ৰৱৰ্তী দিগ্‌বিজয়ী বীৰ নামে পৰিচিত হয়। গতিকে দিগ্‌বিজয়ী মহাবীৰ মানে মহা ডকাইত। আলেকজেণ্ডাৰ, নেপোলিয়ন, চিঙ্গাৰ, সমুদ্ৰগুপ্ত, চুলটান মামুদ, জেৰাক্-চেচ আদি দিগ্‌বিজয়ী মহাবীৰ আছিল, কাৰণ এওঁলোকে জীৱনত বহু দেশ আক্ৰমণ কৰি সৈন্য, সেনাপতি, ৰজ-ৰাণী অলেখ মানুহক হত্যা কৰিছিল। প্ৰকৃত তত্ত্ব বিচাৰ কৰি চালে দেখা যায় যে যি মানুহে যিমান মানুহৰ মূৰ কাটিব পাৰে সি সিমানেই বীৰ— মহাবীৰ। মানুহে তাকে পূজা কৰে। কি আচৰিত! লাচিত বৰফুকন অসম বুৰঞ্জীত বৰ ডাঙৰ বীৰ,

কাৰণ তেওঁ শৰাইঘাটৰ যুদ্ধত দিল্লীৰ অলেখ মুছলমান সেনা বধ কৰিব পাৰিছিল। বীৰৰ সূত্ৰ হ'ল নৰহত্যাত সিদ্ধহস্ততা। সেই দেখি আমাৰ নগা ভাই কিছুমানক মূৰ কটা নগা নুবুলি বীৰ বুলিব লাগে, কাৰণ তেওঁলোকেও বহু মানুহক হত্যা কৰিছে। পুৰাণ, মহাভাৰত, ৰামায়ণৰ বীৰসকল— পৰশুৰাম, শ্ৰীৰাম, অৰ্জুন আদিনো নৰহত্যাকাৰীৰ বাহিৰে কি আছিল?

মানুহক মাৰিলে মানুহে বীৰ বুলি পূজা কৰে। ভয়তহে ভক্তি। আজিলৈ মানুহে তাকেই কৰি আহিছে।'

'আপুনি বৰ ওলোটা কথা কৈছে। সমাজৰ চলিত সত্যবোৰৰ বিৰুদ্ধে কৈ আপুনি সমাজ বিৰোধী হৈছে।'

'তাৰ বাবে সমাজে মোক দোষী কৰি শাস্তি বিহিব, তাক মই জানো। কিন্তু মই পৰম সত্য প্ৰকাশ কৰিছো। এই সত্য প্ৰচাৰৰ ফলত সমাজত বিপ্লৱৰ সৃষ্টি হ'ব। অৱশ্যে আচল সত্য প্ৰচাৰ কৰিলে যে অৱস্থা চক্ৰেটিছ বা গেলিলিঅ'ৰ দৰে হয় তাক মই জানো। কিন্তু মই ভয় কৰা বিধৰ লোক নহয়, কাৰণ নিৰ্ভীক মানুহে পৰম সত্য উপলব্ধি কৰাৰ পাছত তাক প্ৰকাশ আৰু প্ৰচাৰ কৰাত কাকো ভয় নকৰে। চক্ৰেটিছ, মাৰ্টিন লুথাৰ, গেলিলিঅ', যীশু, মহম্মদ, বুদ্ধ, গান্ধী আদি অতি মানৱসকলে কাকো ভয় কৰা নাছিল।'

'তুমিও তেওঁলোকৰ শাৰীৰে হ'ব খোজা নেকি ককাইদেউ?'

'মই একে শাৰীৰ নহয়— একে গাড়ীৰ। অৰ্থাৎ ময়ো তেওঁলোকৰ দৰে স্বাধীন চিন্তৰ ৰেলগাড়ীখনত উঠিছো। অৱশ্যে তেওঁলোক প্ৰথম শ্ৰেণীৰ দবাত আৰু মই তৃতীয় শ্ৰেণীৰ দবাত। তফাৎ এয়ে। একেখন ৰেল, একেফালে গতি, কেৱল কোঠাৰ প্ৰভেদ।'

'বুজা গ'ল আপুনি সৈনিকক ঘিণ কৰে?'

'সৈনিকক ঘিণ নকৰোঁ— সৈনিক কাৰ্যৰ যুদ্ধক ঘিণ কৰোঁ।'

'কিয়?'

'চাওক, ধৰ্মগুৰুসকলে মানুহক শিক্ষা দি আহিছে যে নৰহত্যা মহাপাপ, অথচ সৈনিকসকলে সেই নৰহত্যা মহাপাপ আৰ্জিবৰ বাবেই যেন বাত্তিপুৱাৰ পৰা বন্দুক-বাৰুদ লৈ কাৱাৎ আৰম্ভ কৰে। কেনেকৈ মানুহক ৰক্ষা কৰাব লাগে, তাক শিক্ষা দিয়া নহয়— বৰং কেনেকৈ মানুহক বধ কৰিব পাৰি তাকেহে শিক্ষা দিয়া হয়। ই কিমান জঘন্য কাম এবাৰ ভাবি চাওক?'

'অৰ্থমানে আপোনাৰ মতে পৃথিৱীৰ পৰা সৈন্য বিভাগ উঠাই দিব লাগে?'

'নিশ্চয়। আৰু এই মুহূৰ্তে— সকলোৰে একেলগে।'

'আমাৰ দেশে উঠাই দিলে আনে আহি আমাক আক্ৰমণ কৰিব। তেতিয়া?' জেৰিনাই সোধে।

'কোনো দেশতে সৈন্য বিভাগ নাথাকিলে কোনে কাক আক্ৰমণ কৰিব?'

'সকলো দেশে জানো একেলগে সৈন্য বিভাগ উঠাই দিব?'

'সৈন্য বিভাগ উঠাই দিলে ধুৰন্ধৰ ৰাজনীতিজ্ঞসকলৰ একো ক্ষমতা আৰু আধিপত্য নাথাকিব। গতিকে তেওঁলোকে কেতিয়াও উঠাই নিদিব। এয়ে হ'ল আজিৰ দুনীয়াৰ সমস্যা।'

'তেন্তে তাৰ উপায়?' জেৰিনাই প্ৰশ্ন কৰে।

'উপায় হ'ল এই কথা বহুলভাৱে প্ৰচাৰ কৰা। এই পৰম সত্য পৃথিৱীৰ প্ৰত্যেকজন মানুহে বুজি নাপায় মানে সৈন্য বিভাগ উঠি নাযায়। তাৰ কাৰণে পৃথিৱীৰ প্ৰত্যেক শিক্ষিত মানুহে এই কথা প্ৰচাৰ কৰা কৰ্তব্য। প্ৰচাৰ কৰিব লাগে যে নৰহত্যা মহাপাপৰ পৰা কোনেও ধৰ্মৰ দোহাই দি নাইবা দেশৰ দোহাই দি ৰেহাই পাব নোৱাৰে। গতিকে কোনেও নৰহত্যা কৰিব নালাগে।'

'কিন্তু পৃথিৱীত যে প্ৰত্যেকজন মানুহ শিক্ষিত, চিন্তাশীল আৰু বিবেচক হৈ নজন্মে? বেচিভাগ মানুহ মূৰ্খ— কম বুদ্ধিৰ লোক। কমসংখ্যক বুদ্ধিমান মানুহে জন্মে। এই কমসংখ্যক বুদ্ধিমান মানুহে চিৰদিন সাধাৰণ মানুহক নানা মতবাদৰ দ্বাৰা অনুপ্ৰাণিত কৰি যুগে যুগে এই কাম কৰাব। বুদ্ধিমানে নকৰে কৰাং কৰায়; আৰু অল্পবুদ্ধিৰ লোকে এই অপকৰ্ম কৰে। যিহেতু পৃথিৱীত এই দুই শ্ৰেণীৰ মানুহ জন্মিছিল, জন্মি আছে আৰু জন্মি থাকিব, সেই কাৰণে এই পৃথিৱীৰ পৰা পাপ আঁতৰি যোৱাৰ একো সম্ভাৱনা নাই। পৃথিৱীত বুদ্ধিমান আৰু বুদ্ধিহীনক একে সমান কৰিব নোৱাৰিব। কোনোদিন পৃথিৱীৰ মানুহ সমান বুদ্ধিমান নহয়। এক মূৰ্খ মৰিব আৰু দুই মূৰ্খ জন্মিব। গতিকে যুদ্ধও চলি থাকিব যুগে যুগে।'

'সেই বাবেই কেৱল আমাৰ বৰ্তমান কৰ্তব্য হ'ল ৰাজনীতিজ্ঞ আৰু সৈনিকক ঘিণ কৰা। ৰাজনীতিজ্ঞই যুদ্ধ লগাই দিয়ে— সৈনিকে যুদ্ধ কৰে। মানুহে দুয়োকে ঘৃণা কৰিব লাগে। কি পৰিতাপৰ কথা, যে সিহঁতক ঘৃণা কৰাৰ পৰিবৰ্তে মানুহে কৰে— প্ৰশংসা— পূজা। কি মূৰ্খ জনতা!!'

'আপুনি বৰ উত্তেজিত হৈছে। যুদ্ধৰ বিভীষিকাই আপোনাক ইমান ক্ষুব্ধ কৰি তুলিছে। কোনো মনোবৈজ্ঞানীকে আপোনাৰ মন বিশ্লেষণ কৰি চালে দেখা পাব যে যুদ্ধৰ বীভৎসতাই মনত ঘৃণাৰ ভাব উদ্ৰেক কৰা বাবে আপোনাৰ চেতন মনত ঘৃণাই

প্ৰাধান্য লাভ কৰিছে। আৰু সমালোচকসকলে ক'ব যে আপোনাৰ জীৱন নাটত যি বীভৎস্য ৰসৰ সৃষ্টি কৰিছে তাৰ আলম্বন বিভাব আপুনি নিজে আৰু উদ্দীপন বিভাৱ হ'ল যুদ্ধৰ পৰিৱেশ। নন্দনতাত্ত্বিকসকলে ক'ব যে যুদ্ধৰূপী উদ্দীপন বিভাৱৰ আলমত নায়কৰূপী আলম্বন আনি স্বয়ং আপুনি ঘৃণাৰূপী ভাৱত ভাৱনা পাই আপোনাৰ অন্তৰত বীভৎস্য ৰসৰ সৃষ্টি কৰিছে।' এনেকৈ কৈ মই হাঁহি দিলো। মোৰ হাঁহিত জেৰিনায়ো হাঁহি দিলে; কিন্তু বন্ধু আহ্মদে মোৰ এনে পৰিহাস মুঠেই পছন্দ নকৰিলে। তেওঁ গহীনভাৱে বিৰক্তিৰ সুৰত ক'লে— 'থওক আপোনাৰ সাহিত্য বিচাৰ। মই সেইবোৰ নুবুজোঁ। কেৱল জানিব যে পৃথিৱীত মানুহৰ শত্ৰু একমাত্ৰ মানুহ আৰু এই শত্ৰু নিৰ্মূল কৰিব লাগিলে কৰিব লাগিব মানুহক ঘৃণা— বিশেষকৈ ৰাজনীতিজ্ঞ আৰু সৈনিকক।'

'আজি এটা নতুন কথা জানিলো ককাইদেউ।'

'কি নতুন কথা জেৰিনা।' তেওঁ প্ৰশ্ন কৰিলে। তাই ক'লে— 'ইমান দিনে মানৱ সমাজত ধৰ্মগুৰুসকলে শিক্ষা দি আহিছিল যে মানুহক মানুহে ভাল পাব লাগে, তুমি আজি কৈছা যে মানুহক ঘৃণা কৰিব লাগে। বৰ আচৰিত যুক্তি।'

'একো আচৰিত নহয়। ইমান দিনে মানুহে মানুহক ভাল পাব লাগে বুলি চিএৰি চিএৰি মতবাদ প্ৰচাৰ কৰি ধৰ্মগুৰুসকলে আজিলৈ একো কৰিব নোৱাৰিলে বৰং একোটা নতুন নতুন ধৰ্ম বা মতবাদ প্ৰচাৰ কৰি বৃহৎ মানৱ সমাজক ক্ষুদ্ৰ ক্ষুদ্ৰ দলত-- ধৰ্মীয় দলত বিভক্ত কৰি জগতত দ্বন্দ্ব-খৰি-কাজিয়াৰ সৃষ্টি কৰি যুদ্ধ-বিগ্ৰহৰ সূচনা কৰি আহিছে আৰু প্ৰকাৰান্তৰে এটা ধৰ্মৰ মানুহে আনটো ধৰ্মৰ মানুহক ঘৃণা কৰিবলৈহে শিক্ষা দিছে। গতিকে দেখা যায় ধৰ্মগুৰুসকলে যি শিক্ষাই দিয়ক, মানুহবিলাকে কিন্তু একোটা ধৰ্ম ধৰি আন ধৰ্মক আৰু ধৰ্মাৱলম্বী মানুহক ঘৃণা কৰিবলৈকেহে শিকি আহিছে। গতিকে ধৰ্মগুৰুসকল প্ৰকৃতপক্ষে অকৃতকাৰ্য হৈছে। তেওঁলোকৰ প্ৰেমৰ মতবাদৰ দ্বাৰা জগতত শান্তি আনিব নোৱাৰিলে। সেই দেখি এইবাৰ মোৰ ঘৃণাৰ মতবাদকে প্ৰমাণ কৰি চোৱা যাওক।'

এনেতে আহ্মদৰ মাকে জেৰিনাক মতা শুনা গ'ল। জেৰিনাই হাঁহি মাৰি ঠাট্টা কৰি কৈ গ'ল— 'আজি আমাৰ ডাঙৰ ককাইদেউ নবী হৈছে— ভৱিষ্যৎ বক্তা হ'ব ধৰিছে। চাৰ মাষ্টৰ ককাইদেউ, আপোনাক প্ৰথম শিষ্য কৰি পেলাব।'ময়ো ঠাট্টা কৰি ক'লো— 'অকল ময়ে নহয়, তুমিও জেৰিনা। বোধহয় আহ্মদৰ মতবাদ প্ৰথমে আমি দুয়োৱে প্ৰচাৰ কৰিব লাগিব।' তাই যোৱাত মই আহ্মদক ক'লো— 'বাঁচক, এবাৰ ঘূৰি আহোঁ খৰাইঘাটৰ দলতৰ পৰা। গধূলি হ'বৰো হ'ল, ব্ৰহ্মপুত্ৰৰ পাৰটো ঘূৰিবলৈ

যোৱা বোধহয় ভাল হ'ব, নহয় নে?'

'বলক বাৰু। কোনো কথা নাই। ঘৰত থাকি আৰু ভাল লগা নাই, এপাক মাৰি আহোঁ।'

আহমদহঁতৰ ঘৰৰ পৰা ব্ৰহ্মপুত্ৰৰ ওপৰৰ শৰাইঘাট দলংখন বেচি দূৰ নহয়। দুয়ো খোজকাঢ়ি আহি আছোঁ। জালুকবাৰী থানাৰ আগৰ ৰাস্তাৰে গৈ গুৱাহাটী বিশ্ববিদ্যালয় এৰি গ'লেই এই দলং পোৱা যায়। দুয়ো গৈ দলঙৰ ওপৰত উঠি সন্ধিয়াৰ দৃশ্য উপভোগ কৰিলোঁ। ইয়াৰপৰা সূৰ্যাস্ত চাবলৈ অতি মনোমোহা। শদিলাপুৰ, গাড়ীগাঁও আদি গাঁওবোৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে আৰু আমিনগাঁও উত্তৰ পাৰে। পশ্চিমে বহু দূৰত চিমনা গাঁও দেখা যায় আৰু এই গাঁওখন ব্ৰহ্মপুত্ৰৰ মাজতে থকা যেন দেখি। গধূলি হেঙুলীয়া সূৰুযটো যেন এই গাঁওখনৰ বুকুতে লীন যায়, এনে দেখা যায়। আমি দুয়ো নীৰৱে সূৰ্যাস্ত চাব ধৰিলোঁ।

* * * * * *

আমাৰ আজিৰ মিলন বন্ধু আহমদ চীন-ভাৰত যুদ্ধৰ পাছত, নেফাৰ পৰা অহাৰ কেইদিনমান পিছৰ মিলন। চীন-ভাৰত যুদ্ধৰ পৰা আহি তেওঁৰ মন এনেকুৱা বিদ্ৰোহী হৈ উঠিছে। চীন-ভাৰত যুদ্ধৰ তিক্ততাই তেওঁৰ মনক এনে যুদ্ধবিৰোধী কৰি তুলিছে।

এনে বিক্ষিপ্ত বিকাৰগ্ৰস্ত মনৰ মানুহজনৰ পৰিচয় অৱশ্যে দিয়া ভাল হ'ব। মোৰ বন্ধু আহমদ আগতে এনে ধৰণৰ উত্তেজিত আৰু ক্ষিপ্ত মনৰ লোক নাছিল। আমি দুয়ো একেলগে পঢ়িছিলোঁ, ফুৰিছিলোঁ, খেলিছিলোঁ, আৰু গান, থিয়েটাৰ আদি কৰিছিলোঁ। দুয়ো দুয়োৰো নলে-গলে লগা বন্ধু আছিলোঁ। শেষত বি এ পাছ কৰাৰ পাছত মই হ'লোঁ এটা গান পাৰ্টিৰ মাষ্টৰ আৰু বন্ধু আহমদ গ'ল সৈন্য বিভাগত।

১৯৬২ চনৰ কথা। চীনা সৈন্যই আহি ভাৰতৰ পাঁচ হেজাৰ বৰ্গমাইল ঠাই অধিকাৰ কৰিলে। ভাৰতৰ উত্তৰফালে হিমালয় পৰ্বতত মেক্‌মোহন সীমাৰেখাৰ ভিতৰ সোমাই আহি ভাৰতৰ মাটি দখল কৰে। ভাৰতীয় পহৰাদাৰী সৈন্যৰ লগত তুমুল সংঘৰ্ষ চলিছে। লাদাখ আৰু নেফাত প্ৰচণ্ড আক্ৰমণ চলাইছে চীনা সৈন্যই। এনে সময়তে দেশৰ আহ্বানত জঁপিয়াই পৰিল বন্ধু আহমদ। সৰুৰে পৰা নিৰ্ভু কিন্তু বলবান, নম্ৰ কিন্তু বুদ্ধিমান, চালাক-চতুৰ কিন্তু সহজ-সৰল, নিৰ্ভীক অথচ মিতভাষী, চিন্তাশীল অথচ আমোদপ্ৰিয় আছিল তেওঁৰ চৰিত্ৰগত লক্ষণ। খেলা-ধূলা, গান-বাজনাত যথেষ্ট খ্যাতি থকা ছাত্ৰ আহমদে এন চি চিত যথেষ্ট সুনাম আৰ্জিছিল। খেলা-ধূলাত তেওঁৰ সমকক্ষ আছিলোঁ যদিও গানত মই অপটু আছিলোঁ; কিন্তু নাটক-থিয়েটাৰ

কৰাত মোৰ নিচা আছিল অধিক আৰু বহু নাটক মঞ্চস্থ কৰিছিলোঁ। অভিনেতা হিচাবে কিন্তু মোৰ বেচ খ্যাতি আছিল। আমাৰ নাটত মোৰ অভিনয়ৰ আৰু আহমদৰ গানৰ আকৰ্ষণৰ বাবেই 'অল আসাম ইণ্টাৰ কলেজ কম্পিটিচন'ত দুবাৰো আমি প্ৰথম স্থান লাভ কৰিছিলোঁ। এই অভিনয়ৰ জৰিয়তেই আমি দুয়ো দুয়োৰে অন্তৰ একসূত্ৰে আবদ্ধ কৰিছিলোঁ। সুকুমাৰ কলাৰ জৰিয়তে মানুহৰ আত্মাৰ যোগসূত্ৰ স্থাপন হয়। সেয়েহে আজিও দুয়োকো দুয়ো পাহৰিব পৰা নাই। চীন-ভাৰত যুদ্ধই দুয়োকো দুইফালে টানি নিলে। তেওঁ তুলি ল'লে হাতত অস্ত্ৰ— হ'ল সৈনিক আৰু মই তুলি ল'লো কলম— হ'লো নাট্যকাৰ, লগতে হ'লো যাত্ৰা দলৰ মাষ্টৰ। নেফাৰ ৰণাঙ্গণৰ পৰা তেওঁ মোলৈ যুদ্ধৰ বৰ্ণনা কৰি তাৰ চিত্ৰ চিঠিৰে মোলৈ পথায় আৰু তাকে আলম লৈ কল্পনাৰ জৰিযতে নাটকৰ ৰূপ দিওঁ। এনেভাৱে তেওঁ— হ'ল অস্ত্ৰ যোদ্ধা আৰু মই হ'লো কলম যোদ্ধা। শ্ৰুতকাব্য কবিতা, গল্প, উপন্যাসতকৈ দৃশ্যকাব্য নাটকৰ জৰিয়তে জনসাধাৰণক উদ্বুদ্ধ কৰা সহজ। সেয়েহে বৈষ্ণব আন্দোলনত মহাপুৰুষ শঙ্কৰদেৱ, মাধবদেৱ আদি গুৰুসকলে অঙ্কীয়া নাট ৰচনা কৰিছিল। ময়ো তাকে কৰিলোঁ। কৰ্ণতো আধুনিক অঙ্কীযা নাট ৰচনা কৰিলো চীন-ভাৰত যুদ্ধক লৈ। তাৰে জৰিয়তে টিকট কাটি নাট অভিনয় কৰি টকা তুলি চৰকাৰক সহায় কৰিবলৈ চেষ্টা কৰিলোঁ। দেশৰ কাৰণে আমাৰ দৰে মানুহৰ বাৰু ইয়াতকৈ কি উপায় আছে দেশসেৱা কৰিবলৈ? বৰ্তমান মোৰ জীৱিকাৰ উপায়ো এই থিয়েটাৰ পাৰ্টিটোৱে।

তাহানি মোৰ ছোৱালী হোষ্টেলৰ আগত টহল দিয়া বসয়। ছোৱালী দেখিলে এবাৰ এনেয়ে আগেৰে এপাক মৰা বয়সৰ কল্পনাৰ কথা সকলো ডেকা বা বুঢ়া-পুৰুষে বুজে। এই চেঙেলীয়া বয়সতে মেট্ৰিক পাছ কৰি কলেজত সোমাইছোঁ। আৰু কলেজৰ চাকৰি এবাৰ আগমুহূৰ্তৰ পখিলীসকলৰ প্ৰতি অহেতুক অনুগ্ৰহ দেখুৱাবলৈ আৰম্ভ কৰিছোঁহে মাথোন, এনেতে মোৰ চকুত পৰিল এটি নিষিদ্ধ পাখিলী— এজনী মুছলমান বালিকা। ফুল ফুলাৰ আগখিনিৰ কলিটিৰ যি আধা মেল খোৱা যৌৱন, তাৰ মাদকতা অতি তীব্ৰ। সেয়েহে কিশোৰী বালিকাৰ লচপচীয়া চলন-ফুৰণত এটা অতি চঞ্চল আভাস বিদ্যমান। এই চঞ্চল বালিকাৰ চঞ্চল কটাক্ষত মুগ্ধ হৈ মই আন ছোৱালীক এৰি তাইৰ ওচৰতে অজ্ঞাতে আত্মসমৰ্পণ কৰিলোঁ। সেয়ে হ'ল জেবিনা— বন্ধু আহমদৰ ভনী জেবিনা।

বন্ধু আহমদৰ লগত কলেজত পৰিচয় হোৱাৰ পাছত মই কেইবাৰো তেওঁলোকৰ জালুকবাৰীৰ ঘৰলৈ আহিছিলোঁ। আৰু তাতেই মোৰ চকুত পৰে জেবিনাক। তাই তেতিয়া স্কুলত পঢ়ে। প্ৰেম বা ভালপোৱাৰ তত্ত্ব আৰু মাধুৰ্যৰ জ্ঞান নাহ'লেও মই

উন্মাদনা আৰু মাদকতাৰ প্ৰথম আলোড়ন অনুভৱ কৰিছে তেতিয়া। তায়ো যেন বুকুৰ ভিতৰখনত কিবা এটা অভাৱ অনুভৱ কৰিব ধৰিছে। কিবা খালি খালি; কিবা যেন নাই নাই। এই আধা পোৱা-আধা নোপোৱাৰ অনুভূতিতে আমাৰ সমস্ত সত্ত্বাক যেন আন্দোলিত কৰি তুলিছে। ক্ৰমে ক্ৰমে দুয়ো অজানিতে দুয়োৰে অন্তৰৰ ওচৰ চাপিছো। জাতি-ধৰ্মৰ ব্যৱধান যেন আঁতৰি গৈছে। কোনো এক অজ্ঞাত আকৰ্ষণে যেন দুয়োৰে ওচৰ চপাই আনিব ধৰিছে। মই আহ্মদৰ লগত তেওঁলোকৰ ঘৰলৈ গ'লে তাইৰ যে কিমান আনন্দ, কিমান ফূৰ্তি! মই যোৱা গম পালেই তাই নতুন কাপোৰ পিন্ধে, স্নো সানে, চট্‌ফটকৈ ইফাল-সিফাল কৰে আৰু হাঁহি হাঁহি চাহ কৰে— আমাক দিয়ে। সুবিধা পালে এবাৰ মোৰ ফালে কেৰাহিকৈ চায়। মোৰ গাত যেন কোনোবাই বেজিৰে খুচিছে দিয়ে। মই জিকাৰ খাই উঠোঁ। বহুদিন এনে অভিনয় পাৰ হৈ গৈছে। ক্ৰমে ক্ৰমে দুয়ো তেনেভাৱে অন্তৰে অন্তৰে মিলিছো; কিন্তু প্ৰাণ খুলি হৃদয়ৰ কথা ক'বলৈ সুযোগ পোৱা নাই। মই যেন ঈশ্বৰক খাটিছোঁ— 'হায় ভগৱান! কোন দিনা মোক এই সুযোগ দিয়া!' আনফালে তায়ো যেন আল্লাৰ ওচৰত প্ৰাৰ্থনা জনাইছে— 'হে খোদা, মোৰ মনোবাঞ্ছা পূৰ্ণ কৰা।'

বোধহয় আমাৰ দুয়োৰে মিনতি তেওঁৰ কাণত পৰিল। হঠাতে এদিন এটি সুযোগ উপস্থিত কৰি দিলে।

এদিন ৰবিবাৰে আবেলি মই গুৱাহাটীৰ পৰা আহ্মদহঁতৰ ঘৰলৈ আহিলোঁ। আহি দেখিলোঁ, আহ্মদ ঘৰত নাই; মোমায়েকহঁতৰ ঘৰলৈ গৈছে। মই যোৱাত আহ্মদৰ মাকে বহিব দি বৰ আদৰ কৰিলে। মই তেওঁক আমৈ বুলি মাতো কাৰণ তেওঁ মোৰ আইৰ সখীয়েক। দুয়ো একে গাঁৱৰে জীয়াৰী আছিল। সেই সূত্ৰে তেওঁ মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰে। জেৰিনায়ো মোক ককাইদেউ বুলি সম্বোধন কৰে। পিছদিনা সোমবাৰে জেৰিনাৰ ছয়মাহিলী পৰীক্ষা। ইংৰাজী আছে। ককায়েক নাই; তাই এটা ইংৰাজী কবিতাৰ সাৰাংশ লিখিছে; দেখুৱাবৰ মানুহ নাই। মাকে মোকে দেখুৱাবলৈ ক'লে। তাই মোক বহীটো দেখুৱালে। মই ইংৰাজী খিনি চাব ধৰিলোঁ। এনেতে এটা ভূমিকম্প আহিল। থৰকঁপুৱাৰ লগাই দিলে। তাণ্ডৱ ভূমিকম্প। ভয়তে জেৰিনাই মোৰ গাত সাৱটি ধৰিলে— 'আইঔ বৰ ভয় লাগে ককাইদেউ!'

'একো ভয় নকৰিবা জেৰিনা। মই আছোঁ।' এই বুলি কৈ মযো তাইক সাৱটি ধৰিলোঁ। ভূমিকম্পৰ জোকাৰণিত তাই ভয় পাই আকৌ যোৰেৰে মোক সাৱটি ধৰিলে। তাইৰ স্পন্দিত বুকুৰ উঠা-নমাই মোৰ বুকুত যেন এটা শিহৰণ আনি দিলে। ভয়বিহ্বল বালিকাৰ সুকোমল মাংসপিণ্ডৰ পৰশে মোৰ চেতনা জগতত নতুন সুখৰ

ঝংকাৰ তুলি দিলে। ক্ষন্তেকৰ কাৰণে মই ভূমিকম্পক পাহৰি গ'লো— ভয়ৰ ভাব পাহৰি গ'লো। বোধহয় মৃত্যুকো পাহৰিবলৈ প্ৰস্তুত আছিলোঁ। এনেতে ভূমিকম্পৰ জোকাৰণি নাইকিয়া হ'ল। তাই ক্ৰমে সুস্থিৰ হ'ল। লাহে লাহে মোৰ কঁকালৰ পৰা হাত একবাৰাই নিলে। ময়ো তাইৰ পিঠিৰ পৰা হাত দুখনৰ বান্ধ সলোকাই আনিলোঁ। ক্ষন্তেক পিছতে দুয়ো দুয়োৰো অৱস্থাৰ প্ৰতি সজাগ হ'লোঁ। তৃপ্তিত মোৰ অন্তৰ ভৰি গ'ল। তাই ভয় মিশ্ৰিত আনন্দেৰে এবাৰ মোৰ ফালে চাই মিচিকীয়া হাঁহি মাৰি আঁতৰি গ'ল; কিন্তু চাদৰখনৰ এফাল সুলকি মাটিত পৰিল। বেগুণীয়া ব্লাউজটোৱে তাইক ইমান ধুনীয়া দেখা গ'ল— যেন সাইলাখ মৰ্ত্ত্য অপেচৰী— চিত্ৰতাৰকাহে। যি বয়সত ল'ৰাসকলৰ মন নাৰী চিত্ৰৰ ছবিৰে ৰমক-জমক হৈ থাকে সেই বয়সত তেজ-মাংসে ভৰা সঁচা নাৰী এজনীৰ স্পৰ্শই যে কেনে আৱেগ-কাতৰ পৰিস্থিতিৰ সৃষ্টি কৰে তাৰ জ্ঞান সকলোৰে আছে। মই তাইৰ ধুনীয়া নিপোতল লহপহীয়া দেহটিৰ কমনীয় ৰূপ যেন পাণ কৰিবলৈ সুযোগ পালোঁ। একেধ্যানে চাই ৰ'লোঁ তাইৰ বুকুখনিলৈ। মোৰ এনে মুগ্ধ কাতৰ দৃষ্টি দেখি তাই লাজতে এবাৰ মোৰ ফালে চাই মাটিৰ পৰা চাদৰখনৰ আগটো কঁকালত তুলি লৈ বাহিৰ ওলাই গ'ল। ইতিমধ্যে মাকে আহি চোতাল পাইছিল আমাক চাবলৈ আহি। আমি ভয় কৰিছোঁ নেকি বুলি সুধি তেওঁ আমাৰ পৰা নেতিবাচক উত্তৰ পাই বৰ পৰিতৃপ্ত হ'ল আৰু জেৰিনাক পুনৰ ইংৰাজীখিনি বুজি ল'বলৈ আদেশ দিলে। তাই এইবাৰ আহিবলৈ লাজ কৰিলে। মোৰো লাজ লাগিল। শেষত তাই একাপ চাহ লৈ মোৰ সন্মুখত হাজিৰ হ'ল। মই চাহ কাপ খাই তাইক ইংৰাজী কবিতাটো বুজাই দিলোঁ। তাই লাজ আৰু আনন্দত মিচিকীয়াই হাঁহি তলমুৰাকৈ মুৰ দুপিয়াই মোৰ বুজনিৰ সঁহাৰি জনালে। এনেভাৱে প্ৰথম প্ৰেমৰ পৰ্ব শেষ কৰি সিদিনালৈ মই উঠিলোঁ।

শেষত আমি দুয়োৰে প্ৰায় সপ্তাহে সপ্তাহে মিলন হ'ব ধৰিলে পঢ়া বুজাই দিয়াৰ ছল কৰি। ক্ৰমে আমাৰ প্ৰেম গাঢ় হৈ আহিল। আমি লাহে লাহে সৰু সৰুকৈ দুই-এটা কথাও হ'ব ধৰিলো পঢ়াৰ মাজে মাজে। দিনে দিনে আমাৰ কথাৰ মাত্ৰা বাঢ়ি গ'ল; পঢ়াৰ মাত্ৰা কমিল। শেষত মাক, পিতাক, ককায়েকহঁতৰ অজ্ঞাতে গোপনে দুয়োৰে দস্তুৰ মতে মনৰ কথা আদান-প্ৰদান কৰিব ধৰিলোঁ। আমাৰ প্ৰেম আৰু গাঢ় হৈ আহিল। সময়-সুযোগ বুজি তাই মনৰ কথা খুলি কৈ চিঠি লিখিব ধৰিলে মোলৈ। ময়ো উত্তৰ দিলোঁ তেনেভাৱে। আমাৰ গোপন প্ৰেমৰ নাটক জেতিয়াৰ পৰাই চলি থাকিল। কোনেও কিন্তু গম নাপালে।

কলেজত থাকোঁতে মই দুৰ্ধৰ্ষ কমিউনিষ্ট আছিলোঁ। ১৯৬২ চনত চীন-ভাৰত

যুদ্ধৰ সময়ত যেতিয়া ভাৰত প্ৰতিৰক্ষা বিধি ভাৰতত (Defence of India Act.) প্ৰৱৰ্তিত হয় আৰু তাৰে প্ৰৰিপ্ৰেক্ষিতত আমাক গ্ৰেপ্তাৰ কৰি নি জেলত থয়, তেতিয়া জেৰিনাৰ মনৰ গতি যে কি হৈছিল, আজিও ভাবিলে মোৰ মন চমকিত হৈ উঠে। তাই তিনিদিন-তিনিৰাতি ভাত-পানী একো খোৱা নাছিল। কান্দি কান্দি অস্থিৰ হৈছিল। অৱশ্যে আমাক কিছুদিন পাছত এৰি দিয়ে চৰকাৰে। বহুতক অৱশ্যে বিনা বিচাৰে বহুদিনলৈকে ৰাখিছিল। এই আটকৰ কাৰণ আছিল ভাৰতৰ বিৰুদ্ধে পশ্চাৎঘাটি কাৰ্য কৰাৰ সন্দেহৰ ওপৰত; বিশেষকৈ ভাৰতীয় কমিউনিষ্ট পাৰ্টিক সন্দেহৰ চকুৰে চাইছিল। চীন সমৰ্থক একশ্ৰেণী মানুহ অৱশ্যে নোহোৱা নহয়। শেষত কমিউনিষ্ট পাৰ্টীৰ ভিতৰত দুটা ভাগ হয়। এটা সোঁপন্থী, আনটি বাঁওপন্থী। বাঁওপন্থীৰ ভিতৰৰ বহুতক চীন সমৰ্থক বুলি চৰকাৰে সন্দেহ কৰিছিল। তাৰ উপৰি অনেক সন্দেহজনক মানুহক গ্ৰেপ্তাৰো কৰিছিল।

মোক যেতিয়া খালাচ দিয়ে তেতিয়া যে জেৰিনাৰ কিমান আনন্দ! শেষত মই দল বাদ দিলোঁ জেৰিনাৰ অনুৰোধ মতেই আৰু থিয়েটাৰ পাৰ্টী খুলি টকা-পইচা দান কৰি ভাৰত চৰকাৰক সহায় কৰিলোঁ, কাৰণ ভাৰতবৰ্ষ মোৰ দেশ আৰু নিজ দেশক শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা কৰাটো প্ৰত্যেক সৎ নাগৰিকৰে অনিবাৰ্য কৰ্তব্য। দেশ-প্ৰেমহীন মানুহ দেশদ্ৰোহী বুলি মোৰ ধাৰণা হ'ল।

(২)

এইখিনিতে এই সময়ছোৱাৰ ৰাজনৈতিক পৰিচয় অলপ লোৱা ভাল হ'ব। ১৯৬২ সনত জগতৰ পৰিস্থিতি বৰ গুৰুত্বপূৰ্ণ। পৃথিৱীৰ ৰাষ্ট্ৰবোৰৰ ৰাষ্ট্ৰনায়কসকলৰ চৰিত্ৰ আৰু মতবাদ দুয়োফালৰ পৰাই বিশেষ গুৰুত্বপূৰ্ণ। ইংলণ্ডত পাৰ্লিয়ামেণ্টৰী, ডেমোক্ৰেচী আমেৰিকা, ভাৰত আদিত গণতন্ত্ৰ, ৰুচিয়া, জেকোশ্লভেকীয়া, চীন আদিত কমিউনিজম, পাকিস্তান ধৰ্মৰ ভেটিত শাসিত; তাৰ উপৰি মধ্যপ্ৰাচ্য, দক্ষিণ আফ্ৰিকা আদিত ৰাজতন্ত্ৰ। ৰাজতন্ত্ৰ, প্ৰজাতন্ত্ৰ, গণতন্ত্ৰ, সাম্যবাদ আদি নানা ধৰণৰ প্ৰকাৰেৰে পৃথিৱীৰ ৰাষ্ট্ৰবোৰ শাসিত। তাৰ উপৰিও 'চিয়াতো', 'ছেণ্টো' আদি শক্তি গোষ্ঠীৰ আৱিৰ্ভাব।

তেতিয়া ভাৰতৰ ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণণ আৰু প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু, অসমৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা। পাকিস্তানৰ শাসনৰ গাদীত প্ৰেচিডেণ্ট আয়ুব খাঁ, বৈদেশিক মন্ত্ৰী ভুট্টো, সিংহলৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী ছিৰিমাভো বন্দৰ নায়ক, ব্ৰহ্মদেশৰ প্ৰধানমন্ত্ৰী নে উইন, ইন্দোনেচিয়াৰ প্ৰেচিডেণ্ট সুকৰ্ণ, মালয়ৰ প্ৰধানমন্ত্ৰী টুংকু আব্দুল ৰহমান, আৰব গণৰাজ্যৰ প্ৰেচিডেণ্ট নাচেৰ,জেকোশ্লভিয়াৰ প্ৰেচিডেণ্ট জেনেৰেল টিটো, ইংলণ্ডৰ প্ৰধানমন্ত্ৰী মেকমিলন, আমেৰিকাৰ প্ৰেচিডেণ্ট জন কেনেডি, ফ্ৰান্সৰ প্ৰেচিডেণ্ট ডি গল, ৰুচিয়াৰ প্ৰধানমন্ত্ৰী খুছেভ, চীনৰ চেয়াৰমেন মাও চে টুং আৰু প্ৰধান মন্ত্ৰী চৌ এন্ লাই। আন্তৰাষ্ট্ৰীয় পৰিস্থিতি এটা ভয়াবহ ৰাজনীতিৰ সন্ধিক্ষণ আছিল। আন্তৰাষ্ট্ৰীয় জেনেভা চুক্তি নামত মানিলেও কামত মনা নাছিল। একালে সাম্ৰাজ্যবাদী, ঔপনিবেশবাদী, আমেৰিকান শক্তি গোষ্ঠী আৰু

আনফালে সাম্যবাদী, ৰাছিয়ান শক্তি গোষ্ঠীৰ ভিতৰত শীতল যুদ্ধ। এফালে নৱ অদ্‌ভূদয় চীন শক্তিৰ সাম্প্ৰসাৰণবাদ আৰু মুক্তি সৈন্য দলৰ আবিৰ্ভাৱ; আনফালে ঈৰ্ষাকাতৰ পাকিস্তানৰ ধৰ্মান্ধতাৰ চৰম পৰিণতি আৰু যুদ্ধংদেহি মনোভাৱ, পাকিস্তানৰ 'নাটো', 'চিয়াটো' চুক্তিবদ্ধ দেশসমূহৰ উপৰিও আমেৰিকাৰ অগণন সমৰাস্ত্ৰ গ্ৰহণ; চীনৰ লগত মিতিৰালি আৰু অস্ত্ৰ সাহায্য গ্ৰহণ। আনফালে চীনৰ দ্বাৰা তীব্বত দখল আৰু তীব্বতৰ শাসনকৰ্তা ধৰ্মগুৰু দালাই লামাৰ ভাৰতত আশ্ৰয় লাভ আদি জগতৰ ঘোলাপৰা ৰাজনীতি। এই মিশ্ৰিত ৰাজনীতিৰ প্ৰভাৱত পৰি জগতৰ মানুহৰ শান্তিৰ আশা একেবাৰে নাইকিয়া হৈ গৈছিল আৰু এক অনিশ্চিত আশঙ্কাত জগতবাসীয়ে বাস কৰিব লগা হৈছিল। তাৰ উপৰিও এটোম বোম, হাইড্ৰোজেন বোমকো চেৰ পেলাই মেগাটোন বোম তৈয়াৰ কৰিলে ৰুচিয়া আৰু আমেৰিকাই পৰস্পৰ আস্পদ্ধা কৰি। ফলত জগতৰ দেশবোৰৰ শক্তিৰ ভাৰসাম্য ৰক্ষাৰ প্ৰশ্নই প্ৰধান আৰু প্ৰথম প্ৰশ্ন হৈ পৰিল। অসম্ভৱ শক্তিশালী মাৰণাস্ত্ৰবোৰ তৈয়াৰ কৰি জগতৰ বৈজ্ঞানিকসকলে যুদ্ধৰ মনোবৃত্তিৰ জীপ দিলে আৰু তাকে লৈ ৰাজনীতিজ্ঞসকলে খেলা— কূটনীতিৰ খেলা আৰম্ভ কৰিলে। ফলত কিউবাত যুদ্ধ হ'ল, যুদ্ধ হ'ল ভিয়েটনামত, আৰু যুদ্ধ হ'ল চীন-ভাৰত, পাক-ভাৰত। এয়ে আছিল ১৯৬২ চনৰ জগতৰ ৰাজনৈতিক পৰিস্থিতি। এই পৰিস্থিতিৰ মেৰপাকত পৰি সীমা সংক্ৰান্ত এটা চেলু উলিয়াই চীনে ভাৰতৰ উত্তৰ সীমান্তত অগণন সৈন্য সমাবেশ কৰিলে আৰু ভাৰতৰ পহৰাদাৰী চকী অধিকাৰ কৰিলে বলৎকাৰ কৰি। চীনৰ সাম্প্ৰসাৰণবাদী মনোভাৱৰ সমুচিত উত্তৰ দিবৰ বাবে ভাৰতীয় বাহিনীয়েও আগবাঢ়ি গ'ল। ইয়াতে আৰম্ভ হ'ল চীন-ভাৰত যুদ্ধ। ১৯৫১ চনত জাতীয়তাবাদী কুওমিংটাং চৰকাৰক খেদি কমিউনিষ্ট পাৰ্টীয়ে চীন চৰকাৰৰ গাদী অধিকাৰ কৰে। তেতিয়া ইয়াৰ নাম দিছিল নতুন গণতন্ত্ৰ। কিন্তু কমিউনিষ্ট লাল চীনে অচিৰে এই নামৰ অসাৰ্থকতা প্ৰমাণ কৰিলে ভাৰতৰ দৰে গণতান্ত্ৰিক দেশ এখনক আক্ৰমণ কৰি। ১৯৫৪ চনত বাণ্ডুং সন্মিলনত সহঅৱস্থান আৰু পঞ্চশীল নীতি উদ্ভাৱনকৰ্তা জৱহৰলালৰ নীতিতে সন্মতি জ্ঞাপন কৰি চীনৰ প্ৰধান মন্ত্ৰী চৌ এন এল লায়ে হিন্দী-চীনা ভাই ভাই ধ্বনি তুলি ভাৰতত ৰাজনৈতিক অতিথিৰূপে ভোজভাত খাই বন্ধুত্বৰ চিনস্বৰূপে যি চুক্তি নিবন্ধন কৰিছিল সেই শান্তি চুক্তি ভঙ্গ কৰি ৰাঙাচীনে বিশ্বাসঘাটকতা কৰিলে। সীমাবিবাদ যুদ্ধৰ এটা অজুহাত মাত্ৰ। ইয়াৰ অন্তৰালত দুটা গভীৰ কাৰণ হৈ আছিল। এটা হ'ল ভাৰতৰ গোষ্ঠী নিৰপেক্ষ নীতি আৰু আনটো ভাৰতৰ সংগ্ৰামী গণতন্ত্ৰৰ ব্যৱহাৰিক কৃতকাৰ্যতা। কাৰ্যতঃ সাম্যবাদ হ'ল দলীয় একনায়কত্ববাদ আৰু গণতন্ত্ৰ হ'ল

একনায়কত্বহীন সমাজবাদ। ফলত গণতন্ত্ৰ আৰু সাম্যবাদৰ নীতিগতভাৱে অমিল। এই ক্ষেত্ৰত ভাৰতৰ গণতন্ত্ৰৰ কৃতকাৰ্যতাত ঈৰ্ষা পৰায়ণ হৈ পৰিল চীন। এই দুই মূল কাৰণৰ বাহিৰে চীনৰ জনসংখ্যাৰ বৃদ্ধি হেতুকে অৰ্থনৈতিক ক্ষেত্ৰত যি অস্থিৰতাৰ সৃষ্টি হৈছিল তাৰ পৰা সাময়িকভাৱে হাত সাৰিবলৈকেও চীনক এখন যুদ্ধৰ দৰ্কাৰ হৈ পৰিছিল। এইবোৰ আভ্যন্তৰীণ কাৰণৰ বাবেই সীমা বিবাদৰ অজুহাত দেখুৱাই ১৯৬২ চনত চীনে এইখন যুদ্ধ ভাৰতৰ ওপৰত জাঁপি দিলে। এই যুদ্ধত ভাৰতবাসীৰ আবাল-বৃদ্ধা-বণিতা জাগি উঠিল আৰু শক্তি অনুসাৰে অৰিহণা যোগালে যুদ্ধত। বিদেশৰ পৰা অস্ত্ৰ-শস্ত্ৰ কিনিবৰ বাবে ধনৰ দৰ্কাৰ হোৱাত আৰু আন্তঃৰাষ্ট্ৰীয় অৰ্থনীতিত সোণৰ প্ৰচলন হেতুকে সোণৰ আৱশ্যক হোৱাত ভাৰতীয় নাৰীসকলে হাতৰ-কাণৰ সোণৰ অলঙ্কাৰ দান কৰি দেশমাতৃকাৰ সেৱা কৰিলে। এই সময়ত ভাৰতীয় জনতাৰ যি একতা আৰু দেশপ্ৰেম দেখা গ'ল, তেনে একতা আৰু দেশপ্ৰেম বুৰঞ্জীৰ পাতত দেখা পোৱা নাই। ইয়াৰ বলতে শেষত ২৫ লক্ষ সৈন্যধাৰী মহাচীন ঘুহকি যাবলৈ বাধ্য হ'ল। এই যুদ্ধৰ কাহিনী বৰ বীৰত্বপূৰ্ণ কাহিনী। ইতিহাসৰ পৰিপ্ৰেক্ষিত বিচাৰ কৰিলে দেখা যায় যে দেশৰ আভ্যন্তৰীণ একতা থাকিলে বহিঃশত্ৰু যিমানেই প্ৰবল নহওক লাগে, কেতিয়াও সেই দেশক পদানত কৰিব নোৱাৰে। এই যুদ্ধই তাকে প্ৰমাণ কৰিলে। সেই বাবেই ৰুচিয়াত নেপোলিয়ান পৰাজিত হৈছিল; হিটলাৰ পৰাজিত হৈছিল।

এই যুদ্ধত যোগ দিলেগৈ আহ্মদে। থূল-মূলকৈ তেওঁৰ পৰিচয় এই— আব্দুল সেখৰৰ ল'ৰা আহ্মদ সেখ জালুকবাৰীৰ ওচৰৰ গাঁওখনৰে ল'ৰা। জালুকবাৰীত যেতিয়া গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰা হয় তেতিয়াই তেওঁলোকৰ মাটি-বাৰী, ঘৰ-দুৱাৰবোৰ বিশ্ববিদ্যালয়ে 'একুৱাৰ' কৰি লয় আৰু তাতে বিশ্ববিদ্যালয়ৰ ঘৰ সজায়। তেওঁলোকৰ মাটিতে ১৯৫৮ চনত ভাৰতীয় কংগ্ৰেছ মহাসভা বহে বিশ্ববিদ্যালয় প্ৰাঙ্গনত। বিশ্ববিদ্যালয়ে মাটি-বাৰী নিয়াত ওচৰতে লোকৰ মাটিত ঘৰ-দুৱাৰ সাজি আব্দুল সেখে খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। তেওঁৰ ল'ৰা দুজন। আহ্মদ আৰু আকবৰ আৰু ছোৱালী এজনী, নাম জেবিনা। ডাঙৰ ল'ৰা আহ্মদে মেট্ৰিক পাছ কৰি আমাৰ লগতে কলেজত পঢ়িছিল গুৱাহাটীত। ঘৰৰ পৰা অহা-যোৱা কৰাত অসুবিধা হোৱা বাবে শান্তিপুৰত 'মেচ' কৰি আছিল মুছলমান ল'ৰাৰ লগত আমাৰ 'মেচ'ৰ কাষতে। তাতে আৰম্ভ হয় দুয়োৰে বন্ধুত্ব। বাপেকে মাটি-বাৰী বেচা বাবদ পোৱা টকাৰে কোনোমতে পুতেক দুজন আৰু জীয়েকজনীক পঢ়ায়। আকবৰে মেট্ৰিক ফেল কৰি মেকানিক পঢ়ি এটা মেকানিক হয়। বাপেক বুঢ়া হৈছে।

খেতি-বাতি কৰিবলৈ গাত বল নাই— কফে ধৰিছে।

আহ্‌মদ যুদ্ধলৈ যোৱা বছৰতে আকবৰে এখন মটৰৰ যন্ত্ৰ-পাতি থকা বস্তুৰ দোকান দিয়ে। ভনীয়েক জেৰিনা তেতিয়া ক্লাছ নাইনত পঢ়িছিল।

প্ৰথমে আহ্‌মদে গৈ নেফাত থাকিব লগা হ'ল। নেফাৰ যুদ্ধৰ অভিজ্ঞতা এক বিচিত্ৰ কাহিনী। তেওঁ মোলৈ চিঠিত লিখিছিল,— মাষ্টৰ (তেওঁ মোক তেতিয়াৰ পৰাই মাষ্টৰ বুলি সম্বোধন কৰে আৰু মযো তেওঁক জোৱান বুলি সম্বোধন কৰোঁ) আজি জীৱনত প্ৰথম প্ৰথম কবিতা সুন্দৰীক যেন সশৰীৰে লগ পালোঁ হিমালযত আহি। আমাৰ মিলিটাৰী ভানখন লাহে লাহে খাপে খাপে উঠি গৈ আছে, কাষৰত জুৰিটি। ধবল বৰণ পাথৰ গুটিবোৰ জুৰিৰ বুকত বাগৰি বাগৰি যাব ধৰিছে, স্বচ্ছ পানীত তললৈকে সকলো দেখি। ফট-ফটীযা পানীৰ মাজত বগা বগা শিলগুটিবোৰ জিলিকি জিলিকি বাগৰি যোৱা দৃশ্য কবিতা কবিতা যেন লাগে। তলত জুবিটিৰ মনোমোহা ৰূপ আৰু ওপৰত ধবল গিৰিমালাৰ বৰফৰাশি— সূৰুযৰ কিৰণত চিক্‌মিক্‌কৈ জ্বলিব ধৰিছে। মাজে মাজে গিৰিশৃঙ্গৰ ইটো শিখৰ ভেদ কৰি আনটিত যেতিয়া ৰবিৰ কিৰণ তীব্ৰবেগে আহি প্ৰবেশ কৰে তেতিয়া এনেহে অনুমান হয় যেন কোনোবাই সূৰ্যটোক টৰ্চলাইট হিচাপেহে ব্যৱহাৰ কৰিছে। আজি মনত পৰিছে কবি ৰবি ঠাকুৰৰ কবিতা এফাঁকি—

> 'আজি এ প্ৰভাতে ৰবিৰ কৰ
> কেমনে পশিলো প্ৰাণেৰ পৰ,
> কেমনে পশিলে গুহাৰ আঁধাৰে আলোক পাখীৰ গান।'

আৰু মনত পৰিছে কবি যতীন দুৱৰাৰ ওমৰ তীৰ্থৰ সেই ফাঁকি—

> 'সোণালী বৰুত আলোকি বিমান, মাৰিলে সূৰুযে সোণৰ কাঁড়,
> পলাল আন্ধাৰ যেন হৰিণীয়ে হয় নিমিষতে চকুৰ আঁৰ।'

এই দৃশ্য নেদেখিলে সেই কবিতাবোৰৰ প্ৰকৃত ৰূপ সৌন্দৰ্য উপলব্ধি কৰিব নোৱাৰি। চহৰৰ সূৰ্যস্পৰ্শহীন অন্ধকাৰ গলিত বাস কৰা তথা কথিত বিদ্যাদিগজ সমালোচকসকলে আখৰকেইটাৰ ৰূপ আৰু শব্দকেইটাৰ ধ্বনিৰ বাহিৰে বাস্তৱ সৌন্দৰ্য একো উপভোগ কৰিব পৰা নাই। আজি বুজিলোঁ তথাকথিত শিক্ষিত পণ্ডিত নামধাৰী অভিমানী জীৱসকল কিমান হতভাগ্য, অথচ তেওঁলোকৰে ব্যাখ্যাৰ গেলাগপ কিমান দেখিবা যেন জগতত তেওঁলোক সৰ্বজ্ঞাত্ৰ-মহাপণ্ডিত। এই পণ্ডিতৰূপী হতভাগ্যইতে জীৱনত এবাৰ প্ৰকৃতিৰ প্ৰকৃত সৌন্দৰ্যৰ লগত দেখা-দেখি হ'লে আৰু আচল বাস্তৱজ্ঞানৰ লগত পৰিচিত হ'লে বুজিলেহেঁতেন তেওঁলোকৰ

জীৱন অভিজ্ঞতা কিমান সংকীৰ্ণ। সি যি কি নহওক, সেই হতভাগ্য বিদ্যাভিমানীসকলৰ কথা বাদ দি আমাৰ কথালৈ আহোঁ—

চাৰিওফালে গছ-গছনি লতা-পাতেৰে পৰিবৃত্ত বননি হিমালয়ৰ নামনি অঞ্চল। অটব্য হাবি। নানা বৃক্ষ, নানা লতা, নানা পখী, নানা পশু, সাপ, বেং আদি অসংখ্য জীৱ-জন্তুৰ আবাসভূমি। এই অটব্য অৰণ্যৰ দৃশ্যই মনত পেলাই দিয়ে পুৰণা বৰ্ণিত ঋষি আশ্ৰমৰ কথা। আজিহে মনত পৰিছে কালিদাস বৰ্ণিত কণ্বমুনিৰ আশ্ৰমো বোধকৰো এনে সুশোভিত আছিল। মনত পৰিছে মুনিকন্যা শকুন্তলাৰ কথা। এনেকুৱা এক আশ্ৰমতে বাল্মীকিয়ে তপস্যা কৰিছিল, তাতে কুশ-লৱক ৰামায়ণ গান শিকাইছিল। মনত পৰে সীতাৰ কথা— বাল্মীকি বৰ্ণিত সীতাদেৱীৰ কথা।

অতীত যেন বৰ্তমান ৰূপেৰে প্ৰতিভাত হয়। লাহে লাহে আমাৰ মিলিটাৰী গাড়ী উঠি গৈ আছে দুৰ্গম বাটেৰে। আঁকোৰা-পকোৰা বাটৰ মাজত গছ গছনিৰ বাবে মাজে মাজে বাধাপ্ৰাপ্ত হোৱা মটৰ গাড়ীয়ে যেন 'গিয়াৰচেঞ্জ' কৰি একোটা হুকাৰ মাৰি সাৱধানবাণী শুনায়— খবৰদাৰ! আমি আহিছোঁ। একা-বেঁকা বাটেদি গাড়ী গৈ আছে— সন্মুখত দেখিছোঁ বিৰাটকায় বাঘ এটা ৰাস্তাৰ মাজত বহি আছে। তাৰ চকু দুটা সন্ধিয়া পৰৰ মটৰৰ লাইটৰ দৰে জ্বলি উঠিছে। আমাৰ হাতৰ ৰাইফল পোন কৰি ল'লোঁ। ড্ৰাইভাৰ সৈনিকে মটৰ ৰাখি দিলে। মোৰ সঙ্গী জোৱানজনে ৰাইফল তুলি ল'লে— গুলী কৰিব এতিয়া, এনে সময়তে বনৰাজে যেন তেওঁক সম্পূৰ্ণ অৱজ্ঞাৰ দৃষ্টিৰে এবাৰ চাই যেন তুচ্ছজ্ঞান কৰি নিৰ্ভীক চিত্তেৰে পৃষ্ঠদেশ প্ৰদৰ্শন কৰি লাহে লাহে বাটৰ পৰা গৈ হাবিত সোমাল। তাৰ এনে অৱজ্ঞাৰ আচৰণত যেন মোৰ সঙ্গীয়ে অপমান বোধ কৰি খঙত জ্বলি উঠিল আৰু গুলী কৰিবলৈ ৰাইফলত আঙুলি বুলালে। মই তৎক্ষণাৎ তেওঁক বিৰত কৰিলোঁ, ক'লো— 'নামাৰিবা! এই শান্ত-সৌম্য বনৰাজৰ ভদ্ৰ ব্যৱহাৰত সঁচাকৈ মই মুগ্ধ হৈছোঁ। চোৱাচোন সি কেনে শান্তভাৱে-ভদ্ৰভাৱে আমাক বাট এৰি দি গুছি গৈছে? তাক মাৰিলে তোমাৰ একো পৌৰুষত্ব নাবাঢ়ে বৰং তোমাৰ ৰাইফলৰ মহত্ত্ব বিলোপ হ'ব। আমাৰ ৰাইফলৰ গুলী আমাৰ শত্ৰু-আততায়ীৰ গালৈহে যাব— আন কালৈকো নাযায়; তুমি মনত ৰাখিবা। 'বাঘ যথাৰ্থত মানুহৰ শত্ৰু হ'লেও সি আজি শত্ৰুতা আচৰণ কৰা নাই। গতিকে সি বধৰ অযোগ্য।' মোৰ কথাই তেওঁৰ মনতো ভাবাবেগৰ সৃষ্টি কৰিলে যেনেহে; তেওঁ ৰাইফল যথাস্থানত ৰাখি দিলে। তাকে দেখি অভিজ্ঞ ড্ৰাইভাৰে ক'লে— "অকল হিমালয়ৰ সকলো মহৎ। এওঁলোকে ভদ্ৰ আচৰণৰ শিক্ষা সকলোকে দিয়ে। বিদ্যাৰণ্যৰ ইংৰাজ পাণ্ডিত্য কৰি আহিছে অলপ চৰ্চা কৰিছে।'

তাৰ পাছত গৈ আমি একখণ্ড বৰফৰ মাজত পৰিলো।

তাত গছ-গছনি একো নাই— চাৰিওফালে কেৱল বৰফ-বৰফ-বৰফ। এই তুষাৰশ্ৰেণী ভেদ কৰি গ'লেহে পৰ্বতৰ সিটো শৃঙ্গত থকা আমাৰ কেম্প পোৱা যাব। ড্ৰাইভাৰে বৰ সতৰ্কতাৰে ষ্টিয়াৰিং ধৰিছে— এটি টীপৰ গোলমাল হ'লেই আমাৰ গাড়ীৰ সৈতে জীৱনৰ সমাধি ঘটিব অন্ততঃ কেবাশ ফুট তলত। অতি সাৱধানে চলোৱা সত্বেও এবাৰ পিচলিল। আমি দেখিলো চীনাইঁতে যেন আমাৰ বিৰুদ্ধে পৰ্বতকো নিয়োজিত কৰিছে। অতি সাহসেৰে আৰু ধৈৰ্যৰে চেষ্টা কৰি কোনোমতে আসন্ন মৃত্যুৰ মুখৰ পৰা ড্ৰাইভাৰে আমাক এই যাত্ৰাত ৰক্ষা কৰিলে। সঁচাকৈয়ে মটৰত উঠাৰ লগে লগে জীৱনটো ড্ৰাইভাৰৰ হাতত গটাই দিয়া হয়; আজিহে প্ৰথম অনুভৱ কৰিলোঁ। শেষত গৈ আমি কেম্প পালোঁ।

কেম্পৰ পৰাই লিখিলো মাষ্টৰ মোৰ জীৱনৰ প্ৰথম যুদ্ধ যাত্ৰাৰ কাহিনী। আপুনি হয়তো ইয়াত একো আমোদ নাপাব, কাৰণ ইয়াত মিছা কল্পনাৰ লোমহৰ্ষক কাহিনী বা অবাস্তৱ ৰূপৰ বৰ্ণনা দিয়া নাই। ই জলন্ত বাস্তৱ। ইয়াত কল্পনাৰ হেঙুলীয়া বোল নাই, নাই কোনো প্ৰেয়সীৰ ধ্যান। শব্দ চয়নতো নাই কোনো প্ৰাঞ্জলতা। আপোনাৰ দৰে ৰসিক মানুহৰ বাবে মোৰ চিঠি তেনেই নীৰস— মোৰ বাইফলৰ নালটোৰ দৰে। ইয়াৰ পৰা কবিতা নোলায়— ওলায় জলন্ত জুইৰ ফিৰিঙতিহে। মোৰ চিঠি পঢ়ি আপোনাৰ প্ৰেয়সীয়ে (আগেয়ে নাছিল, বৰ্তমান কাৰোবাক বনাই লৈছে যদি নাজানো; থিয়েটাৰ পাৰ্টীৰ মানুহ, চিনেমা জগতৰ কাহিনীৰ দৰে ঘটনা ঘটিবও পাৰে এতিয়া) হয়তো নাক কোচাই ক'ব—মামুলী চিঠি; এজন সৈনিকৰ ৰণক্ষেত্ৰলৈ যাত্ৰা আৰু একো নাই। কেঁচা হাতৰ লিখা। গদ্যময়-পদ্যময় লেখমানো নাই। পঢ়ি ভাল নেলাগে এইবোৰ চিঠি। কিন্তু মোৰ কাৰণে ইয়ে একেবাৰে প্ৰেমৰ গল্পৰ দৰে মিঠা। মোৰ চিঠিৰ উত্তৰ দিব—

ইতি—

আপোনাৰ

আহমদ।

এনেভাৱে প্ৰথম চিঠি দিছিল, আৰু তাৰ উত্তৰ মই দিছিলো এনেভাৱে—

প্ৰাণৰ জোৱান,

আপোনাৰ চিঠি পঢ়ি সঁচাকৈ ভাল লাগিল। লোকে মাষ্টৰ বুলি সম্বোধন কৰিছে [illegible] পঢ়িকে আজিৰ পৰা মই আপোনাক 'জোৱান' বুলি সম্বোধন কৰিম। আপোনাৰ

জীৱনৰ প্ৰথম যাত্ৰাত আপুনি জীৱনৰ এটি নতুন দিশ আৱিষ্কাৰ কৰিলে। আৱিষ্কাৰ কৰিলে যে অবাস্তৱ কল্পনাৰ ৰঙীন সপোনতকৈ বাস্তৱ কল্পনাৰ বং বৈচিত্ৰ্যহীন বৰ্ণনা অধিক আকৰ্ষণীয়— কাৰণ তাত সত্য নিহিত আছে। আপোনাৰ বৰ্ণনা আৰু অনুভূতি মোৰ বাবে হৃদয়স্পৰ্শী। আগলৈ আপোনাৰ বিষয়ে যেন জানিবলৈ পাওঁ, এয়ে কামনা। আৰু এটা কথা, আজিলৈ মোৰ ভাগ্যত কোনো প্ৰেয়সী নিমিলিল; বোধহয় এই বিষয়ত মোৰ বুদ্ধিবৃত্তি একেবাৰে ভোটা— থিয়েটাৰ পাটীত ব্যৱহাৰ কৰা তৰোৱালৰ দৰে। গতিকে মোৰ জীৱনত প্ৰেমত পৰা সুযোগ বা দুৰ্যোগ এটা আহি পৰা নাই। এই বিষয়ে আপুনি নিশ্চিন্ত হ'ব পাৰে। (মই আচল কথা নক'লো। কওঁ কেনেকৈ? ক'লে যে তেওঁৰ ভনীয়েকৰ কথাকে ক'ব লাগিব? তেওঁৰ ভনীয়েক মোৰ প্ৰেয়সী বুলি শুনিলে জানো তেওঁ ভাল পাব? বৰং বেয়া পাব; আনকি বন্ধুত্ব ভঙা যাব। আমাৰ অবৈধ প্ৰেম তেওঁ সহ্য নকৰিব। আচলতে ই বৰ লাজৰো কথা। এইবোৰ ভাবি মনতে হাঁহিলো আৰু এইবোৰ বাদ দি গতানুগতিক কিছু কথা লিখি দিলোঁ। তেওঁৰ সেইখন চিঠি জেৰিনাক দেখুৱাই দুয়ো হাঁহিলো। মই ক'লো ঠাট্টা কৰি— 'আচল কথা লিখি দিওঁ যে আমি দুয়ো.....। 'যাওঁক এইজন আকৌ' বুলি তাই মোক ঠেলা মাৰি দিলে। মই তাইৰ বাহুত চিকুটি দিলোঁ। তাৰ পিছত দুয়োবো আকৌ হাঁহি।)

এনেভাৱে বহু চিঠি-পত্ৰৰ আদান-প্ৰদান হৈ থাকিল আমি দুয়োবো ভিতৰত। উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ (নেফা) খা-খবৰ, যুদ্ধৰ বিৱৰণ, চীনা সৈন্যৰ বিপুল আগমন আৰু আমাৰ জোৱানসকলৰ সা-সৰঞ্জাম, অস্ত্ৰ-পাতিৰ অসুবিধা আৰু খাদ্যবস্তুৰ অভাৱ আদি নানা কথাৰ বিষয়ে চিঠিৰে জনাই থাকিল, কিন্তু লিখাত বৰ সাৱধানেৰে লিখিব লগা হৈছিল, কিয়নো চিঠি-পত্ৰবোৰ 'চেনচোৰ' কৰা হৈছিল। গতিকে কোনো কথা পোনভাৱে ক'ব নোৱাৰিছিল। শেষত যুদ্ধৰ গতি বেতিয়া বেগতিক হৈ পৰিল তেতিয়া সকলো চিঠি-পত্ৰৰ আদান-প্ৰদান বন্ধ কৰি দিছিল চৰকাৰে।

তাৰ পিছত যুদ্ধ শাম কটাৰ পাছত হঠাতে এদিন আহমেদৰ লগত অভাৱনীয়ভাৱে দেখ-দেখি হ'ল জালুকবাৰী 'ৰেষ্টুৰেন্ট'ত গধূলি পৰত। মই চাহ খাই থাকোঁতে মোৰ ওচৰতে আহি বহিল এজন সৈনিক। তেওঁৰ গাত সৈনিকৰ সম্পূৰ্ণ সাজ-পোছাক আছে। সৈনিকজনক দেখি মই এবাৰ তেওঁৰ মুখলৈ চালোঁ আৰু নিজে পৰিপাটি হৈ বহিলোঁ। সৈনিকজনে হাঁহি মাৰি মোৰ ফালে চাই কৈ উঠিল— 'এইজন মাষ্টৰ হয়নে?' মই আচৰিত হৈ গ'লো। গধূলিৰ ইলেক্‌ট্ৰিক লাইটৰ ক্ষীণ পোহৰত মই তেওঁক চিনি নাছিলোঁ; কাৰণ মোৰ ধাৰণা নাছিল যে বন্ধু আহমদে হঠাতে এনেভাৱে উদয় হ'ব।

তেওঁৰ মুখলৈ লক্ষ্য কৰি চিনিব পাৰি হাঁহি মাৰি ক'লো— 'এইজন জোৱান হয়নে?'

'নহ'বৰ কোনো কাৰণ নাই।' তেওঁ হাঁহি মাৰি মোৰ হাতত ধৰিলে আৰু হাত জোকৰি 'হেণ্ডচেক্' কৰি ইংৰাজীতে কৈ উঠিল— 'গুড ইভিনিং মাই ডিয়েৰ মাষ্টৰ।' ময়ো একেদৰে হাঁহি মাৰি প্ৰতি সম্ভাষণ জনালোঁ— 'গুড ইভিনিং মাই ডিয়েৰ জোৱান।'

তাৰ পাছত দুয়ো ঠিয় হৈ পুনৰ বহিলোঁ আৰু চাহ দোকানৰ ল'ৰাজনক দুকাপ খুব ভালৰকমে চাহ দিবলৈ ক'লোঁ। আমাক দেখি 'কেণ্টিন'ত চাহ খাই থকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে একেবাহে আমাৰফালে চাই থাকিল। লক্ষ্য কৰিলোঁ চাৰিজনী ছোৱালীয়ে চাহ খাবলৈ এৰি একেৰাহে আমাৰ ফালে চাই আছে। তাৰে এজনী মোৰ লগত পৰিচিতা। তেওঁ এম এ পঞ্চম বাৰ্ষিক পঢ়ে। তেওঁ মোৰ বিষয়ে কিবা কৈছে সঙ্গিনীকেইজনীক আৰু একান্তমনে মোৰফালে লক্ষ্য কৰিছে। তেওঁলোকৰ কাষৰ টেবিলত চাহ খাই থকা ছাত্ৰ তিনিজনে এবাৰ আমাৰ ফালে আৰু এবাৰ ছোৱালীবিলাকৰ ফালে কেৰাহিকৈ চাই আছে। ওচৰত থকা ছাত্ৰসকলে চাহ খাই কিবা-কিবি কথা হৈ আছে ঃ বোধহয় মোৰ বিষয়ে; কাৰণ সাধাৰণতঃ থিয়েটাৰ পাটীত যুৱা মানুহক লোকে অলপ বেলেগ দৃষ্টিৰে চায়। সাধাৰণতে শিক্ষিত তৰপে আমালোকক অলপ হেয়জ্ঞানেই কৰে। অৱশ্যে মোৰ ক্ষেত্ৰত বেলেগ, কাৰণ তেওঁলোকে মোক নাট্যকাৰ আৰু অভিনেতা হিচাপে পছন্দ কৰে আৰু প্ৰশংসাও কৰে। এজন শিল্পীৰ প্ৰতি যি কৌতূহলী দৃষ্টি সেই দৃষ্টিৰে মোলৈ চায়। মোৰ মূলধনৰ ভিতৰত এইখিনিকে বুলিব পাৰি। এজন শিল্পীৰ বাবে জনতাৰ আগ্ৰহহে আচল মূলধন। মই দেখিলোঁ সকলোবিলাকৰ চকু যেন আমাৰ ওপৰত। সৈনিক এজনৰ লগত মোৰ এনে আত্মীয়তা দেখি তেওঁলোক অনুসন্ধিৎসু হোৱাৰ যথেষ্ট কাৰণ আছে, কাৰণ মই চীন-ভাৰত যুদ্ধৰ পটভূমিত নাট ৰচনা কৰি অভিনয় কৰি আহিছোঁ আৰু ৰণাঙ্গনৰ বাস্তৱ আৰু সজীৱ চিত্ৰ মই সামাজিকৰ আগত দাঙি ধৰিব পাৰিছোঁ। ইয়াৰ মূলতে মোৰ সৈন্য বিভাগৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে এই কথা সকলোৱে অনুমান কৰে। এই অনুমান আজি বাস্তৱত পৰিণত হোৱা দেখি তেওঁলোকে কৌতূহলী হৈ উঠিছে। সেয়েহে সকলোৱে আমাৰ ফালে চাইছে।

আমি দুয়ো চাহ খাবলৈ আৰম্ভ কৰিলোঁ। মই বৰ আনন্দ আৰু আগ্ৰহেৰে সুধিলোঁ— 'হঠাৎ আজি কৰ পৰা আহিল?'

আহমদে উত্তৰ দিলে— 'নেফাৰ পৰা।'

'নেফাৰ খবৰ কি?'

'নেফাৰ খবৰ নেফানেফ।' হাঁহি উত্তৰ দিয়ে তেওঁ। দুয়ো হাঁহিলোঁ। তাৰ পাছত তেওঁ এবাৰ সৈনিকৰ সতৰ্কতাৰে চাৰিওফালে চাই মোক সুধিলে— 'এতিয়া একো নুসুধিব মাষ্টৰ; মই শ্ৰান্ত-ক্লান্ত। তাৰ উপৰি ইয়াত এইবোৰ আলোচনা কৰা উচিত নহয়।' অলপ তলকামাৰি পুনৰ ক'লে— 'এওঁলোক ইউনিভাৰচিটিৰ ষ্টুডেণ্ট নহয় জানো?'

'হয়।' মই উত্তৰ দিলোঁ।

'বাৰু।' এঢোক চাহ খাই ক'লে— 'আমাৰ ঘৰৰ ফালে কিবা খবৰ পায়নে?'

'ভালে আছে। আকবৰে এখন চাইকেল আৰু মটৰ মেৰামতি কৰা দোকান দিছে। বাকীবোৰ ভালে আছে। মই যোৱা পৰহি গৈছিলোঁ আপোনালোকৰ ঘৰলৈ।'

'আইৰ গা কেনে আছে?'

'একৰকম ভালে আছে। মাজে মাজে বাতবিষৰ বেদনা হৈ থাকে।'

'মোৰহৈ আপুনিয়ে আমাৰ ঘৰৰ খবৰ লৈ থাকিব। মই পিতালৈ লিখিছিলোঁ যে মাষ্টৰে দিহা দিয়া মতে কাম কৰিবি। বোধহয় চাইকেল দোকান আপোনাৰ দিহা?'

'হয়। আপোনাৰ টকাখিনিৰে তাকেই কৰিব দিছোঁ। আকবৰৰ এটা সংস্থান হওঁক।'

'বৰ ভাল কাম হৈছে। শুনি বৰ সুখ পালোঁ। পিছে জেবিনাৰ বিয়া কিয় ইমান সোনকালে দিলে? তাইক মই পঢ়িব দিবৰ মন আছিল।'

'ময়ো তাকেই কৈছিলোঁ; কিন্তু আপোনাৰ পিতাকে আৰু মাকে মোৰ কথা নুশুনিলে। বৰঘৰীয়াই বোলে বৰকৈ যোৰ কৰিলে আৰু ল'ৰাজনো বোলে ভাল পালে, গতিকে দি দিলে। আপোনালোক মুছলমানৰ স্ত্ৰীশিক্ষাৰ প্ৰতি আগ্ৰহো নাই দেখিছো।'

'হয়। আমাৰ সমাজৰ ই এটা বৰ বেয়া দস্তুৰ চলি আহিছে। ছোৱালীক পঢ়িব দিলে বোলে বেয়া হয়। ই বৰ বেয়া কথা।' ইতিমধ্যে দুয়োৰে চাহ খোৱা হ'ল। দুয়ো যাবলৈ ওলালো। আহমদে ক'লে— 'বলক আমাৰ ঘৰলৈ যাওঁ'?

'ৰাতি হ'ল যে?'

হাঁহি মাৰি আহমদে ক'লে,— 'কোনো ভয় নাই, লগত মোৰ এই মেছিন জোৱান.....।' তেওঁ ৰাইফলটো দেখুৱাই দিলে। দুয়ো হাঁহিলোঁ।

লাহে লাহে দুয়ো তেওঁলোকৰ ঘৰলৈ খোজ ল'লোঁ। আমি খোজকাঢ়ি যাওঁতে মই প্ৰশ্ন কৰিলোঁ— 'কেনেভাৱে অহা হ'ল'?

'ছুটী— এমাহৰ ছুটী লৈ আহিছো।'

'ছুটী দিলেনে এই যুদ্ধৰ সময়ত?'

'কিয়, যুদ্ধ থামিল নহয়। চীনে হঠাতে গৈ সিহঁতৰ আগৰ ঠাইত অৱস্থান কৰিলে

আৰু যুদ্ধ বিৰতিৰ প্ৰস্তাৱ দিলে।'

'কলম্বো সন্মিলনৰ প্ৰস্তাৱমতে কাম কৰিলে নেকি?'

'চিৰিমাভো বন্দৰ নায়ক আৰু প্ৰেচিডেণ্ট নাচেৰৰ চেষ্টাৰ ফলতে এনেকুৱা যুদ্ধ বিৰতি হোৱা বুলি বহুতে ভাবে, যদিও বাতৰি কাকতত এই 'মিশন' কৃতকাৰ্য নহ'ল বুলি লিখিছিল।'

'বন্দৰ নায়ক আৰু নাচেৰৰ চেষ্টা প্ৰশংসনীয়। কিন্তু গৰ্বী চীনে তেওঁলোকৰ শান্তিৰ প্ৰস্তাৱ মানি লোৱা নাই।'

'তেন্তে বিশ্বজনমতৰ হেঁচাত বোধহয় অস্ত্ৰসম্বৰণ চুক্তিত আহিল?'

'মিছা কথা, মহাচীনে জগতৰ কাৰো জনমতক খতিৰ নকৰে। শক্তিমানে খাতিৰ কৰে শক্তিকহে— কথা বা গালিক নহয়।'

'তেন্তে কিহৰ বাবে অস্ত্ৰসম্বৰণ কৰিলে?'

'শক্তিৰ হেঁচাত। কানাডা, অষ্ট্ৰেলীয়া, যুগোশ্লাভিয়া, আৰব গণৰাজ্য, মালয়েচীয়া, পশ্চিম জাৰ্মানী, ইটালী, ফ্ৰান্স, ইংলেণ্ড, আমেৰিকা, ৰুচিয়া আদি দেশে আমাক অস্ত্ৰ সাহায্য কৰাত আৰু সেইবোৰ অস্ত্ৰ আমাৰ হাতত পৰাত মাত্ৰ চাৰি দিনৰ ভিতৰত সিহঁতে অস্ত্ৰসম্বৰণ কৰিবলৈ বাধ্য হ'ল। এই বিষয়ে পিছে পৰেও ক'ম; এতিয়া বলক।'

'আপুনি তেন্তে এমাহ্ পাছতে যাব?'

'মোৰ আৰু যাবলৈ ইচ্ছা নাই; পিছে যাবলৈ বাধ্য যেতিয়া যাবই লাগিব। 'বনচাইন' কৰা আছে বাবে যাবই লাগিব, নহ'লে যুদ্ধৰ দৰে এক বীভৎস কাৰ্যক যোৱাৰ আৰু মোৰ ইচ্ছা নাই। কি ক'ম মাষ্টৰ! যুদ্ধ এক নাৰকীয় কাৰ্য অথচ মানুহে তাকে কৰে।'

এনেতে আমি আহি আহ্মদহঁতৰ ঘৰ পালোঁ। ঘৰ গৈ পোৱাত আহ্মদৰ মাক, বাপেক, ভায়েক তিনিও আহ্মদক দেখি আনন্দত উত্ৰাৱল হ'ল। ক'ত থ'ব, ক'ত ল'ব, কি কৰিব একোকে যেন থিৰ কৰিব নোৱাৰে মাকে। হাজাৰ হ'লেও মাকৰ চিত! সৈন্য বিভাগত কাম কৰা মানুহৰ— জীৱনৰ একো নিশ্চয়তা নাথাকে; গতিকে কোনোজন ঘৰলৈ আহিলে আত্মীয়স্বজনে হেৰুৱা মাণিক পোৱাৰ দৰে আনন্দ পায়। তাতে আজি আহিছে যুদ্ধৰ শেষত। ইয়াত যে কিমান আনন্দ মিলিব পাৰে তাক ভুক্তভোগীজনেহে জানে। উলহ-মালহৰ মাজেৰে চাহ খোৱা হ'ল। মাকে যে কিমান আদৰ কৰিলে, চকুলো মচিলে তাৰ সীমা নাই। বুঢ়া বাপেকৰো দুগালেদি দুটোপাল চকুলো বৈ আহিল। ই আনন্দাশ্ৰু। এনে প্ৰীতিৰ পৰিৱেশত মোৰ অন্তৰতো আবেগৰ জোৱাৰ উঠিল।

আনন্দ-আহ্লাদৰ মাজেৰে দুই ঘণ্টামান সময় কটাই মই আহিবলৈ উঠিলোঁ। আহ্মদে ক'লে,— 'কাইলৈ ৰাতিপুৱা মোৰ ইয়াত চাহৰ নিমন্ত্ৰণ থাকিল মাষ্টৰ।' মাক বাপেকেও অনুৰোধ কৰিলে। মই সন্মতি জনাই ফিৰি আহিলোঁ।

পিছদিনা ৰাতিপুৱাতে মই গৈ আহ্মদহঁতৰ ঘৰ উঠিলোঁ। ৰাতিপুৱাৰ চাহ-জলপান খাই উঠি দুয়ো গৈ আকবৰৰ চাইকেল দোকানত উঠিলোঁ। আকবৰে চাইকেল মেৰামতি কৰি আছে। আমি দুয়ো এপাক বিশ্ববিদ্যালয়ৰ ফালে ফুৰিবলৈ গ'লোঁ।

সিদিনা ৰাতিপুৱাতে বাপেকে গৈ জেৰিনাক লৈ আহিল। ককায়েক অহা শুনি তাই নধৰ-নপৰ কৰি কানি-কাপোৰ পিন্ধি বাপেকৰ লগতে গুচি আহিল।'

কেইদিনমান পাছৰ কথা।

এদিন আবেলি যেতিয়া মই আহ্মদহঁতৰ ঘৰলৈ গ'লোঁ তেতিয়া আহ্মদে খাই বৈ উঠি শুই আছিল। মই গৈ জগালোঁ আৰু তেওঁ থকা কমতে দুয়ো গল্প আৰম্ভ কৰিলোঁ। যুদ্ধৰ নানা কথা-বতৰাৰ মাজত প্ৰশ্ন আহিল মানুহৰ শত্ৰু কোন আৰু তাৰ বাবে তিক্ত উত্তৰ দিলে আহ্মদে। আমাৰ আলোচনা শুনি জেৰিনাই চাহ লৈ আহি আমাৰ কথাৰ লগত যোগ দিলে।

(৩)

কিছুদিন যোৱাৰ পাছত আহ্মদৰ মাক-বাপেকে আহ্মদৰ বিয়াখন পাতিবৰ মন কৰিলে, কাৰণ মাক বেমাৰী, ঘৰখন চলাবৰ বাবে এজনী তিৰোতা মানুহৰ বৰ আৱশ্যক হৈ পৰিছে। আহ্মদৰ মন নাই, কাৰণ সামৰিক বিভাগৰ মানুহৰ তিৰোতা ৰখা বৰ সুবিধাজনক অৱস্থা নহয়। ডাঙৰ অফিচাৰসকলৰ বাহিৰে তলৰবিলাকৰ কাৰণে থকা-মিলাৰ সুব্যৱস্থা নাই। তাতে আহ্মদ নতুন মানুহ। গতিকে তেওঁৰ বিয়া কৰাবৰ মুঠেই ইচ্ছা নাই। তাৰ উপৰি শিক্ষিতা মুছলমান ছোৱালী সতকাই পোৱা টান; ইফালে অল্পশিক্ষিতা ছোৱালী বিয়া কৰাবলৈ মাকৰ মুঠেই ইচ্ছা নাই। জেৰিনাৰ ননদজনী দেখাত আৰু কামত পাকৈত কিন্তু শিক্ষা কম। গৃহস্থে দিবলৈ বৰ মন কৰে কিন্তু আহ্মদৰ মাকে নাকচ কৰিলে। আন শিক্ষিতা ছোৱালী দুই-চাৰিজনী পাইছে যদিও মনেচিতে মিলা নাই। এনেভাৱে কিছুদিন আলোচনা-বিলোচনা কৰি থাকোঁতে ছুটীৰ দিন প্ৰায় শেষ হৈ আহিল। মুৰকত গৈ বিয়াখন এইবাৰলৈ স্থগিত ৰখাকে স্থিৰ হ'ল।

সিদিনা আবেলি তেওঁলোকৰ ঘৰত বিয়াৰ মেল কৰি থাকোঁতে বহু সময় গ'ল। শেষত আহ্মদহঁতৰ ঘৰত বহি ৰেডিঅ' শুনিলোঁ। ৰিডিঅ'ত ভূপেন হাজৰিকাৰ গানত শুনিলোঁ— 'কত জোৱানৰ মৃত্যু হ'ল।' গান শুনি যুদ্ধৰ কথাকে উলিয়ালোঁ কাৰণ আহ্মদ যাবৰ বাবে মাত্ৰ আৰু চাৰিদিন আছে। বিয়াৰ কথা বাদ দি যুদ্ধৰ কথা উলিয়ালোঁ।

মই ঠাট্টা কৰি ক'লোঁ— 'আপুনি যুদ্ধক ঘিণ কৰে অথচ সেই যুদ্ধটোকেই বাবক

বাবে পুনৰ সাজু হৈছে দেখো?'

'এৰা, যাক ঘৃণা কৰা যায় জীৱনত তাকেহে পোৱা যায়। নিন্দিলে ভুঞ্জিব লাগে বুলি এটা কথা আছে নহয়। মোৰ গাত ফলিছে। কি কৰিম মাষ্টৰ! মই নিৰুপায়। কৰ্তব্য কৰিবই লাগিব। অনিচ্ছা সত্বেও মই কামত ভৰ্তি হ'বই লাগিব আৰু দৰ্কাৰ হ'লে যুদ্ধও কৰিব লাগিব।'

'নিশ্চয়। কৰ্তব্য আৰু আৱশ্যকতাই আমাৰ ইচ্ছা-অনিচ্ছাৰে বাট নাচায়। আমাৰ কৰ্তব্য আমি কৰিবই লাগিব।'

এনেতে আবেলিৰ চাহ-জলপান লৈ হাজিৰ হ'ল জেৰিনা। ককায়েক যাব বুলি জানি তাই আজি ৰাতিপুৱা আহিছে এই চাৰিদিন থাকিব বুলি। ককায়েকৰ লগত এই চাৰিদিনে দেখা-সাক্ষাৎ কৰিব— কোনে জানে এইবাৰ গ'লে আকৌ আল্লাই তেওঁক ফিৰাই পথায় নে নাই! গতিকে তাই ককায়েকৰ লগত কথা-বতৰা হৈ মনৰ হেপাহ পলুৱাই মৰম-চেনেহ যাচিছে। তাইৰ চাহ-জলপান হজম কৰি দুয়ো আৰামকৈ বহিলোঁ; জেৰিনাই মোৰ পিছফালে এটা মূঢ়াত বহিল। আমি দুই বন্ধুই গল্প আৰম্ভ কৰিলোঁ।

কথাৰ মাজতে মই এবাৰ সুধিলো— 'বাৰু কওকচোন নেফাৰ ৰণাঙ্গণৰ আচল খবৰ কি?'

হাঁহি মাৰি আহ্‌মদে ক'লে— 'বাতৰি কাকতত কি পঢ়িছে?'

'বাতৰি কাকতত বহুত কিবা-কিবি শুনিছোঁ আৰু গুৱাহাটীৰ মেল-মিটিঙতো বহুত বক্তৃতা শুনিছো; কিন্তু আচল খবৰ জানো সেইবোৰেই?'

'কিছুমান সঁচা আৰু কিছুমান মিছা। সঁচা আৰু মিছা লগ হৈয়ে বাতৰি। বাতৰি কাকতৰ খবৰ শতকৰা পঞ্চাশভাগহে সঁচা, বাকীবোৰ বিশ্বাস নকৰিবা। চৰকাৰ, বাতৰি কাকত, ৰাজনৈতিক দল, সকলোৱে নিজৰ স্বাৰ্থৰ ফালে টানে। সকলো খবৰ জনতাক দিলে চৰকাৰৰ বেয়া হয় আৰু সেইবাবে বাতৰি কাকত বন্ধ কৰি দিব পাৰে। গতিকে ব্যৱসায়ৰ খাতিৰত বাতৰি কাকতত বহুত সঁচা কথা বাদ দিয়ে আৰু দৰ্কাৰ হ'লে মিছা কথাও প্ৰচাৰ কৰে।'

'মোক আচল খবৰহে লাগে।'

'আচল খবৰ ক'লে মোৰ জেল-জৰিমনা দুয়োবিধ হ'ব।'

'তথাপি কিমান দূৰ পাৰি। আমিতো খবৰ মানুহ, কোনেও নাজানিব।' জেৰিনাই কথাটো তুলি ধৰে। আহ্‌মদে গহীনভাৱে কয়— 'নেফা আৰু লাদাখৰ ৰণাংগনৰ খবৰ প্ৰথমে আমাৰ বাবে শোচনীয় আছিল। চীন সৈন্যই আমাক ধাককেৰে ঠেলিছিল।

ক'বলৈ গ'লে আমাক খেদিছিল।' 'আমাৰ সৈন্যতকৈ চীনা সৈন্য বেচি কাজুৱা নেকি?' জেৰিনাই প্ৰশ্ন কৰে। আহ্‌মদে মূৰ জোকাৰি উত্তৰ দিয়ে—

'মুঠেই নহয়। আমাৰ এটা সৈন্যৰ আগত সিহঁতৰ পোন্ধৰটা সৈন্যই যুঁজিব লাগিব, কাৰণ সিহঁত নামতহে সৈন্য, আচলতে সকলোৰে সমান শিক্ষা নাই।'

'কেনে ৰকম?' জেৰিনাই প্ৰশ্ন কৰিলে।

'মহাচীনত পৃথিৱীৰ পাঁচভাগৰ দুই ভাগ মানুহ বাস কৰে। প্ৰায় সত্তৰ কোটি লোকৰ বাসস্থান, এইখন এখন মহাদেশ বুলিব পাৰি। এই মহাদেশখনৰ মানুহবিলাক কিন্তু শক্তিমান মঙ্গোলীয় গোষ্ঠীৰ মানুহ হ'লেও যুগ যুগ ধৰি ৰাজকীয় শাসনৰ নিষ্পেষণত থাকি আৰু শেষত কানি বৰ বিহ ভক্ষণ কৰি একেবাৰে এলেহুৱা আৰু অকৰ্মণ্য হৈ পৰিছিল। ১৯৫১ চনত জাতীয়তাবাদী কুওমিংটান চৰকাৰৰ হাতৰ পৰা শাসনৰ ভাৰ কমিউনিষ্ট পাৰ্টীয়ে কাঢ়ি লয় আৰু কমিউনিষ্ট চৰকাৰ গঠন কৰে। কমিউনিষ্ট চৰকাৰৰ বাধ্যতামূলক শ্ৰমৰ ফলত দেশখনৰ বহুত উন্নতি হয় আৰু বিজ্ঞান আৰু কাৰিকৰী ক্ষেত্ৰত যথেষ্ট আগবাঢ়ে। পিছে জনসংখ্যা অনুপাতে খাদ্যৰ নাটনি। খাদ্য বিষয়ত এই বিশাল দেশখনে মহা সংকটত পৰে। কাম-কাজ বিচাৰি ডেকা ল'ৰাবোৰ হাবাথুৰি খায়। চৰকাৰ নতুন। উপায় বিহীন হৈ সৈন্য বিভাগত নিয়োগ কৰে। লাখ লাখ ডেকা, আদহীয়া লোকক সৈন্য বাহিনীত ভৰ্তি কৰা হ'ল। সেই দেখিয়ে আজি চীনৰ সৈন্য বাহিনী পৃথিৱীৰ ভিতৰতে বৃহৎ। প্ৰায় পাঁচিশ লাখ পদাতিক সৈন্য। আমাৰ ভাৰতৰ পাঁচ গুণ। আকাশীযুদ্ধ জাহাজো পৃথিৱীৰ সকলোতকৈ বেচি। হাজাৰ হাজাৰ 'ফাইটাৰ প্লেন' আৰু 'টেঙ্ক'। কিন্তু এই বিশাল বাহিনী থাকিলে কি হ'ব? নাই অতি আধুনিক সমৰ কৌশলৰ শিক্ষা, নাই অতি আধুনিক অস্ত্ৰ-শস্ত্ৰ। আজিৰ বিজ্ঞানৰ যুগত বৈজ্ঞানিক অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিবলৈ কাৰীকৰী শিক্ষা লাগে। নাই আধুনিক ধৰণৰ অস্ত্ৰশালা। শেষত নিম্ন ক্ষমতাসম্পন্ন অস্ত্ৰ-শস্ত্ৰ কিছুমান তৈয়াৰ কৰিলে নিজদেশৰ অস্ত্ৰশালাবোৰত আৰু বিদেশৰ পৰা উচ্চমান বিশিষ্ট বহুত অস্ত্ৰ কিনি ল'লে। কিন্তু এই উচ্চমানৰ অস্ত্ৰবোৰ প্ৰয়োগ কৰিবৰ বাবে বিশেষ ধৰণৰ শিক্ষাৰ দৰ্কাৰ। ইফালে শিক্ষক নাই। ফলস্ত অস্ত্ৰবোৰ অকামিলা হৈ পৰিল। তেতিয়া কমিউনিষ্ট চৰকাৰে দেখিলে যে এইবোৰ চালনা কৰিব লাগিল নহ'লে এনেয়ে নষ্ট হ'ব। তাতে আকৌ কুওমিংটান চৰকাৰৰ মুৰব্বী চিয়াংকাইশেকক দলে-বলে ফৰমোচা দ্বীপটো শাসন কৰিবৰ বাবে আমেৰিকাই বহুতীয়া ধৰণে এই চৰকাৰক ৰাখিছে আধুনিক অস্ত্ৰ-শস্ত্ৰেৰে সু-সজ্জিত কৰি যাতে সুযোগ বুজি আকৌ কমিউনিষ্ট চৰকাৰক যদি জাতীয়তাবাদী কুওমিংটান চৰকাৰে পুনৰ দখল কৰিব পাৰে। ইয়াকে [illegible]

আমেৰিকান চৰকাৰ আৰু জাতীয়তাবাদী কুওমিংটান চৰকাৰৰ বিৰুদ্ধে নিজক সাজু ৰাখিবৰ বাবে এই বিৰাট সৈন্য বাহিনীক কাৰ্যতৎপৰ কৰি ৰাখিব লগা হৈছে। কিন্তু কোনোফালে যুদ্ধৰ একো কাৰণ বিচাৰি পোৱা নাই যাৰ ফলত অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্যবল চালনা কৰি মামৰে নধৰা কৰি ৰাখিব পাৰে। ইফালে চীনত অৰ্থনৈতিক ফালটোৰ এনে অচল অৱস্থা হৈ পৰিল যে চীন চৰকাৰ সম্পূৰ্ণ ভীতি হৈ পৰিল। কোন মুহূৰ্তত আভ্যন্তৰীণ বিপ্লৱ হৈ চৰকাৰৰ পতন ঘটায় তাৰ ঠিক নোহোৱা হ'ল। চৰকাৰখন কমিউনিষ্ট হ'লেও অধিকসংখ্যক জনতা অকমিউনিষ্ট আৰু তেওঁলোকে কমিউনিষ্ট চৰকাৰৰ পতন কামনা কৰে। তাতে দেশত খাদ্যাভাৱৰ বাবে জনতা উন্মত্ত হৈ আছে। এনে এটা পৰিস্থিতিত পৰি চীন চৰকাৰে যুদ্ধকে আশ্ৰয় কৰি ল'ব লগাত পৰিল। কিন্তু যুদ্ধ কৰে কাৰ লগত আৰু কি কাৰণত? এয়ে হ'ল চীন চৰকাৰৰ প্ৰধান প্ৰশ্ন। এনে অৱস্থা— উত্তৰে ৰুচিয়া— কমিউনিষ্ট দেশ; তেওঁলোকৰে গোষ্ঠী, একে মতবাদ। পূবে জাপান, কিন্তু আমেৰিকা, ভাৰত, আষ্ট্ৰেলিয়া আদিৰ দ্বাৰা সমৰ্থিত। পশ্চিমে মধ্য এছিয়া আৰু ইউৰোপৰ বিভিন্ন দেশৰ বিভিন্ন গোষ্ঠীৰ দেশবোৰ। এখন আক্ৰমণ কৰি পশ্চিমমুৱা হোৱাৰ লগে লগে সমস্ত ইউৰোপ চমকি উঠিব। গতিকে কেৱল দক্ষিণৰ পথটোহে খোলা ৰ'ল। দক্ষিণে ভাৰত-চীনৰ মিত্ৰ দেশ কিন্তু মতবাদ হিচাপে শত্ৰু; গণতন্ত্ৰ। একনায়ক বা শ্ৰেণীনায়ক হিচাপে কমিউনিজম গণতন্ত্ৰৰ বিৰোধী কাৰণ গণতন্ত্ৰই একনায়কত্ববাদ বা শ্ৰেণীনায়কত্ব বিৰোধী।

কমিউনিজমৰ চৰকাৰৰ দল একেটা— সেয়ে কমিউনিষ্ট দল। ইয়াৰ মতে বিৰোধী দল নাই। চৰকাৰে যি কৰে ৰাইজে তাৰ প্ৰতিবাদ প্ৰত্যক্ষ হিচাপে কৰিব নোৱাৰে। কমিউনিষ্ট চৰকাৰৰ মতেই জনসাধাৰণৰ মত আৰু গণতন্ত্ৰত জনসাধাৰণৰ মতেই চৰকাৰৰ মত। ইয়াত ব্যক্তি স্বাধীনতা আছে; কিন্তু কমিউনিজমত দলীয় স্বাধীনতাহে আছে। এই তফাৎ কিন্তু আদৰ্শৰ ফালৰ পৰা বৰ বিপজ্জনক। এই কথা চীন চৰকাৰে বুজে। ইফালে চীনা কমিউনিজম ৰাছিয়ান কমিউনিজমৰ দৰে সহনশীল নহয়— বৰং শক্তি প্ৰয়োগ কৰি সকলোকে কমিউনিষ্ট কৰা মতৰ কমিউনিষ্ট। তেওঁলোকে বিশ্বাস কৰে যে আপোচ-আলোচনাৰ মনোবৃত্তিৰে জগতত সাম্যবাদ প্ৰচাৰ হ'ব নোৱাৰে— তাত শক্তি প্ৰয়োগ কৰিব লাগিব। এই লৈয়ে ৰুচিয়া আৰু চীনৰ মতভেদ। ৰুচিয়াই ভাবে জগতৰ মানুহৰ মন জয় কৰি সাম্যবাদ প্ৰচাৰ কৰিব লাগে আৰু চীনে ভাবে অস্ত্ৰেৰে জয় কৰি সাম্যবাদ প্ৰচাৰ কৰিব লাগে। তাৰে চেনু বিচাৰিলে। কিন্তু চেনু একো নাই, কাৰণ চীনৰ চিয়াৰমেন মাওচেতুং আৰু প্ৰধানমন্ত্ৰী চৌ এন লাইয়ে ১৯৫৪ চনত আৰু ১৯৫৬ চনত ভাৰতলৈ আহি পঞ্চশীল নীতি মানি লৈ সহঅৱস্থানৰ

নীতিৰে দেশবোৰৰ বসবাস স্বীকাৰ কৰি হিন্দী-চীনী ভাই ভাই সম্পৰ্ক স্থাপন কৰি গৈ তাক ভৰিৰে মোহাৰি কেনেকৈ নিৰ্লজ্জভাৱে ভাৰতৰ লগত যুদ্ধ কৰে? ইফালে তীব্বত সম্পৰ্কত ভাৰতৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ পৰা চীনে গুৰুত্বপূৰ্ণ কথা এটাও লাভ কৰিছে। ১৯৫৪ চনত ভাৰতে স্বীকাৰ কৰে যে তীব্বতৰ সাৰ্বভৌমত্ব চীনৰ ওপৰত ন্যস্ত। এই গুৰুত্বপূৰ্ণ স্বীকৃতিয়ে তীব্বতৰ ওপৰত চীনৰ আধিপত্যৰ সুযোগ দিলে। এনেহেন মিত্ৰ দেশ এখনৰ ওপৰত কেনেকৈ বাৰু এখন যুদ্ধ জাপি দিয়া যায়, চীন চৰকাৰৰ চিন্তা হ'ল সেয়ে। কিন্তু বন্ধুত্বতকৈ নিজৰ অস্তিত্ব ৰক্ষা কৰাটো সাধাৰণতে মানৱ প্ৰকৃতি। চীনেও তাকে কৰিব লগা হ'ল। লাখ লাখ টকা খৰচ কৰি চীনা মন্ত্ৰীসকলক খানা খুৱাই গাখীৰ খুৱাই সাপ পোহাৰ দৰে ভাৰত চৰকাৰে এডাল ফেঁটী সাপ যেন পুহি ৰাখিলে। যেতিয়া ১৯৫৮ চনত চীনে তীব্বতখন যোৰ কৰি দখল কৰি তীব্বতৰ ধৰ্মগুৰু আৰু শাসক দালাই লামাক খেদি দিলে আৰু বেচেৰা দালাই লামাই একো উপায় নাপাই সদলে আহি ভাৰতত আশ্ৰয় ভিক্ষা কৰিলে, তেতিয়া ভাৰত চৰকাৰে মানৱতাৰ খাটিৰতে হওক বা আন্তঃৰাষ্ট্ৰীয় ৰাজনৈতিক কাৰণতে হওক দালাই লামাক আশ্ৰয় দিলে। এই কথাত চীন চৰকাৰ জ্বলি উঠিল আৰু তেওঁলোকৰ জনতাক ভাৰতৰ বিৰুদ্ধে উত্তেজিত কৰি নানা প্ৰচাৰ চলাব ধৰিলে। তীব্বতখন দখল কৰাত চীনৰ দক্ষিণ সীমা আৰু ভাৰতৰ উত্তৰ সীমা একে হ'ল। ১৯১৪ চনতে মেক্‌মোহন চাহাবে ইংৰাজ চৰকাৰৰ দিনতে ভাৰতৰ উত্তৰ সীমা চিহ্নিত কৰিছিল আৰু তেতিয়া চীন চৰকাৰে তাক মানি লৈছিল। এতিয়া নতুন চৰকাৰে তাক নামানি সীমাৰ কাজিয়া পাতি দিলে। হিমালয় দুৰ্গম পৰ্বত। তাৰ মাজেৰে সীমাৰেখা স্বৰূপ চিনাক্তকৰণ কাৰ্যকৰীভাৱে বহু অসুবিধা আছে। এই অসুবিধাৰ সুবিধা লৈ চীন চৰকাৰে সীমাৰ কাজিয়া পাতি দিলে ভাৰতক এশিকনি দিবলৈ আৰু সম্ভৱ হ'লে গণতান্ত্ৰিক চৰকাৰৰ পতন ঘটাই কমিউনিষ্ট চৰকাৰ গঠন কৰিবৰ মানসেৰে চীনে লাখ লাখ সৈন্য আৰু অস্ত্ৰ-শস্ত্ৰ জমা কৰিলে সীমান্তত। প্ৰায় পাঁচ হেজাৰ বৰ্গমাইল ভাৰতৰ দখলাধীন ঠাই অপ্ৰৰোচিতভাৱে অধিকাৰ কৰে। তাতে আৰম্ভ হ'ল যুদ্ধ। যুদ্ধৰ বাবে লাখ লাখ সৈন্য প্ৰেৰণ কৰিলে পিকিং চৰকাৰে। লগত আহিল কুলি-কামলা ৰাস্তা-ঘাট বান্ধিবলৈ। চাওঁতে চাওঁতে চীন সৈন্যই লাদাখ আৰু নেফা অধিকাৰ কৰিলে। এই সৈন্যবোৰ তিনি শ্ৰেণীৰ আছিল। প্ৰথমে কিছুমান অস্ত্ৰ-শস্ত্ৰ দি সাধাৰণ কনুৱা শ্ৰেণীক অলপ শিক্ষা দি হুৰহুৰাই আগবঢ়াই দিয়ে। সিহঁতৰ পাছত থাকে নতুন শ্ৰেণীৰ সৈন্য। সাধাৰণ শ্ৰেণীয়ে হয় আগবাঢ়িব লাগিব নহয় মৰিব লাগিব। আগবাঢ়ি বিপক্ষৰ লগত যুঁজিব লাগিব নহ'লে পিছুৱালে পিছত থকা সিহঁতৰ দ্বিতীয় শ্ৰেণীৰ

সৈন্যই বধ কৰিব। ইহঁতক বিপুলভাৱে আগবঢ়াই দিয়াৰ অৰ্থ হ'ল যাতে অগণন শত্রু সৈন্য দেখি বিপক্ষৰ ভয় লাগে। আলেকজেণ্ডাৰে পাৰ্চিয়াৰ বিপুল বাহিনীৰ লগত খটোৱা কৌশল এয়া। সিহঁতৰ অস্ত্র-শস্ত্র দেখি যাতে বিপক্ষই ভাল ভাল অস্ত্র-শস্ত্র প্রয়োগ কৰি নিজৰ অস্ত্র-শস্ত্র শেষ কৰে আৰু দুৰ্বল হৈ পৰে; এই অস্ত্রহীন দুৰ্বল মুহূৰ্তত আহি তৃতীয় শাৰীত থকা প্রকৃত সৈন্যদলে আক্রমণ কৰিব। তেতিয়া সিহঁতৰ জয় হোৱা স্বাভাৱিক। অৱশ্যে অস্ত্র-শস্ত্র আৰু সৈন্যসংখ্যা যে সিহঁতৰে অধিক অনিষ্ট হয় তাত কোনো সন্দেহ নাই। গতিকে এনে ক্ষেত্রত আমাৰ এজন আচল সৈনিকে সিহঁতৰ পোন্ধৰ বা কুৰিজন নকল সৈন্য কিয় মাৰিব নোৱাৰিব?'

'বাৰু, যুদ্ধৰ সময়ত যদি এই কথা জনা গ'ল তেন্তে আমাৰ সৈন্যই সেই কৌশল নল'লে কিয়?' মই ক'লোঁ।

'কৌশল বুজা হৈছিল; কিন্তু কাম কৰাত অসুবিধা হ'ল।'

'কিয়?'

'আমাৰ মাজত বহুত বেয়া মানুহ আছে।'

'কি ৰকম?' জেৰিনাই প্রশ্ন কৰে।

'আমাৰ দেশৰ মানুহক আজিকালি কেৱল টকা লাগে। যি কি প্রকাৰে হ'লেও টকাহে লাগে। ন্যায়-অন্যায় একো নাই, পাপ-পূণ্যৰ বিচাৰ নাই কেৱল টকা লাগে। কাম কৰিবৰ মতলব নাই, বিনাশ্রমে টকা লাগে। এইখন হ'ল 'নকৰি পোৱাৰ দেশ' অৰ্থাৎ কাম নকৰি টকা পোৱা দেশ। কাম নকৰাকৈ কেনেকৈ টকা আদায় কৰিব পাৰি তাৰে চিন্তাত আমাৰ দেশৰ মানুহ আজি ব্যস্ত, আৰু সিহঁতৰ এই ফাকিৰ কাৰণেই দেশে যথেষ্ট ভুগিব লগা হৈছে।'

'উদাহৰণস্বৰূপে......?' মই সুধিলোঁ।

'প্রথমে ঠিকাদাৰসকলৰ কথাকে ধৰক। মাটি কাটিছে যদি দহ হেজাৰ তেন্তে বিল দিছে কুৰি হেজাৰৰ। সেই বিল পাচো হৈছে কাৰণ উপৰুৱা দহ হেজাৰৰ আধা টকা দিব অফিচত। অফিচৰ বৰ বাবুৰ পৰা আৰম্ভ কৰি এচ ডি ও, ওভাৰচিয়াৰ, কেৰাণী, মহৰি, পিয়ন আনকি চকিদাৰলৈকে টকাৰ ভাগ আছে। ভেটি খোৱাটো আজি আমাৰ দেশৰ কৰ্মচাৰীৰ এটা ধৰ্মই হৈছে। কুলিৰ চৰ্দাৰে ওপৰে ওপৰে খায় কুলিৰ পৰা। আৰু কুলি বণুৱাসকলো যে ভাল তাকো ক'ব নোৱাৰি। কমিউনিষ্টসকলে বনুৱা মজদুৰৰ পক্ষে ওকালতি কৰাৰ ফলত বনুৱাবিলাকৰ বেছিভাগেই ফাকত হৈছে। ঠিকা হিচাপে দিলে যি কাম এদিনত কৰে, দিন হাজিৰা হিচাপে দিলে সেই কামটি কৰোঁতে দুদিনতো শেষ নহয়।

এই দেশখনৰ নাম সেইবাবে 'নকৰি পোৱাৰ দেশ' দিব লগা হৈছে। সেই কাৰণেই নেফাত ৰাস্তাৰ কামত যিমান টকাৰ ঠিকা দিলে তাৰ আধা কামো নহ'ল। ফলত সৈন্য বাহিনী ভীষণ অসুবিধাৰ সম্মুখীন হ'ব লগা হ'ল। সেই টকাৰ বেছি ভাগ খালে ঠিকাদাৰ, ওভাৰচিয়াৰ আদিয়ে। তাৰ উপৰি ক'বলৈ লাজ লাগে আৰু দুখ লাগে যে আমাৰ কেপ্টেইন, মেজৰ আদিও ইয়াত লিপ্ত আছিল হেনো। এওঁলোকৰ এই দেশদ্ৰোহী কাৰ্যৰ কাৰণেই আমি পিছুহুহকি আহিব লগাত পৰিলোঁ। তাৰ উপৰি যাতায়াতৰ অসুবিধাৰ কাৰণে খোৱা বস্তুৰ নাটনি হোৱাত আমাৰ ভয়ঙ্কৰ অসুবিধা হ'ল। সেই খাদ্যৰো বহু অংশ তেনে প্ৰকাৰে অন্তৰ্ধান হ'ল। শেষত বাধ্য হৈ প্লেনেৰে আমাক খাদ্য বিতৰণ কৰিলে। খাদ্যৰ অভাৱত আমি দিনে দিনে দুৰ্বল হৈ যাব ধৰিলোঁ।

আনফালে আমাক যিবোৰ অস্ত্ৰ-শস্ত্ৰ দিছিল সেইবোৰ অতি আধুনিক অস্ত্ৰৰ লগত ফেৰ মাৰিব পৰা বিধৰ নহয়। পুৰণা ধৰণৰ ৰাইফলেৰে 'অটোমেটিক মেচিনগান', 'মৰ্টাৰ', 'টেঙ্ক' আদি আধুনিক অস্ত্ৰৰ লগত যুঁজিব লগা হোৱাত আমি নিৰুপায়ত পৰিলোঁ। সিহঁতে সেই আধুনিক অস্ত্ৰবিলাকৰ দ্বাৰা আমাক আগুৰি ধৰিলে। আনফালে এই সংকটপূৰ্ণ অৱস্থাতো আমাক আনকি আত্মৰক্ষাৰ কাৰণে হ'লেও গুলী চলাবলৈ হুকুম দিয়া হোৱা নাছিল। যেতিয়া আমাক শত্ৰুৱে আগুৰি ধৰি মাছমৰা দিব ধৰিলে তেতিয়া আৰু আন উপায় নাপাই কমাণ্ডাৰৰ হুকুমলৈ বাট নাচাই নিজে নিজে গুলী চালনা কৰিলোঁ। ৰাইফল হাতত লৈ কাপুৰুষৰ দৰে নীৰৱে মৃত্যুবৰণ কৰাটো আমাৰ সহ্যৰ অতীত হ'ল। কিন্তু এই অৱস্থাত আমাৰ বহুত সৈন্য মৰিল। আমি কিছুমানে কথমপি নিজক বচাই ৰাখি অৰণ্যলৈ পলাই গ'লোঁ। কিছুমান বন্দী হ'ল। সেই বন্দীসকলৰ বহুতক সিহঁতে গুলীয়াই মাৰিলে। আন্তঃৰাষ্ট্ৰীয় চুক্তি ভঙ্গ কৰি যুদ্ধবন্দীক গুলীয়াই মৰা দেখি আমি থিৰাং কৰিলোঁ যে প্ৰাণ গ'লেও ধৰা নিদিম। তাৰপাছত আমি গৰিলা যুদ্ধ আৰম্ভ কৰিলোঁ। ওপৰৰ পৰা শিল বাগৰাই দি সিহঁতক বধ কৰিব ধৰিলোঁ। গুহাৰ ভিতৰৰ পৰা গুলী কৰি সিহঁতক ব্যতিব্যস্ত কৰি তুলিলোঁ। আমাৰ কৌশলৰ বাবে সিহঁতৰ অলেখ ক্ষতি হ'ল— সৈন্য আৰু অস্ত্ৰ-শস্ত্ৰৰ।'

'কি কাৰণে চৰম মুহূৰ্ততো কমাণ্ডাৰসকলে গুলীচালনাৰ হুকুম দিয়া নাছিল?'

'তাৰ ৰহস্য আজিও ভেদ কৰিব নোৱাৰিলোঁ। কিছুমানে ভাবে যে আমাৰ নতুন অস্ত্ৰৰ বাবে বাট চাইছিল, কিন্তু ৰাস্তাৰ অসুবিধাৰ কাৰণে সময়ত অস্ত্ৰ পৌছাব নোৱাৰিলে। কিছুমানে ভাবে বোধহয় ওপৰৰালাৰ নিৰ্দেশ নাছিল। আমাৰ ভিতৰতো ৰামৰ খাই ৰাৱণৰ গীত গোৱা লোক আছে। সৈন্য বিভাগত যে চীনপন্থী কমিউনিষ্ট লোক নাই তাক কোনে ক'ব? ইংৰাজৰ দিনত জানো ইংৰাজ সেনা বাহিনীত কংগ্ৰেছ

সমৰ্থক সৈনিক নাছিল? চিপাহী বিদ্ৰোহ ১৮৫৭ চনত তেন্তে কেনেকৈ হ'ল? তেনেকুৱাও হ'ব পাৰে। আমি বুজিব নোৱাৰিলোঁ।'

অৱশ্যে আন কিবা হওঁক নহওঁক ভাৰতৰ প্ৰতিৰক্ষা মন্ত্ৰী ভি কে কৃষ্ণমেননৰ হ'লে মন্ত্ৰিত্ব গ'ল আৰু ৱাই বি চ্যবনে প্ৰতিৰক্ষা মন্ত্ৰী হ'ল। চীন-ভাৰতৰ যুদ্ধৰ ফলস্বৰূপে ভাৰতৰ ৰাজনীতি ক্ষেত্ৰত এই পৰিৱৰ্তন মন কৰিবলগীয়া।'

'তাৰ পাছত ককাইদেউ?' জেৰিনাই প্ৰশ্ন কৰে।

'তাৰ পাছত আমি প্ৰাণেপণে যুঁজিব ধৰিলোঁ। ইফালে হাতত নাই অস্ত্ৰ, পেটত নাই ভাত। এনে অৱস্থাত আকৌ হিমালয়ৰ হাৰকঁপোৱা জাৰ। আমি গৰম দেশৰ মানুহে তাক সহ্য কৰিব নোৱাৰোঁ। চীনাহঁত ঠাণ্ডা দেশৰ লোক কাৰণে সহ্য কৰিব পাৰে। তাৰ উপৰি সিহঁতে পৰ্বত বগাই গৰিলা যুঁজৰ কৌশলো আগধৰি শিকি লৈছিল। এনে অৱস্থাত মৰ্টাৰ, অটোমেটিক মেচিনগান, ষ্টেনগান, টেঙ্ক আৰু অতি আধুনিক ৰাইফলেৰে আহি অগণন চীনা সৈন্যই আমাক যেনিয়ে পায় তেনিয়ে মাৰিবলৈ ধৰিলে। আমাৰ একোজন সৈন্যৰ ভাগত প্ৰায় ত্ৰিশ, পঁয়ত্ৰিশজন চীনা সৈন্য পৰিল। আমি বুজিলো যে আমাৰ মৰণ হ'বই, কিন্তু মৰাৰ আগতে দুখ্যাহঁতৰ কিছুমানক খতম কৰিহে মৰিম। তাকে ভাবি আমি পিছহুহকি আহি পৰ্বতৰ খোৰঙত লুকাই থাকিলোঁ। সিহঁতে হিলদল ভাঙি আগুৱাই আহিল। আমাৰ কিছুমানে খোৰঙৰ পৰা গুলী চলালে। বহু শত্ৰু নিপাত হ'ল। কিন্তু কি হ'ব? পঙ্গু পালৰ দৰে অশেষ সৈন্য আহিয়েই থাকিল। সিহঁতেও পিছুৱাব নোৱাৰে কাৰণ পিছুৱালে নিজৰ পিছত থকা আচল সৈন্যই গুলীয়াই মাৰিব। গতিকে শত্ৰুৰ হাতত মৰাকে থিৰ কৰি আগুৱাই আহি থাকিল। তয়া-ময়া যুঁজ লাগিল। সিহঁতৰ বহু সৈন্য মৰিল। মৰা সৈন্যৰ পৰা অস্ত্ৰ-শস্ত্ৰ লৈ আমি শক্তিশালী হ'লো কাৰণ আমি সেইবোৰ অস্ত্ৰৰ ব্যৱহাৰ জানোঁ। আমাৰ অস্ত্ৰ আহি পোৱা নাছিল কাৰণেহে এনে বিলৈ হ'ল। এতিয়া অস্ত্ৰ কিছু যোগাৰ হোৱাত সিহঁতৰ সন্মুখীন হ'বলৈ সাহস হ'ল। আমাৰ মাজৰ উগ্ৰ সাহসী শিখ আৰু গোৰ্খা সৈন্যই সিহঁতৰ মৰা সৈন্যৰ পৰা অস্ত্ৰ কাঢ়ি আনিব ধৰিলে। এই কাৰ্যত কেইজনমান মাৰাঠা; কেইজনমান ৰাজপুত সৈন্য আৰু আমি চাৰিজন অসমীয়া সৈন্যই যোগ দিলোঁ। আমি অস্ত্ৰবোৰ লৈ আহিব ধৰোঁতেই সিহঁতৰ মৰ্টাৰৰ গুলী আমাৰ ওচৰত পৰে আৰু পিছ মুহূৰ্ততে আহি পায় টেঙ্ক। আমাৰ বহুত সৈন্য মৰিল। কিন্তু বহু আধুনিক অস্ত্ৰ আমি হস্তগত কৰিলোঁ। শেষত বাধ্য হৈ আমি গুহাত আশ্ৰয় ল'লোঁ হয়, তাতো থকা অসম্ভৱ হ'ল। কোন কোনকালে গ'ল জ্ঞান ঠিকনা নাথাকিল। এই অৱস্থাতে কেইবাদিন যুদ্ধ চলাৰ পাছত সিহঁতে হুৰহুৰাই আমাৰ কয়েক আগুৱাই

আহিল আৰু বোমডিলাৰ ওচৰ পালে। তাত বাস কৰা জনজাতিৰ লোকসকলে ঘৰবাৰী এৰি আমাৰ ভৈয়ামলৈ পলায়ন কৰিলে, কাৰণ তাত থকা অসম্ভৱ হৈ পৰিল। কাৰ গাত কেতিয়া গুলী পৰে তাৰ ঠিক নাই; তাৰ উপৰি চীনা সৈন্যই নাৰীৰ উপৰত পাশৱিক অত্যাচাৰ কৰে; ঘৰৰ বয়বস্তু লুট কৰি নিয়ে। ঘৰচীয়া জন্তুবোৰ খাই পেলায়। আনকি তীব্ৰতত কুকুৰ-মেকুৰীও বাদ নিদিয়াৰ দৰে ইয়াতো একে নাটকে আৰম্ভ কৰিলে। গতিকে ঘৰবাৰী এৰি আপাতনী, অকা, আবৰ, মিচিমি, দফলা, গালং আদি জনজাতি মানুহে নেফাৰ (উত্তৰ-পূব সীমান্ত ভূ-ভাগ) ঘৰ-বাৰী পৰিত্যাগ কৰি ভৈয়ামলৈ আহিল।'

'সেই দৃশ্য বৰ বেদনাদায়ক আছিল। এই গুৱাহাটীলৈকেও দলে দলে যেতিয়া জনজাতিৰ ভগনীয়া আহে অনাহাৰ, অৰ্ধাহাৰত শ্ৰান্ত-ক্লান্ত হৈ জীৰ্ণ-শীৰ্ণ শৰীৰ লৈ তেতিয়া আমাৰ নাগৰিকসকলে পৰম যত্নেৰে এই জনজাতিৰ ভাই-ভনীহঁতক আশ্ৰয় দিয়ে— থাকিবলৈ ঘৰ-স্কুল-কলেজৰ ঘৰ, খাবলৈ আহাৰ আৰু পিন্ধিবলৈ কাপোৰ দি তেওঁলোকক অতিথি শুশ্ৰূষা কৰে। স্কুল-কলেজ বন্ধ দিয়ে আৰু স্কুল,-কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে কষ্ট স্বীকাৰ কৰি তেওঁলোকৰ সংস্থান কৰি দিয়ে। আজিও সেই কথা মনত পৰিলে চকুলো ওলায়। মাষ্টৰ, প্ৰফেচৰ, সমাজসেৱক, ৰাজনীতিজ্ঞ আৰু সাধাৰণ মানুহ সকলোৱে পাৰ্যমানে সেৱা-শুশ্ৰূষা কৰে। জনসাধাৰণে নিজৰ মানুহৰ দৰে তেওঁলোকক সেৱা-শুশ্ৰূষা কৰে। তেতিয়া অনুমান হৈছিল যেন পৰ্বত-ভৈয়াম এক হ'ল। পৰ্বতীয়া ভাই-ভনীসকলে আমাক বুজিলে— চিনিলে; আমাত আপোন হ'ল। চীনাইতে যেন গোবৰমাৰি গঙ্গাত পেলালে। আক্ৰমণ কৰি, অত্যাচাৰ কৰি আমাৰ পৰ্বত-ভৈয়ামৰ মাজত সম্প্ৰীতিৰ দোলডাল নিকপকপীয়াহে কৰিলে। কেতিয়াবা কেতিয়াবা অভিশাপো বৰত পৰিণত হয়।'

'হয়, কেতিয়াবা অসুবিধাই সুবিধাহে কৰি দিয়ে। পিছে আমাৰ তেজপুৰৰ ঘটনাটোৰ বাবেহে আমি দুখ পাওঁ। বোমডিলাৰ পতন হোৱা বুলি জনৰব শুনিয়ে হেনো তেজপুৰৰ মানুহ ভাগি আহি নগাঁও, গুৱাহাটী পায়। এই ঘটনা বৰ দুখজনক আৰু লজ্জাজনকো।'

'ই বৰ পৰিতাপৰ বিষয়। তেজপুৰৰ জনসাধাৰণৰ মাজত একো দোষ নাই— দোষ আৰু নেতাসকলৰ। ৰাজনৈতিক নেতা কিছুমানে মিটিং কৰি ৰাইজক নিৰ্ভয় দিছে আৰু জনতাক নিৰ্ভয়ে থাকি শত্ৰুৰ গতি প্ৰতিৰোধ কৰিবলৈ প্ৰতিজ্ঞা কৰাইছে, অথচ ইফালে তেওঁলোকে নিজৰ মটৰ গাড়ী বা আনৰ গাড়ী, কিছুমান অফিচাৰে চৰকাৰী গাড়ীত নিজৰ লখা-ভিৰোতা তুলি লৈ মনে মনে শ্বিলং, গুৱাহাটীলৈ টাপলি মেলিছে।

তেতিয়া জনসাধাৰণৰ হৃদয় ভাঙি গ'ল। ভয়ত তৎ নাপাই যিয়ে য'ত যেনেকৈ আছিল তেনেকৈয়ে পলাব ধৰিলে। এই নেতাসকলৰ মাজত হেনো কোনোবা এম এল এ মহাশয়ো আছিল। মিটিঙত ৰাইজক সাহস দি ঘৰত ল'ৰা-তিৰোতা লৈ পলোৱা দেশনেতাৰ কাৰ্যই এই দুৰ্ঘটনাৰ প্ৰধান কাৰণ। ই জননেতাসকলৰ কাৰণে বৰ লাজৰ কথা।'

'এয়ে আমাৰ জননেতা— দেশনেতাৰ নমুনা। এনেকুৱা দেশত বাৰু কি আশা কৰিব পাৰি?'

'এনেকুৱা চৰিত্ৰৰ লোকৰ বাবেই দেশৰ এনে অৱস্থা। সকলোবিলাক স্বাৰ্থপৰ, ভীৰু। তাৰ পাছত?'

'তাৰ পাছত আমাৰ চেদেলি-ভেদেলি অৱস্থাত আমাৰ খাদ্য ভঁৰাল এটা সিহঁতৰ হাতত পৰে। বহুত খাদ্য সিহঁতে লাভ কৰে। আমাৰ বহুত ক্ষতি হ'ল। তেতিয়া আমি গৰিলা যুদ্ধৰ কৌশল ল'লো। পিছদিনা আমি তিনিজন— অৰ্থাৎ মই, এজন গুৰ্খা আৰু এজন শিখ লগ লাগি মৰসাহ কৰি গৈ সিহঁত অহা ৰাস্তাৰ ওপৰত এটি প্ৰকাণ্ড শিল বগৰাই আনি ৰাস্তাৰ মাজতে থৈ দিলোঁ যাতে যান-বাহন চলাচল কৰাত অসুবিধা হয় আৰু লৰীবে আমাৰ খাদ্য-বস্তুবোৰ কঢ়িয়াই নিয়াত অসুবিধা হয়। তেনে কাম কৰি অহাৰ লগে লগে হঠাতে কোনোবা ফালৰ পৰা গুলী আহি শিখজনৰ মূৰত লাগিল আৰু তেওঁ থিতাতে মৰিল। আমি দুয়ো আসন্ন মৃত্যুক সন্মুখত যেন দেখা পালোঁ আৰু ক্ষন্তেকৰ বাবে জীৱনৰ মায়া এৰি মাৰিলো জাঁপ তললৈ। তলত গৈ এটি জুৰিৰ বুকুতে পৰিলোঁ। অৱশ্যে বেছি তল নাছিল কাৰণে আমি দুয়োৰো প্ৰাণ ৰক্ষা পৰিল। পানীৰ পৰা উঠি দেখো যে দূৰৈত এখন সাঁকোৰ দৰে হৈ আছে লতাৰে। পৰ্বতীয়া জুৰিবোৰত দলং বা সাঁকো নাই। কেৱল লতাৰে সাঁকো তৈয়াৰ কৰা থাকে। দুয়ো সাঁকোৰ ইমূৰে ঠিয় হ'লো। অলপ পাছত গুৰ্খাজনে মোৰ কাণৰ কাষত ফুচফুচাই ক'লে যে দূৰত অলপ চীনা-সৈন্য। আমাৰ ফালে আগবাঢ়ি আহিব ধৰিছে। এই লতাৰ সাঁকো পাৰ হৈ বোমডিলালৈ যাব। ভতালিকে মোৰ মগজুত বুদ্ধি খেলিলে আৰু প্ৰাণক তুচ্ছ কৰি লতাৰ সাঁকো কাটি পেলালোঁ। আমি দুয়ো ইহঁতৰ হাতত মৰিলেও ইহঁত যাব নোৱাৰি দুদিন পলম হ'লে আমাৰ সৈন্যই বিদেশী অস্ত্ৰ সম্ভাৰ আহি পালে বোমডিলা ৰক্ষা কৰিব পাৰিব। আমাৰ ধাৰণা হ'ল তেনে। আমি জোপোহাৰ মাজত দুয়ো আশ্ৰয় ল'লোঁ, আৰু শত্ৰুৰ আলোৰ-লেৰ চাব ধৰিলোঁ। সিহঁত সঁচাকৈ সাঁকোৰ সিমূৰলৈ আহিল আৰু হতাশ হৈ ঘূৰি গ'ল। আমি স্বস্তিৰ নিশ্বাস এৰিলোঁ। এইবাৰলৈ ৰক্ষা যাত্ৰা সুৰক্ষিত থাকিলে বুলি বুজিব পাৰিলোঁ। কিন্তু সময় পাছত জানিব,

দুখ আৰু ভোক-পিঁয়াহে আমাক আগুৰি ধৰিলে। আমি তিনিদিন একো খোৱা নাই তাতে ইমানবোৰ বিপজ্জনক কৰ্ম কৰিছোঁ। ভাগৰত অৱশ হৈ জোপোহাৰ মাজত বৰফৰ ওপৰত কিছুমান বন, লতা পাৰি লৈ মই শুই পৰিলোঁ। সঙ্গী গুৰ্খাজনে পহৰা দিলে। বহু সময় মই শুলোঁ। গুৰ্খাজনে টোপনিয়াই টোপনিয়াই মোক ৰখি থাকিল কিছু সময পাছত ধম্ ধম্ শব্দ শুনা গ'ল। তেওঁ মোক জগাই দিলে তৎক্ষণাৎ। দুয়ো ৰাইফল প্ৰস্তুত কৰি সতৰ্ক হৈ ঠিয় দিলোঁ। অলপ পৰ পাছত ভীষণ শব্দ কৰি মটাৰ টেঙ্ক কামান গৰ্জি উঠিল। গুলীৰ শব্দত হিমালয যেন কঁপি উঠিল। বুজিলোঁ আমাৰ চকী উৰাই দিবলৈ চীনাহঁতৰ এই বিপুল চেষ্টা। গাৰ ৰক্ত গৰম হৈ উঠিল, যেন মুহূৰ্তৰ ভিতৰতে গৈ যুদ্ধত জঁপিয়াই পৰিম। দুযো নীৰৱভাৱে ইঙ্গিত দিলো। মই তেওঁক পিছে পিছে আহি থাকিবলৈ ইঙ্গিত দি হাতত স্মাৰে ভৰিত সাৰে জোপোহাৰ মাজেদি চুঁচৰি চুঁচৰি পৰ্বত বগাই ওপৰলৈ উঠিব ধৰিলোঁ। ওখ শিলৰ পৰ্বত, তাতে বৰফ আৰু যাব নোৱাৰিলোঁ। অলপ ওখ শিল এটা পাই তাতে উঠি নিৰীক্ষণ কৰিলো। দেখিলো, আমাৰ চকীত জুই জ্বলিছে। চীনা সৈন্যই ঘেৰি আছে। খাদ্যবস্তুবোৰ শত্ৰুই কঢ়িয়াব ধৰিছে। লগতে আমাৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ খাৰ-বাৰুদবোৰ কঢ়িয়াই নি সিহঁতৰ কেম্পত থ'ব ধৰিছে। আমাৰ সৈন্যবোৰ হুহুকি গৈছে। আমি দুয়ো চুঁচৰি চুঁচৰি গাড়ী অহা বাটৰ কাষলৈ আহিলোঁ। শিল এটাৰ আঁৰালত দুয়ো চুপি থাকিলোঁ। কেবাখন গাড়ী পাৰ হৈ গ'ল বয়বস্তুৰ সৈতে। শেষৰখন গাড়ীত আমি দুযো তৎক্ষণাৎ ওপৰৰ পৰা জাঁপ মাৰি পৰিলোঁ আৰু তীব্ৰবেগে গৈ সৈনিক ড্ৰাইভাৰজনৰ পিছফালেৰে গৈ ডিঙিটো কাটি বগৰাই থৈ গুৰ্খাজনক মটৰ চলাব দি মই চীনা সৈনিকজনৰ সাজপাৰ পৰিধান কৰিলোঁ। টুপিটো আৰু সাজ-পাৰযোৰ পিন্ধি চীনা সৈনিক সাজিলোঁ আৰু মৰা সৈন্যজনক মটৰৰ পৰা পেলাই দিলোঁ। তাৰ পাছত মই মটৰৰ ষ্টিয়াৰিং ধৰিলোঁ, গুৰ্খাজনক পিছলৈ পঠাই দিলোঁ। তেওঁ গৈয়ে মটৰৰ ভিতৰত থকা বয়-বস্তুবোৰ বাটে বাটে পেলাই যাব ধৰিলে। এবাৰ এনেকৈ পেলাওতে হঠাতে কটি, মাখন আৰু চেনিৰ বস্তা এটা হাতত পৰিল। তেওঁ তৎক্ষণাৎ সেইটো একাষৰীয়া কৰি থৈ বাকীবোৰ দলিয়াই পেলাই দিলে। বস্তুবোৰ পেলাই মটৰ খালাচ কৰি তেওঁ সেই কটিৰ বস্তাটো মোৰ ওচৰলৈ আনি নিজেও এখন খালে আৰু মোৰ মুখতো এখন ভৰাই দিলে। মোৰ হাত বন্ধা, গতিকে তেওঁ মোক খুৱাই যাব ধৰিলে। কটি, মাখন আৰু চেনি খাই আমাৰ 'ৱাটাৰবেগ'ৰ পানী খালোঁ। আজি চাৰিদিনৰ মুৰত এয়েহে পেটত আহাৰ পৰিল। অলপ বল পালোঁ দুয়ো। এইবোৰ আমাৰ কেম্পত তৈয়াৰ কৰিছিল; শত্ৰুহঁতে আমাৰ মানুহক মাৰি এইবোৰ কাঢ়ি আনিছে। সি যি কি নহওঁক আমাৰ ভাৰতৰ বস্তু আমাৰ ভাৰতীয়াই

খাবলৈ পালোঁ জীৱন-মৃত্যুৰ এই চৰম মুহূৰ্তত। সভক্তিৰে ভাৰত মাতাক এবাৰ সেৱা জনালোঁ অন্তৰৰ পৰা। দেশপ্ৰেমৰ জ্বলন্ত অগ্নিশিখা যেন তেতিয়া দুগুণ বেগেৰে প্ৰজ্বলিত হ'ব ধৰিছে। অলপ গৈয়ে সিহঁতৰ কেম্প বা ছাউনি পালো। ধুমধাম বস্তুবোৰ পেলাই দিব ধৰিছে মটৰৰ ওপৰৰ পৰা। কেম্পত পহৰাদাৰী সৈনিক কেইজনমানৰ বাহিৰে আৰু মানুহ নাই। সকলোৱে আমাৰ বস্তু লুট কৰিবলৈ গৈছে। ড্ৰাইভাৰ সৈনিক কেইজনে গাড়ীৰ পৰা মাল খালাচ কৰি দি পুনৰ গাড়ী লৈ গৈছে আমাৰ কেম্পৰ ফালে। তেতিয়া আৰু কাৰো ক'তো কথা ক'বৰ বা চাবৰ সময় নাই। এনে অতিব্যস্ত মুহূৰ্ততে আমি দুয়ো মটৰৰ পৰা নামি পৰিলোঁ। মোৰ গাত চীনা সাজ-পাৰ দেখি চীনাহঁতে মোক লক্ষ্য নকৰিলে। আমি দুয়ো তেতিয়া অলপ আঁতৰা-আঁতৰি হৈ বস্তুবোৰৰ দ'মৰ মাজত সোমালোঁ। বয়-বস্তুৰে সিহঁতৰ কেম্প ভৰ্তি হৈ গৈছে। বাকীবোৰ বাহিৰত দ'ম হৈ আছে। সৈনিক ড্ৰাইভাৰবিলাকে গাড়ী লৈ যোৱাত কেম্পত ৰখীয়াকেইজনহে ৰ'ল। এই সুযোগতে মই মোৰ 'লাইটাৰ'টো জ্বলাই পেট্ৰ'লৰ টেঙ্কিত জুই লগাই দিলোঁ। ক্ষন্তেকৰ ভিতৰতে খাৰবাৰুদত জুই লাগিল আৰু জুইয়ে এনেভাৱে বেঢ়ি ধৰিলে যে আমি কোনেও ক'তো যেন ওলাব নোৱাৰা হ'লোঁ। ভীষণ অগনিয়ে লেলিহান জিভা মেলি যেন দুষ্মণহঁতৰ কেম্প পুৰি চাৰখাৰ কৰি দিব এতিয়াই। মুহূৰ্তৰ ভিতৰতে কেম্প জ্বলি উঠিল। চীনা ৰখীয়াকেইজনে চিঞৰি চিঞৰি জুই নুমাবৰ চেষ্টা কৰিলে। সিহঁতৰ ভিতৰত হাহাকাৰ লাগি পৰিল। চাৰিওফালে লৰা-ঢপৰা, দৌৰা-দৌৰি কৰি সিহঁতে জুই নুমাবৰ চেষ্টা কৰিলে হয়, কিন্তু চেষ্টা অপচেষ্টাহে হ'ল। জুয়ে দম্‌দম্‌কৈ জ্বলি উঠি একালৰ পৰা সকলোকে পুৰি ভস্ম কৰি যাব ধৰিলে। কি কাৰণত জুই লাগিল এই বিষয়ে সিহঁতে সন্দেহ কৰিব ধৰিলে। দুজন সৈনিক ৰখীয়াই ৰাইফল লৈ আমি থকা ফালে আগবাঢ়ি আহিল। তেতিয়া বস্তুবোৰৰ মাজে মাজে দৌৰি দৌৰি যাব ধৰিছে গুৰ্খাজন আগে আগে আৰু মই পিছে পিছে অনুসৰণ কৰিছোঁ। দেখাত এনে দেখা গৈছিল যেন মই তেওঁক পিছে পিছে খেদিছোঁ। আমাক দেখি দুষ্মণ শত্ৰু চীনা দুজনে আমাক শত্ৰু বুলি জ্ঞান কৰিলে। আমি কেম্পত জুই দিয়া বুলি ধৰি লৈ সিহঁত দুটাই চিঞৰি দিলে চীনা ভাষাত। শত্ৰু, দুষ্মণ, হিন্দী— ধৰ-ধৰ ইদ্যাদি অৰ্থযুক্ত চীনা শব্দ প্ৰয়োগ কৰি চিঞৰিব ধৰিলে। আমি বুজিব পাৰিলোঁ। গুৰ্খাজনে দৌৰি গৈ মোৰ পৰা বলপূৰ্বক পালে আৰু মোক হিন্দীতে ক'লে— 'মোক শত্ৰু বুলি কৈ গুলী কৰা ভাই আৰু তুমি চীনা সৈন্য বুলি প্ৰমাণ কৰি নিজক বচোৱা। দেশজননীৰ মই বলি হওঁ— এয়ে মোৰ দেশ সেৱা। তোমাক ৰক্ষা কৰাটো মোৰ কৰ্তব্য, কাৰণ ভাৰতত তোমাৰ দৰে উপস্থিত বুদ্ধি থকা

সৈনিকৰ দৰ্কাৰ আছে।' মই চিঞৰি ক'লোঁ,— 'মই নোৱাৰিম ভাই; তোমাক মই মাৰিব নোৱাৰিম।' মোৰ সাধ্য নাই। বৰং দুয়ো একেলগে শত্ৰুৰ হাতত মৰো।' তেওঁ ক'লে,— 'নহয় ভাই, তুমি ভাৰতমাতাৰ কাৰণে আৰু কৰিব লাগিব। তুমি জীয়াই থাকিব লাগিবই। মোক মাৰা। মই চীনা পাষণ্ডৰ হাতত মৰাতকৈ তোমাৰ হাতত মৰিলে আত্মাৰ তৃপ্তি হ'ব।'

এনেকৈ কৈ দৌৰিব এৰি পিছমুখ দি ঠিয় হ'ল আৰু বুকুখন দেখুৱাই ইঙ্গিত দিলে। এইফালে মোৰ পিছে পিছে দৌৰি আহিছে চীনা সৈন্য দুজন। সিহঁতৰ এজনে তেওঁলৈ আৰু আনজনে মোলৈ লক্ষ্য কৰি ৰাইফল টোৱালে। এতিয়াই শেষ হৈ যাব আমি দুজনৰ মানব জীৱন— সৈনিক জীৱন। এই চৰম মুহূৰ্তত শেষবাৰৰ বাবে চিঞৰি উঠিল গুৰ্খাজনে,— 'আৰু এক মুহূৰ্ত পলম কৰিলে সকলো পণ্ড হৈ যাব। মোক গুলী কৰি কৰ্তব্য পালন কৰা বন্ধু।' মই পিছমুখ দি দেখিলোঁ সঁচাকৈ আৰু আমাৰ পলম কৰিবৰ সময় নাই। এতিয়া দুয়ো মৰিম। মৰণ যেতিয়া আমাৰ নিশ্চিত বুলি জানিলোঁ, তেতিয়া গুৰ্খা ভাইৰ শেষ অনুৰোধ ৰক্ষা কৰি মৰাই ভাল বিবেচনা কৰিলোঁ। মই বন্দুক তুলি ল'লোঁ। এনেতে গুৰ্খা ভায়ে সিহঁত দুটাক লক্ষ্য কৰি আগেয়ে ৰাইফলৰ গুলী এৰিলে। তেওঁৰ গুলীৰ হাত সাৰিবলৈ দুয়ো চীনা সৈনিক তৎক্ষণাত মাটিত পৰিল। এই মুহূৰ্ততে মই ৰাইফলৰ গুলী এৰি দিলোঁ গুৰ্খাৰ ফালে। তৎক্ষণাত মোৰ নিষ্ঠুৰ গুলীয়ে গুৰ্খা ভাইৰ সুকোমল হিয়া ভেদ কৰি মহৎ অন্তৰ এখনৰ জীৱনদীপ চিৰকালৰ কাৰণে নিৰ্বাপিত কৰি দিলে। উহ্ আজিও মনত পৰিলে মোৰ হৃদয় দগ্ধ হৈ যায়। নিষ্ঠুৰ জহ্লাদৰ দৰে মোৰ পৰম উপকাৰী বন্ধুক মই হত্যা কৰিছো।'

এই বুলি কোৱাৰ লগে লগে আহ্মদৰ চকুৰে দুধাৰি চকুলো বৈ আহিল। মোৰ হিয়াত যেন শিলবহে খোচ ল্যাগিল। হিয়াখন দগ্‌মগাই উঠিল। বেচেৰী জেবিনাজনী চকুত হাত দি চিঞৰি যেকুৰী উঠিল— 'উহ্ আল্লা! ইমান নিষ্ঠুৰ তুমি ককাইদেউ?'

'এৰা মই ইমান নিষ্ঠুৰ জেবিনা; মই পাষাণ। কৰ্তব্যবোধে মোক পাষাণ কৰি তুলিছিল সেই সময়ত। মোৰ চকুত সদায় জিলিকি আছিল মাথোঁ ভাৰতৰ ছবি— ভাৰত মাতাৰ স্বাধীন ছবি। স্বাধীন ভাৰতৰ সন্মান ৰক্ষাৰ বাবে মই যিকোনো কামকে কৰিবলৈ প্ৰস্তুত আছিলোঁ। মই মোৰ জীৱনৰ কথা এক মুহূৰ্তলৈও ভবা নাছিলোঁ। তেতিয়া ক'ৰবালৈ গ'লে মই আছিলোঁ যেন এটি যন্ত্ৰ— যুদ্ধ কৰা যন্ত্ৰ মাথোন।'

'তাৰ পাছত?' মই বৰ [illegible] প্ৰশ্ন কৰিলোঁ।

'তাৰ পাছত মই অৱশেষে সৈতে আমাৰ ওচৰত [illegible] [illegible] যেন [illegible]

এই দেশপ্ৰেমিক গুৰ্খা জোৱানজনক মহান আল্লাই শান্তি দিয়ে।'

'তাৰ পাছত তুমি কি কৰিলা ককাইদেউ?'

'তাৰ পাছত— তাৰ পাছত কি হ'ল জানা জেৰিনা? তাৰ পাছত মোৰ উপস্থিত বুদ্ধি যেন গুৰ্খাভাইৰ লগতে শেষ হৈ গ'ল। মই নিচ্চলভাৱে ৰাইফলটো কান্ধত লৈ থিয় হৈ থাকিলোঁ। মনত ভাবিলোঁ এইবাৰ মোৰ পাল। চীনা সৈন্য দুটাই মোক গুলী কৰিব এতিয়াই, গতিকে এবাৰ ভাৰতমাতাৰ নাম স্মৰণ কৰি থিয় হৈয়ে ৰ'লোঁ। কিন্তু ভাৰত মাতাৰ কি অপাৰ মহিমা! মই থিয় হোৱা দেখি আৰু ৰাইফলটো কান্ধত লোৱা দেখি চীনা সৈন্য দুটাই ভুল কৰিলে। দুটা কাৰণত সিহঁতে এই প্ৰমাদত পৰিল। প্ৰথম কাৰণ মই গুৰ্খাক গুলী কৰিলোঁ আৰু দ্বিতীয় কাৰণ মোৰ পোছাক পৰিচ্ছদ চীনা সৈন্যৰ। তাৰ উপৰি মই ৰাইফল লৈ নিঃসংকোচে থিয় হৈ থকা বাবে সিহঁতে সম্পূৰ্ণ পতিয়ন গ'ল যে মই সিহঁতৰে মানুহ। তাকে বিশ্বাস কৰি সিহঁত দুটাই মোক এৰি মৃত গুৰ্খাজনৰ ফালে দৌৰ দিলে যাতে শটো লৈ গৈ কেম্প কমাণ্ডাৰক প্ৰমাণ দেখুৱাব পাৰে যে কেম্পত জুই দিয়া দুষ্মণজন শত্ৰু আৰু ভাৰতীয় সৈনিক। তাকে ভাবি নিজক ৰক্ষা কৰাৰ সুযোগ গ্ৰহণ কৰিবলৈ দুয়ো লৰ দিলে মৃত গুৰ্খাৰ ফালে। সিহঁতে মোক এনেভাৱে নিশ্চিত মৃত্যুৰ মুখৰ পৰা ৰেহাই দিয়াত মোৰ যেন নতুন জীৱন আহিল। হঠাতে মোৰ উপস্থিত বুদ্ধিক যেন মৃত গুৰ্খাভায়ে পাহৰণিৰ বুকুৰ পৰা স্মৃতিৰ বুকুলৈ আনি দিলে। মই এক মুহূৰ্তও পলম নকৰি ৰাইফল তুলি ল'লোঁ আৰু দুয়োকে গুলী কৰিলোঁ। গুলী খাই দুয়ো চীনা বীৰে মোৰ মৰমৰ গুৰ্খা ভাইৰ কাষতে চিৰকালৰ বাবে শুই পৰিল। শেষ— একেলগে এজন মিত্ৰ আৰু দুজন শত্ৰুক এই পৃথিৱীৰ পৰা বিদায় দি মোৰ প্ৰাণৰ সহচৰ ৰাইফল বন্ধুয়ে যেন শ্ৰান্ত হৈ মোৰ কান্ধত বিশ্ৰাম ল'লে। উদাস দৃষ্টিৰে এবাৰ তিনিওৰো ফালে চাই মৃত সৈনিক তিনিগৰাকীক সামৰিক ধৰণে সন্মান জনাই মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ আৰু আল্লাৰ ওচৰত প্ৰাৰ্থনা জনালোঁ যেন মহান খোদাই এই তিনি গৰাকী বন্ধুক শান্তি দিয়ে। তেওঁলোকক উদ্দেশ্য কৰি যেন মোৰ প্ৰাণে কৈ উঠিল— যোৱা বন্ধুসকল যোৱা, অল্পপৰৰ পাছতে বোধহয় মযো তোমালোকৰ সঙ্গী হ'ম।'

'তাৰ পাছত ককাইদেউ, তাৰ পাছত তুমি ক'ত থাকিলা?'

এটা হুমুনিয়াহ কাঢ়ি আহমদে ক'লে— 'লাহে লাহে আঁতৰি গৈ মই ওচৰৰ জোপোহাৰ মাজত সোমাই পৰিলোঁ।'

এইখিনি কথা কৈ আহমদে এটা দীঘল হুমুনিয়াহ কাঢ়িলে আৰু নীৰৱ হ'ল। মই তেওঁৰ বেদনাক্লিষ্ট মুখখনিলৈ চাই অতি সৰুকৈ সুধিলোঁ—

'তাত কি কৰিলে?'

'জোপোহাৰ মাজত প্ৰৱেশ কৰি মোৰ মনলৈ আহিল বিষাদ। আহিল এক শূন্যতা তাত মই এটা শিলৰ ওপৰত বহি ভাগৰ জিৰালোঁ। কিন্তু জীৱনৰ ওপৰত আৰু মায়া নোহোৱা হ'ল। এটা বিৰাট শূন্যতাবোধ আহিল। এই জীৱন মিছা, জগত মিছা, শত্ৰু মিছা, মিত্ৰ মিছা, দেশ মিছা, মতবাদ মিছা, ধৰ্ম মিছা, কৰ্ম মিছা— জগতৰ সকলোবোৰ মিছা, নিৰৰ্থক-নশ্বৰ-এক মহাশূন্যতা মাথোন। এই শূন্যতাৰ বোধে মোৰ মনৰাজ্য এনেভাৱে আচ্ছন্ন কৰি পেলালে যে মই আৰু একো কৰিব নোৱাৰা হ'লোঁ। শৰীৰত আহিছে অসীম ক্লান্তি, মনত আহিছে অসীম গ্লানি, আত্মাত আহিছে যেন বিৰাট শূন্যতাবোধ। এই অৱস্থাত মোৰ বাহ্যিক জগতৰ জ্ঞান যেন লোপ পালে। মই যেন সকলো কথা পাহৰি গ'লোঁ। একে ধ্যানে ওপৰৰ ফালে চাই আছোঁ। বহু সময়। লাহে লাহে পোহৰ নাইকিয়া হৈ আহিল। পৰ্বতৰ গহ্বৰত এনেয়ে সূৰ্যৰ প্ৰৱেশ নিষেধ, তাতে বেলিও পৰি আহিছে হ'বলা, গতিকে পোহৰৰ ৰশ্মিবোৰ যেন আন্ধাৰৰ বুকুত বিলীন হৈ যাব ধৰিছে। আকাশৰ কোণত এটি-দুটি তৰাই ভুমুকি মাৰিছে। লাহে লাহে মোৰ চেতনা যেন ফিৰি আহিব ধৰিছে। মই লাহেকৈ এবাৰ ঘূৰি পিছমুখ দিলোঁ। কিন্তু কি আচৰিত! মোৰ যেন সমস্ত চেতনাবোধ একেলগে ঘনীভূত হৈ পৰিল— প্ৰাণত যেন অন্য কোনো শক্তিৰ প্ৰেৰণা জাগি উঠিল। প্ৰাণৰ প্ৰতি অকস্মাতে মায়া উপজি গ'ল মই হেনো কোনো এক মায়া ৰাজ্যতহে ইমান সময় বিচৰণ কৰিছিলোঁ। এতিয়া মোৰ চেতনা আহিল, বুজিলো জীৱন সত্য, জগত সত্য, বাস্তৱ সত্য। এই সত্যৰ উদয় কৰি দিলে এটি ভয়ানক দৃশ্যই— এটি মাৰাত্মক প্ৰাণীয়ে। দেখিলো, এডাল বিশাল ফেটি সাপে ফণা তুলি মোৰ ফালে ফোঁচ ফোঁচাই আগবাঢ়ি আহিছে; আৰু অলপ পলম কৰা হ'লে মোৰ জীৱনৰ এতিয়াই এই বিষধৰে অৱসান ঘটাই দিলেহেঁতেন মই তৎক্ষণাত থিয় হ'লোঁ। মোৰ চিৰসঙ্গী ৰাইফলে যেন মোক কৈ উঠিল— 'এতিয়াই তুমি তোমাৰ বন্ধুক মোৰ দ্বাৰা নিৰ্মমভাৱে বধ কৰাইছা, এতিয়া এই শত্ৰুৰ ওচৰত কিয় মোক নতমস্তকে থাকিবলৈ দিছা? তোমাৰ ইমান উদাসীনতাক মই ক্ষমা নকৰো।' এৰা, মোৰ উদাসীনতাকে মোৰ অমাত্য বন্ধু ৰাইফলে ক্ষমা নকৰে এক মুহূৰ্ত পাছতে মই বন্দুক নিয়োজিত কৰিলোঁ শত্ৰু নিধনৰ বাবে। সি গৰ্জি উঠিল মুহূৰ্তৰ ভিতৰতে মোৰ বন্ধুৰ প্ৰচণ্ড শক্তিৰ আগত বিষধৰ নাগৰাজ ছিন্ন-ভিন্ন হৈ মাটিত মিলি গ'ল। বন্ধু ৰাইফলক মই আদৰ কৰি তুলি ল'লো আৰু মনতে যেন কৈ উঠিলো— বন্ধু ৰাইফল, তুমিয়ে মোৰ জীৱনৰ প্ৰধান বন্ধু— সত্য সহচৰ। তাৰ পাছত হঠাতে মোৰ পূৰ্বস্মৃতি জাগৰিত হ'ল। মনত পৰিল কলেজত থাকোঁতে পঢ়া

ইংৰাজ কবি প্ৰকৃতিৰ পূজাৰী বৰ্ডচৱৰ্থলৈ। তেওঁৰ এটি কবিতালৈ। প্ৰকৃতি হেনো মানুহৰ জ্ঞানদায়িনী হ্লাদিনী শক্তি আৰু পৰম উপকাৰী বান্ধৱী। প্ৰকৃতিক যিয়ে ভাল পায়, প্ৰকৃতিয়ে তাক কেতিয়াও প্ৰতাৰণা নকৰে। প্ৰকৃতি 'হিলিং পাউৱাৰ', Nature never brayest the man that loves her কিন্তু, সিদিনা বুজিলোঁ কবিসকল মিছলীয়া। বৰ্ডচৱৰ্থ আজি থকাহেঁতেন তেওঁক সুধিলোহেঁতেন প্ৰকৃতিৰ এই যেটি সাপটোৱে বাৰু মোক কি উপকাৰ কৰিবলৈ আহিছিল? প্ৰকৃতিৰ এই সাপটোৱে মোক ভাল পাবলৈ আহিছিল তাৰ বিষাক্ত দাঁতেৰে মোৰ প্ৰাণত বিষ ঢালি দি প্ৰাণ নাশ কৰি? টাউন-চহৰত বাস কৰা হ্ৰদ, নদী, সাগৰৰ পাৰত বিচৰণ কৰা, ভগ্নীয়েক দৰথীৰ তত্বাৱধানত চালিত আৰু বন্ধু কবি কলেৰিজৰ দ্বাৰা ৰচিত এই আৱেগ প্ৰধান কবিজনৰ কল্পনা ৰাজ্যত বাস কৰি বাস্তৱৰ সম্যক জ্ঞান বোধহয় হোৱা নাছিল। প্ৰকৃতিৰ সৌন্দৰ্যৰ ফালটিৰ কথাহে তেওঁ দেখিছিল, কদৰ্য ফালটোৰ খবৰ ৰখা নাছিল। প্ৰকৃতিৰ বাস্তৱ ফালৰ কথাযে ভয়াবহ— মানুহৰ অনুকূল নহয়, বৰং প্ৰতিকূল, এই খবৰ আপোন-ভোলা প্ৰকৃতি প্ৰেমিক বেচেৰা চাহাবে হয়তো বুজা নাছিল। সেয়েহে এনেকৈ লিখিছিল।'

'তাৰ পাছত ৰাতি ক'ত কটালা?' ভয়াতুৰ দৃষ্টিৰে জেৰিনাই সুধিলে।

'এৰা, তাতেই কটালোঁ— অনাহাৰ, অনিদ্ৰাই।'

'তাৰ পাছত?'

'তাৰ পাছদিনা ৰাতিপুৱাতে মোৰ ওপৰেৰে কেবাখনো এৰোপ্লেন উৰি যোৱা দেখিলোঁ আৰু তাৰে শব্দত মোৰ তন্দ্ৰা ভাঙিল। পুৱাৰাতি সময়ত অলপ তন্দ্ৰা ভাব হৈছিল। প্লেনৰ শব্দত চক্‌মক্ খাই উঠিলোঁ আৰু ওপৰৰ ফালে লক্ষ্য কৰি চিনিব পাৰিলোঁ যে সেইবোৰ আমাৰ প্লেন। মই চিন্তা কৰিব ধৰিলোঁ যোৱা কালি আমাৰ কেম্প বিধ্বস্ত হোৱাৰ পাছত বোধহয় বিমান বাহিনীয়ে সহায় কৰিবলৈ আগবাঢ়ি আহিছে। মোৰ অনুমান সত্য যেন ধাৰণা কৰি মই লাহেকৈ খিয় দিলোঁ আৰু এখোজ-দুখোজ কৰি আগবাঢ়ি যাব ধৰিলোঁ। কিন্তু ভাবিলোঁ কি জানি আমাৰ কেম্পটো শত্ৰুৱেই দখল কৰিছে আৰু মই গৈ পালে বন্দী হ'ব লগা হয়? গতিকে জাউনিৰ ফালে নগৈ আনফালে যাবলৈ ধৰিলোঁ। লাহে লাহে বেলি হৈ আহিল আৰু মোৰ পেটত ভোক লাগিল। এবাৰ মনত পৰিল মোৰ গুৰ্খা বন্ধুজনে মোৰ পিঠিৰ বেগত কিছুমান ৰুটি সুমাই দিয়া কথা। মই তৎক্ষণাত পিঠিৰ পৰা বেগটো উলিয়াই ল'লোঁ আৰু খুলি দেখিলোঁ যে ভাত ৰুটি, মাখন আৰু চেনি আছে। মোৰ চকুলো আহিল। যি বন্ধুই মোক জীৱন ৰক্ষাৰ খাদ্য মজুত কৰাই দিছিল, সেই বন্ধুক মই হত্যা কৰিলোঁ। হায়!

মই এতিয়াও জীয়াই আছোঁ? এই অকৃতজ্ঞ জীৱন ধাৰণ কৰাতকৈ মৃত্যুৱে মোৰ বাবে শ্ৰেয়ঃ। বহু সময় কান্দিলোঁ। কান্দি কান্দি সেইবোৰ পুনৰ সুমাই থ'লোঁ। কান্দোঁতে কান্দোঁতে ভোক নাইকিয়া হ'ল। মই বৰ দুৰ্বল হৈ পৰিলোঁ। বহু সময় পাছত মোৰ জ্ঞান হ'ল যে মোৰ বন্ধুই মোক জীয়াই থাকিবলৈ অনুৰোধ কৰি গৈছে। তেওঁৰ শেষ সময়ৰ কথা উলাই কৰিলে মই মৃতকৰ প্ৰতি বিশ্বাসঘাটকতা কৰা হ'ব। মই বিবেচনা কৰিলোঁ। মই জীয়াই থাকিব লাগিব। মই খাব লাগিব। এইবাৰ মই বেগ খুলি ল'লোঁ আৰু ৰুটি খাবলৈ আৰম্ভ কৰিলোঁ। খাই থাকোঁতে মোৰ মনত পৰিল গুৰ্খা বন্ধুৰ কথা। বহু দুখ, বহু বেদনাই মোৰ হিয়া বেদনাসিক্ত কৰি তুলিলে। বহুপৰ ম্ৰিয়মান হৈ থাকিলোঁ। পাছত হঠাতে মোৰ সম্বিত ফিৰিল দূৰত এটা ভালুকৰ গোজৰণি শুনি। মূৰ তুলি চাই দেখিলোঁ, বিৰাটকায় ভালুক এটা মোৰফালে আগবাঢ়ি আহিছে। আগতে সাক্ষাৎ যম। মোৰ প্ৰথমে ইচ্ছা হ'ল যে মই ইয়াৰ হাতত প্ৰাণ দিম— তাৰ লগত নুযুঁজোঁ। মোৰ আৰু জীয়াই থকাৰ ইচ্ছা ৰহিত হৈছে। ভালুক আগবাঢ়ি আহিল আৰু কিছু দূৰত সি মানুহৰ দৰে থিয় হৈ যুঁজৰ ইঙ্গিত দিলে। সি যেন মোৰ লগত আজি মল্লযুদ্ধহে কৰিব। কিন্তু মোৰ ইচ্ছা নাই এই মল্লবীৰৰ লগত যুঁজিবলৈ। মই নীৰৱে থিয় দিলোঁ; সিও দূৰত থিয় হ'ল আক্ৰমণৰ মতলবেৰে। এনেতে হঠাৎ মোৰ মনত পৰিল গুৰ্খা বন্ধুজনৰ শেষ অনুৰোধ— নহয় আদেশলৈ— 'তুমি জীয়াই থাকিব লাগিব ভাই, ভাৰতত তোমাৰ দৰ্কাৰ আছে।' তেওঁৰ শেষ ইচ্ছাৰ প্ৰতি অশ্ৰদ্ধা কৰিব নোৱাৰোঁ। তেওঁৰ আদেশ অমান্য কৰিলে দ্বিতীয়বাৰ অকৃতজ্ঞতাৰ দোষে চুব। তৎক্ষণাত মোৰ প্ৰাণবন্ধু ৰাইফল তুলি ল'লোঁ আৰু এই বনবীৰৰ সম্মুখীন হ'লোঁ। ভালুক বনবীৰে এটা ভয়ঙ্কৰ চিঞৰ মাৰি মোলৈ চোঁচা ল'লে। ময়ো ততালিকে গুৰ্খাবন্ধুক স্মৰণ কৰি গুলী এৰি দিলোঁ। মোৰ ৰাইফলৰ অব্যৰ্থ গুলীৰ এক আঘাটতে এটা বিকট চিঞৰ মাৰি ভালুকে চিৰদিনৰ বাবে চকু মুদিল। অলপ সময় তাৰ ফালে চাই মৰা বুলি জানি মই ৰাইফল কান্ধত তুলি ল'লোঁ; আৰু মাটিত পেলাই দিয়া ৰুটিকেইখন পুনৰ বেগত ভৰাই লাহে লাহে খোজ ল'লোঁ। এনেভাৱে চাৰিদিন-চাৰি ৰাতি খোজ কাঢ়ি শেষত আহি ভৈয়াম পালোঁ।'

'ভৈয়ামত কি কৰিলা?' জেৰিনাই প্ৰশ্ন কৰে।

'ভৈয়ামত আহি পোৱাৰ লগে লগে হঠাতে এখন হেলিকপ্টাৰ মোৰ ওচৰলৈ আহিল আৰু মোৰ ওচৰতে নামি পৰিল। মোৰ ভয় লাগিল জানোচা শত্ৰুৰ হেলিকপ্টাৰ। মই ৰাইফল তুলি ল'লোঁ— মৰাৰ আগতে শেষ চেষ্টা কৰি চাম। কিন্তু মোৰ সেই চেষ্টাৰ প্ৰয়োজন নহ'ল। দেখিলোঁ সেইখন আমাৰ হেলিকপ্টাৰ। পাইলট

নামি আহি মোৰ ওচৰ পালে আৰু হেলিকপ্টাৰত উঠিবলৈ অনুৰোধ কৰিলে। তেওঁ মোক আমাৰ অন্য এটা কেম্পলৈ লৈ যাব। অগত্যা ক্লান্ত শৰীৰ শ্ৰান্ত মন লৈ মই হেলিকপ্টাৰত উঠিলোঁ। ক্ষন্তেকৰ ভিতৰতে আমি কেম্প পালোঁ।'

'তাৰ পাছত বোধহয় ফিৰি আহিল?' মই প্ৰশ্ন কৰিলোঁ।

'নহয়। ফিৰি অহাৰ প্ৰশ্ন নাই। তাত দুদিন খাই-বৈ-শুই বিশ্ৰাম লৈ পুনৰ যুদ্ধক্ষেত্ৰলৈ গ'লোঁ। এইবাৰ আমাৰ সৈন্য বাহিনীত বহুত নতুন আৰু আধুনিক ধৰণৰ অস্ত্ৰ-শস্ত্ৰ আহিছে। মোৰ গাৰ পিৰ-পিৰণি উঠিল। নতুন সৈন্য দলৰ লগত পুনৰ ওলালোঁ আমাৰ হস্তচ্যুত কেম্প দখল কৰিবলৈ— কাৰণ এই পৰাজয়ৰ গ্লানি, অপমান সহ্য কৰাতকৈ মৃত্যুবৰণ কৰা মোৰ কাৰণে অধিক বাঞ্ছনীয়। এবাৰ নতুন উদ্দমে আগবাঢ়ি গ'লোঁ। এইবাৰ দেখিলোঁ আমাৰ ৰাস্তা-ঘাট আগতকৈ বহুত উন্নত হৈছে। শুনিবলৈ পাইছোঁ যে প্ৰতিৰক্ষা মন্ত্ৰী ভি কে কৃষ্ণমেননৰ মন্ত্ৰিত্ব গৈছে আৰু কেবাজন কমাণ্ডাৰ, কেপ্টেইনক সামৰিক আদালতে বিচাৰ কৰি গুৰুতৰ শাস্তি বিহিছে। কিছুমান ঠিকাদাৰৰ টকা-পইচাৰ বিল জব্দ হ'ল; ওভাৰচিয়াৰৰ চাকৰি গ'ল। এই তলতীয়া কৰ্মচাৰীৰ দোষৰ বাবেই ওপৰৰ মন্ত্ৰীৰ মন্ত্ৰিত্ব গ'ল। বেচেৰা নিৰীহ ভি কে কৃষ্ণমেনন! এইবাৰ প্ৰতিৰক্ষা মন্ত্ৰী হ'ল ৱাই বি চ্যৱন আৰু সেনাপতি হ'ল জেনেৰেল চৌধুৰী। এইবাৰৰ যুদ্ধৰ প্ৰস্তুতি আগৰবাৰৰ দৰে নহয়— অতি আধুনিক। ৰাস্তা-ঘাট আৰু খাদ্যসম্ভাৰো যথোপযুক্ত। আনন্দমনে আমি যাত্ৰা কৰিলোঁ। এইবাৰ পূৰ্বৰ অপমানৰ প্ৰতিশোধৰ পাল। ভাৰতীয় জোৱান জিন্দাবাদ!!!

আমি গৈ দেখিলোঁ আমাৰ পূৰ্বৰ ছাউনিবোৰ সিহঁতে অধিকাৰ কৰি সুৰক্ষিত কৰি ৰাখিছে। বিপুল বাহিনী আৰু অপৰ্যাপ্ত অস্ত্ৰসম্ভাৰে সু-সজ্জিত ছাউনি। আমি দেখি বিবুদ্ধিত পৰিলোঁ। নতুন কৌশল প্ৰয়োগ কৰিব লগা হ'ল। সিহঁতৰ কেম্পৰ বহু আঁতৰেদি গৈ আমি সিহঁতৰ ছাউনিতকৈ ওখত, সিহঁতৰ উত্তৰ ফালে আমাৰ ঘাটি পাতিলোঁগৈ। উত্তৰফালে আমি থকাত সিহঁত মাজত পৰিল, কাৰণ আমাৰ সৈন্য বাহিনী দক্ষিণৰ নামনিৰ পৰা আহিয়ে আছিল। আমাৰ সেই সৈন্য বাহিনীক সিহঁতে তুচ্ছজ্ঞান কৰিলে আৰু ছাউনিৰ ওচৰ পোৱাত নিতান্ত অৱজ্ঞাৰে আক্ৰমণ কৰিলে। ইতিমধ্যে আমি উত্তৰৰ পৰা মনে মনে আহি অতৰ্কিতে সিহঁতক আক্ৰমণ কৰিলোঁ। অলপ সময় পাছতে আমি কেম্প দখল কৰিলোঁ। ইতিমধ্যে আমাৰ দক্ষিণৰ সৈন্য বাহিনীক খেদি দি সিহঁতে খেতিয়া আহি কেম্পৰ ওচৰ পালে তেতিয়া দেখিলে যে আমাৰ দ্বাৰা সেই ঘাটি অধিকৃত। এইবাৰে সিহঁতে ভয়া-মৰা যুঁজ কৰিলে আমাৰ লগত। আমি ওখত আছোঁ, সুবিধা ঠাইত অৱস্থান কৰিছোঁ। সিহঁত অসুবিধাত পৰিল।

শত্ৰুৰ অসুবিধা মানে আমাৰ সুবিধা। আমাৰ গুলীৰ কোবত সিহঁত মৰি-হুজি পলাই পত্ৰং দিলে আৰু চেদেলি-ভেদেলি হৈ পৰিল। এনেভাৱে গোটেই ছাউনিটো আমি হস্তগত কৰিলোঁ। চেলা, লুংজু, নাথুলা আদি ঘাটি উদ্ধাৰ কৰাৰ পাছত শত্ৰু-সৈন্যৰ মন ভাঙি পৰিল আৰু আমাৰ মনত দুগুণ উছাহ আহিল। বিপুলসংখ্যক চীনা সৈন্য মৰা পৰিল আৰু বহুতো বন্দী হ'ল; অস্ত্ৰ-শস্ত্ৰ আমাৰ হাতত পৰিল। এনেভাৱে সমগ্ৰ নেফাৰ ৰণাঙ্গনত আমি শেষত গৈ নিজৰ ঘাটিবোৰ উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'লোঁ। ইয়াৰ পাছৰ পৰা গৰিলা যুদ্ধত আমাৰ খ্যাতি বাঢ়িল আৰু পাৰ্বত্য দেশত আমাক নিয়োগ কৰিবলৈ মনস্থ কৰিলে। গৰিলা যুদ্ধৰ কৌশল জনা বুলি আমাৰ এটা সুনাম চাৰিওফালে বিয়পি পৰে।'

'লাদাখত কি হ'ল?'

'লাদাখতো একেই ঘটনা ঘটিল। আমাক লাদাখলৈ নিয়া হ'ল। আমি নতুন অস্ত্ৰ-শস্ত্ৰ লৈ নতুন কৌশলেৰে লাদাখৰো প্ৰায়বোৰ ঘাটি উদ্ধাৰ কৰিলোঁ। চীনা সৈন্যই ক্ৰমে হুহকি গৈ মেকমোহন সীমাৰেখাৰ সিপাৰত অৱস্থান কৰিলে। যুদ্ধৰ এনে বিষম পৰিণাম দেখি বুদ্ধিমান চীনানেতাসকলে ৰসতে নাম থৈ যুদ্ধ বিৰতি ঘোষণা কৰিলে একপক্ষীয়ভাৱে।'

'এই যুদ্ধ বিৰতিৰ অন্তৰালত অৱশ্যে ৰাজনৈতিক কাৰণো আছিল। পৃথিৱীৰ প্ৰায় সমস্ত দেশেই আমাক নৈতিক সমৰ্থন জনালে আৰু যি ৰুচিয়াই যুদ্ধৰ সময়ত কৈছিল যে ভাৰত আমাৰ বন্ধুহে কিন্তু চীন যে আমাৰ ভাই, অৰ্থাৎ মতবাদৰ ক্ষেত্ৰত একে কমিউনিষ্ট সেই ৰাচিয়ায়ো চীনৰ সম্প্ৰসাৰণবাদৰ বিৰোধিতা কৰি শেষত ভাৰতকে সমৰ্থন কৰিলে। আদৰ্শৰ ফালৰ পৰা এক হ'লেও কৰ্মপন্থাৰ ফালৰ পৰা দুই দেশৰ বিভেদ হ'ল। চীনৰ মুক্তিবাহিনীৰ সম্প্ৰসাৰণবাদ আৰু অসহিষ্ণু মতবাদৰ বাবেই এই মতভেদ। আন্তঃৰাষ্ট্ৰীয় ৰাজনীতিৰ এনে পৰিস্থিতিত পৰি আৰু আমাৰ সৈন্যৰ নতুন কৌশলত হায়ৰাণ হৈ তেওঁলোকে যুদ্ধ বিৰতি ঘোষণা কৰিব লগা হ'ল। সেই কাৰণেই আজিলৈ সিহঁতে সেই সীমাৰেখা দ্বিতীয়বাৰ লঙ্ঘন কৰিবলৈ সাহস কৰা নাই।'

'অৱশ্যে সিও এটা কাৰণ সঁচা। এনেভাৱেই চীন-ভাৰত যুদ্ধৰ পৰা আমি ফিৰি আহিলোঁ। ভাৰতৰ বহু বেলেগ বেলেগ দুৰ্গত আমাক ৰাখিলে। তাৰ কিছুদিন পাছতহে আমাক ঘৰলৈ আহিবৰ বাবে ছুটী মঞ্জুৰ কৰে। মই অহা দিনা আপোনাক জালুকবাৰীত লগ পোৱা কথাও ক'ব লাগিব নেকি?' হাঁহি মাৰি আহমদে ৰগৰ কৰি কয়। ইমান দুখ, বেদনা আৰু দুঃসাহসৰ কাহিনী শেষ কৰি যে আহমদে ৰগৰ কৰি হাঁহিব পাৰিলে

তাকে ভাবি মই আচৰিত হ'লোঁ, কাৰণ তেতিয়াও মোৰ মানসপটত হিমালয়ৰ দুৰ্গম পথৰ ছবি জিলিকি আছিল, আহ্মদৰ দুঃসাহিক কাৰ্যৰ কথা ভাবি স্তব্ধ হৈ আছিলো। মোৰ মনত ইমান সহজে ৰগৰৰ ভাব অহা নাছিল। জেৰিনাৰতো কথা ক'বই নালাগে। তাইৰ চকুৰ কোণত চকুলো— মনত অদ্ভুতৰ সমাবেশ আৰু হৃদয় বেদনাক্লিষ্ট। তাই লাজতে এবাৰ চকু-মুখ মচি হাঁহিবলৈ চেষ্টা কৰিছিল, কিন্তু নোৱাৰিলে। আহ্মদে যে এনেভাৱে তেওঁৰ মন সজাই ল'ব পাৰিব তাক ভাবিবই নোৱাৰোঁ। অৱশ্যে যুদ্ধক্ষেত্ৰত প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰি সৈনিকৰ মন আৰু ঘৰৰ ভিতৰত কিতাপত বীৰত্বৰ কাহিনী পঢ়ি বীৰ হোৱা আধুনিক ভদ্ৰলোকৰ মনৰ প্ৰভেদ যে কিমান সিদিনা প্ৰত্যক্ষ দেখা পালোঁ। সঁচাকৈ সৈনিক মনৰ ক্ৰিয়া-কলাপ সাধাৰণ মানুহৰ মনৰ ক্ৰিয়া-কলাপৰ লগত নিমিলে। কথা শেষ কৰি আহ্মদে ক'লে— 'মোৰ ছুটী শেষ হ'লেই। বোধহয় পৰহি মই যাব লাগিব। মন হ'লে বদলি গৈছে মাষ্টাৰ। মনত জীৱনৰ প্ৰতি বিতৃষ্ণা জন্মিছে। সেই বাবে বিয়া-বাৰু কৰিবলৈ মন নাই। মই বিয়া নকৰাম।

জেৰিনাই এইবাৰ আমাৰ আলোচনাত যোগ দিবৰ মন নকৰিলে। আমাৰ বাবে দুকাপ চাহ আনিবলৈ উঠি গ'ল।

শেষত চাহ খাই দুয়ো উঠিলোঁ আৰু ব্ৰহ্মপুত্ৰৰ দলঙৰ ফালে ফুৰিবলৈ গ'লোঁ।

দুদিন পাছত আমাৰ পৰা বিদায় লৈ আহ্মদ পুনৰ কামত ভৰ্তি হ'বৰ বাবে ৰাওনা হ'ল।

মোৰ বুকুত বাজি থাকিল, 'কত জোৱানৰ মৃত্যু হ'ল।'

(৪)

শৰাইঘাট দলং। 'অ'— লুইতৰ আশাৰে চাকিটি জ্বলে।' গানটো মনত পৰিল। ব্ৰহ্মপুত্ৰৰ ওপৰত ভাৰত চৰকাৰে এইখন সুন্দৰ দলং তৈয়াৰ কৰিছে। ১৯৫৮ চনৰ পৰা ১৯৬২ চনলৈ এই চাৰি বছৰ এই দলং তৈয়াৰ কৰাত সময় লাগিছে আৰু দহ কোটি পচপন্ন লাখ টকা খৰচ পৰিছে। এই দলং দুখলপীয়া। ওপৰ খলপেদি মটৰ গাড়ী, মানুহ, জীৱ-জন্তু চলাচল কৰে আৰু তলৰ খলপেদি ৰেলগাড়ী যায়। এনে এটা সুন্দৰ আৰু আচৰিত যোগাযোগ ব্যৱস্থা কৰি ভাৰতৰ গণতান্ত্ৰিক চৰকাৰে জনগণৰ কল্যাণমূলক কামৰ নমুনা দাঙি ধৰিছে। ইয়াৰ পৰা দেশৰ যাতায়াতৰ যথেষ্ট সুবিধা হৈছে আৰু অৰ্থনৈতিক ক্ষেত্ৰত দেশৰ প্ৰভূত উপকাৰ হৈছে। এই দলঙৰ ওপৰত উঠি চালে ব্ৰহ্মপুত্ৰৰ দৃশ্য বৰ মনোৰম দেখি। সূৰ্যোদয় আৰু সূৰ্যাস্ত চাবলৈ কেনে বিতোপন। সন্ধিয়াৰ সূৰুযৰ হেঙুলীয়া কিৰণ বিশাল ব্ৰহ্মপুত্ৰৰ বহল জলৰাশিৰ ওপৰত পৰি জিলমিলাই থকা দৃশ্য আৰু তাৰ মাজে মাজে ইলিচ মাছ ধৰা জালুৱৈৰ সৰু সৰু নাওবোৰ দেখিলে অনুমান হয় যেন কোনোবা চিত্ৰ শিল্পীয়ে ৰং আৰু তুলিৰে এই বিচিত্ৰ ৰূপময় চিত্ৰৰ সৃষ্টি কৰিছে।

আমি দুয়ো দলঙৰ ওপৰত থিয় হৈ এই দৃশ্য চাই আছোঁ। এনেয়ে প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ সমাবেশ, তাতে গাৰ কাষতে ৰূপহী প্ৰিয়াৰ উপস্থিতি। পৰিৱেশটো কেনে ৰোমাণ্টিক হ'ব পাৰে এবাৰ ভাবি চাওক। প্ৰকৃতিৰ সৌন্দৰ্যৰ লগত প্ৰিয়াৰ সৌন্দৰ্য লগ লাগি যেন মনটো কাব্যময় কৰি তুলিছে। ডেকা কালত স্বাস্থ্যবান যুৱক-যুৱতীৰ নিঃসঙ্গ ভ্ৰমণ যে মধ্যযুগীয়া ৰোমাণ্টিক কাহিনীৰ মাধুৰ্যতকৈও অধিক মনোগ্ৰাহী আৰু

যুৱক-যুৱতীয়ে বুজে। আমি দুয়ো তাৰ ব্যতিক্ৰম নহয়। গাত নতুন শিহৰণ, প্ৰাণত নতুন আলোড়ন জাগি উঠিছে। প্ৰেম, ভালপোৱা ক্ষন্তেকীয়া হৈয়ো যুগমীয়া, বিৰহ বিধুৰ হৈয়ো আকৰ্ষণীয়, আৰু নিশ্চিত বিচ্ছেদৰ আগমন জানিও স্পৃহণীয়। ধন্য ডেকা কাল! ধন্য প্ৰেম। ই প্ৰকৃতিৰ এটা অদ্ভুত ঐশ্বৰ্য। প্ৰকৃতিয়ে অযাচিতভাৱে প্ৰাণীক এই বস্তু দান কৰে; কিন্তু মূৰ্খ মানুহে আপোন ইচ্ছাৰে ইয়াত বাধ্যবাধকতাৰ বেৰ তৈয়াৰ কৰি হাবাথুৰি খায়। প্ৰকৃতিৰ অযাচিত দান গ্ৰহণ কৰি আজি আমি দুয়ো আপোন পাহৰা।

অস্তগামী সূৰুযৰ শেষ বিদায়ৰ আগমুহূৰ্তত যি হেঙুলীয়া বোল ধৰিছে তাৰ ৰঙীন ৰশ্মি আহি আমাৰ গালে-মুখে পৰিছে। বোচোৰাৰ ৰাণী গোলাপৰ গুলপীয়া আভৰ সানি গাল-মুখ গুলপীয়া কৰাৰ দৰে আমি দুয়োৰো মুখমণ্ডল গুলপীয়া কৰি তুলিছে। দুয়ো দুয়োকো চাই আপোনপাহৰা হৈছোঁ— ভাবত মছগুল হৈছোঁ। দুয়োৰো অন্তৰং প্ৰেমৰ হৃদয় উন্মাদ কৰা কল্পনাই লুকা-ভাকু খেলিব ধৰিছে। অন্তৰ থৌকি-বাথৌ। কিন্তু প্ৰেম নিবেদনত নাৰী সদায় পশ্চাৎগামী; পুৰুষেই প্ৰথমে আগভাগ লয়। আজি আমাৰ ক্ষেত্ৰতো একেই কথা। মোৰফালে বাৰে বাৰে চাই মিচিকীয়া হাঁহি মাৰি তেওঁ কিবা কওঁ কওঁ বুলি ক'ব পৰা নাই— নাৰীসুলভ লাজে আগভাগ লোৱাত বাধা দান কৰিছে। মই বুজিলোঁ। এবাৰ তেওঁৰ হেঙুলীয়া গাল দুখনলৈ চাই মই হাঁহি মাৰিলোঁ। তেওঁ কেৰাহিকৈ চাই মোৰ যেন অন্তৰকননিত অগ্নিশিখা প্ৰয়োগ কৰিলে। এইবাৰ মই আৰু ধৈৰ্য ৰাখিব নোৱাৰিলোঁ। শেষত নাৰীয়ে জয়ী হ'ল। মই তেওঁৰ গাৰ ওচৰ চাপি কাণৰ কাষত মুখ থৈ কৈ উঠিলোঁ— 'বাৰু জেৰিনা, পৃথিৱীত ডেকা-গাভৰুৰ কাৰণে কি বস্তু বেচি মিঠা?'

তেওঁ মোৰ ফালে প্ৰেমপূৰ্ণ নয়নে চাই উত্তৰ দিলে 'প্ৰেম'। চমৎকাৰ উত্তৰ। মই খুচী হৈ গ'লোঁ। তাৰ পাছত বহু সময় কাৰো মাতবোল নাই। শেষত মই ব্ৰহ্মপুত্ৰৰ পানীত এটা শিলগুটি দলি মাৰি দিলোঁ। পানীত ঢৌ উঠিল। দুয়ো পানীৰ ফালে চালোঁ। মই প্ৰশ্ন কৰিলো— 'পানীত আঘাত কৰিলে কি হয়?'

তাই মোৰ ফালে নোচোৱাকৈ কৈ উঠিল— 'ঢৌ উঠে।' 'তেন্তে মানুহৰ অন্তৰত আঘাত কৰিলে হৃদয়ত ঢৌ নুঠে কিয়?' মই তাইক ইংগিত কৰোঁ। তাই এবাৰ মোৰ ফালে পিঠি দি কৈ উঠিল— 'উঠিছেনে নাই নিজক সুধি নাচায় কিয়?'

এইবাৰ আৰু মই আৱেগ ৰাখিব নোৱাৰিলোঁ; মোৰ দুৰ্বলতা আহিল। তেওঁৰ হাতখনত খাপ মাৰি ধৰি মোৰ মুখ কৰি টানি আনিলোঁ আৰু এক দিঠিৰে তেওঁৰ চকুৰ ফালে চাই ৰ'লোঁ। তেতিয়া সূৰুযৰ ৰশ্মিৰ শেষ কণাই জগত পোহৰ কৰি আছে।

তেওঁ মোৰ চকুলৈ আৱেগভৰা দৃষ্টিৰে চাই সুধিলে— 'কি চাইছে?'

'তোমাক।'

'মোক জানো আগতে দেখা নাছিল?'

'বাহিৰৰ জেৰিনাজনীক দেখিছিলোঁ; ভিতৰৰজনীক দেখা নাছিলোঁ।'

'আজি কি দেখিলে?'

'তোমাৰ ভিতৰৰজনীক দেখিলোঁ।'

তেওঁ হাঁহি মাৰি ক'লে— 'তেন্তে দেৱী দৰশনৰ দৰশনী দিব লাগিব। আপুনি হিন্দু, তাতে বামুণ; দৰশনী দিয়ক?'

'নিশ্চয় দিব লাগিব। দৰশনীৰ পইচা নিদিয়াকৈ দেৱীদৰশন হ'ব নাপায়, তাতে মই বামুণ মানুহ। পিছে দৰশনী দিয়া পূজাৰ বেদী ক'ত?'

'নিজে বিচাৰি লওক।'

তেওঁৰ হাঁহিভৰা মুখ, প্ৰেমভৰা বুকু, আৰু সোহাগভৰা অন্তৰৰ পৰিচয় পাই মই আৱেগত উদ্‌বাউল হৈ গ'লোঁ। মোৰ সোহাঁতখনেৰে তেওঁৰ বাওঁ গালখনিত লাহেকৈ এটি চৰ মাৰি দি কৈ উঠিলোঁ— 'হে দেৱী লোৱা মোৰ পঞ্চ আঙুলীৰ এই দান— এই দৰশনী।'

হাঁহি মাৰি জেৰিনাই কৈ উঠিল— 'মুছলমাননী কেতিয়াও দেৱী হ'ব নোৱাৰে— আৰু নহয়। আপুনি মোক উপহাস নকৰিব।'

'অন্তৰৰ বেদীত প্ৰেমৰ ধূপ-ধূনা লৈ যিজনীক দিন-ৰাতি আৰধনা কৰা যায়, সেইজনী হ'ল মানস প্ৰতিমা— সেইজনীয়ে দেৱী। মই অন্য দেৱীক পূজা নকৰোঁ, কাৰণ মই কমিউনিষ্ট আছিলোঁ। কমিউনিষ্টৰ ধৰ্ম বিশ্বাস নাই।

এনেতে কাষেৰে এজন পুলিচ পাৰ হৈ গ'ল। জেৰিনাই মোক হাতখনত ধৰি টান মাৰি ক'লে— 'কথা বন্ধ কৰক, গধূলি হ'ল, যাওঁ বলক, আয়ে বকিব পলম হ'লে।'

হঠাতে বাস্তব অনুভূতিয়ে মনৰ মাজেৰে খেলা কৰি গ'ল। এৰা, যাব লাগে, ৰাতি হ'ব। ঘৰত জেৰিনাক বকিব পাৰে। ক'লো— 'বলা বাৰু।' তেওঁৰ হাতত ধৰি খোজ ল'লোঁ। অলপ অহাৰ পিছত তেওঁ ক'লে— 'হাত এৰি দিয়ক, আমাক চিনা কোনোবা মানুহে দেখিব পাৰে।'

'এৰা।' হাত এৰি দিলোঁ। তেওঁ মোক ক'লে—

'যেই সেই সময়ত আপুনি কমিউনিষ্ট বুলি নক'ব, বিপদ আছে। এতিয়াও চীন-ভাৰত যুদ্ধৰ অবসান হোৱা নাই। আপোনাৰ ওপৰত কঢ়া নজৰ আছে। নেদেখিলেনে কাষেৰে পুলিচজন যোৱা? মই সেই বাবেহে গুচি আহিলোঁ তাৰ পৰা।'

'পুলিচ? এতিয়াও তেন্তে মোৰ ওপৰত গুপ্তচৰ ব্যবস্থা চলি আছে? জেলৰ পৰা ওলাই অহাৰ পিছত আকৌ পহৰা কিয়?'

'আপোনালোকৰ ৰাজনীতি মই নুবুজোঁ। আহক ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে যাওঁ।'

'বলা বাৰু।'

দুয়ো ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গৈছোঁ। তেতিয়া আন্ধাৰ পোহৰৰ ভীষণ যুদ্ধ চলিছে। পোহৰৰ শক্তি দুৰ্বল হৈ আহিছে। বোধহয় অলপ পাছতে এই মল্লবীৰ পৰাজিত হ'ব। মই তেওঁৰ গাৰ কাষে কাষে গৈ আছোঁ। এবাৰ দুয়ো ব্ৰহ্মপুত্ৰৰ পাৰত ঠিয় হৈ বগা বালি চাপৰিটোলৈ চাই থাকিলোঁ। তেওঁ ক'লে— 'কি সুন্দৰ বগা বালি চাপৰি!'

'তাতোকৈ সুন্দৰ এই সুকোমলা নাৰী।'

'আপুনি মোৰ লগত সদায় কবিতা গায় কিয়?'

'প্ৰেমে গদ্যক পদ্যৰ ৰূপ দিয়ে বাবে।'

তেওঁ নীৰৱ হয়। শেষত বৰ করুণ সুৰেৰে কয়—

'আমাৰ মিলন জানো সম্ভৱ?'

'অসম্ভৱ একো নহয়। এই ব্ৰহ্মপুত্ৰই জানো জাতি-ধৰ্মৰ বিচাৰ কৰে?'

'এই ব্ৰহ্মপুত্ৰৰ পাৰতে অতীত কালৰ পৰা কত কিমান ডেকা-গাভৰুৱে ব্ৰহ্মপুত্ৰক সাক্ষী ৰাখি কিমানে প্ৰতিজ্ঞা কৰি আহিছিল আৰু কিমানে যে সেই প্ৰতিজ্ঞা ৰাখিব নোৱাৰি এই ব্ৰহ্মপুত্ৰৰ পাৰতে বিৰহৰ চকুলো টুকিছিল তাৰ সুন্দৰ বৰ্ণনা দিছে কবিয়ে কবিতাত....।'

'যদি আমাৰ অৱস্থাও তেনে হয় তেতিয়া?'

'তাৰ কাৰণেও প্ৰস্তুত হোৱা। বিৰহ, মিলন সকলো ক্ষন্তেকীয়া, স্মৃতি মাথোঁ যুগমীয়া। ভাবি চোৱা, আমাৰ মিলন হ'ল, সংসাৰ কৰিলোঁ— ল'ৰা-ছোৱালী হ'ল। তাৰ পাছত জানো আজিৰ দৰে এনে প্ৰেমৰ উত্তাপ থাকিব? নাইবা বুঢ়া হ'লে ইন্দ্ৰিয় বিকল হ'লে জানো দেহজ কামনাৰ এনে উত্তাপ থাকিব? নাথাকে। কেৱল তেতিয়া থাকিব আজিৰ আমাৰ মিলনৰ স্মৃতিহে। গতিকে আমাৰ মিলন, বিৰহৰ একো গুৰুত্ব নাই— গুৰুত্ব আজি যৌৱনৰ প্ৰথম পুৰাৰ প্ৰেমৰ তীব্ৰ আকৰ্ষণহে। সেই দেখি মই ভৱিষ্যতৰ কথা ভবা নাই, ভাবিছোঁ আজিৰ কথা— আজি আমাৰ মিলনৰ মধুক্ষণৰ কথা। মই ইয়াকে লৈ চিৰদিন সুখী হ'ম সোণ। তোমাক নাপালেও ব্ৰহ্মপুত্ৰৰ পাৰৰ আজিৰ স্মৃতিয়ে মোক চিৰদিন প্ৰেমিক কৰি জীয়াই ৰাখিব পাৰিব। তুমি মোক ভাল পোৱা, এয়ে মোৰ বাবে যথেষ্ট, ইয়াতকৈ আৰু মোক একো নালাগে।'

এইবাৰ জেবিনাই আবেগ ৰাখিব নোৱাৰিলে। আবেগ-বিহ্বল হৈ মোক সুমুৰি

মাজত মূৰটো গুজি ফেকুৰি উঠিল,— 'উহ!' তেওঁৰ মূৰটো দুহাতেৰে সাবতি লৈ বৰ আদৰেৰে ক'লোঁ— 'নাকান্দিবা সোণ। তোমাৰ চকুলো মোৰ বাবে দুঃসহ যন্ত্ৰণাদায়ক।'

'মই যে আপোনাক পাব নোৱাৰোঁ আৰু আপোনাক নাপালে যে মই সহ্য কৰিব নোৱাৰিম? মই কি কৰিম?'

'আজিতো মোক পাইছা, এয়ে সান্ত্বনা হ'ব সোণ। সংসাৰত সকলো কামনা পূৰণ নহয় আৰু হোৱা উচিতো নহয়। তুমি আজি আমাৰ এই মিলনমধুৰ ক্ষণক তিক্ত কৰি নুতুলিবা।'

তেওঁ মূৰ তুলি মোৰফালে চালে। মোৰ চকুতো চকুলো অহা গম পালে যেতিয়া তেওঁ ৰিহাৰ আঁচলেৰে মোৰ চকুলো মচি দিলে। আকাশত তেতিয়া জোনবায়ে দেখা দিছে। জোনৰ স্নিগ্ধ জ্যোৎস্নাত ধুনীয়া জেৰিনাজনীৰ গাল দুখনি মনোমোহা হৈ উঠিছে। দুয়ো দুয়োৰো চকুলৈ বহুপৰ চোৱাৰ পাছত তেওঁ ক'লে—

'বলক ঘৰলৈ। আয়ে ৰাতি হ'লে বকিব।'

'এৰা ব'লা।' দুয়ো ঘৰলৈ খোজ ল'লোঁ। মনত পৰিল জেৰিনাহঁতৰ ঘৰৰ পৰা আমি দুয়ো দলংখন চাব যাওঁ বুলি মাকৰ পৰা বিদায় লৈ আহোঁতে মাকে কৈছিল— 'যা; কিন্তু সোনকালে আহিবি। আজিকালি গধূলি নিঁয়ৰ খালে অসুখ হ'ব।' এৰা, গধূলি নিঁয়ৰত থাকিলে অসুখ হ'ব। সোনকালে যাব লাগিব।

দুয়ো ঘৰলৈ খোজ ল'লোঁ, কিন্তু কাৰো মুখত কথা নাই। অলপ আগতে ঘটা মধুস্মৃতি বিজৰিত দৃশ্যই দুয়োৰো অন্তৰত ঢৌ তুলি আছে।

(৫)

১৯৬৫ চন। ভাৰতৰ ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণণ, প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰী। ইতিমধ্যে পণ্ডিত জৱহাৰলাল নেহৰু স্বৰ্গগমী হৈছে। অসমৰ মুখ্য মন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহা। পাকিস্তানৰ প্ৰেচিডেণ্ট আয়ুব খান, বৈদেশিক মন্ত্ৰী জুলফিকৰ আলী ভূট্টো। আৰব গণৰাজ্যৰ প্ৰেচিডেণ্ট আব্দুল গামেল নাচেৰ। ইংলণ্ডৰ প্ৰধানমন্ত্ৰী হেৰেল্ড উইলচন; আমেৰিকাৰ প্ৰেচিডেণ্ট জনচন; ফ্ৰান্সৰ প্ৰেচিডেণ্ট ড্যগল; যুগোশ্লোভিয়াৰ প্ৰেচিডেণ্ট জেনেৰেল টিটো; ইন্দোনেচিয়াৰ প্ৰেচিডেণ্ট সুকৰ্ণ; ৰুচিয়াৰ প্ৰধানমন্ত্ৰী কচিগিন; চীনৰ চিয়াৰমেন মাওচেটুং আৰু প্ৰধানমন্ত্ৰী চৌ এন লাই; ঘানাৰ প্ৰেচিডেণ্ট এনক্ৰুমা। আন্তঃৰাষ্ট্ৰীয় পৰিস্থিতিৰ অলপ পৰিবৰ্তন দেখা গৈছে, বিশেষকৈ আমেৰিকা, ৰুচিয়া আৰু ভাৰতৰ ৰাষ্ট্ৰনায়ক বদলিছে। কিন্তু কোনো দেশৰে কূটনৈতিক কোনো পৰিবৰ্তন হোৱা নাই। ৰাষ্ট্ৰীয় নীতি ১৯৬২ চনৰ দৰে একেই আছে, কেৱল চীন আৰু পাকিস্তাৰ কূটনৈতিক ক্ষেত্ৰত এটা বিশেষ লক্ষণীয় পৰিবৰ্তন দেখা গৈছে। পাকিস্তানে চীনৰ লগত মিত্ৰতা কৰিছে। চীন কমিউনিষ্ট— সাম্যবাদী আৰু পাকিস্তান ধৰ্মৰ ভিত্তিত শাসিত দেশ। দুয়োখন দেশৰ ৰাষ্ট্ৰীয় নীতি অহিনকুল। সাম্যবাদত ধৰ্মৰ গোড়ামীৰ স্থান নাই। ক'ব গ'লে ই ধৰ্মবিৰোধী; এই বিৰুদ্ধ মতবাদী দুখন দেশৰ মিলন পৃথিৱীৰ চকুত বিসদৃশ দেখা গ'ল। তথাপি দুয়ো দেশৰ মিত্ৰতা হ'ল। জগতৰ মানুহ চমকিত হৈ উঠিল। চীন ধৰ্ম ধ্বংসকাৰী আৰু পাকিস্তান ধৰ্মৰ ভিত্তিত গঠিত। এই দুই দেশৰ এনে বৈসাদৃশ্যৰ মাজতো যে মিত্ৰতা স্থাপন হ'ল তাৰ কাৰণ ভাৰত। ভাৰত হ'ল চীন আৰু পাকিস্তানৰ মাজৰ দেশ। শক্তিশালী গণতান্ত্ৰিক

চৰকাৰৰ বিৰুদ্ধে দুয়োখন দেশৰ চৰকাৰৰ নীতি। ভাৰত হ'ল ধৰ্ম নিৰপেক্ষ দেশ গতিকে ধৰ্মৰ গোড়ামীৰ ওপৰত প্ৰতিস্থিত পাকিস্তান আৰু ধৰ্মধ্বংসী চীন দুয়োৰো মতবাদৰ লগত অমিল। তাৰ উপৰি চীন আৰু পাকিস্তান দুয়োখন শক্তিবাদী দেশ তেওঁলোকৰ পথ শান্তিৰ পথ নহয় বৰং যুদ্ধৰ পথ। চীন হ'ল দলগত একনায়কত্ববাদী আৰু পাকিস্তান হ'ল ব্যক্তিগত একনায়কত্ববাদী দেশ। মিলনৰ ভিতৰত এই দুই দেশৰে— প্ৰথমতে একনায়কত্ববাদ আৰু দ্বিতীয়তে শক্তিবাদ বা যুদ্ধ নীতি। তাৰ উপৰি তৃতীয় কাৰণ হ'ল ভাৰতবৈৰীতা। দুয়ো দেশে ভাৰতৰ বৈৰী। উত্তৰে চীন আৰু দক্ষিণে পাকিস্তান, এই দুই শত্ৰুদেশৰ মাজত ভাৰত। ভাৰতৰ অৰ্থনৈতিক উন্নতি আৰু শিল্পোন্নতিয়ে এই দুই দেশৰ বৈৰীতাৰ একমাত্ৰ কাৰণ। গণতান্ত্ৰিক ভাৰতে ইতিমধ্যে ইউ এন ও'ত এখন বিশিষ্ট আসন দখল কৰিছে। পৃথিৱীৰ দেশসমূহে বিশ্বদৰবাৰত ভাৰতক অতি ওখত স্থান দিছে। এই কথা চুবুৰীয়াৰ দেশ দুখনে সহ্য কৰিব পৰা নাই। কাষৰ ঘৰৰ উন্নতি চুবুৰীয়াৰ ঈৰ্ষাৰ কাৰণ। তেনেকৈ দেশৰ ক্ষেত্ৰতো। সেই ঈৰ্ষাৰ কাৰণেই শক্তিৰ ভাৰসাম্য ৰাখিবৰ বাবেই এই দুইখন বিৰুদ্ধ মতবাদী দেশে মিল হ'ল। চীনে পাকিস্তানক অস্ত্ৰ-শস্ত্ৰ, টকা-পইচাৰে যথেষ্ট সহায় কৰিলে। বিনিময়ত পাকিস্তানে চীনক কাশ্মীৰৰ উত্তৰ অংশৰ এক খণ্ড ঠাই এৰি দিলে সিহঁতৰ সামৰিক গুৰুত্বৰ সুবিধাৰ বাবে। কিন্তু ৰব মজাৰ কথা যে যি খণ্ড ঠাই চীনক দান কৰিলে এই খণ্ড ঠাই ভাৰতৰ অবিচ্ছেদ্য অংশ, কাৰণ কাশ্মীৰখন দেশ বিভাজনৰ পাছত ভাৰতৰ ভাগত পৰে। গতিকে পাকিস্তানৰ তাত কোনো স্বত্ব নাই; তথাপি পাকিস্তানে চীনক দান কৰিলে। ভাৰতৰ ফালৰ পৰা তেতিয়া প্ৰতিবাদ চলিল: ভাৰতীয় সংবিধানৰ শাসনাধীন ভূখণ্ড পাকিস্তানে দান কৰিবৰ কোনো এক্তিয়াৰ নাই। ইতিমধ্যে যুদ্ধবাদী দেশ পাকিস্তানে নাটো (উত্তৰ আটলাণ্টিক চুক্তিবদ্ধ দেশ) আৰু চিয়াটো (দক্ষিণ আটলাণ্টিক চুক্তিবদ্ধ দেশ) আদি যুদ্ধবাদী দেশসমূহৰ জোঁট বা গোষ্ঠীৰ অন্তৰ্ভুক্ত হৈছেই। তাৰ উপৰি আমেৰিকাৰ পৰা টকা-পইচাৰ উপৰিও আধুনিক যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ অজস্ৰ লাভ কৰিছে। বিশেষকৈ দুৰ্ভেদ্য পেট্ৰন টেঙ্ক শ শ লাভ কৰিছে; নেপাম বোমাকে আদি কৰি বিবিধ বোমা আৰু বিবিধ আকাশী যুদ্ধ জাহাজ লাভ কৰিছে। চ্যেবাৰ জেটৰ দৰে আকাশী যুদ্ধযান লাভ কৰি পাকিস্তান অসম্ভৱ শক্তিশালী হৈ আছে। আমেৰিকাই ধনতান্ত্ৰিক দেশ হিচাপে সাম্যবাদৰ সম্প্ৰসাৰণ বাধাপ্ৰাপ্ত কৰিবলৈ কামনা কৰে আৰু তাৰে উদ্দেশ্যে সুদূৰ এছিয়াত তাৰ বাধা দিবৰ বাবে পাকিস্তানক সহায় কৰিছে। পাকিস্তানক ইমান সবল কৰি ৰাখিলে যে চীন আৰু ৰুচিয়াই যাতে আগবাঢ়ি আহি সাম্যবাদ সম্প্ৰসাৰণ কৰিব নোৱাৰে

তাৰ বিনিময়ত পাকিস্তানে কাশ্মীৰৰ এক খণ্ড ঠাই আমেৰিকাক ক্ষেপণাস্ত্ৰৰ ঘাটি স্থাপন কৰিবলৈ এৰি দিয়ে যাতে আমেৰিকাই ৰুচিয়াক বাধা দিব পাৰে। ৰুচিয়া আৰু আমেৰিকা দুখন বিৰুদ্ধ মতবাদী দেশ আৰু দুয়োখন সমান শক্তিশালী। দুয়োখন দেশৰ ভিতৰত আজি কেইবাবছৰৰ পৰা অৰিয়াঅৰিৰ শীতল যুদ্ধ চলি আহিছে। ক'বলৈ গ'লে কুৰি শতিকাৰ পঞ্চদশকৰ পৰা পৃথিৱীখন দুটা গোষ্ঠীতে বিভক্ত হৈছে। এটা ৰাছিয়ান গোষ্ঠী আৰু আনটো আমেৰিকান গোষ্ঠী। ধনতান্ত্ৰিক পদ্ধতি আৰু সাম্যবাদী নীতি এই দুই বিভেদমুখী নীতিৰ শক্তিৰ ক্ষেত্ৰত, ব্যৱহাৰিক বিজ্ঞানৰ নতুন আৱিষ্কাৰৰ ক্ষেত্ৰত দুয়ো দেশ প্ৰতিযোগিতাৰ তপ্ত সমুদ্ৰত যেন ওপঙি ফুৰিছে। ইয়াৰ কাৰণেই আন্তঃৰাষ্ট্ৰীয় সমস্যাবিলাক বৰ জটিল হৈ পৰিছে। পাকিস্তানক যেতিয়া আমেৰিকাই বহতীয়া কৰি ল'লে তেতিয়া ৰাছিয়াই ভাৰতৰ লগত মিত্ৰতা কৰিবলৈ স্বাভাৱিকতে বাধ্য হ'ল। ৰুচিয়া আৰু ভাৰতৰ বন্ধুত্ব দৃঢ় হ'ল। ইফালে চীন আৰু আমেৰিকা দুয়ো মহা শত্ৰু; কিন্তু দুয়ো পাকিস্তানক অস্ত্ৰ-শস্ত্ৰ আৰু টকা-পইচাৰে উভৈনদী কৰি সহায় কৰিছে। ফলত পাকিস্তান সামৰিক ক্ষেত্ৰত অসম্ভৱ শক্তিশালী হৈছে। আমেৰিকা আৰু চীন দুই বিৰুদ্ধ মতবাদী আৰু পৰস্পৰ শত্ৰু দেশ দুখনৰ পৰা সাহায্য আদায় কৰি পাকিস্তানৰ কৰ্ণধাৰ আয়ুব খাঁই সঁচাকৈয়ে ৰাজনীতিত এটা সাৰ্থক আৰু ভয়াৱহ চাল খেলিছে। গতিকে ইয়াৰ পৰিণাম যে যুদ্ধ তাক দেখিবলৈ বেচিদিন নালাগিল। চাবাচ আয়ুব খাঁ। চীন আৰু আমেৰিকাৰ পৰা সমান সাহায্য আদায় কৰি পাকিস্তানৰ ৰাজনীতিক এটা নতুন অথচ ভয়াৱহ ৰূপ দিব পাৰিছে। ইয়াৰ মূল উদ্দেশ্য যুদ্ধ আৰু এই যুদ্ধ ভাৰতৰ বিৰুদ্ধে; কাৰণ পাকিস্তানৰ জন্মলগ্নতে ৰৈ আছে ভাৰত বৈৰীতা। ভাৰতৰ লগত চিৰকালৰ বাবে যুঁজ কৰিম বুলি যেন পাকিস্তানৰ কোষ্ঠীতে লিখা আছে। ভাৰতক ঘৃণা অৰ্থাৎ হিন্দুৰ প্ৰতি ঘৃণাই হ'ল মুছলিম লীগৰ মূলমন্ত্ৰ আৰু এই মন্ত্ৰ গায়ে শেষত ভাৰত বিভাজন কৰি পাকিস্তান আৰু ভাৰত ডমিনিয়ৰ সৃষ্টি কৰিলে আজাদ কায়েম জিন্নাই। ভাৰতবৰ্ষত যেন কেন্সাৰ বেমাৰহে লগাই গ'ল; আৰু সঁচাকৈ কেন্সাৰ বেমাৰতে এই মুছলমান নেতাজনৰ মৃত্যুও হ'ল। দেশক ৰাজনীতিৰ কেন্সাৰ জাপি দি নিজে সঁচাকৈ কেন্সাৰ বেমাৰত মৰিল। ভাৰত বৈৰীতা আৰু হিন্দু নিপাতেই পাকিস্তানক জন্ম দিলে অথচ সেই দেশখনৰ নাম দিলে পাকিস্তান অৰ্থাৎ পবিত্ৰ স্থান। পৰম ধৰ্মক বিদ্বেষ কৰি, ধৰ্মৰ গোড়ামীৰ ওপৰত আজি কুৰিশতিকাৰ বিজ্ঞানৰ যুগতো ৰাষ্ট্ৰ শাসন কৰি পাকিস্তানে ধৰ্মান্ধতাৰেই পৰিচয় ঘোষণা কৰি আহিছে। চাবাচ পাকিস্তান! চাবাচ জিন্না চাহাব!

এই পাকিস্তানে শক্তি সঞ্চয় কৰি 'ভাৰতধ্বংস' ধ্বনি আৰম্ভ কৰিছে। ইয়াৰ কাৰণ

ঈৰ্ষাৰ জ্বালা। লাখ লাখ অশিক্ষিত পাকিস্তানীক খাদ্য-বস্ত্ৰৰ যোগান দিব নোৱাৰি সমস্যা সমাধানৰ চৰম আৰু ঘৃণনীয় পন্থা বাচি ল'ব লগা হ'ল পাকিস্তান চৰকাৰে।

ভাৰত বিভাজনৰ সময়ত এটা নীতি আছিল যে দেশীয় ৰাজ্য বা কৰদ ৰাজ্যবোৰে নিজ ইচ্ছামতে ভাৰত বা পাকিস্তানত যোগ দিব; তাৰ কাৰণে কোনেও জোৰ-জুলুম কৰাৰ দৰ্কাৰ নাই। সেই ৰাজ্যৰ মুৰব্বীয়ে যিখন দেশত চামিল হ'ব খোজে তাতে লগ হ'ব, তাত কাৰো মাত মাতিবৰ দৰ্কাৰ নাই। সেইমতে ভাৰতৰ প্ৰায় তিনিশৰো অধিক দেশীয় ৰাজ্যই ভাৰত নাইবা পাকিস্তান যিকোনো এখন দেশত যোগ দিয়ে। সেইমতে কাশ্মীৰ ৰাজ্যৰ মুৰব্বীজনেও কাশ্মীৰখন ভাৰতত লগ কৰে। ১৯৪৮ চনৰ পৰাই কাশ্মীৰ সেইবাবে ভাৰতীয় সংবিধানৰ অধীন হৈ আছে আৰু ভাৰতৰ অবিচ্ছেদ্য অংশ হিচাপে অৱস্থান কৰিছে। এই কাশ্মীৰ ৰাজ্যখন অতি ধুনীয়া আৰু সামৰিক কৌশলৰ পিনৰ পৰা বিশেষ গুৰুত্বপূৰ্ণ। গতিকে এই সমৃদ্ধিশালী ৰাজ্যখন ভাৰতভুক্ত হোৱাত পাকিস্তানৰ নেতাসকলৰ চকুত টোপনি নহা হ'ল। চলে-বলে-কৌশলে কাশ্মীৰক পাকিস্তানভুক্ত কৰিবলৈ ষড়যন্ত্ৰ আৰম্ভ কৰিলে। লাখ লাখ পাকিস্তানী মুছলমানক কাশ্মীৰলৈ পথালে যাতে কাশ্মীৰৰ ৰাজনীতিত ব্যাঘাত জন্মাই পাকিস্তানে গ্ৰাস কৰিব পাৰে। পাকিস্তানী নেতাসকলে এটা প্ৰশ্ন উলিয়ালে, যে কাশ্মীৰত মুছলমান সংখ্যাগৰিষ্ঠ, সেইবাবে কাশ্মীৰ পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ব লাগে। অদ্ভুত যুক্তি। সেইমতে আৰৱখন যে মুছলমান প্ৰধান ৰাজ্য, গতিকে পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱা দৰ্কাৰ, এনে প্ৰশ্নও হয়তো দুৰাকাঙ্খী পাকিস্তানী নেতাই কেতিয়াবা যে নুতুলিব তাৰ কি ঠিক আছে? জগতৰ মুছলমান ৰাজ্যবোৰে পাকিস্তানৰ এই প্ৰশ্ন শুনি হাঁহি উপহাস কৰিছে। তাৰ ফলস্বৰূপে আৰৱ গণৰাজ্যকে আদি কৰি মধ্যপ্ৰাচ্যৰ মুছলমান দেশবিলাকে ভাৰতক সমৰ্থন কৰিলে। পাকিস্তানে শেষত এই প্ৰশ্ন ইউ এন অ'ৰ নিৰাপত্তা পৰিষদতো তুলিলেগৈ; কিন্তু ফল হ'ল হাস্যস্পদ। ইংলণ্ড আৰু আমেৰিকাৰ বাহিৰে বাকী ৰাজ্যবোৰে এই কথা একেবাৰে নাকচ কৰি দিলে। কিন্তু ইংলণ্ডে মৌনভাবে বেঁকাকৈ সম্মতি জনালে, কাৰণ ভাৰতবৰ্ষ তেওঁলোকৰ হাতৰ পৰা যোৱাত বৰ আপচোচ হৈছে, এতিয়া ভাৰত-পাকিস্তানৰ ভিতৰত এটা কন্দল লাগিলে পেটে পেটে খুচীয়ে হয়। আনফালে কাশ্মীৰ পাকিস্তানৰ অন্তৰ্ভুক্ত নহ'লে আমেৰিকাই ক্ষেপণাস্ত্ৰৰ ঘাটি কৰিবলৈ ন্যায়তঃ অধিকাৰ নাপায়, গতিকে আওপকীয়াভাৱে সমৰ্থন কৰিলে। ইফালে আমেৰিকাৰ মতলব বুজি ৰুচিয়াই ঘোৰ বিৰোধী হৈ উঠিল কাৰণ তেওঁলোকৰ শত্ৰু আমেৰিকাৰ সুবিধা হোৱাতো কিয় সহ্য কৰিব? গতিকে ভাৰতক সমৰ্থন কৰি নিৰাপত্তা পৰিষদত পাকিস্তানৰ প্ৰস্তাৱত ভেটো দিয়ে আৰু নাকচ কৰাৱ

কূটনৈতিক ফালত পৰাজিত হৈ পাকিস্তানৰ নেতাসকলে সহজ পথকে বাচি ল'লে; আৰু এই পথ হ'ল যুদ্ধৰ পথ। তেওঁলোকে ভাৰতৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ প্ৰস্তুত হ'ল। তাৰে চেলু বিচাৰিলে।

ইফালে ১৯৬২ চনত চীন-ভাৰত যুদ্ধৰ পাছত চীনে অন্য মতলব ল'লে। তাচ খেলৰ ব্ৰিজ খেলৰ দৰে ১৯৬২ চনত চীন-পাকিস্তান দুই হাতৰ চীনে খেলিছিল ওপৰ হাত আৰু পাকিস্তানে খেলিছিল তল হাত; এইবাৰ ১৯৬৫ চনত পাকিস্তানক ওপৰ হাত খেলিব দি চীনে তল হাত খেলিব। সেয়েহে পাক-ভাৰত যুদ্ধত পাকিস্তানে যেতিয়া ভাৰত আক্ৰমণ কৰে, চীনে তেতিয়া ভাৰতৰ উত্তৰত বিপুল সৈন্য সমাৱেশ কৰি উত্তেজনাৰ সৃষ্টি কৰে আৰু ঠায়ে ঠায়ে আমাৰ পহৰাদাৰী চকী আক্ৰমণ কৰে আনকি কালিম্পঙেদি ভাৰত সোমাবলৈও চেষ্টা কৰিছিল। চীন-ভাৰত যুদ্ধৰ সময়ত চীনে ভাৰত আক্ৰমণ কৰাত, পাকিস্তানে পূব ভাৰতত সৈন্যৰ সমাৱেশ কৰি লাটিটিলা, ডুমাবাৰী আদি সীমান্তত গুলী চলাইছিল অবিৰামভাৱে।

আনফালে ইমান বছৰে পাকিস্তান চৰকাৰে শিক্ষা আৰু কৃষি বিষয়ত মন নিদি কেৱল যুদ্ধ বিষয়তে মন দিয়াৰ ফলত জনতা শিক্ষাৰ ক্ষেত্ৰত বহুত পিছ পৰি যায় আৰু অশিক্ষিত লোকৰ সংখ্যা বাঢ়ে। কৃষিৰ ক্ষেত্ৰত চৰকাৰৰ একো পৰিকল্পনা নাই কেৱল বিদেশৰ সাহায্যৰ ওপৰত চলি আহিছে। লোকৰ সহায়-সাহায্যৰ ওপৰত সদায় নিৰ্ভৰ কৰি চলিলে কোনো গৃহস্থী চলিব নোৱাৰে। দেশৰ ক্ষেত্ৰতো একে কথা। ফলত পাকিস্তানত খাদ্যৰ নাটনি পৰিল আৰু দুৰ্ভিক্ষ আৰম্ভ হ'ল। নিবনুৱা সমস্যা অতি জটিলৰূপে দেখা দিলে। পাকিস্তান চৰকাৰে এই সমস্যা সমাধান কৰিব নোৱাৰিলে। শেষত যুদ্ধকে একমাত্ৰ আশ্ৰয় কৰিব লগা হ'ল। দেশৰ আভ্যন্তৰীণ পৰিস্থিতি অতি সংকটজনক হৈ উঠিল। তেওঁলোকৰ প্ৰভু চীন আৰু আমেৰিকাই পাৰ্যমানে চেষ্টা কৰিলে সমস্যা সমাধান কৰিবলৈ; কিন্তু বিফল মনোৰথ হ'ল কাৰণ শুকান বালিক কেনেকৈ সদায় ভিজাই থাকিব? শেষত যুদ্ধই গতি হ'ল।

এই উদ্দেশ্যৰে কাশ্মীৰলৈ লাখ লাখ পাকিস্তানী মুছলমান পঠালে আৰু পশ্চাৎঘাতী কাৰ্য চলালে। আনফালে অকল অসমলৈকে সাত লাখ পাকিস্তানী মুছলমান পঠালে একে উদ্দেশ্যৰে। সিহঁতে ৰেলৰ দবা বগৰোৱা, চৰকাৰী বাহত বোমা দিয়া, দলং ভঙা, ইলেকট্ৰিক তাঁৰ কটা, চুৰি, নাৰী অপহৰণ, ডকাইতি আদি পশ্চাৎঘাতী আৰু সমাজবিৰোধী কাৰ্যত লিপ্ত হ'ল। ভাৰতৰ পশ্চিমে কাশ্মীৰত আৰু পূবে অসমত ভীষণ অৱস্থাৰ সৃষ্টি কৰিলে। পাকিস্তান চৰকাৰে ভাবিছিল যে হয় কাশ্মীৰ নহয় অসম, এই দুই ৰাজ্যৰ এখন যেনে-তেনে পাকিস্তানত অন্তৰ্ভুক্ত হ'ব।

এই বাবে শেষত কাশ্মীৰৰ মুখ্য মন্ত্ৰী নিৰ্ভীক চাদ্দিক আলীক হত্যা কৰিবলৈ বহুবাৰ চেষ্টা কৰিলে। হজৰত বাল মছজিদৰ পৰা মহম্মদৰ পবিত্ৰ চুলি চুৰি কৰি নি হিন্দু-মুছলমানৰ ভিতৰত সাম্প্ৰদায়িক কাজিয়াৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিলে। কিন্তু ধৰা পৰিল আৰু কাৰ্য সিদ্ধি কৰিব নোৱাৰিলে। এই পাকিস্তানী অনুপ্ৰৱেশকাৰীসকলক পাকিস্তান চৰকাৰে যথেষ্ট টকা-পইচা দি সহায় কৰিলে আৰু ভাৰতত পশ্চাৎঘাতী কাৰ্য কৰিবলৈ নিয়োগ কৰিলে। ভাৰতৰ ভিতৰত সাম্প্ৰদায়িক কাজিয়াৰ সৃষ্টি কৰিব পাৰিলে ভাৰত দুৰ্বল হ'ব আৰু আভ্যন্তৰীণ দুৰ্বলতাই বহিৰাক্ৰমণ জয়যুক্ত কৰাৰ ভাৰত বুৰঞ্জীৰ যি উদাহৰণ আছে তাৰ পুনৰাবৃত্তি হ'ব। তাৰ কাৰণেই অবিৰাম চেষ্টা চলালে। কিন্তু পাকিস্তান চৰকাৰৰ দুৰ্ভাগ্য যে এই কাৰ্যত অমুছলমান দূৰৰ কথা ভাৰতৰ পাঁচ লাখ মুছলমান নাগৰিকে দুৰ্ঘোৰ প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিলে। তেওঁলোকে পাকিস্তানক সাৱধান কৰি দিলে যে সাম্প্ৰদায়িক কাজিয়াৰ সূত্ৰপাত কৰিব বিচাৰিলে ভাৰতীয় পাঁচ লাখ মুছলমান নাগৰিকে প্ৰত্যেকেই পাকিস্তানৰ বিৰুদ্ধে আমৰণ যুঁজিব তথাপি নিজ দেশক পাকিস্তানী ষড়যন্ত্ৰৰ পৰা উদ্ধাৰ কৰিব। এই ক্ষেত্ৰতো পাকিস্তান অপমানিতভাৱে পৰাজিত হ'ল। গতিকে তেওঁলোকে পাকিস্তানত থকা হিন্দু, বৌদ্ধ, খৃষ্টান আদি অমুছলমানৰ ওপৰত অমানুষিক অত্যাচাৰ আৰম্ভ কৰি দিলে। মুজাহিদ বাহিনী পাকিস্তানী সৈনিকৰ অত্যাচাৰত ৰ'ব নোৱাৰি পূব পাকিস্তানৰ অমুছলমানসকল ঘৰ-বাৰী এৰি, ধন-সম্পত্তি এৰি লাখে লাখে ভগনীয়া হৈ আহি অসমত প্ৰৱেশ কৰিলে। ধন হৰণ, নাৰী অপহৰণ আদি নিত্য নৈমিত্তিক কাৰ্য পাকিস্তানী মুজাহিদ বাহিনীৰ। মুজাহিদ বাহিনী মানে বোলে ধৰ্ম ৰক্ষা কৰা বাহিনী। অমুছলমানৰ ধনবস্তু লুট কৰা আৰু নাৰী হৰণ কৰা, নাৰীৰ ওপৰত যৌন অভিলাস পূৰণ কৰা, আৰু শেষত নিৰ্মমভাৱে হত্যা কৰা, শিশু বধ কৰা আৰু বৃদ্ধক শাস্তি দিয়া কি ৰকম ধৰ্ম ৰক্ষা তাক তেওঁলোকেহে বুজে। কিন্তু প্ৰকৃতিৰ কি পৰিহাস যে সেই পূব পাকিস্তানতে হঠাৎ ঘূৰ্ণি বতাহ আৰম্ভ হৈ প্ৰায় সত্তৰ হেজাৰ (৭০,০০০) পাকিস্তানী মুছলমান লোক এক দিনৰ ভিতৰতে মৰে।

এইবাৰ পাকিস্তানী নেতাসকলে নিজৰ গাদী ৰাখিবলৈ মূৰ ঘমাব লগা হ'ল। পূব পাকিস্তানত এটি নতুন ৰাজনৈতিক দল গঠন হ'ল আৰু পাকিস্তানী চৰকাৰৰ কাৰ্যক গৰিহণা দিলে। তাত ৰাজনৈতিক পৰিবৰ্তনে দেশত গা কৰি উঠিল। ফলত পূব পাকিস্তানে পশ্চিম পাকিস্তানৰ পৰা স্বায়ত্ত শাসন বিচাৰিলে। ইয়াতে আহি পৰিল পাকিস্তানৰ ৰাজনৈতিক সংকট। এনে অৱস্থাত বাধ্য হৈ পাকিস্তানে শেষত যুদ্ধকে সমস্যা সমাধানৰ একমাত্ৰ পথ হিচাপে বাচি ল'লে আৰু ভাৰতৰ কাশ্মীৰকে আৰম্ভ

কৰি দিল্লীৰ সৈতে পশ্চিম অংশ পশ্চিম পাকিস্তানৰ অন্তৰ্ভুক্ত কৰি বৃহৎ পাকিস্তান গঢ়াৰ সপোন দেখিলে। সেই বাবে হঠাতে অপ্ৰৰোচিতভাৱে গুলী বৰ্ষণ কৰি ভাৰতৰ চাম্ব অঞ্চলেৰে পাকিস্তানী বাহিনী ভাৰত সোমাই আহিল। মতলব,— দিল্লী ল'ব আৰু শেষত কাশ্মীৰ অধিকাৰ কৰিব। ভাৰতীয় নেতাসকলে মতলব বুজিলে, নাগৰিকসকলে একমুঠ হৈ যুঁজিবলৈ প্ৰস্তুত হ'ল আৰু সৈন্য বাহিনীয়ে উত্তেজিত হৈ উঠিল। এয়ে হ'ল পাক-ভাৰত যুদ্ধৰ মূল কাৰণ। ইয়াৰ পাছত আৰম্ভ হ'ল পাক-ভাৰত যুদ্ধ।

এই যুদ্ধত যোগ দিলে গৈ বন্ধু আহ্‌মদে। পাকিস্তানৰ এনে হীন আচৰণ আৰু ধৰ্মান্ধতাত তেওঁ বৰ ক্ষুণ্ণ হ'ল আৰু চীন-ভাৰত যুদ্ধই তেওঁৰ মনত যি উদাসীনতা আৰু যুদ্ধৰ প্ৰতি ঘৃণা ভাব জন্মাই দিছিল, পাকিস্তানৰ এনে অমানৱীয় আচৰণত তেওঁৰ অৱচেতন মনত থকা প্ৰতিশোধ প্ৰবৃত্তিয়ে পুনৰ চেতন মনত প্ৰৱেশ কৰিলে আৰু ৰণহুংকাৰত যেন হৃদয় উত্তেজিত হৈ উঠিল। তেওঁ আৰু সহ্য কৰিব নোৱাৰিলে। যুদ্ধত জাঁপ দিলে।

(৬)

আমাৰ প্ৰেমৰ কথা ধৰিবৰ বেচিদিন নালাগিল জেৰিনাৰ মাকৰ। তিৰোতা মানুহে বিশেষকৈ মাকসকলে জীয়েকসকলৰ মন ধৰাত বেচিদিন নালাগে। জেৰিনাৰ মন ধৰিবলৈ মাকৰ বিশেষ কষ্ট নহ'ল। মই গ'লে তেওঁ যেনে হাবভাব দেখুৱায় তাৰ পৰাই মাকে ধৰা পেলাইছে; বিশেষকৈ সিদিনা ৰাতিপুৱাতে মই তেওঁলোকৰ ঘৰলৈ যোৱাত যি ঘটনা ঘটিল তাৰ পৰাই কথাটো স্পষ্ট হৈ পৰিল।

মই ৰাতিপুৱাতে তেওঁলোকৰ ঘৰত উপস্থিত হ'লো; কাৰণ আগদিনা আবেলি জেৰিনাই মোক ৰাতিপুৱাতে আহিবলৈ কৈছিল। মই গৈ আহ্‌মদৰ থকা ঘৰটিত বহিলোঁ। মই যোৱাত মাকে ক'লে— 'বৰ ভাল পালোঁ বোপা সোনকালে অহাত। জেৰিনাই কালি মোক কৈছিল যে আজি হেনো আমি চিনেমা চাব যাব লাগে। কালি বোপাই টকা মণিঅৰ্ডাৰ কৰি পঠাইছে। সি হেনো এহেজাৰ টকা পুৰস্কাৰ পাইছে চৰকাৰৰ পৰা। সি চিঠিত তোমাৰ কথাও লিখিছিল। গতিকে কালি আবেলিতে আকবৰে তিনিখন টিকট লৈ আহিছে মৰ্ণিং শ্বোৰ। তুমি অলপ বহা বোপা; মই চাহ দিওঁ; জেৰিনাই কানি-কাপোৰ পিন্ধিব ধৰিছে। তাই এতিয়াই আহিব।'

এনেকৈ কৈ তেওঁ পাকঘৰলৈ গ'ল; মই বহি ৰ'লোঁ। কিছু সময় পাছত ওলাই আহিল জেৰিনা। জেৰিনাই আহি মই বহা ঘৰৰ দুৱাৰমুখত ঠিয় দিলে— মুখত এমোকোৰা হাঁহি। আজি জেৰিনাক সাইলাখ মমতাজ যেন দেখি। নতুন কাপোৰবোৰ পিন্ধি, দীঘল ক'লা চুলিটাৰী বেনিগুঠি বান্ধি, গাল-মুখত স্নো-পাউডাৰ সানি, ওঁঠ দুটি অলপ ৰঙচুৱা কৰি, আঙুলিবোৰত ৰঙা ৰং লগাই আহিছে। নৱযৌৱনা ষোড়শী সুন্দৰ

সুকোমল শৰীৰ। লনী খোজ-কাটল; হাঁহিভৰা মুখ, সুগঢ়িত অঙ্গ-প্ৰত্যঙ্গ। এই ওঠৰ বছৰীয়া ধুনীয়া গাভৰুজনীক আজি মই ভাৰত বুৰঞ্জীৰ বিখ্যাত মমতাজ যেন কল্পনা কৰিলোঁ। বোধহয় মমতাজৰো এনে মনমুগ্ধকাৰী ৰূপ আছিল বাবেই সম্রাট ছাহজাহানে ৰাজকাৰ্য বাদ দি প্ৰণয় কাৰ্যতহে অধিক সময় কটাইছিল আৰু শিক্ষা বা ধৰ্মৰ মন্দিৰত টকা খৰচ নকৰি প্ৰেম মন্দিৰ তাজমহলত টকা খৰচ কৰিলে। সেই দিনত খৰচ ৯ কোটি টকা— যিদিনা ধানৰ মোন আছিল ২ অনা, ঘিৰ মোন আছিল ১ টকা ৬ অনা। আজিৰ বজাৰত— বিশেষকৈ এই বস্তুৰ মূল্য বৃদ্ধি বা টকাৰ মূল্য হ্ৰাস হোৱা বজাৰত যে কিমান শ কোটি টকা হ'লহেঁতেন তাক সহজে অনুমান কৰিব পাৰি। আজি ভাৰত চৰকাৰৰ পঞ্চবাৰ্ষিকী যোজনাৰ বোধহয় এটাৰ সম্পূৰ্ণ যোজনা খৰচ পৰিছে। সমগ্ৰ ভাৰত গঢ়াত যিমান খৰচ— এটা ঘৰত সিমান খৰচ। ইমান খৰচ কৰাৰ নিশ্চয় কাৰণ আছিল সম্রাটৰ; কাৰণ আৱেগ প্ৰৱণ মনে যদি স্বেচ্ছাচাৰিতাৰ ক্ষমতা পায় তেন্তে তেনে হোৱা স্বাভাৱিক। মোৰ হাতত যথেষ্ট পৰিমাণে টকা থকাহেঁতেন মই আজি কি কৰিলোহেঁতেন মই ক'ব নোৱাৰোঁ। কিন্তু সৌভাগ্যৰ কথা যে মোৰ হাতত্ কেইটামান ভঙনীয়া পইচাৰ বাহিৰে আৰু একো নাই। তেওঁ হাঁহি মাৰি দৰ্জাখন মেলি ভিতৰ সোমাই আহি মোৰ সমুখত ঠিয় দিয়ে; মুখত মিচিকীয়া হাঁহি। মোৰ অন্তৰ উথলি উঠিল। মুখলৈ চাই হাঁহি মাৰি ঠাট্টা কৰিলোঁ। – 'আহা মমতাজ! আহা সৌন্দৰ্যৰ ৰাণী। মোৰ সমুখত বহি মোৰ ৰূপতৃষ্ণা নিৰ্বাপিত কৰা ৰূপহী।'

তাই মোৰ সম্মুখত থকা টুলখনত বহি ক'লে—

'এনেকৈ ঠাট্টা কৰিলে কথা বেয়া হ'ব।ময়ো খং উঠিলে সম্রাট ছাহজাহান বুলি কৈ পেলাম পিচে।'

'তেনে সৌভাগ্য এই দীনহীন ব্ৰাহ্মণৰ নঘটে ৰূপহী।'

'যদি কেতিয়াবা ঘটে?'

'ঘটিলে ঘটিব পাৰে ধৰ্মান্তৰ-কাৰ্যান্তৰ নহয়। মই বাদছাহ হ'লে থিয়েটাৰততহে হ'ব পাৰিম— দিল্লীত হ'ব নোৱাৰিম।'

'আপুনি যে মোক ধুনীয়া বুলি কৈছে, পিছে আপুনি কি? আপোনাৰ এনে সুন্দৰ শৰীৰ দেখিলে কোনো গাভৰুৱে থাকিব নোৱাৰে। আপোনাৰ এনে ৰূপ হ'ল কিয়?'

'মই ব্ৰাহ্মণ। ধুনীয়া আৰ্যগোষ্ঠীৰ মই প্ৰতিভূ। ওঁঠ, বৰণ, নাক দীঘল ধুনীয়া আৰ্য গোষ্ঠীৰ গঢ় মোৰ শৰীৰত আছে আৰু মোৰ ধমনীতো আছে শ্ৰেষ্ঠ আৰ্যৰ তেজ। গতিকে.......।'

মই হাঁহি হাঁহি ক'লোঁ তাইৰ চকুলৈ চাই। তায়ো হাঁহি মাৰি মোলৈ চাই ক'লে— 'আপুনি আৰ্য গোষ্ঠীৰ ব্ৰাহ্মণ সন্তান বুলি গৰ্ব কৰিলে মোৰো গৰ্ব কৰিবলৈ ঠাই আছে। ময়ো মোগল বংশৰ সন্তান— ভাৰতৰ ধুনীয়া আৰু শক্তিশালী মোগল ৰাজবংশৰ শক্তি আৰু তেজ মোৰ গাতো আছে।'

মই ঠাট্টা কৰি সুধিলো— 'খাটি মোগল নে নকল মোগল?'

'মোৰ ফালে চাই কওক। আমাৰ বাবাজান, ককাইদেউইঁতক চাই আপুনি জানো অনুমান কৰিব পৰা নাই?' তাই গহীনাই কয়।

'সঁচাকৈ তোমালোকৰ বংশৰ কিবা ঐতিহ্যৰ বিষয়ে তুমি জানানে কি?'

'জানো! আমাৰ বাবাজানে এদিন আমাৰ বংশৰ কাহিনী কৈছিল।'

'কোৱাচোন বাৰু মোৰ আগত।' মই বৰ কৌতূহলী হৈ সুধিলোঁ। তাই টুলখনত বহি এবাৰ মোৰ ফালে চাই ক'ব ধৰিলে— 'আমাৰ বাবাজানে এদিন কৈছিল যে আমাৰ পূৰ্বপুৰুষজন মোগল বংশৰ লোক আছিল। দিল্লীত তেওঁলোকৰ ঘৰ আছিল। দিল্লীৰ বাদচাহ ঔৰঙ্গজেবৰ সেনাপতি ৰাজপুত বীৰ ৰামসিংহই অসম আক্ৰমণ কৰাৰ সময়ত তেওঁৰ লগত সৈনিক হিচাপে আহিছিল। শৰাইঘাটৰ যুদ্ধত লাচিত বৰফুকনৰ হাতত হাৰি যেতিয়া ৰামসিংহই সসৈন্যে ভটিয়াই গৈছিল, সেই সময়ত আমাৰ পূৰ্বপুৰুষ সৈনিকজনে আৰু ফিৰি যাবলৈ ইচ্ছা নকৰিলে। তেওঁৰ হেনো পৰাজিত মুখ দেখুৱাবলৈ লাজ লাগিল আৰু সেইবাবে নাওৰ পৰা নামি ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰত উঠিল আৰু পাৰে পাৰে পূৰমুৱা হৈ খোজ ল'লে। অসমীয়া সেনাৰ যুদ্ধত পাৰ্গতালি দেখি তেওঁ বোলে অতিকৈ মুগ্ধ হৈছিল। অসমীয়া প্ৰত্যেক সেনাৰ দৰে কাঁড় মাৰিব পৰা, অস্ত্ৰ চলাব পৰা, সাঁতুৰিব পৰা, গড় মাৰিব পৰা, মাটি খান্দিব পৰা, হিলৈ মাৰিব পৰা আৰু দৰ্কাৰ হ'লে দেশৰ কাৰণে প্ৰাণ বলি দিব পৰা যি শক্তি আৰু ক্ষমতা তাক দেখি অতিকৈ মুগ্ধ হৈছিল আৰু এনেহেন সেনাৰ কৌশল লাভ কৰিবৰ বাবে মনে মনে ইচ্ছা কৰিছিল। তেওঁ অকলে খোজ কাঢ়ি আহি আহি আজিৰ দিনৰ পাণ্ডুঘাট পালে। তাত হঠাতে এটা আচৰিত ঘটনা দেখা পালে।'

'কি আচৰিত ঘটনা?' মই তাইৰ ধুনীয়া মুখখনিলৈ চাই প্ৰশ্ন কৰিলোঁ। তাই চাদৰখন বুকুত ভালকৈ মেৰিয়াই লৈ মোৰফালে কেৰাহিকৈ চালে। মোৰ দুই চকুত তীব্ৰহানৰ পৰা তাইৰ নিপোটল বুকুখনি ৰক্ষা কৰি পুনৰ ক'বলৈ আৰম্ভ কৰিলে—

'সেই সন্ধিয়া সময়ত জনপ্ৰাণীহীন নদীঘাটত এজনী দিপ্‌লিপ্ গাভৰু থিয় হৈ পানীৰ ফালে চাই আছে একেথ্যানে।'

এনেতে হাঁহি মাৰি মই সুধিলোঁ— 'তোমাৰ দৰে দিপ্‌লিপ্ সুন্দৰীনে?' 'বাৰু

নকওঁ। সদায় দুষ্টালিখন কৰে।' তাই পিছমুখ দিয়ে। মই কাতৰ সুৰত অনুৰোধ কৰিলোঁ— 'খং নকৰা মোৰ সোণ, কাবৌ কৰিছো। তোমাৰ লগতে যদি মই চুপতি নকৰোঁ তেন্তে কাৰ লগত কৰিম? আনৰ লগত কৰিলে জানো তুমি সহ্য কৰিবা?' তাই মোৰ মুখলৈ চাই ক'লে— 'সদায় চুপতি জানো ভাল? কথাবাৰ ক'বলৈ নিদিলে কওঁ কেনেকৈ?'

'বাৰু, বাৰু কোৱা, মই একো আমনি নকৰোঁ।'

'তাৰ পাছত তেওঁ ব্ৰহ্মপুত্ৰক এটা সেৱা কৰি পানীৰ বুকত জাপ দিলে। আমাৰ পূৰ্বপুৰুষ মোগল সৈন্যজনে এই ঘটনা দেখি তৎক্ষণাৎ পানীত জাপ দিলে আৰু গাভৰুজনীৰ চুলিকোচাত থাপ মাৰি ধৰি সাঁতুৰি পাৰলৈ টানি আনিলে। পাৰত আহি যেতিয়া দুয়ো থিয় হ'ল তেতিয়া গাভৰুজনীয়ে কান্দি কান্দি ক'লে— 'মোক কিয় তুলি আনিলা? মোক মৰিবলৈ দিয়া। মোৰ দুৰ্বহ কলঙ্কিত জীৱন আৰু এই জগতত নাৰাখোঁ। মোক এৰি দিয়া।'

'নাই, তুমি মৰিব নোৱাৰা। তোমাক মই মোৰ সমুখত মৰিব দিব নোৱাৰোঁ।

'কোন তুমি? কিয় মোক যাতনা ভুগিবলৈ আকৌ এই সংসাৰলৈ আনিলা?'

'মই যিয়ে নহওঁ.... মই মানুহ আৰু মানুহে মানুহক ৰক্ষা কৰা বিশেষকৈ নাৰীক ৰক্ষা কৰা কৰ্তব্য। বাৰু কোৱাচোন তুমি কোন আৰু কিয় মৰিবলৈ ওলাইছা।'

'মই ইয়াৰেই— কামাখ্যাৰ ব্ৰাহ্মণ কন্যা। মই বিধবা। মোৰ স্বামী মৰিছে। মই বৈধব্য যন্ত্ৰণা সহ্য কৰিব নোৱাৰা হৈছোঁ।'

'মই বুজিছোঁ। হিন্দু ব্ৰাহ্মণ বিধবাৰ কি কঠোৰ ব্ৰত। পিছে তুমি কি সতীযোৱা প্ৰথা পালন কৰিছা?'

'স্বামীৰ লগত চিতাত উঠি একেলগে মৰিবলৈ নোৱাৰিলোঁ। এতিয়া আৰু বৈধব্য যন্ত্ৰণা সহ্য কৰিব নোৱাৰা হৈছোঁ। মোক মৰিবলৈ দিয়া।'

'তোমাৰ স্বামী কেতিয়া মৰিল?'

'মোৰ স্বামী ঢুকাল যোৱা বছৰত।'

'পাছত?'

'পাছত মই পিতাৰ ঘৰলৈ আহিলোঁ। যোৱাবেলি মা ঢুকাল। পিতাই মোৰ সমবয়সীয়া এজনী যোল বছৰীয়া গাভৰু বিয়া কৰাই আনিলে।'

'তাৰ পাছত?'

'তাৰ পাছত বৃদ্ধ পিতাৰ তৰুণী ভাৰ্যাই প্ৰাণ কালত শিশু হ'ল। ওচৰৰ ডেকা ল'ৰাসকলে ওচৰে ৰাতি আমাক টোপনি যাবলৈ নিদিয়া হ'ল।'

'পিতাৰাই কি কৰিলে?'

'পিতাই সেইফালে মন-কাণ নিদিয়া হ'ল। পিতাই কেৱল বিচাৰিলে আইৰ বাহ্যিক শুশ্রূষা মাত্র।'

'এৰা ই স্বাভাৱিক। বৃদ্ধৰ কাৰণে নাৰীৰ আৱশ্যকতা সেইখিনিতহে। নাৰীৰ কামনা-বাসনা পূৰণ কৰিব নোৱাৰে। গতিকে নাৰী বিপথগামী হয়। মই বুজিছোঁ।'

'তেন্তে সেয়ে শেষত সেই ডেকা ল'ৰাৰ দলে মোৰ ওপৰতো বলাৎকাৰ আৰম্ভ কৰিলে। তাৰ ফলত মোৰ পেটত অবৈধ সন্তানে থিতাপি ল'লে। এতিয়া সমাজে মোক আলাগ কৰি থ'লে। শেষত মোৰ পিতায়ো মোক অশ্রাব্য গালি পাৰি কুল-কলঙ্কিনী বুলি ভৰ্ৎসনা কৰি ঘৰৰ বাহিৰ কৰি দিলে। মই ক'তো আশ্রয়ৰ থল বিচাৰি নাপাই মহাবাহু ব্ৰহ্মপুত্ৰৰ কোলাতে আশ্রয় ল'ম বুলি ভাবি পানীত জাপ দিছিলোঁ। কিন্তু তুমি মোক তুলি আনিলা। বৰ বেয়া কৰিলা। মোৰ কলঙ্কিত জীৱন ৰক্ষা কৰি তুমিও পাপ কৰিলা। এতিয়া এৰি দিয়া, মই যাওঁ। মই মৰিম— পানীত জাহ দি মৰিম। মোক এৰি দিয়া।'

'তেনে কথা নক'বা। তুমি মৰিব নোৱাৰা। এটা সামাজিক নিয়মৰ কাৰণে তুমি জীৱন বলি দিবানে? বিধবা প্ৰথা হিন্দুৰ এটা নিয়মহে। তাক পালন নকৰিলেও মানুহৰ জীৱন চলে।'

'হিন্দু সমাজত নচলে যে?'

'জগতত অকল হিন্দুৱেই মানুহ নহয়— আন ধৰ্মৰ লোকসকলো মানুহ। আন ধৰ্মত এই নিয়ম নথকাৰ বাবে মানুহৰ জীৱন চলা নাই জানো?'

'ইয়ে মহাপাপ?'

'কোনে ক'লে মহাপাপ? হিন্দু বামুণে? ই তেওঁলোকৰ স্বাৰ্থৰ কাৰণে বনাই লোৱা নিয়ম।'

'তুমি মোক ৰক্ষা কৰি পাপ নকৰিবা।'

'তোমাৰ হিন্দুৰ পাপে মোৰ গা স্পৰ্শ কৰিব নোৱাৰে, কাৰণ মই হিন্দু নহয়।'

'তুমি তেন্তে কোন?'

'মই মুছলমান।'

'মুছলমান?' তাই সংকোচত কেইখোজমান পিছুৱাই গ'ল। তাৰ পিছত ক'লে—

'মোৰ পাপৰ বোজা আৰু বাঢ়িল। মোক বিধৰ্মীয়ে স্পৰ্শ কৰিলে। উহঃ ভগৱান! তুমি মোক কোন নৰকত থ'বা প্ৰভু?'

তাই হুকহুকাই কান্দিব ধৰিলে। তেওঁ তাইৰ ওচৰ চাপি আহি ক'লে— 'তুমি

ভয় নকৰিবা গাভৰু। হিন্দুৰ ভগবানে হিন্দুকহে শাস্তি দিব পাৰে— আমাক নোৱাৰে। তুমি নেজানি ভয় কৰিছা।'

'মোক তেন্তে কোনে ৰক্ষা কৰিব?'

'আল্লাই ৰক্ষা কৰিব। আল্লাৰ ৰাজ্যত ভগৱানৰ একো অধিকাৰ নাই।'

তাৰ পাছত আৰু বহু তৰ্কাতৰ্কি হ'ল। শেষত গাভৰুগৰাকীয়ে তেওঁৰ কথাত পতিয়ন গ'ল আৰু বুজিলে যে নমৰি জীয়াই থকাই মানুহৰ ধৰ্ম। তাই ক'লে— 'জীয়াই থকাহে উচিত।'

'নিশ্চয় উচিত। মানুহৰ কাৰণেহে ধৰ্ম; ধৰ্মৰ কাৰণে মানুহ নহয়।'

'তাই ঠিকহে কৰিলে! তাৰ পাছত?' মই কৈ উঠিলোঁ।

'তাৰ পাছত তাই তেওঁৰ লগত যাবলৈ মান্তি হ'ল। দুয়ো স্ত্ৰী-পুৰুষ হিচাপে জীৱন যাপন কৰিলে। সেই অন্তঃসত্বা গাভৰুৱে কেইমাহমান পাছত এটি কন্যা সন্তান প্ৰসৱ কৰিলে। কিন্তু সন্তানটো মৰিল। শেষত তাইৰ গৰ্ভত এওঁৰ ঔৰষত এটি পুত্ৰ সন্তান জন্মিল।

কিন্তু দুখৰ কথা যে সন্তান প্ৰসৱ হোৱাৰ কেইমাহমান পাছত তাই মৰিল। বাপেকে ল'ৰাজনক বুকুত বান্ধি লৈ দুনাই বিয়া নকৰালে। শেষত সি ডাঙৰ হ'ল আৰু তেওঁৰ পৰাই বাবাজানৰ ককাইদেউতাকৰ জন্ম হ'ল। আমি তেওঁৰে বংশধৰ। তেওঁলোকে এই জালুকবাৰীতে বসবাস কৰিছিল।'

'সেই বাবেই তোমালোকৰ গাত মোগলৰ তেজ আছে। তাৰ কাৰণেই তোমাৰ ককায়েৰা আহ্‌মদৰ গাত মোগলৰ শক্তি আৰু তোমাৰ শৰীৰত মোগলৰ সৌন্দৰ্য বিৰাজ কৰিছে। আহ্‌মদ বলী, নিৰ্ভীক আৰু যুদ্ধ বিদ্যাত পাৰ্গত— মোগলৰ দৰে। পূৰ্বপুৰুষৰ তেজ তেওঁৰ গাত আছে। আনফালে তুমি ধুনীয়া আৰু বিলাসিনী হোৱাৰ গুৰিতে বৈ আছে মোগলৰ ৰূপ চৰ্চাৰ চানেকি। তোমাৰ সংযম হ'ল বামুণীৰ সংযম আৰু আহ্‌মদৰ দাৰ্শনিক মনৰ গুৰিতে হ'ল ব্ৰাহ্মণ কন্যাৰ হিন্দু দৰ্শনৰ সংস্কাৰবদ্ধ মনৰ পৰিচয়। তোমালোকৰ সংস্কাৰত বৈ আছে মোগলৰ বীৰত্ব, লগতে সৌন্দৰ্যৰ স্পৃহা আৰু ব্ৰাহ্মণৰ সংযম লগতে দাৰ্শনিক চিন্তাৰ চাপ। বোধহয় সেয়েহে মোক তোমালোকে অজানিতে ভাল পাইছা আৰু ময়ো অজানিতে তোমালোকক ভাল পাই পেলাইছোঁ। আহ্‌মদৰ লগত মোৰ মিলনৰ এয়ে কাৰণ। তাৰ উপৰি তোমাক ভালপোৱাৰ গুৰিতে এয়ে। তোমাৰ অৱচেতন মনত ব্ৰাহ্মণক— হিন্দুক ভাল পোৱাৰ কাৰণ পূৰ্বৰ সংস্কাৰ। বংশগতভাৱে এই সংস্কাৰে নিৰ্জান মনত খোপনি পুতিছে আৰু পৰিৱেশৰ আনুকূল্য লাভ কৰি অৱচেতন মনত ভুমুকি মাৰি শেষত চেতন মনত তাৰ

ক্ৰিয়া আৰম্ভ কৰিছে। মনস্তাত্বিকসকলে বোধহয় তাকে ক'ব। সেই কাৰণ তোমাৰ ভাল পোৱাত মোৰ দোষ হোৱা নাই জেৰিনা, আৰু তুমিও মোক ভালপোৱাতো স্বাভাৱিক।'

'কেনেকৈ?' সকৌতুকে তাই প্ৰশ্ন কৰে। হাঁহি মাৰি মই উত্তৰ দিওঁ— 'মই বামুণীকে ভাল পাইছোঁ— তোমাৰ ভিতৰেদি তোমালোকৰ পূৰ্বপুৰুষৰ আদি নাৰী বামুণীকে মই ভাল পাইছোঁ। আৰু তুমিও আদি নাৰী বামুণীৰ প্ৰতিভূ হিচাপে মই বামুণকে ভাল পাইছা।'

'তেন্তে আমাৰ ভাল পোৱাত একো দোষ নাই?'

'নিশ্চয়। একো দোষ নাই। একো দোষ নাই।'

মই যেন আবেগ প্ৰৱণ হৈ পৰিলোঁ। জেৰিনাৰ মধুৰ হাঁহি আৰু অকুণ্ঠ আৰু আত্মনিবেদনত যেন মোৰ সমস্ত সত্তা আলোড়িত হৈ উঠিল। মই ধৈৰ্য ৰাখিব নোৱাৰিলোঁ। ৰূপহী অভিসাৰিকাবেশী প্ৰিয়তমা জেৰিনাৰ কাষলৈ আহি সাবতি ধৰি এটি চুমা খালোঁ গালখনিত। তায়ো মোক ডিঙিত সাবতি ধৰি বুকুৰ মাজত মূৰটো সুমাই দি লেউসেউ হৈ মোৰ বুকুত পৰিল। এই ভাল পোৱাৰ এক চৰম মুহূৰ্তত হঠাতে এটা বৰ অপ্ৰীতিকৰ ঘটনাই আমাৰ মন সেমেকা কৰি পেলালে।

জেৰিনাৰ মাকে আমি থকা ঘৰলৈ আহি আমি দুয়োকে এনে অৱস্থাত দেখি ফিৰি গ'ল; আৰু চোতালৰ পৰা ক'লে— 'তোমালোক ওলাবৰ সময় হোৱা নাইনে? চাহ চেকি চাই আছোঁ মই।'

মাকৰ মাতত আমাৰ চেতনা আহিল। দুয়ো খৰধৰকৈ বাহিৰ হৈ আহিলোঁ। জেৰিনা পাকঘৰৰ ভিতৰ সোমাল। ময়ো গ'লোঁ। মই মাকক মাত দিলোঁ। মাকে গহীনভাৱে বহিব দিলে। ভাৱভঙ্গীত বুজিব পাৰিলোঁ যে মোৰ কাণ্ড-কাৰখানা তেওঁৰ চকুত পৰিছে। নীৰৱভাৱে— সন্ত্ৰস্ত হৈ মই চাহ খাই থাকিলোঁ। জেৰিনাই লাজ আৰু ভয়ত মোৰ ওচৰ চপা নাই।

চাহ খাই উঠি পূৰ্বনিৰ্ধাৰিত আঁচনিমতে চিনেমা চাবলৈ গ'লোঁ; কিন্তু জেৰিনাক মই মোৰ কাষত নবহুৱাই মাকৰ কাষত বহুৱালোঁ।

কিছু সেমেকা আৰু গতানুগতিক ধৰণে ভদ্ৰতা ৰক্ষা কৰি চিনেমা চাই আহি মই ঘৰলৈ খোজ ল'লোঁ।

সিদিনাৰ ঘটনাৰ পিছৰ পৰা জেৰিনাৰ মাকে আৰু জেৰিনাক পঢ়াবলৈ মন নকৰিলে। অতি সোনকালে কন্যাক বিয়া দিয়াৰ চেষ্টাত থাকিল। [illegible] ছোৱালীৰ মূলৰ লেখে কৰ্তব্য। ছোৱালীয়ে পুৰুষ [illegible]

মাকসকলে তাক নজৰ কৰা অৱশ্যে কৰ্তব্য। তাৰ পাছত আমি দুয়োবো বুকুভঙা বিননিক উপেক্ষা কৰি জেৰিনাৰ বিয়া পাতিলে গাড়ীগাঁৱৰ ল'ৰা এজনৰ লগত। বাধ্য হৈ মই এই বিয়াত আগভাগ লৈ বিয়াৰ কাম সমাধা কৰিলোঁ। লোকে বুজিলে যে মই নিস্বাৰ্থভাৱে জেৰিনাৰ বিয়াত খাটিলোঁ; কিন্তু মইহে বুজিছোঁ তাত মোৰ স্বাৰ্থ আছেনে নাই। মোৰ হৃদয়ৰ গভীৰ আবেগ সংযত কৰি হেঁচি ৰাখিলোঁ। জেৰিনায়ো নিৰুপায় হৈ অৱস্থাৰ ওচৰত মূৰ দোৱালে। এখন বিষাদাত্মক নাটকৰ যেন যৱনিকা নামি আহিল আমি দুয়োবো মন নিমজ্জিত মঞ্চলৈ। গভীৰ হতাশা আৰু বিপুল বিষাদত দুয়োবো মন নিমজ্জিত হৈ পৰিল। মাকে মোৰ মনৰ অৱস্থা বুজি বিয়াৰ আগতে এদিন কৈছিল— 'বোপা চক্ৰৱৰ্তী, তুমি অন্তৰত আঘাত পালেও মই এই কাম কৰিব লাগিব, কাৰণ মই তোমাৰ মাৰা— মোৰ সখীৰ মনত আঘাত দিব নোৱাৰোঁ। মই জানো যে তেনে কৰিলে মই সখীক বিশ্বাসঘাতকতা কৰা হ'ব। কোনো মাকে ল'ৰাৰ অমঙ্গল কামনা নকৰে আৰু দুখ সহ্য কৰিব নোৱাৰে। তেঁৱো নোৱাৰিব; তুমি মাৰাৰ মনত আঘাত নিদিবা বোপা। তুমি মাৰাৰ যেনে মৰমৰ, মোৰো তেনে মৰমৰ। মৰমৰজনৰ অমঙ্গল দেখিব নোৱাৰি।'

'ইতো একো অমঙ্গল নহয় আমৈ; বৰং ক'ব পাৰি যে সুমঙ্গল কাৰ্য। আপোনালোকৰ পূৰ্বপুৰুষে বামুণীক গ্ৰহণ কৰিছিল আৰু আজি তাৰে বংশধৰ নাৰীয়ে বামুণকে গ্ৰহণ কৰিব। তাত আপত্তি কিয়? তিৰোতাৰ নিজা জাতি নাই; যাৰ ভাৰ্যা হয় সেই জাতি পায় হিন্দুৰ মতে। গতিকে জেৰিনা বামুণী হ'ব মই বিয়া কৰালে। আৰ্যশ্ৰেষ্ঠ বামুণে সকলোতে বিয়া কৰাব পাৰে।'

'ইয়াত আপত্তি অন্য কথাত নহয় বোপা, আপত্তি ভৱিষ্যৎ বংশধৰসকলৰ অসুবিধাতহে।'

'ভৱিষ্যৎ বংশধৰসকলৰ কি অসুবিধা হ'ব?'

'ভাবি চোৱা, তুমি ব্ৰাহ্মণ সন্তান; মোৰ ছোৱালী মুছলমান জীয়াৰী। তোমালোকৰ সন্তানে যেতিয়া মোমায়েকহঁতৰ ঘৰলৈ আহিব তেতিয়া মুছলমান ঘৰত খাব, থাকিব লাগিব। তেতিয়া ব্ৰাহ্মণ সন্তানৰ নিয়ম-নীতি ক'ত থাকিব? সমাজেই বা মানিব কিয়? তেতিয়া তোমাৰ সন্তানে স্বাভাৱিকতে মুছলমান হৈ যাব কাৰণ ব্ৰাহ্মণ সমাজে তোমাৰ ল'ৰালৈ ছোৱালী বিয়া নিদিব আৰু তোমাৰ ছোৱালীক কোনো ব্ৰাহ্মণ সন্তানে বিয়া নকৰাব। গতিকে তোমাৰ সন্তানসকল আপোনা-আপুনি মুছলমান হ'ব লাগিব। তেতিয়া তোমাৰ ব্ৰাহ্মণ কুল লুপ্ত হ'ব। মই তোমাৰ কুল লুপ্ত হোৱাটো বাঞ্ছা নকৰোঁ। তাৰ উপৰি সখীৰ ব্ৰাহ্মণ কুল লুপ্ত কৰি তেওঁৰ বংশধৰক মই কেতিয়াও মুছলমান

হ'ব দিব নোৱাৰোঁ।
ইমান বিশ্বাসঘাটকতা মই কেতিয়াও নকৰিম মোৰ সখীক। তুমি বেজাৰ নাপাবা বোপা, তোমাৰ কাৰণে কিমান ৰূপহী ব্ৰাহ্মণ কন্যাই বাট চাই আছে তাৰ লেখ নাই। মোৰ ছোৱালীতকৈ ৰূপে-গুণে বহু শ্ৰেষ্ঠা ছোৱালী তোমাৰ বাবে বৈ আছে। তুমি তাৰে এজনী বিয়া কৰাই সুখী হোৱা আৰু মাৰাৰ মনতো সুখ দিয়া। মাৰাৰ মনত দুখ নিদিবা বোপা। তুমিতো নুবুজা মাকসকলে ল'ৰাৰ পৰা কিমান আশা কৰে।'

তেওঁৰ চকুলো আহিল। মই সিদিনাহে বুজিলোঁ জগতত মাতৃসকল সন্তানৰ কি; আৰু বুজিলোঁ জগতৰ সকলো মাতৃ এক। সিদিনাৰ পৰা আৰু একো আপত্তি নকৰিলোঁ। আইৰ ছবিখনি মনৰ মাজত ভাহি উঠিল। জেৰিনা আৰু জেৰিনাৰ মাক যেন আইৰ ছবিতে ভাহি উঠিল। জেৰিনাৰ মাক যেন আইৰ ছবিৰ লগতে মিলি গ'ল। মোৰ মন শান্ত হ'ল। আইৰ ছবিখনিয়ে যেন মোৰ মনৰ মাজত অদ্ভুত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে।

নীৰৱভাৱে জেৰিনাৰ বিয়াৰ কাম সমাধা কৰিলোঁ। তাইৰ মনৰ ক্ৰিয়াই মোৰ চকু দিবলৈ যেন আৰু আহৰি নাই।

আইৰ ছবিয়ে তাইৰ ছবি হৃদয়ৰ পৰা মচি দিলে। আশ্চৰ্য মানুহৰ মন! সংস্কাৰবদ্ধ মানুহৰ মন!!

(৭)

আমি দুই বন্ধু ফুৰিবলৈ ওলাই গৈছোঁ। কথা কৈ কৈ গৈ আছোঁ। কথা কোৱা মানে এজনে কৈছে আনজনে শুনিছোঁ। মিষ্টাৰ আহ্‌মদ বক্তা আৰু মই শ্ৰোতা। দুজন বন্ধুৰ মেলত সাধাৰণতে প্ৰেমৰ কথাৰ পৰা আৰম্ভ কৰি জগতৰ ৰাজনীতি, দেশৰ সমাজ নীতি, ধৰ্ম, শিক্ষা, বিজ্ঞান আদি সকলোবোৰে খণ্ড-বিখণ্ড ৰূপ প্ৰকাশ পায় আৰু শেষত সেইবোৰৰ সমালোচনা আৰু তাৰ ওপৰত নিজৰ ধাৰণা লগতে মতবাদ প্ৰকাশ কৰা হয়। আচলতে শিক্ষিত মানুহৰ বন্ধু মহলত হোৱা এনে আলোচনা যদি প্ৰকাশ কৰা যন্ত্ৰ থাকিলহেঁতেন তেন্তে দেশ আৰু সমাজে যথেষ্ট উপকৃত হ'লহেঁতেন। অৱশ্যে আজি বিজ্ঞানৰ যুগত 'টেপৰেকৰ্ড' কৰা ব্যৱস্থা ওলাইছে। কিন্তু ই এতিয়াও এনে কাম কৰিব পৰা নাই। আমি এতিয়া লাহে লাহে খোজ কাঢ়ি গৈ আছোঁ। কথা কথাৰ মাজতে মই প্ৰশ্ন কৰিলো— 'বাৰু চীন-ভাৰত যুদ্ধৰ পাছত ছুটী শেষ হোৱাৰ পাছতে তুমি গ'লা নহয়?'

'হয়। ছুটী শেষ হোৱাৰ পাছতে 'জইন' কৰিলোঁ। কিন্তু 'জইন' কৰি বেছিদিন অলস হৈ থাকিব লগা নহ'ল; কাৰণ পাক-ভাৰত যুদ্ধই আহ্বান কৰিলে।'

'বাৰু আহ্‌মদ, যুদ্ধ হ'লে জানো ভয় নালাগে?'

'ভয়? যুদ্ধক ভয়? যুদ্ধক ভয় নালাগে অন্ততঃ কোনো কাৰ্যক্ষম সৈনিকৰে; বৰং আনন্দহে লাগে। যেনেকৈ আনন্দ লাগে খেলাৰ মাজত খেলুৱৈক, জুৱাৰ মাজত জুৱাৰীৰ, মদৰ মাজত মদপীৰ, কামিনীৰ মাজত কামিনিয়াৰ আৰু যৌৱনৰ মাজত পুৰুষত্বহীন পুৰুষৰ। আমাৰ বিশেষকৈ সৈনিকসকলৰ ভয় লাগে একমাত্ৰ অলস অৱস্থাক। কাম-

কাজ নোহোৱা অৱস্থাৰ ওপৰত আমাৰ আৰু বিৰক্তিকৰ অৱস্থা একোতে নহয়। যুদ্ধৰ নামত আমাৰ আনন্দ।'

'সৈনিকৰ বাহিৰে বোধহয় সকলোৱে কাম-কাজ নোহোৱা অৱস্থা ভাল পায়। বিশেষতঃ কবি, সাহিত্যিক, শিল্পী, গায়ক আদিয়ে অলসতাহে ভাল পায়; মোৰ ধাৰণা।'

'ভুল মাষ্টৰ, তুমি ভুল কৈছা। কবি, সাহিত্যিক, শিল্পী, গায়ক আদিক অলসতাৰ ভক্ত বুলি ভবা একেবাৰে ভুল কথা। শাৰীৰিকভাৱে অলস থাকিলেও মানসিকভাৱে তেওঁলোকে অনবৰত কাম কৰি থাকে। আচলতে চিন্তা কৰা সময়ত শাৰীৰিক অলসতাৰ বৰ প্ৰয়োজন। তাৰ প্ৰমাণ আমি সৈনিকসকলে পাইছোঁ। আমি আক্ৰমণৰ আগমুহূৰ্তত অলৰ-অচলভাৱে চিন্তা কৰি লওঁ কোন ঘাটি কেতিয়া কেনেকৈ আক্ৰমণ কৰিম। এই সময়ত কমাণ্ডাৰসকলে নিৰ্জন অৱস্থাত বাস কৰে আৰু অলসভাৱে কটায়। গতিকে তেওঁলোকেই সৃষ্টিৰ আগমুহূৰ্তত অলসভাৱে কটায়; অৱশ্যে সৈনিকৰ অলসতা আৰু তেওঁলোকৰ অলসতা একে নহয়।'

'বাৰু এই কৰ্মব্যস্ততাৰ মাজত জানো তোমালোকৰ মনত কোনো প্ৰেমৰ ভাব নাজাগে? কোনো নাৰীৰ প্ৰতি প্ৰেয়সীৰ প্ৰতি ভাব নহয়?'

'তুমি আচৰিত কথা সুধিছা মাষ্টৰ। প্ৰকৃতিৰ যি নিয়ম তাৰ বাহিৰত কোনো প্ৰাণীয়ে যাব নোৱাৰে। কামনা-বাসনা জীৱনৰ প্ৰবৃত্তি আদি প্ৰকৃতিয়ে আপুনি তাক অন্তৰত সৃজন কৰিছে। তাৰ ব্যতিক্ৰম কোন হ'ব? অৱশ্যে সাধু-সন্ন্যাসীৰ কথা মই ক'ব নোৱাৰোঁ; কিন্তু বাকীবোৰৰ সকলোৰে তেনে ভাব থাকিব। সেই কাৰণেই আটাইতকৈ কৰ্মব্যস্ত বীৰ নেপোলিয়নে একে সময়তে একালে তাচ খেলে; আনফালে যুদ্ধৰ নিৰ্দেশবোৰ দি থাকে আৰু তাৰ লগে লগে প্ৰিয়তমা জোচেফাইনলৈ প্ৰেম-পত্ৰ লিখে. একে সময়তে তিনিটা কাম কৰে আৰু আচৰিত কথা এই যে তিনিওটাতে মহাবীৰে কৃতকাৰ্যও হয়। গতিকে কৰ্মব্যস্ততাৰ মাজত প্ৰেমৰ চিন্তা নহ'ব কিয়? ই মানৱ প্ৰকৃতি।'

এনেতে আমি আহি শৰাইঘাট দলং পালোঁ। দুয়ো দলঙৰ ওপৰত উঠি তাত সজাই থোৱা কামানকেইটাৰ ফালে চালোঁ। এই কামানকেইটাৰ পৰাই পাক-ভাৰত যুদ্ধৰ মাজতে...... পাকিস্তানী বিমানে গুলী বৰ্ষণ কৰিছিল। বৰঝাৰ বিমানকোঠ, গুৱাহাটী বিকাইনাৰী আৰু জালুকবাৰী-শৰাইঘাট দলঙৰ পৰা— তিনিও ঠাইৰ পৰা গধূলিৰ আকাশ পাহত ধূম-ধাম গুলীবৰ্ষণ হৈছিল। গুলীবোৰ (ট্ৰেচাৰ) আকাশৰ মাজে হৈ তিৰিভৰকাৰ পৰা যেন আহি পাহাৰীয়াও পাঁতবৰ ওপৰত মিলিছিল। আকাশৰ তীৰ

শব্দ আৰু গুলীৰ শব্দত মানুহৰ যেন প্ৰাণ উৰি যায়। ভয়ঙ্কৰ আতঙ্কৰ সৃষ্টি হৈছিল। মানুহবিলাকে ট্ৰেঞ্চত আশ্ৰয় লৈছিল। এনে অনুমান হৈছিল যেন পাক-ভাৰত যুদ্ধ চলিছে জালুকবাৰীতে। দলংখন ধ্বংস কৰা পাকিস্তানী বাহিনীৰ উদ্দেশ্য আছিল আৰু সেইবাবে সঁচাকৈ বিমানো আহিছিল; কিন্তু আমাৰ হিলৈদাৰী সৈন্যৰ কামানৰ আগত পৰি সিহঁত কেনিবা আঁতৰি গৈছিল। গুৱাহাটী, জালুকবাৰী, পাণ্ডু, মালিগাঁও, আজৰা, বৰঝাৰ আদি ঠাইৰ মানুহে জীৱনত প্ৰথমবাৰৰ বাবে যুদ্ধৰ এক বিভীষিকাৰ সন্মুখীন হৈছিল। আমাৰো মন ভয় বিহ্বল হৈ উঠিছিল কাৰণ আমি জানিছিলোঁ যে এই অঞ্চলটো শত্ৰু পক্ষই বিধ্বস্ত কৰিবই কাৰণ ইয়াত কেইবাটাও দৰ্কাৰী অনুষ্ঠান আছিল; উদাহৰণস্বৰূপে, এই শৰাইঘাট দলং, ৰেডিঅ' চেণ্টাৰ, বৰঝাৰ বিমানকোঠ আৰু গুৱাহাটী তেল শোধনাগাৰ। যুদ্ধৰ গুৰুত্বৰ ফালৰ পৰা এই কেইবিধ বৰ দৰ্কাৰী আৰু সেইবাবেই তাক শত্ৰুপক্ষই ধ্বংস কৰাটো নিশ্চিত বুলি ধৰি লৈছিলে।'

'তুমিও ভয় কৰিছিলানে মাষ্টৰ?' হাঁহি মাৰি আহ্মদে মোক প্ৰশ্ন কৰিলে।

মই হাঁহি উত্তৰ দিলোঁ— 'অসামৰিক লোক এজনে যুদ্ধৰ ঘাটিত বাৰু কেনে কৰে কোৱাচোন?'

'ভয় কৰা স্বাভাৱিক, কাৰণ প্ৰকৃত যুদ্ধ বৰ নৃশংস। ই তোমাৰ থিয়েটাৰ পাৰ্টীৰ যুদ্ধ নহয় যে মঞ্চত হত্যা কৰা মানুহজনে খোঘৰত গৈ গলগলীয়াকৈ হাঁহি ক'ব— মই পৰোঁতে অলপ দুখ পালোঁ; সেইবাবে সি মোক হত্যা কৰোঁতে মই মোৰ বুকুত আলতাবিলাক ঘঁহি দিব পাহৰিলোঁ; গতিকে সি মোক তেজ নোলোৱা কৰি এৰোৱালাবে হত্যা কৰিলে।'

দুয়ো হাঁহিলোঁ। তাৰ পাছত মই প্ৰশ্ন কৰিলোঁ— 'বাৰু কোৱাচোন পাক-ভাৰত যুদ্ধৰ সময়ত তুমি ক'ত আছিলা?'

'তেতিয়া আমি চাম্ব অঞ্চলত। এই চাম্ব অঞ্চলতে পাকিস্তানে আমাক বৰকৈ ঠেলে। আমি প্ৰাণপণে যুদ্ধ কৰিও শত্ৰুক প্ৰতিৰোধ কৰিব পৰা নাছিলোঁ। সিহঁতে কেইবামাইলো আমাৰ ৰাজ্য ক্ষেত্ৰৰ ভিতৰ সোমায়।'

'কাৰণ কি? পাকিস্তানী সৈন্যতকৈ আমাৰ সৈন্য হীনবল নেকি?'

'মুঠেই নহয়; আৰু হ'বলো কেনেকৈ তুমিয়ে ভাবি নোচোৱা কিয়?'

'ভাৰত, পাকিস্তান আজি দুখন দেশ হ'লেও মূলতঃ এখন দেশ— ভাৰতবৰ্ষ। অখণ্ডিত ভাৰতবৰ্ষৰ বিভক্তিত হোৱা বাবেহে ভাৰত আৰু পাকিস্তান হ'ল। গতিকে ভাৰত— অৰ্থাৎ অখণ্ডিত ভাৰতৰ সৈন্য সকলো একে শক্তিৰ। সিহঁত আজি গোলাৰ মহৰে পাকিস্তানৰ চৰকাৰে কেৱল যুদ্ধৰে আখৰা কৰি আহিছে কাৰণ পাকিস্তানৰ

ৰাষ্ট্ৰপতি আয়ুব খাঁ এজন সৈনিক আছিল। গতিকে আজীৱন সৈনিক এজনৰ মনোভাৱ বাৰু কেনে হ'ব পাৰে এজন মনোবৈজ্ঞানিকক সুধিলে গম পাবা। সেইবাবে আমেৰিকাৰ পৰা ইমান বছৰে কেৱল অস্ত্ৰ-শস্ত্ৰকে আনি আছে। সিহঁতৰ সেই সময়ত আমাৰ দুগুণ অস্ত্ৰ-শস্ত্ৰ আছিল আৰু আটাইবোৰ অতি আধুনিক অস্ত্ৰ। জেট, চেব্যাৰ জেট আদি বিমান, মৰ্টাৰ, টেঙ্ক আদি যন্ত্ৰ, বাঙ্কাৰ, মাইন আদি প্ৰতিৰক্ষাৰ অস্ত্ৰ আদিও অপৰ্যাপ্ত পৰিমাণে ৰাখিছিল। বোমা কেবাবিধৰো আছিল। মেচিন গান, ষ্টেনগান আদিৰতো লেখেই নাই; আনকি অকল আমেৰিকাই বোলে চাৰিশ পেট্ৰন টেঙ্ক দিছিল। তাৰ উপৰি নাটো, চিয়াটো চুক্তিবদ্ধ দেশবিলাকে যথেষ্ট অস্ত্ৰ যোগান দিছিল, কাৰণ পাকিস্তান নাটো, চিয়াটো আদি সংস্থাৰ মেম্বাৰ। তাৰ উপৰি ইৰাণ, তুৰস্ক, ইন্দোনেছিয়া, চৌদি আৰব আদি মুছলমান ৰাষ্ট্ৰপতিবিলাকে মুছলমান হিচাপে ধৰ্মৰ ভিত্তিত সমৰ্থন দি অস্ত্ৰ দি সহায় কৰিছিল। এনে এটা শক্তিশালী বাহিনী; তাতে আগেয়ে আমাৰ অমনোযোগিতাৰ বাবে যুদ্ধৰ প্ৰস্তুতি চলাইছিল; আনকি সিহঁতৰ ঘাটিবিলাকত মাইন পুটি থৈছিল শত্ৰু সৈন্য বা বিমান নাইবা যন্ত্ৰপাতি গ'লে যাতে আপোনা-আপুনি ধ্বংস হয়। বাঙ্কাৰ নিৰ্মাণ কৰি ৰাখিছিল যাতে তাৰ ভিতৰত সোমাই শত্ৰুক গুলী কৰিব পাৰে অথচ শত্ৰুৱে বাঙ্কাৰ ভেদ কৰি সিহঁতক মাৰিব নোৱাৰে। এনে সুসজ্জিত পূৰ্বপৰিকল্পিত প্ৰস্তুতিত আমাৰ অসজ্জিত অসতৰ্ক বাহিনীয়ে বাৰু কি কৰিব পাৰে? সেইবাবে প্ৰথমে আমি বহু হেঁকি আহিব লগাত পৰোঁ।'

'তেনেহ'লে পাছত আমাৰ কেনেকৈ জয়লাভ হ'ল?'

'সকলো ক্ষেত্ৰতে বলতকৈ বুদ্ধিৰ কৌশল ডাঙৰ, বিশেষকৈ প্ৰণয় ক্ষেত্ৰত আৰু ৰণক্ষেত্ৰত কৌশলৰ নিতান্ত প্ৰয়োজন। তেতিয়া আমি কৌশল কৰিলোঁ— যি কৌশল লৈছিল ইংলণ্ডৰ এসময়ৰ আটাইতকৈ শ্ৰেষ্ঠ ৰণ মন্ত্ৰী লৰ্ড চেঠামে 'America must be conquered at Germany' অৰ্থাৎ আমেৰিকাক জয় কৰিব লাগিলে জাৰ্মানীত যুদ্ধ কৰিব লাগিব। যুদ্ধৰ পট পৰিবৰ্তন। আমিও যুদ্ধৰ পট পৰিবৰ্তন কৰিলোঁ। আমাৰ বাব জেনেৰেল জে এন চৌধুৰীয়ে এই কৌশল ল'লে। আমাক আদেশ দিলে আমি পুঞ্চ গিৰিসংকট অঞ্চলেৰে আক্ৰমণ কৰি পাকিস্তানৰ ভিতৰ সোমাব লাগে। তাকে কৰা হ'ল। আমি পাহাৰত ৰণ কৰিব পৰা জোৱানসকলক কমাণ্ডাৰে তালে পঠাই দিলে। আমি পৈ পুঞ্চ অঞ্চলত প্ৰৱেশ কৰিলোঁ। পৰ্বতীয়া একা-বেঁকা ঠাইত আমি সিহঁতৰ সন্মুখীন হ'লোঁ। তাত ভয়া-ময়া ৰণ লাগিল। আমাৰ পৰিলা যুদ্ধত পাকিস্তানীহঁত চেলেলি-ভেলেলি হৈ গ'ল। আমি পাহাৰৰ ওপৰত উঠি ফিৰাট ফিৰাট শিলবোৰ বাগৰাই দিব ধৰিলোঁ। সিহঁতৰ কেম্প ভাঙি গ'ল; বহু সৈন্য

মৰিল। আমি শিল বগৰাই দিওঁ আৰু ধুম-ধাম কামান চুটাও। সিহঁতৰ ধাৰণা হ'ল যে আমি পাহাৰখন উৰাই দিবৰ বাবে শক্তিশালী বোমা নিক্ষেপ কৰিছোঁ। গতিকে সিহঁতে ছাউনি এৰি গুচি গ'ল। সিহঁত যোৱা গম পাই আমি আহি সিহঁতৰ ছাউনি দখল কৰিলোঁ। তাত খাদ্য বস্তুৰ উপৰিও খাৰ-বাৰুদ অজস্ৰ আছিল। সেইবোৰ আমি হাত কৰিলোঁ। সেই সময়ত আমাৰ উদ্দেশ্য সৈন্য বধ কৰাই নাছিল, কেনেকৈ বিদেশী শক্তিশালী অস্ত্ৰ-শস্ত্ৰ হাত কৰিব পাৰোঁ তাৰে চেষ্টাতহে আছিলোঁ; কাৰণ আমি জানে যে সৈন্যৰ বল অস্ত্ৰতহে। গতিকে বিদেশী শক্তিশালী অস্ত্ৰ-শস্ত্ৰ হাত কৰিবই লাগিব তেতিয়া সিহঁত আপুনি দুৰ্বল হ'ব আৰু আমি সবল হ'ম। আমি ভবামতে কাম হ'ল। ইফালে জেৰিয়ান খণ্ডতে আমাৰ মাৰাঠা সৈনিকসকলে পাকিস্তানী সৈনাক বহু দূৰলৈ খেদি দিলে। আনফালে ইছোগীল খালত শিখ সৈন্যই অসীম বিক্ৰমে যুঁজিব ধৰিলে। বিক্ষিপ্তভাৱে বহু ঠাইত আমি আক্ৰমণ কৰাত সিহঁত ব্যতিব্যস্ত হৈ পৰিল। তেতিয়া বাধ্য হৈ চাম্ব খণ্ডৰ পৰা সিহঁতৰ বিপুল বাহিনী আন ৰণক্ষেত্ৰলৈ লৈ যাবৰ বাবে বাধ্য হ'ল। তেতিয়া আমাৰ চাম্ব অঞ্চলৰ তাকৰীয়া সৈনাই নিজৰ ৰাজ্য ক্ষেত্ৰ উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল। আমি উৰি, পুঞ্চ অধিকাৰ কৰি ক্ৰমে ক্ৰমে পাকিস্তানৰ বহু ঠাই দখল কৰি ল'লোঁ। আমাৰ লগত আছিল গুৰ্খা আৰু কিছুসংখ্যক শিখ সৈনা। আমি অসমীয়াবিলাকক গৰিলা যুদ্ধ আৰু পাহাৰী অঞ্চলৰ যুদ্ধত পাকৈত কেন দেখি হ'বলা কমাণ্ডাৰে গুৰ্খাৰ লগত দিলে পাহাৰত গৰিলা যুদ্ধৰ কাৰণে। এনেকৈয়ে আমি জয়লাভ কৰিলোঁ।'

'সিহঁতৰ পেট্টন টেঙ্কবোৰে বাৰু কি কৰিলে?'

'সিহঁতৰ দুৰ্জয় টেঙ্কবোৰে চাম্ব, জেৰিয়ান, ইচোগীল অঞ্চলত দুৰ্জয় দুৰ্দমনীয়ভাৱে আগবাঢ়ি আহিল। এই পেট্টন টেঙ্কবোৰক একো কৰিব নোৱাৰি। তাক এনেয়ে একেবাৰে ধ্বংস কৰিব নোৱাৰি আৰু সিহঁতে চাৰিওফালে ধাৰাসাৰে গুলীবৰ্ষণ কৰি সকলোকে মৰিমূৰ কৰি এফালৰ পৰা দলি নিয়ে। ই বৰ আচৰিত যন্ত্ৰ। ট্ৰেক্টৰৰ দৰে ধীৰে ধীৰে আহি থাকে। তাৰ আগত গছ-গছনি, ঘৰ-দুৱাৰ পৰিলে কাৰো ৰক্ষা নাই। তাৰ গতিৰোধ কৰিব নোৱাৰি। ইফালে তাৰ গাত সজোৱা 'অটোমেটিক মেচিন গান' বিলাকে চাৰিওফালে অবিৰামবাৰে গুলীবৰ্ষণ কৰি গৈ থাকে। তাৰ ভিতৰত থকা চালককজনক বাহিৰৰ পৰা নেদেখি, গতিকে মাৰিব নোৱাৰি। তাৰ উপৰি পেট্টন টেঙ্কৰ গাত গুলী পৰিলে উভটি আহে। গতিকে পেট্টন টেঙ্কৰ গতিৰোধ কৰিবলৈ কাৰো সাধ্য নাই। চাম্ব অঞ্চলত আমি সেইবাবেই অলপ পিছ হুহকি আহিব লগা হওঁ।'

'তেনেহ'লে পাছত কেনেকৈ.....?'

'কেনেকৈ আমি পেট্ৰন টেঙ্ক ধ্বংস কৰি জয়লাভ কৰিলোঁ? ই এক ৰহস্য— এক সাঁথৰ। এক আচৰিত আৱিষ্কাৰ ভাৰতীয় সৈন্য বাহিনীৰ। তাৰ কাৰণেই আমাৰ পাক-ভাৰত যুদ্ধত জয়লাভ আৰু জগতত ইমান সন্মান বাঢ়িল। ই এক গৌৰৱপূৰ্ণ অধ্যায়।'

'কোৱাচোন?'

'ক'বলৈ গ'লে আমাৰ সৈন্য বাহিনীয়ে এটা অভিনৱ কৌশল আৱিষ্কাৰ কৰিলে। বাৰু এটা ঘটনা কওঁ শুনা। আমাৰ পেট্ৰন টেঙ্ক নাছিল। পাকিস্তানীহঁতৰ শ শ দুৰ্জয় পেট্ৰন টেঙ্কৰ নাম শুনি আৰু তাক দেখি আমাৰ সাহসী সৈন্য বাহিনীয়ে ভয় খোৱা নাছিল বৰং তাক কেনেকৈ ধ্বংস কৰিব পাৰি তাৰে কৌশল চিন্তা কৰিব ধৰিলে। এদিন যেতিয়া এখন পেট্ৰন টেঙ্কে আমাৰ ফালে আগুৱাই আহিল আৰু এমুৰৰ পৰা সকলোকে যেন লুটিয়াই যাব, এনে ভাব দেখা গ'ল, তেতিয়া আমাৰ এজন ভাৰতীয় জোৱানে নিজৰ জীৱন তুচ্ছ কৰি ভাৰতৰ সন্মান ৰাখিবৰ বাবে আগবাঢ়ি ওলাল মনে মনে সংকল্প কৰি। তেওঁ এটা বুদ্ধি ভাবিলে। তেওঁ জানিছিল যে পেট্ৰন টেঙ্কৰ ভিতৰত থকা সৈনিক আৰু চালকজনক মাৰিব পাৰিলে টেঙ্ক অচল হৈ যাব। সেই ভাবি তেওঁ আগবাঢ়ি গ'ল আৰু কৌশল কৰি তেওঁ তাত সোমাই দুজনকে বধ কৰিলে। টেঙ্ক অচল হ'ল। তেতিয়া সেই পেট্ৰন টেঙ্ক আমাৰ সৈন্যই অধিকাৰ কৰিলে। এনে কিবা কৌশল উলিয়াই টেঙ্কবোৰ জব্দ কৰিলে। তাৰ পিছত আমাৰ সমৰ বিশেষজ্ঞসকলে নানা পৰীক্ষা-নিৰীক্ষা কৰি তাক ধ্বংস কৰা এটা কৌশল উলিয়ালে। তাকে কৰোঁতে এইবোৰ ধৃত টেঙ্ক প্ৰমাণ চোৱা হৈছিল আৰু সেইবোৰ ধ্বংস হৈছিল। কেৱাখনো পেট্ৰন টেঙ্ক প্ৰমাণ চাওঁতে ধ্বংস হয়। তাৰ পিছদিনাৰ পৰা সেই কৌশল অৱলম্বন কৰি শ শ পেট্ৰন টেঙ্ক ধ্বংস কৰা হ'ল। প্ৰায় ৩৮৪ খন ধ্বংস কৰা হ'ল আৰু ১৬ খন অক্ষতভাৱে ধৰা হ'ল। সেই ধৰি অনা পেট্ৰন টেঙ্ককে চহৰে চহৰে মানুহক দেখুওৱা হৈছিল। এই পেট্ৰন টেঙ্কবোৰক এনেকৈ মাছ মৰা দিয়াত পাকিস্তানে বিচলিত হৈ গ'ল; আমেৰিকা হতভম্ব হৈ পৰিল আৰু জগতৰ মানুহে আচৰিত মানিলে। আমাৰ ভাৰতীয় সৈনিক তথা নাগৰিকৰ মনত অসীম আনন্দ মিলিল। এই পাকিস্তানী পেট্ৰন টেঙ্কৰ পতনেই আমাৰ পাক-ভাৰত যুদ্ধজয়ৰ প্ৰধান কাৰণ।

'এই কৌশল সিহঁতে নাজানে?'

'সিহঁতে কিয় তাৰ মালিক স্বয়ং আমেৰিকায়ো নাজানে। পৃথিৱীৰ কোনেও নাজানে। ই হ'ল ভাৰতীয় সেনা বাহিনীৰ নিজা কৌশল। তাক কাকো শিকোৱা নাই; আনকি আমাকে শিকিব দিয়া নাই। এই কৌশলবোৰ শিকি তাক প্ৰয়োগ কৰি নিজৰ জীৱন দিও যুদ্ধ জয় কৰা বাবে আব্দুল হামিদকে আজি কৰি [illegible] পৰম

বীৰচক্ৰ লাভ কৰিছে ভাৰত চৰকাৰৰ পৰা। আমাৰ পৰম বীৰচক্ৰ, মহাবীৰচক্ৰ আদি লাভ কৰা বীৰসকলেই এই কৌশলবোৰ কাৰ্যকৰী কৰিছিল।'

'বাঙ্কাৰবোৰ কেনেকৈ ধ্বংস কৰিলে?'

'বাঙ্কাৰ হ'ল একোটা দুৰ্ভেদ্য বাকচ। এইবোৰ এঠাইত পাতি থৈ তাৰ ভিতৰত মানুহ সোমায় আৰু তাৰপৰা শ শ গুলী নিক্ষেপ কৰে। কিন্তু বাহিৰৰ পৰা মানুহজনক দেখা পোৱা নাযায়; গতিকে তাক মাৰিব নোৱাৰি; আৰু বাঙ্কাৰটো একোৱে নষ্ট কৰিব নোৱাৰি। সেই দেখি দুজন সৈনিকেই বাঙ্কাৰৰ ভিতৰত সোমাই হাজাৰ হাজাৰ সৈন্য মাৰি শেষ কৰিব পাৰে। আমাৰ বাঙ্কাৰো নাছিল। এনে অৱস্থাত প্ৰথমে আমাৰ সৈন্যই প্ৰমাদ গণিলে। পাছত এদিন এজন উগ্ৰ সাহসী জোৱানে মৰণত শৰণ দি অকলে আগবাঢ়িলে এটা ভয়ঙ্কৰ কামলৈ। তেওঁ জানিছিল যে বাঙ্কাৰত থকা সৈনিকে দূৰৰ বস্তুহে দেখে, ওচৰত নেদেখে কাৰণ তাত চকুৰ কাষলৈকে লোৰ ওখ বেৰ থাকে যাতে শত্ৰুই তাক মাৰিব নোৱাৰে। সি মাথোঁ চকু দুটাৰে চাকিওফালে চাব পাৰে। তললৈ চালে বেৰৰ বাদে একো নেদেখে। গতিকে জোৱানজনে বায়ফলটো লৈ বাঙ্কাৰৰ কিছু দূৰৰ পৰা পথাৰত পেট পাৰি পৰিল আৰু চুঁচুৰি চুঁচুৰি যাব ধৰিলে। বাঙ্কাৰৰ ভিতৰৰ সৈনিকে তেওঁক দেখা নাপালে। পেট চুঁচুৰি চুঁচুৰি তেওঁ গৈ গৈ শেষত বাঙ্কাৰৰ ওচৰ পালে; আৰু লাহেকৈ মনে মনে থিয় হৈ বন্দুকৰ সঙ্গীনেৰে বাঙ্কাৰৰ ভিতৰত থকা সৈনিক দুজনক বুকুত খুচি বধ কৰি আহিল। তেতিয়া বাঙ্কাৰ নীৰব হ'ল আৰু সি গৈ আমাৰ জোৱানৰ হাতত পৰিল। এই অভিনৱ কৌশলৰ কাৰণেই সকলো পাকিস্তানী হতাশ হৈ গ'ল আৰু আমাৰ সৈন্য বাহিনীৰ তেজ বাঢ়ি গ'ল। এনেভাৱে বাঙ্কাৰ ধ্বংস কৰি সিহঁতক তবধ মনালে। বাঙ্কাৰতো সিহঁত পৰাজিত হ'ল।'

'পাক-ভাৰত যুদ্ধত বোলে আমাৰ ভাৰতীয় বিমান বাহিনীয়ে প্ৰধান অংশগ্ৰহণ কৰিছিল আৰু পদাতিক বাহিনীকে পাৰে মানে সহায় কৰিছিল; কেনেকৈ?'

'হয়; বিমান বাহিনীয়ে পদাতিক বাহিনীক যথেষ্ট সহায় কৰিছিল। যেতিয়া মাটিত আমি যুদ্ধ কৰি থাকোঁ, তেতিয়া তেওঁলোকে আকাশেৰে আহি আমাক খাদ্যবস্তু, সা-সৰঞ্জাম, অস্ত্ৰ-শস্ত্ৰ দি যায়।

বিমানেৰে শত্ৰুপক্ষক আক্ৰমণ কৰি বহুদূৰলৈ খেদি নিয়ে আৰু সেই সুযোগতে আমি আগবাঢ়ি গৈ থাকোঁ। আমাক আঘাত হোৱা দেখ পালে নাইবা পৰ্বতীয়া ঠাইত হঠাতে অসুবিধাত পৰিলে তেওঁলোকে হেলিকপ্টাৰেৰে আমাক উঠাই লৈ গৈ ছাউনিত থয়গৈ। ইয়াৰ উপৰিও অনেক প্ৰকাৰে আমাক সহায় কৰিছিল। এনেভাৱে

সহায় কৰাৰ বাবেহে আমি যুদ্ধত জয়লাভ কৰিব পাৰিলোঁ। ইচোগীল খাল পাকিস্তানৰ দুৰ্ভেদ্য দুৰ্গৰ দৰে আছিল কাৰণ কোনো যান-বাহনৰ দ্বাৰাই আনকি অপ্ৰতিহত টেঙ্কো তাত গৈ প্ৰতিহত হয়। —যাব নোৱাৰে, পাৰ হ'ব নোৱাৰে। আদিম আৰু মধ্যযুগত দুৰ্গৰ চাৰিওফালে পৰিখা খান্দি শত্ৰুক প্ৰৱেশত বাধা দিয়াৰ দৰে এই ইচোগীল খাল খন্দা হৈছিল। এই ইচোগীল খাল লওঁতে আমাৰ বহু চেষ্টা, বহু কষ্ট আৰু কৌশলৰ প্ৰয়োজন হৈছিল আৰু তাত সক্ৰিয় অংশগ্ৰহণ কৰিছিল আমাৰ বিমান বাহিনীয়ে।'

'তেওঁলোকে দেখোঁ ওপৰেৰে উৰি গৈ শত্ৰুক আক্ৰমণ কৰিব পাৰিলেহেঁতেন? তলতহে খাল, ওপৰততো একো নাই। তেন্তে কষ্ট কিহৰ?'

'সাধাৰণ মানুহৰ ধাৰণা সেয়েতো। কিন্তু কথাটো কোৱা আৰু ভবা যেনে সহজ, আচল কামত তেনে সহজ নহয়। ওপৰেৰে কেনেকৈ উৰি যাব? তলত অৰ্থাৎ মাটিত যেনেকৈ মাইন পাতি থ'লে সকলো যান-বাহন, মানুহ, জন্তু সকলোৱে মাইনত জব্দ হৈ থাকে বা মৰে তেনেকৈ ওপৰতো ৰাডাৰৰ একেই ব্যৱস্থা। ওপৰত ৰাডাৰ ফিট কৰা থাকে। এই ৰাডাৰে সকলো যানকে টানি আনি ভূপতিত কৰে গতিকে বিমান উৰি যাব কেনেকৈ? তল খণ্ডৰ কাৰণে 'মাইন' আৰু ওপৰ খণ্ডৰ কাৰণে ৰাডাৰ, এই দুটা বস্তুই হ'ল আধুনিক যুদ্ধৰ মাৰাত্মক অস্ত্ৰ। ক'ব্ গ'লে ৰামায়ণৰ যুগৰ ৰামচন্দ্ৰই লাভ কৰা জম্ভকাস্ত্ৰ। ই সকলো সৈন্য বাহিনীক অচল কৰি ৰখা অস্ত্ৰ।'

'তেনেহ'লে কেনেকৈ পাছত জয় কৰিলা?'

'সকলো কামৰে একোটা সুকীয়া কৌশল আছে। প্ৰথমে আমাৰ বিমান উৰি গৈ যেতিয়া জানিব পাৰিলে যে ৰাডাৰ ফিট কৰা আছে, তেতিয়া হতাশ হৈ ফিৰি আহিল। কিন্তু সাহসী পাঞ্জাবী পাইলট এজনে দুঃসাহস কৰি তথাপি আগবাঢ়ি গ'ল আৰু অতি বেগেৰে গৈ হঠাতে বিপক্ষৰ আকাশমাৰ্গ স্পৰ্শ কৰিলে। ইমান ওপৰৰ পৰা ৰাডাৰ যন্ত্ৰই এই বিমানখন নমাই আনি ভূপতিত কৰি দিলে। এই সাহসী পাঞ্জাবী পাইলটৰ মৃত্যু হ'ল আৰু বিমান ধ্বংস হৈ গ'ল। কিন্তু আমাৰ জোৱান ৰক্তবীজৰ সন্তানৰ দৰে এজন মৰিলে দহজন ওলায়। এইবাৰ আকৌ দুজন কাশ্মীৰী আৰু তিনিজন পাঞ্জাবী পাইলট ওলাল। কিন্তু কি হ'ব; সকলোৱে একে দশা। বিজ্ঞানৰ আশ্চৰ্য অৱিষ্কাৰে কামত ফাকি নিদিয়ে, সকলোৱে একে দশা কৰিলে। এই ঘটনাত আমি ম্ৰিয়মান হৈ গ'লোঁ আৰু শত্ৰু পক্ষৰ আনন্দৰ সীমা নাইকীয়া হ'ল। এই আনন্দ উৎসাহতে অহঙ্কাৰ কৰি সিহঁতৰ দহখন বিমান আমাৰ আকাশমাৰ্গত প্ৰৱেশ কৰিলে আৰু আমালৈ বোমা নিক্ষেপ কৰি আনন্দমনে ফিৰি গ'ল; কাৰণ আমাৰ ৰাডাৰ যন্ত্ৰ নাই; পাকিস্তানে এইবোৰ আমেৰিকাৰ পৰা পাইছিল। আমি নিৰুপায় হৈ ট্ৰেঞ্চত প্ৰৱেশ কৰি কোনোমতে প্ৰাণ

ৰক্ষা কৰিলোঁ। আমাৰ বয়বস্তু আৰু সৰঞ্জাম-পাতিৰ বহু ক্ষতিসাধন হ'ল। আমি আকৌ হতাশ হৈ গ'লোঁ। এইবাৰ সিহঁত ত্ৰিশখন যুঁজাৰু বিমান লৈ একেলগে আহি প্ৰচণ্ডভাৱে আমাক আক্ৰমণ কৰিলে। আমাৰ ৰাজ্যক্ষেত্ৰৰ শূন্যমাৰ্গত তুমুল বিমান যুদ্ধ হ'ল। কিন্তু আমাৰ পাকৈত বিমান বাহিনীয়ে মাত্ৰ ছয়খন যুঁজাৰু বিমানেৰে গৈ শত্ৰুপক্ষক পৰাজিত কৰি খেদি পঠিয়ায়। এইবাৰ শত্ৰুহঁত জেট বিমান কুৰিখনেৰে পুনৰ আক্ৰমণ কৰে। আমাৰ চাৰিখন জেট বিমানে সিহঁতক পৰাজিত কৰে আৰু আঠখন সিহঁতৰ জেট বিমান ধ্বংস কৰে। এইবাৰ শত্ৰুহঁতে ৪০ খন আমেৰিকান চেবাৰ জেট বিমানেৰে আমাক আক্ৰমণ কৰে। ই এক ভয়াবহ প্ৰলয়ঙ্কৰী আক্ৰমণ। আমি ট্ৰেঞ্চৰ ভিতৰত সোমাই ভাবিলোঁ যে আজি আৰু আমাৰ ৰক্ষা নাই। চেবাৰ জেটে আমাৰ জেট বিমান ধ্বংস কৰি আমাৰ ওপৰত প্ৰচণ্ডভাৱে বোমা বৰ্ষণ কৰি আমাক ধূলিস্যাৎ কৰি দিব। আমি জীৱনৰ আশা পৰিত্যাগ কৰিলোঁ। ভাৰতৰ জনসাধাৰণৰ কথা ভাবি বৰ দুখ লাগিল। এই অপমান ভাৰতীয় ৰাইজে কেনেকৈ সহ্য কৰিব! আমাৰ সৈন্য বাহিনীক লৈয়ে আশা কৰিছিল আমাৰ দেশৰ সন্মান ৰক্ষা পৰিব বুলি; কিন্তু আজি জনসাধাৰণৰ সেই বিশ্বাস আমি ৰক্ষা কৰিব নোৱাৰিলোঁ। তাকে ভাবিহে চকুলো ওলাল। এনেতে দেখিলোঁ আমাৰ দহখন 'জেট বিমান' গৈ সিহঁতৰ সন্মুখীন হ'ল। এই 'জেট বিমান' আমাৰ ভাৰতীয় কাৰখানাত তৈয়াৰ কৰা আচৰিত বিমান। এইবোৰ বৰ সৰু; মাত্ৰ দুজন মানুহহে যাব পাৰি। ই অতি পাতল আৰু অতি ওখলৈ যাব পাৰে। ইয়াৰ বেগ আটাইতকৈ বেছি। ইয়াক গুলী কৰা অসুবিধা কাৰণ ই এনেয়ে সৰু তাতে বৰ বেগী আৰু বৰ একা-বেঁকাভাৱে ওলট-পালটকৈ যাব পাৰে। এই অকণমান 'জেট বিমান' গৈ বিৰাটকায় 'চেবাৰ জেট' বিমানৰ সন্মুখীন হোৱাত আমি নীৰৱভাৱে চাই ৰ'লোঁ; শত্ৰুহঁতে দূৰবীনেৰে এই দৃশ্য চাই বোধহয় খিলখিলকৈ হাঁহিছে তাচ্ছিল্য কৰি। যুদ্ধ ভীষণভাৱে আৰম্ভ হ'ল। এবাৰ আমাৰ অকণমানি 'জেট বিমান'কেইখনে বায়ুবেগে গৈ আকাশৰ অতি ওপৰলৈ উঠি গ'ল। সিহঁতৰ 'চেবাৰজেট' বিলাকে লগ ধৰিব নোৱাৰি তলতে থাকিল। এনেতে তীব্ৰবেগে ওপৰৰ পৰা 'জেট বিমান' কেইখন তললৈ নামিল আৰু প্ৰত্যেকখনে একোখন 'চেবাৰজেট' বিমানৰ ওপৰত পৰিল আৰু এনে কৌশলেৰে প্ৰচণ্ড হেঁচা দিলে যে সিহঁতৰ সেই দহখন 'চেবাৰজেট' পিঠিত আমাৰ 'জেট বিমান'কেইখন লৈ ভূপতিত হ'ল। আমি সকলো আচৰিত হৈ গ'লোঁ। এনেতে খতত শত্ৰুৰ বাকী ৩০ খন চেবাৰজেটে ওপৰৰ পৰা তললৈ নামি আহিবলৈ ধৰিলে আৰু আমাৰ ওপৰত বোমা নিক্ষেপ কৰিবলৈ প্ৰস্তুত হ'ল। আমি কথা বিষম দেখিলোঁ। এতিয়া আমাৰ জেট

বিমানো ধ্বংস হ'ব আৰু আমিও ধ্বংস হৈ যাম। তাকে ভাবি শেষবাৰৰ বাবে শেষ চেষ্টা চলালোঁ। আমি পদাতিক বাহিনীয়ে তৎক্ষণাৎ বিমান বিধ্বংসী কামান এৰি দিলোঁ; ধাৰাসাৰে গুলীবৰ্ষণ কৰিলোঁ। গুলীবোৰ যেন বৰষুণৰ শিলহে পৰিছে এনে যেন দেখা গ'ল। আমাৰ কামানৰ গুলীত তিনিখন 'চ্যেবাৰজেট' ভূপতিত হ'ল। বাকীবোৰ আঘাতপ্ৰাপ্ত হৈ ওপৰলৈ উৰি গ'ল। এনে সময়তে আমাৰ 'জেট বিমান' দহখনে 'চ্যেবাৰজেট' দহখনক ভূপতিত কৰি ধ্বংস কৰি তৎক্ষণাৎ আকৌ ওপৰলৈ গ'ল। একেকোবে 'চ্যেবাৰজেট'ক অতিক্ৰম কৰি ওপৰলৈ গ'ল আৰু পিছমুহূৰ্তত আগৰবাৰৰ দৰে এইবাৰো দহখন 'চ্যেবাৰজেট'ক তললৈ নমাই আনি ধ্বংস কৰিলে। এইবাৰ শত্ৰুৰ বাকী থকা ১৭ খন বিমানে ভয়ত পলাবলৈ চেষ্টা কৰিলে; কিন্তু আমাৰ টুফান সদৃশ 'জেট বিমানে' তৎক্ষণাৎ গৈ দহখনৰ পিঠিত উঠিল আৰু ভূপতিত কৰি ধ্বংস কৰিলে। ইয়াকে দেখি বাকী সাতখন 'চ্যেবাৰজেট' প্ৰাণ লৈ পলাল আৰু সিহঁতৰ ৰাজ্যক্ষেত্ৰত প্ৰৱেশ কৰিলে। তাত সিহঁত নিৰাপদ কাৰণ 'ৰাডাৰ' যন্ত্ৰৰ কাৰণে আমাৰ বিমান যাব নোৱাৰে। এনেভাৱে আমাৰ অকণমানি 'জেট বিমানে' আমেৰিকান প্ৰচণ্ড 'চ্যেবাৰজেট' বিমান ধ্বংস কৰা দেখি শত্ৰুহঁতৰ মুখ ক'লা পৰি গ'ল। সিহঁত একেবাৰে হতাশ হৈ গ'ল। আমাৰ বুকুত সিংহৰ সাহস আহিল। আমি দুগুণ উছাহে যুদ্ধত পুনৰ জঁপিয়াই পৰিলোঁ। এইবাৰৰ পৰা সিহঁতে আৰু আমাৰ ৰাজ্য ক্ষেত্ৰৰ শূন্যমাৰ্গলৈ আহিবলৈ সাহস নকৰা হ'ল। এটা আক্ৰমণতে সিহঁতৰ অতখন 'চ্যেবাৰজেট' ধ্বংস হ'ল; ২৮ জন পাইলট মৰিল আৰু পাঁচজন বন্দী হ'ল আমাৰ এই ক্ষুদ্ৰ 'জেটবিমান'ৰ হাতত। তাকে দেখি পাকিস্তানীহঁতে প্ৰমাদ গণিলে। আমি সিহঁতৰ তালৈ যাব নোৱাৰো 'মাইন' আৰু 'ৰাডাৰ'ৰ কাৰণে আৰু সিহঁতে আমাৰ ইয়ালৈ আহিব নোৱাৰা হ'ল আমাৰ 'জেট বিমান'ৰ কাৰণে। এনে অৱস্থাত দুদিন দুয়ো পক্ষ নিজ নিজ ঠাইতে বৈ থাকি শত্ৰুৰ গতিবিধি লক্ষ্য কৰি থাকোঁতেই গ'ল। এনেতে আমাৰ এজন দুঃসাহসী পাইলটে এটা অদ্ভুত কাম কৰিলে। তেওঁ এখন জেট বিমান লৈ ল'লে আৰু তাত এটা বোমা ভৰাই লৈ অকলে যাত্ৰা কৰিলে। তেওঁ জানিছিল যে ৰাডাৰে এটা নিৰ্দিষ্ট পৰিমাণ ওপৰৰ পৰাহে বিমানক টানে। মাটিৰ পৰা কিছু ওখলৈ অৰ্থাৎ প্ৰায় গছৰ ওপৰমান ওখলৈ ৰাডাৰৰ ক্ৰিয়া নহয়। শত্ৰুপক্ষই নিজৰ বিমান ইমান তলেৰে পাৰ কৰে শত্ৰুপক্ষৰ সীমালৈ। তেওঁ এই ভাবি 'জেট' বিমানখন ঠিক গাঁৱৰ ওপৰেৰে গছৰ ফাকে ফাকে এনেভাৱে জোৰেৰে চলাই নিলে যে শত্ৰুহঁতে একো গমকে নাপালে। তেওঁ শেনৰ দৰে এটা চোঁচা হ'লে আৰু তৎক্ষণাৎ 'জেট' বিমানখন শত্ৰু শিবিৰৰ ওপৰেৰে উৰাই নি ঠিক শত্ৰু শিবিৰৰ ওপৰতে বোমা নিক্ষেপ কৰি

বায়ুবেগে সিহঁতৰ সীমা পাৰ হৈ আহি আমাৰ শিবিৰ উঠিল। এনে আকস্মিক বোমা নিক্ষেপৰ শত্ৰুপক্ষ সাজু হ'ব নোৱাৰাৰ কাৰণে সিহঁতৰ সমস্ত শিবিৰ বোমা পৰি ধ্বংস হৈ গ'ল। ক্ষন্তেকৰ ভিতৰতে শত্ৰুৰ হাহাকাৰ লাগিল। এই অভাৱনীয় কাৰ্যত আমি অবাক হৈ গ'লোঁ; শত্ৰুপক্ষ হতভম্ব হৈ গ'ল। এই ঘটনাই শত্ৰুৰ কঁকাল ভাঙিলে। এইবাৰ আমি সিহঁতৰ শিবিৰত গৈ প্ৰৱেশ কৰিব পৰা হ'লোঁ। আমাৰ যুঁজাৰু বিমানে প্ৰচণ্ড আক্ৰমণ কৰিলে। তাকে দেখি পাকিস্তানীহঁতে জগতৰ নিষিদ্ধ 'নেপামবোমা' আমালৈ নিক্ষেপ কৰিলে। এই বোমাই আমাৰ বিস্তৰ ক্ষতি সাধন কৰিলে, লগতে জগতৰ বায়ুমণ্ডল দূষিত কৰি তুলিলে। তাৰ কাৰণেই জগতৰ মানুহে পাকিস্তানক গৰিহণা দিলে। নৈতিক দিশতো পাকিস্তানৰ অৱস্থা শোচনীয় হ'ল। বিশ্বৰ জনমত পাকিস্তানৰ প্ৰতিকূল হ'ল। ইফালে আমাৰ সৈন্য বাহিনী খণ্ডত একো নাই হ'ল। খণ্ডৰ বেগতে আমি প্ৰাণেপণে যুদ্ধ কৰি পাকিস্তানীহঁতক মাৰি খেদি সিহঁতৰ শিবিৰ দখল কৰিলোঁ; আৰু ইচোগীল খাল আমাৰ হাতত পৰিল। আনফালে জেৰিয়ান, উৰি, পুঞ্চ আদি অঞ্চলৰ যুদ্ধতো আমাৰে জয় হয় আৰু সেই আটাইবোৰ ঘাটি আমাৰ দখললৈ আহে। তেতিয়া চাম্ব অঞ্চল এনেয়ে পাকিস্তানী বাহিনীয়ে এৰি দিবলৈ বাধ্য হয়। এনেভাৱে আমি যুদ্ধত জয়লাভ কৰিলোঁ।'

'শুনিছিলো— বিশেষকৈ বাতৰি কাকতত দেখিছিলোঁ, পাকিস্তানী বাহিনীয়ে বোলে আমাৰ কাশ্মীৰৰ বহু ভিতৰলৈ সোমাই আহিছিল; পিচে সিহঁত আঁতৰি গৈছিল নে প্ৰকৃতপক্ষে?'

'বাতৰি কাকতত ঠিকেই লিখিছিল। সিহঁত আমাৰ কাশ্মীৰৰ বহু ভিতৰ সোমাইছিল।'

'আমাৰ ইমান পহৰাদাৰী জোৱান থকা সত্ত্বেও কেনেকৈ সোমাইছিল?'

'তুমিতো পাকিস্তান মানে কি নাজানা মাষ্টৰ। পাকিস্তান শব্দৰ অৰ্থ হ'ল পবিত্ৰ স্থান। পিচে সকলো ধৰ্মৰে পবিত্ৰ স্থানবোৰ যে কি অপবিত্ৰ তাক তুমি নাজানা! ধৰ্মৰ স্থানতহে ব্যভিচাৰ চলে। ঠিক তেনেকৈ ধৰ্মৰ নামত পাকিস্তানৰ জন্ম হৈছে যেতিয়া এই পাকিস্তান যে পাপীস্থান নহ'ব তাৰ কি মানে আছে? পাকিস্তানে সৈন্য বাহিনীকো ধৰ্মৰ নামেৰে অভিহিত কৰিছে যেনে— মুজাহিদ বাহিনী। মুজাহিদ বাহিনী মানে ধৰ্ম ৰক্ষক বাহিনী। যুদ্ধ কৰি মানুহ মাৰি ধৰ্ম-ৰক্ষা কৰা হয় নেকি? আজিৰ দিনত একেবাৰে মূৰ্খক মানুহ নহ'লে এই কথা বিশ্বাস নকৰে। পাকিস্তানৰ শাসনকৰ্তাসকলৰ মতলব আছিল যে ধৰ্মৰ নামত যিহেতু ৰাজ্য তৈয়াৰ কৰা হৈছে— অৰ্থাৎ অখণ্ড ভাৰত বিখণ্ডিত কৰা হৈছে, সেই বাবে ধৰ্মৰ নামত এটা সৈন্য বাহিনী খুলিব লাগিব

আৰু তাৰ সৈনিকবোৰ কেনে জানানে? যিবিলাক বেকাৰ লোক, নিষ্ঠুৰ, অশিক্ষিত, গুণ্ডা, বদ্‌মাছ, ধৰ্মৰ নামত পাগল, স্বাৰ্থপৰ আৰু অত্যাচাৰী প্ৰবৃত্তিৰ মানুহ সেইবিলাকক সেই বাহিনীত ভৰ্তি কৰা হ'ল আৰু সিহঁতৰ কৰ্তব্য হ'ল অমুছলমানৰ ওপৰত অমানুষিক অত্যাচাৰ কৰা; কাৰণ অত্যাচাৰৰ কোবত যাতে অমুছলমানে ইছলাম ধৰ্ম গ্ৰহণ কৰে। তাৰ বাবেই পূব পাকিস্তানৰ মুজাহিদ বাহিনীৰ অত্যাচাৰত তাত থকা হিন্দু, অহিন্দু, বৌদ্ধ আনকি খৃষ্টান আদি লোকে ঘৰ-বাৰী এৰি ভাৰতলৈ পলায়ন কৰিব লগা হৈছিল। পশ্চিম পাকিস্তানতো তেনে। এই সৈনিকসকলে মানহঁতে এসময়ত অসমত অত্যাচাৰ কৰাৰ দৰে অমানুষিক অত্যাচাৰ কৰিছিল। তিৰোতাৰ সতীত্ব নষ্ট কৰিছিল। মাক, ভায়েক, ককায়েকৰ আগত তিৰোতাৰ ইজ্জত হানি কৰিছিল। ধুনীয়া ছোৱালী হ'লে টানি নিছিল আৰু কিছুদিন কেম্পত ৰাখি পাছত বেছি পেলাইছিল, নাইবা কোনোজনে নিকাহ কৰি ৰাখিছিল। ধন-সম্পত্তি অপহৰণ কৰিছিল। মাৰধৰ হত্যা আদিতো নিত্যনৈমিত্তিক কৰ্ম হৈ পৰিছিল। এয়ে ধৰ্ম ৰক্ষক মুজাহিদ বাহিনীৰ ধৰ্ম ৰক্ষাৰ নমুনা। এনেবোৰ অত্যাচাৰ কৰাৰ কাৰণে সিবিলাকে ঘৰবাৰী তিৰী-চলি এৰি যিয়ে যেনেকৈ পাৰে ভাৰতলৈ পলায়ন কৰিছিল। পাকিস্তানীৰ অবৈধ ভাৰত প্ৰৱেশৰ ইয়ো এটা প্ৰধান কাৰণ। অনুপ্ৰৱেশকাৰীৰ কোনো কেম্পত গ'লে এইবোৰ কথাৰ সত্যাসত্যৰ প্ৰমাণ পোৱা যায়। পাকিস্তান চৰকাৰে কিন্তু এই অত্যাচাৰকাৰী সৈনিকক তিৰস্কাৰৰ সলনি পুৰস্কাৰহে দিছিল; কাৰণ এই কাৰ্যত চৰকাৰৰ দুটা লাভ। প্ৰথমতে পাকিস্তানত অমুছলমান নাইকীয়া হ'ব আৰু দ্বিতীয়তে সিহঁতে গৈ ভাৰতত জনসংখ্যা বৃদ্ধি কৰি নিবনুৱা সমস্যা বৰ্ধিত কৰিব আৰু সিহঁতক পুনৰ সংস্থাপন কৰোঁতে ভাৰত চৰকাৰৰ অৰ্থনৈতিক ফালৰ পৰা অনাটন হ'ব। এই কাৰণে তেওঁলোকে খেদিয়ে আছে আজি পৰ্যন্ত। সেই মুজাহিদ বাহিনীৰ লোকে নানা ছল-কৌশল কৰি আমাৰ স্বাৰ্থপৰ ভেটিখোৱা পুলিচ পহৰীয়া কিছুমানক হাত কৰি সিহঁতৰ সৈনিকবিলাকক পাকিস্তানী ভগনীয়া কৰি পঠাই আছে।

এইসকলে আহি আমাৰ দেশত পশ্চাৎঘাতী কাৰ্যবিলাক কৰি আমাৰ অন্যায় কৰিয়ে আছে। শিবাজীলৈ নিয়া মিঠাইৰ পাচিত সৈনিক নিয়া; আৰু পদ্মিনীৰ সঙ্গিনী হৈ দোলাত যোৱা ৰাজপুত সৈনিকে আলাউদ্দিনৰ অন্তঃপুৰত প্ৰৱেশ কৰাৰ দৰে এই পাকিস্তানী সৈন্য বাহিনীয়েও অতীত ভাৰত বুৰঞ্জীৰ পুৰণা পাত এখিলা লুটিয়াই দিলে। আমাৰ চৰকাৰে ভৰ্কিবই নোৱাৰিলে প্ৰথমতে। গতিকে সিহঁতে দলে দলে আহি গাঁৱে গাঁৱে সোমাই গ'ল আৰু কাশ্মীৰৰ মুছলমানসকলৰ লগত মিলামিছা কৰি সকলো কাশ্মীৰৰ চকুত ধূলি মাৰি তলে তলে পশ্চাৎঘাতী কাৰ্য কৰিয়ে থাকিল। তুমি জান

যে কাশ্মীৰত মুছলমান সংখ্যাগৰিষ্ঠ। এই মুছলমানবিলাকে অনুপ্ৰৱেশকাৰী পাকিস্তানী মুছলমানক সঁচাকৈ উৎপীড়িত বুলি বিশ্বাস কৰি ঠাই দিলে। তাতে মুছলমান বুলিলে স্বাভাৱিকতে মুছলমানে আপোন জ্ঞান কৰে। সকলো ধৰ্মৰ মানুহৰ এইটো দোষ। পৃথিৱীৰ ইতিহাসত ইছলামৰ আৱিৰ্ভাৱ সৰ্বশেষত— আজি মাত্ৰ ডেৰ হাজাৰ বছৰহে হ'ল, তাতে ভাৰতত একেবাৰে নতুন— হেৰা সিদিনাৰ কথা— ১১৯৩ খৃষ্টাব্দৰ মহম্মদ ঘোৰীৰ দিনৰহে কথা। গতিকে নতুন বস্তুৰ ধাৰ বেছি। সেই দেখি আমাৰ অসমতো মুছলমান অধ্যুষিত অঞ্চলত পাকিস্তানী মুছলমানে খোপনি পুতিবলৈ পাইছে। নগাঁও জিলাৰ প্ৰায় বিলাক ঠাই, কামৰূপৰ বৰপেটা, জনীয়া, কাছাৰ জিলা, দৰং, গোৱালপাৰা আদিৰ বহু ঠাইত এই কাৰ্য চলি আছিছে। আনকি আমাৰ জালুকবাৰী অঞ্চলটোৰ কথাকে নোচোৱা কিয়—কিমানজন পাকিস্তানীক যে যুদ্ধৰ সময়ত খেদি দিলে। এইবিলাক পাকিস্তানীয়ে কাশ্মীৰৰ ভিতৰত আগেয়ে ঘাটি স্থাপন কৰি ৰাখিছিল। পাকিস্তানী সৈন্যবিলাক অহাৰ লগে লগে সেইবোৰ আপোনা-আপুনি সিহঁতৰ হাতত পৰিল। এই সুযোগতে আমাৰ ৰাজ্যক্ষেত্ৰৰ বহু ভিতৰত প্ৰৱেশ কৰিলে।'

'পাছত কাশ্মীৰীবিলাকে জানো চিনিব নোৱাৰিলে?'

'চিনিলে আৰু সেইবাবে হুদুখেদা দিলে। কাশ্মীৰৰ মুখ্য মন্ত্ৰী চাদ্দিকে বজ্ৰ গম্ভীৰ স্বৰে যেতিয়া পাকিস্তানক শুনাই দিলে যে ধৰ্মৰ নামত আমাক অন্ধ কৰি পাকিস্তানে কাশ্মীৰীক পাকিস্তানৰ পক্ষপাতি কৰিবলৈ বিচৰা পৰ্বতত কাছ কণী বিচৰাৰ দৰে কথা আৰু কাশ্মীৰ ভাৰতৰ অবিচ্ছেদ্য অঙ্গ, তাত আঘাত কৰিলে ভাৰত-সিংহ জাগি উঠিব, তেতিয়া পাকিস্তানে বুজি পালে যে ভাৰতৰ শিক্ষিত মুছলমানক ধৰ্মৰ গোড়ামিৰে ভুলাবলৈ যোৱা মিছা। তাৰ উপৰি ভাৰতৰ ভূতপূৰ্ব শিক্ষা মন্ত্ৰী এম চি চাগলাই যেতিয়া সতৰ্ক কৰি দিলে যে ভাৰত আমাৰ দেশ আৰু আমাৰ দেশক কোনোবাই আক্ৰমণ কৰিলে আমি ভাৰতৰ পাঁচ কোটি মুছলমানে একেলগে থিয় দিম আমাৰ শত্ৰুৰ বিৰুদ্ধে; —ইছলামৰ আদৰ্শই হ'ল প্ৰথমে দেশ ৰক্ষা— পাছতহে আনবোৰ; তেতিয়া পাকিস্তানী নেতাসকল একেবাৰে হতাশ হৈ পৰিল। তাৰ পাছত কাশ্মীৰী মুছলমানবিলাকে প্ৰাণপণে যুদ্ধ কৰি পাকিস্তানী মুছলমানক খেদিলে। আনকি খেতিয়ক ভাইসকলেও পাকিস্তানীক যাকে য'তে পালে তাকে তাতে খেদিলে। তেওঁলোকে আমাক খাদ্যবস্তুৰ যোগান ধৰিলে। নিৰ্ভীকভাৱে যুদ্ধ ক্ষেত্ৰৰ ওচৰৰ পথাৰতো শস্য উৎপাদন কৰি থাকিল। মৰণক নেওচি দেশৰ জোৱানসকলক খাদ্যবস্তুৰ যোগান ধৰিলে [illegible]। এই কাশ্মীৰী মুছলমান ভাইসকল আজি ভাৰতৰ আদৰ্শ

নাগৰিক— প্ৰশংসাৰ পাত্ৰ। তেওঁলোকৰ উৎসাহ, উদ্দীপনা আৰু দেশপ্ৰেমৰ অনুপ্ৰেৰণাতহে আমি এই দুৰ্ধৰ্ষ সমৰ বিজয় কৰিবলৈ সমৰ্থ হৈছিলোঁ। ক'বলৈ গ'লে এওঁলোকৰ আদৰ-অভ্যৰ্থনাৰ বলতহে বলীয়ান হৈ পাকিস্তানীক পৰাজিত কৰিব পাৰিছিলোঁ।'

'আমাৰ জোৱানসকলে পশ্চিম পাকিস্তানৰ লাহোৰলৈকে আগবাঢ়ি যোৱাৰ কি কাৰণ আছিল?'

'তুমি বুজা নাই— ইয়ো একপ্ৰকাৰ সামৰিক প্ৰতিশোধ।'

'কি ৰকম?'

'পাকিস্তানৰ মতলব কি আছিল জানা? মতলব আছিল ভাৰতৰ ৰাজধানী নতুন দিল্লী দখল কৰি পাকিস্তানৰ অন্তৰ্ভুক্ত কৰি পাকিস্তানৰ ৰাজধানী বনোৱা আৰু মুছলমান সম্ৰাটসকলৰ দৰে অতীত কালৰে পৰা হিন্দুৰ ঐতিহ্যপূৰ্ণ এই নগৰখনক মুছলিম কায়দাত গঢ় দিয়া। সিহঁতে ভাবিছিল যে মহম্মদ ঘোৰী, চুলটান মামুদ, টাইমুৰ আদিৰ দৰে দিল্লী বিজয় কৰিব আৰু আলাউদ্দিন, কুটুবুদ্দিন, মহম্মদবিন টোগলক, বাবৰ, আকবৰ, শ্বাহজাহান, আউৰঙ্গজেবৰ দৰে দিল্লী শাসন কৰি ইছলামৰ বিজয়-পতাকা উৰাই জগতত নাম জাহিৰ কৰিব। তাৰ কাৰণেই ৰাজপুতনাৰ চাম্ব অঞ্চলেৰে আগবাঢ়ি আহিছিল। পিচে সিহঁতৰ সেই পৰিকল্পনা ধূলিস্যাৎ কৰি দিয়ে ভাৰতীয় সৈন্য বাহিনীয়ে; আৰু তাৰ ওলোটা পৰিণাম হিচাপে লাহোৰ আক্ৰমণ কৰে। আচলতে লাহোৰ লোৱা আমাৰ কোনো মতলব নাছিল, মতলব আছিল সিহঁতক এক শিকনি দিয়া আৰু তাকে কৰাও হৈছিল। ইয়াত যে কি ভীষণ যুদ্ধ হৈছিল তাক ক'লে গা শিঁয়ৰি উঠে। যেতিয়া আমাৰ বাহিনী আগবাঢ়ি যায় তেতিয়া পাকিস্তানী বাহিনীয়ে প্ৰাণপণে বাধা দিয়ে। আধুনিক সকলো অস্ত্ৰকে সিহঁতে প্ৰয়োগ কৰিছিল। আমেৰিকাৰ পৰা পোৱা অস্ত্ৰ, চীনৰ পৰা পোৱা অস্ত্ৰ, মধ্যপ্ৰাচ্যৰ মুছলিম ৰাষ্ট্ৰ ইৰাণ, ইৰাক আৰু তুৰস্কৰ পৰা পোৱা মজলীয়া ধৰণৰ অস্ত্ৰ সকলোবোৰকে প্ৰয়োগ কৰিছিল। কিন্তু অস্ত্ৰ থাকিলে কি হ'ব? অস্ত্ৰ চালনাৰ ভাল শিক্ষা পাকিস্তানৰ নাই। অস্ত্ৰ প্ৰয়োগৰ কৌশলেহে যুদ্ধ জয় কৰে। কিতাপবিলাক বেচিকৈ থাকিলেইতো মানুহ বেছি শিক্ষিত নহয়। তাক হজম কৰিব নোৱাৰিলে সি বদহজম হৈ জ্ঞানী মূৰ্খহে তৈয়াৰ কৰে। পাকিস্তানৰো দশা তেনেই হ'ল। আমাৰ সুশিক্ষিত অথচ অস্ত্ৰহীন জোৱান; কিন্তু সিহঁত অশিক্ষিত অস্ত্ৰধাৰী সৈনিক। যুঁজত আমাৰ জয়। সিহঁতৰ অস্ত্ৰবোৰ কৌশলেৰে হাত কৰি সিহঁতৰ অস্ত্ৰৰ দ্বাৰাই সিহঁতক বধ কৰা হ'ল। চীনৰ মুক্তি বাহিনীত থকা অৰ্ধশিক্ষিত সৈনিক মুজাহিদ বাহিনীত থকা সৈনিক একে। শেষ মুহূৰ্তত সিহঁতে বৰ

পাশৱিক কাণ্ড কৰিব ধৰিলে। খণ্ডৰ বেগত আহি আমাৰ জোৱানৰ ওপৰত বোমা দিব নোৱাৰি জনসাধাৰণৰ ওপৰত বোমা পেলাব ধৰিলে। আমাৰ গাঁওবোৰত বোমা দি সাধাৰণ মানুহক মাৰিব ধৰিলে। সিহঁতৰ মতলব, যি কি প্ৰকাৰে হ'লেও ভাৰতৰ ধন-জন হানি কৰা। ইয়াকে দেখি আমি সিহঁতৰ শক্তিৰ ওজন কৰিব পৰা হ'লোঁ আৰু দ্বিগুণ কোবে আক্ৰমণ কৰিলোঁ। অসামৰিক লোকৰ ওপৰত বোমা বৰ্ষণ কৰি ধ্বংস কৰা কাৰ্য কেনে বৰ্বৰ, অমানুষিক আৰু নৃশংস তাক এবাৰ ভাবি চোৱা। সেই বাবেই জগতৰ মানুহে সিহঁতৰ মূৰত থুই দিলে। বিশ্ব জনমত সিহঁতৰ বিৰুদ্ধে গ'ল। ফলত আমি নৈতিক বল লাভ কৰিলোঁ। উহ! এই সংক্ৰান্তত যে কি এটা করুণ ঘটনা দেখা পাইছিলোঁ! আজিও মনত পৰিলে গা শিঁয়ৰি উঠে কিন্তু আনন্দত-গৌৰৱত গা নাচিও উঠে।'

'কি ঘটনা, কোৱাচোন।'

'সিদিনা আমি পঞ্জাবৰ এখন গাঁৱৰ কাষৰ পৰা লাহোৰৰ ফালে আগবাঢ়ি যোৱাৰ নিৰ্দেশ পালোঁ। আমি যাবলৈ সাজু হ'লোঁ। মিলিটাৰী কনভয়বোৰ যাব ধৰিলে। কেম্পৰ মালবস্তু কঢ়িয়াব ধৰিলে। এনেতে আমি যাম বুলি জানি গাঁৱৰ মানুহে আমাক অভ্যৰ্থনা জনাবলৈ আহিল সকলো ঠাইতে ৰাইজে আমাক আদৰ-অভ্যৰ্থনা জনায় আৰু সদায় খোৱাবস্তু আৰু কানি-কাপোৰ উপহাৰ দিয়ে। সিদিনা যোৱাৰ কথা গম পাই সকলো গাঁৱলীয়া ৰাইজে বহুত কিবাকিবি উপহাৰ লৈ আহিছে আমালৈ। আবাল-বৃদ্ধা-বণিতা সকলো উপস্থিত আমাৰ কেম্পৰ সমুখত। ল'ৰা-ছোৱালীবিলাকে আমাক ফুলৰ মালা পিন্ধাই দিছে, গাভৰু ছোৱালীসকলে গৰম চুৱেটাৰ, মাফলাৰ, মোজা আদি উপহাৰ দিছে— 'জয় জোৱান' বুলি বুঢ়ী আইসকলে ফল-মূল, মিঠাই আদি খোৱা বস্তু উপহাৰ দিছে আৰু বুঢ়াসকলে মূৰত ধৰি আশীৰ্বাদ কৰিছে— 'বীৰ জোৱানৰ জয় হওক— ভাৰত মাতাৰ সন্মান ৰক্ষা পৰক। আমাৰ ঘৰৰ ল'ৰাই যুঁজ জিনি ফিৰি আহক।'

এনে ৰকমে উলহ-মালহেৰে আমাক বিদায় জনালে তেওঁলোকে। মোৰ আগত মিঠাইৰ থাল এখন আনি ধৰিলে এজনী বুঢ়ীয়ে। বুঢ়ীৰ বয়স বহুত হৈছে যদিও গাল-মুখত শক্তিৰ চিন আছে। হাঁহি হাঁহি বুঢ়ীয়ে কৈছে— 'জোৱান বেটা, মোৰ এইখিনি লোৱা। মই তোমাৰ মাৰাৰ দৰে। মোৰ একেটি ল'ৰা, তোমাৰ দৰে। তাক যুঁজলৈ পঠাইছোঁ। কিজানি এতিয়া গৈ তাক যুদ্ধক্ষেত্ৰত লগেই পোৱা। তুমি মোৰ বেটাৰ দৰে এক জোৱান। মই মায়েৰাৰ এইখিনি বস্তু খোৱা সোন।' বুঢ়ীৰ চকুৰে আনন্দৰ দুধাৰী চকুলো বৈ গ'ল। মই শ্ৰদ্ধা-ভক্তি জনাই লোৱা কৰি বুঢ়ী আইৰ বস্তু গ্ৰহণ

কৰিলোঁ। মই মিঠাই খাই আছো; বুঢ়ীয়ে মোৰ ফালে চাই আছে পৰম আগ্ৰহেৰে। মোৰ ওচৰত থকাবোৰেও তেনেকৈ খোৱা-লোৱাৰ কাৰবাৰ কৰিছে। আনন্দ-উলাহ চলি আছে। এনেতে বুঢ়া আহিল আৰু মোৰ মূৰত ধৰি আশীৰ্বাদ কৰিলে— 'মোৰ জোৱান বেটা— বিজয়ী হোৱা। তোমাৰ দ্বাৰা ভাৰত মাতাৰ মান ৰক্ষা পৰক।' মই দোৱা কৰি শ্ৰদ্ধা জনালোঁ। বুঢ়া-বুঢ়ী দুয়ো মোৰ কাষত ঠিয় হৈ আছে, এনেতে কোনো এজনে আহি বুঢ়াৰ কাণৰ কাষত ফুচফুচাই কিবা ক'লে। বুঢ়াই বৰ ব্যগ্ৰ হৈ টানকৈ সুধিলে— 'কি হ'ল?'

আগন্তুকে অতি কৰুণ সুৰে ক'লে— 'আপোনাৰ ল'ৰাক আজি পুৱা—

'মোৰ ল'ৰাক আজি পুৱা কি কৰিলে?'

'পাকিস্তানী বাহিনীয়ে গুলীয়াই হত্যা কৰিলে।'

'হাঁ কি কৈছ? মোৰ একমাত্ৰ ল'ৰাক গুলীয়াই হত্যা কৰিলে?'

'হয়।'

'শুনিছানে বুঢ়ী, আমাৰ একেটি ধনক শত্ৰুই আজি পুৱা শেষ কৰিলে?' বুঢ়াই বুঢ়ীক কয় বৰ উদ্বিগ্নতাৰে। বুঢ়ীয়ে ইমান সময় মোৰ ফালে চাই আছিল; মই বুঢ়াৰ ফালে মুখ কৰি আগবাঢ়ি আহিলোঁ। বুঢ়ীয়ে বুঢ়াৰ কথা শুনি বুঢ়াৰ ফালে চাই বৰ ব্যগ্ৰ হৈ সুধিলে— 'কোনে ক'লে?' 'মই ক'লো ক্ষমা কৰিব।' এই বুলি কৈ আগন্তুকে হুক হুককৈ কান্দিব ধৰিলে। বুঢ়া স্তব্ধ হৈ ৰ'ল; মই শোকাভিভূত হৈ হাতৰ থালখন মাটিতে পেলাই দিলোঁ। মোৰ সঙ্গীসকল আৰু গাঁৱলীয়া মানুহবিলাকে হতবাক হৈ ৰ'ল। এনেতে বুঢ়ীয়ে আগন্তুকক সুধিলে— 'কেনেকৈ মাৰিলে? কেনেকৈ মাৰিলে মোৰ বুকুৰ একমাত্ৰ মাণিকক?' আগন্তুকে কান্দি কান্দি ক'লে— 'আপোনাৰ বীৰ ল'ৰাই লাহোৰৰ ওচৰত জোৱানসকলৰ লগত ছাউনি পাতি আছিল। হঠাতে পাকিস্তানী বিমান বাহিনীয়ে আহি ছাউনি আক্ৰমণ কৰে। ওপৰৰ পৰা যুঁজাৰু বিমান ১০ খনে এখন বোমাৰু বিমান বেঢ়ি লৈ উৰি আহিল ছাউনিৰ ওপৰলৈ। ছাউনিত থকা আটায়ে ট্ৰেঞ্চৰ (গাঁত) ভিতৰত প্ৰবেশ কৰিলে বোমাৰ হাতৰ পৰা প্ৰাণ ৰক্ষা কৰিবলৈ। কিন্তু ছাউনিৰ ঠিক ওপৰতে নিৰাপদে আহি বোমা বৰ্ষণ কৰিলে যে সকলোবোৰ ধ্বংস হৈ যাব লাগিব, এই কথা আপোনাৰ ল'ৰাই বুজিলে। তেওঁ তৎক্ষণাৎ ট্ৰেঞ্চৰ ভিতৰৰ পৰা ওলাই আহিল আৰু বিমান বিধ্বংসী কামানৰ ওচৰলৈ গৈ কামান চলাবলৈ আৰম্ভ কৰিলে। ইমান যোৰে আৰু ইমান সঠিকভাৱে কামানৰ গুলী গৈ বোমাৰু বিমানখনত লাগিল যে তৎক্ষণাৎ বিমানখন দূৰত গৈ মাটিত পৰিল; আৰু তাতে বোমা ফাটি বিমান আৰু চালকৰ সৈতে সমগ্ৰ অঞ্চল ভস্মীভূত হৈ গ'ল।

সেই বোমাৰ গেছৰ আঘাতত আপোনাৰ বীৰ পুত্ৰৰ মৃত্যু হ'ল।'

বুঢ়ীয়ে স্থিৰভাৱে শুনি আছিল। এইবাৰ অবিকম্পিতভাৱে সুধিলে— 'কেম্পৰ জোৱানসকল জীয়াই থাকিলনে?'

'কেম্পৰ একো ক্ষতি নহ'ল কাৰণ কেম্পৰ পৰা বহু দূৰৈত বিমানখন পৰিছিল আপোনাৰ পুত্ৰৰ গুলীত।'

বুঢ়ীৰ চকুৰে দুধাৰী চকুলো বৈ গ'ল আৰু গদ্ গদ্ সুৰে ক'লে— 'ধন্য মোৰ বাচা। মোৰ সন্তান মৰা নাই। মোৰ জোৱান বেটাসকলক বচাই ৰাখিলে। মোৰ দেশৰ মান ৰাখি বীৰৰ দৰে যুদ্ধত মৰিল। আজি মোৰ কিমান আনন্দ লাগিছে। আজিহে মোৰ মাতৃ নাম সাৰ্থক হৈছে। দহমাহ দহদিন গৰ্ভধাৰণ কৰা দুখ আজিহে নিবাৰণ হ'ল। মোৰ ল'ৰাই দেশৰ মান ৰাখি; মোৰ জোৱান বেটাইতৰ প্ৰাণ ৰাখি মোৰ বুকু জুৰ কৰিলে।' তাৰ পাছত বুঢ়াৰ ফালে চাই বৰ আনন্দেৰে ক'লে— 'মই বৰ সুখী হ'লো।' বুঢ়াৰ মুখলৈ চাই বুঢ়াৰ চকুত চকুলো দেখি কৈ উঠিল— 'তুমি কান্দিছা কিয়!'

বুঢ়াই এটা আহ্লাদৰ হাঁহি মাৰি কৈ উঠিল— 'ই মোৰ আনন্দৰ চকুলো বুঢ়ী। দুখৰ নহয়। ইয়াতকৈ বাৰু আমাৰ আৰু আনন্দ আৰু গৌৰৱৰ কি কাম থাকিব পাৰে? আমাৰ দুয়োৰো জীৱন সাৰ্থক হ'ল। আমাৰ দুয়োৰো একমাত্ৰ সন্তান সি। তাকে আমি দেশৰ বাবে দান কৰিলোঁ আৰু আমাৰ বীৰ পুত্ৰই কাপুৰুষৰ দৰে মৰা নাই— বীৰৰ দৰে শত্ৰুক নিহত কৰি গৌৰৱময় মৃত্যুবৰণ কৰিলে। ইয়াতকৈ আৰু কি আনন্দৰ বিষয় হ'ব পাৰে? আজিহে মোৰ পিতৃ নামৰ সাৰ্থক হ'ল। মোৰ ঔৰসত বীৰ জন্ম হৈছিল।' বুঢ়াই ধীৰ-স্থিৰভাৱে আবেগশূন্য হৈ আমাৰ ফালে চালে। আমাৰ সকলোৰে মূৰ বুঢ়া-বুঢ়ীৰ প্ৰতি নত হৈ আহিল আপোনা-আপুনি। এনেতে বুঢ়ীয়ে বৰ আনন্দেৰে আহি আমাৰ ফালে চাই ক'বলৈ ধৰিলে— 'তোমালোকেই মোৰ পুত্ৰ। মোৰ একোটি বেটা মৰিল, কিন্তু মোৰ হাজাৰ হাজাৰ জোৱান বেটা এতিয়াও মোৰ সন্মুখত ঠিয় হৈ আছে। মোৰ হিয়া জুৰ পৰি আছে। হে মোৰ বুকুৰ কলিজা জোৱান বেটাইতে, তহঁতে বীৰ হ, দেশৰ সন্মান ৰক্ষা কৰ, তহঁতৰ এই মায়েৰাৰ মনোবাঞ্ছা পূৰণ কৰ। মই আশীৰ্বাদ কৰিছোঁ। মোৰ জোৱান বেটাইতে যুঁজত জিনি দেশৰ মান ৰক্ষা কৰিব।' এনেকৈ কৈ বুঢ়ীয়ে মোৰ ওচৰলৈ আহি মোৰ ডিঙিত সাৱটি ধৰি মোৰ গালত চুমা খাই মোৰ মুখলৈ চাই আদৰ কৰি খোকা-খুকি মাতেৰে ক'লে— 'মোৰ জোৱান বেটা, যুঁজত জিনি আহি এই মায়েৰাৰ বুকু জুৰ কৰিবি— মোৰ তাৰত মাতাৰ হিয়া জুৰ কৰিবি বেটা।' তাৰ পাছত মূৰত ধৰি আশীৰ্বাদ কৰিলে। মই সেৱা জনাই ক'লো—

'আপোনাৰ আশীৰ্বাদত শত্ৰুক নিপাত কৰি উলটি আহিম আই! আপোনাক আকৌ দেখা কৰিম।' সঁচাকৈ ভাই, মোৰ অন্তৰ বিগলিত হৈ গৈছিল। বুঢ়া-বুঢ়ীক সেৱা কৰি তাৰ পাছত আমি বিদায় ল'লোঁ। আমি আমাৰ মটৰত উঠি লাহে লাহে আঁতৰি আহিলোঁ। বুঢ়া-বুঢ়ীয়ে একেধ্যানে আমাৰ ফালে চাই থাকিল। ৰাইজে জয়ধ্বনি দিলে— 'ভাৰত মাতাৰ জয়। জোৱানৰ জয়।' লাহে লাহে আমি আঁতৰি আহিলোঁ কিন্তু অন্তৰত বাজি থাকিল সেই একেটি ধ্বনি— 'বীৰ হ, জোৱান বেটা ভাৰত মাতাৰ মান ৰক্ষা কৰ।' এৰা, বীৰ হ'ব নোৱাৰিলে, বুঢ়ীৰ পুতেকৰ দৰে সাহস আৰু বীৰত্বৰ কাম কৰিব নোৱাৰিলেও— বীৰৰ দৰে জীৱন দিম— ভাৰত মাতাৰ সন্মান ৰাখিম। মই যেন মনতে প্ৰতিজ্ঞা কৰিলোঁ। মোৰ দৰে আমাৰ সঙ্গীসকলো উত্তেজিত হৈ উঠিল এই ঘটনা দেখি। মনে মনে যেন সকলোৱে প্ৰতিজ্ঞা কৰিছিল— হয় শত্ৰুক মাৰিম নহয় নিজে মৰিম। বিশেষকৈ আমাৰ কমাণ্ডাৰক বেছি ভাৱপ্ৰৱণ যেন দেখা গৈছিল। মৃত্যু, ধ্বংস আৰু চকুলোৰ লগত নিষ্ঠুৰভাৱে পৰিচয় আছে জোৱানসকলৰ। তথাপি কিয় জানো বুঢ়া-বুঢ়ীৰ এই শোকাবহ ঘটনাই আমাক সকলোকে অভিভূত কৰি পেলাইছিল। কমাণ্ডাৰে গদ্‌গদ্ স্বৰেৰে সকলোকে কৈছিল— 'দেখা জোৱান ভাইসকল, তোমালোকৰ ওপৰতে আজি আমাৰ দেশৰ সন্মান নিৰ্ভৰ কৰিছে। গতিকে দেশতকৈ যেন দেহক বেছি মূল্যবান জ্ঞান নকৰা। বীৰ হোৱা। এৰা বীৰ হোৱা। মোৰ দেশৰ সমস্ত জোৱান ভাই যেন প্ৰত্যেকে একোজন বীৰ হয়। আমি বীৰ— আমি মৃত্যু বিজয়ী বীৰ হ'ম। মৃত্যুই আমাৰ দেহ নাশ কৰিব পাৰে কিন্তু বীৰত্ব বহন কৰিব।' এনে এক আৱেগময় পৰিৱেশত গৈ আমি লাহোৰৰ ওচৰ পালোঁ। ওচৰ পায়ে আমি ছাউনি পাতিলোঁ কিন্তু দেখিলোঁ— শত্ৰু পক্ষই আমাৰ পদাতিক বাহিনীক ভীষণভাৱে ক্ষতিগ্ৰস্ত কৰিছে। তল-ওপৰ, আকাশ-পৃথিৱী সকলোতে যেন তাণ্ডৱ নৃত্য চলিছে। কাৰ বিভীষিকা। বিমানৰ শব্দ, বোমাৰ শব্দ, কামানৰ শব্দই যেন আকাশ-বতাহ মুখৰিত কৰি ৰাখিছে। ধোঁৱা আৰু জুই, গুলী আৰু শব। চাৰিওফালে যেন আন্ধাৰ। এনে এক মৃত্যু বিভীষিকাময় পৰিস্থিতিত আমাৰ মনত যুঁজৰ বাহিৰে আৰু আন চিন্তা নাই। প্ৰতি মুহূৰ্তে হতাহত হ'ব লাগে; প্ৰতি মুহূৰ্তে যেন মৃত্যুৰ লগত দেখাদেখি হ'ব লাগে। কিন্তু মনত হঠাতে জাগি উঠিছে দুৰ্দমনীয় কামনা— আমি বীৰ হ'ম— মৰিলেও দেশৰ সন্মান ৰাখিম।

হৃদয়ত অসীম সাহস আৰু মনত অপৰিসীম উৎসাহ-উদ্দীপনা লৈ আগবাঢ়ি গ'লোঁ সমৰ ক্ষেত্ৰলৈ। ইতিমধ্যে দুবাৰো বিমান আক্ৰমণ হৈ গ'ল আমাৰ ওপৰেদি। আমি লক্ষ্য কৰিলোঁ যে আমেৰিকান আৰু চীন অস্ত্ৰ-শস্ত্ৰৰ লগত এনেভাৱে মুখামুখি

হোৱা উচিত নহ'ব। গতিকে এটা দিহা কৰিলোঁ। আমি লাহোৰৰ দক্ষিণে বহু দূৰেদি গৈ লাহোৰ আৰু কৰাচিৰ সংযোগ পথত উপস্থিত হৈ লাহোৰলৈ অনা অস্ত্ৰ-পাতি বাটতে হস্তগত কৰিব ধৰিলোঁ। তাত আমি পাকিস্তানী সৈন্য লাহোৰলৈ অনাত বাধা দিলোঁ। দুয়ো পক্ষৰ তয়া-ময়া ৰণ চলিল। শেষত আমাৰ হাতত পাকিস্তানী পদাতিক বাহিনী সম্পূৰ্ণৰূপে পৰাস্ত হ'ল। আমাৰো বহুত জোৱান মৰিল সঁচা কিন্তু শত্ৰুপক্ষৰ আমাতকৈ বহু বেছি মৰিল। বয়বস্তু, অস্ত্ৰ-পাতি বহুত ধ্বংস হ'ল আৰু বহুত আমাৰ হাতত পৰিল। সিহঁতৰ তেনে শোচনীয় পৰিণতি দেখি সিহঁতৰ পেট্ৰন টেঙ্ক ধ্বংসকাৰী আমাৰ জোৱান দলে সেইবোৰ ধ্বংস কৰিব ধৰিলে। এতিয়া লাহোৰলৈ সিহঁত আহিব নোৱাৰা হ'ল। ইফালে আমাৰ জোৱানৰ দল দলে দলে গৈ লাহোৰৰ ওচৰ পালে। তেতিয়া লাহোৰৰ পদাতিক বাহিনীও আমাৰ হাতত ঘাটিল। আমাৰ সৈন্যদলে লাহোৰ একপ্ৰকাৰ অৱৰোধ কৰিলে। তাকে দেখি পাকিস্তানী চ্যেবাৰজেট বাহিনীয়ে তীব্ৰভাৱে গৈ আমাক আক্ৰমণ কৰিলে লাহোৰ এৰি থৈ। এই সুযোগতে আমাৰ বিমান বাহিনীয়ে লাহোৰৰ আকাশমাৰ্গও অধিকাৰ কৰিলে। ইফালে আমাৰ ওপৰত প্ৰচণ্ড বিমান আক্ৰমণ হোৱাত আমাৰ বহুত ক্ষতি হ'ল আৰু আমি নিৰুপায় হ'লোঁ। এনেতে এটা বুদ্ধি কৰিলোঁ। আমি সিহঁতক দক্ষিণত ৰাখি যুদ্ধ কৰি কৰি উত্তৰলৈ লাহোৰ অভিমুখে পিছুৱাই যাব ধৰিলোঁ। ক্ৰমে ক্ৰমে আমি লাহোৰলৈ পিছুৱালো আৰু আমাক খেদি সিহঁতে আগুৱাই আহি থাকিল। আমাৰ এই কৌশল বুজিব পাৰি আমাৰ পিছত থকা লাহোৰ অভিমুখী আমাৰ সৈন্য দলে আমাৰ ওচৰলৈ চাপি আহিল। আমি লগ লাগিলোঁ আৰু প্ৰচণ্ডভাৱে আমি শত্ৰুক প্ৰতিহত কৰিলোঁ। এইবাৰ মৰণত শৰণ দি বুঢ়ীৰ কথা মনত স্মৰণ কৰি আমাৰ দলে গৈ পাকিস্তানী দলক এনেভাৱে আক্ৰমণ কৰিলে যে সিহঁতে দিবুদ্ধি হৈ পলাবলৈ আৰম্ভ কৰিলে। সিহঁতক খেদি আমি লাহোৰ প্ৰায় দখল কৰিম এনে অৱস্থাত বাতৰি আহিল যে যুদ্ধ বিৰতি চুক্তি হ'ল। যুদ্ধ বন্ধ কৰিব লাগে। আমি তবধ মানিলোঁ। পাছত শুনিব পালোঁ যে আমাৰ ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰী আৰু পাকিস্তানৰ প্ৰেচিডেণ্ট আয়ুব খাঁৰ মাজত ৰাছিয়াৰ প্ৰধান মন্ত্ৰী কচিগিনৰ মধ্যস্থতাত ৰাছিয়াৰে নগৰ তাচখণ্ডত এক ঐতিহাসিক চুক্তি স্বাক্ষৰিত হ'ল দুয়ো দেশৰ মাজত আপোচ কৰাৰ মতলবেৰে। দুয়োখন দেশ একেখন ভাৰতৰে। গতিকে দুয়োখন মিলিজুলি থাকিব লাগে বুলি কচিগিনে প্ৰস্তাৱ কৰিলে আৰু যুদ্ধ বিৰতিৰ চুক্তি কৰিলে। লাল বাহাদুৰ শাস্ত্ৰী আৰু আয়ুবৰ মাজত পাঁচদিন মিটিং হ'ল কচিগিনৰ সন্মুখত। শেষত চুক্তি-পত্ৰত চহী কৰিলে দুয়ো নেতাই। পাকিস্তানৰ যুদ্ধবাদী বৈদেশিক মন্ত্ৰী জুলফিকাৰ আলী ভুট্টোৱে

আপত্তি কৰিলেও আয়ুবে স্বাক্ষৰ কৰিলে। বোধহয় হাজাৰ বছৰ যুদ্ধ কৰিম বুলি দম্ভ কৰি ভূট্টোই লাজত পৰিল; কিন্তু চিৰজীৱন যুদ্ধ কৰা লোক আয়ু বে ভালকৈ বুজিলে যে আৰু এসপ্তাহমান এনেভাৱে যুদ্ধ চলিলে পাকিস্তানৰ দফা-ৰফা হৈ যাব। গতিকে সোঁত চাই নাও দিব জনা আয়ুবে এই সম্মানজনক চুক্তিত চহী কৰি নিজৰ সম্মান আৰু পদবীও বচালে আৰু দেশৰো ধ্বংস কাৰ্যৰ হাত সৰালে।'

'তাৰ পাছত বোধহয় চুক্তি অনুসাৰে আগেয়ে দখল কৰা পাকিস্তানৰ ঠাইবোৰ এৰি দি ফিৰি গুচি আহিলে?'

'নিশ্চয় আহিব লাগিব। আমি যুদ্ধ কৰি শত্ৰুক পৰাজিত কৰাৰহে অধিকাৰী, তাৰ ওপৰত আমাৰ হাত নাই। যুদ্ধ আমি কৰিম বুলি কৰিবও নোৱাৰোঁ আৰু এৰিম বুলি এৰিবও নোৱাৰোঁ। আমি সৈন্য বাহিনীৰ লোকৰ হাতত আচলতে একো ক্ষমতা নাই। ক্ষমতা ৰাষ্ট্ৰনেতাসকলৰ ওপৰতহে। ৰাজনৈতিক নেতাসকলৰ ইচ্ছাত আমি যুঁজিব লাগে আৰু তেওঁলোকৰ অনিচ্ছা হ'লে যুঁজ এৰিব লাগে। আজি বুলিয়ে নহয়— যুগে যুগে মানৱ জাতিৰ ভিতৰত যি যুদ্ধ চলি আহিছে সেই যুদ্ধ সৈনিকৰ দ্বাৰা হৈছে সঁচা কিন্তু তাৰ গুৰি হৈছে ৰাষ্ট্ৰনেতাসকল— ৰাজনীতিজ্ঞসকল। তাহানি দিগ্‌বিজয়ী বীৰৰ যুগতো, ৰজা-মহাৰজাৰ দিনতো আৰু গণতান্ত্ৰিক যুগতো। আচলতে সৈন্য বাহিনী হ'ল দেশৰ হাত— আচল মূৰ হ'ল ৰাষ্ট্ৰনেতাসকলহে। মূৰৰ ইচ্ছামতেহে হাত চলে।'

'এইটোৱে প্ৰমাণ কৰে গণতন্ত্ৰ কেনে চমৎকাৰ ব্যৱস্থা; কিয়নো গণতন্ত্ৰ ৰাষ্ট্ৰনেতা নিৰ্বাচিত কৰি দিয়ে জনতাই। গতিকে প্ৰকাৰান্তৰে জনতাৰ ইচ্ছাই ৰাজনীতিকসকলৰ ইচ্ছা। ৰাষ্ট্ৰনেতা জনসাধাৰণৰ হাতত পুতলা মাথোন।'

'মিছা কথা। এই কথা থিঅ'ৰিটিকেল, প্ৰেক্‌টিকেল নহয়। আচলতে জনতাই নেতা বাচি দিয়াৰ পাছত জনতাৰ একো হাত নেথাকে— নেতাৰ ইচ্ছাইহে ইচ্ছা হয়। কাৰণ নেতাসকল জনতাৰ নিৰ্জীৱ মেচিন নহয় বৰং স্বতন্ত্ৰ, চিন্তা, বুদ্ধি আৰু মন থকা সজীৱ প্ৰাণী। গতিকে সিহঁতৰ নিজৰ মনৰ ইচ্ছামতে কাম কৰে— বিশেষকৈ নিজৰ সুবিধা হোৱাৰ তালত। জনতাই এবাৰ বাচি দিয়াৰ পাছত আৰু একো কৰিব নোৱাৰে বৰং নেতাসকলৰ ইচ্ছাৰ ওপৰত চলিব লগা হয়। তাতে আকৌ বাছনিও হয় কি ৰকম? শতকৰা ৩০ ভাগ ভোট পালেই সংখ্যাগৰিষ্ঠ হয়, কাৰণ এখন দেশত ৰাজনৈতিক দল কেইবাটাও থাকে। পাঁচটা দল থাকিলে পাঁচজন প্ৰাৰ্থীৰ ভাগত গড় হিচাপে ২০ টা ভোট পৰে। একজনে ২১ টা পালে জয়ী হ'ল। অৰ্থাৎ ১০০ জনৰ ভিতৰ ২১ জনেই সংখ্যাগৰিষ্ঠ হ'ল। এতিয়া দেখা গ'ল তোমাৰ গণতান্ত্ৰিক নেতাজন

শতকৰা এঘৈশজনৰহে নেতা। মাত্র দুটা দল থাকিলেও শতকৰা একান্নজনেই সংখ্যাগৰিষ্ঠ। ইয়াতকৈ ছলনা কিবা আছেনে? গতিকে এঘৈশজনৰ নেতাজনে বাকী ৭৯ জনৰ কথা ভবাৰে বা কি দৰ্কাৰ? ফলত সুস্থ নীতি নচলে। আমাৰ ভাৰতৰ কথাকে নচোৱা কিয়? পোঞ্চৰটাৰ ওপৰ দলত ৰাজ কংগ্ৰেছে কিমান ভোট পাব লাগে শতকৰা ৩০ টাই যথেষ্ট। গতিকে ৰাষ্ট্ৰনেতাৰ ইচ্ছা মানে ৰাজনৈতিক শাসক দলৰ ইচ্ছা আৰু শাসক দল মানে শতকৰা ত্রিশজনৰ দল। গতিকে যিকোনো তন্ত্ৰ-মন্ত্ৰ কি কি নহওক সকলো ছলনা। আৰু ছলনাত পৰিয়ে জগতৰ আচল সত্য ঢাক খাই আছে চিৰদিন।'

'পিচে তোমালোকে সকলো এৰি দি ফিৰি আহিলা আৰু পাকিস্তানীইঁতেও 'আমাৰ' যিবিলাক ঠাই অধিকাৰ কৰি আছিল তাৰ পৰা আঁতৰি গ'ল?'

'আমি আঁতৰি আহিলোঁ পিছদিনাই সকলোবোৰ এৰি থৈ; কাৰণ আমাৰ গণতান্ত্ৰিক চৰকাৰৰ নানানজনৰ নানা কটু কথাৰ সন্মুখীন হোৱাৰ ভয়ত। আমাৰ সৈন্য বাহিনীয়ে যুদ্ধক্ষেত্ৰ যিমানেই ভয়াবহ নহওক তাক অকণো ভয় নকৰে— কেৱল ভয় কৰে দিল্লীৰ ঘূৰণীয়া ঘৰটিকহে— অৰ্থাৎ পাৰ্লিয়ামেণ্ট ভৱনটোকহে। তাত যিসকল বাক্য বীৰ আছে, সেইসকলৰ একোষাৰ বাক্যবাণ আমাৰ এটোম বোমা, মেগাটোন বোমাতকৈ বহুগুণে শক্তিশালী। কিন্তু পাকিস্তানী আয়ুব চৰকাৰ প্ৰকাৰান্তৰে একনায়কত্ববাদী চৰকাৰ; গতিকে লাহে-ধীৰে গ'লেও একো কৰিব নোৱাৰে। সেইবাবেই আমি ফিৰি অহাৰ তিনি-চাৰি দিনলৈ তেওঁলোকৰ সৈন্য বাহিনীয়ে অপসাৰণ কৰা নাছিল। শেষত অপসাৰণ কৰিলেও ঠাইবোৰ বিধ্বস্ত কৰি থৈ যায় আৰু ভাৰতীয় মানুহবিলাকক অত্যাচাৰ কৰি যায়। আনকি কাশ্মীৰৰ বহু ঠাইত সিহঁতৰ সৈন্য বাহিনীয়ে চাইনবোৰ্ড লিখি থৈ যায় যে পুনৰ সেই ঠাই দখল কৰা হ'ব। মুখ্য মন্ত্ৰী চাদ্দিক আলীক সাৱধানবাণী শুনাই যায় আৰু সাৱধান থাকিবলৈ কৈ যায়। বৰ দম্ভ অহঙ্কাৰপূৰ্ণ কথা লিখি থৈ যায়— যাক পঢ়িলে অন্ততঃ পুৰুষত্ব থকা মানুহে সহ্য কৰা কঠিন।'

'এইটোৱে পাকিস্তানী বাহিনীৰ অভদ্ৰ আচৰণ বুলি প্ৰমাণ কৰে— বিশেষকৈ যুদ্ধ বিৰতি চুক্তি হোৱাৰ পাছত মানুহক অত্যাচাৰ কৰাটো কোনো সভ্য দেশে নকৰে।'

'অকল অত্যাচাৰেই নহয়— বহু প্ৰাণহানিও কৰিছে। ই বৰ দুখ আৰু লাজৰ কথা, লগতে বৰ শোকৰ কথা। কি কম। এই কাহিনী মনত পৰিলে মোৰ বুকু দহি যায়। তাৰ চিন মোৰ শৰীৰে দিব। মোৰ জীৱন অৰ্কমণ্য কৰিলে; তাৰ উপৰি যি ঘটনাই মোৰ হৃদয় দগ্ধ কৰিছে, মোৰ মন জগত সম্পূৰ্ণ ওলোটাই দিছে, সেই ঘটনাৰ কথা

তোমাক মই কি ক'ম মাষ্টৰ!'

এই বুলি কৈ বন্ধু আহ্‌মদে হুক্‌হুকাই কান্দি দিলে। মই ভবাই নাছিলোঁ যে আহ্‌মদৰ দৰে ডাঠ হৃদয় আৰু কঠিন মনৰ মানুহ এজনেও এনেকৈ সৰু ল'ৰাৰ দৰে কান্দি দিব পাৰে। মই চমকিত হৈ গ'লোঁ। আচৰিত দৃষ্টিৰে তেওঁৰ ফালে চাই সুধিলোঁ বৰ ব্যগ্ৰ হৈ—

'কোনাচোন কি মৰ্মন্তুদ কাহিনী আছে ইয়াৰ ভিতৰত? কি কাৰণে তোমাৰ নিচিনা উচ্চ শিক্ষিত আৰু আত্মসচেতন মনৰ মানুহ এজনে হঠাতে কান্দি দিব লগা হ'ল। কি এনে এক কাহিনী— যাৰ কাৰণে তোমাৰ জীৱনৰ গতি অন্যফালে গতি কৰিলে, মোক কোৱা ভাই।'

চকুলো মচি লৈ আহ্‌মদে বৰ কৰুণ অথচ গদ্‌গদ সুৰে ক'ব ধৰিলে— 'সেইদিনাৰ কথা— টাচ্‌খণ্ড চুক্তিৰ পিছদিনাৰ কথা। আমি লাহোৰ অঞ্চলৰ পৰা ফিৰি আহিলোঁ। ফিৰি অহাৰ লগে লগে মোৰ মনত পৰিল কাশ্মীৰৰ সেই বুঢ়া-বুঢ়ী হালৰ কথা। মনৰ মাজত এই বৃদ্ধ দম্পতি হালৰ ছবি ভাহি উঠিল। বীৰ হোৱা— ভাৰতৰ সন্মান ৰক্ষা কৰা জোৱান বেটা। এৰা, বীৰ হ'ব পাৰো নোৱাৰো কিন্তু ভাৰতৰ সন্মান যে ৰক্ষা কৰিব পাৰিছোঁ তাৰ কাৰণে বুকুখন ফুলি উঠিছে। জগতৰ আগত ভাৰতৰ সেনা বাহিনীয়ে বিজয়ী হিচাপে সন্মান লাভ কৰিলে। তাতে আমাৰ গৰ্ব। এই অৱস্থাত আমাৰ অনুপ্ৰেৰণা দাত্ৰী মাতৃস্বৰূপা বুঢ়ীক আৰু পিতৃস্বৰূপ বুঢ়াক যোৱাৰ আগতে মোৰ শ্ৰদ্ধা-ভক্তি নিবেদন কৰি এজোলোকা আশীৰ্বাদ লৈহে ঘৰলৈ ফিৰিম, তাকে ভাবি কমাণ্ডাৰৰ অনুমতি লৈ মই সেই গাঁওলৈ গ'লোঁ। কমাণ্ডাৰে অৱশ্যে আবেগপ্ৰৱণ হৈহে মোক অনুমতি দিলে নহ'লে এই অৱস্থাত যাব দিয়া আইনসঙ্গত নহয়। মই গৈ আমাৰ আগৰ কেম্পৰ ওচৰৰ গাঁওখন উঠিলোঁ। মোৰ গাত সৈনিকৰ পোছাক থকাত গাঁৱৰ মানুহবিলাকে মোক দেখি আগবাঢ়ি আহিল আৰু বাট পোৱাৰ লগে লগে আগুৰি ধৰিলে। বহুতে মোক চিনি পালে। সকলোৱে আগ্ৰহেৰে যুদ্ধৰ খবৰ, সন্ধিৰ খবৰ সুধিলে। মই যথাযথ উত্তৰ দি বুঢ়া-বুঢ়ীৰ খবৰ সুধিলোঁ। দুজন সৰু ল'ৰাই মোৰ হাতত ধৰি এজনে ক'লে— 'ইস্মাইল আতাৰ কথা সুধিছা, আহা আমাৰ লগত জোৱান ককাই, আমি দেখুৱাই দিম।' আনজনে ক'লে— 'আতাৰ ল'ৰা ইদ্ৰিচ যুদ্ধত মৰিছে নহয়। তুমি ইদ্ৰিচক চিনি পাইছিলানে জোৱান ককাই?'

মই ক'লো— 'হয় ইদ্ৰিচক নিচিনিলেও জানিছিলোঁ। বাৰু বলা ভাইটিহঁত।' এই বুলি কৈ মানুহবিলাকৰ পৰা বিদায় লৈ মই ল'ৰা দুজনৰ লগত ইস্মাইল বুঢ়াৰ ঘৰ অভিমুখে যাওনা হ'লোঁ। মানুহবিলাকে ইস্মাইল আৰু পুতেক ইদ্ৰিচৰ কথা-বতৰা

হ'ব ধৰিলে। গাঁৱৰ আৰু কেইজনমান জোৱানৰ কথা আলোচনা কৰিলে। সৰু সৰু ল'ৰাবোৰে আনন্দতে ক'ব ধৰিলে— 'আমিও জোৱান হ'ম,' আমিও যুদ্ধত যাম। ইদ্রিচৰ দৰে আৰু হামিদৰ দৰে আমিও বীৰ হ'ম।' মোৰ মন নাচি উঠিল জোৱানসকলৰ বীৰত্বৰ গুণ-গৰিমা গাঁৱত এনেভাৱে প্ৰকাশ হোৱা দেখি। মনতে ভাবিলোঁ চাগৈ ভাৰতৰ প্ৰত্যেক গাঁৱে-নগৰে এনেকৈ নাগৰিকসকলে ভাৰতীয় জোৱানসকলক প্ৰশংসা কৰিছে। মই উলাহতে গৈ বুঢ়াৰ ঘৰ উঠিলোঁ। ল'ৰা দুজনে ঘৰৰ ভিতৰত সোমাই খবৰ দিলে যে এজন জোৱান আহিছে। বুঢ়া-বুঢ়ীয়ে আনন্দতে লৰি আহি মোৰ গাত সাবত মাৰি ধৰি ক'বলৈ ধৰিলে— 'জোৱান বেটা, যুদ্ধ জয় কৰি আহিছা আমাৰ ওচৰলৈ। [illegible]! আমাৰ জোৱান বেটাহঁত ইমান সুন্দৰ। উহ! আল্লা আমাৰ জোৱান বেটাহঁতক মৰ্জি কৰিবা খোদা। তোমাৰ মেহেৰবানি যেন আমাৰ জোৱান বেটাহঁতে পায় তাকেহে কামনা কৰিছো।'

এনে হৃদয় উজাৰি দেশক ভালপোৱা কাশ্মীৰী মুছলমানসকলৰ প্ৰতি মোৰ শিৰ দো খাই আহিল। মই বুঢ়া-বুঢ়ীক আদাব জনাই উঠি প্ৰশ্ন কৰিলো—

'মোক চিনি পাইছেনে মা?'

বুঢ়ীয়ে মোৰ মুখলৈ এবাৰ ভালকৈ জুমি জুমি নিৰীক্ষণ কৰি কৈ উঠিল— 'তুমি সিদিনা আমাৰ ইয়াৰ পৰা যোৱাজন নহয়নে জোৱান বেটা?'

'হয় আই,ময়ে সিদিনা আপোনাৰ মিঠাই উপহাৰ খাই গৈছো।'

'এতিয়া তুমি আমালৈ যুদ্ধৰ কি সংবাদ আনিছা জোৱান বেটা?' বুঢ়াই প্ৰশ্ন কৰিলে মোৰ পিঠিখন পিহি দি। মই বুঢ়ালৈ চাই ক'লোঁ— 'আমি যুদ্ধত জয়লাভ কৰিছো। এতিয়া সন্ধি হৈছে। আমি ফিৰি আহিলোঁ।' 'মোৰ দেশৰ সম্মান ৰাখি আহিছা! চাবাচ! আজিহে মোৰ ইদ্রিচ মৰা সাৰ্থকতা হ'ল। উহ! কি আনন্দৰ সংবাদ দিলা জোৱান বেটা!'

বুঢ়ীয়ে মোৰ ফালে চাই মোৰ গলত সাবতি ধৰি কৈ উঠিল— 'মোৰ মিঠাইৰ তুমি যিমান মিঠা পাইছিলা, তোমাৰ খবৰ তাতকৈ বহুত মিঠা জোৱান বেটা। আজিহে মোৰ বুকু জুৰ পৰিল। মোৰ এক ইদ্রিচ মৰিল, কিন্তু মোৰ হাজাৰ হাজাৰ ইদ্রিচ এতিয়াও জীয়াই আছে। মোৰ আজি কিমান আনন্দ! উহ! মোৰ ইদ্রিচসকলৰ মঙ্গল কৰা খোদা।' বুঢ়ী হাত দুখন ওপৰলৈ কৰি খোদাৰ মৰ্জি চালে। পুলকত মোৰ অন্তৰ উপচি পৰিল। মই কৈ উঠিলো— আপোনাৰ দৰে মা আৰু এওঁৰ দৰে বাপ থাকোঁতে ভাৰতীয় জোৱানৰ কেতিয়াও অমঙ্গল হ'ব নোৱাৰে মা; আপোনাৰ এই জোৱান সন্তানসকল বিজয়ী— অমঙ্গলক জয় কৰি আহিব আপোনালোকৰ আশীৰ্বাদত।'

'চাব্বাচ বেটা চাব্বাচ! আমিও তাকেই চাওঁ।' বুঢ়াই মোৰ পিঠিত চপৰিয়াই আনন্দতে কৈ উঠে। তাৰ পাছত বুঢ়ীক কয়— 'যাচোন, ভিতৰলৈ যা, জলপান দে; বাচাৰ মুখ শুকাই গৈছে।'

'নিশ্চয় দিম। ইচ্ বাচাৰ মুখ শুকাই গৈছে। আহা বাচা, ঘৰলৈ আহা।' বুঢ়ীয়ে মোৰ উত্তৰলৈ বাট নাচাই হাতত ধৰি টানি লৈ গ'ল। ইতিমধ্যে মোৰ লগৰ ল'ৰা দুজনৰ লগত বহুতো ল'ৰা-ছোৱালী আৰু মানুহ আহি বুঢ়াৰ চোতালত জমা হৈছিল। কোনোবাজনে কোৱা মোৰ কাণত পৰিল— 'ইদ্ৰিচৰ পুৰস্কাৰ দিবৰ বাবে বোধকৰো চৰকাৰে পথাইছে। সিদিনা টকা আহিছিল নহয়; আজি বোধহয় আন কিবা দিব।' মোৰ মনত পৰিল আমাৰ মৃত জোৱানসকলৰ বাবে চৰকাৰে পুৰস্কাৰৰ বাবদ গৃহস্থক টকা দিয়া কথা।

মোক বুঢ়া-বুঢ়ীয়ে ঘৰৰ ভিতৰত বহুৱাই কিবাকিবি ফল-মূল খাব দিলে। বুঢ়ীয়ে মোৰ আগত বহি খাব দি আছে আৰু বুঢ়াই ওচৰত বহি মোৰ ফালে চাই আছে যেন মৃত পুতেককহে আজি পাইছে আৰু আনন্দত অধীৰ হৈ নিজহাতে খুৱাব ধৰিছে। খাই থাকোঁতে মোৰ মনত পৰিল মোৰ আই আৰু পিতালৈ। তেওঁলোকেও চাগৈ এনেকৈ মোৰ মঙ্গল বাঞ্ছা কৰি আছে আৰু আল্লাৰ ওচৰত প্ৰাৰ্থনা জনাই আছে দিনে-ৰাতিয়ে। উহ! আই! পিতা! আজিহে তোমালোকক মই চিনি পালোঁ। যদি জীৱনত ফিৰি যাব পাৰোঁ তেন্তে কোনোদিনে আই-পিতাৰ কথা অমান্য নকৰিম। মই ভাবাবিষ্ট হৈ খাই থাকোঁতে বুঢ়ীয়ে মাত লগালে— 'বেটা, খোৱা গাখীৰ দিছোঁ। এয়া ৰুটিও, পেট পুৰাই খোৱা। আজিহে মোৰ ভাল টোপনি আহিব। আজি মই মোৰ ইদ্ৰিচক যেন খুৱাবলৈ পাইছোঁ। মোৰ ইদ্ৰিচ বেটা যুদ্ধৰ পৰা ফিৰি আহিছে।'

'এৰা, আমাৰ ইদ্ৰিচ বেটা ফিৰি আহিছে ইদ্ৰিচৰ মা, আমাৰ জোৱান বেটা ইদ্ৰিচ ফিৰি আহিছে। তাক খুৱাব লাগে। আমাৰ বীৰ বেটাই দেশৰ মান ৰাখি আহিছে।'

বুঢ়াৰ দুচকুৰে দুধাৰী আনন্দৰ চকুলো বৈ গ'ল। বুঢ়ীয়ে থোকা-থুকি মাতেৰে ক'ব ধৰিলে— 'মোৰ জোৱান বেটা— ইদ্ৰিচ বেটা— দেশৰ বীৰবেটা। মই বীৰৰ জননী, তুমি বীৰ সন্তান। খোৱা মোৰ বীৰবেটা, দুখুনী মায়েৰাৰ একো নাই, কি খুৱাম!'

'যথেষ্ট হৈছে, ইয়াতকৈ আৰু একো দিব নালাগে। তোমাৰ আঙুৰ যিমান মিঠা, তাতোকৈ তোমাৰ মৰম বেছি মিঠা। এনে মিঠা মাত, এনে সোৱাদ জীৱনত মই কাৰো পৰা পোৱা নাছিলোঁ। আজি মই নিতান্ত শিশু।'

অলপ সময়ৰ বাবে যেন বুঢ়ীয়ে ভাবত বিভোৰ হৈ গ'ল। এনেতে বুঢ়াই প্ৰশ্ন কৰিলে— 'বেটা তোমাৰ ঘৰ ক'ত?'

মই উত্তৰ দিলোঁ— 'অসমত।'

'অসমত?' বুঢ়ীৰ যেনু স্বপ্ন ভাঙিল। জপিয়াই উঠাৰ দৰে কৈ উঠিল—

'ভাৰতৰ পূব মূৰৰ অসমত?'

'হয় আই।'

'আৰু আমি ভাৰতৰ পশ্চিম মূৰৰ কাশ্মীৰৰ। বাঃ দুয়োখন ৰাজ্য ভাৰতৰ দুই মূৰত। আমি আজি পূব-পশ্চিম দুয়োমূৰৰ বাপ-বেটাই লগ লাগিলো নহয়নে?'

'হয় বাবা। আজি ভাৰতৰ পূব-পশ্চিমৰ মিলন হ'ল।'

'অসম ৰাজ্যখনো বোলে আমাৰ কাশ্মীৰ ৰাজ্যৰ দৰে ধুনীয়া হয়নে বেটা?'

'হয় মা; কাশ্মীৰৰ দৰে অসমো প্ৰাকৃতিক দৃশ্যত বৰ মনোমোহা।'

'অসমতো বোলে আমাৰ দৰে পাহাৰ, পৰ্বত, নৈ, খাল-জুৰি, জলপ্ৰপাত, হাবি-জঙ্ঘল আছে হয়নে বেটা?'

'হয় মা, কাশ্মীৰৰ দৰে অসমতো পাহাৰ-পৰ্বত আছে। গছ-গছনি, নৈ-বিল, পশু-পক্ষী, ফল-মূল কাশ্মীৰৰ দৰেই আছে। ভাৰতৰ ভিতৰত এই দুখন ৰাজ্যৰ কেৱল প্ৰকৃতিগত মিল আছে।'

'অসমৰ কাজিৰঙা হাবিত গঁড় আছে নহয়নে?'

'হয়, আছে। আপোনালোকক কোনে কৈছে এইবোৰ কথা? কিতাপত পাঢ়ছে নেকি?'

'পঢ়িব আমি নাজানোঁ বেটা। পিচে এইবোৰ কথা আমাৰ ইব্ৰিচে কৈছিল। সি অসমলৈ গৈছিল নহয়। তাৰ পৰা আহিয়ে অসমৰ গুণৰ কথা কৈছিল।'

'তেওঁ কিয় গৈছিল?'

'অসমত বোলে নগা বুলি এজাত মানুহ আছে। নগাপাহাৰ হেনো সিহঁতৰ থকা ঠাই। অসমৰ পূব মূৰত। তাত নগাই বিদ্ৰোহ কৰাত ভাৰত চৰকাৰে জোৱানসকলক পঠাইছিল সিহঁতক দমন কৰিবলৈ। যোৱা বেলিয়ে তালৈ গৈছিল। হয়নে, নগা বুলি এজাতি লোক আছে?'

'আছে বাবা। নগাপাহাৰত বাস কৰে। সুঠাম, সবল দেখনিয়াৰ লোক। বেচ বলশালী লোক। তাৰে এচাম লোকে বিদ্ৰোহ কৰিছিল আৰু এতিয়াও বিদ্ৰোহ চলাই আছে। ফিজো বিদ্ৰোহীসকলৰ নেতা।'

'তেওঁলোকে আমাৰ লগত থাকিব নোখোজে কিয়?' তোমালোকৰ একো লগাভগা নহয় নেকি?'

'সামাজিকভাৱে আমাৰ লগাভগা নহয় কাৰণ তেওঁলোক মংগোলীয় গোষ্ঠীৰ

লোক; তাতে আমেৰিকান আৰু ইংৰাজ লোকসকলে তেওঁলোকৰ বেচিভাগকে খৃষ্টান ধৰ্মত দিক্ষীত কৰিছে। ধৰ্ম, ভাষা, গোষ্ঠী একোফালে মিল নাই— কেৱল ৰাজনৈতিক ফালত মিলে। গতিকে তেওঁলোকে ফালি গৈ সুকীয়া দেশ গঠন কৰিব বিচাৰে।'

'ভাষানো কি বেটা? তোমাৰ ভাষা আৰু মোৰ ভাষাৰ মিল আছেনে? পিচে আমি কেনেকৈ মিলিলোঁ? ধৰ্মৰ কথানো কি! ধৰ্ম মানুহে কৰা বস্তু। আজি খৃষ্টান আছে, কালি মুছলমান হ'ব পাৰে, নাইবা হিন্দু হ'ব পাৰে; তাত বাধা কি? গোষ্ঠীনো কি? পূৰ্বতে মানুহ বেলেগ বেলেগ ঠাইত জন্মিছিল বাবে গঠন বেলেগ হৈছে। শৰীৰৰ গঠন বেলেগ হৈছে ঠাই বিশেষৰ কাৰণে, কিন্তু মানুহৰ মন, আত্মা সদায় সকলোৰে একে, বেটা, আত্মা তফাৎ নাই। এই কথা তোমালোকে বুজাই দিব পাৰিলে মিল হ'ব। আমি একে দেশৰে— ভাৰতৰ মানুহ। গতিকে আমি মিলেৰে থাকিব লাগে। এক ভাৰত মাতাৰ সন্তান। একমাকৰ সকলো সন্তান জানো একে ৰকমৰ? সেই বুলি একে ভায়েক নহয়নে? আমাৰ নগা ভাইসকলো তেনে। তেওঁলোকক বুজাই-বঢ়াই সংযত কৰিবা বেটা।'

'বাহিৰা শত্ৰুক দমন কৰিলা বেটা, এতিয়া ঘৰৰ ভায়েৰাইতক মিল কৰোৱা। ইয়াৰ পৰা গৈ তোমাৰ কৰ্তব্য হ'ব তোমাৰ দেশৰ ভায়েৰাইতক মিলেৰে ৰখা। তোমাৰ মাৰা মই, এই কথা কৈ পথালোঁ, পাহৰি যেন নোযাববা মোৰ সোণ।' এই বুলি কৈ বুঢ়ীয়ে মোক এটা চুমা খালে। মোৰ ভাব হ'ল বাস্তৱতে এই অশিক্ষিত কাশ্মীৰী মুছলমান বুঢ়া-বুঢ়ী হাল মোতকৈ কিমান মহৎ— মোতকৈ কিমান বেচি দেশপ্ৰেমিক। উহ্ ভাৰত! তোমাৰ কোলাত যিমান দিনে এনেকুৱা দেশপ্ৰেমিক মুছলমান থাকিব সিমান দিন এক পাকিস্তান নালাগে শত পাকিস্তান আহিলেও তোমাৰ একো কৰিব নোৱাৰে। মই ভাৰত অভিভূত হৈ বুঢ়া-বুঢ়ীৰ ভৰিত ধৰি প্ৰতিজ্ঞা কৰিলোঁ যে জীৱনত মই এই আদেশ পালন কৰিম। এওঁলোক মোৰ মনত আল্লাৰ প্ৰেৰিত কৰিষ্টা— দেৱদূত। এনেভাৱে খোৱা-লোৱা কথা-বতৰা হৈ থাকোঁতে বহু পলম হ'ল। মই কমাণ্ডাৰৰ আদেশৰ কথা বুঢ়া-বুঢ়ীক জনাই সেৱা কৰি যাবলৈ প্ৰস্তুত হ'লোঁ। বুঢ়া-বুঢ়ীয়ে বৰ আদৰ কৰি অনুমতি দিলে আৰু বাটলৈ মোক আগবঢ়াই থ'বলৈ আহিল। আমি তিনিও বাট ওলোৱাত আমাক দেখি গাঁৱৰ আন মানুহো ওলাই আহিল। মোক আগবঢ়াই থোৱা লোকৰ সংখ্যা যেন এটা সমদল হ'ল। মোক মাজত লৈ তেওঁলোকে গাঁৱৰ মূৰলৈ আগবঢ়াই থ'লে। বিদায় পৰত সকলোৱে জয়ধ্বনি দিলে—

'জয় ভাৰত মাতা কি জয়।'

'জয় জোৱান।'

মই তেতিয়া লগাই দিলোঁ— 'জয় কিষাণ।' সকলোৱে হাঁহি হাঁহি ক'লে— 'জয় কিষাণ।'

'জয় জোৱান, জয় কিষাণ' এই ধ্বনিৰে সকলোৱে জয়ধ্বনি কৰিলে।

এনেতে এটা অভাৱনীয় ঘটনা ঘটিল। পূব ফালৰ এটা পাকিস্তানী সৈন্য দলে পাকিস্তান অভিমুখে প্ৰত্যাবৰ্তন কৰিছে আৰু গাঁও-ভূই ধ্বংস কৰি আহিছে। একালে যুদ্ধত ঘাটিছে আনফালে তাচখণ্ড চুক্তি অনুযায়ী আমাৰ ৰাজ্য ক্ষেত্ৰত থকা ঘাটিসমূহ এৰি দি যাব লগা হৈছে। এনে এটা অপমান সিহঁতে সহজভাৱে গ্ৰহণ কৰিব পৰা নাই। গতিকে বিকাৰতে সিহঁতে উভতি যাওঁতে যাকে যতে পাইছে তাকে মাৰি-কাটি ছেঙ্গিছ খাঁৰ দলৰ দৰে মৰিমূৰ কৰি আহি আছে। সিহঁত আহি সেই সময়ত হঠাতে বুঢ়াহঁতৰ গাঁও পালে। গাঁৱৰ বাহিৰত জয়ধ্বনি শুনি সিহঁত আগবাঢ়ি আহিল আৰু সিহঁতক তাচ্ছিল্য কৰা বুলি ভাবি খণতে ধুমধাম ঘৰবোৰত জুই লগাই দি যাব ধৰিলে। ক্ষন্তেকৰ ভিতৰতে আনন্দই নিৰানন্দত পৰিণত হ'ল। মানুহবিলাকৰ মাজত হাহাকাৰ লাগিল। গাঁৱৰ মানুহে দৌৰাদৌৰি কৰি জুই নুমাবৰ বাবে লৰা-ধপৰা কৰিলে। তাকে দেখি পাকিস্তানীহঁতে যাকে যতে পালে মাৰিলে, কাটিলে। ল'ৰা, বুঢ়া, তিৰোতাৰ একো বাচ-বিচাৰ নকৰি বৰ্বৰ, ভাৰ্তাৰৰ দৰে নৰবধযজ্ঞ আৰম্ভ কৰি দিলে। চাওঁতে চাওঁতে পাকিস্তানী কেইজনমান আহি আমাৰ ওচৰ পালে। সেই সময়ত মোৰ কাষত থকা মানুহবিলাক দিহাদিহি গৈছিল নিজৰ নিজৰ ঘৰলৈ। আমি বাটত মাত্ৰ দহজনমান লোক আছিলোঁ। বুঢ়া-বুঢ়ী আৰু গাঁৱৰ ল'ৰা-ছোৱালী চাৰি-পাঁচজনমান আৰু মতা মানুহ দুজন। পাকিস্তানীহঁতে আমাক দেখি আগবাঢ়ি আহিল। আমি ঠিয় হৈ থাকিলোঁ। এনেতে এজন পাকিস্তানী সৈন্যই গৰ্জি উঠিল মোক দেখি— 'চুআৰকা বাটচা—। নিকাল......।

মই স্থিৰভাৱে প্ৰশ্ন কৰিলোঁ— 'কি হ'ল?'

'কি হ'ল? তোৰ মূৰ হ'ল। আঁতৰ কুকুৰ।'

'চুপ।' মই গৰ্জি উঠিলোঁ।

তাকে দেখি বুঢ়াই মোক ক'লে— 'ঠাণ্ডা হোৱা বেটা।' তাৰ পাছত পাকিস্তানীক সুধিলে— 'বাৰু কি হ'ল ভায়া?'

'তোৰ কবৰখানা তৈয়াৰ হ'ল চালা বুঢ়া শগুণ।'

'মোৰ আৰু সহ্য নহ'ল। আগবাঢ়ি গৈ সৈনিক দুজনৰ সমুখত ঠিয় হৈ কৈ উঠিলোঁ— 'মুখ চম্ভালি কথা কৰি দুস্মণ। তই কাক জেনেকৈ কৈছ জান? কোন তইহঁত?'

'আমি তইহঁতৰ বৈৰী।' এই বুলি বাইফলৰ আগত থকা সঙ্গীনেৰে খোচা মাৰিলে।

বুঢ়ীয়ে তৎক্ষণাৎ মোৰ কঁকালত সাবতি ধৰি পিছলৈ টান মাৰিলে। মই পিছুৱাই গ'লোঁ। বুঢ়ীয়ে কাকুতি-মিনতি কৰি ক'লে যে তেওঁলোক কোন চিনা নাই। পৰিচয় দিয়ক, কাজিয়া কৰিব নালাগে। এনেতে সিহঁতে সঙ্গীনবোৰ আগ কৰি আগবাঢ়ি আহি ক'লে— 'এতিয়াই পৰিচয় পাবি।' এই বুলি কৈয়ে দুজনে চাৰিজন ল'ৰাক হানি মাৰিলে আৰু দুজনে মতা মানুহ দুজনক খুচি বগৰাই দিলে। এজনে বুঢ়াক খুচিব ধৰোঁতে মই তৎক্ষণাৎ পিষ্টলটো উলিয়াই গুলী কৰি তাৰ মূৰ উৰাই দিলোঁ। তেতিয়া আনজনে মোক খুচা মাৰিলে। বুঢ়াই তৎক্ষণাৎ মোৰ আগত ঠিয় হৈ বুকু পাতি দিলে। সঙ্গীনৰ খোচাত বুঢ়া বাগৰি পৰিল। মই বুঢ়াক ৰাখিব নোবাৰিলোঁ। খন্তেকতে তাৰ ওপৰত জপিয়াই পৰি তাক হত্যা কৰিলোঁ। এনেতে আন চাৰিজনে মোলৈ চোঁচা ল'লে। আগফালৰজনক মই খোচ মাৰি বগৰাই দিয়াৰ লগে লগে পিছফালৰ পৰা এজনে আহি মোক হান মাৰিলে। বুঢ়ীয়ে তৎক্ষণাৎ মোৰ পিঠিত পৰিল। তাৰ হানটো বুঢ়ীৰ গাত পৰিল আৰু বুঢ়ী বাগৰি পৰিল। তেজৰ নৈ বৈ গ'ল। মোৰ বাবে দুজন বুঢ়া-বুঢ়ী, দুজন মতা মানুহ আৰু চাৰিজন ল'ৰাৰ এনে দশা হ'ল। মোৰ গাত যেন ৰণচণ্ডী প্ৰৱেশ কৰিলে। কি শক্তিৰ বলত যে মই বাকী তিনিজন পাকিস্তানী সৈনিকক বধ কৰি নিজেও আঘাতপ্ৰাপ্ত হৈ মাটিত পৰি গ'লোঁ কবকে নোবাৰিলোঁ। মই প্ৰায় অচেতন অৱস্থাত পৰি ৰ'লোঁ কিছু সময়। তাৰ পাছত সংজ্ঞা পাই দেখোঁ যে বুঢ়া-বুঢ়ীয়ে দুফালে পৰি ৰক্তাক্ত কলেবৰে তেজেৰে লুতুৰি-পুতুৰি হৈ ধৰফৰ-চৎফতাব ধৰিছে। মোৰ সোঁহাতখন চিঙি গৈছে আৰু সোঁভৰিখনৰ আঁঠুটো ভাঙিছে। বোধহয় ৰাইফলেৰে কোবাই ভাঙিছে। সোঁচকুটো সঙ্গীনৰ খোচত ওলাই গৈছে। তেজত যেন মই বুৰ গৈ আছোঁ। শৰীৰৰ দুখ-বেদনা যন্ত্ৰণাতকৈও মনৰ যন্ত্ৰণাহে মোৰ অধিক হ'ল। মোৰ কাৰণেই— আগবঢ়াই থ'ব অহাৰ কাৰণেই বৃদ্ধ আৰু বৃদ্ধা দুগৰাকী দেশ-প্ৰেমী মহান ব্যক্তিৰ মৃত্যু হ'ল আৰু দেশৰ উৎপন্নকাৰী দুজন খেতিয়কৰ সমাধি ঘটিল। মই মোৰ দেশৰ পৰোক্ষভাৱে ভীষণ ক্ষতি কৰিলোঁ কাৰণ মোক কেন্দ্ৰ কৰিয়ে এই ঘটনা ঘটিল। মনৰ বেদনা অনুশোচনাত মই কাতৰ হৈ পৰিলোঁ। এনেতে বুঢ়ীয়ে কেকাই কেকাই কোৱা শুনিলোঁ— 'মোৰ জোৱান বেটা— বীৰ বেটা বেচ বীৰত্বৰ কাম কৰিলা; দুষ্মণ পাকিস্তানী সেনা ছয়জনক অকলে বধ কৰি বেচ বীৰৰ চিনাকি দিলা জোৱান বেটা। আজি আমাৰ মৰণতো দুখ নাই— পৰম আনন্দ দিলা। তুমি দীৰ্ঘজীৱী হোৱা মোৰ জোৱান বেটা। উহ! আল্লা।' এই বুলি কৈ মোৰফালে চাই বুঢ়ীয়ে চকু মুদিলে। মই আৰু সহ্য কৰিব নোৱাৰিলোঁ। 'মা! মা!' কৈ চিঞৰি উঠিলোঁ। এনেতে বুঢ়াই সেহাই সেহাই আশীৰ্বাদ দিলে— 'জোৱান বেটা, তুমি বীৰ, তোমাক আল্লাই বচাই ৰাখক।

মোৰ দেশৰ তোমাৰ পৰা বহু কাম হ'ব। হে আল্লা! মোৰ ভাৰতীয় জোৱান বেটাহঁতক মেহেৰবাণি কৰা খোদা।'

এনেকৈ হাত দুখন থৰক-বৰককৈ ওপৰলৈ তুলি এবাৰ বুৰ বুৰ কৈ কিবা প্ৰাৰ্থনা কৰিলে আৰু লাহে লাহে হাত দুখন তললৈ নামি আহিল; লগতে মূৰটো কাতি হৈ গ'ল। শেষ! সকলো শেষ এহাল বীৰ জনক-জননীৰ জীৱনৰ অৱসান হ'ল। নিস্বাৰ্থ দেশপ্ৰেমিক এহাল দম্পতিয়ে আজিৰ পৰা ভাৰতৰ পৰা বিদায় ল'লে। উহ আল্লা! হে ভাৰত!! মই চকুৰ পানীৰে একো নেদেখা হ'লোঁ। উচুপি কান্দিবৰ মোৰ শক্তি নাই; শক্তি নাই; শক্তি থকাহেঁতেন মই কান্দি কান্দি সেইদিনা ভাৰতৰ গগণ-পৱন কঁপাই তুলিলোহেঁতেন। সেই ঘটনাই মোক আজি পাগল কৰি তুলিছে।'

তেওঁ আৰু ধৈৰ্য ৰাখিব নোৱাৰিলে। হুক্‌হুকাই কান্দি দিলে। মোৰো চকুপানী আহিল। কিছুপৰ পাছত মই সুধিলোঁ—

'তাৰ পাছত তুমি কেনেকৈ আহিলা?'

'মই আহিম কেনেকৈ? মই পৰি ৰ'লোঁ। ইফালে গাঁওখনত জুই লাগি সকলো ভস্মীভূত হৈ গ'ল। এনেকুৱা অগ্নিকাণ্ড হোৱা দেখি নাতিদূৰত থকা আমাৰ কেম্পৰ জোৱানসকলে দৌৰি আহিল। তেওঁলোকে জুই নুমালে আৰু বয়বস্তু, মানুহ, গৰুক থানথিত লগালে। ইতিমধ্যে পাকিস্তানী সৈন্যই আমাৰ জোৱান অহা গম পাই পলাই গ'ল। আমাৰ সঙ্গীবৃন্দই গধূলিৰ লগে লগে জুই-ছাই নুমাই সকলো ঠিক-ঠাক কৰি কেম্পলৈ যোৱা সময়ত গাঁৱৰ বাহিৰত আমাক দেখা পায়। তাত পাকিস্তানী সৈন্য ছয়জনৰ মৰা শ আৰু আমাৰ এই কেইজনৰ মৰা শৰ লগতে মোক দেখা পায়। মই কোনোমতে বাঁওহাতখন দাঙি ইঙ্গিত দিয়াৰ লগে লগে তেওঁলোকে ওচৰলৈ আহি মোক দেখা পাই চিনিব পাৰি নধৰ-নপৰ কৰি মোক পখালিকোলা কৰি দুজনে দাঙি ল'লে আৰু কেম্পলৈ লৈ আহিল। কেম্পত মোক প্ৰাথমিক চিকিৎসা কৰি ৰাতিতেই সামৰিক হাস্পতাললৈ পঠাই দিলে ৰেড্‌ক্ৰছ গাড়ীত তুলি। মোক তাত এমাহ চিকিৎসা কৰা হয় আৰু প্ৰায় এমাহৰ মূৰত সুস্থ হওঁ। তাৰ পাছত মোক ঘৰলৈ পঠাই দিয়ে আৰু পেন্সন দিয়ে। তাৰ পাছৰখিনিতো জানিছাই। আজি মোৰ অৱস্থা এনে। কিন্তু মই মোৰ কথা ভবা নাই। মোৰ বাৰে বাৰে মনত পৰে সেই কাশ্মীৰ বৃদ্ধ দম্পতি হালৰ কথা। উহ! মই জানো তেওঁলোকৰ কথা ৰাখিব পাৰিম? মই যে আজি অকৰ্মণ্য। কেনেকৈ সেই বৃদ্ধ দম্পতিৰ শেষ অনুৰোধ ৰক্ষা কৰিম মাউৰ? মই বৰ নিৰুপায়! মোৰ মনত অকণো শান্তি নাই। এই বেদনাৰ স্মৃতি বুকুত বান্ধি লৈ মই কেনেকৈ থাকিম।'

'দুখ নকৰিবা। তোমাৰ ইচ্ছা পূৰণ হ'ব। এতিয়া ব'লা; ঘৰলৈ যাওঁ।'

(৮)

আহ্মদ যুদ্ধৰ পৰা ফিৰি অহাৰ পাছৰ পৰা আহ্মদহঁতৰ ঘৰখনত এটা বৰ বেজাৰৰ পৰিস্থিতিয়ে লগ দিছে। আহ্মদৰ এনে নিদাৰুণ পৰিস্থিতি। হাত, ভৰি, চকু তিনিটা অঙ্গৰ এনে বিকল পৰিস্থিতিয়ে মানুহজনক পঙ্গু কৰি পেলাইছে— বিশেষকৈ তেওঁ একো কাম-কাজ কৰিব নোৱাৰে। বাঁওখন হাতেৰে আৰু কিমান কি কৰিব? সোঁভৰিখন লেকেচিয়াই লেকেচিয়াই যাব লাগে। ভৰিখন ক্ৰমে সৰু হৈ গৈছে। এটা চকুৰে দেখে যদিও সিও দুৰ্বল হৈ গৈছে। তেওঁৰ এনে সুন্দৰ নিগোটল চেহেৰা আছিল যে কলেজত থাকোঁতে আমি নাৰ্চিচাজ বুলি ঠাট্টা কৰিছিলোঁ। মই ঠাট্টা কৰিছিলোঁ মুছলমান কামদেৱ বুলি। কামদেৱৰ দৰে এনে ৰূপ আজি কিহত পৰিণত হ'ল। বাস্তৱিক ৰূপ-যৌৱন মানুহৰ বৰ অস্থায়ী। অৱশ্যে আহ্মদে তাৰ কাৰণে অলপো দুখ নকৰে। তেওঁৰ দুখ মাত্ৰ এটা কথাত— তেওঁ বৃদ্ধা মাকৰ দুখ দেখিব নোৱাৰা হৈছে। মাকেই ঘৰৰ সকলো কাম-কাজ কৰিব লাগে। বৃদ্ধ পিতাক আব্বাচ, ভায়েক আকবৰ আৰু তেওঁৰ খোৱা-লোৱা সকলো কাম মাকেই কৰিব লাগে অকলে। ভনীয়েক জেবিনাক বিয়া দিয়াৰ পৰাই মাকৰ বৰ কষ্ট হৈছে; অথচ তাৰ কোনো ব্যৱস্থাও কৰিব নোৱাৰে। আহ্মদ কলেজত থকাৰে পৰা নানাজনে কিমান ছোৱালী বাচিছিল! কিন্তু পিতাকে বিয়া কৰাবলৈ নিদিলে, এম এ পাছ নকৰাকৈ। বি এ পাছ কৰাৰ পাছত তেওঁ বিয়া নকৰালে চাকৰি নোপোৱা যাবে। তাৰ পাছত সামৰিক বিভাগত চাকৰি কৰাৰ লগে লগে বিয়া কৰোৱাত অসুবিধা আছিল। চীন-ভাৰত যুদ্ধৰ পাছত বিয়া কৰাবলৈ মাকে বৰ জোৰ কৰিছিল। কিন্তু উপযুক্ত শিক্ষিতা ছোৱালী এজনী [illegible] তেওঁ

বিয়া নকৰালে। এতিয়া এই কিকলাঙ্গ অবস্থাত শিক্ষিতা ছোৱালী দূৰৰ কথা, অশিক্ষিতা গাঁওলীয়া ছোৱালীও নিদিয়া হ'ল। গতিকে আহ্মদৰ বিয়া কৰোৱা নহ'ল। ইফালে ককায়েকে বিয়া নকৰালে আকবৰেও আগতে বিয়া নকৰে। তাৰ বৰ দুখ লাগিছে ককায়েকৰ এনে অবস্থা দেখি গতিকে ঘৰৰ যাৱতীয় কাম-কাজ অকল বৃদ্ধা মাকৰ ওপৰতে পৰিছে। ইফালে মাক বেমাৰী— বাতবিষ বেমাৰ আছে। মাজে মাজে বিষ উঠি পৰি থাকে; তেতিয়া আকবৰে ভাত ৰান্ধে তাৰ দোকান বন্ধ কৰি থৈ। ঘৰঘনৰ এনে অচল অবস্থাত বৃদ্ধ আব্বাচ বুঢ়াই বেজাৰ মনে নিজৰ নচিবকে ধিয়াই আল্লাক খাটে যাতে তেওঁক এই দুনীয়াৰ পৰা আঁতৰ কৰি নিয়ে। এনে এটা পৰিস্থিতিত ঘৰখনলৈ গ'লে মোৰ বৰ দুখ লাগে।

সিদিনা মই দুপৰীয়া গৈ দেখিলোঁ যে আকবৰে ভাত ৰান্ধি আছে; বুঢ়া বাপেক দোকানত এনেয়ে বহি আছে। মাকে বাতবিষৰ কাৰণে বিছনাত পৰি কেঁকাই আছে আৰু আহ্মদে মাকৰ কাষত বহি বাঁওহাতেৰে তেল মালিচ কৰি আছে মাকৰ পিঠিখনত। মই গৈ এনে অবস্থা দেখি বৰ দুখ পালোঁ। মই গৈ মাকৰ কাষত ঠিয় হৈ মাত লগালোঁ— 'আমৈ, গা অসুখ নেকি?'

'বৰ বিষ আৰম্ভ হৈছে বোপা ৰাতিপুৱাৰ পৰা। উহ্ আল্লা!' তেওঁ কেঁকাই কেঁকাই ক'লে আৰু ইকাতি-সিকাতি হৈ উহ্ আহ্ কৰিব ধৰিলে। মই আহ্মদৰ কাষতে বহিলোঁ আৰু ক'লো— 'তুমি বাহিৰলৈ যোৱা, ময়ে আমৈৰ গাত মালিচ কৰি দিম।

'নালাগে, তুমি বহাচোন। ময়ে কৰি আছোঁ।'

'নালাগে, তুমি উঠা মই কৰিম।' এই বুলি কৈ আহ্মদক উঠাই দি ময়ে নিজে মালিচ কৰিব ধৰিলোঁ। আমৈয়ে আপত্তি কৰি ক'লে—

'নালাগে বোপা, হৈছে আৰু। বহু সময় মালিচ কৰিলে। এতিয়া অলপ ভাল পাব ধৰিছোঁ। তুমি বহা।'

'নহয় আমৈ, একো কথা নাই; আৰু কিছু সময় মালিচ কৰা যাওঁক।'

মই মালিচ কৰি থাকিলোঁ। আহ্মদৰ মাকক মই আমৈ বুলি আৰু পিতাকক আবে বুলি মাতোঁ; কাৰণ আমাৰ আই আৰু আহ্মদৰ মাক একে গাঁৱৰে জীয়াৰী। দুয়োৰে বৰ মিল আছিল আৰু দুয়ো সখী বান্ধিছিল। গতিকে তেওঁক মই আমৈ বুলিব লাগে। মই আমৈৰ গা মালিচ কৰি থাকোঁতে তেওঁ মোক ক'লে— 'মাউৰ বোপা, মই আৰু জীয়াই নাথাকিম; যি বেমাৰে ধৰিছে, মোৰ আৰু নিস্তাৰ নাই; মৰাত মোৰ কোনো দুখ নাছিল, কিন্তু এটা দুখৰ বাবে মোৰ হিয়া দহি খাব ধৰিছে বোপা।' তেওঁ অলপ তলকা মাৰি পুনৰ ক'লে— 'মই আহ্মদৰ একো বিহা লগাব নোৱাৰিলোঁ। আচাৰ

জীৱনটো এনেয়ে গ'ল। মোৰ অবিহনে যে সি কেনেকৈ খাব তাক আল্লাইহে জানে। মই এই কথা ভাবি ভাবিয়ে কান্দি থাকোঁ। পিতাকৰো সেই একেটি চিন্তা। তাৰ জীৱনত আৰু বিয়া নহ'ব। কোনেনো খোৰা, কণা অকৰ্মন্য এটালৈ ছোৱালী দিব বোপা? আগতে ভুল কৰিলোঁ এতিয়া উপায় নাই।' তেওঁ চকুলো মচিলে আৰু উচুপিব ধৰিলে— 'মোৰ বাচাৰ জীৱনটো এনেয়ে গ'ল। মোৰ অবিহনেনো কোনে তাৰ আলপৈচান ধৰিব।'

'দুখ নকৰিব আমৈ, যি হ'বৰ আছে হ'বই, ঈশ্বৰৰ ইচ্ছা পূৰণ হ'ব। ঈশ্বৰে তাৰ কিবা দিহা কৰিব। যিজনে জনম দিছে, সিজনে জীৱনৰো কিবা ব্যৱস্থা ৰাখিছে। তেওঁক বিশ্বাস ৰাখি কাম কৰি যাওক আমৈ। বৰকৈ নাভাবিব।'

'কেনেকৈ মই নভবাকৈ থাকিম বোপা; নিজৰ সন্তানৰ কথা কোন মাক-বাপেকে নভবাকৈ থাকিব পাৰে? আল্লাইনো তাৰ জীৱনটো এনেভাৱেহে খেলিব ধৰিছেনে? নাজানো খোদাৰ কি গুণাহ (পাপ) কৰিছিল বাচাই!'

'ই কোনো পাপৰ ফল নহয় আমৈ— ই ভগৱানৰ ইচ্ছা। মানুহক বিপদত পেলাই দি ভগৱানে মানুহক শাস্তি নিদিয়ে— জ্ঞান বঢ়াৰ উপায়হে দিয়ে। তেওঁত বিশ্বাস ৰাখক— সকলো ঠিক হ'ব আমৈ।'

'দিনে-ৰাতি মই আল্লাৰ ওচৰত তাকেই প্ৰাৰ্থনা কৰি আছোঁ বোপা, নাজানোঁ আল্লাৰ কি ইচ্ছা।'

অলপ সময় তলকা মাৰি পুনৰ সোধে— 'বাৰু বোপা, কৰবাত এজনী সাধাৰণ ছোৱালীকে ঠিক কৰি দিব নোৱাৰানে? যেই সেই এজনী হ'লেই হ'ব, ৰূপ, গুণ, বিদ্যা বিশেষ নালাগে, কেৱল শান্ত ছোৱালী এজনী হ'লেই হ'ব যাতে তাৰ জীৱনটো চলাই নিব পাৰে। তুমি চোৱাচোন বোপা কৰবাত পোৱানে?'

'মই চেষ্টা কৰিম আমৈ।'

'তাৰ ছোৱালী ঠিক হ'লে আকবৰৰ কাৰণে গাড়ীগাঁৱতে ঠিক হৈ আছিল। ছোৱালীও দেখাত ভাল আৰু কাম-কাজো পাৰে। লেখা-পঢ়াও কিছু জানে— হাইস্কুলত পঢ়িছে। আহ্মদৰ বাবে ছোৱালী পালে দুয়োৰো বিয়া একেলগে পাতি দিলোহেঁতেন। তাকে কৰি যাব পাৰিলে আমি বুঢ়া-বুঢ়ী মৰিলেও আৰু কথা নাই। তুমি চেষ্টা কৰা বোপা।'

'মই চেষ্টা কৰিম আমৈ।'

এনেতে আহ্মদ বাহিৰৰ পৰা ভিতৰ সোমাই আহি মাত লগালে—

'আই কেনে পাইছ্য?'

'অলপ ভাল পাইছোঁ বোপা।'

'চাহ খাবি নেকি?'

'লৈ আহিবলৈ ক। মাষ্টৰ বোপাকো দিবলৈ কবি আকবৰক।'

আহ্মদে আকবৰক চাহ আনিবলৈ কয়। আকবৰে তিনিওকো চাহ দি যায়। আমি চাহ খাব ধৰোঁ। চাহ খাই খাই মাকে আহ্মদক কয়— ডাঙৰ বোপা, তই মাষ্টৰ বোপাৰ লগত আজি আবেলি গাড়ীগাঁৱলৈ যাবি জেৰিনাৰ তালৈ। তাই আজি কেবাদিনো খবৰ কৰি আছে তোক চাবলৈ। তাই আহিব পৰা নাই। আজি দুবছৰে তোক তাই দেখা নাই। কেঁচুৱাটোক এৰি আহিব নোৱাৰে তাই। গতিকে তই যেনে-তেনে দেখা দি আহগৈ।'

'মোক দেখিলে জেৰিনাই সহ্য কৰিব নোৱাৰিব আই, সেই বাবেই মই যোৱা নাই।' তেওঁ তলমুৱা হয়। মাকৰ চকুলো আহে। চকুলো মচি কয়— 'দুখতো পাবই, সেই বুলি তই দেখা নিদিবিনে? কি কৰিবি বোপা, আল্লাই আমাক ইমান যাতনা দিছে.....'

'তই কান্দ কিয় আই? কান্দিলে দুখ দূৰ নহয়। বাৰু মই যাম।'

'মাষ্টৰ বোপা যাবানে আজি আবেলি জেৰিনাৰ ঘৰলৈ?'

'যোৱাত মোৰ কোনো আপত্তি নাই। মইতো প্ৰায়ে গৈয়ে থাকোঁ।'

'হয় বোপা, তোমাৰ কথা সদায় তাই মোক কয়। তাই কয়— 'মাষ্টৰ ককাইদেউ দুদিন নগ'লেও মোৰ বৰ বেয়া লাগে। মাষ্টৰ ককাইদেৱে ইমান মৰম কৰে মোক, তেওঁক দেখিলে ডাঙৰ ককাইদেউক দেখা যেন পাওঁ মই। ডাঙৰ ককাইদেউৰ দৰে মোক বৰ মৰম কৰে। দুদিন দেখা নাপালেও মোৰ বৰ দুখ লাগে।'

'হয়, জেৰিনাই মোক বৰ ভাল পায়। মোৰো জেৰিনাক বৰ মৰম লাগে। মোৰ সৰু ভনী মৃতা লাৱণ্যৰ দৰে দেখোঁ জেৰিনাক। মোৰ বাবে জেৰিনাই যেন লাৱণ্য। জেৰিনাৰ ভিতৰত মই লাৱণ্যক বিচাৰি পাইছোঁ।'

'তাই কয়, মাষ্টৰ ককাইদেউ বামুণ মানুহ হৈয়ো আমি মুছলমানক ঘিণ নকৰে। আনকি নিজৰ দৰে ভাবে। এনে হিন্দু মানুহক আমি আমাৰ মুছলমানতকৈও বেছি ভাল পাওঁ। মই তেতিয়া কৈছিলোঁ যে মানুহ সকলো একে আই, দয়া, মৰম, চেনেহ কোনো জাতিৰ নিজা বস্তু নহয়।'

'আপুনি ঠিক কৈছে আয়ে, দয়া, মৰম, চেনেহ আদি মানুহৰ আন্তৰিক গুণবোৰ সকলো মানুহৰে একে। তাত জাতি, বিজাতি, ধৰ্ম-বিৰ্ধমৰ প্ৰশ্ন নাই। মানৱতাৰ ক্ষেত্ৰত মানুহ সকলো সমান।'

'তেনেহ'লে তুমি সোনকালে খাই-বৈ আহিবা মাষ্টৰ, দুয়ো সোনকালে গৈ তেহে গধূলিৰ আগে আগে ফিৰিব পাৰিম।' আহ্মদে কয়।

'বাৰু।' মই সন্মতি জনাওঁ।

তাৰ পাছত মই প্ৰশ্ন কৰিলোঁ— বাৰু আমৈৰ বাবে কি ঔষধ ব্যৱহাৰ কৰিছে?'

'আয়ুৰ্বেদিক কলেজৰ কবিৰাজী ঔষধ বোপা।'

'কবিৰাজী ঔষধে সোনকালে কাম নিদিয়ে। আপুনি ডাক্তৰী ঔষধ ব্যৱহাৰ কৰক।'

'ডাক্তৰী ঔষধ, বেজি দিলোঁ বোপা, কিন্তু একো নহ'ল। কেৱল টকাৰহে খৰচ, কামত নাহে। তাতে আকৌ আজিকালিৰ ডাক্তৰ সকলো যে মানুহ! তেওঁলোকে বেমাৰ নাচায়, বেমৰীকহে চায়। বেমাৰীয়ে টকা দিব পাৰিলে ঔষধ দিয়ে আৰু দিব নোৱাৰিলে নিদিয়ে। শুনা নাইনে মেডিকেল কলেজত তাৰ কাৰণে কিমান বেমাৰী বিনা ঔষধে মৰিল। আজিকালি ডাক্তৰক বোপা টকাহে লাগে।'

'এৰা মাষ্টৰ, আয়ে ঠিক কৈছে। আজিকালি ডাক্তৰসকলৰ উদ্দেশ্য কেৱল টকা অৰ্জা। চিকিৎসকে পূণ্য অৰ্জা আৰু আজি আমাৰ সমাজত নাই। ইহঁত আজিকালি টকাৰ কীট হ'ব ধৰিছে। নেদেখিছা গুৱাহাটীৰ ডাক্তৰসকলৰ কাণ্ড? এটা সাধাৰণ বেমাৰৰ ঔষধ হ'ব দুকুৰি টকাৰ, এবাৰ পৰীক্ষা কৰি চালে লাগিব ১৬ টকা। কি যে ডকাইতি। ডকাইতনো আৰু ক'ত আছে, ইহঁতেই ডকাইত। ডকাইতে চুৰীৰে আঘাত কৰি মানুহ মাৰি টকা লয় আৰু ডাক্তৰে ভুল চিকিৎসাৰে মানুহ মাৰি টকা লয়। ডাক্তৰৰো 'ড' আৰু ডকাইতাৰো 'ড'। ডাক্তৰ আৰু ডকাইত একে। গুৱাহাটীত তাৰ প্ৰমাণ পাবা।'

'কিয় বাৰু ডাক্তৰবিলাক এনেকুৱা হ'ল?'

'ইয়াৰ কাৰণ এটা। ডাক্তৰী পাছ কৰি উঠিয়ে তেওঁলোকে মনতে ভাবে— প্ৰথমে এটা ডাঙৰ বিল্ডিং লাগিল, আন পুৰণা ডাক্তৰৰ দৰে 'প্ৰেচটিজ'ৰ বাবে তাৰ পাছত এখন গাড়ী। এই অট্টালিকা আৰু গাড়ী হ'ব লাগে তেওঁলোকৰ মতে দুবছৰ বা তিনি বছৰৰ ভিতৰতে— বেচি দিনলৈ অপেক্ষা কৰিবলৈ তেওঁলোকৰ ধৈৰ্য নাই। গতিকে কম সময়ৰ ভিতৰত ইমান টকা আৰ্জিব লাগিলে ডকাইতিৰ বাহিৰে কিহেৰে হ'ব? গতিকে ফিজৰ নাম কৰি আৰু ঔষধৰ দাম কৰি ডকাইতি আৰম্ভ কৰে। সেই বাবেই আজি দেশৰ এনেকুৱা দুৰৱস্থা।'

'সঁচা ভাই— একদম সত্য কৈছা— ডাক্তৰ মানে আজিকালি ডকাইত।'

'সেই বাবেই কম পইচাৰ অথচ শুদ্ধ চিকিৎসা কবিৰাজী কৰিছোঁ।'

'বৰ ভাল কৰিছা। বেচিদিন নিয়মিত ৰকমে কবিৰাজী চিকিৎসা কৰিলে ৰোগ

সম্পূৰ্ণ নিৰাময় হয়। তাৰ উপৰি পইচাও কম লাগে।'

'পিচে এই আয়ুৰ্বেদিক কলেজখনৰ অৱস্থাক দুৰৱস্থা বুলিহে ক'ব লগা হৈছে, কাৰণ ইয়াত যিমান ৰোগী আছে আৰু যিমান ঔষধ, বিছনা আদি লাগে তাৰ আধাও চৰকাৰে নিদিয়ে। চৰকাৰে ৰাইজক দেখুৱাবৰ কাৰণেহে যেন এইখন কৰিছে। ইয়ো এক ভেঁকোভাওনা। সকলোফালে দুৰ্নীতি ভাই— সকলো ফালে দুৰ্নীতি। বৰ ঘৃণা লগা হৈছে দেশৰ মানুহৰ চৰিত্ৰক।'

'তথাপি চলিব লাগিব ইয়াৰ মাজেদি। মনত ৰাখিবা আহ্মদ জগতত সদায় দুৰ্নীতি, অধৰ্ম, অত্যাচাৰ পাপ থাকিবই। আমি তাক নাইকীয়া কৰিব নোৱাৰোঁ— বৰং তাৰ পৰা আঁতৰি থাকিব পাৰোঁ। গতিকে সহনশীলতাৰে ইয়াক সহ্য কৰি চলি যাব লাগিব।'

'হয়, তুমি ঠিকেই কৈছা। জগতৰ পৰা কোনেও চিৰদিনৰ বাবে অন্যায় দূৰ কৰিব নোৱাৰে— এজন পাপী মৰিলে আন এজন জন্মিব। এটা অন্যায় দূৰ কৰিলে আন এটি অন্যায় আৰম্ভ হ'ব। পিচে তাক মানি লোৱা বৰ কঠিন ভাই।'

'কঠিন হ'লেও মানিব লাগিব বোপা। জগতখনতো তোমাৰ-মোৰ মতে নচলে বৰং আমিহে জগতৰ মতে চলিব লাগিব।'

'নিশ্চয়।' মই হুকাৰ ধৰিলোঁ।

এনেতে বাহিৰত তাৰৈৰ মাত শুনা গ'ল। আমি উঠিলোঁ। আমৈয়ে অলপ ভাল পাইছিল, তেঁৱো বিছনাত বহিল।

(৯)

আবেলি পৰ— আহ্‌মদ আৰু মই দুয়ো গাড়ীগাঁৱলৈ গ'লোঁ। এইখন গাঁও গুৱাহাটী বিশ্ববিদ্যালয়ৰ উত্তৰফালে ব্ৰহ্মপুত্ৰৰ পাৰত। বিশ্ববিদ্যালয়ৰ গাতে লাগি থকা গাঁও। বিশ্ববিদ্যালয়ৰ মাটিবোৰ এই গাঁওবাসী ৰাইজৰে আছিল। বৰ আশা কৰি মাটিবোৰ দিছিল, কিজানি বেকাৰ ল'ৰা দুই-এজনে পিয়ন, চাপ্ৰাচি হ'বই পাৰে— পেটৰ ভাত মুঠি মিলাব পাৰে! কিন্তু ৰাইজৰ আশা পূৰ নহ'ল; গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ্ চেঞ্চেলাৰৰ পৰা প্ৰফেচাৰ, কেৰাণীলৈকে দুৰ্নাম আছে। তেওঁলোকৰ নিজৰ মানুহক চাকৰি দিয়াতহে তৎপৰ— আনৰ কথা নাভাৱে। বহু দুৰ্নামৰ কথা আজিলৈ চলি আছে। এই গাঁৱৰ ল'ৰাই একো সুবিধা পোৱা নাই। এই গাঁৱত হিন্দু-মুছলমান প্ৰায় এক হাজাৰ গিৰি হ'ব। হিন্দুৰ তুলনাত মুছলমান জনসংখ্যা আৰু গিৰি বেচি। ব্ৰহ্মপুত্ৰৰ পাৰত গাঁওখন হোৱাত মাছ-খৰিৰ সুবিধা আছে। নদীৰ পাৰত ঠিয় হৈ উত্তৰ ফালে আগীয়াঠুৰি পাহাৰ আৰু গুৱালকুছিৰ পাহাৰবোৰ বৰ মনোৰম দেখি। কোনো কবি পোৱালি থকাহেঁতেন এই দৃশ্য চাই কবিতা লিখিব পাৰিলেহেঁতেন; কিন্তু আজিলৈ তেনে কোনো কবি পোৱালিৰ জন্ম হোৱা নাই এই গাঁৱত। ভবিষ্যতে হ'ব পাৰে।

আমি দুই বন্ধুই মুছলমান বস্তিলৈ গৈ আছোঁ। জেৰিনাহঁতৰ ঘৰ নদীৰ পাৰত— বৰ ধুনীয়া ঠাইখিনি। অলপ দূৰত মোক্তাব স্কুলখন আৰু মছজিদটো। আমি গৈ তাইহঁতৰ নঙলামুখ পালোঁ। মই ঘৰ চিনো কাৰণ মই প্ৰায়ে আহি থাকোঁ; কিন্তু বন্ধু আহ্‌মদে নিচিনে তেওঁৰ কুটুম্বৰ ঘৰ। কাৰণ তেওঁৰ অবৰ্তমানত জেৰিনাৰ বিয়া

হৈছিল। আমি গৈ জেৰিনাইঁতৰ নগুলামুখ পালোঁ। আহ্মদে মোক অলপ আগবাঢ়ি যাবলৈ কৈ তেওঁ অহা খবৰ জেৰিনাক দিব ক'লে। সেইমতে মই আগবাঢ়ি গৈ আগেয়ে ঘৰ পালোঁ। মই চোতাল উঠাৰ লগে লগে বাৰান্দাত বহি তাঁতশালৰ কাম কৰি থকা জেৰিনাৰ ননদ আলিমুন্নিচাই মোক দেখা পাই হাঁহি মাৰি শালৰ পৰা উঠি আহিল বহিবলৈ আসন দিবলৈ—

'বাপৰে আজি আমাৰ কি ভাগ্য, মাষ্টৰ ককাইদেউ হঠাতে ওলাল। কালি কিয় নাহিল ককাইদেউ? নবৌৱে আপোনাৰ বৰকৈ বিচাৰ কৰি আছিল।'

এনেকৈ মুখেৰে কথা কৈছে আৰু হাতেৰে কাম কৰি আছে অৰ্থাৎ মোক বহিব দিবলৈ চিয়াৰ এখন ঘৰৰ পৰা উলিয়াই আনি বাৰান্দাত পাৰি দিলে। মই হাঁহি মাৰি ক'লো— 'আজি মোক এখন চিয়াৰে নোযোৰে, দুখন লাগিব।'

'কিয়'? হাঁহি মাৰি মোৰ মুখলৈ চাই আলিমুন্নিচাই প্ৰশ্ন কৰে।

'চিয়াৰ এখন আকৌ আনিবলৈ কৈছোঁ আনা আৰু তোমাৰ বৌৱেৰাক বাহিৰলৈ মাতি আনা।'

'কিয়? খুলি কওকচোন ককাইদেও?'

'খুলি কি ক'ম, হতাহাতি দেখুৱাই দিম তোমালোকক এটা বস্তু।'

'কি বস্তু?'

'মানুহ বস্তু?'

'মানুহো জানো বস্তু হ'ব পাৰে কাহানিবা? যাওক আপুনি খুলি নকয়।'

'তৎক্ষণাৎ গৈ বৌৱেৰাক মাতি আনাগৈ, এজন মানুহ দেখুৱাওঁ।'

'কোন আহিছে মাষ্টৰ ককাইদেউ?' জেৰিনাই ল'ৰাকণক কোলাত লৈ বাহিৰ ওলাই আহি মোক প্ৰশ্ন কৰে। মই জেৰিনাৰ ফালে চালোঁ। তাই আকৌ সুধিলে— 'কোন মানুহ আহিছে মাষ্টৰ ককাইদেউ? 'আহিলে দেখিবা নহয়। এতিয়া বাহিৰৰ আসন যোগাৰ ৰাখা।'

'আসনৰ কাৰণে চিন্তা কৰিব নালাগে। খাব জানিলে থানেই চিৰা আৰু বহিব জানিলে মাটিয়ে পিৰা।' আলিমুন্নিচাই কয় আৰু ঘৰৰ পৰা চিয়াৰ এখন দাঙি আনে। জেৰিনাই সোধে— 'কোন মানুহ মাষ্টৰ ককাইদেউ?

'আহ্মদ।'

'ডাঙৰ ককাইদেউ নেকি? বেচ্ আজি পৰিচয় হ'ব পাৰিম, ৰাৰু ক'ত আছে মাষ্টৰ ককাইদেউ? আহিবলৈ নকয় কিয়?' বৰ ব্যগ্ৰভাৱে কয় আলিমুন্নিচাই। এনেতে আহ্মদ আহি দুৱাৰমুখ পায়। ইতিমধ্যে মোকে পিচ পেলাই যৈ দুয়ো বৌৱেক-ননদে

বাটলৈ আগবাঢ়ি যায় আৰু আহ্মদক দেখি আনন্দতে মাত দি উঠে— 'ডাঙৰ ককাইদেউ আহিছা? আহা ভিতৰলৈ। মই তোমাৰ খবৰ লৈ আছোঁ। আজি কেইদিন হ'ল তুমি আহিবৰ, অথচ মোৰ ইয়ালৈ এপাক নাহা?'

'আজি আহিলোঁ নহয়। বল এতিয়া।'

'আহক ককাইদেউ।'

তিনিওজনে চোতালত প্ৰৱেশ কৰে। মই ইতিমধ্যে চিয়াৰত বহিয়ে আছোঁ। আহ্মদ আহি মোৰ কাষত থকা চিয়াৰখনত বহিল। জেৰিনাইঁতে আনন্দতে নধৰ-নপৰ কৰি আহ্মদৰ কাষত গৈ ঠিয় দিলে। বৰ আনন্দৰে জেৰিনাই আলিমুন্নিচাক পৰিচয় কৰি দিলে।

'তুমি অতি সোনকালে মানুহক আপোন কৰি ল'ব জানা দেখিছোঁ। ই তোমাৰ বৰ ভাল গুণ।'

'তাৰ বাবে মাষ্টৰ ককাইদেউকহে পুৰস্কাৰ দিয়ক ককাইদেউ। কাৰণ সেই গুণ মই তেওঁৰ পৰাহে লাভ কৰিছোঁ।'

'তাৰ মানে মই তোমাৰ গুৰু?' মই প্ৰশ্ন কৰিলোঁ হাঁহি মাৰি।

'নিশ্চয়।' হাঁহি মাৰি উত্তৰ দিয়ে আলিমুন্নিচাই।

'তেন্তে তোমাৰ বিপদ বাঢ়িল, কিয়নো মোক তেনেহ'লে গুৰু দক্ষিণা দিব লাগিব।'

'দিবলৈ বাধ্য। গুৰুক গুৰুদক্ষিণা নিদিলে হ'ব কিয়? মই দিম। কি লাগে গুৰুদেৱ জনাওক।' হাঁহি মাৰি কয় তাই।

'তেন্তে তুমি মোক ভাল কৰি চাহ কৰি দিয়া আৰু দুটা মুৰগীৰ কণী অৰ্ধ সিদ্ধ কৰি আনা। খবৰদাৰ, তাৰ বাহিৰে যেন আন একো নানা, কাৰণ মই বামুণ মানুহ।'

'বামুণ মানুহ হিন্দুৰ শ্ৰেষ্ঠ জাতি বোলে? গতিকে মুৰগীৰ কণি খাবনে?'

'নিশ্চয়। কাৰণ শ্ৰেষ্ঠজনৰ ওচৰত সকলো শুদ্ধ। তীৰ্থৰ জলত প্ৰস্ৰাব কৰিলেও পৱিত্ৰতা নষ্ট কৰিব নোৱাৰে। তীৰ্থৰ জল সদায় শুদ্ধ। সেই ৰকমে বামুণবিলাকো সদায় শুদ্ধ— আমি মুৰগীৰ কণি কিয় মুৰগী খালেও জাত নাযায় বৰং বামুণৰ স্পৰ্শত কুকুৰাবো মুক্তিহে হয়। তাতে মই একেবাৰে চক্ৰৱৰ্তী বামুণ।' হাঁহি দিওঁ মই।

হাঁহি মাৰি আহ্মদে কয়— 'সেই দেখিয়েইতো বজাৰত কুকুৰাৰ দাম ইমান বাঢ়িছে। বামুণৰ কুকুৰা ভক্ষণৰ উৎপাতত কুকুৰাৰ দাম ইমান বাঢ়ি যাব ধৰিছে যে ঈদৰ দিনাও আমি দুখীয়া মুছলমানে আৰু কিনি খাব নোৱাৰা হৈছোঁ।'

আহ্মদৰ কথাত গোটেইকেইজনে হাঁহি দিয়ে। এনেতে জেৰিনাই কয়— 'মই

ইমানকৈ মাতি আছিলোঁ, তথাপি অহা নাছিলা কিয় ডাঙৰ ককাইদেউ?

'মই সময়ে উলিয়াব পৰা নাছিলোঁ জেৰিনা, অভিমান নকৰিবা। তুমি অভিমান কৰিবা বুলি ভাবিয়ে আজি আহিছোঁ বহু অসুবিধা সত্বেও।'

'মই আপোনাক চাম চাম বুলি কিমান দিনৰ পৰা আশা কৰি আছিলোঁ ককাইদেউ। আজি দেখিলোঁ।' আলিমুন্নিচাই কয়।

'কিয় ইমান ইচ্ছা কৰিছিলা?'

'চীন-ভাৰতৰ যুদ্ধ আৰু পাক-ভাৰতৰ যুদ্ধৰ সময়ত আমাৰ ইয়াৰ সকলো মানুহে আপোনাৰ কথা কৈছিল। আপোনাৰ কথা কৈ গৌৰৱ কৰিছিল। আমি গৌৰৱান্বিত হৈছিলোঁ। আপোনাৰ প্ৰশংসা আনৰ মুখত শুনিলে বৌ আৰু মই আনন্দ পাইছিলোঁ। আনকি আমাৰ বাবাজানেও আপোনাৰ বীৰত্বৰ কাহিনী কৈ গৌৰৱ কৰিছিল। তেনেজন মানুহক চাবৰ ইচ্ছা নহ'বনে?'

এনেতে আহ্মদে মিঠাই টোপোলাটো জেৰিনাৰ হাতত দিলে। জেৰিনাই হাত পাতি ল'লে আৰু আলিমুন্নিচাৰ হাতত দিলে। কাৰণ প্ৰকৃততে ঘৰখনৰ যাৱতীয় কাম-কাজ আলিমুন্নিচাই কৰে। বেচেৰী মা-মৰীয়া ছোৱালীজনীয়ে পিতাক, ককায়েক, বৌয়েকৰ সকলো তত্বাৱধান লয়। তেওঁ যেন ঘৰৰ গৃহিনী। এনেতে জেৰিনাই ক'লে— 'তুমি তোমাৰ ভাগিনক অলপ লোৱা ডাঙৰ ককাইদেউ, মই বাবাজানক মাতি দিওঁ। তুমি চাহ কৰা মুন।' আলিমুন্নিচাক ঘৰত মুন বুলি মাতে। জেৰিনাই পুতেকক আহ্মদৰ কোলাত দিবলৈ যত্ন কৰিলে। কিন্তু আহ্মদে বাধা কৰি ক'লে— 'মোৰ কোলাত নিদিবা জেৰিনা, ভাগিনক ল'বলৈ মোৰ ভাগ্য নাই।'

'কিয়?'

তেওঁ কিলাকুটিৰ পৰা নাইকীয়া সোঁহাতখন চোলাৰ হাত গুচাই দেখুৱাই দিলে আৰু গহীনভাবে জেৰিনাৰ ফালে চাই ৰ'ল। তেওঁৰ এই অঙ্গহীনতা দেখি জেৰিনাই উচপ খাই 'আ— আ' বুলি চিঞৰি উঠিল। আলিমুন্নিচায়ো 'ইয়ে আল্লা!' বুলি চিঞৰ মাৰি দিলে। মোৰ মনত বৰ দুখ লাগিল। উহ! হঠাতে আনন্দৰ মাজত কি বিষাদ বাগিণী। ক্ষন্তেকৰ ভিতৰতে হাঁহি, আনন্দ, বগৰ, আমোদ গৈ বিষাদ, কিনিনি আৰু শোকত পৰিণত হ'ল।

'কিয় এনে হ'ল ডাঙৰ ককাইদেউ?' জেৰিনাই প্ৰশ্ন কৰে।

'তোমালোকৰ গৌৰৱৰ ফল।' আহ্মদে উত্তৰ দিয়ে।

'উহ্ মোৰ কপাল! মোৰ ককাইদেউ আজি খোৰা.....।'

'অকল খোৰা নহয়, তোমাৰ ককাইদেউ কনা আৰু লেঙেৰাও।

'এই চোৱা।' এই বুলি কৈ চকুৰ পৰা কলা চচ্‌মা অৰ্থাৎ গাগলচ খহাই কণা চকুটো দেখুৱালে আৰু লংপেণ্ট কোচাই ভৰিখন দেখুৱালে। হাত, ভৰি, চকু দেখুৱাই আহ্‌মদে একেধ্যানে চাই ৰ'ল। জেৰিনাই দুখ-শোকত অধীৰ হৈ মুখ মেলি কান্দি কিনাব ধৰিলে। মই শোক-দুখত ম্ৰিয়মান হৈ ব্ৰহ্মপুত্ৰৰ ফালে চালোঁ। জেৰিনাই উচুপি সুধিলে— 'এনে ঘটনা কেতিয়া কেনেকৈ ঘটিল ডাঙৰ ককাইদেউ?'

'দুখ নকৰিবি তইঁতে। সময়ত মই সকলো কম। বিনা কাৰণে চৰকাৰে মোক পেঞ্চন দিয়া নাই। মোৰ জীৱন অৰ্কমন্য হৈ যোৱা বাবেহে পেঞ্চনৰ ব্যৱস্থা। এইবোৰ কথা পাচে-পৰেও কম। এতিয়া যা, আমাক বিদায় দিবলৈ যো-যা কৰ, কাৰণ আমি যাব লাগে সোনকালে। গধুলিৰ আগে আগে নগ'লে মই লেকেচিয়াই লেকেচিয়াই যাব নোৱাৰিম। যা, তোৰ বাবাজানক মাতি আনগৈ।'

'জেৰিনাই শোক-দুখত কাতৰ হৈ পৰা দেখি কেঁচুৱাটোক আলিমুন্নিচাই ল'লে। জেৰিনাই দুখতে সৰু ছোৱালীৰ দৰে ককায়েকৰ কোলাত মূৰ গুজি কান্দি কান্দি উচুপিব ধৰিলে। আলিমুন্নিচায়ো চাদৰৰ আঁচলেৰে চকুলো মচি মচি ঠিয় হৈ কেঁচুৱাটোক লৈ থাকিল। মোৰ বৰ বেয়া লাগিল। এনেতে আহ্‌মদে বাঁওখন হাতেৰে জেৰিনাৰ মূৰ পিহি সান্ত্বনাৰ সুৰত ক'লে— 'যুদ্ধত গ'লে সকলোৰে তেনে হয়। মইতো তথাপি প্ৰাণ লৈ আহিছোঁ; কিমানৰ যে জান যাব বা গৈছে তাৰ খবৰ তইঁতে নাজান। আচল ৰণক্ষেত্ৰ মাষ্টৰৰ থিয়েটাৰৰ দলৰ দৰে ৰণক্ষেত্ৰ নহয়। ই অতি ভয়াবহ। তাত জীৱন আৰু মৃত্যুৱে যেন হাতত ধৰাধৰি কৰি ফুৰে। মই যে মৰণৰ হাতৰ পৰা ফিৰি আহিব পাৰিছোঁ তাৰ বাবে আনন্দ কৰ।'

'উহ্, ডাঙৰ ককাইদেউ! মই কি দেখিছোঁ। তোমাৰ হাত, ভৰি, চকু নষ্ট হৈ গৈছে; মোৰ এনে ধুনীয়া ককাইদেউৰ শৰীৰ এনে ঘূণীয়া হ'ল— 'উহ্! মোৰ সকলো গ'ল। মই কি স'তে চাই থাকোঁ।'

'যি হৈ গৈছে তাকতো আৰু নোহোৱা কৰিব নোৱাৰি জেৰিনা, গতিকে হৈ যোৱা কাণ্ড বাদ দি বৰ্তমানৰ কথা ভবাহে ভাল। মই এতিয়াও জীয়াই আছোঁ— তাত তই সুখী হোৱা নাইনে?'

'জীয়াই থকা বাবে সুখী হৈছোঁ। কিন্তু ককাইদেউ......।'

'দুখ নকৰিবি। যুদ্ধৰ পৰিনাম এনেকুৱাই। কিমানৰ জীৱন যায়; কিমান তিৰোতা বিধবা হয়, কিমান ল'ৰা-ছোৱালী পিতৃহীন হয়, কিমান মাক-বাপেক পুত্ৰহীন হয় আৰু কিমান ডেকা ল'ৰাৰ জীৱন পঙ্গু হৈ যায় তাৰ লেখ নাথাকে। যুদ্ধ বৰ ভয়ানক জেৰিনা। তইতো যুদ্ধ দেখা নাই। মই জানো যুদ্ধ কি ভয়াবহ।'

'এনে নিদাৰুণ যুদ্ধ আম্যাক নালাগে ডাঙৰ ককাইদেউ। যুদ্ধ আমাক নালাগে আৰু যুদ্ধ যেন কোনোদিনে ক'তো নহয়।'

'তোৰ মনৰ ইচ্ছামতে জগতত কাম হ'বনে জেৰিনা? যুদ্ধ নিবিচাৰিলেও যুদ্ধ পৃথিৱীত হৈ আহিছে আৰু হৈ থাকিব। আমি তাক বাধা দিব নোৱাৰোঁ।'

'আমাৰ আৰু যুদ্ধলৈ নাযাবা আৰু কাকো যাবলৈ নিদিবা ককাইদেউ।' মোৰ দৰে কিমানে চাগে এনে শোক পাইছে। উহ আল্লা! তুমি মানুহৰ মাজৰ যুদ্ধ নাইকীয়া কৰি দিয়া খোদা।' এই বুলি কৈ জেৰিনাই মূৰ তুলি ওপৰলৈ হাত দুখন কৰি প্ৰাৰ্থনা জনালে আল্লাৰ উদ্দেশ্যে। পৰিস্থিতিতো কিছু গহীন হৈ আহিল। মই তেতিয়া মাত লগালো—

'তুমি ঠিকেই কৈছা জেৰিনা, আমাক যুদ্ধ নালাগে আৰু ঈশ্বৰৰ ওচৰত সকলোৱে প্ৰাৰ্থনা কৰা উচিত যে তেওঁ যেন মানুহৰ মনত সুমতি দিয়ে যাতে জগতত আৰু ৰণ নহয়। ৰণ মানে মৰণ। এই মৰণৰ অনুষ্ঠান যি পাষণ্ডই কৰে ভগৱানে যেন তাক ইহজন্মতে শাস্তি দি নিকাৰ ভোগায়। যুদ্ধবাদী নৰৰূপী পশুহঁতৰ যেন আৰু জগতত জন্ম নহয় তাৰেহে প্ৰাৰ্থনা কৰা জেৰিনা।'

'ই অসম্ভৱ মাষ্টৰ; যুদ্ধ অপৰিহাৰ্য। যুগে যুগে মানৱ জাতিৰ মাজত যুদ্ধ চলি থাকিব। মানুহৰ তেজৰ কণিকাতে এই গুণ নিহিত আছে। যুদ্ধ কৰাটো মানুহৰ প্ৰবৃত্তি। প্ৰবৃত্তিৰ নিবৃত্তি নহয়। অৱশ্যে এটা কাম কৰিব পাৰা যে যুদ্ধৰ পৰা তুমি আঁতৰি থাকিব পাৰা।'

'তাকেই কৰিব লাগে ককাইদেউ, আমি যুদ্ধৰ পৰা আঁতৰি থাকিব লাগে।' আলিমুন্নিচাই কয়।

'তেনেহ'লে কাপুৰুষৰ দৰে বিদেশীৰ শৰণাপন্ন হ'ব লাগে?' আহ্মদে প্ৰশ্ন কৰে।

'আলিমুনে সকলো মানুহৰ কথা কৈছে; অকল এখন বা দুখন দেশৰ কথা কোৱা নাই।' মই ক'লোঁ।

এনেতে জেৰিনাই কান্দি-কাতি উঠি বিহাৰ আঁচলেৰে চকুলো মচি আলিমুন্নিচাৰ কোলাৰ পৰা শিশুটিক লৈ ক'লে— 'যুন যাচোন চাহ কৰগৈ। মই বাবাজানক মাতোঁ।'

এই কথাত আলিমুনো ভিতৰ সোমাই গ'ল। জেৰিনাই আমাক বহিবলৈ কৈ ভিতৰ সোমাই গ'ল। আমি দুয়ো যেন এখন বিষাদাত্মক নাটক শেষ কৰি জিৰণি ল'লোঁ। কাৰো মুখত কথা নাই। আহ্মদে এটা গভীৰ বেদনাৰে দুৰলৈ চাই আছে, মই স্বপ্নাবিষ্টৰ দৰে স্তব্ধ হৈ আছোঁ, এনেতে জেৰিনাৰ শহুৰেক আব্দুল্লা শেখ আহি আমাৰ আগত থিয় হ'ল এডাল লাখুটি লৈ আৰু প্ৰশ্ন কৰিলে—

'মাষ্টৰ বোপা, কেতিয়া আহিলা?'

'বেচিপৰ হোৱা নাই, এয়া আহিছোঁ মাত্ৰ।' মই উত্তৰ দিলোঁ।

'বোপা আহ্মদ কোনদিনা আহিলা?'

'আৰু কেতিয়া যাবা?'

'আৰু নেযাওঁ।'

'কিয়, চাকৰি এৰি দিলা নেকি?'

'মই এৰি নিদিলেও চৰকাৰে কৰিব নিদিয়ে।'

'কিয়?'

'যুদ্ধত মোৰ খুন হৈছে।'

'ক'ত খুন হ'ল?'

'হাত, ভৰি আৰু চকুত।'

এই বুলি কৈ আহ্মদে হাত, ভৰি আৰু চকু দেখুৱালে। আহ্মদৰ অৱস্থা দেখি বুঢ়াই অবাক হৈ গ'ল আৰু 'ইয়ে আল্লা' বুলি বৰ দুখৰ ভাব এটা প্ৰকাশ কৰি ক'লে— 'আমাৰ এনে ধুনীয়া ডেকা ল'ৰাজনৰ আজি এনে দশা হ'ল। অৱশ্যে তুমি আমাৰ দেশৰ মান ৰাখিছা বোপা। তোমাৰ কাৰণে আমি গৌৰব কৰিছিলোঁ।'

'আৰু এতিয়া দুখ কৰিছে কিয়?'

'তোমাৰ শৰীৰটো দেখি কাৰ দুখ নালাগিব বোপা? উহ্ কেনে ল'ৰাজন কেনে হ'ল আজি।'

'কি কৰিব; যুদ্ধ বুলিলে এনেকুৱাই। গৌৰবৰ কাম কৰিব গ'লে ক্ষতি আছেই।'

এনেকৈ দুখ-বেদনাৰ সমবেদনা জনাই আব্দুল্লাই বহু কথা-বতৰা হ'ল আমাৰ লগত। এনেতে আলিমুন্নিচাই আমাক চাহ দি গ'ল। তিনিও চাহ খাব ধৰিলোঁ। চাহ খাই থাকোঁতে আব্দুল্লাই আহ্মদৰ এনেকুৱা কেনেকৈ হ'ল তাক সুধিলে। কথাটো শুনিবৰ বাবে জেৰিনা আৰু আলিমুন্নিচাই ভিতৰৰ পৰা ওলাই দুৱাৰৰ ওচৰত ঠিয় হ'ল। আহ্মদে তেওঁৰ শেষৰ ঘটনাটো বিৱৰি ক'লে। ঘটনা শুনি আব্দুল্লাই মাজে মাজে ইচ্ আচ্ আহ্ কৰি মনৰ দুখ প্ৰকাশ কৰি থাকিল। জেৰিনা বিস্ময়ত অভিভূত হৈ পৰিল। তাইৰ ককায়েকে কেনেকৈ যে ভাগ্যৰ বলত জীৱন পালে তাকে ভাবি আচৰিত হ'ল আৰু আল্লাক শত ধন্যবাদ দিলে মনে মনে। কিন্তু আলিমুন্নিচাই? আলিমুন্নিচাই যেন নিজে নিজে এটা গৌৰব আৰু আনন্দবোধ কৰিলে। তাইৰ প্ৰতিমুহূৰ্ত্ততে মনত পৰিল তাইৰ পাকিস্তানী গিৰিয়েকৰ কথা। তাই তাক দেহ দান কৰিছিল বৰ সৰলভাৱে আৰু সি পাষণ্ডই আহিছিল আমাৰ দেশখন উচন কৰিবলৈ।

পশ্চাৎঘাতী কাৰ্যৰ দ্বাৰা আমাৰ চৰকাৰ আৰু ৰাইজৰ প্ৰভূত ক্ষতি সাধন কৰি আমাৰ দেশখন ধ্বংস কৰিবলৈ আহিছিল। তাৰ দৰে অসমত প্ৰায় সাত লাখ পাকিস্তানী অনুপ্ৰৱেশকাৰী সেনাই অসম তথা ভাৰতীয় ৰাজনৈতিক পুখুৰীৰ পানী একেবাৰে ঘোলা কৰি দিছে। এই অনধিকাৰ অনুপ্ৰৱেশকাৰীসকলৰ আশ্ৰয়তে পাকস্তানী পশ্চাৎঘাতী কাৰ্যকৰীসকলে অসম তথা ভাৰত সোমাই ৰেল দুৰ্ঘটনা বিলাক সংঘটিত কৰি আছে; যুদ্ধৰ সময়ত টেলিগ্ৰাম তাঁৰ কাটি দি যোগাযোগৰ অচল ব্যৱস্থা সৃষ্টি কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। বাছ-মটৰৰ যাত্ৰীলৈ হেণ্ড বোমা প্ৰেৰণ কৰি অমানুষিক কাৰ্য কৰিছিল। পেৰাচুতেৰে নামি আহি গুৱাহাটীৰ আশে-পাশে প্ৰৱেশ কৰি আত্মগোপন কৰি আছিল বহুত পাকিস্তানী সৈনিক আৰু সুযোগ-সুবিধা লৈ নানা অপকৰ্ম কৰিছিল। অসমীয়া সৰল মুছলমান ভাই কিছুমানৰ সৰলতাৰ আশ্ৰয় লৈ বহু অনুপ্ৰৱেশকাৰীয়ে অসমত বসতি কৰি শেষত সেই মুছলমানৰে অন্যায় কৰি— দেশৰ অন্যায় কৰি পলাইছিল। পাকিস্তানীৰ এনেবোৰ কুকাৰ্যৰ কাৰণে অসম চৰকাৰ ব্যতিব্যস্ত হৈ পৰিছিল। মুখ্য মন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই এই সমস্যাত বিব্ৰত হৈ পৰিছিল; কাৰণ তেওঁৰ সঙ্গী মন্ত্ৰী দুই-এগৰাকীৰ কাৰ্যত অনুপ্ৰৱেশকাৰীবিলাকক খেদি দিয়াত কূট-কৌশল প্ৰয়োগ কৰা হৈছিল আৰু অহেতুক পলম কৰা হৈছিল। স্বাৰ্থজড়িত মহলৰ উদ্‌গনিত পাকিস্তানী অনুপ্ৰৱেশকাৰীসকলে বহু ক্ষেত্ৰত বহু সুবিধা ভোগ কৰছিল। বহু পুলিচে সীমামুৰীয়া অঞ্চলত ভেটি খাই অনুপ্ৰৱেশকাৰীক প্ৰৱেশ কৰিবলৈ সুবিধা দিছিল। চৰকাৰ, কৰ্মচাৰী আৰু ৰাইজৰো একশ্ৰেণীৰ লোকৰ শিথিলতাৰ চেলু লৈ এই দেশবৈৰীসকলে ভাৰতত প্ৰৱেশ কৰি পশ্চাৎঘাতী কাৰ্য কৰাৰ সুযোগ ঘটিছিল। কিন্তু অধিকসংখ্যক ভাৰতীয় নাগৰিকে ইয়াৰ বিৰুদ্ধে চেষ্টা চলাইছিল। বহু সৎ মুছলমান নাগৰিকে সিহঁতক ধৰি দি দেশপ্ৰেমৰ মহান আদৰ্শ দাঙি ধৰিছিল। সেই সময়ৰ কাহিনীবোৰ বাস্তৱতে বৰ আবেগপ্ৰৱণ কাহিনী আছিল। এইবোৰ কাহিনীৰে যেন এজনী নায়িকা আলিমুন্নিচা। তাইৰ ঘৰুৱা জীৱনৰ দেশপ্ৰেমৰ কাৰ্য আহ্‌মদৰ যুদ্ধক্ষেত্ৰৰ কাৰ্যতকৈ কোনো গুণে হীন নহয়। আহ্‌মদে বাধা দিছিল সৈনিকক, তাই বাধা দিছে অনুপ্ৰৱেশকাৰীক। আহ্‌মদে শত্ৰু সৈন্য বধ কৰি দেশৰক্ষাৰ কাম কৰিছিল; তাই শত্ৰু অনুপ্ৰৱেশকাৰীক বহিষ্কাৰ কৰাত সহায় কৰি একেই দেশ ৰক্ষাৰ কাম কৰিছিল। তাৰ পৰিণাম হিচাপে আহ্‌মদৰ শৰীৰৰ অচল হ'ল। আৰু তাইৰ? জীৱন অচল হ'ল। কিন্তু আহ্‌মদৰ মন যেনেকৈ ঘৃণাৰে পূৰ্ণ হ'ল, তাইৰ মন পূৰ্ণ হ'ল প্ৰেমেৰে। তথাপি এইখিনিতে? সেয়েহে আহ্‌মদৰ যুদ্ধক্ষেত্ৰৰ কাহিনী শুনি তাই হাঁহি দিলে। তাই হাঁহি মাৰিলে— প্ৰতিশোধৰ হাঁহি। যি পাকিস্তানী

অনুপ্ৰৱেশকাৰীয়ে আহ্মদৰ এনে দশা কৰিলে, সেই পাকিস্তানী অনুপ্ৰৱেশকাৰী এজনক হ'লেও তাই বহিষ্কাৰ কৰালে। তাই নিজৰ কৃতকাৰ্যতাত— নিজে আনন্দিত হৈ উঠিল। সি যি কি নহওক, এটা হ'লেও তাই পাকিস্তানী খেদিছে। তাতেই তাইৰ গৌৰৱ। তাই আনন্দ আৰু গৌৰৱৰ এটা হাঁহি মাৰিলে। কিন্তু বাকীবোৰে বুজিব নোৱৰি ভুল বুজিলে; বিশেষকৈ আহ্মদ আৰু জেৰিনাই বৰ বেয়া অৰ্থ কৰিলে। জেৰিনাই ভাবিলে যে তাইৰ ককায়েকৰ এনে বিকলাঙ্গ অৱস্থা দেখি আলিমুন্নিচাই পেটে পেটে বৰ ভাল পাইছে; কাৰণ এসময়ত তাইৰ বাপেকে তাইক আহ্মদলৈ যাচিছিল, কিন্তু আহ্মদৰ মাকে সেই প্ৰস্তাব নাকচ কৰিছিল কাৰণ আহ্মদ বি এ পাছ শিক্ষিত ল'ৰা কিন্তু আলিমুন্নিচাই মাত্ৰ মাদ্ৰাচাতহে পঢ়িছিল। বিদ্যাৰ ক্ষেত্ৰত ইমান তফাৎ হোৱা বাবে নাকচ কৰিছিল। হাজাৰ হ'লেও ল'ৰা-ছোৱালী দেখাত মিলিলেও বিদ্যা-বুদ্ধিৰ ক্ষেত্ৰত নিমিলে। সেইবাবে সেই বিয়াত আহ্মদৰ মাক-বাপেকে মন নিদিলে। এতিয়া আহ্মদৰ এনে অৱস্থা দেখি বোধহয় তাই মনে মনে খুচী হৈ গৈছে কাৰণ তাই জানিছে যে আহ্মদৰ আৰু বিয়া নহ'ব। তেওঁৰ এনে অৱস্থা দেখি কোনেও ছোৱালী নাযাচিব। আহ্মদৰ আৰু জীৱনত বিয়াই নহ'ব। এই কথাত আহ্মদৰো মনে মনে বিশ্বাস হ'ল, কাৰণ নিজৰ কিবা দোষ থাকিলে মানুহ সেই বিষয়ত বৰ সজাগ হয় আৰু সেই সংক্ৰান্তত কিবা কথা ক'লে নিজকে উপলক্ষ্য কৰি কোৱা বুলি ধৰি লয়। আহ্মদেও তাকে ধৰি ল'লে। তেওঁ আলিমুন্নচাক ভুল বুজিলে। এবাৰ আলিমুনৰ মুখলৈ চাই হাস্যোজ্জ্বল মুখখনি দেখি তেওঁৰ বৰ খং উঠিল— এওঁ মোৰ এনে অৱস্থা হোৱাত সুখী হৈছে! এনেভাব মনত খেলিলে। ইফালে আব্দুল্লাৰ মুখলৈ চাই দেখিলে তেওঁৰ মুখ দুখী মানুহৰ দৰে শুকাই গৈছে। আহ্মদে ধৰি ল'লে যে সঁচাকৈ আব্দুল্লাই আহ্মদক সহানুভূতি জনাইছে। আচলতে এই ক্ষেত্ৰতহে আহ্মদৰ ভুল হ'ল। প্ৰকৃতপক্ষে আহ্মদৰ কাহিনী শুনি আব্দুল্লাই যিমান আঘাত বা দুখ পালে, তাতোকৈ বেচি দুখ পালে নিজে নিজে কৰা এটি ভুলৰ বা দোষৰ বাবে। তেওঁৰ এটি ভুলৰ বাবেই আজি তেওঁৰ জীয়েকৰ এনে অৱস্থা— শোক লগা অৱস্থা। এই বিষয়ত তেওঁ অকল জীয়েকৰ গুচৰত দোষী নহয় বৰং সমগ্ৰ দেশৰ ওচৰতে জগৰীয়া। তেওঁ দেশদ্ৰোহী। নাজানি কৰিলেও এই দোষ অমাৰ্জনীয়। সৰল আব্দুল্লাই মানুহৰ বেঁকা ফালটোৰ কথা বুজিবলৈ চেষ্টা কৰা নাছিল; সেই বাবেই সৰল চিতীয়া বুঢ়াই পাকিস্তানী খালাচীজনৰ কথা বিশ্বাস কৰি তাক ঘৰত ৰাখিছিল আৰু শেষত জীয়েকক বিয়া দিছিল। তেওঁ কল্পনা কৰা নাছিল যে-সি এজন ছদ্মবেশী পাকিস্তানী গুপ্তচৰ। তাৰ পৰিণাম হিচাপে আজি তেওঁৰ জীয়েকৰ এনে শোকলগা অৱস্থা আৰু নিজৰো

অপমানিত অৱস্থা। জীয়েকে বাৰে বাৰে আপত্তি কৰা সত্বেও এক প্ৰকাৰ যোৰ কৰিয়ে বিয়া দিছিল। আৰু আজি সেই বাবেই জীয়েকৰ আগত পাকিস্তানীৰ এনে কুকাৰ্যৰ কাহিনী শুনি বুঢ়া শ'লঠেকত পৰিল। নিজৰ দোষৰ কথা উপলব্ধি হ'লে মানুহ বৰ ম্ৰিয়মান হয়। বুঢ়াৰো অৱস্থা তেনে হৈছে; কিন্তু আহ্মদে বুজিব নোৱাৰি তেওঁৰ কথাতে এনে ম্ৰিয়মান হোৱা বুলি ভাবি বুঢ়াৰ ওপৰত দৰদ জন্মিল। ইয়াতেই ভুল কৰিলে আহ্মদে। মই আটাইৰে মুখলৈ চাই প্ৰত্যেকৰে মনৰ খেলা অনুভৱ কৰিবলৈ চেষ্টা কৰিলোঁ। আহ্মদৰ কাহিনী মই জানোঁ আৰু তাত এতিয়া মোৰ ইমান উদ্বিগ্নতা নাই। মই লক্ষ্য কৰিলোঁ তেওঁলোকৰ মনৰ ক্ৰিয়াৰ ফালেহে। মই জেৰিনা, আহ্মদ, আলিমুন্নিচা আৰু আব্দুল্লাৰ মনৰ খবৰ পালোঁ। কিন্তু এই পৰিস্থিতিত একো নকৈ মৌনতা অৱলম্বন কৰিলোঁ। যি কৰে, যি ভাবে তেওঁলোকে নিজে নিজে ভাবক। ঘটনাই কি ৰূপ লয় তাকতো জনা নাযায়। গতিকে মই অপেক্ষা কৰিলোঁ। জেৰিনাই একৰকম খং কৰি ভিতৰ সোমাই গ'ল আৰু অভিমান, দুখ, শোক, খঙত গৈ বিছনাত বহি ফেকুৰি থাকিল। আলিমুন্নিচাই বৰ গৌৰৱ অনুভৱ কৰি যেন আনন্দিত হৈ পাকঘৰলৈ গ'ল আৰু আব্দুল্লা বুঢ়াই হতবাক হৈ তললৈ মূৰ কৰি কিবা ভাবি থাকিল। ইতিমধ্যে আহ্মদ একপ্ৰকাৰ ক্ষীপ্ত হৈছে। মই দেখিলোঁ ঘটনাই বেলেগ ৰূপ ল'লে। ইয়াক আৰু বেচি আগুৱাবলৈ দিব নোৱাৰি। গতিকে মই মাত লগালোঁ—

'গধূলি হ'ল আমি যাব লাগে। মিষ্টাৰ আহ্মদ উঠক। যাওঁ বলক।'

'এৰা যাব লাগে। আমি এতিয়া উঠোহে।'

এই বুলি কৈ তেওঁ জেৰিনাক মাতিলে— 'জেৰিনা।'

জেৰিনাই ল'ৰাজনক কোলাত লৈ ওলাই আহিল। চকুত চকুলো।

আহ্মদে ক'লে— 'আমি এতিয়া যাওঁ জেৰিনা, বেলি পৰি আহিল।'

জেৰিনাই আহ্মদৰ মুখলৈ চাই কান্দি কান্দি ক'লে— 'যোৱা ডাঙৰ ককাইদেউ।'

'পাৰিলে তই কাইলৈ এবাৰ আমাৰ ঘৰলৈ যাবিচোন।'

ল'ৰাজনক দেখুৱাই ক'লে জেৰিনাই— 'ইয়াক লৈ মই যাব নোৱাৰিম। এবাৰ আইক পঠাই দিবা।'

'আইৰ অসুখ।'

'সেই বাতবিষ।'

'হয়?'

'বাৰু তুমিয়ে আহিবা ককাইদেউ। তুমিতো মোক খং কৰা নাই?'

'মই কি খং কৰিম? মই কাকো খং নকৰোঁ। খং মোৰ নিজৰ ওপৰতহে।' হাঁহিবলৈ

চেষ্টা কৰিলে আহ্‌মদে। 'তুমিতো মোক খং কৰা নাই' বুলি জেৰিনাই কোৱা কথাষাৰ আলিমুন্নিচাৰ কাণত পৰিল। তাই কাণ ঠিয় কৰি পাকঘৰৰ পৰাই শুনিলে। 'মই কাকো খং কৰা নাই, খং মোৰ নিজৰ ওপৰত' বোলা আহ্‌মদৰ কথাত আলিমুনে চমকিত হৈ উঠিল। তাই বুজিব পাৰিলে যে খং কৰাৰ প্ৰশ্ন উঠাই অহেতুক। খণ্ডৰ প্ৰশ্ন উত্থাপন কৰিলে কিয় বৌৱেকে? আহ্‌মদেই বা কাৰো ওপৰত খং কৰা নাই বুলি কোৱাৰ অৰ্থ কি? তেন্তে তেওঁ কাৰোবাৰ ওপৰত খং কৰিছে? নিশ্চয় কিবা খণ্ডৰ অৱস্থা হৈছে— যাৰ বাবে এই প্ৰশ্ন উত্থাপন। তাই ভাবিব ধৰে। তাই ভাবে— পিতাকৰ কিবা কথাত খং কৰিলে নেকি? নাই— পিতাকেতো একো কোৱা নাই, তেন্তে খং হ'ব পাৰে কাৰ ওপৰত? নিজে নিজে তাই প্ৰশ্ন কৰে আৰু শেষত ভাবি ভাবি মনতে ঠিক কৰিলে— তেন্তে মোৰ ওপৰত খং কৰিলে? মোৰ ওপৰত বাৰু কি খং কৰিব? মইতো খং কৰিবলগীয়া একো কৰা নাই আৰু কোৱা নাই! তেন্তে? তাই ভাবে। তাৰ পাছত মূৰ দুপিয়াই নিজহে সমৰ্থন কৰে— এৰা, মোৰ দোষ হৈছে। খং কৰিবৰ কাৰণ আছে। মোকে খং কৰিছে। মই তেওঁৰ ওচৰত হাঁহাটো দোষ হৈছে। মই মোৰ মনৰ কথা ভাবি হাঁহিলেও তেওঁ তেওঁৰ বিষয়ে ভবা বুলি ধৰি লৈছে। ছিঃ মই বৰ বেয়া কৰিলোঁ। মইনো মোৰ কথা ভাবি হাঁহিলোঁ কিয়? ছিঃ ছিঃ। উহ্ আল্লা! তুমি মোক আকৌ কি বিপদত পেলালা খোদা।' তাই মুৰে-কপালে হাত দি বহি পৰিল।

ইফালে আহ্‌মদ আৰু মই আব্দুল্লাৰ ওচৰত বিদায় লৈ উঠি আহিলো। আহ্‌মদে আহিবৰ সময়ত আলিমুন্নিচাক মাত নিদিলে। মই লক্ষ্য কৰিলোঁ; কিন্তু একো নক'লোঁ। এইবোৰ মান-অভিমানৰ কথাৰ মাজত সোমোৱা মোৰ উচিত নহয় কাৰণ তেওঁলোক লগাভগা সম্পৰ্কীয় লোক।

জেৰিনাই আমাক নঙলামুখলৈ আগবঢ়াই থ'লে। যাবৰ সময়ত বুঢ়াই আকৌ এবাৰ আহিবলৈ অনুৰোধ জনালে। জেৰিনাই চকুলো মচি আহ্‌মদৰ চকুলৈ চাই ক'লে— 'ডাঙৰ ককাইদেউ, মোলৈ চাই সকলো এৰি পেলাই মোৰ ইয়ালৈ আহিবা। নাহিলে মই.....।' তাই ফেঁক ফেঁকাকৈ কান্দিব ধৰিলে। আহ্‌মদে ক'লে— 'নাকান্দিবি। তোৰ কি হ'ল? যা ঘৰলৈ। আমি যাওঁ। সময় পালে আকৌ আহিম। তোকনো মই এৰিব পাৰিমনে?'

'হয়, মোক নেৰিবা ককাইদেউ, অৱশ্যে আহিবা।'

আমি গুচি আহিলোঁ। জেৰিনাই আমাক দেখা পোৱালৈকে একেথ্যানে চাই থাকিল।

কথাটো কেনে হ'ল মই বুজিব নোৱাৰিলোঁ। নাজানো ইয়াৰ পৰিণাম কি হয়।

(১০)

ঘৰলৈ ফিৰি আহি জেৰিনাই যেন বেলেগ মূৰ্ত্তি ধাৰণ কৰিলে। আগৰ সুভাষিণী, ৰঙ্গময়ী জেৰিনাজনী যেন এতিয়া কৰ্কশভাষিণী, খঙ্গময়ী জেৰিনাত পৰিণত হ'ল। আজিৰ আমাৰ— বিশেষকৈ আহ্মদৰ পদাৰ্পণত যেন আব্দুল্লাহঁতৰ ঘৰৰ এটা ভীষণ পৰিবৰ্তন হ'ল। জেৰিনাই আহিয়ে কাকো নমতা-নোবোলাকৈ গৈ বিছনাত বাগৰ দিলে। ঘৰখনত কাৰো মাত-বোল নাই। গধূলি লেম্প-চাকি নজ্বলোৱাকৈ জেৰিনাই শুই পৰিল।

গধূলি হোৱাৰ অলপ পাছতে গিৰিয়েক মফিচ আহিল অফিচৰ পৰা। মফিচে পাণ্ডুৰ জাহাজত কাম কৰে। তেতিয়া বুঢ়াই মছজিদলৈ গৈছে। আলিমুন্নিচাই নিজৰ কথা ভাবি ভাবিয়ে পাকঘৰত বহি আছে। ককায়েকে আহি যেতিয়া চোতালত ভৰি দি মাতে তেতিয়াও তাই কাণ কৰা নাই। আনদিনা এই সময়ত ঘৰ আৰু বাৰান্দাত চাকি জ্বলোৱা থাকে। আজি এনে অন্ধকাৰ পৰিবেশ দেখি তেওঁ কিবা ভাবিলে। এওঁলোক গ'ল ক'লৈ? ঘৰত পোহৰৰ ব্যৱস্থা নাই— আনকি মানুহৰ সাবি-শব্দও নাই। তেন্তে কৰবালৈ গৈছে নেকি? দুৱাৰ খোলা আছে কিয়? তেওঁ ঘৰৰ ভিতৰলৈ সোমাই গ'ল। নিজৰ কমলৈ সোমাই গৈ ঘৈণীয়েকক শুই থকা যেন দেখি খং উঠিল আৰু খংভাৱে মাত দিলে— 'এই ফুট গধূলিতে খাটত উঠিব লগা হ'ল নবাবৰ জীয়েকৰ। ঘৰত লেম্প-চাকিৰ ব্যৱস্থা নাই; মানুহৰ সাৰ-সুৰ নাই— যেন কবৰ খানাহে। অলপো জ্ঞান নাই। এই নামাজৰ সময়ত এনেভাৱে ঘৰখন ৰাখিছে যেন সকলোবিলাক মৰি চন হ'ল।'

জেৰিনাৰ টোপনি অহা নাছিল। দুখ-বেদনা আৰু খং-অভিমানত জৰ্জৰিতা হৈ তাই এনেয়ে বাগৰি চকুলো টুকি আছিল; মফিচৰ এনে কটু কথা শুনি তাইৰ বৰ খং উঠিল। ধহমহ কৰি উঠি আহি ভোৰভোৰাই কৈ উঠিল— বাকীবোৰনো গ'ল ক'লৈ? এইখন ঘৰ অকল মোৰহে নে কি? খোৱাৰ সময়ত দেখো ঈদৰ সমাজখন লগ লাগে, এতিয়া কৰিবৰ সময়তনো ক'লৈ গ'ল?'

জেৰিনাৰ এনে উগ্ৰমূৰ্তি দেখি শান্ত-শিষ্ট মফিচৰো খং উঠিল। তেওঁতো বৰবেচি একো গালি পৰা নাই, ঘৰখন মৰিশালী যেন হোৱাত তেওঁৰ ক'বলৈ সম্পূৰ্ণ অধিকাৰ আছে। তেনেস্থলত ঘৰৰ তিৰোতাজনী হৈ এনে ব্যৱহাৰ কৰিলে কাৰ খং নুঠিব? এনেয়ে অফিচত আজি বৰবাবুই তেওঁক বকিছে কামৰ কাৰণে, তাতে ঘৰতো আহি একেই অৱস্থা। মফিচৰ বৰ খং উঠিল। খঙৰ বেগতে গৈ লেম্প জ্বলাই থকা জেৰিনাক এটা লাঠি মাৰি দিলে—

'কুকুৰৰ জীয়েকৰ মুখ ভাঙক।'

লাঠি খাই জেৰিনা বাগৰি পৰিল আৰু হাতত থকা লেমৰ চিমনিটো ভাঙি হাট কাটি গ'ল—

'উহ্ মৰিলোঁ! আই ঔ!!' বুলি জেৰিনা চিঞৰি উঠিল। জেৰিনাৰ চিঞৰ শুনি পাকঘৰৰ পৰা আলিমুন্নিচাই ডাঙৰ ঘৰলৈ লৰ মাৰিলে। এতিয়াহে তাইৰ চেতনা আহিল যে ককায়েক আহি পাইছে আৰু পোহৰৰ ব্যৱস্থা নথকাত খং কৰি বৌৱেকক মাৰিছে। এই ক্ষেত্ৰতো তাইৰে দোষ হ'ল কাৰণ আনদিনা লেম্প-চাকি তায়ে জ্বলায়। আজি নজ্বলোৱাত বৌৱেকে মাৰ খালে। নিজৰ দোষৰ বাবে আনে কষ্ট পোৱাত তাইৰ বৰ বেয়া লাগিল। তাই ততালিকে ককায়েকৰ কাষত ঠিয় হৈ সুধিলে— 'কি হ'ল ককাইদেউ? বৌক মাৰিলা কিয়?'

'দেখা নাইনে কি হ'ল? গধূলি পৰত ঘৰখন কবৰখানাৰ দৰে পোহৰতো নাইয়েই, মানুহৰো সমাগম নাই। তাকে কওঁতে তায়ে আকৌ মোক বকে। চাওঁ আজি তাইক মই হাৰ গুৰি কৰিম।' এইবুলি মফিচে গৈ আকৌ এক লাঠি মাৰি জেৰিনাক বগৰাই দিলে। আলিমুন্নিচাই তৎক্ষণাৎ গৈ বৌৱেকক তুলি ধৰিলে। তেতিয়া বৌৱেকে খঙৰ বেগতে আলিমুনৰ হাতখন যোৰে এজোবাই দি কৈ উঠিল— নালাগে মোক তুলিব। দুয়ো ভায়েৰা-ভনীয়েৰাই মোক এনেকৈ যাতনা দিব নালাগে। তোমালোকেই সুখ কৰি খাই থাকা। মই আৰু ইয়াত নাথাকোঁ।'

জেৰিনাৰ কথাত মফিচৰ আকৌ খং উঠিল। তেওঁ জেৰিনাৰ চুলিকোছাত ধৰি গালখনতে মাৰিলে এক খুন্দা— 'মৰ, মৰ। তোৰ গালি পাৰা মুখখন ভাঙক চালি

গতিকে পলমে শান্ত হ'লে কথাষাৰ বুজাব বুলি ভাবি তাৰ পৰা আঁতৰি আহিল আৰু ৰন্ধা-বঢ়া কমত লাগিল পাকঘৰত গৈ।

সেইদিনাৰ দিনটো বোধহয় আলিমুন্নিচাৰ জীৱনৰ গতি অন্যফালে ঢাল লোৱাৰ সময় আছিল। সেই বাবেই যেন আবেলিৰ পৰা হঠাতে কিছুমান অভাৱনীয় ঘটনা ঘটিল। এনেভাৱেই— এনে অপ্ৰত্যাশিতভাৱেই মানুহৰ জীৱনলৈ এনে একোটা দিন আহে— যাৰ কাৰণে জীৱনৰ প্ৰধান গতিটোৱে অন্যফালে গতি কৰে। তাতে কাৰোবাৰ হয় ভাল আৰু কাৰোবাৰ হয় বেয়া। আলিমুন্নিচাহঁতৰ ঘৰৰো কি গতি হয় সি অজ্ঞেয়।

## (১১)

আজি এসপ্তাহ ধৰি জেৰিনাহঁতৰ ঘৰখনত শান্তি নাই। কাৰো ক'তো যেন মাতবোল নাই— নীৰৱভাৱে কাম-কাজবোৰ কৰি গৈ আছে প্ৰত্যেকেই। প্ৰত্যেকৰে মনত বেলেগ বেলেগ ভাবে খোপনি পুতিছে। জেৰিনাই ভাবিছে আহ্‌মদ ককায়েকৰ এনে অৱস্থা হোৱাত আলিমুন্নিচা আৰু পিতাকে পেটে পেটে ভালেই পাইছে। তেওঁলোকৰ প্ৰতিশোধমূলক আনন্দ। মফিচে ভাবিছে জেৰিনাই আলিমুন্নিচাক দেখিব নোৱাৰা হৈছে কাৰণ তাইৰ গিৰিয়েকক পাকিস্তানলৈ খেদি দিয়াৰ পাছৰ পৰা তাই ঘৰৰ খৰচ কৰি খাই থাকিব লগা হৈছে অথচ কলৈকো নাযায়ো অৰ্থাৎ পুনৰ বিয়াত নবহিবলৈ মনস্থ কৰি ঘৰতে থকা ঠিক কৰিছে। এনেভাৱে এজনী গাভৰু ননদ ঘৰত থাকিলে স্বাভাৱিকতে বৌৱেকসকলে পেটে পেটে বেয়া পায়। আনফালে পিতাকে একো কৰিব নোৱাৰে, কাৰণ এবাৰ তেওঁৰ দোষৰ বাবেই তাইৰ জীৱন নষ্ট হৈছে, গতিকে দ্বিতীয়বাৰ যোৰ কৰিবৰ বাপেকৰ সাহস নাই। ইফালে আলিমুন্নিচাই ভাবিছে যে আহ্‌মদক ইতিকিং কৰা বুলি ধৰি লৈ বৌৱেকে তাইক দেখিব নোৱাৰা হৈছে আৰু আহ্‌মদেও তাইক ঘিণ কৰিছে। তাইৰ মনত অকণো শান্তি নাই। মনৰ বেজাৰত কাম-কাজ কৰিবৰ ইচ্ছা নাইকিয়া হৈছে। নিতান্ত নিৰুপায় হৈহে যেন তাই কাম কৰিছে আৰু নিতান্ত নাখালে নহয় বুলিহে ভাত চাৰিটা খাইছে। এনে এটা পৰিস্থিতিত পৰি ঘৰখনৰ শ্ৰীবৃদ্ধি যেন একো নাইকিয়া হৈ যাব ধৰিছে। আজি এসপ্তাহৰ ভিতৰতে যেন ঘৰখনৰ অদ্ভুত পৰিবৰ্তন হৈছে। এটা নিৰানন্দময়-বিষাদময় পৰিস্থিতিৰ মাজত ঘৰৰ চাৰিটা প্ৰাণীয়ে যেন কাল কটাব ধৰিছে।

সিদিনা মই গাড়ীগাঁৱৰ হিন্দু বস্তিৰ কালে ফুৰিবলৈ যাওঁতে ঘৰলৈ ফিৰিবৰ সময়ত গধূলি বেলিকা ব্ৰহ্মপুত্ৰৰ পাৰত ঠিয় হৈ মাছমৰীয়া নাৱৰীয়াসকলক লক্ষ্য কৰিলোঁ। তেওঁলোক পাৰ চপাত এটা ইলিচ মাছ কিনি ল'লোঁ আৰু জেৰিনাইতৰ একেলগে খবৰ লৈ যাবলৈ ঠিক কৰিলোঁ। তাকে ভাবি মই গধূলি সময়ত জেৰিনাইতৰ ঘৰত সোমালোঁ। মোক দেখি বৰ গহীনভাৱে জেৰিনাই মাতি দিলে— 'ককাইদেউ আহিছে, আহক বহক।'

মই বহিলোঁ আৰু সুধিলোঁ 'ঘৰত আৰু কোনো নাই নেকি জেৰিনা?'

'আছে বোধহয়।'

'তোমাৰ কিবা অসুখ হৈছে নেকি জেৰিনা?'

'একো হোৱা নাই। আপুনি বহক, মই চাকি জ্বলাই আনোঁ।'

জেৰিনা মলিন মুখে ঘৰলৈ গ'ল আৰু এটা লেম্প আনি মোৰ আগত থ'লে।

এনেতে বাৰীৰ ফালৰ পৰা কিছুমান তৰি-তৰকাৰী হাতত লৈ আলিমুন্নিচাই ঘৰ সোমাল। বাৰান্দাত মোক বহি থকা দেখি সেইবোৰ পাকঘৰত থৈ আহি মোৰ কাষত ঠিয় হৈ বৰ ব্যগ্ৰতাৰে সুধিলে— 'অকলে আহিছে মাষ্টৰ ককাইদেউ?'

'অকলে নাহি লগ ক'ত পাম মুন?' হাঁহি উত্তৰ দিলোঁ।

'কিয়, আহ্‌মদ ককাইদেউ?' বৰ ব্যগ্ৰতাৰে সোধে তাই।

'মই অকলে আহিছিলোঁ এটা বেলেগ কামত। যোৱাৰ সময়ত তোমালোকৰ খবৰ লৈ যাম বুলিয়ে সোমালোঁ।'

'বৰ ভাল পালো ককাইদেউ। আপুনি আহিব আহিব বুলি আজি সাতদিনে বৰ ব্যগ্ৰ হৈ বাট চাই আছিলোঁ, কিন্তু ইমান দিন আপোনাৰ কোনো খবৰেই নাই। আজি আহি বৰ ভাল কৰিলে। কিন্তু......।'

'কিন্তু কি মুন?'

'অকলে আহিল...... লগত আহ্‌মদ ককাইদেউক অনাহেঁতেন!'

'আহ্‌মদৰ লগত কি এনে সকাম আছে যে ইমানকৈ তেওঁৰ খবৰ লৈছা?'

'বিশেষ গুৰুত্বপূৰ্ণ কথা আছে মাষ্টৰ ককাইদেউ। আপুনি যেনে-তেনে তেওঁক ইয়ালৈ আনি দিয়ক। নহ'লে মোৰ অৱস্থা একেবাৰে শোচনীয়। মই কাবৌ কৰিছোঁ ককাইদেউ, তেওঁক কালি ৰাতিপুৱাতে আনি দিয়ক....।'

'চেষ্টা কৰিম বাৰু। পিচে কিনো এনে এটা ডাঙৰ কাম যে আহ্‌মদ নহ'লে নহয়?'

'হয়, বৰ ডাঙৰ কাম আৰু সেই কাম তেওঁহে পাৰিব। আপুনি আনি দিয়ক।'

'চেষ্টা কৰি চাম বাৰু। তেওঁ বৰ একে-চেকা লোক, আহে নে নাহে নাজানো।'

মই কাৰণটো বুজিছোঁ আৰু মন চাবৰ বাবে তেনেকৈ ক'লোঁ।

'আপুনি যেনে-তেনে আনি দিব লাগিব ককাইদেউ। মোৰ শপত, এবাৰ আহ্‌মদ ককাইদেউক আনি দিয়ক।' তাই মোৰ ফালে সৰলভাৱে চাই কাকুতি কৰি ক'লে। মই কাৰণটো বুজিছোঁ কাৰণে আৰু বেচি কথা বঢ়াবৰ ইচ্ছা নকৰি সম্মিতি জ্ঞাপন কৰিলোঁ। এনেতে ঘৰৰ ভিতৰৰ পৰা জেৰিনা তামোলৰ বঁটাখন লৈ ওলাই আহিল সাউত কৰে। তাই বোধহয় আলিমুন্নিচাৰ কথা শুনি আছিল। ৰাগৰ ধমকত তাই আহি মোৰ আগত বঁটাখন থৈ ঠিয় হৈ কৈ উঠিল— 'কাকো ইয়ালৈ আহিবলৈ নক'ব ককাইদেউ; মোৰ কোনো মানুহ এই ঘৰলৈ আহিব নালাগে। আপুনি যেনে-তেনে বাধা কৰিব। মই কাকুতি কৰি কৈছোঁ। খোদাৰ কচম্ ককাইদেউক যেন ইফাল মুখ হ'বলৈ নিদিয়ে।' তামোল এখন মোক দি ক'লে— 'আমাৰ দিন বেয়া, নচিব বেযা কাৰণে এনেহেন দশা হ'ল। বাৰ শতৰুৰ বুকু জুৰ পৰিল। মোৰ জুই লগা কপাল যে মই এতিয়া সেই অৱস্থা চাই থাকিব লগা হ'লোঁ। আল্লাই ইয়াৰ আগতে মোক মাৰি নিলে শান্তি পালোহেঁতেন।' তাই চকুলো মচে। মই নিৰুদ্বেগচিত্তে তামোল খাই কথাখিনি শুনি গ'লোঁ। বুজিলোঁ ই ভয়ঙ্কৰ অভিমানৰ কথা। ইয়াত হা, না একো কৰিব নোৱাৰি। জেৰিনাৰ কথা শুনি আলিমুন্নিচাই শিলপৰা কপৌৰ দৰে স্তব্ধ হৈ ৰ'ল। জেৰিনাই তাইক শুনাকৈ আৰু ক'বলৈ ধৰিলে— 'আমাৰ দিন বেয়া, নহ'লেনো শতৰুৱে কাটিব কানি মুৰত লৈ এনেকৈ হাঁহিব পাৰেনে। খোদাৰ কি বিচাৰ। যিযে ন্যায়ত থাকে, ধৰ্মত থাকে তাৰে অন্যায় হয় অধিক। আমিনো মালিকৰ ওচৰত কি দোষ কৰিছিলোঁ যে আমি ইমান শাস্তি পাব লগা হ'ল। উহ্ আল্লা।'

জেৰিনাৰ এনে নিদাৰুণ বাক্যত আলিমুন্নিচাৰ হিয়া বিদৰি গ'ল। তাই বুজিলে যে বৌৱেকে এইবোৰ হান তাইকে মাৰিছে। তাই নীৰৱে এখোজ-দুখোজ কৰি গুচি গ'ল আৰু যাবৰ সময়ত জেৰিনাক লক্ষ্য কৰি মোক ক'লে— 'পৰৰ মানুহক আপোন বুলিনো কোনে ভাবে ককাইদেউ? পৰৰ মানুহক লোকে মাতিবৰ একো অধিকাৰ নাই। মোৰে দোষ হৈছে ককাইদেউ। নালাগে কাকো আহিব ক'বলৈ। মোৰনো কি অধিকাৰ আছে লোকৰ মানুহক মাতিবলৈ। নালাগে থাওক ককাইদেউ, ক'ব নালাগে।' তাই বিষণ্ণমনে গৈ ভিতৰ সোমাল। এনে অৱস্থাত মোৰ বৰ বেয়া লাগিল। মই আকৌ এখন তামোল খাই জেৰিনাক ক'লো— 'মই এতিয়া উঠো জেৰিনা, ৰাতি হ'ল। ইলিচ মাছটো বেয়া হৈ যাব। যাওঁ এতিয়া।'

আজি যেন জিৰনাৰ মন জৰ্জৰিত। তাই আন দিনৰ দৰে মোক আৰু অলপ সময় থাকিবলৈ যোৰ নকৰিলে। ক'লে— 'একো বেজাৰ নাপাবা ককাইদেউ। মোৰ মন

বৰ দুঃখিত! অপোনাক বেজাৰ লগা কথা ক'লোঁ। মোক ক্ষমা কৰিব ককাইদেউ! মই বৰ্তমান পাগলী হৈছোঁ, কথাৰ ঠিক নাই।'

'এনেকুৱা কিয় হ'ল জেৰিনা? তোমালোকৰ দেখোঁ মাতবোল নাই? বৌৱেক-ননদৰ ভিতৰত কিবা কাজিয়া হৈছে নেকি?' মই বুজিও নুবুজাৰ ভাও ধৰি সোধোঁ। জেৰিনাই ক'লে— 'কাজিয়া কৰিলেনো মই কি পাৰ পাম ককাইদেউ? মোৰো কিবা কাজিয়া কৰিবৰ অধিকাৰ আছেনে? মই বান্দীহে! কেতিয়া মালিকে খেদে তাৰ কি ঠিক? মই কাজিয়া কৰিবলৈ কোন?'

'নহয় জেৰিনা, তোমালোকৰ ভিতৰ কিবা কাজিয়া হৈছে। বাৰু কোৱাচোন কি কাজিয়া হৈছে?'

'মোক একো নুশুধিব ককাইদেউ। সময়ত সকলো গম পাব।'

'মই আৰু বেচি সময় কটাই মিছাকৈ মাছটো নষ্ট নকৰোঁ। এতিয়া তেন্তে মই যাওঁ।'

মই জেৰিনাৰ আৰু আলিমুন্নিচাৰ পৰা বিদায় লৈ গুচি আহিলোঁ।

(১২)

পিছদিনা ৰাতিপুৱাতে মই আহ্‌মদহঁতৰ ঘৰ উঠিলোঁ। আলিমুন্নিচাৰ মনোবেদনাই মোৰ অন্তৰত আঘাত কৰিছিল তীব্ৰভাৱে। এই ছোৱালীজনীক মই বৰ ভাল পাওঁ। তাইৰ মন বৰ পবিত্ৰ আৰু বুদ্ধি বৰ শুদ্ধ। তাৰ উপৰি সম্পূৰ্ণ বিশ্বাস কৰিব আৰু নিৰ্ভৰ কৰিব পৰা বিধৰ ছোৱালী আলিমুন্নিচা। তাইৰ অৱস্থাৰ কথা ভাবি বৰ দুখ লাগিল। তাইৰ কাতৰ অনুৰোধে মোক অভিভূত কৰি তুলিলে। সেইবাবে চাহখিনি খাইয়ে মই আহ্‌মদহঁতৰ ঘৰ উঠিলোঁ। এটা যেন অজ্ঞান শক্তিয়ে মোক পৰিচালিত কৰি লৈ গ'ল।

মই যেতিয়া তেওঁলোকৰ ঘৰ পালোঁ, তেতিয়া আহ্‌মদহঁত চাহ খাব ধৰিছে। মই গৈ পোৱাত বাধ্য হৈ একে লগে চাহ খাব লগাত পৰিলোঁ। চাহ খাই উঠি ঘৰৰ সকলোটিৰে খবৰ লৈ জানিব পাৰিলোঁ যে আটায়ে ভালে আছে। তেতিয়া মই আহ্‌মদক দোকানলৈ মাতি আনিলোঁ আৰু ক'লোঁ যে আজি দুয়ো গাড়ীগাঁওলৈ ফুৰিব যাম। গাড়ীগাঁৱৰ হিন্দু চুপাৰ তৰুণ সংঘৰ চেক্ৰেটৰীজনক লগ ধৰিব লাগে। মোৰ বিশেষ কাম আছে। অহা মাহত তৰুণ সংঘৰ বাৰ্ষিক অধিৱেশন হ'ব আৰু তাত এটা 'চেৰিটিশ্বো' দেখুৱাব লাগে লাইব্ৰেৰীৰ সহায়ৰ কাৰণে। গতিকে আমাৰ খৰচৰ হিচাপ দিব লাগে তেওঁলোকক। আমাৰ অভিনেতা-অভিনেত্ৰীসকলৰ 'এলাউন্স' আৰু পেইণ্টিং খৰচ আদিৰ হিচাপ দাখিল কৰিব লাগে। মোৰ প্ৰস্তাৱ শুনি আহ্‌মদে একো আপত্তি নকৰিলে।

দুয়ো খোজ কাঢ়ি লাহে লাহে আহিছোঁ কথা কৈ কৈ। কথা কৈছোঁ যাত্ৰাদলৰ লাভ-লোকচানৰ বিষয়ে। আহ্‌মদে সুধিলে— 'অভিনয়ৰ টকাৰে মানুহবিলাকক খাবলৈ

যোৰেনে?'

'আগতে নুজুৰিছিল কিন্তু আজিকালি যোৰে। আজিকালি ভাল অভিনেতা-অভিনেত্ৰীক আমি বাৰ্ষিক তিনি হেজাৰ টকা দিব লাগে। তাৰ উপৰি খোৱা খৰচ মোৰ। গতিকে খাই-বৈ বছৰত তিনি হেজাৰ টকা পালে নুজুৰিব কিয়?'

এনেভাৱে থিয়েটাৰৰ বিষয়ে আলোচনা কৰি কৰি গৈ শেষত গাড়ীগাঁও পালোঁ। লাইব্ৰেৰীলৈ গৈ চেক্ৰেটৰীক মাতি পঠোৱাত তেওঁ আহিল আৰু আমি আলোচনা কৰিব ধৰিলোঁ। আহ্মদক দেখি চেক্ৰেটৰী আৰু ছাত্ৰসকলে বৰ আদৰ কৰিলে আৰু ক'লে যে তেওঁ অকল আমাৰ অঞ্চলৰে নহয়— সমগ্ৰ দেশৰে গৌৰৱৰ পাত্ৰ। নানা আলাপ-আলোচনাৰ পাছত আমি উঠিলোঁ। ল'ৰাসকলৰ প্ৰশংসা শুনি মই বৰ সুখী হ'লোঁ কিন্তু আহ্মদে সিমান আগ্ৰহ প্ৰকাশ কৰা দেখা নগ'ল। বাহিৰত তেওঁৰ বৰ নাম-যশস্যা আৰু গৌৰৱ কিন্তু নিজৰ ভিতৰত? হতাশ, বেদনা, ব্যৰ্থতা। বোধহয় পৃথিৱীৰ যশস্বী লোকসকলৰ জীৱন এনেকুৱাই! মহৎ লোকৰ জীৱনী পাঠ কৰিলে আৰু তন্ন তন্ন কৰি অনুসন্ধান কৰিলে তাকেই দেখা যায়। আহ্মদৰ বেলিকাও তেনেই দেখা যায়। আহ্মদ বিখ্যাত নহয় সঁচা কিন্তু মহৎ যে হয় তাক মই ক'ব পাৰোঁ।

কথা-বতৰা শেষ কৰি আমি দুয়ো গৈ 'শ্লুইটচ (Slwitch) গেট'ত উঠিলোঁ। এই শ্লুইটচগেট'টো দীপৰ বিলৰ পৰা ওলাই ব্ৰহ্মপুত্ৰত পৰা এটা যানৰ ওপৰত। ইয়াৰ দক্ষিণ পাৰে গাড়ীগাঁও আৰু উত্তৰফালে ধাৰাপুৰ, জঙবাবড়ী আদি গাঁও। এই 'শ্লুইটচ গেট'টো দিয়াৰ অৰ্থ (E.N.D.) জলসিঞ্চন বিভাগৰ মতে দীপৰ বিলত যাতে বাঁওখেতিৰ দৰ্কাৰী সময়ত পানী ৰখা আৰু এৰি দিব পাৰি, যাতে খেতি ভাল হয়। পিচে দুখৰ কথা চৰকাৰৰ বহুবিলাক 'প্ৰজেক্ট' বা যোজোনা বাস্তৱনাহে হোৱাৰ দৰে এই ক্ষেত্ৰতো অকৃতকাৰ্য হোৱা দেখা গ'ল। এগ্ৰিকাল্চাৰ আৰু ই এন ডি দুটা বিভাগ হৈ অফিচাৰসকলৰ ইটো বিভাগে সিটো বিভাগৰ গাত দোষ জাপি নিজে নিৰ্দোষ হোৱাত সুবিধা হৈছে; পিচে খেতিয়কসকলৰ ভীষণ অসুবিধা হৈছে। তাৰ উপৰি বাৰিষাৰ আগে আগে অৰ্থাৎ এপ্ৰিল, মে' মাহত গেটৰ দৰ্জা বন্ধ ৰখাৰ বাবে বৌ, কুৰিহা, চিতল আদি ডাঙৰ মাছবোৰ ব্ৰহ্মপুত্ৰৰ পৰা গৈ বিলত সোমাব নোৱাৰে ফলত বিলত মাছ নাইকিয়া হৈ পৰিছে। চৰকাৰৰ মীন মহলৰ লগত জলসিঞ্চন, খেতি আদি কোনো বিষয়ৰ যোগাযোগ নোহোৱাত আৰু অফিচাৰসকল কেৱল ইংৰাজী ভাষা জনা বিদ্বান অথচ আচল কৰ্মৰ জ্ঞান থকাবিধৰ নোহোৱাত একো নাজানে আৰু নিজৰ 'প্ৰেষ্টিজ' নষ্ট হ'ব বুলি কাকো নোসোধেও।

ফলত সকলোফালে চৰকাৰৰ অকৃতকাৰ্যতা বাঢ়ি যাব ধৰিছে। যি পৰ্যন্ত ইংৰাজী 'প্ৰেষ্টিজ' বোলা শব্দটোক ভাৰতবাসীয়ে ইংলণ্ডলৈ খেদি৭ ।· পাৰিব, সিদিনালৈ ভাৰতবৰ্ষৰ অৱস্থা উন্নত হ'ব নোৱাৰে।

এই 'শ্লুইচ গেট'ত বহি দুয়ো কিছু সময় বতাহ খাই ল'লোঁ। এই বিষয়ৰ মেল কৰি শেষত গৈ মোৰ আচল কথা উলিয়ালোঁ। মই ক'লোঁ— 'আহ্মদ, আমি ফিৰি যাওঁতে জেৰিনাৰ খবৰ লৈ যোৱা ভাল হ'ব যেন পাওঁ। আজি এসপ্তাহ হ'ল, তুমিতো অহা নাই? গাড়ীগাঁৱক আহিছোঁ যেতিয়া মুছলমান চুপাত সোমাই জেৰিনাৰ খবৰ লৈ যোৱা উচিত হ'ব নহয়নে?'

'নহয়। দৰ্কাৰ হ'লে আইক পথাই দি জেৰিনাক আমাৰ ঘৰলৈ লৈ যাম।'

'এতিয়া কেঁচুৱাটোক লৈ জেৰিনা যাব নোৱাৰে।'

'ভাল-বেয়া কিবা হ'লে খবৰ পাম নহয়।'

'হ'লেও তুমি খবৰ লোৱা উচিত।'

'মই নহোৱাত জানো নচলিছিল?'

'চলিছিল। তথাপি তুমি অহাত তুমি যোৱাটো উচিত।'

'মই আৰু জেৰিনাহঁতৰ ঘৰলৈ নাযাওঁ।'

'কিয়?'

'জীৱনত মই দুখ সহ্য কৰিব পাৰোঁ চক্ৰৱৰ্তী, কিন্তু অপমান, ইতিকিং সহ্য কৰিব নোৱাৰোঁ।'

'কোনে তোমাক ইতিকিং কৰিলে?'

'সিদিনা তুমি বুজি নাপালা? মোক কেনেভাৱে উপহাস কৰি হাঁহিলে? মই জীৱনত এনে আঘাত কোনোদিনে পোৱা নাই। উহ্! এজনী ছোৱালীৰ এনে উপহাস! মই সহ্য কৰিব পৰা নাছিলোঁ। জেৰিনাইতো কান্দি দিছিল। তাই এইবোৰ ভালকৈ বুজে।'

'কি হৈছিল কোৱাচোন? মই দেখো একো দেখা পোৱা নাছিলোঁ?'

মই জানিও নজনাৰ ভাও ধৰিলোঁ। তেওঁ কৈ উঠিল—

'দেখা নাছিলা যেতিয়া মই মোৰ হাত, ভৰি আৰু চকু সবলভাৱে দেখুৱাইছিলোঁ তেতিয়া সেই আলিমুন্নিচাই কেনেকৈ হাঁহিছিল। মোৰ বিকলাঙ্গ অৱস্থা দেখি তাই মোক উপলুঙা কৰি হাঁহিছিল। মোৰ ভয়ঙ্কৰ খং উঠিছিল। জেৰিনাৰো ভীষণ খং উঠিছিল। তাই যে ধুনীয়া ছোৱালী তাক সকলোৱে স্বীকাৰ কৰিব; কিন্তু নিজৰ ৰূপ থাকিল বুলিয়ে যে কুৰূপবিলাকক ইতিকিং কৰি হাঁহিব লাগিল তাৰ কোনো

মানে নাই। ই অতি অহঙ্কাৰৰ কথা। ইমান অহঙ্কাৰী মূৰ্খ ছোৱালীক দেখিলেও মোৰ খং উঠে। মই আৰু তাইৰ মুখ কোনোদিনে নাচাওঁ। গতিকে তাইহঁতৰ ঘৰলৈ নাযাওঁ।'

'তুমি ভুল বুজিলা আহ্‌মদ। আলিমুন্নিচাই তোমাক হঁহা নাই। তাই কাকো হঁহা বা উপহাস কৰা বিধৰ ছোৱালী নহয়। মই খুব ভালকৈ জানোঁ। তেনেকুৱা জ্ঞানৱতী ছোৱালী সতকাই পাবলৈ নাই। তোমাৰ বুজাত ভুল হৈছে। তাই তোমাক হঁহা নাই।'

'মোক হঁহা নাই? তেন্তে কাক হাঁহিছিল?'

'তাই তাইৰ ভাগ্যক হাঁহিছিল।'

'তাইৰ কি ভাগ্যক হাঁহিছে?'

'তুমিতো জনা নাই তাইৰ ভাগ্যত কি ঘটিছে? জীৱনত যৌৱন আৰু সুশ্ৰী ৰূপ পায়ো নাৰীৰ ভাগ্যত কি বিপৰ্যয় ঘটে বা ঘটিব পাৰে তাৰ ধাৰণা তোমাৰ নিচিনা সৈনিকে হয়তো কৰিব নোৱাৰা বা কল্পনাও কৰিব নোৱাৰা; কিন্তু বাস্তৱ জগতখনত সচৰাচৰ তেনেবোৰ ঘটনাহে ঘটে।'

'কি ঘটনা?'

'তাইৰ জীৱন ব্যৰ্থ কৰা ঘটনা। তুমি জানো শুনিবা?'

'কৈ যোৱা।' অমনোযোগেৰে কয় তেওঁ যেন এই বিষয়ত উদাসীন।

'ক'বলৈ গ'লে দুখ লাগে ভাই। এনেহেন ধুনীয়া, কৰ্মী আৰু জ্ঞানৱতী ছোৱালী এজনীৰ জীৱনত হঠাতে এটা দুখ জাপি দিলে বাপেকে; আৰু তাৰ জেৰ টানিব লগা হ'ল তাই জীৱনব্যাপী। তুমি বাৰু তাইৰ বিষয়ে কিবা শুনিছানে?'

'একো শুনা নাই। কি কথানো?'

'তাই যে বিবাহিতা এই কথা তুমি নাজানা?'

'নাজানো। ক'ত বিয়া দিছে?'

'দিছে মানে দিছিলহে, বৰ্তমানে আৰু নাই।'

'কিয়?'

'তাইৰ গিৰিয়েকক তাই পাকিস্তানলৈ খেদি দিছে।'

'কিয়?'

'সি পাকিস্তানী আছিল বাবে।'

'পাকিস্তানী আছিল?'

'হয়।'

'তেন্তে বিয়া হ'ল কেনেকৈ?'

'সেয়েতো কথা।'

'বাৰু কোৱাচোন।' তেওঁৰ আগ্ৰহ বাঢ়ি যায়। মই তেতিয়া ক'বলৈ আৰম্ভ কৰিলোঁ— ১৯৬৫ চনৰ পাক-ভাৰত যুদ্ধৰ কেইমাহমান আগৰ কথা। তেতিয়া পাণ্ডু নদী বন্দৰত পাকিস্তানী জাহাজ দুখন আছিল। এই জাহাজতে খালাচী—নে কি ক'ব নোৱাৰি কিবা এটা চাকৰি কৰি আহিছে মহম্মদ আলী নামে এজন যুবক। সি পূব পাকিস্তানৰ। বঙালীৰ লগতে অসমীয়া ভাষাও কিছু জানে। দেখাত ফিট-ফাট ডেকা। গাত কোট-পেণ্ট, ডিঙিত নেকটাই, হাতত ঘড়ী, ভৰিত জুতা, কান্ধত ৰেডিঅ' লৈ ঘূৰি ফুৰে। গাড়ীগাঁৱতো আহে মাজে মাজে। চুট-পেণ্ট কৰা মানুহক আজিও আমাৰ গাঁৱৰ মানুহে ডাঙৰ মানুহ বা কিবা ডাঙৰ চাকৰিয়াল বুলি ভুল কৰে। ছোৱালীবিলাকেও চুট-পেণ্ট কৰা ডেকা ল'ৰা দেখিলে বিশেষকৈ যদি তাৰ কান্ধত লৈ ফুৰা 'ট্ৰেনজিষ্টাৰ' দেখে তেন্তে অলপ মন কৰেই, অৰ্থাৎ.....। গাড়ীগাঁৱতো তাকেই দেখা গ'ল। চহৰৰ ওচৰত থাকিলেও গাড়ীগাঁও গাঁওহে। গতিকে তাৰ প্ৰতি দুৰ্বলতা উপজিল আব্দুল্লা সেখৰ। এদিন দোকানৰ আগত কথা-বতৰা হ'ল; আন এদিন নদীৰ ঘাটত আৰু আন এদিন তেওঁৰ নঙলামুখতে ডেকাজনক লগ পাই কথা-বতৰা হৈ ঘৰলৈকে লৈ গ'ল। ঘৰত নি চাহ-তামোল খুৱাই নানা কথাৰ চলতে সি কি চাকৰি কৰে, ঘৰ ক'ত, ঘৰত কোন কোন আছে আদি কথা সুধিলে। মহম্মদে ক'লে যে তাৰ ঘৰ গোৱালপাৰাত, ঘৰত কোনো নাই। সৰুতে মাক-পিতাক ঢুকোৱাত জাহাজৰ মানুহৰ লগত পৰিচয় হয় আৰু শেষত কিছু লেখা-পঢ়া শিকাৰ পিছত জাহাজতে চাকৰি কৰে। বৰ্তমান তাৰ জাহাজত চাকৰি কৰিবৰ ইচ্ছা নাই কাৰণ জাহাজখন পাকিস্তানৰ। গতিকে সুবিধা পালে কৰবাত বেলেগ চাকৰি কৰিব।'

তেতিয়া আব্দুল্লাই ক'লে যে তেওঁৰ পুতেক মফিচে পাণ্ডুৰ ৰেলৰ চাকৰি কৰে। যদি সুবিধা হয় তেন্তে তাতে এটা চাকৰি দিব পাৰে। এনে এটা অজাচিত অনুগ্ৰহ দানত পাকিস্তানী গুপ্তচৰ মহম্মদ আলীৰ বঢ়িয়া সুযোগ মিলিল। তাৰ পাছত সি সেই আপাহতে আহি মফিচৰ লগতো মিলিল আৰু চাকৰিৰ অনুসন্ধান কৰাৰ চেলু লৈ পাণ্ডুৰ গুপ্ত খবৰবিলাক পাকিস্তানলৈ পঠাই থাকিল। ব্ৰহ্মপুত্ৰৰ ওপৰৰ শৰাইঘাট দলঙৰ সমস্ত খবৰ সি পাকিস্তানলৈ প্ৰতিদিনে পঠায়ে থাকিল। সেই দেখিয়েতো যুদ্ধৰ সময়ত পাকিস্তানে প্ৰথম লক্ষ্য কৰি লৈছিল এই দলং।'

'অৱশ্যে পাকিস্তানৰ সামৰিক মেপত এই দলঙকে 'ফাৰ্ষ্ট টাৰগেট' প্ৰথম লক্ষ্য

বুলি ধৰি ৰঙা চিন দিয়া আছিল। বাৰু তাৰ পাছত? ঘটনা দেখিছোঁ বেচ আমোদজনক।'

আহ্মদৰ আগ্ৰহ বাঢ়ি যোৱাত মোৰ ভাল লাগিল। মই কৈ গ'লোঁ— 'তাৰ পাছত সি বুঢ়াক এনেভাৱে হাত কৰিলে যে বুঢ়াই শেষত তাক জাহাজৰ পৰা ওলাই আহি তেওঁলোকৰ ঘৰতে থাকিবলৈ ক'লে। মহম্মদ আলীয়ে এই সুবৰ্ণ সুযোগ অথলে যাব নিদিলে। ততালিকে গ্ৰহণ কৰিলে।'

'বুঢ়াৰ মতলব কি?' বুঢ়াৰ মতলব ঘৰজোঁৱাই কৰি ৰখা। সি যেতিয়া তাৰ কোনো নথকা বুলি কৈছে, গতিকে ঘৰজোঁৱাই কৰি ৰখাত একো অসুবিধা নহ'ব বুলি বুঢ়াই অনুমান কৰিলে। ইফালে দেখাতো মানুহজন বেচ দেখনিয়াৰ। গতিকে নিজৰ জীয়েক আলিমুন্নিচাক দিবলৈ মনে মনে পাঙিলে। কথাটো সকলোৱে গম পালে। বহুতে আপত্তি জনালে যে নিচিনা-নজনা মানুহক এনেকৈ প্ৰশ্ৰয় দিয়া উচিত হোৱা নাই। কিন্তু বুঢ়াই গাঁৱৰ কেবাজনো ঘৰজোঁৱাই বঙালী মুছলমান ল'ৰাৰ গুণৰ কথা ক'লে আৰু এই ল'ৰাজন যে এটিম আৰু এটিমক দয়া কৰা যে ইছলাম ধৰ্মৰ মূল নিয়ম তাক জনালে। সি প্ৰকৃততে এটিম-নে লাটিম তাক ধৰিব নোৱাৰিলে। সৰল মানুহে জগতৰ সকলোকে সৰল বুলিয়ে ধৰি লয়। ইয়াৰ বাবেই যতমানে অনৰ্থ ঘটে। বুঢ়াৰো সেই অনৰ্থ ঘটিল। মফিচৰ লগত মহম্মদে চাকৰি বিচাৰি যায় আৰু ঘৰত আহি ভাত খায়— থাকে। এনেভাৱে কেইমাহমান যোৱাত বুঢ়াই তেওঁৰ মনত গোপনে থকা ভাব এদিন তাৰ আগত প্ৰকাশ কৰিলে। ইমান দিনে আলিমুন্নিচাৰ ৰূপ-যৌৱন দেখি এনেয়ে তাৰ মন লকলকাই আছিল, আজি আব্দুল্লা বুঢ়াৰ এনে প্ৰস্তাৱক আল্লাৰ মেহেৰবানি বুলি শলাগি সৰ্বান্তকৰণে মত দিলে। মনতে ভাবিলে যে এনেহেন ৰূপ-সৌন্দৰ্যই যিহেতু অযাচিতে ধৰা দিছে তেন্তে তাৰ ভাগ্য সুপ্ৰসন্ন হ'বৰ একো বাকী নাই। অচিৰে তাৰ কাৰ্য সিদ্ধি হ'ব আৰু পাকিস্তান চৰকাৰে তাক প্ৰতিশ্ৰুতি দিয়া মতে কাম কৰিব। ব্ৰহ্মপুত্ৰৰ দলঙৰ ওপৰত সজোৱা বিমান বিধ্বংসী কামানৰ সংযোগ তাঁৰ ছিন্ন কৰিব পাৰিলে পুৰস্কাৰ স্বৰূপে তাক পাকিস্তান চৰকাৰে আজীৱন বৃত্তি দি পুহি ৰাখিব আৰু ঢাকাত ঘৰ-মাটি দি স্থাপিত কৰিব। প্ৰথমে সুন্দৰী নাৰী উপভোগ আৰু তাৰ পাছত সম্পত্তি ভোগ। এনে সুযোগ সি কেতিয়াও এৰি নিদিয়ে। সি সম্মতি দিলে আৰু চিৰদিন ঘৰজোঁৱাই হৈ থাকিব বুলি ঘোষণা কৰিলে। এই কথাত আলিমুন্নিচাই আপত্তি দৰ্শালে আৰু তাই এই বিয়াত নবহোঁ বুলি ক'লে। তাই নিজৰ সন্মান এৰিব নোৱাৰে। কিন্তু পিতাকে প্ৰথমে ধমক দি বশ কৰিব নোৱাৰি শেষত কান্দি-কাটি

হুলস্থুল লগাই দিলে। সৰুতে মাকক হেৰুওৱা আলিমুন্নিচাই পিতাককে মাক-দেউতাক জ্ঞান কৰি আহিছে। সেই পিতাকৰ চকুলোৰ বিনিময়ত তাইৰ জীৱন আহুতি দিবলৈ পৰাঙ্মুখ নহ'ল। বিবেকৰ দংশনত তাই ধৰফৰ-চতফৎ কৰিব ধৰিলে। তথাপি তাই পিতাকৰ মনত আঘাত দিব নোৱাৰিলে। এই কথাত মফিচ আৰু জেৰিনাই আপত্তি কৰিলে— বিশেষকৈ জেৰিনা কোনোমতে মান্তি নহ'ল। তাই আলিমুন্নিচাক বৰ মৰম কৰে— নিজৰ ভনীৰ দৰে দেখে আৰু আলিমুন্নিচায়ো তাইক নিজৰ বায়েকৰ নিচিনা দেখে। সৰুৰে পৰা মাকৰ আদৰৰ পৰা বঞ্চিতা আলিমুন্নিচাই যেন জেৰিনাৰ ভিতৰতে মাকক বিচাৰি পালে। দুয়োৰো ইমান মিলাপ্ৰীতি মই আৰু ক'তো দেখা নাই। গাঁৱৰ মানুহে সকলোৱে তাইহঁতৰ মিলৰ কথা জানে। গতিকে এনেহেন মৰমৰ ননদজনীক কোনো এজন অজ্ঞাতকুলশীলৰ ওচৰত অৰ্পণ কৰি নিজৰ ঘৰতে ৰাখি সন্মান হানি কৰিবলৈ তাই ৰাজী নহয়। তাই দুৰ্ঘোৰ প্ৰতিবাদ কৰিলে। মফিচেও আপত্তি জনালে। সি বৰ লাজ পাব বুলি বাপেকক জনালে। তেতিয়া বাপেক নিৰুপায় হ'ল আৰু কথাবোৰ মহম্মদক জনালে। পাকিস্তানী গুপ্তচৰ মহম্মদে দেখিলে যে বৰ সুন্দৰ সুযোগ এটা হাত সাৰি যায় এতিয়া। সেইবাবে সি চিন্তা কৰিলে। পাছত সি এটা বুদ্ধি কৰিলে যে যদি ঘৰ-মাটি কিনিবলৈ বুঢ়াক টকা দিয়া যায় তেতিয়া কাৰো আপত্তিৰ কাৰণ নাথাকিব। মফিচ আৰু জেৰিনাই হয়তো সম্পত্তিৰ ভাগ আলিমুন্নিচাই সমানে দাবী কৰিব বুলি ভয় কৰিছে। এই কথা ভাবিলে মহম্মদে। সেই দেখি মাটি-বাৰী, ঘৰ-দুৱাৰ নিজাকৈ কিনিলে কোনো আপত্তি নকৰিব। কিন্তু মাটি তাৰ নামত কিনিব নোৱাৰিব কাৰণ তাৰ নাম চৰকাৰে ৰেজিষ্টাৰ নকৰিব। গতিকে মাটি কিনিব লাগিল আলিমুন্নিচাৰ নামত। ভালেই হ'ব, তাইৰ নামত মাটি-বাৰী, ঘৰ-দুৱাৰ কিনিলে তাই আপোনা-আপুনি সন্মতি দিব; কাৰণ তিৰোতাই সদায় চায় ল'ৰাজনৰ ৰূপ আৰু ঐশ্বৰ্য। এই দুবিধেৰে নাৰীক বশ কৰা যায়। এই জ্ঞান তাৰ আছিল। সেইবাবে মাটি-বাৰী কিনি ঘৰ-দুৱাৰ নিৰ্মাণ কৰিবৰ বাবে সি বুঢ়াৰ হাতত আঠ হেজাৰ টকা দিলে। মাটি এবিঘাত পাঁচ হেজাৰ আৰু ঘৰৰ বাবে তিনি হেজাৰ। যাওক টকা, মহম্মদে কেৰেপ নকৰে; কাৰণ টকা যিমান লাগে সিমান দিব পাকিস্তান চৰকাৰে এই অৱস্থাত। তাৰ কামত দৰ্কাৰ বুলি ক'লে আঠ কিয় বিশ হেজাৰ লাগিলেও দিব পাকিস্তান চৰকাৰে। গতিকে টকা গ'লে যাব পাকিস্তান চৰকাৰৰহে তাৰ নিজাতো নহয়। তাৰ উপৰি এই মাটি-ঘৰ তাৰ নামত আজি নহ'লেও দুদিন পাছত হ'ব কাৰণ পাক-চীন মন্ত্ৰণামতে অসমৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ ফালটো ল'ব চীনে আৰু

দক্ষিণ ফালটো ল'ব পাকিস্তানে। অসমৰ দক্ষিণ অঞ্চলটো পূব পাকিস্তানৰ লগত চামিল কৰা মতলব আছিল পাকিস্তানৰ। সি টকা দি দিলে বুঢ়াৰ হাতত আৰু আলিমুন্নিচাৰ নামত মাটি কিনিবলৈ ক'লে। টকা পাই বুঢ়াৰ আনন্দৰ সীমা নাই। তেওঁ মাটি বিচাৰ কৰিলে। এতিয়া কাৰো একো আপত্তিৰ কাৰণ নৰজিল। শেষত বুঢ়াই আলিমুন্নিচাৰ নামত নদীৰ পাৰত এক বিঘা বৰ ধুনীয়া মাটি কিনি দিলে। মহম্মদৰ এই কাৰ্যত তাৰ বিৰোধীবিলাকৰ মুখ বন্ধ হৈ গ'ল। শেষত বিয়া হৈ গ'ল। কিন্তু আলিমুন্নিচাই তাক পছন্দ নকৰিলে। বাধ্য হৈ দেহদান কৰিলে কিন্তু মন দান নকৰিলে। ফলত সিহঁতৰ বিবাহিত জীৱন সুখৰ নহ'ল। বহুদিন গ'ল কিন্তু মহম্মদৰ একো কাম-কাজ নাই অথচ টকা-পইচাৰ অভাৱ নাই। দেখি বুঢ়াই তবধ মানিলে আৰু ভাবিলে যে গোৱালপাৰাৰ কোনো জমিদাৰৰ ল'ৰা বোধহয়, ছদ্মবেশ ধৰি আহিছিল। বৰ ভালেই হ'ল, জীয়েক জমিদাৰনী হৈ খাব সময়ত। কিন্তু আলিমুন্নিচাৰ সন্দেহ হ'ল। সন্দেহ হ'ল এদিন এটি ঘটনাৰ পৰা। এদিন ৰাতি তাই প্ৰস্ৰাৱ কৰিবলৈ উঠোঁতে দেখিলে যে মহম্মদে তাৰ হাতৰ ঘৰীটো মুখৰ কাষত লৈ কিবা কৈ আছে। সি বঙালীতে কোৱা শুনিলে— 'চব ঠিক হয়েছে। এখন কাজটা সুরু করলেই খতম্।' তাই মনে মনে শুনিলে আৰু একো নুশুনাৰ ভাও ধৰি মনে মনে গৈ শুই থাকিল। এনেকৈ কেবাদিনো তাই চুপিলে আৰু সেই ঘটনা দেখা পালে। সি সেই ঘৰীটো কেতিয়াও নসলোকায়। সদায় পিন্ধি থাকে। তেতিয়া তাইৰ সন্দেহ বাঢ়িল আৰু বুজিলে যে এইটো হাতঘৰী নহয় বৰং কিবা কথা কোৱা যন্ত্ৰহে। সেইবাবে এদিন ৰাতি শুই থাকোঁতে তাই উঠি মনে মনে সেই যন্ত্ৰটো খহাই লৈ আহিল আৰু লুকাই থ'লে। ৰাতিপুৱা শুই উঠি সি হাতত সেইটো নেদেখি খঙত জ্বলি উঠিল আৰু তাইক ধৰিলে। তাই প্ৰথমে মিছা মাতিলে; পাছত সি তাইক হত্যা কৰিবলৈ ডেগাৰ দেখুৱালে। তাৰ চকু-মুখৰ ভাৱ হিংস্ৰ পশুৰ দৰে দেখি আলিমুন্নিচাই বস্তুটো উলিয়াই দিলে। তেতিয়া সি তাইক ক'লে যে এই কথা যেন তাই কাৰো আগত নকয়। তাই সন্মত হ'ল। পিছদিনা সি ফুৰিবলৈ যোৱা সময়ত মই গৈ ওলালোঁ। আলিমুন্নিচা আৰু জেৰিনাই মোক বৰ আদৰ কৰিলে। শেষত আলিমুন্নিচাই মোক মনে মনে ঘটনাটো ক'লে; কাৰণ তেওঁৰ তাৰ ওপৰত ঘোৰ সন্দেহ হৈছে। সেই সময়ত পাকিস্তানী গুপ্তচৰৰ পশ্চাৎঘাতী বহুত কাৰ্যৰ খবৰ ৰাইজৰ মাজত বিয়পি পৰিছিল। ৰেল দুৰ্ঘটনা কৰা, মটৰৰ ওপৰত হেণ্ডবোম পেলোৱা, ৰেলৰ দবা বগৰোৱা, দলং ভঙা আদি নানা কাৰ্যৰ বাহিৰেও নাৰী অপহৰণ, ধন অপহৰণ আদি ডকাইতিৰ খবৰ দিনে-ৰাতি বাতৰি কাকতত

প্ৰচাৰ হৈ আছিল।'

'তাৰ পাছত, তাৰ পাছত?' দেশৰ লগত জড়িত ঘটনাত আহ্‌মদ উত্তেজিত হৈ উঠে আৰু বৰ ব্যগ্ৰতাৰে সোধে। মই ক'ব ধৰিলোঁ—

'তাৰ পাছত মই তাইক আৰু ভালকৈ তাক লক্ষ্য কৰিবলৈ কৈ গুচি আহিলোঁ। তাই বৰ বুদ্ধিমতী। তাই তাক প্ৰাণ ঢালি দিয়া ভালপোৱা দেখুৱাই তাক কিছু হাত কৰিলে। সিয়ো তাইক ক্ৰমে বিশ্বাস কৰা হ'ল। ইতিমধ্যে পাকিস্তান আৰু ভাৰতৰ যুদ্ধ আৰম্ভ হয় চাম্ব অঞ্চলত। তুমি বোধহয় তাতেই আছিলা। এনেতে দেশত পাকিস্তানী অনুপ্ৰৱেশকাৰী বাহিষ্কাৰ কাৰ্য আৰম্ভ হয়। চৰকাৰৰ এই কাৰ্যত জনসাধাৰণেও সহযোগ কৰে। নগাঁও জিলাৰ কেবা ঠাইত— যেনে নগাঁও, ঢিং, ৰহা, হোজাই, লামডিং আদিৰ পৰা বহুত পাকিস্তানীক ৰাইজৰ সহযোগত খেদি দিলে। আমাৰ কামৰূপৰ বৰপেটা মহকুমাৰ পৰাও বহুতক খেদা গ'ল। এনে সময়তে এদিন ৰাতি আলিমুন্নিচাই তাৰ বুকুৰ মাজত সোমাই সোহাগ যাচিলে আৰু তাৰ মন আকৰ্ষিত কৰি ক'ব ধৰিলে— 'মোৰ আৰু এই ৰাজ্যত থাকিবৰ মন নোহোৱা হৈছে। চৰকাৰে আমাৰ মুছলমান মানুহবিলাকক পাকিস্তানলৈ খেদিব ধৰিছে। আমাৰ মুছলমান এনেয়ে ভাৰতবৰ্ষত বোলে কম, তাতে আকৌ পাকিস্তানৰ পৰা অহা মুছলমানসকলক খেদিলে আমাৰ মুছলমান একেবাৰে কমি যাব। ৰাইজেও বোলে পাকিস্তানী খেদিছে। এতিয়া এইখন দেশত আমাৰ মুছলমান ধৰ্মৰ মানুহ নাইকিয়া হৈ যাব দেখিছোঁ। আমি ইমান কমসংখ্যক লোক থাকিলে হিন্দু কাফেৰহঁতে আমাক বহুত অত্যাচাৰ কৰিব। আমাৰ গাড়ীগাঁৱত মুছলমান বেচি কাৰণেহে আমি সুবিধা পাইছোঁ, নহ'লে আমাৰ ইয়াতো কিজানি অত্যাচাৰ কৰিলেহেঁতেন। মই হিন্দুহঁতক দেখিবই নোৱাৰোঁ।'

'তুমি তোমাৰ দেশখনক ভাল নোপোৱানে?'

'দেশনো এটা কি বস্তু? ধৰ্মহে আচল বস্তু। গতিকে আমাৰ মুছলমান ধৰ্মৰ মানুহ য'ত বেচি আছে তাতে যাব লাগে।'

'পাকিস্তানত মুছলমান বেচি আৰু পাকিস্তানখন ইছলাম ধৰ্মৰ নামৰ ৰাজ্য। তুমি তেন্তে পাকিস্তানক যাবা?'

'পাকিস্তানক যাবৰ ভাগ্য মোৰ নাই। আল্লাই মোক সেই সুযোগ নিদিলে। হায় খোদা! তুমি মোক পাকিস্তানত জন্ম নিদিলা কিয়?'

'পাকিস্তানৰ অৰ্থ কি তুমি জানানে?'

'নাজানোঁ।'

'পাকিস্তান মানে পৱিত্ৰ স্থান।'

'বাকিবিলাক অপৱিত্ৰ নেকি?'

'নিশ্চয়।'

'কাৰণ?'

'য'ত আল্লাৰ নামত কোৰাণৰ শাসন নাই সেই ঠাই অপৱিত্ৰ।'

'তেন্তে ভাৰতবৰ্ষ?'

'ই কাফেৰৰ স্থান— অপৱিত্ৰ। আল্লাই ইয়াক সহ্য নকৰে।'

'তেন্তে আমি পাকিস্তানলৈ যাওঁ বলক।'

'ৰ'বা ধৈৰ্য ধৰা। ভয় নকৰিবা। দুদিন পাছত আল্লাই ইয়াকো পাকিস্তান বনাব!'

'কেনেকৈ?'

'পাকিস্তানে কাশ্মীৰক লৈ যুদ্ধ কৰিছে কাৰণ কাশ্মীৰত মুছলমান বেচি। গতিকে কাশ্মীৰ ভাৰতৰ লগত লগ লাগিছিল যদিও সি আমাৰ পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ব লাগে। আসামতো পাকিস্তানী মুছলমান সোমাই মুছলমানৰ সংখ্যা বেচি কৰিব পাৰিলে পাকিস্তান কৰিব পৰা হ'ব। এই যুদ্ধত আসাম যেনেতেনে পূব পাকিস্তানৰ হ'ব।'

তাৰ এই অমনোযোগৰ প্ৰশ্নত হঠাতে যে 'আমাৰ' শব্দটো ওলাল তাক সি লক্ষ্য নকৰিলে; কিন্তু সেই শব্দ শুনাৰ লগে লগে আলিমুন্নিচাৰ গাত যেন কোনোবাই জুইৰ আঙঠাহে লগাই দিলে। তাই তৎক্ষণাৎ তাৰ বুকুৰ মাজৰ পৰা নিজক উলিয়াই আনিলে। আন্ধাৰৰ কাৰণে সি তাইৰ চকু-মুখৰ ভাব দেখা নাপালে; পোৱাহেঁতেন সি দেখিলেহেঁতেন মানৱীৰ বুকুত কেনেকৈ দানৱী থাকিব পাৰে। আজি তাই দানৱী। কিন্তু তাৰ সকলো কথা জনাৰ কাৰণে তাই নিজক সংযত কৰি ৰাখিলে। তাই মোৰ আগত এইবোৰ কথা লাজ নকৰাকৈ কৈছিল; আৰু কৈছিল যে যদি নৰহত্যাৰ কাৰণে চৰকাৰে একো শাস্তি নিদিলেহেঁতেন তেন্তে তাই তাক সিদিনা ৰাতি নিশ্চয় হত্যা কৰিলেহেঁতেন।

'তাৰ কথাত তাই কি ক'লে?'

'তাৰ কথাত তাই সন্মতি জনালে আৰু ক'লে— 'যদি আল্লাই কাহানিবা এনেদিন ঘটায় তেন্তে মই যে কিমান সুখী হ'লোহেঁতেন তাক কৈ শেষ কৰিব নোৱাৰোঁ। হে পৰম কাৰুণিক আল্লা; তুমি শীঘ্ৰে ইয়াক পাকিস্তান কৰা।'

এনে ধৰণে ছলনা কৰি তাই তাৰ আচল পৰিচয় বাহিৰ কৰিলে। তাৰ পাছদিনা তাৰ অবৰ্তমানত পিতাকৰ হতুৱাই মোক মাতি পঠায় আৰু মই গৈ পোৱাত তাই

মোক সকলো কথা গোপনে জনায়।

ইয়াৰ কিছুদিন পাছত পাকিস্তান আৰু ভাৰতৰ মাজত ভীষণ যুদ্ধ চলিল। তুমি বোধহয় ইচোগীল খালৰ যুদ্ধত লিপ্ত তেতিয়া।

অক্টোবৰৰ চাৰি তাৰিখে গধূলি সাতটা মান বজাত হঠাতে কামানৰ গুলীৰ শব্দ শুনা গ'ল। কাঁহিকুচি এৰোড্রোম ফিল্ডৰ পৰা জাকে জাকে কামানৰ গুলী ব্রহ্মপুত্রৰ ওপৰৰ দলঙলৈ আহিব ধৰিলে। তাৰ লগে লগে গুৱাহাটী শোধনাগাৰৰ পৰাও জাকে জাকে গুলী দলং অভিমুখে আহিব ধৰিলে। এনেতে দলঙৰ ওপৰত সজোৱা কামান আৰু বিশ্ববিদ্যালয়ৰ হোষ্টেলৰ ওচৰত বহুৱা কামানৰ গুলীও চলিল। তিনিও ফালৰ গুলী শাৰী শাৰী মালাৰ দৰে আহি এই গাড়ীগাঁৱৰ ওপৰত যেন মিল হ'ল। আমি তেতিয়া ইয়াক দেখি প্রথমে ভয় পোৱা নাছিলোঁ বৰং কিবা শিক্ষা দিয়া বুলিহে ভাবিছিলোঁ; কিন্তু পুৱাৰাতি যেতিয়া আকৌ তেনে দৃশ্য দেখিলো তেতিয়া আৰু বুজিলোঁ যে আজি ইয়াত বোমা দিব আৰু দলঙৰ লগতে এই অঞ্চলৰ ৰাইজৰো সমাধি হ'ব। ল'ৰা-তিৰোতা-মুনিহ সকলোৰে হাহাকাৰ লাগিল। কান্দোনৰ ৰোল উঠিল। ইতিমধ্যে কেইদিনমান আগতে ট্রেঞ্চখন্দা নির্দেশ আহিছিল কাৰণে স্কুল, কলেজ, বিশ্ববিদ্যালয়, অফিচ আৰু গাঁৱলীয়া মানুহৰ ঘৰৰ আগে-পাচে মানুহে নিজে নিজে গাঁত খান্দি থৈছিল। মানুহবিলাক গাঁতত সোমাল। কিন্তু ভয়ৰ কোবত কোন ক'ত সোমাল, কোনে কি লগত নিলে, কাণত ভৰাবৰ বাবে তুলা, পোহৰৰ বাবে দিয়াচলাই আদি কোনে ক'ত এৰিলে তাৰ ঠিক নোহোৱা হ'ল। আনকি ল'ৰা-ছোৱালী এৰি গাৰুটোকে কেঁচুৱা বুলি ভাবি মাকে বুকুত বান্ধি লৈ গাঁতত সোমাল। গাঁতত গৈহে জানিলে সেইটো কেঁচুৱা নহয়— গাৰুহে। এনে ৰকম আলাই-আথানি যে কিমান হ'ল তাৰ লেখ নাই। অশিক্ষিত অসামৰিক লোকৰ যে যুদ্ধৰ থলিত কি বিপত্তি হয় সিদিনা দেখিছোঁ— উপলব্ধি কৰিছোঁ। ৰঙা, সেউজীয়া পোহৰৰ গুলীবিলাকে যেন তিনিও ফালৰ পৰা আহি গাড়ীগাঁৱৰ ওপৰত মিলিত হৈছে। এই গুলীবোৰ শেষ হোৱাৰ পাছত ব্রহ্মপুত্রত বেচিভাগে পৰিছে। দুই-এটা গাড়ীগাঁৱতো পৰিছিল। সিদিনাৰ সেই দৃশ্য বহু দূৰৰ পৰা মানুহে দেখিছিল। ত্রিশ, চল্লিশ মাইল দূৰৰ পৰা এই দৃশ্য দেখা পাইছিল। সকলোৱে ধৰি লৈছিল যে আজি দলং গ'ল আৰু জালুকবাৰীত থকা ৰেডিঅ' ট্রেন্সমিটাৰ চেণ্টাৰ, গুৱাহাটী বিশ্ববিদ্যালয়, ইঞ্জিনিয়াৰিং কলেজ, আয়ুর্বেদিক কলেজকে আদি কৰি সকলো অনুষ্ঠান আৰু গাড়ীগাঁও, শদিলা, পুব পাণ্ডু, মালিগাঁও, সুন্দৰবড়ী, জঙৰাবড়ী, ধাৰাপুৰ, চাৰিআলি, খানামুখকে আদি কৰি নিকটৱর্তী গাঁওবোৰ ধ্বংস

হ'ল। সকলোৰে বিশ্বাস হৈছিল যে পাকিস্তানে বোমা দিলে। বোমা অৱশ্যে দিবলৈ আহিছিল। দুখন পাকিস্তানী আকাশী জাহাজ সেইবাবেই আহিছিল, কিন্তু উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰিলে। আমাৰ কামানৰ গুলীৰ উৎপাতত বেটাহঁত প্ৰাণ লৈ পলাল।

সেইদিনা ৰাতিপুৱাৰ পৰা মহম্মদ ঘৰত নাই। পিছদিনা দিনে-ৰাতিও খবৰ নাই; তাৰ পিছদিনা হঠাতে কৰবাৰ পৰা আহি ঘৰ ওলাল। শহুৰেকে সুধিলে ক'লৈ গৈছিল আৰু এই দুৰ্দিনত ক'ত কেনেকৈ কটালে। সি ক'লে যে সি গুৱাহাটীলৈ গৈছিল তাৰ এজন বন্ধুৰ ঘৰলৈ আৰু এই গোলমালৰ কাৰণে বন্ধুজনে আহি নিদি যোৰ কৰি ৰাখি থ'লে। শহুৰেক সৰল মানুহ; বিশ্বাস কৰিলে; মফিচ আৰু জেৰিনাই সন্দেহ কৰিলে, কিন্তু আলিমুন্নিচাই একেবাৰে বিশ্বাস নকৰিলে। তাই সকলো বুজি পালে। ৰাতি তাই খুব বিশ্বাস দেখুৱাই ক'লে— 'কাম হাচিল হ'লনে নহ'ল?'

সি বৰ হতাশভাৱে উত্তৰ দিলে— 'সুবিধা কৰিব নোৱাৰিলে। আমাৰ ফালে ঠিক কৰিছিলোঁ। দলঙৰ ওপৰত আৰু কাষত থকা কামানৰ গুলী যে পাছত মাৰিছিল তাৰ কাৰণ জানা?'

'ক'ব নোৱাৰোঁ।'

'ইহঁতে খবৰ পোৱা নাছিল। ইহঁতৰ খবৰ সংযোগী তাঁৰৰ বিজুতি ঘটাই ৰখা হৈছিল। সেইবাবে ৰিফাইনাৰী আৰু এৰোড্ৰমৰ পৰা গুলীওবাৰ পাছতহে ইহঁতে গুলীয়াইছিল। কিন্তু কাৰ্য সিদ্ধি কৰিব নোৱাৰিলে। পুৱাৰাতিও এবাৰ চেষ্টা দিছিল; কিন্তু কামানৰ উৎপাতত নোৱাৰিলে। যোৱা ৰাতিও আহিব বুলি ভাবিছিলোঁ, পিচে নাহিল। ৰাজ্যৰ সীমাতে বোলে জব্দ কৰিছিল। গতিকে আহিব নোৱাৰিলে।'

তাই আৰু একো নক'লে। শুই থাকিল। তাই ভাবিলে যে আজি ৰাতিয়ে মাত্ৰ এই দেশবৈৰীৰ লগত তাই শুব— আৰু নহয়। এই বুলি শুই থাকিল। পিছদিনা ৰাতিপুৱা সি ওলাই যাবৰ বাবে সাজু হ'ল। এনেতে তাই ক'লে— 'আপুনি কিছু সময় বহক, খাই-বৈ যাব, মই বৌক সোনকালে ভাত ৰান্ধিবলৈ কওঁ। ক'বতো নোৱাৰি ৰাতি আহিব পাৰেনে নোৱাৰে; গতিকে খাই-বৈ যাওঁক। মই মাহীহঁতৰ ঘৰৰ পৰা মুৰগী পোৱালী এটাও লৈ আহোঁগৈ।' তাইৰ কথাত সম্মতি দি সি ঘৰতে থাকিল। তাই বৌৱেকক ভাত ৰান্ধিবলৈ দিহা দি গাঁওলৈ ওলাই গ'ল। গাঁৱত গৈ তাইৰ সম্পৰ্কীয় স্কুলীয়া ল'ৰা এজনক চাইকেলেৰে তৎক্ষণাৎ পঠাই দিলে মোক মাতিবলৈ। ল'ৰাজনে বৰ জৰুৰী বুলি কোৱাত মোৰ বিশ্বাস হ'ল কিবা বেমাৰ হৈছে ঘৰত;. কিজানি কলেৰা হৈছে; তাকে ভাবি মই তৎক্ষণাৎ

চাইকেল লৈ জেৰিনাহঁতৰ ঘৰলৈ গ'লোঁ। ময়ো নগুলামুখ পাইছোঁ, আলিমুন্নিচাইয়ো আহি ঘৰ পাইছে। মই চোতালত ঠিয় হোৱা মাত্রে তাই ওলাই আহি হাঁহি মাৰি মাত দিলে— 'মই আপোনাক মাতি পঠাইছোঁ ককাইদেউ। বিশেষ জৰুৰী কাম এটা কৰিব লাগে। ভিতৰলৈ আহক।' তাই মোক নি ভাঙৰ ঘৰৰ মজিয়াত বহুৱালে আৰু তাইৰ ঘৰলৈ গৈ গিৰিয়েকক ক'লে যে মুৰগী পোৱা নগ'ল; গতিকে নদীৰ পাৰলৈ যাওঁক আৰু এটা ইলিচ মাছকে লৈ আহকগৈ। বৌয়ে ভাত ৰান্ধিব ধৰিছেই। তাইৰ কথা শুনি সি ব্রহ্মপুত্রৰ পাৰলৈ গ'ল ইলিচ মাছ বিচাৰি।

ইফালে জেৰিনাই সুধিলে কিয় ৰাতিপুৱাতে চাইকেলেৰে মই আহিলোঁ। মই ক'লোঁ যে আলিমুন্নিচাই মাতি পঠিয়াইছে। কাৰণ কি বুলি তাই মোক সোধাৰ লগে লগে আলিমুন্নিচা আহি পালে আৰু তৎক্ষণাৎ ওপৰতে মাত দি ক'লে— 'কাৰণ নাথাকিলেনো ককাইদেউক ৰাতিপুৱাতে মাতোনে? তেওঁ দেখো ৰাতিপুৱাতে ককাইদেউক মাতি আনিবলৈ কৈছে; বোধহয় চাকৰিৰ কিবা অনুসন্ধান পাইছে। ককাইদেউৰে অলপ খাতিৰ লগাই দিব লাগে হ'বলা; তাৰ কৰণেই ৰাতিপুৱাতে মাতি পঠাইছে। দহটাৰ আগে আগে তেওঁ যাব লাগিব নহয়, গতিকে তুমি সোনকালে ভাতকেইটা দিয়া।' তাইৰ কথাত জেৰিনাই একো নামাতি পাকঘৰলৈ গ'ল। মই তাইক সুধিলোঁ— 'কি চাকৰিনো কৰিব খোজে তেওঁ?'

'চাকৰি ভালেই। বেলত চাকৰি।' তাই জেৰিনাক শুনাকৈ কয়। তাৰ পাছত বাহিৰ-ভিতৰ সকলোফালে এবাৰ চাই আহি মোৰ কাণৰ কাষত ফুচফুচাই ক'লে— 'ই পাকিস্তানী গুপ্তচৰ ককাইদেউ, পৰহিৰ ঘটনাত ই জড়িত আছে। সি স্বীকাৰ কৰিছে। মই সকলো কথা পুলিচৰ আগত কম। মোৰ শপত, আপুনি তৎক্ষণাৎ জালুকবাৰী থানালৈ যাওঁক আৰু পুলিচ লৈ আহক, নহ'লে ই পলাব। ই আমাৰ দেশৰ বৈৰী। তাক চৰকাৰক ধৰি দিব লাগে। আপুনি তৎক্ষণাৎ যাওঁক, নহ'লে সি এতিয়া ভাত খায়ে গুচি যাব আৰু পলাবও পাৰে।'

মই তাইৰ ফালে তধা লাগি চাই ৰ'লোঁ; ক'লো— 'তুমি কৈছা কি আলিমুন্নিচা? তোমাৰ স্বামী পাকিস্তানী গুপ্তচৰ আৰু তুমি তাক পুলিচক গতাই দিবা?'

'হয়।'

'তুমি এবাৰ ভাবি চাইছানে তোমাৰ অৱস্থা কি হ'ব?'

'মোৰ অৱস্থা যি কি নহওক ককাইদেউ; মই মোৰ দেশখনৰ অমঙ্গল কৰিব নোৱাৰোঁ। মোৰ অমঙ্গল হ'লেও দেশৰতো ভাল হ'ব।'

'যদি সি সঁচাই পাকিস্তানী তেন্তে তাক ধৰি দিয়া দেশবাসীৰ কৰ্তব্য; কিন্তু সি যে তোমাৰ স্বামী?'

দেশতকৈ স্বামী ডাঙৰ নহয়। আপুনি মিছাকৈ পলম নকৰিব। সোনকালে যাওঁক।' তাই বৰ উদ্বিগ্নতাৰে মোৰ মুখলৈ চালে। মোৰ আৰু ক'বলৈ একো নাই। নিজ তিৰোতাই স্বামীক বহিষ্কাৰ কৰিব, তাত মোৰ ভাবিবলগীয়া একো নাই। তাৰ উপৰি দেশবৈৰীৰ সন্ধান পালে তাক চৰকাৰক জনোৱা নাগৰিকৰ কৰ্তব্য। গতিকে মই যাবলৈ ওলালোঁ। এনেতে জেৰিনাই একাপ চাহ আনি দিলে। খৰ-খৰকৈ চাহখিনি খাই মই জেৰিনাক শুনাকৈ ক'লো— 'মই তৎক্ষণাৎ দোকানৰ পৰা আহোঁ, মোৰ এটা জৰুৰী সকাম আছে। তেওঁ আহেমানে মই ঘূৰি আহি পাম।'

এই বুলি কৈ মই চাইকেল লৈ আহিলোঁ। আহিবৰ সময়ত মই আলিমুন্নিচাৰ চকুৰফালে চালোঁ, তাইনো বাৰু শেষ মুহূৰ্তত কি কয়। কিন্তু দেখি আচৰিত হ'লোঁ যে আলিমুন্নিচা একৰকম অধীৰ হৈ উঠিছে। মোক চকুৰে ইঙ্গিত দিলে আৰু ক'লে— 'অতি সোনকালে আহক ককাইদেউ, দেৰি নকৰিব। তেওঁ হয়তো দেৰি হ'লে গুচি যাব পাৰে।' জেৰিনাই তাই কোৱা কথা বিশ্বাস কৰি কয়— 'হয় ককাইদেউ, পলম হ'লে খাই-বৈ গুচি যাব। মোৰ ভাত হ'লেই।'

'বাৰু' বুলি কৈ মই গুচি আহিলোঁ। বাহিৰলৈ আহি খুব যোৰেৰে চাইকেল মাৰিলোঁ। অতি কম সময়ৰ ভিতৰত গৈ থানা উঠিলোঁ। থানাৰ ও চিজন মুছলমান। দুই-এজন মানুহে কোৱা শুনিছোঁ যে পাকিস্তানী মানুহ দেখুৱাই দিলে তেওঁ বোলে ভেকাহি মাৰি কয়— 'ডৰীয়া মুছলমান দেখিলেই পাকিস্তানী দেখা নেকি?' পুলিচ কৰ্মচাৰীৰ এনেবোৰ কথাই মানুহৰ মনত বহুত ভুল বুজাবুজিৰ সৃষ্টি কৰিছিল। মই গৈ অলপ শঙ্কাপূৰ্ণভাৱে কথাষাৰ ক'লোঁ যে গাড়ীগাঁৱত এজন পাকিস্তানী আছে আৰু সি ঘৰজোঁৱাই হৈ আছিল; এতিয়া সি পলাবলৈ যো-জা কৰিছে, আপুনি তৎক্ষণাৎ গৈ অনুসন্ধান কৰিব লাগে। তাৰ কাৰণেই মই লৰি আহিছোঁ।' মোক তেওঁ চিনে। বোধহয় খাতিৰ নকৰিলেও অলপ ভয় কৰে, কাৰণ শিক্ষিত মানুহক ভয় কৰা স্বাভাৱিক। তেওঁ সহজভাৱে কথাটো ল'লে আৰু চাৰিজন পুলিচ লগত লৈ মোৰে সৈতে তেওঁ জেৰিনাইতৰ ঘৰলৈ ওলাল। আমি যেতিয়া আহি জেৰিনাইতৰ ঘৰ পাওঁ তেতিয়া মহম্মদে ভাত খাবলৈ বহিছে। আমি আহি পোৱাত আলিমুন্নিচাই এটা মিচিকীয়া হাঁহি মাৰি মোৰ ফালে চালে আৰু দুজন পুলিচক ঘৰৰ পিছফালে থাকিবলৈ নিৰ্দেশ দি তাই ঘৰৰ ভিতৰত সোমাল আৰু পিছফালৰ দুৱাৰখন দাং লগাই দি আউজি থাকিল। আমি বাহিৰত থাকিলোঁ। জেৰিনাই খুৱাই-

বুৱাই তাক উলিয়াই দিলে। সি বাহিৰলৈ আহি আমাক দেখি বিচুৰ্তি খালে। 'পুলিচ কিয় চক্রৱর্তী ডাঙৰীয়া?' সি মোক প্রশ্ন কৰিলে। মই ক'লোঁ— 'তোমাক বিচাৰি আহিছে।'

'কাক বিচাৰিছে?'

'তোমাক। তোমাৰ নাম জানো মহম্মদ আলী নহয়?' দাৰোগাই প্রশ্ন কৰিলে।

'হয়। কিয় বিচাৰিছে?'

'তুমি থানালৈ যাব লাগে।'

'কিয়?'

'থানাত কোৱা হ'ব।'

এনেতে মফিচ আৰু বাপেক কৰবাৰ পৰা আহি পাই কাণ্ড দেখি ভয়তে কঁপিব ধৰিলে। জেৰিনাৰ বৰ ভয় লাগিল কিন্তু আলিমুন্নিচাই নির্ভয়ে আহি চোতালত ঠিয় দিলে। বাপেকে ক'লে— 'কি কাৰণে থানাক যাব লাগে?'

'পাকিস্তানী কাৰণে।'

বাপেক-পুতেক দুয়ো গর্জি উঠিল— 'কোনে ক'লে মহম্মদক পাকিস্তানী বুলি?' দাৰোগাই মোৰ মুখলৈ চালে। আলিমুন্নিচাই বুজি পালে যে দাৰোগাই এতিয়া মোৰ কথা কৈ দি মফিচহঁতৰ লগত মোৰ সম্বন্ধ চিৰকালৰ কাৰণে নষ্ট কৰি দিয়ে। সেই কাৰণে তাই তৎক্ষণাৎ আগবাঢ়ি আহি স্পষ্ট উত্তৰ দিলে— 'মই কৈছোঁ।' বাপেক, পুতেক, জেৰিনা আৰু মহম্মদ আলীয়ে একেলগে চিঞৰি উঠিল—

'তই কৈছ?'

'হয় মই কৈছোঁ।'

'তুমি কি কৈছ দুশ্মনী?'

'মই কৈছোঁ মোৰ স্বামী মহম্মদ আলী এজন পাকিস্তানী গুপ্তচৰ। মহম্মদে দাঁত কৰমৰাই উঠি তাইৰ চুলিকোচাত থাপ মাৰি ধৰিলে। এনেতে পুলিচে তাক টান মাৰি আনি এৰেষ্ট কৰিলে। গাঁৱৰ মানুহ চোতাল ভৰি পৰিল। দাৰোগাই সবিশেষ বিৱৰণ খুজিলে। আব্দুল্লাই কান্দি কান্দি ক'ব ধৰিলে। তেতিয়া আলিমুন্নিচাই পিতাকক ক'লে— 'বাবাজান, মোক এই পাকিস্তানীটো সোধাই দি মোৰ দেহটো অশুচী কৰিছে; এতিয়া দেশখন তাৰ হাতত সোধাই দি ধ্বংস নকৰিব। তাইৰ কথাত মহম্মদৰ গা জ্বলি উঠিল। দাঁত চিপি ক'লে— 'যদি ফিৰি আহিব পাৰো তেন্তে তোৰ......।' এনেতে এজন পুলিচে তাক এক চৰ মাৰি দি ক'লে— 'তোৰ আৰু ফিৰি অহা নহ'ব পাষণ্ড। তোক পাকিস্তানলৈ

চালান দিয়া হ'ব। এনেতে আব্দুল্লাই আগৰ পৰা শুৰিলৈ ঘটনাবোৰ সংক্ষেপতে ক'লে। দাৰোগাই লিখি ল'লে। বাপেকৰ কোৱা হোৱাৰ পাছত দাৰোগাই আলিমুন্নিচাক সুধিলে। আলিমুন্নিচাই সকলো ঘটনা পুলিচৰ আগত বিৱৰি ক'লে। সেইমতে দাৰোগাই তাৰ হাতৰ ঘৰীটো চাই বুজিব পাৰিলে যে ই এটা বাতৰি প্ৰেৰক যন্ত্ৰ। যন্ত্ৰটো পুলিচে হাত কৰিলে। আলিমুন্নিচাৰ কথা শুনি গাঁৱৰ মানুহে তাইক ধন্যবাদ দিলে কাৰণ তাই আমাৰ দেশৰ শত্ৰুক ধৰি দি দেশ সেৱীকাৰ কাম কৰিছে। পুলিচ দাৰোগায়ো তাইক ধন্যবাদ দি প্ৰশংসা কৰিলে দেশৰ এনে সঙ্কটময় কালত নিজৰ স্বাৰ্থ বিসৰ্জন দি এনেভাৱে দেশৰ প্ৰতি কৰ্তব্য কৰা দেখি। বাপেক, ককায়েক আৰু বৌৱেকে হতবাক হৈ ঘটনা চাই থাকিল। পুলিচে তাক লৈ গ'ল।

ইফালে মই আৰু তাত নাথাকি পুলিচৰ লগত গুচি আহিলোঁ। পাছত শুনিলো পুলিচে তাক পাকিস্তানলৈ চালান দিছে।

পিছদিনা পুৱা মই জেৰিনাহঁতৰ ঘৰলৈ গ'লো ঘৰৰ অৱস্থানো কেনে অৱস্থাত আছে তাকে চাবলৈ। গৈ দেখিলোঁ যে ঘৰৰ বিশেষ একো পৰিবৰ্তন হোৱা নাই। বুঢ়াই অলপ বিমৰ্ষ হৈছে কিন্তু মফিচ আৰু জেৰিনাই বিশেষ বেয়া পোৱা বুলি অনুমান নহ'ল। ইফালে আলিমুন্নিচাক বেচ আনন্দময়ী দেখা গ'ল। অনুমান হ'ল যেন তাইৰ মূৰৰ ওপৰৰ পৰা এটা গধূৰ বোজা আঁতৰি গ'ল। তাই মিচিকীয়া হাঁহি মাৰি মোক আগবঢ়াই নিলে আৰু বহিব দি হাঁহি মাৰি সুধিলে— 'আপুনি মোক বেজাৰ পাইছে ককাইদেউ?'

'নাই পোৱা, কিয় বেজাৰ পাম?'

'মই ভুল কৰিলোঁ নেকি ককাইদেউ?'

'তুমি কি বুলি ভাবিছা?'

'মই ভাবিছোঁ মই ভুল কৰা নাই বৰং ভাল কৰিছোঁ। দেশৰ শত্ৰুক খেদি দিছোঁ।'

'ঠিক কৰিছা আলিমুন। তোমাৰ এনে মহৎ ত্যাগৰ বাবে মই পৰম আনন্দিত। তুমি সঁচাকৈ দেশপ্ৰেমীকা।' ইয়াৰ পাছত গোটেইকেইজনৰ লগত এই বিষয়ে নানা আলোচনা কৰি মই ঘৰলৈ ফিৰিলোঁ। সিদিনাৰ পৰাই আলিমুন্নিচাক সকলোৱে শ্ৰদ্ধা কৰা হৈছে। বহুত ডেকা ল'ৰাই তাইক বিয়া কৰাবলৈ মন কৰি ছোৱালী খুজিছিল আৰু গৃহস্থেও দিবলৈ মন কৰিছিল কিন্তু আলিমুন্নিচাই কাকো বিয়া কৰাবলৈ মন নকৰিলে। তাই আৰু গৃহস্থী নকৰিব বুলিয়ে কৈছে। তাইৰ মন কেনেকুৱা তুমি এতিয়া ধৰিব পাৰিছানে? সেই ছোৱালীয়ে তোমাক নাইাহে বৰং নিজস্ব ভাগ্যক

হাঁহিছে। তাৰ প্ৰমাণ চাবৰ বাবে বাৰু যাওঁ বোলাচোন এপাক। বেলিও দুপৰীয়া হ'ব এতিয়া।'

'তোমাৰ কথা শুনি মোৰ কি ধাৰণা হৈছে জানা মাষ্টৰ?'

'কি ধাৰণা?'

'আলিমুন্নিচা বাস্তৱিকতে দেশপ্ৰেমীকা, বীৰাঙ্গনা। পুৰুষে বীৰত্ব দেখুৱাব লাগে যুদ্ধত আৰু তিৰোতাই বীৰত্ব দেখুৱাব লাগে নিজ ঘৰত। আলিমুন্নিচা বৰ মহিয়সী নাৰী হ'ব। তেওঁৰ অন্তৰত বহুত প্ৰেম আছে, এজন পুৰুষে ইমান প্ৰেমৰ গভীৰ নদীত সাঁতুৰি একো পাৰ নাপাব। মহিয়সী নাৰীসকল এনেকুৱাই মাষ্টৰ। মহত্ব আৰু বীৰত্ব প্ৰকাশৰ বাবে মানুহ বেচি বিদ্যান, জ্ঞানী, ধনী আৰু মানী হ'বৰ প্ৰয়োজন নাই। তাৰ উদাহৰণ হিচাপে ফ্ৰান্সৰ জোৱান অব আৰ্ক, অসমৰ জয়মতী কুঁৱৰী, স্বাধীনতা আন্দোলনৰ ঝান্সীৰ ৰাণী· লক্ষ্মীবাই আৰু অসমৰ কনকলতা।'

দুয়ো শ্লুইচ গেটৰ পৰা উঠি আহিলোঁ। দুয়ো আহি আছোঁ।

অলপ গৈ মই ঘৰৰ ফালে অহা ৰাস্তাৰে যাবলৈ ধৰোঁতে আহ্মদে লাহেকৈ ক'লে—

'তুমি দেখো জেৰিনাহঁতৰ তালৈ যাওঁ বুলি কৈছিলা? এই বাটটো তাইহঁতৰ তালৈ যোৱা বাট নহয়। নদীৰ পাৰৰ বাটেৰেহে যাব লাগিব।'

'হ'ব। ব'লা যাওঁ।'

আহ্মদৰ মন যে আলিমুন্নিচাৰ প্ৰতি আকৃষ্ট হৈছে আৰু নিজৰ ভুল যে তেওঁ বুজিছে তাক মই ধৰিব পাৰিলোঁ। মোৰ মনত বৰ ৰং লাগিল। দুয়ো অলপ বেগাই খোজ ল'লোঁ।

শেষত দুয়ো আহি আহি আলিমুন্নিচাহঁতৰ ঘৰ পালো।

## (১৩)

আমি দুপৰীয়া সময়ত গৈ পোৱাত জেৰিনা আচৰিত হ'ল, কিন্তু আলিমুন্নিচাই আচৰিত হোৱা নাই বৰং তাই যেন মনে মনে জানিছিল যে যিকি বুদ্ধি কৰি হ'লেও মাষ্টৰ ককায়েকে আহ্‌মদক লৈ যাব। তাই স্বাভাৱিকভাৱে ব্যৱহাৰ কৰিলে যেন সিদিনাৰ কথা একো নহয়। তাই বৰ বেগাবেগিকৈ চাহ কৰিলে আৰু লুচি ভাজিব ধৰিলে। জেৰিনা আহি বৰ অপ্ৰসন্নভাৱে ৰ'ল আৰু আমাক বহিবলৈ দি সুধিলে—'এই দুপৰীয়াখন কিয় আহিল ককাইদেউ?'

'এনেয়ে খবৰ ল'ম বুলি আহিলোঁ দুয়ো। দুয়ো হিন্দু চুপালে আহিছিলোঁ। যাওঁতে খবৰ লৈ যাম বুলি আহিলোঁ।'

'মোৰ খবৰ ল'বলৈ আহি কাকো অপমান খাবলৈ দিবৰ মোৰ ইচ্ছা নাই ককাইদেউ। মোৰ খবৰ ল'বলৈ কোনেও আহিব নালাগে।'

'তুমি বৰ অভিমান কৰি আছা জেৰিনা, খং নকৰিবা।'

তাই আহ্‌মদৰ ফালে চাই কৈ উঠিল— 'তুমি কিয় আহিলা ককাইদেউ? তুমি আকৌ কিয় এই ঘৰলৈ আহিলা? মই মৰিলেও ভাল আছিল। হায় খোদা, তুমি মোক মাৰি নিনিয়া কিয়?'

তাই অভিমানত কান্দিব ধৰিলে। এনেতে চাহ-লুচিৰ ট্ৰেখন হাতত লৈ জেৰিনাৰ পিছফালৰ পৰা আহিল আলিমুন্নিচা। জেৰিনাৰ এনেকুৱা কথা আৰু কান্দোন দেখি তাই দুৱাৰমুখতে ঠিয় হৈ ট্ৰেখন হাতত লৈ একেথৰে চাই থাকিল নিশ্চলভাৱে। তাকে দেখি মই মাতিলোঁ— 'আহা মুন, আমি যাব লাগে কি আনিছা লৈ আহা।'

মোৰ কথা শুনি তাই সাহস কৰি আমাৰ ওচৰলৈ আহিল। তাই অহাত জেৰিনাৰ ভয়ঙ্কৰ খং উঠিল। আলিমুন্নিচাই ট্ৰেখনৰ পৰা চাহৰ কাপ দুটা আৰু লুচিৰ প্লেট দুখন আনি আমাৰ আগত দিলে। মই চাহকাপ আৰু লুচি লৈ আহ্‌মদকো ল'বলৈ ক'লোঁ। আহ্‌মদে গহীনভাৱে নীৰৱে চাহকাপ হাতত তুলি লৈ লুচিখন হাতত লৈছে মাথোন, এনেতে ভয়ঙ্কৰ ক্ৰোধত উন্মত্তা হৈ জেৰিনাই কৈ উঠিল— 'ককাইদেউ, খবৰদাৰ, আপুনি এই চাহ খাব নোৱাৰে। থৈ দিয়ক।'

'কিয় ?' আহ্‌মদে প্ৰশ্ন কৰে। জেৰিনাই কৈ উঠে— 'আৰুনো কিয়' প্ৰশ্ন আছেনে ? আপুনি এইখন ঘৰলৈ আকৌ আহিব বুলি মই ভবা নাছিলোঁ। আপুনি....!'

এনেতে আলিমুন্নিচাই ফেকুৰি কান্দি উঠিল আৰু আহ্‌মদৰ আগলৈ আহি বৰ কাতৰভাৱে অনুৰোধ কৰিলে— 'মই কাবৌ কৰিছোঁ আপুনি চাহ খাওঁক। মইতো চাহত বিষ দিয়া নাই।'

'চাহত বিষ দিয়া নাই কিন্তু মনত বিষ আছে।' জেৰিনাই কয়।

'আগেয়ে চাহখিনি খাওঁক, পাছত মোৰ বিচাৰ কৰিব ককাইদেউ। মই আজি সেই বাবেই মাতি পঠাইছিলোঁ। মোৰ দোষ হ'লে যি দণ্ড দিয়ে তাকে ল'ম; কিন্তু বিনা বিচাৰে মোক আজি ইমান দিনে কিয় ইমান শাস্তি দিছে? আজি আচামীৰ জবানবন্দী শুনক, আৰু বিচাৰত দোষী হ'লে মোক শাস্তি দিয়ক। তাৰ আগতে মোৰ চাহখিনি খাওঁক ককাইদেউ, মোৰে শপত।'

'নহয় আগেয়ে তেন্তে বিচাৰ হক; তাৰ পাছত চাহ খাব।'

জেৰিনাই জেদ ধৰে। জেৰিনাৰ কথাত আলিমুনে কয়— 'বৌ তুমি মোক ইমান ভুল বুজিলা ? অনাহকতে মোক শাস্তি দি আছা এনেভাৱে। মই কাবৌ কৰিছো বৌ ক্ষমা কৰা।' আলিমুনে হুকহুককৈ কান্দি জেৰিনাৰ হাতত ধৰিলে। এইবাৰ জেৰিনাৰ অন্তৰ পৰিবৰ্তন হ'ল। তাইৰ হৃদয় কুমলি গ'ল। আলিমুন্নিচাই হুক্‌হুক্‌কৈ কান্দি আহ্‌মদলৈ চাই ক'লে— 'আপুনি মোক ক্ষমা কৰক ককাইদেউ; মই বৰ অভাগিনী.....।'

এইবাৰ আহ্‌মদৰ হৃদয় গলি গ'ল। তেওঁ আৰু নোৱাৰিলে। চাহৰ কাপটো থৈ ঠিয় হৈ আগবাঢ়ি গৈ আলিমুন্নিচাৰ মূৰত হাত দি মূৰ-পিঠি পিহি পিহি ক'লে— 'তুমি নাকন্দিবা মুন, তোমাৰ একো দোষ হোৱা নাই। মই তোমাক ক্ষমা কৰিছোঁ মুন; তুমি পবিত্ৰ।' তাৰ পাছত চাহকাপ তুলি লৈ খাব ধৰিলে। ইমান সময়ে নীৰৱ দৰ্শকৰ দৰে চাই থাকি মই হতভম্ব হৈ পৰিছিলোঁ। ময়ো চাহ খোৱা নাছিলোঁ। তাকে দেখি আহ্‌মদে ক'লে— 'চাহ খোৱা চক্ৰৱৰ্তী।' এইবাৰ মোৰ তন্ময়তা ভাঙিল। চাহৰ

কাপত মুখ দিলোঁ। দুয়ো চাহ খাব ধৰিলোঁ। এই সময়ত যে আলিমুন্নিচাৰ মুখ কিমান উজ্জ্বল দেখা গৈছিল! আহ্মদে চাহ খোৱাৰ কাৰণে তাইৰ মনত অপাৰ আনন্দ। এই মুহূৰ্তত জেৰিনাৰ অৱস্থা অলপ অসুবিধাজনক দেখা গ'ল; কাৰণ তাইৰ খং যেন নিষ্ফল হ'ল আৰু তাই এক প্ৰকাৰ জব্দ হ'ল। সেই বাবে নিজক বচাবৰ কাৰণে তাই পুনৰ প্ৰশ্ন কৰিলে— 'যদি একো দোষ কৰা নাই তেন্তে সিদিনা ককাইদেউৰ হাত, ভৰি, চকু দেখুওৱাৰ পাছত কিয় হাঁহিছিলা? ই জানো ককাইদেউৰ প্ৰতি উপহাস নহয়?'

'উপহাস? তুমি কি কৈছা বৌ? মই কোন দিনা কোন মানুহক উপহাস বা ইতিকিং কৰিছো, তুমি ক'ব পাৰানে? তাতে আকৌ তোমাৰ ডাঙৰ ককায়েৰা— যাক লৈ আমি গৌৰৱ কৰোঁ, সেইজনক মই উপহাস কৰিম? এনে কথা যে তুমি সিদিনা কেনেকৈ ভাবিলা তাকে ভাবি ভাবি মই আচৰিত হৈ যাওঁ। যাক মই ইমান দিনে প্ৰাণেৰে শ্ৰদ্ধা-ভক্তি কৰি আহিছোঁ সেইজনক মই উপহাস কৰিম? তুমি মোৰ লগত থাকিও মোক নুবুজিলা বৌ?'

'বাৰু বুজাই কোৱাচোন?'

'মই কি বুজাই ক'ব লাগে বৌ, তুমি কি মোৰ জীৱনৰ দুখৰ কাহিনী নাজানা? মাষ্টৰ ককাইদেউৱে সকলো বুজিছে কাৰণে মোক খং কৰা নাই। মই কিয় হাঁহিছিলোঁ জনানে? যেতিয়া ককাইদেউৱে হাত, ভৰি, চকু পাকিস্তানী অনুপ্ৰৱেশকাৰীয়ে আঘাত কৰি তেনেকুৱা কৰা বুলি ক'লে তেতিয়া মোৰ মনত পৰিল মোৰ স্বামীৰূপী পাকিস্তানী গুপ্তচৰটোৰ কথা। ময়ো সেই পাকিস্তানীক ভাল শিকনি দি আমাৰ ঘৰৰ পৰা আৰু দেশৰ পৰা খেদি দিছোঁ। তাৰ আস্ফালন আৰু মোৰ চুলিত ধৰা কথা মোৰ মনত পৰিছিল আৰু তাৰে ভাল প্ৰতিশোধ মই দিছোঁ। লগে লগে মোৰ মনত আনন্দ লাগিল এই বুলিয়ে যে যি পাকিস্তানীয়ে আমাৰ ককাইদেউক এনে আঘাত কৰিলে, সেই পাকিস্তানীক ময়ো ভাল আঘাত কৰিছোঁ। মই প্ৰতিশোধ লৈছোঁ। সেই প্ৰতিশোধৰ কথা মনলৈ অহাৰ কাৰণে মোৰ আনন্দ লাগিছিল আৰু তাৰ কাৰণেই হাঁহিছিলোঁ। মোৰ হাঁহি মোৰ ভাগ্যক লৈ বৌ, আনক লৈ নহয়।'

আলিমুন্নিচাৰ কথা শুনি জেৰিনাই তধা লাগি চাই ৰ'ল। তাই তাইৰ ভুল বুজিব পাৰি নিজে নিজে যেন লাজ পালে। হাঁহি মাৰি ক'লে— 'ইমানবোৰ কথা ভাবিবৰ মোৰ মূৰ আছেনে? আমি চিধা-চিধি বুজিছিলোঁ। তোমাৰ দৰে বাতৰি কাকত, উপন্যাস আদি পঢ়া থাকিলেহে জানিব পাৰিলোহেঁতেন। যি হৈছে গৈছে, এতিয়া যোৱা, ককাইদেউহঁতক তামোল আনি দিয়া। ককাইদেউহঁতে ভাত খাই অহা নাই

নহয়?'

আহ্মদে ক'লে— 'ভাত খাই অহা নাই, কিন্তু ইয়াত নাখাওঁ; ঘৰত আয়ে ৰখি থাকিব।'

'নহয় ককাইদেউ, ভাত খাই যাব লাগিব, মই ভাত বনাম।'

হাঁহি মাৰি আহ্মদে ক'লে— 'মই বাৰু খালোঁ, পিচে এই বামুণৰ গতি কি হ'ব?'

হাঁহি মাৰি লাহেকৈ আলিমুন্নিচাই ক'লে— বামুণবিলাকৰ বেচিভাগ দিন লঘোন দিওঁতে যায়। যজমানৰ ঘৰত কেতিয়াবাহে পাগমাৰি খায়; বাকী সময়ত জলপান খাওঁতে যায়। আজি আমি যেনিবা যজমান, গতিকে জলপান কৰিব।'

কথাষাৰ এনে সহজ সুৰত ৰগৰ কৰি ক'লে যে সকলোটিয়ে হাঁহি দিলোঁ। আলিমুন্নিচাৰ আগৰ কথাত আহ্মদে বৰকৈ মুগ্ধ হৈছিল, এতিয়া ৰগৰৰ কথা শুনি মুখ ফুটাই ক'লে— 'আলিমুন্নিচা অকল বীৰাঙ্গনাই নহয়, ৰস-ৰঙ্গণাও। বাস্তৱিকতে তোমাৰ অন্তৰখন ইমান সুন্দৰ!' আহ্মদে বৰ আৱেগপ্ৰৱণাভাৱে কথাষাৰ ক'লে ভনীয়েক আৰু মোৰ আগত। তেওঁ নাভাবিলে কথাষাৰ ক'ত পৰিল গৈ। আলিমুন্নিচাই লাজ পালে। ভিতৰ সোমাই গ'ল। জেৰিনাৰো লাজ লাগিল। তাই মেকুৰিটো খেদা চুতা কৰি পাকঘৰলৈ গ'ল। মই দেখিলোঁ আহ্মদে কথাষাৰ উপলব্ধি কৰি সেমেনা-সেমনি কৰিলে। মই এই সংকটজনক পৰিস্থিতিৰ হাত সৰুৱাবৰ বাবে কৈ উঠিলোঁ— 'সুন্দৰ অন্তৰতহে সুন্দৰ কথাৰ জন্ম হ'ব পাৰে। দাৰ্শনিকসকলৰ মতে মন সুন্দৰ নহ'লে বাহ্যিক বস্তুত সৌন্দৰ্য উপলব্ধি কৰা নাযায়। গতিকে এই কথাই প্ৰমাণ কৰে যে তোমাৰ মন সুন্দৰ। তোমাৰ মন সুন্দৰ বাবেই আনক সুন্দৰ দেখিছা।' কথাষাৰ ঘূৰাবৰ সুবিধা পায় আহ্মদেও কৈ উঠিল— 'ইংৰাজ কবি কলেৰিজৰ মতে মনৰ সৌন্দৰ্য থাকিলেহে জগতৰ সৌন্দৰ্য দেখা যায়।'

এনেকৈ এই কথাষাৰ দাৰ্শনিক পৰ্যায়লৈ পৰ্যবসিত কৰি সহজ ভাবলৈ আনিলোঁ।

তাৰ পাছত জলপান খাই দুয়ো উঠিলোঁ।

আহ্মদে মোৰ যাত্ৰা দলত সোমাবলৈ মন কৰিলে। তেওঁৰ উদ্দেশ্য দেশত মানুহৰ মাজত দেশপ্ৰেম জগাই তোলাতো। তেওঁৰ ইচ্ছা আছিল নাটক লিখি চীন-ভাৰত আৰু পাক-ভাৰত যুদ্ধৰ কাহিনীবোৰ লিপিবদ্ধ কৰি মানুহৰ মাজত প্ৰচাৰ কৰা আৰু ভাৰতীয় জনগণৰ মনত দেশাত্মবোধৰ ভাব জগাই তোলা। কিন্তু দুৰ্ভাগ্য যে তেওঁৰ অস্ত্ৰধৰা বা কলম ধৰা সোঁহাতখনেই নাই— ছিঙিছে। গতিকে তেওঁ মন কৰে তেওঁ কাহিনীবোৰ মুখেৰে কৈ যাব আৰু তাক মই লিখি যাম। শেষত মই মান্তি হ'লোঁ। মোৰ অসুবিধা বহুত। গান পাৰ্টীৰ চালক হিচাপে মই পালা ৰাখিব লাগে, আন মানুহৰ লগত চুক্তিপত্ৰ কৰিব লাগে, অভিনেতা-অভিনেত্ৰীসকলৰ খোৱা-বোৱা, থকা, পিন্ধাৰ ব্যৱস্থা কৰিব লাগে, নাটক বাছনি কৰিব লাগে আৰু সেই নাটকৰ আখৰা দিয়াব লাগে। দৰকাৰী ক্ষেত্ৰত নিৰ্দেশ দিব লাগে, শিকাব লাগে; গান মাষ্টৰক সুবিধা কৰি দিব লাগে ইত্যাদি নানা কামৰ লেঠাৰ বাবে মই সময় উলিয়াব নোৱাৰোঁ। তথাপি বন্ধুৰ অনুৰোধ ৰাখিব লাগিব। মোৰ অসুবিধাবোৰ দেখি তেওঁ ক'লে যে তেওঁ সদায় মোৰ লগতে থাকিব আৰু যেতিয়া সময় ওলায় সেই চেগতে লিখা কাম আৰম্ভ হ'ব। তাৰ উপৰি তেওঁ গান জানে। তেওঁ গান শিকাব, দৰ্কাৰ হ'লে নিজেও গান গাব। তেওঁ নাটকত তেওঁ নিজে অভিনয় কৰিব। এইবোৰৰ কাৰণে যি কষ্ট হয় তাক তেওঁ স্বীকাৰ কৰিব। তেওঁৰ কথাত মই মান্তি হ'লো, উপায়ো নাই। মোৰ বন্ধুজনৰ বাৰু মই কিহৰে উপকাৰ কৰিম? তাকে ভাবি তেওঁক মই নিয়োগ কৰিলো মোৰ যাত্ৰা দলত! অৱশ্যে উচ্চশিক্ষিত আৰু বহিৰ্জগতৰ লগত পৰিচিত ব্যক্তিৰ সমাগমত মোৰ দল শক্তিশালী

হ'ব তাত সন্দেহ নাই। তাৰ উপৰি সামৰিক লোক এজনৰ অভিনয়ত মোৰ দলৰ প্ৰচাৰ বৰ ভালকৈ হ'ব। গতিকে বন্দবস্ত ঠিক হ'ল। মই তেওঁক পাৰিশ্ৰমিক ল'বলৈ প্ৰস্তাৱ কৰিলোঁ; আহ্‌মদে ক'লে যে লাভ হ'লে যি ইচ্ছা তাকে দিব; তাৰ আগতে কেৱল খোৱা খৰছখিনি দলৰ লগত পালেই তেওঁৰ হ'ব। মোৰ একো কথা নাই। মই মনতে ভাবিলোঁ, আহ্‌মদ বুদ্ধিমান আৰু কাৰ্যদক্ষ লোক; বোধহয় দলৰ লাভালাভৰ চিন চাই শেষত কিজানি অংশীদাৰেই হয়। মোৰ এই অভিনয়ৰ দলটি সমবায় পদ্ধতিৰে গঠিত। ইয়াত কুৰিজন লোকৰ অংশ আছে আৰু প্ৰত্যেক অংশীদাৰেই অভিনেতা। গতিকে আহ্‌মদৰ মনৰ ভাব মই ধৰিব পাৰি সুখী হ'লোঁ।

কেইদিনমান একেৰাহে আখৰাত উপস্থিত থাকিল আহ্‌মদ। মই বৰ ভাল পালোঁ। দলৰ বাকীবিলাকেও বৰ ৰং পালে আহ্‌মদৰ দৰে নাম কৰা লোক এজনে দলত ভৰ্তি হোৱা বাবে। অন্ততঃ তেওঁৰ আগমনত আমাৰ দলৰ গৌৰৱ বাঢ়িল।

কেইদিনমান পাছৰ কথা। এদিন হঠাতে আহ্‌মদৰ মাকৰ আকৌ সেই বাতবিষৰ বেমাৰটো আৰম্ভ হ'ল। আহ্‌মদে আখৰালৈ আহিব পৰা নাই। মাকৰ শুশ্ৰূষা কৰিব লাগে। ঘৰখনৰ বৰ বেমেজালি লাগি পৰিল। এইবাৰ মাকৰ বেমাৰ আগৰবাৰতকৈ টান। ময়ো খবৰ লৈ আছোঁ প্ৰত্যেক দিনে। শনিবাৰে বৰ টান হ'ল। আকবৰে ভনীয়েক জেৰিনাক লৈ আহিল। লগত আহিল আলিমুন্নিচা। ঘৰ পাই মাকৰ অৱস্থা দেখি জেৰিনাই হুক্‌হুককৈ কান্দিব ধৰিলে। কেঁচুৱাটোক আলিমুন্নিচাৰ কোলাত দি জেৰিনাই মাকৰ কাষত বহি 'মহামাষ' তেল মালিচ কৰিব ধৰিলে পিঠিত। ইতিমধ্যে ভৰিত মালিচ কৰি আছিল আহ্‌মদে। আকবৰে কবিৰাজৰ ওচৰলৈ গ'ল। বুঢ়াই মূৰে-কপালে হাত দি বাহিৰৰ বাৰান্দাত বহি আছে। মই আহি ঘৰৰ পৰিস্থিতি দেখি অনুমান কৰিলোঁ যে আজি কথা বিষম! মই ভয়ে ভয়ে ভিতৰ সোমাই গ'লোঁ। দেখিলোঁ দুয়ো ভায়েক-ভনীয়েকে চকুলো টুকি মাকৰ গাত তেল মালিচ কৰি আছে। গাৰ বিষত মাকৰ কথা ক'বৰ ইচ্ছা নাই। মোক দেখি কেকাই কেকাই ক'লে— 'বোপা মাষ্টৰ আহিছা; আহা বোপা, মই আৰু ইহজন্মৰ বাবে তোমালোকক এৰিম। উহ্! আল্লাই মোক পাৰ কৰিলে ৰক্ষা পৰোঁ। মইনো কি গুণাহ কৰিছিলোঁ যে খোদাই মোক এনে নিকাৰ ভুঞ্জাব ধৰিছে। উহ্ খোদা!'

মই কাষলৈ গৈ সান্ত্বনা দি ক'লোঁ— 'একো দুখ নকৰিব আমৈ, আপুনি ভাল হৈ যাব।'

'মই আৰু ভাল নহওঁ বোপা। মোৰ এইবাৰ নিস্তাৰ নাই। মই মৰিম তাত দুখ নাই বোপা, পিচে মৰাৰ আগতে মোৰ ল'ৰা দুটিৰ একো ব্যৱস্থা কৰি লৈ যাব

নোৱাৰিলোঁ, সেয়ে দুখ। বিশেষকৈ ডাঙৰ বোপাৰ বাবে মোৰ হিয়া পুৰি যায় বোপা, মোৰ অবিহনে তাৰ কি গতি হ'ব! উহ্ আল্লা।'

'আপুনি তেওঁৰ বাবে একো চিন্তা নকৰিব। যি মহান আল্লাই তেওঁক জন্ম দিছে, তেঁৱে তেওঁৰ ব্যৱস্থাও কৰিব, নহ'লেনো দুখন যুদ্ধতো নমৰি ফিৰি আহিব পাৰেনে? সকলো সেই মালিকৰ ইচ্ছা। এতিয়াও তেওঁ তেওঁৰ কিবা ব্যৱস্থা ৰাখিছে। আপুনি বা আমি চিন্তা কৰি লাভ নাই। কেৱল কৰ্তব্য-কাম কৰি যাব লাগে। গীতাত সেইবাবেই ভগৱান শ্ৰীকৃষ্ণই কৈছে যে— 'কৰ্মণ্যে ৱাধিকাৰস্তে মা ফলেষু কদাচন।' কাম কৰি যাব লাগে, কিন্তু ফলৰ আশা কৰিব নালাগে। নিস্কাম কৰ্মযোগেই হৈছে মানুহৰ কৰ্তব্য আৰু তাতেহে মানুহে শান্তি পাব পাৰে।'

'কথাবোৰ বুজাত আমাৰ ভুল হয় বোপা; জানিও পালন কৰিব নোৱাৰোঁ।'

'এয়েতো মায়া বা অবিদ্যা আমৈ। এই অবিদ্যাৰ অহমিকা দূৰ নহ'লে প্ৰকৃত জ্ঞান পাব নোৱাৰি। মায়া দূৰ কৰিবৰ চেষ্টা কৰিব লাগে।'

'মায়াৰে আবৰা এই সংসাৰ বোপা, তাক আমি কেনেকৈ এৰিম?'

'এনেতে কেইকাপমান চাহ লৈ হাজিৰ হ'ল আলিমুন্নিচা। তাই ইতিমধ্যে কেঁচুৱাটোক আতেকৰ কোলাত দি চাহ কৰিবলৈ গৈছিল। চাহ আনি সকলোৰে আগত টেবিলখনৰ ওপৰত থ'লে আৰু মোক লক্ষ্য কৰি ক'লে— 'মাষ্টৰ ককাইদেউ, চাহ খাওঁক।'

মই মূৰ তুলি চোৱাৰ লগে লগে আটাইকেইজনে তাইৰ ফালে চালে। তাইৰ ধুনীয়া মুখ, সুমিষ্ট বাক্য আৰু অমায়িক ব্যৱহাৰত সকলোৱে মুগ্ধ হয়। আহ্‌মদৰ মাকে এবাৰ তাইৰ ফালে চাই ক'লে— 'আই মুন, বৰ ভাল কৰিছ মোৰ আই; তই মোৰ জেৰিনাৰ দৰে মৰমৰ; মোৰ দুখ দেখি বাচাই সকলো নিজেই বুজিছে। নিজৰ ঘৰৰ দৰে ঘৰখনৰ কাম-কাজ তই কৰিছ আই। মই বৰ ভাল পালোঁ। বোপা চাহ খোৱা।'

মাকৰ কথাত আমি সকোলিটিয়ে চাহ খাব ধৰিলোঁ। জেৰিনাই সুধিলে—

'ইদ্ৰিচক কাক দিলা?'

পিতাৰ হাতত।'

'আমাৰ বাবাজনৰ কোলাত?'

'হয়।'

'তাক লৈ আহা, মই অলপ পিয়াহ খুৱাওঁ।'

'বাৰু।' আলিমুন্নিচা বাহিৰলৈ যায়। জেৰিনাৰ মাকে একেথৰে তাই যোৱাৰ ফালে চাই থাকে। মই লক্ষ্য কৰিলোঁ। অব পাছত মাকে ক'লে— 'এইজনী বৰ ভাল

ছোৱালী বোপা। মই আগতে বৰ ভুল কৰিছোঁ....। আজি অনুতাপ আহিছে। মই সেইবাৰতে ডাঙৰ বোপালৈ বিয়া কৰোৱা হ'লে...... হায় খোদা!'

'সেইবোৰ কথা কৈ লাভ নাই আই। যি হৈছে তাক আৰু ফিৰাব নোৱাৰি।' জেৰিনাই কয়।

'এতিয়াও দেখো চেষ্টাৰ সময় আছে আমৈ?'

'তাই আৰু বিয়াত নবহে। জেৰিনাই দৃঢ়ভাৱে কয়।

আহ্মদে লাজ পাই কৈ উঠিল— 'এইবোৰ কতা আলোচনা কৰা বৰ ভুল হৈছে মাষ্টৰ। যেই-সেই সময়ত যাকে-তাকে যেই-সেই কথা কোৱা ভুল। এইবোৰৰ পৰা লোকে বৰ বেয়া পায়। এই কথা বন্ধ কৰা।'

আমি নিস্তব্ধ হৈ ৰ'লোঁ। ইতিমধ্যে কেঁচুৱাটো লৈ আহি আলিমুন্নিচাই জেৰিনাৰ কোলাত দিলে। আমাৰ আলোচনা বোধহয় আলিমুন্নিচাৰ কাণত পৰিছে, তাই নীৰৱভাৱে আঁতৰি গ'ল পাকঘৰলৈ।

ইতিমধ্যে কবিৰাজ লৈ আকবৰ আহি পালে। কবিৰাজে বেমাৰী পৰীক্ষা কৰি ঔষধৰ ব্যৱস্থা কৰি দিলে। ঔষধ-পাতিৰ ব্যৱস্থা কৰি দি কবিৰাজ উঠিল। জেৰিনাই মাকৰ কাষত বহি পুতেকক পিয়াহ খুৱাব আৰম্ভ কৰা দেখি আহ্মদ আৰু মই বাহিৰ হৈ আহিলোঁ। কবিৰাজক সুধিলোঁ বেমাৰীৰ বিষয়ে। কবিৰাজে ক'লে যে বেমাৰীৰ অৱস্থা বৰ বেয়া। কলিজা দুৰ্বল দেখা গৈছে। বৰ সাৱধানে শুশ্ৰূষা কৰিব লাগিব। 'দৰ্কাৰ হ'লে মোক খবৰ দিব। ঔষধ-পাতি খুওৱাত নিয়মিত হ'ব। মালিচ কৰি থাকিব।'

এনেকৈ কৈ কবিৰাজ উঠি গ'ল। আমি চোতালত বহি বেমাৰৰ বিষয়ে আলোচনা কৰিলোঁ। কিছুসময় পাছত বেমাৰীক মাত লগাই মই ফিৰি আহিলোঁ। তেওঁ মোক ক'লে— 'বোপা মাষ্টৰ, তুমি মোৰ ডাঙৰ বেটাৰ দৰে মৰমৰ, তোমাক নেদেখিলে মই থাকিব নোৱাৰোঁ। তুমি আহি থাকিবা বোপা।'

'নিশ্চয় আহিম আমৈ। কোনো চিন্তা নকৰিব।'

এনেকৈ কৈ মই জেৰিনাইতক মাত লগাই ঘৰলৈ আহিলোঁ। ৰবিবাৰ ৰাতি পুৱাতে মই গ'লো আকৌ। শুনিলোঁ যে ৰাতি বৰ ভালেই গৈছিল। পিচে ৰাতিপুৱাৰ পৰা আকৌ বিষ আৰম্ভ হৈছে। মই গৈ দেখিলোঁ জেৰিনাই কিষ্টিত ঔষধ পিহি আছে; আলিমুন্নিচাই বেমাৰীৰ ভৰি পচানত বহি মালিচ কৰি আছে। আহ্মদে মূৰ শিতানত বহি বিচি আছে আৰু আকবৰে লৰালৰি কৰি কবিৰাজৰ তালৈ যাবলৈ ওলাইছে। মই গৈ দেখি বৰ সন্দেহ কৰিলোঁ। ভিতৰ সোমাই গৈ বেমাৰীৰ ওচৰত বহি থকা

আহ্‌মদক সুধিলোঁ— বেমাৰী কেনে আছে?'

'ৰাতি ভালেই আছিল, এতিয়া দেখো কথা-বতৰা ক'ব নোৱাৰা হৈছে।'

ওৰে ৰাতি উজাগৰে থাকি আলিমুন্নিচাৰ টোপনিৰ ভাব হৈছিল। মই যোৱাত তাইৰ টোপনি ভাঙিল। লাজৰ হাঁহি এটা মাৰি তাই ক'লে— 'ককাইদেউ আহিছে? বহক।' তাই উঠি আহি চিয়াৰখন টানি আনি মোক বহিব দিলে; আৰু মালিচ কৰিব ধৰিলে। আজি যেন আলিমুন্নিচাই লাজ লাজ কৰিছে আহ্‌মদ আৰু মোক। কাৰণটো বুজিবৰ মোৰ বাকী নৰ'ল। যোৱা কালিৰ মাকৰ কথাৰ পৰাই যে এই ভাবৰ উদয় হৈছে তাক মই বুজিব পাৰিলোঁ। আহ্‌মদেও তাইক কিবা ক'বলৈ কংকোচবোধ কৰিছে. তায়ো আহ্‌মদক লাজ কৰিছে। মই সহজভাৱেই ক'লোঁ— 'তোমালোকে বৰ কষ্ট পাইছা মুন? ৰাতি উজাগৰে আছিলা নেকি?' তাই লাজভাৱে ক'লে— 'দৰ্কাৰ হৈছিল।'

'বিশেষ দৰ্কাৰ নাছিল। মই হাক দিছিলোঁ, তথাপি তেওঁ নুশুনিলে।' আহ্‌মদে ক'লে।

'বাৰু এতিয়া কেনে ব্যৱস্থা কৰিছা?'

'ঔষধ-পথ্য খুৱাইছোঁ। কবিৰাজকো আনিবলৈ গৈছে।'

এনেতে ঔষধ আনি জেৰিনাই মাকক খুৱালে। মই মাতিলো; মাকে ভালকৈ মাতিব নোৱাৰিলে— অৱশ হৈছে। কিছু সময় সকলো নীৰৱ হৈ আছোঁ। শেষত জেৰিনাই ক'লে— 'ককাইদেউ, আইৰ আজি জ্ঞান নাই। মাতিব নোৱাৰে। কিযে হয় আল্লাইহে জানে।'

'একো ভয় নকৰিবা জেৰিনা; আমৈ ভাল হ'ব।'

এনেতে বাহিৰত কবিৰাজ আৰু আকবৰৰ মাত শুনা গ'ল।

'কবিৰাজ বোধকৰো আহিল।' মই ক'লোঁ। আলিমুন্নিচা উঠি গ'ল বাহিৰলৈ। বাহিৰৰ পৰা চিয়াৰ এখন আনি বেমাৰীৰ কাষত পাৰি দিলে; ইতিমধ্যে কবিৰাজ ঘৰৰ ভিতৰত সোমাইছিল। সেই চিয়াৰখনতে বহিল আৰু ক'লে— 'চক্ৰৱৰ্তী দেখো, কেতিয়া আহিছে?'

'অলপ আগতে আহিলোঁ শৰ্মা।'

কবিৰাজ শৰ্মাই বেমৰাৰী পৰীক্ষা কৰিলে। পৰীক্ষা কৰি উঠি ক'লে— 'ঔষধ ঠিকমতে খুৱাব লাগিব।' তাৰ পাছত বাহিৰলৈ ওলাই গ'ল। আলিমুন্নিচাই কবিৰাজক হাত ধুবলৈ পানী আৰু মচিবলৈ গামোচা দিলে। কবিৰাজ শৰ্মাই হাত ধুই উঠি চোতালত চিয়াৰত বহিল। আমিও বাহিৰলৈ আহিলোঁ। তেওঁ এপালি ঔষধ দিলে

আৰু ক'লে— 'ই ৰসায়ণ জাতীয় ঔষধ। বৰ মাৰাত্মক।' মই সুধিলোঁ— 'বেমাৰীক কেনে দেখিলে শৰ্মা?'

'বেমাৰীৰ গতি আজি বৰ বেয়া। আজি দিনৰ ভিতৰত এই ঔষধে কাম কৰিলে বেমাৰী বাচিব নহ'লে......। চৱিশ ঘণ্টাৰ ভিতৰত মাত দিলে বেমাৰী ভাল হ'ব। মই আটাইতকৈ উৎকৃষ্ট ঔষধ দিলোঁ। এতিয়াই এই বড়িটো মাৰি খুৱাব লাগিব।'

এই বুলি বড়িটো জেৰিনাৰ হাতত দিলে। জেৰিনাই বড়ি মাৰিব ধৰিলে। কবিৰাজে নিজে বড়িটো খুৱাই এঘণ্টামান বাট চালে। বেমাৰী যেন গভীৰ তন্দ্ৰাত নিমগ্ন। আৰু কিছু সময় থকাৰ পাছত কবিৰাজে বিদায় ল'লে। আমি বেমৰীৰ কাষত পহৰা দিলোঁ। সকলোৰে মুখৰ মাত হৰিল। সকলোৰে মুখত উদ্বিগ্নতাৰ চিন স্পষ্ট হৈ উঠিছে। কাম-কাজবোৰ যথা নিয়মে কৰি গৈ আছে। বেমাৰীৰ কাষত আহ্‌মদ, মই আৰু জেৰিনা। আলিমুন্নিচাই ঘৰৰ যাৱতীয় কাম-কাজ কৰি আছে।

আবেলি চাৰিটামান বজাত বেমাৰীয়ে মাত দিলে। এঙামুৰি দি এবাৰ পানী খুজিলে। আহ্‌মদে তৎক্ষণাৎ মাকক পানী খাবলৈ দিলে। মাকে সেহাই সেহাই সুধিলে— 'ৰাতিপুৱালনে বোপা?'

'ৰাতি হোৱা নাই আই, এতিয়া গধূলি হ'ব।'

'উহ আল্লা!'

জেৰিনাই মাকৰ কাষত বহি গা পিহি ক'লে— 'গা কেনে পাইছা আই?'

'অলপ ভাল পাইছোঁ।'

সকলোটিয়ে স্বস্তিৰ নিশ্বাস পেলালে। বুজিলোঁ এই যাত্ৰাত ৰক্ষা পৰিল। গধূলিৰ লগে লগে মই ফিৰি আহিলোঁ।

এনেভাৱে চাৰিদিন গ'ল। বেমাৰী ঠিক একে ৰকমে আছে। ভালকৈ কথা-বতৰা ক'ব নোৱাৰে। মাজে মাজে ভুল হয়। মই প্ৰতিদিনে বেমাৰীৰ খবৰ লৈ আছোঁ। এইকেইদিনৰ ভিতৰতে আলিমুন্নিচা আহ্‌মদহঁতৰ ঘৰৰ গৃহিনীৰ দৰে হৈ পৰিছে। ঘৰৰ যাৱতীয়া কাম-কাজ তাইয়ে সমাধা কৰিছে। ভাত ৰন্ধা, চাহ কৰাৰ পৰা ঔষধ-পথ্য তৈয়াৰ কৰালৈকে সকলো কাম তাই নিয়াৰিকৈ কৰি গৈছে যেন আহ্‌মদৰ মাকেহে ঘৰ চলাইছে! অতিথি শুশ্ৰূষা কৰাৰ পৰা বেমাৰীৰ আলপৈচান ধৰালৈকে তাইৰ মূৰত। আকবৰ আৰু জেৰিনাৰ বাবে আলিমুন্নিচা যেন ঘৰৰ অপৰিহাৰ্য লোক। সকলো কাম আৰু কথাতে কেৱল মুন, কেৱল মুন। এই কৰা মুন, এইবিধ দিয়া মুন, ইফালে আহা মুন, ভাত দিয়া মুন, চাহ দিয়া মুন, ইত্যাদি শ শ প্ৰশ্ন আৰু আদেশ যেন তাই পালন কৰিব লাগে। বুঢ়ীই সকলো কথাতে সদায় মাতে— 'আই মুন, এইফালে মোক

এইখন দিয়া, সেইখন আনা' আদি আদেশ। ইফালে আহ্মদেও বাধ্য হৈ লাজ আৰু সংকোচেৰে পৰোক্ষভাৱে কয়— 'এইখন আনি দিলে ভাল আছিল। এই বিধৰ দৰ্কাৰ আছিল, এইখিনি নহ'লে দিগদাৰ হ'ল; চাহ খাবলৈ মন আছিল' ইত্যাদি পৰোক্ষভাৱে আদেশ কৰে আলিমুন্নিচাক। তাই লাজ লাজ কৰি আদেশবোৰ পালন কৰে। পেটে পেটে তাই বৰ খুচি হৈ যায় আহ্মদে তাইৰ নামকাঢ়ি নামাতি এনেকৈ কোৱাত। তেওঁ তাইক আৰু নাম কাঢ়ি নামাতে আৰু তায়ো তেওঁক ককাইদেউ বুলি আগৰ দৰে নামাতে। মই কথাটো লক্ষ্য কৰিলোঁ। মোৰ মনত বেলেগ ধাৰণা হ'ল। বোধহয় দুয়োৰো মনৰ খবৰ কিজানি দুয়ো পালে? কাঠে কাঠে মিলি যায়। চুম্বকে লো চিনে। মই একো নকৈ ভালকৈ লক্ষ্য কৰি গৈছোঁ।

সিদিনা আবেলিপৰত মই আহ্মদহঁতৰ ঘৰলৈ গৈছোঁ মাকৰ খবৰ ল'বলৈ। মই গৈ মাকৰ ওচৰত বহিছোঁ। জেৰিনাই মাকৰ কাষত বহি পুতেকক পিয়াহ খুৱাই মাকৰ লগত কথা পাতি আছিল। বোধহয় আহ্মদৰ বিয়াৰ বিষয়ে। মই যোৱাত কথাষাৰ ভালকৈ আলোচনা কৰিবলৈ মন কৰিলে। মই বহাৰ পাছত অলপ-চলপ কথা হোৱাৰ পাছত মাকে ক'লে— 'মাষ্টৰ বোপা, ডাঙৰ বোপাৰ বিয়াখন পাতিব নোৱাৰিনে? দেখিছাইতো ঘৰখন চলাবলৈ তিৰোতা মানুহৰ দৰ্কাৰ হৈ পৰিছে।'

'বিয়া পাতিব নোৱাৰাৰ কি কাৰণ আছে আমৈ। পৰা যাব।'

'কেনেকৈ পাৰিবা। ককাইদেউ; ছোৱালী কোনে দিব?' জেৰিনাই কয়।

'সেয়াতো সমস্যা। বাৰু তুমি ক'তো অনুসন্ধান কৰিব নোৱাৰানে বোপা?' মাকে কয়।

'চেষ্টা কৰিম। আপুনি ভাল হৈ উঠক আগতে। আহ্মদ ক'লৈ গ'ল?'

জেৰিনাই ককায়েকক মাতিবৰ বাবে ওলাই গ'ল। তাই গৈ ককায়েকৰ ঘৰৰ দুৱাৰমুখ পাই ভিতৰত কথা-বতৰা কোৱা শুনিলে। জেৰিনাই আৰু নামাতিলে। ফিৰি আহিল। ককায়েকৰ লগত আলিমুন্নিচাই আলাপ-আলোচনা কৰা দেখি লাজতে গুচি আহিল আৰু মোক ক'লে— 'বোধহয় ককাইদেউৰে শুই আছে, আপুনি গৈ জগাওক মাষ্টৰ ককাইদেউ।'

মই সহজভাৱেই কথাষাৰ ল'লো আৰু আহ্মদ থকা ঘৰলৈ আহিলোঁ। মই আহিয়ে আহ্মদে কোৱা শুনিলো— 'তুমি যে মোৰ ইমান যত্ন লৈছা, তুমি যোৱাৰ পাছত মোৰ গতি কি হ'ব?'

'মইনো কি যত্ন ল'লোঁ? সাধাৰণ কামখিনিহে কৰিছোঁ। খোৱা-লোৱা কামখিনি নকৰিলে ছোৱালী মানুহৰ হ'ব জানো?'

'তোমাৰ কৰ্তব্য কৰোঁতে দেখো মোৰ আবদাৰহে ধৰিছা? মোৰ ভাগ্যত এনে সুযোগতো আৰু নিমিলিব। তেতিয়া মই বৰ দুখ অনুভৱ কৰিম। মোৰ বাবে কঠিন জীৱন আলিমুন্নিচা— আৰামৰ জীৱন মোৰ ভাগ্যত নাই।'

'সৈনিক জীৱন বৰ কঠোৰ; কষ্টকৰ; কিন্তু আপোনাৰ ভাগ্যৰ গুণতে আল্লাই সেই জীৱন ধ্বংস কৰি এই জীৱন দান কৰিছে।'

'তাৰমানে চিৰদিন পৰৰ অনুগ্ৰহ প্ৰাৰ্থী হৈ জীৱন কটাবৰ বাবে? ইয়ো কি আৰাম? এনে জীৱন আৰাম নে হাৰাম?'

আলিমুন্নিচাই হাঁহি মাৰি ক'লে— 'লোকৰ ওপৰত বহি খোৱাকেতো মানুহে আৰাম বুলি কয়।'

'মই জানো খাব পাৰিম এনেকৈ?'

'নিশ্চয় পাৰিব। চৰকাৰে টকা দিব আৰু ঘৰৰ মানুহে খুৱাব।'

'চৰকাৰে বাৰু টকা দিব, কিন্তু ঘৰৰ মানুহ কোনে কৰি খুৱাব? আই মৰাৰ পাছত মোৰ অৱস্থা পানীত হাঁহ নচৰা হ'ব। তেতিয়া কোনে কৰি খুৱাব?'

'কিয়, নবৌৱে।'

'মোৰ ভাগ্যত জানো কেতিয়াবা বিয়া হ'ব?'

'কিয় নহ'ব?'

'মোৰ এনে অৱস্থা দেখি কোন কানিয়ে মোলৈ আহিব?' আহ্‌মদে হাঁহি দিয়ে। আলিমুন্নিচাই লাজ আৰু আনন্দত মিশ্ৰিত হাঁহিৰে উত্তৰ দিয়ে— 'যি এনে পুৰুষকো পছন্দ নকৰে সঁচাকৈ তাই কানি।'

দুয়ো হাঁহে। আহ্‌মদে ঠাট্টা কৰি ক'লে— 'তুমি যে অইনৰ কথা কৈছা নিজৰ বেলিকা কি কৰিলাহেঁতেন? তুমি জানো তেনে কানি হ'বা?'

'ইহ কেনে দুষ্ট এইজন।' তাই পুলকভৰা হাঁহি মাৰি তেওঁৰ ফালে মধুৰ চাৱনিৰে চাই হাঁহি হাঁহি ওলাই আহিল। আহ্‌মদে স্বীকৃতিৰ এটা সুস্পষ্ট ইঙ্গিত পাই আনন্দত আত্মহাৰা হৈ একেধ্যানে চাই ৰ'ল আলিমুন্নিচাৰ ফালে। তাই হাঁহি হাঁহি ওলাই আহি দুৱাৰমুখতে দেখা পালে মোক। তাই বৰ আচৰিত হৈ গ'ল আৰু লাজত পৰিল। কিজানি মই সিহঁতৰ কথা চুপি চুপি শুনি আছিলো তাকে ভাবি তাই লাজত পৰিল আৰু মুখত আঙুলি দি লাজ লাজকৈ মোক ক'লে— 'মাষ্টৰ ককাইদেউ যে? কেতিয়া আহিল?'

'অতিথিয়ে আহি কিমান সময়ে অপেক্ষা কৰিলোঁ; গৃহস্থৰ খবৰেই নাই।'

'গৃহস্থ ক'লৈ গ'ল?'

'গৃহস্থ দেখো এই ঘৰতে সোমাই আছা?'

'মই জানো গৃহস্থ?'

'গৃহস্থী যিয়ে চলায় তেঁৱেই গৃহস্থ। তুমি গৃহস্থী চলাইছা বাবে তুমি গৃহস্থ এই ঘৰৰ।'

'মই কেনেকৈ গৃহস্থ হ'লোঁ?'

'হ'বলৈনো আৰু কিমান পলম। হোৱা নাই— হ'বা।'

'চিঃ ককাইদেৱে মোক ঠাট্টা কৰে?' তাই হাঁহি মাৰি মোৰ কাষেৰে পাৰ হৈ ওলাই যায়। মই হাঁহি মাৰি কৈ উঠোঁ— 'আমিও যদি কাহানিবা আৰাম কৰিবলৈ সুবিধা পালোহেঁতেন—!'

আৰামৰ কথা কোৱাত তাই ধৰিব পাৰিলে যে মই চুপি থাকি তেওঁলোকৰ কথাবোৰ শুনিছোঁ। তাই এইবাৰ লাজতে ঘৰৰ ভিতৰ সোমাল। ময়ো আহ্মদৰ ঘৰৰ ভিতৰ সোমাই গ'লোঁ। আহ্মদে আলিমুন্নিচা আৰু মোৰ মাজত হোৱা কথা-বতৰাৰ পৰা জানিব পাৰিলে যে তেওঁলোকৰ সমস্ত কথা মই শুনিছোঁ— জানিছো। তেওঁ মোক বহিব দি ক'লে— 'বহুত পলম হ'ল যদি মোক মতা নাছিলা কিয়?' মই ৰগৰ কৰি ক'লোঁ— 'মঞ্চত দুজন অভিনেতা-অভিনেত্ৰীয়ে অভিনয় কৰি থকা অৱস্থাত আনে মাত দিয়া অমাৰ্জনীয় অপৰাধ। এই কথা দিনে-ৰাতি অভিনেতা-অভিনেত্ৰীকে বুজাই কৈ আহিঁ নিজহে সেই নিয়ম ভঙ্গ কৰিমনে?'

আহ্মদে বুজিলে যে মই সকলো ধৰি পেলাইছোঁ। গতিকে মিছাকৈ লুকাবৰ চেষ্টা নকৰি ৰগৰ কৰি প্ৰকাশ কৰিয়ে পেলালে— 'অভিনয় জানো কেতিয়াবা বাস্তৱত পৰিণত হয়?'

'সাধাৰণতে নহয়, কিন্তু সকলোৰে আৰ্যপ্ৰয়োগ আছে। এইটোও আৰ্যপ্ৰয়োগৰে গণ্ডীত।'

'ব্যাকৰণৰ আৰ্যপ্ৰয়োগ জীৱনত হয় বিমৰ্ষ প্ৰয়োগ। মোৰ জীৱনত বিমৰ্ষ প্ৰয়োগহে হ'ব।'

'বাৰু তাৰ সোনকালে ব্যৱস্থা কৰা হ'ব। এতিয়া আমৈৰ ওচৰলৈ যাব লাগে কাৰণ তেওঁ তোমাক মাতিছে।'

'আয়ে মাতিছে?'

'হয়।'

'বলা তেন্তে।'

দুয়ো আহিলোঁ। দুয়ো আহি বেমাৰীৰ ওচৰত বহিলোঁ। তেতিয়া গধূলিৰ আগমন হৈছে। জেবিনা ওলাই গৈ পোহৰৰ ব্যৱস্থা কৰি দি গ'ল। বাপেক নামাজৰ বাবে

মছজিদলৈ গৈছে। আকবৰ দোকানত আছে। আমি তিনিও বহি কিবাকিবি আলোচনা কৰি আছোঁ। এনেতে চাহ লৈ আহিল আলিমুন্নিচা। আমাৰ আগত চাহ দি ওলাই গ'ল। পিছ মুহূৰ্ত্ততে ঔষধৰ পাত্ৰ লৈ আহি আহ্‌মদৰ মাকক খুৱাই গ'ল।

তাৰ পাছত বেমাৰীৰ আঁঠুৱা টানি দি, কানি-কাপোৰ বদলাই দি বেমাৰীক তপত পানীৰে ভৰি-হাত ধুৱাই দিলে। আলিমুন্নিচাৰ আদৰ যত্ন আৰু কৰ্মতৎপৰতাত আহ্‌মদৰ মাক একেবাৰেই মুগ্ধ হৈ গৈছে আগতেই; আজি আমাৰ আগতে এনেকুৱাকৈ শুশ্ৰূষা কৰাত তেওঁ আনন্দিত হ'ল। আমি দুয়ো নীৰৱভাৱে আলিমুন্নিচাক চাই আছিলোঁ। তাই কৰ্ত্তব্যখিনি শেষ কৰি যাবলৈ ওলাল। বেমাৰীয়ে প্ৰশ্ন কৰিলে— 'ক'লৈ যোৱা আইটি?'

'পাকঘৰলৈ যাওঁ। ভাত ৰান্ধিব লাগিব নহয়।'

'মোৰ কাৰণে তুমি বৰ কষ্ট পাইছা বাচা!'

'আপুনি ভাল হ'লেই যে মই নথৈ আনন্দ পাম? মোৰ একো কষ্ট হোৱা নাই— ই মোৰ দৈনন্দিন কৰ্ত্তব্য।'

'আইঔ দেহি! এনে মৰমী ছোৱালী এইজনী।' তেওঁ মৰম কৰি আলিমুন্নিচাক গাৰ কাষলৈ টানি নি কাষত বহুৱাই লৈ গা পিহি পিহি ক'বলৈ ধৰিলে— 'এনেকুৱা মৰমী ছোৱালী এজনী পোৱা হ'লে.....।' মাকে আবেগৰ কাৰণে আৰু একো ক'ব নোৱাৰিলে। তাই লাজতে তলমূৰা হ'ল। আহ্‌মদে আওকাণ কৰা ভাও ধৰি বাহিৰ ওলাই গ'ল। মই ছেগ বুজি মাৰিলো শৰ— 'এনেকুৱা মৰমী ছোৱালী বিচৰাতকৈ এইজনীকে ৰাখি থ'ব পাৰি দেখো আমৈ?'

'তাই লাজতে মোক ধমক দিলে— 'ককাইদেউ!'

মই হাঁহি মাৰি ক'লোঁ— 'এই ধমকনি যাতে সদায় পাওঁ তাৰে ব্যৱস্থা কৰিম।'

'আপুনি বৰ দুষ্ট ককাইদেউ। মই যাওঁ। তাই লাজৰ হাঁহি মাৰি যাবলৈ ওলায় আৰু আহ্‌মদৰ মাকক কয়— 'ৰাতি হ'লে বেয়া হ'ব, মই ভাত ৰান্ধিব লাগে যাওঁ।'

'আজি তুমি ভাত ৰান্ধিব নালাগে আইটি; আজি জেৰিনাই ৰান্ধিব। তুমি মোৰ কাষত থাকিব লাগিব।' এই বুলি কৈ তাইৰ কঁকালত দুয়ো হাতেৰে আকোৱালি ধৰিলে। নিৰুপায় হৈ আলিমুন্নিচাই তাতে বহি ৰ'ল। তেতিয়া মই ঠাট্টা কৰি সুধিলো— 'এই মায়াৰ জৰি ছিঙি জানো তুমি এই ঘৰ এৰি যাব পাৰিবা মুন?'

আহ্‌মদৰ মাকে তাইক জোৰেৰে চেপি ধৰি অশ্ৰুপূৰ্ণ নয়নেৰে ক'লে— 'কোৱা বাচা, কোৱা, তুমি মোক পৰিত্যাগ কৰি যাব পাৰিবা?'

আলিমুন্নিচাই হুকহুককৈ কান্দি আহ্‌মদৰ মাকৰ বুকুৰ মাজত মূৰ গুজি দি ভগা

ভঙা মাতেৰে ক'ব ধৰিলে— 'নোৱাৰামি আই, মই কেতিয়াও আপোনাক এৰি যাব নোৱাৰিম।'

আহ্মদৰ মাকে জোৰেৰে চেপি ধৰি ক'লে— 'জীৱনত মোৰ আজি পৰম আনন্দ মিলিল। আজিহে মোৰ মন সুখী হ'ল। মোক নতুন জীৱন দিলা আইটি। মোৰ বুকুৰ কলিজা, এইখন তোমাৰে ঘৰ।'

এনেকৈ কৈ তেওঁ তাইক এটা চুমা খালে।

এই দৃশ্য দেখি মোৰ আনন্দৰ চকুলো আহিল। মই বাহিৰলৈ ওলাই আহিলোঁ, দেখিলোঁ বাহিৰত জোনাকৰ বিতোপন জ্যোৎস্নাত দশোদিশ উদ্ভাসিত হৈ উঠিছে।



# আজিৰ মানুহ

আহাৰ মাহ। প্ৰখৰ ৰ'দ। বেলা দুপৰীয়া। ৰাস্তাৰে খোজ কাঢ়ি যাবলৈ সাহ নহয়। উহ ! কি ভীষণ তাপ ! ভৰিৰ চেণ্ডেল যেন জুইতহে পৰিছে।

গা পাতলকৈ মানুহজন। ভৰিত এযোৰ পুৰণা চেণ্ডেল, মূৰৰ চুলিবোৰ অসংযত। গাত ধুঁতি আৰু পাঞ্জাবী। হাতত এটা চুট্‌কেচ। বয়স সাতাইশ কি আঠাইশমান হ'ব ; চকু দুটা উজ্জ্বল আৰু আবেগময়। খোজ কাঢ়ি আহি দীঘলী পুখুৰীৰ পাৰৰ এটা ঘৰৰ সমুখত থিয় দিছে। এনেতে ঘৰৰ ভিতৰৰ পৰা মহেশ কলিতা ওলাই মানুহজনক দেখি আনন্দতে হাঁহি মাৰি উঠিল – 'প্ৰতাপ দেখোন ! ক'ৰ পৰা ? মই তোক বিচাৰি একদম হায়ৰাণ। পিচে ইমান দিন ক'ত নিৰুদ্দেশ হৈ আছিলি অ' ?'

'নিৰুদ্দেশ নহয়, বনবাস ওৰফে অজ্ঞাতবাস। পিচে শুনি সুখী হলোঁ যে অন্ততঃ মোৰ খবৰ লোৱা মানুহো পৃথিবীত আছে।'

'আলবত্ আছে' বুলি কৈ চুট্‌কেচটো হাতত লৈ ক'লে – 'ব'ল ভিতৰলৈ।' দুয়ো সোমাই গ'ল। প্ৰতাপে পোনে পোনে গৈ পাকঘৰ সোমাই মাত দিলে –'মাহীদেউ।'

'কোন' বুলি মহেশৰ মাক ওলাই আহি প্ৰতাপক দেখি বিস্ময়েৰে সুধিলে– 'অ' প্ৰতাপচোন ? ইমান দিনৰ মূৰতনো আজি কিয় মনত পৰিল বাছা ?'

'খং নকৰিব মাহীদেউ, জানেইতো মোৰ কিমান জঞ্জাল।'

'এৰা, জঞ্জালতো, তোমাৰো ক'ৰবাত জঞ্জালৰ অন্ত আছেনে ? আজি ইমান দিন হ'ল মানুহটো নাই কিন্তু চিঠি এখনো আহিব নাপায়নে ? যি কৰিছা কৰিছা বাৰু ; আহাঁ, বহাঁ' বুলি কৈ এখন টুল আগ বঢ়াই দিয়ে। প্ৰতাপ বহে। মহেশৰ মাকে আগত থিয় হৈ সতৃষ্ণ দৃষ্টিৰে এবাৰ ভৰিৰ পৰা মূৰলৈ চাই প্ৰশ্ন কৰে–'ক'ৰপৰা আহিছা ? কি কৰিছা এতিয়া ? বৰ ভাগৰ লাগিছে হবলা ? গা ধুবা ?'

'একেলগে ইমানবোৰ প্ৰশ্ন কোনো পৰীক্ষাত নাহে মাহীদেউ। পিচে প্ৰথম প্ৰশ্নৰ উত্তৰ—আহিছোঁ গাৱঁৰ পৰা। দ্বিতীয় প্ৰশ্নৰ উত্তৰ—কৰিছোঁ মুৰং আৰু কেৰং। তৃতীয় প্ৰশ্নৰ উত্তৰ—ভাগৰ হ'লে লাগিছে। চতুৰ্থ প্ৰশ্নৰ উত্তৰ গা হ'লে ধুম।'

মহেশৰ মাকে হাঁহি মাৰি ক'লে–'সেই আগৰ পেংলাই কথা কোৱাৰটো তোমাৰ নুগুছিল, নহয় ?'

'জলকীযাৰ স্বলানো কোন দিনা গুচিব মাহীদেউ ? ই চিৰদিন থাকিব — কেঁচায়ো শুকানেও।'

'যোৱা, যোৱা তৰ্ক নকৰিবা, গাটো ধোৱাঁগে। ইচ্ ! ৰ'দতে একেবাৰে লাল-কাল হৈ আহিছে। অ' সবলা ! দদায়েৰাক গা ধুবলৈ পানী দে। যোৱাঁ বাছা, সোনকালে গাটো তিয়াই আহাঁগে, মোৰ ভাত হ'লেই।'

সবলা ওলাই আহে তাইৰ কামৰ পৰা। প্ৰতাপক দেখি হাঁহি মাৰি কয়--'বোধহয় অজি পথ ভুল হ'ল।'

মহেশে ততালিকে মাত লগালে—'পথ ভুল কৰা নাছিল, পিচে মোকে পদ ধূলা একেৰি দিবৰ আশাৰে বাটৰ পৰা আহিল।'

'তাৰ পূৰ্ব্বেই কিন্তু মই বন্ধুস্থান বিচাৰি আহিলোঁ' প্ৰতাপে কয।

'বন্ধুস্থান ?' সবলাই সকৌতুকে প্ৰশ্ন কৰে।

'হিন্দু থাকিলে হিন্দুস্থান, মুছলমান থাকিলে পাকিস্তান যদি হয, তেন্তে বন্ধু থাকিলে বন্ধুস্থান নহব কিয। আজি-কালি কথাৰ আগত এটা 'ইজম্' আৰু ঠাইৰ পিচত একোটা 'স্থানৰ' দোহাই নিদিলে গুৰুত্ববোধ নহয়। সেই বাবে বন্ধুৰ পিচত এটা 'স্থান' লগাই দি 'বন্ধুস্থান' কৰা হৈছে। পিচে পদধূলাৰ যে কথা কৈছে মই হ'লে পদ-ধূলা দিব নোৱাৰিম কাৰণ 'পিচ্' ঢলা ৰাস্তাৰে আহিছোঁ, ধূলা নাপালোঁ। লাগিলে পদ-জ্বলা দিব পাৰিম; কাৰণ তপত আলকাতৰাৰ তাপে চেণ্ডেলৰ ওপৰতো ভৰি জ্বালা কৰি স্বলা ফুটাইছে।"

'থ থ তোৰ চুপতি, আগতে গা ধুই ঠাণ্ডা হৈ ল।' মহেশে আদেশৰ সুৰত কয়। সবলাই গা ধোৱাৰ ব্যৱস্থা কৰি দিয়ে ইতিমধ্যে।

মহেশ আৰু প্ৰতাপ দুয়ো কলেজীয়া বন্ধু। সেই দেখি একো সম্বন্ধ নথকাত প্ৰতাপে মহেশৰ মাকক 'মাহীদেউ' বুলি মাতে। প্ৰতাপৰ ওপৰত মহেশহঁতৰ অতিপাত মৰম। মহেশৰ মাকে প্ৰতাপক নিজৰ পুতেক যেন দেখে।

দুপৰীয়া ভাত খাই উঠি মহেশ আৰু প্ৰতাপ বহিছে মহেশৰ কামত। নানা কথা-বতৰা আৰু ঠাট্টা-মস্কৰাৰ পিছত মহেশে ক'লে—'চাপ্লাই ডিপাৰ্টমেণ্টৰ চাকৰি কৰিম বুলি ভাবিছো। এখন দৰ্খাস্ত দিছিলোঁ আজি দেখা কৰা কথা আছে।'

'পিছে তোৰ বেকত (back) অৰ্থাৎ পিঠিত কোনোবা এম-এল-এ আছেনে নাই ? আজি-কালি এম-এল-এ নাইবা মন্ত্ৰীক পিঠিত তুলি ঘোঁৰা হ'ব নোৱাৰিলে যে চাকৰিৰ একো ফয়দা নহয় তাক জাননে নেজান ?'

"সেই দেখিয়েতো তিনিবাৰ ইন্‌স্পেক্টৰৰ বাবে ইন্টাৰভিউ দিও একো কৰিব নোৱাৰিলোঁ। কেৱল কেইজনমানেও পালে ; কিন্তু মই জিহ্টিন্‌ক্চন পায়ো ......।"

"সিহঁত অকল চাকৰিৰে কেন্‌ডিডেট নাছিল, লগতে ছোৱালীবো 'কেন্‌ডিডেট'। তই জানো কোনোবা চাকৰি দেনেৱালাৰ ছোৱালীৰ
'কেনডিডেট'ৰ লিষ্টি ভুক্ত হৈছ ?"

"মই সিমান তললৈ নামিব নোৱাৰোঁ ভাই।"

"তেন্তে তোৰ ইণ্টাৰভিউৰ কোনো দৰ্কাৰ নাই। বাবুক 'ইণ্টাৰভিউ' দিয়াৰ আগতে তেখেতৰ পৰিবাৰক 'ইণ্টাৰভিউ' দিব লাগে নহ'লে চাকৰি নিমিলে। আজিকালি 'কুৱালিফিকেচন' চাৰি বিধৰ। প্ৰথম বিধত— তই হ'ব লাগিব ছোৱালীৰ 'কেন্‌ডিডেট', দ্বিতীয় বিধত— তই হ'ব লাগিব বাবুৰ খুলশালী, নহয় শহুৰৰ ঘৰৰ কোনোবা এজন। তৃতীয় বিধত— উপঢৌকন বা উপহাৰ। চতুৰ্থ বিধত— 'মেৰিট' বা বুদ্ধি অৰ্থাৎ 'ডিগ্ৰী'। প্ৰথম আৰু দ্বিতীয় বিধত— নিশ্চিত। তদুপৰি তৃতীয় বিধতো— কিছু সুবিধা; কিন্তু চতুৰ্থ বিধলৈ চাকৰি নাথাকেই। প্ৰথম তিনিটাৰ যে তোৰ এটাও নাই; চাকৰি মিলিব কি বাপে ? চতুৰ্থ বিধত 'ইণ্টাৰভিউ' মিলে, চাকৰি নিমিলে। যাব পাৰিবি কিন্তু ফল হ'লে একো নহয়।"

"ময়ো এইবাৰ চাকৰিৰ কাৰণে নাযাওঁ— যাম সিহঁতক অলপ তিতা-কেহাঁৰ সোৱাদ লগাবলৈহে।"

# দুই

বৰ দীঘল অফিচটো। 'ইলেকট্ৰিক ফেন' তাত ঘূৰিয়ে আছে। কেৰাণীবিলাকে 'টাইপ' কৰি খট্ খট্ শব্দ কৰি আছে। ইনচ্‌পেক্টৰ কেইজনমানে কিবা-কিবি হিচাবত ব্যস্ত তেওঁলোকৰ কামত। মহেশে কেৰাণীবিলাকক অতিক্ৰম কৰি 'ইনচ্‌পেক্টৰ'ৰ কামৰ কাষেৰে পাৰ হৈ উৰ্দ্ধতন অফিচাৰজনৰ কামলৈ খোজ লৈছে। তেখেতে কিবা এটাৰ অনুসন্ধানত একান্ত মগ্ন। মহেশ কলিতাই পৰ্দ্দাখন এহাতেৰে গুচাই ইংৰাজী ধৰণে এটা চালাম কৰি ক'লে— "মে আই কাম্ ইন্ চাৰ?"

"ইয়েচ্ কাম্ ইন" বুলি বাবুই এবাৰ কেৰাহিঁকে চচ্‌মাৰ ফাকেৰে চাই পুনৰ কামত ব্যস্ত হ'ল। মহেশে ভিতৰত প্ৰবেশ কৰি বাবুৰ আগত থিয় হৈ ৰ'ল। বাবুই মুখ তুলিয়ে চোৱা নাই; প্ৰায় পোন্ধৰ-বিশ মিনিটমান অতিবাহিত হৈ গ'ল। মহেশ কলিতা অধৈৰ্য্য হৈ উঠিল, ক'লে— "ছাৰ মোৰ.....।" বাবুই "হু" বুলি গহীনাই গলটো পৰিষ্কাৰ কৰি তেওঁৰ কথাৰ উত্তৰ স্বৰূপে এটা অন্তৰযামীৰ ইঙ্গিত কৰিলে। তাৰ পিচত আকৌ নীৰৱ। মহেশৰ পেটে পেটে ভয়ঙ্কৰ খং উঠিল। মানুহক মানুহ যেনে নেদেখে। অধীৰ হৈ তেওঁ কৈ উঠিল— "মোক যে মাতিছিল ছাৰ।" বাবুই কলমটো দাঙি তেওঁৰ ফালে চালে। চচ্‌মাযোৰ এবাৰ হাতেৰে খুলি লৈ তেওঁক সুধিলে— "তোমাক মই চিনিছোঁ। পিচে তোমাৰ সাংসাৰিক বেয়া নহয় ?"

"এই পৰ্যন্ত মই বিয়া কৰোৱা নাই, গতিকে সাংসাৰিক বোলা কথা এটা মোৰ জীৱনত ঘটাই নাই।" এতিয়াও যে অবিবাহিত হৈ আছে তাকে জনালে মহেশে, কাৰণ এইটো হ'ল এক নম্বৰ 'কুৱালিফিকেচন'ৰ 'এড্‌মিট কাৰ্ড'; বিশেষকৈ প্ৰতাপৰ মতে। ঔষধে অৱশ্যে গুণ দিলে। বাবুই খৰখৰকৈ কাগজ-কলমবোৰ একাষৰীয়া কৰি থৈ একান্ত দৃষ্টিৰে এই সুদৰ্শন যুৱকটিৰ ফালে চাই ৰ'ল আৰু অলপ আদৰেৰে সুধিলে— "পিচে তোমাৰ অৱস্থা শোচনীয় ?"

"কিয়, আপুনি দেখিছেই দেখোন মোৰ শৰীৰ— ইতো শোচনীয় নহয় বৰং বেচ্ হৃষ্ট-পুষ্ট।"

"অৱস্থা মানে শৰীৰকে বুজায় নেকি ?"

"নিশ্চয়, অৱস্থা মানে স্বাস্থ্যকে বুজায়।"

"নহয়, মই সুখিহে— তুমি দুখীয়া নেকি ?"

"ক'তা ? মইতো দুখীয়া নহয়। দুখীয়া কোন ? যাৰ দুখ আছে সিয়েহে দুখীয়া। মোৰতো বেচ সুখ আছে— দুখীয়া হওঁ কেনেকৈ ?" তেওঁ সমকক্ষলোকৰ আগত কোৱাৰ দৰে কৈ যায়। কোনো সংকোচ নাই, কোনো দ্বিধা নাই। বাবুই আত্মসন্মানত আঘাত লগা যেন অনুভৱ কৰে।

"তেন্তে চাকৰি কৰিব আহিছা কেলেই ?" বাবুই অলপ উপহাস মিশ্ৰিত কণ্ঠে প্ৰশ্ন কৰে— যাতে ঔদ্ধত্যৰ মাত্ৰা অলপ কম হয়।

"টকা নাই— ধন ঘটিবলৈ।" মহেশে খাটাংকৈ কয়।

"ষাঠী টকীয়া কেৰাণীগিৰিৰে খাবলৈকেই নুকুলাব ধন ঘটিবা কি বাপে।" বাবুই তেওঁৰ অজ্ঞতা দেখি হাঁহে।

"যোগান বিভাগত চাকৰি কৰিলে দৰমহাৰ কোনো দৰ্কাৰ নাই; দৰমহা এটা উপলক্ষ্য মাত্ৰ।" কথাটো বাবুৰ কাণেৰে শেল যোৱা দিলে। অবিবাহিত ডেকা চাকৰি প্ৰাৰ্থীৰ প্ৰতি যুৱতী কন্যাৰ পিতাই যি সহৃদয়তা প্ৰকাশ কৰে তাৰপৰা যেন তেওঁ বঞ্চিত হ'ল। স্বাৰ্থ-সন্মানতকৈ আত্ম-সন্মান কিছু চোকা, বিশেষতঃ শিক্ষিত ব্যক্তি বিশেষে। তীক্ষ্ণ দৃষ্টিৰে তেওঁ প্ৰশ্ন কৰিলে— "কেনেকৈ হ'ব ?"

"কিয়, নিজেই জানে দেখোন— উপৰোৱা। কুৰি শতিকাৰ ধন ঘটাৰ শ্ৰেষ্ঠ উপায় এই উপৰি পাওনা।"

"তেন্তে অফিচাৰবিলাকে ভেটি খায় নেকি ?" খং ভাৱে সোধে বাবুই।

"তেনেই দেখা যায়।" গহীন ভাৱে উত্তৰ দিয়ে মহেশে।

"এনেকুৱা কথা ক'লে চাকৰি মিলেনে ?" বাবুৰ চকুলৈ অলপ তেজ আহিছে।

"মিলে নিমিলে মই ক'ব নোৱাৰোঁ। আপুনি প্ৰশ্ন কৰিছে— মই উত্তৰ দিছোঁ।"

"চাকৰিৰ প্ৰতি তোমাৰ লালসা আছে নে নাই ?"

"মুঠেই নাই।"

"তেন্তে আহিছা কেলেই ?"

"তিতা-কেঁহাৰ সোৱাদ চাবলৈ।"

"তোমাৰ মূৰ বেয়া হৈছে নেকি ?"

"আগতে হোৱা নাছিল, কিন্তু কেইবাৰাও 'ইণ্টাৰভিউ' দিয়াত বিশেষকৈ আপোনাৰ ওচৰতে দুবাৰ 'ইণ্টাৰভিউ' দিয়াৰ পাছতো যেতিয়া একো সুবিধা নিমিলিল, তেতিয়াৰপৰা বুকুত অলপ সাহস আৰু মূৰত এটা নতুন চিন্তাই ভুমুকি মাৰিছে। আপুনি দেখোন মোক চিনিয়েই পায়— মই সেই মহেশ কলিতা, যাক এদিন আপুনি ঘৰলৈ নিমন্ত্ৰণ কৰিছিল। এপৰৰ কথাবিনিৰ সত্যাসত্য নিৰূপণ বোধকৰোঁ সিদিনাই হৈ গৈছে

যেন অনুমান কৰোঁ। আপোনাৰ জানো মনত নাই ? সেই তিনি হাজাৰ টকা—। তাৰ পিছত সেই প্ৰজাপতিলৈ টেলিগ্ৰাম আৰু তাতো নামঞ্জুৰ।"

'চাট্ আপ' বাবুই বন্ধ কৰি দিয়ে তেওঁক দুনাই বকিবলৈ। ওচৰতে ইনচ্‌পেক্টৰবিলাক, অলপ আঁতৰত কেৰাণীসকল। তেনেস্থলত সেইবোৰ অপ্ৰীতিকৰ অতীত কাহিনীৰ প্ৰকাশ তেওঁৰ পক্ষে একেবাৰে সহ্যৰ অতীত।

'চাকৰি কৰাৰ আগতে কিছু শিকা দৰ্কাৰ— বিশেষকৈ চাকৰি কৰিবৰ মন থাকিলে। অফিচৰ ভিতৰত এনেকুৱা কথা ক'লে কি হয় জানা ? পুলিচ লগাই বাহিৰ কৰি দিয়া হয়।' বাবুৰ ভয়ানক খং উঠে। খঙতে কৈ উঠে— 'গেট আউট। তোমাক চাকৰি দিয়া নহ'ব।'

'দিয়া যে নহয় এই কথা মই আগেয়ে জানো। চাকৰি কৰাৰ আগতে কিছু শিকা দৰ্কাৰ বিশেষকৈ মালিচ....। চাকৰি পাবলৈ হ'লে বাবুৰ শ্ৰীপাদ-পদ্মত ভালকৈ তেল ঘহিব জানিব লাগে। মই জানো দেৱতাৰ জন্ম কথা ক'লে ৰং, মানুহৰ জন্ম কথা ক'লে খং। মোৰ চাকৰি কিমান দূৰ হ'ব তাক মই ইতিমধ্যে জানিছোঁ। কিন্তু আজি মই আপোনাক সোঁৱৰাই দিও যে দেশৰ নামত, চৰকাৰৰ নামত আপোনালোকে কলঙ্ক নানিব। জনসাধাৰণৰ অভিশাপ মূৰ পাতি লল'ব। এবাৰ ভাবি চাব ব্যক্তিগত স্বাৰ্থ আৰু দেশৰ স্বাৰ্থ একে নহয়। স্বাধীন ভাৰতত— বাপুজীৰ কল্পনাৰ গ্ৰামৰাজ্যত আপোনালোক কৰ্মচাৰীসকলে ৰাৱণ নহ'ব। নমস্কাৰ। মহেশ কলিতাই আৰু কোনো দিনে অফিচৰ দুৱাৰ মুখত চাকৰিৰ বাবে কাঙাল ভাৱে থিয় নিদিয়ে।' মহেশে হাতযোৰ কৰি এটি দীঘল চালাম দি ওলাই আহিল। বাবুই অবাক হৈ চাই ৰ'ল; কেৱল তেওঁৰ মুখেৰে উচ্চাৰিত হ'ল— 'কি অদ্ভুত লোক।'

# তিনি

প্ৰতাপ ডাঙৰ হৈছে। বৌয়েকৰ ইচ্ছা প্ৰতাপৰ বিয়া পাতে, কিন্তু ককায়েকৰ ইচ্ছা কলিকতাত এম.এ. পঢ়ায়। তেওঁ জানে যে বি.এ. পাচ
কৰি বৰ্তমানে এজন মাষ্টৰ নাইবা কেৰাণী হোৱাতকৈ এম.এ. পাছ কৰি এজন প্ৰফেচাৰ নাইবা কেনেবাকৈ যদি মিলে এচ.ডি.চি. হোৱাটো ভাল। তেওঁৰ একান্ত ইচ্ছা; কিন্তু টকা ক'ত ? বি.এ. পাচ কৰাৰ লগে লগে মাটি-বাৰী শেষ হৈছে; বৰ্তমানে চাকৰিৰ দৰমহাৰে কোনোৰকমে ঘৰ চলাই আছে। ভায়েকক দিবলৈ এপয়চাও নাই। তেন্তে উপায় ? উপায় মাত্ৰ এটা, প্ৰতাপক কোনো ধনী মানুহৰ জোঁৱাই কৰোৱা। তলে তলে মাধৱে তাৰে অনুসন্ধান কৰিব ধৰিলে।

এইখিনিতেই এওঁলোকৰ অলপ পৰিচয় লোৱা দৰ্কাৰ। প্ৰতাপ আৰু মাধৱ দুই ভাই। ডাঙৰ ভায়েক মাধৱে মেট্ৰিক পাচ কৰি হ'ল কেৰাণী। বিয়া কৰালে ওচৰৰে এখন গাঁৱৰ এগৰাকী বিধৱাৰ ছোৱালী কল্যাণীক। সকতে পিতৃ-মাতৃৰ আদৰযত্নৰ বঞ্চিত বেচেৰা ল'ৰাহালৰ দুখ দুৰ্গতিৰ পাৰকূল নাছিল। সৌভাগ্যই বুলিব লাগিব যে ঘৈণীয়েক কল্যাণীক পালে। কল্যাণী কিন্তু বাস্তৱিকতেই কল্যাণকাৰিণী। যিদিন ধৰি ঘৰ সোমাল সিদিন ধৰি ঘৰলৈ লক্ষ্মী আহিল। অযত্ন পালিত ঘৰ-দুৱাৰত নতুন প্ৰাণৰ সঞ্চাৰ হ'ল। প্ৰতাপে যেন হেৰুৱা মাতৃক হে পালে। স্কুললৈ যোৱাৰ আগতে ভাত-পানী ৰান্ধি আদৰ-সাদৰ কৰি খুৱাই-বুৱাই পঠাই দিয়ে স্কুললৈ বৌয়েকে। স্কুলৰপৰা অহাৰ লগে লগে হাত-মুখ ধুবলৈ পানী দি চাহ জলপান দিয়ে। অলপ লেতেৰা হ'লেই কানি-কাপোৰবোৰ ধুই দিয়ে। অলপ অসুখ হ'লেই গৰম পানী কৰি হাত-মুখ ধুৱাই দিয়ে। বিছনাৰ ওচৰত বহি মূৰটো পিহি থাকে; মৰমেৰে সোধে— 'গা কেনে পাইছা বাপু ? ভাত খাবা নেকি ? ভোক লাগিছেনে ?' ইত্যাদি নানা কথা নানা প্ৰশ্ন কৰে; মৰম কৰে যেন নিজৰ সন্তানহে। তৃপ্তিত প্ৰতাপে চকু দুটা মুদি 'নাখাও' বুলি আবদাৰৰ সুৰত উত্তৰ দিয়ে। বৌয়েকে মূৰটো কোলালৈ আনি আথেবেথে সোধে— 'তেন্তে চাহ খাবা নেকি ?' 'উঁ' বুলি মূৰ দুপিয়ায় তেওঁ। এনেকৈয়ে ডাঙৰ হয় প্ৰতাপ বৌয়েকৰ আদৰযত্নত।

প্ৰতাপে মেট্ৰিক পাচ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগায়। মাধৱে দৰমহা পায় ৬৫ টকা। কোনোৰকমে ঘৰখন চলায়। প্ৰতাপলৈ টকা পঠায় মাটিবাৰী বিক্ৰি

কৰি; তথাপি তেওঁৰ ইচ্ছা তেওঁৰ ভায়েক ডাঙৰ মানুহ হওঁক যাতে তেওঁৰ দৰে কেৰাণী হৈ জীৱনটো শোচনীয় নহয়। কি কৰিব তেওঁ, অৱস্থা নিশ্চল; কিন্তু ভৱিষ্যত আশা যে প্ৰবল !

চাৰি বছৰ পিছৰ কথা। প্ৰতাপে অতিপাত অৰ্থ-সঙ্কটৰ ভিতৰেদি বি.এ. পাচ কৰি আহিল। কিন্তু পৰীক্ষা পাচ কৰি ডিগ্ৰী ল'লেই বৰ্তমানতো পেট নভৰে, বিশেষকৈ আমাৰ অসমত। সাধাৰণতে আজিৰ গ্ৰেজুৱেটৰ যি অৱস্থা, প্ৰতাপৰো সেয়ে দশা হ'ল। কিন্তু তেওঁ মানুহজন সৰ্ব-সাধাৰণৰ দৰে নহয়— অলপ বেলেগ। হৰি, মধু, যদু ইত্যাদিৰ লগত সহজে তেওঁৰ চৰিত্ৰ নিমিলে। তেওঁ কিবা-কিবি কবিতা লিখে। খুহুতীয়া কথা কৈ ল'ৰাবিলাকক হঁহুৱাই থাকে। কলেজত থাকোঁতে তেওঁক ৰসৰাজ বেজবৰুৱাৰ দ্বিতীয় সংস্কৰণ বুলি ল'ৰাবিলাকে ঠাট্টা কৰিছিল। শ্ৰেণীৰ ল'ৰাবিলাকক তেওঁ ৰগৰ কৰি হঁহুৱাইছিল।

অসমত জমিদাৰী নাই নামত, কিন্তু অধিকাৰ আছে কামত। গোসাঁইগিৰি ব্ৰাহ্মণগিৰি, বৰুৱাগিৰি, ফুকনগিৰি তাৰ উপৰি চাহ বাগিছাৰ মালিকগিৰি আদি অসংখ্য 'গিৰি'ৰ অভাৱ নাই। আহোম ৰজাৰ সকলো লোপ পালে, তেওঁলোকৰ সামন্ত প্ৰথাও লয় হ'ল; কিন্তু তেওঁলোকৰ দেবোত্তৰ, ব্ৰহ্মোত্তৰ তাৰ উপৰি বৰুৱা ফুকন আদিৰ মাটিৰ মালিকানা পদ লোপ নাপালে। ইয়াকেই বোলে— হাকিম লৰিলেও হুকুম নলৰে।

গোপীকান্ত বৰুৱাও এই শাৰীৰে এজন। ওচৰৰ গাঁও কেইখন তেওঁৰে ৰায়ত। ডেৰ হাজাৰমান বিঘা মাটিয়ে তেওঁৰ বৰুৱানা ৰজাই ৰাখিছে আজিকোপতি। ৰায়তবোৰৰপৰা ধান মাহ আদি লোৱাৰ উপৰিও মানুহবোৰক বিয়া, শ্ৰাদ্ধ, সকাম-নিকাম আদিত খাটুৱায়। হোজা খেতিয়কবিলাকেও মাহে-পখে দুই-এখন ভাৰ ভেটি দি বৰুৱা ডাঙৰীয়াৰপৰা 'চাবাচ্' 'ধইন' আদি প্ৰশংসাসূচক চাটুবাক্য শুনি পৰম কৃতাৰ্থ মানি মহানন্দে ঘৰ মুখে বাওনা হয়। এনেকৈয়ে চলিছিল সুনিয়ন্ত্ৰণে বৰুৱাৰ সামন্ত-নীতি। কিন্তু বৰ পৰিতাপৰ বিষয় এই যে বৰ্তমান উচ্চ শিক্ষিত দুই-চাৰিজনে চহৰৰপৰা গাঁৱলৈ কিবোভে লগত পুৰণি মত-বিৰুদ্ধ আৰু নতুন মত-সাপেক্ষ কিছু কথা লৈ আহে আৰু তাকে গাঁৱত বিলাই দিয়ে; ফলত হয় বৰুৱাৰ অনেক ক্ষতি আৰু ৰায়ত হয় মালিকৰ অবাধ্য। সেই কাৰণে শিক্ষিতবিলাকৰ ওপৰত থাকে বৰুৱাৰ চকু অলপ বেছি ৰকমৰ। প্ৰতাপ যদিও তেওঁৰ ৰায়ত নহয় তথাপি তেওঁৰ গাঁৱৰ ওচৰৰে শিক্ষিত ডেকা এজন। গতিকে বৰুৱাৰ চকু পৰিল প্ৰতাপৰ ওপৰত কিজানি এই ফেৰাও ডেকাৰ ৰায় হয়। এই শিক্ষিত কেইজনেই হৈছে যত অনৰ্থৰ মূল। কি কৰা যায়— এই ভাৱতে তেওঁ চিন্তাকুল। কিন্তু ধনীসকলৰ এটা সুন্দৰ কৌশল আছে। সবিয়হৰ মহাজনে যুল দেখি অভাৱ-গ্ৰস্ত খেতিয়কৰ সৰিয়হ কিনিতে কিনি ৰখাৰ দৰে পিছঁতে দেশৰ ভাল ৰগজুৰোৰ

কিনি ৰাখে অতি কম মূল্যতে। এক শ্ৰেণী পঢ়ায় নাইবা পঢ়াৰ খৰচখিনি দিয়ে— পাচ কৰি আহিলে কেইদিনমান গুণকীৰ্ত্তন কৰে— তেওঁৰ 'ঘ' কলমে নিজৰ আৰু শেষত মটৰত কেইদিনমান ঘূৰাই লৈ কন্যা-দানৰ ক্ৰিয়া সম্পাদন ইতি বিনীত কৰি নাকিৰ্জৰিডাল লগাই দিয়ে। তাৰ পিছত যি ইচ্ছা তাকে কৰা। দেশৰ ডাঙৰ ডাঙৰ মগজুবোৰ সিইঁতে কিনি ৰাখি তেওঁলোকক ইচ্ছাধীন কৰা বাবেই আজি দেশ ধনীৰে শাসিত। বৰুৱা খৰিদ্দাৰ ভাল। মানুহক হাত কৰিব লাগিলে আগেয়ে তাৰ দুৰ্বলতা ক'ত তাক জানিব লাগে আৰু শেষত তাৰে চেলু লৈ তাক হাত কৰিব লাগে। গৰীবৰ দুৰ্বলতা ক'ত তাক তেওঁৰ জনা আছে। প্ৰতাপ যে এজন নিজ মত নেৰা ধৰণৰ লোক, এই কথাও তেওঁ শুনিছে; কিন্তু তেওঁ জানে যে মোল্লাৰ দৌৰ মচজিদলৈহে।

এদিনাখন অফিচলৈ যাওঁতে মাধৱক লগ ধৰি তেওঁ সুধিলে— "কিহে মাধৱ, তোমাৰ ভায়েৰাৰ পঢ়াৰ বিষয় কি কৰিলা হে ?"

"আপুনি জানেই নহয় বৰুৱা, বিশ্ববিদ্যালয় ধনীৰ বাবেহে— গৰীবৰ নহয়। লক্ষ্মী নাথাকিলে সৰস্বতী নাহে নহয়। বি.এ.টো পাছ কৰিলে যেতিয়া সেয়ে যথেষ্ট।"

"নহয় বোপা, হওঁক ঘৰত হওঁক, নহয় গাঁৱত হওঁক, নহয় মৌজাত হওঁক, তথাপি ল'ৰা ডাঙৰ মানুহ হ'ব লাগে। তুমি হতাশ নহ'বা। আমাৰ ভাগ্যত ভেনে ল'ৰা নথাকিল। বাৰু সি যি কি নহওঁক, তুমি হতাশ নহ'বা, ভগৱন্তে দিব বোপা !"

"চাওঁচোন কি হয়।" মাধৱে ছাতিটো টানি লয়। ওচৰেৰে কেইজনমান মানুহ পাৰ হৈ যায়। এজন চাইকেল আৰোহী বৰুৱা আৰু মাধৱৰ মাজেদি পাৰ হৈ যায়। বৰুৱাই অলপ ফালৰি কাটি দিয়ে। তাৰপিছত মাত লগায়— "তুমি দেখো আজিকালি আমাৰ ফালে মুঠেই নোযোৱা ? কিয় ? তোমাৰ পিতৃৰা মোৰ পৰম বন্ধু আছিল বোপা ! হায় হায় ! সেই দিন আজি ক'ত ? কতদিন একেলগে পালনাম ধৰিবলৈ গৈছিলোঁ। তেতিয়া তুমি সৰু আৰু ভায়েৰা জন্মাই নাই। হলিৰাম মণ্ডলৰ ঘৰত সেইবাৰ পালনাম। আমি গোটেই মৌজাখনেই একেলগে নাম গালোঁ। তাৰপিছতো কতদিন তেওঁ মোৰ আধিয়াৰ ধান তুলি দিছিল। বৰ ভাল মানুহ আছিল বোপা। ভগৱন্তই তেওঁক বৈকুণ্ঠত বাহ দিয়ক। এতিয়া তোমালোকে মোৰ মিত্ৰ মানুহৰ ল'ৰা হৈয়ো মোক নিচিনা যেন হৈছা। কোনোদিন এটা ভুমুকিকে নামাৰা।"

"আমি দুখীয়া মানুহ বৰুৱাদেৱ, আপোনালোকৰ ওচৰ চাপিবলৈ সাহস নহয়। তাৰ উপৰি মানুহেও কিবা-কিবি ক'বৰ ভয় হয়।"

"মানুহৰ কথাকো শুনানে ? হাজাৰ কুকুৰে কামোৰক আঁঠুৰ তল। আৰু সাহসৰ কথা ক'লা, হাঃ হাঃ হাঃ। শুনি হাঁহি উঠিল বোপা ! বোলো আমি বাঘ নে ভালুক যে খাই পেলাম ? তোমালোক শিক্ষিত ডেকা মানুহবোৰ যে কি লোক ? শুনা, মই আজি

নিমন্ত্ৰণ কৰিলোঁ, অহাকালি তুমি আমাৰ তাঁলৈ এবাৰ যাবা। নগ'লে মই বেয়া পাম।"

"বাৰু চেষ্টা কৰি চাম। এতিয়া নমস্কাৰ। মোৰ অফিচৰ সময় হ'ল" এবাৰ হাতৰ ঘড়ীটোৰ ফালে চাই কয়– "বেয়া নাপায় যদি....।"

"হয় হয়, যোৱা বোপা, চাকৰিয়াল লোক, কথা চোবাই বন্ধ নকৰোঁ।"

দুয়ো দুই ফালে গুচি গ'ল– নিজৰ নিজৰ কাৰ্য্য-সিদ্ধিৰ বাট অলপ মুকলি হ'ল যেন ভাবি আহ্লাদত মাধৱৰ বুকুখন ভৰি উঠে – বোধকৰোঁ বৃহস্পতিৰ দশা পৰিল। বাটে বাটে নানা কল্পনা কৰি যাবলৈ ধৰিলে– "যদি কিবা সুবিধা দিয়ে....। ইচ্ছা কৰিলে বৰুৱাই এটা কিয় দহোটা ল'ৰাকো পঢ়াব পাৰে। যদি ভাগ্যত তাৰ আছে তেন্তে....।"

ইয়ো কি সত্য ? ধনীয়ে কাকো দয়া পৰবশ হৈ ধন নিদিয়ে; দিয়ে নিজৰ কাৰ্য্য সিদ্ধিৰ বাবেহে। বাৰু দেখা যাওঁক, ক'ৰ পানী ক'লৈ যায় কাৰ কোমোৰা কোনে খায়।

পিচ দিনা মাধৱে গোপীকান্ত বৰুৱাৰ ঘৰ পালে। নানা কথা-বতৰাৰ পিছত থিৰ হ'ল যে বৰুৱাই প্ৰতাপক এম.এ. পঢ়া খৰচ দিব; কিন্তু তাৰ আগেয়ে জীয়েকক বিয়া কৰাব লাগিব। মাধৱে প্ৰস্তাৱটো সৌভাগ্য বুলিয়ে সাদৰে গ্ৰহণ কৰিলে। নানা আদৰ-আপ্যায়নৰ ভিতৰেদি কথা-বতৰা শেষ হ'ল। বৰুৱাই ক'লে– "বোপা, কাইলৈ এবাৰ সক বোপাক পঠাই দিবা– দেখা-শুনা হ'ম, কথা-বতৰাও পাতিম।"

"বাৰু একো কথা নাই" মাধৱে কয়। তাৰপিচত বৰুৱাক এটা নমস্কাৰ কৰি 'স্বস্তি স্বস্তি' বুলি ঘৰমুৱা হ'ল। বৰুৱাইও বক্ষা বক্ষা বুলি দীঘলকৈ উশাহ টানিলে। যিয়েই নহওঁক, তেওঁ এপাত শৰতে মাৰিলে দুটা পক্ষী। তেওঁৰ মনোবাঞ্ছা পূৰণ হ'বৰ উপক্ৰম হৈছে। শিক্ষিতৰ দ্বাৰাইহে শিক্ষিতক দমাব পাৰি। হাতীৰেহে হাতী ধৰা যায়। এইবাৰ শিক্ষিত জোঁৱায়েকৰ দ্বাৰাইহে বায়ভক উচতনি দিয়া শিক্ষিতক বশ কৰিব তেওঁ। এইবাৰ বৃহস্পতি একাদশত।

# চাবি

মাধৱৰ শহুৰৰ ঘৰৰ পৰিয়াল দুজন— শাহুৱেকজনী আৰু খুলশালীয়েক নীলিমা। নীলিমা গাভৰু হৈ আহিছে। গতিকে মাকে তাইক স্কুললৈ যোৱা বন্ধ কৰি দি ঘৰুৱা কাম-কাজত নিপুণা কৰিবলৈ যত্ন কৰিছে। নীলিমাই স্কুল এৰিব লগা হোৱাত বৰ দুখ পালে। তাই ক'লে— "মাত্র এবছৰ আছে আই, যদি পাৰোঁ মেট্রিকটো পাছ কৰোঁ। এই বছৰটো পঢ়োঁ, তই অমত নহ'বি। দেখিছানে, আমাৰ লগৰ কত ছোৱালীয়ে পঢ়ি আছে।"

'থ থ তোৰ মেট্রিক-ফেট্রিক, মই এইবোৰ একো নুবুজোঁ। যি শিকিছা সেয়া চেৰ হ'ব। লিখা-পঢ়া শিকি হাকিম-চাহাব হ'ব নালাগে। মূর্খ দোষখিনি আঁতৰিছে যেতিয়া সেয়ে হ'ব। বায়েৰাই যিখিনিলৈ পঢ়িছিল তয়ো পঢ়িলি; এতিয়া বায়েৰাৰ দৰে ঘৰৰ কামত পটু হ'ব পাৰিলেই হয়। দুখীয়া মানুহৰ ছোৱালী তই, ক'ৰবাত সোনকালে দিব লাগিব। কাম-কাজ নাজানিলে কেনেকৈ হ'ব। আমি গাঁৱলীয়া মানুহ; গতিকে ঘৰুৱা কাম-কাজ শিকিব লাগে।'

সিদিন ধৰি নীলিমাই মাকৰ কথাৰ একো প্ৰত্যুত্তৰ নকৰি ঘৰতে ঘৰুৱা কামত বিশেষকৈ বন্ধা-বঢ়াত মন দিছে।

এদিনাখন দুয়ো মাক-জীয়েক মাধৱৰ ডেকাৰ ঘৰলৈ আহিল। মাক আৰু ভনীয়েক অহাত কল্যাণীয়ে বহিবলৈ দি ঘৰৰ নানা বিষয়ে কথা-বতৰা হ'ল। মজিয়াত মাক আৰু নীলিমা বহিছে, ওচৰতে থিয় হৈ কল্যাণীয়ে কিবা-কিবি সুধি আছে। এনেতে প্ৰতাপে আহি মাত লগালে— 'বউ, ভোক লাগিছে।' ভিতৰ সোমাই শাহুৱেকক দেখি সুধিলে— "কেতিয়া\আহিল ?"

"অলপতে আহিলোঁ বোপা!" এবাৰ প্ৰতাপৰ ভবিষ্যৎ মুখলৈ চাই তেওঁ ক'বলৈ ধৰিলে— "আজি চাবি বছৰৰ মূৰত দেখিলোঁ; ডাঙৰ-দীঘল হৈছা বাছা— বহুত লিখা-পঢ়াও শিকিছা তথাপি আমি দুখীয়া মানুহ দেখি এদিনো নোযোৱা ?" শাহুৱেকৰ কথাত অভিমানৰ সুৰ।

প্ৰতাপে হাঁহি মাৰি কয়— "সময়ে নিমিলে আই। বাৰু কেতিয়াবা পাৰিলে এবাৰ যাবলৈ চেষ্টা কৰিম।"

"চেষ্টা কি বাছা ? ইচ্ছা কৰিলে যাব পাৰা, মুঠেই এমাইল দূৰহে। কাইলৈ যাব নোৱাৰা নেকি ? কাইলৈয়ে বাবা নহ'লে মই খং কৰিম।"

নিমন্ত্ৰণ দেখি প্ৰতাপে এটা হাঁহি মাৰি ক'লে— "খং কৰা সহজ আই, কিন্তু খং নকৰোৱাহে টান; বাৰু যিমান পাৰোঁ চেষ্টা কৰিম।"

নীলিমাই তলমূৰ কৰি মাকৰ পিচতে বহি আছিল; তপৰাই মাত লগালে— "চেষ্টাৰ অসাধ্য একো নাই— কেৱল মন কৰিলেই হ'ল।"

প্ৰতাপে তাইৰ ফালে চালে। গাত এখন সূতাৰ চাদৰ, এখন নিজে বৈ লোৱা মেখেলা। হাতত এযোৰ হাতী-দাঁতৰ সৰু চুৰি। একেবাৰে সাধাৰণ সাজ-পাৰ। সাজে-পাৰে যদিও গৰীব বুলি ঘোষণা কৰিছে তথাপি মুখৰ কমনীয়তাই আৰু লাজকুৰীয়া স্বভাৱে গাঁৱলীয়া ৰূপহী ছোৱালীৰ পৰিচয় দিছে। প্ৰতাপে লাহেকৈ মাত লগালে— "নীলিমা নেকি অ' ?" তাই লাজতে বেৰৰ আঁৰতে লুকাল। বায়েকে হাঁহি মাৰি ক'লে— "লুকাব নালাগে আহ তোৰ যিহে ভিনীহিয়েৰা; লুকাইনো ক'ত সাৰিবি।" মাকে ক'লে— "এইৰ বৰ লাজ বোপা, কাৰো আগত কথাকে নকয়। আহচোন ওলাই, ভিনীহিয়েৰাই মাতিছে নীলি।"

প্ৰতাপে মাত লগালে— "নালাগে আই, লাজ কৰিছে বেতিয়া আহিব নালাগে। আপোনালোকে বহক, মই অলপ আহোঁ।" প্ৰতাপ ওলাই যায়। নীলিমাৰ মাকে একেথৰে চাই থাকে প্ৰতাপলৈ। কি সুন্দৰ চলন-ফুৰণ। মনে মনে আনন্দ লাভ কৰে তেওঁৰ জীয়েকৰ দেৱৰেক ভাবি।

অতীতৰ নানা চিত্ৰ প্ৰতাপৰ কল্পনা-পটত ভাহি উঠে। আজি মাত্ৰ চাৰি বছৰৰ ব্যৱধান— কিন্তু কি পৰিবৰ্তন। তেতিয়া নীলিমা আছিল ৰুক্ষ পিন্ধা এজনী ছোৱালী— কথা কৈছিল বৰ বেছি। কথাই কথাই হাঁহিছিল; পাতল চঞ্চল আছিল খোজবোৰ; আৰু আজি ? অতি লাজুকী, কিন্তু গহীন— পূৰ্ণ গাভৰু, মেখেলা-চাদৰ পৰিহিতা। প্ৰতাপৰ চকুত ভাহি উঠে অতীত আৰু বৰ্তমান একেলগে। উঃ সময়ৰ কি শক্তি— কি ক্ষমতা ! এবাৰ তেওঁ নিজৰ ফালে চায়— সেই একে পৰিবৰ্তন। অতি লাজুক; বিনীত, নম্ৰ তাহানিৰ প্ৰতাপ আজি তাৰ্কিক, প্ৰগলভ— স্বাধীনচেতা— নিৰ্ভীক। তেওঁ ভালকৈ অনুভৱ কৰিলে যে জীৱন পৰিবৰ্তনশীল। এনেকৈ ভাবি ভাবি গৈ তেওঁ বজাৰ পালেগৈ।

পিচদিনা প্ৰতাপ গৈ নীলিমাহঁতৰ ঘৰ পালে। নীলিমা আৰু মাকে আদৰ-সাদৰ কৰি খুৱাই-বুৱাই নানা বাতৰি সুধি তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। খোৱা-লোৱা শেষ কৰি প্ৰতাপে চ'ৰা ঘৰৰ বিছনাত পেটটো পেলাই ইকাতি-সিকাতি হৈ কল্পনা-ৰাজ্যত মন মেলি দিলে। ঘনে ঘনে মনৰ মাজত ভাহি উঠে সেই ছবিখনি— কি সুন্দৰ

চকু দুটা। গোলাপৰ পাহিৰ দৰে ৰঙা ওঁঠ দুটিয়ে তেওঁৰ কবি মনক পাগল কৰি তুলিলে। কিন্তু তেওঁ শিক্ষিত; আধুনিক ভদ্র ৰুচিৰ পক্ষপাতী— নিজক সংযত কৰি মনক প্ৰবোধ দিবপৰা ক্ষমতা তেওঁৰ আছে। গালৰ গোলাপী আভাই তেওঁৰ মনত স্মৰণ কৰাই দিলে— কবিশ্ৰেষ্ঠ ৰঘু চৌধাৰীৰ একাঁকি কবিতা—

*কোন সুন্দৰীৰ নিমজ গালত*
*ফুটাই তুলিলি চিকুন কাজ;*
*উঠিল প্ৰেমিক চাহজাহানৰ*
*ভুবন বিজয়ী মৰ্ম্মৰ্ তাজ।*

মমতাজৰ গোলাপী গালৰ সৌন্দৰ্য্যই বোধহয় চাহজাহানৰ ভুবন বিদিত তাজমহল নিৰ্ম্মাণৰ ঘাই হেতু। সঁচাকৈ ধুনীয়া মুখৰ এটা মায়া আছে— যিহে মানুহক মুগ্ধ কৰিব পাৰে। ৰূপৰ ধ্যানে লাহে লাহে তেওঁৰ চকু মুদ খোৱাই আনে— তেওঁ ধীৰে ধীৰে শুই পৰে।

ভাটিবেলা দুটা বাজিল; তথাপি তেওঁৰ সাৰসুৰ নাই। নীলিমাই চাহৰ কাপটো হাতত লৈ প্ৰতাপৰ বিছনাৰ ওচৰ পালে। হাতত চাহৰ কাপটো লৈ কিছু সময় থিৰ হৈ ৰ'ল তাই। প্ৰায় দহ মিনিটমান পাৰ হৈ গ'ল তথাপি সাৰসুৰ নাই। তাই মাতিবলৈ বাধ্য হ'ল; কিন্তু মাতে কেনেকৈ, লাজ লাগে যে! অগত্যা মাত লগালে—

"চাহ ঠাণ্ডা হৈ যায়।"

নাই, তথাপি সাৰি-শব্দ নাই। আকৌ ক'লে— "দুটা বাজি গ'ল।"

এবাৰ টোপনিৰ আলিজালিতে সিকাতি হৈ হোষ্টেলৰ 'ছাৰ্ভেন্ট' ভাবি কৰ্কস্বৰে প্ৰতাপে ক'লে—

"দিগদাৰ নকৰিবি যা, আজি ভাটিবেলা মোৰ ক্লাছ নাই।" তেওঁ ভাবিছিল তেওঁ হোষ্টেলত শুইছে আৰু চাকৰে জগাবলৈ আহিছে। নীলিমাৰ কিন্তু হাঁহি উঠিল কথা শুনি। ওঁঠত কামোৰ মাৰি ধৰি কোনোমতে সংযত হৈ পুনৰ মাত লগালে—

"চাহ খাওঁক।"

এইবাৰ খং কৰি প্ৰতাপে দাবি মাৰি উঠিল—

"নন্‌চেন্স ৰাবলৈ কৈছোঁ যা— জুলুম নকৰিবি।" এই বুলি কৈ ইকাতি হৈ চকু মেলি দেখে যে আগত থিয় হৈ আছে নীলিমা। তৎক্ষণাৎ তেওঁৰ টোপনিৰ আবেশ ভাঙি গ'ল। লাজত পৰি এটা হাঁহি মাৰি ক'লে—

"বেয়া নাপাবা দেই, মই কলেজ-হোষ্টেল বুলি ভাবিছিলোঁ। ছিঃ মোৰ অভ্যাসটো বৰ বেয়া হৈ গৈছে। খং নকৰিবা দেই।"

ওঁঠৰ কোণত মিচিকিয়া হাঁহি থৈ তাই উত্তৰ দিলে—

"মই খং নকৰোঁ; কিন্তু চাহকাপেহে খং কৰি ঠাণ্ডা হৈ গ'ল।"

হাঁহি মাৰি তেওঁ কয়— "দোষ কৰিছোঁ যেতিয়া ঠাণ্ডা চাহ হ'লেও খাব লাগিব! পিছে ঠাণ্ডা চাহ নহৈ ঠাণ্ডা পানী হোৱা হ'লে মুখখনকে ধুব পাৰিলোহেঁতেন।"

নীলিমাই চাহৰ কাপটো টেবিলৰ ওপৰত থৈ ওলাই গ'ল। কিছুপৰ পিচত এগিলাচ পানী আনি টেবিলৰ ওপৰত থ'লে। প্ৰতাপে হাত-মুখ ধুই উঠি মুখ মোছাখন বিচাৰিলে। "অ' মুখমোছাখন নাই— আচ্ছা।" নীলিমাই ইতিমধ্যে মুখমোছাখন আনি ততালিকে দলিমাৰি দিলে। মুখ মচি উঠি প্ৰতাপে ক'লে—

"বোধকৰোঁ চাহকাপ এতিয়ামানে কবিৰাজী আৰকত পৰিণত হ'ল।"

"ভালেই হৈছে। টোপনিৰ ঔষধ গৰম চাহ; কিন্তু....।"

"কিন্তু গালি-গালাজৰ ঔষধ বেমাৰীৰ পথ্য ঠাণ্ডা চাহ।"

তপৰাই প্ৰতাপে মাত লগায়। লগে লগে নীলিমাৰ চকুৰ ফালে চায়। চকুই চকুই পৰে। নীলিমাই অলপকৈ হাঁহে। প্ৰতাপে ব্যঙ্গ-ভঙ্গিৰে মুখখন ঘূৰাই দিয়ে। নীলিমাই "উ-উ" বুলি মুখ বিকটাই ওলাই যায়।

পিচ মুহূৰ্ত্ততে তপত চাহ একাপ লৈ উপস্থিত নীলিমা। মুখত এমোকোৰা হাঁহি। চাহৰ কাপটোত ওঁঠ লগাই প্ৰতাপে কৈ উঠে— "এখন তামোলৰপণাও বঞ্চিত নহ'ম কিজানি ?"

"আমি ক'বোঁ আলপৈচান ধৰোঁতা নহয়।"

"নাৰীৰ জীৱনেই পুৰুষৰ আলপৈচান ধৰিবৰ বাবে।"

"আলপৈচান ধৰা কৰি কাৰোবাক আনি ল'ব।"

"স্বইচ্ছাই ধৰোঁতাজনকতো উপেক্ষা কৰিব নোৱাৰি।"

"কিবোৰনো কয়।" এইবুলি কৈ নীলিমা বেগাই ওলাই যায়! প্ৰতাপে গমি চায় কথাটো। অপ্ৰতিভ হয় তেওঁ—

"ছিঃ মুখখনত কি শায় তাকে ওলায়।"

এনেতে লাহেকৈ অতি সন্তৰ্পণে ভিতৰ সোমাই পিচ কালৰপৰা তামোল এখন গুজি দিলে নীলিমাই। প্ৰতাপে পিচমুখ কৰি তাইৰ ফালে চায়। "আয়ে মাতিছে" বুলি কৈ তাই লৰি ওলাই যায়।

কি আচৰিত হোৱালী— প্ৰতাপে অবাক হৈ চাই ৰয় তাইৰ ফালে একান্ত দৃষ্টিৰে।

নাৰীৰ এটিৰাৰৰ মধুৰ চাৱনিয়ে পুৰুষৰ অন্তৰত চিৰকালৰ কাৰণে এটা ৰেখাপাত কৰে।

# পাঁচ

যেতিয়া মাধৱে আহি ঘৈণীয়েকৰ আগত প্ৰতাপৰ বিয়াৰ বন্দৱস্তৰ কথা ক'লে তেতিয়া ঘৈণীয়েকে ক'লে—

"আপুনিনো কথা দিলে কিয় ? এতিয়াতো বাপু সৰু ল'ৰা নহয়; গতিকে তেওঁকো সোধা দৰ্কাৰ আছিল। আজিকালিৰ ল'ৰা কিজানি অমত হয়; তেতিয়া আপোনাৰ মান ক'ত ৰ'ব ?"

"তাৰ অমত হ'বলগীয়া একো নাই। এনে সুযোগ সি জীৱনত নাপাব। মই ভালেই কৰিছোঁ। বাক ! তথাপি তাক এবাৰ সুধিবাচোন আৰু ক'বা যে যৰুৱা ডাঙৰীয়াই তাক এবাৰ মাতিছে।"

এনেদৰে দুয়ো গিৰীয়েক-ঘৈণীয়েকৰ ভিতৰত মেল হৈ গ'ল। দুপৰীয়া যেতিয়া ৰ'দত ঘামি-জামি ক'ৰবাৰপৰা প্ৰতাপ আহি ওলাল, বৌয়েকে ঠাট্টা কৰিলে— "বাপু বি.এ. পাছ কৰিলে এনেকৈ ৰ'দে ৰ'দে ঘূৰি ফুৰিব লাগে নেকি ?"

"বৌ, বি.এ. পাছ কৰিলে কিবা লেঠা লাগে নেকি যে সকলো কথাতে তাৰে যোজনা দিব লাগে ?" বৌৱেক ভিতৰ সোমায়। প্ৰতাপে গা ধুই আহে ! ভাতৰ পাতত বহোঁতে বৌৱেকে আৰম্ভ কৰে—

"এটা কথা বাপু, তোমাৰ বিয়া পাতিছোঁ। তোমাৰ মত কি কোৱা ?"

"কইনা নোহোৱা বিয়া নিতৌ পাতা বৌ; মোৰে খোৱা লোৱাত সুবিধা হয়।"

"কইনা নহ'লে বিয়া হয় জানো ? কইনা ঠিক কৰিছোঁ, কেৱল তুমি মত দিলেই হ'ল। কোৱা মত আছেনে ?"

"আগতে সেই হতভাগিনীৰ নামটো কোৱাঁ।"

"হতভাগিনী ?"

"নিশ্চয়। হতভাগিনী তাই। যাৰ মূৰৰ ঠিক নাই সেই পাগলটোক বিয়া কৰোৱা মানে কপালত কুঠাৰাঘাত কৰা নহয় নে ?"

"ছিঃ বাপু, তেনে কথা নক'বা। মই বৰ দুখ পাওঁ।"

"তেন্তে কোৱাঁ, কোন সেই ভাগ্যৱতী নাৰী, যাৰ কাৰণে বৌ মোৰ হৈছে পাগলনী প্ৰায়।"

"তুমি সদায় পৰিহাসপূৰ্ণভাৱেই কথাবোৰ কোৱা। যোৱা, তুমি বৰ দুষ্ট হৈ গৈছা। আমাক মানুহ যেনেই নেদেখা।"

বৌৱেকে খং কৰা দেখি তেওঁ এঢোক পানী খাই ল'লে আৰু মুখত এগৰাহ ভাত ভৰাই লৈ ভালকৈ সুধিলে—

"বাৰু এৰিলোঁ সেইবোৰ। পিচে কোন সেই ছোৱালীজনী বৌ ?"

"গোপীকান্ত বৰুৱাৰ জীয়েক বীণাপাণি।"

বীণাপাণি নামটো শুনি তেওঁ ভাত গৰাহ কথমপি গিলি এটা ডাঙৰকৈ হাঁহি মাৰি ক'লে—

"বাপ্‌ৰে বৌ, কি কোৱা। সকৰেপৰা সৰস্বতী বীণাপাণিক 'আই আই' বুলি পূজা কৰি এতিয়া কেনেকৈ বিয়া কৰাওঁ তুমিয়ে কোৱাচোন বাৰু ?"

"আকৌ ঠাট্টা। দদায়েৰাই যে ঠিক কৰি আহিছে।"

"তেন্তে দাদাক ক'বা যেন লগতে এখন মনোহাৰী মালৰ দোকান আৰু এখন ফাৰ্ম্মাচীও কিনি আনে।"

"তাৰ মানে ?"

"তাৰ মানে বীণাদেৱীক বিয়া কৰালে প্ৰসাধনৰ বাবে এখন মনোহাৰী মালৰ দোকান আৰু বেমাৰৰ বাবে এখন ফাৰ্ম্মাচী কিনিব লাগিবই।"

"কি যে কোৱা তুমি।"

"মই ঠিকেই কৈছোঁ বৌ। অনুসন্ধান কৰিলে বুজিবা ?"

বৌৱেকে কিবা ক'ব ধৰোঁতেই তেওঁ হাত-মুখ ধুই উঠিল। বৌৱেকে সুধিলে— "কিবা লাগিছিল নেকি বাপু ?"

"লাগিলেও উপায় নাই। হাত ধুৱাৰ পিচতহে সুধিছা ? হাত ধোৱাৰ পিচত বৌৱে সোধে— কিবা লাগিছিল নেকি বাপু, আৰু ঠিক কৰাৰ পিচত দাদাই সোধে— মত আছে নে নাই ? বেচ মজাৰ কথা বৌ !"

কথাষাৰ বৌৱেকৰ অন্তঃস্থলেৰে বিন্ধি গ'ল। চকু দুটা চলচলীয়া কৰি তেওঁ চাই ৰ'ল প্ৰতাপৰ মুখলৈ। কান্দোনমুৱা হৈ ক'বলৈ ধৰিলে—

"তুমি পেটে পেটে খং কৰি আধা খোৱাকৈ উঠিলে বৌৱেৰাই সুখ পোৱা বুলি ভাবা নহয় ? ইমান ডাঙৰ হ'লা তথাপি মোৰ ওপৰত খং কৰা। দদায়েৰাই সুধিবলৈ কোৱাতহে মই সুধিছোঁ।"

বৌৱেকৰ চকু চলচলীয়া হ'ল। খন্তেকতে হাস্য-পৰিহাস গৈ কান্দোনত পৰিণত হ'ল। প্ৰতাপে বুজিলে, বৌৱেকে বৰ ব্যথা পালে। তেওঁ কথাটো পাতলাবৰ বাবে কৈ উঠিল—

"তুমি ঠাট্টা কৰিলেও কান্দা বৌ! ইমান দিনে তুমি মোক চিনিয়ে নাপালানে? মই তোমাক ঠাট্টাহে কৰিছিলোঁ। যোৱা, তোমাক আৰু মই একো কথা নকওঁ।" অভিমানৰ সুৰত কয় তেওঁ।

"ঠাট্টা কৰা আপত্তি নাই; কিন্তু আধা খোৱাকৈ যে উঠিলা। মোৰ জানো দুখ নালাগে?"

"মোৰ পেট ভৰিছে বৌ। কোনদিনা তোমাৰ ওপৰত খং কৰিছোঁ। বাস্তৱিকতে মই বৰ দুখ পাইছোঁ তুমি কন্দা দেখি। তুমি কান্দিলে যে মই কিমান দুখ পাওঁ তুমি তাক কি বুজিবা। বৌ! আহাঁ, এখন তামোল দিয়া আহি।"

প্ৰতাপে হাঁহি মাৰি বৌয়েকক হাতত ধৰি টান মাৰি লৈ গ'ল। বৌয়েকৰ হাত এখন আনি নিজৰ গালত এটা চৰ মাৰি দি ক'লে—

"এইটো মোৰ মৰমৰ বৌৰ মিঠা চৰ।"

প্ৰতাপে হাঁহি দিলে। কাণ্ড দেখি বৌয়েকেও হাঁহিলে; কিন্তু কথাৰ অৰ্থ নুবুজিলে। মিঠা যদিও এইটো যে 'চৰ'— অপমানসূচক কাৰ্য্য তাক বৌয়েকে নুবুজিলে। ই কিহৰ ইঙ্গিত তাক ভাবি নাচাই কেৱল উপকৰা অৰ্থ চাই, হাঁহি মাৰি ক'লে— "যোৱা, তুমি বৰ দুষ্ট।" ভিতৰে ভিতৰে হ'লে পৰম খুচি হৈ গ'ল বৌয়েক। প্ৰতাপৰ মুখলৈ চাই হাঁহিবলৈ ধৰিলে।

প্ৰতাপে বৌয়েকক ঠগি হাঁহিলে; আনফালে বৌয়েকে নিজে ঠগ খাই হাঁহিলে। এনেকৈয়ে চলে জগতৰ প্ৰায়বোৰ হাঁহিৰ কথা। একজনৰ ছলনা আৰু আনজনৰ মূৰ্খামি, ইয়াকে লৈয়ে সৰহ ভাগ হাঁহিৰ ৰোল উঠে। কি ছলনাময় জগতখন!

# ছয়

আজি কেইদিনমান হ'ল কল্যাণীৰ গা অসুখ। ভাত-মুঠি ৰন্ধাৰে দিগদাৰ হৈছে। সেই দেখি মাকক মাতি পঠাইছে। ওচৰৰ গাঁৱৰে দেখি মাকেও মাজে-সময়ে লাগ বুলিলেই আহি কাম-কাজ কৰি দি যায়। ওচৰতে শাহুৱেকৰ ঘৰ হ'লে বেচ সুবিধা আছে; বিশেষকৈ বিধৱা নিজগুৱলীয়া শাহুৱেক থাকিলে। এই পক্ষৰপৰা মাধৱ ভাগ্যবান। মাকে নীলিমাক কেনেকৈ এৰি আহে, গাভৰু ছোৱালী তাই! গাতিকে লগতে লৈ আহিল। দুৱাৰত তলা লগাই বস্তুবোৰ কাষৰ এঘৰত থৈ দুয়ো মাক-জীয়েক আহি মাধৱ ডেকাৰ ঘৰ পালে।

শাহুৱেকে ভাত-পানী ৰান্ধে; খুলশালীয়েকে ঘৰৰ কাম-কাজ কৰাৰ উপৰিও বেমাৰীক শুশ্ৰূষা কৰে। এনেকৈ এসপ্তাহমান পাৰ হৈ যায়। এতিয়া নিঃসঙ্কোচ মনে নীলিমাই আটাইবোৰ কাম-কাজ কৰি যায়। এতিয়া আৰু প্ৰতাপৰ আগত তাই লাজ নকৰে। তেওঁৰ আলপৈচান ধৰে। একেলগে বহি কথা পাতে; মুঠতে অবাধ মিলা-প্ৰীতিৰে চলা-ফুৰা কৰে।

এদিন দুপৰীয়া নীলিমাই প্ৰতাপৰ কামত সোমাই একান্ত মনে পঢ়ি আছে। প্ৰতাপ মানুহজন বৰ গল্পবাজ, দিনটো টলৌ টলৌ কৰি ঘূৰি ফুৰে। ঘূৰি ঘূৰি আহি কাম সোমাই দেখে যে নীলিমা ব্যস্ত এখন আলোচনী লৈ। তেওঁ লাহেকৈ সুধিলে—

'দুপৰীয়াৰ সদ্ব্যৱহাৰ নেকি?'

'প্ৰায় তেনেই দেখা যায়।' তাই উত্তৰ দিলে।

'তেন্তে স্কুল এৰিও সৰস্বতীক 'গুড্‌বাই' দিয়া হোৱা নাই বোধকৰোঁ?'

'গুড্‌বাই নহয়, বৰং 'ওৱেল্‌কাম' কৰাৰ চেষ্টাত আছোঁ।'

'তেন্তে আজি ইমান দিনে কোৱা নাই কিয়?'

'কিয়; ক'ৰবাত নতুনকৈ এড্‌মিশ্যন দিব খোজে নেকি?'

'এৰা, যদি অনুগ্ৰহ হয় তেন্তে লাইব্ৰেৰীত এড্‌মিশ্যন লোৱাৰ মই দিহা কৰিব পাৰোঁ।'

'তিমান চেনেহ থকা হ'লে ইমান দিনে মোৰ মনটো শুকাই নগ'লহেঁতেন।'

'মনটো শুকাই গ'ল?' নীলিমাৰ কালে কেৰাহিকৈ চাই প্ৰশ্ন কৰে তেওঁ। নীলিমাই কিতাপৰ পাতত জোৰ কৰি চকু ৰাখি কৈ যায়—

'খাবলৈ নাপালে যে সকলোৱে শুকায়; পেটক যেনেকৈ আহাৰ লাগে, মনবো তেনেকৈ খোৰাক দৰ্কাৰ; নহ'লে যে মানসিক বৃত্তিবোৰ শুকাই নাইকিয়া হৈ যায়। এই কথা দেখো নিজৰ অবিদিত নহয়।' তাই প্ৰতাপক প্ৰশ্নিত কৰে।

হাঁহি মাৰি তেওঁ উত্তৰ দিয়ে— 'তুমি দেখিছোঁ ভিতৰে ভিতৰে এজনী সাহিত্যিকা হৈ আছা ?' প্ৰতাপৰ কথাত ঠাট্টাৰ ভাৱ প্ৰকাশ পায়। নীলিমাই অভিমানৰ সুৰত কয়—

'ঠাট্টাতো কৰিবই আপুনি। আমি উপলুঙাৰ হে পাত্ৰী যিহেতু আমি তিৰোতা।' প্ৰতাপে বুজিলে যে নীলিমাই বেজাৰ পালে। কথাটো ওলোটাবৰ বাবে তেওঁ ওলোটা অভিমান পাতিলে—

'তুমি বৰ অভিমানী নীলি! তামচা কৰিলেও তুমি অভিমান কৰা। থাক, আজিৰপৰা মই আৰু একো নকওঁ।' তেওঁ গহীন ভাৱে আলমাৰিৰপৰা কিতাপবোৰ উলিয়াই ধূলিবোৰ জাৰি-জোকাৰি পুনৰ সুমুৱাই থয়। নীলিমাই লক্ষ্য কৰে প্ৰতাপৰ মুখৰ ভাৱ। তাই অনুমান কৰিলে যে প্ৰতাপে দুখ পাইছে। কথাটো পাতলোৱাৰ সুৰত তাই লাহেকৈ ক'লে—

'অভিমান কৰিবৰ যাৰ অধিকাৰ আছে তেনে জনেহে অভিমান কৰিব।'

কথাটো যে কোনখিনিত পৰিল তাই ভাবি নাচালে। প্ৰতাপে উত্তৰ শুনি মুখ টিপি হাঁহিলে নীলিমাৰ অলক্ষিতে।

'বেছ তৰ্কবাজ তুমি!' তেওঁ কয় তাইৰ কাষলৈ নোচোৱাকৈ।

'মইতো আপোনালোকৰ দৰে তৰ্ক-শাস্ত্ৰ পঢ়িব যোৱা নাই; কেনেকৈ তৰ্ক কৰিম ?' কথাবোৰ সহজ আৰু সৰল ভাবলৈ অহাত প্ৰতাপৰ অলপ ভাল লাগিল। তেওঁ লাহেকৈ কৈ উঠিল—

'থৈ দিয়া তোমাৰ তৰ্ক-শাস্ত্ৰ মহাব্যাপ্তি। পিচে আমাৰ ভাগাত আজি একাপ চাহো নিমিলিব হ'বলা ?' লাহেকৈ গুহনিবিষ্ট মুখখনলৈ জুমি চায় তেওঁ।

'মোক জ্বালাতন নকৰিলে কোনোৱে সন্তুষ্ট নহয়।' টেবিলত আলোচনীখন থেকেচা মাৰি থৈ উঠি গ'ল নীলিমা। ঘৰত কৰা অন্তৰ বহী নথকা ছাত্ৰই মাষ্টৰৰ চেকনিৰ কোবক অপেক্ষা কৰাৰ দৰে কি উৎপাতনো ঘটায় ভাবে প্ৰতীক্ষাত ৰ'ল প্ৰতাপ। কেট্‌লীত তেওঁৰ বাবে চাহ গৰম কৰি ৰাখিছিল তাই। ভৰ্ৎসনাকৈ আগত নি 'খবক' বুলি ক'লে। গৰ্ব কৰি প্ৰতাপে ক'লে—

"প্ৰতাপ ডেকাই ভাগ্যৰ বলতে খাইছে। যেতিয়াই যি বিচাৰে তেতিয়াই লাভিব।"

"লাজ থকা মনিচ হ'লে নাখালেহেঁতেন" ঠাট্টা কৰি কয় তাই।

"নিলাজবোৰেও নাখায়, পিয়েহে।" চাহ এঢোক মুখত ভৰাই হাঁহি কয় তেওঁ। নীলিমাই কিবা কওঁ বুলিছিল; এনেতে প্ৰতাপে তাইৰ চকুৰ ফালে চাই ভেঙুচালি কৰি দিলে। নীলিমাই নহঁহাকৈ থাকিব নোৱাৰিলে। প্ৰতাপ বৰ ৰসিক মানুহ; ৰগৰ কৰি পুৰণি অঙ্কীয়া নাটৰ ভাষাৰ ঠাচত ক'লে–

"নীলিমাক নিলিমিত চক্ষে প্ৰতাপক দুৰ্দ্দণ্ড প্ৰতাপ ছাগযুদ্ধ যেন ভেল।" দুয়ো খিল্ খিল্ কৰি হাঁহি দিলে। হাঁহি শুনি মাকে পাকঘৰৰপৰা মাত লগালে– "নীলিমা, মজিয়াখন ভাল কৰি দে।" তাই তৎক্ষণাৎ তেওঁৰ ফালে চাই হাঁহি ওলাই গ'ল। প্ৰতাপেও হাঁহি মাৰি চাহ্ কেইটোপ কোনোমতে গিলি গা ধুবলৈ বুলি কুঁৱাৰ পাৰ উঠিল।

# সাত

প্ৰায় দুই সপ্তাহ পাৰ হৈ গ'ল। কল্যাণীৰ গা অলপ ভালৰ ফালে আহিছে দেখি মাক যাবলৈ ওলাল; কাৰণ জী-জোঁৱাইৰ ঘৰত বেছিদিন থাকিবলৈ ভাল নালাগে। মাক যাবলৈ ওলোৱাত কল্যাণীয়ে ক'লে– "তই যা আই; কিন্তু নীলিমা থাকক; কাৰণ মোৰ গা ভালকৈ ভাল হোৱা নাই। গতিকে ঘৰৰ কাম-কাজখিনি কৰিব পাৰিব। অন্ততঃ ভাত মুঠিকে ৰান্ধিব পাৰিব। গা ভাল হ'লে মই নৈ যাম।" জীয়েকৰ কথাত মাকে বিচুৰ্ত্তি খালে। ক'লে– "ডাঙৰ বোপাই জানো তাইৰ ৰন্ধা ভাত খাব ? ডাঙৰ ছোৱালী তাই, কেনেকৈ ভাত দিব ? লোকে বেয়া বুলিব নহয়।" মাথৰে ওচৰতে বহি কিবা লিখি আছিল। তৎক্ষণাৎ মাত লগালে– "তাৰ বাবে চিন্তা নাই আই, হোটেলত উৰীয়া বান্ধনিৰ ৰন্ধা খোৱাতকৈ নিজৰ সম্বন্ধীয় ডাঙৰ ছোৱালীৰ ৰন্ধা খোৱা বেছি দোষণীয় বুলি মই নাভাবোঁ। তাৰ উপৰি আমাৰ খোৱা-লোৱাৰ লগত সিমান বাচ-বিচাৰ নাই। চাফা-চুফা হ'লেই হ'ল।" এনেতে প্ৰতাপে কামৰপৰা ওলাই আহি হাঁহি মাৰি ক'লে– "বিশেষকৈ যদি আগ্ৰা সোৱাদ হয় আই তেন্তে মোৰ মতে তেওঁ বামুণৰ জাত।" কথা শুনি সকলো কেইজনে হাঁহি দিলে। প্ৰতাপে আকৌ ক'লে– "তাৰ উপৰি আপদত নিয়ম নাস্তি, পানী নহ'লে বালিয়ে স্নান্তি। কোনো প্ৰকাৰ কাম চলি গ'লেই হ'ল।"

"তোমালোকৰো কথা। আমি একো ভতকে ধৰিব নোৱাৰোঁ বোপা। যি যুক্তি তাকে কৰা, মোৰ বেলি যায়, মই আহিলোঁ। নীলিমা, তই থাক; পাৰিলে মই কেইদিনমান পিচত আহিম।" এইবুলি কৈ মাকে জীয়েকক এৰি ঘৰলৈ খোজ ল'লে।

বৰ্ত্তমান কল্যাণীৰ সকলো কাম-কাজ নীলিমাৰ মূৰত। কিন্তু নীলিমা ঘৰুৱা কামত পিচ হোহোকা বিধৰ ছোৱালী নহয়। ভাত ৰন্ধা, চাহ কৰাৰপৰা আৰম্ভ কৰি কাপোৰ ধুৱা, ঘৰ-চোতাল সৰালৈকে সকলো কাম নীলিমাই সুন্দৰভাৱে কৰি যায়। তাৰ উপৰি বেমাৰী বায়েকক শুশ্ৰূষা কৰাৰ উপৰিও প্ৰতাপৰ আলপৈচান ধৰালৈকে তাইৰ মূৰত। আনন্দেৰে তাই কামবোৰ কৰি যায়।

দুপৰীয়া ভাত বাঢ়ি নীলিমাই প্ৰতাপৰ কমত সোমাই মাত লগালে– "সৰু ভিনিহিদেউ, ভাত খাবৰ হৈছে।" প্ৰতাপে কিবা লিখি আছিল। মূৰ তুলি দেখে, সন্মুখত

বান্ধনী বেশেৰে নীলিমা। গৰম আৰু ধোৱাৰ নিৰ্ম্মম অত্যাচাৰত গাল-মুখ ৰঙা পৰি উঠিছে তাইৰ।

"বাঃ কি ধুনীয়া হৈ উঠিছা নীলি! বাস্তৱিক প্ৰকৃত গৃহিণীৰ ৰূপতহে তিৰোতাক ধুনীয়া দেখি।" নীলিমাৰ ফালে চাই থাকে তেওঁ।

"আপুনি, এনেকৈ ঠাট্টা কৰিলে মই আৰু বান্ধনী নহওঁ ভিনীহিদেউ। পিছে শুকাই মৰিব লাগিব।" তাই কয় তেওঁৰ মুখলৈ চাই।

"খং নকৰিবা নীলি; বাস্তৱিক মই ভাল পাওঁ প্ৰকৃত মানুহজনকহে— ৰূপসজ্জাক নহয়। স্নো সানি ধুনীয়া কৰা গাল দুখনি আৰু শাৰী পিন্ধি ভাঁজ দিয়া কঁকালখনিক মই ভাল নাপাওঁ। মই ভাল পাওঁ ঘামি-জামি জুকলা হৈ বান্ধনী ঘৰত ভাত বান্ধি থকা আচল গৃহিণী মূৰ্ত্তিটোহে।"

"আপোনাৰ ভাল পোৱা, বেয়া পোৱাৰ লগত মোৰ কোনো সম্বন্ধ নাই। মই জানো ই মোৰ কৰ্ত্তব্য। কবিত্ব এৰক, আহক সোনকালে।"

"তুমি দেখিছোঁ নিষ্ঠুৰ কৰ্ত্তব্য পৰায়ণা। ব'লা বাৰু.......।" তেওঁ চেয়াৰৰপৰা উঠে। নীলিমা যায়। যাওঁতে দুৱাৰ মুখৰপৰা কৈ যায়— "আহোতে বিছনাৰ চাদৰখন আৰু গাৰুৰ ৱাৰটো লৈ আহিব। বৰ লেতেৰা হৈছে; ধুই দিম।"

"যো হুকুম মহাৰাজ্ঞী, বুলি কৈ বিছনাৰ চাদৰ আৰু গাৰুৰ ৱাৰটো লগতে আঁঠুৱাখনো বাহিৰলৈ লৈ আহিল। বান্ধনী ঘৰৰ দুৱাৰ মুখত থিয় হৈ নীলিমাই দেখিলে যে গোটেই সোপাকে লৈ আহিছে। তাই ক'লে— "মই আঁঠুৱাখনৰ কথা ক'বলৈ পাহৰিলোঁ। আপুনি আনিছে নেকি?"

"আজ্ঞে হেঁ মহাৰাজ্ঞী" বুলি কৈ কাপোৰবোৰ ধুপুচ্‌কৈ চোতালত পেলাই দিলে।

"চুপতি মাৰিব নেলাগে। আহক সোনকালে; ভাত-আঞ্জা চেঁচা হৈ যায়।"

"চেলাম হুজুৰ। যতদূৰ পৰা যায় ততদূৰ তাগদা কৰিম" বুলি এটা বিলাতী ধৰণে চেলাম কৰিলে।

"কেনেনো কৰে।"

হাঁহি মাৰি ভিতৰ সোমাই যায় নীলিমা।

* * * *

ভাতৰ পাতত বহি প্ৰতাপে গম্ভীৰ হৈ কয়—

"তোমাক বৰ কষ্ট দিছোঁ নীলি।"

"পুৰুষৰ আলপৈচান ধৰিবৰ বাবেই আমাৰ জন্ম। কষ্ট খাবলৈকেহে নাৰীৰ জন্ম।"

"দেখিছো, তুমি দাৰ্শনিক হৈ যাব ধৰিছা।"

"দাৰ্শনিক হ'বলৈ মোৰ বিদ্যা-বুদ্ধিয়েৰা ক'ত?"

"বিদ্যা-বুদ্ধিৰ লগত কথা নাথাকে নীলি। কথা হৈছে মানুহৰ আত্ম-সচেতন মন আৰু বিশ্লেষণ-পৰায়ণ বুদ্ধিৰ ওপৰতহে। ছক্রেটিছ বিদ্বান নাছিল; কিন্তু শ্রেষ্ঠ দার্শনিক কিয় জানা ?— তাৰ বাবেই।"

কিছু সময় দুয়ো নীৰৱ। তৰকাৰী দি নীলিমাই কয় অতি দৰদৰ সুৰত– "ভাত কেইটা দেখোঁ এনেয়ে এৰিলে। বৰ অলপ গাখীৰ দিওঁ।" এই বুলি কৈ গাখীৰৰ পাত্রটো নমাই আনি গাখীৰখিনি গোটেই বাকি দিলে।

"তুমি দেখো মোকে সোপাকে দিলা। তোমালৈ ক'ত ?"

"মই তৰকাৰীৰে খাব পাৰিম। আপুনি কেৱল ভাত কেইটা খাওঁক।" অতি আবদাৰৰ সুৰত কয় নীলিমাই।

"তুমি মোক ইমান যত্ন কৰি খুওৱা কিয় নীলি ?"

"আপুনি জানে নাৰীৰ আনন্দ ক'ত ? নাৰীৰ আনন্দ খুউৱাত। গোটেই ভাণ্ডাৰ নিঃশেষ কৰি অইনক তুষ্ট কৰিব পাৰিলেহে নাৰীয়ে আনন্দ পায়।"

প্ৰতাপে অবাক হৈ নীলিমাৰ ফালে চাই ৰয়! তেওঁ ভাবিব ধৰে নীলিমাই কোৱা কথা কেইষাৰিৰ বিষয়ে। তেন্তে এয়ে নেকি নাৰী-হৃদয় (তত্ত্ব কথা)। গোটেই ভাণ্ডাৰ নিঃশেষ কৰি অইনক তুষ্ট কৰাতহে নাৰীৰ তৃপ্তি ?

ধীৰ গম্ভীৰ ভাৱে দার্শনিক পণ্ডিতে নতুন তথ্য আবিষ্কাৰ কৰাৰ দৰে তেওঁ আজি কিবা এটা আবিষ্কাৰ কৰিলে। ধীৰে ধীৰে হাত-মুখ ধুই তেওঁ বাহিৰ ওলাই গ'ল।

# আঠ

প্ৰতাপৰ বৌৱেকৰ জ্বৰ ফিৰিল। এই কেইদিন প্ৰতাপে বেছিকৈ বাহিৰলৈ যোৱা নাই। বেছি ভাগ সময় বৌৱেকৰ কোঠাত থাকে। বৌৱেকৰ আলপৈচান ধৰে। বৌৱেকক কিবাকিবি পঢ়ি শুনায়। পথ্যাপথ্য নিজে চাই-চিতি দিয়ে। এই কাৰ্য্যত নীলিমাই তেওঁক সহায় কৰে। ডাক্তৰক আনি নিতৌ দেখুৱায়। দুপৰীয়া অলপ জ্বৰ আহিলেই মূৰত যথাৰৰ পট্টি দি মূৰ শিতানত বহি পানী দি তিয়াই থাকে। মাজে মাজে কিবা লাগিলে নীলিমাক মাতে। ইমান যে আদৰ-যত্ন কৰে তেওঁ। অবাক হৈ যায় নীলিমা। আনন্দত হিয়াখনি ভৰি উঠে কল্যাণীৰ। বি.এ. পাছ দেৱৰেক; অথচ তিৰোতা মানুহৰ দৰে ইমান শুশ্ৰূষা কৰে। বৌৱেকে গ্লুকোচ নাখাওঁ বুলিলে প্ৰতাপে বেদানাৰ গুটি দিয়ে। বৌৱেকে মিছাকৈ ভেম পাতে— "নাখাওঁ মই একো।"

"নাখালে জানো মানুহ জীয়াই থাকে বৌ ?"

"জীয়াই নাথাকোঁ— মৰিম তথাপি তোমালোকৰ কপট মৰম মোক দেখুৱাব নালাগে।" বৌৱেকে তেওঁৰ মন বুজিবৰ চেষ্টা কৰে। প্ৰতাপে ব্যথিত সুৰে কয়- "বৌ, তুমি তেনেকৈ কিয় কোৱাঁ ? অৱশ্যে মই তিমান শুশ্ৰূষা কৰিব নাজানো। জানিম বা কেনেকৈ ? তুমি জানো মোক কাহানিবা শিকাইছা ?"

"বি.এ. পাছ ল'ৰাক মই শিকাব লাগে নেকি ?"

"মাফ কৰিবা বৌ ! কিবা ক্ৰটি হ'ব পাৰে। তুমি কৈ দিয়া। সদায় ভাবিবা মই তোমাৰ আগৰ সেই অজলা বাপুটিয়ে। তোমাৰ ওচৰত মোৰ বি.এ. ডিগ্ৰী নাই- দেৱৰ ডিগ্ৰীহে আছে। কোৱা বৌ, মই কিবা কৰ্তব্যৰ ক্ৰটি কৰিছো নেকি ?" তেওঁ বৌৱেকৰ মুখৰ পিনে চাই ৰ'ল যেন কিবা গুৰুতৰ অপৰাধহে কৰিছে। বৌৱেকে যে মিছাকৈ তেওঁৰ মন টিপি চাইছে তাক তেওঁ ধৰিবই নোৱাৰিলে। স্বভাৱতে বেমাৰত মানুহৰ মন খঙাল আৰু খুহখুহীয়া হয়। তেওঁ ভাবিলে যে বৌৱেকে খং কৰিছে তেওঁৰ ওপৰতে। বৌৱেকৰ কিন্তু শেষত বেয়া লাগিল যেতিয়া প্ৰতাপে সতৃষ্ণ নয়নে চাই ৰ'ল অপৰাধীৰ দৰে। একেথৰে দোষীৰ দৃষ্টিৰে চাই থকাত তেওঁৰ হাত এখনত ধৰি ক'লে— "মোৰ মৰমৰ সোণ, দুখ নকৰিবা। মই এনেয়ে তোমাৰ মন চাইছোঁ। তুমি মোৰ বাবে ইমান কষ্ট নকৰিবা। তোমাৰ কষ্ট হ'ব বুলি ভাবিয়ে মই নীলিমাক ৰাখিছোঁ।"

নিজৰ অজ্ঞতা আৰু বুদ্ধিহীনতা অনুভৱ কৰি প্ৰতাপ নিজে নিজে লজ্জিত হ'ল। বৌৱেকৰ চাতুৰী ধৰিব নোৱাৰি তেওঁ অলপ অপ্ৰতিভও হ'ল।

"তুমি বৰ দুষ্ট বৌ, মনৰ কথা খুলি নোকোৱাঁ; কেৱল অভিমান কৰা।"

প্ৰতাপৰ হাতখন ধৰি বুকুৰ মাজলৈ আনি লাহে লাহে বৌৱেকে ক'লে—

"তোমাৰ ওচৰত যদি মই অভিমান নকৰোঁ, ককায়েৰাৰ ওচৰত যদি মই খং নকৰোঁ তেন্তে কাৰ ওচৰত কৰিম ? তোমালোক দুজনেই মোৰ অভিমান আৰু খঙৰ পাত্ৰ।"

বৌৱেকৰ মুখখন উজ্জ্বল হৈ আছে। প্ৰতাপে বুজিলে যে বৌৱেকে বৰ আনন্দ পাইছে। সেইবাবেই এনে ব্যৱহাৰ কৰিছে। তেওঁ অন্তৰে অন্তৰে আনন্দ অনুভৱ কৰে। তেওঁ বৌৱেকৰ চকুৰ ফালে চাই থাকে, মুখত এটা আত্ম-তৃপ্তিৰ ভাব।

বিচিত্ৰ নাৰীৰ অন্তৰ আৰু তাতোকৈ বিচিত্ৰ নাৰীৰ মনৰ গতি।

# ন

বৰ্তমান কল্যাণী সম্পূৰ্ণ আৰোগ্য হৈছে। নীলিমা সেই দেখি যাবলৈ ওলাল। কল্যাণীয়েও ৰাখিবলৈ ইচ্ছা নকৰিলে। হাজাৰ হ'লেও ডাঙৰ ছোৱালী লোকৰ ঘৰত বেছি দিন থকাটো সমীচিন নহয়। প্ৰতাপে বৌৱেকৰ লগত আলোচনা কৰি এযোৰ ভাল শুৱালকুচীয়া পাটৰ ৰিহা-মেখেলা আনি দিলে।

পিচদিনা নতুন ৰিহা-মেখেলাযোৰ বায়েকৰ একান্ত অনুৰোধত পিন্ধি তাই যাবলৈ ওলাল। ভালকৈ 'চুচি-মাজি' কপালত ধুনীয়াকৈ সেন্দুৰৰ ফোট লৈ নতুন সাজ-পাৰ যোৰেৰে সাজিকাচি আহি তাই প্ৰতাপৰ কমলৈ সোমাই গ'ল বিদায় লওঁ বুলি। প্ৰতাপে তেওঁৰ লিখা এটা কবিতা চাই আছিল; হঠাতে নীলিমাৰ এনে নৱ বেশ দেখি হাঁহি মাৰি মুখলৈ চাই ক'লে—

"ই যে সাক্ষাৎ স্বৰগৰ উৰ্ব্বশী কিম্বা মেনকাৰ হঠাৎ আগমন!"

"ৰ'ব, আজি আৰু ঠাট্টাৰ সময় নহয়।"

"ঠাট্টা কৰা নহয় নীলি, সঁচাকৈ আজি দিপ্‌লিপজনী হৈ উঠিছা। বাস্তৱিকে এই সাজযোৰে তোমাক ৰৰকৈ শুৱাইছে।"

"সেইটো আপোনাৰ গৌৰৱৰ কথা। পিচে সেইবোৰ এৰক। মই আজি আহিছোঁ বিদায় ল'বলৈ; কাৰণ মই আজি যাম!"

"তেন্তে আজি বিজয়া? আজি তেন্তে দেৱী যাব পূজামণ্ডপ শুদা কৰি?"

"ৰগৰ এৰক। আপুনি বিছনাৰপৰা নামি আহক।"

"কিয়?"

"নামিব কৈছোঁ নামক।" আদেশৰ সুৰত ধমকনি দিয়ে তাই।

"ভগৱতীৰ কোপত মহিষাসুৰ বধ হৈছিল আৰু আমি কোন ছাৰ? নামিছো বাৰু!"

প্ৰতাপ বিছনাৰপৰা নামি আহে। নীলিমাই থপ্ কৰে আঁঠু কাঢ়ি ভৰিত ধৰি সেৱা কৰে। তেতিয়াহে তেওঁ বুজিলে যে সঁচাকৈ নীলিমা যাব। ধুমুহাৰ আগ মুহূৰ্ত্তত প্ৰকৃতি শান্ত হোৱাৰ দৰে প্ৰতাপ হঠাৎ গহীন হৈ পৰিল। তেওঁৰ মনৰ মাজেৰে কিবাকিবিবোৰ খেলি গ'ল। অকস্মাতে যেন বাক্‌শক্তি ৰুদ্ধ হৈ গ'ল।

"কিয় আজিয়ে যাবলৈ ওলালা?"

"আজি প্ৰায় এমাহ থাকিলোঁ। বাইদেউ ভাল হ'ল। মোৰ কৰ্ত্তব্য শেষ; গতিকে যাওঁ।"

"কৰ্ত্তব্য শেষ?" তেওঁ ভাবে, নীলিমাৰ মুখলৈ চায়। নীলিমাই তলমূৰ কৰে। ওঁঠ দুটি কঁপি উঠে। প্ৰতাপে ক্ষীণকণ্ঠে মাত লগায়—

"এৰা, কৰ্ত্তব্য শেষ। যোৱা বাৰু।"

দুয়ো নীৰৱ! অলপ তলকা মাৰি প্ৰতাপে মূৰ তুলি চালে। অজ্ঞাতসাৰে এটা হুমুনিয়াহ আহে প্ৰতাপৰ। নীলিমাই বুজে ই কিহৰ হুমুনিয়াহ। তাইৰ অন্তৰখন কান্দি উঠে। কথমপি তাই নিজক সংযত কৰি কয়—

"আহিলোঁ সৰু ভিনীহিদেউ!"

লাহে লাহে তাই বিষণ্ন বদনে বাহিৰ হৈ ওলাই আহে। প্ৰতাপে এবাৰ তাইৰ ফালে চায়। কিবা কওঁ বুলি; হঠাতে থমকি ৰয়। তাৰ পিচত গৈ বিছনাত বহে। আজিহে প্ৰতাপে অনুভৱ কৰিব পাৰিলে— দুৱৰাৰ "যাওঁ বোলা বিদায়ৰ বাণী" কবিতা ফাকিৰ মৰ্ম্ম কি গভীৰ— কি বেদনাদায়ক!

তেওঁ বিছনাত শুই পৰিল; কিন্তু নিদ্ৰা নাহিল।

# দহ

তাহানিৰপৰা মহেশে আৰু জীৱনৰ বিষয়ে ভবা নাই। চাকৰি বিচাৰি আৰু কোনো দিনে অফিচে অফিচে ঘূৰি ফুৰা নাই। চাকৰি প্ৰাৰ্থনাৰ তিক্ত অভিজ্ঞতাই তেওঁৰ জীৱনৰ গতি অন্যপিনে ঢাল খুৱালে। বৰ্ত্তমান ৰাইজৰ সেৱাত তেওঁ মনোনিবেশ কৰিছে। বানপানী প্ৰপীড়িত ৰাইজক সহায় কৰা আৰু অসমৰপৰা বিদেশীৰ প্ৰভুত্ব লোপ কৰা তেওঁৰ বৰ্ত্তমান মুখ্য উদ্দেশ্য। তেওঁ নিৰ্ভীক আৰু স্পষ্টবাদী। তেওঁৰ মতে বিশ্ব-ভ্ৰাতৃত্বৰ দোহাই দি নিজৰ কৃষ্টি, সংস্কৃতিক নেওচা দিয়া মানে গছৰ গুৰি এৰি আগত পানী দিয়াৰ দৰে। তেওঁ কয়– "প্ৰাদেশিকতা যে সঙ্কীৰ্ণতা তাক স্বীকাৰ কৰোঁ; কিন্তু নিজৰ অস্তিত্ব পাহৰি যোৱাটো যে সম্পূৰ্ণ বাতুলতা তাক অস্বীকাৰ কৰোঁ কেনেকৈ?"

অসমৰ প্ৰাকৃতিক সম্পদ যেনে– প্ৰাকৃতিক বিপদো তেনে। এইবাৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ গোটেই অঞ্চলত বানপানীয়ে ধান নষ্ট কৰিছে। মহেশে আপ্ৰাণ চেষ্টা কৰিছে বিপদগ্ৰস্ত মানুহবোৰক উদ্ধাৰ কৰিবলৈ। ৰাইজ আৰু গৱৰ্ণমেণ্টৰ সাহায্যত মানুহবোৰ এইবাৰলৈ ৰক্ষা পৰিল; কিন্তু শস্যবোৰ তেনেই নষ্ট হ'ল। গৱৰ্ণমেণ্টে ৰাজহ কমাই দিলে; কিন্তু যিবিলাকে মহাজনৰ মাটিত খেতি কৰিছিল নাইবা ঠিকা বন্দোবস্তত মাটি লৈছিল তেওঁলোকে ঠিকা ৰেহাই নাপালে। এই মহাজনসকলৰ ভিতৰত গোপীকান্ত বৰুৱাও এজন। তেওঁৰ তলৰ প্ৰায়বোৰ ৰায়তৰ ধান নষ্ট হৈছে। তেওঁ কিন্তু এলাপেচা লোক নহয়– ঠিকা বুলিলে ঠিকা; কড়াই-গণ্ডাই আদায় দিবই লাগিব।

এদিনাখন কিছুমান ৰায়তৰ লগত মহেশ কলিতায়ো বৰুৱা ডাঙৰীয়াৰ ওচৰত উপস্থিত হ'ল। বৰুৱা ডাঙৰীয়াই ভাটিবেলা আৰামী চকি এখনত বহি গুৰগুৰিটো টানি আছে– মনত নানা চিন্তা। ডিব্ৰুগড়ত নতুনকৈ এটা দালান তৈয়াৰ কৰিব দিছে। তাৰ বাবে কেইহাজাৰমান টকা অতি সোনকালে লাগে, নহ'লে আলচা কাম নহয় সিদ্ধি বাটত আছে কণাবিৰিধি; তাৰ উপৰি শুভস্য-শীঘ্ৰম্– জীয়েকৰ বিয়াখন পাতিব লাগে। তাৰবাবে নাই বুলিলেও তিনি-চাৰি হাজাৰ টকা; তাৰোপৰি এটা 'ৰেডিঅ' নিতান্ত দৰ্কাৰী। সৰ্বশেষত এখন মটৰ গাড়ী অপৰিহাৰ্য্য। ইয়ানবোৰ দৰ্কাৰৰ ভিতৰত তেওঁ মানুহজন জুমুৰ। ইয়ানবোৰ খৰচৰ ঘৰত; আৰু জমাৰ ঘৰত? জমাৰ ঘৰত আধিয়াৰ ঠিকাৰ ধানবোৰ। ইফালে বানপানী পীড়িত ৰাইজৰপৰা আহিছে ঠিকা মাফৰ

আবেদন। বৰুৱাৰ পেটে পেটে বাকৈয়ে খং উঠিছে। অভিজাতসকলৰ আভিজাত্যত আঘাত পৰিলে এনেকৈয়ে জ্বলি উঠে। যুগে যুগে এই নীতি চলি আহিছে– তাৰ অন্যথা নাই। এয়ে দুনিয়া। এফালে পেটত খাবলৈ এমুঠি অন্ন নাই– বাটে বাটে সহস্ৰ মানুহে দুৰ্ব্বাসা হৈ ফুৰিব লগাত পৰিছে আৰু আনফালে মটৰ, ঘোঁৰা-দৌৰ আৰু অট্টালিকা সাজি ধনৰ জয়গান গাবলৈ কল্পনা কৰিছে। এফালে ক্ষুধিত নৰকঙ্কাল আৰু আনফালে আভিজাত্যৰ চৰম সাৰ্থকতা। কোনোৱে তল গৈছে আটলাণ্টিকৰ অতল তলিত আৰু কোনোৱে সাজিছে তাৰ সৌধ গগনস্পৰ্শী গৌৰীশঙ্কৰৰ উচ্চ চূড়াত। এয়ে কুৰি শতিকাৰ সভ্য, ভদ্ৰ দুনীয়া।

মানুহবোৰ আহি পোৱাত বৰুৱাই তেওঁলোকক বহিব দিলে। মানুহবোৰ বহিল। বৰুৱাই ক'লে– "মই কোনোমতে ধান মাফ দিব নোৱাৰিম; মোক মিছামিছি আজি ইমানদিনে জুলুম কৰিছা।"

মানুহবোৰৰ মাজৰপৰা বুঢ়া ধনাই হাতযোৰ কৰি মাত লগালে– "দেউতা, গৰীব নিগমে মৰিলোঁ। এইবাৰ জ্বৰ হৈছিল; মুঠেই কৰ নোৱাৰিলোঁ। ল'ৰাজনৰ বসন্ত, মাকৰ পেটৰ কামোৰ, মই বুঢ়া মানুহ, কি কৰিম ? প্ৰায় তিনি বিঘামান কইছিলোঁ; কিন্তু যোৱা বানপানীয়ে আহি সোপাকে উটাই নিলে। আপুনি জানেই দেউতা, মই ইবেলিৰপৰা সিবেলিলৈ কোনোৰকমেহে লগ পাওঁ; কেতিয়াবা কাতি মাহতে শেষ। আৰু ধাৰ কৰিব লগা হয়। তেনেস্থলত এইবাৰ এভালো কাটিব নোৱাৰিলোঁ। বৰ্ত্তমান ঘৰত খোৱামুঠিৰে হাহাকাৰ। যদি দেউতাই দয়া নকৰে তেন্তে গৰীব সমূলি মৰিলোঁ।"

এনেতে আঘোণু নামৰ আন এজনে মাত লগালে– "এইবাৰ আমাৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ গোটেই শস্য নষ্ট হ'ল। কিছুমান স্কুলীয়া ল'ৰা আৰু গৱৰ্ণমেণ্টৰ মানুহে আহি আমাক চাউল-পাতি দি প্ৰাণ বচালে। ঈশ্বৰে বোপাইহঁতক কুশলে ৰাখক। বোপাইহঁত নহ'লে এইবাৰ আমাৰ গতি লাগিছিল। গতিকে দেউতা, অলপ দয়া কৰক। অন্ততঃ ঠিকাৰ ধানৰ সলনি এইবাৰ খাজনাখিনিকে লওঁক।" বুলি হাতযোৰ কৰি থাকিল!

তাৰ পিচত ভোলাই ক'লে– "দেউতা, মোৰ দহ বিঘাত দুই মোন হিচাবে কুৰি মোন ধান আপুনি পায়। সেই ধানখিনি এইবাৰ মাফ দিয়ক দেউতা। মই মাজলপত্ৰ বেচি খাজনাখিনিকে দিওঁ। ল'ৰাজনৰ বিয়া পাতিম বুলি যিখিনি গহনা কৰিছিলোঁ তাকে বেচি ধান কিনি খালোঁ। ধানৰ মোন ১৫ টকা। কেই মোন পাইছোঁ তাক দেউতাই জানেই। লোণ, তেল কিনিবলৈ এটা পইচা নাই দেউতা! ক'লা বজাৰত কেৰাচিন কিনিব নোৱাৰোঁ দেখি ভাটি-বেলাতে খাই-বৈ উঠোঁ। নিমখৰ সলনি দখলাখাৰ....।"

"হেৰ তোৰ তেল-নিমখৰ হিচাপ মই কৰিব যাব লাগে নেকি হঁ ?" বৰুৱাই জাপি মাৰি উঠিল। "শুন, ঠিকা বুলিলে খাজনা দিয়া নাখাটে। তোৰ ধান পানীয়ে খালে

মোৰ কি হ'ল ? কিনি হ'লেও ধান দিবই লাগিব। মোৰ লগত সেইবোৰ ফাকিফুকা নাখাটে। মাটি কিবা এনেয়ে মিলে নেকি বাপু ?"

মানুহবোৰে কাবৌ-কাকুতি কৰিবলৈ ধৰিলে— "আমাক দেউতাই বৰ দয়া কৰি আহিছে। আজিৰ দিনত বিঘাৰ মাটিত দুই মোন হিচাপে কোনে ঠিকা দিয়ে ? সকলোৰে আধি দিয়ে। দেউতাই আমাক দিছে আমি গৰীব— পুৰণা ৰায়ত দেখিহে। দেউতাই নিদিলে আমি শুকাই মৰিলোহেঁতেন। দেউতাৰ উপৰি পুৰুষসকলে আমাৰ আতা-পিতা চৈধ্য পুৰুষক দিছিল আৰু আজি দেউতায়ো দিছে দেখিহে আমি ৰৈ আছোঁ। দেউতাসকলৰ শলাগ আমি নাপাহৰোঁ।"

বৰুৱাই কঠোৰভাৱে ক'লে— "সেইবাবেইতো মোক জুলুম কৰিছা। মই কৈছোঁ কোনোমতে মই ধান মাফ্ দিব নোৱাৰোঁ।"

ধনাই ক'লে— "ভৰাঁলত নহ'লে ক'ৰপৰা দিম দেউতা ?"

বৰুৱাৰ সৰ্ব্বাঙ্গ কঁপি উঠিল। চকু ৰঙা কৰি কৈ উঠিল— "কিনি হ'লেও দিব লাগিব। ভৰাঁলত নহ'লে ক'ৰপৰা দিম; ইচ্ নেদেখিছা উত্তৰ ! ইমান তাগদ, মোকে প্ৰশ্ন কৰে ! মই হুকুম দিলোঁ— হয় এসপ্তাহৰ ভিতৰত ধান দিব লাগিব, নহ'লে মই মোৰ ক্ষমতা প্ৰয়োগ কৰিম।"

বৰুৱাই খঙত ছট্‌পট্ কৰিবলৈ ধৰিলে। মানুহবিলাক ভয়ত অন্তৰে অন্তৰে কঁপি উঠিল। কিন্তু ইমান সময় নীৰৱে থকা মহেশে এইবাৰ বৰুৱাৰ ফালে চাই প্ৰশ্ন কৰিলে— "তেন্তে বাহিৰে এইবাৰ ধান মাফ্ নেপাব নেকি ?" বৰুৱা জ্বলি উঠিল— ষ্টেচনৰ মালবাবুই মাল বুক কৰি 'উপৰি পাওনা' খিনি নাপালে যেনেকৈ জ্বলি উঠে। তেওঁ চকু থিয় কৰি ক'লে—

"তুমিনো হাকিমৰ দৰে কৈফিয়ৎ ল'বলৈ কোনহে বাপু ?"

"মই বিয়ে নহওঁ; কিন্তু মই আপোনাক অনুৰোধ কৰিছোঁ এতিয়াও আপুনি এবাৰ ভাবি চাওক।"

"তুমি মোক ভাবি চাবলৈ কওঁতা কোনহে ? মোৰ প্ৰাপ্য মই পাব লাগে, তাত মোৰ ভাবি চাবলগীয়া কিহ্‌টো আছে ?"

"বাহিৰে কৰিছে পথাৰত খেতি আৰু আপুনি বাহিছে ঘৰত ভৰাঁল ! বেছ মজাৰ কথা। পিচে ইমান যে অভিশৰ্মা হৈছে আপুনিনো কিহৰ প্ৰাপ্য পায় ? মাটিবোৰ আপুনি সৃজন কৰিছিল নে প্ৰকৃতিয়ে ?"

"তোমাক চিনিবলৈ মোৰ বেছি বাকী নাই। তুমিয়ে যে এই জঞ্জালৰ মূল অৰু মই ইতিমধ্যেই জানিছোঁ। পিছে বাপু টাউন-চহৰত গৈ তাণ্ডৱ মিটিং কৰি তাণ্ডৱ তাণ্ডৱ বক্তৃতা দি থাকিলে। গাঁওলৈ আহিলে কি হয় জানা ? গোসাঁইৰৰ অৰ্থাৎ জেলখানাই

গতি।"

"হয়, আপোনালোকৰ বিৰুদ্ধে গ'লেই হয় জেল, এই কথা মোৰ ভালকৈ জনা আছে। মিছা কেচ লগাই দাৰোগাক ভেটি দি জেলত সুমুৱাই থ'ব পাৰে তাক মই জানো; কিন্তু মই এইখিনি জনা নাছিলোঁ যে আপোনাৰ এই সুন্দৰ শৰীৰটোৰ ভিতৰত এনে এটা কুৎচিৎ মন লুকাই আছে।" তাৰপিচত ৰাইজৰ ফালে চাই ক'লে– "লিম ঘঁহিলে পানী নোলায় বৰং জুইহে উঠে। অৰণ্যত ৰোদন আৰু শোষকত মাগন একে কথা। আহক, আজিৰপৰাই এই মাটি এৰক; গভৰ্ণমেণ্টে বিজাৰ্ভ খুলি দিছে, তালৈকে ব'লক।"

কথা শুনি বৰুৱাৰ ইচ্ছা হৈছিল দুই গালে দুটা চৰ মাৰি দাঁত দুপাৰি ভাঙি দিবলৈ। কিন্তু খণ্ডত পেট কাটি ছমাহ শুকনি খাব লাগিব বুলি ভাবি নিজক দমাই ৰাখিলে। ৰাইজৰ ফালে ঘোপা চকুৰে চাই তেওঁ গৰ্জ্জি উঠিল– "যা তহঁতক মই মাটি নিদিওঁ। গোপীকান্ত বৰুৱাই তহঁতৰ দৰে নিমখহাৰাম লোকক ৰায়ত হিচাপে নাৰাখে। আজিয়ে তহঁতে মোৰ মাটি এৰি গুছি যাবি, নহ'লে মইহে যদি গোপীকান্ত বৰুৱা হওঁ তেন্তে তহঁতৰ মই ভেটিয়ে-মাটিয়ে খানিম। দেখিম বাৰু কোন বাপেৰে ৰাখে তহঁতক। মই কালিয়ে আনি পমুৱা বহুৱাম।"

"আপোনালোকেই দেশৰ শত্ৰু। আপোনালোকেই প্ৰজাক পীড়ন কৰে– নিছলা প্ৰজাৰ হাড় ভঙা পৰিশ্ৰমৰ ফল ডকাইতি কৰে আৰু আপোনালোকেই নষ্ট কৰে গৱৰ্ণমেণ্টৰ আঁচনি। গৱৰ্ণমেণ্টে বিদেশীক দিব বিজাৰ্ভত বহিবলৈ আৰু আপোনালোকে নিজৰ ক্ষুদ্ৰ স্বাৰ্থ পূৰণৰ বাবে সিহঁতক আনি বহুৱাব ধৰৰ কাঠিত। আপোনালোক অকল ৰাইজৰেই শত্ৰু নহয়, গৱৰ্ণমেণ্টৰো শত্ৰু। ৰাইজসকল ! বহি থাকিলে কি হ'ব; আহক, উঠি আহক আপোনালোক।"

মহেশ উঠি আহিল। গোপীকান্ত বৰুৱাই খণ্ডত- অপমানত জৰ্জৰিত হৈ কৈ উঠিল– "আঁতৰ হ, এই মুহূৰ্ত্তে। দূৰ হ, ইয়াৰপৰা। নহ'লে.......।"

মানুহবোৰৰ মাজত আতঙ্কৰ সৃষ্টি হ'ল। বহুতে নানা কাকুতি-মিনতি কৰি বৰুৱাৰ ওচৰত অনুনয় কৰিবলৈ ধৰিলে।

"দেউতা, আমাক ৰক্ষা কৰক। বোপা কলিতা, তুমি মনে মনে থাকা বোপা ! দেউতা, অকণ চকু মেলি চাওক। আমাৰ অপৰাধ ক্ষমা কৰক দেউতা !"

গোপীকান্ত বৰুৱাই বহাৰপৰা উঠি ক'লে– "তহঁতক মই কোনোমতে নাৰাখোঁ।

তহঁত— আঁতৰি যা। কিন্তু যোৱাৰ আগতে মোৰ প্ৰাপ্য মোক দি যাবি, নহ'লে তহঁতক মই নালে-পাতে বাইম। তহঁতৰ মই ফুটনি মাৰিম। পানীত হাঁহ নচৰা অৱস্থা কৰিম মই। বাপেৰহঁতৰ বুদ্ধি শুনি তহঁতে মোক যিমান জুলুম কৰিছ মই তাৰ পোটক তুলিম।"

বৰুৱাই ডাবি-ধমকি দি খেদি দিলে। বাইজে হা-হুমুনিয়াহ কাঢ়ি উঠিল— "হে ভগৱন্ত! প্ৰভু! কি দিন মিলালা হৰি! তোমাৰে সকলো লীলা প্ৰভু!"

অজ্ঞাত শক্তিৰ ওপৰত সকলো দোষ আৰোপ কৰি অগণন হোজা খেতিয়কে যুগে যুগে, বাৰে বাৰে, শত শত লাঞ্ছনা-গঞ্জনা আৰু অত্যাচাৰ সহি আহিছে। মানুহে মানুহৰ ওপৰত কৰা অত্যাচাৰক ভগৱানৰ অভিপ্ৰায় বুলি চিৰকাল মূৰ নত কৰি আহিছে এই হোজা মানুহবোৰে। কোনোদিনে চেষ্টা কৰা নাই তেওঁলোকৰ দুখ ভগৱানৰ অভিপ্ৰেত নে মানুহৰ ইচ্ছাকৃত তাক জানিবলৈ। হায়ৰে অবোধ মানৱ!

# এঘাৰ

ঘৰত থাকি আৰু প্ৰতাপৰ ভাল লগা নাই। কিবা যেন কৰিব, কিবা যেন ভাবিব, ক'ৰবালৈ যেন গুচি যাব। কবি মনত কল্পনাৰ প্ৰসাৰতা অধিক; কিন্তু বাস্তৱৰ সংঘাতো কম নহয়। শৰীৰৰ আঘাত লোকৰ দৃষ্টিগোচৰ হয় কিন্তু মনৰ আঘাত দৃষ্টিগোচৰ নহয়; যদি মানুহৰ মনৰ আঘাতবোৰ আনৰ দৃষ্টিগোচৰ হ'লহেঁতেন, তেন্তে সঁচাকৈ সংসাৰখনত ইমান বিলাই-বিপত্তি নহ'লহেঁতেন। দৃষ্টিৰ বহিৰ্গত হুলিয়েতো মানুহে আনৰ অন্তৰৰ কথা, ব্যথা বুজি নাপাই বহুত অনৰ্থ ঘটায়। নাজানো কি ব্যথাত ব্যথিত প্ৰতাপ।

হঠাৎ এদিন অমনোযোগেৰে প্ৰতাপ গৈ গুৱাহাটী উঠিল। সবলাহঁতৰ ঘৰ পাই শুনিলে মহেশ নাই। ক'লৈ গৈছে, কোনেও নাজানে। প্ৰতাপে সুধিলে– "সবযু. সঁচাকৈ সি ক'লৈ গ'ল ক'ব নোৱাৰা নেকি ?"

"সঁচা নহে, মিছা দাদা ? সঁচাকৈ ক'ব নোৱাৰোঁ ক'লৈ গ'ল। কেৱল উৰা বাতৰি শুনিছো যোলে ক'ৰবালৈ বানপানী পীড়িত লোকক সাহায্য কৰিবলৈ গৈছে।" তাৰপিচত অলপ তলকা মাৰি প্ৰতাপৰ ফালে চাই ক'লে– "আমি দাদা আপোনালোক দুজনৰ একো গমকে ধৰিব নোৱাৰোঁ। আপুনি হ'ল সাহিত্যিক নে কবি, আমাৰ দাদা হ'ল দেশপ্ৰেমিক, দেশ উদ্ধাৰক অৰ্থাৎ যাক ইংৰাজীত 'পেট্ৰিয়ট' বোলে। আপোনালোকৰ মন পায় এনে সাধ্য কাৰ ?"

সবলাৰ কথাটো খোঁচমৰা হ'ল। প্ৰতাপে অলপ বিৰক্তিবোধ কৰি ক'লে– "তুমি বহুত উঠিছাহে সবযু, অলপ নামা। কলেজত নাম লগাইছাহে মাথোঁ– ইমান আখে-ফুটা কথা ক'বলৈ আৰম্ভ কৰিলাই নে ? তোমাৰ ব্যঙ্গোক্তিবোৰ অৰ্থাৎ 'বেটোৰিকেল স্পিচ্'বোৰ পিচত শুনিম। বৰ্তমান মোৰ খোৱাৰ দিহা কৰা। ভোকত নিৰঞ্জন প্ৰভু গোটেই কঁপিছে।"

সবলাই হাঁহি মাৰি ক'লে– "তাৰ ব্যৱস্থা ইতিমধ্যেই হৈ গৈছে দাদা ! কেৱল ভিতৰলৈ গৈ চাউল সিজোৱা দুটি ল'লেই নিজেও হ'ব পুষ্ট আৰু আমিও হ'ম তুষ্ট।"

"শুনা সবযু, কল পকিলে সোৱাদহে হয়। তুমি যেতিয়া ভাটোৱে মাত শিকাদি দৰে বক্ৰ কথাবোৰ শিকিব ধৰিছা, মোৰে মঙ্গল; কাৰণ ভবিষ্যতে মোৰ শিষ্যা হ'বৰ সম্ভাৱনা। পিচে ব'লা, তোমাৰ ভকতীয়া দৰৰ চাউলমুঠিৰ কিবা লগাৰ্ড।"

দুয়ো পাকঘৰলৈ গ'ল। প্ৰতাপে পৰম তৃপ্তিৰে খোৱাত মন দিলে। ভাটিবেলা খাই-বৈ শুই উঠি প্ৰতাপ মহেশ্বৰ কমত বহিছে। কলেজৰপৰা আহি সবলাই চাহ লৈ প্ৰতাপৰ ওচৰলৈ গ'ল। প্ৰতাপে দুৰবাৰ 'ওমৰ তীৰ্থ'খন মেলি পঢ়িছে—

*"ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা*
*জীৱন মদিৰা ভৰাই পিয়া;*
*অতীত ভৱিষ্য শোক দুখ ভয়*
*আজিৰ ভাৱনা উটাই নিয়া।"*

সবলাই চাহকাপ নি আগত ধৰিলে আৰু ক'লে— "পিচতো প্ৰাণৰ পিয়লা পিব, এতিয়া চাহৰ পিয়লাকে পিয়ক।" চাহৰ নাম শুনি তেওঁ কিতাপখন টেবিলত ঠেকেচা মাৰি থৈ অলপ হাঁহি ক'লে— "এৰা, আগতে চাহৰ ৰস, পিচতহে কাব্যৰস। আগতে জিহ্বাৰ তৃপ্তি, পিচতহে মনৰ তৃপ্তি। দিয়া সৰযু, মোক অলপ ঘনকৈ চাহ দিবা, লগতে মিঠাও অলপ বেছিকৈ দিবা যাতে অনুভূতিটো অলপ সজাগ হয়।"

প্ৰতাপে পৰম আগ্ৰহেৰে চাহ-কাপ তুলি লয়। সৰলাই হাঁহি মাৰি কয়— "আপুনি চাহৰ বৰ ভক্ত দাদা! কিয় আপুনি ইমান ঘনকৈ চাহ খায়?"

"ওমৰে কিয় ইমান সুৰা খাইছিল? ই এটা নিচা।"

"সুৰাই দাৰ্শনিক পণ্ডিত ওমৰ খায়ামক ধ্বংস কৰিলে। এইটোৱে সুৰাৰ দোষ।"

এঢোক চাহ খাই প্ৰতাপে ক'লে— "আৰু সেই ধ্বংসস্তূপৰপৰাই কবি ওমৰৰ জন্ম হ'ল— সেইটোৱে সুৰাৰ গুণ।"

"আপোনালোকৰ দৃষ্টি-ভঙ্গিয়ে বেলেগ দাদা! সৰ্বসাধাৰণৰ লগত আপোনালোকৰ মিল নাই। পিচে চাহৰ গুণ কি?"

"ডাক্তৰী বিদ্যা মোৰ নাই সৰযু! দ্ৰব্যগুণ মই নাজানো। পাৰিলে তোমাক কোনো ডাক্তৰৰ লগত সংযোগ কৰি দিবৰ চেষ্টাত থাকিম......। তেতিয়া বুজিবা। সম্প্ৰতি আধুনিক ভদ্ৰলোক হিচাপে চাহৰ অনিবাৰ্য্য আৱশ্যক, মই ইমানকে বুজোঁ। তাৰ উপৰি এইটো মোৰ নিচা।"

"থওক আপোনাৰ নিচা। পিচে এইখন 'ওমৰতীৰ্থ' ক'ত পালে?"

"কিনি আনিলোঁ। জহানি হাইস্কুলত থাকোঁতে এবাৰ পঢ়ি বৰ ভাল পাইছিলোঁ। উমানো তাৰ লোভ সামৰিবপৰা নাই।"

সবলাই কিতাপখন উবাই-ঘূৰাই চাই প্ৰতাপ নামটো পাই সুধিলে— "আপুনি কিয় একো উপাধি নিলিখে, খাটাংকৈ 'প্ৰতাপ' বুলি লিখি থয় যাথোন?" সবলাই এখন চমাৰত বহে মুখামুখিকৈ। প্ৰতাপে চাহঢোক জোৰেৰে পিলি কয়— "স্বামী মৰা ছোৱালীজাক সধৱা বুলিলে কেনে হয় এবাৰ ভাবাচোন। মোৰ উপাধি ভেকা। যুৱতীয়ে

বিয়ে নকওক— লোকে কিন্তু ডেকা মানে যুৱককে বুজে; পিচে মোৰ শৰীৰৰ ডেকা তেজটোপা দৰিদ্ৰতাই শুহি লৈছে, যিবা এফেৰা আছিল তাকো বি.এ. পৰীক্ষাৰ আগত ৰাতি দুটা বজালৈ কিতাপ পঢ়ি স্নান পেটস্থ কৰি পৰীক্ষাৰ দিনা কাগজস্থ কৰোঁতে ইতি; গতিকে মিছামিছি ডেকা লিখি যুৱকৰ পৰিচয় দিয়াত লাভ কি ?"

"বাৰু যি ডিগ্ৰীৰ বাবে ডেকা দেহ বুঢ়া কৰিলে সেই ডিগ্ৰীটোকেতো লিখিব পাৰে ?"

"বিশ্ববিদ্যালয়ৰ ডিগ্ৰী চাকৰি জীৱনতহে প্ৰয়োজন, সচৰাচৰ জীৱনত তাৰ কি মূল্য ? বৰং ডিগ্ৰী থাকিলে বহুত সময়ত আমাৰ নিচিনা মানুহে বিপদতহে পৰিব লাগে; কাৰণ ডিগ্ৰীধাৰী বুলি জানিলে সিহঁতৰ দৰে চলিব লাগে।"

"তাৰ মানে ?"

"তাৰ মানে ভদ্ৰলোক হ'ব লাগিল। ভদ্ৰলোক হ'লে টকা লাগিল, আধুনিক ভদ্ৰতাৰ বজাৰত নিজক দৰ-ভাও কৰিবলৈ। তাৰবাবে হয় মাৰিব লাগিব পৰীৱক, নহয় হ'ব লাগিব ধনীৰ হাতৰ পুতলা। কিন্তু জানা, মই যে এটিৰ বাবেও সমৰ্থ নহওঁ ?"

"আপোনাৰ কথাবোৰ বৰ আওঁপকীয়া। আপুনি জানো আমাৰ দৰে সৰলভাৱে কথা ক'ব নোৱাৰে ?"

"কবি-সাহিত্যিক মাত্ৰেই আওঁপকীয়া।"

"আপুনি বৰ গৰ্ব্বিত। নিজে নিজে সাহিত্যিক বুলি গৰ্ব্ব কৰে।"

"এৰা মানসিক বুদ্ধি-বৃত্তি সম্পন্ন ব্যক্তি মাত্ৰেই গৰ্ব্বিত; কোনোৱে গোপনে আৰু কোনোৱে প্ৰকাশ্যে।"

"আপোনাৰ লিখাবোৰ কিন্তু অইনে পছন্দ নকৰে; বিশেষকৈ অসমৰ প্ৰাচীন সাহিত্যিকসকলে। সিদিনা হেনো এজন খ্যাতনামা সাহিত্যিক কিবাচোন আপোনাৰ নামটো পাহৰিলোঁ, লিখিছে আপোনাৰ লিখাবোৰ হেনো ন'বামৰ্ডীয়া কলমৰকলা ওলোৱা।" তাই কয় হতাশ কৰা তালত।

"কবিয়ে, সাহিত্যিকে লিখে তাৰ আপোন ইচ্ছাত— আপোন প্ৰাণস্পন্দনত। সি কাৰো মতামতলৈ ভ্ৰূক্ষেপ নকৰে। সমাজত মই মোৰ স্থান বিচাৰিব নাপাওঁ ! মই জান পাওঁ বাবেহি লিখোঁ— লিখাটো মোৰ স্বভাৱ আৰু লগতে আওঁপকীয়া কথা কোৱাটোও মোৰ অভ্যাস।"

"বাৰু; এৰক সেইবোৰ কথা। এটা কথা দাদা !" এই বুলি কৈ প্ৰেমজীৰ্ণকাল

উৰাই-ঘূৰাই চাই সৰলাই কয়— "যতীন দুৱৰাৰ কবিতা পঢ়ি যেনে লাগে তেখেত মানুহজনক দেখিলে কিন্তু তেনে যেন নালাগে কিয় ?"

"কবি কল্পনা-ৰাজ্যৰ। বাস্তৱৰ দৃষ্টি-ভঙ্গিৰে চালে কি পাবা।" এটা পাতল হাঁহি মাৰি কয় প্ৰতাপে।

"অসম দেশ ভাল সাহিত্যৰ দুখীয়া বুলি কয়। বাৰু দাদা, আমাৰ সাহিত্যিকে ভাল সাহিত্য লিখিব নোৱাৰে নেকি ? কিছুমান বুদ্ধিমান মানুহে সাহিত্য ক্ষেত্ৰত নামিলে নিশ্চয় উন্নতি হ'লহেঁতেন। অসমত কত বুদ্ধিমান মানুহ আছে।"

"সাহিত্য অন্তৰৰ বস্তু। ই বুদ্ধিৰ বস্তু নহয়। সাহিত্যক বুদ্ধিৰ মাপ-কাঠিৰে জোখা নহয়—ইয়াক জোখা যায় হৃদয়ৰেহে।"

"পিচে দাদা, মোৰ হ'লে আপোনাৰ লিখাবোৰ পঢ়ি ভাল লাগে। যদিও আপুনি ন-লিখাক তথাপি আপুনি ভাল লিখে।"

"আগতে প্ৰশংসা কৰা গালি পাবাৰ নামান্তৰ।" হাঁহি কয় প্ৰতাপে।

"কিন্তু সত্য গোপন কৰাও পাপ। মই সঁচা কথাকে কৈছোঁ।"

"তুমিও কথা ক'বলৈ শিকিলা দেখিছোঁ।"

"সেইটো আপোনাৰ অনুগ্ৰহ। পিচে এটা কথা, আপোনাৰ লিখাত নাৰী-সৌন্দৰ্য্যৰ বৰ্ণনা অলপ বেছি। সেই দেখি আমি তিৰোতা মানুহৰ অলপ লাজ লাগে।"

"শুনা, নাৰীৰ ৰূপেই কাব্য-সাহিত্যৰ জন্ম দিয়ে, নাৰী সৌন্দৰ্য্যই যে বিশ্ব-সৌন্দৰ্য্যৰ প্ৰতীক।" হাঁহি কয় প্ৰতাপে।

"আপুনি বৰ নিলাজ।" মুখ বিকটাই উত্তৰ দিয়ে সৰলাই।

"কবি-সাহিত্যিক মাত্ৰেই নিলাজ তোমালোকৰ মনত।"

"থওক আপোনাৰ আকৌ সেই আওঁপকীয়া কথাবোৰ।"

"থলোঁ বাৰু। পিচে কি কোৱাচোন ?"

"বাস্তৱিক দাদা, মোৰো কিবাকিবি লিখিবৰ মন যায়। কিন্তু কি লিখিম একো ভাবি নেপাওঁ। আপুনিনো বিষয়বস্তু পায় ক'ৰপৰা ?"

"তোমাৰো সাহিত্যিক হ'বলৈ মন খেলালে নে ? বোধকৰোঁ মই সাহিত্য আৰু সাহিত্যিকক প্ৰশংসা কৰা দেখি, নহয়নে ? কিন্তু জানা, সাহিত্য চৰ্চা এটা বেমাৰ ! এই বেমাৰে যাক এবাৰ আক্ৰমণ কৰে তাৰ আৰু জীৱনত নিস্তাৰ নাই। তাৰ কাৰণেই বেজবৰুৱাই সম্বলপুৰত কাঠ কাটিও এই বেমাৰ এৰিব নোৱাৰিলে ! শেষত বেচেৰা এই বেমাৰতে ঢুকাল। ৰবিঠাকুৰ, শৰৎ চেটাৰ্জী, বাৰ্ণাৰ্ডশ্ব, চেক্‌চ্‌পিয়েৰ আদি হতভাগা সকলেও মৰণৰ আগমুহূৰ্ত্তলৈকে এই বেমাৰত ভুগিছিল। এই বেমাৰটো বৰ সোঁচৰা— এজনৰ হ'লে তেওঁৰ লগৰ আন বিলাকৰো হ'বৰ সম্ভাৱনা থাকে। ই বৰ আপদীয়া—

ইয়াৰপৰা আঁতৰত থকাই মঙ্গল।"

"মই যে ইয়াকে বাঞ্ছা কৰোঁ দাদা। ই যে জীৱনক আনন্দ দিয়ে।"

"খৰ খুজালেও জুতি আছে; কিন্তু লাভ নাই বৰং লোকচানহে। সাহিত্যৰ খজুৱতিও তেনে। জুতি আছে, আনন্দ লাগে; কিন্তু লাভ নাই— সাংসাৰিক আঁহুলা পাতি নিমিলে।"

"মই সাংসাৰিক ধন দৌলতৰ বাঞ্ছা নকৰোঁ দাদা ! অন্তৰৰ ঐশ্বৰ্য্যহে মই ভিখাৰী।"

"তুমি যিবোৰ দাঁত ভঙা শব্দ প্ৰয়োগ কৰিছা, তাত মোৰ পিল্লাই চমকিছে। এৰা, এৰা, তোমাৰ সাহিত্য সম্ভাৰটো।" হাঁহি দিয়ে তেওঁ, যাতে কথাটো পাতল হয়। কিন্তু পাতল নহৈ গভীৰহে হ'ল— যেনেকৈ চাকিৰ জুই নুমুৱাৰ দৰে জুহালৰ জুইত ফু দিলে জ্বলিহে উঠে। সৰলাই কয়– "আপুনি কেৱল 'নাৰ্ভাচ' কৰা ভালতে থাকে দাদা ! বাৰু, কি দাঁত ভঙা শব্দনো মই প্ৰয়োগ কৰিলোঁ ? আপুনি কেৱল অইনৰ কথাবোৰ নিৰ্ম্মমভাৱে গছকি যাবৰ চেষ্টা কৰে। যাওক, মই আৰু একো নোসোধোঁ" বুলি 'ওমৰ তীৰ্থ'খন হাতৰপৰা টেবিলত থেকেচা মাৰি দিলে। প্ৰতাপে পাতলকৈ হাঁহি মাৰি ক'লে— "নিজৰ গাত চিকুটি চালে যিমান দুখ লাগে অইনৰ গাতো তেমান লাগে সৰযু।" সৰলাহি বুজিলে অলপ আগতে যে তেওঁক হতাশ কৰিবলৈ তাই চেষ্টা কৰিছিল তাৰে পোটক তুলিলে এইবাৰ। কি বুদ্ধিমান তাইৰ প্ৰতাপ দাদা, তাই ভাবিব ধৰে। প্ৰতাপে লাহেকৈ ক'বলৈ আৰম্ভ কৰিলে—

"বাৰু খং নকৰিবা সৰযু। মই তোমাক এটা বিষয়বস্তু বাছি দিওঁ শুনা। তিৰোতাক কি কি অৱস্থাত ধুনীয়া দেখি তাক আমি পুৰুষ সাহিত্যিকসকলে প্ৰকাশ কৰিছোঁ আমাৰ কাব্য, গল্প, উপন্যাসত; কিন্তু কোনো তিৰোতাইতো কোনো গল্প বা কবিতাত কি কি অৱস্থাত পুৰুষ ধুনীয়া হয়, তাক প্ৰকাশ কৰা নাই। তুমি তাকেই কৰা। কেনে হ'ব ? বেছ মজা হ'ব নহয় নে ?"

এই বুলি কৈ সৰলাৰ পিনে চাই খেক্ খেক্ কৈ হাঁহি দিলে। সৰলাৰ খং উঠিল— লগতে কথাটো ভাবি হাঁহিও উঠিল। তাই মুখখন বিকটাই "দুষ্টটো" বুলি তেওঁৰ পিচমুখ দিলে। কিছুপৰ নিতাল মাৰি প্ৰতাপে গম্ভীৰ হৈ ক'বলৈ ধৰিলে—

বৰ্ত্তমান আধুনিক সাহিত্যৰ যুগ সৰযু ! আজি আৰু আহানিৰ বিষয়বস্তু(Subject Matter) নালাগে।"

"আধুনিক সাহিত্য কি ?" সবলাই সুস্থিৰে প্ৰশ্ন কৰে তেওঁৰ গম্ভীৰ মুখলৈ চাই।

"নগ্ন-বাস্তৱৰ কলাৰ সাজেৰে সুশোভিত কৰি তোলাটোৱে বৰ্তমানৰ সাহিত্য।" প্ৰতাপে কয় সম্পূৰ্ণ গাম্ভীৰ্য্যৰ ঔদাৰ্য্যলৈ। সবলাই কথাটোৰ তাৎপৰ্য্য বুজিবৰ কাৰণে কিছুপৰ নিতাল মাৰি তেওঁৰ ফালে চাই ভাবি থাকে। এনেতে সবলাৰ বান্ধৱী কেইজনীমান আহি ওলায়। সবলাই তেওঁলোকক মাত দিবলৈ বাহিৰ ওলাই আহে। কিন্তু অন্তৰত বাজি থাকে সেই ফাকি কথা– "নগ্ন বাস্তৱৰ কলাৰ সাজেৰে সুশোভিত কৰি তোলাটোৱে আধুনিক সাহিত্য।"

# বাৰ

আজি কেইদিনমান ধৰি সৰলাৰ গা অসুখ। প্ৰতাপে সৰলাৰ মূৰ শিতানত বহি কপালত হাত দি জ্বৰ পৰীক্ষা কৰিলে। তাৰপিচত সৰলাৰ মুখখন ইকাতি কৰি সুধিলে— "গা কেনে পাইছা সৰযু ?"

"বৰ বেয়া লাগিছে— মূৰ বিষাইছে, উহ !" সৰলাই আকৌ সিকাতি হ'ল। প্ৰতাপে ক'লে— "অলপ ধৈৰ্য্য ধৰা সৰযু আজি ডাক্তৰ আনিম। চাই থাকিলে আৰু নহ'বহে। আজি কেবা দিনো কলেজ খতি হ'ল।"

প্ৰতাপে পোনে পোনে তেওঁৰ পুৰণা বন্ধু ভূপেন ডাক্তৰৰ ফাৰ্মচীলৈ গ'ল। ভূপেন এম.বি. পাছ। বৰ্তমান স্বাধীনভাৱে প্ৰেক্‌টিছ্ কৰিছে। ডেকা ল'ৰা কিন্তু ঘৰত কোনো নাই আপোন বুদ্ধিবলে। এই ঘাটমাউৰা ডাক্তৰজনৰ চাকৰটো আৰু কম্পাউণ্ডাৰজনেই আপোন লোক। ব্যৱসায়ত বেছ ৰোজগাৰ কৰিছে। ভূপেনে ষ্টেথিচ্‌কোপডাল গলত মেৰাই লৈ ক্'ৰবালৈ যাবলৈ ওলাইছিল; হঠাতে প্ৰতাপক দেখি হাঁহি মাৰি ক'লে— "হাবে, প্ৰতাপ যে ? আজি ইমান দিন ক'ত লুকাই আছিলি অ' ? বোধহয় চাহ খুৱাব লাগিব বুলি পলাইছিলি নহয় ? আজি কিন্তু সাৰিব নোৱাৰ। আহ বহ।" এখন চিয়াৰ আগবঢ়াই দিয়ে ভূপেনে। প্ৰতাপ বহে। ভূপেনেও বহে। ল'ৰাটোক চাহ আনিবলৈ ভূপেনে হুকুম দিয়ে— "এ আপা ! চাহ্ আন দুই কাপ।" তাৰপিচত ক'বলৈ আৰম্ভ কৰিলে— "সিদিনা বি.এ.-ৰ ৰিজাল্ট ওলোৱাৰ দিনা ইমান বিচাৰিলোঁ তোক— গোটেই গুৱাহাটীখন পাট্-পিট্ কৰি মাৰিলোঁ কিন্তু ক'তো তোৰ গুংসূত্ৰকে নাপালোঁ। ইমান ধুৰন্ধৰ তই। আজি কিন্তু দিন পলম হোৱা বুলি কৈ ফাকি দিলে নেৰিবোঁ।"

"আহ্, ৰ, অলপ ধৈৰ্য্য ধৰচোন। বোলো কোনোৱে আছে দুখে-ভাগৰে, কোনোৱে দিয়ে তাকে কুকিয়ে। আগতে সুস্থিৰ হ'বলৈ দেচোন।" প্ৰতাপে তাকিকে আৰামত বহি লয়। তাৰপিচত কয়— "চাহৰ দেখোন তয়ে অৰ্ডাৰ দিলি গতিকে মোৰ বন্ধ; কাৰণ তোৰ চাহ খোৱাৰ পিচত মোৰ চাহৰ আৱশ্যকতা কিছু কমি যাব; যিহেতু একাপ খোৱাৰ লগে লগে প্ৰথমবাৰৰ ইচ্ছাটো কিছু দমি যাব তাৰ লগে লগে আৱশ্যকতাও কমি যাব। যদি আৱশ্যকতা কমে তেন্তে বস্তুৰ মূল্যও কমে। ভুখাৰ্ত্ত একজনৰ মানত সুদা ভাত এমুঠি যিমান মূল্যবান আৰু তৃপ্তিদায়ক, খাই-বই পুষ্ট হোৱা

জলৰ প্ৰতি ৰসগোল্লা লালমোহন আদিও তিমান মূল্যবান আৰু তৃপ্তিদায়ক নহয়। গতিকে মোৰ চাহ কাপ ভৰা কলহত পানী ভৰোৱা যেন মূল্যহীন হ'ব। এতেকে মোৰ কাপ আজি ৰাকী থকাই বাঞ্ছনীয়।"

"এই চব তোৰ 'ইকন'মিক্‌চ'ৰ কথা নেকি ?"

"ইকন'মিক্‌চৰ নহয়— সাহিত্যৰ বুলিয়ে ধৰ। আৰু যদি তাতো আপত্তি তেন্তে পকেট খালি ব্যক্তিৰ কথাৰ মেৰপাক বুলিয়ে ধৰ।" ঈষৎ হাঁহি উত্তৰ দিয়ে প্ৰতাপে। চাকৰটোৱে এনেতে দুকাপ চাহ আনি দুয়োৰে আগত দি যায়। এঢোক চাহ খাই ভূপেনে ক'লে— "পিচে তোৰ খবৰ কি ক' এতিয়া ?"

"মোৰ খবৰ গুৰুতৰ অৰ্থাৎ তই যাব লাগে। তোক ডাক্তৰ হিচাবে মাতিছোঁ, মোৰ এটা বেমাৰী আছে। ব'ল ভাই সোনকালে। কথা ক'বৰ সময় নাই।"

"এইটো আকৌ কি কথা ? 'ফিলচফি'ৰ প্ৰভাৱ নেকি ?"

"ঠাট্টা নহয় ভাই, সত্য কৰি কৈছোঁ— মোৰ এটা বেমাৰী আছে।"

"গুৱাহাটীত তোৰ বেমাৰী ?"

"আচৰিত হলি নেকি ? আচৰিত নহবি, মোৰ মৰমৰ ভনিটিৰ জ্বৰ।"

"তোৰ আকৌ এইজনী কেনে বিধৰ ভনী অ' ? চাবি ভালকৈ.....।"

"ধেৎ পাগল, ভুল নুবুজিবি। মহেশ কলিতাৰ ভনীয়েক— মোৰ লগত যে ফুৰে সেই ল'ৰাজন। বৰ্তমান সি নিৰুদ্দেশ— মানে ক'ৰবাত মিটিং-টিটিং কৰি ফুৰিছে গৈ। সৰলাৰ জ্বৰ; তই যাব লাগে ভাই।"

"সৰলা, সেই গা পাতলীকৈ ছোৱালীজনী ? চকুৰ ভ্ৰু দুটি যে দীঘল, খোপা বন্ধা চুলি, খুব ভাল গান গায় যে— সেই কটন কলেজৰ পঢ়িলাজনী ?"

"চুপ ষ্টুপিড্ বন্ধ কৰ তোৰ ৰূপ বৰ্ণনা। মনে মনে আহ যদি আহ; নহ'লে কিবাবোৰ নবকিবি।"

"কিয়, তোৰ কিবা আঘাত পৰে নেকি ?"

"যা, তই ডাক্তৰ হৈও নিজৰ গাম্ভীৰ্য্য ৰাখিব নোৱাৰ।"

"হ'লেও ডেকা মানুহ ভাই।"

"ননচেন্‌চ্।"

"খং নকৰিবি ভাই। তোকে যদি ঠাট্টা নকৰোঁ তেন্তে কৰিম কাক ? তই কথাটো 'চিৰিয়াচলি' নধৰিবিচোন। মই তোক ইয়াৰ্কি হে মাৰিছোঁ, কাৰণ আজিকালি তেনেই দেখা যায়। তোক মই বুজোঁ আৰু তয়ো মোক বুজ, সেই দেখিয়ে তেনেকৈ কৈছোঁ। তই আকৌ ভুল বুজ কিয়।"

"মই জানো তোৰ বদমাচি। পিচে ব'ল সোনকালে। কথা কটাকটি কৰি থাকিলে

বেমাৰী ভাল নহ’ল

“ব’ল বাৰু।”

ভূপেন গেৰেজৰপৰা মটৰ উলিয়ালে। দুয়ো মটৰত উঠিল। মটৰ চলাই দিলে। বাটত ভূপেনে ক’লে— “তই কোনো দিনে কথাবোৰ খুলি নকৱ। এইটো তোৰ বদ্‌অভ্যাস। পিছে কোন ৰাস্তা।”

“দীঘলী পুখুৰীৰ পাৰ।” প্ৰতাপে হাতেৰে ইঙ্গিত দিলে। মটৰ গৈ সবলাহঁতৰ নঙলা পালে। দুয়ো মটৰৰপৰা নামি আহিল। ডাক্তৰ আৰু প্ৰতাপ পোনে পোনে বেমাৰীৰ কমত সোমাল।

ডাক্তৰে বেমাৰী চাই ঔষধৰ ব্যৱস্থা কৰিলে। সবলাৰ মাকে দুয়োকে দুকাপ চাহ দিলে। তাৰপিচত প্লেট এখনত টকা দহোটা দি ক’লে— “ডাক্তৰ বোপা। আমি দুখীয়া মানুহ। আজিৰ বাবে ইয়াকে লৈ যোৱা। একো বেজাৰ নেপাবা বোপা।” ডাক্তৰে তপৰাই মাত লগালে— “ক্ষমা কৰিব, মই টকা নিব নোৱাৰোঁ। প্ৰতাপ কেকাৰ বেমাৰীৰপৰা ভূপেন ডাক্তৰে কোনো দিনে টকা নলয়। আপুনি টকা কেইটা লৈ যাওঁক।” কথা শুনি সবলাৰ মাকে এবাৰ ডাক্তৰৰ ফালে আৰু এবাৰ প্ৰতাপৰ ফালে চাবলৈ ধৰিলে। সবলায়ো আচৰিত হৈ ডাক্তৰৰ ফালে চালে। মাকে প্ৰতাপক সুধিলে- “ই কেনে কথা বোপা ?”

“কেনে কথা মানে মোৰপৰা ভূপেন ডাক্তৰে ‘ভিজিট’ নিব নোৱাৰে, তাৰ ডাক্তৰী চাৰ্টিফিকেটত এই কথাটো লিখা আছে মাহীদেউ।” প্ৰতাপে ৰগৰ কৰি কয়। কথা শুনি সকলোটিয়ে হাঁহি দিয়ে। তাৰপিচত প্ৰতাপে কয়— “এওঁ মোৰ সৰুকালৰে বন্ধু মাহীদেউ। ভৰলুমুখত থাকে। আৱশ্যক হ’লে কেতিয়াবা কাউৰীৰ আগত খবৰ পঠালেও হাজিৰ হ’ব। কোনো ভয় নাই মাহীদেউ, এওঁ মোৰ পোহনীয়া ডাক্তৰ। ঔষধ খুৱাব। মই অলপ ফুৰি আহোঁ।” এই বুলি কৈ ভূপেনক ক’লে— “আহ ডাক্তৰ, ঘৰ চিনাকি কৰি দিলোঁ। বেমাৰী দেখুৱালোঁ, লগতে গতালোঁ। দুজানে সুস্থ শৰীৰে আহি থাকিবি। আহ্ এতিয়া।”

প্ৰতাপৰ কথাত সকলোৰে হাঁহি উঠিল। ডাক্তৰ আৰু প্ৰতাপ তাৰপিচত উঠি আহি মটৰত বহিল। সবলাৰ মাকে নঙলাৰ মুখলৈ আগবঢ়াই থ’বলৈ আহি ক’লে— “ডাক্তৰ বোপা। তুমি দয়া কৰি নিজে আহি থাকিবা, নহ’লে আমাৰ যোৱা লোক কোনো নাই বোপা।”

“কোনো চিন্তা নকৰিব। মই নিজে আহিম।”

এইবুলি কৈ ভূপেনে মটৰ ষ্টাৰ্ট দিলে। কৃতজ্ঞ দৃষ্টিৰে সবলাৰ মাকে দুয়োকো ফালে চাই ৰ’ল। মটৰ আগবাঢ়ি গ’ল।

পিচদিনা ডাক্তৰ আহিল। প্ৰতাপ বজাৰলৈ গৈছে। সবলাৰ মাকে অতি আদৰেৰে আগবঢ়াই আনিলে— "আহাঁ বোপা। নিজে দয়া কৰি আহিছা; ভগৱানে তোমাৰ মঙ্গল কৰক।"

"আজি কেনে আছে ?"

"অলপ ভাল পাইছে— মূৰৰ বিষো নাই।"

"বাৰু।"

ডাক্তৰ গৈ বেমাৰীৰ কমত সোমাই ওচৰতে চিয়াৰত বহিল। মাকে চাহ আনিবলৈ গ'ল। বেমাৰীৰ মুখখন অলপ ক্ষীণাইছে। দুই-চাৰিডাল চুলি আহি মুখত পৰিছে। চকু দুটা নিদ্ৰালস। কপালৰ সেন্দুৰৰ ফোঁটটো অলপ মচা যোৱা যেন হৈছে। বাস্তৱিক মুখখন দেখিলে দয়া ওপজে। থাৰমোমিটাৰটো কাষলতিত দি ডাক্তৰে মৰমেৰে সুধিলে— "কেনে পাইছে ?"

"ভাল পাইছোঁ।" সবলাই চকু দুটা মুদি দিয়ে। থাৰমোমিটাৰটো উলিয়াই ডাক্তৰে জ্বৰ চালে— ৯৮°। জ্বৰ নাই। এনেতে মাকে চাহ লৈ আহি পালে। চাহ খাই উঠি ডাক্তৰে ঔষধ বুজাই দিলে। মাকে ক'লে— "বোপা, আহি থাকিবা হেলা নকৰিবা।"

"আৰু দুই-চাৰি দিনৰ পিচত সম্পূৰ্ণ ভাল হৈ উঠিব। একো চিন্তা নাই। প্ৰতাপ নাই হ'বলা ?"

"বজাৰলৈ গৈছে বোপা; অলপ বহা, এতিয়াই আহি পাব।"

এই বুলি কৈ মাক বাহিৰলৈ আহিল, কিজানি প্ৰতাপ আহিলেই। ডাক্তৰে সবলাৰ ফালে চাই ক'লে— "মই নবহোঁ, মোৰ বহুত বেমাৰী আছে। সি আহিলে মোৰ তালৈ যাবলৈ ক'ব। মই এতিয়া যাওঁহে।"

ডাক্তৰ চিয়াৰৰপৰা উঠিল। সবলাই উদ্বিগ্ন মনেৰে ডাক্তৰৰ ফালে চালে যেন কিবা ক'ব। তাইৰ ইচ্ছা আছিল অলপ বহিবলৈ ক'বৰ; কিন্তু কিবা ভাবি নক'লে। কথা বন্ধ হ'ল সঁচা, কিন্তু মুখৰ ভাবৰপৰা বুজা গ'ল যে তাই কিবা ক'বলৈ বিচাৰে। ডাক্তৰে পিচমুখ দি চোৱাত সেই ভাবময় অৱস্থা দেখিলে। তেওঁ থমকি ৰ'ল। তাৰপিচত একো কথা বিচাৰি নেপাই ক'লে— "তেন্তে যাওঁহে।"

"যাওঁক।", সবলাই কয়। কেৰাহিকৈ ডাক্তৰে তাইৰ ফালে চায়। তাই মিচিকিয়া হাঁহি মাৰি চকু দুটা মুদি দিলে। ডাক্তৰৰ মনৰ মাজেৰে কিবাকিবিবোৰ খেলি গ'ল। তেওঁ এটা তৃপ্তিৰ হাঁহি মাৰি বাহিৰ ওলাল।

# তেৰ

কেইদিনমান পিচত সবলা সম্পূর্ণ আৰোগ্য হ'ল। এদিনাখন সবলাৰ মাকে প্ৰতাপৰ লগত আলোচনা কৰি ডাক্তৰক নিমন্ত্ৰণ কৰিলে ভাত খাবলৈ। দুপৰীয়া প্ৰতাপে ভূপেনক আনিবলৈ গ'ল। তেওঁ ফাৰ্মাচীত বহিল। প্ৰায় বাৰটামান বজাত ভূপেন আহিল। "অহ তই বেজাৰ পালি হ'বলা ? বৰ টান বেমাৰী এটা আছিল ভাই, মোক একদম জুলুম কৰিলে। যোৱা কালিৰপৰা চেষ্টা কৰি কোনোমতে আজি এতিয়াহে 'ডেলিভাৰী' কৰালোঁ। সন্তানটো মৰিল কিন্তু মাক বাচিব। সি যি কি নহওঁক, কোনোৰকমে ৰক্ষা পালোঁ।"

"থ, থ, তোৰ 'ডেলিভাৰী'। মোৰ বিৰক্তি লাগিল। তহঁত ডাক্তৰবোৰৰ ঘড়ীবোৰ তহঁতৰ ইচ্ছা মতেহে চলে দেখিছোঁ। দহটা এতিয়াহে বাজে নেকি ?"

"ভায়া আমাৰ ঘড়ী বেমাৰীৰ লগতহে বাজে, অনা কামত নাবাজে। পিচে বেছি কথা নকওঁ, মই তৎক্ষণাৎ গাটো ধুই আহোঁ।"

ভূপেন তৎক্ষণাৎ ভিতৰলৈ গৈ গাটো তিয়াই খৰ-খৰ কৰি সাজ-পাৰ পিন্ধি আহিল।

"তেওঁলোকে নিশ্চয় বেজাৰ পাব ভাই ! ব'ল সোনকালে।"

"কথাটো দেখোন মইহে কোৱা দৰ্কাৰ আছিল— তই ক'ল কিয় ? বুজিছোঁ তেওঁলোকে বেয়া পাওঁক নাপাওঁক তোৰ পেটে হ'লে বেয়া পাব নিশ্চয়। বাৰ বাজি গ'ল, পেটৰ কেচুকুমুত্তিবোৰে নন্‌কোঅপাৰেচন নকৰিলেই ভাল।"

"নন্‌কোঅপাৰেচন কৰি ভাৰত স্বাধীন হ'লেও মোৰ সেৱাসকল স্বাধীন হ'ব নোৱাৰে জানিবি। পিচে ব'ল।"

দুয়ো উঠে। গেৰেজৰপৰা মটৰখন উলিয়াই দুয়ো ছুটি মেলিলে। সবলাহঁতৰ আমনি লাগিছিল ৰখি ৰখি।

তেওঁলোক মটৰৰপৰা নমাৰ লগে লগহে সবলাই হাঁহি মাৰি সুধিলে— "মস্ত মানুহৰ পেটত ভোক নাই নেকি দাদা ?"

"আছে নে নাই তোমাৰ ডাক্তৰক সোধা।"

"তোমাৰ ডাক্তৰ" বুলি কোৱাত সবলা লাজতে ৰঙা পৰি উঠিল। ডাক্তৰে মিচিকি

কৰি এটা হাঁহি মাৰিলে; কাৰণ ভিতৰে ভিতৰে তেওঁ খুচিঁ হৈ গৈছিল। সৰলা ৰঙা পৰি উঠা দেখি প্ৰতাপে কথাটো গমি চালে। তৎক্ষণাৎ তেওঁ কথাটো ঘূৰাই ক'লে– "তোমাৰ বেমাৰৰ বাবে আনিছোঁ যেতিয়া তোমাৰহে ডাক্তৰ, গতিকে তেওঁক তুমি সোধা।"

"ডাক্তৰবোৰ বেমাৰীৰহে নেকি ?" তাই সোধে।

"তেন্তে কাৰ ?" প্ৰতাপে তাইৰ ফালে চাই প্ৰশ্ন কৰে।

"আহক ভিতৰলৈ, আপোনাৰ কথাৰ মই উত্তৰ দিবলৈ বাধ্য নহওঁ।" এই বুলি কৈ তাই ভিতৰলৈ সোমাই আহে। প্ৰতাপ আৰু ভূপেন মহেশৰ কমত গৈ বহে। কিছুপৰ পিচতে, প্ৰতাপ পাকঘৰলৈ গ'ল। সেই সময়তে সৰলা আহি ডাক্তৰ থকা কমত সোমাল দুকাপ চাহ লৈ। চাহৰ কাপ দুটা টেবিলত থৈ তাই দৰ্জাৰ আঁৰত থিয় হৈ পৰ্দাখন মোহাৰি মোহাৰি ক'বলৈ আৰম্ভ কৰিলে–

"দিনটো বেমাৰী চাই ঘূৰি ফুৰিলেই পেট ভৰে নেকি ? পেটবো অলপ যত্ন লোৱা দৰ্কাৰ।" কথাষাৰত মৰম মিহলি সুৰ।

"যত্ন লওঁতা থাকিলেহে। ইমান ভাগ্যবান মই নহওঁ যে কোনোবাই যত্ন ল'ব।" এঢোক চাহ খাই কয় ডাক্তৰে।

"কাৰোবাক জানো অধিকাৰ দিছে যত্ন ল'বলৈ ? অধিকাৰ দিলেহে যত্ন ল'ব।" এনেতে পিচ ফালৰপৰা আহি প্ৰতাপে হাঁহি মাত লগালে– "অধিকাৰ ল'বৰ মন আছে নেকি সৰযু ? নোলোৱা কিয় তুমিয়ে এই বিনাৰছী ডাক্তৰটোৰ যত্ন ?"

"আপুনি বৰ দুষ্ট দাদা– কিবাযোৰ কয়।" সৰলাই কয় ধমকনিৰ সুৰত। তাই কিছু বুজিলে যে প্ৰতাপে তাইৰ ভাল পোৱাৰ গম ধৰিছে। তাইৰ বৰ লাজ লাগিল। তাই ওলাই গ'ল। ডাক্তৰেও অলপ শঙ্কিত হ'ল কিজানি প্ৰতাপে তেওঁৰো দুৰ্বলতাৰ সন্তেদ পালে। তেওঁ বেছ গম্ভীৰ আৰু ধীৰ হ'ল। কিন্তু এই বাহিৰত এক আৰু ভিতৰত এক মানুহজনৰ হাত সাৰা সহজ নহয়। ডাক্তৰে কথাটো পাহৰাবৰ চলেৰে কৈ উঠিল–

"মোৰ পলম হ'লে কিমান বিপদ জানতো ? গতিকে সোনকালে খোৱা কাৰবাৰ শেষ কৰ।"

প্ৰতাপৰ ক'বৰ মন আছিল– "খোৱা কাৰবাৰ নহয় বিয়াৰ কাৰবাৰহে শেষ কৰিব লাগিব যেন পাওঁ।" কিন্তু তাকে নকৈ দ্ব্যৰ্থকতাৰে ক'লে– "যিমান দূৰ আগবাঢ়িছে বেছি পলম নহ'ব আৰু।"

কিছুপৰ পিচত ডাক পৰিল। দুয়ো উঠিল। ভাতৰ পাতত বহে দুয়ো। সৰলাই পিচ ফালে পৰ্দাৰ আঁৰৰপৰা নিৰীক্ষণ কৰি থাকে। মাকে অসীম ব্যস্ততাৰে খোৱাৰ বিহা কৰি দিয়ে।

ভাতৰ পাতত নানা তৰহৰ মেল হয়। ভূপেনৰ সবিশেষ খবৰ কয় প্ৰতাপে। সবলা আৰু মাকে জানিলে যে এই লক্ষ্মীৰ বৰ পুত্ৰ ডাক্তৰজনৰ সংসাৰত আপোন বুলিবৰ কোনো নাই। কথাটো শুনি মাকৰ নাৰী-হৃদয়ত স্বাভাৱিক চেনেহ উপজিল।

"উহ ! বাছাৰ কোনো নাই আপোন বুলিবৰ; কোনে যত্ন ল'ব। বোপা ! মাজে-সময়ে এই ভগা পঁজালৈ আহি থাকিবা। তোমাক দেখি মোৰ মহেশলৈ মনত পৰিছে। সি নো ক'লৈ গ'ল.....। ভগৱানে যদি কেতিয়াবা তাক সুমতি দি ঘূৰাই আনে তেন্তে তাক মই তোমালোকৰ গোলাম কৰি দিম।"

এনেতে ডাক্তৰৰ থালত তৰকাৰী কম যেন দেখি সবলাই পৰ্দাৰ কাষৰপৰা মাত লগালে– "পিচতো তই গোলাম কৰি থাকিবি, এতিয়া তৰ্কাৰী দে।"

প্ৰতাপে এটা দুষ্ট হাঁহি মাৰি ক'লে– "ডাক্তৰলৈ বেমাৰীৰ চেনেহ বেছি দেখিছোঁ।"

ডাক্তৰে হাঁহি মাৰি মাত লগালে– "মই যে চেনেহৰে পাত্ৰ।"

"এৰা, তই হৈছ চেনেহৰ পাত্ৰ আৰু মই তোৰ লগত মিছামিছি ঘূৰি ফুৰোঁ মাত্ৰ।" প্ৰতাপে ৰগৰ কৰি কয়। প্ৰতাপৰ কথাত গোটেই কেইজনে হাঁহি দিয়ে।

সবলাই কয়– "দাদাৰ ৰগৰৰ ভাণ্ডাৰ শেষ হোৱা নাই দেখিছোঁ।"

এনেকৈয়ে প্ৰীতি আহ্লাদৰ মাজেৰে খোৱা শেষ হয়। খাই-বৈ উঠি ডাক্তৰ যাবলৈ ওলাল। প্ৰতাপে আগ ধৰি গৈ মটৰত বহে। ডাক্তৰে সবলাৰ মাকক এটা নমস্কাৰ কৰি আহি সবলা থকা কমৰ দুৱাৰ মুখত থিয় হৈ কয়– "যাওঁ দিয়ক।"

"আহি থাকিব।" সবলাই কয়।

"বেমাৰ হ'লেহে আহিব লাগে।" ডাক্তৰে কয়।

"বোধকৰোঁ বেমাৰ হ'ব।" মিচিক্‌কৈ হাঁহি মাৰি কয় সবলাই।

"মাতিলে ডাক্তৰে চিকিৎসাও কৰিব।" পাতলকৈ হাঁহি উত্তৰ দিয়ে ডাক্তৰে। বেছি সময় হোৱা দেখি প্ৰতাপে মনে মনে হাঁহিলে আৰু টানকৈ মাত লগালে–

"ডাক্তৰ, বহ্বাৰম্ভে লঘু ক্ৰিয়া– আহ সোনকালে।"

প্ৰতাপৰ ইঙ্গিত বুজে দুয়ো আৰু দুয়ো লাজত পৰে। সবলা ভিতৰ সোমায়, ডাক্তৰ মটৰলৈ আহে। মটৰত উঠি ডাক্তৰে কয়– "তই বৰ অভদ্ৰ হ'। মানুহক অলপ কৃতজ্ঞতা জনাবলৈও সময় নিদিয়।"

"হ'লেও ডেকা মানুহ ডাক্তৰ তয়ে সিদিনা কৈছিলি মোক।"

"Guilty mind is always suspicious– mind that." দোষী মন সদায় সন্দেহবাদী।

"তথাপি তই মানুহ ভাক্তৰ! তই যিমানেই বুদ্ধিমান নহ'ব— যিমানেই চতুৰ নহ'ব— যিমানেই বিদ্বান নহ'ব তথাপি তই মানুহ। তোৰো এটা দুৰ্ব্বলতাৰ ফাল আছেই; তাক স্বীকাৰ কৰ বা নকৰ।" কথাটো কোৱাত ব্যঙ্গ কিন্তু শুনাত কটু। ভাক্তৰে কথাটো বন্ধ হ'বৰ বাবে কৈ উঠিল "এৰ তোৰ পাণ্ডিত্য। এতিয়া ক' ক'লৈ যাবি।"

ভূপেনে বেয়া পোৱাৰ গম পাই প্ৰতাপ শঙ্কিত হ'ল আৰু ক'লে—

"ব'ল ব্ৰহ্মপুত্ৰৰ পাৰলৈ, বৰ গৰম লাগিছে।"

"ব'ল বাৰু।"

# চৈধ্য

বাস্তৱিক মানুহ দুৰ্বল ভৱিষ্যৎ বোলা কথা ফাঁকিতে। অজ্ঞ ভৱিষ্যতে মানুহক আকাংক্ষাৰ কোনো কুহক বাজালৈ লৈ যায় আৰু তাৰ বাবেই দুৰ্দান্ত মানৱ-দানৱ হৈ পৰে দুৰ্বল, শক্তিহীন। এই ভৱিষ্যতৰ সপোনত মগ্ন হ'ল মাধৱ ডেকা। ধনী ঘৰৰ ছোৱালী আনিব ভাই-বোৱাৰীয়েক কৰি, ভায়েকক ডাঙৰ মানুহ কৰিব এম এ পাছ কৰাই। এয়ে হ'ল কল্পনা তেওঁৰ। কিন্তু ভায়েক ? ভায়েক সম্পূৰ্ণ বিপৰীত। তেওঁ ইচ্ছা নকৰে কোনো ধনী শহুৰৰ জোঁৱাই হ'বলৈ, নাইবা কোনো বাবুৰ জোঁৱাই হ'বলৈ। গতিকে ছোৱালী চাবলৈও যোৱা নাই। দদায়েকে তেওঁ নোযোৱা বুলি শুনি খং কৰি তেওঁক মতাই আনিলে। বিছনাত বাগৰি বাগৰি তেওঁ 'অসমীয়া'খন মেলি কিবা খবৰ পঢ়ি থাকে। এনেতে প্ৰতাপ আহি ওলায়। তেওঁ প্ৰশ্ন কৰে -

"বৰুৱাই যে মাতিছিল কিয় নগলি প্ৰতাপ ?"

"মোৰ ইচ্ছা নাই দাদা।" প্ৰতাপ অলপ দূৰত থিয় হয়।

"কি ইচ্ছা নাই তোৰ ?" কাগজখনৰ পৰা মূৰ তুলি প্ৰশ্ন কৰে মাধৱে।

"অশিক্ষিত ধনীৰ ঘৰত বিয়া কৰাবলৈ।" আঠুৱাৰ ওপৰৰ পৰা 'ট্ৰিবিউন'খন লয় প্ৰতাপে।

"তেন্তে তই ধনীলোকক ঘৃণা কৰ ?"

"ধনীক নহয় দাদা— শোষণকাৰী সম্পত্তিধাৰীকহে।" কাগজত মন দি কয় প্ৰতাপে।

"তোৰ দৰে বি এ পাছ কৰিলেহে শিক্ষিত হয় নেকি ?"

"বি.এ পাছ শিক্ষিতৰ কথা মই কোৱা নাই দাদা, মই কৈছোঁ মনুষ্যত্বৰ শিক্ষা পোৱা লোকৰ কথাহে।"

"মনুষ্যত্ব কি বাহিৰৰ বস্তু যে তাক দেখিলেই চিনিব পাৰি।"

"বাহিৰৰ নহয় দেখিয়েইতো মানুহে ভুল কৰে দাদা। মানুহ বুলি অমানুহক ডাঙৰ দেখে ঐশ্বৰ্য্যৰ প্ৰাচুৰ্য্য দেখি।"

"শুন, মহৎ নহ'লে মানুহ ঐশ্বৰ্য্যশালী হ'ব নোৱাৰে।"

"অকল ঐশ্বৰ্য্যশালী হ'লেই মানুহ মহৎ হ'ব নোৱাৰে দাদা।"

"তৰ্ক নকৰ প্ৰতাপ; ই মোৰ আদেশ।" খং ভাৱে কয় মাধৱে। প্ৰতাপে বুজিলে, দাদায়েকৰ খং উঠিছে। তেওঁ নৰম হৈ ক'লে– "মই তৰ্ক নকৰোঁ। আপুনি প্ৰশ্ন কৰাৰ বাবেহে উত্তৰ কৰিছোঁ। যদি আপোনাৰ তেনেই ইচ্ছা তেন্তে সেয়ে হ'ব।"

"কাইলৈ তই নিজে গৈ পছন্দ কৰি আহিবি।"

"পছন্দ অপছন্দৰ কি আছে দাদা ? আপোনাৰ আদেশ অপছন্দ হ'লেও পালন কৰিব লাগিব।" প্ৰতাপৰ গলাটো অলপ কৰ্কশ যেন শুনা গ'ল। বাক্সনি ঘৰৰপৰা বৌৱেকে শুনি তেওঁ থকা কমলৈ আহি প্ৰতাপৰ পিচফালে থিয় হৈ ৰ'ল। প্ৰতাপে পিচ মুখদি চোৱাত বৌৱেকে লাহেকৈ হাঁহি মাৰি ক'লে– "তুমি খং কৰি অমত হ'লে মই কোনো কাম কৰিবলৈ নিদিওঁ। তুমি খং নকৰিবা, বোধকৰোঁ বীণা দেখাত বেয়া নহয়। ধনীৰ ঘৰৰ ছোৱালী– সুখত থাই আছে–।"

"মই ৰূপৰ কাঙাল নহয় বৌ। কেৱল ভাবিছোঁ ভৱিষ্যৎ।"

"আমিও ভাবিছোঁ ভৱিষ্যৎ। সেইবাবেইহে ইমান খৰধৰ কৰিছোঁ।" দদায়েকে কয়।

"পিচত নুদুষিবা বৌ। তোমালোকৰ মতেই মোৰ মত। যি ইচ্ছা হয় কৰিবা– মই আহিলোঁ মোৰ কাম আছে।" প্ৰতাপ ওলাই যায়। বৌৱেকে আনখন বিছনাত বহি প্ৰশ্ন কৰে "বীণা শিক্ষিতা নহয় নেকি ?"

"শিক্ষিতা হ'লেও বি.এ. পাছ, এম.এ. পাছ নহয়। সি ক'লেই যেনিবা আমি শুনিম কিয় ?"

"কি জানি ক'ৰবাত কলেজৰ ছোৱালীৰ লগত তেওঁ....।

"তুমি তিৰোতা মানুহ– কি বুজিবা ? শুনা, সৌভাগ্যক ভৰিৰে ঠেলিলে হতশ্ৰী হয়। পৃথিবীত প্ৰেম, ভালপোৱা, মৰম-চেনেহ এফাল আৰু টকা অকলে এফাল। গৰীবৰ ঘৰত বিয়া কৰাই মজাটো পাব নহয়। কেতিয়াও মই তেনে কৰিব নিদিওঁ।"

"গৰীবৰ ঘৰত বিয়া কৰোৱা" কথাফাকি কাণত বজাত কল্যাণী শেতা পৰি গ'ল। তেওঁৰ ভাব হ'ল গিৰিয়েকে এইটো হান তেওঁকে মাৰিলে। তেওঁৰ মুখখন ক'লা পৰি গ'ল যেন কোনোবাই পৰীক্ষাত ফেল হোৱা খবৰহে দিলে। লাহেকৈ ক'লে– "মোৰ জুইকুৰা নুমাব– যাওঁ" বুলি তাৰপৰা উঠি গুচি গ'ল। মাধৱে একান্ত মনে খবৰ কাগজত মন দিলে।

# পোন্ধৰ

ধনৱন্ত গোপীকান্ত বৰুৱাৰ একমাত্র জীয়েক বীণাপাণিৰ আচল ৰূপটো মানুহৰ চৰ্ম্ম চক্ষুৰে দেখা নাযায়। বিজ্ঞাপনত এনে এটা তেল নাইবা চাবোন নাই যিটো বীণাদেৱীৰ দ্বাৰা পৰীক্ষিত হোৱা নাই। বীণাদেৱীৰ ৰূমটো এক প্ৰকাৰ মনোহাৰী মালৰ দোকান বুলি ক'লেও ভুল নহয়। স্নো পাউদাৰৰ তলত অৱশ্যে মানুহজনী কেনে ধৰা টান যদিও, লোক চক্ষুত স্নো সনা গাল দুখনি আৰু তেল ঘহা চুলিটাৰী আধুনিক ভদ্ৰতাৰ বজাৰত যাক 'বিউটীফুল' অৰ্থাৎ ধুনীয়া অপৰূপা বোলা হয় তাৰপৰা বীণাদেৱী বাঞ্চিত নহয়। খোজবোৰত আৰ্টৰ চূড়ান্ত নিদৰ্শন। পৰ্দ্দাৰ আঁৰেৰে তাইৰ ভুমুকি চলচ্চিত্ৰৰ অভিনয় কৌশল। অৱশ্যে গৰ্ব্ব কৰিবপৰা ৰূপ তাইৰ আছে 'নশ্চয় ? ক্লাবি শাঁউকাৰ 'আপ-টু-ডেট' নাৰীৰ তাই হ'ল শ্ৰেষ্ঠ নমুনা।

দদায়েকে খং কৰি কোৱাত প্ৰতাপৰ বৰ দুখ লাগিল। যি দদায়েকে তেওঁক ইমান আদৰ যত্ন কৰি যথা সৰ্ব্বস্ব দি ডাঙৰ-দীঘল কৰিলে - মানুহ কৰিলে, সেই দদায়েকক তেওঁ অৱজ্ঞা কৰিছে। তেওঁৰ আপোনাআপুনি চকুলো আহিল, অনুতাপত তেওঁৰ অন্তৰ ভৰি পৰিল। ৰাতি ভাল টোপনি নাহিল। ৰাতিপুৱা উঠি তেওঁ চাহখিনি খাই বৌৱেকক কৈ বৰুৱাৰ ঘৰ বুলি ৰাওনা হ'ল। বৌৱেকে মনে মনে হাঁহিলে, কিন্তু একো নক'লে।

তেওঁ গৈ বৰুৱাৰ ঘৰ পালে। পৰম আহ্লাদেৰে বৰুৱাই তেওঁক আগবঢ়াই নিলে। তেওঁক চ'ৰাঘৰত বহুৱালে। বৰুৱাই ওচৰতে এখন চিয়াৰত বহি নানা দেশ-বিদেশৰ খা-খবৰ সুধিলে। প্ৰতাপেও যথাযথ উত্তৰ দি গ'ল।

এনে সময়তে চাকৰৰ হাতত চাহৰ 'ট্ৰে'খন দি বীণাপাণি পিছে পিছে আহি চ'ৰাঘৰত সোমাল। চাকৰটোৱে চাহ দুকাপ বৰুৱা আৰু প্ৰতাপৰ আগত দি গুচি গ'ল। বীণাদেৱীয়ে লুচিৰ প্লেট দুখন দুয়োৰো আগত দিলে। বৰুৱাই ক'লে– "চাহ খোৱা বোপা।" এবাৰ জীয়েকৰ ফালে চাই ক'লে– "তামোল আন গৈ আই।" বৰুৱা আৰু প্ৰতাপে চাহৰ কাপ তুলি ল'লে। বীণাই প্ৰতাপৰ ফালে এবাৰ মহাভাৰতৰ সুভদ্ৰা হৰণিৰ সজনি কীৰ্ত্তন ঘোষাৰ ভ্ৰূকুটি কুটিল হৰমোহন দৃষ্টিৰে চাই লাহে লাহে প্ৰস্থান কৰিলে। প্ৰতাপে আজি ভালকৈ দেখিলে পাশ্চাত্যৰ নকল নাৰী সংস্কৰণ বীণাপাণিক। মনে মনে

তেওঁৰ হাঁহি উঠিল, লগতে ভৱিষ্যৎ ভাবি শঙ্কিত হ'ল। এয়ে হ'ব তেওঁৰ জীৱনসঙ্গিনী, খেলাৰ ৰঙ্গিনী, সুখ-দুখৰ সহচৰী। উহ্! কি ভয়ানক কথা। তেওঁৰ চকুৰ আগত সমান্তৰালভাৱে দুখনি নাৰী-মূৰ্ত্তি ভাহি উঠিল— ৰীণা আৰু নীলিমা! এখনত আছে যৌৱনৰ উচ্ছ্বাসভৰা ধন-গৰ্ব্বিত ছায়া-ৰঞ্জিত, আধুনিক সভ্যতাৰ ৰূপ-কথাৰ ছবিৰ দৰে উজ্জ্বল, দীপ্ত, তীব্ৰ, ৰূপৰ মাদকতা আৰু আনখনত আছে নিষ্পেষিত, জৰ্জ্জৰিত হোৱা দৰিদ্ৰতাৰ ক'লা ছায়া-বৃত্ত দাগ—প্ৰতি মূহূৰ্ত্তে সমাজ নিপীড়িতাৰ সজল, আকুল, আবেগময়ী ভাষাহীন চাৱনি। কি যে বিৰুদ্ধ ধৰ্মী এই দুটি ছবি! অন্তৰৰ ভিতৰত ভাবৰ হেন্দোলনি উঠিল তেওঁৰ। কিন্তু ওচৰত বহি থকা বৰুৱাই ইয়াৰ একো সম্ভেদকে নাপালে। হায়ৰে মানুহৰ অন্তৰ! কি পদাৰ্থৰে নিৰ্মিত তুমি? একেলগে বহি থাকিলেও মানুহে ক'ব নোৱাৰে কাৰ অন্তৰত কি ভাবৰ ঢৌ উঠে। বাস্তৱিক মানৱ অন্তৰ মানুহৰ কল্পনাৰো অতীত।

চাহ এঢোক খাই বৰুৱাই মাত লগালে— "বোপাই আকৌ পঢ়িবৰ মন কৰা দেখি আমি সুখ পাইছো। সিদিনা দদায়েৰা আহিছিল। মই তোমাক আহিবলৈ কৈছিলোঁ বোলো অলপ কথা-বতৰা হ'ম আৰু বোপাৰ লগত চিনাকিও হ'ম। আজি বৰ সুখ পালোঁ বোপা, মোৰো কোনো আপোন বুলিবলৈ নাই— ভগৱানে মোক নিঃসহায় কৰিছে। সেইবাবেই বাটৰ কুকুৰেও বাট এৰি নিদিয়া হৈছে। এই যে ওচৰ-চুবুৰীয়াবোৰ দেখিছা ইহঁতে মোক হিংসা কৰে বোপা। ইহঁত পৰশ্ৰীকাতৰ; পৰৰ সুখ দেখিব নোৱাৰে! ৰবক বোপা, মই সেই নেদেখাজনকে ধিয়াই আছোঁ। সিহঁতকো দেখি আছে আৰু মোকো দেখি আছে!" এনেকৈ নানা আলোচনা হ'ল। কথাৰ শেষ নহ'ব, কাৰণ যাৰ শেষ নাই সেই নেদেখাজনৰ নাম লৈ আৰম্ভ কৰিছে। গতিকে প্ৰতাপে মাত লগালে— "পিচে মই এতিয়া উঠোঁহে।"

"ভাল বোপা; কিন্তু মাজে-সময়ে আহি থাকিবা।"

"চেষ্টা কৰিম বাৰু।"

প্ৰতাপ উঠিল। বৰুৱাই বাটলৈ আহি আগবঢ়াই থ'লে। প্ৰতাপ গ'ল। বৰুৱাই এৰাৰ চাই ল'লে ভাবী জোঁৱায়েকক। সি যি কি নহওঁক অন্ততঃ বি.এ. পাছ জোঁৱাই এজন পোৱাৰ আশা হৈছে।

# মেঘন্ন

পৰিহাস প্ৰিয় প্ৰতাপ বৰ্তমান গম্ভীৰ আৰু মলিন হৈ গৈছে। তেওঁ নিৰুপায়ত পৰিছে। কি কৰে কি নকৰে একো থিৰ কৰিব পৰা নাই। দদায়েকে পৰম উৎসাহেৰে বিয়াৰ কাম-কাজ যোগাৰ কৰিব ধৰিছে। ঘৰ-দুৱাৰবোৰ মেৰামতি কৰাৰ পৰা আৰম্ভ কৰি ধান-চাউল যোগাৰ কৰালৈকে সকলোবোৰ কাম তেওঁ পৰম উৎসাহেৰে কৰিব ধৰিছে। বৌৱেকে কাম কৰে কিন্তু মনতে ভাবে— "বাপুই কলেজত কাৰ'বাক ভাল পাইছিল নেকি ? নহ'লে এনে হাঁহিমুৱা মুখখন ইমান মলিন কিয় ? বিয়াৰ নামত যদি কিবা ঘটিছে তেন্তে খুলি নকয় কিয় ! ক'লেই যেনিবা উপায় নো ক'ত ? দদায়েকেতো মত নিদিব আনকি কেতিয়াও বীণাক পৰিত্যাগ নকৰিব।" বৌৱেকে ভাবে আৰু নিজেই উত্তৰ দিয়ে।

ৰাতি খাই-বৈ উঠি প্ৰতাপে তেওঁৰ কমত সোমাই দুৱৰাৰ "অতীতক যোৱা হে পাহৰি" কবিতাটো উলিয়াই এবাৰ পঢ়ে তাৰে এফাঁকি—

*সুঁৱৰি সুঁৱৰি কিয় অতীতৰ স্মৃতি*
*মিছাতেই নিজে দুখ পোৱা,*

*মুখনি মৌলান কিয়, দুধাৰী চকুলো*
*অতীতক পাহৰি পেলোৱা।*

বৌৱেকে ৰ'ৰাটোৰ বাবে এটা চুৰেটাৰ গুঁঠি আছিল। গিৰিয়েক আহি লেপেন্ত দেখি প্ৰতাপৰ কমলৈ আহিল, অলপ কথা-বতৰাকে হওঁ বুলি; লগতে প্ৰতাপকো অলপ সান্ত্বনা দিওঁ বুলি। বৌৱেকে টেবিলৰ কোণত আউঁজি হাতেৰে চুৰেটাৰটো গুঁঠি প্ৰতাপৰ ফালে চাই সুধিলে— "বাপু ! তোমাৰ ভিতৰত নিশ্চয় কিবা কথা লুকাই ৰাখিছা, মই বুজিছোঁ তুমি অন্তৰত বৰ আঘাত পাইছা; মোক কোৱাচোন বীণাক বিয়া কৰালে তোমাৰ কিবা বেয়া আছে নেকি ?" কিতাপখন জপাই হৈ, তেওঁ গহীন ভাৱে উত্তৰ দিলে— "তোমালোকৰ ভালেই মোৰ ভাল বৌ, তোমালোক সুখী হ'লেই মই সুখী।"

"তুমি মনৰ কথা খুলি নোকোৱা। তোমাক আমি কি ক'ম। তোমাক উপদেশ দিবলৈ আমি যোগ্য নহওঁ ! তথাপি কওঁ, যদি কিবা আপত্তি আছে তেন্তে নিজেই ভাল

ল'ৰাজন হৈ বহি নাথাকি স্পষ্ট কৰি কৈ দিয়া আৰু বিয়া বন্ধ কৰি দিয়া। কিন্তু মনত ৰাখিবা বাপু! প্ৰেমত পৰি বিয়া হোৱাতকৈ অভিভাৱকে পাতি দিয়া বিয়া ভাল; কিয়নো অভিভাৱকবোৰ বেছি বিজ্ঞ— বিশেষকৈ ডেকা ল'ৰা-ছোৱালীতকৈ। অৱশ্যে তোমাক এই কথা কোৱা উচিত নাছিল; কাৰণ তুমি কাৰো প্ৰেমত নপৰিবও পাৰা; মই সৰ্বসাধাৰণ কথা এটাহে কৈছোঁ। একো বেয়া নেপাবা দেই। নে বেয়া পালা ? অৱশ্যে মোৰ কথাটো অনধিকাৰ চৰ্চা যেন হ'ল।"

"একো বেয়া নাপাওঁ বৌ। তুমি যি ক'বা বা কোৱা সি কেৱল মোক মঙ্গল আৰু আনন্দহে দান কৰে। কৈ যোৱা বৌ, ৰ'লা কিয়?"

"তেন্তে কওঁ শুনা— প্ৰেমত পৰি বিয়া হ'লে সিহঁতৰ জীৱন পিচত গৈ প্ৰায়েই ঘৰ দুখৰ হৈ উঠে; গিৰিয়েকে ভাবে যে যদি তাই মোৰ প্ৰেমত পৰিব পাৰে তেন্তে অইনৰ প্ৰেমতো পৰিব পাৰে যিহেতু প্ৰেমত পৰাটো তাইৰ স্বভাৱ আৰু ঘৈণীয়েকে ভাবে যদি তেওঁ মোৰ প্ৰেমত পৰিব পাৰে তেন্তে অইনৰ প্ৰেমতো পৰিব পাৰে, কাৰণ প্ৰেমত পৰা তেওঁৰ অভ্যাস। গতিকে সিহঁতৰ সন্দেহৰ ভাব আহে আৰু শেষত মনোমালিন্য হয়। সেই দেখিয়ে প্ৰেমত পৰি বিয়া হোৱা মানুহৰ সুখ নহয়। তাৰবাবেই আমেৰিকা, ইংলণ্ড আদি দেশত ইমান বিবাহ বিচ্ছেদৰ মোকৰ্দমা। সেই কাৰণেই কয় প্ৰেমতপৰা এটা মূৰ্খালি।"

"ইংলণ্ড, আমেৰিকাত বিবাহ-বিচ্ছেদৰ মোকৰ্দ্দমা হয় প্ৰেমত পৰি নাইবা স্ব-খুচীত বিয়া হোৱা বাবে তাক স্বীকাৰ কৰোঁ; কিন্তু অভিভাৱকে কৰাই দিয়া বিয়াৰ পিচতো তিৰোতা এৰি দিয়া যেপাৰখন কিয় হয় আমাৰ ইয়াত ? তাৰ উপৰি স্বীকাৰ কৰোঁ বৌ, প্ৰেমত পৰিলে মানুহ মূৰ্খ হয়— বুৰ্ব্বকৰ দৰে হয়, কিন্তু এইটোও মনত ৰাখিবা বৌ, যে বুৰ্ব্বক মুখবিলাকে প্ৰেমত পৰিবও নাজানে। প্ৰেমিকবোৰ বুৰ্ব্বক কিন্তু বুৰ্ব্বকবোৰ প্ৰেমিক নহয়। ভুল নুবুজিবা বৌ প্ৰেম স্বৰ্গীয় বস্তু ; তাক অপমান নকৰিবা।"

"তেনে স্বৰ্গীয় প্ৰেমনো কেইজনৰ ঘটে ?"

"যদি নঘটে তেন্তে তাক ক'বা কামান্ধতা— প্ৰেম নহয়।"

"হ'লেও প্ৰকৃত প্ৰেমিকবিলাকৰ জীৱনতো হাহাকাৰ দেখা যায় যে ?"

"শুনা বৌ! প্ৰকৃত প্ৰেমত হাহাকাৰ নাই, আছে আনন্দ, শান্তি। প্ৰেমে জীৱনক কৰে গৰীয়ান, মৃত্যুক কৰে মহীয়ান; সংসাৰক কৰে নন্দন-কানন। সেই প্ৰেমৰ পৰশ আমাৰ জীৱনত পৰা নাই বৌ। আনকি তুমি কৰা সন্দেহবো মই বাহিৰত।"

এনেতে বাহিৰত মাধৱৰ মাত শুনা গ'ল। কল্যাণী তৎক্ষণাৎ ওলাই গ'ল।

# সোতৰ

বায়তবোৰৰ লগত গোপীকান্ত বৰুৱাৰ বটিয়াকৈয়ে লাগিল। তেওঁ মাধৱক গৈ ক'লে– "বোপা! বৰ্তমানে বিয়া হ'ব নালাগে। দিননো ক'লৈ গৈছে? মোৰ মাটি ভাঙৰ গণ্ডগোল হৈছে। ক'ৰবাৰ বোপাত খোৱা মহেশ কলিতা নে সম্ভেদ কলিতাই আহি বায়তবোৰক জমক্ লগাই দিছে। সিহঁতে ধান নিদিয়া হৈছে। গতিকে মই সিহঁতক এসেকা দি বেটাক জেললৈ পঠাব নোৱাৰিলে ভৱিষ্যতে বিপদ আছে। সেই দেখি সকলো বোপাকো ক'বা যাতে যি কোনো উপায়ে মোৰ কামটো সমাধা হয়, নহ'লে অকল মোৰহে ক্ষতি হ'বনে? ভৱিষ্যতে তেওঁবো।"

"আপোনাৰ যি ইচ্ছা, মোৰনো কি আপত্তি আছে। আপোনালোকৰ ছোৱালী, আপোনালোকে যি কৰে কৰিব। মোৰ ইচ্ছা সি কেৱল সুখেৰে থাকক– মোক একো দিব নালাগে।"

অলপ হাঁহি মাৰি বৰুৱাই কয়– "একো চিন্তা নাই বোপা, বৰুৱা বাচি থাকিলে সকলো হ'ব।"

এনেকৈ আলোচনা হ'ল। আলোচনাৰ শেষত বৰুৱাই চাহ খাই উঠি গুচি গ'ল।

যেনে কথা তেনে কাম। কেইদিনমান পিচত গোপীকান্ত বৰুৱাই বহুত কাবুলী আনি তেওঁৰ মাটিত বহুৱালে। চাওঁতে চাওঁতে অসমীয়া মানুহবিলাকৰ ভূই মাটিবোৰত কুঁজা কুজাঁ ঘৰ থিয় হ'ল। বৰুৱাই বায়তবোৰক উঠি যাবলৈ আদেশ কৰিলে। মানুহবিলাক নিৰুপায়ত পৰিল। এফালে পেটত খাবলৈ অন্ন নাই– আন ফালে ভৱিষ্যতে কাম গুজিবলৈতো ঠাই নায়ে, আনকি থাকিবলৈও পঁজা ভুখুৰিৰ টনাটনি হ'ল। নিৰুপায় হৈ তেওঁলোকে এদিনাখন বাতি এখন মেল পাতিলে। সেই মেললৈ মহেশ কলিতাকো নিমন্ত্ৰণ কৰিলে। যথা সময়ত মেল বহিল। বাইজৰ মাজত নানা ৰকম হৈ-চৈ খখখা ৰখৰি হ'বলৈ ধৰিলে। মুখামুখি গৈ হতাহাতি হ'বৰ উপক্ৰম হ'ল। কথা বিষয় জানি মহেশে বাইজক সম্বোধন কৰি ক'লে– "বাইজ সকল। এতিয়া আপোনালোকে নিজৰ ভিতৰত কাজিয়া কৰিলে কি হ'ব? বৰুৱাৰ ওচৰত কাকুতি-মিনতি কৰা সত্ত্বেও একো

ফল নহ'ল যেতিয়া আপোনালোকে নিজে তাৰ এটা উপায় কৰিব লাগিব।"

"আমি কি উপায় কৰিম ডাঙৰীয়া ? হাল বাবলৈ মাটি নাই, পেটত খাবলৈ ভাত নাই, আনকি থাকিবলৈ ঠাই ভুখুৰিও নাইকিয়া হ'ল। এনেস্থলত কি উপায় কৰিম ?" এজন সমজুৱাই ক'লে। তাৰপিচত আন এজনে ক'লে— "বকৰাৰ বাহিৰে উপায় নাই। তেওঁতে পুনৰ কান্দি চাব লাগিব।"

তেতিয়া মহেশে ক'লে— "বানপানীয়ে ঘৰবাৰী উটাই নিলে কি কৰিলেহেঁতেন ? তেতিয়া বকৰাই জানো ৰাখিব পাৰিলেহেঁতেন ?"

"তেনেহ'লেতো লেঠাই ছিঙিলহেঁতেন ? আমি মৰিলেও ভাল আছিল; কিন্তু ঈশ্বৰে আমাক যমৰ যাতনা ভোগ কৰিবলৈ মাৰি নিনিলে।" বুঢ়া ধনাই দুখ কৰি কয়। এনেতে আযোনুই ক'লে— "সেইবোৰ মিছা। বানপানীতো সহায় কৰিছিল তেওঁ আৰু এতিয়াও আমাক এটা উপায় দিয়ক তেওঁ। আমি তেওঁতে শৰণ লৈছোঁ।" তেওঁ মহেশক ইঙ্গিত কৰে। মহেশে কয়— "মই কি উপায় দিম বাইজ ? তথাপি মোৰ আন বুদ্ধিয়ে ঢুকি পোৱাৰ ভিতৰত মাত্ৰ এটা পথ আছে।"

"কি পথ কওঁক ডাঙৰীয়া, আমি নিশ্চয় কৰিম।" এজন মানুহে উঠি কয় !

"তেন্তে শুনক, মই জানিব পাৰিছোঁ যে অসম গৱৰ্ণমেণ্টে কিছুমান ৰিজাৰ্ভ কাটি দিছে। সকলো অসমীয়া মানুহেই গৈ সেইবোৰ ৰিজাৰ্ভত খেতি কৰিব পাৰে। গতিকে তালৈকে যোৱাটোহে যুক্তিযুক্ত বুলি মই বিবেচনা কৰোঁ।" মহেশৰ কথা শুনি ৰাইজ নিতাল মাৰিলে। ৰাইজৰ মাজৰপৰা বুঢ়া ধনাই ক'লে— "বোপা দেউতাই যি কৈছে সি অতি উত্তম কথা। বোপা শিক্ষিত মানুহ আৰু চহৰীয়া ল'ৰা হৈয়ো যে দুখীয়া ৰাইজৰ বাবে নিকাৰ ভুঞ্জিব আহিছে তাৰ বাবে বোপাৰ আমি শলাগ ল'লোঁ আৰু ভগৱানৰ ওচৰত তেওঁৰ দীৰ্ঘায়ু কামনা কৰিলোঁ !"

"পিচে যদি ৰাইজে মত কৰে তেন্তে বোপাৰ কথামতেই আমি কাম কৰিমহঁক। গৱৰ্ণমেণ্টৰপৰা যি সুবিধা দিব পাৰে তেওঁ তাকে কৰি দিব। মোৰ হ'লে বোপাৰ কথাটো গাত ধৰিছে। ৰাইজে কি কয় ?"

বুঢ়াৰ কথা শুনি প্ৰায়বিলাকে "হয় হয়" বুলি চাৰিওফালৰপৰা কৈ উঠিল। এনেতে ডেকা বয়সৰ এজনে উঠি ক'লে— "নহয় আমি বল কৰি বকৰাৰ মাটি খাম। আমাৰ বাপা, আতা চৈধ্য পুৰুষ এই মাটি খাই মৰিল। আজি আজি বিদেশীক এৰি দি দিহিঙে-দিপাঙে ঘূৰি ফুৰিম ? দেখিম কোন বঙাল আৰু কোন বকৰাই আমাক জেলত দিয়ে।" তেওঁৰ কথাত ডেকা ভৰপে হাত চাপৰি দি "ধইন ধইন" বুলি চিঞৰি দিলে। দুয়ো দলৰ আকৌ গণ্ডগোল লাগিল। তেতিয়া মহেশে উঠি ক'লে— "শুনক ৰাইজ ! জমিয়ে যম ! মাটিৰ লগতে মানুহো মাটি হৈ যায়। গতিকে মিছামিছি কাজিয়া বাগাতি

শান্তিপূর্ণভাৱে কাম কৰাই ভাল। তাৰউপৰি এই মাটি কোনো দিনে আপোনালোকৰ নিজা স্বত্বৰ নহ'ব। চিৰকাল, যুগ যুগ ধৰি আপোনালোকৰ সন্তান-সন্ততিসকলে বকৰাৰ সন্তান-সন্ততিৰ তলত খাটিব লাগিব। সেইবাবে ভৱিষ্যতৰ বাবে ভাবি আপোনালোকে বৰ্তমানে এটা সুব্যৱস্থা কৰা দৰ্কাৰ।" মহেশৰ কথা শুনি বাইজৰ ভিতৰত ভাল আলোচনা হ'ল। শেষত নানা মুনিৰ নানা মতৰ সৃষ্টি হ'ল। নানা যুক্তি তৰ্কৰ পিচত প্ৰায় দহ-বাৰ ঘৰমান মানুহে মহেশৰ কথাত হয়ভৰ দিলে। তেওঁলোকে এসপ্তাহৰ ভিতৰতে পাম পাতিবলৈ স্থিৰ কৰিলে। এনেকৈয়ে মেল ভাঙিল।

পিছদিনা কিছুমান মানুহৰ সৈতে মহেশ ওলাল তামুলপুৰ বিজাৰ্ভ বুলি। তেওঁলোকে তাত গৈ পোৱাৰ লগে লগে দেখিলে নানা ঠাইৰ মানুহে মাটিৰ কবুলা দিছে। তেওঁলোকেও জঙ্গলৰ মাজলৈ সোমাই গ'ল। তেওঁলোকে গৈ গৈ হিমালয়ৰ দাঁতি পালে। অটব্য হাবি। নানা ধৰণৰ গছ-গছনিয়ে বেঢ়ি আছে। খেৰ, খিৰিণা, নলা, খাগৰি আদি অনেক বন আৰু নানা ধৰণৰ লতা পাতেৰে হাবিখন পৰিপূৰ্ণ। বনৰীয়া জন্তুৰ পালে ঠায়ে ঠায়ে বিচৰণ কৰিছে। মাটিবোৰ খলা-বমা মাজে মাজে দুই চাৰিটা অতি দ। চিৰচিৰকৈ পানী বৈ থকা নিজৰাবিলাকে হৰিণা পহু, বনগাহৰি আদি পানী খাবলৈ আহে। দৃশ্য দেখি ভালো লাগে ভয়ো লাগে। মন্টিবোৰ কিমান বেছি সাকৰ্ষ বুলিয়ে ধাৰণা হয়। দূৰৈত হিমালয়ৰ শুভ্ৰ শৃঙ্গ, আগত শাৰী শাৰী নল খাগৰিৰ বন আৰু সমুখত জুৰিটিৰ চিৰ্‌চিৰ্‌ শব্দ— বেছ মনোৰম ঠাইখন। তাতেই মহেশে তেওঁৰ মানুহবিলাকক জিৰাবলৈ ক'লে। মানুহবিলাকে ভগৱানৰ নাম স্মৰণ কৰি তেওঁলোকৰ বয়-বস্তুবোৰ খোলা পথাৰখনৰ মাজতে ৰাখি লগত নিয়া জলপান খাবলৈ বহিল। ইতিমধ্যে মহেশে এখন স্কীম তৈয়াৰ কৰিলে। এনেকৈ তেওঁলোকে 'নতুন ঘৰ' বনাই ভৱিষ্যতৰ ফালে মন মেলি দিলে। এয়ে হ'ল তেওঁলোকৰ কামৰ শুভাৰম্ভ। কাম তেওঁলোকে তাত পঁজা সাজিবলৈ মনস্থ কৰিলে।

ইফালে গোপীকান্ত বৰুৱাই এই কথাৰ গম পাই এটা বুদ্ধি সাজিলে। কেইজনমান বিদেশী ৰায়তক মাতি আনি ক'লে— "তোমালোকে এটা কাম ক'ৰব লাগে। তোমালোকে জানাই নহয় আমাৰ অসমীয়াবিলাকে কি কৰিব ধৰিছে। ইহঁতে সুবিধা পালে তোমালোকক সমূলি মাৰিব। গতিকে কিবা এটা বুধি কৰি ইহঁতক দমাব নোৱাৰিলে তোমালোকৰো মঙ্গল নাই আৰু মোৰো ইজ্জত নৰব। তোমালোকে এটা কাম কৰা। মহেশহঁত যিদিনা ঘূৰি আহিব সিদিনা তোমালোকে মনে মনে কেইটামান ঘৰত জুই দিবা। যেতিয়া জুই লাগিব তেতিয়া তোমালোকে "বাবাৰে মৰলামৰে" বুলি চিঞৰি দিবা। লগে লগে "মহেশবাবু, মহেশবাবু কেন আমাৰ বাড়ীতে আগুন দিলেন" বুলি কান্দিব ধৰিবা! পাৰিলে তিনি-চাৰিটামান ঘৰ জ্বলাবা। এই ঘৰবোৰৰ মূল্য মই দিম।

একো ভয় নকৰিবা। তাৰপিচত এজাহাৰ কৰিবা মহেশ কলিতা প্ৰমুখ্যে ধনা, আমোণু আৰু সিহঁতৰ দলৰ কিছুমানৰ নাম ধৰি। পুলিচ, দাৰোগা আহিলে তোমালোকে নিজ চকুৰে দেখা বুলি ক'বা। তাৰপিচত যি হয় মই কৰিম। ইহঁতক এশিকনি দিব নোৱাৰিলে তোমালোকৰো নিস্তাৰ নাই আৰু মোৰো মঙ্গল নাই ! পাৰিবা ?"

জেলিলহঁতে সিহঁতৰ ভিতৰত কোৱাকুই কৰি উঠি ক'লে– "পাৰব মহাজন বাবু।"

"যোৱা তেন্তে একো ভয় নাই ! মই থকাত কোনে তোমালোকৰ নোম লবায় দেখিম। যোৱা কোনো চিন্তা নাই।" এই বুলি পৰামৰ্শ দি বৰুৱাই ওপৰলৈ হাত তুলি ভগৱানৰ নাম স্মৰণ কৰি ক'লে– "হে ভগৱন্ত প্ৰভু ! এইবাৰলৈ বচোৱাঁ দয়াময় !" তেওঁক দেখি জেলিলেও আদবগুলুৱা মাতেৰে ক'লে– "আল্লাৰ মৰ্জি পাইলে জেলিলে কৰতে নাপাৰে এই মতন কাজ দুনিয়াত কিছু নাই মহাজন বাবু। শুধু খোদাৰ মৰ্জি চাই।" এনেকৈয়ে দুই ধৰ্মৰ ভগৱান আৰু আল্লাৰ দয়া আৰু মৰ্জি প্ৰাৰ্থনা কৰি সিহঁতে বুধি পাতিলে আৰু আল্লা ঈশ্বৰেও নীৰৱে তেওঁলোকৰ প্ৰাৰ্থনা শুনি থাকিল।

কেইদিনমান পিচত মহেশহঁত ঘূৰি আহিল। বুঢ়া ধনাই মহেশক গুৱাহাটীলৈ যাব নিদি তেওঁলোকৰ ঘৰলৈ লৈ আহিল। তেওঁলোকে অহাৰ পিচদিনাখন ৰাতি বৰুৱাই কোৱা মতে বণ্ডালহঁতে ঘৰত জুই দিলে প্ৰায় দোভাগমান ৰাতিত। নিতাল নিস্তব্ধ নিশা। একেলগে চাৰিটা ঘৰৰ জুয়ে বিৰাট আকাৰ ধাৰণ কৰি লঙ্কা দাহৰ অগ্নিৰ দৰে বহু ওপৰলৈ জ্বলি উঠিল। বহুদূৰৰ গাঁৱৰপৰা জুইশিখা দেখা গ'ল। ক্ষন্তেকতে চাৰিওফালৰপৰা "জুই, জুই" বুলি মানুহবিলাকে চিঞৰি উঠিল। মানুহৰ চিঞৰ-বাখৰত আন মানুহো সাৰ পালে। দৌৰি আহি জুই নুমাবৰ চেষ্টা কৰিলে; ইফালে কেইজনমানে বাহিৰত ওলাই কপালত ভুকুৱাই কান্দিবলৈ ধৰিলে। তাৰ লগে লগে "মহেশবাবু কেন আমাৰ বাৰীতে আগুন দিলেন।" এই কথাকাঁকি বাৰ বাৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। মানুহবিলাকে বহুত চেষ্টা কৰি জুই নুমালে। সকলোৱেৰে ঘটনাৰ গুৰি ল'লে। সিহঁতে মহেশ প্ৰমুখ্যে তেওঁৰ সঙ্গীসকলৰ নাম কৈ কান্দিবলৈ ধৰিলে। জুই নুমাবলৈ মহেশ আৰু আনবিলাকো আহিছিল। কথা শুনি আচৰিত হ'ল ! ই কেনে কথা ? জুই নুমাবলৈ আহোতে জুই দিয়া আচামী বনালে। বহুত মানুহ গোট খালে। তেওঁলোকে সিহঁতক ধমকি দি সুধিলে– "সঁচাকৈ মহেশ কলিতাই জুই দিছে নেকি ?"

সি হ'ল মাতব্বৰ– কিমান মানুহৰ লগত নিজৰ কোলত খেলা-মেলা কৰিছিল, কিমান মানুহক সি নিজৰ ভলত ৰাখি নিজৰ মাতব্বৰি আজিকোপতি বজাই ৰাখিছে। সি ভয় কৰিব ধমকনিক ? মনে মনে সি অলপ হাঁহিলে; কিন্তু মুখত কান্দি কান্দি ক'লে– "আমি মিছে কথা কখনো বলিনি মশাই। সত্যিই উনি আমাৰ বাড়ীতে আগুন

দিয়েছেন। উহ আল্লা ! এখন আমি কৰি কি ?" মহেশে ওচৰলৈ আহি ক'লে- "মাতব্বৰ, তুমি মোক কিয় মিছা বদনাম দিছা ? অৱশ্যে মই বুজিছোঁ। কিন্তু অলপ ভাবি চাবা যে সংসাৰত ন্যায়-অন্যায় বুলি এবিধ বস্তু আছে। যিমান তললৈ নামিবা সিমানে ভিজিবা। বাৰু তুমি যি কৈছা কেৱল মোৰে নাম ক'বা আৰু মোকে কাটেকতো দিবা; কিন্তু মোৰ লগৰ এই নিৰীহ হতভাগ্য প্ৰাণী কেইটাৰ বিপত্তি নকৰিবা— ধৰ্মে তোমাৰ গতি ভাল নকৰিব মনত ৰাখিবা। যাৰ নিমখ খাইছা তাৰ গুণ গাবই লাগিব নহ'লে নিমখহাৰামী হ'ব নহয়। পিচে ইয়াকো মনত ৰাখিবা, কুটৰ ভৰৰ কুটি, লোকক হুল পুতি, আপুনি মৰে ফুটি।"

অযোগুকে আদি কৰি অইন কেইজনে উত্তেজিত হৈ উঠি আৰু মাৰিবলৈ বুলি খেদি গ'ল, কিন্তু কথা বিষম ভাবি মহেশে কাবৌ-কাকুতি কৰি আটাই কেইজনকে বুজাই-বঢ়াই শান্ত কৰি লৈ গ'ল। নানা তৰ্জন-গৰ্জন কৰি তেওঁলোক উভতিল; বুঢ়া ধনাই ক'লে— "এইবাৰহে ভূতৰ ওপৰতো দানহ।"

পিচদিনা ৰাতিপুৱা পুলিচ, দাৰোগা লগত লৈ বকৰা ধনাৰ ঘৰত উপস্থিত হ'ল। দাৰোগা বাবুই মহেশক "হেণ্ডকাফ" দিলে আৰু পুলিচ কেইজনে তেওঁৰ লগৰ কেইজনক বান্ধি লৈ থানালৈ লৈ গ'ল। বকৰাই ইতিমধ্যে কেইখনমান দহ-টকীয়া নোট দাৰোগা বাবুৰ পকেটস্থ কৰিছিল। মহেশক কচুৰত পেলাবলৈ দাৰোগা বাবুয়ো নিমখহাৰামীৰ ভয়ত মহেশক লগালে এটা ধমকনি— "বেটা বৰ দেশপ্ৰেমিক ওলাইছে। বানপানী নিবাৰণ কৰি এতিয়া সম্পত্তিবো নিবাকৰণ কৰিব ধৰিছে। তুমি গুৱাহাটী চহৰৰ মানুহ, ইয়াত এই ভিতৰুৱা গাঁৱত কিয় থাকা বাপু ? তোমাৰ মতলব মই বুজোঁ। বেটা বদ্‌মাইচ গুণ্ডা। তোক এশিকনি নিদিলে সবি নহ'ব দেখিছোঁ।" দাৰোগাই আৰু কিবা ক'ব ধৰোঁতে মহেশে চকু ৰঙা কৰি উঠিল আৰু চকুৰ কাণে চাই ক'লে— "ক্ষমতাবানক চালাম আৰু চহা লোকক ভালি, এয়েতো আপোনাৰ পুলিচী চাকৰি ? ইমান আস্ফালন কিয় ? অলপ ভাবি-চিন্তি চলিবচোন— আপুনি এৰেষ্ট কৰাবহে ক্ষমতা পাইছে, বিচাৰৰ ক্ষমতা পোৱা নাই— পাহৰি যায় কিয় ? তাৰউপৰি যাকে তাকে এনে ব্যৱহাৰ কৰা আৰু ভদ্ৰ সমাজৰ বহিৰ্ভূত শব্দ ব্যৱহাৰ কৰা আপোনাৰ মূৰ্খতা আৰু দাম্ভিকতাৰহে পৰিচায়ক। নিজৰ ক্ষমতাৰ অপপ্ৰয়োগ কৰে কিয় ?"

দাৰোগাৰ খং উঠিল কিন্তু বকৰাৰ ইঙ্গিত মতে তেওঁ নমি গ'ল। বকৰাই জানে যে মহেশৰ মুখ চৰতৰ পাতৰ দৰে বিষাক্ত— এবাৰ ধৰি লৈ যিমানে পানী ঢালিবা সিমানে কৰকৰি বেছিহে হ'ব, নকমে। গতিকে তেওঁ দাৰোগাক ইঙ্গিতেৰে বন্ধ কৰিবলে। দাৰোগা বাবুয়ো বুজিলে যে দুনাই জোকালে নিজৰো সন্মান নৰ'ব পাৰে। গতিকে ইমানতে বন্ধ কৰিলে।

তেওঁলোকক হাজতত ৰখা হ'ল; কেইদিনমান পিচত বিচাৰ হ'ল। বিপক্ষৰ মিছা সাক্ষী কোৱাত মহেশ দোষী প্ৰমাণিত হ'ল। দাৰোগাকে আদি কৰি নগদ পাঁচশ দক্ষিণা লওঁতাসকলে একেমুখে বকৰাৰ দিহামতে সাক্ষী ক'লে। বিচাৰত মহেশৰ তিনি বছৰ কাৰাদণ্ড হ'ল আৰু বাকীবোৰৰ ছয়শ টকা জৰিমনা হ'ল। মহেশে অবিচলিতভাৱে দণ্ডাজ্ঞা বহন কৰিলে। তেওঁ ক'লে– "মোৰ জীৱনত জেল অনিবাৰ্য্য– হয় দুদিন আগে বা দুদিন পিচত। তাৰবাবে মই কুণ্ঠিত নহওঁ; কিন্তু বেচেৰা নিৰীহ গাঁৱলীয়া খেতিয়ক কেইজনক এনেকৈ যে কষ্ট দিলে আৰু জৰিমনা কৰিলে তাত মোৰ দুখ লাগিছে।"

বাকীবোৰে বকৰাক শাও দিব ধৰিলে। কিন্তু বকৰাই গৰ্ব্বিত বুকেৰে পৰম উল্লাসে ঘৰলৈ উভতিল, কাৰণ আজি নাহৰ ফুটুকী বাঘ হ'ল জালবদ্ধ। তেওঁ ক'লে– "কেনে মজা এতিয়া ? বকৰাৰ লগত কাজিয়া কৰা আৰু যমৰ লগত কাজিয়া কৰা একে কথা– আজি বুজি ল।" অইনে বিশেষকৈ গৱৰ্ণমেণ্টৰ পক্ষৰ মানুহে কথাটো শুনিলে বেয়া হ'ব ভাবি দাৰোগাই তেওঁক টান মাৰি লৈ গ'ল– "আহক, আদালতৰ সমুখত এনে কথা নক'ব।"

মহা আনন্দেৰে বকৰাই দাৰোগা বাবুক আৰু জেলিলক প্ৰশংসা কৰি ভগৱানক ধন্যবাদ দিলে। "তুমি আছা ভগৱন্ত প্ৰভু। নহ'লে আমাৰ দৰে জীৱে বাঁচি থকাই টান হ'লহেঁতেন। কোটিবাৰ নমস্কাৰ প্ৰভু ! ধন্য তোমাৰ কৃপা ! হে আই কামাখ্যা ! মই আজিয়ে গৈ তোমাৰ নামে সই থোৱা পঠাটো দিম আই কামাখ্যা"– এনেকৈ পৰম আনন্দেৰে ঘৰলৈ ৰাওনা হ'ল। যাওঁতে গোঁসাই ঘৰলৈ পাঁচ সেৰ চেনি কিনি লৈ গ'ল। ধন্য হে নীৰৱ ভগৱান ! ধন্য তুমি ভক্ত-বাঞ্ছা- কল্পতৰু !

# ওঠৰ

আজি বতৰটো ভাৱৰীয়া। ভাৱৰীয়া বতৰত মনটো বৰ ভাব বিলাসী হৈ উঠে প্ৰতাপে খিড়িকীৰে তেওঁৰ পাতফুল কেইডালিলৈ চাই কিবা ভাবি আছিল। এনেতে পিয়নে আহি এখন চিঠি দি গ'ল। তেওঁ চিঠিখন খুলি দেখে যে সেইখন মহেশে দিছে। তাত লিখিছে—

"প্ৰিয় প্ৰতাপ!

তই মোৰ জীৱনৰ বন্ধু ভাই! তোক আজি মই এই জেলৰ চাৰি দেৱালৰ ভিতৰৰপৰা এটা অনুৰোধ কৰোঁ, তই যেন মোৰ দুখুনী আইক আৰু মৰমৰ ভনীটিক এৰা নিদিয়। মোৰ আজলী ভনীটিৰ ভাৰ তোৰ ওপৰত দিলোঁ— তয়ে তাইৰ দাদায়েক মহেশ। তাইৰ দায়িত্ব তোৰ ওপৰত— সুপাত্ৰ চাই দান কৰিবি। মোৰ তিনি বছৰ কাৰাদণ্ড। আজিৰপৰা সবলা প্ৰতাপৰ ভনীয়েক— মহেশৰ নহয়। মোৰ জীৱনৰ ঠিক নাই। মই যিহত নামিছোঁ তাৰ মূল শিপা উঘালিব নোৱাৰো মানে নেৰিছোঁ।

আশীৰ্বাদ কৰ যেন মই জয়যুক্ত হওঁ। ইতি—

তোৰ—

"মহেশ"

চিঠি পঢ়ি প্ৰতাপৰ কপালত চিন্তাৰ ৰেখাই দেখা দিলে। ই যে গুৰু দায়িত্ব। মহেশৰ চিঠি পাই প্ৰতাপৰ মন বৰ চঞ্চল হৈ উঠিল— "উহ কি কাৰণে তাৰ তিনি বছৰ জেল হ'ল? ক'ত কি কৰিছিল একো লিখা নাই; কি ঘটনা?" প্ৰতাপ চিন্তাত পৰে। ঘৰত বিধৱা মাক আৰু যুৱতী ভনীয়েকজনী। কি যে হ'ব অৱস্থা তেওঁ ভাবি একো থিৰ কৰিব নোৱাৰে। অৱস্থাৰ কালে তথৈবচ। কি উপায় কৰিনো গুৱাহাটী জেল চৰকত পোহপাল দিয়া যাব? কেনেকৈনো সবলাই কলেজত পঢ়িব? নিজৰতো এটা ফুটা-কড়িও নাই, যিহেৰে সহায় কৰিব পাৰে। প্ৰতাপে পাহৰি গ'ল নিজৰ জীৱনৰ সমস্যাবোৰ। বাৰে বাৰে মনটো চঞ্চল হৈ উঠে; ঘনে ঘনে নানা চিন্তাই আহি মনত ভুমুকি মাৰে। ভাবি চিন্তি একো থিৰ কৰিব নোৱাৰি গুৱাহাটীলৈ যোৱাটোকে ঠিক কৰিলে। বৌৱেকক ক'লে যে তেওঁৰ বন্ধু এজনৰ সাংঘাতিক বিপদ, গতিকে তেওঁ গুৱাহাটীলৈ যাব। বৌৱেকে ঠাট্টাৰ ছলেৰে সুধিলে— "বাপু! তোমাৰ মনৰ ৰেজাৰক

নহয়তো ?”

“বেজাৰ কি বৌ ? সুখ-দুখ, বেজাৰ-আনন্দ মিলিয়ে আমাৰ জীৱন। বেজাৰৰ বাবে আত্মসংযম হেৰোৱা শিক্ষা পোৱা নাই বৰং দুখ-কষ্টত ধৈৰ্য্য ধৰিবলৈহে তোমাৰ দেৱৰে শিকিব ধৰিছে বৌ !”

“এইটো বিশ্বাস মোৰ আছে বাপু ! যোৱা বাক কিন্তু সোনকালে আহিবা !”

এনেকৈয়ে কথাৰ শেষ হয়। প্ৰতাপ গুৱাহাটী মুখে যাত্ৰা কৰে। পিচদিনা সৰলাহঁতৰ ঘৰ পাই দেখে যে মহেশৰ মাক পাগলী যেন হৈছে। সৰলাৰ মলিন-বদনে প্ৰতাপক আকুল কৰি তুলিলে। প্ৰতাপ যোৱা দেখি মহেশৰ মাকে চকুলো টুকি সকলো খা-খবৰ জনালে— “আহিছা বোপা, তাৰ খবৰ শুনিছা নহয় ? তিনি বছৰ বোপা।” আৰু ক'ব নোৱাৰিলে, মাকে শোকতে হুক্‌হুক্‌কৈ কান্দি পেলালে।

“মই কল্পনাকে কৰা নাছিলোঁ মাহীদেউ, সি যে এনেকৈ জেল খাটিব লাগিব।” দুখ ভাবেৰে কয় প্ৰতাপে। সৰলাই তৎক্ষণাৎ উত্তৰ দিয়ে—

“দেশপ্ৰেমিকৰ অৱস্থা তেনেই দাদা ! ব্ৰাউনিঙে পেট্ৰিয়ট্ কবিতাত ঠিকেই লিখিছে—
“Thus I entered, and thus I go.”

“মই অগতে কৈছিলোঁ বোপা বোলো তই এটা চাকৰি-বাকৰি কৰ দুই-চাৰি পইচা যোগাৰ কৰি কোনোমতে ভনীয়েৰাক ক'ৰবাত গতাই দি তই যি ইচ্ছা তাকে কৰ, মোৰ অৱস্থা যিয়ে নহওঁক। পিচে সি নুশুনিলে বোপা ! এতিয়া কেনে হ'ল চোৱাচোন ? মোৰ কপালত এয়ে আছিলনে ? কণা বিধাতাই ইয়াকেহে লিখিব পাৰিছিলনে ? কোন দিনাই পিতাক ঢুকাল; মই এসাজ খাই এসাজ লঘোণে থাকি এই দুটিক ইমান ডাঙৰ-দীঘল কৰিলোঁ। কলেজত পঢ়ালোঁ হাতৰ-কাণৰ বেচি। এতিয়া ডাঙৰ হৈ সি মোক সুখ দিব ছাৰি তাৰে অৱস্থা হ'ল জেলৰ কয়েদী।” বুঢ়ীৰ আকৌ চকুলো আহিল যেন সকলোবোৰ দুখ-বেজাৰে আহি একেলগে তেওঁক হেঁচি ধৰিলেহি।

“বাৰু কিবা এটা হ'ব মাহীদেউ। দুখ নকৰিব। মহেশ নাই কিন্তু প্ৰতাপতো আছে। বাওঁক ভাত বান্ধকগৈ বেলি হ'ল, সৰলাৰ কলেজৰ সময় হ'ল।”

“তাইৰ কলেজলৈ যোৱা বন্ধ কৰিছোঁ। কেনেকৈনো পঢ়িব ? কোনে পঢ়াব ?”

“কলেজলৈ যোৱা বন্ধ কৰিছে ? ওহো ! সেইটো হ'ব নোৱাৰে মাহীদেউ। সৰলাক পঢ়াবই লাগিব। কেনেকৈ পঢ়িব উত্তৰত কওঁ— মনোবলেৰে পঢ়িব আৰু কোনে পঢ়াব উত্তৰত কওঁ— ভগৱানে পঢ়াব।”

তাৰপিচত সৰলাৰ ফালে চাই ক'লে– "সৰযু যোৱা, কলেজলৈ যাবলৈ সাজু হোৱাগৈ।" সৰলাই কিবা ক'ব ধৰোঁতেই প্ৰতাপে কৈ উঠিল– "তোমাৰ প্ৰতাপ দাদা থাকোঁতে কোনো চিন্তা কৰিবলগীয়া নাই সৰযু। তোমালোকৰ সমস্ত ভাৰ বৰ্তমান মোৰ ওপৰত, যোৱা গৈ।"

সৰলা আৰু মাকৰ মনত নতুন আশাৰ ৰেঙনি দেখা দিলে, যেন মহেশলৈ জেলৰপৰা ঘূৰি আহিল। সমস্ত দুশ্চিন্তা আঁতৰি গ'ল। মাকে ধৰফৰ্ কৰি ভাতৰ চৰুৰ তলত জ্বাল মাৰিলে। সৰলাই প্ৰতাপৰ বাবে গা ধোৱা পানী দিলে। বাকচৰপৰা কিতাপ পত্ৰবোৰ উলিয়াই ল'লে তাই।

# ঊনৈশ

প্ৰতাপৰ মনৰ গতি সম্পূৰ্ণ বদলি গৈছে। বৰ্তমান তেওঁ বিজ্ঞ মানুহৰ দৰে সকলো কাম ভাবি-চিন্তি কৰে, সকলো উত্তৰ গমিপিটি চাইহে দিয়ে। তেওঁ বিবেচনা কৰিলে যে যদিও সৰলাই দাদা বুলি মাতে আৰু তেওঁ মাকক মাহীদেউ বুলি মাতে তথাপি ই মুখৰ সম্বন্ধ— আচল নহয়। গতিকে তেওঁ ইয়াত থকাটো সমীচীন নহ'ব। শাস্ত্ৰে কৈছে যে যুৱতী নাৰীৰ সঙ্গত পুৰুষৰ বাস নিষেধ। আনকি জী, ভনীৰ সঙ্গতো থকা অবিধেয় তেনেস্থলত সম্পূৰ্ণ অসম্বন্ধীয় লোক তেওঁবিলাক। অৱশ্যে তেওঁ জানে, তেওঁ সিমান দুৰ্বল নহয়, নিজৰ ওপৰত পূৰামাত্ৰাই বিশ্বাস আছে। তথাপি মনত পৰিল ঋষি বিশ্বামিত্ৰয়ো ভুল কৰিছিল। জগতত সাপকো বিশ্বাস কৰা ভাল নিজৰ মনক বিশ্বাস কৰাতকৈ। ই মনস্তত্ত্বৰ বিধান। বহিৰ্দৃষ্টিত মানুহে যিয়ে নোবোলক, মনৰ ভিতৰত বহুত ফাকি-ফুকা থাকে; কাৰণ মানুহে শৰীৰহে দেখে, মনটো নেদেখে। সেইবাবেই বিশ্বকবি ৰবি ঠাকুৰে গাইছিল—

*"লোকে যখন ভাল বলে,*
*যখন সুখে থাকি,*
*জানি মনে তাহাৰ মাঝে,*
*অনেক আছে ফাকি।"*

তাৰউপৰি ডাঙৰ ছোৱালী— কলেজত পঢ়ে। শত্ৰু মানুহে হিংসাবশতঃ নানা কুৎসা ৰটনা কৰিব পাৰে। পিলিঙা ডেকা সকলেতো গাভৰু ছোৱালীৰ বদনাম কৰাত শতমুখ। কলেজৰ চৌখীন ল'ৰাবোৰে নাম ধৰি নামাতিলেও ৰোল নম্বৰ ধৰি পিচতে ডাক দিব। এনেতে সাত-পাঁচ গুণি তেওঁ ঠিক কৰিলে যে কোনো এটা মেচত তেওঁ থাকিব আৰু তাৰেপৰা নজৰ কৰিব। তেওঁ কথাটো মাহীয়েকক ভাঙি ক'লে। মাহীয়েকে ক'লে— "কোনে কি কৰিব পাৰে বোপা ? মই সেইবোৰক ভয় নকৰোঁ ! হাজাৰ কুকুৰে কামোৰক আঁঠুৰ তল। তুমি মেচত পৰি থাকিবা আৰু আমি ইয়াত থাকিম ? সেইটো নক'বা বোপা; মই বাৰু কাৰ মুখলৈ চাম ?"

"নহয় মাহীদেউ, হৰিণাৰ মাংসই বৈৰী। নিজক ৰক্ষা কৰা আটাইতকৈ টান মাহীদেউ। গতিকে পিচল সংসাৰখনত চাই চিন্তি খোজ দিব লাগে। মই বহুত গামপিটি চাইছোঁ। চকুৰ আঁতৰ হ'লোঁ বুলিতো মনৰ আঁতৰ নহওঁ মাহীদেউ। মেচত থাকিলেও মোৰ মন ইয়াত থাকিব। একো আপত্তি নকৰিব।"

"তুমি যেনে ভাল দেখা তেনে কৰা বোপা। মোৰনো তোমাক উপদেশ দিয়াৰ বুদ্ধি আছে নে? যি ভাল হয় তাকে কৰা। বৰ্তমান তুমিয়ে মোৰ মহেশ মোৰ পো।"

প্ৰতাপ এটা মেচত থাকিল। তাৰেপৰাই সৰলাহঁতৰ ঘৰ চলাবলৈ ধৰিলে। কিন্তু দুনিয়াত সমস্ত আৰাম স্বাচ্ছন্দ্যৰ মূল টকা। যাৰ টকা নাই তাৰ আৰাম নাই কষ্টৰ পৰিসীমা নাই। এই টকা প্ৰতাপৰ নাই। টকাৰ অভাৱতে এম এ পঢ়িব নোৱাৰিলে। তেনেস্থলত এতিয়া কেনেকৈ এখন গৃহস্থালী প্ৰতিপাল কৰে? তেওঁ মহা চিন্তাত পৰিল। কি উপায় অৱলম্বন কৰে তেওঁ– তেওঁ যে নিৰুপায়। এটা মাত্ৰ উপায় আছে, সেইটো হৈছে বীণাক সোনকালে বিয়া কৰাই তাইৰ বাপেকৰপৰা টকা আনিব পাৰিলে সকলো সমস্যাৰ সমাধান হৈ যায়। বীণাক তেওঁ বিয়া কৰাবই লাগিব কাৰণ দেউতাকৰ আদেশ।

কিন্তু শহুৰেকৰ টকা জানো খৰচ কৰিবলৈ তেওঁ সক্ষম হ'ব? চিৰ স্বাধীন, চিৰ বিদ্ৰোহী, আত্ম-সম্মানী মানুহ- তেওঁ। তেওঁ জানো চিৰবন্দী হ'ব পাৰে? নিজৰ সম্মান আৰু স্বাধীনতা কেনেকৈ বিক্ৰী কৰে তেওঁ? সীমাহীন প্ৰশ্ন জাগে। চিন্তাৰ পাৰ-কুল নাপায় তেওঁ। কি কৰে এতিয়া? একোবাৰ ভাবে নহয় তেওঁ শহুৰৰ টকা খৰচ কৰি আত্মসম্মানত আঘাত দিয়াতকৈ বৰং এটা চাকৰি কৰিব। বি এ পাছ তেওঁ অন্ততঃ এশ টকাৰ চাকৰি এটা নিশ্চয় পাব। তাকেই থিৰ কৰে তেওঁ চাকৰি কৰিব। কিন্তু পিচমুহূৰ্ততে ভাব আহে, তেওঁ জানো অইনৰ তলত চাকৰি কৰিব পাৰিব? পুনৰ ভাবে তেওঁ জানো নিজৰ স্বাধীন মনৰ সমস্ত ভাব বাঁহ পুৰি ছাই কৰি দিব পাৰিব? স্বাধীন মনোবৃত্তিৰ লোকৰ বাবে যে ই অসম্ভৱ কাৰ্য্য। তেন্তে কি কৰে তেওঁ? চিন্তা সাগৰত তেওঁ তেনেই বুৰ গ'ল। ভিতৰে ভিতৰে ভাবৰ ভয়ঙ্কৰ জোৱাৰ উঠিছে কিন্তু বাহিৰত বেছ অচঞ্চল ভাৱেই কৰ্তব্য সম্পাদন কৰি যাব ধৰিছে তেওঁ।

# বিশ

ইফালে মহেশক জেলত দি ৰায়তবোৰক এসেকা দিয়াৰ পিচত গোপীকান্ত বৰুৱাই পৰম আহ্লাদেৰে জীয়েকৰ বিয়া পাতিলে। মাধৱে ভায়েকক মাতি পঠালে। চিঠি পাই প্ৰতাপ ঘৰলৈ আহিবলৈ বাধ্য হ'ল। হাতত যিখিনি টকা আছিল তাকে সৰলাৰ হাতত দি ক'লে যে অন্ততঃ দহ দিনৰ কমে তেওঁ আহিব নোৱাৰিব। "তুমি ঠিক মতে কলেজ কৰিবা সৰযু আৰু মাহীদেউকো সান্ত্বনা দি থাকিবা। যদি পাৰোঁ তেন্তে এসপ্তাহৰ ভিতৰত মই ঘূৰি আহিম।"

এইবুলি কৈ প্ৰতাপ ঘৰমুখে ৰাওনা হ'ল। ঘৰ পাই দেখে যে বিয়াৰ সকলো বন্দোবস্ত ঠিকঠাক। তেওঁ যথাসময়ত আহি পোৱা দেখি বৌৱেকে ঠাট্টাৰ সুৰত ক'লে— "ভিতৰে ভিতৰে বাপুৰ বৰ মন, কেৱল বাহিৰতহে আমাক অমত দেখুৱায়।"

প্ৰতাপে গম্ভীৰভাৱে উত্তৰ দিলে গাৰ চোলাটো সোলোকাই— "বাহিৰৰ বিপৰীতটোৱে যদি ভিতৰৰ আচল ৰূপ হ'লহেঁতেন তেন্তে বানানৰ 'ণ'ৰ ঠাইত 'ন' বহুৱালে শুদ্ধ হোৱাৰ দৰে মানুহৰ কথাৰ বিপৰীতটোৱে আচল শুদ্ধ মত হ'লহেঁতেন আৰু জগতখনত ইমান ৰহস্যও নাথাকিলহেঁতেন বৌ। মনস্তাত্ত্বিকসকলেও মিছাতে ইমান হাবাথুৰি খাই নমৰিলহেঁতেন।"

বৌৱেকৰ কথাৰ উত্তৰ দি তেওঁ চোলাটো আলনাত থৈ ধুতিখনো সলাবলৈ আৰম্ভ কৰিলে। বৌৱেকে দেখিলে যে প্ৰতাপ খীণাইছে। তেওঁৰ মুখলৈ চাই দেখিলে তেওঁ সীমাহীন ভাব তৰঙ্গত ভাহি ফুৰিব ধৰিছে। বৌৱেকে বৰ ব্যথিত হৈ ক'লে— "বাপু তুমি নিশ্চয় বৰ আঘাত পাইছা আৰু বহুত কথা লুকাই ৰাখিছা। এই হাঁহিমুৱা মুখখন ইমান মলিন হৈ গৈছে। উহ্ মোৰ মনতো যে বৰ বেয়া লাগে বাপু ? কোৱা তোমাৰ কি হৈছে ?"

বৌৱেকে ওচৰ চাপি আহি মূৰত হাত বুলাই সোধে। প্ৰতাপে বৌৱেকৰ ফালে চাই কয়— "একো হোৱা নাই বৌ। পৃথিৱীত কৰ্তব্য বৰ নিষ্ঠুৰ। তাৰ আঘাতত মানুহ হৈ পৰে দুৰ্বল, নীৰস— শক্তিহীন। যোৱা বৌ— মোৰ ভোক লাগিছে।"

ভোকৰ নাম কোৱাত বৌৱেকে নিজে নিজে লজ্জিত হৈ কৈ উঠিল— "ময়ো পাগলিনী হৈছো। ইমান সময় কথা কৈ কটালোঁ অথচ জলপানৰ খবৰকে লোৱা

নাই ! আহাঁ, পাগঘৰীলৈ ব'লা। আজি বহুদিন মই নিজ হাতেৰে তোমাক খুৱাবপৰা নাই, আজি খুৱাম। তাহানিৰ ল'ৰাকালৰ দৰে পীৰাৰ কাষত বহি কথা কৈকৈ খুৱাম। আহাঁ মোৰ মৰমৰ সোণটি।"

প্ৰতাপক অতি মৰমেৰে হাতত ধৰি বৌৱেকে পাগঘৰীলৈ লৈ যায়। প্ৰতাপেও নিতান্ত ল'ৰা মানুহৰ দৰে পিচে পিচে যায়। আজি তেওঁৰ মনত পৰিল সৰু কালৰ কথা। কত দিন ঠেহ পাতি ভাত নোখোৱা হৈছিল আৰু এনেকৈ বৌৱেকে হাতত ধৰি টানি নি ভাতৰ পাতত বহুৱাই দি মূৰ পিহি নানা প্ৰলোভনৰ কথা, নানা গল্প কৈ ভাত খুৱাইছিল। উহ্ নাৰী, তুমি কি স্নেহৰ প্ৰতিমূৰ্ত্তি ! তোমাৰ কোমল পৰশত তোমাৰ স্নেহৰ আলিঙ্গনত পাষাণো যেন কোমল নিমজ হৈ গলি যায়! বিধিয়ে কি তেজে তোমাক স্নেহৰ মৰমী মূৰ্ত্তি কৰিয়ে গঢ়িছিল নেকি ? নে তুমিয়ে স্বয়ং স্নেহ ? কোনে উত্তৰ দিব ? তাক মাথোঁ তুমিয়েহে জানা।

# এৰৈকেশ

নীলিমাই যেতিয়া শুনিলে যে প্ৰতাপৰ বিয়া বীণাৰ লগত হ'ব তেতিয়া তাই তবধ মানিলে। ইয়ো কি সম্ভৱ ? তাই প্ৰশ্ন কৰে নিজে নিজে। কেতিয়াও নহয়, সৰু ভিনীহিদেৱে কেতিয়াও তেনে কাম নকৰে। কিন্তু যেতিয়া মাকৰ মুখে শুনিলে তেতিয়া তাইৰ বিশ্বাস হ'ল আৰু লগতে পাগলীৰ দৰে হ'ল ! তাইৰ খোৱা-লোৱাৰ ঠিক নোহোৱা হ'ল। মূৰৰ চুলিবোৰ আউল-বাউল হ'ল। কানি-কাপোৰ পিন্ধাৰ লাহভাহ নাইকিয়া হ'ল। সদায় বিষণ্ণ মনে কিবা ভাবি থাকে। একোবাৰ ভাবে "এবাৰ গৈ সকলোকে কম যে মই পাগলী হ'ম।" পিচমুহূৰ্ততে লাজ আহে "ছিঃ কি পাগলী মই ? মোৰ লাজ-চৰম পুৰি খালো নেকি ?" একোবাৰ ভাবে— "তেন্তে তেখেতে মোক পাহৰি গ'ল নেকি ? তেনেহ'লে কিয় মোক ইমান মৰম কৰিছিল ? তেন্তে জগতখন এনেকুৱা ঠগ-প্ৰৱঞ্চকে নেকি ? পুৰুষৰ ভালপোৱা জানো এটা সাময়িক উত্তেজনা মাত্ৰ ? নহয় তেখেতে মোক কেতিয়াও পাহৰিব নোৱাৰে।" তাঁতশালত বহি মাকোটো হাতত লৈ ভাবি থাকে তাই।

সন্ধিয়া নামি আহে; এনেতে এখন চিঠি দি যায় পিয়নে। বৰ ব্যগ্ৰ হৈ তাই চিঠিখন খোলে কিজানি প্ৰতাপেই দিছে। লেফেফাটো খুলি চিঠিখন উলিয়ায়। দেখে যে সেইখন বিয়াৰ চিঠি। তাত লিখা আছে—

ডাঙৰীয়া,

বোৱঁতী মাহৰ ১৪ তাৰিখ সোমবাৰে মোৰ সৰু ভাই শ্ৰীমান প্ৰতাপ ডেকাৰ শ্ৰীযুক্ত গোপীকান্ত বৰুৱাৰ একমাত্ৰ জীয়েক শ্ৰীমতী বীণাপাণিৰ লগত বিয়াৰ দিন স্থিৰ কৰা হৈছে। তদুপলক্ষে আপোনাক সপৰিয়ালে নিমন্ত্ৰণ জনালোঁ। উপস্থিতি বাঞ্ছনীয়। ইতি—

বিনীত—

শ্ৰীমাধৱ চন্দ্ৰ ডেকা

চিঠিৰ কেইশাৰীমান পঢ়াৰ লগে লগে নীলিমাৰ চকুৰ পানী গিৰ্‌গিৰ্‌কৈ ওলাই আহিল। বীণাপাণিৰ নাম উচ্চাৰণ কৰাৰ লগে লগে "উহ্ ভগৱান" বুলি তাঁতশালৰ

খুটাত তাই ঢলি পৰিল। বহুত সময় পাৰ হৈ গ'ল। সন্ধ্যাৰ আকাশত উজ্জ্বল তাৰকাৰাজি প্ৰতিভাত হ'ল; নিশাৰ আগমন হ'ল ধীৰে ধীৰে। লাহে লাহে নীলিমাই মূৰ তুলিলে। একান্তমনে পশ্চিম আকাশৰ সৰু তৰাটিৰ ফালে একে ধ্যানে চাই থাকে তাই— যেন কিবা সান্ত্বনাৰ পৰশ লুকাই ৰাখিছে সেই অকলশৰীয়া তৰাটিয়ে— যেন কোন দূৰ-দূৰণিৰ অজানাৰ বাতৰি গুপুতে ৰাখিছে তাৰ বুকুত আৰু তাকেই বিলাই দিব সি সৌ অসীম অনন্ত গগনৰপৰা ! তথা লাগি চাই থাকে তাই— অন্তৰত বিষাদৰ এটা তীব্ৰ হুমুনিয়াহ ! ব্যৰ্থতাৰ দাৰুণ আঘাতত দেই-পুৰি গ'ল তাইৰ সুকোমল অন্তৰখনি ! উহ্, কি বিষম যন্ত্ৰণা !

# বাইশ

যথাসময়ত বিয়া আৰম্ভ হ'ল ! নীলিমাই গা অসুখ বুলি বিয়ালৈ নাহিল। মহাসমাৰোহেৰে বিয়া পাৰ হৈ গ'ল। কল্যাণীয়ে আদৰ-সাদৰ কৰি জায়েকক যি বস্তু লাগে তাকে দিলে। মাধৱেও ধনীৰ উত্তৰাধিকাৰিণী ভাই বোৱাৰীয়েকক পাই ভৱিষ্যতে এনেই সুখৰ ৰাজ্য কল্পনা কৰিলে। কিন্তু প্ৰতাপৰ ? নিৰ্বিকাৰভাৱে কাঠৰ পুতলাৰ দৰে যাৱতীয় কামবোৰ সমাধা কৰি যায়— কোনো আবেগ নাই— কোনো উৎকণ্ঠা নাই। তেওঁৰ জীৱনটো এটা সাঁথৰ— এখন বিয়োগান্ত নাটক, এখন কাৰুণ্য ভৰা উপন্যাস।

বিয়াৰ চাৰি দিনমান পিচত এদিন বীণাদেৱীয়ে কমৰ ভিতৰত প্ৰতাপক ক'লে— "মই ইমান ব্যতিব্যস্ত হৈ থাকিব নোৱাৰোঁ। স্কুলীয়া ল'ৰাবোৰে আহিব কইনা চাবলৈ, তিৰোতাবোৰে আহিব কইনা চাবলৈ; তাতে ওৰণি মূৰত ল'ব লাগে, চকু মুদিব লাগে ইত্যাদি অসভ্য গাঁৱলীয়া প্ৰথাবোৰ মই পালন কৰিব নোৱাৰোঁ। ইয়াৰ মানুহবোৰ মুঠেই 'এড্‌ভানচ্‌ড' নহয়— 'আপটুডেট্ ষ্টাইল' কি নুবুজে।"

"গাঁৱত থাকিলে গাঁৱলীয়া প্ৰথাবোৰ মানিব লাগিব। বেয়া পাইছা নোলাবা।" নিতান্ত নিৰ্বিকাৰভাৱে কয় প্ৰতাপে, কিন্তু তেওঁৰ ওপৰত অভিমানৰ ভাব দেখুৱাই কয় বীণাই—

"ঘৰটো পকা নহয়— সেমেকি থাকে। ভাল বতাহ আহিবলৈ খিড়িকীৰ ভাল বন্দোৱস্ত নাই। পুৰণা আলমাৰি কেইটাৰপৰা কিতাপৰ বৰ বেয়া গোন্ধ আহি থাকে। খেৰি ঘৰ, তাতে চিলিং নাই, বেৰবোৰত চূণ দিয়া নাই— অস্বাস্থ্যকৰ !" কেৰাহিঁকৈ চায় তেওঁৰ ফালে তাই যাতে অলপ সহানুভূতি পায় ! প্ৰতাপে ব্যঙ্গ কৰি মাত লগায়—

"আমাৰ ইয়াত ইয়াক অট্টালিকা বোলে। তুমি হৈছা আধুনিকা নাৰী, তোমাক লাগে ভাল ঘৰবাৰী, ফাৰ্ষ্টক্লাচ মটৰ গাড়ী, আৰু ভাল দামী বেনাৰচী শাৰী। কিন্তু আমি যে হ'লোঁ সৰ্বহাৰাৰ দ্বিতীয় সংস্কৰণ !"

বীণাৰ খং উঠিল প্ৰতাপৰ কথাৰ মৰ্ম্ম আৰু কোৱাৰ ভঙ্গি দেখি, কিন্তু কি কৰিব ? তাই যে বাক্যবাণ বঞ্চিতা নাৰী। ভগৱানে তাইক এই ফেৰাৰপৰা বঞ্চিতা কৰিছে। নীৰৱে এই বাক্যশৰত জৰ্জ্জৰিতা হৈ তাই খঙতেকৈ পেলালে— "মোক থৈ আহক।"

"এড্‌ভানচ্‌ড ছোৱালীবোৰক অইনে থ'বলৈ যাব নেলাগে, ইচ্ছা কৰিলে নিজেই যাব পাৰে অন্ততঃ আলট্ৰা মডাৰ্ণ তিৰোতাবোৰে।"

"মই পিতাক কৈ পঠাইছোঁ, কাইলৈ যাম।"

"বৌৱে জানো অনুমতি দিছে ?"

"তেওঁৰো মই অনুমতি ল'ব লাগিব নেকি ?"

"নিশ্চয়।"

"তেওঁক সুধি মই কাম কৰিব নোৱাৰোঁ।"

"তেন্তে মোক সোধাৰো প্ৰয়োজন নাই ?"

"মই জানো সুধিছোঁ ? কৈছোঁহে কাইলৈ মই যাম বুলি।"

"ভাল— তেন্তে কোৱা কিয় ?"

এনেতে মাধৱৰ ল'ৰাজনে দৌৰি আহি "খুলি" "খুলি" বুলি থোকাথুকি মাতেৰে বীণাৰ চাদৰৰ আঁচলত ধৰিলে। বীণাই খং ভাৱে— "যাঃ লেতেৰা ল'ৰা, চাদৰখনৰ আঁচলত বোকা লগাই দিলে" বুলি কৈ তাক হাতেৰে জোৰ কৰি আঁতৰাই দিলে। অভিমান, অপমানত ল'ৰাজন ফেঁকুৰি উঠিল। প্ৰতাপে লাহেঁকৈ কোলালৈ আনি ক'লে— "আহ পুতুল মোৰ কোলালৈ।" তাক কোলাত তুলি লৈ বীণাৰ ফালে চাই ক'লে—

"শুনা বীণা; বিয়াৰ বজাৰত তোমাৰ দাম আছে, কাৰণ তুমি ধনীৰ দুলালী; তোমাৰ ৰূপো আছে; কিন্তু মনুষ্যত্বৰ বজাৰত তোমাৰ দাম খুব কম, কাৰণ তুমি হৃদয়হীনা।"

তাৰ পিচত পুতুলৰ ফালে চাই বিজ্ঞ মানুহক কোৱাৰ দৰে ক'লে— "তই মুক্ত আত্মা, তোৰ ওচৰত সকলো সমান হ'ল বুলি সকলোৰে ওচৰত হ'ব নে ? আহ আমি যাওঁ।"

তেওঁ বাহিৰ হৈ আহিল ! বীণাই বুজিলে কালৈ মাৰিলে এই পাত শৰ; তাইৰ ইচ্ছা আছিল কেইআষাৰমান কথা শুনাই তাই কোন চিনাকি দিবলৈ, কিন্তু নাপালে; কাৰণ ইতিমধ্যে প্ৰতাপ বাহিৰ হৈ গৈছে। খঙত নিজে নিজে তাই ভোৰ-ভোৰাই থাকিল।

পিচদিনা ৰাতিবেলা সঁচাকৈয়ে বীণাপাণীলৈ মটৰ আহিল। ভাইভাৰক চাহ-তামোল দিয়াৰ পিচত বীণাদেৱী মটৰত উঠি গুচি গ'ল। মাধৱ অফিচৰপৰা আহি পোৱা নাছিল। প্ৰতাপো ওলাই গৈছিল। গতিকে স্ব-অনুমতিতে তাইৰ প্ৰস্থান হ'ল। কইনা যোৱা দেখি কল্যাণী আচৰিত হৈ গ'ল। ভাবিলে, বোধকৰোঁ তাইৰ গিৰীয়েকে অনুমতি দিছে। ৰাতি ভাত খাবলৈ বহোঁতে কল্যাণীয়ে ঠাট্টাৰ ছলেৰে মাত লগালে—

"ভাইবোৱাৰীয়েৰেকলৈ ইমান মৰমটো লাগিল যে এসপ্তাহ নৌহওঁতেই যাবলৈ দিলে ক'ৰবাত দুখ পাব বুলি ভাবি।" মাধৱে আচৰিত হৈ মুখ তুলি ক'লে— "ক'ত মইতো একো কোৱা নাই। মোক সোধাও নাই। তুমি যাব কোৱা বুলিহে মই ভাবিছিলোঁ। তুমি কোৱা নাই নেকি ?"

"মইতো ক'ব নোৱাৰোঁ। মোক সোধা নাই। কেৱল যাবৰ সময়ত কৈছিল "আহিলোঁ বাইদেউ" বুলি। তাৰ পিচত মটৰত উঠি গুচি গ'ল; মই ভাবিছিলোঁ আপুনি যাবলৈ কৈছে। যদি আপুনি কোৱা নাই তেন্তে বাপুৱে কৈছে।"

"সিনো এতিয়াৰপৰাই এইবোৰ কথাত চকু দিলেনে ? বাৰু যি কৰিলে কৰিলে" বুলি মাধৱে খোৱাত মন দিলে ! হেন সময়তে প্ৰতাপেও গা ধুই আহি দুৱাৰ মুখ পায় আৰু এই কথা ফাকি শুনি তেওঁ দুৱাৰ মুখৰপৰা কৈ কৈ ভিতৰত সোমায়– "ময়ো যাবলৈ কোৱা নাই।"

"তুমি কোৱা নাই" জিজ্ঞাসু দৃষ্টিৰে চায় বৌৱেকে।

"কোৱা নাই" স্পষ্ট উত্তৰ দিয়ে প্ৰতাপে।

"তেনেহ'লে আপোন খুচিতে গ'ল নেকি ?"

এইবুলি কৈ বৌৱেকে চিন্তা কৰিব ধৰে। কথাটো বান্দৰৰ ঘা খুজুৱাই বহল কৰাৰ দৰে কোৱা-কুই কৰাত বহল হ'ব ভাবি মাধৱে ক'লে– "যোৱা কথা হৈ গৈছে ! মিছামিছি কৈ থাকিলে কি হ'ব ? অইনে শুনিলে বেয়া বুলিব; আৰু নক'বা !"

মাধৱৰ কথাত তেওঁলোক নীৰৱ হ'ল। প্ৰতাপে ক'লে– "ভাত দিয়া বৌ।" বৌৱেকে কাঁহিখন আগবঢ়াই দিলে। ভাত খাই উঠি আহি প্ৰতাপে এখন তামোল মুখত ভৰাই ক'লে–

"মই কালি গুৱাহাটীলৈ যাম বৌ; পুৱাতে ভাত ৰান্ধিবা।" এনেকৈ কৈ তেওঁ বাহিৰ ওলাল। মাধৱেও খাই-বৈ ওলাই আহিল– বৌৱেকে চিন্তা কৰিবলৈ ধৰিলে কিয় কইনা এনেকৈ গ'ল। নিশ্চয় কিবা গোলমাল হৈছে তেওঁলোকৰ ভিতৰত।

বাতিপুৱা ভাত খাবলৈ বহাত বৌৱেকে প্ৰতাপক ক'লে– "বাপু, তোমাক ইমান মলিন দেখিব ধৰিছোঁ কিয় ? দিনে দিনে তুমি ক্ষীণাই যাব ধৰিছা। তুমি মনৰ কথা লুকাই ৰাখিছা। কোৱা, খং নকৰিবা। চেষ্টা কৰিলে তোমাৰ মনৰ জোখেৰে গঢ়ি ল'ব পাৰিবা। তিৰোতাৰ স্বভাৱ পানীৰ দৰে; যি পাত্ৰতে পৰে তাৰ গঢ লয়। হতাশ নহ'বা। তোমাৰ মলিন মুখখন দেখিলে মোৰ দুখ লাগে বাপু।"

"হতাশ হ'ব লগা কি আছে বৌ। তুমি থকাত, দাদা থকাত মোৰ হতাশ হোৱাৰ কোনো প্ৰশ্ন নুঠে। কিন্তু বৌ জীৱনৰ সমস্যাবোৰ বৰ জটিল।"

কিছুসময় নীৰৱ দুয়ো। তাৰ পিচত বৌৱেকে, লাহেকৈ কয়– "তুমি সোনকালে ঘূৰি আহিবা বাপু ! মই নীলিমাৰ অসুখ বুলি শুনিছোঁ, তাই বিয়াতো নাহিল। গতিকে পাৰিলে এবাৰ যাব লাগিব ? তুমি বেছি দিন পলম নকৰিবা।"

নীলিমাৰ নাম কোৱাত প্ৰতাপে এবাৰ বৌৱেকৰ মুখৰ ফালে চাই আকৌ খোৱাত মন দিলে। তেওঁ হাঁহিলে– মনতে হাঁহিলে ! "অসুখ ? জানো মই কিহৰ অসুখ আৰু

জানো কিয় বিয়াত নাহিল। তুমি কি বুজিবা বৌ মানুহৰ অন্তৰৰ ভাব। তাইৰ যি অসুখ, এই অসুখৰ ঔষধ নাই বৌ, ব্যৰ্থ চেষ্টা কৰিব পাৰিবা– ফল নহ'ব। তাইৰ বেমাৰৰ ঔষধ কেইদিনমান আগতে পুৰি ছাই হৈ গৈছে আৰু তাইৰ দুৰ্ভাগ্য যে-- এই ছাই সোপাকো তোমালোকে চিনি নাপালা। কি কৰিবা বৌ! সংসাৰখন এনে প্ৰহেলিকাময়। তাই কিয় নাহে। হাঃ হাঃ হাঁহি উঠে কথা শুনি। আঁজলী বৌ! চিতাগ্নি চাবলৈ জানো মানুহৰ আনন্দ আহে ? কি বুজিবা তুমি ?" মনে মনে ভাবে আৰু নিজেই হাঁহে। বৌৱেকে নাজানে দেবেৰেকৰ হৃদয় সিন্ধুত কিহৰ তৰঙ্গ উঠিছে। নিজৰ মতে কৈ যায় "তুমি নাথাকিলে কইনা আহিলে বহুত অসুবিধা হ'ব কাৰণ আমি নাজানো কেনেদৰে চলিব লাগে তেওঁলোকৰ লগত! তুমি যেনেতেনে সোনকালে আহিবা।"

তেওঁৰ ক'বৰ মন আছিল "তোমালোকে কোনো দিনে নাজানিবা বৌ, কেনেদৰে চলিব লাগে কুৰি শতিকাৰ আপটুডেট্ অপেশ্বৰীসকলৰ লগত, কাৰণ তোমালোকৰতো পাখি নাই যে কুৎসিৎখিনি ঢাকি ৰাখি পাখিৰ জিক্‌মিকনি দেখুৱাই মানুহক ভুলাব পাৰিবা ?"

কিন্তু মনৰ কথা মনতে ৰাখি লাহেঁকৈ ক'লে– "চেষ্টা কৰিম।"

তেওঁ থাই উঠিল। বৌৱেকে তামোলখন দি প্ৰতাপৰ মুৰত এডাল কুটা আছিল, তাক হাতেৰে পেলাই দিলে। চুলি কেইডাল লাহেঁকৈ পিহি দি মৰমেৰে ক'লে- "বেছিদিন পলম নকৰিবা। তোমাক নেদেখিলে মোৰ বৰ বেয়া লাগি থাকে। সাৱধানে চলিবা, বেমাৰ-আজাৰ হ'ব পাৰে।"

এবাৰ বৌৱেকৰ ফালে সকৰুণ দৃষ্টিৰে চাই লাহে লাহে প্ৰতাপ বাহিৰ ওলাল। বৌৱেকে কান্দো কান্দো হৈ তেওঁৰ ফালে চাই থাকিল।

# তেইশ

গুৱাহাটী পাই প্ৰতাপ মহা চিন্তাত পৰিল। টকা-পইচাৰ চিন্তাই তেওঁক বিকল কৰি তুলিলে। টকা-পইচা নাথাকিলে মানুহ পঙ্গু হয় আৰু দেখিলেই চিনা যায় যে এওঁৰ টকা নাই। কপালৰ চিন্তাৰ আঁক কেইডাল স্পষ্ট হৈ উঠে। প্ৰতাপে অস্বীকাৰ কৰিলেও তেওঁৰ কপালৰ আঁক কেইডালিয়ে ঘোষণা কৰি দিয়ে তেওঁৰ অৱস্থাৰ কথা।

বিদেশত টকাই বন্ধু। গুৱাহাটীয়ে মৰম কৰে তেওঁলোকক যাৰ পকেটত টকা আছে। বৰ্তমান শিক্ষিত ডিগ্ৰীধাৰীৰ অনিবাৰ্য্য অৱলম্বন হৈছে চাকৰি। পৰীক্ষা পাছ কৰি চাকৰি দেৱীৰ পদপ্ৰান্তত নিজক আহুতি দিব নোৱাৰিলে আজিৰ বিদ্যা নিষ্ফল আস্ফালনত পৰিণত হয়। পদ গৌৰৱৰ কপিধ্বজ উৰাব নোৱাৰিলে আজিৰ সমাজত স্থান হয় সকলোৰে পিচত— সমদলৰ অন্তত। বুকু ফুলাই পৃথিৱীৰ বুকুত নিজক মানুহ বোলাবলৈ আজি মাত্ৰ এটা উপায় আছে সেয়ে হৈছে গৱৰ্ণমেণ্টৰ "একজিকিউটিভ পোষ্ট" য'ত আছে "ঘোচ" বা "ভেটী" অৰ্থাৎ উপৰি পাওনা। সৌভাগ্যক্ৰমে যদি মিলিছে কাৰোবাৰ ভাগ্যত এই "পোষ্ট" তেন্তে তাৰ জীৱন হৈছে সাৰ্থক— বিদ্যাৰ চৰম পৰিণতি; আৰু দুৰ্ভাগ্যবশতঃ যদি পৰা নাই এই চাকৰি দেৱীৰ পদচিহ্ন কাৰোবাৰ কপালত তেন্তে তাৰ জীৱন নিষ্ফল, তাৰ বিদ্যা হৈছে এটা বোজা— তাৰ ডিগ্ৰী হৈছে এটা উপহাস।

কিন্তু পৃথিৱীত এক প্ৰকাৰ মানুহ আছে সিহঁতে এই সৌভাগ্যক কৰে উপহাস; জীৱনক ভাৱে এটা কল্পনাৰ পটভূমি। সিহঁতে নকৰে চাকৰি, নাচায সমাজৰ আগশাৰীত ঠাই, নকৰে কাৰো সহায় ভিক্ষা— ধনীৰ দয়াক কৰে পদাঘাত, দুখ-কষ্ট বৰণ কৰে স্ব-ইচ্ছায়— বাটৰ ক্ষুধাৰ্ত্ত কুকুৰক দিয়ে নিজৰ কাঁহীৰ এভাগ— আধাপেটী থাকি মাৰে এটা তৃপ্তিৰ হাঁহি— সিহঁত হৈছে 'স্বেচ্ছাচাৰী'ৰ দল। প্ৰতাপ হ'ল এই দলৰ এজন সক্ৰিয় কৰ্মী।

হাতৰ ঘড়ীটো ফাউনটেন্ পেনটো আৰু আঙঠিটো বিক্ৰী কৰিলে ডেৰশ টকাত, কাৰণ সৰলাৰ ফিজ দি লাগে— বজাৰৰ খৰচ দিব লাগে; নিজৰ খৰচৰতো নামেই নাই। কিন্তু সোঁত বৈ নথকা বন্ধ পানীৰে কিমান দিন চলিব পাৰি ? কিছুদিন পিচত "পুনৰ্মূষিক ভব।" সৰলাই কয় "দাদা আপুনি এটা চাকৰি নকৰে কিয় ?

প্ৰতাপে এটা উপহাসৰ হাঁহি মাৰি কয়— "শুনা সৰযু, চাকৰিৰ এটা মোহ আছে। এই মায়া-জালে এবাৰ আৱৰিলে দুনাই নিস্তাৰ পোৱা নাযায়।"

"তেন্তে কেনেকৈ চলিব টকা নোহোৱাকৈ ? চাকৰি নকৰিলে ক'ত কেনেকৈ টকা পাব ?" সৰলাই প্ৰশ্ন কৰে।

"এই ভুতটো তোমাৰ গাতো লম্ভিল নে ? ভয় নকৰিবা মোৰ মূৰটো বিক্ৰী কৰিলে পাম, মোৰ মূৰটোৰ মূল্য আছে।"

প্ৰতাপ অন্যমনস্ক হ'ল। সৰলাই দেখিলে যে প্ৰতাপে আঘাত পালে। তাইৰ বৰ বেয়া লাগিল, লগতে চৰমো পালে; কাৰণ এইটো তাইৰ অনধিকাৰ চৰ্চা হৈছে। পৰৰ কৰ্তব্য সোঁৱৰাই দিবলৈ তাই কোন ? তেওঁৰ ওপৰত তাইৰ কি অধিকাৰ আছে যে তেওঁৰ কৰ্তব্য বিচাৰ কৰিব ? নিজে দয়া কৰি আহিছে, নহ'লে কি কৰিব পাৰে ? তাই নিজে নিজে লজ্জিত হয়, নিজকে দোষী বিবেচনা কৰে।

"দাদা, মই দোষ কৰিছোঁ ক্ষমা কৰিব। আপোনাৰ কৰ্তব্য বিচাৰ কৰিবলৈ মোৰ কি অধিকাৰ আছে ? মাফ কৰিব দাদা।"

"অধিকাৰ ? সম্পূৰ্ণ অধিকাৰ আছে সৰযু। ভাল পোৱাৰ দাবী পৃথিৱীত আটাইতকৈ ডাঙৰ। তোমালোকে মোক ভাল পোৱা বাবেইতো সুধিছা নহ'লে অইনে নোসোধে কিয় ?"

"আহক, দাদা ভিতৰলৈ আহক, চাহ খাওঁকহি ! এৰক সেইবোৰ কথা। মই বুজিছো আপোনাৰ ভিতৰত ভীষণ ধুমুহাৰ সৃষ্টি হৈছে। আজি মই বাস্তৱিক বৰ দুখ দিলোঁ।"

সৰলা সঁচাকৈয়ে লাজ আৰু বেদনাত মৰা যেন হৈ পৰিল। প্ৰতাপে মূৰত হাত বুলাই ক'লে— "দুখ নকৰিবা সৰযু, তুমি মোৰ মৰমৰ ভনীটি ? তোমাৰ মুখখন দেখিলে মোৰ সকলো দুখ-যন্ত্ৰণা নাইকিয়া হয়। আহা তোমাৰ এই পাগল দাদাটোক নিজ হাতে খুৱাহি শান্ত কৰাহি।"

সৰলা আৰু প্ৰতাপ আখলঘৰ সোমাল। সৰলাই আথে-বেথে চাহ কৰিলে। প্ৰতাপ এটা মুঢ়াত বহিল, সৰলাই ওচৰত চাহ চেকিবলৈ ধৰিলে। চাহ খাই থাকোঁতে সৰলাই সুধিলে— "দাদা, সৰুবৌক চাবলৈ মোৰ বৰ মন গৈছে। বিয়াতো মোক নিনিলে আনকি নিজে নিজে মনে মনে আমাক নজনোৱাকৈ ফাঁকি দি গ'ল। এতিয়া যাওঁ ব'লক এদিন। সৰুবৌকো চাম, গাঁওখনো চিনি আহিম আৰু ঘৰো চাই আহিম।"

চাহৰ কাপটো দাঙি লৈ এঢোক খাই তেওঁ কয়— "শুনা সৰযু এইবোৰৰ—

*দূৰতে সৌন্দৰ্য্য তাৰ দূৰতে মাধুৰী*

*ওচৰত প্ৰাণ শূন্য তান।"*

কল্পনাই ভাল সৰযু, বাস্তৱলৈ নাযাবা। কিতাপতে 'শুৱনি আমাৰ গাঁওখনি'ৰ ৰূপ

চাবা— বাস্তৱ— পৃথিৱীৰ গাঁওখনলৈ নাযাবা। তাত কি পাবা জানা সৰযু ? তাত পাবা দুৰ্গন্ধময় বোকা-পানী— পাবা 'ডাল ভৰি ভৰি' থকা ফল-ফুলৰ ঠাইত বিশৃঙ্খল বাঁহ গছ আদি হালি পৰি ৰাস্তা-ঘাটবোৰ বন্ধ কৰি থোৱা, চেনেহা-চেনেহিৰ ঠাইত পাবা খিয়লা-খিয়লি; সৰল গাঁৱলীয়াৰ ঠাইত পাবা ভোদা গাঁৱলীয়া যাক প্ৰতি মুহূৰ্ত্তে সবলে গোলাম কৰি ৰাখিব ধৰিছে। বাতৰি কাকতত গাঁও উন্নয়নৰ পৰিকল্পনা পঢ়ি বহি বহি কল্পনা কৰি থাকা— বাস্তৱলৈ নাযাবা। তাৰ উপৰি আমাৰ ঘৰ মানে পঁজা চাবলৈ যোৱাৰ লোভ ইমানতে সামৰা, কাৰণ তাত মোৰ নহয় তোমাৰেই আত্মসন্মানৰ লাঘৱ হ'ব ঘৰৰ ৰূপ দেখি। পৰিশেষত সৰু বৌৱেৰাক চোৱা মানে দৰশন হোৱা তোমাৰ ভাগ্যত নঘটিব সৰযু— তোমাৰ সিমান ভাগ্য নাই। যদি কাহানিবা তেনে মহা সৌভাগ্য মিলে তেন্তে মোৰে পৰম গৌৰৱ মিলিব। বৰ্তমান প্ৰস্তাৱবোৰ নেপথ্যত জমা কৰি থোৱা। কল্পনা এৰা, সৰযু, মনত ৰাখিবা, দুনিয়াৰ সমস্ত সম্ভাৰ ধনৰ প্ৰতিৰূপ ভিন্ন একো নহয়।"

"ধনৰ কথা নাভাবিব দাদা, মই শুনিছোঁ সৰুবৌৰ পিতাক অৰ্থাৎ আপোনাৰ শহুৰ হেনো বৰ ধনী মানুহ। গতিকে আপুনি একো চিন্তা নকৰিব— তেখেতে নিশ্চয় কিবা সুবিধা কৰি দিব।"

প্ৰতাপে এটা ডাঙৰকৈ হাঁহি মাৰি ক'লে— "হাঃ হাঃ হাঃ খুব ধনী মানুহ সৰযু খুব সুবিধা হ'ব। তোমাৰ প্ৰতাপ দাদা ধনীৰ জোঁৱাই; আৰু কি ভয় ? হৰদম্ ফূৰ্তি কৰা সৰযু !"

প্ৰতাপে আকৌ হাঁহিব ধৰে। সৰলাই বুজে ই কিহৰ হাঁহি। ইয়ে তীব্ৰ উপহাসৰ অভিব্যক্তি। সৰলাই কয় "আপোনাৰ চৰিত্ৰ বৰ জটিল দাদা, আমাৰ দৰে মানুহে ভাবি নাপাও আপুনি কি ভাল পায়, কি ভাল নাপায়। আপোনাৰ চৰিত্ৰ আমাৰ ভাবৰ অতীত। নিজে নাখায় কিন্তু আনক খুৱায়; হাহাকাৰত মৰে টকা টকা কৰি অথচ দিলেও নলয় আপুনি— কি বিচিত্ৰ চৰিত্ৰ আপোনাৰ।"

সৰলাই মুখৰ ফালে চাই থাকে কি ধাতুৰে নিৰ্মিত তেওঁৰ এই প্ৰতাপ দাদা। বাহিৰত এই লাহ-বেহ নথকা ভোলানাথ মানুহজন, ভিতৰত কি দুৰ্ব্বোধ্য জটিল। ইয়াকে ভাবি থাকে তাই। প্ৰতাপ ইতিমধ্যে চাহ খাই উঠি আছে চিন্তামগ্ন ভাবেৰে।

# চৌব্বিশ

বৌৱেকৰ আদেশ মতে প্ৰতাপ ঘৰলৈ আহিল। মানুহে লাভ-লোকচান লৈ কাম নকৰে; কৰ্তব্যয়ো মানুহক চলাব নোৱাৰে। মানুহে কিছুমান ক্ষেত্ৰত কাম কৰে মনৰ প্ৰবল তাড়ণাৰ বশৱৰ্তী হৈ। তাৰবাবে পণ্ডিতৰো হয় ভুল, মুনিৰো হয় পদস্খলন।

তেওঁ গুৱাহাটীৰপৰা বাহিৰে বাহিৰে নীলিমাহঁতৰ ঘৰলৈ আহিল। মনত খেলিছে নানা চিন্তা— সঁচাকৈ যদি নীলিমাৰ বেমাৰ ? যদি বেমাৰ হৈছে তেন্তে ? কিজানি বেমাৰ টান ? ভৰি নচলে কিন্তু মন যেন বহুত আগতে নীলিমাৰ ঘৰ পাইছেগৈ।

প্ৰতাপক দেখি নীলিমাৰ মাকে আথে-বেথে আহি বহিব দিলে। মঙ্গল বাতৰি সুধিলে— "ঘৰৰফালে ভাল নে বোপা ? তোমাৰ গা ভালে আছেনে ?"

"ঘৰ পোৱা নাই আই, গুৱাহাটীৰপৰা বাহিৰে বাহিৰে আহিলোঁ। আজি এসপ্তাহ আগতে শুনিছিলোঁ বোলে নীলিমাৰ অসুখ। গতিকে খবৰটো লৈ যাওঁ বুলি আহিলোঁ। এতিয়া কেনে আছে ?"

"মূৰৰ বেদনা হৈছিল। এতিয়াও ভালকৈ ভাল হৈ উঠা নাই।" এইবুলি কৈ জীয়েকক মাত লগালে "নীলিমা, সৰু ভিনীহিয়েৰা আহিছে, ওলাই আহচোন ! বোপা, অলপ বহা, মই জলপানৰ দিহা কৰোঁ।" এইবুলি কৈ তেওঁ ৰান্ধনী ঘৰৰ ভিতৰ সোমাল।

নীলিমাই তাইৰ কমৰ ভিতৰত সোমাই কিবা এখন কিতাপ পঢ়ি আছিল। যেতিয়া মানুহে অন্তৰত এটা তীব্ৰ আঘাত পায় তেতিয়া সি আশ্ৰয় লয় ধৰ্মৰ নতুবা আশ্ৰয় লয় সাহিত্যৰ। মাকে প্ৰতাপৰ নাম লোৱাত তাই উচপ্ খাই উঠিল। তাইৰ মনত অতীতৰ কাহিনীবোৰ মূৰ্ত্ত হৈ উঠিল। চিনেমাৰ ছবিৰ দৰে এটাৰ পিচত এটাকৈ খেলা কৰি যাবলৈ ধৰিলে। অতীতৰ ৰঙীন স্মৃতিয়ে আজি আনি দিলে অশ্ৰুজল; তুলি দিলে হিয়াভৰা আৰ্ত্তনাদ। দুফোঁটা তপত চকুলো নিগৰি পৰিল দুগালেদি। গিৰ্ গিৰ্ কৰি কিতাপৰ পাতত পৰে চকুলোবোৰ— চকুলোৱে দুখুনীৰ অন্তৰৰ সমগ্ৰ বেদনা আঁকি দিয়ে কিতাপৰ পাতত।

কিতাপখন থৈ দৰ্জাৰ আঁৰত দেখা নেদেখা অৱস্থাত নীলিমা। প্ৰতাপে দেখিলে মলিনবদনা; অযত্ন পালিত কেশ, অসংযত সাজপাৰ পৰিহিতা— বিৰহিনীৰ মৰ্মান্তিক চিত্ৰ এখনি যেন দুৱাৰ-দলিত থিয় হৈ আছে; উজ্জ্বল চকুযুৰিত ফুটি উঠিছে শত শত

বিৰহিনীৰ তপত চকুলো— কৌটি কৌটি প্ৰৱঞ্চিতা নাৰীৰ নিৰ্নিমেষ পলক। উহ্! কি বেদনাদায়ক ৰমণীৰ এই করুণ চাহনি ? স্থিৰ নেত্ৰে প্ৰতাপে চাই ৰ'ল ! কিমান সময় যে পাৰ হ'ল তাৰ হিচাপ নাৰাখিলে। লাহে লাহে অতি ক্ষীণ অথচ করুণ কণ্ঠেৰে মাত লগালে— "নীলি, তোমাৰ এই অৱস্থা ?" আৰু একো ক'ব নোৱাৰিলে— যেন ক্ষন্তেকতে হৃদয়ৰ সঞ্চিত বেদনাৰ চকুলোৰ বান অবিৰাম গতিত হিলদল ভাঙি ওলাই আহিব। কত যে বেদনা— কত যে আঘাত— মৰ্মান্তিক শোকৰ ইতিহাস চকুলো ৰূপেৰে ওলাই আহিব খোজে অন্তৰৰ অন্তৰতম প্ৰদেশৰপৰা !

নীলিমাৰ অন্তৰত বাৱণৰ চিতাগ্নি জ্বলি উঠিল। ঘৃণাত, লজ্জাত, বিৰক্তিত নিজৰ ওপৰতে ধিক্কাৰ আহিল। তাৰ জুইয়ে যেন অন্তৰখন পুৰি ছাই কৰি পেলাইছে। ইমান দিনৰ মুৰত আজি যেন উপহাস হে কৰিব আহিছে প্ৰতাপে এনেভাব খেলালে নীলিমাৰ মনত। খঙত জ্বলি উঠিল তাই— "ইমান দৰদ— ইমান চেনেহ ? তেন্তে কিয় বিয়াৰ আগতে এখন চিঠিও নিদিলে ? মুখেৰেতো এষাৰ ক'ব পাৰিলেহেঁতেন। প্ৰৱঞ্চক স্বাৰ্থপৰ; হৃদয়হীন পুৰুষ— !" তাই কৈ উঠে— "মানুহে এইটো মনত ৰখা উচিত যে মেকুৰীৰ তাম্‌চাত ইন্দুৰৰ মৰণ। তাৰ উপৰি কাটিলেও কটা ঘাত কলাখাৰ ঘহাটো অমাৰ্জনীয়।"

প্ৰতাপে বুজিলে নীলিমাই পৰোক্ষভাৱে কাক ইঙ্গিত কৰিছে। তেওঁ যেন হ'ল আজি নিমাত বোবা মানুহ এজন। চিৰ তাৰ্কিক, চিৰপ্ৰগল্‌ভ প্ৰতাপ আজি যেন চুপ, নিমাত, বোবা হৈ গ'ল এজনী সামান্যা বালিকাৰ ওচৰত। অধোমুখে নীৰৱে সহ্য কৰি গ'ল সকলো বাক্যবাণ। নীলিমাই পুনৰ তীক্ষ্ণ কণ্ঠে ক'লে— "মাছ্‌ মাৰিবলৈ ইচ্ছা নাথাকিলে মিছাকৈ বৰশীত টোপ পেলাব নেলাগে। তাত নিজৰো হয় সময় নষ্ট আৰু মাছৰো হয় মহাকষ্ট।" আৰু কিবা ক'ব ধৰিছিল এনেতে মাক আহি পালে। তাই থিয় হৈ ৰ'ল। প্ৰতাপ হতবুদ্ধি হৈ বহি থাকিল, হয় বা নহয় একো উত্তৰ তেওঁ বিচাৰি নাপালে। মাকে ক'লে— "আহা বোপা ভিতৰলৈ, অলপ জলপান কৰাহি !"

যন্ত্ৰৰ দৰে তেওঁ পিচে পিচে গ'ল ! তেওঁ তাইৰ আগৰ পৰা আঁতৰ হ'ব পাৰিলে নিজক বচোৱা যেন ভাবিলে। তেওঁ বুজিলে নীলিমাৰ খোঁচামৰা কথাৰ অৰ্থ। ই অকল অভিমানেই নহয়— খং আৰু বিৰক্তিৰ স্পষ্ট ইঙ্গিত।

জলপান খাই উঠি প্ৰতাপে শাহুৱেকক এটা সেৱা কৰি বাহিৰৰপৰাই নীলিমাক উদ্দেশ্য কৰি "আহিলোঁ নীলিমা" বুলি কৈ গুচি আহিল। মাকে ক'লে— "মাজে-সময়ে আহি থাকিবা বোপা, আমালৈ মৰম নেৰিবা।"

"চেষ্টা কৰিম বাৰু" বুলি প্ৰতাপে খোজ ল'লে। নীলিমাই ভিতৰতে থাকিল, একো নামাতিলে। তাইৰ খঙো উঠিছে আৰু দুখো লাগিছে। মুৰটো তাইৰ ঘুৰি গ'ল—

ঘৰ পাই দেখে যে বীণা অনুপস্থিত। তেওঁ অহা দেখি বৌৱেকে বৰ আনন্দ পালে।

ৰাতি খাই-বৈ উঠি প্ৰতাপে তেওঁৰ বিচনাত বহি কিবাকিবিবোৰ ভাবিব ধৰিলে। যি নীলিমাই কোনো দিনে তেওঁৰ অবাধ্য নহৈছিল, তেওঁক নিজ হাতেৰে খোৱা বস্তু যতনাই দিছিল, সেই নীলিমাই আজি তেওঁক অকথনীয় কথা শুনালে। সময় আৰু অৱস্থাৰ কি মাহাত্ম্য! বাস্তৱিক আজিহে প্ৰতাপে অনুভৱ কৰিলে যে তেওঁ আৰু আগৰ প্ৰতাপ নহয়— বীণাৰ স্বামীহে। কিন্তু বীণা? সেই স্বেচ্ছাচাৰিণী নাৰী— যাৰ ওচৰত হৃদয়ৰ মূল্য নাই, মূল্য আছে ঐশ্বৰ্য্য বিভূতিৰহে! আজিহে তেওঁ জানিলে, অনুভৱ কৰিলে নীলিমা আৰু তেওঁৰ মাজৰ অলঙ্ঘ্য প্ৰাচীৰ— বীণা।

শোৱাৰ আগে আগে বৌৱেকে তেওঁৰ কৰ্মলৈ আহি ওচৰৰ চকি এখনৰ গাত হেলান দি থিয় হৈ ক'লে— "বাপু, তোমাৰ কইনাৰ খবৰ শুনিছা? কি কৈছে জানা? কৈছে বোলে এই ঘৰত থাকিব নোৱাৰে গতিকে যি পৰ্য্যন্ত ঘৰ-দুৱাৰ ভাল নহয় সেই পৰ্য্যন্ত নাহে; তাৰ উপৰি চাকৰ-বাকৰ নাই আলপৈচান ধৰিবলৈ; গতিকে বহুত অসুবিধা। পিতাকেও কৈছে তুমি বোলে এটা চাকৰি কৰিব লাগে; পঢ়াৰ দৰকাৰ নাই কাৰণ আজিকালি বোলে চাকৰি পোৱা বৰ টান হৈছে। গতিকে সোনকালে এঠাইত ভৰ্ত্তি হোৱাটো ভাল। তাৰোপৰি চাকৰি কৰিলে এজন লেখত ল'বলগীয়া মানুহ হয় আৰু কৈছে বোলে এম.এ. পঢ়ি চাকৰি কৰি টকাহে আৰ্জিব; গতিকে এতিয়াই কোনো এটা কামত সোমালে বেছি সুবিধা হ'ব লগতে তেওঁলোকৰো সন্মান বাঢ়িব। সাত পাঁচ ভাবিগুনি চাকৰি কৰিবলৈ উপদেশ দিছে। কি মগজুৰ মানুহ বাপু! ইমান সোনকালে জিভা লৰাব পাৰে। আমি শুনি আচৰিত মানিছোঁ। তাৰ উপৰি কৈছে আমি বোলে কইনাক বেয়া ব্যৱহাৰ কৰিছোঁ। কইনা আনিবলৈ দদায়েৰাই গৰুৰ গাড়ী পঠাইছিল আৰু সুধি পঠাইছিল কাৰ হুকুমত কইনা গ'ল। তেতিয়া কি ক'লে জানা? ক'লে বোলে অসুবিধা ঠাইত মোৰ ছোৱালী ৰাখিব নোৱাৰোঁ আৰু আমাৰ ছোৱালীটো দৰিদ্ৰৰ ছোৱালী নহয় যে প্ৰতি কথাতে অইনৰ হুকুম মানি চলিব লাগিব। তাৰপিচত গৰুৰ গাড়ীত জীয়েকক পঠাই তেওঁৰ মান-ইজ্জত নষ্ট নকৰে। গতিকে আৱশ্যক হ'লে মটৰেৰে থৈ যাব বুলি ক'লে। চোৱাচোন বাপু, কি ধৰণৰ মানুহ!"

"তেওঁৰ কি দোষ বৌ, তেওঁ যে অশিক্ষিত ধনী। সিহঁতক তোমালোকে খং কৰিলে কি হ'ব; সেইটো সিহঁতৰ স্বভাৱ। মটৰ গাড়ী নাইবা ভাল ঘৰ-বাৰী য'তে ত'তে পোৱা যায় ধন দিলে; কিন্তু মনুষ্যত্ব বোলা বস্তুটো পোৱা নাযায় ধন দিলেই— তাৰবাবে শিক্ষা আৰু সাধনাৰ দৰ্কাৰ। এতিয়া দুখ কৰিলে কি হ'ব বৌ, যেনে কৰ্ম তেনে ফল ফলিব নিশ্চয়। বোৱা মোৰ টোপনি ধৰিছে।"

বৌৱেকে ক'লে— "আমাৰ দোষ তোমাৰ কথা শুনিলোঁ।" বৌৱেকে বাহিৰ হৈ আহে। প্ৰতাপে শুবৰ দিহা কৰে।

# পঁচিশ

নীলিমাৰপৰা তেনে ব্যৱহাৰ পাই প্ৰতাপ একেবাৰে উদাসীন যেন হৈ পৰিল। খোৱা-লোৱা, থকা-মিলাৰ কোনো শৃঙ্খলা নাই। জীৱনৰ প্ৰতি নিস্পৃহ হ'ল তেওঁ। কেতিয়া কি ভাবে, কেতিয়া কি কৰে একো ঠিক নাই। তথাপি বাহিৰত নিজক সংযত কৰি ৰাখিবলৈ চেষ্টা কৰিছে। কিন্তু বৃথা; অলপ নজৰ কৰিলেই অইনে বুজিব পাৰে যে মানুহজনৰ ভিতৰত কিবা এটা হাহাকাৰৰ প্ৰতিধ্বনি বাজিব লাগিছে।

প্ৰায় দুই সপ্তাহ বীণাক অপেক্ষা কৰিলে কিজানি আহি পায়, কাৰণ বীণাক কিছু কথা কোৱা দৰ্কাৰ; লগতে তাইৰ চৰিত্ৰ অধ্যয়ন কৰাটোও আৱশ্যক। যদি বাস্তৱিক তাই খুচি নহয় এই অৱস্থাত, তেন্তে নিজে তাক অনুকূল কৰি লওক নিজৰ ইচ্ছামতে। আৰু যদি প্ৰতাপক লৈ তাই খুচি নহয় তেন্তে খুলি কোৱা নিতান্ত দৰ্কাৰ। তাই যদি সঁচাকৈ তেওঁক ঘৃণা কৰে তেন্তে এতিয়াতে এটা স্থিৰ মীমাংসা কৰা বাঞ্ছনীয়। তেওঁ বিচাৰে বীণাৰ অন্তৰ— তেজ মঙহৰ শৰীৰটো নহয়। তাইক খুচি কৰি ব্যৰ্থ জীৱনটো সুশ্ৰী আৰু সুশৃঙ্খল কৰিবলৈ বিচাৰে তেওঁ। কিন্তু বিধি বাম হ'ল। হঠাতে এদিন বীণাৰপৰা উত্তৰ পালে যে তেওঁ কোনোৰকমে সেই গাঁৱলীয়া ভূত কেইটাৰ লগত বাস কৰিব নোৱাৰে। তেওঁ বীণাৰ বাবে চহৰত বন্দোৱস্ত নকৰে মানে তেওঁ নাযায়— এয়ে তেওঁৰ স্থিৰ সিদ্ধান্ত। উত্তৰ শুনি প্ৰতাপে এটা নিশ্বাস পেলাই ক'লে— "সেয়ে ভাল। তোমাৰ কামনা পূৰ্ণ হওক— এজন চহৰীয়া স্বামী লোৱাগৈ; মোৰদ্বাৰা নহ'ব।"

বৌৱেকে সুধিলে— "বাপু, ই যে জটিল সমস্যা— এতিয়া কি উপায় ?"

"মানুহৰ কৰ্ত্তব্য পালনেই সকলো সমস্যা সমাধানৰ উপায় বৌ ?"

"মানুহৰ কৰ্ত্তব্য কি ?"

"মানুহক ভাল পোৱা আৰু মানুহৰ উপকাৰ কৰা।"

"তোমাৰ কথাৰ অৰ্থ আমি বুজি নাপাও বাপু।"

"নুবুজিলে মোৰ বুজাবৰ শক্তি নাই বৌ। সময় আৰু অৱস্থাই বুজাব ?"

"পিচে কইনাক নানিবা নেকি ?"

"নাহিলে নানো আৰু আহিলে আনিম। কান্দিলেও নাটানো আৰু দূৰিলেও নেঠেলোঁ; আকৰ্ষণো নাই, বিকৰ্ষণো নাই, মই নিতান্ত নিৰ্বিকাৰ।"

"ই যে এটা শাস্তি বাপু। তিৰোতাই সকলোৰে লগত বখিব পাৰে, কেৱল নোৱাৰে অন্যমনস্ক পুৰুষৰ লগত।"

"কি কৰিবা বৌ ? ই তেওঁৰে কৰ্মফল।"

এনেকৈ কৈয়ে প্ৰতাপ ফুৰিবলৈ ওলাই গ'ল। বৌৱেকে কথাটো ভাবিব ধৰিলে— "কথা নিশ্চয় বেয়া হ'ব। উহ্! কি যে হ'ব মোৰ মৰমৰ বাপুৰ জীৱনটো ? হে ভগৱান ! তুমি তাইক সুমতি দিয়া প্ৰভু !"

ইফালে খং আৰু বিৰক্তিত নীলিমাৰ অন্তৰ ভৰি পৰিছে। জীৱনৰ ওপৰত আস্থা নাই। সিদিনা প্ৰতাপক তেনে আঘাত লগা কথা কৈ তাই মুঠেই ভাল পোৱা নাই আৰু ভিতৰে ভিতৰে দেই-পুৰি মৰিব ধৰিছে। "কিয় মই তেনে কটু কথা কৈছিলোঁ ? কিহে পাইছিল মোক ? যাৰ মঙ্গল চিন্তাই মোৰ সকলো সাধনা, যাৰ শুভ দেখিলে বা শুনিলে মই আনন্দ পাওঁ, যাৰ চৰণত জীৱন-যৌৱন নিভৃতে অৰ্পণ কৰিছোঁ, সেই দেৱতাক মই দুৰ্বাক্য বুলিছোঁ— অবমাননা কৰিছোঁ, অশ্ৰদ্ধা কৰিছোঁ, অকল সেয়ে নহয়— তেখেতক মই নিষ্ঠুৰ আঘাত কৰিছোঁ। কি হৃদয়হীনা পাষাণী মই। কিমান যে দুখ মনত লৈ আহিছিল মোক নিবেদন কৰিবলৈ ! কিন্তু একো ক'বলৈ নিদি মই গালি দিলোঁ, দুৰ্বাক্য প্ৰয়োগ কৰিলোঁ। সেই বাবেই অধোমুখে ৰ'ল, মোক দুনাই নামাতিলে। উহ্ ! কি কৰিছোঁ মই !" — তাই ভাবে— ভাবি ভাবি নিজৰ ওপৰতে ধিক্কাৰ আহে; যেন এবাৰ গৈ ক্ষমা প্ৰাৰ্থনা কৰিব— অন্তৰৰ সমস্ত আবেগ-আকাংক্ষা প্ৰকাশ কৰি তেওঁৰ চৰণ দুখনি খামুচি ধৰিব— ক্ষমা ভিক্ষা কৰিব। তাই থিৰ কৰে তাই নিশ্চয় যাব আৰু ক'ব যে "মই আপোনাক প্ৰাণতকৈও ভাল পাওঁ সকভিনীহিদেউ, সেইবাবেই হৃদয়ৰ জ্বালা প্ৰশমিত কৰিব নোৱাৰি তেনে টান কথা কৈছোঁ; মই মহা পাপ কৰিছোঁ; মোক আজলী ছোৱালী বুলি ক্ষমা কৰক !" পিচমুহূৰ্ততে ভাবে - নহয়, ঠিক হৈছে। এনে নিৰ্দয়। কটা ঘাত কলাখাৰ লিগিব আহিছিল, মোৰ বুকুখন চূৰমাৰ কৰি দি বং চাবলৈ আহিছিল ! ঠিক কৰিছোঁ— নিৰ্মম আঘাতেৰে প্ৰতিশোধ লৈছোঁ।"

এনেকৈ অভিমান কৰে, খং কৰে— দুখ কৰে ! কি কৰিব তাই— তাইৰ যে মানসিক অৱস্থা অতি শোচনীয়। তাই প্ৰায় উন্মাদৰ দৰে হৈছে। কেইবা গৰাকী মানুহে আহি নীলিমাক চাই গ'ল। বহুতে বিয়াৰ দিন পৰ্যান্ত ঠিক কৰিবলৈ প্ৰস্তুত হ'ল কিন্তু নীলিমাৰ অসম্মতিত মাকে মন নকৰিলে। তাই কাকো একো খুলি নকয়। মাকে সোধাত ক'লে "মই প্ৰাইভেট পঢ়ি মেট্ৰিক দিম, গতিকে বিয়াৰ কথা বৰ্তমান নুলিয়াবি।" কিন্তু নিজে নিজে কয়— প্ৰকৃত বিয়া এবাৰহে হয়— বেদমন্ত্ৰ পাঠ কৰি নতুবা প্ৰেম-মন্ত্ৰ জপ কৰি। দুবাৰ বিয়া নহয়। মানুহবিলাকক কয়— "মেট্ৰিকটো পাছ কৰি বিশ্ববিদ্যালয়ৰ এখন চাৰ্টিফিকেট ল'ব নোৱাৰিলে সকবেপৰা পঢ়াৰ কি মূল্য হ'ল ? গতিকে মই পৰীক্ষা দিমেই। পৰীক্ষা আগত তাব পিচতহে অইনবোৰ।"

তাই কাপোৰ বয় ভাল— কিতাপ পঢ়ে বেছি। বাহিৰলৈ নোলায়— মকৰাৰ দৰে গুঠে ভাব জাল আৰু তাই বন্দী হৈ থাকে অহৰহ। মাজে মাজে মাকে চায় তাইৰ মুখলৈ, তাইৰ কামবোৰলৈ। একোটা হুমুনিয়াহ কাঢ়ে। এনেকৈ জীৱন অতিবাহিত কৰে দুয়ো। নিত্য নিৰুদ্বেগ চিত্তে কৰি যায় তাইৰ কৰ্ত্তব্য। শুকান নীৰস জীৱন। দিন পুৰণি হোৱাৰ লগে লগে ভৱিষ্যৎ আশাৰ মধুৰ চিত্ৰ যে লাহে লাহে মিলি যায় শূন্যৰ লগত।

# ছাব্বিশ

প্ৰতাপৰ জীৱনত কেলেঙ্কাৰিয়ে দেখা দিলে। নীলিমাবপৰা পালে হৃদয়-হীনতা, বীণাৰপৰা পালে অৱহেলা, ঘৃণা; তাৰ উপৰি টকা-পইচাৰ অভাৱে তেওঁক কৰি তুলিলে এটা উদ্দেশ্যহীন নিবনুৱা। সৰুলৰাকেইটাৰ খৰচ দিব লাগে, সঁচাই মিছাই কিবা এখন লাগিলে ঘৰৰ মালো কিনি দিব লাগে– যিহেতু বৰ্তমান বিয়া কৰাই জৰিডাল মেৰাই ল'লে। অৱশ্যে জৰিডালৰ মেৰ স্ব-খুচিৰেই সুলকিবৰ উপক্ৰম হৈছে। কেইসপ্তাহমান ঘৰত এনেয়ে বহি থকাৰ পিছত এদিন মনত পৰিল মহেশৰ বিষয়ে! তেওঁ মহেশৰ আঁচনিখনৰ বিষয়ে ভাবিব ধৰিলে! সেই উদ্দেশ্যে এদিন বুঢ়া ধনাক লগ ধৰি সবিশেষ জানি ল'লে। তেওঁ মনতে স্থিৰ কৰিলে– বন্ধুৰ কল্পনা তেওঁ বাস্তৱত পৰিণত কৰিব। বিজাৰ্ভতগৈ খেতি কৰিব; তাত নিজৰো হ'ব, লগতে আনৰো হ'ব। কৃষিজীৱি ভাৰতৰ খেতিয়কৰ সন্তানে কৃষিতে মন দিব। শস্য শ্যামলা অসম ভূমিয়ে এতিয়াও অসমীয়া ডেকাক ৰিঙিয়াই আছে– "ভূমি কৰ্ষণত মন দিয়া ডেকা অসমীয়া তোমাৰ সমস্ত জঞ্জাল, সমস্ত অভাৱ দূৰ হ'ব। প্ৰতাপে তাকেই ঠিক কৰিলে– তেওঁ খেতি কৰিব। এই মানুহবিলাকক– মাটিহীন খেতিয়কক লগত লৈয়ে তেওঁ জীৱন আৰম্ভ কৰিব। বিজাৰ্ভত নতুন 'ফাৰ্ম' খুলিব। কিন্তু টকা? টকা পাব ক'ত? এয়েতো মস্কিল। হতভাগা অসমীয়া শিক্ষিত ডেকাৰ এয়ে হ'ল অন্তৰায়। ক'ত পাব তেওঁ টকা? তেওঁ ভাবিব ধৰে। শেষত ভাবি ভাবি ঠিক কৰিলে যে তেওঁ ভূপেন ডাক্তৰৰ ওচৰলৈ যাব। বৰ্তমান সি বহু উপাৰ্জন কৰিছে। কিছু টকা তাৰপৰা আনিবই লাগিব। ল'ৰালিৰ বন্ধু ভূপেন ডাক্তৰ, সি কেতিয়াও বিমুখ নকৰিব! তেওঁ তাকেই ঠিক কৰিলে। সঁচা-সঁচিকৈ এদিন গৈ তেওঁ গুৱাহাটী উঠিল। সময় গধূলি, প্ৰতাপ গৈ ভূপেনৰ ডাক্তৰখানাত উঠিল। বহুত দিনৰ মূৰত আজি হঠাতে প্ৰতাপক দেখি ডাক্তৰে ক'লে "গুড্ ইভনিং"।

"এৰা, সুন্দৰ সন্ধিয়া।" প্ৰতাপে কয়।

"পিচে ঘৰৰপৰা নে মহেশ কলিতাৰ ঘৰৰপৰা, নে কোনোবা পাহাৰ-পৰ্বতৰ কন্দৰ নাইবা নদ-নদীৰ বুকুৰপৰাহে?"

"শুন ডাক্তৰ, এইবোৰ কথা সাহিত্যতহে প্ৰয়োজন, সচৰাচৰ জীৱনত তাৰ কোনো মূল্য নাই। সুন্দৰ শব্দ যোজনাৰে কবিতাহে ৰচনা হয়– জীৱন ধাৰণ কৰা নহয়।"

"তহঁতেই কৱ, বক্ৰ ভাষাই হেনো সাহিত্য। আমি কি বুজো ? আমি জানো যে বাস্তৱক বাদ দি জীৱন নচলে। কিন্তু তহঁতেই কৱ যে উকা বাস্তৱো মৃত জীৱন যদি তাত কল্পনাৰ অলপো ৰহন নেথাকে। আমি ডাক্তৰ মানুহ ভাই, আমি জানো বেমাৰী আৰু ঔষধ। অৱশ্যে ভিজিটৰ কথাটো পাহৰি নেযাওঁ বৰং তাৰ ওপৰতহে নজৰ ৰেছি। গতিকে একো কল্পনা কৰিব নোৱাৰি প্ৰশ্নটোকে অলপ বেকা কৰি সুধিলোঁ ? পিচে তোৰ খবৰ কি ?"

খবৰৰ কথা সোধাত প্ৰতাপৰ অজ্ঞাতে এটা হুমুনিয়াহ আহিল। ইতিমধ্যে সন্ধিয়াৰ বিজুলী বাতি ভূপেনৰ ডাক্তৰখানাত জ্বলি উঠিল। লাইটৰ পোহৰত প্ৰতাপৰ মুখ দেখি ভূপেনে তবধ মানিলে। তেওঁৰ মুখখন মলিন হৈ গৈছে। ভূপেনে বৰ ব্যগ্ৰ হৈ সুধিলে— "প্ৰতাপ তোৰ কি হ'ল ? কিয় ইমান মলিন হলি তোৰ খবৰ সোধাত ?"

"একো হোৱা নাই, এটা কথা মনত পৰিছিল। বাৰু যাওক সেইবোৰ.....।"

"কি কথা ? নিশ্চয় কিবা দুঃসংবাদ ? বৌটি ভালে আছেতো ?"

"তেনে বিধৰ নহয়— বেলেগ ধৰণৰ।"

"তেন্তে কি ? নিশ্চয় কিবা দুঃসংবাদ আছে। ক'চোন খুলি !"

"পিচত কম বাৰু। বৰ্তমান মোৰ এটা আবেদন— নহয় ভিক্ষা আছে তোৰ ওচৰত। ভিক্ষা দিবি ?"

"ভিক্ষা নহয়— দাবী। ক', কি দাবী আছে তোৰ মোৰ ওচৰত ? যদি সাধ্যৰ অতীত নহয় তেন্তে পূৰণ কৰিম।"

"সঁচাকৈ দিবি ? তেন্তে দে মোক দুইহাজাৰ টকা। পাৰিবি ? পাৰিবি দুই হেজাৰ টকা দিবলৈ ? যদি পাৰ তেন্তে দে। চাৰি বছৰৰ মূৰত সুদে-মূলে পৰিশোধ কৰিম ! দিবি ?"

"দুই হেজাৰ টকা ?"

"চক্ খালি নেকি ? দুটকাত এমোণ ধান পোৱা ১৯৫০ চনত দুই হেজাৰ টকা কম নহয।"

"ভগৱানৰ কৃপাত আৰু তোৰ আশীৰ্বাদত বৰ্তমান ভূপেনে দুই হেজাৰ কিয় দহ হেজাৰ টকা হ'লেও ভয় নেখায়। কিন্তু মই ভাবিছোঁ ব্যাপাৰ কি ? কি কৰিবি তই টকাৰে ? চিৰদিন ধনৰ প্ৰতি উদাসীন তই— তই আজি টকা বিচাৰিছ, আচৰিত !"

"ব্যাপাৰ বহুত— পিচত গম পাবি। বৰ্তমান মোক লাগে টকা। যদি দিব পাৰ তেন্তে দে।"

"ভাই মই সপোনতো ভবা নাছিলোঁ যে তোৰ এনে পৰিবৰ্তন হ'ব। কি হৈছে তোৰ খুলি নকৱ কিয় ?"

"পিচত গম পাবি !"

"পিচত মানে ?"

"মই মৰাৰ পিচত– হ'লনে এতিয়া ?"

"তোৰ ভাই মন বুজিব নোৱাৰিলোঁ। তই বাহিৰত এক আৰু ভিতৰত এক।"

"মোৰ মন বুজাত লাভ নাই। যদি পাৰ টকা দে। মোৰ পলম হ'ব; যাব লাগে।"

"আজি তই যাব নোৱাৰ। এবাতিও জানো তই মোৰ ঘৰত নাথাক ? কালি ৰাতিপুৱাতে যাবি। কিন্তু ভাই অনুগ্ৰহ কৰি যেন তোৰ এই পুৰণা বন্ধুক তোৰ জীৱনৰ কিছু সম্ভেদ দিয়, এয়ে মোৰ অনুৰোধ। অ' অলপ বহ, চাহ কাপ খাই যা।" অলপ পিচতে এজন ল'ৰাই চাহ দুকাপ দি গ'ল। দুয়ো চাহ খালে।

"নাই ভাই, মই থাকিব নোৱাৰোঁ ! সৰলাই বেয়া পাব, মাহীদেৱে খং কৰিব, আজি যেনে তেনে যাবলৈ কৈছে। কিবাকিবি বোলে কথা আছে। গতিকে মাফ্ কৰ।"

সৰলাৰ কথা কোৱাত ভূপেনে অলপ চিন্তা কৰিলে। তাৰপিচত ক'লে– "যা বাৰু, কিন্তু ৰাতিপুৱাই আহি টকা লৈ যাবি।"

"বাৰু তেন্তে থাকিবি মই আহিলোঁ !" প্ৰতাপ ওলাল।

"ভাল।" ভূপেনে মূৰ জোকাৰিলে।

প্ৰতাপ যোৱাত ভূপেনে ভাবিব ধৰিলে– কিয় প্ৰতাপে ইমান ব্যস্তভাৱে আহি ব্যস্তভাৱে গ'ল– কিয় দুই হেজাৰ টকা লাগে ? প্ৰথম লগ পোৱাৰপৰা আজিলৈকে প্ৰতাপৰ গোটেই জীৱনটো ভূপেনৰ চকুৰ আগত ভাহি উঠিল।

# সাতাইশ

টকা দুহেজাৰ লৈ পিচদিনা প্ৰতাপ ঘৰলৈ আহিল। পোনে পোনে গ'ল বুঢ়া ধনাইতৰ গাঁৱলৈ। প্ৰতাপ যোৱাত বুঢ়াই নথৈ আনন্দ পালে। তেওঁক বহিবলৈ দি কুশল সুধিলে আৰু তাৰপিচত আগমনৰ কাৰণ সুধিলে। প্ৰতাপে ক'লে– "আপোনালোক হতাশ নহ'ব বুঢ়া মানুহ, মহেশ নাই কিন্তু মহেশৰ বন্ধু প্ৰতাপ আছে। আপোনালোকৰ সৈতে মই ৰিজাভলৈ যাম খেতি কৰিবলৈ। মহেশৰ আধৰুৱা কাম তাৰ বন্ধুৱে সমাধা কৰিব।"

তেওঁৰ কথা শুনি ধনাৰ লগৰীয়াবোৰে তবধ মানিলে। ইয়ো কি সম্ভৱ? গোপীকান্ত বৰুৱাৰ জোঁৱায়েকে যাব খেতি কৰিবলৈ ৰিজাভলৈ! ইয়ো কি বিশ্বাসযোগ্য কথা? মানুহবিলাকে এজনৰ মুখৰ ফালে আনজনে চাব ধৰিলে। নহয়, কিবা মতলব আছে বোধকৰোঁ শহুৰেকৰ কিবা মতলব পূৰণৰ বাবেহে আহিছে। সকলোৱে নীৰৱ হৈ চিন্তা কৰিব ধৰিলে। প্ৰতাপে বুজিলে যে তেওঁক সন্দেহ কৰিছে। অৱশ্যে সন্দেহ কৰিব লগা কথাও। তেওঁ ক'লে– "বুঢ়া মানুহ, আপোনালোকক এটা কথা কওঁ যদি শুনে।"

"কওঁক বোপা দেউতা, আপুনি আমাৰ মহাজনৰ জোঁৱাই গতিকে আপোনাৰ কথা শুনাটো নিতান্ত দৰ্কাৰ!"

"মোক দেউতা আখ্যা দি নামাতিব বুঢ়া মানুহ। মই কোনো মহাজনৰ ঘৰ জোঁৱাই নহয় বৰং মই আপোনালোকৰ মাজৰে এজন নিঃকিন গাঁৱলীয়া খেতিয়কৰহে ল'ৰা। পিচে শুনক, মহেশ কলিতাৰ স্কীমটো মোক দিয়ক– মই সেই মতে কাম কৰিম। মোক বিশ্বাস কৰক– ময়ো আপোনালোকৰ মাজৰে এজন।"

বুঢ়া ধনাই হাঁহি মাৰি ক'লে– "আজি আমাৰ পৰম সৌভাগ্য যে আমাৰ মাজত বোপাক পালোঁ। বোপা, সন্দেহৰ কোনো কাৰণ নাই। মই ইমান দিনে ভয়তে কাকো দেখুৱা নাছিলোঁ মহেশ বোপাৰ শেষ চিঠিখন। জে'ললৈ যোৱাৰ দিনা মোক সেইখন লিখি দি গৈছিল। ভয়তে মই আপোনাক দেখুৱা নাছিলোঁ। আজি ভগৱন্তে সুযোগ মিলালে। অলপ ৰব, মই আনি দিওঁ।" এই বুলি কৈ বুঢ়া উঠি ঘৰলৈ গ'ল। মানুহবিলাকে ব্যগ্ৰ দৃষ্টিৰে তেওঁলৈ বাট চাই থাকিল। কিছুপৰৰ পিচত বুঢ়াই চিঠিখন আনি প্ৰতাপৰ হাতত দিলে। প্ৰতাপে চিঠিখন টানকৈ পঢ়িব ধৰিলে–। তাত লিখা আছে–

প্ৰিয় প্ৰতাপ,

মই আজি শিক্ষাগাৰলৈ ওলালোঁ— জে'লে মোক ধৈৰ্য্য শিকাওক, আশীৰ্বাদ কৰ। আজি বিদায়ৰ বেলাত তোক নাপালোঁ এষাৰ ক'বলৈ। মোৰ অনুৰোধ— তোৰ প্ৰাণৰ বন্ধুৰ নহ'লেও অপদাৰ্থ বন্ধুৰ অনুৰোধ বুলি হ'লেও এবাৰ শুন—। মোৰ অন্তৰত দেশাত্মবোধৰ যি জুই জ্বলিছে তাক তোৰ বাহিৰে কোনেও নাজানে। তাত ইন্ধন যোগাইছিল এই হোজা গাঁৱলীয়া খেতিয়ক কেইজনেই। আজি মই এই নিৰীহ প্ৰাণী কেইটিক অথাই সাগৰত পেলালোঁ। তই সিহঁতক পাৰ চপাই দিবি— এয়ে মোৰ ভৰসা ! আজিৰপৰা মোৰ সমস্ত দায়িত্ব তোৰ ওপৰত জাপিলোঁ। বুঢ়া ধনাকে আদি কৰি আটাই কেইজনে তোৰ আদেশ মতে চলিব— তেওঁলোকক চলাবি। অধিক নিলিখোঁ— মোৰ বাঞ্ছা পূৰণ কৰিবি ভাই, তেওঁলোক নিচেই অজলা। ইতি—

তোৰ—
মহেশ কলিতা

চিঠি পঢ়ি প্ৰতাপ তন্ময় হৈ গ'ল। মানুহবিলাকে কোৰা-কুই কৰিব ধৰিলে। আঘণু, ৰাতিয়া আদি মানুহবিলাকে ওচৰ চাপি আহি কৰযোৰে মিনতি কৰি ক'ব ধৰিলে—

"আপুনি আমাক এটা উপায় দিয়ক। আমি নাজানি সন্দেহ কৰিছিলোঁ। আমাক ক্ষমা কৰক। বুঢ়াই ইমান দিনে এই চিঠিখন লুকাই ৰাখি ভুল কৰিছে। আজিৰপৰা মহেশ কলিতাৰ সলনি তেওঁৰে আদেশ মতে আপুনি আমাৰ নেতা হ'ল। বৰ্তমান আমি মহা সঙ্কটত পৰিছোঁ; আমাক উদ্ধাৰ কৰক।"

চিঠিখন জপাই থৈ প্ৰতাপে ক'লে— "ৰাইজ, মোৰ নমস্কাৰ গ্ৰহণ কৰক। মোৰ বন্ধুৰ অনুৰোধ মই পালন কৰিবই লাগিব। ভগৱানে ঠিক সময়তে মোক আনিলে বুঢ়া মানুহ আৰু বহি থাকিলে নহ'ব। আমি আজিৰপৰাই কাম আৰম্ভ কৰিম।"

"ভাল বোপা, আমি সাজু আছোঁ। এতিয়া আহক আমি তাৰে এটা আলোচনা হওঁ।"

"ব'লক বাৰু— আহক ৰাইজ।"

ৰাইজ সমন্বিতে প্ৰতাপ উঠিল। সকলোৰে মুখত নতুন আশাৰ ৰেখা বিৰিঙিলে— আনন্দত সকলোটিয়ে একোটা স্বস্তিৰ নিশ্বাস এৰিলে।

কেইদিনমান পিচত প্ৰতাপ আৰু মানুহবিলাক গ'ল বিজাভলৈ। তেওঁলোকে গৈ আগৰ ঠাইত ঘৰ সাজিলে। অটব্য জঙ্গল কাটি খেতিৰ মাটি উলিয়ালে। তেওঁলোকৰ ফাৰ্মৰ নাম দিলে— 'বিজয়লক্ষ্মী' !

এনেকৈ তেওঁলোকে 'বিজয়লক্ষ্মী' ফাৰ্মত— আনন্দেৰে কাম কৰি যাব ধৰিলে। ঘৰ-দুৱাৰ ঠিক হোৱাৰ পিচত প্ৰতাপে এখন উপবিধি ৰচনা কৰিলে। তাত লিখা থাকিল—

(১) ফাৰ্মৰ সকলো সম্পত্তি উমৈহতীয়া। খৰচ উমৈহতীয়া।

(২) প্ৰতিজনৰে সমান ভাগ— সমান অধিকাৰ।

(৩) ফাৰ্ম চলাবলৈ এখন সভা থাকিব আৰু সভাই প্ৰত্যেকৰে কাম ভগাই দিব। সভাৰ এজন সৰ্বসম্মতিক্ৰমে মনোনীত সভাপতি থাকিব।

(৪) খৰচ-পাতিৰ হিচাপ ৰাখিবলৈ এজন হিচাপ ৰক্ষক থাকিব।

(৫) ফাৰ্মত কাৰো নিজা অধিকাৰ নাথাকিব।

(৬) প্ৰত্যেকৰ ৰুচি অনুযায়ী কৰ্ম নিৰ্বাচন হ'ব।

(৭) ফাৰ্মৰ আইন-বিৰোধী কাম কৰিলে বাহিৰ হ'ব লাগিব আৰু সম্পত্তিৰ ভাগ নাপাব।

এখন সভা পাতি প্ৰতাপে আইনবোৰ শুনাই দিলে। আইনবোৰ সৰ্বসম্মতিক্ৰমে গৃহীত হোৱাৰ পিচত ৰাইজে প্ৰতাপক স্থায়ী সভাপতি আৰু বুঢ়া ধনাক ধন-ভঁৰালী নিযুক্ত কৰিলে। প্ৰতাপে তেওঁৰ টকা দুই হেজাৰ ধনাক জমা দি ক'লে— "ৰাইজ! বৰ্তমান আমি, এই দুই হেজাৰেৰেই কাম আৰম্ভ কৰিম! আৱশ্যক হ'লে পিচত আকৌ ধাৰ কৰিম। যদি পাৰোঁ তেন্তে গৱৰ্ণমেণ্টৰ সহায় পোৱাৰ মই চেষ্টাত আছোঁ। যিমান পাৰোঁ তিমান চেষ্টা কৰিম। আপোনালোকে কাম আৰম্ভ কৰক।"

ৰাইজৰ মাজৰপৰা এজনে ক'লে— "আপুনিয়ে যি কৰে কৰক, আমি মূৰ্খ মানুহ— একো নাজানো। আপুনিয়ে সকলোৰে দিহা লগাই দিয়ক। আমাক আদেশ কৰিব মাত্ৰ আমি আদেশবহে দাস।"

এনেকৈ তেওঁলোকে সমবায় পদ্ধতিত খেতি আৰম্ভ কৰিলে। নতুন উদ্যম আৰু কৰ্ম প্ৰেৰণাত উদ্বুদ্ধ হৈ তেওঁলোকে নতুন দীক্ষাত দীক্ষিত হ'ল। সংহতি শক্তিৰ মৰ্ম উপলব্ধি কৰিব ধৰিলে তেওঁলোকে প্ৰতিদিনে।

সভাপতি হৈ প্ৰতাপে এখন কাৰ্য্যসূচী প্ৰস্তুত কৰিলে—

(১) পুৱা ৫টাৰপৰা প্ৰাতঃকৰ্ম।

(২) ৫ টাৰপৰা ১০ টালৈ নিজৰ কৰ্মত প্ৰবৃত্ত থাকিব।

(৩) ১০ টাৰপৰা ১১ টালৈ অফিচত অধ্যয়ন।

(৪) ১১ টাৰপৰা ১ টালৈ খোৱা-লোৱা কৰ্ম।

(৫) ১ টাৰপৰা ২ টালৈ বিশ্ৰাম— গান-বাদ্য।

(৬) ২টাৰপৰা ৬টালৈ আকৌ নিজৰ কৰ্তব্য।

(৭) ৬টাৰপৰা ৮টালৈ বিশ্ৰাম— গান-বাদ্য।

(৮) ৮ টাৰপৰা ৯ টালৈ খোৱা-লোৱা।

(৯) ৯ টাৰপৰা ১০ টালৈ দেশ-বিদেশৰ খবৰ-বাতৰি কাকত আদি শ্ৰৱণ— অধ্যয়ন।

(১০) ১০ টাৰ পিচত শয়ন।

এনেকৈ নিয়মিতভাৱে কাম কৰে তেওঁলোকে। কিন্তু প্ৰতাপৰ বেলিকা হ'লে ৰাতি নিয়ম ভঙ্গ হয় কাৰণ তেওঁ ১০টাৰ পিচত অধ্যয়ন কৰে প্ৰায় ১টালৈ। তাৰপিচতহে বিছনালৈ যায়।

ডাঙৰ ৰৰকাঁহ আৰু ঘড়ী আছে অফিচত। বহুত কিতাপ-পত্ৰ আৰু টেবুল-চিয়াৰ আদি আছে অফিচৰ ভিতৰত। ওচৰতে এটা কুঁৱা খানি লৈছে খোৱা পানীৰ বাবে। ঘৰবোৰ খেৰৰ কিন্তু বেৰবোৰ মাটিৰে ডাঠ কৰি লিপা আৰু চূণ দিয়া। খিৰিকী আদিৰ ব্যৱস্থা আছে। পাকঘৰটো ডাঙৰ। থকা ঘৰটো বৰ দীঘল। তাত ৬টা কোঠা আৰু প্ৰত্যেক কোঠাতে দুখনকৈ বিছনা, যেন ছাত্ৰাবাসহে। গোহালিটো চাংঘৰ। ভঁৰালটো দীঘল আৰু কেইবাটাও কোঠালি। মুঠতে সকলো লাগতিয়াল বস্তু-বাহানি যোগাৰ কৰি লৈছে তেওঁলোকে। এনেকৈয়ে নতুন জীৱন আৰম্ভ কৰিলে প্ৰতাপ প্ৰমুখো মাটিহীন খেতিয়কসকলে।

# আঠাইশ

কেইমাহমান পাচৰ কথা। প্ৰাণ পাত পৰিশ্ৰমৰ ফলত সঁচাকৈ 'বিজয়লক্ষ্মী' কাৰ্মৰ শ্ৰীচৰি উঠিল।

গোপীকান্ত বৰুৱাই যেতিয়া শুনিলে যে তেওঁৰ জোঁৱায়েকে তেওঁৰে বায়ত কিছুমান লগত লৈ বিজাৰ্ডত খেতি আৰম্ভ কৰিছে তেতিয়া তেওঁ আচৰিত হৈ নিজে নিজে কৈ উঠিল— "ইয়াৰ মাথা খাৰাপ হ'ল নেকি ?" বিছনাত বহি গুৰগুৰি টানি থকা বাপেকৰ ওচৰত বহি বীণাপানীয়ে চল পাই মাৰিলে খোঁচা— "বৰ ভাল হৈছে। বোপাই বি.এ. পাছ কৰিছে, ডাঙৰ মানুহ হ'ব, তই অমত নহবি আই; এতিয়া কি মাথা খাৰাপ হোৱা বুলি কয় ? মোক হাকিমত দিলে— বৰ সুখ হ'ল মোৰ, বৰ ভাল পাইছোঁ এতিয়া। হাকিম জোঁৱায়েকে খুৱাওক এতিয়া। মই আগেয়ে কৈছিলোঁ বোলো মই সেই গাঁৱলীয়া ভূতটোক বিয়া নকৰাওঁ পিতা, মোৰ বৰ মস্কিল হ'ব; তেতিয়া কৈছিল, কিয় ভয় কৰা আই ? বি.এ. পাছ ল'বা হাকিম, মুন্সিপ হ'ব— সমাজত মানুহ বোলাই খাব পাৰিব, তই সুখেৰে খাব পাৰিবি। এতিয়া মোৰ বৰ সুখ হৈছে নহয়— জোঁৱায়েক জঙ্গলী হাকিমে কি নাঙল মুন্সিপে কিবা এবিধ হৈছে।"

বীণাৰ ভৰ্ৎসনা শুনি বৰ দুখ মনেৰে ক'লে— "কি কৰিবি আই, মই ভৱাই নাছিলোঁ যে তাৰ এনেকৈ মতিভ্ৰম হ'ব। সি সেই সৰু মানুহৰ লগ হৈ কাম কৰিব ধৰিছে। কি কৰিম।"

এনেকৈ কৈ বৰুৱাই গুৰগুৰিত টান মাৰিলে। তাৰপিচত আকৌ মুখ তুলি ক'লে— "বাৰু কাইলৈ আমি গৈ কথাটো সঁচানে মিছা চাই আহিম, লগতে তাৰ কাণ্ড-কাৰখানাবোৰ ভালদৰে চাই অহা ভাল হ'ব।"

"মটৰ যাব জানো ?" বীণাই প্ৰশ্ন কৰে।

"যাব বুলি শুনিছোঁ। একো ভয় নাই। তাক তাৰপৰা আনিবই লাগিব— সি মোৰ শত্ৰু মানুহৰ লগ হৈছে। সি মোৰ জোঁৱাই হৈ সিহঁতৰ লগত জঙ্গলত গৈ থাকে। হায় ! হায় !! মোৰ মান-ইজ্জত সকলো নষ্ট কৰিলে। মই ইয়াৰ ব্যৱস্থা কৰিম।"

এনেকৈ নানা ভৰ্ৎসনাৰ পিচত বাপেক-জীয়েক দুয়ো যাবলৈ প্ৰস্তুত হ'ল।

পিচদিনা দুয়ো 'বিজয়লক্ষ্মী' কাৰ্মলৈ মটৰ চলাই দিলে। বেলা প্ৰায় দুপৰীয়া। দুয়ো গৈ 'বিজয়লক্ষ্মী' কাৰ্মৰ গেটত মটৰ ৰাখি নামি গ'ল। ড্ৰাইভাৰটোও নামিল। তেওঁ গৈ

কাৰ্মৰ ভিতৰ সোমাল। কাৰ্মৰ কৰ্মীবোৰ চাৰে দহটাৰ পিচতহে ঘূৰে। গতিকে বাজনিৰ বাহিৰে তাত কোনো নাছিল। তেওঁলোকক দেখি বাজনিজনে সম্মানেৰে আগবঢ়াই নিলে। তিনিখন আসন দিলে বহিবলৈ। তেওঁলোক কিন্তু নবহিল। ইফালে-সিফালে শস্যবোৰ আৰু কাণ্ড-কাৰখানাবোৰ চাই ফুৰিব ধৰিলে। চাৰিওফালে নদন-বদন শস্য বিধে বিধে বস্তুবোৰ লাগি আছে। সুন্দৰ দৃশ্য। বীণা আৰু বৰুৱা শস্য আৰু কাৰুকাৰ্য্য দেখি অভিভূত হৈ গ'ল।

যথা সময়ত কৰ্মীসকল কান্ধত নাঙল লৈ আহি দেখা দিলে। লগতে প্ৰতাপো আহিল। প্ৰতাপক তেনে অৱস্থাত দেখি বৰুৱাৰ খং উঠিল। তেওঁৰ ধাৰণা আছিল যে প্ৰতাপে কেৱল চৰ্দাৰী কৰি সিহঁতক চলাইছে। তেওঁ কল্পনাও কৰা নাছিল যে তেওঁ স্বয়ং কৰ্মত প্ৰৱেশ কৰিব। বীণাদেৱীয়ে বাপেকৰ ওপৰত এটা উপহাসৰ হাঁহি মাৰিলে— "এয়ে আপোনাৰ হাকিম জোঁৱাই পিতা।" নাঙল-যুঁৱলি আদি যথাস্থানত থৈ আহি সকলোটিয়ে হাতযোৰ কৰি বৰুৱাক নমস্কাৰ কৰি ক'লে—

"আমি নথৈ আনন্দিত, কিয়নো আজি আমাৰ বৰুৱা ডাঙৰীয়াই আহি আমাৰ ইয়াত পদধূলা দিলে। আহক ভিতৰলৈ" বুলি অফিচৰ দুৱাৰ খুলি ভিতৰত বহিব দিলে। প্ৰতাপৰ ক'বৰ মন আছিল— "পদধূলা নহয় মটৰৰ ধূলাহে দিলে। কিন্তু আৰম্ভণিতে নোজোকাই কি প্ৰহসন হয় তাৰে অপেক্ষাত ৰ'ল।

তেওঁলোক অফিচৰ ভিতৰত প্ৰৱেশ কৰিলে। অফিচৰ কাৰ্য্য দেখি তবধ মানিলে। বৰুৱাই আগবঢ়াই দিয়া চিয়াৰখনত বহিল। আন মানুহবোৰেও চিয়াৰ-বেঞ্চ আদিত বহিল। বীণাদেৱীয়ে পিতাকৰ পিচফালে চিয়াৰত আউজী তললৈ মূৰ কৰি থিয় হৈ ৰ'ল। এনেতে হাত-ভৰি ধুই উঠি প্ৰতাপো সোমাল আৰু বৰুৱাক এটা নমস্কাৰ জনাই আলমাৰিটোৰপৰা কিতাপ উলিয়াবলৈ লাগিল। প্ৰতাপক দেখি বীণাৰ সৰ্বাঙ্গ কঁপি উঠিল। আজি বা কি শুনায়! সেই দিন ধৰি দেখা-সাক্ষাৎ নাই। সেই আহানিৰ দেখা আজি দেখা। কি বিৰাট পৰিবৰ্তন। নৱবধূৰ প্ৰথম মিলনৰ ব্যাকুলতা আজি ভয়ৰ কম্পনত পৰিণত হ'ল! বীণাৰ সমস্ত শৰীৰৰ ধমনীৰে বিজুলী সঞ্চাৰি গোটেই মানুহজনীক অস্থিৰ কৰি তুলিলে। নিজক চম্ভালি ৰখা তাইৰ পক্ষে আজি জয়মতীৰ জেৰেঙা পথাৰৰ ধৈৰ্য্যশীলতা অৰ্জন কৰা যাথোন। তাই জানে প্ৰতাপৰ মুখ যে পৰশু কুঠাৰ। থৰেথৰে কঁপে তাই! ইফালে খণ্ডত, বিৰক্তিত বৰুৱাৰ কথা নোলায়। উহ্! কি গৰ্বিত এই শিক্ষিত ডিগ্ৰীধাৰী জোঁৱাই। কোনো শঙ্কা নাই, কোনো দ্বিধা নাই-শহুৰ বুলি, গুৰুজন বুলি— প্ৰতিপত্তিশালী বৰুৱা বুলি। মুখত এখানিও লজ্জাৰ চিহ্ন নাই বৰং বুকু ফিন্দাই গুণবন্তালা কৰ্মচাৰীৰ দৰে যেন কৈফিয়তহে তলব কৰিব। বৰুৱাৰ পেটে পেটে জ্বলন খং উঠিল কিন্তু একো ক'বৰ সাহস নহ'ল। তেওঁৰে জোঁৱাই হৈ

তেওঁৰে বাৰান্দৰ লগত একেলগে এনেভাৱে আছে— কি সৰু মানুহৰ সন্তান এই প্ৰতাপ— বৰুৱাই ভাবে। বহুত ভাবি-চিন্তি নিজক চম্ভালি বৰুৱাই কয়— “তোমাৰ এইবোৰ কি কাণ্ড বোপা ? তুমি শিক্ষিত ল’ৰা হৈ এইবোৰ কি পাগলামি কৰিছা ? এইবোৰ এৰা, ব’লা আজিয়ে। হয় কিবা চাকৰি কৰিবা নহয় মোৰ মাটিবাৰী, চাকৰ-বাকৰ চলাই খাবা। তুমি এনেভাৱে থকাটো তোমাৰ পক্ষে নহ’লেও মোৰ পক্ষে কিমান অপমানজনক তাক জানানে ?” বৰুৱাই প্ৰতাপৰ ফালে চায়। প্ৰতাপে বৰুৱাৰ ফালে চাই কয়—

“মযো চাকৰি কৰা নাইবা আপোনাৰ তাত থকাটো আপোনাৰ পক্ষে নহ’লেও অন্ততঃ মোৰ পক্ষে কিমান অপমানজনক তাক জানেনে ?”

“বিদ্যা শিকে চাকৰিৰ বাবেই। তাৰ উপৰি শহুৰৰ ধন আৰু নিজৰ পিতাৰ ধন একে কথা। তাত তোমাৰ আপত্তি কি ?”

“বিদ্যা শিকে প্ৰভু হ’বলৈ— চাকৰ হ’বলৈ নহয়। তাৰপিচত শহুৰৰ ধনৰ কথা যে কৈছে তাক পিতাৰ ধন বুলিব নোৱাৰি; কিয়নো অইন দেশ, জাতি বা ধৰ্মৰ ফালৰপৰা চলিলেও অসম দেশ, অসমীয়া জাতি আৰু হিন্দু ধৰ্মৰ ফালৰপৰাই ই অচল্‌তি।”

“নহ’লে তুমি আকৌ পঢ়িবাই ?”

“পঢ়ি-শুনি চাকৰিহে কৰে আৰু চাকৰি কৰি ধনহে ঘটে। মই ইয়াতে চাকৰি কৰাৰ সমান ধন পাম গতিকে মিছাকৈ পঢ়ি লাভ কি ?”

বৰুৱাই বুজিলে, জোঁৱায়েকে তেওঁক ইতিকিং কৰিলে— তেওঁৰ কথাকে পুনৰাবৃত্তি কৰি। বৰুৱাৰ খং উঠিল পেটে পেটে, তেওঁ কৈ উঠিল—

“তুমি এই ইতৰ কেইটাৰ লগ হৈ ইতৰ হৈ যাব খুজিছা নেকি ? এই (ইতৰ) হালুৱে কেইটাৰ লগ হৈ তুমি নষ্ট হ’ব খুজিছা নেকি ?”

“আপুনি ভুল বুজিছে। মই ইতৰ হৈ যাব খোজা নহয়— ইতৰেই। আপুনি নিচিনি মোক ডাঙৰ মানুহ বুলি ভুল কৰিছে। বাস্তৱিক মই ইতৰ— ভাৰতৰ কোটি কোটি গৰীব খেতিয়ক ইতৰৰ মাজৰ মযো এজন ইতৰ— সেইবাবেই ইতৰৰ লগ লৈছোঁ।”

“তুমি যদি খেতি কৰিবৰে মন কৰা তেন্তে মোৰ মাটি কিবা কম আছেনে, নে চাকৰৰ অভাৱ ? এই জঙ্গলত আহি এনেকৈ কান্ধত নাঙল লৈ খেতি কৰিব লাগে নে ? ছিঃ বোপা মই বৰ দুঃখিত। ইয়াত তুমি এনেকৈ কেইটা পইচা আয় কৰিবা ? তাতকৈ ব’লা মোৰ তালৈ— যদি মোৰ তাত নাথাকা তেন্তে নিজে ঘৰ-দুৱাৰ কৰি ল’বা— ঠিকা-আধীয়া দি ঢেৰ উপাৰ্জন কৰিব পাৰিবা।”

“পৰাধীনতাৰ সোণ-ৰূপতকৈ স্বাধীনতাৰ ধূলি-বালিয়ে শ্ৰেয়ঃ তাত আনন্দ আছে— তৃপ্তি আছে— মুক্ত উশাহ আছে।”

“মই বুজিছোঁ এই বদ্‌মাইচবোৰেই তোমাক কুচুলাই আনিছে। ব’লা বোপা; এইবোৰ

এৰি পেলোৱা। আইটিয়ে বৰ দুখ পাইছে নহয় তোমাৰ কাৰ্য্য দেখি। ব'লা, তুমি ফুচুলনিত ভোল নাযাবা বোপা।"

"এওঁলোকে ফুচুলাই আনিলে ইয়ালৈ আৰু ইয়াৰপৰা ফুচুলাই নিয়ক আপুনি আৰু তাৰপৰা নিয়ক এজনে। যদি মই ফুচুলনিত ভোল যোৱা বিধৰ হওঁ তেন্তে আকৌ ভুলিম। গতিকে ইয়াত থকাই মঙ্গল।"

তাৰপিচত বীণাক আঙুলিয়াই ক'লে— "এওঁ দুখ কৰা অনুচিত। স্বামী মূৰ্খক আনকি পাগল হ'লেও তেওঁক ভাল কৰি লোৱাটো স্ত্ৰীৰ কৰ্তব্য।"

বীণাই ইমান সময়ে কাঠৰ পুতুলাৰ দৰে নীৰৱে শুনি আছিল। এইবাৰ নিজৰ পাল পৰাত থতমত খালে। লাহেকৈ ক'লে— "ভাল কৰিবলৈ মোৰ সুবিধা ক'ত ?"

"আঁতৰি থাকিলে সুবিধা নিমিলে।"

বীণাই বুজিলে যে তেওঁ তাইক ওচৰত পাবলৈ বিচাৰে। কিন্তু এই আচৰণ, এই অৱস্থালৈ তাই কেতিয়াও থাকিব নোৱাৰে। তাই ক'লে— "এই অৱস্থাত আমি জীয়াই থাকিব নোৱাৰোঁ !"

"তেন্তে সেই অৱস্থাত আমিও লীন যাব নোৱাৰোঁ।" এনেতে বৰুৱাই মাত লগালে— "তেন্তে তুমি আমাক ঘৃণা কৰা ?"

"আপোনালোকক নহয়— আপোনালোকৰ আইন-কানুনবোৰকহে।"

"তুমি মোক পৰ বুলি ভাবা ? মোৰ সম্পত্তি জানো তোমাৰ সম্পত্তি নহয় ?"

"আপুনি পৰ নহয় কিন্তু আপোনাৰ সম্পত্তি পৰৰ। গতিকে অইনৰ সম্পত্তিৰ মালিক হোৱাটো অবিধেয়। ই প্ৰতাপৰ চৰিত্ৰৰ বাহিৰত।"

"যদি দান কৰে ?" বীণাই টপ কৰি কৈ উঠে।

"কাৰো দয়াৰ দান প্ৰতাপে গ্ৰহণ নকৰে। সি গৰীবহে কাঙাল নহয়।"

"তৰ্ক কৰিলে কি হ'ব ? যি ভাল দেখা তাকে কৰা কিন্তু মোৰ ছোৱালী হ'লে এনেভাৱে থাকিব নোৱাৰে।"

"তেন্তে মই কি কৰিম ? মই নিৰুপায়।"

কিছু সময় নীৰৱ হ'ল সকলোটি। খং আৰু বিৰক্তিত বৰুৱা অতিষ্ঠ হৈ উঠিছে। তেওঁ তৎক্ষণাৎ তৰপৰা উঠি আহিল— "আহ আই, পাগলৰ লগত তৰ্ক কৰি কি লাভ ?"

বীণাই এবাৰ প্ৰতাপৰ ফালে চাই ক'লে— "এদিন পৰিণামত যাব লাগিব। অহংকাৰ ভাল নহয়।" এইবুলি কৈ তাই পিতাকৰ পাচে পাচে ওলাই আহিল। প্ৰতাপে পিচফালে মাত লগালে— "যেনে কৰ্ম তেনে ফল অৱশ্যে ফলিব !"

বৰুৱা আৰু বীণা মটৰত উঠিল ! মানুহ কেইজন হতভম্ব হৈ ইমান পৰ কথা শুনিয়ে আছিল ! হঠাতে বৰুৱাই খং কৰি যাব ওলোৱাত শংকিত হৈ মটৰৰ ওচৰলৈ

গোটেই কেইজনে আহি কাকুতি কৰি ক'লে— "মাফ্ কৰক দেউতা; আমাৰ ওপৰত খং নকৰিব। আপুনি নামি আহক; আমি অলপ গৰম পানীৰ যোগাৰ কৰিছোঁ। অনুগ্ৰহ কৰি তিনিওজনে....।"

বৰুৱাই চকু ৰঙা কৰি ক'লে— "হাৰামজাদাইঁত তইঁতেইতো ল'ৰাটোক নষ্ট কৰিলি। মই তইঁতক.....। জে'ল খাটি মজাপালি নাপাইছিলি ? এইবাৰ..... মইহে যদি গোপীকান্ত বৰুৱা হওঁ তেন্তে.....। ড্ৰাইভাৰ, মটৰ চলাই দে সোনকালে।" বৰুৱা গৰ্জি উঠিল।

বৰুৱাৰ গৰ্জন শুনি প্ৰতাপে ওচৰ চাপি আহি ক'লে— "সসম্মানে স্বস্থানে প্ৰস্থান বাঞ্ছনীয়।"

আদেশসূচক কথা শুনি বৰুৱাৰ ভীষণ ৰাগ উঠিল— "মনে মনে থাকা। ড্ৰাইভাৰ— ?"

"ঠিক আছে দেউতা" বুলি সি মটৰ ষ্টাৰ্ট দিলে। বীণাই এবাৰ পিতাকৰ ফালে চাই ক'লে— "এই অসভ্য সমাজত আমাৰ স্থান নাই পিতা; ব'লক সোনকালে।" তাৰ পিচত প্ৰতাপৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চাই ক'লে— "দেখিম
বাৰু।"

মটৰ চলি গ'ল। প্ৰতাপে এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। মটৰ যোৱাৰ পিচত মানুহবোৰে শঙ্কিত দৃষ্টিৰে ইজনৰ মুখৰ পিনে সিজনে চাব ধৰিলে। বুঢ়া ধনাই ক'লে— "কথাটো ভাল নহ'ল বোপা। তুমি দেখোঁ বৰুৱাক অসন্তুষ্ট কৰি পঠালা ?"

"সকলোকে সন্তুষ্ট কৰিব নোৱাৰি, বুঢ়া মানুহ। আনকি মহামানৱ মহাত্মা গান্ধীয়েও নোৱাৰিলে আৰু তাৰ বাবে নিজে গুলী খাই মৰিল।"

"বৰুৱা এলা-পেচা মানুহ নহয় বোপা, স্বয়ং কালীনাগ আৰু জীয়েক হৈছে স্বয়ং বিষহৰি।"

"বিষহৰিৰ মায়া, কালীনাগৰ বিষ নমাবলৈ ধন্বন্তৰিয়ো আছে বুঢ়া মানুহ; ভয় নকৰিব।"

এনেতে আৰণুই মাত লগালে— "বৰুৱা ধনী মানুহ— তাতে আপোনাৰ শহুৰ হয়। এনেস্থলত তেখেতক সন্মান কৰাটো উচিত আছিল আপোনাৰ।"

শহুৰ বুলি নহয়, ধনী মানুহ বুলিহে খাতিৰ কৰিব লাগিছিল। শুনক, ধন থকা বাবে অযথা সন্মান আপোনালোকে ধনীত আৰোপ কৰে। তাৰ বাবে সিহঁত হৈ উঠে মহা অত্যাচাৰী। ধন আছে বুলিয়ে সিহঁতে সন্মানৰ অধিকাৰী; গতিকে সহস্ৰ অন্যায় কাম কৰি হ'লেও সিহঁতে ধন গোটায়; কাৰণ অসৎ উপায়ে আৰ্জি ধনী হ'ব পাৰিলেও সিহঁতে সন্মান পায়। কিন্তু ঠাই বিশেষে তাৰ ব্যতিক্ৰম হয় দেখি সিহঁত হে উঠে বিশ্বামিত্ৰ। বিশ্বামিত্ৰকতো স্বয়ং হৰিশচন্দ্ৰয়ো সন্তুষ্ট কৰিব নোৱাৰিলে আমি কোন ছাৰ ?"

তাৰপিচত অলপ ভলকা মাৰি এটা উপেক্ষাৰ হাঁহি মাৰি ক'লে— "ধনীয়ে ধন দিয়ে সকলোকে বশ কৰিব খোজে কিন্তু পৃথিৱীত যে ধনেৰে কিনিব নোৱাৰা বস্তু এবিধ আছে তাৰ ধাৰণা সিহঁতৰ নাই।"

চিন্তান্বিত হৈ ধনাই ক'লে— "তেওঁতো খং কৰি প্ৰতিজ্ঞা কৰিয়েই গ'ল। কিযে হয় তাক ভগৱানেহে জানে।"

"দাঁত নথকা সাপৰ কোঁচ-কোঁচনিয়ে সাৰ বুঢ়া মানুহ। তাৰ উপৰি সাপৰ বিষ যাৰে তাৰে গাত নালাগে নহয়। মানুহৰ গাত লাগে কিন্তু নেউলৰ গাত নালাগে শীক লাগিলেও নেউল নমৰে। চিন্তা কৰিছে কিয় ?"

এনেতে চাহ খোৱা ঘণ্টা বাজিল। সকলো কেইজন পাকঘৰলৈ গ'ল।

# ঊনত্ৰিশ

সকৰেপৰা কষ্ট নকৰা প্ৰতাপ বৰ্তমান কষ্ট কৰিব লগাত স্বাস্থ্য ভাগি গ'ল। তাৰউপৰি জঙ্গলৰ হাৱাপানী বৰ বেয়া। তেওঁৰ গা অসুখ হ'ল। চাওঁতে চাওঁতে বেমাৰ টান হৈ আহিল। মানুহবিলাক মহা বিপদত পৰিল। সেই জঙ্গলৰ মাজত ডাক্তৰ-কবিৰাজ পাবলৈ নাই; ঔষধ-পথ্যবো একো দিহা নাই। জ্বৰ ক্ৰমে বেছি হৈহে আহিল। প্ৰতাপে বুঢ়া ধনাক মতাই ক'লে–

"বুঢ়া মানুহ, মোক ঘৰলৈ লৈ ব'লক। ইয়াত চিকিৎসা নহ'ব। আপোনালোকে কাম চলাই থাকিব। মোৰ গা ভাল হ'লেই আহিম, কোনো ভয় নকৰিব।"

মানুহবিলাকেও তেওঁৰ এই আদেশকে বাট চাই আছিল।

প্ৰতাপৰ কথা শুনি ধনাই ক'লে– "বোপা, আমিতো আগেয়ে নিওঁ বুলিছিলোঁ, পিচত তুমি অমত হোৱা বাবেহে বৈ আছোঁ; ব'লা আজিয়ে থৈ আহো।" তেওঁলোকে গাড়ীত তুলি প্ৰতাপক লৈ আহিল। বেমাৰী প্ৰতাপক দেখি বৌৱেক আৰু দদায়েক বৰ অস্থিৰ হৈ উঠিল ! মাধৱে ক'লে– "মই আগতে ইমান হাক দিছিলোঁ বোলো তই জঙ্গললৈ নাযাবি, সেই হাৱা-পানীয়ে তোক নুশুজিব। তেতিয়া নুশুনিলি, এতিয়া তাৰ মজা পাবি নহয়। একো নকৰ নাই, ঘৰতে হোৱাই-নোহোৱাই খাই থাক। তোক মই কিবা কৰিবলৈ কৈছোঁ নেকি ? চা'চোন এতিয়া কেনে কথা হ'ল।"

এনেকৈ ভৰ্ৎসনা কৰি মাধৱে প্ৰতাপক গাড়ীৰপৰা নমাই আনিলে। বিছনা কৰি তেওঁক শুৱাই থৈ ডাক্তৰৰ ওচৰলৈ গ'ল মাধৱ। বৌৱেকে ওচৰত বহি ক'বলৈ ধৰিলে– "ইমান দিনে মোক খবৰ দিয়া নাই কিয় ? ইমান দিনে বে-পতিৰ বাবেহে এনেখন হ'বলৈ পালে। ইচ্ একেবাৰে ক্ষীণাই গৈছে !" গাৰ কাপোৰবোৰ ভালকৈ জাপি দি বৌৱেকে কৈ যায়।

প্ৰতাপে এবাৰ মুখ তুলি কিবা কওঁ বুলিছিল, নক'লে। "বউ" বুলি কিবা ক'ব খুজিছিল কিন্তু একো ক'ব নোৱাৰিলে, চকুৰে দুধাৰি চকুলো আহিল। বৌৱেকে চকুলোবোৰ নিজৰ বিহাৰ আঁচলেৰে মচি দি মূৰ শিতানত বহি কান্দো কান্দো হৈ ক'লে– "মোৰ মৰমৰ সোণ, তুমি নাকান্দিবা। মই থাকোতে তুমি একো ভয় নকৰিবা।"

তেওঁ ভাবিলে যে প্ৰতাপে বীণাৰ কথা ভাবিছে। বেমাৰত দুৰ্ভাৱনাতে মানুহৰ মন

দুৰ্বল হয়। বৌৱেকে মুখখনত লাহে লাহে হাত বুলাই ক'লে— "মই এতিয়াই খবৰ কৰিম যাতে গধূলিৰ আগে আগে তেওঁ আহি পায়। তুমি একো চিন্তা নকৰিবা।" প্ৰতাপে ভিতৰে ভিতৰে এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। তেওঁ যাক বিচাৰিছে সেইজনক আনিব নোৱাৰে— আনকি কোনেও নাজানে সেইজনা কোন ?

মাধৱে ডাক্তৰ লৈ আহি পালে। ডাক্তৰে জ্বৰ চালে। কিন্তু পৰীক্ষা কৰাৰ পাচত ডাক্তৰে ক'লে— "জ্বৰ টাইফয়েড্। চিকিৎসা ভালকৈ কৰিব লাগিব। তাৰ উপৰি শুশ্ৰূষা ভাল হ'ব লাগিব। বাইশ দিনৰ কমত জ্বৰ নকমিব যেন লাগিছে।"

"যি লাগে তাকে নিয়ক ডাক্তৰ বাবু, তথাপি ভালকৈ চিকিৎসা কৰক। মই আপোনাক গতালোঁ।" মাধৱে কয়।

"অকল চিকিৎসকে এইবিলাক বেমাৰত একো কৰিব নোৱাৰে ডেকা, শুশ্ৰূষা ভাল হ'ব লাগে।"

"মই পাৰোমানে চেষ্টা কৰিম ডাক্তৰ বাবু, কেৱল আপুনি নিতৌ আহি মোক দিহা দি যাব।" বৌৱেকে অনুনয়ৰ সুৰত কয়।

"মইতো আহিবই লাগিব যিহেতু বেমাৰী হাতত ল'লোঁ।"

মাধৱে ভিজিত টকা দহোটা আনি ডাক্তৰৰ আগত দিয়ে। ঔষধ-পাতি ভালকৈ বুজাই দি ডাক্তৰ উঠিল।

পিচদিনা বেমাৰী প্ৰায় পৰি আছিল। প্ৰতাপে বিছনাত চট্‌ফট্ কৰিছে। বৌৱেকে ওচৰতে বহি বিচি আছে। এবাৰ তেওঁ "বৌ" বুলি বৌৱেকৰ চকুৰ ফালে চাই কিবা ক'ব খুজিছিল কিন্তু বৌৱেকে চোৱাৰ লগে লগে পিচ মুখ দিলে। "কি" বুলি বৌৱেকে এবাৰ তেওঁৰ ফালে চাই আকৌ সুধিলে— "কি কওঁ বুলিছিলা কোৱা বাপু।"

"একো নহয়" বুলি তেওঁ নীৰৱ হ'ল।

বৌৱেকে ভাবিলে, বীণাৰ উপস্থিতি কামনা কৰিছে তেওঁ। তেওঁ ক'লে— "মই পুৱা খবৰ কৰিছোঁ; তুমি অধীৰ নহ'বা। বোধহয় এতিয়ামানে আহি পাব।"

পিচদিনা পুৱাতে মাধৱে বৰুৱাৰ তালৈ গৈছিল; সঁচাকৈ তেওঁ গৈ দেখিলে যে বৰুৱা আৰু জীয়েক দুয়ো ক'ৰবালৈ যাবলৈ মটৰ উলিয়াইছে! বীণাৰ বান্ধৱী এজনীৰ বিয়া, তালৈ দুয়ো দুপৰীয়াৰ আগে আগে গৈ পোৱা কথা আছে। তাৰ কাৰণে বীণাই খৰ-ধৰ কৰিলে। ভাইশহুৰেক অহা দেখি তাই মটৰৰ ভিতৰত বহি দৰ্জা বন্ধ কৰি দিলে যাতে দেখা নাপায়। ভিতৰৰপৰা বৰুৱা ওলাই আহি মাধৱক দেখি পেটে পেটে বিৰক্তিবোধ কৰিলে। তথাপি ভিতৰলৈ মাতি নি ক'লে— "ময়ো এখন বিয়ালৈ যাব ওলাইছোঁ। আইটিৰ বান্ধৱী এজনীৰ বিয়া। পিচে সকাম কি ?"

বিয়'হৈ থকাত এখন চিয়াৰ আঙুলিয়াই ক'লে— "বহা, কোৱা অসময়ত আহিলা

কিয় ? বুদু, একাপ চাহ আনচোন।"

মাধৱে চিয়াৰত বহি কথমপি নিজক চম্ভালি ক'লে— "প্ৰতাপৰ খবৰ ! আজি কেইবাদিনো হ'ল। জঙ্গলতে হৈছিল, এতিয়া ঘৰলৈ অনা হৈছে। আপুনি এবাৰ...."

বৰুৱাৰ ক'বৰ মন আছিল— "বৰ ভাল হৈছে।" কিন্তু তাকে নকৈ ক'লে— "খবৰনো কাৰ নহয় ? এতিয়া বৰুৱাই খবৰ ল'ব লাগে ? মই আগতেই কৈছিলোঁ বোলো সেই জঙ্গলত নাথাকিবা। নুশুনিলে তেতিয়া এই বুঢ়াৰ কথা। এতিয়া পাওক সেকাটো। পাগল ল'ৰাত ছোৱালী দিলোঁ।"

এনেতে চাকৰ ল'ৰা বুদুই চাহ দি গ'ল। অলপ তলকা মাৰি পিচত ক'লে— "ডাক্তৰ নিয়াগে। মই কি কৰিব লাগে ? আমি টকা দি ডাক্তৰ নিলে দয়াৰ দানহে হ'ব। তেওঁ জানো দান গ্ৰহণ কৰিব ? গতিকে আমাক জনাবলগীয়া একো নাই। কাকো নামানে— এতিয়া কিয় ? নিজৰ কথা নিজে ভাবকগৈ।"

মাধৱে বস্ত্ৰ পৰা মানুহৰ দৰে "হা" "না" একো উত্তৰ দিব নোৱাৰাত পৰিল। কাপৰ চাহ কাপতে চেঁচা হৈ গ'ল। বৰুৱাই ক'লে "যোৱা, ডাক্তৰ নিয়াগে। মই যাব নোৱাৰিম। আইটিয়ে মটৰত বহি বাট চাই আছে, মই যাওঁ চাহ খাই তুমি যাবাগৈ; আমি আহিলোঁ। এ বুদু, এওঁক তামোল-তামাখ দিবি।"

এইবুলি কৈ তেওঁ দুখোজমান আহিল। মাধৱেও শিল পৰা কপৌৰ দৰে পিচে পিচে বাহিৰ ওলাল; বৰুৱাই মটৰত সোমাই ক'লে— "মই যাওঁহে এতিয়া। তুমি যোৱা ডাক্তৰ নিয়াগৈ।" বৰুৱাই মটৰত উঠি ষ্টাৰ্ট দিলে। মাধৱে একো ক'ব নোৱাৰিলে। কেৱল মটৰ যোৱাফালে চাই থাকিল আৰু তাৰপিচত লাহে লাহে ঘৰলৈ খোজ ল'লে।

বীণাই মটৰৰ ভিতৰৰপৰা সকলো কথা শুনি আছিল। তাই পেটে পেটে ভাল পালে "বেছ হৈছে। পাওঁক এতিয়া মজা।" তায়ো পিতাকৰ কথাতে হুমভৰ দি প্ৰতাপৰ আচৰণৰ কথা উদুকিয়াই নানা কথা-বতৰা হ'ল মটৰৰ ভিতৰতে। এনেকৈয়ে বাপেক-জীয়েক বিয়ালৈ ছুটি মাৰিলে।

মাধৱে ঘৰলৈ আহি ঘটনাৰ আদি-অন্ত ক'লে। কথা শুনি কল্যাণীৰ মুখ শেঁতা পৰি গ'ল। "উহ্ ! কি কাঠচিতীয়া হিয়া। নিজৰ স্বামীৰ নৰিয়া অথচ খবৰ পায়ো বিয়ালৈ গ'ল। কি তিৰোতা ?" প্ৰশ্ন কৰে কল্যাণীয়ে নিজে নিজে। মাধৱ অধোমুখে মুখে-কপালে হাত দি বহি পৰিল। কি কৰে এতিয়া ? ডাক্তৰক দিবলৈ টকা নাই— পথ্য কিনিবলৈ টকা নাই। দৰমহা পাবলৈ আৰু বাৰ দিন বাকী। এই কেইদিন কি কৰে ? নিজৰ মান-ইজ্জত দুবৰ কথা যেজাৰীৰ কি হ'ব ? তেওঁ মহা বিমোৰত পৰিল। তথাপি তেওঁ ডাক্তৰৰ তালৈ গ'ল। প্ৰতাপে যেতিয়া শুনিলে যে বীণা নাহে আনকি বৰুৱাও নাহিব, তেওঁ এটা হাঁহি মাৰিলে মনৰ ভিতৰতে। ওচৰতে বিষণ্ণ বদনে বহি থকা

বৌৱেকক সুধিলে— "বৌ, আহি পালেনে ? পুৱাতে খবৰ কৰিলা, এতিয়া গধূলি হ'ল— ক'তা ?"

"মই থাকিলে তোমাৰ নহয় নেকি ?"

"কিয় নহ'ব ?" বুলি বৌৱেকৰ কাষে চোৱাৰ লগে লগে বৌৱেকৰ চকুলো আহিল— "কি কঠিন হিয়াৰ মানুহ বোপা ? তিৰোতা হে ইমান ডাঠ হিয়া। উহ্ ! মানুহৰ মন নুবুজো বাপু।"

"নিজে যেনে, লোককো তেনে বুলি ভাবা কিয় বৌ ? দেৱতায়ো নাজানে কি ধাতুৰে নিৰ্মিত মানুহৰ মন, আৰু তুমি কোন ছাৰ ? আপোন জনৰ প্ৰতিহে প্ৰাণ কান্দে। দাদাৰ প্ৰাণ, তোমাৰ প্ৰাণ কান্দিছে বৌ আৰু কান্দিব হয়তো এজনৰ....." প্ৰতাপ ঘপহ্ কৰি বৈ গ'ল। "এজনৰ" বুলি কৈ আৰু বাক্যটো শেষ কৰিবলৈ নহ'ল; বৌৱেকে বুজিব বুলি একো নক'লে। কিন্তু এই হঠাৎ বৈ যোৱাৰ আৰু "এজন" বুলি উল্লেখ কৰাত বৌৱেকে ভাবিবলৈ ধৰিলে— কোন সেইজন ? তেন্তে বাপুৰ আপোন কোনোবা এজন আছে। সেইবাবে গুৱাহাটীলৈ ইমান ঘনকৈ যায়। কোন তেওঁ ? কিয় নকয় মোক ইমান দিনে ? বৌৱেকে ভাবে— ইচ্ছা হয় শুধিবলৈ কোন সেইজন যাৰ প্ৰাণেও কান্দে প্ৰতাপৰ বাবে। কিন্তু বেমাৰী দেওৰেকক আৰু দুখ দিব নোখোজে সেইবোৰ কৰুণ কাহিনী মনত পেলাই দি। লাহেকৈ কয়— "জগতখন বৰ জটিল বাপু।"

প্ৰায় এসপ্তাহ পাৰ হৈ গ'ল— বেমাৰ বেছি হৈহে আহিছে। প্ৰতাপ ক্ৰমে অৱশ হৈ আহিছে। দদায়েক পাগল যেনে হৈছে। বৌৱেকে ভাত-পানী এৰি কেৱল বেমাৰীৰ লগত বহি শুশ্ৰূষাত ব্যস্ত। ডাক্তৰে কৈছে বেমাৰীৰ অৱস্থা তিমান ভাল নহয়। ভাল শুশ্ৰূষা আৰু পথ্যৰ ব্যৱস্থা নহ'লে বাচিবৰ আশা কম। কিন্তু পথ্য অনা দূৰৰ কথা, ডাক্তৰক দিবলৈকে টকা নাই। মাধৱে কল্যাণীক সুধিলে— "কি কৰোঁ— টকা যে নাই ? মই দৰমহা পাবলৈও চাৰি-পাঁচ দিন বাকী। কি কৰোঁ এতিয়া ? মই মৰাই ভাল আছিল....।" মাধৱৰ চকুলো আহে। কল্যাণীয়ে কান্দো কান্দো হৈ কয়— "আপুনি নাকান্দিব ! মোৰ হাতৰ সোণৰ চুৰী যোৰাকে নি বেচক— অন্ততঃ পঞ্চাশটামান টকা পাব।" এই বুলি কৈয়ে হাতৰ চুৰীযোৰ খহাই মাধৱলৈ আগবঢ়ালে— "ধৰক— সোনকালে আহক গৈ।" মাধৱে সজল নয়নে এবাৰ ঘৈণীয়েকৰ কালৈ চালে— "কল্যাণী !"

"আৰু একো নক'ব— আপত্তি নকৰিব, লৈ যাওক। মোৰ ধনটি ভাল হৈ উঠিলে মোৰ হাত আকৌ পূৰ হ'ব; যাওক পলম নকৰিব, লৈ যাওক সোনকালে।" কল্যাণীয়ে জোৰ কৰি মাধৱৰ হাতত চুৰী যোৰা গুজি দিলে। মাধৱে এবাৰ চুৰী যোৰালৈ আৰু এবাৰ কল্যাণীৰ খালি হাত দুখনলৈ চাই থাকিল। "যাওক, পলম নকৰিব— এতিয়াই আজৰ আহি পাব।" কল্যাণীয়ে কয়। মাধৱে চুৰী যোৰা লৈ এবাৰ প্ৰতাপৰ কালৈ

চালে আৰু পিচত কল্যাণীৰ ফালে চাই ক'লে— "এই যোবা যে তোমাৰ ঘৰ মৰমৰ আছিল কল্যাণী ?"

"এইজন যে মোৰ প্ৰাণতকৈও মৰমৰ ?"

এবাৰ কল্যাণী আৰু এবাৰ প্ৰতাপৰ ফালে চাই মাধৱ লাহে লাহে বাহিৰ হৈ যায়।

'বিজয়লক্ষ্মী' ফাৰ্মৰ মানুহবিলাকে আহি পাৰ্য্যমানে ধনে-প্ৰাণে সহায় কৰিছে। প্ৰাণপণে চেষ্টা কৰিছে তেওঁলোকে। কিন্তু ৰকমাৰ আৰু বীণাৰ কোনো খবৰ নাই।

বীণাৰ বান্ধৱীজনী হোল-চেলাৰ শ্ৰীযুত দাস ডাঙৰীয়াৰ জীয়েৰ। ৰকমাৰ ঘৰৰপৰা প্ৰায় ছয় মাইল দূৰত তেখেতৰ ঘৰ। বৰ ধনী মানুহ— নতুন আদৰ-কায়দাত ঘৰবাৰী সজোৱা। নানা ৰং-বেৰঙৰ ইলেকট্ৰিক লাইট মণ্ডিত ৰভাতল। ৰেডিঅ' গ্ৰামোফোনৰ গান-বাদ্যত গোটেই ঘৰ মুখৰিত— যেন গন্ধৰ্বলোক মৰতলৈ নামিহে আহিছে। আনন্দ উৎসৱত সকলোৰে মচ্‌গুল। তিনি-চাৰি হাজাৰ খৰচ হ'ব অন্ততঃ ! হ'ল কি হ'ল ? নিজৰতো নাযায়— যাব পাব্লিকৰ অৰ্থাৎ জনসাধাৰণৰ। অৱশ্যে পোহৰত নহয়— আন্ধাৰত অৰ্থাৎ ক'লা বজাৰত। দ্বাপৰৰ ক'লা কৃষ্ণই গোপিনীসকলৰ লৱনু চুৰ কৰিছিল আৰু আজি কলিত তেৰাই ক'লা বজাৰৰ ৰূপ ধৰিছে ! তেৰাৰ মহিমাৰ অন্ত নাই। সি যি কি নহওক ইয়ো এক তেৰাৰে মহিমা। ইয়াত আহি ৰূপ কুঁৱৰী বীণাদেৱীয়ে আনন্দত গা ঢালি দিলে; কিন্তু মনত এটা আক্ষেপ— তাইৰ স্বামী হ'ল এটা গাঁৱলীয়া ভূত। 'চুট' কৰিব নাজানে, পেইনটিং কৰিব নিশিকে— চাকৰি-বাকৰী নাই, ভাল ঘৰ-বাৰী, টকা-পইচা নাই। কেৱল থকাৰ ভিতৰত আছে বিশ্ববিদ্যালয়ৰ ডিগ্ৰীটো। তাকো তেওঁ ব্যৱহাৰ নকৰে— কি অপগণ্ড তাইৰ স্বামী। তাইৰ বান্ধৱী ইলাজনীৰ স্বামী বেছ। ভাগ্যৱতী তাই। নাথাকিব পাৰে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী, হ'ব পাৰে স্বাস্থ্যহীন তথাপি ধনী, মানী, জেদী। কি দৰ্কাৰ ডিগ্ৰীৰ, যদি ধনে ঘটিব নোৱাৰে নিজক মানুহ বোলাবলৈ ? কি দৰ্কাৰ স্বাস্থ্যৱান হোৱাৰ, যদি জেদ জিনিব নোৱাৰে— মানুহক দমন কৰিবই নোৱাৰে ? দ্বিতীয় মহাযুদ্ধৰ দিনত ডিমাপুৰত তেওঁ যি খ্যাতি আৰু সম্পত্তি লাভ কৰিলে, কোনেইজনে বাৰু পাৰিলে ? ধন্যা ইলা ! ধন্য তাইৰ কপাল ! বীণা ঈৰ্ষাত জ্বলি-পুৰি মৰে।

ইফালে চৈধ্য দিনৰ দিনা বেমাৰীৰ আৰু টান হ'ল। ডাক্তৰে সাৱধান কৰি দিছে। কল্যাণীয়ে কেৱল কান্দিব ধৰিছে। মাধৱ পাগল যেন হ'ল। ধনাকে আদি কৰি 'বিজয়লক্ষ্মী' ফাৰ্মৰ মানুহবিলাকে অবিচলিতভাৱে কৰ্তব্য পালন কৰি গ'ল। বেমাৰী অচেতন। এই খবৰ গৈ নীলিমাৰ কাণত পৰিল। তাই তৎক্ষণাৎ মাকক ক'লে— "আই, সক ভিনীহিদেউৰ ঘৰ— বাচিবৰ আশা নাই। আজি চৈধ্যদিন। ব'ল আমি এতিয়াই যাব লাগে।" তাই কাপোৰ-কানি পিন্ধি, বন্ধুবোৰ ঠিক-ঠাক কৰি ওচৰৰ এখৰৰ তাত থৈ আছে। খবৰৰ কৰি কিতাপ-পত্ৰবোৰ বাকচত সুমাই থয়। জীয়েকৰ তৎপৰতা

দেখি মাকে কয়— "আমাক দেখোন খবৰকে দিয়া নাই— কেনেকৈ যাবি।"

"ই বিয়াৰ নিমন্ত্রণী নহয় আই যে নিমন্ত্রণ কৰিব। ওলা, তোৰ সেইবোৰ বিচাৰ পিচত হ'ব।"

নীলিমাই বেছি কথা নকয়, আৰু তাইৰ কথাত প্রতিবাদ কৰিলেও বা কামত বাধা দিলেও যে তাই নিৰস্ত নহয় এই কথা মাকে জানে। নীলিমাই এদিনো বায়েকৰ ঘৰলৈ যাবলৈ ওলোৱা নাই আনকি মাকে কোৱাতো নগ'ল। মাকে ভাবিছিল যে নীলিমাই কিবা কথাত তেওঁলোকক খং কৰিছে যোৱা বন্ধ কৰিলে। গতিকে বৰ বেছি হেঁচাহেঁচা নকৰিছিল। আজি নিজে ওলোৱাত মাকে আপত্তি নকৰিলে আৰু নিজেও ওলাল।

দুয়ো মাক-জীয়েক আহিল। শাহুৱেক আৰু খুলশালীজনী এই বিপদত অন্ততঃ মাধৱে জীউ পোৱা যেন পালে। শাহুৱেকে গৈ মাধৱৰ লগত কথা-বতৰা হ'ব ধৰিলে। কেনেকৈ বেমাৰ হ'ল, কেতিয়াৰপৰা হ'ল, কি চিকিৎসা কৰিছে, এতিয়া কেনে আছে ইত্যাদি কথা সুধিবলৈ ধৰিলে। মাধৱেও সমস্ত ঘটনা কৈ গ'ল; কেৱল বীণাইঁতৰ কথা একো নক'লে। শাহুৱেকে সুধিলে— "সৰু আইটি ক'ত ?"

মাধৱে মিছাকৈ ক'লে— "তেওঁবো শয্যাগত বেমাৰ মাকৰ ঘৰত।" দুয়োজন বেমাৰী বুলি শুনি শাহুৱেকে বৰ দুখ কৰিলে। তাৰ পিচত লাহে লাহে বান্ধনি ঘৰলৈ গ'ল।

নীলিমাই পোনে পোনে প্ৰতাপৰ কমত সোমাই গ'ল। কল্যাণীয়ে হঠাতে নীলিমাক দেখি চমকিত হৈ উঠিল— "নীলিমা আহিছ ? ডাঙৰ ভিনীহিয়েৰাই গৈছিল নেকি ?"

"আনিব নালাগে কিন্তু খবৰটোকে দিব নোৱাৰে নে ? উহ্ আজি ইমানদিনে খবৰটোকে নিদিয় ? তোৰ বেমাৰতহে পচিব লাগে অইনৰ হ'লে খবৰকে দিব নালাগে, নহয় ?"

"অভিমান নকৰিবি। মোৰ মূৰৰ একো ঠিক নাই। ভিনীহিয়েৰা পাগল যেন হৈছে। কোনে খবৰ দিব ?"

"চাওঁ এৰিদে। তই আইক মাত দেগৈ।" তাৰ পিচত তাই প্ৰতাপৰ মূৰ-শিতানত বহি ক'লে— "মই থাকিম যা বেমাৰীৰ কাষত।" কল্যাণী উঠিল। তেওঁৰ মুখত পানী আহিল। নীলিমাই এবাৰ বায়েকৰ মুখলৈ চাই ক'লে— "ইচ্ শুকাই গৈছ, খোৱা-লোৱা নকৰ হ'বলা ? যা, ভাত-পানী বান্ধগৈ; তোৰ কাম মই কৰিম।"

কল্যাণী ওলাই গ'ল। নীলিমাই বেমাৰীৰ গাৰ কাপোৰবোৰ ভালকৈ জাপি দিলে। বায়েকে বাহিৰ হৈ আহি এটা উশাহ ল'লে। আজি যেন অলপ সকাহ পালে। প্ৰতাপে বেৰৰ কালে মুখ কৰি শুই আছে। শৰীৰ খীণাই গৈছে। মাজে মাজে "বৌ বৌ" বুলি চিঞৰি উঠে। আবেগত কৈ যায়— "ভূপেন, তই মোৰ শেষ অনুৰোধ ৰাখ— তই

সৱলাক....।" মাজতে বন্ধ হৈ যায়। তাৰ পিচত কয়— "তোৰ কল্পনাক মই বাস্তৱত পৰিণত কৰিব নোৱাৰিলোঁ মহেশ! মই বিজয়লক্ষ্মী ফাৰ্ম...." আৰু বন্ধ হৈ যায়।

নীলিমাৰ চকুৰে দুধাৰি চকুলো আহে। তাই বিচি থাকে; মাজে মাজে বেদানাৰ গুটি দিয়ে দুটা-এটা। প্ৰতাপে আকৌ ধৰফৰ কৰে— ই বাগৰ সি বাগৰ কৰে। কাষত কোন আছে তাৰ প্ৰতি লক্ষ্য নাই কেৱল নিজৰ আবেগত কৈ যায়। এবাৰ তেওঁ হাঁহি উঠে আৰু কয়— "নীলি, তুমিও ভুল বুজিলা? হাঃ হাঃ হাঃ ভুল— ভুল— মোৰ জীৱনটোৱে এটা বিৰাট ভুল। নাপালোঁ তোমাক ক'বলৈ মোৰ মনৰ কথা। আজিও তুমি মোক খং কৰি তাতশালত, নহয় দুৱাৰমুখত বহি গালি পাৰি আছা— হাঃ হাঃ থাকা, তুমি নাহিবা। মোক অভিশাপ দিয়া তাৰপৰাই....।"

আবেগত উত্তেজিত হৈ প্ৰতাপে কৈ যায়। নীলিমাই "উহ্! ভগৱান" বুলি চকুত চাদৰৰ আঁচলটো দি ফেকুৰি উঠে। তাই লাহেকৈ তেওঁৰ মূৰটো কোলালৈ আনি দুহাতেৰে সাৱটি ধৰি হুক্ হুক্ কৰি কান্দি উঠিল। প্ৰতাপে চকু নেমেলাকৈয়ে নীলিমাক বৌৱেক বুলি ভাবি কয়— "বৌ, আজি ইমান দিনৰ মূৰত তোমাক এটা অনুৰোধ কৰোঁ।" ঢোক এটা গিলি আকৌ কয়— "নীলিমাক ক'বা বৌ, মোক যেন ক্ষমা কৰে। মই নীলিমাৰ ওচৰত গুৰুতৰ অপৰাধত অপৰাধী। এই জনমৰ বাবে যেন মোক ক্ষমা কৰে।"

নীলিমাই আৰু সহ্য কৰিব নোৱাৰিলে; জোৰেৰে তেওঁৰ ডিঙিত সাৱটি ধৰি বুকুৰ মাজলৈ মূৰটো আনি ক'লে— "তাৰ আগতে মোক ক্ষমা কৰক।" তাই হুক্হুক্কৈ কান্দি উঠে। প্ৰতাপে চকু মেলি মুখলৈ চাই দেখে যে এইজনী বৌৱেক নহয়— নীলিমা। তেওঁ একেথৰে চাই থাকিল তাইৰ মুখলৈ। তাৰ পিচত আচৰিত যেন হৈ সুধিলে— "কোন?"

"মই, আপোনাৰ নীলি— আপোনাৰ আজলী নীলি— মোক ক্ষমা কৰক। কওঁক মোক ক্ষমা কৰিছেনে?"

"তুমি— তুমি নীলিমা? তুমি আহিছা নীলি?"

প্ৰতাপে থতমতকৈ চকু মেলি নীলিমাৰ ফালে চাই থাকে।

"মই আহিছোঁ। কওক, মোক ক্ষমা কৰিবনে?"

নীলিমাই তেওঁৰ মূৰটো কোলাত লৈ ফেকুৰি ফেকুৰি চকুলোবোৰ মচি একেথৰে প্ৰতাপৰ ফালে চাই থাকে। দুয়োবো চকুই চকুই মিল হয়। দুয়োবো চকুৰে চকুলো অবিৰাম ধাৰে বৈ যায়। প্ৰতাপে নীলিমাৰ হাত খন আনি নিজৰ বুকুত ৰাখে। নিঃশব্দে বহুত সময় পাৰ হৈ যায়। আকুল হৈ প্ৰতাপে তাইক সাৱটি ধৰি কৈ উঠে— "নীলি, মোৰ, জনমৰ নীলি।"

কল্যাণীয়ে আহি এই দৃশ্য দেখা পালে। তেওঁৰ চকুৰ পানী আহিল। বিহাৰ আঁচলেৰে নিভৃতে চকুলোবোৰ মচি মনে মনে গুচি গ'ল। আজি বহুদিনৰ মূৰত যেন এটা কিবা ডাঙৰ বস্তু আৱিষ্কাৰ কৰিলে। তেওঁ ধাৰণাই কৰা নাছিল যে প্ৰতাপৰ দৰে মানুহ এজনে সামান্য দুখীয়া বিধৱাৰ ছোৱালী এজনীক ভাল পাব পাৰে। আজিহে কল্যাণীয়ে বুজিলে কাৰ বাবে প্ৰতাপ বলীয়া আৰু কাৰ প্ৰাণে কান্দে প্ৰতাপৰ বাবে। "উহ্! যদি আগেয়ে জানিলোঁহেঁতেন— !" তেওঁ নিজে নিজে অনুশোচনা কৰে। বাহিৰৰপৰাই মাত লগায়—

"নীলিমা ঔষধ খুৱাবৰ হ'লনে ?"

বায়েকৰ মাত শুনি নীলিমাই লাহেকৈ প্ৰতাপক গাকটোত শুৱাই থৈ তাৰপৰা উঠি আহিল। তৃপ্তিত চকু দুটা মুদি প্ৰতাপে সিকাতি হ'ল। নীলিমাই বায়েকক মাতে— "ঔষধ খুৱাবৰ হৈছে বাইদেউ ! ঔষধ আন।"

ঔষধ লৈ কল্যাণী বেমাৰীৰ ওচৰলৈ আহে। তাৰ পিচত কয়- "নীলিমা, তই যা, ভাত খাগে। মই ঔষধ খুৱাম।" নীলিমা ওলাই যায়। কল্যাণীয়ে এবাৰ প্ৰতাপৰ ফালে চাই এটা হুমুনিয়াহ কাঢ়ে। হেন সময়তে মাধৱ সোমাই আহে। ঔষধ-পথ্যৰ বিষয়ে নানা কথা-বতৰা হয় দুয়ো গিৰীয়েক-ঘৈনীয়েকৰ ভিতৰত।

এসপ্তাহ পাৰ হৈ গ'ল। বৰ্তমান প্ৰতাপ কিছু ভাল হৈ আহিছে। ডাক্তৰে চাউল খচা পানীৰ পথ্য দিছে। মনৰ আনন্দই শৰীৰৰ শক্তি বঢ়ায়। প্ৰতাপৰ মানসিক অৱস্থা ভালৰ ফালে আহিছে। নীলিমাই জীৱনত আৰু দুনাই দেখা নিদিব বুলি ভিতৰি ভিতৰি তেওঁৰ যি জুই জ্বলিছিল সি আজি নিৰ্বাপিত হৈ গৈছে কাৰণ নীলিমা আজি তেওঁৰ পৰিচাৰিকা— শুশ্ৰূষাকাৰিণী ! নিজে ভালপোৱাজনৰ শুশ্ৰূষা যে কিমান মধুৰ লাগে তাক জানে ভুক্তভোগীজনেহে। সি যি কি নহওক, নীলিমা আৰু কল্যাণীৰ একান্ত কামনা, 'বিজয়লক্ষ্মী' ফাৰ্মৰ মানুহবিলাকৰ আশাশুধীয়া চেষ্টা আৰু ডাক্তৰৰ একান্ত যত্নত এইবাৰৰ মৰণ- যাত্ৰাৰপৰা প্ৰতাপ ঘূৰিল।

এদিন ৰাতি নীলিমাই সকলো বায়েকৰ কথা কল্যাণীক সুধিলে। কল্যাণীয়ে সবিশেষ জনালে। কথা শুনি নীলিমাই ক'লে— "হতভাগিনী তাই— স্বামীক শুশ্ৰূষা কৰিবলৈ নাপালে। ইয়াতকৈ স্ত্ৰীৰ কি আনন্দ আৰু সৌভাগ্য আছিল ?"

"হতভাগিনী নহয় কাঠচিটীয়া নাৰী।"

এনেকৈ নানা সুখ-দুখৰ মেল কৰি দুয়ো বায়েক-ভনীয়েক ভাত খাবলৈ বহিল। পিচদিনা আবেলি এজন ডাক্তৰ লৈ বৰুৱা আৰু বীণা হাজিৰ হ'ল। আজি এসপ্তাহ একো খবৰ নাপাই চিন্তাৰপৰা আহি দুয়ো বাপেক-জীয়েকে আলোচনা কৰি এজন ডাক্তৰ লৈ যোৱাটোকে স্থিৰ কৰিলে। সেইমতে কাম হ'ল। কল্যাণীহঁতৰ নতুন মূৰত

এখন মটৰ হাজিৰ হ'ল। মটৰৰপৰা বীণা, বৰুৱা আৰু ডাক্তৰ তিনিওজনে নামি আহিল। বীণাক অত দিনৰ মূৰত দেখিবলৈ পাই ওচৰ-চুবুৰীয়া তিৰোতাবোৰে ইচ্ আচ্ কৰিব ধৰিলে। বীণাই বুজিলে কি দোষ কৰিছে তাই। তাইৰ মুখ ক'লা পৰি গ'ল। লাজ-অপমান, অভিমান-আশঙ্কাত তাইৰ অন্তৰখন কঁপি উঠিল। ওচৰৰ এখন চোতালত বহুত তিৰোতা জুম বান্ধি প্ৰতাপৰ বিষয়ে আলোচনা কৰি আছিল। বীণাক দেখি তাৰে এজনীয়ে বীণাই শুনাকৈ ক'বলৈ আৰম্ভ কৰিলে— "এহ আই, ধনী মানুহৰ জীয়েক বুলি এই বিপদ কালত যদি তিৰোতা হৈ শুশ্ৰূষা কৰিব দূৰৰ কথা, ভুমুকিয়ে নামাৰে তেন্তে তাৰ মুখত ছাই। তাই যিহে তিৰোতা— সাতোটা লেচপেচ মাৰোঁতেই যায়। হ'লেই বা দুখীয়া, নহ'লি হ'লিয়ে ধনী মানুহৰ বেটী, সেই বুলি নিজৰ মৰদক এনে নৰীয়া শেতেলীত থৈ নিজে বিয়া গাই ফুৰ। আই চিকোহো! এনে তিৰীও থাকেনে ?"

এনেতে আন এজনীয়ে কয়— "তাইৰ ইমান অহঙ্কাৰ। ভগৱানে বোপাক ভাল কৰক— বেটীৰ অৱস্থা দেখিম নহয়। এনে গুণৰ মাণিক যেন ল'ৰা প্ৰতাপ, তাই বেটীৰ ইমান বিকৰ্থনা....! তাই বাপে....।" আৰু নুশুনিলে, তাইৰ যেন কৰ্ণ বধিৰ হৈ গ'ল! কোনোমতে নিজক সংযত কৰি লৈ পোনে পোনে প্ৰতাপৰ কৰ্মলৈ খোজ ল'লে। এই তিৰোতাবিলাকৰ তীক্ষ্ণ বাক্য-বাণে তাইক জৰ্জৰিত কৰিলে।

কোনো দিনে নেদখা বীণাক আজি হঠাতে দেখি নীলিমাই থতমত্ খালে। তাৰ পিচত আকৃতি-প্ৰকৃতি দেখি বুজিলে যে এইজনীয়ে বীণাপাণি— প্ৰতাপৰ ভাৰ্য্যা, তাইৰ সক বাইদেউ। বীণাই ধৰফৰকৈ গৈ প্ৰতাপৰ ভৰি-পথানত মূৰ গুজি কান্দিব ধৰিলে। হেন সময়তে কল্যাণী সোমাই আহিল। বীণাক তেনে অৱস্থাত দেখি তেওঁৰ খং উঠিল— অমঙ্গলীয়াজনী ভৰিপিচাত কান্দে.....। বীণাৰ উচুপনি শুনি অন্তৰে অন্তৰে হাঁহি উঠিল— ইমান দৰদ— ইমান চেনেহ! নিঠুৰা ৰমণী !! নীলিমাক কিবা-কিবি বুজাই দি কল্যাণী যাব ধৰোঁতে বীণাই ধৰফৰকৈ মূৰ তুলি মাত লগালে— "বাইদেউ, ঔষধ-পাতি মোক বুজাই দিয়ক।"

"মই ক'ব নোৱাৰোঁ" বুলি কৈ কল্যাণী ওলাই গ'ল। বীণাই লাজতে মৰি যোৱা যেন হ'ল। তাৰ পিচত নীলিমাক লক্ষ্য কৰি সুধিলে— "আপুনি জানে নেকি ? যদি জানে মোক বুজাই দিয়কচোন ক'ত কি আছে।"

নীলিমাৰ পেটে পেটে হাঁহি উঠিল— "হায়ৰে ভালপোৱা! ইমানদিনে ক'ত আছিলা দৰদী বন্ধু ? তাইৰ পেটৰ কথা পেটতে ৰাখি ক'লে— ঔষধৰ কথা ডাক্তৰ তিনীছিদেৱেহে জানে। তেখেতক সোধকগৈ।"

এইবাৰ বীণা মহা সঙ্কটত পৰিল। কোন মুখেৰে তাই তাইশহুৰেকক ঔষধৰ কথা সোধে! নিৰুপায় হৈ তাই তললৈ মুখ কৰিলে! তাৰ পিচত প্ৰতাপৰ মুখৰ ওচৰলৈ

আহি সুধিলে— "গা কেনে পাইছে ?"

প্ৰতাপ বৰকৈ ক্ষীণাইছে। চকু দুটা বহি গৈছে; ডাড়ি-গোঁফবোৰ দীঘল হৈ গজি উঠিল; গাল দুখন বহি হনু দুটা টিং-টিঙিয়া হৈ উঠিল। মুঠতে প্ৰতাপ বুলি চিনিবৰ উপায় নাই; ইমান দিনৰ মূৰত বীণাক দেখি প্ৰতাপে মনে মনে প্ৰমাদ গণিলে, তেওঁ ক'লে— "বোধহয় নমৰিম।"

এনেতে মাধৱ সোমাই আহিল। তেওঁ বীণাহঁত অহা দেখিছে। প্ৰতাপৰ ওচৰলৈ আহি ক'লে— "আজি কথা-বতৰা বৰ বেছিকৈ ক'বলৈ ডাক্তৰে মানা কৰিছে- মনে মনে শুই থাকিবি।"

বীণাই বুজিলে কিহৰ ইঙ্গিত কৰিলে তেওঁ। তাই পাতাল ফাটি লুকাবৰ ইচ্ছা কৰিলে। কি সাহসেৰে সোধে মাধৱক ? তলমুখ কৰি থিয় হৈ ৰ'ল কাঠৰ পুতলাৰ দৰে একাষৰীয়া হৈ।

মাধৱৰ ধৈৰ্য্যৰ বান্ধ সুলুকি গৈছে। মৰমৰ জৰিগছ ছিঙি গৈছে। যি বীণাক ভাইবোৱাৰী পাই তেওঁ গৌৰৱ অনুভৱ কৰিছিল— যাৰ সুখস্বচ্ছন্দতাৰ বাবে তেওঁ যি কোনো কামকে কৰিবলৈ ৰাজি আছিল সেই বীণাৰ পদাৰ্পণে যেন অগ্নিজ্বলি তেওঁৰ হৃদয়ত তীক্ষ্ণ শেল মাৰিছে। তেওঁৰ ইচ্ছা হয় যেন এই মুহূৰ্তে দুয়োক ডিঙিত ধৰি বাহিৰ কৰি দিব। কিন্তু মনৰ খং মনতে দমাই ঔষধ খুৱাবৰ দিহা কৰিলে।

ইফালে বকৰা আৰু ডাক্তৰৰ চ'বা ঘৰত বহি আমান লাগিল। এটা প্ৰাণীয়েও তেওঁলোকৰ খবৰ লোৱা নাই। ডাক্তৰ অস্থিৰ হৈ উঠিল আৰু ক'লে "বকৰা, মোৰ সময় নাই, কি কৰে।"

"অলপ বহক— মই ভিতৰত খবৰ দিওঁ" বুলি বকৰা ভিতৰ সোমাল। প্ৰতাপৰ কমত সোমাই মাধৱক দেখি ক'লে— "তোমালোক কি মানুহ হে ? ডাক্তৰ আহি বহি আছে; তোমালোকৰ খবৰ নাই। বেমাৰী দেখুৱাই বিদায় দিয়াহিগৈ।"

"বৰষুণ গ'লে জাপিৰ দৰ্কাৰ নাই। বৰ্তমান বেমাৰী দেখুওৱাৰ আৱশ্যক নকৰে। আমি ডাক্তৰ মতা নাই গতিকে বিদায় দিবলৈ কোন ?" এনেকৈ কৈ মাধৱ ওলাই গ'ল। বকৰাই কোনো দিনে মাধৱৰপৰা এনে ব্যৱহাৰ পোৱা নাই, গতিকে আকস্মিক যেন বোধ হ'ল। হঠাতে এনে দুৰ্ব্যৱহাৰ পাই তেওঁ খঙত জ্বলি উঠিল "কি পাগলৰ দল ইহঁত। পাগলৰ গলত ওলোমাই দিলোঁ মোৰ মৰমৰ ছোৱালীটিক। যাও আহি, তোৰ আৰু ইয়াত স্থান নাই। ইহঁতৰ সকলো বজিয়া। আহ, ডাক্তৰে চাই আছে।"

"ডাক্তৰক নামাতা কিয় পিতা ? এবাৰ চাই যাওক।"

"আমি অনা ডাক্তৰক কিয় বেমাৰী চাবলৈ দিব ? আহ, সোনকালে, ইমান অপমান মই সহ্য কৰিব নোৱাৰোঁ— ইয়াত মই তিলাৰ্দ্ধও থাকিব নোৱাৰোঁ।"

তেওঁৰ কথা আৰু মুখৰ ভঙ্গী দেখি নীলিমা আৰু বীণা দুয়ো ভেবা লাগি চাই থাকিল। কিন্তু কল্যাণীয়ে মনে মনে ভাল পালে। গিৰীয়েকৰ লগত কথা হৈ থাকোঁতে কল্যাণী আহি শুনি আছিল। বৰুৱাই বকি থাকোঁতে মাধৱ আহি ভিতৰ সোমাল। বৰুৱাৰ বকনি চৰি আহিল। মাধৱৰ ৰাগ উঠিল— তেওঁ কৈ উঠিল— "বেমাৰীৰ ঘৰত বকাবকি কৰিব নালাগে। পিতাক-জীয়েক দুয়ো এই মুহূর্তে বাহিৰ হ'ক!"

এইবাৰ বীণাৰ খং উঠিল। আগৰেপৰা তেওঁলোকৰ আচৰণত তাই ভিতৰে ভিতৰে জ্বলি আছিল; তাতে ওচৰচুবুৰীয়া তিৰোতাবোৰৰ কথাই তাইক থকা-সৰকা কৰি থৈছে; পিতাকক তাইৰ আগতে ইমান অপমান কৰাত তাই অগ্নিশর্মাৰ জীয়েক যেন হৈ উঠিল, তাই তিমান খাতিৰ কৰা বিধৰ তিৰোতা নহয় আৰু জীৱনত কাৰোপৰা তেনে কঠোৰ ব্যৱহাৰ পোৱা নাই। তৎক্ষণাৎ তাই বাহিৰ হৈ আহিল আৰু ক'লে— "আহ পিতা, ইয়াত আমাৰ একো অধিকাৰ নাই; যোৱাই ভাল। বেমাৰ ভাল হ'ল যেতিয়া আৰু কিয় আমাক মাতিব ? তেতিয়াহে লাগিছিল।" তাইৰ আজি ভাইশহুৰেকৰ আগতো মুখ ফুটিল। কাণ্ড দেখি নীলিমা বিচুর্তি খালে।

বৰুৱাই ভালৰি বোলাবৰ বাবে প্রতাপৰ ওচৰলৈ আহি কৰুণ কণ্ঠেৰে মাত লগালে— "আমি আহিলোঁ বোপা। ভগৱন্তে তোমাৰ মঙ্গল কৰক। যদি কাহানিবা ভগৱন্তে দিন দিয়ে— তুমি মানুহ হৈ নিজাকে গৃহস্থী কৰিব পাৰা তেন্তে পুনৰ দেখা হ'ব। এতিয়া আৰু নহয়। ব'ল আই।"

বৰুৱা বেগাই ওলাই আহে। বীণাই কয়— জোঁৱায়েৰাক মটৰত লৈ আমাৰ তালৈ ল'ব নোৱাৰিনে পিতা ?" কথা শুনি কল্যাণীয়ে কৈ উঠিল— "হয়, পাৰিলে এবাৰ মটৰত হাৱা খুৱাই আনা বেয়া নহয়।" জায়েকৰ এনে শ্লেষ শুনি বীণাই খঙতে মুখখন এপাচিমান বহল কৰি কৈ উঠিল— "খাবলৈ নোপোৱা জাতৰ মুখত ইমান কথা....।" আৰু কিবা ক'ব খুজিছিল এনেতে দূৰৈত মাধৱক দেখি কথা বন্ধ কৰি দ্রুতপদে গৈ মটৰত উঠিল। কল্যাণীয়ে তাই শুনাকৈ ক'লে— "খাবলৈ নাপাওঁ বুলিয়েতো ইমানখিনি হ'বলৈ পালে।"

এনেতে মাধৱে আহি কল্যাণীক ক'লে— "মনে মনে থাকা।" কল্যাণী থামিল। বৰুৱাই গৈ মটৰৰ ওচৰত থিয় হ'ল আৰু ডাক্তৰক সম্বোধন কৰি ক'লে— "আহক ডাক্তৰ বাবু, এই অসভ্যহঁতৰ ইয়াত চিকিৎসা কৰা নহ'ব।" ডাক্তৰে কাণ্ড দেখি অবাক হ'ল আৰু নিঃশব্দে আহি মটৰত বহিল। বৰুৱাই মটৰ ষ্টার্ট দিলে— মটৰ পৱন সঞ্চাৰে চলি গ'ল। মাধৱে ৰাগ কৰি মটৰ যোৱা ফালে চাই ৰ'ল। ঘটনা দেখি নীলিমা অবাক হৈ পৰিল— উহ্ ৰাম ! কি হ'ব ধৰোঁতে কি হৈ গ'ল। বৰুৱাই বাটত ডাক্তৰক ক'লে— "দেখিলেনে কাণ্ড ? এইয়ে আমাৰ আজিকালিৰ শিক্ষিত লোক। আজিৰপৰা কোনে

দিনে এইমুখে অহা নহয় আৰু হোৱালীকো আহিব নিদিওঁ। ঘৰত ভাং ভাজিবৰ খোলা নাই, সিহঁতে কৰে ফুটনি— ইমান গৰম কথা এই ভিকহঁতৰ! কি জানোৱাৰৰ দল হহঁত।"

"এওঁলোক শিক্ষিত— কিন্তু অভদ্ৰ। শিক্ষিতহে হৈছে ভদ্ৰ হ'বলৈ শিকা নাই"— ডাক্তৰে কয়। বৰুৱাই জোৰেৰে মটৰ চলাই দিয়ে।

এনেকৈয়ে আগগুৰি নজনাকৈ বেছি ভাগ মানুহেই মানুহক বিচাৰ কৰে। ডাক্তৰে নাজানে কি ব্যৱহাৰ কৰিছিল বৰুৱা আৰু বীণাই মাধৱক আৰু নাজানে কে ন ভাৱে অনধিকাৰ চৰ্চ্চা কৰিছিল প্ৰতাপৰ বেলিকা। তেওঁ অতীত নাজানে— জানে কেৱল বৰ্তমান, যিটো চকুৰ আগত দেখিছে। এনেকৈয়ে অনেকে অতীতৰ কথা নাজানি কেৱল বৰ্তমানক দেখি অইনৰ ওপৰত মন্তব্য প্ৰকাশ কৰে। অৱৰাবে ভালো হয় বেয়া আৰু বেয়াও হয় ভাল।

# ত্ৰিশ

প্ৰতাপ ভাল হোৱাৰ পিচত নীলিমা আৰু মাক ঘৰলৈ গ'ল। প্ৰতাপেও 'বিজয়লক্ষ্মী' ফাৰ্মলৈ গ'ল। এয়ে হৈছে তেওঁৰ জীৱনৰ অনিবাৰ্য্য অৱলম্বন— যৌৱনৰ কৰ্মপন্থাৰ নতুন উৎস। জীৱনৰ সমস্ত কেলেঙ্কাৰী-- সমস্ত জঞ্জালৰ অৱসান মাথোঁ কৰ্তব্যপালনতহে হয়। এয়ে তেওঁৰ কৰ্তব্য। নতুন আদৰ্শত তেওঁ দীক্ষিত। 'বিজয়লক্ষ্মী' ফাৰ্মৰ অফিচত বহি ৰাতি হ'লে ডাঙৰ ডাঙৰ মণিষীসকলৰ জীৱনী অধ্যয়ন কৰে। তেওঁ দেশ-সেৱা কৰিবলৈ বিচাৰে। তেওঁ পঢ়ে ডি ভ্যালেৰাৰ বাণী— "যেয়ে দেশক ভাল পাব নোৱাৰে তেওঁ জগতৰ কাকো ভাল পাব নোৱাৰে।" তাৰপিচত পঢ়ে দেশবন্ধু চিত্তৰঞ্জনৰ এফাঁকি— "যিবিলাকে কৃষি-কাৰ্য্য কৰে তেওঁলোকেই এই দেশৰ প্ৰকৃত সন্তান. জাতি বুলিলে তেওঁলোককে বুজায়।" পঢ়ি উঠি তেওঁ ভাবে— ঠিক কথা— এই অশিক্ষিত খেতিয়কসকলেই হ'ল ভাৰতৰ মেৰুদণ্ড। এই মেৰুদণ্ড ঠিক নহ'লে দেশ সুস্থ নহ'ব। এই ভাৰতৰ কোটি কোটি মূঢ় খেতিয়কক ভাষা দিব লাগিব। বিশ্বকবি ৰবি ঠাকুৰৰ সেই ফাঁকি যেন মনৰ মাজেৰে দ্ৰুতগতিৰে প্ৰৱাহিত হ'ল—

*"এই সব ম্লান মূঢ়, মূক মুখে দিতে হবে ভাষা*
*এই সব শীৰ্ণ, শুষ্ক ভগ্নে বুকে*
*ধ্বনিয়া তুলিতে হবে আশা।"*

তেওঁ ভাবত আপ্লুত হয়। মনতে প্ৰতিজ্ঞা কৰে তাৰবাবে তেওঁ লেখনি হাতত ল'ব জীৱন ধাৰণৰ অৱলম্বন হ'ব খেতি— সমবায় পদ্ধতিত খেতি। বৰ্তমান ভাৰতৰ শিক্ষিত ডেকাৰ এয়ে উপায় বুলি তেওঁ বিবেচনা কৰে। তেওঁ কল্পনা কৰে— ভাবে— কৰ্মত প্ৰবৃত্ত হ'বলৈ মনটো সজাগ কৰি তোলে।

এনেকৈ দিনত কাম কৰে আৰু ৰাতি পঢ়ে— এয়ে তেওঁৰ জীৱন।

কিছুদিন পিচত প্ৰতাপ গুৱাহাটীলৈ গ'ল। সৰলাহঁতৰ ঘৰ পাই তেওঁ সাজ পাৰ বদলাই থৈ বিশ্ৰাম ল'লে। মহেশৰ মাকে বহুদিনৰ মূৰত দেখি ক'লে—

"মই ভাবিছিলোঁ বোলো বোপা ক'ৰবালৈ পলাল; যিহে পাগল ল'ৰা, ক'ত থাকে. ক'ত ঘূৰে তাৰ কি ঠিক ? পিছে আজি কোনোমতে ওলাইছে।"

প্ৰতাপে হাঁহি মাৰি ক'লে— "পলাবৰ ঠাই পৃথিৱীতে নাই মাহীদেউ।"

মাহীয়েকে প্ৰতাপৰ মুখৰ ফালে চাই সুধিলে—

"ইমান ক্ষীণাইছা কিয় ? কিবা অসুখ হৈছিল নেকি ?"

"অলপ পানীলগা জ্বৰ হৈছিল।"

"ইমান ক্ষীণাইছা ! এখন চিঠিওতো দিয়া নাই চাৰি মাহ ধৰি। তোমালোক দুই বন্ধু ?ক মগজুৰ মই মাক হৈয়ো তত্ ধৰিব নোৱাৰিলোঁ। পৰৰ বিপদ হ'লে জাহ দি ?ৰবা আৰু নিজৰ হ'লে খবৰকে নিদিবা, কি ল'ৰা পালোঁ এই দুটি !"

"পিচে সেইবোৰ পিচত হ'ব মাহীদেউ, বৰ্তমানে এটা কথা সোধোঁ।"

"কি কথা বোপা ?"

"সৰলাৰ বিয়াখন হৈ যোৱা ভাল বুলি বিবেচনা কৰোঁ। যদি মত কৰে ।"

"সেইটো তোমাৰ ইচ্ছা বোপা ! তোমাকেই গতাই দিছে মহেশে আৰু মযো তোমাকে গতাই দিছো। তাৰউপৰি তোমাৰ বিৰুদ্ধে সৰলায়ো একো নকৰিব গাঁওকে ?য ভাল দেখা তাকে কৰা। কেইবা গৰাকী মানুহে ধৰিছিল, কিন্তু মই কৈছোঁ বোলো প্ৰতাপ বোপাইহে জানে।"

"পিচে মই এটা ল'ৰাৰ কথা ভাবিছোঁ যদি আপোনালোকৰ মত হয় আৰু ল'ৰাজনেও যদি মত কৰে তেন্তে বেয়া নহ'ব।"

"কোন ল'ৰানো ?"

"ভূপেন ডাক্তৰ। কেনে হ'ব মাহীদেউ ?"

"তেনে ভাগ্য মোৰ ছোৱালীৰ নাই বোপা !"

"আচ্ছা— চেষ্টা কৰা হ'ব। মই আজি এবাৰ তাৰ তাঁলে যাম। মহেশলৈ বাট চালে বহুত পলম হ'ব।"

"সকলো তুমিয়ে বোপা ! মই এতিয়া যাওঁ, সৰলা এতিয়াই আহিপাব কলেজৰপৰা।"

অন্তৰে অন্তৰে ভগৱানক খাটি মাক গ'ল বাহিৰ ওলাই। প্ৰতাপেও ভাবিব ধৰিলে। তেওঁৰ ইচ্ছা বিমান সোনকালে পাৰে ভূপেন আৰু সৰলাৰ মিলন কৰি দিব নহ'লে যদি তেওঁৰ দৰে অৱস্থা হয়, তেতিয়া ?

ভাটিবেলা প্ৰতাপ ভূপেনৰ ডাক্তৰখানাত উঠিল। আজি ইমান দিনৰ পিচত প্ৰতাপক দেখি ভূপেনৰ মনত পৰিল সেই দিনৰ কথা— বিদিনা এটা ভিক্ষা লাগে বুলি দুই হাজাৰ টকা খুজিছিল। তেওঁ হাঁহি মাৰি ক'লে—

"ভাই বেছি দিন পলমে আহিলে মোৰ ভয় হয় জানোচা আকৌ ভিক্ষা- !"

"তেন্তে সেয়ে।" হাঁহি মাৰি কয় প্ৰতাপে। "আজিও মোক এটা ভিক্ষা লাগে। তই হৈছ দাতাকৰ্ণ, কেন বিমুখ নহওঁ। বিমুখ হ'লে মহাভাৰত অশুদ্ধ হ'ব।"

"তোক মই নাটকীয় ভাষাৰে কওঁ—

*ভিক্ষা তব নহ'ব নিষ্ফল, সাধ্যাতীত নোহে যদি !"*

"তেনেহ'লে ময়ো নাটকীয় ভাষাৰেই উত্তৰ দিওঁ—

*ভিক্ষা মম, দিয়া তব প্ৰাণ !"*

"আহ, বহ। নাটকীয় ভাষা মোৰ মুখত নাহে— ঔষধৰ নামহে আহে। গতিকে সেইবোৰ এৰি তোৰ খবৰ আমাৰ ভাষাতে ক'।"

"আমাৰ ভাষাত ক'ব লাগিলে— খবৰ বহুত ! পিচে সঁচাকৈ তোৰ ওচৰত মোৰ এটা গুৰুতৰ ভিক্ষা আছে। হাঁহি উৰাই নিদিবি কিন্তু।"

"পাতনি নালাগে, ক' সোনকালে।"

"তোৰ বিয়াখন পাতিব লাগে, এয়ে মোৰ তোৰ ওচৰত ভিক্ষা।"

"তই চাৰিঠেঙীয়া হৈছ দেখি মোকো সঙ্গী কৰিবৰ মতলব নেকি ? কথাটো বেয়া নহয়— ধানৰ গোট এৰি গছ জোপাকে খাব পাবিম। পিছে ছোৱালী ?"

"ছোৱালী মই ঠিক কৰিছোঁ; তই 'হা' বুলিলেই খতম।"

"ক'চোন বাৰু, ময়ো বিবেচনা কৰোঁ।"

"বিবেচনা তই কাহানিবাই কৰিছ, কেৱল সোনকালে লেঠা মৰাই শ্ৰেয়ঃ— নহ'লে পিচত বহুত বিপদ। তাৰবাবে বাট চাব নালাগে।"

ভূপেনে বুজিলে প্ৰতাপে কাক ইঙ্গিত কৰিলে। মনে মনে পৰম আনন্দ লাভ কৰিলে। ইযে তেওঁৰ ঈপ্সিত ধন। যদি হয় তেন্তে তেওঁ নিজকে ভাগ্যৱান বিবেচনা কৰিব। তেওঁ ক'লে— "কোনে বাৰু কাম চলাব ? মই নিজে দৰা হৈ বিয়া পাতিব নোৱাৰোঁ-কোনোবাই দৰা সজালে টুপুতকৈ বিয়াটো কৰাই আনিব পাৰোঁ কেৱল। কিন্তু মোৰতো অভিভাৱক নাই।"

"মোৰ হ'লে ভাল অভিভাৱকৰ অভিনয় কৰা অভ্যাস আছে। যদি আপত্তি নকৰ তেন্তে... ।"

"সমস্ত ভাৰ তোৰ ওপৰত। মোৰ কথা জনাই নহয়— কোনো নাই !"

"বাৰু কোনো নাই মানে সকলো আছে। অম্বিকাগিৰি ৰায় চৌধুৰীৰ ভাষাত—'নাইৰ মাজত তোলে আছেৰ পাতনি' বাৰু কোৱা হয়। — চিন্তা নাই— মই আছোঁ....।"

"বি ভাল দেখ কৰ।"

*এনেকৈয়ে দুয়োৰে মাজত আলাপ-আলোচনা আৰু সম্মতি চুক্তি হৈ গ'ল।*

প্ৰতাপেই হ'ল ৰৰবো বাপেক আৰু কইনাৰো মাক। মহাসমাৰোহেৰে ভূপেন আৰু সৰলাৰ বিয়া হৈ গ'ল। মহেশৰ অনুপস্থিতিয়ে মাজে মাজে দুখ দিলেও দৰাৰ ফালে চাই মাক আৰু সৰলাই আনন্দেৰে বিয়াৰ কাম শেষ কৰিলে। প্ৰতাপৰ মুৰৰ বোজা এটা

আঁতৰিল। তেওঁৰ মনটো পাতল যেন লাগিল। এটা বিপদজনক দায়িত্ব আঁতৰ হ'ল। ইপিনে দুয়ো পক্ষৰেপৰা নথৈ ধন্যবাদ আৰু কৃতজ্ঞতা পালে। আনন্দৰ বিয়াৰ ঘটক হোৱাটোও আনন্দৰ কথা।

কিছুদিন পিছত তেওঁ ঘৰলৈ আহিবলৈ ওলাল। অইনবাৰ আহোঁতে সৰলাইতে নাইবা ভূপেনে একো অভাৱ অনুভৱ কৰা নাছিল, এইবাৰ তেওঁলোকে যেন কিবা হেৰুৱাবৰহে উপক্ৰম হৈছে এনে ভাব দেখুৱালে। সঁচাকৈ তেওঁৰ দযিত্ব শেষ হ'ল যেতিয়া নাহিবওতো পাৰে। ছোৱালী উলিয়াই দিয়াৰ দৰে সৰলাৰ মাকে কান্দি পেলালে— "বোপা, আজিৰপৰাহে মই তোমাৰ অভাৱ অনুভৱ কৰিম। আজিহে মই মহেশ জে'লত পৰা বুলি অনুভৱ কৰিম।"

"একো চিন্তা নকৰিব মাহীদেউ, মই আহিয়েই থাকিম। চিঠি পত্ৰ দি থাকিব।"

এইবুলি মাহীযেকক এটা সেৱা কৰিলে। মাহীয়েকে দুহাতেৰে তুলি ধৰি ক'লে "চিৰজীৱী হোৱা বাছা। তোমাৰ এই দুখুনী মাহীয়েৰাক নাপাহৰিবা বোপা।" মাহীয়েকৰ চকুত চকুলো।

মাহীযেকৰপৰা বিদায় লৈ আহি প্ৰতাপ ভৰলুমুখলৈ আহিল আৰু ভূপেনৰ ডাক্তৰখানাত সোমাল। তেওঁ যাবলৈ ওলোৱা খবৰ শুনি সৰলাই নধৰ নপৰকৈ ভাতত জাল মাৰিলে। দুপৰীয়া খাই বৈ উঠি যেতিয়া যাবলৈ ওলাল তেওঁৰ সৰলা আৰু ভূপেন কান্দোনমুৱা হ'ল। ভূপেনে প্ৰতাপৰ হাতত ধৰি ক'লে "তোক কি ক'ম ভাই। চিৰদিন তই মোৰ মঙ্গলকামী। তাহানি সৰু কালৰেপৰা তোৰ লগত খেলা কৰি ডাঙৰ হ'লোঁ। তই মোক কিমান বিপদত সহায় কৰিছ তাক মই জানো আৰু ভগৱানে জানে। সৰুতে আই পিতা মৰি গ'ল, খুৰাহঁতৰ লগত থাকিলোঁ। তেওঁলোকে সকলো সম্পত্তি আত্মসাৎ কৰিলে— খৰচৰ অভাৱত ক্লাছ 'নাইন'ৰপৰাই পঢ়া এৰিলোঁ। তই তোৰ গাইজনী বেচি মোক 'টেন'ত নাম লগাই দিলি। মেট্ৰিক পাছ কৰি কলেজত পঢ়িলোঁ, তই গুৱাহাটীতে 'টিউচন' ঠিক কৰি দিলি তাৰ পাচত ডাক্তৰী পঢ়িলোঁ, তই মাটি দুই বিঘা বেচি শেষ পৰীক্ষাৰ খৰচ দি এম বি পাছ কৰাই লৈ আনিলি। নিজে মহাকষ্টে কলেজত পঢ়ি মোক পথ দিলি। তোক মই জীৱনত কেনেকৈ পাহৰিম তই। ক'ব নোৱাৰোঁ কোন জন্মত তই মোৰ ডাঙৰ ভাই আছিলি। তোৰ ধাৰ মই এই জীৱনত সুজিব নোৱাৰিম।"

ভূপেনৰ চকুৰে দুধাৰি চকুলো বৈ আছে। ওচৰতে থকা সৰলাই চকুলো মচে—"উহ্ দাদা মোৰ....।"

ভূপেনে এবাৰ প্ৰতাপৰ চকুৰ ফালে চাই হাতখন জোকাৰি দি কয় - "এটি অনুৰোধ কৰোঁ ভাই, যদি টকা-পইচাৰ কিবা অভাৱ অনুভৱ কৰ তেন্তে এবাৰ এই তোৰ ভূপেনোক

জানিবলৈ দিয়া যেন, এয়ে তোৰ ওচৰত মোৰ শেষ মিনতি।”

প্ৰতাপে সজল নয়নে ভূপেনৰ ফালে চাই কয়– “সেইবোৰ কৈ মোক লাজ নিদিবি ভাই, ই মোৰ ইচ্ছা নহয় ভগৱানৰ ইচ্ছা আৰু তোৰ পৌৰুষ।” সৰলাই চকুলো মচি এটা সেৱা কৰি ক'লে– “দাদা, মই আপোনাৰ মৰমৰ ভনীটি আছিলোঁ; মোক যেন পাহৰি নাযায়। এয়ে মোৰ মিনতি!”

সৰলাক দুহাতেৰে তুলি ধৰি লাহে লাহে প্ৰতাপে ক'লে– “সৰযু, তোমালোকে পাহৰিলেও মই পাহৰিব নোৱাৰিম। মই আজি নিজে নিজে আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছোঁ; কিয়নো তোমালোকক সুখী হোৱা দেখিছোঁ। ভগৱানে তোমালোকৰ মঙ্গল কৰক।”

প্ৰতাপে বিদায় ল'লে। সৰলাৰ অন্তৰখনে যেন হাহাকাৰ কৰি উঠিল। কোমল নাৰীৰ হৃদয়– ক্ষন্তেকতে চকু পানীয়ে সাক্ষী দিয়ে। সৰলাই উচুপি উচুপি প্ৰতাপৰ পিচে পিচে আহিল। ভূপেনৰ মনটো যেন শূন্য হৈ গ'ল। কান্দোনমুৱা হৈ গেৰেজলৈ গৈ মটৰখন উলিয়ালে। লাহে লাহে প্ৰতাপ, ভূপেন আৰু সৰলা মটৰত উঠিল গৈ। অন্তৰভৰা শোকৰ বিননি লৈ তিনিও মটৰত গৈ বহিল। ধীৰে ধীৰে ভূপেনে মটৰ চলাই দিলে। মুহূৰ্তৰ ভিতৰতে মটৰ আহি পাণ্ডু পালে।

নৱদম্পত্তীয়ে প্ৰতাপক জাহাজত তুলি দি গ'ল। গধূলিৰ অস্তগামী সূৰ্য্যৰ হেঙুলী কিৰণে মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুত অপূৰ্ব সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে। পশ্চিমত অস্তগামী সূৰুজ– পূবত উমানন্দ আৰু নীলাচল পাহাৰৰ গাত সান্ধ্য ৰবিৰ কিৰণ– মাজত বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত জাহাজখন। কি সুন্দৰ ৰশ্মি-ৰেখাবোৰ জাহাজৰ গাত পৰিছে। আহা, কি মনোৰম দৃশ্য! যেন চকুৰ আগত ভাহি উঠিল এখন কবিতা-ৰাজ্যৰ কল্পনাময় ছবি! কবি মন– কল্পনাই আত্মহাৰা কৰি তুলিলে তেওঁক। ক্ষন্তেকৰ কাৰণে পাহৰি গ'ল দুনিয়াৰ জঞ্জাল– সমস্ত দুঃচিন্তা। সুনীল আকাশৰ বুকুৰে বগা বগলী জাক উৰি গৈছে দূৰ-দূৰণিৰ অজান দেশলৈ। সেই দৃশ্য দেখি প্ৰতাপৰ চকুৰ আগত ভাহি উঠিল নলিনী দেৱীৰ কবিতা ফাঁকি–

*দূৰণিৰ পখিজাক মিলি যায় দিগন্তত।*
*মাতি যায় আকুল সুৰত*
*প্ৰতিধ্বনি বাজে সুদূৰত।*

লাহে লাহে সূৰ্য্য অস্ত যায়। জাহাজ আহি পাৰত লাগে– যাত্ৰীবোৰে আমিনগাঁওলৈ খোজ লয়।

# একত্ৰিশ

মহেশে জে'লৰ ভিতৰত থাকিও আদৰ্শ পাহৰি যোৱা নাই। বাস্তৱৰ কঠোৰ সংঘাতত তেওঁৰ কল্পনা অধিক সজাগহে হৈছে। শক্তিশালী নদীৰ মুখত বান্ধ দিলে নদী বন্ধ নহয় বৰং দুকূল উপচাই বানপানীহে সৃষ্টি কৰে। সেয়ে হ'ল। তেওঁ জে'লৰ ভিতৰত বহুত কিতাপ অধ্যয়ন কৰে আৰু তাৰে কিছুমান কথা তেওঁৰ 'নোট বুক'ত টুকি ৰাখে। তেওঁ জৱহৰলালৰ এটা ইংৰাজী বক্তৃতাৰ অসমীয়ালৈ অনুবাদ নোট কৰি ৰাখিলে

"আমাৰ কৃষক আৰু শ্ৰমিক সমস্যাতো সবাতকৈ জটিল আৰু ভীষণ সমস্যা। কৃষক আৰু শ্ৰমিকেই ভাৰতৰ প্ৰধান অৱলম্বন। তেওঁলোকৰ উন্নতি আৰু অভাৱ পূৰণতহে আমাৰ সাফল্য নিৰ্ভৰ কৰে।

শিল্প-বাণিজ্যই কাৰ বাবে ধনোৎপাদন কৰিব আৰু পৃথিৱীয়ে কা'ৰ বাবে শস্য দিব, তাক আমি স্থিৰ কৰিব লাগিব। আজি পৃথিৱীৰপৰা যিমান প্ৰচুৰ শস্য উৎপাদন হয়, সি কৃষকৰ ভোগৰ বাবে নহয়। শিল্প আৰু কলকাৰখানাৰদ্বাৰা যি ধনোৎপাদন হয়, সি শ্ৰমিকৰ ভোগৰ বাবে নহয়– শিল্পৰ প্ৰধান উদ্দেশ্যই লাভৰ্থাত সৃষ্টি কৰা। শস্য যিমানেই বেছি নহওক, ভগা ঘৰৰ অন্ধকাৰ কোঠাত আৰু কৃষক শ্ৰমিকৰ নগ্ন মূৰ্ত্তিয়ে বৃটিছ সাম্ৰাজ্যবাদ আৰু আমাৰ সমাজ-ব্যৱস্থাৰ প্ৰকৃত মহিমা কীৰ্ত্তন কৰিছে।

গতিকে মানুহলৈ দৃষ্টি ৰাখিহে আমাৰ আৰ্থিক ব্যৱস্থা নিৰ্ণয় কৰা উচিত। আমি ধনৰ বাবে মানুহক বলি দিয়া উচিত নহয়। যদি শ্ৰমিকক উপবাসে নাৰাখিলে কোনো শিল্প নচলে, তেনেহ'লে সেই শিল্পক বন্ধ কৰি দিয়াহে যুক্তিসঙ্গত। কৃষকে-যদি পেট ভৰাই খাবলৈ নাপায় তেন্তে মাজতে থাকি যিসকলে তেওঁলোকক তেওঁলোকৰ খাদ্যৰপৰা বঞ্চিত কৰে, সেইসকলক আঁতৰ কৰিব লাগে।"

পণ্ডিতজীৰ কথাখিনিয়ে তেওঁক অভিভূত কৰি তুলিলে। তেওঁ কেইবাবাৰো কথাতো পঢ়ি ভাবিব ধৰিলে। তাৰ পিচত আকৌ মহাত্মা গান্ধীৰ এফাঁকি টুকি ৰাখিলে--

"ভাৰত স্বাধীন হ'লে বহুকাললৈ এনে কিছুমান আইনৰ প্ৰবৰ্ত্তন কৰিব লাগিব যাৰদ্বাৰাই ধনী জমিদাৰ আৰু তথাকথিত উচ্চ শ্ৰেণী আৰু অৱশেষত গৱৰ্ণমেণ্টে জনগণক যি মহাপঙ্কত পেলাইছে তাৰপৰা যাতে তেওঁলোকক উদ্ধাৰ কৰা যায়। তেওঁলোকক উদ্ধাৰ কৰিবলৈ যি ধনৰ আৱশ্যক হ'ব সেই ধন কাৰ উপাৰ্জনৰপৰা আহিব ?

ভগৱানে আকাশৰপৰাই সেই টকা পঠাই নিদিয়ে ! সেই টকা ধনীসকলৰপৰা আনিব লাগিব আৰু এই ধনীৰ ভিতৰৰ ইউৰোপীয় ধনীসকল বাদ নাযাব। এই যুদ্ধ— যিসকলৰ আছে আৰু যিসকলৰ নাই, তেওঁলোকৰ যুদ্ধ।

যদি আপোনালোকে ইচ্ছা কৰে যে আজি যাৰ স্বাৰ্থ যেনে ভাৱে আছে সেইবিলাক তেনে ভাৱেই থাকক, তেনেহ'লে মই ক'বলৈ বাধ্য হ'ম যে, তেনে ঠাইত ৰাষ্ট্ৰ মূক, দৰিদ্ৰ জনসাধাৰণৰ নিমিত্তে কেতিয়াও কল্যাণকৰ নহ'ব।"

এইবোৰ টুকি লৈ তেওঁ ভাবে— কি পদ্ধতিৰে কাম কৰিলে আজিৰ সমস্যাৰ সমাধান হ'ব। একোবাৰ ভাবে, যদি পাৰে তেন্তে প্ৰতাপক লগত লৈ তেওঁ চাই অহা বিজাৰ্ভত সমবায় পদ্ধতিৰে খেতি আৰম্ভ কৰিব। তেওঁ নাজানে যে প্ৰতাপে ইতিমধ্যে আঢৈ বছৰৰ ভিতৰতে তেওঁৰ কল্পনাক বাস্তৱত পৰিণত কৰি তুলিছে। তেওঁ ভাৱে, যদি শিক্ষিত ডেকা কিছুমানে অশিক্ষিত কৃষকক লৈ অসমৰ পতিত মাটিত খেতি আৰম্ভ কৰে তেন্তে তেওঁলোকৰ চাকৰিৰ দুৰ্গতিও নাইকিয়া হ'ব আৰু অশিক্ষিত নিছলা খেতিয়কেও এমুঠি মিলাব পাৰিব। এইবোৰৰ মাজতে একোবাৰ গোপীকান্ত বৰুৱাৰ কথা মনত পৰে। তেওঁ হাঁহে— নিজে নিজে হাঁহি অন্ধকাৰ খোটালিটোত টহল দি কৈ যায়—

"বৰুৱা, আপুনি যিমান চেষ্টা নকৰক তথাপি আপুনি এদিন হাৰ মানিব লাগিব— জনসাধাৰণক, গৰীব কৃষকক নিশ্চয় এদিন পেটভৰাই এমুঠি খোৱাৰ অধিকাৰ দিবই লাগিব। আপুনি যিমানেই চেষ্টা নকৰক সামন্ত যুগৰ সামন্ত-প্ৰথা ৰাখিবলৈ আপুনি নোৱাৰে। আজি যুগৰ যি আহ্বান আহিছে তাক ভেটা দিবলৈ আপুনি কিয় শত বৰুৱা আহিলেও নোৱাৰে। জনগণৰ মুক্তি আজিৰ দুনিয়াৰ মূল মন্ত্ৰ— আজিৰ মানুহৰ সাধনা। এই মন্ত্ৰৰ ধ্বনিত— এই সাধনাৰ আগত আপোনালোকৰ কূট-কৌশল ফুৎকাৰে উৰি যাব।" তাৰ পিচত অলপ থমকি আকৌ কয়— "মোৰ জে'ল ! হাঃ হাঃ সৰ্বহাৰাৰ বন্ধনেই বা কি, মুক্তিয়েই বা কি ? পৃথিৱীৰ বিৰুদ্ধে যিয়ে বিদ্ৰোহ কৰে তাৰ জানো আশ্ৰয়ৰ ঠাই থাকে ! কিন্তু মহেশে পৃথিৱীৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব আৰু পৃথিৱীতে বাসো কৰিব।

এনেকৈ জে'লৰ অন্ধকাৰ কোঠালিৰ ভিতৰত তেওঁ উন্মাদৰ দৰে বকে— উত্তেজনাত মনৰ আবেগ-আকাংক্ষা প্ৰকাশ কৰে শূন্য ঘৰটিৰ দূষিত বায়ুখিনিৰ আগত। তেওঁ পঢ়ে— লিখে— ভাবে। তেওঁ অনৰ্গল বকি যায়— তাৰ প্ৰতিধ্বনি বাজি উঠে। উত্তেজনা আৰু আবেগত কৈ যায়— "আজিৰ মানুহে কি বিচাৰে জানে বৰুৱা ? আজিৰ মানুহে বিচাৰে, যিয়ে তেওঁলোকক বাচি থকা অধিকাৰৰপৰা বঞ্চিত কৰিছে সিহঁতৰ বিৰুদ্ধে সঙ্ঘবদ্ধ ভাৱে অভিযান চলাবলৈ আৰু সেই অভিযানৰ পিচত চুচৰি-বাগৰি যোৱা মই এজন সামান্য সৈনিক বৰুৱা। মোৰ দৰে হাজাৰ হাজাৰ ডেকা ল'ৰাই এই অভিযানত

আগুৱাই যাব। যি বীজ মই বপন কৰিছোঁ সেই বীজে এদিন ফুলে-ফলে জাতিটোৰ হৈ উঠিব!"

এনেতে বাৰাণ্ডাৰে এখন মটৰত কিছুমান মানুহে গাই যোৱা গান এটাৰ এফাঁকি কাণত পৰিল—

*আমি বহুৰাম জনতাৰ দৰবাৰ,*

*আমি বহুৰাম জনতাৰ চৰকাৰ।*

আৰু নুশুনিলে— মটৰ পাৰ হৈ গ'ল। গানৰ ধ্বনিত তেওঁ মতলীয়া হৈ উঠিল। ওৰে দিনে কৰি থকা প্ৰাণপাত পৰিশ্ৰমৰ ই যেন জুৰণি— তেওঁ অনুভৱ কৰিলে।

# বত্ৰিশ

'বিজয়লক্ষ্মী' ফাৰ্মৰ নাম চাৰিওফালে বিয়পি পৰিছে। বহুত মানুহ আহি ফাৰ্মত ভৰ্তি হৈছেহি। বৰ্তমান ফাৰ্মৰ সম্পত্তি আৰু মানুহ দেখিলে আজি আঢ়ৈ বছৰৰ আগৰ ফাৰ্ম বুলি ক'ব নোৱাৰি। কৃষকবোৰৰ অৱস্থা স্বচ্ছল হোৱাৰ লগে লগে মনৰ গতিও প্ৰৱল আৰু উচ্চাকাঙ্খী হৈছে। বৰ্তমান প্ৰতাপ অফিচৰ ভিতৰতে নানা আঁচনি আদি তৈয়াৰ কৰাত ব্যস্ত। পথাৰলৈ কিয়, বাহিৰ ওলাবলৈকেই সময় নাই। কৰ্ম-সাগৰত ভাৰীকেয়ে বুৰ দিছে তেওঁ।

ইফালে গোপীকান্ত বৰুৱাই ডিব্ৰুগড়ত নতুন বিল্ডিং তৈয়াৰী হোৱাত বীণাক লৈ তালৈ গৈছে। তেওঁ থকা টাউনখন যদিও গোটেই সক নাছিল তথাপি তেওঁৰ মনৰ জোখাৰে মিলিবলৈ মানুহ নাই। তাৰ উপৰি দূৰৈত আঁতৰি থাকিলে বছৰৰ ভিতৰত ৰায়তবোৰে আহি জুলুম কৰিবলৈ সুবিধা নাপায়। বছৰৰ মূৰত নিজৰ প্ৰাপ্যখিনি আদায় কৰাতো কিছু সুবিধা হয়। সাত-পাঁচ গুণি তেওঁ ডিব্ৰুগড়লৈ গৈছে। বীণাদেৱীয়ে নতুন চহৰত নতুন ধৰণৰ চিনেমা, থিয়েটাৰ আৰু ষ্টাইলৰ নৱভক্তা হৈ বিলাসিতাৰ বুকুত গা ঢালি দিছে।

আনফালে প্ৰতাপৰ গাঁৱত কলেৰাই দেখা দিছে। গাঁৱলীয়া ঠাই— চৰকাৰী সাহায্য পোৱাত পলম হয়। ইতিমধ্যে বহুত মৰি নাইকিয়া হ'ল। তাৰ উপৰি দুখীয়া তৰপৰ বাবে গাঁৱলীয়া ডাক্তৰ, কবিৰাজসকল দুৰ্মূল্য। মহামাৰীয়ে গাঁৱত আতঙ্কৰ সৃষ্টি কৰিছে। দুৰ্ভাগ্যবশতঃ এদিন ৰাতি প্ৰতাপৰ বৌয়েকৰো এই ৰোগ আৰম্ভ হ'ল। মাধৱে লৰালৰি কৰি ডাক্তৰ আনিলে। ডাক্তৰে ইনজেক্চন দিলে; কিন্তু ৰেমাৰীৰ অৱস্থা ভালৰ ফালে নাছিল।

ৰাতি পুৱাল। এজন ল'ৰাৰ দ্বাৰাই মাধৱে নীলিমাইতক খবৰ দিয়ালে। খবৰ পাই নীলিমা আৰু মাক আঠমান বজাত আহি ওলাল। ইতিমধ্যে ৰেমাৰীৰ অৱস্থা সঙ্কটজনক হৈছে। ৰেমাৰীৰ শুশ্ৰূষাত মাক-জীয়েক দুয়ো লাগি গ'ল। মাধৱে প্ৰতাপৰ তালৈকেও মানুহ পঠাই দিলে। মানুহ গৈ ফাৰ্ম পালে আৰু সকলো ঘটনা বিৱৰি ক'লে। কথা শুনি প্ৰতাপে উন্মাদৰ দৰে তেওঁলোকৰ লৰীত উঠি ক'লে— "যিমান সোনকালে পাৰা সিমান সোনকালে মোক পৌছাই দিয়া— মোৰ ব্ৰহ্মতালুত কালসৰ্পে দংশন কৰিছে।" ড্ৰাইভাৰে জোৰে মটৰ চলাই দিলে।

ঘৰ পালে; কিন্তু কথা বিষম। প্ৰায় শেষ অৱস্থা; কোনোৰকমে মাত পালে। বেমাৰী ওচৰত বহি দদায়েকে গা সেকি আছে। নীলিমাই বিচি আছে। ডাক্তৰ বাহিৰ ওলাই আহিল। প্ৰতাপৰ মূৰত যেন স্বৰগ ভাঙি পৰিল। তেওঁ পাগলৰ দৰে গৈ ডাক্তৰক সুধিলে— “কেনে দেখিলে ডাক্তৰ বাবু ?”

“ভাল নহয়।” গহীনভাৱে উত্তৰ দিলে ডাক্তৰে।

প্ৰতাপ স্থিৰেৰে থাকিব নোৱাৰিলে। তৎক্ষণাৎ ঘৰৰ ভিতৰ সোমাই বৌৱেকৰ ওচৰলৈ গৈ “বৌ” “বৌ” বুলি মুখখন দাঙি ধৰিলে। বৌৱেকৰ মাত বহি গৈছে ক্ষীণ কণ্ঠে ক'লে— “কোন ? বাপু আহিছা।”

“মই আহিছো বৌ।” পাগলৰ দৰে বৌৱেকৰ ডিঙিত সাৱটি ধৰি কান্দিব ধৰিলে। ই যেন হিয়াধুনি ওলোৱা অন্তৰৰ করুণ বিননি— বাধাহীনভাৱে উদ্দাম গতিৰে ওলাই আহিল। নীলিমা আৰু মাকবো কান্দোন ওলাল। মাধৱে থৰ হৈ চাই থাকিল বাহিৰত খেলা কৰি থকা পুতুলৰ ফালে। তেওঁৰ চকুৰ আগতে যেন ভাহি উঠিল এই বয়সতে উমলি থকা মানস পুতুলাটো এতিয়াই মাউৰা হৈ অনাদৃত হৈ পৰিব। কি দুৰ্ভাগ্য তাৰ— হায়ৰে হতভগা! তেওঁ বাহিৰ হৈ আহি পুতুলক কোলাত তুলি লৈ আকাশৰ ফালে চাই থাকিল— দুগালেদি বৈ পৰিল মাথো দুধাৰি তপত চকুলো।

বৌৱেকে এবাৰ প্ৰতাপৰ চকুৰ ফালে চাই ক'লে “বা-পু, তো মা-ক চা-ৰ-ৰ ই-চ্ছা আ-ছি-ল! মো-ৰ ই-চ্ছা পূ-ৰ্ণ হ'-ল” এনেতে বমি আহিল। বাম কৰি উঠি আকৌ সেহাই সেহাই ক'লে- “মো-ৰ পু-তু-লক মা-নু হ ক'-ৰ-বা; তো-মা-ক গ-তা-লোঁ।” প্ৰতাপে এচামুচ পানী দিলে; তাকে খাই বৌৱেকৰ অলপ গলৰ আহ কাটিল। অলপ বলপোৱা যেন পালে। প্ৰতাপে আৰু এচামুচ পানী দিলে। বৌৱেকৰ কিঞ্চিৎ বল আহিল। নীলিমাৰ হাত এখনত ধৰি ক'লে- “নীলিমা, মোৰ মৰমৰ দেওৰজনক তোক গতালোঁ। তেওঁৰ যত্ন লওঁতা আৰু কোনো নথাকিব। তই যেন মোৰ মৰমৰ বাপুটিৰ যত্ন লবি। মোৰ মৰমৰ সোণটিৰ মই সুখ নেদেখিলোঁ। তেওঁৰ জীৱনৰ দায়িত্ব তোৰ ওপৰত। ভগৱানে বাছাক ভৱিষ্যতে সুখী কৰক” বুলি কোৱাৰ লগে লগে মাত বন্ধ হৈ আহিল আৰু কিছুসময় পাচতে চকু ঠাৰ মাৰি দিলে। “বাটলৈ” বুলি নীলিমাই ভাগুৰকে চিঞৰি উঠিল; “বৌ, মোৰ মৰমৰ বৌ” বুলি প্ৰতাপে বাগৰি পৰিল। মাধৱে বাহিৰৰপৰা লৰি আহি “হা ভগৱান” বুলি মূৰে কপালে হাত দি বহি ৰ'ল। মাকে “মোৰ কুকুৰ কলিজা আইটি ঐ” বুলি সাৱটি মাৰি ধৰি মৰাবোল তুলিলে। তেওঁলোকৰ কান্দোনত অকণি পুতুলেও “আই” বুলি কান্দি উঠিল। শেষ। এখনি মৰমিয়াল হৃদয় পৃথিৱীৰ বুকুৰপৰা চিৰদিনলৈ আঁতৰি গ'ল। সকলো যেন শূন্য হৈ পৰিল। সন্ধিয়াৰ আন্ধাৰৰ লগতে মিলি গ'ল এটি সহানুভূতিশীল মন, এখনি স্নেহৰ অন্তৰ।

ওচৰ চুবুৰীয়া মানুহ আহি ভৰি পৰিল— হাঁহাকাৰৰ ৰোল উঠিল। শৱ বাহিৰ কৰিবৰ বাবে সকলোৱে প্ৰস্তুত হ'ল। নীলিমা আৰু মাকে হিয়া ঢাকুৰি ফেকুৰি থাকিল। প্ৰতাপে এবাৰ বৌৱেকৰ মুখৰ ফালে চাই কৈ উঠিল— "উহ্ মোৰ মৰমৰ বৌ, তোমাক মই এদিনো জীৱনত সুখ দিব নোৱাৰিলোঁ। সৰুৰেপৰা পিন্ধাই খুৱাই-বুৱাই ডাঙৰ কৰিলা— এদিনো মোক কষ্ট অনুভৱ কৰিব নিদিলা। আজি কাৰ হাতত পাগল 'বাপুটি'ক সপি দিলা বৌ ? কোনে মোৰ মন বুজি খুৱাব— মন বুজি ঠাট্টা কৰিব— প্ৰশ্ন কৰিব ? ক'ৰবাৰপৰা আহিলে কোনে মোক হাঁহি মাৰি বাতৰি সুধিব— কোনে মোক হাতত ধৰি টানি লৈ গৈ ওচৰত বহুৱাই ভাত খুৱাব, কোনে মোৰ মুখলৈ চাই ক'ব— বাপু, তোমাৰ মুখখন ইমান মলিন হৈ গৈছে কিয় ? তোমাৰ এই মলিন মুখখন দেখিলে মোৰ বৰ দুখ লাগে বাপু ? কোনে আজিৰপৰা মোৰ দুখ পতিয়াব ? আজিৰপৰা যে প্ৰতাপ মাউৰা হ'ল। তাৰ জীৱনত আজি আন্ধাৰ দিন— শোকৰ দিন নামি আহিল।"

মাধৱে মূৰে-কপালে হাত দিলে— "হা ভগৱান, শেষত এয়ে আছিল মোৰ ভাগ্যত ! দলানিত পোনা মেলি দি তুমি ক'লৈ গুচি গ'লা আৰু মই হতভাগাই......। উহ্ তোমাৰ পুতুলক কোনে চাব আজিৰপৰা ? কোনে তাক খুৱাব, কোলাত ল'ব ? উহ্ নাৰায়ণ....." বুলি উচুপি উঠিল। নীলিমা আৰু মাকে দুয়ো ফেকুৰি ফেকুৰি মুখৰ মাত নাইকিয়া কৰিলে। কিন্তু ফেকুৰিলে কি হ'ব ? যোৱা জনতো আৰু দুনাই নাহে, আনকি সান্ত্বনাও নিদিয়ে।

মানুহবোৰে আহি ক'লে— "দুখ কৰিলে কি হ'ব ডেকা, ই নিয়তিৰ গতি। মানুহ মৰে আৰু জন্মে— জন্ম আৰু মৃত্যু, ইয়ে মৰতৰ ৰীতি। তাৰবাবে দুখ কৰি লাভ নাই। যোৱা জন সাৰিল কিন্তু আমাৰ কৰ্মখিনিহে ৰ'ল।"

এনেকৈ নানা সান্ত্বনাবাণী উচ্চাৰণ কৰি তেওঁলোকে শটো সাঙিত তুলিলে। তাকে দেখি মাকে টানকৈ চিঞৰি উঠিল— "আজিনো ক'লৈ যাব মোৰ আই— । মই কি সতেৰেনো তোৰ এই দৃশ্য চাই থকোঁ, মোৰ আই ঐ— ? মোকো তোৰ লগতে লৈ যা আই ? সেই দিনৰেপৰা খুৱাই-ধুৱাই তহঁত দুয়োকে বুকুত বান্ধি জীৱন কটালোঁ; আজি মোক এৰিনো তই ক'লৈ যাব ?" বিলাপ-বিননিৰ ৰোল উঠিল। ফেকুৰি ফেকুৰি মাক অস্থিৰ হৈ পৰিল। দৃশ্য দেখি অইন মানুহবো চকুলো আহিল।

লাহে লাহে মানুহবিলাকে মৰিশালিলৈ খোজ ল'লে। চকুলো মচি মাধৱে একালে আৰু প্ৰতাপে আনকালে সাঙিত শটো লৈ গ'ল। নীলিমা আৰু মাক কান্দি থাকিল। কৰুণ আৰ্ত্তনাদৰ ধ্বনিত চৌদিশ শোকাভিভূত হৈ পৰিল।

কাম-ক্ৰিয়া শেষ হোৱাৰ পিচত নীলিমা আৰু মাক বাৰলৈ গুলাল। কিন্তু ইয়ে বৰ বেদনাদায়ক দৃশ্য— বিদায়ৰ অতি কৰুণ কাহিনী। আজিৰপৰা যে আৰু এই গৃহস্থীৰ লগত এওঁলোকৰ একো সম্বন্ধ নাথাকিব, একো আনন্দৰ সামগ্ৰী নাথাকিব ইয়াত। মাথো

থাকিব এটা বেজাৰৰ হুমুনিযাহ। এটা মৰ্মান্তিক বেদনাৰ স্মৃতি হৃদয় পটত উদয় হ'ল। অবিৰল ধাৰে অশ্ৰু বৰিষণ হয়। উহ্ কি নিদাৰুণ বিধি! মাকৰ হিয়া যেন সঁচাকৈ আজিৰপৰা শুদা হৈ গ'ল। তেওঁৰ দুচকুৰেদি ঘনে ঘনে ওলাই আছে অবাধ্য চকুলো। চোতালত থিয় হৈ পুতুলক লৈ থকা মাধৱক উদ্দেশ্য কৰি শাহুৱেকে চকুলো মচি ক'লে— "আজিৰপৰা মোৰ বাট মৰিল। মোৰ কি পোৰা কপাল আছিল বোপা! মইনো কি সতেৰে এইফালে মুখ উলিয়াম? কাকনো আই বুলি মাতিম। আজিৰপৰা মোৰ আপোন বুলিবৰ কোনো নোহোৱা হ'ল।"

মাকৰ কান্দোন শুনি নীলিমায়ো ফেকুৰি উঠিল। ঘনে ঘনে বায়েকৰ ছবিখন মনত পৰে তাইৰ— "মইনো আৰু কোন মুখেৰে এইফালে আহিম? কাকনো বাইদেউ বুলি মাত দিম? কোনে মোক 'নীলিমা আহিছ, বৰ ভাল হৈছে'— বুলি ওলাই আহি মাত দিব?"

মাধৱৰ চকুৰ পানী আহে। শাহুৱেকক সম্বোধন কৰি কয় "কিয় বাট মৰিব আই? যিমান দিন মই থাকোঁ, যিমান দিন এই পুতুল বাচি থাকে সিমান দিন বাট থাকিব। মই চিৰদিন আপোনাৰ ডাঙৰ ল'ৰা আই— মোক পৰিত্যাগ নকৰিবৰ; মোৰ আৰু জগতত জিৰণিৰ ঠাই নৰ'ব।"

পুতুলক পিতাকৰ কোলাৰপৰা নি কোলাত লৈ চুমা খাই আইতাকে কয়— "মাউৰা হতভাগা, তোৰ কি দশা হয় ভগৱানেহে জানে।" এনেতে নীলিমাই চকুলো মচি মাকৰ কোলাৰপৰা পুতুলক লৈ গ'ল। বুকুৰ মাজত সাৱটি ধৰি এটা চুমা খাই ক'লে— "আজিৰপৰা কোনে তোক কোলাত ল'ব? কোনে খুৱাব বাছা?" সি মাহীয়েকৰ কোলাত উঠাৰ লগে লগে ডিঙিত সাৱটি ধৰি ক'বলৈ ধৰিলে- "মযো যাওঁ মাহীদেউ, মযো যাওঁ। আইতা মযো যাওঁ।" তাৰ কোমল কৰুণ আৰ্ত্তনাদত মাধৱৰ হৃদয় বিগলিত হৈ গ'ল— "উহ্ ভগৱান। তুমি কি ইমানেই নিদাৰুণ? এই অবোধ শিশুলৈও কি তোমাৰ অলপো দয়া নোপোজে?" তেওঁৰ দুগালেদি দুধাৰি তপত অশ্ৰু বাগৰি পৰিল। শাহুৱেকে এবাৰ চকু-মুখ মচি আকৌ ক'লে— "ধৈৰ্য্য ধৰা বোপা সকলো ভগৱানৰ খেলা। তুমি দুখ নকৰিবা— মোৰ অন্তৰ দেই যায়।"

"শোক নকৰি নোৱাৰোঁ আই! মোৰ যে জীৱনটো অসহনীয় হৈ উঠিল।" পুতুলক আঙুলিয়াই ক'লে— "ই যে মোৰ শনি হ'ল— মোৰ সকলো দুখৰ কাৰণ হ'ল। কোনে তাক আতি-পতি কৰিব— আৱদাৰ কৰিব?"

"ভগৱানে কৰিব বোপা! যেনেকৈ জন্ম দিছে, তেনেকৈ পালনো কৰিব। তুমি, মই চিন্তা কৰি কি পাৰ পাম? চিন্তা নকৰিবা।" এইবুলি কৈ এবাৰ নীলিমাৰফালে চাই আকৌ মাধৱক ক'লে— "আহিলোঁ বোপা দুখ কৰি নাথাকিবা। আৱশ্যক হ'লে খবৰ

কৰিবা। ভগৱানে তোমালোকৰ মঙ্গল কৰক।"

মাধৱে এটা সেৱা কৰিলে— "মোক নেৰিব আই, মই আজিৰেপৰা আপোনাৰ খোৱা সন্তান হৈ ৰ'লোঁ।"

শাহুৱেকে ৰিহাৰ আঁচলেৰে চকুলোবোৰ মচি মচি কয়— "উঠা বোপা।" তেওঁ মাধৱক তুলি ধৰিলে। এনেতে নীলিমাই ভিনীহিয়েকক আঁঠু কাঢ়ি সেৱা কৰিলে— "আহিলোঁ ডাঙৰ ভিনীহিদেউ।"

মাধৱে নীলিমাক তুলি ধৰি ক'লে— "নীলিমা, তোমাৰ এই হতভাগ্য ভিনীহিয়েৰাক পাহৰি নাযাবা।" তাৰপিচত নীলিমা আৰু মাক লাহে লাহে আঁতৰিল। মাধৱে পুতুলক লৈ নীলিমা আৰু মাক যোৱাৰ ফালে চাই থাকিল। তাৰপিচত উদাস দৃষ্টিৰে আকাশৰ ফালে চাই এটা হুমুনিয়াহ কাঢ়িলে।

নীলিমা আৰু মাক গৈ প্ৰতাপৰ কমত সোমাল। প্ৰতাপে এখন চিয়াৰত বহি বিচনাৰ ওপৰত ভৰি তুলি দি খিৰিকীৰে একান্তমনে আকাশৰ ফালে চাই আছে। তেওঁ যেন আজি উদাস, জগতখনে যেন আজি তেওঁক পাহৰি গৈছে; শাহুৱেকে গৈ মাত লগালে— "বোপা দুখ নকৰিবা। ভগৱানে যাৰ কপালত যি লিখিছে তাৰ এৰণ নাই। দুখ কৰিলে কি হ'ব ?"

মুখ ঘূৰাই প্ৰতাপে শাহুৱেকক দেখি চিয়াৰৰপৰা নামি এটা সেৱা কৰিলে। তাৰ পিচত ক'লে— "দুখতো কৰোঁ বুলি কৰা নাই আই; দুখ যে আপুনি আহে।"

"বৰকৈ শোক নকৰিবা বোপা, যোৱাজন গ'ল কিন্তু থকা বিলাকৰ দিহা কৰা। তুমি জনা-বুজা ল'ৰা, তোমাকনো আমি কি উপদেশ দিম ? কেৱল কৈছোঁ যেন শোক নকৰা; শোকে ডেকা দেহ বুঢ়া কৰে বোপা ! কি দেহ কি হৈ গ'ল। সেই কোন কাহানিয়ে দেউতাক ঢুকাল....।" বুলি কোৱাৰ লগে লগে তেওঁৰো চকু চল-চলীয়া হৈ আহিল। "শোক কৰি দেহটো ঘূণীয়া কৰিলোঁ, কিন্তু কি লাভ হ'ল বোপা !"

"যোৱা জনৰ কথা ভবা নাই আই, ভাবিছোঁ এই পুতুলৰ কথা। কি কৰি তাক ৰাখোঁ....! সি একুৰা জ্বলা জুই হ'ল।"

"ভগৱানে ৰাখিব বোপা, তুমি মই নিমিত্তহে মাত্ৰ। তেওঁ যাক যি কৰিব লাগে তাক আগতে কৰি থৈছে। একো চিন্তা নকৰিবা। এই দুখুনী শাহুৱেৰাৰ তালৈ মাজে মাজে গৈ থাকিবা বোপা; তোমালোকৰ মুখ নেদেখিলে মই থাকিব নোৱাৰোঁ। এতিয়া আমি আহিলোঁ বোপা !"

শাহুৱেক বাহিৰ হৈ আহিল। তেওঁ আৰু ধৈৰ্য্য ধৰিব নোৱাৰিলে। নীলিমাই চকুলো মচি প্ৰতাপৰ ভৰিত ধৰি এটা সেৱা কৰি উঠি ক'লে— "সৰু বাইদেউক আনিব, নহ'লে কোনে ঘৰৰ কাম-বন কৰিব ?"

"তোমাৰ সৰু বাইদেউতো নীলিমা নহয় যে ঘৰকৰা কাম-বন কৰিব।

এই বিপদতো যেতিয়া নাহিল তুমি আকৌ আহিব বুলি ভাবানে ?"

"নিজে নাহে কিন্তু আপুনি আনিবলৈ গ'লে.... ।"

"ক'লৈ ? ডিব্ৰুগড়লৈ ? কি দৰ্কাৰ ?"

"তেন্তে কোনে ঘৰৰ তদাৰক কৰিব ? কোনে যত্ন ল'ব ?"

"কিয় দাদাৰ যত্ন দাদাই ল'ব; পুতুলৰ যত্ন মই ল'ম, আৰু কি ?"

"আৰু আপোনাৰ যত্ন কোনে ল'ব ?"

"আগেয়ে কোনে লৈছিল ?"

"বাইদেৱে।"

"তেন্তে এতিয়াও তেওঁ তাৰ কিবা দিহা কৰি থৈ গৈছে। মোৰ চিন্তা কৰিবলগীয়া একো নাই।"

নীলিমা তলমুৰা হ'ল। তাই বুজিলে প্ৰতাপে কি ইঙ্গিত কৰিলে। তাইক যে বায়েকে এই গুৰু দায়িত্ব দি গৈছে। উহ্ কি গুৰু দায়িত্ব আহি তাইৰ ঘাড়ত পৰিল। তাই চিন্তা কৰে– নানা প্ৰশ্ন কৰে নিজৰ মনতে। তাই গহীন হৈ যায়। ক্ৰমে ক্ৰমে যেন চিন্তাৰ হেঁচাই আহি তাইক চেপি ধৰে। বহুত সময় পিচত মুখ তুলি প্ৰতাপৰ ফালে চাই কয়– "আপোনাৰ গা সিমান ভাল নহয় কলৈকো নাযাব। নিয়মিত আহাৰ-বিহাৰ কৰিব। দিনটো টলৌ টলৌ কৰি ঘূৰি নুফুৰিব। কানি-কাপোৰবোৰ মলা হ'লে খবৰ দিব। গা অলপ অসুখ হ'লেই যেন মই খবৰ পাওঁ, মনত ৰাখিব কিন্তু।" তাই আদেশৰ সুৰত কয় যেন তাইৰ এইটো কৰ্তব্য। তেওঁৰ ওপৰত যেন তাইৰ সম্পূৰ্ণ অধিকাৰ আছে।

"এতিয়া আহিলোঁ, আয়ে বাহিৰত চাই আছে" বুলি কৈ পুনৰ এটা সেৱা কৰি তেওঁৰ ভৰিৰপৰা মূৰলৈ চাই তাই লাহে লাহে ওলাই আহিল। প্ৰতাপ নিৰ্বাক হৈ চাই ৰ'ল– মুখত একো কথা নুফুটিল। শোকৰ গভীৰ হেঁচাত মানুহৰ ভাষা লোপ পায়। এই বিদায় যেন বৌৱেকৰ মৃত্যুৰ দৰে মৰ্মন্তুদ তেওঁৰ মনত। আজিহে তেওঁ ভালকৈ অনুভৱ কৰিলে– তেওঁ আজিৰপৰা নিঃসহায়– অকলশৰীয়া দুখীয়া প্ৰাণী। এই পৰনিৰ্ভৰশীল মানুহজনৰ আজিৰেপৰা কষ্টৰ সীমা নাইকিয়া হ'ল হায়ৰে মানুহৰ অদৃষ্ট ! তুমি কি নিষ্ঠুৰ !!

মাধৱে পুৱাতে ভাত কেইটা বান্ধি খাই উঠি অফিচলৈ যায়। প্ৰতাপে কেতিয়াবা পুৱাতে, কেতিয়াবা দুপৰীয়া যায়, একো ঠিক নাই। তেওঁ 'বিজয়লক্ষ্মী' ফাৰ্মলৈ যোৱা নিতান্ত দৰ্কাৰ হৈ পৰিছে, কাৰণ তাৰ হিচাপ-পত্ৰ কাজ-কৰ্মবোৰ চাই কিবা ভুল হ'লে শুদ্ধ কৰি দিব লাগে। কিন্তু যায় কেনেকৈ ? পুতুলক যে তেওঁ এৰিব নোৱাৰে; সিয়ো কাৰো লগত নাথাকে, কেৱল খুৰাকৰ লগতহে থাকে, শোৱে, খেলে। তেক

লৈ তেওঁৰ এটা বিৰাট সমস্যা হৈছে। তাৰ মুখলৈ চালে বেয়া লাগে। আৱদাৰৰ অভাৱত সি শুকাই-খীণাই গৈছে। তাৰ ফালে যেতিয়া দৃষ্টি যায় তেতিয়া মনত পৰে বৌৱেকৰ শেষ অনুৰোধ "তাক তুমি মানুহ কৰিবা বাপু, তাক তোমাকে গতালোঁ।" বৌৱেকৰ অন্তিম-শয্যাৰ শেষ অনুৰোধ স্মৰণ কৰি তেওঁ এক মিনিটো আঁতৰ কৰিব নোৱাৰে তাক। মা-মৰীয়া বেচেৰা ল'ৰাৰ শুকান মুখলৈ চালে তেওঁৰ অন্তৰ দগ্ধ হৈ যায়। একোবাৰ ভাবে বীণাক খবৰ কৰি আনিব। কিন্তু পিচ মুহূৰ্ততে ভাবে তেতিয়া তেওঁৰ কষ্ট বেছিহে হ'ব। তেওঁ মনে মনে হাঁহি মাৰে বীণাই পুতুলৰ যত্ন ল'ব ? হাঃ হাঃ যি বীণাই অবোধ শিশুৰ কোমল স্পৰ্শক নেওচি আঁতৰাই দিব পাৰে সেই বীণাই তত্ত্বাৱধান ল'ব পুতুলৰ। ভাবিলেও হাঁহি উঠে। আজিও মনত পৰে বিয়াৰ পিচত "খুলি" "খুলি" বুলি চাদৰৰ আঁচলত ধৰা আৰু সেই দোষতে ধমকান খাই যেকুৰা কথা। তেওঁ নিজে কয় আৰু নিজে নিজে হাঁহে।

কেইবা মাহো পাৰ হৈ যায়। এদিনাখন 'বিজয়লক্ষ্মী' ফাৰ্মৰ মানুহবিলাক আহি মাধৱৰ চোতালত থিয় হ'ল। মাধৱে বহিবলৈ দিলে। নানা সুখ-দুখৰ মেল কৰাৰ পিচত বুঢ়া ধনাই ক'লে— "বোপা, তুমি শিক্ষিত মানুহ, যদি বেয়া নোপোৱা তেন্তে এটি কথা ক'ব খোজোঁ।"

"কওক কি কথা, কিনো বেয়া পাম।" মাধৱে কয়।

এনেতে প্ৰতাপো আহি ওলাল। সকলোৱে প্ৰতাপক সাদৰ সম্ভাষণ জনাই মাধৱক পুনৰ সুধিবৰ দিহা কৰিলে। প্ৰতাপ ওচৰতে বহিল। ধনাই মাত লগালে— "বোপা, তুমি বৰ কষ্ট পাইছা লগতে সৰু বোপাও বজ্ঞ হ'ব লগা হৈছে। তাৰ উপৰি ল'ৰাটোৰ যত্ন লোৱা লোক নাই। ইফালে ঘৰখনো চম্ভাল কৰোঁতা নাই.. .।"

"গতিকে মই এজনী বিয়া কৰাব লাগে, নহয় নে ?" বুঢ়াৰ কথা শেষ নৌহওঁতেই মাধৱে কৈ উঠে।

"হয় বোপা তুমি এজনী বিয়া কৰোৱা।"— বুঢ়াই কয়।

"তেনে কথা নক'ব; মই দুনাই বিয়া নকৰাওঁ।" পুতুলক আঙুলিয়াই কয়— "এই বাছা জীয়াই থাকিলেই হ'ব আৰু সংসাৰ নকৰোঁ। কিন্তু পাৰিলে প্ৰতাপৰ এটা ব্যৱস্থা কৰিব লাগিছিল। তাৰ সুখ নহ'ল। অৱশ্যে মোৰেই ভুল। ময়েই তাৰ জীৱনটো নষ্ট কৰিলোঁ।"

তাৰে মাজৰপৰা আঘণুই সুধিলে— "তেন্তে এইজনী এৰি দিলে নেকি ?"

"এৰি দিয়া নাই— নিজেই নাহে।"— মাধৱে কয়।

"ই কেনে কথা....?"

"ই আধুনিক যুগৰ কথা।" প্ৰতাপে কয় - "আজকাল [illegible] নিবচাৰে মটৰ হে বিচাৰে। গতিকে মটৰ নহ'লে ভাটাৰো নালাগে।"

"তেনেহ'লে মিছাকৈ চাই থাকিলে কি হ'ব ? তাতকৈ এজনী বিয়া [illegible]।"

"ময়ো দুনাই নকৰোঁ। প্ৰথম বিবাহিতা স্ত্ৰীৰ লগতেই যেতিয়া মোৰ সুখ নহ'ল তেনেস্থলত মই আৰু দুনাই বিয়া নকৰাওঁ। সংসাৰ কৰিবলৈ মোৰ মন নাই। তাৰ উপৰি বিবাহিতা স্ত্ৰীক পৰিত্যাগ কৰাও পাপ; বিশেষকৈ হিন্দুৰ মতে। সাত পাঁচ ভাবি মোৰ পথ বাছি লৈছোঁ। পুতুল কিছু ডাঙৰ হ'লেই মই মুক্ত।"

মানুহবিলাকে নানা যুক্তি তৰ্ক কৰিও দুয়ো ভায়েকক সন্তুষ্ট কৰিব নোৱাৰিলে। তেওঁলোকৰ গৃহস্থীখন 'তিৰীহীন গিৰী যায় হত চিৰি' হৈ পৰিল। কেৱল পুতুলাবায়ে হ'ল তেওঁলোকৰ জীৱনৰ একমাত্ৰ সঙ্গী। এনেকৈয়ে দিনৰ পিছত দিন অতিক্ৰম কৰি [illegible] ধৰিবলে।

# তেত্ৰিশ

তিনি বছৰৰ মূৰত আজি মহেশ জে'লৰ পৰা ওলাই আহিল। চেহেৰা দেখি চিনিব নোৱাৰি যে এইজনেই সেই হৃষ্ট-পুষ্ট-বলিষ্ঠ মহেশ। শুকাই-খীণাই প্ৰেত মূৰ্ত্তি যেন হৈছে। কিন্তু মনৰ শক্তি আগতকৈ যেন শত গুণে বৃদ্ধি পাইছে। কপালৰ চিন্তা ৰেখাবোৰ ঠং ঠংকৈ উঠিছে; চকুৰে-মুখে এটা তীক্ষ্ণ ভাবৰ চিহ্ন বৰ্তমান। ঘৰৰ দুৱাৰ মুখত থিয় হৈ "আই" বুলি মাত দিলে মহেশে; "কোন" বুলি ভিতৰৰপৰা ওলাই আহি তেওঁৰ মুখলৈ চাই ৰ'ল মাক। চেহেৰা আৰু চাৱনি দেখি মাকৰ মাত হৰিল– "হে হৰি" বুলি তেওঁ এটি হুমুনিয়াহ কাঢ়িলে। লাহে লাহে আনন্দৰ আৰু বিষাদৰ সংঘৰ্ষত মাকৰ চকুৰে দুধাৰি চকুলো বৈ গ'ল শোতোৱা গাল দুখনেদি।

"কি ল'ৰা মোৰ কি হ'ল" বুলি তেওঁ পুতেকৰ ওচৰলৈ আহি মূৰৰপৰা ভৰিলৈ চাব ধৰিলে। মহেশে গহীনভাৱে ক'লে– "সৰলা নাই হ'বলা ? বাৰু মোৰ ভোক লাগিছে– গা-পা ধোৱাৰ যোগাৰ কৰি দে আই।"

"আহ ভিতৰলৈ। সৰলা নাই। লিখা-পঢ়া শিকি তোৰ অৱস্থা এনেহে হ'ল ? ইয়াৰ বাবেই মই নাখাই-নলই তোক পঢ়িবলৈ দিছিলোঁ ? জে'লত পৰি মোৰ বংশৰ নাম নষ্ট কৰিলি। আজিৰপৰা যদি আৰু ক'ৰবালৈ যাৱ তেন্তে আগতে মোক মূৰৎ কোবাই মাৰি থৈ যাবি।"

তেওঁৰ ক'বৰ মন আছিল– "বংশৰ নাম নষ্ট নহয় আই ! বৰং উজ্জ্বলহে কৰিলোঁ। আৰু আজিৰপৰা তাৰেই সাধনাত ব্ৰতী হ'ম।" কিন্তু দুখুনী মাকে আকৌ দুখ পাব ভাবি ক'লে– "সেইবোৰ পিচত বিবেচনা কৰিম; বৰ্তমান মোক গা ধোৱা পানী দে।"

মাকে ভিতৰলৈ সোমাই গৈ বস্তুবোৰ যোগাৰ কৰি দিলে। তেওঁ প্ৰথমে তেওঁৰ কমত সোমাল– সকলো নিষ্প্ৰভ, নিষ্প্ৰাণ। টেবিলটো জোকাৰি পেলালে, চিয়াৰবোৰ যতনাই যথাস্থানত থ'লে। আলমাৰিটো মচি পেলালে। তাৰপিচত বাহিৰলৈ ওলাই আহি গা ধুবলৈ গ'ল।

আজি মাকৰ আনন্দৰ সীমা নাই। তেওঁ যেন মৃত সন্তানকহে ফিৰাই পালে। আথে বেথে তেওঁ সকলো বস্তু বতনাই দিয়ে আৰু মহেশৰ কালে ঘনে ঘনে চায়। তড়ালিকে ৰন্ধনশালত সোমালগৈ। আজি যেন সমস্ত জ্বালা, সমস্ত যন্ত্ৰণাৰ অৱসান হ'ল। মহেশ গা ধুই আহি ভাতৰ পাতত বহিল। মাকে নানা পুৰণি কথাবোৰ কৈ একোবাৰ কান্দিলে,

একোবাৰ পুতেকৰ মুখলৈ চাই থাকিল। এই তিনি বছৰ যেন তিনি যুগ তেওঁৰ মনত। প্ৰত্যেক কথা, প্ৰত্যেক ঘটনা বিবৰি গ'ল তেওঁ; কিন্তু বেছি ভাগ কথাৰ মাজতে "প্ৰতাপে কৰিলে, প্ৰতাপে আনিলে, প্ৰতাপে দিলে, প্ৰতাপ আহিল-নাহিল" ইত্যাদি কথাই বেছি উচ্চাৰিত হ'ল। এই তিনি বছৰীয়া নাটকত যেন প্ৰতাপেই নাটকৰ প্ৰধান চৰিত্ৰ। মাকে আকৌ ক'লে— "প্ৰতাপৰ কাৰণেই আমি বাচি আছোঁ বোপা। সৰলাৰ পঢ়াৰপৰা বিয়ালৈ সকলোৰে গুৰি প্ৰতাপেই। প্ৰতাপ নহ'লে আমাৰ অৱস্থা পানীত হাঁহ নচৰা হ'লহেঁতেন বোপা।" কৃতজ্ঞতাত মহেশৰ মাকৰ অন্তৰ উপচি পৰিল। তেওঁ ক'লে- "ক'ৰপৰা ভগৱানে প্ৰতাপক পঠাই দিছিল! ভগৱানে বাছাক কুশলে ৰাখক।" মাকৰ মুখত প্ৰশংসাৰ কথা শুনি মহেশে প্ৰতাপৰ বিষয়ে ভাবিব ধৰিলে "কি মগজুৰ লোক হ? মোলৈ এখন চিঠি নিলিখে— একো খবৰো নিদিয়ে অথচ ভিতৰে ভিতৰে মোৰ সমস্ত দায়িত্ব বহন কৰি নিৰুদ্বেগচিত্তে কাম কৰি গৈছে। বাস্তৱিক মই ভাগ্যবান তাৰ দৰে বন্ধু পাই।"

এনেকৈ মাক-পুতেকে এই তিনি বছৰে হোৱা সমস্ত ঘটনা আলোচনা কৰি বাৰ বাৰ প্ৰতাপক ধন্যবাদ দিলে।

ঘৰৰ সকলো বস্তু ঠিক-থাক কৰি সজাই-পৰাই মহেশে ভৱিষ্যতৰ বাবে এটা দিহা কৰিলে। তেওঁ ঘৰৰ কিছুমান সম্পত্তি বেচি কিছু টকা সংগ্ৰহ কৰি কোনো বিশ্বস্ত লোক নাইবা ডাঙৰ বেঙ্কত থৈ তাৰ সুতেৰে মাকৰ খৰচ চলাব। কিয়নো এই হ'ল তেওঁৰ ভৱিষ্যতৰ দিহা মাকৰ সম্পৰ্কে; তেওঁৰ জীৱনৰ একো ঠিক নাই। এই জে'ল আৰম্ভহে, কেতিয়া ক'ত তাৰ শেষ হ'ব তেওঁ একো ক'ব নোৱাৰে।

এনেকৈ নানা চিন্তা কৰি তেওঁ পিচদিনা সৰলাহঁতৰ ঘৰলৈ যাবলৈ ওলাল। কৃপেশ ডাক্তৰক তেওঁ আগতে জানে আৰু তেওঁৰ ফাৰ্মচীও চিনে। সৰলাৰ বিয়া কৃপেশৰ লগত হোৱাত তেওঁ বৰ আনন্দিত। তাৰবাবে প্ৰতাপক মনে মনে ধন্যবাদ দিলে। তেওঁ গৈ সৰলাহঁতৰ দুৱাৰ মুখত থিয় দিলে। সৰলাই দদায়েকক দেখা পাই দৌৰি ওলাই আহিল — "দাদা আহিছে? আহক ভিতৰলৈ।" বুলি হাতত ধৰি ভিতৰলৈ লৈ গ'ল। ভিতৰত নি এখন চিয়াৰ আনি বহিবলৈ দি হেপাহ-যেপাহ যেন কোনোবা হেৰুৱা লোকক হে পালে— ঠিক তেনেদৰে ব্যগ্ৰ হৈ সুধিলে—

"কেতিয়া আহিছে দাদা?"

"কালি।"

এবাৰ দদায়েকৰ ফালে চাই ক'লে— "উঃ ইমান ক্ষীণাই গৈছে— যেন কোনোবা কলাজ্বৰত পৰা মানুহহে! গোটেই মানুহজনৰ হাড়-ছাল ওলাই গ'ল; কেনে ক'লা পৰি গৈছে। উহ্ কি মানুহ কি হ'ল. ..।" কোৱাৰ লগে লগে নাৰীসুলভ

কোমলতাই চকুৰ পানী বোৱালে। তাই চকু দুটা মচিবলৈ ধৰিলে। মহেশে ক'লে— "কান্দিছা কিয় সৰযু ? কান্দিবলৈ নাপায় নহয়।"

"কান্দিছোঁ কিয়, কান্দিছোঁ কিয় নাজানে আপুনি ? আগ চালে পিচ চাবলৈ নাই, এনে অৱস্থাত আপুনি ফুৰিব এনেদৰে ? জে'লত কিবা হ'লে কোনে চালেহেঁতেন ? পিতা বুলিবলৈ পিতা নাই, ভাই বুলিবলৈ ভাই নাই; কোনে বিপদত আপোনাক মাত দিব ?"

"মোৰে যদি পিতা নাই, মোৰে যদি ভাই নাই, তেন্তে কাৰ পিতাক আছে— কাৰ ভায়েক আছে আজলী ? দেশৰ সমস্ত সৰ্বাহাৰা পিতাই মোৰ পিতা আৰু সমস্ত বিপ্লৱী ভায়ে মোৰ ভাই। মোৰ পিতা এজন নহয়— মোৰ ভাই এজন নহয়— হাজাৰ হাজাৰ, লাখ লাখ।"

"সকলোবোৰ আপোনাৰ কল্পনাহে— আচল নহয়। দাদা, মই আপোনাৰ ভৰিত ধৰি কাকুতি কৰিছোঁ যেন আকৌ আপুনি এনে কামত নাযায়।" সৰলাৰ সজল মিনতিপূৰ্ণ মুখলৈ চাই তেওঁ কয়— "থাকোঁ বুলি থাকিব নোৱাৰি আৰু যাওঁ বুলিও যাব নোৱাৰি সৰযু ! সময় আৰু অৱস্থাই মানুহক লৈ যায়। সেইবোৰ পিচত হ'ব, বৰ্তমান ভূপেন আছেনে নাই ?"

"এতিয়াই আহিব— উজানবজাৰৰ ফালে গৈছে। আপুনি বিছনাত শোৱক দাদা, অলপ বিশ্ৰাম কৰক। মই চাহ কৰোঁ।" সৰলাই তেওঁক বিছনা কৰি দিয়ে। মহেশে বিছনাত দীঘল দিলে। সৰলাই চাহৰ ষ্টোভটো জ্বলাই দিলে।

অলপ সময় পাচতে ভূপেন আহি পালে। পোনে পোনে ভিতৰ সোমাই মজিয়াৰ খাটত মহেশক দেখি আচৰিত যেন হৈ সুধিলে— "কেতিয়া আহিল ?"

"যোৱাকালি" বুলি উত্তৰ দি মহেশে শোৱাৰপৰা উঠি বহিল।

"পিচে খবৰ ভালতো ?" ঔষধৰ বেগটো টেবিলত থৈ ভূপেনে সোধে।

"ভাল, বেয়ানো কি ? আমাৰ ভাল-বেযাৰ পাট্টা নাই। পিচে আপোনাৰ প্ৰেক্‌টিচ কেনেকুৱা; ভাল নে ?"

এখন চিয়াৰত বহি মহেশৰ ফালে চাই উত্তৰ দিয়ে ভূপেনে— "বেয়া নহয়। পিচে আপোনাক যে বৰকৈ খীণোৱা দেখিছোঁ, কিবা হৈছিল নেকি ?"

"জে'ল বুলিলে আৰু কিবা হ'বৰ বাকী থাকে ?" অলপ হাঁহি কয়— "পিচে মনটো হ'লে খীণোৱা নাই বৰং বেছি হৃষ্ট-পুষ্টহে হৈ যাব ধৰিছে।"

ভূপেনেও হাঁহি কয়— "দুই বন্ধুৰ কথাৰ মিল আছে— চেহেৰাৰ মিল নাই যদিও ' গোঁসায়ে দুয়োকে একেখন মনৰ সাঁচতে ঢালিছিল....!"

তেওঁ প্ৰতাপক ইঙ্গিত কৰে। মহেশে সোধে— "আপুনি তাৰপৰা কিবা চিঠি পাইছে

নোঁক ?"

"ক'ত চিঠি পালোঁ ? আজি প্ৰায় চাৰি-পাঁচ মাহ হ'ল সি চিঠি পত্ৰ একো দিয়া নাই। মই কিমান চিঠি লিখিলোঁ, কিন্তু উত্তৰ নাই। সিদনা এখনত লিখিছে '[illegible] আছোঁ। পোষ্ট অফিচক ধনী কৰা মোৰ মতলব নহয়। এই কিন্তু খবৰ জনালোঁ।' এই [illegible] তাৰ চিঠি! দেখিছেনে সি কেনে ধুৰন্ধৰ ?"

"সেইটো তাৰ স্বভাৱ। নিজক লুকাই ৰাখিবলৈ তাৰ এইবোৰ কৌশল। তাৰ নিশ্চয় কিবা ঘটিছে! নিজৰ কিবা প্ৰকাশ পাবৰ ভয়ত সি চিঠি নিদিয়ে। মই বুজিছোঁ তাৰ কিবা অমঙ্গল ঘটিছে। চিৰদিন সি নিজক লুকাবলৈ চেষ্টা কৰে। নিজৰ দুখ আনৰ ওচৰত কোনো দিনে সি প্ৰকাশ নকৰে আৰু কাৰোপৰা সাহায্য [illegible], এইটো তাৰ স্বভাৱ।"

"পৰৰ দুখত জাহ দিয়া স্বভাৱটো কিন্তু আছে তাৰ।" ভূপেনে কয়। [illegible] দুকাপ চাহ লৈ সবলা ভিতৰ সোমাল। দুয়োৰো আগত চাহ দুকাপ দি [illegible] ওচৰতে [illegible] ৰ'ল। ভূপেন আৰু মহেশে চাহ খাবলৈ আৰম্ভ কৰে। মহেশে [illegible] কয়— "কাইলৈ মই তাৰ ওচৰলৈ যাম বুলি ভাবিছোঁ।"

"ময়ো যাব নোৱাৰোঁ নে দাদা ?" সবলাই [illegible]।

"মোক সুধিলে আৰু কি হ'ব নে ভণ্টী ?" মহেশে সবলাৰ [illegible] হাঁহে। ভূপেন আৰু সবলাই বুজি কাক ইঙ্গিত কৰিছে [illegible] নাহাঁহোকৈ ভূপেনৰ ফালে চায়। ভূপেনে বুজে যে [illegible] ইঙ্গিত কৰিছে মহেশে। তেওঁ তৎক্ষণাৎ হাঁহি মাৰি কয় "মোক [illegible] বাঞ্ছনীয়। দুৰ্বাৰ আৰু আৰতি চাউলৰ লগত [illegible]।"

"তেনেহ'লে আৰু মজা। [illegible]।" মহেশে কয়। [illegible] হাঁহি উঠে। সবলাই হাঁহি মাৰ [illegible] সময় হৈছে। তাই বন্ধা-বঢ়াত লাগে। মহেশ আৰু ভূপেনে [illegible] চোবাবলৈ ধৰে। আজিতে যেন [illegible] সম্বন্ধ [illegible] কথাবোৰ ক'বলৈ আৰম্ভ কৰিলে।

# চৌত্ৰিশ

দুপৰীয়া প্ৰতাপে পুতুলক ভাত খুৱাই আছে। এনেতে নঙলা মুখত মটৰ ৰাখি মহেশ, ভূপেন আৰু সৰলা নামি আহিল। এজন গাঁৱলীয়া ল'ৰাই বাট দেখুৱাই আনিছিল; সিও নামিল। তেওঁলোকক ভিতৰলৈ লৈ গ'ল আৰু চোতালত থিয় হৈ মানুহ অহা জাননী দিলে! মানুহ অহা শুনি ভিতৰৰপৰাই ক'লে— "বহক কোন আহিছে; মই যাব ধৰিছোঁ।" এনেতে সৰলাই ভিতৰ সোমাই গ'ল কাৰণ তাই প্ৰতাপৰ মাত বুজিলে। মহেশ আৰু ভূপেন বাহিৰত থিয় হৈ ৰ'ল। সৰলাই গৈ দেখিলে যে প্ৰতাপে এজন পাঁচ-ছয় বছৰীয়া ল'ৰাক ভাত খুৱাই আছে। হঠাতে সৰলাক দেখি প্ৰতাপ অলপ আচৰিত হৈ উঠিল আৰু এটা ক্ষীণ হাঁহি মাৰি থিয় হৈ ক'লে—

"সৰযু দেখোন? ক'ৰপৰা কেনেকৈ আহিলা?" তাৰ পিচত বাহিৰত মহেশ আৰু ভূপেনক দেখি হাঁহি মাৰি ক'লে— "হাৰে তহঁত দুয়ো যে? ক'ৰপৰা অ' ? ব'ল মোৰ কমলৈ যাওঁ।"

"নালাগে; ইয়াতে বহিম" বুলি দুয়ো মজিয়াত প্ৰৱেশ কৰিলে। প্ৰতাপে নিজে দুখন পীৰা আনি তেওঁলোকক বহিবলৈ দিলে। সৰলাই নিজে এখনত আগতেই বহিছিল। তাই সকৌতুকে সুধিলে— "ই কি কাণ্ড দাদা? আপুনি দেখোন নাৰ্চিং আৰম্ভ কৰিছে। এই ল'ৰাজন কোন?"

"দাদাৰ ল'ৰা পুতুল!"

"পুতুল?"

"এৰা, এয়ে পুতুল!"

ইতিমধ্যে পুতুলৰ খোৱা শেষ হ'ল; সৰলাই লাহেকৈ তাক কোলালৈ আনি এটা চুমা খাই কমলা টেঙা কেইটামান উলিয়াই তাৰ হাতত দিলে। সি আনন্দতে এবাৰ কমলা কেইটাৰ ফালে আৰু ভয়তে এবাৰ তেওঁলোকৰ ফালে চায়। তেওঁলোকক সি চিনি নাপায়। সৰলাই সুধিলে— "ডাঙৰ দাদা ক'ত?" প্ৰতাপে উত্তৰ দিলে— "অফিচৰপৰা অহা নাই।"

"ডাঙৰ বৌ?"

"বৌ আজি পাঁচ মাহ আগতে নিজ ঘৰলৈ গৈছে।"

প্ৰতাপৰ মুখখন মলিন হৈ আহিল। তিনিওজনে পৰিবৰ্তন লক্ষ্য কৰি ব্যগ্ৰ হৈ সুধিলে— "তাৰমানে?"

"তাৰমানে আজি পাঁচ মাহ আগতে কলেৰাত বৌ ঢুকাইছে।"

প্ৰতাপ গম্ভীৰ হৈ পৰিল। তেওঁলোক তিনিওজনে বজ্ৰাহত মানুহৰ দৰে ৰ'ল। সৰলাই চকুলো টুকিলে— "উহ্ মই যাক চাওঁ বুলি আহিছিলোঁ সেই জাগুৰ বৌ আগেয়ে . ।" তাৰ পিচত অভিমান আৰু ব্যথামিশ্ৰিত সুৰে প্ৰতাপক ক'লে— "ক'তা আজি ইমান দিনতো আমাক এখন চিঠি দিও খবৰ কোৱা নাই। আমি তেন্তে আপোনাৰ একো নহয় ? জীৱিত কালত বৌক এবাৰ নেদেখিলোঁ। আপোনাৰ বিয়াত নানিলে, ফাঁকি দি পলালে। বৌ মৰিল তাৰো খবৰ নিদিলে। কি শত্ৰুতা কৰিছিলোঁ অ' মই ? আপোনাৰ পানী খোৱা পুখুৰীত বিষ দিছিলোঁ নেকি, আমাক যে এটা সংবাদো নিদিলে আপুনি ?"

"অভিমান এৰা সৰযু। ই তাৰ জন্মগত স্বভাৱ। নিজৰ দুখৰ সংবাদ দি, নিজৰ অসুবিধাৰ কথা কৈ আনৰ মনত দুখ দিয়া প্ৰতাপৰ স্বভাৱৰ বাহিৰত। মই বুজো তাৰ চৰিত্ৰ। সেইবাবেই কৈছিলোঁ যিহেতু ইমান দিনে একো খবৰ দিয়া নাই, নিশ্চয় তাৰ কিবা অঘটন ঘটিছে।" মহেশে কয় বিজ্ঞ সুৰত।

"হয়, আপোনালোক দুই বন্ধুৱেহে বুজে আপোনালোকৰ কথা, আমি তাৰ একো গম ধৰিব নোৱাৰো" - সৰলাই আগৰ অভিমানৰ সুৰত কয়। সৰলাই পিনাকৈ পুতুলক বুকুত সোমাই লয়। মূৰটো পিহি পিহি কৈ যায় "হয় হতভগা এই কেঁচুৱাটোৱে মায়েৰাৰ মূৰ খালি ! কোনে তোৰ যত্ন ল'ব ?"

প্ৰতাপে আস্তে আস্তে সমস্ত ঘটনা ক'লে। তেওঁৰ বাক্‌শক্তি যেন আজি দুৰ্বল হৈ পৰিছে— মাজে মাজে ৰৈ যায়, কান্দোন আহিব খোজে। সৰলাই কান্দি পেলালে। যেতিয়া প্ৰতাপে বৌৱেকৰ শেষ অনুৰোধ— "পুতুলক তোমাক গতালোঁ বাপু, তুমি তাক মানুহ কৰিবা" —কথাষাৰ শুনালে মহেশ আৰু ভূপেনৰ পুৰুষ হিয়াও কঁপি উঠিল। "উহ্ ভগৱান" বুলি দীঘল হুমুনিয়াহ কাঢ়িলে। তাৰ পিচত সৰলাই সুধিলে— "মক বৌ ক'লৈ গ'ল ?"

প্ৰতাপে উত্তৰ দিলে— "ডিব্ৰুগড়লৈ।"

সৰলাই সোধে— "কিয় ?"

"ইয়াত থাকিব নোৱাৰে।"

"কিয় ?"

"ষ্টেপ্‌ওৰ্ড নিমিলে অৰ্থাৎ এনে নেহাৎ চাইত নেহাৎ মানুহৰ লগত থাকিবলৈ বাধি নহয়।"

কথাটো কোৱাৰ লগে লগে প্ৰতাপ আগতকৈ বেলেগ কেনেবা হৈ পৰিল। সমস্ত বিৰক্তি, বিতৃষ্ণা যেন প্ৰকাশ হৈ পৰিল তেওঁৰ মুখৰ ভঙ্গিমাত। তাৰ পিচত বীণাৰ সকলো চৰিত্ৰ

বিবৰি ক'লে। কথা শুনি ভূপেন আৰু সৰলা জ্বলি উঠিল। ভূপেনে ক'লে– "সঁচাকৈ ঐশ্বৰ্য্যই মানুহক উন্মাদ কৰে। ঐশ্বৰ্য্যৰ মদ-মত্ততাত মানুহে নিজকে হেৰুৱাই পেলায়। হতভাগিনী– !"

"গোপীকান্ত বৰুৱাৰ জীয়েক ? বৰুৱা ধনী হ'বলৈহে জানে, সন্তানক মানুহ কৰিবতো নাজানে। মই জানো বৰুৱা কোন আৰু তেওঁৰ জীয়েক কি হ'ব পাৰে। সেইবাবেইতো ভাল মানুহৰ বান্দীও আনিবা কিন্তু অমানুহৰ বেটীও নানিবা।" মহেশে কয়।

"তাইক কোবাই দাঁত কেইটা ভাঙি দিব নোৱাৰিলে দাদা ? তাইৰ গাল ফালি দিব লগিছিল চৰত। তাই মোৰ এনেহেন দাদাক এনে বিকৰ্থনা কৰে– হায়ৰে ! আজি তাই নাই, তাইৰ দিন ভাল...।" সৰলা খণ্ডত ধৈৰ্য্যচ্যুত হৈ পৰে। কিযে কৰিব তাই...।

প্ৰতাপে ক'লে– "অইনৰ ওপৰত খং কৰিলে কি হ'ব সৰযু ? ই মোৰ অকৰ্মণ্যতা।"

"অকৰ্মণ্যতা নহয়– ই হেছে বৰ্তমান সমাজৰ ৰূপ।" মহেশে কয়। এনেকৈ নানা সুখ-দুখৰ কথা ভাঙি-পাতি ক'লে প্ৰতাপে। ভূপেনে ক'লে– "যোৱা কথা হৈ গৈছে, ভৱিষ্যতলৈ তাৰ কিবা দিহা কৰিব লাগিব। বৰ্তমান আমাৰ পেটৰ দিহাহে– আমাৰ ভোক লাগিছে।" সৰলাক আঙুলিয়াই ক'লে– "গৃহিণীতো আৰু কোনো নাই এই ঘৰত; গতিকে পিক্‌নিকৰ ঠাকুৰ তুমি হ'লেই বোধহয় সৰ্বসম্মতিক্ৰমে গৃহীত হ'ব।"

"স্বৰ্গলৈ গ'লেও যে ঢেকীয়ে ধান বানিব লাগে তাক মই জানো। পিচে বন্ধু-বাহানিবোৰ যতনাই নাইবা চম্‌জাই দিয়ক।" সৰলাই প্ৰতাপক কয়। প্ৰতাপে সমস্ত বন্ধু দেখুৱাই দি ক'লে– "এইবোৰ আমাৰ বন্ধু। তুমি যি কৰা কৰিবা; আমি সিটো ঘৰলৈ যাওঁ।" ভূপেন আৰু মহেশৰ ফালে চাই ক'লে– "ব'ল মোৰ কৰ্মলৈ।" প্ৰতাপৰ ইঙ্গিত মতে দুয়ো উঠিল আৰু তেওঁৰ পিচ ল'লে। তিনিও তেওঁৰ কমত বহি নানা কথা-বতৰা হ'ব ধৰিলে। বীণা কেনে চৰিত্ৰৰ, ভাওৰ দাদাৰ কি মত, ভাওৰ বৌ কেনে আছিল ইত্যাদি সুধিবলৈ ধৰিলে। প্ৰতাপেও যথাযথ উত্তৰ দি গ'ল।

ইফালে পুতুলক কোলাত লৈ সৰলাই চাহৰ যোগাৰ কৰিলে। যথা সময়ত সৰলাই চাহ আনি তিনিওজনকে দি গ'ল। তাৰ পাচত সৰলাই ভাত ৰান্ধিবলৈ গ'ল। পুতুল আৰু সৰলাৰ ভাল বন্ধুত্ব গঢ়ি উঠিল। সি সৰলাৰ লগ নেৰা হ'ল। তাই যিফালে যায় সিও সেই ফালে যায়। তায়ো তাক লগতে লৈ ফুৰে। সৰলাৰ ভত্তাৱধানত ঘৰখনত যেন নতুনকৈ লক্ষ্মীয়ে প্ৰবেশ কৰিলে।

মহেশ আৰু প্ৰতাপে কথা কৈ থাকিল; কথাৰ মাজতে ভূপেন এবাৰ ৰান্ধনি ঘৰলৈ আহিল সৰলানো কিমানখিনি আগবাঢ়িছে চাবলৈ। তেওঁৰ বৰ ভোক লাগিছিল। তেওঁ মজিয়াত প্ৰবেশ কৰিয়ে দেখিলে যে সৰলাই পুতুলক কোলাত লৈ গাধীৰ খুৱাই আছে।

বুকুৰপৰা চাদৰখন খহি পৰিছে; ধুনীয়া পাতল ব্লাউজটোৰ তলতে তাইৰ নিটোল দেহটো তেওঁৰ চকুত পৰিল। বেছ ধুনীয়া। মুখত ওৰণি নাই— দীঘল ক'লা চুলিৰ ডাঙৰ খোপাটোৰ সৈতে অপৰূপ দেখা হৈছে। সবলাৰ আজি নতুন ৰূপ দেখিলে ভূপেনে। পেটৰ ভোক ক'ৰবালৈ গ'ল। এক ধ্যানে কিছুপৰ চাই লাহেকৈ মাত দিলে "সন্তান কোলাত থাকিলেহে মাতৃ-মূৰ্ত্তি সুন্দৰ দেখি। বাস্তৱিক ছাৱাল কোলাত ল'লে তোমাক বৰ ধুনীয়া দেখিছে"— ভূপেনে তাইৰ ফালে চাই হাঁহি মাৰি কয়। সবলাই হঠাতে তেওঁক দেখি আৰু নিজৰ অসংযত অৱস্থাটো দেখি অপ্ৰস্তুত হৈ পৰিল। খৰধৰকৈ চাদৰখন বুকুত মেৰিয়াই লৈ ওৰণিৰ দৰে কৰিলে আৰু তেওঁৰ ফালে চাই ক'লে— "নিলাজটো, লোকৰ ঘৰতো চুপতি মাৰে।" তাইৰ কথাত প্ৰেম। ভূপেনে ক'লে— "নহয় সৰযু, সঁচাকৈ তোমাক আজি বৰ ধুনীয়া দেখিছোঁ এই মাতৃ মূৰ্ত্তিত।"

"নিজৰ বোধকৰোঁ সন্তানৰ পিতা হ'বলৈ মন গৈছে, সেয়েহে লোকক কয়।"

"মুখত নক'লেও অন্তৰেৰে নাৰীয়ে সদায় মাতৃত্বৰ গৌৰৱ বাঞ্ছা কৰে।"

ভূপেনে অলপ হাঁহিবলৈ যত্ন কৰে। সবলাই তেওঁৰ চকুলৈ চায়। তাইৰ হাঁহি উঠে। মুখ বিকতাই তেওঁক ধমকনি দিয়ে— "যাওক ইয়াৰপৰা, এতিয়াই দাদাই আহি দেখিলে পাব মজা পালি। প্ৰতাপ দাদা কি মানুহ জানেই দেখোঁ বিয়াৰ আগৰ কথা মনত কৰক। যাওক, সোনকালে ওলাই যাওক।" তাইৰ ধমকনি খাই আৰু প্ৰতাপৰ দুৰ্দ্দশাৰ কল্পনা কৰি তেওঁ তাৰপৰা ওলাই আহিল। আহোঁতেকৈ আহিল— "অতি সোনকালে নহ'লে দুৰ্বাসা হ'ম।" সবলাই অলপ হাঁহি উত্তৰ দিলে - "তেনেহ'লে মই কলিকালত দ্বাপৰৰ দ্ৰৌপদী হ'ম যাওক।" ভূপেনে এবাৰ তাইৰ ফালে চাই হাঁহি মাৰি ওলাই আহে।

মাধৱে অফিচৰপৰা আহি বন্ধুবোৰৰ [illegible] ভাইবোৱাৰীয়েক আহিছে নিশ্চয়। তেওঁ [illegible] তেওঁৰ কমত সোমাল। এনেতে প্ৰতাপ আহিল তেওঁৰ কমলৈ। মাধৱে সুধিলে "পুতুল ক'লৈ গ'ল ?"

"সি পেহীয়েকৰ লগত আছে।"

"কোন পেহীয়েক।"

"গুৱাহাটীৰপৰা মহেশ কলিতাহঁত আহিছে। সবলাই ভাত বান্ধি থাকিছে।" মহেশ আৰু সবলাৰ নাম তেওঁ বহুদিনৰ আগতে শুনিছে। আজি অহা শুনি সুধিলে "ক'ত ?"

"সবলা বান্ধনি ঘৰত। মহেশ আৰু ভূপেন মোৰ কমত। বাক, মই মাতি দিওঁ।" প্ৰতাপ ওলাই আহে।

"নালাগে মাতিব— ময়ে যাম।" মাধৱে কয়। মাধৱ [illegible] আহে। প্ৰতাপে সবলা, মহেশ আৰু ভূপেনক মাতে; তেওঁলোক ওলাই আহে। [illegible] একো একজনকে আহি সেৱা কৰে। সবলাই সেৱা কৰি উঠি কয় - "[illegible], ইমান [illegible]

কৰিলে কিয় ? বেলি দেখোন গোটেই গ'ল, অফিচ কেই ঘণ্টা ?”

“অফিচৰ কামত নহয়, বাট বুলি আহোতে পলম হয়। পাঁচ মাইল বাট আহিব লাগে, সিয়ো খোজ কাঢ়ি।” মাধৱে কয়।

“চাইকেল নাই নেকি দাদা ?” সৰলাই সোধে।

“চাইকেল নহয় মটৰ আছে!” প্ৰতাপে এটা বিদ্ৰূপৰ হাঁহি মাৰি কয়।

“চাইকেল কিনিবলৈ ধনেই নাই।” মাধৱে গহীন সুৰত কয়।

“উহু, ইমান বাট হাটিব লাগে!” সৰলাই দুখ কৰে।

“দুখ কৰিলে কি হ'ব সৰযু, ইযে আজিৰ কেৰাণী জীৱন। কেৰাণীৰ জানো কিবা সুখ আছে ? টাইপ কৰা কেৰাণীয়ো টাইপ যন্ত্ৰহে— মানুহতো নহয়।” মহেশে কয় বিক্ষোভৰ সুৰত।

“আহক দাদা, ভাত খাওকহি, মই আপোনাকে চাই আছোঁ।” সৰলাই মাধৱক ভিতৰলৈ মাতি নি খোৱাৰ যতন কৰি দিয়ে। তাৰ পিচত গোটেই কেইজনকে খাবলৈ মাতে। মহেশ, ভূপেন, প্ৰতাপ তিনিও ভিতৰ সোমায়। সকলো কেইজনে খোৱাত লাগে।

ভাতৰ পাতত বহি নানা খবৰ-বাতৰি, পৰিচয় আদি লোৱাৰ পিছত গোটেই কেইজনৰ মনত আনন্দ আৰু ঘনিষ্ঠতাৰ ভাব আহি পৰে। মাধৱে কয়— “তোমালোক কেইদিনমান থাকিব লাগিব।”

“মোৰ যে লোকচান হয় দাদা ?” ভূপেনে আপত্তি দৰ্শায়।

“তোমাৰ লোকচান হ'লেও মোৰ যে লাভ।” হাঁহি কয় মাধৱে।

“অৱশ্যে টকা-পইচাৰ লাভ নহ'লেও আনন্দৰ লাভ আমাৰো আছে।” সৰলাই হাঁহি মাৰি কয়।

“সৰযুৰ দেখিছোঁ বিশ্লেষণটো বেয়া নহয়। টকা-পইচাক আনন্দৰ লগত তুলনা কৰিছে।” প্ৰতাপে কয়।

“টকা-পইচাৰপৰা আনন্দহে আহে। যদি বিনা টকাই আনন্দ পোৱা যায় তেন্তে আৰু টকা কিয় ? আমি আমাৰ সন্তুষ্টিৰ বাবেহে টকা আৰ্জো। যদি এনেয়ে সন্তুষ্ট হ'ব পাৰোঁ টকাৰ কি দৰ্কাৰ ?” মহেশে কয়।

“বাইজৰ মতেই মোৰো মত। আজিকালি গণতন্ত্ৰৰ যুগত সৰহীয়াৰ মতেই তাকৰীয়াও চলিব লাগে। অধিক সংখ্যকৰ বিৰুদ্ধে নিষ্ফল আস্ফালন ভিন্ন অন্য একো নহয়।” ভূপেনে পাভলাকৈ হাঁহি মাৰি কয়। আনন্দ আৰু আহ্লাদৰ মাজেৰে কথা-বতৰাবোৰ চলি থাকে।

# পঁয়ত্রিশ

আজি 'বিজয়লক্ষ্মী' ফাৰ্মৰ বাৰ্ষিক অধিবেশন। বছৰৰ হিচাপ-নিকাচ হ'ব আজি। নানা ৰং-তামচা আৰু খোৱালোৱা হ'ব। দিনত ভোগ আৰু ৰাতি ভাওনা হ'ব। ধুম-ধামেৰে এসপ্তাহ আগৰেপৰা ইয়াৰ কাম হৈছে। আজি তিনি বছৰৰ ভিতৰত ফাৰ্মৰ যথেষ্ট উন্নতি হৈছে। কৰ্মী অৰ্থাৎ সভ্য সংখ্যা প্ৰায় চাৰিশ হৈছে। বিৰাট জংগল মানুহ দেৱতাৰ হাতত পৰি সুন্দৰ শস্যশালী ভূমিত পৰিণত হৈছে। ডাণ্ডৰ গাঁও এখনৰ দৰে হৈছে আগৰ কেম্পটো। ডাঙৰ ডাঙৰ ঘৰ উঠিছে। ঠায়ে ঠায়ে কুঁৱা আৰু দমকল বহুৱাইছে। এখন লৰী আৰু এটা ৰেডিঅ' আনিছে। মানুহবিলাকে শিক্ষিত জগতৰ লগত খোজ মিলাবলৈ চেষ্টা কৰিছে। ল'ৰা-ছোৱালীৰ বাবে এখন স্কুল স্থাপন কৰা হৈছে। মূৰৰ ওপৰত 'আদৰ্শ সমবায় খেতি ফাৰ্ম' এখন তেওঁলোকে গঢ়ি তুলিছে। সেই ফাৰ্মৰ জন্মদাতা আছিল মহেশ আৰু তেওঁৰ কল্পনাক বাস্তৱত ৰূপ দিলে প্ৰতাপে। সেই ফাৰ্মৰ আজি বাৰ্ষিক উৎসৱ। তেওঁলোকে প্ৰতাপক নিৰবলৈ আহিছে। সুসজ্জিত লৰী গৌতিয়া প্ৰতাপৰ দুৱাৰ মুখত ৰ'ল তেতিয়াহে প্ৰতাপৰ মনত পৰিল যে আজি বাৰ্ষিক উৎসৱ। তেওঁ তৎক্ষণাৎ ওলাই আহি মানুহবিলাকক নমস্কাৰ কৰি ক'লে- "আহক ভিতৰলৈ।"

মানুহবিলাক আহি চোতালত থিয় হোৱাৰ লগে লগে মহেশ, নৃপেন আৰু সৰলা ভিতৰৰপৰা ওলাই আহিল। আজি ইমান দিনৰ মূৰত মহেশক দেখি মানুহবিলাকে একেলগে হাতযোৰ কৰি ক'লে

"আজি আমাৰ পৰম সৌভাগ্য। আজি আমাৰ বোপা দেউতা আহিছে।"

মহেশেও হাঁহি মাৰি প্ৰতি-নমস্কাৰ কৰিলে। মানুহবিলাকে বৰ আগ্ৰহেৰে তেওঁৰ ওচৰলৈ আহি সুধিলে- "কেতিয়া আহিল ?"

"মোৰ আহিবৰ প্ৰায় সপ্তাহ হ'ল। মই আজি যাম বুলিছে ভাবিছিলোঁ আপোনালোকৰ গাঁৱলৈ। ভালেই হ'ল। পিছে ভালে আছেনে ?"

"ভাল, বোপা দেউতা। আজিকালি আমি আগৰ গাঁৱত নাই। বৰ্তমান আমি ৰকবাৰ মাটি এৰি দি ৰিজাৰ্ভত বহিছোঁ- য'ত আপুনি এদিন ঘৰ সাজিছিল তাতে। আমি ফাৰ্ম খুলিছোঁ। আজি তাৰে বাৰ্ষিক উৎসৱ।"

প্ৰতাপক আঙুলিয়াই ক'লে– "এওঁ জানো আপোনাক কোৱা নাই ?"

"নাই, একো কোৱা নাই। কি খবৰ অ' ?" তেওঁ প্ৰতাপৰ ফালে চায়।

"দেখিলে জানিবি নহয়। ওলা সোনকালে। সৰযু যোৱা সোনকালে ওলোৱাগৈ।" প্ৰতাপে কয়। সৰলাই আচৰিত যেন হৈ সোধে– "ক'লৈ দাদা ?"

এনেতে বাইজৰ মাজৰপৰা বুঢ়া ধনাই উত্তৰ দিয়ে– "আমাৰ ফাৰ্মলৈ আইদেউ ! যাওক ওলাওকগৈ।"

প্ৰতাপে খৰধৰকৈ সকলোবোৰ পৰিপাটি কৰি লৈ ওলাল। যন্ত্ৰৰ দৰে সৰলা আৰু ভূপেন বিস্ময়াভিভূত হৈ তেওঁক অনুসৰণ কৰিলে। দুয়ো হতবুদ্ধি হৈ পৰিছে– ই আকৌ কি কাণ্ড ! মানুহবোৰ গৈ মটৰত উঠিল। ভূপেনে তেওঁৰ মটৰখনত উঠিল, লগতে সৰলা আৰু প্ৰতাপো উঠিল। কিন্তু মহেশক মানুহবিলাকে তেওঁলোকৰ মটৰত তুলি ল'লে। মহেশক পাই তেওঁলোকে যেন আজি হেৰোৱা মাণিকহে পালে। তেওঁলোকৰ আজি আনন্দৰ সীমা নাই। যাৰ বজ্ৰ গম্ভীৰ স্বৰত এদিন এই নিমাত খেতিয়কসকলৰ জড়ত্ব বিনাশ হৈছিল সেই মহেশ আজি পুনৰ তেওঁলোকৰ মাজলৈ আহিছে। তেওঁলোকে নিজকে ভাগ্যবান বুলি বিবেচনা কৰিলে। পৱন সঞ্চাৰে মটৰ চলি গ'ল।

মটৰ গৈ পদুলি পোৱাৰ লগে লগে প্ৰায় তিনিশমান মানুহৰ এটা সমদলে আহি জয়ধ্বনি কৰিলে– "বিজয়লক্ষ্মী কি জয়– সমবায় কি জয়।"

প্ৰতাপ, ভূপেন, সৰলা আৰু মহেশ নামি আহিল। আজি ইমান দিনৰ মূৰত মহেশক দেখি মানুহবিলাকে আনন্দতে ওচৰ চাপি আহি নমস্কাৰ কৰিলে। এওঁলোককো লগতে নমস্কাৰ জনালে। এওঁলোকেও বাইজক নমস্কাৰ কৰিলে। মানুহবিলাকে তেওঁলোকক বেঢ়ি ধৰি আগবঢ়াই নিলে। ৰভাৰ তলত্ৰ তেওঁলোক গৈ বহিল। ভূপেন আৰু সৰলাই কাণ্ড দেখি অবাক। ৰভাৰ তলত বহি মহেশৰ সকলো খবৰ লৈ– জে'লৰ খবৰ লৈ মানুহবিলাকে নানা আলোচনা কৰিলে। তাৰ পিচত মহেশক আশীৰ্বাদ কৰি বুঢ়া ধনাই ক'লে– "ভগৱানে তোমাৰ মঙ্গল কৰক বোপা; তুমি আমাৰ উদ্ধাৰ কৰ্ত্তা গুৰু। আমাক তুমি ৰক্ষা কৰিলা– জীৱনৰ পথ চিনাই দিলা– আমি তোমাক কি দিম ? এই 'বিজয়লক্ষ্মী'ৰ তুমিয়ে বিজয়ী পুত্ৰ। তেওঁৰ সাধনাতে তুমিও ব্ৰতী হোৱা। আমাৰ হিয়াভৰা ভাল পোৱাৰ বাহিৰে দিবলৈ একো নাই বোপা।"

সকলোৱে হাত চাপৰি দিয়ে। সভাস্থলত মানুহ বহি পৰে। তাৰ পিচত প্ৰতাপে উঠি সকলোকে পৰিচয় কৰি দিয়ে। ভূপেন আৰু সৰলাকো বাইজে আশীৰ্বাদ দিলে।

ইয়াৰ পিচত সভা আৰম্ভ হ'ল। বাইজৰ মাজৰপৰা প্ৰতাপে উঠি মহেশক সভাপতি পাতিলে। মহেশেও বাইজক সেৱা জনাই সভাপতিৰ আসন গ্ৰহণ কৰিলে। সৰলাই

দোখ আচাৰত হৈ গ'ল। আজিহে বুজিলে কিয় মহেশে নিজৰ সুখ স্বাচ্ছন্দ্য [illegible] দি এনেকৈ ঘূৰি ফুৰে। কিমান যে মানে তেওঁক মানুহবিলাকে। তেওঁ মুখ [illegible] যায়, লগে লগে গৌৰৱো অনুভৱ কৰে। আজিহে বুজিলে মহেশৰ মূল্য কিমান। ভূপেনে ও ভিতৰি ভিতৰি আনন্দ অনুভৱ কৰিলে। সি যি কি নহ'ক তেওঁৰ বন্ধু প্ৰতাপ আৰু সম্বন্ধীয় মহেশৰ সাধনা নিষ্ফল নহ'ল।

প্ৰতাপে উঠি সভাপতি আৰু ৰাইজক সম্বোধন কৰি ক'লে "ৰাইজসকল, এই ফাৰ্ম স্থাপনৰ উৎস হ'ল মহেশ কলিতা আৰু এই ফাৰ্মৰ সম্পত্তিৰ গুৰিতে হ'ল ভূপেন ডাক্তৰৰ টকা দুই হাজাৰ। মই উপলক্ষ্য মাত্ৰ। আজি আমি দুয়োজনকে পাই নিথৰ আনন্দিত। আজি মোৰ কাম শেষ। বছৰ শেষৰ লগে লগে মোৰো কৰ্ত্তব্য শেষ। মই মোৰ কাজবৰপৰা সৰ্বস্বত্ব মহেশ আৰু ভূপেনক অৰ্পণ কৰি অব্যাহতি ল'লোঁ। ইয়াৰ বাবেই মই ইমান দিন বাট চাই আছিলোঁ। আজি মোৰ কামনা পূৰণ হ'ল। আজিৰপৰা মই "বিজয়লক্ষ্মী"ৰ বৰ্জিত সন্তান।"

প্ৰতাপে নিজৰ সকলো দায়িত্ব এৰি দিলে। ৰাইজ কাঁহ পাৰ [illegible] যোৱা [illegible]। ই কেনে কথা ? হৰ্ষত বিষাদ। বহুত পৰ পিচত ধনাই উঠি ক'লে— "ই কেনে কথা বোপা ? তুমি কিয় আমাক বৰ্জন কৰিলা ? যদি আমি কিবা দোষ কৰিছোঁ [illegible] কোৱা, আমি শাস্তি ল'ম। আমি মূৰুখ মানুহ একো নাজানো। দোষ হ'লে [illegible] কৰিবা— আমাক দোষ দেখুৱাই দিবা। তাকে নকৰি তুমি আমাক পৰিত্যাগ কৰিবা কিয় ? এই ফাৰ্ম তোমাৰে হাতৰ কৰ্ম। তুমি তাক পৰিত্যাগ কৰিবা কিৰূপে ? সেইটো নহ'ব। আমি তোমাক এৰি নিদিম বোপা, বৰং তুমি আমাক এৰি দিব পাৰা।" এনেকৈ [illegible] বহিল। ৰাইজে হাত চাপৰি মাৰি তেওঁৰ কথাটো সমৰ্থন কৰিলে। [illegible] উঠি ক'লে— "যাৰ সৌজন্যত এই ফাৰ্মৰ সৃষ্টি - যিয়ে নিৰ্মাণ কৰিলে এই "বিজয়লক্ষ্মী"ৰ বিজয় দেউল, তেওঁক কোতিয়াও 'বিজয়লক্ষ্মী'য়ে মুক্তি নিদিয়ে। আমি অব্যাহতি [illegible] কোন ? আচলতে শ্ৰীযুক্ত ভূপেন ডাক্তৰৰ টকা দুই হাজাৰে স্বত্ব পালেও মোৰ একো স্বত্ব ইয়াত নাই। তেনেস্থলত মোৰ ডিঙিত মালা পিন্ধোৱাৰ অৰ্থ উপহাসহে। প্ৰতাপে তাৰ দায়িত্ব মোৰ ওপৰত জাপি দি মোক সঁচাকৈয়ে অপমান কৰিলে, কাৰণ তাৰ ওচৰত মই একো নহয়। মোৰ কোনো অধিকাৰ নাই এই "বিজয়লক্ষ্মী"ৰ সম্পত্তিৰ ওপৰত। সি মোক লাজহে দিছে।" মহেশ বহিল। এনেতে ভূপেন ডাক্তৰে উঠি ক'লে

"মোক মাজতে লাজত পেলোৱাৰ অৰ্থ বুজিব নোৱাৰিলোঁ। মই কোনো দিনে ফাৰ্মৰ নামত টকা ধাৰলৈ দিয়া নাই; যদি কোতিয়াবা কিবা দিছোঁ তেন্তে তাক প্ৰতাপৰ পকেট খৰচৰ বাবেহে দিছোঁ— কোনো প্ৰতিষ্ঠানৰ নামত ধাৰলৈ দিয়া নাই। [illegible] বহীত মোৰ নামত টকা জমা দেখি আৰু মই মহাজনৰ শাৰীত উঠা দেখি আচৰিত হৈ আৰু

লগতে লজ্জিত হৈছোঁ। এইবোৰ প্ৰতাপৰ ষড়যন্ত্ৰ। মোক এই জালত মেৰাই লাজ দিব। মই কোনো দিনে ঘূণাক্ষৰেও এইবোৰৰ কথা শুনাও নাই, দেখাও নাই।" তেতিয়া বুঢ়া ধনাই উঠি আকৌ ক'লে— "সেইবোৰ মিছা। আমি তিনিওজনকে আজিৰপৰা আমাৰ পৰিচালক পদত নিযুক্ত কৰিলোঁ। ইয়াত কাৰো আপত্তি শুনা নাযাব। ৰাইজসকল, আপোনালোকে জয়ধ্বনি কৰক।"

ৰাইজে গিৰিপ্ কৰি চাপৰি বজাই তেওঁৰ কথা সমৰ্থন কৰিলে! লগতে জয়ধ্বনি কৰিলে। মহেশ, ভূপেন আৰু প্ৰতাপে নিৰুপায় হৈ সন্মতি জনাবলৈ বাধ্য হ'ল। এনেকৈমিটিঙৰ কাম আৰম্ভ কৰি বছৰৰ লাভালাভ শুনাই সভা ভঙ্গ কৰিলে। ইতিমধ্যে ভোজ-ভাতৰো সময় হ'ল।

খোৱা-লোৱাৰ পিচত ভাটিবেলা মহেশ, ভূপেন আৰু সৰলাক ফাৰ্মৰ ভিতৰৰ নানা তৰহৰ তৰকাৰী, মচলা আদি দেখুৱাই প্ৰতাপে সেইবোৰৰ ইতিবৃত্ত এটা এটাকৈ কৈ গ'ল। তেওঁলোক তিনিও মন্ত্ৰমুগ্ধৰ দৰে সেইবোৰ দেখি-শুনি আচৰিত হৈ যাব ধৰিলে আৰু ঘনে ঘনে প্ৰতাপৰ বুদ্ধিক প্ৰশংসা কৰিব ধৰিলে।

ৰাতি ভাওনা চাই সৰুকালৰ স্মৃতিবোৰ প্ৰত্যেকৰে মনত উদয় হ'ল আৰু নিজৰ নিজৰ ধাৰণাবোৰৰ কথা কৈ গোটেই কেইজনে আনন্দ উপভোগ কৰিলে।

তেওঁলোক তাত কেইবাদিনো থাকিল। আজীৱন চহৰৰ জনবহুল আবেষ্টনীৰ মাজত থকা সৰলাই এই জন বিৰল প্ৰকৃতি দেৱীৰ ৰূপ দেখি আনন্দত আত্মহাৰা হৈ গ'ল। পুৱাৰ কিৰণত শাৰী শাৰী হিমালয়ৰ শৃঙ্গই জিৰ্মিক্কৈ জিলিকি উঠে— দুবৰিৰ ওপৰত নিয়ৰৰ টোপালবোৰ মুকুতাৰ দৰে উজ্জ্বল হৈ জ্বলি উঠে। সেউজীয়া ধাননি পথাৰৰ শ্যামল শোভাই সৰলাক আকুল কৰি তোলে। তেতিয়াহে বুজিলে কিহৰ নিচাত পৰি প্ৰতাপে জীৱনৰ সকলো দুখ, সকলো বেজাৰ পাহৰি থাকিব পাৰিছে। আজি তাই অন্তৰৰপৰা উপলব্ধি কৰিলে বাস্তৱিক প্ৰতাপ সৌন্দৰ্য্য সাধক— কবি। তাৰোপৰি আজিহে জানিলে তাইৰ দাদা মহেশ কোন— মানুহৰ ওপৰত, জনসাধাৰণৰ ওপৰত তেওঁৰ কিমান প্ৰভাৱ।

# ছয়ত্ৰিশ

সঙ্গীবোৰৰ সৈতে প্ৰতাপ ঘৰলৈ ঘূৰিল। 'বিজয়লক্ষ্মী' ফাৰ্মৰ মানুহবিলাকে আদৰ-আপ্যায়ন কৰি তেওঁলোকক বিদায় দিলে। ঘৰ পাই নওলামুখত মটৰ ৰাখি তেওঁলোক নামি আহিল। মটৰৰ শব্দ শুনি নীলিমা ওলাই আহিল। যোৱা পৰহি দিনা মাক আৰু নীলিমা আহিছে পুতুলক নিবলৈ; কাৰণ তাৰ ইয়াত বৰ কষ্ট হৈছে। তাৰওপৰি কানি কাপোৰবোৰ লেতেৰা হোৱা বুলি নীলিমাই অনুমান কৰিছিল। নীলিমাক দেখি প্ৰতাপৰ বাহিৰে গোটেই কেইজনে মুখ তুলি চাই ৰ'ল। বহুতো অচিনা মানুহ দেখি নীলিমা ভিতৰলৈ গ'ল। সকলোৱে ভাবিলে যে এইজনী বীণা; নহ'লে এনে ধুনীয়া ছোৱালী এনে পিচ পৰা গাঁৱত কেনে থাকিব পাৰে? নীলিমাৰ লাৱণ্যময়ী মুখ আৰু নম্ৰ চকুযুৰিয়ে সকলোকে ইৰ্ষান্বিত কৰি তুলিলে— কি ৰূপ। এনে সুন্দৰী ৰূপহী মানুহজনী; কিন্তু তেনে কুৎসিৎ ব্যৱহাৰ কিৰূপে সম্ভৱ? সকলোৱে ভাবে আৰু চাই থাকে একেথৰে নীলিমা যোৱাৰ ফালে। ভূপেন আৰু মহেশেও এবাৰ ভালকৈ চাই ল'লে নীলিমাক আৰু মনে মনে বীণাদেৱী বুলি একোটা হাঁহি মাৰিলে— যি হাঁহিত মিহলি আছিল সমস্ত ঘৃণা।

নীলিমাই ভিতৰ সোমাই গৈ ভৰি ধুবলৈ পানী আৰু মুখ মচা গামোচা যতনাই দিলে। নিঃশব্দে তেওঁলোকে হাত-ভৰি ধুলে আৰু গৈ প্ৰতাপৰ কমত সোমাল। কমত সোমাই দেখে যে বিছনাৰ কানি-কাপোৰবোৰ ধুই সুন্দৰভাৱে চাফা কৰি ৰাখিছে। চোলা দুটা আলনাত পৰিপাটিকৈ থোৱা, টেবুলৰ ওপৰত কিতাপবোৰ সুন্দৰভাৱে সজোৱা। কমটো পৰিষ্কাৰ। তেওঁলোকৰ মনৰ সন্দেহ গ'ল। ভাবিলে— ৰূপহীয়ে সুমতি দিলে হ'বলা। সকলোৱে ভাবিলে— বৰ আপ্-টু-ডেট্ বুলি শুনিছোঁ দেখোঁ, কিন্তু ক'তো একো লাজ-বেহ নাই। কেৱে অনুশোচনা আহিল নেকি? অহংকো দূৰত এৰি মনত। এইটোৱে বোধকৰোঁ গাঁৱলীয়া আপ্-টু-ডেট্ ধৰণ হ'বলা তাই হাঁহে নিজে নিজে— কি মূৰ্খ এই গাঁৱলীয়া ছোৱালীবোৰ— ওৰণিখন নল'লেই আধুনিকা বুলি ভাবে। এনেবোৰ প্ৰশ্নই তাইক আগুৰি নি ধৰিলে। এনেতে চাহ লৈ ভিতৰ সোমাই আহিল নীলিমা আৰু আগে আগে চাকৰ কাপবোৰ লৈ গুচি গ'ল। সকলো কেইজনে তাইৰ নীৰৱ আৰু নিৰাভৰণা মুখখন চাই ল'লে। প্ৰতাপে ছোৱালীবোৰ পৰিপাটি কৰি থোৱাত বাধ্য হ'ল। বাকী কেইজনে চাহ খাবলৈ ধৰিলে।

কিছুপৰৰ পিচত নীলিমাই মাত দিলে— "গা ধুবলৈ পানী দিছোঁ।" সবলাই কিবা ক'ব খুজিছিল কিন্তু ভূপেনৰ ধমকনিত একো নক'লে। তিনিওজনে চকুৰে ইঙ্গিত দিয়া দি কৰিলে মাথো— মুখেৰে নামাতিলে। অৱশেষত নীৰৱে এজন এজন কৰি বাহিৰ হৈ গ'ল। প্ৰতাপ কিন্তু আলমাৰীবোৰ সজাই থোৱাতহে ব্যস্ত। সবলাই ক'লে— "দাদা গা ধোৱকহঁক, নালাগে এতিয়া এইবোৰ পৰিষ্কাৰ কৰিবলৈ!"

"তোমালোক যোৱা, মই অলপ পিচতে গৈছোঁ।"

সবলাহঁত যায়। ভূপেন আৰু মহেশ গা ধুই ভাত খাবলৈ গ'ল। সবলা গা-পা ধুই পাকঘৰলৈ আহিল। নীলিমাৰ মাকে ভাত বাঢ়ি দিলে। মহেশ আৰু ভূপেনে নিঃশব্দে খাবলৈ ধৰিলে। সবলাই ইবিধ সিবিধ কৰি কিছুমান বস্তু যত্নাই দিব ধৰিলে। এনেতে নীলিমা ওলাই আহিল। তাই পোনে পোনে প্ৰতাপৰ কমত মনে মনে সোমাই আহিল। প্ৰতাপে আলমাৰীবোৰ মচি আছে। নীলিমাই পিচফালে থিয় হৈ লাহেকৈ সুধিলে— "এওঁলোক কোন?"

"মোৰ বন্ধু— গুৱাহাটীত থাকে। বগাজন মহেশ কলিতা— মোৰ কলেজীয়া বন্ধু আৰু সেইজনী তাৰে ভনীয়েক সবলা। ক'লাজন ভূপেন ডাক্তৰ মোৰ সৰু কালৰ বন্ধু, সবলাৰ গিৰীয়েক।"

"কিছুদিন থাকিব হ'ব পায়।"

"দুই-চাৰিদিন থাকিব।"

"মই তেন্তে আজি যাম।"

"কিয়?"

"লাজ লাগে!"

"অতিথিক গৃহস্থে লাজ কৰে নেকি?" প্ৰতাপে পিচ মুখ দি নীলিমাৰ ফালে চায়। ধমকনি দি হাতেৰে ইঙ্গিত কৰি কয় নীলিমাই— "সৰুকৈ কওক।"

দুয়ো কথা পাতি থাকোঁতে সবলাই মনে মনে আহি পিচফালে থিয় দি শেষৰ কথাষাৰ শুনিলেই। প্ৰতাপে তাকে দেখি পাতলকৈ এটা হাঁহি মাৰি ক'লে— "য'তে বাঘৰ ভয়, ত'তেহে ৰাতি হয়। ইতিমধ্যে শুনিলেহি।"

নীলিমাই পিচ মুখ দি সবলাক দেখি লাজতে ৰঙা-ছিঙা পৰি উঠিল। হাজাৰ হ'লেও তিৰোতা মানুহৰ ৰং— ধানখেৰৰ জুই— এই উঠে এই নুমায়। সবলাবো একে বাসনা। তাইৰ ৰং ক'ৰবালৈ গ'ল। হাঁহি মাৰি ক'লে— "লাজ কৰিব নালাগে সৰু বৌ, মই তোমাৰ ননদহে।"

লাজতে ৰঙা-চিঙা পাৰি থকা নীলিমাই এই কথা শুনি সাহঁহ কৰে বাহিৰ ওলাই গ'ল। কিন্তু অন্তৰে অন্তৰে অসীম আনন্দ অনুভৱ কৰিলে— সি যি কি নহওঁক এদিন

এবাৰ হ'লেও "সৰু বৌ" সম্বোধন এটা পালে। ইয়াৰ আশাতেইতো আজিও অবিবাহিতা হৈ আছে। মুখত সীমাহীন লাজ আৰু অন্তৰত অসীম তৃপ্তি —এয়েই নাৰী চৰিত্ৰ। নীলিমা লাজত পৰি ওলাই যোৱাত প্ৰতাপে হাঁহি মাৰি দিলে। সকলোৱে হাঁহি উঠিল। দুয়ো হাঁহিলে কিন্তু দুয়োৰে হাঁহিৰ বিষয়বস্তু হ'ল বেলেগ। প্ৰতাপে হাঁহিলে সকলোৱে নিচিনি নীলিমাক সৰু বৌ বোলা বাবে আৰু সকলোৱে হাঁহিলে তাইৰ অনুচিত বৌয়েক লাজত পৰি যোৱা দেখি। নীলিমা যোৱাত সকলোৱে ভাওৰীকে মাতিলে— "সৰু বৌ, লাজ কৰিব নালাগে; আহাঁচোন এবাৰ ।"

ভাওৰীকে মতা দেখি প্ৰতাপে ধমক দি ক'লে— "নামাতিব, তেখেত সৰু বৌ নহয় পাগলী।"

"সৰুবৌ নহয় ?"

"নহয়।"

"তেন্তে কোন ?"

"দাদাৰ খুলশালী নীলিমা।"

"ইচ্ বাম ..।" বুলি তাই লাজতে মৰি যোৱা যেন হ'ল। সকলোৱে চকু পাতি মুখত আঙুলিটো দি প্ৰতাপৰ ফালে চাই ক'লে— "কিয় তেন্তে আগতে নকয় ?" আপুনি বৰ দুষ্ট দাদা— লাজত পেলাই মাৰে।"

"এৰা মই দুষ্ট। তুমি অইনক লাজত পেলোৱা আৰু মোৰ গাত জাপি দিয়াটো নহয় ?"

"কিয় নকয় তেন্তে ?"

"তুমি মোক সুধিছানে ?"

"মই বৰ বেয়া কাম কৰিলোঁ। দুনাই কেনেকৈ মই তেওঁৰ আগত মুখ দেখুৱাম ?"

"ভয় নাই" পাতলকৈ হাঁহি মাৰি কয় প্ৰতাপে।

"মানে ?" তাই সকৌতুকে প্ৰশ্ন কৰে।

"সকলো কথাৰ মানে নাথাকে সদায়।" তেওঁৰ কথাটো শুনি পেলাব খোজে নহ'লে কথাবোৰ ওলাব পাৰে। অৱশিষ্ট কয়— "যোৱা, মোক ভাত দিবলৈ কোৱাগৈ।"

সকলোৱে ভাবিব ধৰে এই "ভয় নাই"-ৰ অৰ্থ কি, আৰু "মানে"টো নো কি। তাই কয়— "মই আৰু সেইফালে নাযাওঁ— মোৰ লাজ লাগে।"

"ননদৰ ওচৰত যদি বৌয়েকে লাজ কৰিব নালাগে তেন্তে বৌয়েকৰ ওচৰত ননদে লাজ কৰে কিয় ? ই কোন মহাভাৰতৰ বিচাৰ ?"

এনেতে মহেশ আৰু ভূপেন সোমাই আহে। সকলো আৰু প্ৰতাপৰ কথাৰ উত্তৰ ভাগু পৰে।

প্ৰতাপ, মহেশ, ভূপেন আৰু সৰলাই প্ৰতাপৰ কমত বহি গল্প কৰি আছে। ভূপেনে ক'লে— "তেনে গৃহস্থি নচলে ভাই। তিৰোতা যে গৃহলক্ষ্মী তাৰ প্ৰমাণ আজিয়ে পাইছা দেখোন। এওঁ অহাত কি সুন্দৰভাৱে কামবোৰ হৈ গৈছে। বাৰু এই বুঢ়ীজনী কোন ?"

"জলাৰ শাহুৱেক আৰু সেইজনী তেওঁৰ জীয়েক।"

"তেন্তে সেইজনী তোৰ শ্ৰীমতী নহয় নেকি ?"

"মোৰ শ্ৰীমতীয়ে এইবোৰ নকৰে।"

"কিয় ?"

"তেওঁ শ্ৰীযুক্তা হে শ্ৰীমতী নহয় !"

"তাৰমানে ?"

"তাৰমানে তেওঁ আধুনিকা।"

"এওঁ তেন্তে 'সৰু বৌ' নহয়। অ' এতিয়াহে বুজিলোঁ।"

"মইতো আচৰিত হৈছোঁ— তেওঁ ওৰণি নোলোৱাত।"

মহেশে কয়। সৰলাই এই বিষয়ে বহুত আগতে অভিজ্ঞতা লাভ কৰিছে; বিশেষতঃ লাজ পাই চিৰ-জীৱনৰ বাবে শিক্ষাও লাভ কৰিছে; গতিকে একো নকৈ ফিচ্ ফিচ্‌কৈ হাঁহি থাকিলে প্ৰতাপৰ মুখৰ ফালে চাই। তাৰপিচত গহীন হৈ মহেশক ক'লে—

"বাৰু দাদা, কিয় আজি মানুহবোৰ তেনেকুৱা হৈছে ?"

"আজিৰ শিক্ষাই কৰিছে সৰবু।" মহেশে কয়।

"আজিৰ শিক্ষাই দাসক কৰি তুলিছে চাকৰিজীৱী নিজত্ব বিহীন, আজিৰ সমাজ ব্যৱস্থাই বৰ্ব্বৰক কৰি তুলিছে অত্যাচাৰী আৰু আজিৰ আধুনিক ধৰণ-কৰণে হীনাক কৰি তুলিছে হৃদয়হীনা। এয়েতো আজিৰ দুনীয়া। ব্যাস, বাল্মীকি, কপিল, পৰাশৰ, গাৰ্গী, মৈত্ৰেয়ীৰ ভাৰত আজি হৃদ বহু-বিলাসত নিমগ্ন।" প্ৰতাপে কয়। মহেশ উত্তেজিত হৈ উঠে। এইবোৰৰ নাম ল'লেই তেওঁৰ প্ৰত্যেক ধমনীৰে বিজুলী বেগে শোণিত সোঁত প্ৰবাহিত হয়। তেওঁ কৈ উঠে— "সেইবাবে আজি আমাক লাগে শিক্ষাৰ নতুন সংস্কৰণ, লাগে নতুন সমাজ ব্যৱস্থা আৰু লাগে পৰিস্থিতিৰ ধৰণৰ আমূল পৰিবৰ্তন। যেতিয়ালৈ এই তিনিটি সমস্যাৰ সমাধান নহ'ব তেতিয়ালৈকে মোৰ সময় নাই নিজৰ জীৱনৰ ফালে চাবলৈ। আজি মোৰ আৰামসুখলৈ মুখ ঘূৰাবলৈ সময় নাই। মোক লাগে আজিৰ দুনিয়াৰ বিৰুদ্ধে অভিযান। সেইবাবেই আজিৰ কবিয়ে গাইছে—

আজি দুখৰ নিশিটো মই
নতুন জগত গঢ়িম;
সৰ্বহাৰাৰ সৰ্ব্ব
পূৰণ কৰিহে জানিম।"

সবলাই যৰ্পকে মাজতে সোধে— "আজিৰ মানুহে তেন্তে কি বিচাৰে দাদা ?"
মহেশে সেই একে উত্তেজনাতে কৈ যায়— "আজিৰ মানুহে কি বিচাৰে জানা সবযু ? আজিৰ মানুহে বিচাৰে বিপ্লব।"

"এহ থওক আপোনাৰ বিপ্লব। বৰ্তমান এই ভিবীহীন পিৰিয়ৰৰ কিবা এটা ব্যৱস্থা কৰক।" ভূপেনে কয় বাজ সুৰত কথাটো পাতল কৰিবলৈ।

"ব্যৱস্থা কি কৰিম ? নিজেই নিজৰ সুখ-দুখৰ গৰাকী।" মহেশে অলপ বিৰক্তি আৰু অসন্তুষ্টিৰ ভাৱত কয়। তেওঁৰ ভিতৰত যেন অসংখ্য ভাব উত্তাউল হৈ ঘূৰিব ধৰিছে, কিন্তু প্ৰকাশৰ বাট নাই। সবলাই কথাবোৰ সংযত অৱস্থালৈ আনিবৰ চেষ্টা কৰে। তাই প্ৰতাপক কয়— "আপুনি আকৌ এবাৰ বিয়া কৰাওক দাদা।"

প্ৰতাপে কয়— "আচ্ছা সবযু মই বিয়া কৰালোঁ, কিন্তু যদি তোমাৰ সৰু বৌৱেৰাই অনুতপ্ত হৈ পুনৰ ঘিৰি আহে তেতিয়া মই কি কৰিম ?"

"হৃদয়হীনা নাৰীৰ অনুতাপ নাহে দাদা।"

"যদি মোৰ বিয়াৰ পাছত অনুতাপ কৰে তেন্তে ?"

মহেশে তপৰাই মাত লগায়— "তেতিয়া আদৰেৰে গ্ৰহণ কৰিবি। অনুতাপত মানুহৰ অন্তৰ শুদ্ধ হয়।"

সবলাই ক্ৰোধান্বিতা হৈ কৈ উঠে— "কেতিয়াও নহয়। তাইক মজা দিব লাগে। ভাল শিক্ষা দি তাইক উলিয়াই দিব। তাই শিকক যে স্বামীক অৱহেলা —ঘৃণা কৰাৰ মজা কেনে ?"

মহেশে গহীন হৈ সবলাৰ কালে চাই ক'লে— "হিংসাৰে হিংসাৰ নিবৃত্তি নহয় সবযু, অহিংসাৰদ্বাৰা— ক্ষমাৰদ্বাৰাহে হিংসাৰ নিবৃত্তি। ই মহামানৱৰ শিক্ষা।"

প্ৰতাপে ধীৰভাৱে উত্তৰ দিলে—

"এৰা, ঠিক কৈছ ভাই হিংসাৰ দ্বাৰা হিংসাৰ নিবৃত্তি নহয়, ক্ৰোধৰদ্বাৰা ক্ৰোধৰ পৰিতৃপ্তি নহয়। হিংসাৰ নিবৃত্তি অহিংসাৰদ্বাৰা আৰু ক্ৰোধৰ নিবৃত্তি প্ৰেমৰদ্বাৰা। মহামানৱৰ শিক্ষা মিছা নহয়। বাৰু দেখা যাওক।" প্ৰতাপে অলপ চিন্তা কৰে। ভূপেনে অলপ ৰগৰ কৰি কয়— "হাজাৰ হ'লেও প্ৰথমা ভাৰ্য্যাৰ মৰম এৰা সহজ নহয়। সেয়েহে এই প্ৰস্তাৱ সমৰ্থনৰ কাৰণ।" তেওঁৰ ৰগৰত সকলোৱে হাঁহিবলৈ বাধ্য হয়। সবলাই ভূপেনৰ ফালে চাই মুখ বিকটাই চকু দুটা ঘোপা কৰি কয়— "নিলাজটো; লাজ, চৰম অলপো নাই।" সবলাৰ ভঙ্গিমা আৰু কথাত সকলো হোঁহাৰে আৰু খেকাৰেহে হাঁহি উঠে। সবলাৰ খং উঠে।

• • • • •

নীলিমাইতে পুতুলক লৈ গৈছে। বৰ্তমান সবলাই ভাত বাঢ়ে। বাতি গোটেই খোৱাৰকে ভাত বাঢ়ি দি সবলাই চাই থাকে। মহেশ, প্ৰতাপ, ভূপেন আৰু মহেশে

আটাইকেইজনে ভাত খাবলৈ বহে। এনে সযোগতে সঁবলাই মাহেঁকে কয়— "ডাক্তৰ দাদা। আপোনাৰ বিয়াটোকে পাতক আমি থাকোঁতে, নহ'লে পিচত বহুত অসুবিধা হ'ব। সক বৌ বোধকৰোঁ নাহিব আৰু আহিলেও কোনো কামৰ লায়ক নহয়। গতিকে আপুনি বিয়া কৰাব লাগে।"

ভূপেন আৰু মহেশে কথাটো মুৰ দুপিয়াই সমৰ্থন কৰে।

"মোকনো আকৌ কিয় জুলুমত পেলাব খোজা ? এনেয়ে ভাল আছোঁ দেখোঁ।" মাধৱে কয়।

"নহয় দাদা, ঘৰত তিৰোতা নাথাকিলে ঘৰ নচলে। আপুনি বিয়া কৰাবই লাগিব।" সবলাই কয়।

"ময়ো ভাবিছোঁ। কিন্তু.....?"

"কিন্তু কি ? ছোৱালীৰ বাবে ভাবিব নালাগে। মই ছোৱালী ঠিক কৰি দিম।" মহেশে কয়।

"ছোৱালী কি ঠিক কৰিবা বাপু ? তুমি জানো ডাঙৰ বৌৱেৰাক দেখিছিলা ? তেনে চৰিত্ৰৰ তিৰোতা মোৰ ভাগ্যত আৰু নঘটিব। মই বিয়া নকৰাওঁ !" মাধৱ মলিন হৈ যায়।

"নহয় দাদা, পৃথিৱীত নানাৰকমৰ বস্তু আছে। এটাৰ সলনি আন এটি চলে।" ভূপেনে কয়। ..

"ই তোৰ প্ৰাকৃতিক বিদ্যাত খাটে ডাক্তৰ, কুইনাইনৰ সলনি পেলোড্ৰিন দিলে জ্বৰ এৰে সঁচা; কিন্তু কবি ৰঘু চৌধাৰীৰ সলনি ডাক্তৰ ভূপেন চৌধাৰীক দিলে কবিতাৰ সৃষ্টি নহয়। তই কি বুজিবি ডাক্তৰ ? মোৰ বৌ কি আছিল !" প্ৰতাপে গভীৰ মুখত কয় আৰু মলিন হৈ যায়। তেওঁৰ মলিনতাই মাধৱকো মলিন কৰি তুলিলে।

প্ৰতাপৰ কথা শুনি মহেশে ক'লে— "মই নিশ্চয় ভাল ছোৱালী এটি দিম বুলি প্ৰতিজ্ঞা কৰি ক'ব পাৰোঁ ! কেৱল আপুনি মত দিয়ক দাদা। আপোনাৰ নিশ্চয় পছন্দ হ'ব।"

কাৰ পছন্দ হ'ব মহেশ ? মোৰ পছন্দ ?" হাঃ হাঃ বুলি হাঁহিলে তেওঁ। তাৰ পিচত গভীৰ হৈ ক'লে— "ছোৱালী অইনে ঠিক কৰিব নালাগে। ময়ে ঠিক কৰিম যদি আৱশ্যকবোধ কৰোঁ।"

"আৱশ্যক হ'বৰ কি বাকী আছে দাদা ? পুতুলক ৰাখিবলৈ আৰু হাতদুটি বান্ধিবলৈয়ে দেখোন লাগিব ?"

"ময়ো তাকেই ভাবিছোঁ।" অলপ ভাবি দু গৰাহমান ভাত খাই আকৌ কয়— "যদি বিয়া কৰাব লাগে তেন্তে নীলিমাকে বিয়া কৰাব লাগিব, কাৰণ নীলিমাৰ বাহিৰে পুতুলৰ

কোনোৱে বন্ধ নক'ৰ। তাৰ উপৰি বায়েকৰ কিছু গুণ অহৰ পাত আছে।"

নীলিমাৰ নাম ৰোৱাত গোটেই কেইজনে আনন্দিত হৈ মাধৱৰ মুখৰ ফালে চাই ৰ'ল। কিন্তু প্ৰতাপে এবাৰ কেৰাহিকৈ চাই ক্ৰূৰভাৱে কৰি কাঁহিৰ ভাতবোৰকে আঙুলি মাৰি লাৰি-পিটিকি থাকিব ধৰিলে। তেওঁৰ হৃদয়তন্ত্ৰীত যেন আজি কোনোবাই কৰুণ সুৰৰ লহৰ তুলি দিলে চিৰকাললৈ। কি সাধ্য তেওঁৰ মুখত পুনৰ ভাত ভৰায়? আজি যে মহাহাহাকাৰ মহাপ্ৰলয়ৰ দিন তেওঁৰ। ই যে জীৱনমৰণ সমস্যা। জীৱনৰ অগ্নি পৰীক্ষা আজি সমুপস্থিত। একালে চিৰ চেনেহৰ দাদাৰ ভয় অন্তৰৰ বাঞ্ছা আৰু আনফালে নিজৰ প্ৰাণ: প্ৰতিমা বিসৰ্জন চিৰদিনলৈ। কোনটো তেওঁৰ কৰ্তব্য। যাৰ প্ৰতীক্ষাত আজি এই কেইবছৰে সকলোকে উপেক্ষা কৰি নীলিমাই অবিবাহিত হৈ আছে, যাৰ প্ৰেমে তেওঁক সকলো দুখ-বেজাৰবোৰ বিৰত কৰি ৰাখিছে, সেই নীলিমাক তেওঁ কোন সজেৰে অইনৰ হাতত সমৰ্পণ কৰে? জীৱনত এবাৰ বিৰাট ভুল কৰিছে দদায়েকৰ আদেশত বীণাক বিয়া কৰাই; বৰ্তমানেও যদি দদায়েকৰ সকলো কথা বিনা বাক্যব্যয়ে পালন কৰি যায় তেন্তে এই ভুলৰ শুধৰণি হয় জীৱনত নহ'ব। মহা সংকটত পৰিছে তেওঁ। কাঁহীৰ ভাত কাঁহীতে ৰ'ল। সৰুলাই সোধে— "সৰু দাদাক কিবা বিষ নেকি?"

"একো নেলাগে, মোৰ খোৱা হৈছে।" কথমপি প্ৰতাপে কথাখিনি উচ্চাৰণ কৰে।

"ভাতকেইটা দেখো এনেয়ে এৰিলে?"

"মোৰ আজি গাটো ভাল লগা নাই সৰলু!"

"গা বেয়া কৰিছে যদি কিয় ভাত খালি?" আৱদাৰৰ সুৰত ধমক দিয়ে মাধৱে।

"ভয় নাই দদা, ডাক্তৰে ওচৰতে ভাত খাইছে।" মহেশে হাঁহি মাৰি ভূপেনক দেখুৱায়।

"নহয়, তাৰ বেমাৰ হ'লে মস্কিল! যা শুই থাকগৈ।" মাধৱে আদেশ দিয়ে। প্ৰতাপে হাত ধুই উঠি যায়। কিছু সময় পিচত সৰুলাই কয়—

"যোগীজনী খুব পাকৈত আৰু ধুনীয়াও। মই এওঁৰ গড়-পাতি ভাবে ভাওৰ পৌ. কেনে আছিল তাৰে কিছু ধাৰণা কৰিছোঁ। খুব ভাল হ'ব দাদা। সোনকালে শুভ কাম সমাধা কৰাই ভাল। মযো আকে— তেওঁৰ কথাকে ক'ম বুলি ভাবিছিলোঁ। তেওঁ নিশ্চয় ভাল গৃহিণী হ'ব। আপুনি আপত্তি নকৰিলে সৰু দাদাৰ কাৰণেই আনিব ক'লোহেঁতেন। এতিয়া ভালেই হ'ল; সোনকালে কাম শেষ কৰক।"

মহেশেও আনন্দ কৰি ক'লে— "হয়, পলম কৰিব নালাগে। শুভস্য শীঘ্ৰম্। মযো তেওঁৰ কথাকে কম বুলি ভাবিছিলোঁ। সেইকাৰণেই আজিপাছৰ পৰা হ'ব বুলি ক'ত লৈছিলোঁ।"

"তেন্তে এই সপ্তাহতে হৈ যাওক।" ভূপেনে উল্লাসিত হৈ ক'লে।

"ৰক্ষ দেখা যাওক।" মাধৱে কয়।

এনেকৈ নানা আলাপ-আলোচনাৰ পিচত খাই-বৈ গোটেই কেইজন উঠি আহিল। সবলাৰ মুখত হাঁহিৰ ৰেখা। বিয়াৰ প্ৰতি তিৰোতাৰ বেছি আগ্ৰহ। খাবলৈ নাপায় কিন্তু গাবলৈ পায়; তাতে আনন্দ। পুৰুষে বিয়া খায় তিৰোতাই বিয়া গায়।

ইফালে প্ৰতাপে আহি তেওঁৰ বিছনাত বাগৰ দিছে। তেওঁলোকে ভাবিছে যে সঁচাই তেওঁৰ গা অসুখ; কিন্তু সেইটো নহয়। তেওঁৰ গা অসুখ নহয়, মনৰহে অসুখ। তেওঁহে জানে কি লাগে তেওঁক। কিয় ভাত এনেয়ে এৰিলে। অইনে বাহিৰৰপৰা কি বুজিব ? দুৰ্ভাগ্য তেওঁৰ, যে কোনেও নাজানে তেওঁৰ অন্তৰত কি ঘটিছে। মানুহৰ এষাৰ কথাই কিমান বেজাৰৰ কাৰণ হ'ব পাৰে তাক জানে কেবল ভুক্তভোগীয়েহে। অইনে কি বুজিব ? সবলাইঁতেতো একো নাজানেই আনকি মাধৱেও একো গম নাপায়। প্ৰতাপ আৰু নীলিমাৰ ভিতৰত যে প্ৰণয় আছে— দুয়ো দুয়োকে যে প্ৰাণতকৈ ভাল পায় তাৰ একো উমান নাপায় তেওঁলোকে। প্ৰতাপৰ দুৰ্ভাগ্য যে বৌয়েকে প্ৰতাপৰ বেমাৰৰ ভিতৰত এই কথা জানিও গিৰিয়েকৰ আগত ভয়তে নক'লে আৰু অইনৰ আগতো নক'লে কিজানি মৰমৰ দেৱেৰেকৰ গাত কিবা কলঙ্কৰ চেকা পৰে; কিজানি চৰিত্ৰবান বুলি খ্যাতি থকা দেৱেৰেকক মানুহে হীন চকুৰে চায়। জগতত মাত্ৰ সেই দুটি প্ৰাণীয়ে আৰু কল্যাণীয়েহে জানিছিল। কথা যে ইমানখিনি পাইছে তাৰ 'ভূ' নীলিমাৰ মাকেও নাপায়। প্ৰতাপে বিছনাত পৰি চট্‌ফট্ কৰি আকাশ-পাতাল ভাবিব ধৰিছে। নিজৰ মনক প্ৰশ্ন কৰিছে— বিবেকে উত্তৰ দিছে; কিন্তু অন্তৰে স্বীকাৰ নকৰে। কি কৰে তেওঁ ? যি দদায়েকে সংসাৰ কৰিবলৈ অনিচ্ছুক সেই দদায়েকক ধৰি-মেলি সন্মত কৰাইছে কোনোমতে। এতিয়া যদি তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে যোৱা হয় তেন্তে বিয়া নকৰাবও পাৰে। কি সতেৰেনো তেওঁ দদায়েকৰ এই ইচ্ছাৰ বিৰুদ্ধে প্ৰতিবাদ কৰে। যিয়ে জীৱন দি— সকলো সম্পদ দি তেওঁক মানুহ কৰি তুলিছে সেই দদায়েকৰ মনত কেনেকৈ তেওঁ আঘাত দিয়ে ? ইয়াৰ বাবে এদিন তেওঁ ইচ্ছা নথকাতো বীণাক বিয়া কৰালে; এতিয়া কেনেকৈ তেওঁ আত্মসুখৰ বাবে— নিজৰ মনৰ তৃপ্তিৰ বাবে দদায়েকৰ মনৰ কামনা অপূৰ্ণ কৰে ? বিৰাট প্ৰশ্ন— সীমাহীন প্ৰশ্ন জাগে তেওঁৰ মনত। তেওঁ আজি ভাৱ সাগৰত নিমগ্ন।

ভূপেনে তেওঁৰ উত্তাপ পৰীক্ষা কৰিলে কিন্তু গা অসুখৰ একো তত্ত্ব নেপালে, কেৱল মস্তিষ্কৰ ভিতৰত বেছিকৈ তেজ চলাচল কৰিছে বুলিহে অভিমত দিলে।

# সাতত্ৰিশ

সবলাহঁতৰ খেচখেচনিত অতিষ্ঠ হৈ মাধৱে এই বিষয়ে আগবাঢ়িল। তেওঁ শাহুৱেকক মতাই আনি কথাটো সুধি চালে। শাহুৱেকে আনন্দেৰে সন্মতি দিলে। তেওঁৰো ইচ্ছা আছিল যে নীলিমাক এই ঘৰতে দিব। তেওঁ মনে মনে প্ৰতাপৰ কথা ভাবিছিল কিন্তু ওচৰ-চুবুৰীয়া তিৰোতাই তেতিয়া ক'লে— "সতিনী থকা ঘৰত দিয়াতকৈ তিৰোতা মৰা ঘৰত দিয়া ভাল। তাতে নিজৰ ভিনীহিয়েক আৰু এড়ুখৰি ল'ৰাও আছে। এই ল'ৰাটোকনো কেনেকৈ এৰিবি ? গতিকে তাওঁৰজনেই ভাল হ'ব। বয়সো বেছি হোৱা নাই, মুঠতে দুকুৰি মানহে হ'ব। ডেকা মানুহ দেখাতো ভাল আৰু বিদ্বানো। গতিকে তেৰেঁ ভাল হ'ব।" তেতিয়া তেওঁ আনন্দেৰে সন্মতি জনালে আৰু বিয়াৰ দিন-বাৰ পৰ্যন্ত ঠিক কৰিলে। সবলাহঁতে নানা কথাকৈ তেওঁৰ মন ভুলাই পেলালে। কিন্তু প্ৰতাপে নিৰুদ্বেগচিত্তে সকলো দেখি-শুনি গ'ল— একো নামাতিলে। মাধৱে বিয়াৰ যোগাৰ কৰিলে।

নীলিমাৰ মাকে যেতিয়া কথাটো নীলিমাৰ আগত ক'লে তেতিয়া নীলিমাই মনে মনে ভাবিলে— সেই ঘৰলৈ মই যাবই লাগিব ইমুকপ— হয় ইজনৰ, নহয় সিজনৰ হৈ। আৰু যাম নাযামনো কি ? মইতো কাহানিবাই সেই ঘৰৰ পৰিয়ালৰ এজন হৈছোঁ। কিন্তু মইতো এইটো বাঞ্ছা কৰা নাছিলোঁ। তেন্তে তেখেতে মোক....। তেখেতৰ মত কি ? তেখেতৰ মত যিকি নহ'ক, মোৰ ওপৰততো অধিকাৰ তেখেতৰে। গতিকে কি আৰু দিয়ে সুধিবলাগিব। বৌ হিচাপে নিব নে ঘৈণী হিচাপে নিব তাকে জনা দৰ্কাৰ। তাইৰ মন হৰ্ষ-বিষাদৰ নাৱত উঠিছে। এফালে আনন্দ, আনফালে বিষাদ। কি যে হৈছে মনৰ ভিতৰখনত ! ব্যৰ্থতাই কি তেন্তে তাইৰ চিৰলগৰীয়া ? তাই ভাবে। মাকে কয়— "তই অমত নহ'বি আই, তোৰ অমতৰ বাবেই আজি এই কেই বছৰ বাট চাই আছিলোঁ। এতিয়া আৰু এই সুযোগ নেহেৰুৱাবি। অইন নহ'লেও কুটুম্বৰ ঘৰ ৰব ভাৰ পোনাটিবো. গতিক তইনই মঙ্গলীয়া গতি লাগিব। তাৰ উপৰি বোপাহঁতলৈ বৰ মৰম লাগে.....। গতিকে তই নই মঙ্গলীয়া আইত। মইয়ো বুঢ়া হ'লোঁ তোৰ এটা গতি লগাব পাৰিলে শান্তিৰে মৰিব পাৰোঁ বাছা ! তই অমত নহ'বি মোৰ আই— তোক মই কাবৌ কৰিছোঁ।"

"সেই ঘৰলৈ যোৱাত মোৰ আপত্তি নাই কিন্তু সৰু ভিনীহিয়েকক মাতি আনিবি, মোৰ কিবাকিবি সুধিব লগা আছে।"

"কোনো কথা নাই আই, মই নিজেই গৈ বোপাক মাতি আনিম।"

মাকে উল্লাসিত হৈ যায় জীয়েকৰ এনে সম্মতিসূচক কথা শুনি। কিন্তু নীলিমা? অন্তৰত এটা কঠিন প্ৰশ্ন— বৌ নে ঘৈণী? কোনটো মোৰ ভাগ্যত? তাই ভাবে— আৰু আৰু ভাবে কিন্তু উত্তৰ নাই। ভাবি ভাবি একো উত্তৰ নাপাই ভাবে যি আদেশ দিয়ে সেয়ে হ'ব। এই প্ৰশ্নৰ উত্তৰ পাম তেখেতৰ আদেশৰপৰাহে। মই আদেশৰহে দাসী— যি কয় তাকে মূৰ পাতি ল'ব লাগিব। কিন্তু এই জ্বালা কেনেকৈ সহিম? তাইৰ ভাবনাৰ অন্ত নাই, দুঃসহ বেদনাৰ পৰিসীমা নাই। ৰাতি নীলিমাৰ টোপনি নাহে। ওৰে নিশা সেই একেটি প্ৰশ্ন— বৌ নে ঘৈণী?

আনফালে প্ৰতাপ। আজি চাৰি দিন ধৰি যেন ভাত আৰু টোপনিয়ে ধৰ্মঘট কৰিছে তেওঁৰ ওচৰত। ওৰে দিন বিয়াৰ যোগাৰ কৰে আৰু ওৰে ৰাতি উজাগৰে ভাবে দাদাৰ আদেশ নে মোৰ বিবেক? নীৰৱে থাকি একান্ত ভক্তৰ দৰে তেওঁৰ মনোবাঞ্ছা পূৰণ কৰা উচিত নে মোৰ প্ৰেমৰ কাহিনী ব্যক্ত কৰা উচিত? দাদাৰ অপ্ৰকাশ আদেশ নে নীলিমাৰ অব্যক্ত অনুৰোধ? কোনটো ডাঙৰ?

পিচদিনা শহুৰেক আহিল আৰু নীলিমাই মাতি পঠোৱা বুলি কৈ গ'ল। নীলিমাই মাতি পঠোৱা বুলি জানি ভূপেনে ঠাট্টা কৰি ক'লে— "ভাবী বৌৱে এতিয়াৰপৰাই দেবৰেকক হুকুম জাৰি কৰিব ধৰিলেহি নহয়।" সৰলা আৰু মহেশে হাঁহি দিয়ে। কিন্তু প্ৰতাপ? গহীন ভাবে কয়— "সকলো অৱস্থাত একে বস্তু ভাল নালাগে ডাক্তৰ। সকলো সময়তে ধেমালি অবাঞ্ছনীয়।" প্ৰতাপৰ গাম্ভীৰ্য্য দেখি আটায়ে নিতাল মাৰিলে। ভাটিবেলা প্ৰতাপে নীলিমাহঁতৰ ঘৰলৈ খোজ ল'লে। কিন্তু আজি তেওঁৰ ভৰি আগবঢ়িবলৈ ইচ্ছা নাযায়। তহানিৰ দৰে আবেগ নাই, আছে উৎকণ্ঠাহে। মলিন মুখে ধীৰে ধীৰে খোজ ল'লে।

প্ৰতাপ অহা দেখি নীলিমাই ওলাই আহি আগবঢ়াই নিলে। মাকে তেওঁক দেখি ঘৰৰ কিবা-কিবি খবৰ সুধি বহিবলৈ দিলে। তাৰ পিচত পাকঘৰত গৈ সোমাল জলপান খোৱাৰ যোগাৰ কৰিবৰ বাবে। মাকৰ আনন্দ উলাহ; কিন্তু নীলিমাৰ মাথো প্ৰশ্ন—প্ৰশ্ন নিজৰ অন্তৰতে। ভয় আৰু ভৱিষ্যৎ আশঙ্কাই তাইক ব্যাকুল কৰি তুলিছে। আজি হ'ব তাৰ সমাধান—চিৰজীৱনৰ বাবে হ'ব নিষ্পত্তি। তাৰবাবেই যেন আহিছে আজি নিৰ্দয় নিষ্ঠুৰ আদেশ শুনাবলৈ তাইৰ ওচৰলৈ। প্ৰতাপক নি তাই চ'ৰা ঘৰত বহুৱালে। চ'ৰা ঘৰত পাৰি থোৱা বিছনাত বহে প্ৰতাপ। লাহে লাহে তাই চাহ আনি দিয়ে। তেওঁ ধীৰে ধীৰে চাহৰ কাপ হাতত লয়। ওচৰতে নীলিমা থিয় হৈ ৰয়। কোনোৱে কথা নকয়— দুয়ো নীৰৱ। নিৰ্বাকতাৰেই কামবোৰ হৈ যায়। গহীন গম্ভীৰ সাজ নিশা অপ্ৰত্যক্ষ যেনে নিতাল-নিস্তব্ধ হয় তেনে গহীন হৈছে কোঠাটো। প্ৰতাপে চাহকাপ শেষ কৰি বিছনাত

লেপেটা কাটি বহিল। নীলিমাই টেবুলৰ কোণত ধৰি আছে তেওঁৰ ফালে [illegible] দৃষ্টিৰে চাই যেন আজি প্ৰতাপে ফঁচীৰ হুকুমহে শুনাব। কিবা কওঁ কওঁ বুলি নীলিমাই একো ক'ব নোৱাৰে। অসহনীয় দুখৰ হেঁচাই দুয়োকো চঞ্চল কৰি তুলিছে। [illegible] প্ৰতাপে কোনোমতে নিজকে সংযত কৰি সুধিলে—

"কিয় মাতিলা নীলি ?"

"নিজে নাজানে নেকি ?"

"অৱশ্যে জানো।" তললৈ মূৰ কৰি উত্তৰ দিয়ে প্ৰতাপে।

"তেন্তে এতিয়া কি আদেশ ?"

"আদেশ ?" এক ৰকম আচৰিত হয় প্ৰতাপ।

"হয়, কি আদেশ মোৰ প্ৰতি ?"

"আদেশ কৰিবলৈ অধিকাৰ ?"

"নিজকে সোধক।"

নীলিমাৰ কথা শুনি প্ৰতাপে এবাৰ তাইৰ ফালে চাই ল'লে। তেওঁ বুজিলে নীলিমাই কি ইঙ্গিত কৰিছে। তেওঁৰ অন্তৰখন আকুল হৈ উঠিল। আজি আৰু লজ্জা নাই— দ্বিধা নাই। আজি আৰু অন্তৰদেৱতাই কোনো বাধা স্বীকাৰ নকৰে। প্ৰতাপে অশ্ৰু বিগলিত কণ্ঠে কৈ উঠিল—

"নীলি, মোৰ মৰমৰ নীলি...?"

প্ৰতাপৰ চকুৰ চুকত অশ্ৰু বিন্দুৱে ভুমুকি মাৰিলে। সেইদিনা— যিদিনা যৌৱনৰ হেৰুৱাইছিল— সিদিনা এই নয়নাশ্ৰুৰে তেওঁৰ দুৰ্বলতাৰ জাননী দিছিল লোকসমাজৰ আগত আৰু আজি নিজ হাতে নিজৰ প্ৰাণ প্ৰতিমাক বিসৰ্জন দিবলৈ আহি দুৰ্বলতাৰ জাননী দিলে প্ৰতিমাৰ সমুখতে। এয়ে মানুহৰ দুৰ্বল মুহূৰ্ত! এই দুৰ্বল মুহূৰ্ততে মানুহে ভুলি যায় মান-সম্মান আনকি ভুলি যায় জীৱনৰ শ্ৰেষ্ঠ সম্পদ মানুহৰ বশৰ গৌৰৱ।

"মই বৰ নিষ্ঠুৰ নীলি— সঁচাকৈয়ে মই বৰ নিষ্ঠুৰ।"

"দিয়ক, মোক আদেশ দিয়ক।"

"মোক ক্ষমা কৰা নীলি, মই উপায়বিহীন।"

"নিজক ফাঁকি দি ইমান দিনেইতো ভুল কৰিলোঁ; আজি আৰু নকৰোঁ। আজি মোৰ লাজ নাই— ভয় নাই। আজি মোক লাগে স্পষ্ট উত্তৰ। কওঁক, সঁচাকৈ কওঁক— মোক আপুনি ভাল পায়নে নাপায় ?"

নীলিমা আজি ক্ষিপ্ত হৈ উঠিছে। আজি আৰু কথাৰ বান্ধ নাই। প্ৰতাপে ভয় পালে নীলিমাৰ এনে পোৱালি হেৰোৱা বাঘিনীৰ দৰে দৃষ্টি দেখি! তেওঁ ক'লে— "[illegible] নীলি [illegible] নহয় নীলি! সত্য পালন কৰা হয় [illegible], দুখেৰে [illegible] [illegible]— বাহিৰত নহয় নীলি! সত্য পালন কৰা হয় [illegible]

প্ৰকাশ কৰা নিষ্প্ৰয়োজন।”

“তেন্তে মোক গ্ৰহণ কৰক।

“তোমাক মই গ্ৰহণ কৰিছোঁ— বহু দিন আগতে তোমাক মই হৃদয় সিংহাসনত বহুৱাইছোঁ নীলি! আজি আৰু তাক কৈ লাজ নিদিবা।”

“ক'ত? তেন্তে আমাৰ মিলন হ'ল ক'ত?”

“মিলন? আমাৰ মিলন চিৰন্তন। শুনা নীলি, দেহৰ মিলনতো আচল মিলন নহয়। আত্মাৰ মিলনহে আচল মিলন। তোমাৰ মোৰ দেহৰ মিলন হোৱা নাই সঁচা, কিন্তু মই চিৰদিন তোমাৰ আৰু তুমি চিৰদিন মোৰ। এই মিলন মনৰ মিলন— আত্মাৰ মিলন। ই বহিৰ্জগতৰ মিলন নহয়— এই মিলন অন্তৰ্জগতৰ।”

“যদি মনৰ মিলন হৈছে— আত্মাৰ মিলন হৈছে তেন্তে দেহৰ মিলন হোৱাত আপত্তি কিয়?'

“মই মোৰ সুখৰ বাবে তোমাক সতিনীৰ জ্বালা সহ্য কৰিব দিব নোৱাৰোঁ। তুমি নাজানিলেও মই জানো, মই তোমাক কিমান ভাল পাওঁ। সেইবাবেই অপেক্ষা কৰি আছিলোঁ কোন দিনানো তোমাৰ বিয়া হৈ যায় তোমাৰ কোনো পছন্দৰ লোকৰ লগত। তেতিয়া হ'লে মই সুখী হ'লোহেঁতেন। তোমাৰ সুখে মোৰ আনন্দ হ'ব তাক নাজানা নীলি?”

“বাৰু, সৰু বাইদেউক আনিব নেকি?”

“আনিম; কাৰণ মই প্ৰতিশোধ ল'ম!”

“প্ৰতিশোধ ল'ব?” নীলিমা চিঞৰি উঠে।

“এৰা, মই প্ৰতিশোধ ল'ম। যদি পাৰো তেন্তে ভালপোৱাৰে বীণাৰ মই প্ৰতিশোধ ল'ম। অন্তৰ ঢালি দিয় তেওঁক জয় কৰিবলৈ। যদি অকৃতকাৰ্য্য হওঁ তাত ক্ষতি নাই— দুখ নাই, কাৰণ ই মোৰ কৰ্ত্তব্য। যুগে যুগে মহাপুৰুষে শিকাই গৈছে— অন্যায়ক জয় কৰিবা ন্যায়েৰে। নাৰীক জয় কৰিবা হৃদয়েৰে। মানুহক ভাল পোৱা মানুহৰ কৰ্ত্তব্য! মযো চেষ্টা কৰিম। প্ৰাণপণে চেষ্টা কৰিম। কৃতকাৰ্য্য নহ'ব পাৰোঁ কিন্তু চেষ্টা কৰাত দোষ নাই।”

“বেছ, সৰু বাইদেউক আনিব— মই স্বইচ্ছাই তেওঁৰ দাসী হ'ম। ইয়াত আপোনাৰ আপত্তি কি?”

“কোনো আপত্তি নাছিল নীলি আৰু মোৰো বাঞ্ছা আছিল সেয়ে। কিন্তু....?” তেওঁ কিবা ক'বলৈ গৈ হঠাতে থমকি ৰয়। নীলিমাই সোধে— “কিন্তু কি?”

“কিন্তু তোমাক মই আপন কৰিবলৈ বাধ্য হৈছোঁ নীলি। জীৱনত [illegible] এবাৰ দিব নোৱাৰিলোঁ। দুখ সুখৰ মাজে— মোৰ মনৰ বাবে বাপা আৰু বৌয়েকে বিয়াৰ কথা কৈছে আৰু এনেকি [illegible] মই [illegible] নোৱাৰিলোঁ! তেওঁ মোৰ বাবে [illegible]।

মণিহাৰা কণী। এই বিয়া অসম্ভৱ।"

"তোমাক মই কাবৌ কৰিছোঁ নীলি, মোৰ শেষ অনুৰোধ— যদি তুমি মোক ভাল পোৱা তেন্তে এই বিয়াত অমত নহ'বা। তুমি পূজাৰ ফুল, মই দেৱতা। দেৱতাৰ ইচ্ছাত ফুলৰ আপত্তি কিয়? মই জানো নাজানো নীলি, আজি ইমান বছৰে কি কাৰণে নানা ছল-কৌশল কৰি এনেভাৱে তুমি নিজক ৰক্ষা কৰি আহিছা? কি কৰিম নীলি— মই যে নিৰুপায়।"

প্ৰতাপৰ বাক্‌শক্তি ৰুদ্ধ হৈ যায়— জগতখন যেন চাৰিওফালে চক্ৰাকাৰে ঘূৰিব ধৰে। চকুৰে ধুৱলী-কুঁৱলী দেখে। নীলিমা ফেকুৰি উঠে। ই যে নিৰ্ঘাত আঘাত-দাৰুণ বেদনা— নিৰ্মম কাহিনী।"

"উহ্ নিষ্ঠুৰ..." বুলি নীলিমাই লাহে লাহে ঢলি পৰে। প্ৰতাপে বিছনাৰপৰা নামি গৈ খাপ্ মাৰি ধৰে। নীলিমাক বিছনালৈ ধৰি আনে কিন্তু বিছনাৰ ওচৰতে মাটিত বহি পৰে নীলিমা। তাই যে আৰু এই আঘাত সহ্য কৰিব নোৱাৰে। নিৰ্মম ব্যাধৰ শৰত ক্ৰৌঞ্চ পক্ষী ভূপতিত হোৱাৰ দৰে তাই আজি ভূপতিত হ'ল। উঠিবলৈ যেন শক্তি নাইকিয়া হৈ গৈছে তাইৰ। প্ৰতাপৰ চকুৰে অবিৰল অশ্ৰু নিৰ্গত হয়, যেন শ্ৰাৱণৰ জলপ্লাৱন। ভগ্ন কণ্ঠে কাতৰ সুৰত কয় তেওঁ—

"সতী বুলি জানিও শ্ৰীৰামচন্দ্ৰই সীতাক বনবাস দিছিল আৰু আজি মই নিজে প্ৰাণ প্ৰতিমাক বুজিও, অন্তৰৰ ব্যথা বুজিও, অইনৰ হাতত তুলি দিবলৈ উদ্যত। ই মোৰ প্ৰাক্তন নীলি— ই মোৰ দৈব। কি ৰূপেৰে তুমি তাক বাধা দিবা?'

নীলিমাই মূৰে-কপালে হাত দি চকুলো মচি কয়— "ই আপোনাৰ দৈব নহয়। মোৰে কপাল।"

"নীলিমা—নীলিমা।" প্ৰতাপে চিঞৰি উঠে, নয়নৰ লোতকৰধাৰা অবিৰল ধাৰে নিৰ্গত হয়। প্ৰাণপণে চেষ্টা কৰিও নিজক সংযত কৰিব নোৱাৰে তেওঁ।

"আপোনাৰ আদেশ উলংঘন কৰিবলৈ মোৰ শক্তি নাই। কিন্তু এই দুখ মই কেনেকৈ সহ্য কৰিম? কোন সতেৰে মই চকুৰ আগতে আপোনাৰ অন্তৰৰ অগ্নি চাই থাকিম? চিৰ দুখুনী মই— দুখেই হ'ল মোৰ একমাত্ৰ জীৱন-সম্বল। ইয়াকেহে লিখিছিল বিধিয়ে মোৰ কপালত.....।"

নীলিমা ফেকুৰি ফেকুৰি অস্থিৰ হৈ যায়। কান্দিবৰ যে আৰু শক্তি নাই— চকুলো যেন গোটমাৰি বৰফত পৰিণত হৈছে। প্ৰতাপে অশ্ৰুসিক্ত নয়নে ভগ্নকণ্ঠে কৈ যায়—

"দুৰ্জয় ৰাৱণক সংহাৰ কৰি, ৰাক্ষসকুল নিৰ্মূল কৰি সীতাক উদ্ধাৰ কৰি আনিও

ৰাখবে। তাৰ পাচত কৰিলে অগ্নি পৰীক্ষা। তাতো উত্তীর্ণ হ'ল জনক নন্দিনী। মিছা সন্দেহত দিলে বনবাস, তাকো বৰণ কৰিলে সতীয়ে ভাগ্য দোষ বুলি। কিন্তু কিয় পুনু বাল্মীকিয়ে ৰচনা কৰিলে সীতাৰ পাতাল প্ৰবেশ? দুখ-দুখ নীতি — চিৰ দুখৰ জুইত জীৱন পুৰি উজ্জ্বল কৰিবৰ বাবেই মহাকবিয়ে ৰচনা কৰিলে সীতাৰ পাতাল প্ৰবেশ। দুখেই জীৱনক কৰে উজ্জ্বল, সুন্দৰ। তাৰবাবেই-এই চিৰ দুখৰ অশ্ৰুনীৰেৰে ধৌত বুলিয়ে সীতাৰ চৰিত্ৰ ইমান উজ্জ্বল— ইমান বৰেণ্য হৈ আছে। যুগে যুগে সীতা সতী ৰূপে বৰণীয়া, পূজনীয়া হৈ আহিছে।"

প্ৰতাপে আৰু ক'ব নোৱাৰা হ'ল। আজি যেন অন্তৰৰ সমস্ত শোকাশ্ৰুৱে একেলগে পাৰ ভাঙি আহি তেওঁক উটাই নৈ যাব— শোক সাগৰত বুৰাই ৰাখিব টপ্ টপ্কৈ চকুলোবোৰ নীলিমাৰ মূৰত পৰে, চুলিবোৰ তিতি যায়। নীলিমাই ওপৰলৈ মূৰ তোলে। প্ৰতাপৰ ফালে চাই লাহে লাহে উঠিবলৈ চেষ্টা কৰে। প্ৰতাপে চকুলো লুকুৱাবলৈ বাবে একো দেখা নাপায়। উঃ মানুহৰ ভিতৰত ইমান চকুপানী থাকিব পাৰে। মানুহৰ অন্তৰ! কি পদাৰ্থেৰে নিৰ্মিত তুমি তাক অন্তৰ্যামীয়েহে জানে

নীলিমা লাহে লাহে উঠি বহে। প্ৰতাপৰ বুকুত মূৰ গুজি [illegible] নাকান্দিব মোৰ আগত আপুনি, নাটুকিব মোৰ আগত চকুলো [illegible]

"তুমি জানা নীলি, আজি মই কি ধন হেৰুৱালোঁ? যাক [illegible] মানুহে অৰ্জন কৰিব নোৱাৰে, সেই নাৰী-অন্তৰ এখনি [illegible] মই [illegible] নেওচিলোঁ। উহ্ কি হতভাগ্য মই। কি পাষাণ মই!!"

নীলিমাই প্ৰতাপৰ বুকুৰ মাজত উচুপিব ধৰে। কিমান সময় যে [illegible] হৈ যায় তাৰ লেখ নাৰাখে শোকাৰ্ত প্ৰাণী দুটিয়ে। বহু সময় পিচত নীলিমাই লাহে লাহে মূৰ তুলিয়াই আৰু আভূমি প্ৰণত হৈ প্ৰতাপক সেৱা কৰে— "জীৱনত সকলো হেৰুৱালোঁ। চিৰ ব্যৰ্থতাই হ'ল মোৰ জীৱনৰ অৱলম্বন। কিন্তু আজি চুলি চিঙি ভগৱানক কাকুতি কৰিছোঁ যেন জনমে জনমে মই আপোনাক ভাল পাওঁ।"

নীলিমা নীৰৱ হৈ যায়। লাহে লাহে মূৰ তোলে। প্ৰতাপে দুহাতেৰে চুলি ধৰি ভগ্ন কণ্ঠে কৈ যায়—

"এই কমতে এদিন— যিদিনা তুমি মোক টোপলিবলৈ আগাই চাই দিছিলা, সেইদিনা প্ৰথম মিলনৰ পূৰ্বৰাগ হৈছিল আৰু আজি এই কমতে যদিও আমাৰ দেহৰ মিলন নহ'ল তথাপি আমাৰ অন্তৰৰ চিৰ মিলনৰ চুক্তি স্বাক্ষৰিত হ'ল। জনমে জনমে যেন মই তোমাৰ ভাল পোৱাতে মজোঁ।"

প্ৰতাপে নীলিমাক বুকুৰ মাজলৈ টানি আনি দুহাতেৰে মুখটো আঁকোৱালি ধৰে। প্ৰতাপৰ বুকুত মূৰ থৈ নীলিমাই উচুপিব ধৰে। প্ৰতাপৰ কেইটোপমান তপত চকুলো দুগালেদি বৈ আহি নীলিমাৰ গালতে পৰে। দুয়ো দুয়োকো চকুই চকুই চাই থাকে— দুয়োৰো চকুত চকুলোৰ নিজৰা। প্ৰতাপৰ স্মৃতিৰ পটত জিলিকি উঠে নলিনী দেৱীৰ সেই ফাঁকি কবিতা—

*"বিফলতা লৈয়ে এই ৰচিলোঁ জীৱন গীতি*
*সৰি পৰে দুচকুৰ নীৰ;*
*বিশাল বিশ্বত মাথোঁ নয়নৰ লোৰে মোৰ*
*উপচিলে সাগৰৰ তীৰ।"*

---